# দেবেন্দ্ৰ সমগ্ৰ
# ৯

# লেছেৰি বোটলা
## (প্ৰথম ভাগ)

* শিক্ষামূলক প্ৰবন্ধবাজি আৰু স্কুল পৰিদৰ্শনৰ প্ৰতিবেদনসমূহ
* সমাজ, ৰাজনীতি, গান্ধীবাদ আৰু সাহিত্য বিষয়ক বিবিধ

দেবেন্দ্ৰ নাথ আচাৰ্য

**Lesheri Botala**

**A collection of articles on various socio-religious, social-political, socio-educational problems, Indian heritage and philosophy written by Late Devendra Nath Bhattacharyya as edited by Late Kirtinath Hazarika and published by Devendra-Chandraprobha Memorial Charity Trust, Guwahati, Assam. (First Part) and continued in Second Part.**

---


সম্পাদনা : ৺কীৰ্তি নাথ হাজৰিকা

প্ৰকাশক : দেবেন্দ্ৰ-চন্দ্ৰপ্ৰভা স্মাৰক দাতব্য ন্যাস,
গুৱাহাটী, অসম

বেটুপাত : বেণু মিশ্ৰ

প্ৰথম প্ৰকাশ : ছেপ্টেম্বৰ, ২০০২

মূল্য : ৩০০.০০ (তিনিশ) টকা

পৰিবেশক : আৰ. জি. পাব্লিকেচন, মাৰ্কেট কম্ফৰ্ট, যশোবন্ত ৰ'ড,
পাণবজাৰ, গুৱাহাটী-৭৮১০০১ (অসম)

মুদ্ৰণ : শৰাইঘাট ফটো টাইপছ
বামুণীমৈদাম, উদ্যোগ পাম
গুৱাহাটী-৭৮১০২১ (অসম)

## প্ৰকাশকৰ দু-আষাৰ

আমাৰ পিতৃ স্বৰ্গীয় ৺দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যই তেখেতৰ জীৱনকালত পাবলগীয়া স্বীকৃতি নাপালে বাবে আৰু তেখেতৰ দ্বাৰা ৰচিত কেইখনমান কিতাপ তেখেত জীয়াই থাকোতেই প্ৰকাশ কৰা সম্ভৱ হোৱা নাছিল বাবে আমাৰ কেইটামান ভাই-ভনীৰ মনত এটা আক্ষেপ আছিল। শ্ৰীশশী শৰ্মা প্ৰমুখ্যে নলবাৰীৰ সাহিত্যপ্ৰেমী ৰাইজৰ লগতে সদ্য প্ৰয়াত অসমপ্ৰাণ ৺কীৰ্ত্তিনাথ হাজৰিকা ডাঙৰীয়া, শ্ৰীযুত দিলীপ হাজৰিকা, শ্ৰীঅৰূপ বৰবৰা, শ্ৰীপ্ৰণৱ পাঠক, শ্ৰীকমল আগৰৱাল, শ্ৰীধীৰেন্দ্ৰ নাথ বেজবৰুৱা, শ্ৰীদিলীপ চন্দন, শ্ৰীঅজিত ভূঞা, শ্ৰীকনক চন্দ্ৰ শৰ্মা, শ্ৰীপ্ৰভাত বৰপূজাৰী, শ্ৰীমতী ৰীতা বৰবৰা, শ্ৰীউত্তম বৰঠাকুৰ প্ৰমুখ্যে কেবাগৰাকীও বিশিষ্ট ব্যক্তিয়ে পিতৃদেৱৰ জন্ম-শতবাৰ্ষিকী উৎসৱ পাতিবলৈ আগবাঢ়ি অহাৰ লগে লগে আমিও যেন আংশিকভাৱে হ'লেও পিতৃঋণ সুজিবলৈ এটা সুযোগ পালো। লগতে পালো শুভাকাংক্ষী আৰু পিতৃৰ গুণমুগ্ধকাৰী সকলৰ পৰা বিপুল সঁহাৰি। তেখেতসকল আটাইকে আমাৰ অকৃত্ৰিম শ্ৰদ্ধা, কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ।

২০০১ চনৰ চেপ্তেম্বৰ মাহত জন্ম-শতবাৰ্ষিকী উদ্‌যাপন আৰম্ভ কৰি ২০০২ চনৰ চেপ্তেম্বৰত সামৰণি পৰ্ব পালন কৰাৰ আগতে এটা অভাৱনীয় বিপৰ্য্যয় আমাৰ সমুখত অকস্মাতে আহি পৰিল। গুৱাহাটীত গঠিত হোৱা জন্ম-শতবাৰ্ষিকী উদ্‌যাপন কমিটিৰ সভাপতি শ্ৰীযুত কীৰ্ত্তিনাথ হাজৰিকা ডাঙৰীয়াৰ ৩/৫/২০০২ তাৰিখে হঠাতে দেহাৱসান হ'ল। ই যেন আমাৰ বাবে এক বিনামেঘে বজ্ৰপাত। উক্ত উদ্‌যাপন কমিটিৰ সভাপতি হোৱাৰ উপৰিও প্ৰয়াত ৺হাজৰিকা ডাঙৰীয়াই আমাৰ অনুৰোধ ৰক্ষা কৰি পিতৃদেৱৰ সমগ্ৰ ৰচনাৰাজি সম্পাদনা কৰিবলৈ অতি আগ্ৰহেৰে সন্মত হৈছিল। মৃত্যুৰ আগতে তেখেতে অতি সুচাৰুভাৱে এই দায়িত্ব পালন কৰি আমাৰ পৰিয়ালক ধন্য আৰু চিৰকৃতজ্ঞ কৰি থৈ গৈছে। সামৰণি অনুষ্ঠানত "দেৱেন্দ্ৰ সমগ্ৰ"ৰ ১ টা খণ্ড উন্মোচনৰ সময়ত তেখেতৰ শাৰীৰিক অনুপস্থিতি আমাৰ বাবে এক গভীৰ বেদনাৰ উৎস হৈ থাকিব। এই পৱিত্ৰ ক্ষণত প্ৰয়াত হাজৰিকাৰ বিদেহী আত্মাৰ চিৰশান্তিৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

বিশিষ্ট লেখক, সমালোচক আৰু প্ৰগতিবাদী চিন্তাবিদ্ শ্ৰীশশী শৰ্মা ডাঙৰীয়াই জন্ম-শতবাৰ্ষিকী উপলক্ষে নলবাৰীৰ পৰা উলিওৱা স্মৰণিকাখনৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰিছে। তেখেতক অশেষ ধন্যবাদ। তদুপৰি নলবাৰীৰ ডঃ বসন্ত কুমাৰ ভট্টাচাৰ্য্যৰ সভাপতিত্বত গঠিত জন্ম শত-বাৰ্ষিকী উদ্‌যাপন সমিতিৰ সকলোবোৰ সদস্য আৰু সদস্যাকে তেওঁলোক সকলে এই সন্দৰ্ভত আগবঢ়োৱা নিস্বাৰ্থ

সহায়, সেৱা আৰু সক্রিয় সহানুভূতিৰ বাবে এই ছেগতে আমাৰ আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ।

"দেবেন্দ্র সমগ্র" ৰূপে ৯টা খণ্ডত প্রকাশ কৰা পিতাৰ ৰচনাৰাজিত বাদেও আৰু কেইখনমান কিতাপ আৰু বহুতো প্রবন্ধ আছিল। ইয়াৰ ভিতৰত 'তৰুণ হিয়া' শীর্ষক উপন্যাস এখন, "Anglo Assamese Composition And Translation" শীর্ষক কিতাপ এখন আৰু হাইস্কুলৰ নিম্নবর্গৰ ছাত্র-ছাত্রীৰ বাবে লিখা ভূগোল এখনৰ প্রতিলিপি আমাৰ হাতত নথকা বাবে প্রকাশ কৰিব পৰা নহ'ল। তাহানিতে আবাহন, বাঁহী, উষা, সুৰভি আদি আলোচনীত লিখা বহুত প্রবন্ধও পোৱা নগ'ল। আমাৰ নলবাৰীৰ ঘৰমাটি মা-পিতাৰ স্মৃতিত 'দেবেন্দ্র-চন্দ্রপ্রভা বিদ্যানিকেতনক' দান দি গুৱাহাটীলৈ উঠি আহিবৰ সময়ত হোৱা খেলি-মেলিৰ বাবেও পিতাৰ বহুতো লিখনী স্থানচ্যুৎ হ'ল। স্বৰ্গীয় ৺নন্দ তালুকদাৰৰ প্রখ্যাত লাইব্রেৰীটোত সংৰক্ষিত 'আবাহন' কিছুমানৰ পৰা কেইটামান প্রবন্ধ পোৱা গ'ল যদিও আটাইবোৰ প্রবন্ধ পোৱা নগ'ল। স্বৰ্গীয় ৺তালুকদাৰৰ উক্ত লাইব্রেৰীটোৰ তদাৰককাৰী সকলক এই সুযোগতে আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। গুৱাহাটীৰ জিলা পুথিভঁৰালত সংৰক্ষিত "আবাহন" সমূহৰ পৰাও তিনিটা প্রবন্ধ আহৰণ কৰাৰ সুবিধা দিয়া বাবে উক্ত পুথিভঁৰালৰ কর্তৃপক্ষকো ধন্যবাদ জনালোঁ। আনহাতে বাঁহীত লিখা প্রবন্ধবোৰ, সাহিত্যৰথী বসৰাজ ৺বেজবৰুৱাৰ লগত চিঠিৰে হোৱা আদান-প্রদান বোৰো উদ্ধাৰ কৰিব পৰা নহ'ল। অৱশ্যে সুৰভিত প্রকাশিত কেইটামান প্রবন্ধ 'দেৱেন্দ্র সমগ্র'ৰ নৱম খণ্ডত সন্নিবিষ্ট কৰা হৈছে। "অসমত শক্তি পূজা" শীর্ষক আন এখন কিতাপ লিখি পিতাই প্রকাশ কৰিছিল। কিতাপখনৰ আকাৰ সৰু হোৱা বাবে "দেবেন্দ্র সমগ্র"ৰ সম্পাদক শ্রদ্ধেয় ৺হাজৰিকাৰ পৰামর্শ অনুযায়ী এই কিতাপখন "লেছেৰি বোৰ্টলা" শীর্ষক নৱম খণ্ডত অন্তর্ভুক্ত কৰা হৈছে। উল্লেখযোগ্য যে 'দেবেন্দ্র সমগ্র'ৰ ৯ম খণ্ডৰ কলেবৰ বেছি ডাঙৰ হৈছে বাবে ইয়াক ৯(প্রথম ভাগ) আৰু ৯(দ্বিতীয় ভাগ) — এই দুই ভাগত বিভক্ত কৰা হৈছে। ইয়াৰ প্রথম ভাগত শৈক্ষিক বিষয়ক প্রবন্ধবোৰ, স্কুল পৰিদর্শনৰ প্রতিবেদন, সমাজ, ৰাজনীতি, গান্ধীবাদ আৰু সাহিত্য বিষয়ক ৰচনাৰাজি সন্নিবিষ্ট কৰা হৈছে। দ্বিতীয় ভাগত ধর্মমূলক, আধ্যাত্মিক, দর্শনমূলক প্রবন্ধবোৰ, কবিতাবোৰ আৰু ৺ভট্টাচার্য্যই বিভিন্ন প্রসঙ্গত দিয়া ভাবণাৱলী অন্তর্ভুক্ত কৰা হৈছে।

মৃত্যুৰ আগলৈকে পিতাৰ লিখিবলৈ থকা আগ্রহ অক্ষুণ্ণ আছিল। নলবাৰীৰ পৰা আহি গুৱাহাটীত পিতাৰ দ্বিতীয় পুত্র অনিলৰ ঘৰত ১৯৮২ চনত থিতাপি লোৱাৰ পিছতো লিখাৰ চেষ্টা অব্যাহত ৰাখিছিল যদিও লিখনীবোৰ শাৰিৰীক আৰু মানসিক অস্থিৰতাৰ বাবে সম্পূর্ণ কৰিব পৰা নাছিল। অনিলৰ ঘৰত থকা প্রায় তিনিবছৰ কাল অনিলৰ পত্নী ৺ইভাই পিতাৰ সৰ্বোতপ্রকাৰে যত্ন লোৱাত কোনো ত্রুটি কৰা নাছিল আৰু কার্য্যমানে পিতাক লিখা পঢ়াত সহায় কৰিছিল। অসম্পূর্ণভাৱে এৰি থোৱা পিতাৰ লিখনীৰ এঘোৰা ইভাই সযতনে ৰাখি থৈছিল আৰু পিতাৰ হাতৰ আখৰৰ চানেকি

হিচাপে তাৰেই কিয়দংশ 'দেৱেন্দ্ৰ সমগ্ৰ'ৰ প্ৰতিটো খণ্ডতে প্ৰকাশ কৰা হৈছে। ১৯৯৭ চনত আকস্মিকভাৱে হোৱা ইতাৰ অকাল মৃত্যুৱে আমাৰ মাজত সৃষ্টি কৰা শূন্যতা আজি এই মুহূৰ্তত গভীৰভাৱে অনুভৱ কৰিছোঁ। পিতাক লিখিবলৈ বিশেষভাৱে উৎসাহ যোগোৱা আৰু ৰচনাবোৰৰ মৌখিকভাৱে সম্যক সমালোচনা আগবঢ়োৱা আন এগৰাকী ব্যক্তি আছিল পিতাৰ ডাঙৰ জোঁৱায়েক (অনুপমাৰ স্বামী) অধ্যাপক ৺কৰুণাকান্ত শৰ্মা। আজি এই মুহূৰ্তত এই দুগৰাকী পুন্যাত্মাৰো স্মৃতিচাৰণ কৰি দুয়োৰো বিদেহী আত্মাৰ প্ৰতি আমাৰ গভীৰ শ্ৰদ্ধাঞ্জলি জনালোঁ।

পিতা মূলতঃ এজন শিক্ষাবিদ্ আছিল বাবে আৰু শিক্ষাৰ বহল প্ৰসাৰৰ বাবে থকা তেখেতৰ আগ্ৰহ আৰু তৎপৰতাৰ বাবেই নলবাৰীৰ আমাৰ ওপৰোক্ত মাটিখৰ শিক্ষানুষ্ঠান এখনক দান কৰি মা-পিতাৰ স্মৃতি স্থায়ী কৰাৰ চেষ্টা কৰিছিলোঁ যদিও অকল উক্ত প্ৰচেষ্টাৰ দ্বাৰা আমাৰ দায়িত্ব পালন সম্পূৰ্ণ হৈছিল বুলি আমাক হ'ব পৰা নাছিলোঁ, কিয়নো ইয়াৰ হিতাধিকাৰী অকল নলবাৰীৰ বাসিন্দা সকলেহে হ'ব। পিতাৰ নিজৰ ইচ্ছা আছিল এখন আদৰ্শ শিক্ষানুষ্ঠান গঢ়ি তুলিবলৈ; কিন্তু তেখেতৰ জীৱদ্দশাত সেয়া সম্ভৱ নহ'ল। নলবাৰীৰ এই শিক্ষানুষ্ঠানটোৱে দোপতদোপে কৰা উন্নতি আৰু ইয়াৰ শিক্ষাৰ্থীসকলৰ লেখত লবলগীয়া সাফল্য দেখিলে তেখেতে গভীৰ সন্তুষ্টি লাভ কৰিলেহেঁতেন সন্দেহ নাই। তথাপি সমগ্ৰ অসমৰ ভৱিষ্যত প্ৰজন্মই যাতে পিতৃদেৱৰ সৃষ্টিৰাজিৰ আভাষ আৰু সোৱাদ পাবলৈ সক্ষম হয়, তাৰ বাবে আমি সাত ভাই-ভনীয়ে লগ লাগি "দেৱেন্দ্ৰ সমগ্ৰ" প্ৰকাশ কৰাৰ সিদ্ধান্ত লওঁ। উল্লেখযোগ্য যে "দেৱেন্দ্ৰ সমগ্ৰ" আৰু স্মৰণিকাখনৰ প্ৰকাশ আৰু জন্ম-শতবাৰ্ষিকী উদ্‌যাপনৰ বাবে হোৱা সমগ্ৰ খৰচ আমি পিতাৰ পুতেক-জীয়েক, নাতি-নাতিনী আটায়ে লগ লাগি বহন কৰিছোঁ— ইয়াৰ বাবে কোনো ৰাজহুৱা আৰু ব্যক্তিগত প্ৰতিষ্ঠান বা ব্যক্তিৰ পৰা কোনো সাহায্য গ্ৰহণ কৰা হোৱা নাই। কিন্তু সাহায্য হিচাপে আহিছিল বৃহৎ পৰিমাণৰ অনস্বীকাৰ্য্য অনুপ্ৰেৰণা। পিতাৰ মৃত্যুৰ বাতৰি ওলোৱাৰ লগে লগে বিদগ্ধপণ্ডিতদ্বয় ৺মনোৰঞ্জন শাস্ত্ৰী, ৺চক্ৰপতি তৰ্কতীৰ্থ, ডঃ নগেন শইকীয়া শ্ৰীভৱপ্ৰসাদ চলিহা, ৺শ্ৰীৰাম চন্দ্ৰ দাস, ৺যোগেন চক্ৰবৰ্ত্তী, ডঃ ভগবান লহকৰ, বিশিষ্ট ব্যৱসায়ী শ্ৰীকেশৱ দাস প্ৰমুখ্যে আমাৰ বহুতো শুভাকাংক্ষীয়ে পিতৃদেৱৰ প্ৰকাশিত আৰু অপ্ৰকাশিত ৰচনাৰাজি "দেৱেন্দ্ৰ ৰচনাৱলী" হিচাপে প্ৰকাশ কৰিবলৈ লিখিত আৰু মৌখিক পৰামৰ্শ দি "দেৱেন্দ্ৰ সমগ্ৰ" প্ৰকাশ কৰা চিন্তাধাৰাৰ জন্ম দিছিল আৰু আমাক উৎসাহিত আৰু অনুপ্ৰাণিত কৰিছিল। এই প্ৰসংগতে তেখেতসকল আটাইলৈ আমাৰ কৃতজ্ঞতা আৰু শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ।

আমাৰ এই উদ্যমত কেবাগৰাকীও বিশিষ্ট পণ্ডিতে আমাক সহায় কৰিছে। বিশেষকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক ডঃ থানেশ্বৰ শৰ্মাদেৱে "শ্ৰীশ্ৰীচণ্ডীখনৰ" ভূমিকাটো লিখি দিয়া বাবে তেখেতলৈ আমাৰ কৃতজ্ঞতা আৰু শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। কটন কলেজৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰীসুধেন্দু মোহন ভৰালীয়ে "শ্ৰীশ্ৰীচণ্ডী", "ভগৱদ্ গীতা" আৰু "পাতঞ্জল যোগদৰ্শন" শীৰ্ষক

কিতাপ তিনিখন সম্পাদনা কৰাৰ উপৰিও এই কেইখন কিতাপৰ আহিলিপি (Proof) শুধৰাই দি আমাক নিঃস্বাৰ্থভাৱে সহায় কৰিছে। আনহাতে, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰাক্তন মূৰব্বী অধ্যাপক শ্ৰীপ্ৰিয়াংশু প্ৰবল উপাধ্যায় ডাঙৰীয়াই "পাতঞ্জল যোগ-দৰ্শনৰ" ভূমিকাটো লিখি তত্ত্বগধুৰ আলোচনা আগবঢ়াইছে। ইয়াৰ বাবেও আমি এই দুগৰাকী বিশিষ্ট পণ্ডিতলৈ আমাৰ হিয়া ভৰা কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ। এই তিনিওগৰাকী বিশিষ্ট পণ্ডিতৰ নিঃস্বাৰ্থ সহায় আমি কোনো দিনেই পাহৰিব নোৱাৰিম।

৺কীৰ্ত্তিনাথ হাজৰিকাৰ আকস্মিক মৃত্যুত জন্ম-শতবাৰ্ষিকী উদ্‌যাপন কমিটিৰ সভাপতিৰ আসনখন শূন্য হৈ পৰাৰ পিচত কমিটিৰ সদস্যসকলৰ অনুৰোধক্ৰমে প্ৰথিতযশা সাহিত্যিক আৰু আধুনিক অসমীয়া উপন্যাস ৰচনাৰ আন এগৰাকী বাটকটীয়া শ্ৰীযুত পদ্ম বৰকটকী ডাঙৰীয়াই উক্ত দায়িত্ব লবলৈ আগ্ৰহেৰে সন্মতি প্ৰকাশ কৰাৰ বাবে আমি কৃতজ্ঞতা জনাবৰ ভাষা বিচাৰি পোৱা নাই। তেখেতৰ অমূল্য দিহা পৰামৰ্শৰ বাবেও আমি চিৰঋণী হৈ ৰলো।

ইমান বৃহৎ দায়িত্ব এটা মূৰপাতি লোৱা আমাৰ অৰ্হতা সম্বন্ধে আমি আজিও নিশ্চিত নহয়। বহুতো শঙ্কা আৰু দ্বিধাৰ পিচত "দেবেন্দ্ৰ সমগ্ৰ" প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা হ'ল একমাত্ৰ শৰাইঘাট ফটো টাইপছৰ স্বত্বাধিকাৰী, হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যৰ সহপাঠী আৰু আজীৱন অন্তৰঙ্গ বন্ধু শ্ৰদ্ধেয় শ্ৰীযোগেশ শৰ্মাৰ উৎসাহ, উদ্দীপনা আৰু সক্ৰিয় সহযোগিতাৰ আশ্বাস পোৱাৰ পিচতহে। শ্ৰীশৰ্মাও পিতাৰ প্ৰতি গভীৰ ভাৱে শ্ৰদ্ধাশীল আছিল। শ্ৰীশৰ্মাৰ সক্ৰিয় সহযোগিতাৰ অবিহনে এই বৃহৎ দায়িত্ব পালন কৰা সম্ভৱ নহ'লহেঁতেন। উল্লেখযোগ্য যে সময়মতে "দেবেন্দ্ৰ সমগ্ৰ" আৰু স্মৰণিকাখন উলিয়াই দিব লাগিব বাবে শ্ৰীশৰ্মাই এটা সময়ত তেখেতৰ ছপাশালত আন কাম লোৱা বন্ধ কৰি দি অকল আমাৰ প্ৰকল্পটো সফল কৰিবলৈ মনোনিবেশ কৰা কথা আমি কেনেকৈ পাহৰিম বাৰু? তেখেতৰ ছপাশালৰ মুখ্য তদাৰককৰ্তা শ্ৰীপ্ৰশান্ত বৰঠাকুৰকো আমি এই সুযোগতে তেখেতে আগবঢ়োৱা অক্লান্ত পৰিশ্ৰম আৰু বন্ধুত্বসূচক সহযোগিতাৰ বাবে আমাৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। এক কথাত ক'বলৈ হ'লে— "দেবেন্দ্ৰ সমগ্ৰ" ই পোহৰৰ মুখ দেখিবলৈ পোৱাৰ ক্ষেত্ৰত শ্ৰীযোগেশ শৰ্মা আৰু তেখেতৰ সহযোগী বৃন্দৰ অবিহণা অতুলনীয়— তেখেত সকলক কৰা কোনো প্ৰশংসাই অধিক হ'ব নোৱাৰে।

বহুতো পুৰণি ফটো উৱলি গৈছিল। আধুনিক প্ৰযুক্তিৰ সহায়ত এচাম অসমীয়া ডেকাই এই ফটোবোৰ দোষমুক্ত কৰি ছপাবলৈ যোগ্য কৰি তোলা বাবে গুৱাহাটীৰ (ফাটাী বজাৰৰ) পি & পি ডিজিটেল কালাৰ লেবৰ (P&P Digital colour lab) প্ৰতিও আমি আমাৰ আকুণ্ঠ ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। বড়ো সম্প্ৰদায়ৰ এই ডেকাইতৰ উদ্যোগ সফল হওঁক— তাকেই কামনা কৰিছোঁ। শিক্ষাৰ প্ৰসাৰ, শিক্ষাদান, অসমীয়া ভাষাৰ প্ৰতিষ্ঠা আৰু আন্তৰ্জাতীয় সাংগঠনিক তৎপৰতাৰ ক্ষেত্ৰত

পিতাৰ সহযোগী সকলৰ আলোক চিত্ৰ (যিসকলৰ পোৱা গ'ল) এই সংকলিকাত ছপাই আমাৰ আন্তৰিক কৃতজ্ঞতা আৰু শ্ৰদ্ধা জনাবলৈ এটা বিনম্ৰ প্ৰয়াস কৰা হৈছে— যাতে বিদগ্ধ শিক্ষকসকলৰ আৰু এচাম শিক্ষানুৰাগীৰ নাম লিপিবদ্ধ হৈ থাকে।

"দেবেন্দ্ৰ সমগ্ৰ"ৰ ৯টা বেটুপাতৰ চানেকি আৰু অঙ্গসজ্জা পিতাৰ ভতিজা জোঁৱাই, প্ৰখ্যাত শিল্পী শ্ৰীবেণু মিশ্ৰই প্ৰস্তুত কৰি দি আমাক চিৰদিনৰ বাবে কৃতজ্ঞতাৰ পাশত আবদ্ধ কৰিলে। তেখেতকো আমাৰ হিয়াভৰা শুভেচ্ছা আৰু ধন্যবাদ জনালোঁ। বিভিন্ন জনৰ লগত সঘন যোগাযোগ নিয়মিতভাৱে ৰক্ষা কৰা আৰু হঠাতে মাজে-সময়ে সন্মুখীন হ'বলগীয়া অসুবিধাবোৰৰ মোকাবিলা কৰা ক্ষেত্ৰত অনিলৰ গাড়ীচালক ৰত্নেশ্বৰ, লগুৱা ৰুকণা, সনেশ্বৰ আৰু আমাৰ পৰিয়ালৰে এজন হৈ পৰা কন্দৰ্পৰ সহায়-সহযোগিতাৰ বাবেও এই ছেগতে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

আমি সাত ভাই-ভনীয়ে যুটীয়াভাৱে এই খৰচসাধ্য প্ৰকল্পৰ উদ্যোগ লোৱাৰ বাবে যি মানসিকতা আৰু দৃষ্টিভঙ্গীৰ আৱশ্যক আছিল, সেয়া পিছে আমাৰ নিজস্ব বুলি দাবী কৰাৰ ধৃষ্টতা আমাৰ নাই— উত্তৰাধিকাৰী সূত্ৰে বা আমাক যি পৰিবেশত লালন-পালন কৰা হৈছিল, সেই পৰম্পৰাৰ সূত্ৰেহে উক্ত মানসিকতা লাভ কৰিছিলোঁ বুলি আমাৰ দৃঢ় বিশ্বাস। এই ক্ষেত্ৰত যি গৰাকী ব্যক্তিয়ে, অনাবিল প্ৰেম, সততা, নিষ্ঠা আৰু ধৰ্মপৰায়ণতাৰ ভিত্তিত আমাৰ প্ৰত্যেকৰে চৰিত্ৰ আৰু জীৱন গঢ়িবলৈ অসীম ধৈৰ্য্যৰে আজীৱন চেষ্টা কৰি গ'ল, সেই গৰাকী ব্যক্তি— আমাৰ স্বৰ্গগতা মা ৺চন্দ্ৰপ্ৰভা দেৱীৰ প্ৰভাৱ আমাৰ জীৱনৰ প্ৰতিটো পদক্ষেপতে আমি অকল অনুভৱেই কৰা নহয়— প্ৰত্যক্ষ কৰি আহিছো। প্ৰকৃততে তেখেতৰ সাহচৰ্য্য আৰু সেৱা অবিহনে ৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ সৃষ্টিৰ প্ৰয়াসে কাহানিও সফলতাৰ জখলাৰ ওচৰো নাপালেহেঁতেন। নীৰৱে বিভিন্ন অসুবিধা আৰু বিপৰ্য্যয়ৰ মাজতো মায়ে আমাৰ পৰিবাৰিক জীৱনটোৰ ধৰণীৰ ভূমিকা যি দৰে গ্ৰহণ কৰি গ'ল, তাৰ ভিত্তিতে আমি আজিও থিয় হৈ আছো। সন্দেহ নাই যে মাৰ নীৰৱ, কিন্তু সক্ৰিয় সহযোগিতা অবিহনে পিতৃদেৱৰ জীৱনযোৰা সাধনা বিক্ষিপ্ত আৰু অসংলগ্ন হৈ পৰিলহেঁতেন। আজিৰ মানদণ্ডমতে মা হয়তো উচ্চ শিক্ষিতা নাছিল; কিন্তু একোটা নিৰ্দিষ্ট নৈতিক বাণী বহন কৰা ৰামায়ণ আৰু মহাভাৰতৰ প্ৰতিটো কাহিনী মাৰ কণ্ঠস্থ আছিল আৰু সেইবোৰ আমাৰ শৈশৱ কালত আমাক কৈ কৈ আমাৰ নিৰ্দিষ্ট মানসিকতা গঢ়ি তুলিবলৈ মাৰ যত্ন আৰু ব্যগ্ৰতাৰ শেষ নাছিল। উল্লেখযোগ্য যে তাহানিৰ প্ৰতিগৰাকী অসমীয়া মাতৃয়ে এই পৰম্পৰাৰ অধিকাৰী আছিল যে সন্দেহ নাই।

'দেবেন্দ্ৰ-চন্দ্ৰপ্ৰভা স্মাৰক দাতব্য ন্যাসে' কিতাপ ছপাবলৈ কৰা এইটো প্ৰথম প্ৰয়াস। অভিজ্ঞতা আৰু আৱশ্যকীয় অৰ্হতাৰ অভাৱৰ বাবে নিশ্চয় বহুতো ত্ৰুটি-বিচ্যুতি ঘটিছে— যাৰ বাবে আমি সংশ্লিষ্ট আটায়ৰে ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। উল্লেখযোগ্য যে আদিলিপি শুধৰাবৰ সময়ত বিভিন্ন ধৰণৰ বানান বিভ্ৰাটে বাৰম্বাৰে সমস্যাৰ সৃষ্টি কৰিছিল। এই ক্ষেত্ৰত শ্ৰদ্ধেয় ৺হেমবিকাশদেৱৰ মৃত্যুৰ পিছত, আমাক ডঃ হিৰেন গোহাঁই, শ্ৰীঅনিল বৰুৱা (দৈনিক অসমৰ প্ৰাক্তন সম্পাদক) আৰু শ্ৰীপদ্ম বৰকটকী

ভাণ্ডৰীয়াই আৱশ্যকীয় দিহা-পৰামৰ্শ দি সকাহ দিয়া বাবে তেখেত সকলৰ ওচৰত আমি চিৰ কৃতজ্ঞ। সন্দেহৰ অৱকাশ থাকিলে, শ্ৰীঅনিল বৰুৱাৰ পৰামৰ্শ ক্ৰমে আমি 'হেমকোষ' অভিধানকে মানি চলিছো। তথাপিও ঠায়ে ঠায়ে ভুল থাকি যোৱা অসম্ভৱ নহয়— মূলতঃ জ্ঞান আৰু অভিজ্ঞতাৰ অভাৱৰ বাবে। ইয়াৰ বাবে নিজৰ অক্ষমতা স্বীকাৰ কৰি সংশ্লিষ্ট আটায়ৰে ওচৰত আমি আকৌ এবাৰ ক্ষমা প্ৰাৰ্থনা কৰিলোঁ।

ৰাইজৰ আশীৰ্বাদ বিচাৰি—

দেৱেন্দ্ৰ-চন্দ্ৰপ্ৰভা স্মাৰক দাতব্য ন্যাসৰ হকে

হিমন্তকুমাৰ ভট্টাচাৰ্য

শ্ৰী অনিলকুমাৰ ভট্টাচাৰ্য্য

[illegible]

শ্ৰী ইন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য

শ্ৰী অনুপমা দেৱী

শ্ৰী প্ৰতিমা গোস্বামী

শ্ৰী নিৰুপমা মিশ্ৰ

# স্বৰ্গীয় দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকী উপলক্ষে একাঞ্জলি শ্ৰদ্ধা



সাহিত্য-সংস্কৃতিৰ সাধকে স্বীকৃতিৰ বাবে লালায়িত হৈ সাধনাত হাত নিদিয়ে। একনিষ্ঠ, সৃষ্টিধৰ্মী সাধনাক চুম্বকৰ দৰে স্বীকৃতিয়েহে আকৰ্ষণ কৰে। সাহিত্য-সংস্কৃতিৰ সাধকে স্বীকৃতি বিচাৰক বা নিবিচাৰক, তেনে স্বীকৃতি সমাজৰ স্বাৰ্থৰ ফালৰ পৰাই অপৰিহাৰ্য ভাৱে প্ৰয়োজনীয়। উপযুক্ত সময়ত যথাবিহিত ভাৱে সাহিত্য-সংস্কৃতিৰ সাধকে পোৱা স্বীকৃতিয়ে তেনে সাধকৰ মনলৈ প্ৰত্যয়, প্ৰেৰণা আৰু নতুন সাহস কঢ়িয়াই আনে আৰু সেয়ে নিজৰ সৃষ্টিৰ উৎকৰ্ষ সাধনতো সহায় কৰে।

অৱশ্যে সাহিত্য-সংস্কৃতিৰ সাধকে স্বীকৃতি পোৱাত বাধাৰ সন্মুখীন হৈ আহিছে। একালত ইংৰাজী সাহিত্যৰ জগতত কিছুমান লেখক গঞ্জনাৰ সন্মুখীন হ'ব লগীয়া হৈছিল। তেওঁলোকৰ সাহিত্য অশ্লীল বুলি প্ৰতিপন্ন কৰিবলৈ অবিৰাম চেষ্টা চলোৱা হৈছিল। কিন্তু আচৰিত কথা যে পৰৱৰ্তী কালত সেই সকলৰ নিন্দিত কৰ্ম-ৰাজিয়েই নতুন স্বীকৃতি লাভ কৰিছিল। আনকি 'অশ্লীল সাহিত্য'ৰ আইন-সিদ্ধ সূত্ৰও একাধিকবাৰ নতুনকৈ নিৰ্দ্ধাৰণ কৰিব লগীয়া হৈছিল।

এয়া আছিল যুগৰ বিবৰ্তনৰ ইতিহাস। বিবৰ্তনে মানসিক পৰিধি বহলাই দি নতুন দিগন্ত ৰচিছিল আৰু সেয়ে সমাজলৈ নতুন মূল্যবোধ কঢ়িয়াই আনিছিল। এনে অৱস্থা অকল ইংৰাজী সাহিত্যৰ ক্ষেত্ৰতে নহয়, অন্যান্য সাহিত্যতো কম-বেছি পৰিমাণে দেখিবলৈ পোৱা গৈছিল। আনকি অসমতো সাংস্কৃতিক মূল্যবোধৰ পিছপৰা অৱস্থাৰ বাবে একালত বিহু নাম, বিহু নাচক নগৰৰ তথাকথিত 'ভাওঁৰীয়া'সকলে অস্পৃশ্য কৰি ৰাখিছিল। এই ক্ষেত্ৰত প্ৰায় ৬টা দশকৰ আগতে গুৱাহাটীত লাভ কৰা এটা অভিজ্ঞতাৰ কথা উল্লেখ কৰিব পাৰি। সেই সময়ত সন্ধিয়া পৰত কটন কলেজৰ এভাগ ছাত্ৰই দীঘলীপুখুৰীত নাও বাবলৈ শিকোঁতে বিহুনাম গাই চৌদিশ মুখৰিত কৰি তুলিছিল। কিন্তু দীঘলীপুখুৰীৰ পাৰত সান্ধ্য ভ্ৰমণ কৰা বিশিষ্ট অসমীয়া নাগৰিকে বিহুনামৰ 'এলাৰ্জী'ত ভুগি কটন কলেজৰ অধ্যক্ষলৈ তপতে তপতে আপত্তি জনাই লিখিলে যে কটনৰ ছাত্ৰ অশ্লীল আচৰণে নাগৰিকৰ [illegible] তিক্ত কৰি তুলিছে। [illegible] পাই নাও বোৱা ছাত্ৰসকলে অৱশেষত পিচদিনাৰ পৰাই ঢোল আৰু খ'ল লৈ পেঁপাও আমদানি কৰি বঠাৰ ছেৱে ছেৱে সন্ধিয়াৰ দীঘলীপুখুৰীৰ পাৰ 'মতলীয়া' কৰি আপত্তিকাৰীক 'বেসুৰা' প্ৰত্যুত্তৰ দিছিল। প্ৰায় ৫টা দশকৰ আগতে [illegible] উদ্যোগত অনুষ্ঠিত

প্ৰথমবাৰৰ বাবে আয়োজন কৰা বিহু উৎসৱত সম্ৰান্ত অসমীয়া পৰিয়ালৰ জীয়ৰীয়ে মঞ্চত বিহুনাচ পৰিবেশন কৰোতেও গুৱাহাটী তল-ওপৰ লাগিছিল।

উদাহৰণ স্বৰূপে দাঙি ধৰা এই দুটা কথাৰ লগত এতিয়াৰ অৱস্থাৰ তুলনা কৰিলেই বুজা যাব— বিৱৰ্তনে মানুহৰ মূল্যবোধৰ কিমান পৰিবৰ্তন ঘটালে।

অৱশ্যে সাহিত্য-সংস্কৃতিৰ সাধকৰ স্বীকৃতিৰ ক্ষেত্ৰত দেখা দিব পৰা অন্তৰায়ৰ তালিকা ইমানতে শেষ হোৱা নাই। ৰাজনীতিৰ তুলাচনীত জুখি সাহিত্য-সংস্কৃতিৰ প্ৰতি অবিচাৰ কৰাৰ উদাহৰণো কম নহ'ব। বাওঁপন্থী ধাৰণাৰ দ্বাৰা পুষ্ট ৺ভবানন্দ দত্তৰ সাহিত্য-কৰ্মই তেখেতৰ জীৱন-কালতো উপযুক্ত স্বীকৃতি নেপালে আৰু এতিয়াও পোৱা নাই। কমিউনিষ্ট আন্দোলনৰ কাৰ্যতঃ অঙ্গ স্বৰূপ হৈ উঠা ভাৰতীয় গণ-নাট্য সংঘই অসমৰ সাংস্কৃতিক জগতলৈ আগবঢ়োৱা অৱদানৰ কথা চিন্তা কৰিবলৈ হয়তো আজিও কাৰো আজৰি ওলোৱা নাই। এহাতে ৰাজনৈতিক বিবেচনাই এইদৰে সাংস্কৃতিক ক্ষেত্ৰত স্বীকৃতিৰ পথত হেঙাৰ পুতিছে আৰু আনহাতে ৰাজনৈতিক পক্ষপাতদুষ্ট নীতিয়েই 'ৰজা-ঘৰীয়া' স্বীকৃতিৰ গতিপথ নিৰ্ণয় কৰি চৰম ব্যভিচাৰ ঘটাইছে।

সময়ত আকৌ কেতবোৰ অদৃশ্য কাৰণত সাহিত্য-সংস্কৃতিৰ সাধকে সময়মতে উপযুক্ত স্বীকৃতি পোৱা নাই। সংস্কৃতিৰ সমল বিচাৰি বৰপেটা অঞ্চলত একালত নীৰৱে অক্লান্ত পৰিশ্ৰম কৰা ৺শ্ৰীৰামচন্দ্ৰ দাস নীৰৱেই এইখন পৃথিৱী এৰি গুচি গ'ল। বৰগীত-লোকগীতৰ একনিষ্ঠ সাধক ৺পুৰুষোত্তম দাসে কৰা দীৰ্ঘকাল জোৰা সাধনাৰ স্বীকৃতি তেখেতৰ কাৰণে আটকীয়া হৈয়ে থাকিল। সেইদৰে শ্ৰীযুত প্ৰদীপ চলিহাই তাহানিৰ পৰা গোলাঘাটত থলুৱা গীত-মাতৰ সংৰক্ষণ, সম্বৰ্দ্ধন আৰু বিকাশৰ বাবে অকলশৰীয়া ভাৱে, নানান অসুবিধা ভোগ কৰি অহা সত্ত্বেও কাৰো মনত নপৰিল; মাত্ৰ জীৱনৰ বিয়লি বেলা, অসুখে হেঁচা মাৰি ধৰা অৱস্থাত বিলম্বিত স্বীকৃতি দি প্ৰকৃততে শিল্পী গৰাকীৰ মনৰ ঘাহে বহলাই দিয়া হ'ল।

সময়ত আকৌ হৰিণাৰ মঙহেই বৈৰী হোৱাৰ দৰে হ'ল। কৃতী সাহিত্যিক বা শিল্পীৰ লগত আন এচাম কৃতী সাহিত্যিক-শিল্পীৰ অহি-নকুল সম্পৰ্ক ঘটাৰ উদাহৰণো আছে। ফলত এইসকল লোকৰে কিছুমানৰ মাজত মনৰ চুবুৰি গঠন হোৱা, 'প্ৰতিদ্বন্দ্বী' গোষ্ঠী গঠন হোৱা দেখা যায়। সেইকাৰণে সাহিত্যিক, শিল্পীৰ স্বীকৃতিৰ বেলিকাও 'গ্ৰন্থী'-যুদ্ধ চলে। নিৰ্দিষ্টভাৱে তেনে উদাহৰণ দাঙি ধৰি তিক্ততা বঢ়াবলৈ আগ নেবাঢ়িলোঁ। সময়ত এনে মনৰ চুবুৰিয়ে সৃষ্টি কৰা সমস্যাৰ উদাহৰণ এটা অৱশ্যে দিব পাৰি। প্ৰকাশন পৰিষদৰ বঁটাৰ বাবে নিযুক্ত হোৱা বাছনি কমিটীত একালত ময়ো সদস্য আছিলোঁ। অৱশ্যে মই নাম অনুমোদন কৰা জনে বঁটাটো নেপালে। পিছত অৱশ্যে সেই কমিটীৰ বয়োজ্যেষ্ঠ সদস্য এজনে মোক প্ৰত্যাহ্বান জনোৱাৰ সুৰত প্ৰশ্ন কৰিছিল— আপেক্ষিক ভাৱে কম বয়সৰ সাহিত্যিকৰ নাম মই কিয় অনুমোদন কৰিছিলোঁ। মাত্ৰ এজন মানুহৰ বাবে স্বীকৃতি এদনীয়া কৰি ৰখাৰ প্ৰৱণতা এটাৰ নিদৰ্শন হয়তো ইয়াৰ মাজতে আছে। স্বীকৃতি দিয়াত কাৰ্পণ্য কৰা বুলি দুটা মান ক্ষেত্ৰত মই নিজকো জগৰীয়া কৰিছোঁ। [illegible] 'নতুন অসমীয়া' কাকতত অনাতাঁৰ অনুষ্ঠানৰ সাপ্তাহিক পৰ্যালোচনা

একোটা প্ৰকাশ কৰি অনাতাঁৰ অনুষ্ঠানৰ উৎকৰ্ষ সাধন কৰাত বৰঙণি যোগোৱাৰ ব্যৱস্থা কৰিবলৈ লৈছিলোঁ। পিছে এদিন এটা পৰ্যালোচনাত নিৰ্দিষ্ট দিন এটাত এজন শিল্পীয়ে গীত নোগোৱা সত্বেও তেওঁৰ গীত ভাল হৈছিল বুলি প্ৰকাশ পালে আৰু আনহাতে আন এদিন এজন শিল্পীৰ গীতে শ্ৰোতাৰ মন জয় কৰা সত্বেও আমাৰ কাকতৰ পৰ্যালোচকে সেই শিল্পী গৰাকীৰ নামকে উল্লেখ নকৰাত সিদ্ধান্তে অনাতাঁৰ অনুষ্ঠানৰ পৰ্যালোচনা প্ৰকাশ কৰাটোকে বন্ধ কৰি দিবলৈ বাধ্য হ'লো। আনটো ঘটনা ঘটিছিল— দৈনিক অসমত। এখন অসমীয়া কথাছবিয়ে সকলো মহলতে বিশেষ সমাদৰ লাভ কৰা সত্বেও দৈনিক অসমত ছবিখনৰ পৰ্যালোচনাত অতিশয় কঠোৰ সমালোচনাহে প্ৰকাশ হ'ল। এই কথাত বিৰূপ প্ৰতিক্ৰিয়াও হৈছিল। তেতিয়া বিব্ৰত হৈ কলা-সমালোচকজনক সদাই কাকতৰ মান ৰখাৰ ব্যৱস্থা কৰিব লগীয়া হ'ল।

ডুমডুমাত অসম সাহিত্য সভাৰ ৫৫ তম অধিৱেশনত বিদায়ী সভাপতিৰ ভাষণ দিওঁতে সাহিত্য সভাতো 'ৰিমুট কন্ট্ৰল'-ব্যৱস্থাৰে আঞ্চলিক টনা-আজোৰাৰ 'মহাসমৰ' এখন চলাই থকাৰ কথা উল্লেখ কৰিছিলোঁ। মই কৈছিলো যে 'বেনামী'কৈ থকা আঞ্চলিক গোষ্ঠীবাদৰ ক্ষেত্ৰত নিয়োজিত অঘোষিত আপোচেও অন্তৰায়ৰ সৃষ্টি কৰিছে। হয় আমি আঞ্চলিক গোষ্ঠীবাদ নিৰ্মূল কৰিব লাগিব নতুবা অকামিলা আপোচ-ব্যৱস্থা পৰিহাৰ কৰি এবাৰ এটা অঞ্চলৰ পৰা সভাপতি-সম্পাদকক বাছি পিছৰ বাৰ আন এটা অঞ্চলৰ পৰা সভাপতি-সম্পাদকক বাছিব লাগে। ....তদুপৰি কেন্দ্ৰীয় কাৰ্যালয়ৰ কেন্দ্ৰীভূত ব্যৱস্থাৰ ফলতো বাধা নোহোৱাকৈ থকা নাই। এই ক্ষেত্ৰতো নতুন চিন্তাৰ প্ৰয়োজন।'

এনে আঞ্চলিক টনা-আজোৰাই যোগ্য জনক স্বীকৃতিৰ পৰা বঞ্চিত কৰি অসমৰ কিমান ডাঙৰ ক্ষতি সাধিলে, তাৰে উদাহৰণ স্বৰূপে ৺শৰৎ চন্দ্ৰ গোস্বামীৰ নাম উল্লেখ কৰিবই লাগিব। প্ৰায় এযুগৰ আগতে অসম সাহিত্য সভাৰ উদ্যোগত ৺শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী পাতোতে সেই অনুষ্ঠানত সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা দিয়া ভাষণত উল্লেখ কৰিছিলোঁ— "আজি জন্ম শতবাৰ্ষিকী পাতি যি স্বীকৃতি দিয়া হৈছে, তাৰে আংশিক স্বীকৃতি তেখেতৰ জীৱন-কালত পোৱা হ'লে স্বৰ্গীয় গোস্বামী ইমান বাধাগ্ৰস্ত নহ'লহেঁতেন।" অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাতা সম্পাদক ৺গোস্বামীক সভাৰ সভাপতি পদত বহুৱাবলৈ এবাৰো আজৰি নোহ'ল। লগতে সেই ভাষণতে কৈছিলোঁ যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত বিশিষ্ট অৱদান যোগোৱা ৺[illegible] বেজবৰুৱা, ৺গোপীনাথ বৰদলৈ আৰু ৺শৰৎ চন্দ্ৰ গোস্বামীক গুৱাহাটী বিশ্ববিদ্যালয়ে মনত নেপেলালে। ৺গোস্বামীৰ জন্মস্থান [illegible] অসম সাহিত্য সভাৰ অধিৱেশন পাতোতে ৺গোস্বামীৰ নামত আনকি তোৰণ এখনো সজোৱাৰ আৱশ্যকতা অনুভৱ নকৰিলে বুলি ৺গোস্বামীৰ জীয়েক শ্ৰীযুতা নুৰুজা গোস্বামীয়ে আক্ষেপ কৰাৰ কথাও উল্লেখ কৰিছিলোঁ। সেই ভাষণতে আন এটা মন্তব্য কৰিছিলো— "ৰাজনৈতিক ক্ষেত্ৰত চৰিত্ৰ হননৰ চেষ্টা চলাটো প্ৰায় নিয়মত পৰিণত হৈছে। কিন্তু সাহিত্য-ক্ষেত্ৰত ৺গোস্বামীৰ চৰিত্ৰ হননৰ বাবে চলা ষড়যন্ত্ৰৰ দ্বিতীয় উদাহৰণ পাবলৈ টান।"

স্বৰ্গীয় গোস্বামীয়েই শিক্ষা বিভাগত অসম উপত্যকাৰ বাবে নিযুক্ত হোৱা প্ৰথম অসমীয়া ইন্সপেক্টৰ। সেইদেখি স্বাৰ্থজড়িত মহল এটাই তেখেতৰ বিৰুদ্ধে থিয় দিয়াৰ লগতে সেই সময়ৰ ছিলেট- "লবীও" জাণ্ডুৰ খাই উঠিছিল। তদুপৰি আঞ্চলিক টনা-আজোৰাৰ পৰিণতিত সৃষ্টি হোৱা মানসিকতাৰ বাবে এসময়ত অসমৰ একাধিক বাতৰি কাকতো ৺গোস্বামীৰ বিৰুদ্ধে খড়্গহস্ত হৈ উঠিছিল।

সেইদেখি অসম সাহিত্য সভাক গঢ় দিয়া, চন্দ্ৰকান্ত সন্দিকৈৰ হ'ল প্ৰতিষ্ঠা কৰা, চন্দ্ৰকান্ত অভিধান প্ৰকাশ কৰা ক্ষেত্ৰত বিশিষ্ট বৰঙণি যোগোৱা আৰু অসমীয়া ভাষাৰ প্ৰচলন বিস্তাৰিত কৰা, অসমীয়া বৰ্ণৰ বিন্যাস ঘটোৱাৰ বাবে চেষ্টা চলোৱাৰ লগতে সাহিত্য-ক্ষেত্ৰত বিস্তৰ অৱদান যোগোৱা ৺গোস্বামীক সকলো পিনৰ পৰা বাতিল কৰাৰ পূৰ্ণ অভিযান চলিছিল।

আনকি ৺গোস্বামীৰ নামটো চন্দ্ৰকান্ত অভিধানৰ পাতনিত উল্লেখ কৰাৰো যোগ্য নহ'ল। লগতে চন্দ্ৰকান্ত অভিধান যুগুত কৰাত বিশিষ্ট বৰঙণি যোগোৱা সৰ্বত্যাগীৰ সাধক-সাহিত্যিক ৺কোহিৰাম দাসৰ নামো বাদ পৰিল। এয়া আঞ্চলিক ভেদাভেদিৰ নিকৃষ্টতম নিদৰ্শন। অৱশ্যে এই কথাত ক্ষুব্ধ হৈ ১৯৩৩ চনত দানবীৰ ৰাধাকান্ত সন্দিকৈয়ে বাতৰি কাকতত প্ৰকাশ কৰা চিঠিত লিখিছিল— "সেই সময়ৰ সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীশৰৎ চন্দ্ৰ গোস্বামীদেৱে অভিধান প্ৰণয়ন ব্যৱস্থা কৰিবলৈ কাৰ্যনিৰ্বাহক সমিতিৰ অনুমতি লৈ শ্ৰীকোহিৰাম দাস মহাশয়ক নিযুক্ত কৰে। শ্ৰীযুত দাসে দিনে ৰাতিয়ে সমানে অশেষ পৰিশ্ৰম কৰি তিনি বছৰৰ মূৰত অভিধান লিখা কাম শেষ কৰে।.... শ্ৰীযুত দাসৰ দৰে বিজ্ঞ লোকৰ হাতত এই কাৰ্য নপৰিলে আৰু শ্ৰীযুত গোস্বামীদেৱৰ দৰে প্ৰধান লোকৰ নিজা কামৰ দৰে সহায় দিহা-পৰামৰ্শ দিয়াৰ ব্যৱস্থা নহ'লে অভিধান লিখা কাম ইমান কম দিনত আৰু ইমান সহজতে হৈ নুঠিলহেঁতেন। চন্দ্ৰকান্ত অভিধানৰ পাতনি লিখোঁতে অভিধানৰ প্ৰকৃত প্ৰণেতা এই দুজন লোকৰ নাম বাদ পৰাত বৰ মৰ্মাহত হৈছোঁ।"

অভিযোগনামা দাখিল কৰিবৰ বাবে এইবোৰ কথা কোৱা নাই। স্বীকৃতিৰ পৰা বঞ্চিত হোৱাসকলৰ দলিলো এইখন নহয়। মই মাত্ৰ চেগাচোৰোকাকৈ আভাস এটাহে দিছোঁ। তাকে কৰাৰ প্ৰয়োজন বোধ কৰিছোঁ— সাহিত্য-ক্ষেত্ৰত নীৰৱে সেৱা আগবঢ়োৱা ৺দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকী পাতি তেখেতৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ আয়োজন কৰা উপলক্ষে। সুসাহিত্যিক, শিক্ষাবিদ ৺ভট্টাচাৰ্য্যই জীৱন-কালত যিদৰে স্বীকৃতি পাব লাগিছিল, সেইদৰে স্বীকৃতি নেপালে। শিক্ষা বিভাগৰ ... কাৰী পৰিদৰ্শকৰ পদত থাকি অৱসৰ লোৱাৰ পিছতো নিজৰ সাহিত্য-সেৱা অব্যাহত ... ৺ভট্টাচাৰ্য্য পাতৰ তলৰ লাওৰ দৰেই থাকিল।

... একালত শিক্ষা-বিভাগৰ পৰিদৰ্শকৰ পদত থকা ৺শৰৎ চন্দ্ৰ গোস্বামীয়ে যিটো ... গঢ় লৈছিল, স্বৰ্গীয় ভট্টাচাৰ্য্যয়ো প্ৰায় অনুৰূপ সাঁচত গঢ় লৈছিল। ৺গোস্বামীয়ে ... স্বীকৃতি নোপোৱাৰ দৰে ৺ভট্টাচাৰ্য্যয়ো পাবলগীয়া স্বীকৃতি নেপালে। দুয়োজন ... কলৰে লোক ... বাবে এইটো ... বাৰ ... সুলি

সন্দেহ কৰাৰ থল আছে যদিও ৺ভট্টাচাৰ্য্যৰ ক্ষেত্ৰত তাৰ এৰো প্ৰমাণ-মূলক তথ্য ইয়াত দাঙি ধৰিব পৰা নহ'ল।

যদি ব্যক্তিগত কিবা কাৰণত এনে অবিচাৰ হ'ল, সেইটোও অতিশয় পৰিতাপৰ বিষয়। ৺ভট্টাচাৰ্য্য অতিশয় স্পষ্টবাদী লোক আছিল কাৰণে কোনো কোনো ক্ষেত্ৰত অপ্ৰিয়ও হৈছিল। তদুপৰি তেখেতৰ অলপতে খং উঠে বুলিও কোনো কোনোৱে কয়। কিন্তু এইবোৰ সম্পূৰ্ণৰূপে ব্যক্তিগত পটভূমিৰ কথা। সাহিত্যৰ মূল্যাংকন ইয়াৰ ভিত্তিত হ'ব নোৱাৰে। আনহাতে কোনো কোনো ব্যক্তিক কেন্দ্ৰ কৰি যদি দলবাদী অকলজো মনৰ চুবুৰি গঠিত হৈছিল আৰু এই চুবুৰীবোৰ প্ৰতিদ্বন্দী শিবিৰত পৰিণত হোৱাৰ ফলতে যদি ৺ভট্টাচাৰ্য্যৰ সাহিত্যৰ মূল্যাংকন যথাৰ্থভাৱে নহ'ল— সেইটোও অতিশয় পৰিতাপৰ বিষয়।

৺ভট্টাচাৰ্য্যই ধৰ্মমূলক বিষয়ৰ কিতাপ-পত্ৰ, প্ৰবন্ধ আদি লিখাৰ বাবে তেখেত কিছুমানৰ বাবে সন্দেহৰ পাত্ৰও হয়তো হ'ব পাৰে। বিকৃত 'ধৰ্মনিৰপেক্ষতা'ৰ পৰোভৰ চলা ভাৰতত নঘটিবলগীয়া বহুতো ঘটনা ঘটিছে। একালত অসমৰ 'pseudo-socialist' ৰাজ্য চৰকাৰে মঠ, দেৱালয় আদিক আহোম ৰজাসকলে দিয়া দেৱোত্তৰ মাটি চৰকাৰৰ হাতলৈ কাঢ়ি নি সেই মাটি 'মাটিহীন নাগৰিক'ক ভগাই দিলে। অৱশ্যে তেনেদৰে মাটি পোৱা মানুহৰ কিমানখিনি প্ৰকৃততে মাটিহীন বা খাটি ভাৰতীয় নাগৰিক আছিল, সেয়া আজিও বিতৰ্কৰ বিষয় হৈ থাকিল। আনহাতে কিন্তু মাটিৰ পৰা বঞ্চিত হোৱা দেৱালয়বোৰত চাকি-বন্তি জ্বলোৱাৰ উপায়ো নোলোৱা হ'ল। যিসকলে দেৱালয়ৰ মাটিলৈ চকু দিলে সেইসকলে কিন্তু 'ডিপ্লমেটিক বেগ' যোগে বা অন্যান্য সূত্ৰৰ যোগেদি খৃষ্টান ধৰ্মৰ প্ৰতিষ্ঠানলৈ কিমান ধন আহি আছে— তালৈ চাবলৈ সাহস দেখুৱাব নোৱাৰে। অৱশ্যে কেন্দ্ৰীয় গৃহ দপ্তৰৰ হিচাপ মতে ১৯৯৯ চনত ভাৰতৰ খৃষ্টান ধৰ্মৰ সংগঠন আদিয়ে লাভ কৰা বিদেশী সাহায্যৰ পৰিমাণ ১৯৯৮ চনৰ তুলনাত প্ৰায় ৬ কোটি টকা বেছি। সেইদৰে পেট্ৰ ডলাৰৰ সোঁত কি দৰে মুছলিম ধৰ্মৰ প্ৰতিষ্ঠানলৈ বৈ আছে— তাৰ বিচাৰ লোৱাৰ স্পৰ্দ্ধাও কেন্দ্ৰীয় বা ৰাজ্য চৰকাৰে দেখুৱাব নোৱাৰে।

অসমৰ স্থিতিত সত্ৰসমূহৰ বিশিষ্ট অৱদানৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে—কিন্তু এই সত্ৰসমূহৰ সাহায্যৰ বাবে পোনপটীয়া ভাৱে আগবাঢ়িবলৈ অসমৰ কোনো এটা ৰাজ্য চৰকাৰে সাহস চপাব পৰা নাই; কিয়নো তেওঁলোকৰ বিকৃত 'ধৰ্ম নিৰপেক্ষতা'ই এই ক্ষেত্ৰত বাধাৰ প্ৰাচীৰ গঠন গঢ়ি থৈছে। এনে বিকৃতি ইমান দূৰলৈ গৈছে যে সংস্কৃত ভাষাৰ স্থিতি সম্পৰ্কেও উচ্চতম ন্যায়ালয়েহে কেন্দ্ৰীয় চৰকাৰক কেন্দ্ৰীয় বিদ্যালয়ত সংস্কৃত ভাষা শিকোৱা সম্পৰ্কে জ্ঞান-দান কৰিবলগীয়া হ'ল। কেন্দ্ৰীয় বিদ্যালয়ত সংস্কৃত শিকালে অন্যান্য শ্ৰেণী ভাষাত শিকাবলগীয়া হ'ব বুলি চৰকাৰী আৰ্য্য দাঙি ধৰাত উচ্চতম ন্যায়ালয়ে সংস্কৃত ভাষাৰ স্থিতি প্ৰকাশিত ভাৱে দূৰীয়া বুলি প্ৰতিপন্ন কৰি সংস্কৃত শিকোৱাৰ সপক্ষে মত দিছিল।

এনেবোৰ বিকৃতিয়েই সাহিত্য-ক্ষেত্ৰৰ স্বীকৃতিৰ ক্ষেত্ৰতো অন্তৰায়ৰ সৃষ্টি কৰাৰ উদাহৰণ আছে। ৰাজনীতিৰ চেকনিৰে চোকা সাহিত্যৰ পৰিবেশনাৰ অধিকাৰ কোনেও

দাবী কৰিব নোৱাৰে। সেইদেখি বিশেষ কোনো মহলে পোষণ কৰা ৰাজনৈতিক মতবাদৰ বিপৰীত মত পোষণ কৰোতা সকলৰ সাহিত্য-কৰ্ম বাতিল কৰাৰ অধিকাৰো কাৰো নাই। সেই হেতুকে হিন্দু ধৰ্ম বিষয়ক গ্ৰন্থৰ মূল্যায়নৰ বেলিকা বা ক্ষমতাত থকা দলৰ ৰাজনৈতিক মতবাদৰ বিপৰীতে যোৱা মতবাদ পোষণ কৰা সকলৰ গ্ৰন্থৰ বিচাৰ লোৱাৰ বেলিকা সততে সুকীয়া জোখ এটা লোৱাটো পৰিলক্ষিত হয়।

এই ক্ষেত্ৰত অবিচাৰ কৰা সকলৰ ফৰ্দ দাঙি ধৰিব লগীয়া হ'লে নিশ্চয় দীঘলীয়া হ'ব। পিচে আমি ৺দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ প্ৰসঙ্গটোতে নিজক সীমাবদ্ধ কৰি ৰাখিছোঁ। বিস্তৰ ৰচনাৰ দ্বাৰা ৺ভট্টাচাৰ্য্যই শিক্ষাবিদ হিচাপে নিজক প্ৰতিষ্ঠিত কৰি থৈ গৈছে। শিক্ষকতাৰ অভিজ্ঞতা আৰু শিক্ষা সংক্ৰান্ত প্ৰশাসনৰ লগত ঘনিষ্ঠ ভাৱে জড়িত হৈ থকা হেতুকে ৺ভট্টাচাৰ্য্যই শিক্ষাৰ সকলো দিশৰ ক্ষেত্ৰতে নানান বহমূলীয়া দিহা-পৰামৰ্শ আগবঢ়াই দিছিল। কিন্তু 'ৰজা' ঘৰকে ধৰি কোনেও ৺ভট্টাচাৰ্য্যক শিক্ষাবিদ ৰূপে প্ৰাপ্য স্বীকৃতি নিদিলে। শিক্ষা-সংস্কাৰৰ বিষয়ে দিহা দিবলৈ চৰকাৰী ভাৱে গঠন কৰা কোনো এখন কমিটীতে ৺ভট্টাচাৰ্য্যৰ বাবে স্থান নোলাল। এই ক্ষেত্ৰত বেচৰকাৰী উদ্যমো একে পৰ্যায়ৰে। অৱশ্যে একালত ৰাজ্যৰ কংগ্ৰেছ চৰকাৰৰ দিনত তেতিয়াৰ শিক্ষা মন্ত্ৰী ৺অমিয়কুমাৰ দাসে টোলসমূহৰ সংস্কাৰৰ বাবে পৰামৰ্শ দিবলৈ ৺ভট্টাচাৰ্য্যক ভাৰ দিছিল আৰু তেখেতে সুচিন্তিত আঁচনি এখন দাঙি ধৰিছিল (স্থানান্তৰত এই আঁচনি প্ৰকাশ কৰা হৈছে)।

৺ভট্টাচাৰ্য্য সাহিত্যিক-পেঞ্চন পোৱাৰ যোগ্য বুলিও ৰাজ্য চৰকাৰে বিবেচনা নকৰিলে। আনকি অসম সাহিত্য সভাৰ নিচিনা সংগঠনো ৺ভট্টাচাৰ্য্যৰ বেলিকা আলেঙে-আলেঙে থাকিল। সভাৰ তৰফৰ পৰা কোনো ধৰণৰ স্বীকৃতি ৺ভট্টাচাৰ্য্যলৈ আগবঢ়োৱা নহ'ল।

অৱশ্যে তেখেতৰ মৃত্যুৰ প্ৰায় ১১ বছৰৰ পিচত নলবাৰী জিলা সাহিত্য সভাই জিলা সাহিত্য সভাৰ বছৰেকীয়া মুখপত্ৰ 'নলশ্ৰী'ৰ ১৯৯৬ চনৰ সংখ্যাটো "শিক্ষাবিদ, সাহিত্যিক দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য সোঁৱৰণী সংখ্যা" ৰূপে প্ৰকাশ কৰিছিল। নলশ্ৰীৰ এই বিশেষ সংখ্যাৰ সূচী-পত্ৰৰ পৰৱৰ্তী পৃষ্ঠাতে 'উৎসৰ্গ' শিতানত 'তন্ত্ৰাচাৰ্য দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য' নামকৰণৰ সৈতে ৺ভট্টাচাৰ্য্যৰ আলোক চিত্ৰসহ শ্ৰদ্ধাৰে স্মৰণ কৰিছে। কিন্তু মুখপত্ৰত সম্পাদকীয় ৰূপে ৺ভট্টাচাৰ্য্যৰ প্ৰতি স্মৃতি-তৰ্পণ কৰি একো মন্তব্য কৰা [illegible] নাইবা মূল প্ৰবন্ধ হিচাপে পোনতেই মুখপত্ৰত একোকে প্ৰকাশ কৰা নহ'ল। [illegible] অন্য ঠাইত দুটা প্ৰবন্ধত ৺ভট্টাচাৰ্য্য সম্পৰ্কে আলোচনা কৰা হৈছিল। তাৰ [illegible] শ্ৰীমান অক্ষয় কুমাৰ মিশ্ৰই শ্ৰদ্ধা তৰ্পণ কৰা প্ৰবন্ধটোত লিখিছিল যে তেওঁলোকৰ [illegible] ব্যক্তিত্ব আৰু বহুমুখী কৃতিত্বৰ বিষয়ে আলোকপাত কৰা আৰু শ্ৰদ্ধাৰ্ঘ্য যচা [illegible] লৈ নুঠাটো পৰিতাপৰ বিষয়। লগতে কয় যে সাহিত্য-সমালোচকসকলৰ পৰা [illegible] যথাযোগ্য স্বীকৃতি নেপালে। মাত্ৰ নলবাৰী সাহিত্য সমাজে সৰ্বজনা [illegible] শ্ৰীমান মিশ্ৰই উল্লেখ কৰিছে। [illegible] শ্ৰীযুত [illegible] 'ভট্টাচাৰ্য্যৰ জীৱন-কৃতিত্ব আলোকপাত' শিতানত আলোচনা [illegible]

লিখিছিল— "অসমীয়া সাহিত্যলৈ এনেদৰে বৰঙণি আগবঢ়োৱা ভট্টাচাৰ্য্যই কিন্তু সাহিত্যিক পেঞ্চনৰ সন্মান নোপোৱাটো দুখৰ কথা।

নলবাৰী জিলা সাহিত্য সভাৰ মুখপত্ৰ 'নলশ্ৰী'ৰ এই বিশেষ সংখ্যাত অৱশ্যে ৺ভট্টাচাৰ্য্যৰ পৰিয়ালে তেখেতৰ স্মাৰক স্বৰূপে আগবঢ়োৱা কিতাপ-পত্ৰৰ বিষয়ে উল্লেখ কৰে।

৺ভট্টাচাৰ্য্য প্ৰচাৰ-বিমুখ ব্যক্তি আছিল আৰু সেইদেখি নিজৰ প্ৰচাৰৰ বাবে ঢুলীয়া-খুলীয়া ৰখা নাছিল। সেইদেখি পাবলগীয়া স্বীকৃতিৰ বেজিকা প্ৰায় সকলো ক্ষেত্ৰতে তেখেত বঞ্চিত আছিল। আজীৱন নিজৰ চেষ্টা আৰু সাধনাৰ জৰিয়তে নিজক প্ৰতিষ্ঠা কৰা ৺ভট্টাচাৰ্য্য বিবিধ গুণৰ অধিকাৰী আছিল। নলবাৰীৰ বিখ্যাত পণ্ডিত আঠঘৰীয়াৰ মহামহোপাধ্যায় ধীৰেশ্বৰচাৰ্যৰ বংশৰ ৺দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ জন্ম হৈছিল ১৯০২ চনত; পিতৃৰ নাম আছিল ৺দামোদৰ ভট্টাচাৰ্য্য; মাতৃ ৺কৃষ্ণপ্ৰিয়া দেৱী। প্ৰাচুৰ্যৰ মাজত জন্ম গ্ৰহণ নকৰা সত্বেও নিজ বাহুবলেৰে নিজক প্ৰতিষ্ঠা কৰা এইজন বৰেণ্য পুৰুষে একালত ধনৰ অভাৱত উচ্চতৰ শিক্ষা লোৱাতো সফলতা লাভ কৰিব পৰা নাছিল। কিন্তু তাৰ মাজতো ৺ভট্টাচাৰ্য্যই নিজৰ যোগ্যতা প্ৰতিপন্ন কৰি থৈ গ'ল। ৺ভট্টাচাৰ্য্যক ঘনিষ্ঠভাৱে মাত্ৰ কেইবাৰমানহে লগ পাইছিলোঁ। স্বৰ্গীয় ভট্টাচাৰ্য্য আৰু তেখেতৰ পত্নী স্বৰ্গীয়া চন্দ্ৰপ্ৰভা দেৱীয়ে পুত্ৰ-কন্যা সকলোকে উপযুক্তভাৱে গঢ়ি তুলি পিতৃ-মাতৃ হিচাপে গৌৰৱ বোধ কৰিব পাৰে। তেখেতৰ ৰৰপুত্ৰ, প্ৰাক্তন ডি-আই-জি, সাহিত্যিক শ্ৰীযুত হিৰণ্য কুমাৰ ভট্টাচাৰ্য্য (পত্নী দীপিকা ভট্টাচাৰ্য্য), জীয়েক শ্ৰীমতী অনুপমা দেৱী (স্বামী ৺কৰুণাকান্ত শৰ্মা), দ্বিতীয় পুত্ৰ বিশিষ্ট এডভ'কেট শ্ৰীযুত অনিল কুমাৰ ভট্টাচাৰ্য্য (পত্নী ৺ইভা ভট্টাচাৰ্য্য), জীয়েক শ্ৰীমতী নিৰুপমা মিশ্ৰ (স্বামী শ্ৰীসত্যকৃষ্ণ মিশ্ৰ), পুত্ৰ শ্ৰীসনৎ কুমাৰ ভট্টাচাৰ্য্য (পত্নী শ্ৰীমতী প্ৰণীতা ভট্টাচাৰ্য্য), পুত্ৰ শ্ৰীইন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য (পত্নী শ্ৰীমতী অঞ্জনা ভট্টাচাৰ্য্য) আৰু জীয়েক শ্ৰীমতী প্ৰজ্ঞাবাণী দেৱী (স্বামী শ্ৰীপ্ৰদীপ গোস্বামী)—সকলোৱে প্ৰতিষ্ঠা লাভ কৰে।

ৰৰপুত্ৰ শ্ৰীযুত হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যৰ লগত থাকোতে তাতেই লগ পাইছিলোঁ। বিভিন্ন জনৰ সৈতে হোৱা নানা বিষয়ৰ আলোচনা প্ৰসঙ্গত তেখেতৰ জ্ঞানৰ গভীৰতাৰ পৰিচয় পাইছিলোঁ। লগতে তেখেতৰ স্পষ্টবাদী মনটোৰ লগতো চিনাকি হৈছিল। সেই সময়ত মই দৈনিক অসমৰ সম্পাদকৰ পদত আছিলোঁ। মোৰ লগত হোৱা প্ৰথম পৰিচয়তে ৺ভট্টাচাৰ্য্যই দৈনিক অসমত ব্যৱহৃত হোৱা কেইটামান শব্দৰ ব্যৱহাৰ সম্পৰ্কে আপত্তি দৰ্শাওতেই বুজিছিলো যে নিজৰ স্থিতি সম্পৰ্কে আপোচ কৰিবলৈ এইজন লোক সমূলি সন্মত নহয়। অৱশ্যে তেনে দৃঢ়তাই তেখেতক পৰৱৰ্তী কালৰ এটা ডাঙৰ দুৰ্যোগৰ সময়তো স্থিতপ্ৰজ্ঞৰ দৰে থাকিবলৈ বল উলিয়াই দিছিল। অসম আন্দোলনৰ মাজতে দিল্লী আৰু গুৱাহাটীৰ এটা প্ৰশাসনীয় চক্ৰই সম্পূৰ্ণ ভিত্তিহীন 'তথ্য'ৰ ভিত্তিত ডি-আই-জি শ্ৰীযুত ভট্টাচাৰ্য্যক আই-পি-এছ চাকৰিৰ পৰা বৰ্খাস্ত কৰাৰ উপৰিও তেখেতক কাৰাৰুদ্ধ কৰি সাধাৰণ কয়দীৰ দৰে ব্যৱহাৰ কৰিলে। সেই সময়ত দেউতাক স্বৰ্গীয় ভট্টাচাৰ্য্যই দেখুওৱা মনৰ দৃঢ়তাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

কিন্তু শ্ৰীযুত হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যৰ মাতৃ শ্ৰীযুতা চন্দ্ৰপ্ৰভা দেৱীৰ মনৰ পীড়া অসহনীয় পৰ্যায় পালেগৈ। সেই শোকতে এই কন্যা মাতৃ গৰাকীৰ মৃত্যু হ'ল। শ্ৰীযুত হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যক নিজৰ অসুস্থতাৰ মাজতে মৃত্যু-শয্যাত থকা মাতৃক দেখা কৰাৰ সুযোগকণো নিদিয়া 'গণতান্ত্ৰিক' চৰকাৰৰ দম্ভালি দেখিও ৺দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিচলিত হোৱা নাছিল। অৱশ্যে শ্ৰীযুত হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যৰ বৰ্খাস্তকৰণ বিধিসন্মত নোহোৱা বুলি পৰৱৰ্তী কালত কেন্দ্ৰীয় প্ৰশাসনীয় ন্যায়াধিকৰণে ৰায় দি শ্ৰীযুত ভট্টাচাৰ্য্যক প্ৰাপ্য ধন দিয়াৰ উপৰিও উপযুক্ত পদোন্নতি সহ পুনৰ নিযুক্ত দিয়াৰ অৰ্থে নিৰ্দেশ জাৰি কৰিলে যদিও কোনো ৰহস্যজনক কাৰণত এই গোটেই প্ৰসঙ্গটোৱেই উপযুক্তভাৱে প্ৰচাৰৰ মুখ দেখা নেপালে। ইপিনে তেতিয়াৰ ৰাজ্য চৰকাৰে উচ্চতম ন্যায়ালয়ত ন্যায়াধিকৰণৰ ৰায়ৰ বিৰুদ্ধে দাখিল কৰা গোচৰত উচ্চতম ন্যায়ালয়ে ন্যায়াধিকৰণৰ ৰায়কে বাহাল ৰাখিলে। ৺ভট্টাচাৰ্য্যৰ মনৰ বেদনা সেইদেখি বেদনাৰ পৰ্যায়তে থাকি গ'ল।

নিষ্ঠাবান চাকৰিয়াল ৺ভট্টাচাৰ্য্যই অসমীয়া ভাষাক প্ৰাপ্য স্থান দিয়াৰ ক্ষেত্ৰত যি ভূমিকা গ্ৰহণ কৰিলে, সেই কথাই তেখেতক স্মৰণীয় কৰি ৰাখিব। সেই সময়ত ৰাজ্য পুনৰ গঠন আয়োগৰ পট্টন ঘটিছিল। অসমৰ ৰাজ্য ক্ষেত্ৰ গ্ৰাস কৰাৰ বাবে এটা প্ৰণালীবদ্ধ প্ৰচেষ্টা চলি আছিল আৰু অবিভক্ত গোৱালপাৰা জিলাৰ বিদ্যালয়ত বাঙালী ভাষা চলা বুলি ৰাজ্য পুনৰ গঠন আয়োগত প্ৰতিপন্ন কৰি সেই জিলাক অসমৰ পৰা ফালি নিয়াৰ হকে হেঁচা প্ৰয়োগ কৰাৰ উদ্যম চলিছিল। তেনে উদ্যমক ব্যৰ্থ কৰি ৺ভট্টাচাৰ্য্যই অবিভক্ত গোৱালপাৰা জিলাৰ বিদ্যালয়ত অসমীয়া ভাষা প্ৰৱৰ্তন কৰাই ৰাজ্যখনক এটা সম্ভাব্য বিপদৰ পৰা ৰক্ষা কৰিলে।

সাহিত্যিক, শিক্ষাবিদ ৺ভট্টাচাৰ্য্যই তন্ত্ৰ-শাস্ত্ৰ আৰু জ্যোতিষ-শাস্ত্ৰতো বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল। ৰসায়ন বিজ্ঞানত 'সন্মান' সহ বি-এছ-চি ডিগ্ৰী লাভ কৰা ৺ভট্টাচাৰ্য্যই সংস্কৃত ভাষাতো বিশেষ দক্ষতা আয়ত্ত কৰে। সংস্কৃত মূলৰ কিতাপ অসমীয়া ভাষালৈ ৰূপান্তৰিত কৰিও তেখেতে সাহিত্যৰ ভঁৰাল চহকী কৰে। শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা কৰি তেখেতে যুগুতাই উলিওৱা কিতাপখন অৱশ্যে তেখেতৰ মৃত্যুৰ পিছতহে প্ৰকাশ কৰাৰ ব্যৱস্থা হাতত লোৱা হয়। আনহাতে তেখেতৰ শ্ৰীমদ্ভগবদ গীতা সাহিত্যৰ অপূৰ্ব সম্পদ। ইয়াৰ বাহিৰেও তেখেতে ধৰ্মমূলক কেইবাখনো কিতাপ লিখিছে। কিন্তু আমাৰ দেশৰ বিকৃত মানসিকতাৰ কথা আগতেই উল্লেখ কৰিছোঁ। তেনে মানসিকতাৰ কাৰণেই ধৰ্মমূলক গ্ৰন্থৰ পৰা আঁতৰি থকাৰ প্ৰৱণতা এটা হৰ্ত্তা-কৰ্ত্তা সকলৰ মাজত পৰিলক্ষিত হয়। অৱশ্যে ধৰ্মমূলক গ্ৰন্থকে ভেটি ৰূপে লৈ ভাষা-সাহিত্যৰ সৌধ নিৰ্মাণ কৰাৰ উদাহৰণ বহুতো ওলাব। অসমতো দুজনা মহাপুৰুষৰ অপূৰ্ব ধৰ্মমূলক পুথিৰ ভিত্তিতে অসমীয়া ভাষা-সাহিত্যই সৌষ্ঠৱ লাভ কৰাৰ স্বীকৃতি সকলোৱে [illegible] ৰাজনৈতিক পাশটি খেলে এতিয়া সকলো ওলট-পালট কৰি দিছে। [illegible] সেইদেখি ৺ভট্টাচাৰ্য্যক স্বীকৃতিৰ পথ উলিয়াই নিদিলে। অথচ তেখেতৰ '[illegible] গীতা'খন তেখেতৰ সাহিত্যৰ কীৰ্তিস্তম্ভ ৰূপে এটা মহলে গণ্য কৰিছে। [illegible] পাৰদৰ্শিতা দেখুওৱা বাবে শাক্তপন্থী পণ্ডিত সমাজে তেখেতক [illegible] সন্মানিত কৰিছিল।

ৰাজনীতিৰ আঁহ ফলা কথাই সাহিত্যৰ বিচাৰৰ তুলাচনীত কেৰ অধিকাৰ বেদখল কৰাৰ অন্যতম উদাহৰণ হ'ল— স্বৰ্গীয় দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য। তেখেত ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ নগৰ পৰিচালক হোৱা আৰু বিশ্ব হিন্দু পৰিষদৰ লগত জড়িত থকা হেতুকেই যদি তেখেতৰ ৰচনা-ৰাজিৰ মূল্য নোহোৱা হ'ল— তেন্তে আমি 'regimentation'ৰ পোষকতা কৰাটোকে বুজাইছে নেকি? কমিউনিষ্ট-ৰাজ বুলিলেই যিসকলৰ গাত বিছাই ডকাদি ভাকে, সেইসকলেই পোষণ কৰা এনে নিকৃষ্ট নীতিৰ বিপৰীতে একালৰ কমিউনিষ্ট চীনৰ মুৰব্বী মাওৱেই দেখোন 'শত পুষ্প বিকশিত হওক' বুলি ধ্বনি তুলিছিল। আমিও কিয় ক'ব নোৱাৰো যে ৰাজনৈতিক আদৰ্শ যাৰে যিয়েই নহওক, সাহিত্যৰ মূল্যাংকনৰ ক্ষেত্ৰত 'ছেঞ্চৰ'ৰ কেঁচিৰে অস্ত্ৰোপচাৰ কৰি গণতন্ত্ৰক প্ৰহসনত পৰিণত নকৰোঁ।

এতিয়া কলঙ্ক মোচনৰ দিহা কৰা দেখি নথৈ ৰং পাইছোঁ। ৺দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকী উপলক্ষে তেখেতৰ স্মৃতি তৰ্পণ কৰি তেখেতৰ ৰচনাৱলী প্ৰকাশ কৰাৰ উদ্যম হাতত লোৱা বাবে তেখেতৰ পৰিয়াল সহ উদ্যোক্তাসকলৰ প্ৰতি অন্তৰৰ শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। এই উদ্যমে সফলতা লাভ কৰক, এয়ে কামনা।

ওফৰা জেওৰ দৰে মই আহি স্মাৰক-গ্ৰন্থৰ সম্পাদনাৰ ভাৰ ল'বলগীয়া হোৱাত নিজেই কুণ্ঠাবোধ কৰিছোঁ। তথাপি মোৰ ক্ষুদ্ৰ শক্তিৰে যিখিনি পাৰো, তাকে কৰিছোঁ। এই বিষয়ত ৺ভট্টাচাৰ্য্যৰ পৰিয়ালৰ পৰা পোৱা সহযোগিতাৰ বাবে মই কৃতাৰ্থ।

স্মাৰক গ্ৰন্থাৱলীৰ বিষয়বস্তু ৰূপে পৰিয়ালৰ তৰফৰ পৰা সযত্নে যোগান ধৰা কিতাপ-পত্ৰ, প্ৰবন্ধ আদি সামৰি লোৱা হৈছে যদিও আবাহন, বাঁহী আদিত ওলোৱা তেখেতৰ প্ৰবন্ধ-পাতি বিচাৰি পোৱা নগ'ল বুলি পৰিয়ালৰ তৰফৰ পৰা জনাইছে। তদুপৰি আমাৰ হাতত পৰা কেইটামান প্ৰবন্ধ ইতিমধ্যে তেখেতৰ দুই এখন কিতাপত সন্নিবিষ্ট হোৱা হেতুকে সেইবোৰ বাদ দিয়া হ'ল। আনহাতে দুটামান প্ৰবন্ধ আধৰুৱা ৰূপত পোৱা হেতুকে সেইবোৰো সামৰি ল'ব পৰা নহ'ল। ৺ভট্টাচাৰ্য্যই ইংৰাজীত লিখা আৰু বাংলাত লিখা প্ৰবন্ধও ইয়াত সামৰি লোৱা নাই। ৺ভট্টাচাৰ্য্যই সংস্কৃত ভাষাত সংস্কৃত সন্মিলন এখনত দিয়া ভাষণো ইয়াত অন্তৰ্ভুক্ত কৰা নাই। অৱশ্যে এই কথা স্বীকাৰ কৰিবই লাগিব যে এইবোৰে ৺ভট্টাচাৰ্য্যৰ বহুমুখী প্ৰতিভাৰ স্বাক্ষৰ ৰাখি থৈ গৈছে।

এই স্মৃতি-গ্ৰন্থাৱলীৰ আৰম্ভণিতে তেখেতৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰা প্ৰবন্ধ কেইটিমান আগবঢ়োৱা হৈছে। তাৰ পিচতে ভাগে ভাগে ৰচনাৱলী সামৰি লোৱা হৈছে। তাৰ ভিতৰত ৺ভট্টাচাৰ্য্যৰ শিক্ষা সংক্ৰান্ত কিতাপ কেইখন হ'ল— (১) প্ৰাইমেৰী শ্ৰেণীৰ শিক্ষা প্ৰণালী, (২) ৰিত চকু মেলাওক, (৩) বুনিয়াদী শিক্ষাৰ পটভূমি, (৪) শিক্ষা দৰ্শন আৰু শিক্ষা-পদ্ধতিৰ গতিধাৰা, (৫) গান্ধীবাদী নকো, (৬) ইয়াৰ বাহিৰেও অকণিহঁতৰ বাবে ৺ভট্টাচাৰ্য্যই 'বিনুৰ ক খ' আৰু 'মুকুলৰ ক খ' নামৰ দুখন কিতাপ লিখিছিল। 'শিক্ষক-সহায়ি' নামৰ এখন কিতাপৰ নামো পৰিয়ালৰ তৰফৰ পৰা দিয়া তালিকাত আছে যদিও সেইখন কিতাপ পোৱা নগ'ল।

উপন্যাসৰ শিতানত পৰিয়ালবৰ্গৰ পৰা পোৱা কিতাপবোৰ হ'ল— (১) ভ্ৰান্তি, (২) ক'লা ডাবৰ, (৩) আধুনিকা, (৪) যন্ত্ৰ প্ৰবাহ, (৫) অনুভূতিৰ পাৰে পাৰে, (৬) হিয়াৰ কৰ্পানি। 'তৰুণ হিয়া' নামৰ আন এখন উপন্যাসৰ কথা এই তালিকাত উল্লেখ কৰা হৈছে যদিও সেইখন উপন্যাস পৰিয়ালবৰ্গৰ হাতত নাই।

লোক সাহিত্যৰ শিতানত ধৰা কিতাপবোৰৰ মাজত আছে— (১) নতুন সমাজ, (২) অমৃত কথা, (৩) দৈৱ-চক্ৰ, (৪) ভাৰতীয় প্ৰেম কাহিনী।

ধৰ্মমূলক গ্ৰন্থৰ ভিতৰত আছে— (১) শ্ৰীমদ্ভগবদ্ গীতা, (২) অসমত শক্তি পূজা, (৩) ঐতিহাসিক শ্ৰীকৃষ্ণ আৰু ভগৱান শ্ৰীকৃষ্ণ। ৺ভট্টাচাৰ্য্যৰ আন এখনি উল্লেখযোগ্য কিতাপ হ'ল— শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা (সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক)। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ কৰিবলৈ লোৱা এই স্মৃতি-গ্ৰন্থ ছপা কৰিবলৈ লোৱাৰ আগমুহূৰ্ততে এইখন কিতাপ ছপোৱাৰ কাম আৰম্ভ কৰা হয়।

৺ভট্টাচাৰ্য্যই বিবিধ বিষয়ৰ প্ৰবন্ধ লিখি নিজৰ চিন্তা-চৰ্চাৰ ব্যাপকতাৰ চিনাকি দিছিল। বিশেষকৈ শিক্ষা সংক্ৰান্ত বিষয়ৰ কিতাপ আৰু প্ৰবন্ধবোৰে তেখেতৰ পুৰঠ মনৰ পৰিচয় দাঙি ধৰিছিল। নিজে শিক্ষকতা কৰাৰ উপৰিও পৰৱৰ্তী কালত শিক্ষা বিভাগৰ পদস্থ বিষয়া হৈ তেখেতে শিক্ষা বিভাগৰ প্ৰশাসনৰ তলানলা বুজাৰ উপৰিও পাঠ্যপুথি, বিদ্যালয়ৰ সমস্যা, শিক্ষাদানৰ সমস্যা, শিক্ষকৰ সমস্যা আদি সকলো কথা উপলব্ধি কৰাৰ লগতে শিক্ষা-বিভাগক বাট দেখুৱাই দিব পৰা কেতবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্যও কৰিছিল। তথাপি শিক্ষাবিদৰূপে স্বীকৃতি দিয়াৰ ক্ষেত্ৰত 'ৰজাঘৰ-প্ৰজাঘৰ'ৰ কোনেও কৰ্ণপাত নকৰিলে। ৰাজ্য চৰকাৰ, অসম সাহিত্য সভা, বিভিন্ন সুধী সমাজ আদিৰ পৰা নেওচা খোৱা ৺ভট্টাচাৰ্য্যৰ বিৰুদ্ধে যে এটা চক্ৰই কাম কৰি আছিল, সেই কথাটোৰ আইনগত বা নথি-সিদ্ধ প্ৰমাণ বিচাৰি নেপালেও এই কথা নিঃসন্দেহে ক'ব পাৰি যে কাৰোবাৰ ব্যক্তিগত আক্ৰোশত নাইবা কোনো গোষ্ঠীগত সংঘাতৰ ফলত অথবা আঞ্চলিক ফেৰিয়াফেৰিৰ বাবে নতুবা ৰাজনৈতিক আঁহফলা বিচাৰৰ বাবে ৺ভট্টাচাৰ্য্য চৰম অবিচাৰৰ সন্মুখীন হ'ব লগীয়া হ'ল। এইটো পৰিস্থিতি-সাপেক্ষ প্ৰমাণ বুলি ৰাইজৰ আদালতে গ্ৰহণ কৰিব লাগিব। আমি সেই প্ৰত্যাশাৰেই এইখিনি কথা লিখিবলৈ এই সুযোগ গ্ৰহণ কৰিলোঁ। সচেতন ৰাইজে কৰিব নোৱাৰা কাম যে নাই সেই কথা অসমৰ ৰাইজেই প্ৰমাণ কৰি দেখুৱালে। কেইবাটাও দশকৰ আগতে অকল ৰাজনৈতিক বিচাৰ-বিবেচনাতে বিষ্ণুপ্ৰসাদ ৰাভাক 'অস্পৃশ্য' ৰূপে গণ্য কৰা আৰু তেখেতৰ দাগী আচামীৰ দৰে হাতত পঘাৰে বান্ধি আলিবাটেদি টোৰোৱাই কেছাৰী অৱধিলৈ যাওঁতেও কোনেও এবাৰ মাত্ৰ নম্ৰতা সত্বেও আৰু তেখেতে আত্মগোপন কৰি গাৱেঁ-ভূঁৱে ফুৰি থকা অৱস্থাত আৰু অন্য সময়তো অসমীয়া ভাষা-সাহিত্যৰ সৌৰভ গোটাই ফুৰাৰ মূৰতো স্বীকৃতিৰ মুখ দেখা নেপালে যদিও অসমৰ সচেতন ৰাইজৰ সমবেত দাবীত্ৰে স্বীকৃতিৰ সৌধ ৰচি ৺বিষ্ণু প্ৰসাদ ৰাভাক 'কলাগুৰু' ৰূপে শিল্পী-ঘৰত তুলি এটা নতুন পৰম্পৰা ৰচিলে। সেই যাত্ৰা সচেতন সমাজে অব্যাহত

বাধক। ৺ভট্টাচাৰ্য্যকে ধৰি অসংখ্য যোগ্য লোক অনাদৃত হৈ থকাৰ দৰে আৰু কোনো লোক যাতে অনাদৃত হৈ নেথাকে তাকে কামনা কৰি ৺ভট্টাচাৰ্য্যৰ পৱিত্ৰ স্মৃতিত প্ৰকাশ কৰিবলৈ লোৱা এই স্মৃতি-গ্ৰন্থৰ সাহসী পদক্ষেপৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। লগতে ৺ভট্টাচাৰ্য্যৰ স্মৃতিৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ।

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যৰ দ্বাৰা ব্যৱহৃত ভাষাত মই কলম চলোৱাৰ ধৃষ্টতা দেখুওৱা নাই। মাত্ৰ ছপাৰ ভুল আদিহে শুধৰাই দিছোঁ। মোক সুবিধা দিয়া বাবে শেষত কৃতজ্ঞতা প্ৰকাশ কৰিলো। ইতি

২৭/৬/২০০১
চান্দমাৰী ক'লনী
গুৱাহাটী ৭৮১০০৩

(কীৰ্ত্তিনাথ হাজৰিকা)

## ১ম খণ্ড

# সাহিত্যিক-শিক্ষাবিদ ৺ভট্টাচাৰ্য্য

সাহিত্যিক-শিক্ষাবিদ ৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ বুনিয়াদী শিক্ষা সংক্ৰান্ত কিতাপসমূহ বিশেষভাৱে উল্লেখযোগ্য। বুনিয়াদী শিক্ষাৰ প্ৰতি একালত থকা অকৃত্ৰিম সমৰ্থনৰ পূৰ্ণ প্ৰতিফলন এই কিতাপবোৰত আছে। একালত ৺ভট্টাচাৰ্য্য গান্ধীবাদী ৰূপেই পৰিগণিত হৈছিল আৰু মহাত্মাগান্ধীৰ প্ৰতি একান্তভাৱে অনুৰক্ত আছিল। কিন্তু সময়ৰ পৰিবৰ্তনৰ লগে লগে ৺ভট্টাচাৰ্য্যয়ো মন সলালে। সেইবিষয়ৰ আলোচনা পিচলৈ থৈ সদ্যহতে তেখেতৰ দ্বাৰা ৰচিত 'বিতচকু সলাওক' নামৰ কিতাপখনকে আলোচনাৰ মাজলৈ আনিছোঁ।

নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে প্ৰকাশ কৰা 'বিতচকু সলাওক' কিতাপখনৰ প্ৰথম সংস্কৰণ ১৯৫৫ চনত ওলাইছিল। সম্ভৱতঃ অসমীয়া ভাষাত বুনিয়াদী শিক্ষা সম্পৰ্কে ইমান বিতংভাৱে আলোচনা কৰা এইখনেই প্ৰথম কিতাপ। ৺ভট্টাচাৰ্য্যই অৱশ্যে পাতনিতে উল্লেখ কৰিছে "এই পুস্তিকা লিখাত মৌলিকতাৰ দাবী লিখকৰ নাই।" কিন্তু ৺ভট্টাচাৰ্য্যৰ নিজস্ব গভীৰ উপলব্ধিৰ কথা প্ৰতি পৃষ্ঠাতে প্ৰতিফলিত হৈছে। তেখেতে স্বীকাৰ কৰিছে যে 'The Latest Fad—Basic Education' (আচাৰ্য্য জে-বি কৃপালানী) আৰু 'Hand-book of suggestions for Teachers in small rural schools'—Ministry of Education, Govt. of India ৰ সহায় লৈছে আৰু কৈছে যে "নানা ঠাইত হুবহু অনুবাদ কৰিছোঁ।" কিন্তু ছাত্ৰ-ছাত্ৰী, তল শ্ৰেণীৰ শিক্ষক আৰু সাধাৰণ ৰাইজৰ মনোগ্ৰাহী হোৱাকৈ ৺ভট্টাচাৰ্য্যই অতি সৰল ভাষা প্ৰয়োগ কৰি অনুবাদৰ কথাখিনিও হজম কৰি উপভোগ্য কৰি তুলিছে। ৺ভট্টাচাৰ্য্যই নিজৰ প্ৰত্যাশা প্ৰকাশ কৰি কৈছে—"শিক্ষা সম্পৰ্কে শিক্ষকসকলৰ আৰু সৰ্বসাধাৰণৰ দৃষ্টিভঙ্গী পৰিৱৰ্তিত হওক, এই আকাঙ্খাহে বুনিয়াদী শিক্ষাবিদসকলৰ আছে। সেই আকাঙ্খাৰ বশৱৰ্তী হৈ এই কঠিন কাম হাতত লৈছিলোঁ।............ বুনিয়াদী শিক্ষা কি বস্তু—মানুহে বুজি উঠা নাই। বুজিলে বাতাবৰণৰ পৰিবৰ্তন ঘটিব। বুনিয়াদী শিক্ষাৰ বুনিয়াদ দৃঢ় হৈ গঢ়ি উঠিব।" বুনিয়াদী শিক্ষাক মনৰ কাষ চপাই অনাৰ ক্ষেত্ৰত ৺ভট্টাচাৰ্য্য সফল হ'ল যদিও বুনিয়াদী শিক্ষা বৰ্তি থাকিব নোৱাৰিলে—সেই বিষয়ে পিছত আলোচনা কৰা হৈছে।

কিতাপখনত বুনিয়াদী শিক্ষা কি? —সেই বিষয়ে বিতংভাৱে সৰল ভাষাত বৰ্ণনা কৰা হৈছে আৰু স্থান বুজি সাম্প্ৰতিক শিক্ষা-ব্যৱস্থা সম্পৰ্কেও কঠোৰ মন্তব্য প্ৰকাশ কৰা হৈছে। এঠাইত কৈছে—"বৰ্তমান শিক্ষা পদ্ধতিয়ে দেশত শিক্ষিত লোকসকলক অকৰ্মণ্য কৰি দেশৰ শিক্ষিত নিবনুৱাৰ সংখ্যা বৃদ্ধি কৰিছে।"

# বুনিয়াদী শিক্ষাৰ পট-ভূমি

## (গান্ধীজিৰ শিক্ষা-দৰ্শন আৰু কৃপালনীজিৰ বিশ্লেষণ)

৺ভট্টাচাৰ্য্যৰ এইখন কিতাপ নলবাৰী দামোদৰ লাইব্ৰেৰীৰ তৰফৰপৰা ১৯৫৬ চনত প্ৰকাশ কৰা হয়। এইখন কিতাপত ৺ভট্টাচাৰ্য্যই গোনতেই নিবেদন কৰিছে— "বুনিয়াদী শিক্ষা কি তাক বুজিবলৈ শিক্ষা আৰু শিক্ষা পদ্ধতিৰ প্ৰতি বৰ্তমান যি দৃষ্টিভঙ্গী সেই দৃষ্টিভঙ্গী সলাব লাগিব। গান্ধীবাক্যৰ প্ৰকৃত অনুবাদ হ'লে বেছি বোধগম্য হ'ব পাৰে বুলি অনুবাদৰ প্ৰতিহে বেছি দৃষ্টি দিয়া হৈছে। আচাৰ্য কৃপালনীৰ ব্যাখ্যাবো অনুবাদ কৰা হৈছে; কাৰণ আমাৰ নিজৰ ব্যখ্যা কেতিয়াও তাতকৈ ভাল হ'ব নোৱাৰে।" যাইকৈ অনুবাদৰ আশ্ৰয় লৈছে যদিও এইখন কিতাপতো ৺ভট্টাচাৰ্য্যই অতি সহজ ভাষাৰে সৰ্বসাধাৰণৰ কাষ চাপিব পাৰিছে। কিতাপখনত বুনিয়াদী শিক্ষা সংক্ৰান্ত বিভিন্ন দিশৰ ব্যাখ্যাৰ উপৰিও ৺ভট্টাচাৰ্য্যই কেতবোৰ বিশেষ তাৎপৰ্যপূৰ্ণ মন্তব্য দাঙি ধৰিছে—"বুনিয়াদী শিক্ষাই ধৰ্মক সাম্প্ৰদায়িকতাৰ ভিত্তিত প্ৰতিষ্ঠা নকৰে।" "অহিংসা আৰু সত্যৰ ভিত্তিত প্ৰতিষ্ঠিত কৰ্মপ্ৰেৰণা আৰু তাৰ অভ্যাসেই ধৰ্ম। সত্যই ভগবান বুলি গান্ধীজীয়ে বাণী প্ৰচাৰ কৰিছে। এই শিক্ষা-পদ্ধতিয়ে এনে ধৰণৰ মানৱ ধৰ্ম প্ৰতিষ্ঠা কৰিব।" "বিচাৰ্য কথা হৈছে আমাৰ পূৰ্বপুৰুষসকল পৰস্পৰ সংমিশ্ৰিত হৈছিল আৰু সেই সংমিশ্ৰণ অবাধে আৰু স্বাধীনভাৱে হৈছিল। আমি সেই সংমিশ্ৰিত পূৰ্বপুৰুষসকলৰ সন্তান। সেই কাৰণে আমাৰ কৃষ্টি-গৃহৰ চাৰিওফালে বেৰা থাকিব নোৱাৰে আৰু তাৰ খিৰিকিবোৰো বন্ধ থাকিব নোৱাৰে।"

গান্ধীজীৰ প্ৰত্যাশাৰ কথা উল্লেখ কৰি কিতাপখনত কৈছে—"গান্ধীজীয়ে তেখেতৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনাৰ দ্বাৰা উৎপাদনমূলক আৰু সৃজনমূলক শাৰীৰিক শ্ৰমৰ দ্বাৰা ভাৰতীয় ব্যৱস্থাত শিক্ষা সম্ভৱপৰ কৰিবলৈ ইচ্ছা কৰিছে। তেখেতে কৈছে যে বৰ্তমান শিক্ষা-জগতৰ গৃহীত নীতিসমূহ গ্ৰহণ কৰি শিক্ষাৰ ক্ষেত্ৰ সংস্কাৰ কৰি ব্যয় কমাই তাৰ পৰিধি বঢ়াই শিক্ষা সকলোৰে সহজলভ্য কৰি তুলিব লাগে।"

লেখকে পুনৰ কৈছে—"বুনিয়াদী শিক্ষাই আন এটি লক্ষ্যলৈ দৃষ্টি কৰিছে। সেই লক্ষ্যৰ প্ৰতি জগতত কোনেও কেতিয়াও দৃষ্টি কৰা নাই। গান্ধীজীয়ে শিক্ষাৰ মাধ্যম পৰিবৰ্তনক লক্ষ্য কৰিছে। আখৰ, শব্দ বা ভাষাৰ মাধ্যমত শিক্ষা দিয়া পদ্ধতি পৰিবৰ্তন কৰিব খুজিছে।"

পৃথিবীত ৰুছো, পেষ্টালজ্জি, ফ্ৰোবেল আদিয়ে শিক্ষাক্ষেত্ৰত নতুন সংস্কাৰ ঘটাবৰ বাবে চলোৱা প্ৰচেষ্টা সফল নোহোৱাৰ কাৰণ সম্পৰ্কেও কিতাপখনত বিস্তাৰিতভাৱে, অতি সহজ ভাষাৰে বৰ্ণনা কৰা হৈছে।

'শিক্ষাদৰ্শন আৰু শিক্ষা-পদ্ধতিৰ গতিধাৰা'— ৺ভট্টাচাৰ্য্যৰ আন এখন উল্লেখযোগ্য কিতাপ। ১৯৬৮ চনত শ্ৰীজয়েন্দ্ৰনাৰায়ণ দত্ত বৰুৱা, দত্ত বৰুৱা এণ্ড কোম্পানীৰ দ্বাৰা প্ৰকাশিত এই কিতাপৰ পাতনিতে ৺ভট্টাচাৰ্য্যই লিখিছে যে, শিক্ষক-প্ৰশিক্ষণত শিক্ষা-দৰ্শন আৰু শিক্ষা-ধাৰাৰ গতি সম্পৰ্কে শিক্ষকসকলক কিছু পৰিচয়

দিয়াই এই কিতাপৰ উদ্দেশ্য। শিক্ষক প্ৰশিক্ষণৰ পটভূমিত শিক্ষা-দৰ্শনৰ জ্ঞান যদি অলপো নেথাকে, তেন্তে প্ৰশিক্ষণ কাৰ্য এটা অন্তঃসাৰশূন্য বাহ্য অনুষ্ঠান মাত্ৰ হৈ থাকিব। মনস্তাত্ত্বিক আৰু দাৰ্শনিক পটভূমি এটা শিক্ষা-প্ৰশিক্ষণ কাৰ্যত থকা আৱশ্যক।

৺ভট্টাচাৰ্য্যই পাতনিত লিখিছে "এনে ধৰণৰ পুথি সৰ্বসাধাৰণ বাইজেও পঢ়িলে শিক্ষা ব্যৱস্থাৰ প্ৰকৃত পৰিৱেশ সৃষ্টিত সহায় হয়।" তেখেতে এই পুথি প্ৰকৃততে সংকলন বুলিহে কৈছে। ইয়াৰ বিভিন্ন সমল কোনবোৰ কিতাপৰ পৰা গ্ৰহণ কৰা হৈছে সেইকথাও স্বীকাৰ কৰা হৈছে। এইখন কিতাপত সামৰি লোৱা কেতবোৰ কথা প্ৰবন্ধ আকাৰেৰে কেতবোৰ আলোচনীত প্ৰকাশ হৈছিল।

এই প্ৰসঙ্গতে কিতাপখনত উল্লেখ কৰা কেতবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য ইয়াত উল্লেখ কৰি দিয়া হ'ল ঃ

* শিক্ষা বিভাগে শিক্ষা-নীতিত গ্ৰহণযোগ্য সমন্বয় সাধন কৰি ক্ৰীড়াৰ মাধ্যমত দেশৰ ল'ৰা-ছোৱালীক প্ৰকৃত শিক্ষাৰ বাটেদি শিক্ষিত কৰি তোলাৰ পন্থা নিৰ্দেশ কৰা নাই।

* সামাজিক দৃষ্টিভঙ্গী অনুকূল নোহোৱাত আমাৰ শিক্ষানুষ্ঠানবিলাকত হাতৰ কামৰ কাৰ্যক্ৰম থকা সত্বেও তাৰ প্ৰতি যথাযোগ্য মনোযোগ দিয়া হোৱা নাই। কিন্তু বৰ্তমান সময়ত শিক্ষাক কৰ্মমুখী কৰিবলৈ হ'লে প্ৰাথমিক স্কুলবিলাকত হাতৰ কামৰ ওপৰত গুৰুত্ব দিব লাগিব।

* এনেকুৱা শিক্ষক লাগিব—যিজনে শিশুৰ সজ স্বভাব-চৰিত্ৰ আৰু সজ আচৰণৰ অভ্যাস গঠনৰ শিক্ষা দিব জানে আৰু অতি সাৱধানে সেই শিক্ষা দান কৰে। এনেকুৱা শিক্ষক লাগিব, যিজনে শিশুৰ নিৰ্মল মন আৰু নিৰ্দোষ স্বভাৱ ৰক্ষা কৰিব পাৰিব, সৎ কথাৰ শিক্ষা দিব পাৰিব, সজ আদৰ্শ দাঙি ধৰিব পাৰিব।

শিক্ষা-দৰ্শন সম্পৰ্কে ইমান বিস্তাৰিতভাৱে আৰু এই ক্ষেত্ৰত বিভিন্ন দেশত চলা প্ৰচেষ্টাৰ বিষয়ে ইমান বিতংভাৱে অসমীয়াত লিখা কিতাপৰ সংখ্যা নিচেই তাকৰ। সেইফালৰ ৺ভট্টাচাৰ্য্যৰ চেষ্টা অদ্বিতীয়।

তেখেতে লিখিছে—"কছোৰ পাছত পেষ্টালজ্জি আদিয়ে শিক্ষা-ক্ষেত্ৰত যি সংস্কাৰ সাধিলে তাৰ মূল উৎস হ'ল—কছোৰ চিন্তা-দৰ্শন আৰু শিক্ষা- নীতি।"

লগতে তেখেতে লিখিছে—"গান্ধীজিৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনাৰ ভিত্তি আছিল কছোৰ শিক্ষা-দৰ্শন নীতি। কছোৰ মতে কিতাপ পঢ়িবলৈ নিদি ছাত্ৰ-ছাত্ৰীয়ে নিজৰ নিজৰ চকুৰে দেখি লক্ষ্য কৰি বা নিৰীক্ষণ কৰি নিজৰ নিজৰ হাতেৰে কাম কৰি নিজে নিজে অভিজ্ঞতা লাভ কৰি শিক্ষা লাভ কৰিব লাগে।"

আন এঠাইত লিখিছে—

"অষ্টাদশ শতিকাৰ মাজ ভাগৰপৰা উনবিংশ শতিকাৰ প্ৰথম ছোৱালৈ শিক্ষা-দৰ্শনৰ মনস্তাত্ত্বিক গতিধাৰা চলি আছিল। ইয়াৰ গতি নিৰ্ণয় কৰিছে পেষ্টালজ্জিয়ে।

"পেষ্টালজ্জিৰ শিক্ষা-দৰ্শনৰ মূল ভিত্তি হ'ল—শিশুৰ ব্যক্তিত্বৰ সৰ্বাঙ্গীন পৰিবৰ্দ্ধন। এই পৰিবৰ্দ্ধন হ'ব লাগিব—নৈতিক, মানসিক আৰু শাৰীৰিক। এই পৰিবৰ্দ্ধন হ'ব পাৰে শিশুৰ ক্ৰিয়া-শক্তিৰ মাধ্যমত............ বুনিয়াদী শিক্ষাৰ উদ্ভাৱনৰ

নীতিও এয়ে আছিল। পেষ্টালৎজি বৰ্তমান শিক্ষা-ধাৰণাৰ পথিকৃত। বৰ্তমান শিক্ষা পদ্ধতিৰ মূল উৎপত্তি স্থল—পেষ্টালৎজিৰ শিক্ষা-দৰ্শন। পেষ্টালৎজিৰ শিক্ষা-দৰ্শনৰ মতবাদ নিভাঁজ থাকি আজি শিক্ষা-পদ্ধতিত স্থান পোৱা নাই সঁচা, কিন্তু আজিৰ শিক্ষাদৰ্শনৰ মূল ভিত্তি পেষ্টালৎজিৰ দাৰ্শনিক মতবাদ। .......... পেষ্টালৎজিৰ পদ্ধতি মতে একেজন শিক্ষকে কাৰখানাৰ পৰিচালক, কৃষক, শিল্পী আৰু বেপাৰীৰ স্থান গ্ৰহণ কৰিব নোৱাৰাত এই পৰীক্ষা সফল নহ'ল। গান্ধীজিৰ প্ৰবৰ্তিত বুনিয়াদী শিক্ষা সফল নোহোৱাৰ ইও এটা কাৰণ।"

বুনিয়াদী শিক্ষা সফল নহ'ল কিয়? —এই বিষয়েও কিতাপখনত বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে।

এই প্ৰসঙ্গতে পৰিৱেশ সম্পৰ্কে উল্লেখ কৰি ৺ভট্টাচাৰ্য্যই কৈছে—"বুনিয়াদী শিক্ষা-দৰ্শন প্ৰয়োগ কৰাৰ পদ্ধতি অনাবিষ্কৃত হৈ থাকিল; চৰকাৰী প্ৰশাসনৰ ভিতৰত পৰি গতানুগতিকতাত পৰিৱৰ্তিত হ'ল। সমন্বিত পাঠদানৰ প্ৰণালী অনাবিষ্কৃত হৈ থাকিল; শিক্ষা বিভাগৰ পুৰণি নীতিত পৰা কাৰণে গৱেষণামূলক উৎসাহ ধ্বংস হ'ল। প্ৰশিক্ষণৰ উপযুক্ত বিষয়ৰ কোনো আঁচনি কাৰ্যকৰী পথেদি আগ নাবাঢ়িল। প্ৰশিক্ষণ কেন্দ্ৰবোৰৰ আৰু সেইবোৰ কেন্দ্ৰৰ অধীনস্থ স্কুলবোৰৰ নীতি, পৰিচালনা, পাঠদান, পৰীক্ষা লোৱা পদ্ধতি আৰু উত্তৰ বুনিয়াদী কালছোৱাৰ শিক্ষানুষ্ঠানৰ নীতিৰ কোনো পৰিবৰ্তন নঘটিল।"

ইমান নিষ্ঠাৰে বুনিয়াদী শিক্ষাৰ কাৰণে উঠি-পৰি লগা ৺ভট্টাচাৰ্য্যই শেষত হতাশাৰ সুৰত ক'লে,—"কিন্তু দুখৰ বিষয় বুনিয়াদী শিক্ষাই কল্পিত ৰূপ ধাৰণ কৰিব নোৱাৰিলে। দেশৰ মানুহে তাক ভাল চকুৰে নাচালে আৰু বুনিয়াদী শিক্ষা পদ্ধতিৰ ভিতৰত লুকাই থকা গুণবোৰ উপলব্ধি কৰিব নোৱাৰিলে। বুনিয়াদী শিক্ষা পদ্ধতিৰ পুনঃ সংস্কাৰৰ আৱশ্যক হৈ পৰিল। সংস্কাৰ কৰা শিক্ষায়ো গা কৰি উঠিব পৰা নাই। গতিকে ভাৰতবৰ্ষৰ শিক্ষা-সমস্যা এতিয়াও জটিল আৰু অন্ধকাৰাচ্ছন্ন হৈ আছে।"

৺ভট্টাচাৰ্য্যৰ যুক্তিপূৰ্ণ, নিৰ্ভীক মন্তব্যৰ বাবে সন্তোষ প্ৰকাশ কৰি সেই সময়ৰ কংগ্ৰেছ চৰকাৰৰ শিক্ষামন্ত্ৰী ৺অমিয় কুমাৰ দাসে এই বুলি মন্তব্য প্ৰকাশ কৰিছিল— "বুনিয়াদী শিক্ষাৰ মূল ভেটি co-relation সম্পৰ্কে গৱেষণামূলক কাৰ্য নকৰি হাতৰ কাম এটা বিষয়ৰূপে নিৰ্দ্ধাৰিত কৰাত বুনিয়াদী শিক্ষাৰ প্ৰাণ-বায়ু উৰি গ'ল— আপোনাৰ মতৰ লগত মোৰ একে মত।"

অৱশ্যে খোলোচাভাৱে ক'বলৈ গ'লে বুনিয়াদী শিক্ষা সফল হোৱাৰ কোনো সম্ভাৱনাই নাছিল। গান্ধীজিৰ বুনিয়াদী শিক্ষাৰ আঁচনিক এটা বিলাসী' fad ৰূপে গণ্য কৰা অসংখ্য লোক আছিল। তদুপৰি গান্ধীজী কাৰ্যতঃ কংগ্ৰেছৰ পৰা বাতিল হৈ যোৱাৰ মুৰত আৰু কংগ্ৰেছত ব্যাপক 'বেদখল' চলাৰ মুৰত গান্ধীজীৰ স্থান দশমিক বিন্দুৰ পিছৰ শূণ্যৰো তললৈ গ'ল। বুনিয়াদী শিক্ষাক প্ৰতিপাল কৰিব পৰা অৰ্থনৈতিক ভেটি এটা নথকা হেতুকে পদে পদে বুনিয়াদী শিক্ষাৰ বিপৰীতমুখী পদক্ষেপ পৰিলক্ষিত হ'ল। জন চেতনাৰ অভাৱ, প্ৰশাসনকে ধৰি মন্ত্ৰী, বিধায়ক আৰু বিষয়াসকলৰ বিৰূপ

মনোভাব আদিৰ সমন্বয়ত গঢ় লোৱা ন্যস্ত স্বাৰ্থৰ প্ৰতাপত বুনিয়াদী শিক্ষা আওমৰণে মৰাটো নিশ্চিত হ'ল।

৺ভট্টাচাৰ্য্যৰ কিতাপখনৰ স্পষ্ট মতামত এই কালৰপৰা বিশেষভাৱে গুৰুত্বপূৰ্ণ। তেখেতে নিচেই সহজ ভাষাৰে সকলো কথা উপস্থাপিত কৰিলে। তদুপৰি তেখেতৰ নিজৰ চেষ্টাৰে কেতবোৰ প্ৰতিশব্দ যুগুতাই উলিওৱাটোও পৰিলক্ষিত হয়। তেখেতে ইংৰাজী 'এলবাম' শব্দৰ প্ৰতিশব্দ "আলেখ্য পুস্তক" আৰু ইংৰাজী 'এপ্ৰেণ্টিচ' শব্দৰ প্ৰতিশব্দ 'উমেদাৰিত্ব' বুলি উল্লেখ কৰিছে। এনে ধৰণৰ অন্যান্য শব্দও তেখেতে ব্যৱহাৰ কৰা দেখা গ'ল।

৺ভট্টাচাৰ্য্যৰ আন এখন কিতাপ হ'ল—"প্ৰাইমেৰী শ্ৰেণীৰ শিক্ষা-প্ৰণালী"। এইখন কিতাপৰ তৃতীয় সংস্কৰণো প্ৰকাশ কৰা হয়। এই সংস্কৰণৰ তাৰিখ সম্পৰ্কে উল্লেখ কৰা নাই যদিও ২য় সংস্কৰণৰ পাতনিত ৺ভট্টাচাৰ্য্যই ১১/৪/৫২ তাৰিখ বুলি উল্লেখ কৰিছে।

তেখেতে লিখিছে—"এই পুথি প্ৰকাশ কৰাৰ উদ্দেশ্য ধন ঘটা নহয়। আমাৰ প্ৰাইমেৰী স্কুলৰ শিক্ষকসকলক কৰ্তব্য-পথত সহায় কৰাহে প্ৰধান উদ্দেশ্য।" এই ক্ষেত্ৰত তেখেতে অপূৰ্ব সফলতা লাভ কৰিছে। এনে ধৰণৰ কিতাপ অসমীয়া ভাষাত বিৰল। দৰাচলতে এইখন কিতাপ আজিও (প্ৰয়োজনীয় সালসলনি ঘটোৱাৰ মূৰত) প্ৰাইমেৰী শিক্ষক-শিক্ষয়িত্ৰীৰ বাবে হাত-পুথিৰূপে চৰকাৰে স্বীকৃতি দিয়া উচিত।

এইখন কিতাপে প্ৰাইমেৰী স্কুলৰ সকলো কথা সামৰি লোৱাৰ লগতে পথ-নিৰ্দেশনাও দিছে। ভাল শিক্ষক কোন? —এই প্ৰশ্নৰ অৱতাৰণা কৰি তেখেতে বিস্তাৰিতভাৱে আলোচনা কৰিছে।

৺ভট্টাচাৰ্য্যৰ কেতবোৰ মন্তব্য এই প্ৰসঙ্গতে উল্লেখ কৰিব খুজিছোঁ—

* আজি দেশত শিক্ষকতাৰ কাম হৈছে—জীৱিক উপাৰ্জনৰ বাবে শেষ অৱলম্বন। আন সকলো কামত অপাৰগ হৈ নাইবা আন কোনো অৱলম্বন নাপাই নিৰুপায় হৈ এই কামৰ বাবে মানুহ আহে।

* শিকিবৰ কাৰণে ল'ৰাৰ আগ্ৰহ জন্মোৱাটো শিক্ষকৰ কৰ্তব্য।

* ল'ৰাই শাসনৰ কঠোৰতা বুজিব নোৱাৰাকৈ ল'ৰাক শাসনাধীন কৰি ৰাখিব পৰাই হৈছে উপযুক্ত শাসন।

আদৰ্শ স্কুল ঘৰ কেনে ধৰণৰ হ'ব লাগে, এজনীয়া বা দুজনীয়া শিক্ষক থকা প্ৰাইমেৰী স্কুলৰ দৈনিক পাঠ-তালিকা ইত্যাদি বিষয়ো কিতাপখনত সামৰি লৈছে। স্কুল-পৰিদৰ্শকৰ কৰ্তব্যৰ বিষয়েও কাৰ্যকৰী পৰামৰ্শ দিয়া হৈছে। একে চৌহদত থকা বালক আৰু বালিকা স্কুল লগ লগোৱাৰ পোষকতা তেখেতে কেতিয়াবাই কৰিছিল। লগতে কৈছিল যে শিক্ষাৰ মান বঢ়াবলৈ হ'লে প্ৰাইমেৰী স্কুলৰ শিক্ষকৰ গুণো বঢ়া উচিত। তেখেতে শিক্ষা-প্ৰণালীৰ পিতানত উল্লেখ কৰা কথাবোৰ বাস্তৱ অভিজ্ঞতাৰে পুষ্ট, অতি মূল্যবান পৰামৰ্শ।

ভাল আখৰ লিখিবৰ বাবে শিকাবলৈ তেখেতে দিয়া পৰামৰ্শবোৰ অতি মূল্যবান। কলম কেনেকৈ ধৰিব লাগে, তাৰো দিহা ইয়াত আছে। তেখেতৰ আন এটা

গুৰুত্বপূৰ্ণ পৰামৰ্শ হ'ল—"আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওঁৱাবলৈ দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওঁৱাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিয়াৰ পৰা লিখা-পঢ়াৰ কামলৈ ল'ৰাৰ এটা ভয় সোমাই যায়।"

এনেবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য সম্বলিত এই কিতাপখনৰ তাৎপৰ্য অন্ততঃ চৰকাৰে উপলব্ধি কৰা উচিত। সম্প্ৰতি প্ৰাথমিক শিক্ষাৰ যি শোচনীয় অৱনতি ঘটিছে—তাৰ পটভূমিত এনে ধৰণৰ হাত-পুথি এখন শিক্ষকৰ হাতে হাতে ৰখাটো বাধ্যতামূলক কৰাটো চৰকাৰৰ কৰ্তব্য বুলি ভাবো।

৺ভট্টাচাৰ্য্যই তৃণমূল পৰ্যায়ৰ পৰা শিক্ষাৰ উৎকৰ্ষ সাধন কৰাটো কৰ্তব্য বুলি গণ্য কৰিছিল। সেইদেখি অতবোৰ কামৰ মাজতো তেখেতে ১৯৪৮ চনত মুকুলৰ ক, খ, প্ৰথম ভাগ আৰু ১৯৫৬ চনৰ বিনুৰ ক, খ নামৰ দুখন কিতাপ নিচেই সৰু চামৰ বাবে লিখি উলিয়াইছিল। শিশুৰ মনৰ কাষ চপাৰ প্ৰয়াস এই কিতাপত সুস্পষ্ট হৈ উঠিছিল আৰু সেই কালৰ পৰা ইয়াক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। তেখেতে এই প্ৰচেষ্টা অব্যাহত ৰখা হ'লে কেতবোৰ মূল্যবান পাঠ্যপুথি প্ৰকাশ হ'লহেঁতেন।

'গান্ধীবাদী নৰেন' শীৰ্ষক কিতাপখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। ৺ভট্টাচাৰ্য্যই আগ-কথাত লিখিছে যে "গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভঙ্গী দিবলৈ যত্ন কৰা হৈছে।" তেখেতে কৈছে যে বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষাৰ অৱশ্য কৰ্তব্য। গান্ধী সাহিত্যৰ আলমত ঘাইকৈ অনুবাদৰ আশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্যে এই পুস্তিকাত সন্নিবেশ কৰা হৈছে।" অহিংসা, সত্য, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্ব ধৰ্মৰ সমানত্ব আদি একাদশ ব্ৰতৰ ব্যাখ্যা সম্বলিত এই পুথি বুনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাবলীৰ ভিতৰত গণ্য হ'ব পাৰে।

উপন্যাস, গল্পৰ পৰ্যায়ত নধৰি সেইদেখি শিক্ষাবিদ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰা এই কিতাপখনক এইটো পৰ্যায়ৰ ভিতৰতে সামৰি লৈছোঁ। আদৰ্শবাদী নৰেনক কেন্দ্ৰ কৰি ঘটনাই গঢ় লৈছে। উপযুক্ত শিক্ষা লাভ কৰা নৰেনৰ দেশৰ আৰু দহৰ কামেই একমাত্ৰ ব্যৱসায়। ঘৰৰ চিন্তা নকৰাত গৃহিণী শান্তি নানা বিপৰ্যয়ৰ মাজেদি পাৰ হ'বলগীয়া হৈছে।

তাৰ মাজতো বিচলিত নহৈ নৰেনে গাঁৱৰ বাইজৰ মাজত গান্ধীজীৰ একাদশ ব্ৰতৰ বিষয়ে বুজাই ফুৰিছে। নৰেনৰ জীৱনৰ বিভিন্ন স্তৰৰ ঘটনাৰ যোগেদি গান্ধীজীৰ চিন্তাধাৰাৰ শিক্ষা বিস্তাৰ কৰি নৰেন সমাজ-কৰ্মী হৈ থাকিল। কিন্তু দেশৰ স্বাধীনতাৰ পিছত কংগ্ৰেছে চেহেৰা সলোৱাৰ বাবে নৰেন ক্ষুব্ধ নোহোৱাকৈ নেথাকিল।

## ২য় খণ্ড

# ঔপন্যাসিক ভট্টাচাৰ্য্য

৺দেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কেইবাখনো উপন্যাস ৰচনা কৰিছিল। সেইবোৰ হ'ল ফল্গু প্ৰবাহ, আধুনিকা, অনুভূতিৰ পাৰে পাৰে, কঁলা ডাৱৰ, প্ৰেমৰ মহিমা আৰু ভ্ৰান্তি।

এইবোৰ উপন্যাসৰ বিষয়ে সেই সময়ৰ পটভূমিতহে বিচাৰ কৰাটো উচিত হ'ব। সেই সময়ত অসমীয়া উপন্যাস ঘাইকৈ যিটো পৰ্য্যায়ত আছিল, সেইটো পৰ্যায়ত আধুনিক উপন্যাসৰ ৰূপ বা গতিধাৰা বিচাৰিলে বিচাৰি পোৱা নেযাব। ৺ভট্টাচাৰ্য্যৰ উপন্যাসৰ বিচাৰো তেনেদৰেহে হ'ব লাগিব। আধুনিক উপন্যাসৰ ৰচনা ধাৰা, বিষয়ৰ উপস্থাপন আদি বিষয়ত ৺ভট্টাচাৰ্য্যৰ উপন্যাসে খাপ নেখাব পাৰে।

কিন্তু সময়ৰ চাহিদা পূৰণ কৰাৰ অৰ্থে তেখেতে চলোৱা এনেবোৰ প্ৰচেষ্টাৰ বিশেষ মূল্য থাকিব। ৺ভট্টাচাৰ্য্য মূলতঃ এজন সংস্কাৰকামী লোক। সেইদেখি তেখেতৰ ৰচনাত সংস্কাৰেই মূল বিষয় ৰূপে স্থান পায়। অৱশ্যে উপন্যাসৰ মাজতো শিক্ষাবিদ ভট্টাচাৰ্য্যই সততে ভুমুকি মাৰেহি। শিক্ষাৰ সংস্কাৰৰ লগতে সমাজৰ সংস্কাৰেও সমানে ঠাই পায়। তেখেতৰ উপন্যাসসমূহে সমাজৰ সংস্কাৰৰ বিষয়টোক মূল লক্ষ্য ৰূপে গ্ৰহণ কৰিছে। তেখেতৰ আটাইবোৰ উপন্যাসৰ মূল বক্তব্য একেটাই।

পশ্চিমীয়া ধ্যান-ধাৰণাই দেশ ছাটি ধৰাৰ ফলত এহাতে আমি আমাৰ ঐতিহ্য হেৰুৱাইছোঁ আৰু আনহাতে নতুন ধাৰাক হজম কৰি আমাৰ পৰিৱেশৰ লগত খাপ খোৱাকৈ গঢ় দিব নোৱাৰি সমাজক এটা গুৰুতৰ সংকটৰ মাজলৈ আমি ঠেলি দিছোঁ। তাৰ ফলত নানান অনাচাৰে দেখা দিছে। তদুপৰি সমাজত এটা ক্ষতিকৰ মূল্যবোধে গা কৰি উঠিছে—যাৰ ফলত পৰম্পৰাগত সম্পদবোৰক এৰেহা জ্ঞান কৰি আমি মৰীচিকা খেদি ফুৰিছোঁ। এনে পৰিস্থিতিলৈ লক্ষ্য ৰাখিয়েই এই প্ৰসঙ্গটোকে ৺ভট্টাচাৰ্যই তেখেতৰ উপন্যাসৰ বিষয়-বস্তুৰূপে লৈছে আৰু সমস্যাৰ প্ৰতিকাৰৰ বাবে উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ যোগেদি কেতবোৰ বক্তব্য দাঙি ধৰিছে। কিন্তু তাৰে সৰহ ভাগ বক্তব্যই বিতৰ্কৰ স্থানহে উলিয়াই দিছে। আমি সময়ৰ গতি ওলোটাই দিয়াটো কোনোমতে সম্ভৱপৰ নহয়; সেই গতিৰ লগতে সহযাত্ৰী হৈ নিজৰ স্থিতি অটুট ৰখাৰ হকে নতুন উদ্যম হাতত লোৱাটোহে আমাৰ কৰ্তব্য।

'ফল্গু প্ৰবাহ' উপন্যাসখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। এতিয়াৰ উপন্যাসৰ স্বীকৃত ঠাচৰ পৰা সুকীয়া যেন লাগিলেও প্ৰায় আঢ়ৈকুৰি বছৰৰ আগৰ সময়ৰ পটভূমিৰ পৰাহে উপন্যাসখনৰ বিচাৰ কৰা উচিত হ'ব।

উপন্যাসৰ অন্যতম চৰিত্ৰৰ যোগেদি ৺ভট্টাচাৰ্যই নতুন প্ৰশ্ন তুলিছে—"সমাজে যে কটি পৰিবৰ্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি সাৱধানে পুৰণি কটিৰ পৰা আঁতৰি যাব ধৰিছে, তাৰদ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে?" উপন্যাসৰ চৰিত্ৰৰ

যোগেদি তেখেতে কোৱাইছে—"দেশৰ শিক্ষা-নীতি ধৰ্ম-নীতিৰ পৰা বহুত দূৰৈত থকা বাবেই ভাৰতীয় সমাজত বিশৃংখলাই দেখা দিছে।" এনে ধৰণৰ বহুতো মন্তব্য পোৱা যাব—যিবোৰে গান্ধীজীৰ ধ্যান-ধাৰণাৰ পৰা ৺ভট্টাচাৰ্য্যক বহুতো নিলগাই নিয়াৰ নিদৰ্শন দাঙি ধৰিব। বুনিয়াদী শিক্ষাৰ বিষয়ে লিখা কিতাপত গান্ধীবাদৰ প্ৰতি থকা অচলা ভক্তিৰ ঠাইত এটা নতুন মূল্যবোধে ৺ভট্টাচাৰ্য্যক আগুৰি ধৰিলে। সেইদেখি অনুক্ৰমে আঁতৰি যোৱাটো পৰিলক্ষিত হ'ল। 'ফল্গু প্ৰবাহ' উপন্যাসতো এঠাইত উল্লেখ কৰিছে যে সহভোজনেই অস্পৃশ্যতা দূৰ নকৰে। ৺ভট্টাচাৰ্যৰ পৰিয়ালৰ পৰা জনা মতে তেখেতে গান্ধীজীলৈ লিখা চিঠি এখনতো এই মন্তব্য কৰিছিল।

উপন্যাসখনৰ 'ফল্গু প্ৰবাহ' নামকৰণেই ৺ভট্টাচাৰ্য্যৰ চিন্তাধাৰাৰ ইংগিত দিছে। আমাৰ সমাজৰ পৰম্পৰাই হ'ল শক্তিৰ উৎস। পৰম্পৰা ৰক্ষা কৰিলেই প্ৰাণশক্তি সঞ্চাৰিত হ'ব বুলি উপন্যাসখনে প্ৰতিপন্ন কৰিব খুজি বিতৰ্কৰ সূচনা কৰিছে।

'আধুনিকা' উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰা হয়; ৺ভট্টাচাৰ্য্যই তেখেতৰ পিতৃৰ নামত উপন্যাসখন উছৰ্গা কৰিছে।

লিখকে কৈছে—"পুৰণি সমাজৰ পৰিবৰ্তনৰ স্তৰ বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাৱিক সংঘৰ্ষ সমাজত দেখা দিয়ে— তাৰে এটি নিৰ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত প্ৰসঙ্গক্ৰমে ভাষা শুদ্ধ অসমীয়া ঠাঁচৰ নহ'লে সাহিত্যৰ যি ৰূপ পৰিবৰ্তন হয়, সি অসহনীয় বুলি উল্লেখ কৰা হৈছে। অসমীয়া ভাষাৰ শব্দৰ ভাণ্ডাৰ চহকী কৰাৰ পোষকতা কৰা, শিক্ষা-নীতিৰ পৰিবৰ্তন ঘটোৱা আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰিও উপন্যাসখনৰ ঠায়ে ঠায়ে কেতবোৰ বিতৰ্কমূলক প্ৰসঙ্গও দাঙি ধৰিছে— 'স্ত্ৰী-স্বাধীনতা বুলি যি জাগৰণ আহিছে মূলতঃ তাৰ কোনো অৰ্থ নাই' বুলি কোৱা কথাই প্ৰবল বিৰোধৰ সৃষ্টি কৰিব। 'চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব' বুলি উপন্যাসৰ এটা চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰা কথা গ্ৰহণযোগ্য বুলি মানি লোৱাৰ কোনো থলেই নাই।

তথাপি উপন্যাসখনত বিবৰ্তনৰ যুগত ঘটা ঘটনাৱলীৰ বিতং বিৱৰণ এটা চৰিত্ৰসমূহৰ বিন্যাসৰ যোগেদি প্ৰকাশ কৰা হৈছে।

"অনুভূতিৰ পাৰে পাৰে" নামৰ উপন্যাসখন ১৯৬২ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰী, অনন্তপুৰৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছে। ৺ভট্টাচাৰ্য্যৰ মতে—"এই উপন্যাসখনি অসমীয়া সমাজৰ ঘৰুৱা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিবৰ্তনৰ সন্ধিক্ষণত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত এটা পৰিয়ালত আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘৰ্ষ ঘটাৰ কাহিনী সন্নিৱিষ্ট কৰা হৈছে।

উপন্যাসখনৰ কেতবোৰ মন্তব্য মন কৰিবলগীয়া : "প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈ গৈছে।" ....... "ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি-নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল। কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাব হ'লে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰিবনে?" ............. "সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থপূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে?".......... "সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগ বাঢ়ে; কিন্তু পুৰণি ভাবে যে মানুহৰ মনত আধিপত্য কৰি থাকে, তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থসিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়।"

এনেবোৰ স্পষ্ট মতৰ পৰিবেশৰ মাজতে ঘটনাৰ ক্ৰম ৰচনা কৰি উপন্যাসখন শেষত যোগাত্মক ৰূপত শেষ কৰা হৈছে।

'ভ্ৰান্তি' উপন্যাসখনৰ ১ম সংস্কৰণ ১৯৫৪ চনৰ জুন মাহত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত হয়। কিতাপখনৰ জনপ্ৰিয়তাৰ জোখ দিছে ১৯৫৬ চনৰ জুন মাহত দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা কথাটোৱে। ৺ভট্টাচাৰ্য্যই তেখেতৰ পত্নীৰ নামত উপন্যাসখন উছৰ্গা কৰিছে। তেখেতে পোনতেই লিখিছে—"উপন্যাস লিখা এয়ে মোৰ প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।" যি সময়ৰ পটভূমিত এই উপন্যাসখন লিখা হৈছে, সেই সময়ৰ বিচাৰত উপন্যাসখন নিশ্চয় সফল হৈছে।

হেমন্তৰ আধুনিক ধাৰাৰ আওভাও নোপোৱা তেওঁৰ পত্নী বাসন্তীৰ লগত হোৱা তেওঁলোকৰ মনৰ সংঘাতৰ জীৱন্ত বৰ্ণনা ইয়াত আছে। বি-এ পাছ হেমন্তই গুৱাহাটীত চাকৰি কৰে আৰু গাঁৱৰ ছোৱালী বাসন্তী মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছে। হেমন্তৰ লগত বিয়া হোৱা 'বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত স্ৰোত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছাস নাই, মাধুৰ্যৰ শান্ত আবেশ আছে।'

সেয়ে তেওঁলোকৰ মাজত সৃষ্টি হোৱা ভ্ৰান্তিৰ উৎস। মুকলিভাৱে আধুনিক ধাৰাৰ দ্বাৰা চালিত হেমন্তৰ চিঠিৰ আকুল নিবেদনে বাসন্তীৰ পৰা সঁহাৰি নোপোৱা বুলি হেমন্তৰ মনত বিৰূপ মনোভাৱে ঠাই পায় আৰু মূৰকত সেয়ে তেওঁলোকৰ জীৱনত বিস্ফোৰণ ঘটায়।

অৱশ্যে উপন্যাসখনে সামৰণিত ভুল ধাৰণা দূৰ কৰি দুয়োৰে মাজত মিলন ঘটোৱাই সমাপ্তি ঘটাইছে।

এইখন উপন্যাসৰো কেতবোৰ উক্তি অৱশ্যে এতিয়াৰ সমাজত গ্ৰহণযোগ্য নহ'ব। এঠাইত কন্যাকাল হোৱাৰ আগতে বিয়া পতাৰ পোষকতা কৰা হৈছে আৰু আন এঠাইত ছোৱালীৰ স্বতন্ত্ৰ মতৰ বিৰোধিতা কৰা হৈছে। সমাজৰ বিৱৰ্তনে সেই প্ৰিন্সিপৰ পৰা এতিয়া সকলোকে বহুত আঁতৰাই নিলে।

"কঁলা ডাৱৰ" উপন্যাসখনৰ প্ৰথম সংস্কৰণ ১৯৫৪ চনত প্ৰকাশ কৰা হয়। ইয়াত সামাজিক সংঘাত আৰু পৰিয়ালৰ সমস্যাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰা হৈছে। সংসাৰৰ নানান বিপত্তিয়ে কঁলা ডাৱৰৰ দৰে আবৰি ৰাখে কাৰণেই উপন্যাসৰ নামকৰণো "কঁলা ডাৱৰ" কৰা হৈছে।

উপন্যাসখন ৺ভট্টাচাৰ্য্যই তেখেতৰ মাতৃৰ নামত উছৰ্গা কৰিছে। এইখন উপন্যাসতো ঔপন্যাসিক ভট্টাচাৰ্য্যৰ ঠাইত শিক্ষাবিদ্ ভট্টাচাৰ্য্যইহে যাইকৈ আত্মপ্ৰকাশ কৰিছে। শিক্ষকে কম দৰমহা পায় বুলি খেদ কৰি এঠাইত কৈছে—"দিন হাজিৰা কাম কৰা মানুহে দিনে ১ টকাকৈ উপাৰ্জন কৰে; কিন্তু আমি দিনে ৮ অনাও নাপাওঁ।" আনহাতে গাঁৱৰ স্কুলঘৰৰ দুৰ্গতিৰ কথা উল্লেখ কৰি নিৰ্মম সত্য ৰূপে প্ৰকাশ কৰিছে— "গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ।" মুঠতে উপন্যাসৰ স্বীকৃত ধাৰাৰ বিপৰীতে গৈ ইয়াত শিক্ষা, শিক্ষক, বিদ্যালয়, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ বিবিধ সমস্যা দাঙি ধৰা হৈছে।

সময়ৰ চৌৰে গাঁৱৰ সমাজখন কিদৰে বিষাক্ত কৰিছে তাৰ জীৱন্ত উদাহৰণ এই উপন্যাসখনত কান্তেশ্বৰৰ পত্নী নিৰ্মলাক কেন্দ্ৰ কৰি গঢ় লোৱা কাহিনীয়ে প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ৰমা নামৰ বিধবা তিৰোতা এগৰাকীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। পিছে উপন্যাসখনত বিধবা নাৰীসকলক সামৰি যিবোৰ মন্তব্য কৰা হৈছে, সেইবোৰ সমৰ্থনযোগ্য নহয়। ইপিনে বিধবা বিবাহ সম্পৰ্কীয় বিস্তৃত শাস্ত্ৰীয় আলোচনা আদিয়েও উপন্যাসৰ ধাৰাত খাপ নেখালে।৺ভট্টাচাৰ্য্যই "কঁলা ডাৱৰ"খন সম্পূৰ্ণ ৰূপত প্ৰকাশ নোপোৱা বুলি বহুতে হয়তো অসন্তুষ্টি প্ৰকাশ কৰিব পাৰে; কিন্তু "কঁলা ডাৱৰ"ৰ ২য় খণ্ড উলিওৱাৰ কথা আছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। কিন্তু দ্বিতীয় খণ্ডটো ৺ভট্টাচাৰ্য্যই লিখি উলিয়াব নোৱাৰিলে।

'প্ৰেমৰ মহিমা' নামৰ ১৯৮০ চনত ৰচিত উপন্যাসখনত আধুনিক উপন্যাসৰ ঠাচ সম্পূৰ্ণভাৱে ৰক্ষিত হৈছে। উপন্যাসখন সুন্দৰ সিং আৰু লতিকাৰ প্ৰেমৰ আধাৰত আৰু সেই প্ৰেমৰ ফলত ঘটা সংঘাতৰ ভেটিত ৰচিত। হিন্দুৰ বিবাহ-প্ৰথা পৰিৱৰ্তিত হ'লে বৰ্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই যে সেই কথা উপন্যাসখনত স্পষ্টভাৱে কোৱা হৈছে। বৈদিক অনুষ্ঠান, ভাৰতীয় পৰম্পৰাক গুৰুত্ব দি ৺ভট্টাচাৰ্য্যই কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম অৰ্থাৎ বেদ নেমানিলে হিন্দুত্ব নেথাকে। ভাৰতীয় ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰাত অটল বিশ্বাসী, সমাজ সংস্কাৰক ভট্টাচাৰ্য্যই এইখন উপন্যাসত ঔপন্যাসিক ভট্টাচাৰ্য্যক আগভেটা দি ধৰিছে। তত্ত্বগধুৰ হ'লেও আৱেগিক উত্থাপনে উপন্যাসখন সুখপাঠ্য কৰি তুলিছে।

৩য় খণ্ড

# লোক-সাহিত্য

৺ভট্টাচাৰ্য্যৰ কেইখনমান কিতাপ জনশিক্ষামূলক কিতাপৰ শিতানত ধৰিব পাৰি। এইবোৰ কিতাপৰ ভাষা, ৰচনা-ৰীতি আদিয়ে সৰ্বসাধাৰণক মনৰ কাষ চপাই আনিব পাৰিছে।

৺ভট্টাচাৰ্য্যই নিজেই লোক-সাহিত্যৰ শাৰীত স্থান দিয়া কেইখনমান কিতাপৰে এখন হ'ল—'অমৃত-কথা'।

শ্ৰীমদ্ভাগৱতৰ তিনিটি আখ্যান ইয়াত পৰিৱেশন কৰা হৈছে; প্ৰকাশক-দামোদৰ লাইব্ৰেৰী, নলবাৰী; প্ৰথম প্ৰকাশ ১৯৫৬ চন।

সংগ্ৰাহক ৺ভট্টাচাৰ্য্যই পাতনিতে জনোৱা নিবেদনত কৈছে—"শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তিপন্থা নিৰ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে। ...... লোক-সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ অনুবাদ কৰা হ'ল।"

ইয়াত অম্বৰীষ ৰজাৰ উপাখ্যানত সত্যৰ মৰ্যাদা প্ৰকাশ কৰা হৈছে। বাণ ৰজাৰ উপাখ্যানত ঊষা-অনিৰুদ্ধৰ কাহিনী পৰিবেশিত হৈছে। পুৰুৰবা উপাখ্যানত চন্দ্ৰবংশৰ বিৱৰণ দিয়া হৈছে।

'দৈৱ চক্ৰ' শ্ৰীবৎস চিন্তাৰ উপাখ্যান আৰু চ্যৱন মুণিৰ উপাখ্যান সম্বলিত এইখন কিতাপ ১৯৫৬ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। 'জন সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি' ৺ভট্টাচাৰ্য্যই আশা কৰিছে। এইবোৰ আখ্যান পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি "পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস" বুলি তেখেতে লিখিছে।

'ভাৰতীয় প্ৰেম কাহিনী'—প্ৰকাশ কৰিছে নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৭৭ চনত। ৰামায়ণ, মহাভাৰতৰ কেতবোৰ প্ৰেম-কাহিনী ইয়াত সন্নিৱিষ্ট কৰা হৈছে। ৺ভট্টাচাৰ্য্যই আগকথাত লিখিছে—"সেই প্ৰেম-কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৱৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাৱিক আৰু পৱিত্ৰ অনুভূতিৰ পৰিণতি।" ইয়াত প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ কাহিনী, সম্বৰণ আৰু তপতীৰ কাহিনী আৰু অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ কাহিনী সামৰি লোৱা হৈছে।

'নতুন সমাজ'ৰ প্ৰথম সংস্কৰণ ১৯৫৫ চনত প্ৰকাশ কৰা হয়। জনশিক্ষাৰ লক্ষ্য এইখন কিতাপত পূৰ্ণাঙ্গ ৰূপত প্ৰতিফলিত হৈছে। আখৰৰ ভাঙৰ ভাঙৰ গোট, বিষয়বস্তুৰ সহজ ব্যাখ্যা আদি সকলো কথাই জনশিক্ষামূলক ধাৰণা এটা প্ৰকাশ কৰিছে।

ন শিকাৰুৰ বাবে বৰ উপযোগী হৈছে। ইয়াত ৰামৰাজ্য সম্পৰ্কে সহজ ভাষাত প্ৰকাশ কৰিছে যে যি ৰাজ্যত জনমতৰ সন্ত্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰামৰাজ্য। কুটিৰ শিল্প, সমবায় পদ্ধতি, যান্ত্ৰিকতা, কৃষি আৰু শিক্ষা, কৃষি আৰু জাতীয় সমৃদ্ধি, আইন আৰু সমাজ, জনমত, সমাজ কল্যাণ আৰু দেশপ্ৰেম—এই সকলোবোৰ ৰচনা জনশিক্ষাৰ লক্ষ্যৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সফল প্ৰচেষ্টা।

'হিয়াৰ কঁপনি' নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৫৫ চনত প্ৰকাশ কৰে। 'লিখকৰ কথা'ত ৺ভট্টাচাৰ্য্যই এই বুলি কৈছে—"এই গল্প সম্পূৰ্ণ কাল্পনিক। লোক-সাহিত্য হিচাবে লিখা হৈছিল—দেশভক্ত আৰু কৰ্মীবৃন্দৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ।"

অসহযোগ আন্দোলনৰ দিনৰ কথা। কৃতী ছাত্ৰ নিৰঞ্জন বৰুৱা অসহযোগ আন্দোলনত জপিয়াই পৰিল। স্বেচ্ছাসেৱকৰ আখৰাৰ বাবে স্থাপিত বৰকো কেম্পৰ পৰিচালনাৰ দায়িত্ব তেওঁক দিয়া হ'ল। কছাৰী ছোৱালী আদৰী, নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱাক কেন্দ্ৰ কৰি কংগ্ৰেছৰ আন্দোলনৰ পটভূমিত এই 'গল্প' ৰচিত হৈছে।

## ৪ৰ্থ খণ্ড

# শ্ৰীমদ্ভগবদ গীতা প্ৰমুখ্যে ধৰ্মমূলক ৰচনাৱলী

সাহিত্যিকা দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিশিষ্ট শিক্ষাবিদ আৰু ঔপন্যাসিক হোৱাৰ উপৰিও কেইবাখনো ধৰ্মমূলক কিতাপ লিখিও তেখেতে বিশিষ্ট স্থান আদায় কৰি লৈছে। অৱশ্যে ধৰ্মমূলক কিতাপ বুলিলেই 'এলাৰ্জী'ৰ বিকাৰ ঘটা চৰকাৰ আৰু সমাজৰ বিশিষ্ট মহল এটাই সেইবোৰ কিতাপৰ যথাৰ্থ মূল্যায়ন কৰি প্ৰকৃত স্বীকৃতি দিয়া নাই।

তথাপি অক্লান্তভাৱে আত্মনিয়োগ কৰা ৺ভট্টাচাৰ্য্যই বাৰ্দ্ধক্যৰ হেঁচাৰ মাজতো তেখেতৰ কলম থমকি ৰ'বলৈ দিয়া নাছিল। তেখেতৰ অপ্ৰকাশিত কিতাপবোৰ প্ৰকাশ হোৱাৰ সূত্ৰতহে হয়তো তেখেতৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ মূল্যায়ন হ'ব।

৺ভট্টাচাৰ্য মূলতঃ সংস্কাৰবাদী। শিক্ষা-ব্যৱস্থাৰ সৰ্বাত্মক ৰূপত ৰূপান্তৰ ঘটাবৰ বাবে তেখেতে অকলশৰীয়া সংগ্ৰাম চলাই গ'ল। সমাজৰ সংস্কাৰৰ ওপৰতো তেখেতে সমানে গুৰুত্ব দি তেখেতৰ উপন্যাসসমূহত তাকেই মুখ্য বিষয়বস্তু ৰূপে ধৰিছিল। অৱশ্যে আধুনিক সমাজত তেখেতে সংস্কাৰৰ নামত বিৰোধ ব্যৱস্থা দাঙি ধৰিছে, সেইবোৰৰ সৰহভাগেই বিতৰ্কমূলক। বিশেষকৈ পৰম্পৰা ৰক্ষা কৰাৰ মাজতে সমাজৰ সৌষ্ঠৱ ৰক্ষা কৰাৰ মহৌষধ থকা বুলি মানি লোৱাটো টান।

৺ভট্টাচাৰ্য্যৰ এনেবোৰ মতামত ভাৰতীয় সংস্কৃতি, পৰম্পৰা আৰু মূল্যবোধৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধাৰ প্ৰতিফলন। সেই প্ৰেৰণাই তেখেতক ধৰ্মগ্ৰন্থসমূহ

লিখিবলৈকো অনুপ্ৰাণিত কৰিছিল। তেঁখেতৰ ধৰ্মমূলক গ্ৰন্থসমূহ একে থুপতে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ল—কিয়নো কলেৱৰৰ ফালৰ পৰাই চম্ভালিব পৰা নহ'ব। সেইদেখি 'শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা' নামৰ বৃহৎ কিতাপখন সুকীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱা হয়। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতি-গ্ৰন্থখনি ছপাবলৈ লোৱাৰ আগতেই এইখন কিতাপ ছপোৱাৰ ব্যৱস্থা ল'বলগীয়া হয়। সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক এই কিতাপখন ৺ভট্টাচাৰ্য্যৰ সাহিত্য-জীৱনৰ অন্যতম কীৰ্ত্তি হ'ব বুলি আমাৰ বিশ্বাস।

'শ্ৰীমদ্ভগবদ গীতা' ৺ভট্টাচাৰ্য্যৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ বুলি পৰিগণিত হৈছে। ভাৰতীয় সংস্কৃতি, ইতিহাস আৰু ভাৰতীয় শাস্ত্ৰসমূহৰ গভীৰ অধ্যয়নে তেখেতক প্ৰাচীন ভাৰতৰ ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কৰি তুলিছিল আৰু সেয়ে তেখেতৰ সকলো ৰচনাতে প্ৰতিফলিত হৈছিল। অন্বয়, অনুবাদ আৰু ব্যাখ্যা সম্বলিত এই বৃহৎ গ্ৰন্থৰ 'নিবেদন' শিতানত তেখেতে লিখিছে—"সৰল আৰু সহজভাৱে গীতাৰ মূল কথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ। .......এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে।"

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যই লিখিছে—"এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভবা হৈছে।" এই তাৎপৰ্যপূৰ্ণ উক্তিয়েই গীতাক সৰ্বসাধাৰণৰ অধিক কাষ চপাই আনিছে আৰু সেয়ে ৺ভট্টাচাৰ্য্যৰ বিশেষ কৃতিত্ব। সেইদেখি পণ্ডিত তীৰ্থনাথ শৰ্মাই মন্তব্য কৰিছে—"দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰৱেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱ গীতা ব্যাখ্যাত সফল হৈছে।" আনহাতে কাব্য-সংখ্যতীৰ্থ শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ মতে "অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত ল'বলগীয়া হিচাপে নাই বুলিলেই হয়।"

৺ভট্টাচাৰ্য্যৰ ৰচনাৰ শেষৰ ফালে বৰ্ণানুক্ৰমিক শ্লোক-সূচীও সন্নিবিষ্ট কৰি সোণত সুৱগা চৰাইছে।

'ভগবান শ্ৰীকৃষ্ণ, ১ম খণ্ড'; প্ৰকাশক দামোদৰ লাইব্ৰেৰী, এটা বৃহৎ পৰিকল্পনা লৈ ৺ভট্টাচাৰ্য্যই সম্ভৱতঃ এই আঁচনি লৈ ১ম খণ্ডটোহে প্ৰকাশ কৰিলে। কিন্তু মুঠ ৬টা খণ্ডত প্ৰকাশ কৰিব খোজা আঁচনি সম্পূৰ্ণ কৰিবপৰা নহ'ল। শতবাৰ্ষিকী উপলক্ষে এতিয়া প্ৰকাশ কৰিবলৈ লোৱাটো সন্তোষৰ কথা হৈছে।

এই গ্ৰন্থৰ ভূমিকাত ৺ভট্টাচাৰ্য্যই লিখিছে—"মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই প্ৰথম খণ্ডত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰ পৰা গৃহীত হৈছে। গ্ৰন্থখনত শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শ্ৰীকৃষ্ণৰ শিশুলীলা আৰু শ্ৰীকৃষ্ণৰ বাল্যলীলা সামৰি লোৱা হৈছে।

এইখন কিতাপত ৺ভট্টাচাৰ্য্যই কৈছে—"শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্ভাগৱত গ্ৰন্থত তেওঁক 'কৃষ্ণস্তু ভগবান্ স্বয়ম' বুলি কৈছে।" আৰু এঠাইত কৈছে— '...শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহু প্ৰকাৰ অলৌকিক লীলাখেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ সাজেহে' আছিল।'

......."পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত সৎ ভাৱ, চিৎ ভাৱ আৰু আনন্দভাৱ পূৰ্ণৰূপে থাকে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত এই তিনি ভাৱ পূৰ্ণৰূপে থাকে।"

এই কিতাপখনত শ্ৰীকৃষ্ণ গোপালকবিলাকৰ লগত খেলত আসক্ত হৈ থকা অৱস্থাত শ্ৰীকৃষ্ণই দাবাগ্নি পান কৰাতে প্ৰথম খণ্ডৰ সামৰণি পৰে।

কাৰ্যতঃ 'ভগৱান শ্ৰীকৃষ্ণ'ৰ গ্ৰন্থৰ পৰিপূৰক ভাৱেই ৺ভট্টাচাৰ্য্যই 'ঐতিহাসিক শ্ৰীকৃষ্ণ' গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থ ১৯৭৩ চনত নলবাৰীৰ শৰ্মা ব্ৰাদাৰ্ছ এণ্ড কোম্পানীয়ে প্ৰকাশ কৰে।

এইখন গ্ৰন্থ যুগুত কৰাৰ উদ্দেশ্য সম্পৰ্কে ৺ভট্টাচাৰ্য্যই 'আগকথা'ত সম্যকভাৱে প্ৰকাশ কৰিছে—"ঐতিহাসিক শ্ৰীকৃষ্ণ আলোচনাহে স্বয়ম্বোন; সম্পূৰ্ণ গ্ৰন্থ নহয়। ............আমি বহুতো সাধাৰণ লোকৰ মাজত চলি থকা সমৰ্থনৰ অযোগ্য বহুতো ভ্ৰান্ত ধাৰণা অপনোদনৰ দৃষ্টিভঙ্গী আগত ৰাখি শ্ৰীকৃষ্ণৰ ঐতিহাসিক চৰিত্ৰৰ বিশ্লেষণ আৰু সমালোচনাৰ চেষ্টা কৰিছোঁ। ———পূৰ্ণ মনুষ্য আৰু স্বয়ং ভগৱান—এই দুয়োবিধ চৰিত্ৰ শ্ৰীকৃষ্ণত পূৰ্ণভাৱে বিকশিত হোৱা বাবে শ্ৰীকৃষ্ণৰ জীৱনীত ই অপৰিহাৰ্য্য। আমিও পূৰ্ণাৱতাৰ হিচাবে স্বীকাৰ কৰিছোঁ। কিন্তু শ্ৰীকৃষ্ণক পূৰ্ণ আৰু আদৰ্শ মনুষ্য হিচাবেহে ইয়াত চাইছোঁ।"

৺ভট্টাচাৰ্যৰ আন এখন উল্লেখযোগ্য কিতাপ হ'ল "অসমত শক্তিপূজা।"

১৯৭৭ চনত পাঠশালাৰ বাণীপ্ৰকাশৰ দ্বাৰা এইখন কিতাপ প্ৰকাশ কৰা হয়।

অসমৰ শক্তিপূজা সম্পৰ্কে বিভিন্ন মত প্ৰকাশ কৰি নানা জনে বিতৰ্কৰ সূচনা কৰিছে। ৺ভট্টাচাৰ্য্যই সুকীয়া দৃষ্টিকোণৰ পৰাহে এইখন কিতাপ যুগুতাই উলিয়াইছে। তেখেতে পাতনিতে উল্লেখ কৰিছে—'ঈশ্বৰৰ উপাসনাত সাম্প্ৰদায়িক বিৰোধ ভক্তি আৰু মুক্তিৰ বিৰোধী। একে ঈশ্বৰৰ বিভিন্ন প্ৰকাৰৰ উপাসনা সমগ্ৰ পৃথিৱীত প্ৰচলিত হৈ আছিছে। আমাৰ ভাৰতীয় শাস্ত্ৰত কোনো সম্প্ৰদায়ৰে উপাসনা পদ্ধতিৰ নিন্দা কৰাৰ নিষেধ আছে। এই গ্ৰন্থত শাক্ত, বৈষ্ণৱ, শৈৱ ইত্যাদি সম্প্ৰদায়ৰ ভিতৰত কোনো ভেদ বা বিৰোধৰ কথা নাই।" লগতে গ্ৰন্থখনিৰ আন এটা উদ্দেশ্যৰ ব্যাখ্যা কৰি পাতনিতে লিখা হৈছে, "...........আমাৰ সমাজত তন্ত্ৰ সম্বন্ধে কিছুমান ভ্ৰান্ত ধাৰণা পৰম্পৰাভাৱে প্ৰচলিত হৈ আছে। সেই ভ্ৰান্ত ধাৰণাবোৰ নিৰসনৰ এটা চেষ্টা এই গ্ৰন্থত দেখিবলৈ পোৱা যাব।"

গ্ৰন্থখনিত পুৰণি কামৰূপ, পুৰণি কামৰূপৰ সভ্যতা আৰু সংস্কৃতি, কামৰূপৰ নাম, অসমত দুৰ্গাপূজা, তন্ত্ৰাচাৰ আৰু শক্তিতত্ত্ব সম্পৰ্কেও আলোচনা কৰা হৈছে।

কীৰ্তিনাথ হাজৰিকা

(কীৰ্তিনাথ হাজৰিকা)

---

"দেবেন্দ্ৰ শৰ্মা"ক সন্নিবিষ্ট 'শ্ৰীশ্ৰীচণ্ডী' আৰু 'ঐতিহাসিক ৰামচন্দ্ৰ' গ্ৰন্থ দুখনৰ বিষয়ে তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী লিখি উলিওৱাৰ আগতে আৰু "ভগৱান শ্ৰীকৃষ্ণ"ৰ বাকী ৫খণ্ড তেখেতে [illegible] আগতে সম্পাদক হাজৰিকাদেৱৰ অকস্মাতে মৃত্যু হয়। —প্ৰকাশক

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ
# শেষ লেখনীৰ এছোৱা
## (তেখেতৰ নিজৰ হাতৰ আখৰত)

অতীত জীৱনৰ স্মৃতি কথাৰ কাহিনী সেই আগৰ যুগৰে বৰ্ণনা কৰা সাধু কথা হৈ পৰে। সেয়েহে সকলো প্ৰতিভা সাহিত্যিক সকলে দুৰাশুৰা কৈ জীৱনকালৰ দুখ-যন্ত্ৰণা ঘটনা বোৰৰ বিষয়ে ডায়েৰী ৰাখি পিছত সেই সকলো লিখি থৈ যায়। সেই সকলো সাহিত্যিক বুজি পায় যে শ্ৰেষ্ঠ লোকৰ জীৱন যাত্ৰাৰ পদ্ধতি বোৰে তেওঁৰ সুন্দৰ লেখক সকলৰ প্ৰত্যাবৃত্তি কৰি লেখাৰ সমুখত অতি সুস্পষ্ট ভাৱে দেখা যায়। শ্ৰেষ্ঠ লোকে সেই লেখা বোৰৰ যথাযথ ৰূপ যথাৰ্থ সময়ত কৰি সুন্দৰ কাহিনীৰ আকাৰত বৰ্ণনা কৰে। সত্য ঘটনা-বোৰৰ মধুৰ প্ৰকাশ আলোচনা-আলোচনি মহাকাব্য ৰূপে সৃষ্টি হৈ উঠে।

১৯৪০ চনৰ ডিচেম্বৰ এটি ঘটনা আছিল।

# সূচীপত্ৰ

## শিক্ষামূলক প্ৰবন্ধৱাজি

## স্কুল পৰিদৰ্শনৰ প্ৰতিবেদন

## সমাজ, ৰাজনীতি, গান্ধীবাদ আৰু সাহিত্য বিষয়ক প্ৰবন্ধ

'আৱাহন', ৫ম বছৰ, ৯ম সংখ্যা (আহাৰ, ১৮৫৬ শক)

# অসমীয়া ভাষাৰ শুদ্ধ বানান

যদিও ভাষাৰ পাছতহে ব্যাকৰণ আৰু অভিধানৰ সৃষ্টি তথাপি প্ৰত্যেক ভাষাৰ বানান শাসন কৰে — অভিধান আৰু ব্যাকৰণে। অসমীয়া ভাষাৰ বানান ব্যাকৰণ আৰু অভিধানে শাসন কৰেনে? আমি তলত কেইটিমান শব্দ দিলোঁ; আশা কৰো সুধীসকলে বিচাৰ কৰি চাব।

আখৰ যোঁটনি — বহল ব্যাকৰণ মতে —

আখৰ জোঁটনী — চন্দ্ৰকান্ত অভিধান মতে — অকল 'য' বা 'জ'তে প্ৰভেদ নহয় 'ই' কাৰ 'ঈ' কাৰতো প্ৰভেদ হ'ল।

আখৰ জোঁটনী<br>আখৰ জোঁটনি — হেমকোষ মতে।

তেন্তে "আখৰ যোঁটনী" বা নহয় কিয়? অৰ্থাৎ যেয়ে যি লিখে সেয়ে শুদ্ধ বুলিব পৰা যাব।

যুটীয়া<br>জুটীয়া — চন্দ্ৰকান্ত অভিধান।

বাতৰি কাকত আদিত (যেনে "আৱাহন, বাঁহী) আমি যুটীয়া বানান পাওঁ।

হেমকোষত "জুটীয়া" বা "যুটীয়া" দিয়া নাই কিন্তু হেমকোষে 'জ' স্বীকাৰ কৰে। কিয়নো যদিও "জুটীয়া" শব্দ নাই "জুটিয়াৰ" আছে। কিন্তু যুটিয়াৰ শব্দ নাই।

মূৰ্দ্ধন্য — বহল ব্যাকৰণ।

মূৰ্দ্ধণ্য — চন্দ্ৰকান্ত অভিধান। হেমকোষত শব্দটো পোৱা নগ'ল। ইয়াত 'ণ' কি সূত্ৰমতে হ'ল?

মোণ — বহল ব্যাকৰণ আৰু সাধাৰণ ব্যৱহাৰ।

মোন — চন্দ্ৰকান্ত অভিধান আৰু হেমকোষ।

(অৰ্থ ৪০ সেৰ)

বাছকৃবনিয়া — চন্দ্ৰকান্ত অভিধান।

বাছকৃবনীয়া — হেমকোষ।

কোনটো শুদ্ধ?

দুৰণিবটিয়া — চন্দ্ৰকান্ত — কোন সূত্ৰ মতে?

দুৰণিবটীয়া — হেমকোষ।

আকৌ বটীয়া — হেমকোষ আৰু চন্দ্ৰকান্ত অভিধান মতে, অৰ্থ — সূতা পকাই কৰা মিহি জৰী — কিন্তু — "বটিয়া গছ" সেই অৰ্থেও বহল ব্যাকৰণত পোৱা যায়।

নিৰ্দ্ধাৰণ — ব্যাকৰণৰ সূত্ৰ (বহল ব্যাকৰণ) — ৰেফ্ যোগ হ'লে

ক বৰ্গৰ বৰ্ণ আৰু উষ্ম বৰ্ণৰ বাজে প্ৰায় সকলো বৰ্ণৰ দ্বিত্ব হয়। যেনে — পূৰ্ব্বে, ধৰ্ম্ম ইত্যাদি। মহাপ্ৰাণ বৰ্ণৰ দ্বিত্ব হ'লে প্ৰথম বৰ্ণটো অল্পপ্ৰাণ হয় — যেনে — বৰ্দ্ধন, মূৰ্চ্ছিত ইত্যাদি। কিন্তু নিৰ্দ্ধাৰণ শব্দ — বহল ব্যাকৰণৰ মতে — নিৰ্দ্ধাৰণ, চন্দ্ৰকান্ত অভিধান মতে — নিৰ্ধাৰণ, হেমকোষ মতে — নিৰ্দ্ধাৰণ। কোনটো শুদ্ধ? স্কুলত কি বুলি শিকাব লাগিব?

সেই অনুপাতে দুৰ্দ্ধৰ্ষ — শব্দ বিচাৰ কৰিলে পোৱা যায়

বহল ব্যাকৰণৰ মতে — দুৰ্দ্ধৰ্ষ,

চন্দ্ৰকান্ত অভিধান মতে — দুৰ্দ্ধৰ্ষ (দুৰ্ধৰ্ষ নহয় কিয়?)

হেমকোষত — শব্দটো নাই।

আকৌ—

দুৰ্ম্মূল্য — বহল ব্যাকৰণ মতেঃ দুৰ্মূল্য — চন্দ্ৰকান্ত মতে

হেমকোষ মতে — দুৰ্ম্মূল্য।

দুৰ্মূল্য নহ'ল কিয়?

অথবা দুয়ো ৰকম বানানকে শুদ্ধ বুলি ধৰিব নেকি? তেন্তে সাধাৰণ সূত্ৰ কি?

কিন্তু — দুৰ্ম্মূল্যৰ লগত ৰিজাই চালে নিৰ্ম্মূল বানানত পোৱা যায় —

বহল ব্যাকৰণ মতে — নিৰ্ম্মূল।

চন্দ্ৰকান্ত অভিধান মতে — নিৰ্মূল।

হেমকোষ মতে — নিৰ্মূল।

নিৰ্য্যাতন — বহল ব্যাকৰণ আৰু হেমকোষ মতে, নিৰ্য্যাতন।

চন্দ্ৰকান্ত অভিধান মতে — নিৰ্যাতন, নিৰ্য্যাতন।

পৰ্ব্বত, পৰ্ব্ব — সকলোৰে মতে একে বানান — চন্দ্ৰকান্ত অভিধান মতেও; কিন্তু "পাৰ্বতী" আৰু "পাৰ্বণ" চন্দ্ৰকান্ত অভিধানে স্বীকাৰ কৰে যদিও "পৰ্বত" আৰু "পৰ্ব" স্বীকাৰ নকৰে। ইয়াৰ কাৰণ কি?

নিৰ্দ্দয় — হেমকোষ আৰু চন্দ্ৰকান্ত অভিধান মতে — নিৰ্দ্দয়। বহল ব্যাকৰণ মতে — নিৰ্দয়।

তেন্তে ৰেফৰ পাছত দ্বিত্ব নহ'লে কি দোষ? আমাৰ কথা হৈছে হয় ৰেফৰ পাছত দ্বিত্ব হ'ব, নহয় দ্বিত্ব নহ'ব; কিন্তু বিনা কাৰণে এবাৰ দ্বিত্ব হ'ব, এবাৰ নহ'ব, এনেবোৰ বেমেজালি কিয়? ছাত্ৰক কি নিয়মে শিকোৱা হ'ব?

এইবাবেই পূজ্যপাদ শ্ৰীযুক্ত শৰৎ চন্দ্ৰ গোস্বামী বি. এ. বি. টি. ডাঙৰীয়া 'পৰ্বত', 'পৰ্ব', 'নিৰ্ধাৰণ', 'নিৰ্মল' বাদী। দোষ কি? এনে বানানত অন্ততঃ এটি নিয়ম বা প্ৰণালী আছে।

এইদৰে আমি আলোচনা কৰি চালে দেখা পাওঁ যে যিমানেই আমি ব্যাকৰণ, অভিধান পৰামৰ্শ কৰি চাওঁ সিমানেই আমাৰ খুকুৰি বাঢ়ি যায়। বিশেষকৈ অসমীয়া সাহিত্যৰ অতি আদৰৰ বস্তু চন্দ্ৰকান্ত অভিধানে আমাৰ বানানৰ আউল নাভাঙি আউল বঢ়াইছেহে। চন্দ্ৰকান্ত অভিধানে কোনো নিকপকপীয়া প্ৰণালী মতে কাম কৰা দেখা নাযায়। ছপা ভুল, বৰ্ণনানুক্ৰমিক ভুল আৰু অসতৰ্কতাৰ ভুলৰ আদি-অন্ত নাই। তাৰ উপৰি নাভূত-নাশ্ৰুত বানান কিছুমান দি ভাষাৰ বিশুদ্ধতা নষ্ট কৰি খিচিৰি বনাইছে। সাধাৰণ লিখক সমাজে যিবোৰ সাধাৰণতঃ লিখে সেই বানান মতেও চন্দ্ৰকান্ত অভিধান চলা নাই। অসমৰ সাহিত্যৰথী সকলৰ মাজৰ পৰা ওলোৱা অভিধানৰ দুৰ্গতি দেখি আমি হতাশ হৈছোঁ। শুদ্ধ বানানৰ বাবে তেন্তে কোন অভিধান চাব লাগিব?

চন্দ্ৰকান্ত অভিধানত "বেচী" (অধিক অৰ্থত) বানান পোৱা যায়। "বেচি" আৰু "বেছি" তো আছেই; ইমান দিনে "বেচি" আৰু 'বেছি'ৰ ভিতৰত গোলমাল আছিল। এতিয়া "বেচী" য়ে যে বেছি গোলমাল লগালে। 'বেছী' বা নহ'ব কিয়? অৰ্থাৎ যাৰ যি খুচি তাকে লিখিলেই হ'ব।

সেইদৰে "চিঠী" বানান পোৱা যায়; কিন্তু আমি "চিঠি" বানানহে এতিয়ালৈকে পাই আহিছোঁ। চিঠি বানান চন্দ্ৰকান্ত অভিধানত নাই। সাধৰণ লিখক সমাজে ইমানদিনে যিবোৰ বানান লিখি আহিছে সেইবোৰ বানান চন্দ্ৰকান্ত অভিধানে স্বীকাৰ নকৰে নেকি?

আকৌ দেখা যায় চন্দ্ৰকান্ত অভিধানত "বহি" শব্দ নাই, আছে "বহী"; কিন্তু "হাজিৰা বহি" বুলি আছে — "হাজিৰা বহী" নাই। অৰ্থ দিছে কামত উপস্থিতি বা গণনা ৰখা "বহি"। তেন্তে চন্দ্ৰকান্ত অভিধানে "বহি" আৰু "বহী" স্বীকাৰ কৰে। কিন্তু "বহি" বানান লিখকসকলৰ বহুতে স্বীকাৰ নকৰে। যদি "বহি" শুদ্ধ বুলি ধৰি লোৱা হয় তেন্তে খোলচা লিখা উচিত আছিল।

ঠিক সেইদৰে — "হিন্দু ছুটিয়া" — শব্দৰ ঠাইত লিখা আছে "ছুটিয়া চোৰা" — কিন্তু "ছুটিয়া" বুলি কোনো শব্দ পৃথক কৈ দিয়া নাই। আছে "চুটিয়া" আৰু "হিন্দু চুটিয়া"। তেন্তে "চুটিয়া" বা "ছুটিয়া" দুয়োটা বানান শুদ্ধ নেকি?

আৰু পোৱা যায় — "চিকাৰ" আৰু "মেলা-চীকাৰ" শব্দ। "চিকাৰ"

শুদ্ধ নে "চীকাৰ" শুদ্ধ অথবা দুয়োটা শুদ্ধ? দুই ৰকম বানান শুদ্ধ এইদৰে কিমান চলিব? আৰু অশুদ্ধ বুলি কোনো শব্দ অসমীয়া ভাষাত নাথাকিব নেকি?

"তেকতেকীয়া" আৰু "তুলবুলীয়া" শব্দৰ অৰ্থ একে বুলি চন্দ্ৰকান্ত অভিধানে কয়। কোনে স্বীকাৰ কৰিব?

সামৰণিত আমি স্বীকাৰ কৰো যে কোনটো শুদ্ধ, কোনটো অশুদ্ধ বানান তাক আমি ক'ব নোৱাৰোঁ কিন্তু সাধাৰণতঃ চলিত কিতাপ-পত্ৰত, বাতৰি কাকত আদিত যিবোৰ বানান পোৱা যায় তাৰ এটা স্থিৰ প্ৰণালী থকা উচিত। এতিয়ালৈকে আমাৰ বানানৰ কোনো এটি স্থিৰ গঢ় নোলোৱা বাবে ভাষা উন্নতিৰ পথত আগবঢ়াত বাধা পাইছে। তাত বাজেও স্কুলত ছাত্ৰক কোনটো শুদ্ধ ঠিৰাং ভাৱে ক'ব নোৱাৰা বৰ দুখৰ কথা।

শুনিবলৈ পাওঁ চন্দ্ৰকান্ত অভিধানৰ নতুন তাঙ্গৰণ যুগুত কৰিবলৈ চেষ্টা চলিছে। যদি আমাৰ সংবাদ সঁচা হয় তেন্তে সেই সময়ত এইবোৰ কথালৈ মন কৰা উচিত বুলি আমাৰ মনে ধৰে। যদিহে এতিয়াও দ্বিতীয় তাঙৰণৰ দিহা কৰা নাই তেন্তে সোনকালে কৰা উচিত।

---

● *আৱাহন, (আহাৰ, ১৮৫৬ শক), ৫ম বছৰ, ৯ম সংখ্যা) ত প্ৰকাশিত হৈছিল। — সম্পাদক*

আৱাহন

৫ম বছৰ, ১২শ সংখ্যা, আহিন, ১৮৫৬ শক

# অসমীয়া ভাষাৰ বানান বিভ্ৰাট

আৱাহনৰ আহাৰৰ সংখ্যাত আমি অসমীয়া ভাষাৰ শুদ্ধ বানান সম্পৰ্কে এটি চুটি প্ৰবন্ধ লিখি অসমৰ সাহিত্যৰথী সকলৰ ওচৰত আমি গোহাৰি জনাইছিলো যে অসমীয়া ভাষাৰ অভিধান, ব্যাকৰণ আৰু সাধাৰণ লিখক সমাজৰ মাজত বানান সম্পৰ্কে কোনো মিল নাই। বৰ্ত্তমান প্ৰবন্ধত আমি কেইটামান শব্দ বাতৰি কাকত আদিৰ পৰা তুলি দেখুৱালোঁ যে বানানৰ শুদ্ধতা সম্পৰ্কে অসমীয়া লিখক আৰু সম্পাদক সকল কিমান উদাসীন। কোন বানানটো যে অশুদ্ধ আৰু কোনটোনো ছপাৰ ভুল বুজিবৰ একো উপায় নাই।

শব্দ ঃ—

পাণ — পান (তামোলৰ লগত খোৱা), অতিথি — অথিতি, ভুবনেশ্বৰী — ভুবনেশ্বৰী, হাতীপটি — হাতীপতী, বান্ধনী — বান্ধনি (লিঙ্গ ভেদে ব্যৱহাৰ নহয়), ফুলনি — ফুলনী, লঘোণ — লঘোন, এপাহী — এপাহি, লিখা — লেখা (লিখা অৰ্থত), পূজাৰী — পূজাৰী, সোণাৰী — সোণাৰি, নাইকিয়া — নাইকীয়া, ৰঘুসিংহ — ৰঘুসিংহ, এণ্ডি — এণ্ডী, চাদৰ — ছাদৰ, ছাগলি — ছাগলী, ছুটী — ছুটি, ঘিউ — ঘীউ, তামোল — তামুল, ঢৰা — ধৰা, পুখুৰি — পুখুৰী, থিয় — ঠিয়, হিছাপ — হিচাপ, সোনকালে — সোণকালে, মহৰী — মহৰি, ছলনা — চলনা, কাকতি — কাকতী, নিৰিহ — নিৰীহ, চমু — চমু, ইংৰাজি — ইংৰাজী, চৰকাৰি — ছৰকাৰী, হাজৰিকা — হাজৰীকা, শইকীয়া — শইকিয়া, জৰীয়তে — জৰিয়তে, জৰীমানা — জৰিমানা, পাটি — পাটী, ৰছিদ — ৰচিদ, গাখিৰ — গাখীৰ ইত্যাদি।

এই শব্দবোৰৰ পৰা ইয়াকেই প্ৰমাণ হয় যে বাতৰি কাকতবোৰৰ সম্পাদক সকলেও বানান বিষয়ে কোনো লক্ষ্য নাৰাখে। বাতৰি কাকত বিশেষকৈ মাহেকীয়া কাকতবোৰ সাহিত্য চৰ্চ্চাৰ ঘাই অঙ্গ; যদি এই কাকতবোৰেও কোনো প্ৰণালী মতে কাম নকৰে তেন্তে বানান বিভ্ৰাট নহৈ নোৱাৰে। যি ভাষাৰ বানান এতিয়ালৈকে ঠিক নহ'ল, সেই ভাষা জগতৰ ভিতৰত এটা পুৰণি উন্নত ভাষা, অতীত সম্পদত চহকী ইত্যাদি ডাঙৰ-ডাঙৰ কথা কোৱা শোভা পায়নে?

বৰ্ত্তমান অৱস্থাত বানান বিষয়ে সাহিত্য ক্ষেত্ৰত যি বিভ্ৰাট উপস্থিত হৈছে, তাৰ বাবে বিশেষ অসুবিধা হৈছে শিক্ষক সমাজৰ, কিয়নো আজিৰ দিনত কোনো শিক্ষকে কোনটো শুদ্ধ বানান ডাঠি ক'ব নোৱাৰে। অভিধানে যে খুকুৰি ভাঙিব নোৱাৰে তাক আমি আগৰ প্ৰৱন্ধতে কৈছোঁ। দুই ৰকম বানান শুদ্ধ। ইমানবোৰ শব্দ আছে যে সাধাৰণতঃ লিখক আৰু পঢ়ুৱৈৰ বানান বিষয়ে সতৰ্কতা ৰক্ষা কৰা টান হৈ পৰিছে। ব্যাকৰণ, অভিধান, পাঠ্য কিতাপ, বাতৰি কাকত আৰু অন্যান্য ছপা কিতাপৰ বানান ৰিজাই চালে পোৱা যায় যে কাৰো লগত কাৰো মিল নাই। প্ৰত্যেকেই বেলেগ বানান লিখে গতিকে ছাত্ৰ সকলেও ভুল বানান লিখিবলৈ বা শিকিবলৈ বাধ্য। প্ৰধান সাহিত্যিক সকলৰ লিখাত বানান ভুল প্ৰায়েই নাথাকে। প্ৰবীন সাহিত্যিক সকলৰ লগত যদি নবীন সাহিত্যিক সকলৰ মিল নাথাকে তেন্তে প্ৰায়েই দেখা যায় যে প্ৰতিষ্ঠাপন্ন সাহিত্যিক সকলৰ বানান ভুল হ'লেও তাঁত যুক্তি আছে; কিন্তু বেলেগ বেলেগ সাহিত্যিকৰ বেলেগ বানান হ'লে যুক্তি খাটে কেনেকৈ?

ইংৰাজী শব্দ কিছুমান অসমীয়া ভাষাত সোমাইছে। সেই শব্দবোৰৰ বানানৰো কোনো ঠিক নাই। ইংৰাজ বিলাকে সাধাৰণতঃ দন্ত্য বৰ্গ উচ্চাৰণ কৰিব নোৱাৰে। সেইবাবে ইংৰাজী শব্দবোৰ সাধাৰণতঃ মুৰ্দ্ধণ্য বৰ্ণেৰে লিখা উচিত বুলি আমাৰ মনে ধৰে। তলত আমি কেইটিমান ইংৰাজী শব্দ দিলো, এই শব্দবোৰ বাতৰি কাকতাদিৰ পৰা সংগ্ৰহ কৰা হৈছে। এই শব্দবোৰৰ বানানতো এটি প্ৰণালী থকা উচিত।

বতল — বটল, কমিতি — কমিটি, মটৰ — মতৰ — মোটৰ, প্ৰাইমেৰি — প্ৰাইমেৰী, পেঞ্চিল — পেন্সিল, ইন্সপেক্তৰ — ইন্সপেক্টৰ ইত্যাদি।

তেন্তে দেখা যায় বানান সম্পৰ্কে এতিয়াও ভাষাই শুদ্ধ গঢ় ল'ব পৰা নাই।

ইয়াৰ উপায় কি? হেমকোষৰ দ্বিতীয় তাঙৰণ নোলোৱাত অসমীয়া সাহিত্যত এটি বৰ ডাঙৰ অভাৱ অনুভৱ কৰা হৈছিল; কিয়নো এনেবোৰ বেমেজালি হ'ব নোৱাৰে যদি অভিধানত আটাইবোৰ শব্দ থাকে। অভিধানত যি বানান থাকে সেই বানান লিখক সকলে সাধাৰণতঃ গ্ৰহণ কৰে; বিশেষকৈ স্কুল — কলেজত সেই বানান শিক্ষা দিয়া হয়। হেমকোষত নতুন শব্দৰ অভাৱ থকা বাবে আৰু প্ৰচলিত শব্দবোৰৰ বানান বিষয়ে বাক্-বিতণ্ডা লাগি থকা বাবে হেমকোষৰ দ্বিতীয় তাঙৰণৰ বাবে সাহিত্য সভাই চেষ্টা কৰা সকলোৱে জানে; কিন্তু দুৰ্ভাগ্যবশতঃ হেমকোষৰ দ্বিতীয় তাঙৰণ নোলাল। এনেতে ৰায়বাহাদুৰ শ্ৰীযুক্ত ৰাধাকান্ত সন্দিকৈৰ মহৎ দানৰ পৰা দাতাৰ প্ৰিয় পুত্ৰৰ স্মৃতি চিহ্ন স্বৰূপে 'চন্দ্ৰকান্ত অভিধান' সাহিত্য সভাৰ জৰিয়তে ওলাল।

কিন্তু বৰ দুখৰ বিষয় যে চন্দ্ৰকান্ত অভিধানে সাহিত্য ক্ষেত্ৰৰ অভাৱ পূৰণ কৰিব নোৱাৰিলে। চন্দ্ৰকান্ত অভিধান সম্পৰ্কে নতুনকৈ সমালোচনা কৰিবৰ ইচ্ছা আমাৰ নাই যদিও সেই বিষয়ে দুটি-এটি কথা নকৈ থাকিব নোৱাৰিলোঁ। চন্দ্ৰকান্ত অভিধানে যে অসমীয়া ভাষাৰ গুৰি ধৰিব পৰা নাই ই ধুৰূপ। অন্য বিষয়ৰ কথাকেই নকওঁ — ইয়াৰ ছপাৰ আখৰবোৰ পৰ্য্যন্ত (Type) আমাৰ মনত অপছন্দ হৈছে, হ্ৰস্ব উকাৰ, দীৰ্ঘ উকাৰ বুজি পোৱা টান। গোটেইখন অভিধানৰ ভিতৰত কিমানবোৰ উকাৰ-ঊকাৰ থকা শব্দ আছে, সেই শব্দবোৰৰ যদি শুদ্ধ বানান চাবলৈ উকাৰ আৰু ঊকাৰ চিনিব নোৱাৰি তেন্তে সন্দেহ দূৰ হ'ব কেনেকৈ? বৰ্ণানুক্ৰমিক ভুল যদি নাথাকিলহেঁতেন তথাপি কিছু উপায় আছিল। বৰ্ণানুক্ৰমিক ভুল থকা বাবে হ্ৰস্ব উকাৰ থকা শব্দৰ মাজত দীৰ্ঘ ঊকাৰ থকা শব্দ সোমাইছে। আকৌ দীৰ্ঘ ঊকাৰ থকা শব্দৰ মাজত হ্ৰস্ব উকাৰ শব্দ সোমাইছে। মুঠৰ ওপৰত ক'বলৈ গ'লে চন্দ্ৰকান্ত অভিধানৰ অভিধানত্ব নাই।

গতিকে দেখা যায় অসমীয়া ভাষাৰ গুৰি ধৰিবলৈ এখন উপযুক্ত অভিধানৰ যি অভাৱ কেইবছৰ মানৰ পৰা অনুভৱ কৰা হৈছিল সেই অভাৱ 'চন্দ্ৰকান্ত অভিধানে' আঁতৰাব নোৱাৰিলে। এতিয়া সেই অভাৱ আঁতৰাবলৈ হয় চন্দ্ৰকান্ত অভিধানৰ দ্বিতীয় তাঙৰণ হ'ব লাগিব, নহয় এখন নতুন অভিধান হ'ব লাগিব। চন্দ্ৰকান্ত অভিধানৰ দ্বিতীয় তাঙৰণ যুগুত কৰাহে উচিত হ'ব। কিয়নো প্ৰথমতে দাতাৰ দানৰ মৰ্য্যাদা যাতে ৰক্ষা হয় তাৰ ফালে চোৱা উচিত হ'ব আৰু দ্বিতীয়তঃ অসমীয়াৰ মাজত একে সময়তে দুখন অভিধান প্ৰচলন হ'ব পৰা ক্ষেত্ৰ নাই।

যি অভিধানে সন্দেহ খণ্ডন কৰিব নোৱাৰে সেই অভিধান অভিধান নামৰ অনুপযুক্ত। দুই ৰকম বা তিনি ৰকম বানান স্বীকাৰ কৰা অভিধানৰ পক্ষে উচিত নহ'ব, যিবোৰ শব্দৰ দুই ৰকম বানান আছে আৰু সেই বানান ব্যৱহাৰ কৰিবৰ কাৰো আপত্তি নাই, সেইবোৰ বানান যদি অভিধানে স্বীকাৰ কৰে তাত আমাৰ কোনো আপত্তি নাই। কিন্তু যিবোৰ শব্দৰ বানান সম্পৰ্কে এতিয়াও স্থিৰ সিদ্ধান্ত হোৱা নাই সেই শব্দবোৰ আলোচনা কৰি এটি সিদ্ধান্তত অহা উচিত। সেই সিদ্ধান্ত মতে শব্দবোৰ অভিধানত ঠাই পোৱা উচিত। সেইমতে সকলো চলিবলৈ বাধ্য হ'ব। নহ'লে অশুদ্ধ বানান লিখা বুলি ধৰা হ'ব। বাতৰি কাকত আৰু মাহেকীয়া আলোচনীৰ সম্পাদক সকলে যদি বানানৰ বিষয়ে লক্ষ্য নাৰাখে তেন্তে শুদ্ধ বানান ছপা হ'ব কেনেকৈ? প্ৰত্যেক লিখকে যে আটাইবোৰ শব্দ শুদ্ধ বানানেৰে লিখি প্ৰবন্ধ পঠাব, এইটো আশা কৰা সম্পাদকৰ পক্ষে ভুল নহ'ব জানো? অথবা সাহিত্য সভাই যেয়ে যি বানান লিখে সেইটোৱেই শুদ্ধ বুলি ধৰিলেও আমাৰ বা শিক্ষক সমাজৰ কোনো আপত্তি নাই। তেতিয়াহ'লে আমি শব্দৰ অৰ্থৰ বাবেহে অভিধান চাম, কিন্তু বানানৰ বাবে নহয়।

যদি সেয়ে নহয় তেন্তে সম্পাদক সকলে শুদ্ধ বানানৰ ফালে লক্ষ্য ৰাখিব লাগিব। ইংৰাজী প্ৰবন্ধবোৰত যদি লিখকে বানান অশুদ্ধ লিখে তেন্তে অশুদ্ধ বানান ছপা হ'ব জানো?

**চন্দ্ৰকান্ত অভিধানত শব্দৰ নাটনি ঃ**

চন্দ্ৰকান্ত অভিধানত যে এটাইবোৰ শব্দ পোৱা নাযায়, সেই বিষয়টো ইয়াত অপ্ৰাসঙ্গিক হ'লেও ক'বলৈ বাধ্য হ'লো। "ঘৰজীয়া" শব্দটো বহল ব্যাকৰণত ঠাই পাইছে, কিন্তু চন্দ্ৰকান্ত অভিধানত ঠাই পোৱা নাই। সেইদৰে আমি আৰু পাঁচোটা শব্দ দিলো — এই শব্দবোৰ অভিধানত ঠাই পোৱা উচিত নে অনুচিত সুধী সকলে ভাবি চাব বুলি আশা কৰিলো।

লত্‌কালে — (তৎক্ষণাৎ), ডিমাক (অহঙ্কাৰ যুক্ত অস্থায়ী খং; ল'ৰা — ছোৱালী খাটে), কুমতাৰ (কু-মত-কু-স্বভাৱ), শেতেলি (শোৱা তলি বিছনা), অনতি পলমে (অনতি বিলম্বে) এইদৰে চেষ্টা কৰিলে আৰু কিছুমান শব্দ ওলাব যিবোৰ শব্দৰ ব্যৱহাৰ ভাষাত আছে কিন্তু অভিধানত নাই। এই শব্দবোৰ যে অভিধানত সোমাব লাগে সেই বিষয়ে কোনো সন্দেহ নাই; কিয়নো অভিধানত নাথাকিলেও লিখক সমাজে ব্যৱহাৰ কৰিব। বানান বিষয়ে লিখকক অভিধানৰ বাধ্য-বাধকতাত আনিব পাৰিলেও শব্দ সোমোৱা বিষয়ে লিখকক বাধ্য-বাধকতাত আনিব পৰা নাযাব।

সেইবাবে চন্দ্ৰকান্ত অভিধানে যদি নতুন শব্দ সুমাই দ্বিতীয় তাঙৰণ ছপাব খোজে দ্বিতীয় তাঙৰণ ওলোৱাত পলম হৈ যাব। সেইবাবে বৰ্ত্তমান যিবোৰ শব্দ চন্দ্ৰকান্ত অভিধানত ঠাই পাইছে সেইবোৰৰ শুদ্ধ বানান যাতে হয়, তাৰ দিহা আগে কৰা উচিত। বানান শুধৰণিৰ লগে লগে যদি দুই-চাৰিটা নতুন শব্দ সুমাবৰ সুবিধা পোৱা যায় তেন্তে সেই সুবিধা এৰি দিয়াও উচিত নহয়। তাৰ বাবে সাহিত্য সভাই এটি সুকীয়া কমিটি নিযুক্ত কৰা উচিত।

**ইন্দ্ৰকান্ত ব্যাকৰণ ঃ**

যদি চন্দ্ৰকান্ত অভিধানৰ নিচিনাকৈ ইন্দ্ৰকান্ত ব্যাকৰণো অশুদ্ধ কথাৰে ভৰপূৰ হৈ ওলায় তেন্তে তেনে ব্যাকৰণ বৰ্ত্তমান অৱস্থাত নোলোৱাই উচিত হ'ব। আৰু নোলায় মানে বহল ব্যাকৰণেই অসমীয়া সাহিত্য শাসন কৰা উচিত। চন্দ্ৰকান্ত অভিধান বিশুদ্ধ হৈ ওলোৱাৰ পিছতহে ইন্দ্ৰকান্ত ব্যাকৰণ ব্যাকৰণ ওলোৱা উচিত হ'ব। চন্দ্ৰকান্ত অভিধানত শুদ্ধ কৰাৰ সময়ত বহল ব্যাকৰণ আৰু সত্যনাথ বৰাৰ অন্যান্য কিতাপবোৰৰ বানান,, হেমকোষৰ বানান, মৃত আৰু জীবিত বয়োবৃদ্ধ আৰু লব্ধপ্ৰতিষ্ঠ সাহিত্যিক সকলৰ বানানৰ লগত সামঞ্জস্য ৰাখি বানান শুদ্ধ কৰা উচিত হ'ব। কাৰোমতে যদি কোনো বানান অশুদ্ধও হয় তথাপি সি অভিধানত ঠাই পালে অভিধানৰ বানানহে গ্ৰাহ্য হ'ব। সেইবুলি তিনি

ৰকম বানান শুদ্ধ হোৱা উচিত নহ'ব।

সামৰণিত আমি ইয়াকেই কওঁ যে শুদ্ধ-অশুদ্ধ বানান অভিধান আৰু ব্যাকৰণৰ প্ৰচলন ইত্যাদি বিষয়ে আলোচনা কৰাৰ আমাৰ উদ্দেশ্য এই যে আমি স্কুলৰ পণ্ডিত, স্কুলৰ ছাত্ৰক কোনটো শুদ্ধ বুলি ক'ব লাগিব তাৰ এটা উপায় পালেই আমি নিশ্চিন্ত হওঁ। কাৰণ ছাত্ৰৰ মনত ছপা শব্দ দেখিলেই শুদ্ধ বুলি ধাৰণা হয় আৰু সেই ধাৰণা পণ্ডিতে গুচাবলৈ টান পায়। বিদেশীয়ে অনুবাদ কৰি বিজ্ঞাপনাদি বিলি কৰি ভাষাৰ বিশুদ্ধতা আগেয়েই নষ্ট কৰিছে, কৰিবও। বৰ্ত্তমান সম্পাদক, লিখক আৰু অভিধান প্ৰণেতা সকলেও যদি সেই পথত চলে তেন্তে আমি কোন পথত চলিম ভাবি নাপাওঁ। আই. এ. বি. এ. পৰীক্ষাৰ পৰীক্ষক সকলেনো কোন পথত চলে? আশা কৰো অহা সাহিত্য সভাত এই বিষয়ে বিশদভাবে আলোচনা হ'ব। ●

## ১৯৫২

# টোল শিক্ষাৰ পুনৰ্গঠন

[১৯৫২ চনৰ ডিচেম্বৰ মাহত বহা অসম সংস্কৃত সমিতিৰ অধিবেশনত তেতিয়াৰ শিক্ষামন্ত্ৰী অমিয় কুমাৰ দাসে কোৱা মতে * দেৱেন্দ্ৰনাথ ভট্টচাৰ্য্যই টোল শিক্ষাৰ পুনৰ গঠন সম্পাদকীয় এই আঁচনিখন দাখিল কৰিছিল]

**বৰ্ত্তমান পৰিস্থিতি ঃ** অসম সংস্কৃত সমিতি (Assam Sanskrit Association), অসম সংস্কৃত বোৰ্ড (Assam Sanskrit Board), প্ৰাচীন ধৰণৰ সংস্কৃত টোল, বৰ্ত্তমান চলি থকা সংস্কৃত টোল, সংস্কৃত সমিতিৰ দ্বাৰা পৰিচালিত আদৰ্শ সংস্কৃত টোল আৰু টোল শিক্ষাৰ বাবে পতা কমিটিৰ আঁচনি অনুসাৰে পাতিব খোজা সংস্কৃত টোল এই আটাই কেইটি বিষয়ৰ পটভূমিত যি কোনো নতুন আঁচনি নিৰ্ভৰ কৰিব।

**অসম সংস্কৃত সমিতি ঃ** এই সমিতি গঠিত হ'বৰ বহুত বেছি বছৰ হোৱা নাই। ১৯২৬ চনত সংস্কৃত শিক্ষাৰ আৱশ্যকতা বুজি চৰকাৰে এই শিক্ষাৰ বাবে আছুতীয়াকৈ অলপ টকাৰ ব্যৱস্থা কৰে— যদিও এই ব্যৱস্থা অনুসাৰে দিয়া ধন নিচেই তাকৰ আৰু ইচ্‌লামিক শিক্ষাৰ বাবে খৰচ কৰা ধনৰ তুলনা কৰিলে এই ধন কোনো পক্ষেই ৰিজনি নাখায়, তথাপি এই ৰিজনি সদায় মানুহৰ চকুৰ আগত ভাহি উঠে। সেই বাবে কোনো কোনো শিক্ষানুৰাগী আৰু শিক্ষাবিদ্ লোকে টোলৰ শিক্ষাৰ পুনৰ্গঠন ইচ্‌লামিক শিক্ষাৰ মক্তব মাদ্ৰাচা অনুসাৰে হ'ব লাগে বুলি মত প্ৰকাশ কৰে। আমি সেই মতবাদী নহওঁ কাৰণ মক্তব মাদ্ৰাচাও দেশৰ সামাজিক পাৰিপাৰ্শিক অৱস্থাৰ লগত খাপ খোৱা বিধৰ অনুষ্ঠান নহয়। চৰকাৰে এই ৰিজনি আৰু মত সাম্প্ৰদায়িক বুলি বিবেচনা কৰে। আমাৰ মতে কোনো এটি মতেই বা কথাই ঠিক নহয়। প্ৰাচীন সংস্কৃতি ৰক্ষা কৰিবলৈ উভয় ধৰ্ম্মৰে যি প্ৰচেষ্টা সেই প্ৰচেষ্টাক সাম্প্ৰদায়িক বোলা উচিত নহ'ব। যি কোনো ধৰ্ম্ম জাতিৰ সংস্কৃতিৰ ওপৰত নিৰ্ভৰ কৰে নাইবা যি কোনো সংস্কৃতিয়ে এটি ধৰ্ম্মৰ আদৰ্শৰ পিনে গতি কৰে। ধৰ্ম্মৰ প্ৰতি বা জাতীয় কৃষ্টিৰ প্ৰতি অৱহেলা হ'লে মানুহৰ নৈতিক অৱনতি ঘটে। নৈতিক অৱনতি ঘটিলে সমাজ বিশৃঙ্খল হয়। সমাজ বিশৃঙ্খল হ'লে ৰাষ্ট্ৰীয় শাসন ঢিলা হয়। গণতান্ত্ৰিক ৰাষ্ট্ৰগঠনত সামাজিক নৈতিক অৱনতি মঙ্গলজনক নহয়। ধৰ্ম্মই সমাজৰ ধৰণী। ধৰ্ম্ম আৰু

জাতীয় কৃষ্টি ওতপ্ৰোত ভাবে জড়িত থাকে। এটাৰ লগত আনটো ধ্বংস হয়। গতিকে টোলৰ শিক্ষা সাম্প্ৰদায়িক ভাবাপন্ন বুলি উৰাই দিব পৰা বস্তু নহয়।

অসম সংস্কৃত সমিতিৰ (Assam Sanskrit Association) মূল উদ্দেশ্য সংস্কৃত সমাবৰ্ত্তন। টোল শিক্ষাৰ বাবে ধন আছুতীয়াকৈ ৰাখি গাৱঁৰ প্ৰাচীন টোল বিলাকক পুনৰ্জীৱন দান কৰাৰ ব্যৱস্থা কৰা হ'ল যেতিয়া, তাত পঢ়া ছাত্ৰ সকলৰ স্নাতক হোৱাৰ ব্যৱস্থাও কৰিব লগীয়া হ'ল।

গতিকে এক হাতে যেনেকৈ আছুতীয়াকৈ ৰখা ধনৰ বাবে এটা ন্যাস-সমিতিৰ (Trust Board) আৱশ্যক হ'ল আনহাতে তেনেকৈ ছাত্ৰ সকলৰ পৰীক্ষা লবৰ কাৰণে এটা সমিতিৰ আৱশ্যক হ'ল আৰু সেই বাবে চৰকাৰে শিক্ষাবিভাগৰ ডাইৰেক্টৰ চাহাবৰ তত্ত্বাৱধানত ইন্সপেক্টৰ মহোদয় দুজনক সভাৰ সদস্য ৰাখি কটন কলেজৰ প্ৰধান সংস্কৃত অধ্যাপকজনক প্ৰেচিডেণ্ট চেক্ৰেটৰী কৰি দেশৰ কেইজনমান সংস্কৃতজ্ঞ পণ্ডিতক লৈ এখন বোৰ্ড গঠন কৰি দিয়ে। এই বোৰ্ডেই টোলৰ সংস্কৃত শিক্ষাৰ যাবতীয় কাৰ্য্য চলায় বুলি ইয়াকে কাৰ্য্য নিৰ্ব্বাহক সভা বুলিও পৰিগণিত কৰিছে। তাৰ পাছত অসম সংস্কৃত সমিতিৰ অনুৰোধ অনুসাৰে এই শিক্ষাৰ বাবে সহকাৰী ডাইৰেক্টৰৰ পদ খোলা হয়, তেখেতকে এই বোৰ্ডৰ চেক্ৰেটৰী কৰা হয়। পাছত এই পদ সহকাৰী ইন্সপেক্টৰ পদত পৰিবৰ্ত্তিত কৰা হয়। ডাইৰেক্টৰ চাহাব এই বোৰ্ডৰ সভাপতি হয়।

পৰীক্ষা গ্ৰহণ কৰাৰ পাছত ছাত্ৰ সকলক স্নাতকৰ মান পত্ৰ দিবলৈ অসমৰ গবৰ্ণৰ চাহাবৰ সভাপতিত্বত হোৱা সভাই অসম সংস্কৃত সমাবৰ্ত্তন সভা (Assam Sanskrit Convocation)। এই সভাৰ সভ্য সকলক চৰকাৰে বাছি দিয়ে আৰু সেই বাবে পাথেয় দিয়ে। এই সভ্য সকলৰ সমাগমেই অসম সংস্কৃত সম্মিতি (Assam Sanskrit Association)। এই সমিতি সমাবৰ্ত্তন উৎসৱৰ বাবে হে পতা হয়। বছৰে এবাৰ হে বহিব লাগে। গতিকে বোৰ্ড সভা ঠিক এই সভাৰ কাৰ্য্য নিৰ্ব্বাহক সভা নহয় আৰু সেই বাবে বিষয় বাছনিসভাও হ'ব নোৱাৰে। বোৰ্ডৰ কাৰ্য্যাবলী ডাইৰেক্টৰ চাহাবৰ নিয়ন্ত্ৰণ অনুসাৰে হয়, এচোচিয়েচনৰ নিৰ্দ্দেশ মানিও চলা হয়। এই সমিতিৰ বাবে নিৰ্দ্দিষ্ট সংখ্যক সভ্য থাকে। সত্ৰ, আখৰা আৰু সংস্কৃত শিক্ষানুৰাগী লোক সকলৰ পৰাও সভ্য মনোনীত কৰা হয়। ঘাইকে দেশৰ সংস্কৃত পণ্ডিত মণ্ডলী এই সম্মিতিৰ সভ্য। চৰকাৰী চাকৰিয়ালো কেইজনমান থাকে।

বৰ্ত্তমান কাৰ্য্য পদ্ধতি যেনেদৰে চলিছে তাৰ দ্বাৰা একহাতে অসম সংস্কৃত বোৰ্ড, অসম সংস্কৃত সমিতিৰ কাৰ্য্য নিৰ্ব্বাহক সভা আনহাতে অসম সংস্কৃত সম্মিতিৰ (সমাবৰ্ত্তন উৎসৱৰ) অনুষ্ঠাতা। কোনো সমাবৰ্ত্তন উৎসৱত শিক্ষা পদ্ধতি নাইবা অধ্যাপক বা শিক্ষক সকলৰ বৃত্তিৰ উন্নতি মূলক ব্যৱস্থা গ্ৰহণ কৰিবৰ ইঙ্গিত থাকিলেও তাত প্ৰস্তাৱাদি গ্ৰহণ কৰা নহয় ; কিন্তু অসম সংস্কৃত সম্মিতিত

সমাবৰ্ত্তন উৎসৱ হৈ যোৱাৰ পাছত এইবোৰ বিষয়ে প্ৰস্তাৱাদি গ্ৰহণ কৰা হয়। প্ৰস্তাৱাদি গ্ৰহণ কৰা সভা আৰু সমাবৰ্ত্তন উৎসৱ বিভিন্ন ; গতিকে এখন সমিতিয়ে দুয়োটা কাৰ্য্য পৰিচালনা কৰা সমীচীন নহয়। সেই বাবে যদিও সংস্কৃত বোৰ্ডৰ আয় ব্যয় নিৰূপণ (Budget) আলোচনা হয়, সেই আলোচনাৰ বিশেষ কোনো মূল্য নাথাকে। ইয়াৰ সংস্কাৰ আৱশ্যক।

**সংস্কাৰ ঃ** অসম সংস্কৃত বোৰ্ড আৰু অসম সংস্কৃত সমিতি যেনে ভাৱে আছে তেনে ভাৱে থাকক। অসম সংস্কৃত সমিতিৰ প্ৰথম দিনৰ অধিবেশনৰ নাম সমাবৰ্ত্তন আৰু দ্বিতীয় দিনৰ অধিবেশনৰ নাম বছৰেকীয়া অধিবেশন হওক। বছৰেকীয়া অধিবেশনত গ্ৰহণ কৰিব লগীয়া প্ৰস্তাৱাদি আলোচনাৰ বাবে এখন বিষয় বাছনি সভা লাগে। সমাবৰ্ত্তন উৎসৱৰ অনুষ্ঠাতা অসম সংস্কৃত বোৰ্ড। অসম সংস্কৃত সমিতিত যি প্ৰস্তাৱাদি গ্ৰহণ কৰা হয়, সেইবোৰ প্ৰস্তাৱানুসাৰে ডাইৰেক্টৰ চাহাবৰ উপদেশ আৰু গৱৰ্ণমেণ্টৰ নিৰ্দ্দেশ অনুসাৰে অসম সংস্কৃত বোৰ্ডে কাৰ্য্য হাতত ল'ব।

**টোল ঃ** প্ৰাচীন টোল বিলাক আৰ্য্যজাতিৰ ক্ৰম বৰ্দ্ধমান আৰু চৰম কৃষ্টিৰ পৰিচায়ক। সকলো দেশত সকলা সময়ত সভ্যতাৰ লগে লগে বিদ্যা চৰ্চ্চাৰ অনুষ্ঠান গঢ়ি উঠে। আৰ্য্য সভ্যতাৰ দিনত বৰ্ণাশ্ৰম ধৰ্ম্মৰ আদৰ্শত সমাজ পৰিচালনা কৰিবৰ বাবে যি সকল ব্ৰাহ্মণে বিদ্যাচৰ্চ্চাৰ অনুষ্ঠান গঢ়ি তুলিছিল, তেওঁলোকৰ নিজৰ জীৱিকা উপাৰ্জ্জন কৰা উদ্দেশ্য নাছিল ; আছিল নিজৰ অৰ্জ্জিত জ্ঞান উপযুক্ত পাত্ৰক দান কৰা। সেইবাবে অধ্যাপনা ব্ৰাহ্মণৰ বৃত্তি আছিল। সমাজত ভোগমূলক আদৰ্শ নাছিল। ত্যাগ মূলক আদৰ্শ আছিল। টোল বিলাক ৰাজ অনুগ্ৰহত আৰু সমাজৰ সহানুভূতিত তিষ্ঠি আছিল। যেতিয়াৰ পৰা টোলৰ অধ্যাপনা জীৱিকা অৰ্জ্জনৰ পন্থা হিচাবে পৰিগণিত হ'ল, তেতিয়াৰে পৰা এই শিক্ষাৰ অৱনতি আৰম্ভ হ'ল। আনহাতে বৈদেশিক শাসনৰ তলত ব্যৱসায়ৰ নীতিত ৰাষ্ট্ৰ পৰিচালনাৰ ব্যৱস্থা হ'ল। তেতিয়া দেশত শিক্ষানুষ্ঠানবোৰ সেই দৰে গঢ়ি উঠিল। জ্ঞান চৰ্চ্চাৰ কেন্দ্ৰ, দেশত কৃষ্টি ৰক্ষাৰ যিবোৰ অনুষ্ঠান, দেশৰ সামাজিক শিক্ষাৰ লগত খাপখোৱা যিবোৰ শিক্ষা, সকলোৰে প্ৰতি এটা অৱহেলাই দেখা দিলে। ইংৰাজী শিক্ষাৰ প্ৰতি বেছি ধাউতি হ'ল। টোল বিলাক যদিও কৰ্ত্তৃপক্ষৰ অনুগ্ৰহৰ পৰা সম্পূৰ্ণ বঞ্চিত নহ'ল, তথাপি ই বৈমাত্ৰেয় স্নেহহে পালে। সেই বাবে টোল বিলাক যদিও উচ্ছেদ নহ'ল তথাপি ই মৃতপ্ৰায় অৱস্থাত হে তিষ্ঠি থাকিল। যি হেতুকে অন্য শিক্ষানুষ্ঠানৰ পৰা উৰ্ত্তীৰ্ণ হৈ অহা ছাত্ৰই উপযুক্ত চৰকাৰী চাকৰি পাই দেশত প্ৰতিষ্ঠা লাভ কৰিব পাৰে আৰু যি হেতুকে সংস্কৃত টোলত পঢ়া ছাত্ৰই সেই প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে, সেই হেতুকে টোলৰ শিক্ষাৰ প্ৰতি মানুহৰ আদৰ কমি যায়। পৰন্তু কৃষ্টি সম্পন্ন দেশত কৃষ্টিবাদী

লোকৰ স্থান সদায় সমাজত থাকে সেইবাবে সংস্কৃতজ্ঞ পণ্ডিত সকলৰ স্থান সমাজত সম্মানীয় হৈ থাকিলেও অৰ্থোপাৰ্জ্জন ক্ষেত্ৰত নিম্ন স্থান পাই আহিছে। সংস্কৃতৰ প্ৰতি মানুহৰ শ্ৰদ্ধা এই কাৰণে কমি আহিল। গতিকে ক্ৰমে ক্ৰমে দেশৰ এই কৃষ্টিমূলক অনুষ্ঠান বোৰৰ অবস্থা মৃতপ্ৰায় হ'ল।

যি হেতুকে কোনো জাতিয়ে নিজৰ সভ্যতা আৰু অতীত কৃষ্টি পৰিত্যাগ কৰিব নোৱাৰে সেই হেতুকে দেশৰ শিক্ষানুষ্ঠানবোৰ এনে দৰে গঠিত হ'ব লাগিব যাতে অতীত কৃষ্টি আৰু বৰ্ত্তমান সমাজৰ অবস্থাৰ লগত ই খাপ খায়। দেশত যদি অলেখ শিক্ষানুষ্ঠান থাকে আৰু সেই অনুষ্ঠানবোৰে প্ৰগতিমূলক ভাৱে সমগ্ৰ জগতৰ লগত সামঞ্জস্য ৰক্ষা কৰি চলিব পাৰে আৰু আনহাতে যদি টোল শিক্ষাই সেই উদ্দেশ্য সাধন কৰিব নোৱাৰে তেতিয়া টোলৰ শিক্ষাৰ আৱশ্যকতা বুজা লোকৰ সংখ্যা কমি অহা স্বাভাৱিক। তদুপৰি টোলৰ শিক্ষা এটা সাম্প্ৰদায়িক শিক্ষা বুলি পৰিগণিত হোৱাত অব্ৰাহ্মণ ছাত্ৰ সকলে টোলত পঢ়িবলৈ ইচ্ছা নকৰে।

সংস্কৃত শিক্ষাৰ আৱশ্যকতাৰ বিষয়ে ৰাষ্ট্ৰপতিৰ পৰা আৰম্ভ কৰি অনেক কৃতবিদ্য লোকে আৰু প্ৰতিষ্ঠা সম্পন্ন নেতাই বহলাই দেশক বুজাই কব লাগিছে। গতিকে সেই বিষয়ে ইয়াত বহলাই নকৈ ইয়াকে কোৱা হয় যে সংস্কৃত শিক্ষাৰ আৱশ্যক— দেশৰ অতীত কৃষ্টি, ঐতিহ্য, শিল্প, কলা আদি ৰক্ষাৰ বাবে আৰু দেশত আধ্যাত্মিক ভাৱৰ সৃষ্টি কৰি সামাজিক দুৰ্নীতি ধ্বংস কৰি দেশৰ মঙ্গল বিধান কৰি মঙ্গলময়ৰ বৈচিত্ৰময় সৃষ্টিত লুকাই থকা অনিন্দ্য সৌন্দৰ্য্য, অতুলনীয় মাধুৰ্য্য হিংসাদ্বেষহীন ভ্ৰাতৃত্ব আৰু পাৰ্থিৱ ঐশ্বৰ্য্য আৰু পৰমাৰ্থিক চিন্তাৰ সামঞ্জস্য ৰক্ষাৰ বাবে। যি কাৰণত ভাৰতে এদিন সভ্যতাৰ উচ্চতম স্থান গ্ৰহণ কৰিছিল, সেই কাৰণৰ বাবে সংস্কৃত শিক্ষাৰ নিতান্ত আৱশ্যক। এই শিক্ষাৰ প্ৰচলনৰ বাবে উপযুক্ত অনুষ্ঠান লাগে আৰু সেইবাবে দেশত চলি থকা টোল বিলাকৰ সংস্কাৰ আৱশ্যক হৈছে।

দেশত যি বিলাক শিক্ষানুষ্ঠান (Schools & colleges) আছে সেই শিক্ষানুষ্ঠান বিলাকৰ পৰা আঁতৰত থাকি বিভিন্ন পদ্ধতিৰে শিক্ষা দিলে বৰ্ত্তমান দিনত টোল বিলাক নচলিব আৰু টোল বিলাক নচলাৰ ইও এটি কাৰণ। প্ৰাচীন পদ্ধতিত টোল নচলে আৰু চলাবলৈ যত্ন কৰা উচিত নহ'ব ; তাৰ কাৰণ উপযুক্ত শিক্ষকৰ অভাৱ। আজি কালি পূৰ্ব্বৰ দৰে এজন শিক্ষকে এজন লোকৰ সাংসাৰিক জীৱনৰ আৱশ্যকতা পূৰ্ণ কৰিব পৰা শিক্ষা দিব নোৱাৰে। তদুপৰি চৰকাৰী চাকৰি উপজীৱিকাৰ বিশেষ পন্থা। বৰ্ত্তমান টোল শিক্ষাৰ দ্বাৰা চৰকাৰী চাকৰি পোৱা নাযায়। আটাই বিলাক ছাত্ৰই হাইস্কুলৰ সংস্কৃত শিক্ষক হ'ব নোৱাৰে। সেইবাবে টোলৰ শিক্ষা পদ্ধতি এনে ধৰণৰ হ'ব লাগিব যাতে স্নাতক হৈ ওলোৱাৰ পাছত প্ৰত্যেক ছাত্ৰই জীৱন সংগ্ৰামৰ উপযুক্ত যোদ্ধা হ'ব পাৰে।

বুনিয়াদি শিক্ষাৰ (Basic Education) লগত প্ৰাচীন টোলৰ যথেষ্ট

সামঞ্জস্য আছে। টোলৰ শিক্ষা পদ্ধতি যেনেকৈ এজন শিক্ষকৰ ওপৰত নিৰ্ভৰ কৰিছিল, বুনিয়াদি শিক্ষাও এজন শিক্ষৰ ওপৰত নিৰ্ভৰ কৰে। ৫ (পাঁচ) বছৰ বয়সৰ পৰা টোলৰ অধ্যাপক সকলে শিক্ষা দিছিল। এতিয়াও বুনিয়াদি শিক্ষা আৰম্ভ হ'ব লাগে ৫ বছৰ বয়সৰ পাছৰ পৰা। ১৪ বছৰ বয়সত প্ৰাথমিক আৰু মাধ্যমিক বুনিয়াদি শিক্ষা (Junior and Senior stage) শেষ কৰি উচ্চ শিক্ষা (High school stage) ল'ব লাগে। এই উচ্চ শিক্ষা লাভ কৰাৰ পাছত বিশ্ববিদ্যালয়ৰ শিক্ষা ল'ব লাগে। প্ৰাচীন টোলতো এইদৰে ৫ বছৰৰ পৰা ১২ বছৰলৈ বাল্যাশ্ৰম, ১২ বছৰৰ পৰা ২৪ বছৰলৈ ব্ৰহ্মচৰ্য্যাশ্ৰম (বাল্যাশ্ৰম ব্ৰহ্মাচাৰ্য্যাশ্ৰমৰ আভ্যন্তৰীণ অৱস্থা) আৰু তাৰ পাছত স্নাতক হৈ গাৰ্হস্থাশ্ৰমত প্ৰবেশ কৰিব লাগে। বৰ্ত্তমান পাৰিপাৰ্শ্বিক অৱস্থা পূৰ্ব্বৰ দৰে নহয় কাৰণে এজন অধ্যাপকৰ তলত পঢ়ি কোনো ছাত্ৰই সংসাৰত উপযুক্ত হৈ স্নাতক হৈ ওলাব নোৱাৰে। সেইবাবে প্ৰাচীন টোল পদ্ধতিৰ সংস্কাৰ আৱশ্যক।

**সংস্কাৰৰ মূলভিত্তি হ'ব লাগিব ঃ**

(১) টোলত পঢ়া ছাত্ৰৰ আৰু স্কুল কলেজত পঢ়া ছাত্ৰৰ বিদ্যা সমান স্তৰৰ হ'ব লাগিব আৰু চৰকাৰী চাকৰিৰ বাবে সমানে উপযুক্ত হ'ব লাগিব।

(২) বুনিয়াদি শিক্ষাৰ হাইস্কুল আৰু টোলৰ নিম্নস্তৰৰ শিক্ষাৰ মন সমান হ'ব লাগিব আৰু উচ্চস্তৰৰ শিক্ষা কলেজৰ শিক্ষাৰ মানৰ সমান হ'ব লাগিব। এই অৰ্থে টোলত দুটা স্তৰ থাকিব লাগে। প্ৰথম স্তৰত ছাত্ৰবৃত্তি মাইনৰ পাছ নাইবা বুনিয়াদি শিক্ষাৰ মাধ্যমিক স্তৰ পাছ কৰি অহা ছাত্ৰক ভৰ্ত্তি কৰিব লাগে আৰু উচ্চ স্তৰত মেট্ৰিকুলেচন পাছ নাইবা বুনিয়াদি শিক্ষাৰ হাইস্কুল পাছ ছাত্ৰক ভৰ্ত্তি কৰিব লাগে।

**কাৰ্য্যকৰী পন্থা ঃ** আৰম্ভণিতে ২০ খন মান উপযুক্ত ছাত্ৰবৃত্তি বা মাইনৰ স্কুল বাছি ল'ব লাগে। সেই স্কুলতে এই শিক্ষাৰ প্ৰবৰ্ত্তন কৰিব লাগে। বৰ্ত্তমান চলি থকা যি টোলৰ উপযুক্ত ঘৰ আৰু মাটি আছে তাতো প্ৰবৰ্ত্তন কৰিব পাৰি। বাছি লোৱা ঠাইত য'ত উপযুক্ত ঘৰৰ অভাৱত ছাত্ৰাবাস কৰিব নোৱাৰি ত'ত ছাত্ৰাবাস নিৰ্ম্মাণ কৰিব লাগিব। অনেক ছাত্ৰবৃত্তি মাইনৰ স্কুলত বিশেষকৈ জনজাতি অঞ্চলত এই পদ্ধতি চলোৱা বেছি টান নহ'ব। ফকিৰাগ্ৰামৰ শক্তি আশ্ৰমত, গৌৰীপুৰৰ চতুষ্পাঠীত, পাট্টাৰ গিৰীশ বিদ্যাপীঠত, টিহুৰ শ্ৰীকৃষ্ণ বিদ্যালয়ত, সংস্কৃত কলেজত, যোৰহাট সংস্কৃত কলেজত, গৱৰ্ণমেন্ট মজলীয়া স্কুল বিলাকত এই ধৰণৰ টোল স্থাপন কৰা বেছি টান নহ'ব। এই ধৰণৰ নানা ঠাই নানা ফালে আছে।

**টোল শিক্ষাৰ প্ৰাথমিক স্তৰ ঃ**

(১) প্ৰবেশিকা পৰীক্ষোপযোগী পাঠ্যক্ৰম — ২ বছৰ,

মান— মেট্ৰিকুলেচন পৰীক্ষাৰ সমতুল্য।

(২) মধ্যমা পৰীক্ষোপযোগী পাঠ্যক্ৰম — ৩ বছৰ,
মান — আই, এ পৰীক্ষাৰ সমতুল্য।

প্ৰবেশিকা পৰীক্ষোপযোগী বিষয় ঃ

(১) ব্যাকৰণ, কাব্য, জ্যোতিষ, অসমীয়া, হিন্দী নাইবা ইংৰাজী
—৫ টা বিষয়।

(২) (ক) বয়ন শিল্প (সূতা কটা সহ)
(খ) কৃষি (Agriculture-Gardening)
(গ) কাঠ মিস্ত্ৰিৰ কাম (Carpentry)
(ঘ) চিলাইৰ কাম (Tailoring)
(ঙ) আয়ুৰ্ব্বেদ (ইয়াৰ লগত মৌ-পালন)

ইংৰাজী অৱশ্য পাঠ্য হ'লে ব্যাকৰণ, কাব্য আৰু জ্যোতিষৰ ভিতৰত এটা বিষয়ৰ পৰিবৰ্ত্তে হ'ব লাগিব। পাঠ্যক্ৰম স্থিৰ কৰিব লাগিব। বিশেষজ্ঞ কমিটিৰ দ্বাৰা স্থিৰ কৰা উচিত।

মধ্যমা পৰীক্ষোপযোগী বিষয় ঃ

বিষয় ঃ ব্যাকৰণ, কাব্য, পুৰাণ, স্মৃতি, ন্যায়, বেদ, বেদান্ত, ফলিত জ্যোতিষ, সাংখ্য, মীমাংসা, কৰ্ম্মকাণ্ড, আয়ুৰ্ব্বেদ, বৈষ্ণৱ শাস্ত্ৰ।

গ্ৰুপ (ক) ব্যাকৰণ, কাব্য, পুৰাণ।
(খ) পুৰাণ, স্মৃতি, ফলিত জ্যোতিষ।
(গ) স্মৃতি, কৰ্ম্মকাণ্ড, বৈষ্ণৱ শাস্ত্ৰ।
(ঘ) বেদ, বেদান্ত, মীমাংসা।
(ঙ) বেদান্ত, মীমাংসা, স্মৃতি।
(চ) পুৰাণ, আয়ুৰ্ব্বেদ, ফলিত জ্যোতিষ।
(ছ) সাংখ্য, মীমাংসা, বেদান্ত।
(জ) ন্যায়, ব্যাকৰণ, সাংখ্য।
(ঝ) বেদ, ব্যাকৰণ, পুৰাণ।

অসমীয়া আৰু হিন্দী নাইবা ইংৰাজী আৰু হিন্দী অৱশ্য পাঠ্য আৰু ওপৰোক্ত গ্ৰুপৰ যি কোনো এটা গ্ৰুপ।

ইয়াৰ লগত চিলাইৰ কাম, কাঠ মিস্ত্ৰিৰ কাম বা মৌ-পালন— যিকোনো এটা বিষয় থাকিব। আয়ুৰ্ব্বেদ লোৱা ছাত্ৰৰ কাৰণে মৌ-পালন অৱশ্য কৰ্ত্তব্য।

ইংৰাজী অৱশ্য পাঠ্য হ'লে দুটা দুটা বিষয় আৰু ইংৰজী এই তিনিটা বিষয়লৈ একোটা গ্ৰুপ হ'ব। পাঠ্যক্ৰম সেইদৰে স্থিৰ কৰিব লাগিব।

শিক্ষক ঃ

(১) সংস্কৃত অধ্যাপক ১ জন Principal বা Superintendent
দৰ্ম্মহা ১০০-১০-১৩০-৬-১৯০-১০-২৫০

(২) সহকাৰী সংস্কৃত অধ্যাপক ১ জন
(৩) ইংৰাজী আৰু অসমীয়া নাইবা হিন্দী আৰু অসমীয়া ১ জন
(৪) বয়নাদিৰ যি কোনো বিষয়ৰ ১ জন
দৰ্ম্মহা— ৭৫-৩-৯০-৫-১৫০

মুঠ শিক্ষক ৪ জন

(৫) কেৰাণী ১ জন — ৫০-২-১০০
(৬) চকিদাৰ ১ জন — ৩২-১-৬০

এককালীন গৃহ নিৰ্ম্মাণৰ বাবে — ২০০০
আহিলা পাতিৰ বাবে — ২০০০
লাইব্ৰেৰী আৰু অন্যান্য খৰচৰ বাবে — ১০০০

**উচ্চস্তৰ ঃ**

(১) শাস্ত্রি পৰীক্ষা — ২ বছৰ।
(২) আচাৰ্য্য পৰীক্ষা — ২ বছৰ।

এই দুই পৰীক্ষাৰ লগত বয়নাদি বিষয় নাথাকিব।

শাস্ত্রি পৰীক্ষা — মাধ্যমা পৰীক্ষা পাছ কৰা বিষয়ৰ যি কোনো দুটা বিষয়ত শাস্ত্রি পৰীক্ষা দিব। ইংৰাজী আৰু অসমীয়া বা হিন্দী আৰু অসমীয়া অবশ্য পাঠ্য বিষয়।

মান — বি, এ, ডিগ্ৰিৰ সমতুল্য।

আচাৰ্য্য পৰীক্ষা — ব্যাকৰণ সাহিত্য দৰ্শন। ধৰ্ম্মশাস্ত্ৰ ইয়াৰ যি কোনো এটা বিষয় লৈ পঢ়িব। অধ্যাপক প্ৰত্যেক বিষয়ৰ বাবে এজন থাকিব।

মান — এম, এ, ডিগ্ৰিৰ সমতুল্য।

মুঠ পাঠ্যকালৰ হিচাব —

| | | |
|---|---|---|
| ছাত্ৰবৃত্তি বা মাইনৰ | — ১২ বছৰ | (৫ বছৰত ভৰ্ত্তি হৈ ৭ বছৰত পাঠ্য শেষ কৰিব) |
| প্ৰৱেশিকা | — ২ বছৰ | |
| মধ্যমা | — ৩ বছৰ | |
| শাস্ত্রী | — ২ বছৰ | |
| | ১৯ বছৰ | |

ছাত্ৰবৃত্তি বা মাইনৰ পাছ কৰাত ১৪ বছৰ ধৰিলে ২১ বছৰ। এই বয়সত সাধাৰণতঃ ছাত্ৰই বি, এ, পাছ কৰে।

আচাৰ্য্য পৰীক্ষা — ২১ বা ২৩ বছৰত (১২ বা ১৪ বছৰ অনুসৰি) আচাৰ্য্য পৰীক্ষা পাছ কৰিব।

মহাচাৰ্য্য — গৱেষণামূলক প্ৰবন্ধৰ ওপৰত এই উপাধি নিৰ্ভৰ কৰিব।

ছাত্ৰৰ বৃত্তি — পৰীক্ষাৰ ফলৰ ওপৰত নিৰ্ভৰ কৰিব। নিৰ্দিষ্ট সংখ্যা স্থিৰ

কৰিব লাগিব।

মাছুল— প্রবেশিকা শ্রেণীত মাহে — ২৲
মধ্যমা শ্রেণীত মাহে — ২।।০
শাস্ত্রি শ্রেণীত মাহে — ৩৲
আচাৰ্য্য শ্রেণীত মাহে — ৫৲

আজি কালিৰ দিনত বিনা মাছুলে উচ্চ শিক্ষা দিয়া সম্ভৱ নহয়।

ছাত্রাবাস — অধীক্ষকৰ দৰ্মহা —
অধ্যাপক বা শিক্ষকৰ দৰ্মহাৰ লগত যোগ হ'ব — ১৫৲-৩৲-৪৫৲
ছাত্রৰ স্থল ভাড়া মাহে — ২৲

পাঠ্যক্রম ঃ টোল পুনৰ্গঠন কমিটিৰ পাঠ্যক্রমৰ যথোচিত পৰিবৰ্ত্তন কৰিব লাগিব। বিশেষজ্ঞ ব্যক্তিৰ দ্বাৰা হে এই কাম সুচাৰু হ'ব।

বয়ন, কৃষি, কাঠ মিস্ত্রিৰ কাম, চিলাইৰ কামৰো পাঠ্যক্রম সেই সেই বিষয়ৰ অভিজ্ঞ লোকৰ দ্বাৰা গঠন কৰিব লাগিব।

অধ্যাপক বৃত্তি ঃ পৰীক্ষাৰ ফলৰ ওপৰত দিয়া অধ্যাপক বৃত্তি উঠি যাব লাগে। আজিলৈকে যি বোৰ টোল চলি আছে সেই টোল বিলাকৰ অধ্যাপক সকলক এই আঁচনিত স্থান দিব নোৱাৰিলে উপযুক্তভাৱে চলি থকা (মৃত হৈ চলি থকা নহয়) টোলৰ অধ্যাপকজনৰ ২৫৲ হাৰে আজীৱন বৃত্তি দিব লাগিব। বৃত্তিভোগী অধ্যাপকৰ মৃত্যুতে সেই বৃত্তিও লোপ পাব।

ইংৰাজী ঃ এই বিষয়টো বৰ লাগতিয়াল। প্রবেশিকা আৰু মধ্যমা পৰীক্ষাত যিবোৰ বিষয় দিয়া হৈছে, তাৰে ভিতৰত যি কোনো এটা বিষয়ৰ পৰিবৰ্ত্তেও ইংৰাজী লোৱাৰ ব্যৱস্থা থকিব পাৰে। যেনে তেনে ইংৰাজী শিক্ষক এজন লাগিব। ইংৰাজী, অসমীয়া আৰু হিন্দী এই তিনিওটা বিষয় শিকাব পৰা শিক্ষক পোৱা যাব। এই আঁচনি কাৰ্য্যত খটুৱালে আৱশ্যক অনুযায়ী সাল সলনি হ'ব পাৰিব।

সাধাৰণ জ্ঞান আৰু ভূগোল, বুৰঞ্জীৰ শিক্ষা অসমীয়া সাহিত্য, হিন্দী আৰু ইংৰাজী সাহিত্যৰ জৰিয়তে যি হয় সেয়ে হ'ব।

বিজ্ঞানৰ শিক্ষাৰ ব্যৱস্থা টোলত সম্প্রতি কৰিব পৰা নাযাব। যদি এই আঁচনি কাৰ্য্যকৰী হৈ উঠে, আৰু জনপ্রিয় হয় তেতিয়া সহজতে বিজ্ঞান শাখাও খুলিব পৰা যাব।

এনে ধৰণৰ বিদ্যালয়ৰ পৰা শাস্ত্রি বা আচাৰ্য্য উপাধি লোৱা ছাত্রই যেতিয়া বি, এ, বা এম, এ'পাছ কৰা ছাত্রৰ নিচিনাকৈ চৰকাৰী চাকৰি পাব, তেতিয়া নতুন নতুন হাইস্কুল খোলাত কৈ এনেধৰণৰ শিক্ষানুষ্ঠান হে ৰাইজে খুলিব। চৰকাৰে মঞ্জুৰ কৰিলে অনেক হাইস্কুল এনে ধৰণৰ অনুষ্ঠানত পৰিবৰ্ত্তিত হ'ব।●

## How to be useful to the country

**My dear boys,**

You have asked me to write an article in your school magazine to your interset. I shall do it, but I am quite aware that what I shall say will not be new to you. Your teachers always say these things to you. You are to be good citizens of free India. If you be properly useful to your ownself and to your parents, you will automatically be useful to the country. It is only necessary that you should follow a course of conduct with full attention and regularity. Shake off your mental idleness and be mindful to observe certain rules of conduct so that it may eventually be your habit and help you in building your personal character. You know that habit formation is education and building good characters is its aim. If your habits are bad and your character is not good, you are not an educated man even if you are decorated with highest academic qualifications and foreign degrees. A village boy with no literary education but possessing good moral character, dutiful to his parents, to his neighbours, to the country and to God and able to earn his livelihood independently is truly educated. You should fully realise it.

To rise early in the morning is the first good habit. Many good poets and authors had this habit and wrote their poems and renowned books in the early hours of the morning. Wash off your hands and face and answer your nature's calls. Put off the clothings that you had worn in the night and put on clean cloths and pray to God and salute your parents. Have a fixed time for this as for the day like your class routines. If necessary help your parents to prepare your tea and breakfast and read till you have to take your bath and eat your food to be ready for the school. If you take your bath after asnwering your nature's call after rising from the bed it is all for the better. If you have a good routine of work for the day, you will have ample time to prepare your lessons and attend to your domestic duties

Coming to school, you should never break school disci-

pline, never be inattentive to the teachers and be careful that you do not pass over a lesson without properly understanding it.

In the school you should learn how to live a corporate life with your classmates and schoolmates. There are all sorts of facilities for this in the school. The only drawback with you is that you do not take proper advantage of them. Schools are meant to prepare you for good citizenship and if you do not pay heed to what the schools want to teach you through the different activities, besides class room teachings like games, debating, clubs, music, art, dance, gardening etc, you will not be able to be good citizens. You will thereby neglect your own duties and betray your ownself. If you do not do so you will not be useful to yourself, to the parents and ultimately to your country.

You must not forget that you are in the school to acquire knowledge. This you cannot do by shirking your duties as students, i. e. avoiding to do what you are expected or asked to do. Your time is fast passing and you can not keep back the age. Unless you utilise your time properly to acquire knowledge in time, you will not be able to fit in the daily progressing work of today. As Pandit Nehru has been repeatedly saying that the world is just changing and our country is also changing along with it. You should learn to see what he means by this and what he wants you to do. Many of you do not form the habit of reading newspapers and looking to the sayings of those great men what they expect you to be.

The school is the proper place where you should grow. You should form the habit of learning new things everyday from your teachers and from the school library. There are new and good books there in the library purchased for your use but you do not care to touch them. This is bad.

All your activities should be directed to learn new and useful things. Your mind should be engrossed in study. If your school career passes, you will have little time to read books which you ought to read in the school. If you do not read books in the college career which you ought to read in the college, there will be no time in future to make up this deficiency. People say that you do not know English. It is a fact but have you ever enquired into the causes. I make bold to say that you do not know English. Because you have not learned to know it. It is

not a difficult task to know and to write correct English or to understand simple English book. Repeatedly you commit the same mistakes in numbers, tenses and narration. It is because you do not care to study properly the peculiarity involved in these.

As you grow in age and reach higher classes, you should set good examples to your younger friends by your habits, demeanor and studious minds. If the elder boys be good, the younger ones will follow suit. You will then build a tradition for your school and your school will earn reputation in the country.

You need not be anxious for your examination results. If you acquire knowledge, you must pass. The only thing you should be careful about is what is the point asked for in the question and what you have got to write. The technique of expressing one's ideas is a thing you should have mastery over. Other words, it is knowledge that will give you sure success. If you read by selection of questions, you may be doubly losers. You do not acquire knowledge nor you may be sure of success as you will fail to answer the questions if they do not fall within your expectation.

People talk of students indiscipline nowadays. It is not in Indian culture. Students were always disciplined in the past. It has been otherwise because we are going astray, we do not respect our own culture, we do not obey our parents, we do not respect our teachers and seniors.●

---

This article was published in the "NAIVADYA" a School Magazine of Nalbari Gurdon High School, in 1962.

## (১) ১৬-৭-৬৩

# শিক্ষাৰ ব্যতিক্ৰম

গান্ধীজীৰ পৰিকল্পিত শিক্ষা পদ্ধতিৰ উদ্দেশ্য আছিল যে শিশুৱে ব্যৱহাৰিক জীৱনত স্বাধীনভাৱে জীৱিকা অৰ্জনৰ বাবে সক্ষম হ'ব। বৰ্তমান সেই উদ্দেশ্য শিক্ষাৰ মাধ্যমত সফল হৈছে নে নাই সেই কথা চিন্তা কৰা উচিত। যদি সেই উদ্দেশ্য সফল হোৱা নাই তাৰ বাবে উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰা উচিত।

দেশত হাইস্কুল আৰু কলেজৰ সংখ্যা আশাতীতভাৱে বাঢ়ি গৈছে। আনহাতে যিবিলাক শিক্ষানুষ্ঠানে স্বাধীনভাৱে জীৱিকা উপাৰ্জনৰ বাট মুকলি কৰে, সেই অনুষ্ঠানবোৰ জনপ্ৰিয় হৈ উঠা নাই। সেই সেই শিক্ষানুষ্ঠানত শিক্ষা পোৱা ল'ৰা-ছোৱালীয়ে স্বাধীনভাৱে জীৱিকা অৰ্জনৰ বাট বিচাৰি নাপায়। তদুপৰি তেনে অনুষ্ঠান যথেষ্ট পৰিমাণে স্থাপিত হোৱা নাই। যি পৰিবেশত স্বাধীনভাৱে জীৱিকা উপৰ্জন কৰিব পাৰে তেনে পৰিবেশৰো সৃষ্টি হোৱা নাই।

তাৰ কাৰণ বুজা যায় যে লৰ্ড মেকলে প্ৰবৰ্তিত শিক্ষা-পদ্ধতিৰ যি পৰিবৰ্তনৰ আৱশ্যক সেই পৰিবৰ্তন সাধনৰ ব্যৱস্থা হাতত লোৱা নাই। যদি কোৱা হয় যে তাৰ ব্যৱস্থা হাতত লোৱা হৈছে তেন্তে বিচাৰ কৰি চাব লাগিব যে তাৰ সফলতা কিমান দূৰ লাভ হৈছে। এই কথা বিচাৰ কৰিবলৈ যাওঁতে প্ৰথমতে চকুত পৰে বৰ্তমান পৰিস্থিতিত হাইস্কুল আৰু কলেজৰ সংখ্যা ক্ৰমাৎ বৰ্দ্ধিত হৈছে। এই স্বাভাৱিক বৰ্দ্ধনৰ কাৰণ হৈছে চাকৰি মনোভাৱ। হাইস্কুলৰ শিক্ষা শেষ হোৱাৰ পাচত ল'ৰা-ছোৱালীয়ে স্বাধীনভাৱে জীৱিকা অৰ্জনৰ সক্ষমতা অৰ্জন নকৰে নাইবা সিহঁতৰ মনোবৃত্তি গঠিত নহয়। [গান্ধীজীৰ পৰিকল্পনাত আছিল যে প্ৰাথমিক শিক্ষা শেষ হোৱাৰ পাচতে এই মনোবৃত্তি গঢ়ি উঠিব আৰু প্ৰাথমিক শিক্ষা বাপুজীৰ মতে ইংৰাজীত বাদে আন বিষয়বোৰৰ শিক্ষা মেট্ৰিকুলেশ্যন পৰ্যায়ৰ হ'ব।] গতিকে কলেজত পঢ়িবলৈ হেপাহ বা বাধ্যতামূলক আৱশ্যকতা আপোনা আপুনি আহি যায়। সেইবাবে কলেজৰ সংখ্যা বাঢ়ি যায়। প্ৰাইমেৰী, এম-ভি আৰু এম-ই পাছ কৰাৰ পাচতো হাইস্কুলত নাম লিখাৰ বাবে হেঁপাহ বা আৱশ্যকতা আহি পৰে। পুনঃ বিশ্ববিদ্যালয়ত তৃতীয় বিভাগত পাছ কৰা ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়ি যায়। বি-এ বা এম-এ পাছ কৰি ওলাই অহাৰ পাচত চাকৰি কৰাৰ বাহিৰে অন্য যোগ্যতা নাথাকে।

কাৰিকৰি স্কুলত পঢ়াৰ হেঁপাহ সৰহ সংখ্যকৰ নাথাকে। বিশেষকৈ কাৰিকৰি

স্কুলত পঢ়িবলৈ যায় তেওঁলোকৰ মনোভাৱ থাকে চাকৰি কৰা আনফালে দেখা যায় যে আজিও দেশত যিবিলাক কাঠ মিস্ত্ৰী, দা-কুঠাৰ তৈয়াৰ কৰা মিস্ত্ৰী, নাইবা অন্যান্য কুটীৰ শিল্প যিবিলাকৰ হাতত আছে তেওঁলোকৰ শিক্ষাও কাৰিকৰি স্কুলত শিকি অহা শিক্ষা নহয় নাইবা সেইবোৰ স্কুলত শিক্ষিত লোকৰ হাতত সেইবোৰ শিল্প নাই। কিয় এনে হয়? কাৰিকৰী স্কুলত পঢ়িবলৈ হ'লে বৃত্তিৰ ব্যৱস্থা কৰিব লাগে, কিন্তু হাইস্কুলত পঢ়িবলৈ হ'লে মাটিবাৰী বিক্ৰী গ'লেও আপত্তি নাথাকে। পঞ্চবাৰ্ষিকী পৰিকল্পনাবোৰত হাইস্কুল আৰু কলেজৰ সংখ্যা বঢ়োৱাৰ ব্যৱস্থা অধিক পৰিমাণে আছে। গতিকে চৰকাৰী ব্যৱস্থা মতে কাৰ্য হ'ব ধৰিছে।

দেশত কৃষিজাত বস্তুৰ উৎপন্ন বৃদ্ধি হোৱা নাই। কৃষি কৰে কোনে? হাইস্কুল বা কলেজত পঢ়া ল'ৰাই কৃষিৰ কাম নকৰে বাপেক-মাকক সহায় নকৰে নাইবা পৰীক্ষা পাছ কৰি আহিও নিজৰ খেতিপথাৰ নাচায়। যি দুই-চাৰিজনে কৃষিৰ কাম কৰিব খোজে সেইবিলাকৰ তেনে সংস্থান বা সুযোগ নাথাকে। দেশত যি অৰ্থনৈতিক পৰিস্থিতি সেই পৰিস্থিতিত আগৰ দৰে কৃষিৰ উৎপন্ন বস্তুৱে জীৱিকা নিদিয়ে। কৃষি-কাৰ্য এতিয়া কাৰ হাতত থাকিব? ই জানো শিক্ষা পদ্ধতিৰ সমস্যা নহয়?

এনে সমস্যাবোৰৰ মূল অন্বেষণ কৰি কোনো কোনো শিক্ষাবিদে কয় যে সৰ্বসাধাৰণৰ মাজত অভাৱ-সজাগতা অহা নাই। গণতান্ত্ৰিক দেশত, তেওঁলোকে কয়— সমাজত অভাৱ-সজাগতাৰ সৃষ্টি হ'লেহে আৱশ্যকীয় পন্থা চৰকাৰে হাতত ল'ব পাৰে বা হাতত লোৱা উচিত। যদি অভাৱ সজাগতাই চৰকাৰী কৰ্মপন্থা নিৰ্দ্ধাৰণ কৰে তেন্তে অভাৱ-সজাগতা অহাৰ পূৰ্বে জনসাধাৰণক কোনো নতুন শিক্ষা পদ্ধতি বা কাৰ্যপদ্ধতি জাপি দিব নোৱাৰি। কিন্তু দেখা যায় যে চৰকাৰৰ ফালৰ পৰা শিক্ষাপদ্ধতিৰ পৰিবৰ্তনৰ চেষ্টা নোহোৱাকৈ থকা নাই আৰু জনসাধাৰণৰ মাজত গঠিত হোৱা জনমতৰ অৱহেলা কৰি নাইবা জনমত গঠন হোৱাৰ পূৰ্বে নানা প্ৰকাৰ কাৰ্যপদ্ধতি গ্ৰহণ কৰাৰ উদাহৰণ পোৱা যায় আৰু পঞ্চবাৰ্ষিকী পৰিকল্পনাবোৰৰ আঁচনিসমূহো জনসাধাৰণৰ অজ্ঞাততে কৰা হয়। জাতীয় জীৱনত বা সাংসাৰিক জীৱনত প্ৰত্যেক মানুহকে এটি সামাজিক স্থান লাগে আৰু খাদ্য, বস্ত্ৰ আৰু গৃহ নিৰ্মাণৰ অভাৱ-সজাগতা প্ৰত্যেকৰ অন্তৰতে আছে আৰু তাৰ বাবে জনমতো যথেষ্ট গঠিত হৈছে; তথাপি সমস্যাৰ সমাধান হোৱা নাই। চৰকাৰী পৰিকল্পনাৰ আৰু জনমতৰ সম্পৰ্ক থকা বুলি যদি কোৱা হয় তেন্তে সেই সম্পৰ্ক ক'ত আৰু কিহৰ ভিত্তিত পৰিকল্পনাবোৰ কৰা হৈছে? জনমত গঠিত হোৱাৰ পূৰ্বে যি পৰিকল্পনা কৰা হয় সেই পৰিকল্পনা অনুসাৰে কাৰ্য কৰিলে অভাৱ সজাগতাৰ মূল্য নাইকিয়া হয় আৰু জনমতৰো সাৰ্থকতা নোহোৱা হয়।

অভাৱ সজাগতাৰ মূল্য জাতীয় জীৱনত আৰু শিক্ষাক্ষেত্ৰত বৰ বেছি।

দেশৰ বা জাতিৰ কি অভাৱ তাৰ প্ৰতি দৃষ্টি ৰাখি পৰিকল্পনা কৰিলে উন্নতি পথত আগবঢ়া যায়, কিন্তু দেশ গঠনৰ মধুৰ কল্পনা আগত ৰাখি বাস্তৱতাৰ প্ৰতি আওকাণ কৰি পূৰ্বৰ সমস্ত ভাৱধাৰাক পৰিকল্পনাৰ দ্বাৰা পৰিবৰ্তন কৰিবলৈ ব্যগ্ৰতা প্ৰকাশ কৰি কাৰ্য পন্থা হাতত ল'লে, সফলতাৰ লক্ষ্য দূৰলৈ আঁতৰি যায়। সকলো দেশৰ, সকলো জাতিৰ কৃষ্টিৰ এটি ধাৰাবাহিক সোঁত বলি থাকে। পৰিকল্পনাই হয়তো তাৰ গতি পৰিবৰ্তন কৰিব পাৰে, কিন্তু উজান সোঁত বোৱাবলৈ যত্ন কৰিলে প্লাৱন হৈ বিপন্ন কৰাৰ সম্ভাৱনা থাকে। ধাৰাবাহিক কৃষ্টিৰ সোঁত কোনো কাৰণত ক্ষীণ হৈ আহিব পাৰে , কিন্তু উজান সোঁতৰ সম্ভাৱনা তাত নাথাকে। সোঁতৰ ক্ষীণতাৰ আশ্ৰয়লৈ উজান মুখে সোঁত বোৱাব খুজিলে সফলতা অৰ্জন কৰা সম্ভৱ নহয়। তদুপৰি কৃষ্টি আৰু সভ্যতাৰ মূলত কালসিদ্ধ সত্যপূৰ্ণ তথ্য নিহিত থাকে। মূল সত্যপূৰ্ণ তথ্যক পৰিত্যাগ কৰি ধাৰাবাহিক সোঁত বোৱাব নোৱাৰি। আনফালে ভাবিব লাগিব ভাৰতীয় কৃষ্টি আৰু সভ্যতা হাজাৰ হাজাৰ বছৰ ধৰি গঢ়ি উঠিছে। ইযাত ভেঁটা দিবলৈ গ'লে সফলতা অহাৰ সম্ভাৱনা কম। ভাৰতবৰ্ষৰ সত্যান্বেষণৰ যি কাহিনী, সত্যোপলব্ধিৰ যি ইতিহাস, ভাৰতৰ সাধক শ্ৰেণীৰ অৱদানৰ যি মহিমা ভাৰতীয় ধৰ্মৰ যি ধাৰা আধ্যাত্মিকতাৰ যি প্ৰভাৱ তাৰে মূল সূত্ৰ ধৰি শিক্ষাৰ ধাৰা বৈ আহিছে। ভাৰতীয় জ্ঞান-বিজ্ঞানৰ যি ইতিহাস তাৰ তুলনাত পশ্চিমীয়া সভ্যতাৰ ইতিহাস নিচেই আধুনিক আৰু সীমাবদ্ধ। পশ্চিমীয়া সভ্যতাৰ মোহত মুগ্ধ হৈ জাতীয় সভ্যতাৰ প্ৰতি আওহেলা কৰি নতুন কৃষ্টি গঢ়িব নোৱাৰি। এই সত্য উপলব্ধি কৰিবৰ সময় আহি পৰিছে। যি সত্য তাৰ বিকাৰ নাই। সত্যৰ বিকাৰ ঘটাবৰ যত্ন কৰিলে জাতীয় জীৱনত বিশৃংখলা অহা স্বাভাৱিক। যি দেশৰ কৃষ্টি আৰু সভ্যতা নিতান্ত অপৰিপুষ্ট আৰু প্ৰকৃত সত্যৰ ভিত্তিত প্ৰতিষ্ঠিত নহয়, তাক পৰিকল্পনাৰ মাজেদি হয়তো পৰিবৰ্তন কৰা সম্ভৱ; কিন্তু যি সভ্যতা হাজাৰ হাজাৰ বছৰ ধৰি নানা বিপ্লৱ আৰু উত্থান-পতনৰ মাজেদি গঢ়ি উঠিছে তাৰ পৰিবৰ্তন ঘটাবলৈ গ'লে নতুন বিপ্লৱৰ সৃষ্টি হ'ব, তাত কোনো সন্দেহ নাই। এনে প্ৰকাশ্য বিপ্লৱৰ হাত সাৰিবলৈ নীৰৱ বিপ্লৱ সাধনৰ প্ৰচেষ্টা জাতীয় জীৱনত গ্ৰহণ কৰা হৈছে। সেই বিপ্লৱৰ নীৰৱতা কিমান দিন ৰক্ষা কৰা সম্ভৱ হ'ব? পুনঃ নীৰৱ বিপ্লৱ সাধনৰ উদ্দেশ্য য'ত থাকে তাত গোপন পৰিকল্পনা আৰু আঁচনিও থাকে। গোপন আঁচনিত অভাৱ সজাগতা আৰু জনমতৰ স্থান ক'ত? অভাৱ-সজাগতা আঁচনিৰে বা পৰিকল্পনাৰে সৃষ্টি কৰিব নোৱাৰে বা কৰাও নীতি-বিৰুদ্ধ। লৰ্ড মেকলেৰ শিক্ষা পদ্ধতিৰ পৰিবৰ্তনৰ আৱশ্যক বুলি বক্তৃতা মঞ্চত উচ্চ কণ্ঠে কৈ পুনঃ সেই পদ্ধতিৰেই হাইস্কুল বা কলেজ পাতিলে শিক্ষা-পদ্ধতিৰ পৰিবৰ্তন হ'ব নোৱাৰে, নীৰৱ বিপ্লৱৰ উদ্দেশ্যও সাধিত নহয়।

যি নীৰৱ বিপ্লৱৰ প্ৰচেষ্টা চলোৱা হৈছে সেই চেষ্টাত থকা উচিত আছিল উঠি অহা যুৱক-যুৱতীৰ মনৰ পৰা চাকৰি মনোভাৱ আঁতৰ কৰা আৰু স্বাধীনতাৰে

জীৱিকা অৰ্জনৰ মনোভাৱ গঢ়ি তোলা। এয়ে হ'ব লাগিছিল প্ৰথম চেষ্টা। বক্তৃতাৰ দ্বাৰা মানুহক কোনো এটি অভ্যস্ত পথৰ পৰা আঁতৰাই আনিব নোৱাৰি ; উদাহৰণেৰে পাৰি। বক্তাজনে সমাজত নিজৰ জীৱনত কাৰ্যেৰে কি আদৰ্শ গঢ়ি তুলিছে, সেইটোহে মানুহে বিচাৰে। বক্তৃতা মঞ্চত যি উপদেশ আনৰ কাৰণে দিছে, সেই উপদেশ নিজে কিমানদূৰ কাৰ্যত প্ৰতিফলিত কৰিছে তাকেহে সমাজে লক্ষ্য কৰে। নিজৰ ল'ৰা-ছোৱালীক যদি চাকৰিমুখী কৰা হয়, আনৰ ল'ৰা-ছোৱালীক চাকৰিবিমুখ কৰা সহজ নহয়। বিভিন্ন শ্ৰেণীৰ কাৰণে বিভিন্ন শিক্ষানুষ্ঠান হ'ব নোৱাৰে, বিশেষকৈ শ্ৰেণীহীন সমাজৰ পৰিপ্ৰেক্ষিতত। একে ধৰণৰ শিক্ষানুষ্ঠানতে সকলো শ্ৰেণীৰ ল'ৰা-ছোৱালীয়ে পঢ়িব লাগে। চৰকাৰী চাকৰিয়াল তৈয়াৰ কৰিবলৈ যদি এক প্ৰকাৰ শিক্ষানুষ্ঠান গঢ়া হয়, তেতিয়া সেই প্ৰকাৰ শিক্ষানুষ্ঠানতে পঢ়া ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়ি যাব। প্ৰতিযোগিতাৰ মাজেদি ছাত্ৰ-ছাত্ৰীক ভৰ্তিৰ বাবে নিৰ্বাচন কৰিলেও সেই শ্ৰেণীৰ শিক্ষানুষ্ঠানৰ প্ৰতিহে মানুহৰ ধাউতি থাকিব আৰু স্বাধীন জীৱিকা অৰ্জনৰ বাবে যিবোৰ শিক্ষানুষ্ঠান পতা হৈছে, তালৈ ধাউতি দেখা নাযাব। কাৰণ চাকৰি মনোভাৱ প্ৰত্যেক মানুহৰ অন্তৰতে আছে। সেইবাবে প্ৰাইমাৰী, মাইনৰ বা হাইস্কুল বিভিন্ন শ্ৰেণীৰ হ'ব নোৱাৰে। গাঁৱৰ ল'ৰা-ছোৱালী আৰু চহৰৰ ল'ৰা-ছোৱালীৰ বাবে একে ধৰণৰ শিক্ষানুষ্ঠান হ'ব লাগিব। স্বাধীন জীৱিকা অৰ্জনৰ মনোভাৱে যেতিয়া চাকৰি কৰা মনোভাৱক চেৰ পেলাব আৰু যেতিয়া স্বাধীন জীৱিকা অৰ্জনৰ বাবে পতা শিক্ষানুষ্ঠানবোৰৰ পৰিবেশ সহজ আশাপ্ৰদ আৰু ন্যায়নিষ্ঠ হ'ব তেতিয়া চাকৰি কৰা মনোভাৱ গঢ়ি নুঠিব।

চাকৰি নকৰি স্বাধীনভাৱে বাৰু মানুহে কেনেকৈ জীৱিকা অৰ্জন কৰিব? খেতি-বাতি কৰি, ব্যৱসায় কৰি, ঠিকা কৰি নাইবা শিল্পকলাৰ মাজেদি মানুহে স্বাধীন জীৱিকা অৰ্জন কৰিব পাৰে। কিন্তু কোনটো স্বাধীন ব্যৱসায়ৰ পথ সৰ্বসাধাৰণৰ কাৰণে সহজ আৰু উন্মুক্ত হৈ আছে? ভাৰতবৰ্ষ খেতিপ্ৰধান দেশ; কিন্তু খেতিৰ বাবে কি উৎসাহ বা উদ্‌গনি ভাৰতীয় যুৱক-যুৱতীৰ বাবে আছে? খেতিৰ উন্নয়নৰ কিবা লোভনীয় পৰিৱেশৰ সৃষ্টি হৈছে নে? মাটি, মাটিৰ মালিকত্ব উপস্বত্ব ভোগ, মাটিৰ খাজনা, কৰ ইত্যাদিৰ বিষয়ে পূৰ্বৰ ব্যৱস্থা নাকচ কৰি দিয়া হৈছে ; অথচ নতুন ব্যৱস্থা স্থায়ী হোৱা নাই। মাটি-সম্পত্তি লোভৰ নহৈ আপদ যেনহে ধাৰণা হৈছে। খেতিৰ বাটেদি জীৱিকা অৰ্জনৰ পথ উন্মুক্ত হৈ আছেনে? মাটিৰ মালিকসকলে মাটি বিক্ৰী কৰিছে আৰু বিক্ৰী কৰিবলৈ ব্যগ্ৰ হৈছে কিন্তু মাটি নোহোৱা মানুহে মাটি কিনিবলৈ সক্ষম বা ইচ্ছুক হোৱা নাই। বৰঞ্চ যাৰ বেছি মাটি নাই আৰু যাক আৰু বেছি মাটি লাগে তেনে লোকেও মাটি বিক্ৰী কৰিবলৈ ইচ্ছুক। এজন খেতিয়কে এক-এক বিঘা মাটি নিজৰ কৰি ৰখাতকৈ তাকে উচ্চ মূল্যত বিক্ৰী কৰি নিজে সেই মাটি আয়ত্তী স্বত্বত ৰাখিবলৈ বেছি উদগ্ৰীৱ। মাটিৰ ওপৰত সম্পত্তিৰ যি গৰিমা সেই গৰিমা আজি নাই। ফলত

দেখা গৈছে যে মাটি নোহোৱা মানুহৰ নিজৰ মাটি নোহোৱা হৈছে, কাৰণ মাটি উপাৰ্জন কৰিবলৈ আগ্ৰহ নোহোৱা হৈছে।

খেতি কৰোতে যি পৰিশ্ৰম আৰু যি অৰ্থ ব্যয় হয় সেই অনুসাৰে উৎপন্ন বস্তুৰ মূল্য নাপায আৰু উৎপাদিত ধান শস্যৰ ওপৰতো স্বাধীন কৰ্তৃত্ব নাথাকে। এনে অৱস্থাত শিক্ষিত যুৱক-যুৱতীৰ খেতিলৈ ধাউতি হ'ব পাৰেনে আৰু এনে অৱস্থাত কৃষি বিভাগৰ স্কুল বা কলেজত পঢ়ি অহা ল'ৰা-ছোৱালীয়ে চাকৰি নকৰি খেতি কৰিবলৈ যাব কিয়? এতিয়া এই পৰিপ্ৰেক্ষিতত চিন্তা কৰি চাব লাগে খেতিৰ ওপৰত বা মাটিৰ সমস্যাৰ ওপৰত শিক্ষাপদ্ধতি নিৰ্ভৰ কৰিছে নে নাই?

মানুহৰ আকাঙ্খাৰ অন্ত নাই। সেয়ে যিমান পায় তাতোকৈ বেছি লাগে। ভোগৰ আকাঙ্খাই মানুহক বিভ্ৰান্ত কৰি তুলিছে। এই ভোগৰ আকাঙ্খাই যে সমাজত বিশৃঙ্খলাৰ সৃষ্টি কৰিছে আৰু প্ৰকৃত ভোগৰ অন্তৰায হৈ পৰিছে এই কথা মানুহে বুজি নাপায়। ভোগৰ আকাঙ্খাই মানুহক সামঞ্জস্য ভাবৰ পৰা আঁতৰাই নিজে। বাক্য আৰু কাৰ্যৰ সঙ্গতি নাইকিযা কৰিছে। ভাৰতৰ ঋষিয়ে শিক্ষা দিছিল,

"পৃথিবীৰ যাৱতীয় বস্তুই পৰিবৰ্তনশীল আৰু মিথ্যা , ঈশ্বৰেই একমাত্ৰ সত্য। এইবাবে ত্যাগৰ দ্বাৰা ভোগ কৰিব লাগে কেতিযাও নিজৰ বা পৰৰ ধনত লোভ কৰিব নালাগে।"

যুগমানৱ মহাত্মা গান্ধীও এই বাণীকেই প্ৰচাৰ কৰিছিল।

ভাৰতবাসীক ইয়াৰ দ্বাৰা উদ্বুদ্ধ কৰিবলৈ যত্ন কৰিছিল। সমাজত আজি উপনিষদৰ এই মহান বাক্য যুগমানৱৰ মুখৰ পৰা ওলোৱা বাবে সৰ্বত্ৰ স্থান লাভ কৰিছে। এই মহান বাক্যৰ প্ৰতিধ্বনি পুনঃ পুনঃ শুনিবলৈ পোৱা যায়। বাপুজীয়ে লোক শিক্ষাৰ বাবে ভবিষ্যত শিক্ষাপদ্ধতিৰ মূল উৎসস্বৰূপ এই তত্ত্ব প্ৰচাৰ কৰিছিল , কিন্তু আজি ইয়াৰ স্থান সমাজৰ লোকৰ আচৰণত দেখিবলৈ পোৱা নাযায , শিক্ষাৰ লক্ষ্য স্বৰূপে দেখিবলৈ পোৱা নাযায়। আত্মগৌৰৱ প্ৰতিষ্ঠা কৰিবলৈ আৰু নিজকে ত্যাগৰ প্ৰতিমূৰ্তি হিচাপে প্ৰতিপন্ন কৰিবলৈ বক্তৃতা মঞ্চত ব্যৱহাৰ কৰা দেখিবলৈ পোৱা যায়। কিন্তু সমাজত প্ৰত্যেক ক্ষেত্ৰতে দেখা যায় আত্মকেন্দ্ৰিকতা, স্বাৰ্থপৰতা, ত্যাগৰ নামত ভোগ আৰু ভোগলিপ্সা। এনেধৰণৰ প্ৰবঞ্চনামূলক পৰিবেশত শিক্ষাৰ আদৰ্শ প্ৰতিফলিত হোৱাৰ কোনো সম্ভাৱনা নাথাকে। সৎচৰিত্ৰৰ আদৰ্শ, সৎকৰ্মৰ অনুষ্ঠান আৰু সৎ আচৰণ-নেদেখিলে ল'ৰা-ছোৱালীৰ শিক্ষা সৎপথে পৰিচালিত হ'ব নোৱাৰে। সমাজত যিবিলাক লোকে প্ৰতিষ্ঠা অৰ্জন কৰিছে, যিবিলাক লোক নেতৃপদবাচ্য হৈ উঠিছে আৰু যিবিলাক লোকক দেখি দেখি (যেনে জাতীয় নেতা, শিক্ষক, অভিভাৱক আদি) ল'ৰা-ছোৱালীয়ে নিজৰ স্বভাৱ গঢ়ি লয় তেওঁলোকৰ আচৰণ সদায় সৎ হ'ব লাগে। গীতাত কোৱা আছে শ্ৰেষ্ঠ ব্যক্তিয়ে যেনে আচৰণ কৰে অপৰ সাধাৰণ লোকেও তাকেই কৰে। তেওঁ যিহক প্ৰামাণ্য বুলি আৰু কৰ্তব্য বুলি গ্ৰহণ কৰে, সাধাৰণ

লোকেও তাকেই অনুকৰণ কৰে।

সমাজৰ গণ্যমান্য লোকে যেনে ধৰ্ম-কৰ্ম কৰে, যেনে আচাৰ-ব্যৱহাৰ কৰে, যেনে পোছাক-পৰিচ্ছদ পিন্ধে, যেনে আদৰ্শ দেখুৱায় আৰু যেনে ধৰণৰ কথা-বাৰ্তা কয় সাধাৰণ লোকেও তাকেই অনুসৰণ কৰে।

শিক্ষাৰ পৰিবেশ এই আচৰণত বহু পৰিমাণে নিৰ্ভৰ কৰে। পিতৃ-মাতৃ, শিক্ষক আৰু শ্ৰেষ্ঠ নেতা আৰু গুৰুজনসকলৰ স্বভাৱ চৰিত্ৰ সেই কাৰণে আদৰ্শ-স্থানীয় হ'ব লাগে।

বাক্যত বা বক্তৃতাত একপ্ৰকাৰৰ উপদেশ দি কাৰ্যত নিজে অন্য প্ৰকাৰ আদৰ্শ দেখুৱালে শিক্ষাৰ ব্যতিক্ৰম ঘটা স্বাভাৱিক কথা।

আজিৰ যুগ বৈজ্ঞানিক যুগ। এই বৈজ্ঞানিক যুগৰ সৃষ্টি কেনেকৈ হ'ল? বিভিন্ন জাতিৰ পাৰ্থিব সুখ-সম্পত্তিৰ আদৰ্শই এই বৈজ্ঞানিক যুগৰ সৃষ্টি কৰিছে। বিজ্ঞানৰ উন্নতিয়েই জাতিৰ চৰম উন্নতি বুলি পৰিগণিত হৈছে। এই পৰিস্থিতিত ইংলণ্ডত এটা বিস্ফোৰণ মূলক বিবাদৰ সৃষ্টি হৈছে। চাৰ চাৰ্লছ স্নো আৰু ডক্টৰ এক আৰ লিভিছৰ মাজত এই বিবাদৰ সৃষ্টি হৈছে। বিজ্ঞানৰ উন্নতিয়েই দেশৰ চৰম উন্নতি সাধনত সহায় কৰিব এয়ে ছাৰ স্নোৰ মত। ডক্টৰ লিভিছে কয় যে নৈতিকতা আৰু আধ্যাত্মিকতাই হে দেশৰ চৰম উন্নতি সাধন কৰিব।

ভাৰতবৰ্ষৰ অতীত সভ্যতাই এই বিবাদৰ মীমাংসাৰ সূত্ৰ যোগায়।

গান্ধীজীৰ শিক্ষাৰ যি পৰিকল্পনা তাত আত্মিক উন্নতিয়েই আছিল প্ৰধান লক্ষ্য। মানসিক শিক্ষা বা বিজ্ঞানৰ শিক্ষাই মানুহক চৰম উন্নতি দিব নোৱাৰে। প্ৰচলিত শিক্ষা পদ্ধতিত আত্মিক উন্নতিৰ স্থান নাই কাৰণে গান্ধীজীয়ে কৰ্ম আৰু জ্ঞানৰ সমন্বয়ত আত্মিক উন্নতিৰ পৰিকল্পনা কৰিছিল। কিন্তু কাৰ্যক্ষেত্ৰত দেশত বিজ্ঞান শিক্ষাৰ দৃষ্টিভঙ্গীয়ে স্থান অধিকাৰ কৰিলে। আধ্যাত্মিকতাপূৰ্ণ ভাৰতবৰ্ষত বৈজ্ঞানিক দৃষ্টিভঙ্গীয়ে নীৰৱ বিপ্লৱ সাধন কৰিলে। আধ্যাত্মিকতাক বিপন্ন কৰিলে। এয়ে নতুন বিপ্লৱৰ সূচনা কৰিব।

আজিৰ দিনত ভাৰতবৰ্ষত শিক্ষা ক্ষেত্ৰৰ লক্ষ্য হৈছে বিভিন্ন শিল্প বিদ্যাৰ নিপুণ শিল্পী সৃষ্টি কৰা, (যদিও সেই পথ অতিক্ৰম কৰিবলৈ বহুতো বাকী আছে) পূৰ্ণতাপ্ৰাপ্ত মানুহ সৃষ্টি কৰা নহয়। আজি আমাক বৈজ্ঞানিক যন্ত্ৰপাতি লাগে, যন্ত্ৰৰ নিচিনা কাম কৰিব পৰা মানুহ লাগে। পূৰ্ণতাপ্ৰাপ্ত মানুহৰ আৱশ্যক নাই। আমি পাহৰি গৈছো যে পূৰ্ণতা পোৱা মানুহজনহে আজিৰ যুগৰ নানা প্ৰকাৰ আক্ৰমণ সহিব পাৰে। যন্ত্ৰশিল্পীয়ে এই কালৰ আক্ৰমণ সহিব নোৱাৰে।

প্ৰকৃত শিক্ষাৰ সমষ্টিভূত লক্ষ্য হ'ব লাগিব উপযুক্ত কৰ্মৰ কৰ্মী সৃষ্টি কৰাই নহয়, উপযুক্ত কৰ্মৰ ফল ভোগ কৰিবলৈ সক্ষম লোক সৃষ্টি কৰা। উদ্যমী আৰু শ্ৰমশীল ব্যক্তি সৃষ্টি কৰাই নহয় ; উদ্যম আৰু শ্ৰমক ভাল পোৱা লোকৰ সৃষ্টি কৰা। বিদ্বান আৰু জ্ঞানী সৃষ্টি কৰাই নহয়, বিদ্যা আৰু জ্ঞানক ভাল পোৱা

লোক সৃষ্টি কৰা। পবিত্ৰ লোক সৃষ্টি কৰাই নহয়, পবিত্ৰতাক ভাল পোৱা লোকৰ সৃষ্টি কৰা। ন্যায় পৰায়ণ লোক সৃষ্টি কৰাই নহয়, ন্যায় পৰায়ণতাক আগ্ৰহ কৰা লোকৰ সৃষ্টি কৰা।

এনে লক্ষ্যক আগত ৰাখিহে শিক্ষাৰ আঁচনি আৰু তাৰ উপযুক্ত পৰিবেশ সৃষ্টি কৰিব লাগে যি পৰিবেশত শিক্ষা নিষ্কলুষভাৱে বিস্তৃত, প্ৰসাৰিত আৰু বৰ্দ্ধিত হ'ব পাৰে।

বিভিন্ন শিল্পৰ, বিভিন্ন শাখাৰ আৰু বিভিন্ন বিভাগৰ বিশেষজ্ঞসকলৰ সৃষ্টিৰ দ্বাৰা শিক্ষাৰ সমষ্টিগত লক্ষ্যত উপনীত হ'ব পৰা নাযাব। বিভিন্ন শিল্প, শাখা বা বিভাগৰ বিশেষজ্ঞ সৃষ্টিৰ আৱশ্যকতা নিশ্চয় আছে আৰু বিশ্ববিদ্যালয় বিলাকৰো এই সম্পৰ্কে যথেষ্ট কৰ্ত্তব্য আছে; কিন্তু শিক্ষাৰ প্ৰকৃত ৰূপ বিভিন্ন শাখাৰ বা বিভাগৰ সমষ্টিয়েই নহয়। শিক্ষা জ্ঞানৰ এটি অবিচ্ছিন্ন ধাৰা। সিয়নি নথকা এখনি অখণ্ড বস্ত্ৰ। ডঃ ৰেৰ্ণাৰ ষ্টাৰ্কৰ নিচিনা মনীষীৰ মত এনে ধৰণৰ। তেওঁৰ মতে আজিৰ যুগৰ সভ্যতাক দুৰ্বল কৰিছে বিভিন্ন শাখা আৰু বিভিন্ন বিভাগৰ বিশেষজ্ঞ সৃষ্টিৰ পৰিকল্পনাৰ দ্বাৰা। এই বিশেষজ্ঞ সকলক একত্ৰিত কৰি বিভিন্ন বস্ত্ৰখণ্ডক সিয়নি দি শিক্ষাৰ প্ৰকৃত ৰূপ - অখণ্ড বস্ত্ৰ এখন তৈয়াৰ কৰিব নোৱাৰি।

জনসমাজৰ প্ৰত্যেক ব্যক্তি বিশেষজ্ঞ হৈ নুঠে ; কিন্তু সকলো শাখা আৰু বিভাগৰ সমন্বিতজ্ঞানৰ শিক্ষাৰ ধাৰা নিয়ন্ত্ৰিত কৰি মানৱ মনৰ পূৰ্ণতা সাধনত শিক্ষাৰ আঁচনি গ্ৰহণ কৰিব পাৰি। সাধাৰণ শিক্ষাৰ লক্ষ্য আৰু বিশেষিত শিক্ষাৰ লক্ষ্য সেই বাবে স্পষ্ট আৰু নিৰ্ব্বিৰোধ হৈ উঠিব লাগিব।

জেমছ্ ষ্টুৱাৰ্ট মিলে সাৱধান কৰি দিছে যে চৰকাৰৰ কাৰ্যক্ষেত্ৰ অনাৱশ্যক ভাৱে বঢ়াই নিব নালাগে। যিবিলাক কাৰ্য্য সাধাৰণ মানুহে কৰিব পাৰে, সেইবিলাক কাৰ্য্যত চৰকাৰে হাত দিব নালাগে। শিল্প, কৃষি, বাণিজ্য ইত্যাদি কাৰ্য্যত সাধাৰণ লোকৰ কৰ্ম্ম ক্ষেত্ৰ যিমান সুপৰিসৰ হব পাৰে সিমানেই দেশৰ উন্নতি বিধান হ'ব পাৰে। চৰকাৰৰ হস্তক্ষেপৰ দ্বাৰা ব্যক্তিগত স্বাধীনতা আৰু স্বকীয় উদ্যম খৰ্ব কৰা হয় আৰু দেশৰ উন্নতিত বাধা জন্মে। এইবোৰ নীতি পাঠ্য পুথিত থাকিলেই নহয়। ছাত্ৰই পাঠ্য পুথিত এইবোৰ নীতি অধ্যয়ন কৰি দেশত যদি তাৰ প্ৰয়োগ নেদেখে প্ৰত্যেক ক্ষেত্ৰতে চৰকাৰৰ হস্তক্ষেপ দেখিবলৈ পায়, তেতিয়া শিক্ষাৰ মোল নাথাকে, শিক্ষাৰ প্ৰকৃত পৰিবেশ নাথাকে। ছাত্ৰৰ মনত নৈৰাশ্য আৰু কিংকৰ্ত্তব্য বিমূঢ়তা আহে আৰু জাতীয় চৰিত্ৰৰ অৱনতি ঘটে। আন ফালে স্বাধীন জীৱিকা উপাৰ্জ্জনৰ বাট বন্ধ হয়। কৃষি, কলেজ বা বাণিজ্য কলেজ স্থাপিত কৰি এই পৰিবেশত ছাত্ৰক কৃষি আৰু বাণিজ্য শিক্ষা দিয়া সম্ভৱপৰ হৈ নুঠে। চাকৰি মনোভাৱ গঢ়ি উঠে, কাৰণ কৃষি আৰু বাণিজ্য কলেজত অধীক বিদ্যাৰ কৰ্ম্মক্ষেত্ৰ ছাত্ৰই বিচাৰি নাপায়।● ১৬/৭/৬৩—নতুন অসমীয়া

## (২) ১২-৮-৬৩

# শিক্ষাৰ ব্যতিক্ৰম

বিশ্ববিদ্যালয়বিলাকত যাতে বেছি সংখ্যক ছাত্ৰই ভৰ্তি হ'বৰ আকাংখা নকৰে সেইবাবে মৌলানা আবুল কালাম আজাদে কৈছিল যে চৰকাৰী চাকৰিত লোক নিযুক্ত কৰোতে ডিগ্ৰীৰ ওপৰত বেছি মূল্য দিয়া উচিত নে অনুচিত এই বিষয়ে বিবেচনা কৰা উচিত। শ্ৰীকে. এম. মুন্সীয়েও সেই কথাকেই দোহাৰি কৈছিল যে বিশ্ববিদ্যালয়ৰ পৰীক্ষাবিলাক যাতে চৰকাৰী চাকৰি লাভ কৰিবৰ বাবে নহয় তাৰ উপযুক্ত পন্থা আবিষ্কাৰ কৰিব লাগে। বিশেষ বিশেষ চাকৰিবিলাকত অৱশ্যে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ আৱশ্যক হ'ব ঃ যেনে ডাক্তৰ, যন্ত্ৰ শিল্পী, স্কুল-কলেজৰ শিক্ষক আদিৰ চাকৰি ক্ষেত্ৰত। কিন্তু চৰকাৰী সকলো চাকৰিতে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ প্ৰাধান্য থাকিলে বিশ্ববিদ্যালয়বিলাকত ছাত্ৰ সংখ্যা বাঢ়িবই। এই নীতি এতিয়াও গৃহীত হোৱা নাই।

(মেট্ৰিকুলেশ্যন পাছ কৰাৰ পাচত নাইবা উচ্চ মাধ্যমিক পৰীক্ষা পাছ কৰাৰ পাচত যদি কোনো ছাত্ৰই কাব্যতীৰ্থ, কাব্য শাস্ত্ৰী, ব্যাকৰণ তীৰ্থ, ব্যাকৰণ শাস্ত্ৰী, তৰ্কতীৰ্থ, সাহিত্য শাস্ত্ৰী ইত্যাদি উপাধি লাভ কৰে সেই ছাত্ৰজনক যেনেকৈ হাইস্কুলবিলাকত গ্ৰেজুৱেট শিক্ষকৰ মৰ্যাদা দিয়া হৈছে চৰকাৰী চাকৰিৰ অন্যান্য ক্ষেত্ৰতো তেনে দিব পৰা যায়। ফাৰ্চীৰ শিক্ষকসকলকো অনুৰূপ অৰ্হতা অনুসাৰে গ্ৰেজুৱেট শিক্ষকৰ মৰ্যাদা দিয়া হৈছে। মাধ্যমিক শিক্ষাৰ শেষ পৰীক্ষাত পাছ হোৱা যিসকল ছাত্ৰই সংস্কৃত বিভাগৰ আৰবী বা ফাৰ্চী বিভাগৰ উপাধি পৰীক্ষা পাছ কৰে সেই ছাত্ৰসকলক চৰকাৰী চাকৰিত গ্ৰেজুৱেটৰ সমান মূল্য দি নিয়োগ কৰিলে এফালে যেনেকৈ সংস্কৃত আৰু আৰবী বা ফাৰ্চী ভাষাৰ প্ৰতি সমাদৰ দেখুওৱা হয়, আনফালে বিশ্ববিদ্যালয়বিলাকত ছাত্ৰ সংখ্যা কমি যোৱা ব্যৱস্থাও কৰা হয় ; ভাৰতীয় ভাষা সাহিত্যৰ প্ৰতিও সমাদৰ দেখুৱা হয়। বৃটিছৰ দিনত সংস্কৃত ভাষাক ইংৰাজী ভাষাতকৈ উচ্চ স্থান বা সমান স্থান নিদিলেও সংস্কৃত ভাষাৰ প্ৰতি ইমান অনাদৰ দেখুৱা হোৱা নাছিল। সংস্কৃত সাহিত্যৰ প্ৰতি এনে আদৰ দেখুৱালে সংস্কৃত টোলবিলাকৰো উন্নতি হ'লহেঁতেন। সংস্কৃত, আৰবী আৰু ফাৰ্চীৰ প্ৰতি চৰকাৰী সহানুভূতি নথকাত ভাৰতীয় সভ্যতা, ভাৰতৰ ইতিহাস, ভাৰতীয় সাহিত্য, ভাৰতৰ ধৰ্ম ইত্যাদি বিষয়ে জানিবলৈ ইচ্ছা কৰা ভাৰতীয় ছাত্ৰই নতুনকৈ সংস্কৃত বা আৰবী ভাষা পঢ়িব লগা হয়, ভাৰতীয় সাহিত্য নতুনকৈ অধ্যয়ন কৰিব লগা হয়। উচ্চ শিক্ষিত ভাৰতীয় ছাত্ৰ-ছাত্ৰীয়ে নিজৰ দেশৰ বহু

কথাকেই নাজানে। কলেজৰ বা উচ্চ মাধ্যমিক স্কুলবিলাকৰ পাঠ্যপুথিত ভাৰতীয় সাহিত্য, ইতিহাস, দৰ্শন আদিৰ বৰ কম কথা থাকে। কোনো দেশৰ পাঠ্যপুথিত নিজৰ দেশৰ অতীত বুৰঞ্জীৰ প্ৰতি কৃষ্টি সভ্যতাৰ প্ৰতি, সাহিত্যৰ প্ৰতি এনে উদাসীনতা দেখুৱা দেখা নাযায়। নিজৰ দেশখনক চিনি পাবলৈ যেনে পাঠ্য নিৰ্দ্ধাৰিত হ'ব লাগে, তেনে পঠনীয় বিষয়ৰ প্ৰতি যথেষ্ট অৱহেলা দেখুৱা হৈছে। গোটেই ভাৰতবৰ্ষক যিটো ভাষাই ঐক্যবদ্ধ কৰি ৰাখিছিল, যিটো ভাষাত ভাৰতৰ ঐতিহ্য সন্নিবদ্ধ হৈ আছে ; যি ভাষাতে যাৱতীয় জ্ঞান-বিজ্ঞানৰ কথা লিপিবদ্ধ আছে, ভাৰতীয় দৰ্শন, শিল্প কলা চিকিৎসা শাস্ত্ৰ যিটো ভাষাৰ মাধ্যমত জানিব পাৰি সেই ভাষা যে ভাৰতীয ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰিব লাগে, জানিব লাগে এই আৱশ্যকতা অনুভৱ কৰা লোকৰ অভাৱ নহ'লেও উদাসীনতা প্ৰকাশ কৰা লোকৰ সংখ্যা যে অধিক তাত সন্দেহ নাই। উচ্চ মাধ্যমিক স্কুলবিলাকত এই ভাষা শিক্ষাৰ কোনো দৃঢ় ব্যৱস্থা নাই। এই ভাষাতে কৃষি, শিল্প, বাণিজ্য আদি বিষয়ে আৰু ৰাজনীতি বিষয়ে নানা প্ৰকাৰ নীতি উপদেশ আৰু কাৰ্য পদ্ধতি লিপিবদ্ধ আছে। যি দেশত হিন্দু-মুছলমান বসতি সেই দেশত সংস্কৃত, আৰবী, ফাৰ্চী আৰু উৰ্দু ভাষাৰ প্ৰতি উদাসীনতা দেখুৱালে হিন্দু-মুছলমানৰ সম্প্ৰীতি স্থাপনৰ বাবে উভয় ধৰ্মৰ সাহিত্য সৰ্ব সাধাৰণৰ দৃষ্টিৰ গোচৰত নানিলে দেশৰ কৃষ্টি সভ্যতা আৰু ঐতিহ্য ৰক্ষা কৰাৰ নীতিৰ ওপৰত শিক্ষাৰ পুনৰ গঠন কৰা হৈছে বুলি কোৱা কথা প্ৰবঞ্চনামূলক বুলি ক'ব লাগিব। মুছলমান যুগত উভয় ধৰ্মৰ সাহিত্যই দৰ্শনে আৰু ধৰ্মৰ ধাৰাই উভয় সম্প্ৰদায়ক প্ৰভাৱান্বিত কৰিছিল বিশেষকৈ সম্ৰাট আকবৰৰ দিনত শিক্ষা নীতিৰ এই ফালটো একেবাৰে শিক্ষানুষ্ঠান-বিলাকৰ পৰা বৰ্হিভূত হৈ আছে। কলেজত চেক্সপিয়াৰ মিলটন পঢ়োৱাৰ যি ব্যৱস্থা, ইংৰাজী সাহিত্যৰ সি সমাদৰ, কালিদাস, ভৱভূতি পঢ়োৱাৰ সেই ব্যৱস্থা আৰু ভাৰতীয় সাহিত্যৰ প্ৰতি তেনে সমাদৰ নাই। মাতৃভাষাই হওক বা সংস্কৃত, উৰ্দু, ফাৰ্চী ভাষাই হওক তাৰো ইংৰাজী ভাষাৰ তুলনাত সিমান সমাদৰ নাইবা দৰ্শন শিক্ষাতো পাশ্চাত্য দৰ্শনৰ শিক্ষাৰ ব্যৱস্থা যেনে প্ৰাচ্যদৰ্শনৰ শিক্ষাৰ তেনে নহয়। পাঠ্যক্ৰম যি দৰে নিৰ্দ্ধাৰিত হয়, পাঠ্যপুথিও সেইদৰে ৰচিত হয়। আফগানিষ্ঠানত বি-এ ক'ৰ্ছলৈকে সংস্কৃত বাধ্যতামূলক হ'ব পাৰে ; কিন্তু ভাৰতবৰ্ষত সংস্কৃত উচ্চ মাধ্যমিক স্কুলবিলাকতো বাধ্যতামূলক হ'ব নোৱাৰে। মাতৃভাষাৰ জৰিয়তে সংস্কৃত সাহিত্যৰ পৰা নানা বিষয় বস্তু আহৰণ কৰি শিক্ষাৰ ব্যৱস্থা কৰিলেও সংস্কৃত সাহিত্য বিষয়ে ছাত্ৰ-ছাত্ৰীৰ উপযুক্ত জ্ঞান আৰু ৰতি ওপজে। তাৰো ব্যৱস্থা নাই।

সেই দৰে মাতৃভাষাৰ শিক্ষাৰ প্ৰতিও যথেষ্ট উদাসীনতা দেখা যায়। বিশ্ববিদ্যালয়, স্কুল, কলেজ সকলোতে মাতৃভাষাক উদাসীন দৃষ্টিৰেও চোৱা দেখা যায়। পৰীক্ষা পাছ কৰাৰ পাচতো অসমীয়া সাহিত্য আৰু মাতৃভাষাৰ জ্ঞান নিচেই কম হৈ থাকে। যেতিয়া লিখক বা গ্ৰন্থকাৰ হ'বৰ আকাংক্ষা জন্মে তেতিয়াহে

অসমীয়া সাহিত্য নতুনকৈ পঢ়িবলৈ আৰম্ভ কৰে। মাতৃভাষাৰ ওপৰত প্ৰধান গুৰুত্ব দিবলৈ আয়োগে পৰামৰ্শ দিছে।

শিক্ষাৰ বিস্তাৰ হৈছে তাত সন্দেহ নাই। স্কুল-কলেজৰ সংখ্যা বাঢ়িছে প্ৰাইমেৰী শিক্ষাৰ প্ৰসাৰ হৈছে, শিক্ষাৰ শিতানত বহু টকা খৰচ হৈছে ; কিন্তু প্ৰকৃত শিক্ষা হৈছে নে নাই তাক বহলাই কোৱাৰ আৱশ্যক নকৰে। শিক্ষাই চৰিত্ৰ গঠন কৰিছে নে নাই, জাতীয় চৰিত্ৰ উন্নত কৰিছে নে নাই? সাহিত্যৰ উন্নতি কৰিছে নে নাই এইবোৰ কথা এতিয়া সকলোৱে উপলব্ধি কৰিছে।

ডঃ এ এল মুডালিয়াৰে কৈছিল (শিক্ষাৰ পুৰ্নগঠনৰ শিতানতে) "উঠি অহা যুৱক-যুৱতীক যদি প্ৰকৃত শিক্ষা দিবলৈ বিচৰা হয়, তেতিয়া সেই শিক্ষা দৃঢ় ভিত্তিৰ ওপৰত ৰচিত হ'ব লাগিব আৰু শিক্ষিত লোকৰ সংখ্যা বঢ়াবৰ কাৰণে শিক্ষাৰ প্ৰকৃত বৈশিষ্ট্য বলি দিয়া উচিত নহ'ব।" প্ৰবীণ শিক্ষাবিদৰ এই সতৰ্ক বাণীয়েই বা কিমান দূৰ সহায় কৰিছে পুনৰগঠনত? শিক্ষাৰ শিতানত টকা খৰচৰ সংখ্যাই নাইবা শিক্ষিতৰ হাৰ বঢ়াৰ সংখ্যাই প্ৰকৃত শিক্ষাৰ পৰিচয় নিদিয়ে। দেশৰ যুৱক-যুৱতীৰ চৰিত্ৰই আৰু শিল্প বাণিজ্য শাসন আৰু দেশৰ বিভিন্ন ক্ষেত্ৰত লোকৰ চৰিত্ৰই জাতীয় চৰিত্ৰৰ নিদৰ্শন দিয়ে আৰু প্ৰকৃত শিক্ষাৰ বৈশিষ্ট্য কিমানদূৰ ৰক্ষিত হৈছে তাৰ প্ৰমাণ দিয়ে।

কম শতকৰা হাৰত যদি পৰীক্ষাৰ ফল ঘোষণা কৰা হয়, তেতিয়া ভাল জনমত গঠিত নহয় আৰু বিৰুদ্ধ জনমতলৈ ভয় কৰি পৰীক্ষাৰ পাছ ফেলৰ হাৰ বহু ক্ষেত্ৰত নিৰ্ণয় কৰা হয়। আনকি স্কুলৰ শ্ৰেণী পৰীক্ষাতো অনেক ক্ষেত্ৰত অনুপযুক্ত ল'ৰাক ওপৰ শ্ৰেণীলৈ প্ৰমোশ্যন দিয়া হয় আৰু অনুপযুক্ত ল'ৰাকো হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত ভৰ্তি কৰি লোৱা হয়। এই অন্যায় প্ৰথা ৰদ কৰিবৰ সাহস আমাৰ নাইকিয়া হৈছে কিয়?

ডঃ এই চি মুখাৰ্জীয়ে শিক্ষাৰ পুনৰগঠনৰ নীতিৰ বিষয়ে কৈছিল যে লিখা-পঢ়া শিকোৱাই শিক্ষা নহয়। শিক্ষাৰ তাতোকৈ মহত্বৰ দায়িত্ব আছে— সেইটো হৈছে চৰিত্ৰ গঠন কৰা, মানসিক বৃত্তিৰ পূৰ্ণ উন্মেষৰ ব্যৱস্থা কৰা ; যাতে ছাত্ৰ-ছাত্ৰী দেশৰ উপযুক্ত নাগৰিক হ'ব পাৰে।

ধৰ্মশিক্ষা, নীতিশিক্ষা হিতোপদেশৰ ব্যৱস্থা নকৰাকৈ নৈতিকতাৰ শিক্ষা কেনেকৈ দিব পাৰি? চকুৰ আগতে নানা প্ৰকাৰ অন্যায়-অবিচাৰৰ দৃষ্টান্ত ছাত্ৰ-ছাত্ৰীয়ে দেখা পাই থাকে, কিতাপত ধৰ্মৰ কথা, নৈতিক কথা পঢ়িবলৈ নাপায়। কৃষ্টি সভাবিলাকৰ অৰ্থ বদলি হৈছে। নাচ-গান-থিয়েটাৰে কৃষ্টিৰ পৰিচয় দিয়ে। দেশৰ সাহিত্য, ধৰ্ম, সদাচাৰ, ন্যায়বিচাৰ, সত্যপৰায়ণতা বা ভক্তিয়ে যে কৃষ্টিৰ পৰিচয় দিয়ে সেই কথা আমি শিক্ষা দিবলৈ পাহৰি গৈছো। ৰামায়ণ-মহাভাৰতৰ শিক্ষা বা বেদ-কোৰাণ, বাইবেলৰ শিক্ষা কৃষ্টি সভাবিলাকৰ অন্তৰ্ভুক্ত কৰা নহয়। চৰিত্ৰ গঠন কৰিবলৈ, সদভ্যাস গঠন কৰিবলৈ কি প্ৰণালী বা পদ্ধতি গ্ৰহণ কৰা

হৈছে? প্ৰাৰ্থনা-কাৰ্যক্ৰমণিকাৰ ভিতৰত আছে। প্ৰাৰ্থনাৰ বাবে স্কুল-কলেজবিলাকত কি পৰিবেশ আছে? মিছনাৰী স্কুলবিলাকৰ প্ৰাৰ্থনা সভাবিলাকত যোগ দি আমাৰ প্ৰাৰ্থনা সভাবিলাকৰ তুলনা কৰি চালে সকলো কথা স্পষ্ট হৈ পৰে।

শ্ৰী কে এম মুন্সীয়ে কৈছিল যে ঈশ্বৰবিহীন শিক্ষা কোনো দেশতে থাকিব নোৱাৰে আৰু ঈশ্বৰৰ বিষয়ে শিক্ষা নিদিয়াকৈ যুৱক-যুৱতীৰ প্ৰাণত মহৎ কথাৰ বীজ ৰোপণ কৰিব নোৱাৰি আৰু মহান জীৱন-যাপন কৰিবৰ শক্তিও দিব নোৱাৰি। গান্ধীজীয়ে প্ৰাৰ্থনা মন্ত্ৰ উপনিষদৰ পৰা নিৰ্বাচন কৰি দিছে, প্ৰাৰ্থনাগীত্ত নিৰ্বাচন কৰি দিছে, কিন্তু কেইজন শিক্ষক বা ছাত্ৰই তাৰ প্ৰকৃত মূল্য দিছে? গান্ধীজীৰ নিৰ্দিষ্ট একাদশ ব্ৰত প্ৰাৰ্থনা সভাত মন্ত্ৰ স্বৰূপে গায় ; কিন্তু সেই একাদশ ব্ৰতৰ অৰ্থ বুজিবলৈকো কোনেও যত্ন নকৰে, ব্ৰত পালন কৰি চৰিত্ৰ গঠন কৰা দূৰৈৰ কথা।

গান্ধীজীয়ে কৈছিল যে শিক্ষাৰ মূল উদ্দেশ্য হোৱা উচিত অন্যায়ৰ বিৰুদ্ধে অহিংস প্ৰতিৰোধ। দেশত যি অন্যায়-অবিচাৰ আৰু অসত্যৰ বাতাৱৰণৰ সৃষ্টি হৈছে তাৰ বিৰুদ্ধে অহিংস প্ৰতিৰোধৰ চেষ্টা কোনে কৰিছে বা তাৰ শিক্ষাৰ ব্যৱস্থাইবা কি হৈছে? গান্ধীজীৰ এই দৰ্শনৰ বিশ্লেষণ আৰু কাৰ্য পদ্ধতি শিক্ষা ক্ষেত্ৰত দেখিবলৈ পোৱা নাযায় আৰু শিক্ষাৰ পুনৰগঠনত কোনো স্থান এই নীতিয়ে পোৱা নাই। মুন্সীজীয়ে কৈছিল, "শিক্ষকতাৰ আৰু শিক্ষাৰ ভিত্তি আধ্যাত্মিকতা আৰু নৈতিকতাৰ ওপৰত নিৰ্মাণ কৰিবলৈ পুনৰাই (প্ৰাচীন যুগৰ নিচিনাকৈ) যত্ন কৰাৰ আৱশ্যক হৈছে। ন্যায়-অন্যায়ৰ বিচাৰ কৰা, সত্যৰ হকে যুদ্ধ কৰা আৰু অন্যায়ৰ প্ৰতিৰোধৰ যত্ন কৰাৰ শিক্ষা দি নৈতিকতা আৰু আধ্যাত্মিকতাৰ ভিত্তি গঢ়িব লাগিব। স্কুলীয়া ক্ৰমত এনে ধৰণৰ কোনো পদ্ধতি গ্ৰহণ কৰা হোৱা নাই।

ৰুক্মিণী দেৱী আৰুণ্ডেলে শিক্ষাৰ পুনৰগঠন সম্পৰ্কে কৈছিল— "যি যিমানেই বুদ্ধিমান বা শক্তিমান নহওক, তেওঁ যদি ভাৰতীয় কৃষ্টি-সভ্যতাৰ উদাহৰণ স্বৰূপ নহয় আৰু তেওঁৰ যদি ত্যাগ ধৰ্ম নাথাকে, তেওঁ কেতিয়াও দেশক সহায় কৰিব নোৱাৰে।"

বৰ্তমান পৰিস্থিতিত কি দেখা গৈছে? সেই সম্পৰ্কেও তেওঁ মত প্ৰকাশ কৰিছে, 'শিক্ষানীতি আৰু শিক্ষা পদ্ধতিৰ ৰূপ যুগে যুগে পৰিবৰ্তিত হৈছে। কিন্তু পুৰণি বিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ আত্মা একেৰকমেই আছিল— হিন্দু, বৌদ্ধ আৰু মুছলমানৰ যুগত। কিন্তু আজি সেই আত্মাৰ পৰিবৰ্তন ঘটিছে। আমি ভাৰতীয় কিন্তু ভাৰতীয় দৃষ্টিভঙ্গী আৰু ভাৰতৰ আত্মা দ্ৰুতগতিত নিশ্চিহ্ন হ'ব ধৰিছে।'

মাধ্যমিক শিক্ষাৰ আযোগে (মুডালিয়াৰ কমিটীয়ে) ধৰ্মৰ শিক্ষা স্কুলৰ সময়ৰ বাহিৰত আৰু ঐচ্ছিক হিচাপে দিবলৈ কৈছে। স্কুলত ধৰ্ম শিক্ষাৰ বাবে বিভিন্ন সম্প্ৰদায়ৰ বাবে বিভিন্ন অনুষ্ঠান ঐচ্ছিক হিচাপে পাতিব পাৰিব। সাম্প্ৰদায়িক বিদ্বেষ যাতে স্কুলত উদ্ভৱ নহয়, তাৰ বাবে এই সতৰ্কতা। সাম্প্ৰদায়িক ভাৱে অৰ্থাৎ হিন্দু-মুছলমান, খৃষ্টান আদি বিভিন্ন সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীৰ বিভিন্ন অনুষ্ঠান

স্কুলৰ সময়ৰ বাহিৰে অভিভাৱকসকলৰ মত লৈ পাতিব পাৰিব। এই শিক্ষা বাধ্যতামূলক হিচাপে আৰু সৰ্ব সম্প্ৰদায়ৰ ঐক্য থকা নীতিৰ ওপৰত নিৰ্ভৰ কৰি দিবৰ কোনো সূত্ৰ অনুমোদন কৰা হোৱা নাই। গান্ধীজীয়েও স্কুলত ধৰ্ম শিক্ষা দিয়াৰ বিষয়ে মত প্ৰকাশ কৰিছিল যে "হিন্দু ধৰ্ম, মুছলমান-খৃষ্টান ধৰ্ম হিচাপে কোনো ধৰ্ম স্কুলত শিক্ষা দিব নোৱাৰি যদিহে দেশত ৰাষ্ট্ৰ ধৰ্ম" নাথাকে।

নৈতিকতা শিক্ষা দিয়াৰ ক্ষেত্ৰতো আয়োগে কোনো নীতি বাধ্যতামূলক হিচাপে অনুমোদন কৰা নাই। আয়োগে কৈছে যে ধৰ্মীয় আৰু নৈতিক চৰিত্ৰ গঠনৰ উৎপত্তি স্থান তিনিটা (১) নিজ নিজ ঘৰৰ প্ৰভাৱ, (২) স্কুলত সামুহিক জীবনৰ আৰু শিক্ষকসকলৰ ব্যৱহাৰৰ প্ৰভাৱ আৰু (৩) সমাজৰ প্ৰভাৱ।

ধৰ্ম শিক্ষা দিয়াৰ শিথিলতা আৰু ধৰ্মীয় জীৱন-যাপনৰ উদাসীনতা দেশত কিয় দেখা গৈছে তাক সহজেই অনুমান কৰিব পাৰি। ভাৰতবৰ্ষত সকলো শিক্ষাৰ মূলতে আছিল ধৰ্ম শিক্ষা। ইয়াৰ মাজেদি ভাৰতীয় সভ্যতা গঢ়ি উঠিছিল। আজিৰ শিক্ষা নীতিৰ বৰ্হিভূত হৈছে ধৰ্ম শিক্ষা সম্প্ৰদায় বিদ্বেষ হ'ব পাৰে বুলি গতিকে অকল হিন্দুৰ কাৰণে বা অকল মুছলমানৰ কাৰণে নাইবা অকল খৃষ্টানৰ কাৰণে বুলি বিভিন্ন স্কুল পাতিবৰ আৱশ্যকতা আহি পৰে। চৰকাৰেও তেনে অনুষ্ঠান পাতিব পাৰে আৰু ৰাইজে পাতিলেও চৰকাৰৰ অনুমোদন থাকিব লাগে। ধৰ্ম শিক্ষা নিদিলে জাতীয় চৰিত্ৰ উন্নত হ'ব নোৱাৰে আৰু দেশৰ কৃষ্টি গঢ়ি উঠিব নোৱাৰে। তেতিয়াহ'লে টোল, মাদ্ৰাছা, মুক্তাব, খৃষ্টানৰ মিছনাৰী স্কুল গঢ়ি উঠিবলৈ দিয়া উচিত আৰু এই অনুষ্ঠানবিলাকো উচ্চ মাধ্যমিক স্তৰৰ হোৱা উচিত। নহ'লে এই অনুষ্ঠানবিলাকত ছাত্ৰ কিয় পোৱা যাব? পুৰণি ধৰণে কেইখনমান টোল ল'লেই সংস্কৃত শিক্ষাৰ পুনৰুদ্ধাৰ বা ধৰ্ম শিক্ষাৰ পুনৰ প্ৰচলন হ'ব নোৱাৰে। অৰ্থ ব্যয় হ'ব মাথোন।

উচ্চ মাধ্যমিক পৰীক্ষা পাছ কৰাৰ পাচত সংস্কৃত টোলবিলাকত ইংৰাজী, মাতৃভাষা আৰু হিন্দী শিক্ষাৰ ব্যৱস্থা কৰিলে কলেজবিলাকত শিক্ষা কৰাতকৈ কম খৰচত হ'ব আৰু শিক্ষাৰ মান বঢ়াতকৈ নুটুটে। মুঠতে ৪টা বিষয় পঢ়িলেই হ'ব পাৰে। সংস্কৃত, ইংৰাজী, মাতৃভাষা আৰু হিন্দী। (ঐচ্ছিকো হ'ব পাৰে)। তিনি বছৰীয়া ডিগ্ৰী কৰ্ছ হ'ব লাগে। প্ৰথম বছৰত সংস্কৃতত কেৱল ব্যাকৰণ শিক্ষা আৰু হিতোপদেশৰ নিচিনা সংস্কৃতৰ লঘু সাহিত্য ; দ্বিতীয় আৰু তৃতীয় বছৰত সংস্কৃতৰ যি কোনো এটি বিষয়ত উপাধিৰ ব্যৱস্থা কৰা হ'ব লাগে। এম-এ কৰ্ছৰ নিচিনাকৈ আৰু দুবছৰৰ বাবে শিক্ষাৰ ব্যৱস্থাও কৰিব পাৰি। তেতিয়া চৰকাৰী সাধাৰণ চাকৰিবিলাকৰ বাবে উপযুক্ত লোক যেনেকৈ ওলাব, সাধাৰণ শিক্ষাৰ মানো বাঢ়িব আৰু বিশ্ববিদ্যালয়ত ভৰ্তি হোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও কমিব।

আৰবী, ফাৰ্চী শিক্ষা দিয়া অনুষ্ঠানবিলাকো এইদৰে সংগঠন কৰিব লাগে।●

১২/৮/৬৩— নতুন অসমীয়া

(৩) ১৬-৯-৬৩

# শিক্ষাত ব্যতিক্ৰম হৈছে কিয়? — অৰ্থাভাবেই প্ৰকৃত কাৰণ নহয়

উচ্চ মাধ্যমিক স্কুলবিলাক স্থাপন কৰাৰ লগে লগে কিছুমান আনুষঙ্গিক অনুষ্ঠানৰ অনুমোদন আয়োগে কৰিছিল। সেই অনুমোদন অনুসাৰে অৰ্থ ধাৰ্য কৰা হৈছে আৰু বছৰি সেই অৰ্থ খৰচ কৰা হৈছে ; কিন্তু যি কাৰ্যৰ বাবে আৰু যেনে ধৰণৰ অনুষ্ঠানৰ বাবে পৰিকল্পনাত টকা ধাৰ্য হয়, তেনে অনুষ্ঠান গঢ়ি নুঠে।

স্কুল লাইব্ৰেৰী গঠন সম্পৰ্কে আয়োগে মত প্ৰকাশ কৰিছে যে মাধ্যমিক স্কুল বিলাকত প্ৰাণৱন্ত পাঠাগাৰ সমূহৰ সংগঠনৰ যত্ন কৰিব লাগিব। লাইব্ৰেৰী সংগঠনৰ প্ৰথম পদক্ষেপ হ'ব লাগিব যে সকলো ছাত্ৰৰ কাৰণে আকৰ্ষণ স্থল হ'ব লাগিব। ঘৰ বা কোঠালীটো আহল-বহল হ'ব লাগিব, পোহৰ পৰা হ'ব লাগিব, দেৱালবিলাকৰ ৰং দিব লাগিব, আৰু কলা নৈপুণ্য থকা আৰু সুৰুচি সম্পন্ন চিত্ৰবিলাক তাত আঁৰি থব লাগিব আৰু কোঠালিবিলাক ফুলেৰে আৰু বিখ্যাত চিত্ৰেৰে সজ্জিত কৰিব লাগিব। কিতাপ থোৱা তাক মেজ চকি ইত্যাদি যত্নেৰে শিল্পসুলভ দক্ষতাৰে তৈয়াৰ কৰি সুৰুচি তৈয়াৰ কৰি সুৰুচি সম্পন্ন ভাৱে সজাব লাগিব। ছাত্ৰ-ছাত্ৰীয়ে যাতে ইচ্ছানুযায়ী কিতাপ বাছি লৈ পঢ়িব পাৰে তাৰ বাবে খোলা তাকত কিতাপ থব লাগিব। পাঠাগাৰ সজ্জিত কৰোতে ছাত্ৰবিলাকৰ সহযোগিতা ল'ব লাগিব যাতে সিহঁতৰ মনত ধাৰণা হয় যে পাঠাগাৰটো সিহঁতৰহে সম্পত্তি।

আয়োগে যেনে ধৰণৰ পাঠাগাৰ নিৰ্মাণৰ অনুমোদন কৰিছে তেনে ধৰণৰ পাঠাগাৰ অসমৰ বাহিৰে অন্যান্য বিশ্ববিদ্যালয়বিলাকত দেখিবলৈ পোৱা যায়। যেনে ধৰণৰ পাঠাগাৰৰ কল্পনা কৰা হৈছে তেনে ধৰণৰ পাঠাগাৰ আমাৰ কলেজবিলাকতো নাই। সম্পূৰ্ণাঙ্গ পাঠাগাৰ গঢ়ি তুলিবলৈ যিমান অৰ্থব্যয় হ'ব সেই পৰিমাণে অৰ্থ স্কুলবিলাকে নেপায় এইটো অতি সত্য কথা ; কিন্তু যিবিলাক কৰ্মচাৰী আৰু ক্ষমতাপ্ৰাপ্ত ব্যক্তি তেওঁলোকৰ এনে ধৰণৰ লাইব্ৰেৰী গঠনৰ ইচ্ছা থকা হ'লে আদৰ্শ স্বৰূপে অন্ততঃ এটা লাইব্ৰেৰী সংগঠনৰ চেষ্টা চলিলহেঁতেন। অৰ্থৰ অভাৱ একমাত্ৰ কাৰণ নহয় যে সেইটো সহজেই অনুমিত হয়। আয়োগে যি ধাৰণা আৰু উদ্দেশ্য লৈ এনে ধৰণৰ অনুমোদন কৰিছে আমি তেনে ধৰণৰ

উপলব্ধি কৰিব পাৰিছো নে সন্দেহজনক। লাইব্ৰেৰীৰ নামত এতিয়াও কিমান খিনি টকা খৰচ কৰা হয়, তাক সু-পৰিকল্পনাৰে খৰচ কৰা হয় নে নহয় তাকো ভাবি চাব লাগে। বহু মাধ্যমিক স্কুলত লাইব্ৰেৰীৰ কাৰণে এটা সুকীয়া ঘৰ নালাগে এটা কোঠালীৰো ব্যৱস্থা নাই, কিন্তু বছৰি বছৰি কিতাপ কিনিবলৈ টকা বছৰৰ শেহভাগত স্কুলবিলাকে পায়েই আছে।

পাঠাগাৰৰ সফলতা নিৰ্ভৰ কৰে, দ্বিতীয়তে আয়োগে কৈছে যে, লাইব্ৰেৰীৰ কিতাপ পত্ৰিকা আদি নিৰ্বাচন কৰোতে সাৱধান হ'ব লাগে। শিক্ষক সকলৰ মাজৰ পৰা কেইজনমানক লৈ এটা সৰু কমিটী গঠন কৰিব লাগে। যিবিলাক শিক্ষকৰ অধ্যয়নত প্ৰকৃত ৰুচি আছে তেনে শিক্ষক আৰু ওপৰ শ্ৰেণীৰ দুই-এজন অধ্যয়নশীল ছাত্ৰক লৈ এনে কমিটী গঠন কৰিব লাগে। শিক্ষকসকলৰ দায়িত্ব হৈছে যে কোনবিলাক কিতাপ ছাত্ৰই পঢ়িব লাগে, কোনখন, কোনখন কিতাপ পঢ়িলে ল'ৰাৰ উপকাৰ হ'ব পাৰে এনে ধৰণৰ মনস্তাত্বিক দৃষ্টিকোণৰ পৰা কিতাপ নিৰ্বাচন কৰিব লাগে। কাৰ্যক্ষেত্ৰত তেনে আন্তৰিকতাৰ অভাৱ যে আছে সেইটো ভালদৰে বুজা যায়।

তৃতীয়তে আয়োগে কৈছে যে ছাত্ৰই সুবিধা মতে কিতাপ ধাৰে নিবৰ ব্যৱস্থা থাকিব লাগে। আয়োগে স্পষ্টকৈ কৈছে যে কিতাপৰ ৰেজিষ্টাৰ এখন ৰাখি, আলমাৰিত কিতাপবোৰ সুমুৱাই থৈ লাইব্ৰেৰী সংগঠন কৰিব নোৱাৰি। কিতাপ ব্যৱহাৰৰ সুব্যৱস্থা লাগে। কেইজনমান ছাত্ৰই মাজে মাজে দুই এখন কিতাপ পঢ়িলেই, নাইবা অসময়ত লাইব্ৰেৰী খোলা থাকিলেই নহ'ব। লাইব্ৰেৰীৰ কাৰণে এজন সুকীয়া লাইব্ৰেৰিয়ান থাকিব লাগে আৰু লাইব্ৰেৰীত কি কি কিতাপ আছে, কি কি কিতাপ নতুনকৈ আহিছে, কোন কোন কিতাপ পঢ়া উচিত ইত্যাদি বিষয়ে লাইব্ৰেৰিয়ানৰ কৰ্তব্য আৰু দায়িত্ব নিৰ্দ্ধাৰণ কৰিছে। ছাত্ৰই লাইব্ৰেৰিয়ানৰ পৰামৰ্শ আৰু সহায় সদায় পোৱাৰ ব্যৱস্থা থাকিব লাগে। কাৰ্যতঃ দেখা গৈছে কোনো স্কুলতে এজন সুকীয়া লাইব্ৰেৰিয়ানৰ ব্যৱস্থাকেই কৰা হোৱা নাই। কোনো কোনো শিক্ষকক লাইব্ৰেৰী পৰিচালনাৰ বাবে (যিবিলাক শিক্ষকে ট্ৰেইনিং কলেজ বিলাকত এই বিষয়ে ট্ৰেইনিং পোৱা নাই) চাৰিৰ পৰা আঠ মাহলৈ ট্ৰেইনিং দিয়াৰ ব্যৱস্থা কৰিবলৈকো কৈছে।

প্ৰত্যেক মাধ্যমিক স্কুলত এটা কেন্দ্ৰীয় লাইব্ৰেৰী থাকিব লাগে। তাৰ পাচত প্ৰত্যেক শ্ৰেণীৰ বাবে একোটা সুকীয়া লাইব্ৰেৰী লাগে আৰু বিষয় ভাগ কৰি বিভিন্ন লাইব্ৰেৰীও থাকিব লাগে। স্কুলত যিবিলাক কিতাপ আছে সেই কিতাপ বিলাকক ৰাছি শ্ৰেণী হিচাবে আৰু বিষয় হিচাবে বিভিন্ন লাইব্ৰেৰীৰ ব্যৱস্থা কৰা টান কথা নহয়, কিন্তু কেইখন স্কুলত তাকে কৰিছে? আমি সহকাৰী পৰিদৰ্শকৰ কামত নিযুক্ত থকাত এই বিষয়ে যত্ন কৰিছিলো আংশিক সফলতাও

পাইছিলো ; কিন্তু আমাৰ অৱসৰৰ পাচত তেনে ধৰণৰ কোনো চেষ্টা চলি আছে নে নাই আমি নাজানো। বোধহয় সেই বিষয়ে বিশেষ দৃষ্টি দিয়া হোৱা নাই। নতুন সংগঠনত অৰ্থৰ অভাব আৰু সুযোগ সুবিধাৰ অভাব অনুভৱ কৰা যায় কিন্তু যি বস্তু আছে, যিখিনি অৰ্থ আৰু সুযোগ সুবিধা পোৱা গৈছে তাৰ সদব্যৱহাৰৰ ব্যৱস্থা কিয় কৰিব নোৱাৰি আমি বুজি নাপাওঁ। কৰ্মকৰ্তা সকলৰ যিমানখিনি আন্তৰিকতাৰ আৱশ্যক সিমানখিনি নাথাকিলে আৰু যিমানখিনি গুৰুত্ব দিয়া উচিত সিমানখিনি গুৰুত্ব নিদিলে সংগঠন কৰিব নোৱাৰি এইটো সঁচা কথা।

আয়োগে আঙুলিয়াই দিছে যে স্কুলৰ প্ৰধান শিক্ষক আৰু অন্যান্য শিক্ষক মণ্ডলীয়ে সকলোবিলাক ছাত্ৰ-ছাত্ৰীৰ প্ৰতি স্বাধীন অধ্যয়নৰ ক্ষেত্ৰত (দুই এজন মেধাৱী ছাত্ৰৰ বাহিৰে) উপযুক্ত মনোযোগ নিদিয়ে। বেছি ভাগ ছাত্ৰই কি পঢ়ে বা নপঢ়ে এই বিষয়ে বহু শিক্ষকে কোনো খবৰেই নলয়। এই ক্ষেত্ৰতো প্ৰকৃত দায়িত্বশীলতাৰে পৰিচয় বা আন্তৰিকতাৰ পৰিচয় পোৱা নাযায়। কোনো ল'ৰাই যদি কোনো কিতাপ পঢ়িবলৈ নিছে, সেই কিতাপ সি পঢ়িছে নে নাই, তাৰ পৰা কিবা তাৰ বস্তু আহৰণ কৰিব পাৰিছে নে নাই সেইবিষয়েও কোনো খবৰ নলয়। আয়োগে এই বিষয়ে যথেষ্ট পৰামৰ্শ দিছে। এজন ছাত্ৰই স্কুলত পঢ়া কাল ডোখৰত কি বোৰ কিতাপ পঢ়িলে, কিবোৰ কথা আহৰণ কৰিলে তাৰ যদি এটি ৰচনা (যেই সেই কিতাপৰ পৰা কোনো কোনো অংশ উদ্ধৃত কৰি) লিখে, সেই ৰচনাই ছাত্ৰৰ আৰু স্কুলৰ সাহিত্য আৰু কৃষ্টিৰ ক্ষেত্ৰত কিমান অগ্ৰগতি হৈছে সেই কথা বুজিবলৈ এটি সুন্দৰ পন্থা হয়। এনেবোৰ কথাৰ সংগঠনৰ কাৰণে কোনো প্ৰচেষ্টা কৰ্তৃপক্ষ, পৰিদৰ্শকমণ্ডলী নাইবা শিক্ষকমণ্ডলীৰ ফালৰ পৰা হোৱা দেখা নাযায়।

বিভিন্ন স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে বিভিন্ন লাইব্ৰেৰী সংগঠনৰ ব্যৱস্থা কৰি বন্ধৰ সময়ত স্কুল লাইব্ৰেৰী খোলা ৰখাৰ ব্যৱস্থা কৰিব লাগে বুলিও আয়োগে পৰামৰ্শ আগবঢ়াইছে। যিবিলাক ঠাইত ৰাজহুৱা পুথিভঁৰাল নাই সেইবিলাক ঠাইত স্কুল লাইব্ৰেৰী বিলাকেই ৰাইজৰ ব্যৱহাৰৰ কাৰণেও খোলা থাকিব লাগে বুলি আয়োগে পৰামৰ্শ আগবঢ়াইছে।

আয়োগে যিবিলাক পৰামৰ্শ আগবঢ়াইছে সেই পৰামৰ্শ অনুসাৰে সকলোবিলাক কাম একে সময়তে কৰা সম্ভৱ নহ'ব পাৰে কিন্তু সেই নীতি অনুসৰি কিছু কিছু কাম কৰা সম্ভৱ হ'ব পাৰে ; কিন্তু লাইব্ৰেৰী সংগঠন সম্পৰ্কে তেনে নীতি সৰহ ভাগ স্কুলে যে গ্ৰহণ কৰা নাই সেইটো নুই কৰিব নোৱাৰি। হেড্‌মাষ্টৰ আৰু সহকাৰী শিক্ষকসকলৰ ফালৰ পৰা নাইবা পৰিদৰ্শকমণ্ডলীৰ পৰাও তেনে কাৰ্য হাতত লোৱাৰ কোনো পৰিচয় পোৱা নাযায়। চৰকাৰৰ ফালৰ পৰা লাইব্ৰেৰীয়ান নিযুক্ত কৰাৰ যত্ন যেনেকৈ দেখা হোৱা নাই, শিক্ষকসকলৰ পৰাও ছাত্ৰ-ছাত্ৰীৰ সহযোগিতাত শ্ৰেণীয়ে প্ৰতি আৰু বিষয়ে প্ৰতি সুকীয়া লাইব্ৰেৰী

গঠনৰ প্ৰচেষ্টাও হোৱা দেখা নাযায়। ইয়াত ইচ্ছা লাগে মাথোন কোনো খৰচৰ প্ৰশ্ন নুঠে। ছাত্ৰবিলাকৰ সংগঠনৰ মাজেদি কোনো কোনো স্কুলত ছাত্ৰৰ লাইব্ৰেৰী আছে ; কিন্তু তাৰো পৰিচালনাৰ নানা বিশৃঙ্খলা আছে। পৰিকল্পনাবিলাকত যেনেদৰে অৰ্থ ধাৰ্য কৰা হৈছে, সেই অৰ্থৰ সাহায্যৰে কিছু নহয়, কিছু টকা এই নীতি অনুসৰি যে খৰচ কৰিব পাৰি তাতো সন্দেহ নাই। কোনো কোনো ক্ষেত্ৰত এই নীতি অনুসৰি অৰ্থ সাহায্য দিয়াও হৈছে কিন্তু যি উদ্দেশ্যে অৰ্থ সাহায্য দিয়া হৈছে সেই উদ্দেশ্যে হয়তো খৰচ কৰা হোৱা নাই। নীতি আৰু উদ্দেশ্যৰ লগত কাৰ্যৰ সমন্বয় ঘটি উঠা নাই। আয়োগে স্পষ্টকৈ কৈছে যে একে সময়ৰ ভিতৰত সকলো পৰিবৰ্তন ঘটোৱা সম্ভৱ নহয় কিন্তু নীতি অনুসৰি চৰকাৰে পৰিদৰ্শকমণ্ডলীয়ে পৰিচালনা সমিতিবিলাকে আৰু শিক্ষকসকলে ক্ৰমে ক্ৰমে কামত আগবাঢ়ি যাব পাৰে ; কিন্তু সমন্বিত চেষ্টা আৰু নীতি গ্ৰহণৰ কোনো লক্ষণ দেখা পোৱা নাই। অৰ্থৰ সদব্যৱহাৰ হৈছে নে সেইটো চোৱাটো অন্ততঃ প্ৰথম কৰ্তব্য।

## নগ্ন সাহিত্য

ছাত্ৰ-ছাত্ৰীয়ে পঢ়িব নলগা বহু নতুন নতুন কিতাপ আজি-কালি লিখা আৰু প্ৰকাশ কৰা হৈছে। অৰ্থ উপাৰ্জনৰ হেপাহত বহুতো নগ্ন সাহিত্য গঢ়ি উঠিছে। যিবোৰ দোষ আমাৰ ভাৰতীয় সমাজত আগেয়ে নাছিল। এনে প্ৰকাৰৰ দোষ সাহিত্যৰ মাজেদি আমাৰ সমাজত প্ৰবেশ কৰিছে। সকলোবিলাক অভিভাৱকৰ পক্ষে এই বিষয়ে দৃষ্টি দিয়া সম্ভৱ নহয়। সাধাৰণ সমাজৰ যেনে ৰুচি গঢ়ি উঠিব ধৰিছে, কিছুমান সাহিত্য যে তৰুণ-তৰুণীসকলে পঢ়া উচিত নহয় সেইবোৰ কথাও সাধাৰণ সমাজে নুবুজা হৈ পৰিছে। দোকানবিলাকত খবৰ কৰিলে বুজা যায় তেনেবোৰ সাহিত্য হে বেছি বিক্ৰী হয়। নীতি থকা, মহৎলোকসকলৰ জীৱনী থকা আৰু ধৰ্মৰ কথা থকা কিতাপৰ বিক্ৰী সেই অনুপাতে বহু কম। ছাত্ৰ-ছাত্ৰীবিলাকৰ বঁটা বিতৰণী সভাত যিবোৰ কিতাপ দিয়া হয়, সেই কিতাপবিলাকৰ ভিতৰতো বহুতো নগ্ন সাহিত্য থকা দেখা যায়। শিক্ষাবিভাগে যিবোৰ কিতাপ বাছি দিয়ে তেনে কিতাপতকৈ বাছি নিদিয়া বহুতো কিতাপ বঁটাৰ উপযুক্ত কিন্তু সেই বুলি যিবিলাক কিতাপ তৰুণ-তৰুণীয়ে পঢ়া উচিত নহয়, তেনে কিতাপবোৰ স্কুলৰ বঁটা বিতৰণী সভাত দিয়া নীতি বিগৰ্হিত। ৰুচি বিগৰ্হিত আৰু দায়িত্বজ্ঞানহীন কথা। স্কুলৰ প্ৰধান শিক্ষক আৰু সহকাৰী শিক্ষকবিলাকৰ হে এই ক্ষেত্ৰত সম্পূৰ্ণ দায়িত্ব থাকে।

আমি ভাবো শিক্ষাৰ প্ৰকৃত পৰিবেশ সৃষ্টি কৰিবলৈ হ'লে আৰু অধ্যয়নশীল স্বভাৱ গঢ়ি তুলিবলৈ হ'লে শিক্ষা বিভাগৰ ফালৰ পৰা এই সম্পৰ্কে কঠোৰ নীতি

অৱলম্বন কৰা উচিত। আগেয়ে বঁটা বিতৰণী সভাত যি কোনো কিতাপ দিয়া হোৱা নাছিল আৰু এই বিষয়ে শিক্ষা বিভাগৰ চোকা দৃষ্টি আছিল। আজি-কালি এই বিষযটো নিযন্ত্রণ কৰিবলৈ যথেষ্ট মনোযোগ দিয়া নহয়। বঁটা বিতৰণী সভাত পোৱা কিতাপ নিশ্চয় ভাল কিতাপ, এই কথা ছাত্র-ছাত্রীৰ মনত সহজতে উদয় হয। দিব নলগা কিতাপ দিলে প্রধান শিক্ষক বা শিক্ষকমণ্ডলীৰ সুৰুচিৰ পৰিচয় নিদিযে।

## শিক্ষকৰ কৰ্তব্য

ছাত্রসকলৰ মাজত অধ্যযনশীলতা গটি তুলিবলৈ হ'লে শিক্ষকসকলৰ নিজৰো অধ্যযনশীল অভ্যাস গটি উঠিব লাগে স্কুল লাইব্রেৰীৰ কিতাপবিলাক কেনেকৈ ছাত্রৰ উপকাৰৰ বাবে ব্যৱহৃত হ'ব পাৰে তাৰ বাবে শিক্ষকসকলৰ যত্ন থাকিব লাগে। নিজৰ নিজৰ স্কুলত তেনে ধৰণৰ এটি পৰিবেশৰ সৃষ্টি কৰিব লাগে। প্রধান শিক্ষকেও এই বিষয়ে যথেষ্ট মনোযোগ দিব লাগে।

আজি-কালি দেশত বহুতো পাঠাগাৰৰ সৃষ্টি হৈছে, কিন্তু সেই পাঠাগাৰ-বিলাকতো অধ্যযন পৰিবেশ থকা বুলি অনুভৱ কৰা নাযায। তদুপৰি এই পাঠাগাৰ-বিলাকত যিবিলাক কিতাপ কিনা হয, সেইবিলাক কিতাপ বৰ সস্তীয়া। মূল্যবান আৰু প্রযোজনীয কিতাপ সংগ্রহৰ প্রচেষ্টা দেখিবলৈ পোৱা নাযায। আধুনিক কিতাপ বুলিলে সৰহ ভাগেই আধুনিক নাটক, উপন্যাস বুলিহে বুজে। আধুনিক ভাৱধাৰাত লিখা গধুৰ সাহিত্য কোনো পাঠাগাৰত দেখিবলৈ পোৱা নাযায়। ৰাজহুৱা পাঠাগাৰ বহুতো খোলা হৈছে। এই পাঠাগাৰবিলাকৰ পৰিচালনা সুস্থ হোৱা নাই। গাঁৱৰ পাঠাগাৰবিলাকৰ পৰিচালনা সুস্থ হোৱা হ'লে, শিক্ষাৰ এটা পৱিত্র পৰিবেশৰ সৃষ্টি হ'লহেঁতেন সন্দেহ নাই। পাঠাগাৰবিলাকৰ যি পৰিবেশ আৰু যি পৰিচালনা তাৰ দ্বাৰা বুজা যায যে এই পাঠাগাৰবিলাকৰ সংগঠকসকলৰ নাইবা গাঁৱৰ মানুহবিলাকৰ পাঠাগাৰৰ ব্যবহাৰ বা তাৰ মূল উদ্দেশ্য সম্পৰ্কে সম্যক ধাৰণা নাই। অধ্যয়নশীল স্বভাৱ গঢ়ি নুঠিলে পুথিৰ বা পুথিভঁৰালৰ মূল্য মানুহে নুবুজে। গাঁৱত আজি-কালি বহু সভা-সমিতি হয়, কিন্তু এই সভা-সমিতিবিলাকৰ পৰাও শিক্ষাৰ আৰু কৃষ্টিৰ উপযুক্ত পৰিবেশ গঢ়ি নুঠে।

এনেবোৰ কাৰ্যৰ পৰা স্পষ্ট বুজ যায় যে সমস্যা অৰ্থৰ অভাৱ নহয়, সমস্যা প্রকৃত শিক্ষাৰ, শিক্ষাৰ পৰিবেশৰ আৰু সামাজিক সাৰ্থকতা আনিবৰ। সামাজিক শিক্ষাৰ পৰিবেশ সৃষ্টি কৰাৰ উপযুক্ত পন্থা উলিয়াব লাগে। গভীৰকৈ ভাবি চালেহে বুজা যায়, ইয়াৰ কেৰোণ ক'ত? ● ১৬/৯/৬৩— নতুন অসমীয়া

## (৪) ১৬-৯-৬৩

## শিক্ষাৰ ব্যতিক্ৰম

# ছাত্ৰৰ ব্যক্তিগত মূল্যাঙ্কনৰ প্ৰশ্ন

আমাৰ স্কুলবিলাকত ছাত্ৰ-ছাত্ৰীসকলৰ ব্যক্তিগত মূল্যাঙ্কন কৰা নহয়। মাধ্যমিক শিক্ষা আয়োগে এই বিষয়ে যথেষ্ট জোৰ দিছে। বৰ্তমান আমৰ স্কুল-বিলাকত যি পৰিস্থিতি সেই পৰিস্থিতিত ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিগত মূল্যাঙ্কন কৰা সম্ভৱো নহয়। মাধ্যমিক শিক্ষা আয়োগে ছাত্ৰৰ পঢ়া-শুনাৰ মূল্যাঙ্কন মাহে মাহে কৰিব লাগে বুলি যেনেকৈ জোৰ দিছে, তেনেকৈ স্বভাৱ-চৰিত্ৰ, কৰ্ম-কুশলতা খেল-ধেমালিৰ নিপুণতা, আত্মবিশ্বাস, সামাজিকতা ইত্যাদি নানা বিষয়ে মূল্যাঙ্কনৰো পৰমাৰ্শ দিছে। তাৰ বাবে এখন ফৰ্মো যুগুত কৰি দিছে। এই ফৰ্মত থকা আটাইবোৰ ঘৰ পূৰণ কৰি ল'বলৈ যিমানখিনি কৰ্মদক্ষতা শিক্ষকসকলৰ আৱশ্যক হ'ব তাক অৰ্জন কৰি ল'বলৈ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগে বুলিও আয়োগে পৰামৰ্শ দিছে। স্কুলত এই ৰেকৰ্ড প্ৰস্তুত কৰিলে বা কৰিবলৈ যত্নবান হ'লে নানা সমস্যাই দেখা দিব। শিক্ষাৰ মান উন্নয়ন, পৰীক্ষা পদ্ধতিৰ সংস্কাৰ প্ৰতিযোগিতামূলক ভাবৰ মাজেদি ছাত্ৰৰ মনত স্বাধীন অধ্যয়নৰ মনোভাৱ গঢ়ি তোলা, নিয়মানুৱৰ্তিতা, চৰিত্ৰ গঠন শিক্ষক আৰু ছাত্ৰৰ মাজত প্ৰীতিপূৰ্ণ সম্বন্ধ গঢ়ি তোলা, খেল-ধেমালিৰ উপযোগিতা সদভ্যাস গঠন ইত্যাদি নানা সমস্যাই দেখা দিব। সেই বাবে আটাইবোৰ সমস্যা সমন্বিত এটা প্ৰশিক্ষণ প্ৰণালীৰ আৱশ্যকতা আহি পৰে। এই প্ৰশিক্ষণ প্ৰণালী উদ্ভাৱন কৰা শিক্ষা বিভাগৰ কৰ্তব্য। এই চেষ্টা এতিয়াও কৰা হোৱা নাই।

আমাৰ ৰাজ্যত যোৰহাট চৰকাৰী হাইস্কুলত কেইবছৰমান আগতে এনে ধৰণৰ আঁচনি এখন পৰীক্ষামূলক হিচাপে চলোৱা হৈছিল। সি সফল হৈ নুঠিল; কিন্তু সেই ব্যৱস্থাৰ পৰা আমাৰ এইটো অভিজ্ঞতা হৈছে যে যিকোনো নতুন আঁচনিয়েই নহওক তাক আৰম্ভণিতে সম্পূৰ্ণ পৰ্যায়ত পৰীক্ষামূলক হিচাপে চলাব নালাগে। সেই আঁচনি আংশিকভাৱে চলালে হয়তো বহুখিনি কৃতকাৰ্যতা লাভ কৰিব পৰা গ'লহেঁতেন। সেই আঁচনি যে শিক্ষাবিধি সম্মত, সদুদ্দেশ্যমূলক আৰু ছাত্ৰৰ শিক্ষা-সমপূৰ্ণাঙ্গ কৰাৰ এটা সৎ প্ৰচেষ্টা আছিল তাত কোনো সন্দেহ নাই। সফলতা কিন্তু নাহিল ; তাক বিচাৰ কৰি চোৱা যুগুত।

অসমৰ শিক্ষা বিভাগৰ লিখন নিয়মাৱলী তাত শিক্ষা বিভাগৰ বিধি নিয়মৰ ভিতৰত প্ৰত্যেক ছাত্ৰৰ মাহেকীয়া স্কুল ৰেকৰ্ড ৰখাৰ শিক্ষকসকলৰ অৱশ্যে কৰ্তব্য

হিচাপে নিৰ্দ্ধাৰণ কৰা এটা ধাৰা আছে। এই ধাৰা অনুসৰি স্বাধীনতা পোৱাৰ পূৰ্বতে চৰকাৰী হাইস্কুলবিলাকত এই ৰেকৰ্ড প্ৰস্তুত কৰা হৈছিল আৰু মাহে মাহে প্ৰত্যেক শ্ৰেণীৰ কোঠালীৰ বেৰত এখন লিষ্ট আঁৰি দিয়া হৈছিল। এই লিষ্টত প্ৰত্যেক ছাত্ৰৰ গুণানুসাৰে (প্ৰত্যেক বিষয়ৰ নম্বৰ হিচাপে মাথোন) স্থান নিৰ্ণয় কৰা হৈছিল। গোটেই মাহটোৰ ভিতৰত বিষয়বিলাক শিক্ষা দিয়াৰ সময়ত যিবোৰ লিখা কাম দিয়া হৈছিল সেই লিখা কামবিলাকত ছাত্ৰই যিমান নম্বৰ পায় সেই নম্বৰ সেই সেই বিষয়ৰ ল'ৰাৰ বহীৰ পাচৰ পৃষ্ঠাত এটা টোকা ৰখা হৈছিল— তাৰিখ দি। মাহেকৰ মূৰত সেই নম্বৰবিলাকৰ গড় উলিয়াই সেই সেই বিষয়ৰ স্থান নিৰ্ণয় কৰা হৈছিল। কেতিয়াবা যদি কোনো কাৰণত বা দীঘলীয়া বন্ধ হোৱা বাবে, নাইবা ঘটনা ক্ৰমে ৰুটিনৰ পাল মতে কোনো কোনো বিষয়ৰ শিক্ষা দিয়াৰ সুযোগ নঘটে, তেতিয়া মাহেকৰ শেহত এক পিৰিয়ডৰ ভিতৰতে কোনো এটা লিখা কাম পৰীক্ষা কৰা হিচাপে দি প্ৰত্যেক ছাত্ৰৰ স্থান নিৰ্ণয় কৰা হৈছিল। এতিয়া এই পদ্ধতি নোহোৱা হৈছে। শ্ৰেণীত ছাত্ৰ সংখ্যা আগৰ দৰেই আছে আৰু থকাও নিয়ম। এই কামটো শিক্ষকৰ অতিৰিক্ত কাম নহয়। শিক্ষকসকলে কৰিবলৈ অনিচ্ছুকো নহয়, কিন্তু শিক্ষকসকলৰ পৰা এই কামটো আদায় কৰা নহয়। নিজৰ নিজৰ কৰ্তব্য কৰিবলৈ শিক্ষকসকল অনিচ্ছুক নহয় কিন্তু শিক্ষকসকলৰ কৰ্তব্যৰ ভিতৰত যে এই কামটো সেই কথা শিক্ষকসকলক কোৱা নহয় আৰু শিক্ষাবিধিৰ ধাৰাত যে এই কাম নিৰ্দ্ধাৰণ কৰা আছে তালৈ শিক্ষকসকলৰ মনোযোগ আকৰ্ষণ কৰা নহয়। প্ৰধান শিক্ষকৰ দায়িত্বৰ ভিতৰত এইটো এটা প্ৰধান দায়িত্ব হিচাপে নিৰ্দেশ কৰা আছে ; কিন্তু প্ৰধান শিক্ষকসকলে আৰু পৰিদৰ্শক-মণ্ডলীয়ে এই কামটোত কোনো গুৰুত্ব নিদিয়ে। দৰং জিলাৰ হাইস্কুলবিলাকত এই নিয়ম পুনৰাই প্ৰবৰ্তিত কৰা চেষ্টা কৰাত আৰম্ভণিতে কিছুমান শিক্ষকে আপত্তি জনাইছিল সঁচা। তেওঁলোকে তেতিয়া অতিৰিক্ত কাম জাপি দিয়া বুলি ভাবিছিল কিন্তু যেতিয়া তেওঁলোকক বুজাই দিয়া হ'ল যে এই কাম তেওঁলোকৰ দৈনন্দিন কৰ্তব্যৰ ভিতৰত অৱশ্যে কৰণীয়, তেতিয়া প্ৰায়বিলাক স্কুলতে শিক্ষকসকলে কৰিবলৈ ধৰিলে আৰু ইয়াৰ উপকাৰিতা বুজি বহু প্ৰধান শিক্ষক আৰু সহকাৰী শিক্ষকে আমাৰ প্ৰশংসা কৰিছিল ; কামটো কৰিব লাগে বুলি আগ্ৰহো প্ৰকাশ কৰিছিল। প্ৰত্যেক ছাত্ৰৰ স্কুল ৰেকৰ্ড এইদৰে গঢ়ি উঠে আৰু মাহে মাহে যেতিয়া এই লিষ্ট ক্লাছ ৰুমত আঁৰি দিয়া হয় ছাত্ৰজনে বুজি পায় যে ক্লাছত তাৰ স্থান কোনখিনিত আৰু সৰহ ভাগ ছাত্ৰৰ মাজতে প্ৰতিযোগিতাৰ ভাব জাগি উঠে। যেতিয়া এই লিষ্টৰ স্থান অনুসৰি শ্ৰেণীৰ বেঞ্চত একাদিক্ৰমে বহিবলৈ দিয়া হয়, তেতিয়া প্ৰতিযোগিতাৰ ভাব আৰু প্ৰবল হৈ উঠে। এই প্ৰতিযোগিতা বাঞ্ছনীয় আৰু ই শিক্ষাৰ সফলতা নিৰ্দেশ কৰে। কোৱা বাহুল্য যে

প্ৰত্যেক ক্লাছ মাষ্টৰৰ হাতত এখন ৰেজিষ্টাৰত এই নম্বৰবোৰৰ স্থায়ী ৰেকৰ্ড ৰখা হয়। মাধ্যমিক আয়োগে এই পদ্ধতিৰ ওপৰত যিমান জোৰ দিছে বছৰেকীয়া বা ছয় মাহিলি পৰীক্ষাতো সিমান জোৰ দিয়া নাই, কাৰণ প্ৰত্যেকজন ল'ৰাৰ বছৰটোৰ ৰেকৰ্ড চাই প্ৰমোচন দিয়া বা নিদিয়াৰ সিদ্ধান্ত কৰা অতি সহজ কথা। স্কুলত প্ৰত্যেক ছাত্ৰৰ প্ৰত্যেক ক্লাছৰ এটা স্থায়ী ৰেকৰ্ড থকা বাঞ্ছনীয়। বৰ্তমানে কিন্তু স্কুলত ছয় মাহিলি পৰীক্ষা আৰু বছৰেকীয়া পৰীক্ষাৰ নম্বৰত বাদে আন কোনো স্থায়ী ৰেকৰ্ড নাই।

স্কুল ৰেকৰ্ড গঢ়ি তুলিবলৈ হ'লে এই কামটো কোনো মতেই পৰিত্যাগ কৰিব নোৱাৰি বৰঞ্চ ইয়াৰ উত্তৰোত্তৰ বৃদ্ধি কৰি লৈ আয়োগে অনুমোদন কৰা স্কুল ৰেকৰ্ড প্ৰস্তুতিৰ বাটেদি যাব লাগে। শিক্ষাৰ ব্যতিক্ৰম ঘটাৰ এই এটি কাৰণ হয়নে নহয়— সকলোৱে ভাবি চোৱা উচিত। শিক্ষকসকলে নকৰে সেইটো কথা নহয়, শিক্ষকসকলক কৰিবলৈ আমি নিৰ্দেশনা দিয়া নাই, প্ৰশিক্ষণো দিয়া নাই আৰু নকৰিলে তিৰস্কাৰো কৰা নাই, যিজনে কৰে সেইজনক উৎসাহো দিয়া নাই, প্ৰশংসাও কৰা নাই নাইবা পুৰস্কাৰো দিয়া নাই।● ২৪/৯/৬৩— নতুন অসমীয়া

১৯-২-৬৪

# প্ৰকৃত শিক্ষাৰ লক্ষ্য

শিক্ষাৰ সমস্যা বহুতো প্ৰকাৰে বাঢ়ি গৈছে। জটিল সমস্যা ক্ৰমে জটিলতৰ হৈ গৈছে। সমগ্ৰ দেশে এই কথা উপলব্ধি কৰিছে আৰু শিক্ষা পদ্ধতিৰ সংস্কাৰৰ বাবে বিভিন্ন মত প্ৰকাশ হ'ব ধৰিছে। চৰকাৰৰ ফালৰ পৰাও নানা উপায় উদ্ভাৱনৰ প্ৰচেষ্টা দেখা গৈছে।

যি দেশত প্ৰশাসনীয় ব্যৱস্থা শিথিল, নৈতিকতা বিহীন আৰু জাতীয় কৃষ্টিৰ বিৰোধী সেইদেশৰ শিক্ষা ব্যৱস্থাই সাধাৰণৰ মনত সন্তোষ বিধান কৰিব নোৱাৰে। প্ৰশাসনীয় আন আন বিভাগৰ কাৰ্য্যৱলীৰ পৰা শিক্ষাৰ পৰিবেশ বিচ্ছিন্ন হৈ থাকিব নোৱাৰে।

শিক্ষাৰ লক্ষ্যক উদ্দেশ্য কৰি শিক্ষানুষ্ঠান গঢ় লয, শিক্ষোত্তৰ জীৱনৰ লক্ষ্য অনুসৰি অধ্যায়ীৰ লক্ষ্য স্থিৰ হয। বৰ্ত্তমান সময়ত বৈজ্ঞানিক (আধুনিক বিজ্ঞান সম্মত) দৃষ্টিভঙ্গীৰে শিক্ষা ব্যৱস্থাৰ ধাৰা নিয়ন্ত্ৰিত হ'ব লাগিছে, বিশেষকৈ দেশ গঠনৰ উদ্দেশ্যে আৰু পঞ্চবাৰ্ষিকী পৰিকল্পনা সফল কৰিবৰ উদ্দেশ্যে দেশক নানা প্ৰকাৰ শিল্পী, যন্ত্ৰ শিল্পী চিকিৎসক আৰু বৈজ্ঞানিক আৱিষ্কাৰকৰ আৱশ্যক হৈ পৰিছে। এই উদ্দেশ্যেই প্ৰধানতঃ মাধ্যমিক শিক্ষা নিয়ন্ত্ৰিত কৰিছে।

## গান্ধীজীৰ কথা

গান্ধীজীয়ে কৈছিল, যে যি শিক্ষাই শিশু মনৰ সহজাত সৎ প্ৰবৃত্তিবোৰৰ পূৰ্ণ বিকাশ সাধন কৰিব পাৰে সেই শিক্ষাহে পূৰ্ণ শিক্ষা। আৰু কৈছিল যে, যি শিক্ষাই সৰ্ব্বসাধাৰণৰ মাজত স্বাধীন জীৱিকা উপাৰ্জ্জনৰ বাট মুকলি কৰি দিব পাৰে সেয়েহে ভাৰতীয় জাতীয় শিক্ষা হ'ব লাগে। এই উদ্দেশ্যে গান্ধীজীয়ে শিক্ষা দৰ্শন বিষয়ে যথেষ্ট উপদেশো দিছে। এনে ধৰণৰ শিক্ষা পদ্ধতিৰ প্ৰয়োগৰ সময় আহি নৌপাওঁতেই পৰিকল্পনামুখী ভাৰতবৰ্ষক অধিক সংখ্যাক ডাক্তৰ, ইঞ্জিনীয়াৰ আদিৰ আৱশ্যক হৈ প'ৰিলে। এই খিনিতে ক্ষমতাপ্ৰাপ্ত লোক সকলৰ দেশ গঠনৰ অধৈৰ্য্য আৰু অস্থিৰ মনোভাৱৰ আবিৰ্ভাৱ হ'ল। আৱশ্যক অনুসাৰে ডাক্তৰ ইঞ্জিনীয়াৰ সৃষ্টি হবলৈ ধৰিলে আৰু স্বাধীন জীৱিকা উপাৰ্জ্জন শিক্ষা পিচ পৰি ৰ'ল আৰু বৃটিছ যুগৰেই আৰু অন্যান্য দেশৰ বিশেষকৈ ইউৰোপ আমেৰিকাৰ আদৰ্শত শিক্ষানুষ্ঠান গঢ়ি উঠিল।

কুটিৰ শিল্প আৰু যন্ত্ৰ শিল্প অৰিযা-অৰি ভাৱে চলিবলৈ ধৰিলে যন্ত্ৰশিল্পই গান্ধীজীৰ পৰিকল্পিত শিক্ষা পদ্ধতিত জটিলতাৰ সৃষ্টি কৰিলে। প্ৰকৃত জাতীয় কৃষ্টিৰ ভিত্তিত জাতীয় শিক্ষানুষ্ঠান গঢ়ি উঠিবলৈ যোৱা ১৭ বছৰেও কোনো সুযোগ নঘটিল। আনফালে হাইস্কুল বিলাকৰ গঢ় পৰিবৰ্ত্তন হ'বলৈ ধৰিলে। ইংৰাজী শিক্ষাৰ প্ৰতি বিতৃষ্ণা গঢ়ি উঠিল আৰু কোমলমতি ল'ৰা-ছোৱালীৰ ওপৰত পাঠ্যক্ৰমৰ হেঁচা বাঢ়ি গ'ল। পাঠ্যক্ৰম সুচিন্তিত ভাবে কৰা নহ'ল আৰু সেই বাবে আজি সৰহসংখ্যক ল'ৰা-ছোৱালীয়ে পাঠ্যক্ৰমৰ বোজা বহন কৰিব নোৱাৰা হ'ল।

## মাতৃভাষাৰ শিক্ষা

আজিকালি মাতৃভাষাৰ শিক্ষা মাধ্যমিক স্তৰত পৈণত হৈ নুঠে। মাতৃভাষা শিক্ষা পৈণত হোৱাৰ আগতে ইংৰাজী, হিন্দী বা আন কোনো প্ৰাদেশিক ভাষা শিক্ষাৰ ব্যৱস্থা বলবৎ হৈ উঠিল। ইংৰাজী ভাষা শিক্ষাৰ প্ৰতি অৱহেলা হ'ল। সংস্কৃত শিক্ষা একেবাৰে নাইকিয়া হোবাৰ নিচিনা হ'ল — ঐচ্ছিক (optional) হোৱা ববে। বৈজ্ঞানিক মনোবৃত্তি গঠন হোৱাতো যথেষ্ট বাধা উপস্থিত হ'ল। যি পাঠ্যক্ৰম আই, এছ, ছি আৰু বি, এছ, ছি শ্ৰেণীত পঢ়ি ডঃ মেঘনাদ সাহা আৰু ডঃ চি ভি ৰমণৰ দৰে বৈজ্ঞানিক সৃষ্টি হৈছিল সেই পাঠ্যক্ৰম মাধ্যমিক শিক্ষা স্তৰত প্ৰৱৰ্ত্তন কৰা হ'ল, লাগিলে উপযুক্ত শিক্ষক বা লেবৰেটৰি থাকক বা নাথাকক।

এই পাঠ্যক্ৰম যে এদিন পৰিবৰ্ত্তিত হ'ব লাগিব ই স্থিৰ নিশ্চয , অৱশ্যে পাঠ্যক্ৰম স্থিৰ ৰাখিও সৰল পাঠ্য পুস্তক ৰচনা কৰা সম্ভৱ হ'ব, যেনেদৰে আকবৰৰ বিষয়ে প্ৰাইমেৰী শ্ৰেণীতো শিক্ষা দিয়া সম্ভৱ আৰু এম এ শ্ৰেণীতো শিক্ষা দিয়া সম্ভৱ। বৰ্ত্তমান যিবিলাক বিজ্ঞানৰ পাঠ্যপুস্তক অসমীয়া ভাষাত ৰচিত হৈছে সেইবোৰ কিতাপ ইংৰাজী মাধ্যমৰ কিতাপতকৈ কঠিন হৈছে।

## শিক্ষাৰ প্ৰকৃত লক্ষ্য

শিক্ষাৰ লক্ষ্য চৰিত্ৰ গঠন, ব্যক্তিত্ব গঠন, নেতৃত্বৰ প্ৰশিক্ষণ, স্বাধীন জীৱিকা উপাৰ্জ্জনৰ বাবে প্ৰশিক্ষণ, সু-অভ্যাস গঠন ইত্যাদি দাৰ্শনিক তথ্য বা সাধাৰণ প্ৰয়োজনীয়তাৰ প্ৰতি কোনো দৃষ্টি সাধাৰণ শিক্ষানুষ্ঠানবোৰত দিয়া দেখা নাযায়। ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে শিক্ষাৰ প্ৰধান লক্ষ্য হৈ পৰিছে চাকৰি লাভৰ উপযুক্ততা অৰ্জ্জন আৰু চৰকাৰৰ লক্ষ্য হৈছে— পঞ্চবাৰ্ষিক পৰিকল্পনা বোৰত আৰু প্ৰশাসনীয় কাৰ্য্যত নিয়োগ কৰিবলৈ শিক্ষা দান। তাতো নানা প্ৰকাৰ ৰাজনৈতিক বাধা বিপত্তিত উপযুক্ত লোক পিচ পৰি যায় আৰু অনুপযুক্ত লোকে বহন কৰিব

নোৱাৰা দায়িত্বত অধিষ্ঠিত হয়। আন ফালে প্ৰকৃত শিক্ষাৰ মূল লক্ষ্য বিলাকৰ পৰা আঁতৰি যোৱাত শিক্ষানুষ্ঠান বোৰে উপযুক্ত লোক বহিৰ কৰি দিব নোৱাৰে বা ডিগ্ৰী ধাৰী সকলে চাকৰিৰ উপযুক্ততাও অৰ্জ্জন কৰিব নোৱাৰে। কাৰণ সুনীতিৰ অভ্যাস পাঠ্যকালত গঠন নহ'লে সুদক্ষ কৰ্ম্মচাৰী সৃষ্টি হ'ব নোৱাৰে।

দেশত স্কুল কলেজৰ সংখ্যা আৰু বিশ্ববিদ্যালয়ৰ সংখ্যা ক্ৰমে বাঢ়ি যাব লাগিছে। যি অনুপাতে বাঢ়িছে শিক্ষিত লোকৰ সংখ্যা সেই অনুপাতে উপযুক্ত নাগৰিকৰ সংখ্যাও বঢ়া নাই। দেশত গঠনমূলক কাৰ্য্যত প্ৰকৃত অংশ গ্ৰহণ কৰিব পৰা লোকৰ সংখ্যাও বঢ়া নাই, কমিছেহে। দেশৰ শিল্প বঢ়াব পৰা বা কুটিৰ শিল্পৰ উন্নয়ন কৰিব পৰা লোকৰ সংখ্যাও বঢ়া নাই বৰঞ্চ বহু শিল্প ধ্বংসপ্ৰায়।

## প্ৰতিৰোধৰ সক্ষমতা

গান্ধীজীয়ে কৈছিল যে শিক্ষাৰ প্ৰধান উদ্দেশ্য হৈছে যে অন্যায়ৰ বিৰুদ্ধে অহিংস প্ৰতিৰোধৰ সক্ষমতা অৰ্জ্জন , কিন্তু দেশত আজি শিক্ষিত সম্প্ৰদায়ৰ মাজত সেই সক্ষমতা থকা লোকৰ নিতান্ত অভাৱ পৰিলক্ষিত হয়। অন্যায়ৰ বিৰুদ্ধে মাতষাৰ মাতিব পৰা মনোবৃত্তিও গঢ়ি উঠা নাই বৰঞ্চ ভীৰু মনোবৃত্তিৰ সৃষ্টি হৈছে। চৰকাৰী চাকৰিয়াল সকলোৰে ন্যায়, অন্যায়, বিচাৰ বোধ, আগৰ দৰে থকা যেন দেখা নাযায়, নিপুণতাতো নায়েই।

আনফালে পাঠ্য পুস্তকত পঢ়া শিক্ষানীতি, ৰাজনীতি, অৰ্থনীতি আদি বিজ্ঞানৰ সূত্ৰবোৰ বাস্তব কৰ্ম্ম ক্ষেত্ৰত প্ৰয়োগৰ কোনো সূচল ছাত্ৰ-ছাত্ৰীয়ে নাপায়, পুস্তকস্থ বিদ্যাৰ অপপ্ৰয়োগ বা অপব্যৱহাৰৰ আদৰ্শহে দেখিবলৈ পায়।

অৰ্থনীতিৰ মূলসূত্ৰবোৰ মানি পৰিকল্পনা কৰিলে, ৰাজনীতিৰ দণ্ডনীতি আৰু শাসননীতি মানি চলিলে, দেশৰ অতীত কৃষ্টিৰ আৰু সভ্যতাৰ ওপৰত নিৰ্ভৰ কৰিলে, অহিংস আৰু সত্যৰ যি আদৰ্শ, ভাৰতীয় শাস্ত্ৰত ব্যাখ্যা কৰা আছে আৰু গান্ধীজীয়ে যি দৰে ব্যাখ্যা কৰিছে তাক মানি চলিলে, দেশৰ আজি দুৰৱস্থা হ'বলৈ নাপালেহেঁতেন, দুখীয়া ক্ৰমে আৰু বেছি দুখীযা হৈ যাব নালাগিলহেঁতেন।●

# দুৰ্নীতি নিয়ন্ত্ৰণ সম্ভৱ

যেতিয়া দেখা যায় যে সৰ্ব্বসাধাৰণ লোকে, চৰকাৰী বিষয়াই আৰু শাসক মণ্ডলীয়ে দেশৰ আইন, ধৰ্ম্ম আৰু নীতি অনুসাৰে দৈনন্দিন আৰু জাতীয় জীৱনত নিজ নিজ কৰ্ম্ম ক্ষেত্ৰত কৰ্ত্তব্য কৰ্ম্ম নকৰে তেতিয়া জাতীয় চৰিত্ৰ কলুষিত হয়, জাতিৰ অধঃপতন আৰম্ভ হয়। আনফালে যেতিয়া দেখা যায় যে জাতীয় চৰিত্ৰৰ অধঃপতন ঘটিছে তেতিয়া বুজিব লাগিব যে চৰকাৰী কাৰ্য্য সুচাৰু ৰূপে হোৱা নাই। শাসক মণ্ডলী সুনীতিত থকা নাই, দুষ্টৰ দমন আৰু শিষ্টৰ পালন হোৱা নাই।

আজি আমাৰ দেশত দুৰ্নীতিয়ে ব্যাপক ভাবে শিপা বিস্তাৰ কৰিছে। কোনজন সাধু কোনজন অসাধু, কোনজন পণ্ডিত কোনজন মুৰ্খ, কোনজন শিক্ষিত কোনজন অশিক্ষিত তাক চিনিবৰ উপায় নাই। সত্য কথা কোৱা যেন মানুহৰ স্বভাৱেই নহয়। দুৰ্নীতিয়ে দেশ ধ্বংসৰ ফালে নিব ধৰিছে। এই কথা চৰকাৰী ভাবেও স্বীকৃত হৈছে আৰু চৰকাৰে তাক দুৰ কৰিবলৈ সঙ্কল্পও গ্ৰহণ কৰিছে। গৃহমন্ত্ৰী গুলজাৰিলাল নন্দই স্পষ্টকৈ কৈছে যে "সৎভাৱে আৰু সুনিপুণ ভাৱে দেশ শাসন কৰা চৰকাৰৰ কৰ্ত্তব্য। শাসনৰ সুনিপুণতাৰ পৰিচয় পোৱা যায় দেশ কিমান পৰিমানে দুৰ্নীতিমুক্ত আৰু সৰ্ব্বসাধাৰণ ৰাইজে কিমান পৰিমাণে ন্যায় বিচাৰ পাইছে তাৰ পৰা। ৰাজহুৱা ধনৰ অপচয় আৰু অপহৰণত, ৰাজহুৱা স্বাৰ্থৰ অৱহেলাত যে নানা ভাৱে দুৰ্নীতি সোমাই থাকে তাক সকলোৱে জানে।" গতিকে দেশৰ শাসন দুৰ্নীতিমুক্ত হ'ব লাগিলে, সুশাসন প্ৰতিষ্ঠা কৰিব লাগিলে, সৰ্ব্বসাধাৰণ ৰাইজক সুবিচাৰ দিব লাগিব আৰু সুবিচাৰ দিব লাগিলে ক্ষমতাত অধিষ্ঠিত শাসকমণ্ডলী সৎ আৰু দুৰ্নীতিমুক্ত হ'ব লাগিব।

## প্ৰথম কৰ্ত্তব্য

এই পৰিস্থিতিত ৰাইজৰ প্ৰতি সুবিচাৰ আৰু কল্যাণসাধন কেনেকৈ হ'ব পাৰে? ৰাজহুৱা স্বাৰ্থৰ প্ৰতি সজাগ দৃষ্টি কেনেকৈ আহিব পাৰে? নিশ্চয় শাসক মণ্ডলীৰ মাজৰ পৰা দুৰ্নীতি আঁতৰ কৰা প্ৰথম কৰ্ত্তব্য। আমাৰ মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াইও কৈছে যে মন্ত্ৰী মণ্ডলীৰ মাজত চলি থকা দুৰ্নীতি প্ৰথমতে আঁতৰ কৰিব লাগিব।

মন্ত্ৰীসকল আৰু শাসনত অধিষ্ঠিত লোকসকল দুৰ্নীতিমুক্ত হ'ব লাগিলে তেওঁলোকে সুনীতিৰ আশ্ৰয় ল'ব লাগিব। দল ৰক্ষাৰ অৰ্থে অসৎ লোকক

প্ৰাধান্য দিব নালাগিব, দেশৰ সকলো ক্ষেত্ৰতে উপযুক্ত লোকে উপযুক্ত স্থান পাব লাগিব। অনুপযুক্ত লোকক গুৰু দায়িত্বপূৰ্ণ কামত নিযুক্তি দিব নালাগিব আৰু গোপনীয় ফুচুলনিত বিনা প্ৰমাণে কোনো কৰ্মীক বিশ্বাস বা অবিশ্বাস কৰিব নালাগিব— তাৰ বাবে মন্ত্ৰীসকল সাবধান হ'ব লাগিব। যিবিলাক লোকক দুৰ্নীতি পৰায়ণ বুলি ৰাইজে সততে কব লাগিছে তেনে লোকক ক্ষমতাত ৰাখিব নালাগিব। দুৰ্নীতি আৰু সুনীতিৰ ভিতৰত প্ৰভেদ বুজি পাব লাগিব। দুৰ্নীতি আৰু সুনীতিৰ প্ৰভেদ বুজি পাবলৈ হ'লে মূলত সত্যকেই আশ্ৰয় কৰিব লাগিব। সত্যই ঈশ্বৰ, এই তত্ত্ব গান্ধীজীয়ে যেনেকৈ বিচাৰ কৰিছে শাস্ত্ৰইও তেনেকৈ বিচাৰ কৰিছে, তেনেকৈয়ো নিৰ্দ্দেশ দিছে। প্ৰত্যেক ব্যক্তিয়ে ভাবিব লাগিব "মই সত্যপথত আছো নে নাই।" ৰাজনীতিত সত্যৰ ঠাই নাই বুলি যদি ৰাজনীতিকে কৰলৈ মন কৰে তেনেলোকে গান্ধীবাদী বুলি কোৱাৰ সাৰ্থকতা নাই। ই স্বাৰ্থান্বেষী লোকৰ ৰাইজক ভুৱা দিয়া কথা মাথোন আৰু গান্ধীৰ পৱিত্ৰ নামত কলুষ সনা কথা। গান্ধীজীয়ে কৈছিল, "সত্য অন্বেষণৰ বাটত মোৰ জীৱনৰ যি প্ৰিয়তম বস্তু তাকো ত্যাগ কৰিবলৈ মই সাজু আছো আনকি মই জীৱন আহুতি দিবলৈকো সাজু আছো।" গান্ধীবাদীসকলে গান্ধীজীৰ এই বাক্য নামানি যদি ৰাজনীতিত সত্যৰ ঠাই নাই বুলি কব খোজে তেওঁলোক কেতিয়াও গান্ধীবাদী নহয়। এনেবিলাক লোকক কোনো মানুহে বিশ্বাস কৰা উচিত নহয়।

"ধৰ্ম্ম আৰু আদৰ্শৰ প্ৰতি অনুৰাগ থকা ব্যক্তি এতিয়াও ঢেৰ আছে।" তেওঁলোক নিস্ক্ৰিয় আৰু উদাসীন হোৱাৰ কাৰণ কি? ৰাজনীতিকৰ অপপ্ৰচাৰৰ ফলত দুৰ্নীতিপূৰ্ণ পৰিবেশৰ মাজত আৰু দুৰ্নীতিপৰায়ণ লোকৰ ক্ষমতাৰ আগত সাধু, ধাৰ্ম্মিক আৰু আদৰ্শবাদী লোকৰ স্থান হেৰাই গৈছে। হয়তো সেই স্থান পুনৰায় উদ্ধাৰ হ'ব কিন্তু সাম্প্ৰতিক তেওঁলোক সক্ৰিয় আৰু উদ্যমশীল হবলৈ কোনো সুযোগ নাই, সেইবুলি আমি ভাবিব নালাগে যে "উদণ্ড, শক্তিমন্ত আৰু ছলনা চতুৰ লোক কৰ্ম্মক্ষেত্ৰলৈ আহি" মুখৰ হোৱা বাবে দুৰ্নীতি নিয়ন্ত্ৰণ অসম্ভব।

সমাজবাদী সমাজৰ আদৰ্শত উপনীত হ'বলৈ পন্থা কি?

শোষক ধনীৰ ধনৰ সহায়ত ভোটযুদ্ধ খেলি সেই ধনীকেই পুনৰায় ধন শোষণৰ পন্থা পৰিষ্কাৰ কৰি দিলে সমাজবাদী সমাজৰ আদৰ্শত উপনীত হ'বলৈ সম্ভৱ হ'ব নে? সমাজবাদী সমাজ গঠনেই যদি উদ্দেশ্য হয় তেন্তে আন্তৰিকতাপূৰ্ণ মনোভাবেৰে সেই বটেদি যাব লাগিব। নেতাসকলে উপদেশ দি বক্তৃতা দি আচৰণত নেদেখুৱালে সেই লক্ষ্যত উপনীত হ'ব নোৱাৰিব। তদুপৰি যি সকল শোষক শ্ৰেণীৰ ধনীয়ে নিজৰ গাঠিৰ ধন ভাঙি বিধান সভা বা সংসদৰ সদস্য নিৰ্ব্বাচিত কৰিছে সেইসকল ধনীয়ে ৰাইজৰ আগত দিয়া বক্তৃতা কেতিয়াও সন্ত্ৰমৰ চকুৰে নাচাব— সি যে ভুৱা মাথোন বক্তৃতা শুনাৰ আগতে তেনে ধাৰণা কৰি

লয়, শুনিও তাক নুশুনে, বুজিও তাক নুবুজে, কাৰণ সেই বক্তৃতা বিলাকত আন্তৰিকতা নাথাকে। আজি সমাজৰ এনে অৱস্থা সমগ্ৰ দেশতে উপস্থিত হৈছে নে নাই ভাবিলেই জ্বল্ জ্বল্ পট্ পট্‌কৈ ওলাই পৰে।

## সমাজবাদ কি?

সমাজবাদী সমাজ কাক বোলে? সমাজবাদী সমাজেই যদি লক্ষ্য হয়— স্বাৰ্থ পূৰণৰ উপায় মাথোন নহয়— তেন্তে বিচাৰ কৰি চাব লাগে সমাজবাদী সমাজৰ অৰ্থ কি আৰু আমি তাক কেনেদৰে কল্পনা কৰিছো। সমাজবাদী সমাজত সুখ সম্পদ সকলো মানুহৰে থাকিব লাগে। সকলো মানুহে সমান সুযোগ সুবিধা পাব লাগে (নিশ্চয় উপযুক্ততা অনুসাৰে) আৰু আইনৰ শাসন (Rule of Law) সম্পূৰ্ণ থাকিব লাগে। ৰাষ্ট্ৰৰ অধীনত যদি সমস্ত সম্পত্তি ন্যস্ত হয়, ৰাষ্ট্ৰৰ বিধানবোৰে যদি সমাজৰ আৰু ব্যক্তি স্বাধীনতাত হাত দিয়ে, দৈনন্দিন জীৱনৰ সকলো সা-সুবিধাৰ বাবে চৰকাৰৰ মুখাপেক্ষী হ'ব লাগে তেতিয়া সকলো মানুহৰ সুখ সম্পদ বা সা-সুবিধা সমানে পোৱাৰ আশা নাথাকে। স্বজন প্ৰীতি, দলীয় পক্ষপাতিত্ব আৰু ব্যক্তি বিশেষৰ স্বাৰ্থ পূৰণৰ ক্ষেত্ৰত সমানে সুযোগ সুবিধা পোৱাৰ বাট ক'ত? সমাজবাদী সমাজ যদি লক্ষ্য হয়— ধৰ্ম্ম আৰু আদৰ্শৰ প্ৰতি লক্ষ্য থাকিবই লাগিব। যিজন লোকৰ ধৰ্ম্ম আৰু আদৰ্শৰ প্ৰতি অনুৰাগ নাই তেনে লোক বিধান সভাৰ বা সংসদৰ সদস্য হোৱা উচিত নহয় আৰু অশিক্ষিত লোকক ভুৱা দি ধনীৰ ধনেৰে ভোটাৰক প্ৰভাৱান্বিত কৰি সদস্য হোৱা লোক যদি মন্ত্ৰী হয় তেনে লোকে প্ৰকৃত আদৰ্শৰে দেশ গঠনো কৰিব নোৱাৰে আৰু দেশ সেৱাও কৰিব নোৱাৰে। তেনে লোকৰ পৰা তেনে আশা কৰা আকাশ কুসুম আশা কৰা মাথোন।

মন্ত্ৰী সভা গঠনৰ সময়তো যিবিলাক নীতিত মন্ত্ৰী বাছি লোৱা হয় সেই নীতিতো সৎ, সুদক্ষ আৰু দেশপ্ৰেমিক লোকৰ স্থান নোহোৱা হয়। আগৰ দিনত ৰজাই মন্ত্ৰী আৰু বিষয়া বাছি লৈছিল কি নীতিত? "গুণৱন্তং নিযুঞ্জীত গুণহীনং বিবৰ্জ্জয়েৎ"। গুণবান লোকক হে নিয়োগ কৰিব, গুণহীনক পৰিত্যাগ কৰিব।

বৰ্ত্তমান যিবোৰ নীতি অৱলম্বন কৰা হৈছে সেইবোৰ নীতিৰ দ্বাৰা সমাজবাদী সমাজ গঠিত নহয়। যি সমাজত ৰাষ্ট্ৰই প্ৰধান, ব্যক্তিৰ স্বকীয়ত্ব বা স্বাধীন কৰ্ম্মপন্থা নাই সেই সমাজ কমিউনিষ্ট সমাজ। চৰকাৰী আইনৰ বলত কৰ-কাটলৰ মাত্ৰা বঢ়াই ধনিকবাদৰ পৰিবৰ্ত্তে সমাজবাদ প্ৰতিষ্ঠা কৰিব নোৱাৰি। সমাজৰ প্ৰত্যেক ব্যক্তিকেই সমাজবাদী সমাজৰ আদৰ্শত অনুপ্ৰাণিত কৰিব লাগিব— প্ৰত্যেক ব্যক্তিৰ সামাজিক জীৱন যাপনৰ উপযুক্ত পৰিবেশ সৃষ্টি কৰি, শিক্ষাৰ দ্বাৰা ত্যাগৰ আদৰ্শত সুশিক্ষিত কৰি।

# "সত্যমেব জয়তে"

ভাৰতৰ ৰাষ্ট্ৰীয় আদৰ্শ— (সত্যমেব জয়তে) সত্য। গান্ধীজীয়ে কৈছে যে সত্যান্বেষী আৰু প্ৰেম-মৈত্ৰীত আদৰ্শবান কোনো লোকে কাইলৈ মোক কি লাগিব তাক সাঁচিব নোৱাৰে। ঈশ্বৰে কেতিয়াও কাইলৈৰ কাৰণে (ভৱিষ্যতৰ কাৰণে) সংস্থান নকৰে। প্ৰতিদিন যিমানখিনি খাদ্যৰ আৱশ্যক তাতকৈ তেওঁ বেছি সৃষ্টি নকৰে। সেইবাবে আমি যদি ঈশ্বৰত সম্পূৰ্ণ বিশ্বাস ৰাখো আমি নিশ্চত হ'ব পাৰো যে প্ৰত্যেক দিনৰ কাৰণে আমাক যিমানখিনি লাগে সিমানখিনি তেওঁ আমাক নিশ্চয় দিব। দৈনিক যিমানখিনি খাদ্যৰ প্ৰয়োজন তাতকৈ বেছি তেওঁ নিদিয়ে।

গান্ধীজীয়ে কৈছে, "যাৰ যিমানখিনিৰ আৱশ্যক সিমানখিনিহে যদি তেওঁৰ ভড়ালত থাকে কাৰো অভাৱ হ'ব নোৱাৰে আৰু সকলোৱে সুখেৰে জীৱন যাপন কৰিব পাৰে, কিন্তু দেখা যায় ধনী লোকবিলাক ধনহীন লোকতকৈ বেছি অসুখী, দুখীয়া লোকবিলাকে কোটিপতি হ'বলৈ আকাঙ্খা কৰে আৰু কোটিপতি বিলাক বহুকোটিৰ মালিক হ'বলৈ বিচাৰে। নিজৰ উদৰ পূৰণৰ কাৰণে যিমানখিনি আৱশ্যক সেইখিনিতে কোনো দুখীয়া মানুহ সন্তুষ্ট নহয় কিন্তু যিমানখিনি পাবলৈ সিহঁতৰ সম্পূৰ্ণ স্বত্ব আছে সমাজে ব্যৱস্থা কৰিব লাগে যাতে সিমানখিনি সিহঁতে পায়। ধনী মানুহবিলাকে এই বিষয়ে যথাবিহিত ব্যৱস্থা স্বতঃপ্ৰবৃত্ত হৈ অৱশ্যে লব লাগে যাতে সকলো মানুহে সুখৰ ভাগ পায় আৰু সকলোৱে সন্তোষৰ মনোবৃত্তি গঢ়ি উঠে।"

গান্ধীজীয়ে সমাজবাদী সমাজৰ ব্যৱস্থা এই নীতিত পৰিচালনা কৰিবলৈ বিচাৰিছিল— কৰ-কাটলৰ যোগেদি নাইবা ধনিকতন্ত্ৰ সমাজৰ বিৰুদ্ধে অসন্তোষকৰ আন্দোলন সৃষ্টি কৰি সাম্যবাদ (communism) প্ৰচাৰৰ নীতিৰ যোগেদি নহয়। "তেন ত্যক্তেন ভুঞ্জীথা"— ত্যাগৰ দ্বাৰা ভোগ কৰিব লাগে— উপনিষদৰ এই মহাবাক্যৰ অনুসৰণ কৰি সমাজবাদী সমাজ গঠন আছিল গান্ধীজীৰ উদ্দেশ্য। এই সমাজ অতীতৰ ভাৰতবৰ্ষত ৰজা-মহাৰজাৰ দিনতো আছিল— আজিও সম্পূৰ্ণ বিলুপ্ত হোৱা নাই— শাস্ত্ৰ আৰু ধৰ্ম্মৰ প্ৰভাৱত।

ৰাজনীতি আৰু ধৰ্ম্মৰ মাজত অঙ্গাঙ্গী সম্বন্ধ আছে। গান্ধীজীয়ে কৈছে, "ধৰ্ম্মবিহীন ৰাজনীতি সম্পূৰ্ণৰূপে আৱৰ্জ্জনাময়। যি ৰাজনীতিত ধৰ্ম্মনীতি নাই তাক সম্পূৰ্ণৰূপে পৰিত্যাগ কৰিব লাগে।" গতিকে দেখা যায় ধৰ্ম্মৰ অনুশাসনৰ দ্বাৰাহে ৰাজনীতি পৰিচালিত হ'ব পাৰে।

## কি কৰা উচিত

বৰ্ত্তমান সময়ত দুৰ্নীতিয়ে যি ভাৱে শিপা গজাইছে সেই দুৰ্নীতি দমন কৰিবলৈ হ'লে এহাতে যেনেকৈ দুৰ্নীতিগ্ৰস্ত বিষয়া আৰু ক্ষমতাপ্ৰাপ্ত লোক

সকলৰ যথযোগ্য শাস্তিৰ আৱশ্যক আনহাতে তেনেকৈ গান্ধীনীতি, ধৰ্ম্মনীতি বা শাস্ত্ৰনীতিৰ প্ৰৱৰ্ত্তনৰ আৱশ্যক। যিবিলাক কাৰণত দুৰ্নীতিয়ে প্ৰশ্ৰয় পাইছে, সেই কাৰণ বিলাকৰ মূল ধ্বংস কৰিব লাগিব। দুৰ্নীতিৰ বাষ্প ধ্বংস কৰিলেই নহ'ব, সেই বাষ্প যি মূলৰ পৰা ওলায় সেই মূল (source) ধ্বংস কৰিব লাগিব। দুই এজন বিষয়াক শাস্তি দিয়াৰ পৰা দুৰ্নীতি ধ্বংস নহয়, যেনেকৈ চোৰ ডকাইতক শাস্তি দিয়াৰ পৰা চুৰি ডকাইতিৰ মূল উৎপাটিত হোৱা নাই। চৰকাৰী আইন যাতে ঢিলা নহয় আৰু সকলো ক্ষেত্ৰতে যাতে ন্যায়মতে আইনৰ শাসন বলৱৎ হয় তাৰ ব্যৱস্থা হ'লেহে দুৰ্নীতি দমনৰ পথত আগবাঢ়িব পাৰিব।

যাৰ হাতত যিমানখিনি ক্ষমতা আছে সেই লোকে সেই ক্ষমতাৰ অপব্যৱহাৰ নকৰি যদি সুবিচাৰ আৰু নিৰপেক্ষতাৰ আশ্ৰয়ত প্ৰয়োগ কৰে, দুৰ্নীতি দমন সহজ সাধ্য হ'ব। যাৰ ওপৰত যি কৰ্ত্তব্যৰ ভাৰ দিয়া হৈছে সেই বিলাকে যদি সেই কৰ্ত্তব্য আন্তৰিকতাৰে নিপুণ ভৱে কৰিবলৈ বিচাৰে দুৰ্নীতি দমন সহজসাধ্য হ'ব। যি জন কৰ্ম্মচাৰীয়ে নিজ কৰ্ত্তব্য নকৰে বা কৰ্ত্তব্যত অৱহেলা কৰে, চৰকাৰী আইনৰ সহায়ত যদি সেইলোকৰ প্ৰতি যথাবিহিত শাস্তিমূলক ব্যৱস্থা লোৱা হয়, উৎকোচ গ্ৰহণ প্ৰথা আপোনা আপুনি লোপ পাব। পুলিচ বিষযাৰ সহায়ত ভেটি খোৱা লোকক ধৰাতকৈ চৰকাৰী কামত সেই জনৰ কিমান অৱহেলা বা কিমান নিপুণতা তাক বিচাৰ কৰিলে বেছি ফল পোৱা যাব। সুনিপুণ আৰু সৎ কৰ্ম্মচাৰীৰ উন্নতি বিধান কৰিলে বেছি ফল পোৱা যাব। অসৎলোকক প্ৰশ্ৰয় নিদি কৰ্ম্মৰ যোগ্যতা অনুসাৰে নিযুক্তি, প্ৰমোচন আৰু পুৰস্কাৰ বিধান কৰিলে বেছি ফল পোৱা যাব। ব্যক্তি চাই অনুগ্ৰহ বা নিগ্ৰহ কৰিলে দুৰ্নীতি দমন নহয় — যোগ্যতা আৰু অযোগ্যতা চাই হে অনুগ্ৰহ নিগ্ৰহ কৰিব লাগে।

মূলতঃ যেয়ে যি স্থানত আছে তেওঁ তেওঁৰ কৰ্ত্তব্য আন্তৰিকতাৰে সুচাৰুৰূপে আৰু মহৎভাৱে কৰিব লাগে, কৰ্ত্তব্যত অৱহেলা কৰিব নালাগে।●

১৯৬৫

# শিক্ষা আৰু নিয়মানুবৰ্তিতা

## শিক্ষাৰ ভিত্তি আৰু লক্ষ্য

বাৰ্ট্ৰেণ্ড ৰাছেলে কৈছে যে শিক্ষাৰ যি কোনো বিশুদ্ধ মতবাদৰ দুটা ভাগ আছে। সেই ভাগ দুটা হৈছে জীৱনৰ লক্ষ্য কি তাৰ প্ৰকৃত ধাৰণা আৰু মনোবৈজ্ঞানিক গতিবিজ্ঞানৰ সম্যক জ্ঞান বা মানসিক পৰিবৰ্তনৰ নিয়মৰ যি গতি তাৰ জ্ঞান। দুজন মানুহৰ যদি জীৱনৰ লক্ষ্য বিভিন্ন হয়, সেই দুজন মানুহৰ শিক্ষাৰ উদ্দেশ্য সম্পৰ্কে একে প্ৰকাৰৰ মত হ'ব নোৱাৰে।

তেওঁ কৈছে যে ধৰ্ম্মৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতি আৰু জাতীয়তাৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতি একে ধৰণৰ হ'ব নোৱাৰে। যি ক্ষেত্ৰত ধৰ্ম আৰু জাতীয়তাৰ মাজত উদ্দেশ্যৰ বিভিন্নতা দেখা যাব ধৰ্মৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতি হে গ্ৰহণীয়। যেতিয়া উভয় পদ্ধতিৰ মাজত মিল দেখা যাব তেতিয়া বুজা যাব যে উভয় পদ্ধতিয়ে ভ্ৰান্ত ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁ কয় যে সভ্যতা অৰ্জন কৰাই শিক্ষাৰ উদ্দেশ্য হ'ব লাগে। সভ্যতা অংশতঃ ব্যক্তিগত আৰু অংশতঃ সামাজিক। ব্যক্তিগত ক্ষেত্ৰত শিক্ষা নিৰ্ভৰ কৰে ব্যক্তিগত বুদ্ধিৰ বিকাশত আৰু নৈতিক গুণ অৰ্জনত। বুদ্ধিৰ বিকাশৰ বাবে মানুহক লাগে কিছু সাধাৰণ জ্ঞান— সেই জ্ঞান যিমান কমেই নহওক, নিজৰ নিজৰ কৰ্ম ক্ষেত্ৰত ব্যৱসায়ৰ উপযোগী শিল্প সম্বন্ধীয় প্ৰায়োগিক জ্ঞান আৰু যিবোৰ মতবাদ প্ৰকৃষ্ট প্ৰমাণৰ ওপৰত প্ৰতিষ্ঠিত হৈছে সেইবোৰ মতবাদ গ্ৰহণৰ অভ্যাস গঠন। নৈতিকতা অৰ্জনৰ বাবে লাগে নিৰপেক্ষ বিচাৰধাৰা, দয়াৰ্দ্ৰতা আৰু কিছু পৰিমাণে আত্মসংযম। এই দুয়ো প্ৰকাৰ বিকাশৰ লগত সন্মিলিত হ'ব লাগে জীৱনৰ আনন্দ-তৃপ্তিৰ আস্বাদ। সামাজিক ক্ষেত্ৰত লাগে দেশৰ আইনৰ প্ৰতি শ্ৰদ্ধা। পৰস্পৰৰ প্ৰতি পৰস্পৰৰ ন্যায়-পৰায়ণ ব্যৱহাৰ, কোনো মানুহৰ কোনো কৰ্ম্মই যেন মানৱজাতিৰ কোনো প্ৰকাৰ স্থায়ী অন্যায় সাধন নকৰে আৰু নিজৰ উদ্দেশ্য সাধন কৰিবলৈ যেন সুকৌশল উপায় গ্ৰহণ কৰা হয়।

এয়ে যদি শিক্ষাৰ উদ্দেশ্য হয় তেন্তে মনোবিজ্ঞানৰ এইটো বিবেচ্য বিষয় যে এই লক্ষ্যত উপস্থিত হ'বলৈ কি উপায় গ্ৰহণ কৰা হয় আৰু শিক্ষকে ছাত্ৰ-ছাত্ৰীৰ মাজত কিমানখিনি স্বাধীনতা থাকিলে এই কাৰ্য্য সাধনত সফলতা আহিব।

শিক্ষা ক্ষেত্ৰত স্বাধীনতা দান কৰা সম্পৰ্কে প্ৰধানতঃ তিনিটা মত পোৱা যায়। এই তিনিওটা মতৰে মূল হৈছে অংশতঃ শিক্ষাৰ উদ্দেশ্য সম্পৰ্কে থকা মতভেদ আৰু অংশতঃ মনোবৈজ্ঞানিক সিদ্ধান্তপূৰ্ণ মতবাদ। কিছুমানে কয় যে ছাত্ৰ-ছাত্ৰীবিলাকক সম্পূৰ্ণ স্বাধীন কৰি দিব লাগে সিহঁত লাগিলে যিমানেই বেয়া নহওক। কিছুমানে কয় সিহঁতক সম্পূৰ্ণ শাসনাধীন কৰি ৰাখিব লাগে সিহঁত লাগিলে যিমানেই ভাল নহওক। আনবিলাকে কয় যে সিহঁতক স্বাধীন কৰি দিব লাগে সঁচা কিন্তু সিহঁত যদি ভাল স্বভাৱৰ হয় তেতিয়াহে। এই দলৰ সংখ্যা বেচি যদিও প্ৰকৃততে এই দলৰ সংখ্যা বেচি হোৱা যুক্তিযুক্ত নহয়। পূৰ্ণ স্বাধীনতাই নৈতিকতা আনি দিব— ই ৰুছোৰ মতবাদৰ যি প্ৰভাৱ সমাজত পৰিছিল সেই প্ৰভাৱৰ যি অৱশিষ্ট অংশ সমাজত স্থায়ী হৈ থাকিল তাৰেই প্ৰতিধ্বনি মাথোন। এই কথা যে সঁচা নহয়, তাৰ প্ৰমাণ পোৱা যায় মনুষ্যেতৰ যিসকল প্ৰাণী আছে সেইসকলৰ স্বভাৱ আৰু মনুষ্য শিশুৰ স্বভাৱ অধ্যয়ন কৰিলে। যিসকলে ভাবে যে পূৰ্ণ স্বাধীনতাৰ মাজত ল'ৰা-ছোৱালী স্বাভাৱিক ভাৱে বৰ্দ্ধিত হ'ব সেই সকলৰ মতে শিক্ষাৰ কোনো নিৰ্দিষ্ট লক্ষ্য থাকিব নালাগে, কিন্তু ল'ৰা-ছোৱালীক স্বাভাৱিক বৰ্দ্ধনৰ অনুকূল শিক্ষাৰ পৰিবেশ এটি সৃষ্টি কৰি দিব লাগে। বাৰ্ট্ৰেণ্ড ৰাছেলে কৈছে যে এই মতবাদৰ লগত তেওঁৰ সন্মতি নাই ; কাৰণ তেওঁ কয় যে এই মতবাদ সম্পূৰ্ণ ব্যক্তি স্বাতন্ত্ৰ্যবাদ অৰ্থাৎ এই মতবাদে ব্যক্তিক এক প্ৰকাৰ স্বেচ্ছাচাৰী আৰু আত্মকেন্দ্ৰিক আচৰণৰ সুবিধা দিয়ে মাথোন। প্ৰকৃত জ্ঞান অৰ্জনৰ ক্ষেত্ৰত ই সম্পূৰ্ণ উদাসীন হৈ পৰে।

তেওঁ কয় যে আমি সমাজত বাস কৰো। সমাজত শান্তিপূৰ্ণ ভাৱে থাকিবলৈ হ'লে পাৰস্পৰিক সহযোগিতা আৰু সহানুভূতিৰ আৱশ্যক। আৱশ্যকীয় সহযোগ আৰু সহানুভূতি এই স্বেচ্ছাচাৰী মনোবৃত্তিৰ পৰা উদ্ভৱ হ'ব নোৱাৰে। কোনো এখন সঙ্কীৰ্ণ দেশত যদি সৰহ সংখ্যক মানুহ থাকিব লগা হয় সেইটো সম্ভৱ হ'ব পাৰে কেৱল বিজ্ঞানসন্মত নীতি-নিয়ম আৰু শৃঙ্খলাৰ মাধ্যমত। শিক্ষাই এই নীতি-নিয়ম দিব পাৰে। তাৰ অৰ্থ হৈছে যে শৃঙ্খলাবদ্ধভাৱে আৰু সামাজিকভাৱে বসবাস কৰিবৰ নীতিত অধিবাসীসকল শিক্ষিত হ'ব লাগিব। যদি শিশুক পূৰ্ণ স্বাধীনতাৰ মাজত বৰ্দ্ধিত হ'বলৈ দি মানৱ মনৰ সকলো ৰকম প্ৰবৃত্তিৰ উন্মেষ বিনা বাধাৰে হ'বলৈ দিয়া যায় তাতো শিক্ষকসকলৰ (যি সকলে এনে পৰিবেশৰ মাজত ল'ৰা-ছোৱালীক শিক্ষা দিব খোজে) প্ৰচুৰ বদান্যতা, আত্মসংযম আৰু সুপৰিচালিত বুদ্ধিৰ প্ৰয়োজন হ'ব। গতিকে স্বাধীনভাৱে বৰ্দ্ধিত হ'বলৈ দিয়াৰ বাটতো স্বাধীনতাৰ পৰিবেশত দিয়া শিক্ষাৰ যি সাফল্য অৰ্জন কৰা যাব সিও বেচি দিন স্থায়ী নহ'ব যদিহে শিক্ষা প্ৰণালী সময়োপযোগী হিচাবে নিৰ্ণীত নহয়। সামাজিক দৃষ্টিভঙ্গীৰে চাবলৈ হ'লে সেই বাবে শিক্ষাৰ এই সুনিশ্চিত সুনিৰ্দিষ্ট

আৰু স্পষ্ট লক্ষ্য থাকিব লাগিব। কেৱল স্বাধীনভাৱে পৰিবৰ্দ্ধনৰ ক্ষেত্ৰ বা পৰিবেশ সৃষ্টি কৰিলেই নহ'ব। তদুপৰি ল'ৰা-ছোৱালীৰ এটা নৈতিক আৰু মনস্তাত্ত্বিক প্ৰস্তুতিৰ আৱশ্যক। সেই প্ৰস্তুতি শিশুসকলে এনেয়ে আহৰণ কৰিব নোৱাৰে।

সকলো ল'ৰা-ছোৱালীয়ে ভাল এনে ধাৰণাৰ ওপৰত স্বাধীনতাৰ মাত্ৰা বঢ়াব নোৱাৰি। কঢ়া শাসনৰ ফল-কি আৰু ঢিলা শাসনৰ ফল কি তাৰ ওপৰত যেনেকৈ স্বাধীনতাৰ পৰিবেশ সৃষ্টিয়ে নিৰ্ভৰ কৰিব ঠিক তেনেকৈ যিবিলাকৰ হাতত কৰ্তৃত্ব থাকে সেই বিলাকে সেই ক্ষমতা কেনেকৈ প্ৰয়োগ কৰিব পাৰে অৰ্থাৎ তাৰ সদ্ব্যৱহাৰ হয় নে অসদ্ব্যৱহাৰ হয় তাৰ ওপৰতো স্বাধীনতাৰ মাত্ৰা নিৰ্ণয় কৰিব লগিব। যিবিলাক ছাত্ৰ-ছাত্ৰীয়ে শাসনৰ আনুগত্য মানি লয় সেই বিলাক ছাত্ৰ-ছাত্ৰী স্বভাৱতঃ বিনীত প্ৰকৃতিৰ আৰু যিবিলাক আনুগত্য মানি ল'ব নোখোজে সেইবিলাক বিদ্ৰোহী প্ৰকৃতিৰ হৈ উঠে। উভয় মনোবৃত্তিৰে দোষ আছে।

বিনীত প্ৰকৃতিৰ ছাত্ৰই স্বাধীন চিন্তা হেৰুৱায় আৰু কোনো ক্ষেত্ৰতে স্বাধীনভাৱে পদক্ষেপ কৰিব নোৱাৰে নাইবা নেতৃত্ব গ্ৰহণ কৰিব নোৱাৰে। অকল সেয়ে নহয় বিনীত প্ৰকৃতিৰ লোকসকলৰ কৰ্মত বাধা পোৱাৰ অনুভূতিয়ে যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে সেই প্ৰতিক্ৰিয়া দুৰ্বল লোক সকলৰ ওপৰত অত্যাচাৰত পৰিণত হয়। সেইবাবে সমাজত দুৰ্বলৰ প্ৰতি অত্যাচাৰ কৰা পৰিবেশ আপোনা-আপুনি প্ৰচলিত হৈ যায়। পিতৃৰ পৰা পোৱা বাধাৰ পৰা যি পুত্ৰই দুখ পায়, সেই পুত্ৰই পুনৰায় অনুৰূপ বাধা সৃষ্টি কৰি নিজ পুত্ৰকো তেনে দুখ দিয়ে। সেইবাবে বেচি কৰ্তৃত্বময় শিক্ষা ব্যৱস্থাই ছাত্ৰবিলাকক ভীৰু প্ৰকৃতিৰ উৎপীড়ক হিচাবে গঢ়ি তোলে। সিহঁতৰ কথাত বা কাৰ্য্যত কোনো মৌলিক চিন্তা নাথাকে।

আন পক্ষে যদিও বিদ্ৰোহী মনোভাৱৰ কোনো কোনো ক্ষেত্ৰত আৱশ্যক, প্ৰকৃততে যেনে বিদ্ৰোহী মনোভাৱৰ আৱশ্যক তেনে বিদ্ৰোহী মনোভাব গঢ়ি নুঠে। গেলিলিও বিদ্ৰোহী মনোভাৱৰ আছিল যদিও তেওঁ জ্ঞানী আছিল। কৰ্তৃপক্ষক নমনাটো ভাল কথা এই মনোভাৱত বিপদ আছে আৰু চিৰাচৰিত প্ৰথা বা মতবাদ ভ্ৰমাত্মক এনে ধাৰণা লোৱাৰো বিপদ আছে। ৰাস্তাৰ লেম্পপোষ্ট ভঙাৰ পৰা কোনো সাৰ্থকতা নাই নাইবা চেক্সপিয়েৰ এজন কবি নাছিল, এনে মতবাদ প্ৰচাৰ কৰাৰ পৰাও কোনো লাভ নহয়। অধিক কঠোৰ কৰ্তৃত্ব খটোৱাৰ পৰা তেজস্বী ছাত্ৰক উদ্বেলিত কৰি কৰ্তৃপক্ষই সিহঁতক বিদ্ৰোহী মনোভাৱাপন্ন কৰি তোলে। এই বিষয়ে যথেষ্ট সাৱধান হোৱা দৰকাৰ ; কাৰণ এই বিলাক তেজস্বী আৰু বুদ্ধিমান ছাত্ৰ যেতিয়া শিক্ষক হৈ উঠে তেতিয়া কৰ্তৃপক্ষক নমনা আৰু আইন অমান্য কৰা শিক্ষা ছাত্ৰসকলক দিয়ে। এনে অৱস্থাত পূৰ্ণ স্বাধীনতাৰে পৰিবেশৰ পথেদি শিক্ষাৰ প্ৰকৃত পৰিবেশ সৃষ্টি কৰিব নোৱাৰি।

বিনীত মনোবৃত্তি আৰু বিদ্ৰোহী মনোবৃত্তি কোনোটোৱেই কাম্য নহয়। কাম্য হৈছে— সৎস্বভাৱ গঢ়ি তোলা, সৰ্ব সাধাৰণ মানুহৰ লগত প্ৰীতিভাব ৰক্ষা কৰা স্বভাৱ গঢ়ি তোলা আৰু প্ৰগতিমূলক দেশৰ পৰিবেষ্টনৰ মাজত নতুন নতুন চিন্তাধাৰাৰ সামঞ্জস্য ৰক্ষা কৰা।

## ভাৰতীয় সমাজৰ বৰ্ত্তমান পৰিবেশ আৰু শিক্ষাৰ ধাৰা

বৰ্ত্তমান পৰিস্থিতিত শিক্ষানুষ্ঠান বিলাকত যি পৰিবেশৰ সৃষ্টি হৈছে আৰু শিক্ষাৰ যি ফল দেখা গৈছে তাৰ দ্বাৰা এইটো স্পষ্ট প্ৰতীয়মান হয় যে শিক্ষাবিদ আৰু শিক্ষকসকলে ছাত্ৰসকলক কিমানখিনি স্বাধীনতা দিয়া উচিত আৰু কিমানখিনি নৈতিকতা শিক্ষা দিয়া উচিত এই সমস্যাৰ সমাধান কৰিব পৰা নাই।

প্ৰকৃত শিক্ষিত লোক দুৰ্নীতিপৰায়ণ হ'ব নোৱাৰে। শিক্ষাই মানুহক সুনীতিপৰায়ণ কৰে ; কিন্তু দেখা গৈছে মন্ত্ৰীসকলৰ ভিতৰত, লোকসভা বিধান সভাৰ সদস্যবিলাকৰ ভিতৰত, উচ্চ বিষয়াসকলৰ ভিতৰত আৰু উচ্চ শিক্ষা পোৱা ব্যৱসায়ীসকলৰ ভিতৰত বহুতো দুৰ্নীতিপৰায়ণ লোকে সমাজত আৰু ৰাষ্ট্ৰীয় শাসনত নিজৰ নিজৰ অন্যায় প্ৰভাৱ বিস্তাৰ কৰি দেশত নানা প্ৰকাৰ দুখ-দুৰ্গতি আৰু কুশাসনৰ সৃষ্টি কৰিছে। এই সকল লোক উচ্চ শিক্ষিত আৰু মাৰ্জিত ৰুচিসম্পন্ন হোৱা সত্বেও কেনেকৈ দুৰ্নীতিপৰায়ণ হ'ব পাৰে? দেশ সেৱাৰ নামত লোক সেৱাৰ আসনত প্ৰতিষ্ঠিত হৈ এই লোকসকলে দেশবাসীক প্ৰতাৰণা, প্ৰবঞ্চনা আৰু শোষণ কৰা নীতিত উদ্বুদ্ধ হয় কেনেকৈ? এই লোকসকলৰ স্বদেশ প্ৰেম ক'লৈ যায়? ক্ষমতাৰ লোভত পৰি যদি নিজ নিজ শিক্ষা দীক্ষাক বিসৰ্জন দিয়ে তাৰ পৰা বুজা যায় শিক্ষাৰ প্ৰকৃত ফল এওঁলোকৰ গাত ধৰ্তা নাই। এওঁলোকে যি শিক্ষা লাভ কৰিছে সেই শিক্ষা পদ্ধতিত নিশ্চয় কেৰোণ আছে। ভাৰতীয় শিক্ষা-দীক্ষাৰ আমি যি অতীত বুৰঞ্জী পাওঁ তাত সদায় মহান চৰিত্ৰৰ আদৰ্শ আৰু সমাজত হিতকৰ প্ৰেৰণা সম্ভূত পটন্তৰ হে আমি পাওঁ। আনকি কংসাসুৰ, শিশুপাল, ৰাৱণ-মহিষাসুৰৰ কাৰ্য্যাৱালীৰ বিৱৰণৰ মাজতো মহত্ত্ব আৰু আদৰ্শ চৰিত্ৰৰ দৃষ্টান্ত ফুটি উঠে, কিন্তু আজিকালিৰ শিক্ষিত সমাজৰ ভিতৰত এনে অধোগতিৰ কাৰণ কি?

আজিৰ শিক্ষাৰ লগত জীৱনৰ লক্ষ্যৰ ব্যৱধান ৰচিত হৈছে। ব্যক্তি জীৱনৰ আশা-আকাঙ্খাৰ লগত সামাজিক পৰিবেশ আৰু শিক্ষানুষ্ঠানবিলাকৰ ব্যৱধান গঢ়ি উঠিছে। এফালে জাতীয়তাৰ ভিত্তিত শিক্ষানুষ্ঠান গঢ়িবলৈ যত্ন কৰা হৈছে কিন্তু আনফালে তাৰ ফলত ধৰ্ম, দেশৰ ঐতিহ্য, নৈতিকতা শিক্ষা জীৱনৰ পৰা আঁতৰি গৈছে। পৰাধীন ভাৰতবৰ্ষৰ শিক্ষাধাৰাতো এনে অৱস্থাই আছিল। দেশ গঠন আৰু উন্নয়নৰ পৰিকল্পনাৰ মাজত শিক্ষাৰ প্ৰকৃত উদ্দেশ্য অন্তৰ্হিত হৈ

আছে। কৃষি প্ৰধান দেশক শিল্প প্ৰধান দেশ কৰিবৰ আকুল প্ৰয়াস দেখা গৈছে। তাৰ ফলত শিক্ষাৰ্থীসকলৰ মাজত দেখা গৈছে স্বাধীন ব্যৱসায়ৰ প্ৰতি বিমুখতা আৰু উচ্চ দৰ্মহাৰ চাকৰি লাভৰ বিপুল উদ্যম। প্ৰাচীন ভাৰতৰ শিক্ষা পদ্ধতি লুপ্ত কৰি দেশৰ লোকৰ দ্বাৰা ভাৰতবৰ্ষ শাসন কৰিবৰ উদ্দেশ্যে যুটিছে যি শিক্ষাৰ বীজ ৰোপন কৰিলে সেই বীজ মহা মহীৰুহত পৰিণত হৈ ভাৰতীয় কৃষ্টি আৰু সভ্যতাক ধ্বংসপ্ৰায় কৰি পেলাইছে। সেই শিক্ষাৰ ভিত্তিতে গঠিত আজিৰ শিক্ষাই ব্যক্তিক স্বকীয় বুদ্ধি বিকাশৰ ক্ষেত্ৰও খুলি দিয়া নাই। নৈতিক গুণ অৰ্জনৰ সুবিধাও দিয়া নাই। আজিৰ শিক্ষাই ব্যক্তিক নিৰপেক্ষ বিচাৰধাৰা দিয়া নাই, প্ৰতিবেশীসকলৰ প্ৰতি দয়াৰ্দ্ৰ মনোভাৱ দিয়া নাই, দেশৰ প্ৰতি প্ৰকৃত প্ৰেম জগাই তোলা নাই আৰু আত্মসংযম শিক্ষা নিদি আত্মকেন্দ্ৰিক মনোভাৱ গঢ়ি তুলিছে। সামাজিক ক্ষেত্ৰত দেখা গৈছে যে আজিৰ শিক্ষাই দেশৰ সামাজিক বা ৰাষ্ট্ৰীয় আইনৰ প্ৰতি শ্ৰদ্ধা জগাই তোলা নাই। ফলত শিক্ষানুষ্ঠানবিলাকত শিক্ষাৰ্থীসকলৰ মাজত নিযমানুবৰ্তিতাৰ অভাৱ দেখা গৈছে। শিক্ষকসকলেও বহু ক্ষেত্ৰত শিক্ষাৰ্থীসকলৰ এই দুৰ্বিনীত আৰু স্বেচ্ছাচাৰী ব্যৱহাৰত ইন্ধন যোগাইছে। আজিৰ শিক্ষাই সামাজিক কল্যাণৰ ক্ষেত্ৰত দুৰ্নীতিৰ অৱতাৰণা কৰি দেশৰ ধৰ্মীয় আৰু নৈতিক পৰিবেশ ধ্বংস কৰি পশ্চিমীয়া ধৰ্মহীনতাৰ পৰিৱেশ সৃষ্টি কৰিছে।

যেতিয়া সামাজিক জীৱনত আনন্দ-তৃপ্তিৰ বাতাৱৰণ অদৃশ্য হৈ গৈছে, পাৰস্পৰিক মনোমালিন্য, বিবাদ আৰু মতদ্বৈধতাৰ সৃষ্টি হৈছে, তেতিয়া বুজা যায় যে শিক্ষাই সামাজিক গঠন কাৰ্য্যত বিফল হৈছে, কাৰণ ব্যক্তিগত চৰিত্ৰৰ স্খলন হৈছে আৰু সেইবাবে জাতীয় জীৱনৰ সুঁতি সুপথে গতি কৰা নাই আৰু ব্যক্তিৰ জীৱনৰ লক্ষ্যৰ প্ৰকৃত ধাৰণা মানস পটত প্ৰতিফলিত হোৱা নাই। লক্ষ্যহীন শিক্ষাই লক্ষ্যপূৰ্ণ জীৱন ব্যক্তিক দিব নোৱাৰে।

দেশৰ স্বাধীনতা অৰ্জনৰ পাচত ছাত্ৰ-সমাজত স্বাধীনতাৰ নামত স্বেচ্ছাচাৰিতাই স্থান পাইছে। ছাত্ৰ সমাজৰ স্বেচ্ছাচাৰিতা যিমানেই সহ্য কৰা হৈছে, তেওঁলোকৰ অভিযোগ যিমানেই মানি লোৱা হৈছে ছাত্ৰসকলৰ মাজত সিমানেই নিয়মানুবৰ্তিতাৰ অভাৱ দেখা গৈছে। আন ফালে কৰ্তৃপক্ষ আৰু শিক্ষকমণ্ডলীয়ে ন্যায় বিচাৰ, কৰ্তব্যপৰায়ণতা, নৈতিকতা আৰু স্বদেশ প্ৰেমৰ উজ্জ্বল আদৰ্শ দাঙি ধৰিব নোৱাৰাত ছাত্ৰসকল বিক্ষুব্ধ হৈছে আৰু বিপথগামী হৈছে। তৰুণসকলে নিজৰ নিজৰ নেতৃত্ব গ্ৰহণ কৰি প্ৰবীণসকলক ব্যতিব্যস্ত কৰি তুলিছে। যি শিক্ষাই গেলিলিওৰ দৰে বিদ্ৰোহী ছাত্ৰ সৃষ্টি কৰিবৰ আকাংক্ষা কৰে, সেই শিক্ষাই দুৰ্বিনীত, আইন অমান্যকাৰী আৰু শৃঙ্খলা ভঙ্গকাৰী উদ্ধত ছাত্ৰ নেতাৰ সৃষ্টি কৰিছে।

এনে অৱস্থাত ছাত্ৰসকলক দোষাৰোপ নকৰি 'দোষাৰোপ কৰিব লাগিব

বৰ্তমান শিক্ষা পদ্ধতিৰ ধাৰাক ; শিক্ষানুষ্ঠানবিলাকৰ পৰিচালনাৰ ত্ৰুটী আৰু অনিয়মক, আৰু শিক্ষাৰ প্ৰকৃত লক্ষ্যৰপৰা আঁতৰি গৈ অপ্ৰকৃত জাতীয় লক্ষ্য স্থাপনৰ চেষ্টাক।

বৰ্তমান জগতত দাৰ্শনিক চিন্তাধাৰাৰ দ্বাৰা প্ৰখ্যাত আৰু আজিও জীৱিত প্ৰধান শিক্ষাবিদ বাৰ্ট্ৰেণ্ড ৰাছেলে স্পষ্টতঃ কৈছে যে জাতীয়তাৰ ভিত্তিত প্ৰতিষ্ঠিত শিক্ষাধাৰাতকৈ তেওঁ ধৰ্মৰ ভিত্তিত, নৈতিকতাৰ ভিত্তিত প্ৰতিষ্ঠিত শিক্ষাধাৰাৰ পক্ষপাতী। কিয়নো শিক্ষাই নৈতিকতা অৰ্জনত প্ৰধানতঃ সহায় কৰিব লাগিব।

ভাৰতীয় শিক্ষা পদ্ধতি জাতীয় ভিত্তিতো গঠিত হোৱা নাই আৰু ধৰ্মৰ ভিত্তিতো গঠিত হোৱা নাই। জীতায়তাৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতিৰ লক্ষ্য হ'ব লাগিব জাতীয় বৈশিষ্ট্য ৰক্ষা কৰা, বৃদ্ধি কৰা আৰু তাৰ সময়োপযোগী সংস্কাৰ সাধন কৰা। জাতীয় বৈশিষ্ট্য ৰক্ষা কৰিবলৈ হ'লে ভাৰতৰ অতীত ঐতিহ্য, ভাষা, সাহিত্য আৰু কৃষ্টি ৰক্ষা কৰিবলৈ শিক্ষা পদ্ধতি আৱিষ্কাৰ কৰিব লাগিব। সম্প্ৰতি ভাৰতৰ অতীত কালৰ জাতীয় ঐতিহ্য, ভাষা, সাহিত্য আৰু কৃষ্টি ৰক্ষাৰ যি প্ৰচেষ্টা চলোৱা হৈছে সেই প্ৰচেষ্টা চৰকাৰৰ মন্ত্ৰী দপ্তৰৰ পৰা সাময়িক অৰ্থ সাহায্যৰ দ্বাৰাহে প্ৰধানতঃ কৰা হয়। শিক্ষানুষ্ঠানবিলাকৰ শিক্ষণীয় বিষয়ৰ ভিতৰত তাৰ স্থান বৰ কম। দেশত বুৰঞ্জী শিক্ষাৰ ব্যৱস্থাও এতিয়াও পৰাধীন অৱস্থাত শিক্ষা দিয়া পদ্ধতিত চলি আছে। সেই সময়ৰ আদৰ্শত ৰচিত পাঠ্যপুথি এতিয়াও চলি আছে। দেশৰ পৰাধীন অৱস্থাত ৰচিত পাঠ্য পুথিত বহু ঐতিহাসিক তথ্য বিকৃত কৰা হৈছিল, তাৰ প্ৰমাণ ভাৰতীয় বুৰঞ্জীবিদে নিৰ্ভুলভাৱে দাঙি ধৰিছে কিন্তু সেইবোৰ কথা শিক্ষা দিয়াৰ ব্যৱস্থা এতিয়াও নিৰ্ভুল হোৱা নাই। পাঠ্যপুথি ৰচনা এনেবোৰ ক্ষেত্ৰত এতিয়াও বিশুদ্ধ হেৰা নাই। সেইদৰে অতীত আৰ্য্য সভ্যতা, বৈদিক যুগৰ সভ্যতা প্ৰাক্ বৈদিক যুগৰ সভ্যতা, দেশত জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা (যেনে সূৰ্য্য বিজ্ঞান, বিমান বিজ্ঞান ইত্যাদি) পূৰ্বে কি সূত্ৰত কেনেদৰে চলিছিল তাৰ অনুসন্ধান হোৱা নাই আৰু ধৰ্মীয় ভিত্তিত ৰচিত শিক্ষা পদ্ধতিয়ে যে মানুহক প্ৰকৃত জ্ঞানৰ ফলে পৰিচালিত কৰিছিল, সেই ফালে ছাত্ৰ সমাজৰ অনুৰাগ বঢ়াবলৈ যত্ন কৰা হোৱা নাই। সংস্কৃত শিক্ষাৰ প্ৰতি অৱহেলা কৰাই আমাৰ এই কথাৰ প্ৰকৃষ্ট প্ৰমাণ দিয়ে। আমি ভাবো এইবাবেই প্ৰকৃত স্বদেশ প্ৰেমত আমাৰ ছাত্ৰ-ছাত্ৰীসকল উদ্বুদ্ধ নহয়। ভাৱৰ আবেগত সাময়িক উত্তেজনাত স্বদেশ প্ৰেমৰ নিদৰ্শন দেখুৱাবলৈ যোৱাটো প্ৰকৃত স্বদেশ প্ৰেম নহয়। স্বদেশ প্ৰেমৰ সুঁতি অন্তৰত অনবৰত বৈ থাকিব লাগিব। স্বদেশ প্ৰেমিক লোক দুৰ্নীতিত নামিব নোৱাৰে। ভৌগোলিক সীমা ৰেখাৰ মাজত আবদ্ধ ভূখণ্ডক শাসনাধীন কৰিব পৰাই স্বদেশ প্ৰেমৰ নিদৰ্শন হয়। দেশৰ মাটিক, দেশৰ নদ-নদীক, পাহাৰ-পৰ্বতক যেনেকৈ ভাল পোৱা যায়, দেশৰ মাটি, দেশৰ নদ-নদী,

পাহাৰ-পৰ্ব্বতে অতীত যুগৰ পূৰ্বপুৰুষ সকলৰ কি বাৰ্তা বহন কৰি আছে তাৰ অনুসন্ধান কৰা আৰু উপলব্ধি কৰাহে প্ৰকৃত স্বদেশ প্ৰেম।

জাতীয়তাৰ ভিত্তিত গঠিত বুলি যি শিক্ষা পদ্ধতি সম্প্ৰতি প্ৰবৰ্ত্তিত হৈ আছে সেই শিক্ষা পদ্ধতি প্ৰধানতঃ যান্ত্ৰিক শিল্প বিস্তাৰৰ নীতি বুলিহে স্পষ্ট প্ৰতীয়মান হৈছে। বুনিয়াদী শিক্ষা পদ্ধতি দেশত জনপ্ৰিয় হ'ব নোৱাৰাটোৱেই এটা প্ৰমাণ; তদুপৰি বুনিয়াদী শিক্ষা পদ্ধতিৰ যি লক্ষ্য আছিল সেই লক্ষ্যৰ পৰা আঁতৰি আহি নতুন সংস্কৰণৰ পদ্ধতি গ্ৰহণ কৰাটো আন এটি প্ৰমাণ। মাধ্যমিক স্তৰৰ পাঠ্যক্ৰম প্ৰস্তুত কৰা হৈছে যান্ত্ৰিক শিল্পৰ উন্নতিৰ অৰ্থেহে যেন বুজা যায়। স্বাধীন ব্যৱসায় কৰি জীৱিকা অৰ্জনৰ পন্থা এই শিক্ষা পদ্ধতিৰ মূলনীতি নহয়। মাধ্যমিক স্তৰৰ শিক্ষা পদ্ধতিৰ শিক্ষাই স্বাধীন ব্যৱসায়ৰ মনোবৃত্তি আৰু উপযুক্ততা গঢ়ি তোলাৰ সহায়ক হোৱা উচিত আছিল— যেনে হয় বিলাতত, আন আন দেশত আৰু যেনে হৈছিল অতীত ভাৰতত।

চৰিত্ৰ গঠনৰ ক্ষেত্ৰতো নৈতিকতা শিক্ষা দিয়াৰ কোনো ব্যৱস্থা কৰা হোৱা নাই। মাধ্যমিক স্তৰত ছাত্ৰসকলৰ গুণ নিৰ্ণয়ৰ ববে যি আঁচনি তৈয়াৰ কৰি দিছে (মাধ্যমিক শিক্ষা আয়োগে) তাক প্ৰয়োগ কৰিবৰ বাবে সেই সেই গুণ অৰ্জনৰ শিক্ষাৰ কোনো ব্যৱস্থা কৰা হোৱা নাই। শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰবোৰতো তাৰ প্ৰশিক্ষণৰ কোনো ব্যৱস্থা নাই। ধৰ্মৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতিত নৈতিকতা শিক্ষা দিয়া এটা প্ৰধান নীতি কিন্তু ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ বুলি কোনো ধৰ্মৰ ভিত্তিত শিক্ষা পদ্ধতি গঠন কৰা নাই। ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰতো নৈতিকতা শিক্ষা দিয়া বাদ পৰিব নোৱাৰে, কিন্তু আমাৰ শিক্ষা পদ্ধতিত ই বাদ পৰিছে। নৈতিকতা বিহীন শিক্ষা পদ্ধতিয়ে শক্তিশালী জাতি গঠন কৰিব নোৱাৰে। গতিকে জাতিৰ ভৱিষ্যৎ যুৱক-যুৱতীসকলে দেশৰ শাসন যন্ত্ৰত উপযুক্ত অংশ গ্ৰহণ কৰিব পাৰিব বুলি আশা কৰিব নোৱাৰি।

## সামাজিক শিক্ষাৰ প্ৰভাৱ

সামাজিক শিক্ষাই স্কুলীয়া জীৱনৰ শিক্ষাক প্ৰভাৱান্বিত কৰে। বৰ্ত্তমান অৱস্থাত আমাৰ ছাত্ৰ-ছাত্ৰী সকলৰ নৈতিকতা শিক্ষা ক্ষেত্ৰত পূৰ্ণ স্বাধীনতা আছে। ইয়াৰ অৰ্থ হৈছে যে স্কুল-কলেজত যেতিয়া নৈতিকতা শিক্ষাৰ কোনো ব্যৱস্থা নাই ছাত্ৰসকলে সমাজৰ পৰিবেশত নিজে নিজে নৈতিকতাৰ শিক্ষা আহৰণ কৰে, কিন্তু সমাজৰ আজি কি অৱস্থা? শাসনত দুৰ্নীতি সোমাইছে, সমাজতো দুৰ্নীতি সোমাইছে। প্ৰশাসনীয় সকলো কাৰ্য্যতে সমাজৰ সম্বন্ধ আছে। সমাজৰ স্বাৰ্থান্বেষী মনোভাৱে (ব্যক্তিগত ভাৱে) প্ৰশাসনীয় দুৰ্নীতি আনিছে অথবা চৰকাৰী কৰ্মচাৰীৰ দুৰ্নীতিয়ে সমাজত দুৰ্নীতি আনি দিছে। সামাজিক পৰিবেশ সেইবাবে নৈতিকতাহীন

হৈছে। ছাত্ৰ-ছাত্ৰীয়ে সুনীতি সংগ্ৰহ কৰিবলৈ ক্ষেত্ৰ নাইকিয়া হৈ গৈছে।

ছাত্ৰসকলৰ স্বাধীন পৰিবেশ প্ৰাইমেৰী স্কুলৰপৰা আৰম্ভ কৰি বিশ্ববিদ্যালয়ৰ উচ্চতম স্তৰলৈকে আছে। শিক্ষা বিস্তাৰ যথেষ্ট হৈছে আৰু হ'বলগীয়াও যথেষ্ট ক্ষেত্ৰ আছে। এই যুগৰ বহু ছাত্ৰ-ছাত্ৰীৰ অভিভাৱকসকল নিৰক্ষৰ আৰু অনভিজ্ঞ। ছাত্ৰ-ছাত্ৰীসকলে ঘৰৰ শিক্ষাৰ প্ৰতি মনোযোগী নহয়। ভাৰতীয় সমাজৰ নিৰক্ষৰ সমাজতো নৈতিক শিক্ষাৰ অভাৱ নাছিল কিন্তু শিক্ষা বিস্তাৰৰ লগে লগে পুৰণি সমাজ-বন্ধন শিথিল হৈ যোৱাত নৈতিকতা শিক্ষাৰ দৃষ্টিভঙ্গী সলনি হৈছে। পুৰণি সমাজৰ বয়স্ক লোকসকলে নতুন সভ্যতাৰ দৃষ্টিভঙ্গীত ল'ৰা-ছোৱালীক শিক্ষা দিব নোৱাৰে। গতিকে ছাত্ৰসকলে স্বাধীনবাৰে মুকলি মনে বিচৰণ কৰে, ঘৰুৱা কামকাজতো বাপেক-মাকক সহায় নকৰে। সফল নৈতিকতা উপাৰ্জনৰ ক্ষেত্ৰ সঙ্কীৰ্ণতৰ হৈ গৈছে। চৰকাৰী আঁচনিৰ সামাজিক শিক্ষায়ো এই ছাত্ৰসকলক প্ৰভাৱান্বিত কৰিব নোৱাৰে। সামাজিক শিক্ষা আঁচনিও দোষ মুক্ত নহয়। প্ৰচাৰ বিভাগৰ দৃষ্টিভঙ্গীও নিৰপেক্ষ আৰু সমাজ গঠনৰ বাবে প্ৰকৃত উপযোগী নহয়। বিভিন্ন ৰাজনৈতিক দলৰ প্ৰচাৰবাদে সামাজিক শিক্ষা নিষ্কলুষ কৰি ৰাখিব পৰা নাই। নিৰ্বাচন যুদ্ধত প্ৰচাৰিত মতবাদবিলাকে সামাজিক শিক্ষাৰ পৰিবেশ ধ্বংস কৰি পেলায়।

## শিক্ষা-পদ্ধতিৰ সংস্কাৰ

শিক্ষা পদ্ধতিৰ সংস্কাৰ কৰিব খুজিলে লক্ষ্য হ'ব লাগিব, গান্ধীজীয়ে কোৱা মতে স্বাধীনভাৱে জীৱিকা অৰ্জনৰ পথ পৰিষ্কাৰ কৰা আৰু স্বাধীনভাৱে জীৱিকা অৰ্জনৰ ক্ষেত্ৰত ব্যক্তিগত প্ৰয়াস সফল হোৱাৰ পৰিবেশ সমাজত সৃষ্টি কৰা। সকলো ক্ষেত্ৰতে চৰকাৰৰ মুখাপেক্ষী হ'ব লাগিলে ব্যক্তিগত প্ৰয়াস সফল হ'ব নোৱাৰে। সেইবাবে দেশত স্বাধীন ব্যৱসায়ৰ ক্ষেত্ৰ উন্মুখ কৰি দিব লাগিব।

ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ বুলি কোনো ধৰ্মৰে ভিত্তিত শিক্ষা-পদ্ধতি গঠন কৰা নাই, সেইবাবে ভাৰতীয় ভাষা, ঐতিহ্য, কৃষ্টি আৰু সাহিত্যই ভাৰতীয় শিক্ষা-পদ্ধতিত উপযুক্ত স্থান পোৱা নাই। আন ফালে বিভিন্ন ধৰ্মৰ ছাত্ৰ-ছাত্ৰীসকলে নিজ নিজ ধৰ্মৰ বিকৃত ব্যাখ্যা শুনি শুনি অবাঞ্ছিত সাম্প্ৰদায়িকতাৰ সৃষ্টি কৰে। কোনো ধৰ্মৰেই নীতি শিক্ষা ব্যৱস্থাত শুদ্ধভাৱে শিক্ষা দিয়া নহয় আৰু ধৰ্ম শিক্ষা ছাত্ৰ-ছাত্ৰীয়ে সমাজৰ পৰা স্বাধীন ভাৱে আহৰণ কৰে। এই অৱস্থা দেশত হোৱা বাবে সাম্প্ৰদায়িক বিদ্বেষ আপোনা-আপুনি গঢ়ি উঠে। ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ বুলি ধৰ্ম শিক্ষা বাদ দিয়াৰ পৰা সাম্প্ৰদায়িকতাবাদীসকলক পূৰ্ণ স্বাধীনতা দিয়া হৈছে— সাম্প্ৰদায়িক বিদ্বেষ প্ৰচাৰৰ বাবে। এনে যে এটি জটিল সমস্যাৰ উদ্ভৱ হৈছে তাৰ সমাধান কৰিব লাগিব। বিভিন্ন ধৰ্মৰ মানুহে নিৰ্বিবাদে নিজ নিজ ধৰ্ম পালনৰ

স্বাধীনতা যেনেকৈ সংবিধানত আছে শিক্ষা ক্ষেত্ৰতো তাৰ ব্যৱস্থা কৰিব লাগিব। কোনো ধৰ্মতে আন ধৰ্মৰ প্ৰতি বিদ্বেষমূলক নীতি নাই। প্ৰচাৰকে সকলেহে এই বিদ্বেষ জগাই তোলে। গীতা ভাগৱতৰ ধৰ্মৰ মূলতত্ত্ব নুবুজিলে কোৰাণ-বাইবেলৰ ধৰ্মতত্ত্বৰ লগত সামঞ্জস্য বিধান কৰিব নোৱাৰি। সেইবাবে বিবিলাক ছাত্ৰ-ছাত্ৰীয়ে যি ধৰ্ম অনুসৰণ কৰে, প্ৰথমতে সেই ধৰ্মৰ শাস্ত্ৰৰ শিক্ষা নিদিয়াকৈ আন ধৰ্মৰ শিক্ষা দিয়া উচিত নহয়। নিজৰ ধৰ্মৰ শাস্ত্ৰতত্ত্ব শিক্ষা নিদি আন ধৰ্মৰ শাস্ত্ৰতত্ত্ব শিক্ষা দিলে নিজৰ ধৰ্মৰ প্ৰতি অৱহেলা আহে আৰু আনৰ ধৰ্মৰ প্ৰতিও প্ৰকৃত শ্ৰদ্ধা গঢ়ি নুঠে। এই বিষয়ে শিক্ষাবিদসকলৰ প্ৰকৃত অনুসন্ধান আৰু প্ৰভূত অৱদান আৱশ্যক। স্কুলীয়া জীৱনত হাইস্কুলত পঢ়া সময়খিনিয়েই চৰিত্ৰ গঠনৰ উপযুক্ত সময়। এই সময়ত ঘৰুৱা প্ৰভাৱ ক্ষীণ হৈ যোৱা দেখা গৈছে আৰু ছাত্ৰসকলক স্কুলতো নৈতিকতা শিক্ষা দিয়া নহয়। ছাত্ৰসকলে ক্ৰমে ক্ৰমে স্বাধীন মনোবৃত্তি গঢ়ি লয় আৰু ছাত্ৰ সভা, ছাত্ৰ ইউনিয়ন আদিৰ যোগেদি সংঘবদ্ধ হয়। স্কুল কলেজৰ শিক্ষকসকলে এই সংঘবদ্ধতাৰ কাৰণে প্ৰকৃত শাসন কৰিব নোৱাৰা হয়। স্বাধীন আৰু স্বেচ্ছাচাৰী মনোবৃত্তি দমন কৰিবলৈ শিক্ষা বিভাগৰ আইন দুৰ্বল হৈ পৰে। তদুপৰি সমাজৰ সহানুভূতি স্কুল-কলেজৰ কৰ্তৃপক্ষৰ প্ৰতি নহৈ ছাত্ৰসকলৰ প্ৰতিহে বেচি হয়। ছাত্ৰসকলৰ প্ৰতি স্কুল কলেজৰ কৰ্তৃপক্ষৰ যে সহানুভূতি নাথাকে তেনে নহয় কিন্তু সৰ্বসাধাৰণ ৰাইজে কৰ্তৃপক্ষক বিচাৰৰ সম্পূৰ্ণ দায়িত্ব দি সন্তুষ্ট থাকিব নোৱাৰে, ভুল ত্ৰুটী বা পক্ষপাতিত্বৰ অভিযোগত কৰ্তৃপক্ষক ব্যতিব্যস্ত কৰি তোলে। কৰ্তৃপক্ষৰ বিচাৰেই শেষ বিচাৰ নহয়, হাইকোৰ্ট পৰ্য্যন্ত বিচাৰ বাগৰি যায়। গতিকে কৰ্তৃপক্ষৰ শাসন ঢিলা হৈ যায় আৰু সংঘশক্তিৰ বলৰ বিৰুদ্ধে যাবৰ সাহস কমি যায়। আন ফালে দেশৰ এনেহে দুৰ্ভাগ্য যে কৰ্তৃপক্ষই নিৰপেক্ষ বিচাৰ কৰিবলৈ যাওঁতে বহু ক্ষেত্ৰতে অন্যায় বিচাৰ কৰে, কাৰণ কিবা নহয় কিবা এটি কাৰণত তেওঁলোকৰ বিচাৰ দৃষ্টি দূষিত হৈ পৰে। সেই কাৰণে চাব লগিব যে স্কুল-কলেজৰ কৰ্তৃপক্ষৰ বিচাৰ যাতে ন্যাসসঙ্গত হয়। পৰিচালনা সমিতিৰ সভাপদবিলাক যাতে উপযুক্ত লোকৰ দ্বাৰা পূৰণ কৰা হয়। ব্যক্তিগত বিদ্বেষ ৰাজনীতিগত বিভিন্ন মতবাদ আৰু ব্যক্তি বিশেষৰ অন্যায় প্ৰভাৱে যাতে পৰিচালনা সমিতিবিলাকৰ বিচাৰ দূষিত নকৰে তালৈ দৃষ্টি দিয়া উচিত হ'ব। ছাত্ৰসভা বিলাকৰ পৰিধি সীমাবদ্ধ কৰি আন্দোলনমুখী মনোবৃত্তি হ্ৰাস কৰিবৰ যত্ন কৰিব লাগিব আৰু শিক্ষাভিমুখী কৰি তুলিব লাগিব।

স্কুল-কলেজৰ ছাত্ৰবিলাকক সক্ৰিয় দলীয় ৰাজনীতিত নমাই নিৰ্বাচন যুদ্ধ খেলোৱা প্ৰথা বন্ধ কৰিব লাগিব। নিৰ্বাচন যুদ্ধত অসদুপায়ে জয়লাভ কৰিবৰ চেষ্টাই যেনেকৈ সামাজিক শিক্ষাৰ পৰিবেশ ধ্বংস কৰে, তেনেকৈ ছাত্ৰ-ছাত্ৰীৰ বিদ্যালয়ৰ শিক্ষাৰ আদৰ্শৰ অৱনতি ঘটায়। গণতান্ত্ৰিক যুগত সেয়েহে, শিক্ষা

পদ্ধতি বেছি আদৰ্শমূলক আৰু বেচি সুনীতিমূলক হ'ব লাগিব।

গান্ধীজীয়ে দঢ়াই দঢ়াই কৈছে যে সাক্ষৰতাই শিক্ষা নহয়। নিৰক্ষৰ ব্যক্তিও শিক্ষিত হ'ব পাৰে। নিৰক্ষৰ ব্যক্তিয়েও স্বাধীন ভাৱে জীৱিকা অৰ্জন কৰিব পাৰে, সমাজৰ আৰু দেশৰ প্ৰতি যথাযথ কৰ্ত্তব্য কৰিব পাৰে। শিক্ষাৰ অৰ্থ হ'ব লাগিব কোনো প্ৰকাৰ উপাৰ্জক্ষম বিদ্যা লাভ কৰা, নৈতিক নিয়ম পালন কৰিবলৈ মনোবৃত্তি গঠন কৰা, দেশ, সমাজ আৰু ঈশ্বৰৰ প্ৰতি ভক্তিমান হোৱা। গান্ধীজীৰ এই উপদেশৰ তুলাচনীত আমাৰ শিক্ষা পদ্ধতিৰ দোষ গুণ বিচাৰ কৰি তাৰ সংস্কাৰ সাধন কৰিব লাগিব। শিক্ষা বিস্তাৰ এই বাটেদিহে চলিব লাগে। মাথোন সাক্ষৰ কৰিবলৈ প্ৰাইমেৰী শিক্ষাৰ বহুল বিস্তাৰ, উচ্চ শিক্ষাৰ কাৰণে বৰ্তমান ধৰণে হাইস্কুল, কলেজ আৰু বিশ্ববিদ্যালয়ৰ বিস্তাৰ কৰিলেই শিক্ষা সমস্যাৰ সমাধান নহ'ব বৰঞ্চ শিক্ষিত নিবনুৱা যুৱক-যুৱতীৰ সংখ্যা বঢ়োৱাহে হ'ব। ঘৰুৱা শিল্প বৃদ্ধিৰ আৱশ্যকতা এইখিনিতেই।

ভাৰতীয় শিক্ষা পদ্ধতি ভাৰতীয় শিক্ষাবিদেহে আৱিষ্কাৰ কৰিব পাৰিব। বিদেশী শিক্ষাবিদে ভাৰতীয় দৃষ্টি ভঙ্গীৰে শিক্ষা পদ্ধতি আৱিষ্কাৰ কৰিব নোৱাৰিব। যান্ত্ৰিক শিল্পৰ দৃষ্টিভঙ্গীৰে ভাৰতীয় শিক্ষা পদ্ধতি গঠিত হ'ব নোৱাৰে। কৃষি প্ৰধান ভাৰতবৰ্ষত শিক্ষিত যুৱক যুৱতীক কৃষিমুখী কৰিব লাগিব। বৰ্ত্তমান শিক্ষা পদ্ধতিয়ে কৃষি বিমুখতাহে আনি দিছে। যান্ত্ৰিক শিল্পৰ যিমান আৱশ্যক তাতকৈ বহুগুণে আৱশ্যক কৃষি শিল্পৰ উন্নয়ন। কৃষি-কৰ্ম, বস্ত্ৰ-বয়ন আৰু গৃহ-নিৰ্ম্মাণ অন্ততঃ এই তিনিটা বিষয়ত যাতে চৰকাৰৰ বা আন কাৰো ওচৰত কোনো কোনো ব্যক্তিয়ে মুখাপেক্ষী হ'ব নালাগে সেই লক্ষ্য আগত ৰাখি শিক্ষা পদ্ধতিত আগবাঢ়িব লগিব আৰু দেশৰ সমাজিক পৰিবেশো সৃষ্টি কৰিব লাগিব। নিৰক্ষৰতা দূৰীকৰণৰ অভিযান চলোৱাতকৈ শিল্পানুষ্ঠান পাতি নিৰক্ষৰ লোকক তাত শিক্ষা দি স্বাধীন ব্যৱসায়ৰ পথ উন্মুক্ত কৰিবৰ যত্ন কৰিব লাগিব।*●

* এই প্ৰবন্ধৰ মূল ভিত্তি বাৰ্ট্ৰেণ্ড ৰাছেলৰ "Education and Discipline" শীৰ্ষক প্ৰবন্ধ।

১৯৬৫

# প্ৰাইমাৰী স্কুল পাছ কৰি অহা ল'ৰা-ছোৱালী চতুৰ্থ শ্ৰেণীৰ উপযুক্ত হ'ব লাগিব

প্ৰাইমাৰী স্কুলবিলাকত যি যি শিক্ষা দিয়া হয় সেই শিক্ষা আগতকৈ নিম্নগামী হোৱা বুলি বহুতে কয়। এই কথাৰ যে সত্যতা নাই তেনে নহয়।

প্ৰকৃততে প্ৰাইমাৰী স্কুলৰ শিক্ষা শেষ হৈ যোৱাৰ পাছত আমি কি সাফল্য কামনা কৰো? লিখিব জনা, পঢ়িব জনা আৰু গণিত জনা (3 Rs) বিষয়ে প্ৰাইমাৰী স্কুলৰ শিক্ষা তৃতীয় শ্ৰেণীৰ মান হিচাবে কিমানখিনি আগবাঢ়িছে তাকে চাই আমি প্ৰাইমাৰী স্কুলৰ শিক্ষাদানৰ সাফল্য আৰু ব্যৰ্থতা নিৰ্ণয় কৰো। এয়ে সাধাৰণ দৃষ্টিভঙ্গী। প্ৰাইমাৰী পাছ কৰি অহা ছাত্ৰই হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত নাম লিখিবৰ যোগ্যতা অৰ্জ্জন কৰিব লাগে। তৃতীয় শ্ৰেণীৰ লগত চতুৰ্থ শ্ৰেণীৰ ক্ৰমিক সম্বন্ধ আছে। যেতিয়া দেখা যায় যে প্ৰাইমাৰী পাছ কৰি অহা ল'ৰা-ছোৱালী চতুৰ্থ শ্ৰেণীৰ উপযুক্ত হোৱা নাই তেতিয়া নিশ্চয় ক'ব লগিব যে প্ৰাইমাৰী স্কুলৰ শিক্ষা নিম্নগামী হৈছে। হাইস্কুলৰ শিক্ষকসকলৰ পৰা জানিব পৰা যায় যে চতুৰ্থ শ্ৰেণীত যিবিলাক ল'ৰা-ছোৱালী আজি কালি ভৰ্ত্তি হয় সেইবিলাক ল'ৰা-ছোৱালীৰ শিক্ষা আগতকৈ ক্ৰমে বেয়া হৈ আহিছে। এইটো এটা নিখুঁত সত্য কথা। তৰ্ক যুক্তিৰ দ্বাৰা ইয়াক উৰাই দিব নোৱাৰি। শিক্ষা ক্ষেত্ৰত ই এটি প্ৰধান সমস্যা। এই সমস্যা সমাধানৰ উপায় হে চিন্তা কৰিব লাগিব।

শিক্ষা পদ্ধতি, শিক্ষা প্ৰণালী, শিক্ষানীতি নাইবা শিক্ষণীয় পাঠ্যক্ৰম বিষয়ে আলোচনা কৰিও কোনো লাভ নাই। যি কোনো শিক্ষা পদ্ধতিকেই গ্ৰহণ কৰা হওক নাইবা যি কোনো শিক্ষা প্ৰণালীকেই গ্ৰহণ কৰা নহওক, আমাৰ লক্ষ্য হ'ব লগিব যে তৃতীয় শ্ৰেণীৰ পৰা পাছ কৰি যোৱা ল'ৰা-ছোৱালী চতুৰ্থ শ্ৰেণীৰ কাৰণে উপযুক্ত হ'ব লাগিব। চতুৰ্থ শ্ৰেণীৰ শিক্ষণীয় বিষয় ছাত্ৰবৃত্তি, মাইনৰ আৰু হাইস্কুল সকলো স্কুলতে একে। গতিকে এই শ্ৰেণীত যিবিলাক ল'ৰা-ছোৱালী ভৰ্ত্তি হ'ব সকলোবিলাক ল'ৰা-ছোৱালী সমানে ভৰ্ত্তি শিক্ষিত হ'ব লাগিব। শিক্ষা পদ্ধতি আৰু শিক্ষা প্ৰণালী শিক্ষক ভেদে বিভিন্ন হ'ব— (শিক্ষকসকলে

একে পদ্ধতি বা প্ৰণালী গ্ৰহণ কৰি শিক্ষা দিলেও)। গতিকে ছাত্ৰ-ছাত্ৰীৰ সাফল্যই যে শিক্ষকৰ সাফল্য নিৰ্দ্ধাৰণ কৰে— তাক নুই কৰিবৰ উপায় নাই। যি প্ৰণালীতেই নিশিকাওক শিক্ষকৰ নিজৰ দায়িত্বজ্ঞান, কৰ্ত্তব্যপৰায়ণতা, শিক্ষাদানৰ আগ্ৰহ আৰু বিষয়জ্ঞান অৱশ্য লাগিব।

প্ৰথম কথা ধৰি লোৱা হওক যে হাতে লিখা আখৰ আৰু ছপা আখৰ তৃতীয় শ্ৰেণীৰ ল'ৰা-ছোৱালীয়ে শুদ্ধভাৱে পঢ়িব পাৰিব লাগিব। দাঁড়ি, কমা আদিত বাদেও পাঠ পঢ়োতে যত যেনেকৈ ৰ'ব লাগিব আৰু হ্ৰস্ব দীৰ্ঘৰ উচ্চাৰণ কেনেকৈ কৰিব লাগিব, তবৰ্গ, টবৰ্গৰ উচ্চাৰণ কেনেকৈ কৰিব লাগিব এইবোৰ শিক্ষা শিক্ষকে দিব পাৰিব লাগিব। সেইবাবে শিক্ষকৰ নিজৰ পাঠ পঢ়া অভ্যাস শুদ্ধ হ'ব লাগিব। অনাৱশ্যক সুৰ লগাই পঢা অভ্যাস এৰিব লাগিব। আৰ্হিপাঠ শুদ্ধ হলেহে ছাত্ৰৰ পৰা শুদ্ধ পাঠ আশা কৰিব পাৰি। যুক্তাক্ষৰ থকা শব্দবোৰ শুদ্ধকৈ মাতিব পাৰিব লাগিব। যুক্তাক্ষৰ থকা শব্দবিলাক খ শ্ৰেণীতে শিকোৱা হয়, তৃতীয় শ্ৰেণীত মাতিব নোৱাৰাৰ কোনো কাৰণ নাথাকে। তৃতীয় শ্ৰেণীৰ পাঠ্য পুথিত যিবোৰ শব্দ পোৱা যায়, সেই শব্দবোৰ খ শ্ৰেণী, প্ৰথম শ্ৰেণী আৰু দ্বিতীয় শ্ৰেণীত পাই আহিছে। তেনে ক্ষেত্ৰত সেই শব্দবোৰৰ উচ্চাৰণ আৰু বানান শুদ্ধ নহবৰ কোনো যুক্তি নাথাকে। এই শব্দবিলাকৰ অৰ্থ শিক্ষকে নিশ্চয় জানে। ল'ৰা-ছোৱালীক অৰ্থ পুথি ব্যৱহাৰ কৰিবলৈ দিয়াৰ কোনো যুক্তি নাথাকে। শিক্ষকে নিজে নাজানিলে জানি ল'ব লাগে। পাঠ্য পুথিত যিবোৰ পদ্য দিয়া থাকে আটাইবোৰ পদ্য মুখস্থ কৰাব লাগে। তলৰ শ্ৰেণীৰ যিবোৰ পদ্য মুখস্থ কৰি আহিছে— সেইবোৰ মনত আছে নে নাই তাকো পৰীক্ষা কৰি চাব লাগে। পদ্য মুখস্থৰ পৰা ছাত্ৰ-ছাত্ৰীৰ নীতি জ্ঞান জন্মে, শব্দ জ্ঞান হয়, বৰ্ণাশুদ্ধিৰ দোষ আঁতৰে আৰু স্বাধীন চিন্তা কৰিব পৰা হয়। কোন পদ্ধতিত পাঠ পঢ়া অভ্যাস কৰাব সেইটো শিক্ষকে স্থিৰ কৰি ল'ব কিন্তু শিক্ষা দিয়াৰ ফল হ'ব লাগিব যে ছাত্ৰ-ছাত্ৰীয়ে যি কোনো পাঠ শুদ্ধকৈ পঢ়িব পাৰিব লাগিব। শিক্ষা পদ্ধতি বা শিক্ষা প্ৰণালীৰ দোষ-গুণ আলোচনা কৰি শিক্ষকে এই দায়িত্বৰ হাত সাৰিব নোৱাৰিব।

দ্বিতীয় কথা— লিখিব পৰা হ'ব লাগিব। হাতৰ আখৰ ভাল হ'ব লাগিব। বানান শুদ্ধ হ'ব লাগিব। ইমানতেই নহয় ছাত্ৰ-ছাত্ৰীয়ে স্বাধীন চিন্তাৰে ৰচনা লিখিব পাৰিব লাগিব। কেনেকৈ শ্ৰুতলিপি দিব লাগে, তাৰ পদ্ধতি হয়তো নানা জনে নানা ৰকমে ক'ব কিন্তু শিক্ষকে চাব লাগিব ল'ৰা-ছোৱালীবিলাকে শুদ্ধ বানান শিকিব পৰিছে নে নাই। পদ্ধতিৰ দোষ ত্ৰুটীৰ আলোচনা হ'ব পাৰে, কিন্তু পদ্ধতিৰ দোহাই দি ল'ৰা-ছোৱালীৰ বৰ্ণাশুদ্ধি দোষৰ হাত সাৰিব নোৱাৰি। শিক্ষকে নিজে নিজে চিন্তা কৰিব লাগিব কি পদ্ধতিৰে বৰ্ণাশুদ্ধি দোষ গুচাব পাৰি। ৫ বাৰ

বা ১০ বাৰ লিখিবলৈ দি অশুদ্ধ বানান বহু ক্ষেত্ৰত শুদ্ধভাৱে শিকাব নোৱাৰি এক বাৰ বা দুই বাৰ লিখিব দিও শুদ্ধ ভাৱে শিকাব পাৰি। ইকাৰত ভুল হৈছে নে ঈকাৰত ভুল হৈছে, য ফলাত ভুল হৈছে নে ৰ ফলাত ভুল হৈছে— এইবোৰ কথা ল'ৰাজনৰ মনত শুদ্ধভাৱে বহুৱাই দিব লাগে। বিশেষকৈ মন কৰিব লাগিব যে তলৰ শ্ৰেণীত শিকি অহা শব্দবোৰ আৰু এবাৰ শুদ্ধকৈ শিকাই দিয়া শব্দবোৰ যাতে দুনাই বা পুনঃ পুনঃ ভুল নকৰে.

গৰুৰ বিষযে, ধান খেতিৰ বিষয়ে, হাতীৰ বিষয়ে বাইবা আলুখেতিৰ বিষয়ে কেইখনমান ৰচনা শিক্ষকে লিখি দি মুখস্থ কৰালেই নহ'ব। স্বাধীন চিন্তা কৰি ল'ৰা-ছোৱালীযে নিজে নিজে কেনেকৈ লিখিব পাৰে, সেই বিষয়ে শিক্ষকে চিন্তা কৰিব লাগিব আৰু সেই অনুসাৰে শিক্ষা দিব লাগিব। ৰচনা লিখাৰ ভাগবোৰ শিক্ষকে টোকা দি বুজাই দিব— ব্লেক বোৰ্ডৰ সাহয্যেৰে।

তৃতীয় কথা — গণিতৰ জ্ঞান কি উপায়ে শুদ্ধ ভাৱে দিব পাৰি— শিক্ষকে নিজে চিন্তা কৰিব লাগিব। গণিতত যিবোৰ অঙ্ক দিয়া আছে— গতানুগতিক ভাৱে তাক শিকালেই নহ'ব। প্ৰত্যেকটো অঙ্কৰ ভিতৰত কি বুদ্ধি বা কৌশল লুকাই আছে— সেইটো শিক্ষকে আবিষ্কাৰ কৰি ল'ৰাক বুজাই দিব লাগিব। মনত ৰাখিব লাগিব যে বুদ্ধিৰ বিকাশ কৰাই শিক্ষাৰ ঘাই উদ্দেশ্য। বুদ্ধিৰ বিকাশৰ দ্বাৰা ল'ৰা-ছোৱালীৰ ব্যক্তিত্ব গঢ়ি উঠে। বুদ্ধিৰ বিকাশ সোনকালে হ'ব পাৰে গণিত শিক্ষাৰ পৰা। গণিতত কেঁচা ল'ৰাৰ বুদ্ধিৰ বিকাশ সোনকালে নহয়। বুদ্ধিৰ অৰ্থ সদ্বুদ্ধি, সদ্বিবেচনা, সু-দৃষ্টিভঙ্গী ইত্যাদি বুলি বুজিব লাগিব। যি বিলাক ল'ৰাৰ বুদ্ধি গণিতৰ মাজেদি বিকশিত নহয়, সেই বিলাক ল'ৰাৰ বুদ্ধি পৈণত হোৱাত বিলম্ব হয়। আনফালে এইটোও দেখা গৈছে যে প্ৰাইমাৰী স্কুলত যিবিলাক ল'ৰা অঙ্কত কেঁচা থাকে, সেইবিলাক ল'ৰাই সদায় অঙ্কত পাছ পৰি থাকে আৰু গণিত বা অঙ্কশাস্ত্ৰলৈ এটা অস্বাভাৱিক ভয় সিহঁতৰ মনত সোমাই যায়। বহুতো ল'ৰাৰ অকৃতকাৰ্য্যতাৰ ফল হয় গণিতত কেঁচা হৈ যোৱাৰ পৰা। সকলো ল'ৰাৰ বুদ্ধিবৃত্তি সমান নহয় সঁচা কথা কিন্তু সাধাৰণ বুদ্ধিৰ সকলো ল'ৰাই প্ৰাইমাৰী খাপৰ অঙ্ক বুজিব নোৱাৰা নহয় যদিহে শিক্ষকৰ শিক্ষা পদ্ধতি ভাল হয়। সেইবাবে শিক্ষকৰ দায়িত্ব এই খিনিতে যথেষ্ট গধুৰ। অঙ্ক কৰিব পাৰিলেই নহয় শুদ্ধ নিয়মে কৰিব পাৰিব লাগে। শুদ্ধ নিয়মে কৰিব পৰাৰ পৰা বুজা যায় যে ল'ৰাজনে শুদ্ধভাৱে শৃংখলাপূৰ্ণ নিয়মে চিন্তা কৰিব পাৰিছে। গণিতত কষি দিয়া অঙ্কবোৰ আহিঁছে। ছাত্ৰই নিজে নিজে অঙ্কৰ স্তৰবিলাক বুজাই লিখিব পৰিব লাগে। তৃতীয় শ্ৰেণী ল'ৰাৰ মনত ৰচনা লিখা শিকোৱাৰ ক্ষেত্ৰত যেনেকৈ স্বাধীন চিন্তা বিকাশৰ যত্ন কৰিব লাগে, অঙ্কৰ ক্ষেত্ৰতো স্বাধীন চিন্তা বিকাশৰ যত্ন কৰিব লাগে। তেনেদৰে শিক্ষা দিয়াকেহে প্ৰকৃত শিক্ষাদান বোলে।

**পৰিদৰ্শনৰ কাম ঃ** শিক্ষকসকলক এই বাটেদি নিয়াৰ দায়িত্ব পৰিদৰ্শক সকলৰ। পৰিদৰ্শক সকলে স্কুল চাই শিক্ষকৰ শিক্ষাদান পদ্ধতিত ত্ৰুটী আৱিষ্কাৰ কৰি, তাক কেনেকৈ শুধৰাব পাৰি তাক দেখুৱাই দিব লাগিব। পৰিদৰ্শন বহীত মন্তব্য লিখিলেই নহ'ব, ছাত্ৰক শিক্ষকৰ নিচিনাকৈ পাঠ দি শিক্ষকক শিক্ষাদান পদ্ধতি দেখুৱাই দিব লাগিব। কেন্দ্ৰীয় শিক্ষক সভাবিলাকতো আৰ্হি পাঠ দি শিক্ষকক দেখুৱাব পাৰিব লাগিব। যি জন পৰিদৰ্শকে আৰ্হি পাঠ দি শিক্ষাদান কাৰ্য্য দেখুৱাব নোৱাৰে, তেওঁ শিক্ষকসকলক ঠিক বাটে পৰিচালনা কৰিব নোৱাৰিব। পুনঃ বিভিন্ন পৰিদৰ্শকে বিভিন্ন ভাৱে দেখুৱাব লাগিব। মহকুমাৰ ডি. আই. মহোদযে এই সমন্বয় আনি দিব লাগিব। বহু শিক্ষকৰ প্ৰাণত আকাঙ্খা থাকে ভাল শিক্ষক হ'বলৈ ; কিন্তু পৰিচালনাৰ ত্ৰুটীত সেই আকাঙ্খা পূৰণ নহয়। ডেপুটি ইন্সপেক্টৰৰ নিৰ্দ্দেশ অনুসাৰে তেওঁ তলতীয়া পৰিদৰ্শক সকলে আৰু শিক্ষক সকলে কাম কৰিব লাগিব। ডেপুটি ইন্সপেক্টৰ মহোদয়ে বছৰি কাৰ্য্যৰ ফলাফল বুজি লৈ নতুন বছৰৰ কাৰ্য্য-পদ্ধতিত তাক উল্লেখ কৰি নতুন নিৰ্দ্দেশ দিব। ডেপুটি ইন্সপেক্টৰৰ সকলৰ শিক্ষাদান পদ্ধতিত অভিজ্ঞতা থাকিব লাগিব আৰু তেওঁলোকৰ শিক্ষাবিদৰ দৃষ্টিভঙ্গী থাকিব লাগিব।

শিক্ষাদানৰ পদ্ধতি বেলেগ বেলেগ হ'ব পাৰে ; কিন্তু বছৰৰ আৰম্ভণিতে পৰিদৰ্শকসকলে আলোচনা কৰি নিজৰ নিজৰ অধীনৰ স্কুলবিলাকত যিবোৰ দোষ ত্ৰুটী আছে তাক গুচাবলৈ যি পদ্ধতিৰ আৱশ্যক সেই পদ্ধতি গ্ৰহণ কৰিব। কোনো পৰিদৰ্শকে যদি নিজৰ সুকীয়া কোনো পদ্ধতি গ্ৰহণ কৰিব খোজে তাক পৰিষ্কাৰকৈ লিখি উলিয়াই ডি. আই. মহোদয়ৰ অনুমোদন গ্ৰহণ কৰিব। কোনো শিক্ষকে যদি নিজৰ কোনো পদ্ধতি গ্ৰহণ কৰিব খোজে তাক লিখি উলিয়াই আৰু পৰিদৰ্শকক আৰ্হি পাঠ দেখুৱাই সেই পদ্ধতিৰ অনুমোদন গ্ৰহণ কৰিব। শিক্ষাদান কাৰ্য্য এটা ধৰাবন্ধা সাঁচত চলাব নোৱাৰি। পৰিবেশ ভেদে আৰু শিক্ষকভেদে বেলেগ বেলেগ পদ্ধতি আপোনা আপুনি গৃহীত হ'ব— কিন্তু তাৰ ভিতৰতো কিছুমান নীতি সাধাৰণ (Common) থাকিব। সেই সাধাৰণ নীতিবোৰ গ্ৰহণ কৰিবই লাগিব। তাক লঙ্ঘন কৰিব নোৱাৰি। পৰিদৰ্শকৰ কৰ্ত্তব্য এই সাধাৰণ নীতিবোৰ যাতে সকলো শিক্ষকে মানি চলে তাক চোৱা আৰু যথাযথ ভাৱে উপদেশ দিয়া। কোনো এটা কথা এবাৰ শিকালেই নহয়, নাইবা শিক্ষণীয় পাঠ্যক্ৰম শেষ কৰিলেই নহয়। শিক্ষকৰ শিক্ষাৰ দ্বাৰা ছাত্ৰৰ কিমানখিনি উপকাৰ হৈছে— তাক পৰীক্ষা কৰি চাইহে পুনঃ পুনঃ অভ্যাস কৰাব লাগিব। পৰিদৰ্শকে পৰিদৰ্শনৰ সময়ত শ্ৰেণী পৰীক্ষা কৰি চোৱাৰ ই এটা প্ৰধান উদ্দেশ্য হ'ব লাগে। শিক্ষকৰ দোষ ত্ৰুটী ধৰা বা শিক্ষকক অনাহকত লজ্জিত কৰা উদ্দেশ্য তাত থাকিব নালাগে। শ্ৰেণী পৰীক্ষা কৰি দোষ ত্ৰুটী পৰিদৰ্শকে বুজি লৈ শিক্ষকক যথোপযুক্ত

উপদেশ দিব লাগিব। শ্ৰেণী পৰীক্ষা কৰোতে দেখা যাব কিছুমান ল'ৰা বেছি পাছ পৰা আৰু কিছুমান ল'ৰা বেছি আগবঢ়া। তেনে ক্ষেত্ৰত সেই শ্ৰেণীটোক দুভাগ কৰিব লাগিব। একেজন শিক্ষকে বিভিন্ন সময়ত শিকাব নাইবা বিভিন্ন শিক্ষকে বিভিন্ন ভাগ শিকাব। স্কুলৰ সময়ৰ ভিতৰত তাক খাপ খুৱাবলৈ ৰুটিনৰ সাল-সলনি কৰিব লাগিব। এনে সাল-সলনি পৰিদৰ্শকে অনুমোদন কৰি দিব। একে প্ৰকাৰৰ ৰুটিন সকলো স্কুলতে চলিব নোৱাৰে। সেইবাবে শিক্ষকে কেনে ৰুটিন মতে স্কুলত শিক্ষা দিছে সেই ৰুটিন পৰীক্ষা কৰাত পৰিদৰ্শকৰ কৰ্ত্তব্য আৰু আৱশ্যকীয় সাল-সলনিৰ পৰামৰ্শ দিয়া পৰিদৰ্শকৰ কৰ্ত্তব্য।

কিছুমান ছাত্ৰ-ছাত্ৰীৰ বুদ্ধি সাধাৰণ বুদ্ধিতকৈ কম। সেই ছাত্ৰ-ছাত্ৰীবিলাকক শিক্ষা দিয়াৰ সুকীয়া ব্যৱস্থা কৰিব নোৱাৰিলে শিক্ষকে একে পদ্ধতিৰে সকলো বিলাক ছাত্ৰ ছাত্ৰীক (সিহঁতক লৈ) শিক্ষা দিব নোৱাৰিব। এই বিষয়েও পৰিদৰ্শকে শিক্ষকক পৰামৰ্শ দিব লাগিব।

এনে ধৰণৰ পৰিদৰ্শনৰ নীতি পূৰ্ব্বে অসমৰ সৰ্ব্বত্ৰ আছিল কিন্তু আজি কালি এনেকুৱা ধৰণৰ নীতিবোৰ শিথিল কৰি দিয়া হৈছে। আগেয়ে ডাইৰেক্টৰ চাহাবৰ পৰা আৰম্ভ কৰি চাৰ্কেল চাব্ ইন্সপেক্টৰৰ স্তৰলৈকে পৰিদৰ্শনৰ এনে নীতিবোৰ স্কুলবিলাকত প্ৰকট হৈ উঠিছিল। এতিয়াও যদি এনে ভাৱে আগ্ৰহেৰে শিক্ষক আৰু পৰিদৰ্শকসকলে কাম কৰে, প্ৰাইমাৰী স্কুলৰ শিক্ষাৰ উন্নতি হ'ব আৰু চতুৰ্থ শ্ৰেণীত অনুপযুক্ত ল'ৰা ছোৱালীক ভৰ্ত্তি কৰাৰ আৱশ্যক নহ'ব।

**প্ৰশিক্ষণ ঃ** শিক্ষক আৰু পৰিদৰ্শক প্ৰশিক্ষণ কেন্দ্ৰবোৰত কি বিষয়, কোন পদ্ধতিৰে শিক্ষা দিব লাগে সেই বিষয়ে প্ৰশিক্ষণ হ'ব লাগে। প্ৰশিক্ষণ কেন্দ্ৰবোৰত শিকি অহা পদ্ধতি স্কুল বিলাকত চলাব লাগে। শিক্ষকে যেনেদৰে প্ৰশিক্ষণ পায়, পৰিদৰ্শকে যদি বিভিন্ন ধৰণে প্ৰশিক্ষণ পায়, আৰু স্কুল বিলাকত যদি আন এটি ধৰণৰ পদ্ধতি চলি থাকে, তেতিয়া পৰিদৰ্শনৰ অসুবিধা হয়, শিক্ষক সকলে পৰিদৰ্শকৰ পদ্ধতি বুজিব নোৱাৰি বিমোৰত পৰে আৰু চলি থকা পদ্ধতিৰ পৰিবৰ্ত্তন নিজৰ প্ৰশিক্ষণ পোৱা নীতিত সাধন কৰি আনিব নোৱাৰি প্ৰশিক্ষণ জ্ঞান খটুৱাব নোৱাৰে। সেই বাবে প্ৰতিবছৰে ডি. আই. মহোদয়ে আলোচনা কৰি শিক্ষা পদ্ধতিৰ বিষয়ে নিৰ্দ্দেশ দিব লাগে। প্ৰশিক্ষণ কেন্দ্ৰবোৰতো আৰু বি টি কলেজ বিলাকতো এই সম্পৰ্কে যাতে বিভিন্নতা নাথাকে আৰু থাকিলে তাক কেনেকৈ সমন্বয় কৰিব পাৰি সেই বিষয়ে পৰিদৰ্শক সকলক বিশেষ ভাৱে শিকাই দিব লাগে। নহ'লে মতভেদ পৰি উঠি শিক্ষানুষ্ঠান বিলাকৰ ক্ষতি হয়।

প্ৰশিক্ষণ, পৰিদৰ্শন আৰু শিক্ষকৰ পাঠদানৰ যদি সমন্বয় ঘটে আৰু সকলোৱে আন্তৰিকতাৰে কাম কৰে— চতুৰ্থ শ্ৰেণীৰ উপযুক্ত ছাত্ৰ-ছাত্ৰী উলিয়াই দিয়া এটা জটিল সমস্যা হৈ নাথাকে।

এপ্ৰিল, ১৯৬৮

# শিশুৰ চৰিত্ৰ গঠন আৰু স্বাভাৱিক কৰ্ম্ম প্ৰৱণতা

প্ৰত্যেক মানৱ শিশুৰ ভিতৰত এটা স্বাভাৱিক কৰ্ম্মপ্ৰৱণ শক্তি আছে। সেইবাবে শিশু কেতিযাও স্বভাৱতে অলস হৈ নাথাকে, কিবা নহয় কিবা এটি কৰি থাকি ভাল পায়। শিশুৰ শিক্ষাদান কাৰ্য্যৰ বাবে শিশুৰ এই স্বাভাৱিক মনোবৃত্তিৰ সুবিধা লব লাগে। শিশুৰ শিক্ষাৰ আৰম্ভণি বা প্ৰথম কাৰ্য্য হ'ব লাগে— এই কৰ্ম্ম প্ৰৱণতাৰ ভিত্তিত। শিক্ষকসকলৰ বৱে এই মনস্তত্ত্বৰ ভিত্তিত শিক্ষা দিয়া সহজ কথা নহয় ; তাৰ কাৰণ হৈছে শিক্ষকসকলৰ নিজৰ নিজৰ শিক্ষা এই ভিত্তিত হোৱা নাছিল আৰু প্ৰশিক্ষণ কেন্দ্ৰবোৰত যদিও এই তত্ত্বৰ কথা ব্যাখ্যা কৰি বুজোৱা হয়, তথাপি কৰ্ম্মৰ মাধ্যমত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা সমন্বিত ধৰণে সুচল হৈ উঠা নাই। প্ৰশিক্ষণ কেন্দ্ৰ বোৰত প্ৰশিক্ষণ প্ৰাৰ্থী শিক্ষক সকলে নিজে নিজে চাফাইকে আদি কৰি বাগিচা পতা, সুতা কটা ইত্যাদি কৰ্ম্মবোৰ কৰে, কিন্তু এই কৰ্ম্মবোৰৰ লগত শিশুৰ স্বাভাৱিক কৰ্ম্ম প্ৰৱণতাৰ সম্বন্ধ কি সেই কথা ভালদৰে বুজি নাপায়। মণ্টেছৰী আৰু কিণ্ডাৰ গাৰ্টেন স্কুলবিলাকত শিশুৰ এই মনস্তত্ত্বৰ ভিত্তিত গঠিত খেল-ধেমালি আৰু বাস্তৱ অভিজ্ঞতাৰ সুবিধা লোৱা হয় যদিও, সিও সম্পূৰ্ণ কাৰ্য্যকৰী হৈ নুঠে।

বুনিয়াদী শিক্ষা পদ্ধতি প্ৰৱৰ্ত্তনৰ মূল কাৰণ এই খিনিতে। শিশুৰ শিক্ষা আৰম্ভ হ'ব লাগে কৰ্ম্মৰ মাধ্যমত। তেতিয়া শিশুৰ স্বাভাৱিক কৰ্ম্ম প্ৰৱণতাৰ লগত সমন্বয় স্থাপন হয়। শিশুৰ বয়স যেতিয়া ৬/৭ মাহ মাথোন হয়, তেতিয়াই এই কৰ্ম্ম প্ৰৱণতাৰ লক্ষণ পৰিস্ফুট হৈ উঠে। সাধাৰণতে আমি পুতলা খেলনা বা যি কোনো শিশুৰ মনোগ্ৰাহী বস্তু আগত দি শিশুক বহুৱাই থবলৈ যত্ন কৰো। শিশুৱে খেলনা পুতলাবোৰ লাবা চাবা কৰি ভাঙি পেলায়। জোৰা লগাব পৰা বুদ্ধি ২/৩ বছৰ বয়সত হে হয়। সেই বয়সত ভাঙি পুনৰায় জোৰা লগাবৰ যত্ন কৰে। বিশ্ব ব্ৰহ্মাণ্ডৰ মহান সৃষ্টিৰ মাজত যেনেকৈ ভঙা গঢ়া চলি আছে, শিশুৰ মনতো ভঙা গঢ়া মনোবৃত্তিৰ প্ৰকাশ পায়। সেয়েহে ই স্বাভাৱিক মনোবৃত্তি। প্ৰতিকে দেখা যায় শিক্ষাৰ বাবে এয়ে প্ৰথম কাৰ্য্য হোৱা উচিত। এই কথা সকলো শিক্ষাবিদে জানে; কিন্তু তথাপিতো শিক্ষা জগতত শিক্ষা দান কাৰ্য্যত ইয়াৰ প্ৰকৃত ব্যৱহাৰ আজিলৈকে কৃতকাৰ্য্য হৈ উঠা নাই। তাৰ কাৰণ বহুতো।

ৰাজনৈতিক কাৰণো ইয়াৰ ভিতৰত আছে। সেইবোৰ কথা আমি আলোচনা নকৰি শৈক্ষিক কাৰণ কেইটিমান হে আলোচনা কৰিব খুজিছো।

প্ৰথমতঃ আমি শিশুৰ শিক্ষা দানত এটা ডাঙৰ ভুল কৰো। আমাৰ স্কুল বিলাকত সাধাৰণত ৪-৬ বছৰ বয়সত ছাত্ৰ ভৰ্ত্তি কৰি লওঁ। সেই সময়ত শিশুৰ কৰ্ম্ম প্ৰৱণতা শক্তি যথেষ্ট পৰিমাণে স্বাভাৱিক ভাৱে বাঢ়ি উঠে। বিভিন্ন পৰিয়ালৰ বিভিন্ন পৰিস্থিতিত এই কৰ্ম্ম প্ৰৱণতা আৰু শিশুৰ স্বাভাৱিক অনুকৰণ প্ৰিয়তাৰ মাধ্যমত শিশুৰ চৰিত্ৰও কিছু পৰিমাণে গঢ়ি উঠে। জন্মগত সংস্কাৰৰ বাবে শিশুৰ চৰিত্ৰৰ বিভিন্নতা থাকেই, তদুপৰি বিভিন্ন পৰিযালৰ বিভিন্ন পৰিস্থিতিত (পৰিবেশে ইযাত ক্ৰিযা কৰে) শিশুৰ চৰিত্ৰ সেই পৰিযালৰ বযস্ক লোকসকলৰ অনুকৰণত গঢ লববৈলে ধৰে। স্কুলত যেতিয়া শিশুক প্ৰথমতে ভৰ্ত্তি কৰি দিয়া হয, তেতিয়া শিক্ষকে শিশুৰ স্বভাৱৰ এই ফালটোলৈ বিশেয মনোযোগ দিযাৰ আৱশ্যকতাৰ বিষযে আমাৰ শিক্ষাৰ আঁচনিত কোনো স্থান ৰখা হোৱা নাই আৰু প্ৰশিক্ষণ দিবৰ সমযতো এই বিষযে আমি প্ৰশিক্ষণ দিবৰ ব্যৱস্থা কৰা নাই। শিক্ষকসকলে গতানুগতিক ভাৱে ভৰ্ত্তিৰ লগে লগে বৰ্ণ পৰিচয শিক্ষা দিববৈলে ধৰে। কিছুমান শিক্ষকে পোনেই চিলঠত বা বালিবোৰ্ডত আখৰ লিখিববৈলে শিকায, আন কিছুমান শিক্ষকে আকৌ আখৰ চিনাববৈলে লাগি যায। কিছুমান ল'ৰা-ছোৱালীযে হযতো ঘৰতে আখৰবোৰ মাতিব পৰা হৈ আছে। কিছুমানে লিখিব পৰাও হৈ আছে। সি যি নহওক শিক্ষকে স্কুলৰ পৰম্পৰা অনুসাৰে (Traditionally) শিশুৰ শিক্ষাকাৰ্য্য আৰম্ভ কৰে, ওপৰত কোৱা মনস্তত্ত্ব অনুসাৰে কৰ্ম্মৰ মাধ্যমত শিক্ষাৰ ব্যৱস্থা নকৰে। শিক্ষাৰ আঁচনিত স্পষ্ট নিৰ্দ্দেশ এই বিষযে নাই কিন্তু হাতৰ কামৰ যি ব্যৱস্থা শিক্ষা আঁচনিত আছে সেই বিষয়ৰ গুৰুত্ব কোনো দিনেই দিয়া নহয়। শিক্ষা আঁচনিত হাতৰ কামৰ যি ব্যৱস্থা আছে সেই ব্যৱস্থাৰ কাৰ্য্যকৰী ক্ৰমণিকা এখন তৈয়াৰ কৰি শিক্ষকসকলে যদি বৰ্ণ পৰিচয় আৰু হস্তাক্ষৰ শিক্ষা দিয়াৰ পূৰ্ব্বে সেই ক্ৰমণিকা অনুসাৰে শিক্ষাদান কাৰ্য্য আৰম্ভ কৰে, বেছি ফলদায়ক হ'ব তাত আমাৰ অকণো সন্দেহ নাই। কাৰ্য্য ক্ৰমণিকা তৈয়াৰ কৰা পদ্ধতি প্ৰশিক্ষণ কেন্দ্ৰবোৰত অত্যাৱশ্যকীয় বিষয় হিচাবে শিক্ষকবিলাকক শিক্ষা দিব লাগে। শিক্ষকসকলক চাফাই, বাহঁ বেতৰ কাম ইত্যাদি শিক্ষা দিয়াৰ লগত এই ক্ৰমণিকা প্ৰস্তুত কৰাত গুৰুত্ব দিব লাগে। ইয়াৰ আৱশ্যক আছে বুলি আমি অভিজ্ঞতাৰ পৰা বেছকৈ উপলব্ধি কৰিছো — আৰু পুনৰায় ফ্ৰোবেল আৰু হাৰ্বাৰ্ট স্পেন্সাৰৰ শিক্ষাদৰ্শন আলোচনা কৰি উক্ত মতৰ দৃঢ় পক্ষপাতী হৈছো। প্ৰধান শিক্ষাবিদ্ পেষ্টালজ্জীৰ শিক্ষাদৰ্শনৰ ওপৰত ভিত্তি কৰি ফ্ৰোবেলে মত প্ৰকাশ কৰিছে যে শিশুৰ কৰ্ম্ম প্ৰৱণতাৰ পৰা শিশুৰ মনত স্বকীয় ইচ্ছা আৰু আগ্ৰহৰ সৃষ্টি হয়। সেই ইচ্ছা আৰু আগ্ৰহ শিশুৰ মনত স্থায়ী হৈ যায় আৰু সেইয়ে হয় শিশুৰ চৰিত্ৰ গঠনৰ মূল উপাদান।

ইতিপূৰ্ব্বে পেষ্টালঝ্জীয়ে শিশুৰ চিন্তাশক্তি আৰু বিচাৰ বুদ্ধি বঢ়োৱাৰ বিষয়ে দাৰ্শনিক মতবাদ প্ৰচাৰ কৰিছিল আৰু নিজেও শিক্ষক হৈ সেই মতবাদ কাৰ্য্যত প্ৰয়োগ কৰিছিল। কিন্তু ফ্ৰোৱেলে সেই দাৰ্শনিক মতবাদৰ ওপৰতে ভিত্তি কৰি ক'লে যে চিন্তা শক্তি আৰু বিচাৰ বুদ্ধিৰ প্ৰশিক্ষণ দিয়াতকৈ শিশুৰ আবেগিক ইচ্ছা শক্তিৰ প্ৰশিক্ষণ দিয়া কাৰ্য্যই শিশুৰ শিক্ষাত বেছি ফল দিব। হাৰ্বাৰ্টৰ মতে বৌদ্ধিক বিচাৰ শক্তিৰ প্ৰশিক্ষণ বেচি ফলদায়ক। হাৰ্বাৰ্ট আৰু ফ্ৰোৱেল উভয়ে পেষ্টালঝ্জীৰ শিষ্য। উভয়ে পেষ্টালঝ্জীৰ মতবাদৰ ওপৰত ভিত্তি কৰি শিক্ষা পদ্ধতিৰ গঢ় দিয়ে— হাৰ্বাৰ্টে পঞ্চাঙ্গ পদ্ধতিৰ মাধ্যমত আৰু ফ্ৰোৱেলে কিণ্ডাৰ গাৰ্টেন শিক্ষা পদ্ধতিৰ মাধ্যমত।

এইখিনিতে আমাৰ কবলগীয়া কথা এইখিনিয়ে যে হাৰ্বাৰ্টৰ পঞ্চাঙ্গ পদ্ধতি আৰু ফ্ৰোৱেলৰ কিণ্ডাৰগাৰ্টেন পদ্ধতি কোনোটোৱে শিশুৰ চৰিত্ৰ গঠনত বিশেষ সহায় কৰিব নোৱাৰিলে।

কিয় ?

পেষ্টালঝ্জীৰ শিক্ষা দৰ্শনৰ এটা মূল কথা আছিল যে শিশুক হাতৰ কামৰ মাধ্যমত চৰিত্ৰ গঠনত সহায় কৰিব লাগিব। ভাষা সাহিত্য শিক্ষাৰ মাধ্যমত সেইটো সম্ভৱ নহয়। তেওঁৰ উভয়জন শিষ্যই এই নীতি গ্ৰহণ কৰিও বিভিন্ন ধাৰা প্ৰবৰ্ত্তন কৰিলে — যাৰ দ্বাৰা পেষ্টালঝ্জীৰ শিক্ষা দৰ্শন ৰূপায়িত হৈ নুঠিল। ফ্ৰোৱেলৰ কিণ্ডাৰগাৰ্টেন পদ্ধতিত খেল-ধেমালিৰ প্ৰতি বেছি গুৰুত্ব দিয়া হ'ল আৰু সেই পদ্ধতি ক্ৰমে শিক্ষাৰ লগত সমন্বয় হেৰুৱালে। প্ৰাথমিক শিক্ষা সাং কৰি মাধ্যমিক স্তৰত যেতিয়া শিক্ষা আৰম্ভ হয়, তেতিয়া খেল-ধেমালিৰ প্ৰতি আগ্ৰহ আৰু ব্যৱস্থা ক্ৰমে বাঢ়িহে গ'ল কিন্তু শিক্ষণীয় বিষয়ৰ পৰা আৰু চৰিত্ৰ গঠনৰ পৰা খেল-ধেমালি বেছি আঁতৰি গ'ল। আজি সমগ্ৰ জগতত খেল-ধেমালিৰ প্ৰাধান্য অভূতপূৰ্ব্ব কিন্তু তাৰ দ্বাৰা ছাত্ৰ-ছাত্ৰী প্ৰকৃত শিক্ষাও নাপায় আৰু চৰিত্ৰ উন্নতিও কৰিব নোৱাৰে।

হাৰ্বাৰ্টৰ পঞ্চাঙ্গ পদ্ধতিয়ে ক্ৰমে সাহিত্য শিক্ষাৰ প্ৰতি গুৰুত্ব দিলে। কৰ্ম্ম প্ৰৱণতা বৃদ্ধিৰ ক্ষেত্ৰৰ পৰা আঁতৰি আহিল।

গতিকে এই দুয়োটা পদ্ধতিয়ে শিশুৰ চৰিত্ৰ গঠনৰ কাৰ্য্যৰ পৰা আঁতৰি আহিল।

প্ৰাইমাৰী স্কুলৰ কেৰিকুলামত আমাৰ ৰাজ্যত হাতৰ কামৰ যি ব্যৱস্থা সেই ব্যৱস্থাৰ ওপৰত গুৰুত্ব দি শিক্ষা আঁচনিৰ সংস্কাৰ সাধন কৰিলে বেছি ফল পোৱা যাব বুলি আমাৰ দৃঢ় বিশ্বাস। শিক্ষাবিদসকলে এই ফালে দৃষ্টি দিব নে? যদিহে দৃষ্টি দিয়ে বুনিয়াদী শিক্ষাৰ ধাৰা প্ৰকৃত বাটেদি গতি কৰাৰ পন্থা ওলাব গৱেষণা আৰু অভিজ্ঞতাৰ ফল স্বৰূপে।●

২৪-৬-৬৮

# শিক্ষা ব্যৱস্থাত সঙ্গীতৰ স্থান

কৈশোৰ কালত ল'ৰা-ছোৱালীবিলাকৰ অনুভূতিমূলক আবেগসমূহৰ স্ফুৰণ হয়। কিশোৰ বয়সৰ ল'ৰা-ছোৱালীবিলাকৰ মন বৰ অনুভূতিপ্ৰৱণ হয় আৰু উদ্দাম গতিত মানসিক আবেগসমূহ স্ফুৰিত হ'বলৈ ধৰে। সেইবাবে এই সময়ত সিহঁতৰ চাঞ্চল্যৰ মাজত সৃজনাত্মক আৰু ধ্বংসাত্মক উভয় প্ৰকাৰ প্ৰকৃতিৰ উদ্ভৱ হয়। নানা প্ৰকাৰ দুষ্টালি আৰু অশোভন কাৰ্যও সিহঁতে এই বয়সত কৰে। অন্তৰত উদ্ভৱ হোৱা আবেগসমূহক সংযত কৰি ৰখা সিহঁতৰ পক্ষে সহজ নহয়। তদুপৰি আবেগিক চাঞ্চল্যত বহু সময়তে সিহঁতৰ ন্যায়-অন্যায়, ভাল-বেয়া বা আপোন-পৰ জ্ঞান নাথাকে। আমি সাধাৰণতে এই বয়সৰ ল'ৰা-ছোৱালীয়ে কৰা দোষবোৰ ল'ৰালি মাথোন বুলি ভাবি সেই দুষ্টালিবে কৰা কাৰ্যবোৰৰ প্ৰতি অৱহেলা কৰোঁ আৰু যথা নিয়মে সংযত কৰিবলৈ প্ৰয়াস নকৰোঁ। ইয়াৰ ফলত কিছুমান ল'ৰা-ছোৱালীৰ উচ্ছৃঙ্খল স্বভাৱ গঢ়ি উঠে আৰু সিহঁতৰ মনোজগতত সেই উচ্ছৃঙ্খল স্বভাৱে খোপনি পুতি থাকে। ক্ৰমে উচ্ছৃঙ্খল ল'ৰা-ছোৱালীবোৰ শিক্ষক আৰু অভিভাৱকসকলৰ অবাধ্য হৈ উঠে। বেছি বুদ্ধিমান ল'ৰা-ছোৱালীবিলাক যদি উচ্ছৃঙ্খল স্বভাৱৰ হয়, তেতিয়া সিহঁতে সমাজৰ বেছি অনিষ্ট সাধন কৰে। ফুটবল, ভলীবল, ক্ৰিকেট ইত্যাদি খেলাই ল'ৰাবিলাকৰ উচ্ছৃঙ্খল স্বভাৱ নিয়ন্ত্ৰণ কৰা উচিত আছিল আৰু সেই উদ্দেশ্যেৰে শিক্ষাবিদসকলৰ অনুমোদনক্ৰমে এই খেলবিলাক শিক্ষাৰ অংগ বুলি গ্ৰহণ কৰা হৈছে ; ফলত দেখা গৈছে যে সি আশানুৰূপ ফল দিয়া নাই। তাৰ কাৰণ হৈছে শিক্ষণীয় বিষয়সমূহৰ লগত এই খেল-ধেমালিবোৰৰ সমন্বয় নাই। শিক্ষাৰ অংগ হিচাপে খেল-ধেমালিবোৰ গ্ৰহণ কৰিলে শিক্ষাৰ লগত ইয়াৰ সমন্বয় সাধন কৰিব লাগিব— বিশেষকৈ শৰীৰ বিজ্ঞান শিক্ষা দিয়াৰ লগত, বুনিয়াদী শিক্ষা পদ্ধতিত উদ্যোগৰ লগত শিক্ষণীয় বিষয়বোৰৰ সমন্বয় সাধন কৰিব লাগে। তাকে নকৰাত খেল-ধেমালিৰ মাজেদি উচ্ছৃঙ্খলা শাম নাকাটি কোনো কোনো ক্ষেত্ৰত বৃদ্ধি হোৱাৰহে প্ৰমাণ পোৱা যায়। সেইদৰে বয় স্কাউট, এন-চি-চি প্ৰশিক্ষণবোৰো শিক্ষণীয় বিষয়বোৰৰ লগত সমন্বিত হ'ব লাগে। তেনে আঁচনি বা পৰিকল্পনা আজিলৈকে হোৱা নাই আৰু সেইবাবে শিক্ষণীয় বিষয় আৰু বয় স্কাউট, এন-চি-চিৰ প্ৰশিক্ষণ ফুটবল, ভলীবল

আদি খেলবোৰ বিভিন্ন পৰিবেশত কাৰো লগত কাৰো সম্পৰ্ক নথকাকৈ অনুষ্ঠিত হয়। শিক্ষকসকলৰ প্ৰশিক্ষণৰ বাবেও সমন্বিত জ্ঞানৰ কোনো আঁচনি গৃহীত হোৱা নাই। স্কুলবিলাকৰ সকলোবিলাক ক্ৰিয়া-কৰ্ম গতানুগতিক ভাৱে কোনো কোনো ক্ষেত্ৰত খেলি-মেলিভাৱে চলি আছে। ল'ৰা-ছোৱালীবিলাকৰ আবেগ স্ফুৰণৰ সহায়ক হিচাপে, অতিৰিক্ত শক্তি আৰু উৎসাহৰ যথোপযুক্ত প্ৰয়োগৰ দ্বাৰা উৎপাদনশীল কৰ্ম পদ্ধতি গ্ৰহণৰ আঁচনি আৰু প্ৰয়োগ কাৰ্যৰ প্ৰশিক্ষণৰ নিতান্ত আৱশ্যক। তেনে কাৰ্যকৰী আঁচনি আৰু প্ৰয়োগৰ প্ৰশিক্ষণ পদ্ধতি গৃহীত হ'লে, ফুটবল, ক্ৰিকেট, ভলী খেলা আৰু বয় স্কাউট, এন-চি-চি প্ৰশিক্ষণ শিক্ষা আঁচনিৰ লগত সমন্বিত হ'লে ছাত্ৰসকল নিয়ম আৰু প্ৰশিক্ষণৰ মাধ্যমত সংযত হ'লহেঁতেন আৰু অনিয়মানুবৰ্তিতাৰ মনোবৃত্তি গঢ়িবৰ সুযোগ-সুবিধা নাপালেহেঁতেন।

শিক্ষা বিভাগৰ কৰ্মকৰ্তাসকলৰ এই বিষয়ে যথেষ্ট দায়িত্ব আছে। ছোৱালীবিলাকৰ ক্ষেত্ৰতো ল'ৰাবিলাকৰ দৰে খেল-ধেমালি, এন-চি-চি, গাৰ্ল গাইডৰ প্ৰশিক্ষণ আদিৰ ব্যৱস্থা কৰা হৈছে। ছোৱালীবিলাকৰ কাৰণে একে পদ্ধতি গ্ৰহণীয় হ'ব নোৱাৰে ; কিন্তু গ্ৰহণ কৰা হৈছে। ছোৱালীৰ শিক্ষা আৰু ল'ৰাৰ শিক্ষা একে ধৰণে হোৱা যেনে অবৈজ্ঞানিক তেনে আপত্তিজনক। শাৰীৰিক চৰ্চা আৰু শ্ৰমজনিত কামৰ অভ্যাস একে ধৰণৰ হোৱা আপত্তিজনক। ল'ৰাৰ শাৰীৰিক গঠন আৰু মানসিক প্ৰবৃত্তিৰ লগত ছোৱালীৰ শাৰীৰিক গঠন আৰু মানসিক প্ৰবৃত্তিসমূহৰ বহু পাৰ্থক্য আছে। সেইবাবে শিক্ষা পদ্ধতি বেলেগ হ'ব লাগে আৰু খেল-ধেমালি বা অতিৰিক্ত সময়ৰ কাৰ্যক্ৰমনিকাও বেলেগ হ'ব লাগে।

কিশোৰ বয়সৰ ল'ৰা-ছোৱালীৰ বাবে কিন্তু সংগীত বিদ্যা সমানে উপযোগী; কিন্তু দুখৰ বিষয় আমাৰ স্কুলবিলাকত সংগীত বিদ্যা শিক্ষা দিয়াৰ কোনো ব্যৱস্থা নাই। সংগীত বিদ্যাৰ ভিতৰত হৈছে— গীত, বাদ্য, নৃত্য আৰু নাট্য। আজি দেশত এই চাৰিবিধ কলাৰ উৎকৰ্ষ সাধনৰ বাবে যথেষ্ট প্ৰযত্ন কৰা হৈছে— দেখা যায়। চৰকাৰেও যথেষ্ট উৎসাহ দিছে কিন্তু চৰকাৰী সাহায্য আৰু সামাজিক উৎসাহ-উদ্দীপনা, যত্ন-প্ৰচেষ্টা সুনিয়ন্ত্ৰিত হোৱা বুলি ক'ব নোৱাৰি। সংগীত বিদ্যা শিক্ষা স্কুলীয়া শিক্ষাৰ অংগীভূত কৰি ল'লে ল'ৰা-ছোৱালীৰ সংগীত শিক্ষা সুনিয়ন্ত্ৰিত নহয়। ঠায়ে ঠায়ে সংগীত বিদ্যালয়সমূহৰ উদ্ভৱ হৈছে আৰু সেই বিদ্যালয়সমূহে চৰকাৰী সাহায্য-সহানুভূতিও পাইছে। সেই বিদ্যালয়সমূহত সকলোবিলাক ল'ৰা-ছোৱালীৰ শিক্ষা দান সম্ভৱ নহয়। আকৌ সেই সংগীত বিদ্যালয়বোৰৰ ওপৰত স্কুলৰ কৰ্তৃপক্ষৰ কোনো সংশ্ৰৱ, নিয়ন্ত্ৰণ বা নীতি নিৰ্দ্ধাৰণৰ সম্পৰ্ক নথকাত প্ৰকৃত সমন্বয় স্থাপন কৰাও সম্ভৱ নহয়। কিন্তু আমি এইটো কথা দৃঢ়ভাৱে ধৰি ল'ব লাগিব যে সংগীত বিদ্যা শিক্ষাই কিশোৰ বয়সৰ ল'ৰা-ছোৱালীৰ আবেগসমূহ সুনিয়ন্ত্ৰিত কৰে। ল'ৰা-ছোৱালীবিলাকৰ ভিতৰত যি

অতিৰিক্ত কৰ্ম প্ৰৱণতা শক্তিৰ উদ্ভৱ হয় সেই শক্তি সংগীত সাধনাৰ ক্ষেত্ৰত নিয়োজিত হ'লে উচ্ছৃঙ্খলতা আৰু অনিয়মানুবৰ্তিতাৰ পৰিসৰ সংকীৰ্ণ হৈ আহিব। আজিৰ দিনত ছাত্ৰ-ছাত্ৰীৰ উচ্ছৃঙ্খলতা আৰু অনিয়মানুবৰ্তিতা নিয়ন্ত্ৰিত কৰিবলৈ শিক্ষা বিভাগে আগবাঢ়ি অহা উচিত।

বিভিন্ন ঠাইত যিবোৰ সংগীত বিদ্যালয় স্থাপিত হৈছে সেই বিদ্যালয়বোৰ স্কুল-কলেজৰ অংগ বিশেষ কৰি লোৱা উচিত, অন্ততঃ স্কুল-কলেজবিলাকৰ স্বীকৃত অনুষ্ঠান কৰি লোৱা উচিত।

তাৰ পূৰ্বে এটা কথা মন কৰিবলগীয়া এই যে যিবোৰ সংগীত বিদ্যালয় আপোনা-আপুনি উদ্ভৱ হৈছে সেই সংগীত বিদ্যালয়বোৰে চৰকাৰী নীতি-নিয়ম মানি চলি থকা উচিত আৰু চৰকাৰী সাহায্য আৰু সহানুভূতি দেখুৱাৰ এটি সুস্থিৰ নীতিও চৰকাৰে গ্ৰহণ কৰা উচিত। কোনো কোনো সংগীত বিদ্যালয়ে চৰকাৰী সহায়-সহানুভূতি পায়ো বহু বছৰ নানা প্ৰকাৰ বাধা-বিঘিনি পাই আহিছে।

বিভিন্ন নাট্য মঞ্চত স্কুলীয়া ল'ৰা-ছোৱালীবিলাকে অবাধে যোগ দিয়াৰ ফলত নানা প্ৰকাৰ অবাঞ্ছনীয় ঘটনা ঘটে। সেইবাবে আজি দেশত সংগীত কলাই যিদৰে প্ৰসাৰ লাভ কৰিছে সেই গতি যাতে উত্তৰোত্তৰ বাধা মুক্ত হ'ব পাৰে তাৰ বাবে শিক্ষা ব্যৱস্থাৰ মাধ্যমত সেই গতি সুনিয়ন্ত্ৰিত কৰা উচিত আৰু ক্ৰমে ক্ৰমে সকলোবিলাক ল'ৰা-ছোৱালীয়ে যাতে শৃঙ্খলা আৰু বিধি নিয়মৰ মাজেদি সংগীত চৰ্চাৰ সুযোগ গ্ৰহণ কৰিব পাৰে তাৰ বাবে ৰাইজৰ সহযোগত চৰকাৰে এটি নীতি গ্ৰহণ কৰা উচিত।● ২৪/৬/৬৮— দৈনিক অসম

১৯৬৮

# প্ৰাইমাৰী স্কুলবিলাকত হাতৰ কামৰ আঁচনি

**পাঠ্যক্ৰমত স্থান ঃ**

আমাৰ প্ৰাইমাৰী স্কুলবিলাকৰ পাঠ্যক্ৰমত হাতৰ কামৰ ব্যৱস্থা আছে। ক মান আৰু খ মানত কাগজ, কলপাত আৰু আন আন গছৰ পাত আদিৰে কঠ তৈয়াৰ কৰা, ১ম মানত পৰিষ্কাৰ ফটা কানিৰে পুতলা তৈয়াৰ কৰা আৰু পুতলাৰ কাৰণে পিন্ধোৱা কাপোৰ তৈয়াৰ কৰাৰ ব্যৱস্থা আছে। শিশুৰ স্বাভাৱিক কৰ্ম্ম প্ৰৱণতা আৰু আবেগিক স্বতঃস্ফুৰণতাৰ নীতিত ইয়াৰ ব্যৱস্থা কৰা হৈছিল এই কথা পৰিষ্কাৰকৈ বুজা যায়। ক মান খ মানৰ শিশুবিলাকক এই কাম কৰিবলৈ দিলে আৰু শিক্ষকসকলে তত্ত্বাৱধান ল'লে এই কামৰ মাধ্যমত সিহঁতৰ চিন্তা শক্তি বৃদ্ধি আৰু বুদ্ধিৰ বিকাশ সাধন হ'ব পাৰে। কোনজন শিশুৰ কাম বেছি ভাল হৈছে আৰু কিয় ভাল হৈছে সেই বিষয়ে আলোচনা কৰিলে সিহঁতৰ আগ্ৰহ বাঢ়ি যোৱা স্বাভাৱিক আৰু স্বাধীন চিন্তা বঢ়াও স্বাভাৱিক। প্ৰতিযোগিতাৰ মনোবৃত্তিও গঠন হোৱা স্বাভাৱিক। স্কুলত এই বিষয়ে শিক্ষা নিদিয়াকৈয়ে শিশুবিলাকৰ ভিতৰত ফটাকানিৰ দৰা-কইনা তৈয়াৰ কৰা আৰু দৰা-কইনাৰ মাক বাপেক হৈ বিয়া পতাও সচৰাচৰ দেখা যায়। শিশুৰ এই স্বাভাৱিক মনোবৃত্তিৰ ওপৰত ভিত্তি কৰি হাতৰ কামৰ ভিতৰত প্ৰথম কাম ইয়াকেই পাঠ্যক্ৰমত নিৰ্দ্দেশ কৰিছে। পৰিষ্কাৰ ফটাকানিৰে বল তৈয়াৰ কৰা, কাগজ ভাজ কৰা, কাগজৰ ঠোঙা তৈয়াৰ কৰা ইত্যাদি কাম কৰিবলৈ দিয়াৰ ভিতৰত যে মনোবিজ্ঞানৰ সূত্ৰ নিহিত আছে তাক কোৱা বাহুল্য মাথোন। শিক্ষা বিভাগে যেতিয়া নিৰ্দ্দেশ দিছে, তাক স্কুলৰ কাৰ্য্যক্ৰমৰ ভিতৰত স্থান দিয়াটো অৱশ্য কৰ্ত্তব্য।

ক মান খ মানতে মাটিৰ কামো নিৰ্দ্ধাৰণ কৰা আছে। মাটিৰ কণী, সুমথিৰা টেঙা, নেমু টেঙা, তামোল ইত্যাদি বনোৱাৰ নিৰ্দ্দেশ আছে। গতিকে এই বস্তুবিলাক বনাবলৈ কেনে মাটি আৱশ্যক, সেই মাটি কেনেকৈ মাৰিব লাগে, পানী কম বেছি হ'লে কি সুবিধা অসুবিধা হয় এইবোৰ কথা শিশুবিলাকে নিজৰ নিজৰ কামৰ মাজেদি বুজিব পাৰে। স্কুলৰ কাৰ্য্যতালিকাত (ৰুটিনত) ইয়াৰ বাবে নিৰ্দ্দিষ্ট সময় থাকিব লাগে আৰু সেই নিৰ্দ্দিষ্ট সময়ত গোটেই শ্ৰেণীটোকে লৈ শিক্ষকে সিহঁতৰ দ্বাৰা এইবোৰ কাম কৰাব লাগে। ইয়াক অৱহেলা কৰিলে কৰ্ত্তব্যৰ ত্ৰুটী হয়। ক

মান আৰু খ মানৰ পাছত ১ম মানতো কাগজ আৰু কটা কানিৰ কাম আৰু মাটিৰ কামৰ শিক্ষণীয় ক্ৰম নিৰ্দ্ধাৰণ কৰা আছে। ক মান খ মানতকৈ অলপ জটিল ধৰণৰ কাম দিয়া হৈছে— ১ম মানত। তদুপৰি ১ম মানত বাঁহৰ কামবো ব্যৱস্থা কৰা হৈছে। তাৰ পাছত দ্বিতীয় মানত ১ম মানতকৈ আৰু অলপ জটিল কামৰ ব্যৱস্থা কৰা হৈছে ; তদুপৰি এই শ্ৰেণীত কাঠৰ কামবো ব্যৱস্থা হৈছে। গোটেই শ্ৰেণীটোৱে লগলাগি বাঁহ আৰু পাতৰ সহায়ত জনসাধাৰণ থকা ঘৰো সকলৈ সাজিবলৈ অভ্যাস কৰাৰ ব্যৱস্থা কৰিছে। ৩য় মানত ২য় মানতকৈ আৰু অলপ জটিল কামৰ মাধ্যমত সিহঁতৰ নিপুণতা বঢ়াবৰ যত্ন কৰা হৈছে। লগতে সিহঁতৰ মনৰ আগ্ৰহৰ জোখাৰে কোনো বস্তু তৈয়াৰ কৰাৰ কাৰণে নিৰ্দ্দেশ দিয়া হৈছে। আনকি পোহনীয়া চৰাই ৰখা বাঁহ সাজিবলৈকো নিৰ্দ্দেশ দিছে। এই শ্ৰেণীতে বেতৰ কাম আৰম্ভ কৰিবলৈকো কৈছে আৰু মৰাপাটেৰে সহজ ধৰণে জৰী পকোৱা, কিতাপ লোৱা মোনা সঁজা ইত্যাদি কামো কৰিবলৈ দিছে। পাঠ্যক্ৰমৰ স্তৰভেদলৈ লক্ষ্য কৰিলে সহজে বুজা যায় যে পাঠ্যক্ৰম তৈয়াৰ কৰোতে শিক্ষাবিদসকলে কিমান গভীৰ ভাৱে চিন্তা কৰি মনোবিজ্ঞানৰ ভিত্তিত শিশুমন অধ্যয়ন কৰি সেই মনৰ জোখাৰে সম্ভৱ যোগ্য হাতৰ কামৰ বিধান কৰিছে।

## ৰুটিনত হাতৰ কামৰ স্থান ঃ

এইবোৰ কাম স্কুলতে শিক্ষকে কৰাব লাগে আৰু তাৰ বাবে বেছি মূল্যবান কোনো সঁজুলিৰো আৱশ্যক নকৰে। স্কুলৰ ৰুটিনত তাৰ স্থান থাকিব লাগে। শৰীৰ আৰু মন সমপৰ্য্যয়ত পৰিবৰ্দ্ধন আৰু পৰিস্ফুৰণ কৰিবলৈ হাতৰ কামৰ বাবে নিৰ্দ্ধাৰণ কৰা কামবোৰ নকৰালে নহয়। শিক্ষকসকলে শ্ৰেণী হিচাবে গোটেই বছৰটোৰ কাৰ্য্য দিন হিচাপ কৰি সেই অনুসাৰে স্কিম তৈয়াৰ কৰি ল'ব লাগে। এই কামবোৰৰ মাধ্যমত শিশুৰ নিপুণতা আৰু বুদ্ধিৰ বিকাশ হয় এই কথা সকলো শিক্ষাবিদে স্বীকাৰ কৰিছে আৰু উদ্যোগৰ মাধ্যমত হে শিক্ষা দিব লাগে এই বুলি বুনিয়াদী শিক্ষাই এই নীতি গ্ৰহণ কৰিছে। বুনিয়াদী শিক্ষাৰ আঁচনি প্ৰস্তুত কৰাৰ বহু বছৰ আগৰ পৰাই আমাৰ অসমত ইয়াৰ ব্যৱস্থা কৰা হৈছিল ; কিন্তু পাঠ্যক্ৰমত যি ধৰণে নিৰ্দ্দেশ দিয়া আছে সেই ধৰণৰ কাম স্কুলবিলাকত নকৰা বাবে ইয়াৰ প্ৰকৃত মূল্য কোনেও বুজি পোৱা নাই। শিক্ষকৰ প্ৰশিক্ষণ কেন্দ্ৰবোৰতো হাতৰ কামৰ কাৰ্য্য-ক্ৰমণিকা আছে। কিন্তু স্কুলত শিশুসকলক যি নিয়মে শিক্ষা দিব লাগিব সেই নিয়মৰ পদ্ধতিৰ প্ৰশিক্ষণ দিয়া নহয় আৰু সেই অনুসাৰে স্কিম কৰাও নহয়। বুনিয়াদী শিক্ষা পদ্ধতি যি সকলে অধ্যয়ন কৰিছে আৰু তাৰ অন্তৰ্নিহিত মূলতত্ত্ব যেয়ে উপলব্ধি কৰিছে, সেয়ে বুজি পাব যে আমাৰ প্ৰাইমাৰী স্কুলবিলাকৰ পাঠ্যক্ৰমৰ ভিতৰত থকা হাতৰ কামৰ ব্যৱস্থা বুনিয়াদী

শিক্ষা প্ৰচলনত কিমান উপযোগী আছিল। এতিয়াও শিক্ষক আৰু পৰিদৰ্শসকলে যাতে মনোযোগ দিয়ে, তাৰ বাবে শিক্ষাবিভাগে ব্যৱস্থা লোৱা উচিত। শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰবিলাকত শিক্ষকসকলক এটা প্ৰণালীবদ্ধ আঁচনি লৈ প্ৰশিক্ষণ দিব লাগে আৰু পৰিদৰ্শক সকলৰো সেই বিষয়ে প্ৰশিক্ষণমূলক সচেতনতা জগাই তুলিব লগে। বুনয়াদী শিক্ষাৰ বুনিয়াদ (ভিত্তি) স্থাপন কৰিবলৈ এয়ে প্ৰাথমিক বিধান হ'ব লাগে। পাঠ্যক্ৰমত ইযাৰ স্থান আছে যেতিযা, ইয়াক সকলো শিক্ষকে কৰিব লাগিব আৰু পৰিদৰ্শক সকলে শিক্ষকসকলৰ পৰা এই কাম আদায় কৰিব লাগিব। এইটো কৰিবলৈএকমাত্ৰ সহজ পন্থা ইযাৰ প্ৰতি আগ্ৰহ সৃষ্টি কৰা। এই কামেই যে শিশুৰ বুদ্ধি বিকাশত সহায় কৰিব আৰু মানসিক শক্তি বঢাব, এই কথা উপলব্ধি কৰি ইয়াক অৱহেলা কৰিব নালাগিব।

### ছোৱালীৰ বাবে হাতৰ কাম ঃ

ছোৱালীবিলাকৰ কাৰণে পৃথক ভাৱে চিলাইৰ কামৰ কাৰ্য্য-ক্ৰমণিকা স্তৰে স্তৰে শ্ৰেণী হিচাবে ভগাই দিযা আছে। চিলাইৰ কামৰ বাবে নিৰ্দ্ধাৰিত যি কাৰ্যক্ৰম আছে তাৰ বাবেও শিক্ষয়িত্ৰী সকলক উদগাই দিব লাগিব আৰু শিক্ষকসকলেও সেইখিনি চিলাইৰ কাম নিজে শিকি ল'ব লাগিব। প্ৰশিক্ষণ কেন্দ্ৰবিলাকত তাৰবাবে বিধি ব্যৱস্থা গ্ৰহণ কৰা বেছি টান কথা নহয়।

### নৱৰূপ দান ঃ

বুনিয়াদী শিক্ষাৰ 'নৱৰূপ দানৰ' ক্ষেত্ৰত এইটো অপৰিহাৰ্য্য ব্যৱস্থা। হাতৰ কাম ঘৰত কৰিবলৈ দিলে নহয়। ঘৰত কৰিব দিয়াৰ পৰা দুৰ্নীতিয়ে স্থান পাইছে— এইটো জনা কথা।

আমাৰ প্ৰাইমাৰী স্কুলৰ পাঠ্যক্ৰমখন স্বয়ংসম্পূৰ্ণ। যেতিযা এই পাঠ্যক্ৰম তৈয়াৰ কৰা হৈছিল, সেই সময়ত এইটো চিন্তা কৰা হৈছিল যে সাধাৰণ গাৱঁলীযা মানুহৰ ল'ৰা-ছোৱালী যদি প্ৰাইমাৰী শিক্ষা সাং কৰি উচ্চতৰ স্কুললৈ নাযায়, তথাপিতো মানুহৰ সাংসাৰিক জীৱন যাত্ৰাত মোটামুটী যিখিনি কথা জনা দৰকাৰ সেইখিনি শিক্ষাৰ ব্যৱস্থা কৰা হৈছিল। আধুনিক জগততো শিশু অৱস্থাত ইয়াতকৈ বেছি শিক্ষা দিয়াৰ ব্যৱস্থা কৰা সম্ভৱ নহয়। আনফালে আন কোনো নতুন পদ্ধতি উলিয়াব নোৱাৰি যি পদ্ধতিৰ পৰা এই কথাখিনি বাদ দিব পাৰি। বয়স্ক মানুহৰ দৃষ্টিভঙ্গীৰে এইখিনি শিক্ষণীয় বিষয় (অঙ্ক, ভূগোল, সাহিত্য ইত্যাদিক লৈ) বৰ কম যেন দেখা গ'লেও— শিশুৰ বয়স চাই ই কম নহয়।

আমাৰ আলোচনাৰ উদ্দেশ্য হৈছে যে হাতৰ কামক স্থান শিক্ষা পদ্ধতিত কিমানখিনি দিয়া উচিত আৰু নিৰ্দ্দিষ্ট হাতৰ কামৰ ভিত্তিত মনোবিজ্ঞান সম্মত শৈক্ষিক নীতি আছে নে নাই তাক বিচাৰ কৰা। আজি এইটো সৰ্ব্ববাদী সন্মত

মতবাদ যে সকলো ল'ৰা-ছোৱালীৰ শিক্ষা, কামৰ মাধ্যমত হ'ব লাগে। (work oriented– হ'ব লাগে) এইটো আমাৰ দেশৰে কথা নহয়, সমগ্ৰ পৃথিবীৰে কথা। পাশ্চাত্য দেশত ইয়াৰ উদ্ভৱ হৈছিল গ্ৰীক্ সভ্যতাৰ দিনৰে পৰা। খৃষ্টপূৰ্ব্ব পঞ্চম শতাব্দীৰ পৰা। অষ্টাদশ শতাব্দীত ৰুছোৰ শিক্ষা দৰ্শনৰ উদ্ভৱ হয় আৰু সেই সময়তে পেষ্টালঝ্জীয়ে উদ্যোগ বা কামৰ মাধ্যমত শিক্ষা পদ্ধতিৰ সংস্কাৰ সাধন কৰে। পেষ্টালঝ্জীৰ শিক্ষানীতিয়ে দুৰ্নীতিগ্ৰস্ত সমাজৰ সংস্কাৰ সাধনতো যথেষ্ট বৰঙণি যোগায়। স্বাধীন মনোবৃত্তি গঠনত আৰু স্বাধীন ভাৱে জীৱিকা অৰ্জ্জনৰ মনোভাব গঢ়ি দিয়াত এই পদ্ধতিয়ে যথেষ্ট বৰঙণি যোগায়।

অসমৰ পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰাত এইবোৰ কথা পাহৰা নাছিল। গান্ধীজীয়ে শিক্ষানীতিৰ উপদেশ দিয়াত এইবোৰ কথা প্ৰতিধ্বনি উঠিছিল।

## হস্তাক্ষৰ ঃ

এইখিনিতে এটা কথা উল্লেখ কৰা উচিত হ'ব যে হস্তাক্ষৰ লিখা কামটোকো হাতৰ কামৰ ভিতৰত অন্তৰ্ভুক্ত কৰিব পাৰি। হাতৰ আখৰ লিখিবলৈ শিকাওঁতে শিক্ষকৰ যিখিনি তত্ত্বাৱধান আৰু সতৰ্কতাৰ আৱশ্যক সেইখিনি যথানিয়মে গ্ৰহণ কৰিলে— শিশুৰ বুদ্ধিৰ বিকাশত যথেষ্ট বৰঙণি যোগায়। শিশুৰ স্বাভাৱিক বুদ্ধিৰ বিকাশ সাধন কৰা শিক্ষাৰ প্ৰধান কৰ্ত্তব্য— এই নীতি সৰ্ব্বত্ৰ গ্ৰহণ কৰিব লাগিব।

আনফালে হস্তাক্ষৰে আৰু আন আন হাতৰ কামে শিশুৰ চঞ্চল মন সংযত কৰে। শিশুৰ কৰ্ম্মৰ প্ৰতি আগ্ৰহ জন্মিলে শিশুৱে নিজে নিজে কিবা কিবি কৰি থাকি ঠিক বাটেদি গতি কৰিব। শিশুৱেতো স্বভাৱতে কিবা কৰি থাকিবলৈ ভাল পায় আৰু শিশুৱে অনুকৰণ কৰিবলৈ ভালপায়। গতিকে শিশুৰ স্বভাৱিক কৰ্ম্মপ্ৰৱণতা আৰু অনুকৰণ প্ৰিয়তাক যদি উপযুক্ত কামৰ মাধ্যমত আৰু উপযুক্ত আদৰ্শৰ আৰ্হিত বৃদ্ধি কৰি লব পাৰো, সেয়ে হ'ব শিশুৰ শিক্ষাৰ আৰু চৰিত্ৰ গঠনৰ পন্থা।

আমাৰ পাঠ্যক্ৰমত শিশুৰ বাবে যিখিনি হাতৰ কাম নিৰ্দ্ধাৰণ কৰা আছে— তাক অতি সহজ ভাবি নিশ্চিকোৱা উচিত কথা নহয়। এইখিনি কাম যিখিনি সহজ বুলি ভাবা হয়, সিমান সহজো নহয়। ইয়াত শিক্ষকৰ ধৈৰ্য্যৰ বেছি দৰকাৰ। তদুপৰি শিক্ষকে নিজেও যে শিকি লব লাগে সেই কথাত আমনি পালে নহয়। ধৈৰ্য্য নাথাকিলে বা শিশুক শিকাওঁতে আমনি পালে প্ৰাইমাৰী স্কুলত শিকাবৰ উপযুক্ততা অৰ্জ্জন কৰা সম্ভৱ নহয়।

## কটিনত বিভিন্ন শ্ৰেণীৰ হাতৰ কাম ঃ

প্ৰাইমাৰী স্কুলবিলাকত এজন শিক্ষকে এটা সময়তে দুই বা ততোধিক

শ্ৰেণীত শিক্ষা দিব লাগে যেতিয়া ভূগোল, সাহিত্য বা অঙ্ক শিক্ষা দিয়াত শিক্ষকজন কোনো এটা শ্ৰেণীত বেছি মনোযোগ দিয়াৰ আৱশ্যক হয়, তেতিয়া আন শ্ৰেণীত হাতৰ কাম কৰিবলৈ দিব পাৰি। হাতৰ আখৰ লিখিবলৈ দি কিংবা অঙ্ক কৰিবলৈ দি যেনেকৈ ভূগোল বা সাহিত্য শিক্ষা দিয়াত শিক্ষক আন শ্ৰেণীত আৱদ্ধ হয়, সেই নিয়মে হাতৰ কাম কৰিবলৈ দিও সময় উলিয়াব পৰি। আকৌ আন উপায়েৰেও ৰুটিন তৈয়াৰ কৰিব পাৰি। ক মানৰ পৰা ৩য় মানলৈ মটিৰ কামৰ ব্যৱস্থা আছে. গতিকে শিক্ষকজনে একে সময়তে আটাই বিলাক ছাত্ৰৰ দ্বাৰা মাটিমৰা বা মাটিখিনি উপযুক্ত কৰি লোৱা কামটো কৰাব পাৰে নিজ দৃষ্টি আৰু তত্ত্বাবধানত। তাৰ পাছত কোনো এটা শ্ৰেণীৰ মৰা মাটিখিনি থৈ দিবলৈ দি সেই শ্ৰেণীটোত সাহিত্য বা ভূগোল বা সাধাৰণ জ্ঞান শিক্ষা দিব পাৰি। মাটিৰ কাম আন শ্ৰেণীবিলাকৰ ল'ৰা-ছোৱালীয়ে কৰি থাকিব আৰু মাজে মাজে শিক্ষকে দৃষ্টি দিব। আন এটি কথা এই যে মাটিৰ কাম বা আন কোনো হাতৰ কামৰ লগত বিষয় শিক্ষাৰ কিমানখিনি সমন্বয় কৰিব পাৰি তাৰ বাবেও চিন্তা কৰিব লাগিব। সমন্বিত পাঠ দান প্ৰণালী শিক্ষকে আৱিষ্কাৰ কৰা কৰ্ত্তব্য কিন্তু সকলো শিক্ষকৰ কাৰণে সি সম্ভৱ নহয়। সেই বাবে হাতৰ কামৰ লগত বিষয় শিক্ষাদান কিমানখিনি সমন্বয় সাধন কৰিব পাৰি সেই বিষয়ে পৰিদৰ্শক, প্ৰশিক্ষণ কেন্দ্ৰবিলকৰ অধ্যক্ষ আৰু শিক্ষকসকল আৰু অন্যান্য সংশ্লিষ্ট উচ্চপদস্থ শিক্ষা বিভাগৰ কৰ্ম্মচাৰীসকলৰ মাজৰ পৰা যুটীয়া আলোচনা কৰি সমন্বিত পাঠ দানৰ প্ৰণালী আৱিষ্কাৰ কৰা কৰ্ত্তব্য। প্ৰত্যেক বিষয়ৰ লগত হাতৰ কামৰ সমন্বিত পাঠ দান প্ৰণালী আৱিষ্কাৰ কৰা সম্ভৱ আৰু সেইটোহে বাঞ্ছনীয়। শিক্ষানীতিৰ কথাও সেইটোহে। পুৰণি পদ্ধতিৰ ৰুটিনৰ সংস্কাৰ সাধন কৰা আৰু সেই অনুসাৰে শিক্ষকসকলক প্ৰশিক্ষণ দিয়া এটা প্ৰধান কাম। আজি কালি বহু স্কুল কলেজ হৈছে। দুখন বিশ্ববিদ্যালয় হৈছে। ৰাজ্যত শিক্ষাবিদ্ যথেষ্ট সংখ্যক আছে। প্ৰাইমাৰী শিক্ষাৰ মূল সমস্যাবোৰলৈ তেওঁলোকৰ দৃষ্টি আকৃষ্ট হোৱা উচিত। সেইবাবে মাজে মাজে পৰামৰ্শৰ কাৰণে দুই এখনি সৰু সৰু সভা পাতি আলোচনা কৰিলে এই বিষয়ে যথেষ্ট উপকাৰ পোৱা যাব পাৰে। বেছি বিদ্বান বা কলেজৰ লগত সংশ্লিষ্ট লোক নাথাকিলেও যিবিলাক লোকে প্ৰাইমাৰী শিক্ষাৰ ক্ষেত্ৰত সংশ্লিষ্ট আছে তেনে লোককো মাতি নি পৰামৰ্শ বা আলোচনা সভা পাতিব পৰি। ১০ জনৰ পৰা ৩০ জনৰ ভিতৰত সদস্য সংখ্যা নিৰ্দ্দিষ্ট কৰব পাৰি। সেই সদস্য কেইজন অৱশ্যে আগ্ৰহশীল, চিন্তাশীল আৰু অভিজ্ঞ লোক হ'ব লাগিব। শিক্ষা সমস্যাবোৰৰ সমাধানত কাৰ্য্যকৰী পন্থা আৱিষ্কাৰ কৰিবলৈ এনে সভাৰ নিতান্ত আৱশ্যক হৈছে।

**পৰিদৰ্শকৰ প্ৰশিক্ষণ :**

পৰিদৰ্শকসকলৰ প্ৰশিক্ষণো যথোপযুক্ত হ'ব লাগে। শিক্ষাবিভাগে যি

নীতি গ্ৰহণ কৰে সেই নীতি ৰূপায়িত কৰবলৈ বি, টি, কলেজ বিলাকতো প্ৰশিক্ষণ ব্যৱস্থা থাকিব লাগে।

প্ৰথম কথা— নীতি নিৰ্দ্ধাৰণ, দ্বিতীয় কথা— স্কুলবিলাকত সেই নীতি ৰূপায়িত কৰিবলৈ কৰ্ম্মচাৰী আৰু শিক্ষক প্ৰশিক্ষণ আৰু তৃতীয় কথা— সেই নীতি প্ৰযোগৰ বাবে চৰকাৰী নিৰ্দ্দেশ।

## হাতৰ কামৰ প্ৰসাৰণ ঃ

প্ৰাইমাৰী স্কুলৰ পৰা আৰম্ভ কৰি উচ্চতৰ মাধ্যমিক স্কুলবিলাক পৰ্য্যন্ত হাতৰ কামৰ এটি সুসংবদ্ধ আৰু প্ৰণালীবদ্ধ কাৰ্যক্ৰম নিৰ্দ্ধাৰিত কৰিব লাগে আৰু তাক বাধ্যতামূলক কৰিব লাগে। ৰাজ্যিক শিক্ষাবিভাগৰেই ইয়াৰ ব্যৱস্থা কৰাৰ অধিকাৰ আছে।

হাঁতৰ কামৰ স্থান যেতিয়া শিক্ষা বিভাগৰ নিৰ্দ্ধাৰিত পাঠ্যক্ৰমত আছে, তাক স্কুলতে কৰাবৰ ব্যৱস্থা কৰা নিতান্ত উচিত। এই বিষয়টো যে অৱহেলিত হৈছে— তালৈ দৃষ্টি দিয়া উচিত। এই অৱহেলাৰ পৰা যে মনোবৈজ্ঞানিক নীতিৰে গঠিত পাঠ্যক্ৰমৰ ধাৰাবাহিকত্ব ভঙ্গ হৈছে— তাকো চোৱা উচিত আৰু এই বিষয়টোৰ লগত আন বিষয়ৰ সমন্বিত জ্ঞান দান কৰা পদ্ধতি আৱিষ্কাৰ কৰা নিতান্ত উচিত। শিক্ষাৰ প্ৰসাৰ হৈছে। শিক্ষাদানৰ পদ্ধতিও উন্নত হোৱা উচিত।●

## ১৯৬৮
# মাধ্যমিক শিক্ষা বিপৰ্য্যয় আৰু সংস্কাৰ

ভাৰতীয় শিক্ষানীতি আৰু শিক্ষা ব্যৱস্থাৰ অসাৰতা সম্পৰ্কে প্ৰাক্‌স্বাধীনতা যুগৰ পৰাই নানা প্ৰকাৰ সমালোচনা চলি আহিছে, কিন্তু সেই সমালোচনাবোৰৰ হাত সাৰবলৈ কোনো শিক্ষানীতি আজিও উদ্ভৱ নহ'ল। বুনিয়াদী শিক্ষা পদ্ধতিকে জাতিৰ পুনৰ্গঠন ক্ষেত্ৰত সময়োপযোগী আৰু কাৰ্য্যকৰী হ'ব বুলি আশা কৰা হৈছিল আৰু ইয়াৰ কাৰ্য্যকৰিতা সম্পৰ্কে দেশৰ প্ৰতিভাশালী শিক্ষাবিদ সকলেই যে কেৱল সমৰ্থন জনাইছিল এনে নহয়, পাশ্চাত্য দেশৰো প্ৰবীণ শিক্ষাবিদ এজনৰ মত গান্ধীজীয়ে সোধাত সেই শিক্ষাবিদ জনেও ভাৰতীয় জাতি গঠনৰ ক্ষেত্ৰত এই শিক্ষা পদ্ধতিয়েই কাৰ্য্যকৰী হ'ব বুলি অনুকূল মত দিছিল, কিন্তু দুৰ্ভাগ্যৰ বিষয় ক্ষমতাধিষ্ঠিত কৰ্মকৰ্তাসকলৰ পৰা পূৰ্ণ সমৰ্থন নোপোৱাত আৰু শিক্ষা দপ্তৰৰ শিক্ষানীতিৰ লগত জড়িত থকা শিক্ষা বিষয়ৰ উপদেষ্টাসকলৰ দৃষ্টিভঙ্গী পৰিবৰ্তিত নোহোৱাত বুনিয়াদী শিক্ষা পদ্ধতিৰ প্ৰৱৰ্তন কৰাতেই পথভ্ৰষ্ট হৈ পৰিল। বুনিয়াদী শিক্ষা পদ্ধতিৰ সম্ভাব্য ফল দৃষ্টি গোচৰ হোৱাৰ পূৰ্বেই ব্যাপক পৰিকল্পনা কৰা হ'ল— প্ৰধানতঃ ৰাজনৈতিক স্বাৰ্থৰ খাতিৰত। কিন্তু— ব্যাপক পৰিকল্পনা কৰাৰ পূৰ্বে বুনিয়াদী শিক্ষাৰ উচ্চতৰ স্তৰৰ শিক্ষা পদ্ধতি আৰু শিক্ষা প্ৰণালীৰ বাবে গৱেষণামূলক পাঠ্যক্ৰম নিৰ্ধাৰিত নহ'ল আৰু দেশৰ সমগ্ৰ শিক্ষা সমস্যাৰে সমাধানৰ বাটতো ই আগ বাঢ়িব পৰা পদক্ষেপ নিৰ্ণয় কৰা নহ'ল। এই শিক্ষা পদ্ধতি প্ৰৱৰ্তনৰ ববে পূৰ্ণ আস্থা, সাহস আৰু কৰ্ম পদ্ধতিৰো অভাৱ পৰিলক্ষিত হ'ল। ক্ৰমে ইয়াৰ গতি ৰুদ্ধ কৰি দিব লগা হ'ল। দেশে বুনিয়াদী শিক্ষা পদ্ধতি গ্ৰহণ নকৰিলে। ইতিমধ্যে কেইবাটিও শিক্ষা আয়োগ গঠিত হ'ল, শিক্ষা ব্যৱস্থা পৰিবৰ্তনৰ কেইবা প্ৰকাৰৰ প্ৰস্তাৱ অনুমোদন কৰিলে আৰু ৰিপোৰ্ট বিলাকত শিক্ষা সমস্যাবোৰৰ যথাযথ সমালোচনা কৰিলে, কিন্তু কাৰ্য্যতঃ মাধ্যমিক স্কুলবিলাকৰ পাঠ্যক্ৰম বৃদ্ধি হ'ল, কলেজৰ শিক্ষা ব্যৱস্থাৰ ডিগ্ৰী পাঠ্যক্ৰমৰ যৎসামান্য পৰিবৰ্তন সাধন কৰিলে মাথোন, কিন্তু মূলত পূৰ্বৰ ব্যৱস্থাৰ বিশেষ কোনো পৰিবৰ্তন নঘটিল। মাধ্যমিক শিক্ষা আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাৰ ধাৰা পূৰ্বৰ দৰেই বৰ্তি থাকিল।

মাধ্যমিক শিক্ষা স্তৰত নৈতিক শিক্ষাৰ কোনো ব্যৱস্থা কৰা নহ'ল, কৰ্মপ্ৰৱণতা বঢ়াবলৈ কোনো হস্তশিল্প শিক্ষা দিয়াৰ ব্যৱস্থা আৰু সু সভ্য নাগৰিক সৃষ্টি কৰিবলৈ

সু অভ্যাস গঠনৰ কোনো কাৰ্য্যকৰী শিক্ষা পদ্ধতি গ্ৰহণ কৰা নহ'ল। গতিকে এই শিক্ষা পদ্ধতি শিক্ষাৰ প্ৰকৃত লক্ষ্যৰ পৰা আঁতৰি থাকিল। কোৱা শুনা যায় যে এই শিক্ষা পদ্ধতিৰ মাধ্যমতে মহাত্মা গান্ধী, পণ্ডিত নেহৰু, বল্লভ ভাই পেটেল, গোপাল কৃষ্ণ গোখলে, আশুতোষ মুখাৰ্জী, ৰাজা ৰামমোহন আদি মনীষীসকলৰ সৃষ্টি হৈছিল, কিন্তু পাহিৰ যোৱা হয় যে মনীষী সকলৰ মেধা সদায় সৰ্বসাধাৰণৰ ওপৰত। সৰ্বসাধাৰণ লোকৰ বাবে যি শিক্ষা পদ্ধতি গ্ৰহণ কৰা হয় সেই শিক্ষা পদ্ধতিৰ মাধ্যমত মনীষী লোক উৎপন্ন হোৱা সম্ভৱ, কিন্তু মনীষী লোকৰ কাৰণে যি শিক্ষা পদ্ধতি নিৰ্ধাৰণ কৰা হয় সেই শিক্ষা পদ্ধতিয়ে সৰ্বসাধাৰণৰ চাহিদা পূৰণ কৰিব নোৱাৰে। সেইবাবে বিশ্ববিদ্যালয়ৰ শিক্ষা সকলোৰে কাৰণে নহয় বুলি কোৱা হয় কিন্তু বিশ্ববদ্যালয়ৰ শিক্ষাৰ বাবে হে স্কুল, কলেজ, বিশ্ববদ্যালয়বোৰ স্থাপিত হ'ব ধৰিছে। বিশ্ববিদ্যালয়ত প্ৰৱেশৰ বাট মুকলি ৰখা হৈছে কিন্তু স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ বাট এতিয়াও মুকলি হোৱা নাই।

দ্বিতীয়তে আন এটি কথা পাহৰি যোৱা যায় যে যি সকল মনীষীৰ উদাহৰণ দি পাশ্চাত্য শিক্ষা পদ্ধতিৰ মোহ আমি এৰিব পৰা নাই সেই মনীষীসকলৰ মনীষীৰ পটভূমিত ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ বৰ্তমান আছিল। ভাৰতীয় সভ্যতাৰ প্ৰভাৱে এতিয়াও আমাৰ দেহ, মন আৰু আত্মা আমাৰ প্ৰত্যেক ব্যক্তিৰ অন্তৰ্জগতত ক্ৰিয়া কৰি আছে আৰু আমাৰ দেহ, মন আৰু আত্মা এতিয়াও ভাৰতীয় কৃষ্টিৰ দ্বাৰা প্ৰভাৱিত হৈ আছে।

ভাৰতীয় শাস্ত্ৰৰ সিদ্ধান্তৰ লৰচৰ কাহানিও হোৱা নাই। কিন্তু বৈজ্ঞানিক তথ্যৰ সিদ্ধান্তৰ লৰচৰ সদায় হৈ থকা দেখা গৈছে। ভাৰতীয় সংস্কাৰৰ মূল তথ্যবোৰৰ সত্যতা ক্ৰমশ বৈজ্ঞানিক ধৰণে সত্য বুলি প্ৰমাণিত হ'ব ধৰিছে। ভাৰতীয় শাস্ত্ৰতে তথা কথিত সমাজবাদ বা সাম্যবাদ আৰু অৰ্থনীতিবাদ নিৰ্ভুলভাৱে নিৰ্দেশ কৰা আছে।

সেইবাবে ভাৰতৰ শিক্ষানীতি ভাৰতীয় আদৰ্শতে গঢ় দিব লাগিব আৰু ভাৰতীয় জাতিৰ চৰিত্ৰ সেই আদৰ্শতে গঠন কৰিব লাগিব।

দেশৰ চিন্তাশীল লোক মাত্ৰেই উপলব্ধি কৰিব পাৰিছে যে দেশৰ বিভিন্ন ক্ষেত্ৰত জাতীয় চৰিত্ৰৰ অৱনতি ঘটিছে। জাতীয় চৰিত্ৰই জাতীয়তাৰ নিদৰ্শন, জাতীয়তাৰ ভিত্তি, সাংস্কৃতিক জীৱন যাপনৰ প্ৰধান উপাদান আৰু সুখ, সম্পদ আৰু শান্তি বিধানৰ প্ৰধান সোপান। জাতীয় চৰিত্ৰৰ উন্নতি সাধন কৰিবলৈ হ'লে ব্যক্তিগত চৰিত্ৰৰ উন্নতি সাধন কৰিব লাগিব। ব্যক্তিয়েহে সমাজ গঠন কৰে। ব্যক্তিৰ শিক্ষা সেই বাবে ৰাষ্ট্ৰীয় কৰ্তব্য। ৰাষ্ট্ৰীয় শাসনে নিৰ্ভৰ কৰে নীতিগত শৃংখলাৰ ওপৰত। নৈতিকতাৰ আদৰ্শত ৰাষ্ট্ৰীয় শাসন পদ্ধতি ৰচিত হ'ব লাগে আৰু একে আদৰ্শতে সামাজিক জীৱন পদ্ধতিয়ে গঢ় ল'ব লাগে। সেই বাবে ৰাষ্ট্ৰীয় শাসন পদ্ধতি, সামাজিক জীৱন যাত্ৰাৰ পদ্ধতি আৰু শিক্ষানুষ্ঠান বিলাকৰ

শিক্ষা নীতি আৰু শিক্ষা পদ্ধতিৰ এটা সমন্বয় থাকিব লাগে।

বৰ্তমান অৱস্থাত জাতীয় চৰিত্ৰ সংশোধনৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ শাসন নীতি আৰু দেশৰ শিক্ষানীতি উভয়ৰে সংস্কাৰৰ আৱশ্যক হৈছে। ৰাষ্ট্ৰৰ শাসন নীতিৰ সংস্কাৰ সাধনৰ বাবে ৰাজনৈতিক পুৰুষসকলে আৰু শিক্ষানীতিৰ সংস্কাৰৰ কাৰণে শিক্ষাবিদ আৰু শিক্ষা দপ্তৰৰ কৰ্মকৰ্তাসকল যত্নবান হোৱা উচিত। শিক্ষা দপ্তৰে শিক্ষাবিদসকলৰ পৰামৰ্শসমূহ বিচাৰ বিবেচনা কৰি যথাযথ ভাৱে প্ৰয়োগ কৰা উচিত। লক্ষ্য হ'ব লাগিব জাতীয় চৰিত্ৰৰ উন্নতি সাধন।

## শিক্ষানীতিৰ সংস্কাৰ

শিক্ষানীতিৰ সংস্কাৰ সাধন কৰাৰ প্ৰচেষ্টা অতীজৰেপৰা চলি আহিছে। ৰাজনৈতিক ক্ষমতাৰ কৱলৰপৰা আঁতৰাই আনি শিক্ষানীতিৰ শুদ্ধ প্ৰৱৰ্তন আজিলৈকে সম্ভৱ হৈ উঠা নাই। বিভিন্ন শিক্ষাবিদ দাৰ্শনিক পণ্ডিতসকল বহু দুখ-যন্ত্ৰণা ভোগ কৰিও বহু সাধনা গৱেষণাৰ পৰা নিৰ্ধাৰিত শিক্ষা নীতি দেশৰ বিভিন্ন পৰিস্থিতিৰ মাজত ৰাজনীতিৰ বাধা অন্তৰায়ৰ বাবে বিশুদ্ধভাৱে পৰিচালনা কৰিবৰ সুযোগ সুবিধা পোৱা নাই। অৱশ্যে ভাৰতবৰ্ষত অতীত কালত তেনে আহুকালে দেখা দিয়া নাছিল কিন্তু পাশ্চাত্য সভ্যতাৰ অতীত বুৰঞ্জী অধ্যয়ন কৰিলে এনে কথাই পোৱা যায়। আজি ভাৰতবৰ্ষ পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ কৱলত পৰিছে। সেইবাবে পাশ্চাত্য শিক্ষানীতিৰ উদ্ভৱ আৰু পৰিচালনাৰ বুৰঞ্জীৰ উল্লেখ কৰাৰ আৱশ্যকতা আহি পৰিছে। সি যিয়েই নহওক দেশ গঠনৰ ক্ষেত্ৰত, দেশৰ ভৱিষ্যৎ বংশধৰ সকলৰ মঙ্গল কামনাৰ উদ্দেশ্যে বৰ্ত্তমান শিক্ষাধাৰাৰ গতি কোন পথে প্ৰৱাহিত কৰিব লাগিব তাৰ দায়িত্ব শিক্ষাবিদ আৰু শিক্ষা দপ্তৰৰ কৰ্মকৰ্তাসকলৰ ওপৰত নিৰ্ভৰ কৰিছে। ৰাষ্ট্ৰীয় কৰ্ণধাৰ সকলকো এই বিষয়ে সচেতন কৰি দিয়াৰ দায়িত্বও তেওঁলোকৰেই ; কাৰণ শিক্ষানীতিক ৰাজনীতিৰ পৰা বিচ্ছিন্ন কৰি শিক্ষানুষ্ঠানবিলাকৰ সংস্কাৰ সাধন কৰা বৰ্তমান পৰিস্থিতিত সম্ভৱপৰ হোৱা নাই। সেইবাবে শাসন পদ্ধতিৰ লগত সামঞ্জস্য ৰক্ষা কৰি শিক্ষা নীতিৰ সংস্কাৰ সাধনৰ পথত শাসন পদ্ধতিৰ সংস্কাৰ সাধন কৰাও অৱশ্য কৰ্তব্য বুলি বিবেচনা কৰিব লাগিব। শাসন নীতি আৰু শিক্ষানীতি ওতপ্ৰোতভাৱে জড়িত থকা বাবে কোনো এটা নীতিয়েই স্বয়ং সিদ্ধ হ'ব নোৱাৰে আৰু সেইবাবে কোনো এটা নীতিৰ কাৰণকেই শিথিল কৰিব নোৱাৰি। জাতীয় চৰিত্ৰ উন্নত নহ'লে শাসন পদ্ধতিৰ সাফল্য আশা কৰিব নোৱাৰি আৰু জাতীয় চৰিত্ৰ উন্নত কৰিবলৈ শিক্ষানীতিৰ প্ৰৱৰ্তনত শাসন নীতিয়ে সহযোগী আৰু সহায়ক নীতি অৱলম্বন কৰিব লাগিব। শিক্ষাবিদসকলৰ পৰামৰ্শ, মনোবিজ্ঞান সম্মত যুক্তি, দেশৰ কল্যাণকাৰী শিক্ষা আঁচনি দলীয় ৰাজনীতিৰ উদ্দেশ্য পৰিপূৰণ কৰা বলি-শালত পেলালে দেশৰ অধঃপতন অনিবাৰ্য্য।

## মাধ্যমিক শিক্ষাৰ পৰিসৰ

প্ৰাথমিক শিক্ষাত শিশুৰ স্বভাৱজাত মনোবৃত্তিতেবোৰ কোন পথেদি গতি কৰিব পাৰে, স্বভাৱতঃ বুদ্ধিৰ বিকাশ কোন পথেদি হ'ব পাৰে তাৰ নিৰ্ণয় হয়। শিশুৰ কৰ্মপ্ৰৱণতা বঢ়াবৰ বাবে কোনজন শিশুক কি হাতৰ কাম দিয়া হ'ব তাকো এই সময়তে বিচাৰ কৰি চোৱা উচিত। মাধ্যমিক শিক্ষানুষ্ঠানবিলাকত ভাষা, সাহিত্য শিক্ষাৰ উপযোগী কৰি তোলাই প্ৰাথমিক শিক্ষাৰ একমাত্ৰ উদ্দেশ্য নহয়। স্বাধীন দেশৰ শিক্ষা নীতিত এইবোৰ শিক্ষা সমস্যাৰে সমাধানৰ প্ৰচেষ্টা হোৱা নিতান্ত উচিত।

প্ৰাথমিক শিক্ষাৰ কাল ডোখৰত (৬-১১) শিক্ষাৰ্থীৰ মনোবৃত্তিৰ উন্মেষ হয় মাথোন। শিশুৰ মনোবৃত্তিসমূহৰ পৰিচয় পোৱা যায় এই সময়ত। মাধ্যমিক শিক্ষাৰ কালডোখৰত (১১-১৮) শিক্ষাৰ্থীৰ স্বভাৱজ মনোবৃত্তিবোৰে স্থিৰ গঢ় লয়। এই কালত শিশুৰ স্বভাৱ, প্ৰকৃতি, কৰ্মশক্তি আৰু অভ্যাসবোৰে যি গঢ় লয়, পৰবৰ্তী জীৱনত তাৰে প্ৰতিফলন হয় আৰু তাক পৰিবৰ্তন কৰি নতুন অভ্যাস গঢ়া, নতুন স্বভাৱ গঢ়া, নতুন পথেদি কৰ্মশক্তিক নিয়োগ কৰা সুকঠিন হৈ পৰে। সেইবাবে এই কালছোৱাৰ শিক্ষা পদ্ধতি হ'ব লাগিব নৈতিকতাৰ ভিত্তিত সু-অভ্যাস গঠন কৰাৰ উদ্দেশ্যে, উদ্যোগৰ মাধ্যমত কৰ্মপ্ৰৱণতা বৃদ্ধি কৰি নিৰ্দিষ্ট উপজীৱ্য ব্যৱসায় নিৰ্বাচনৰ উদ্দেশ্যে আৰু সংযত আৰু সুশৃঙ্খল জীৱন নিৰ্বাহৰ কাৰণে সংযম আৰু সামাজিক নীতি-নিয়ম আৰু ৰাষ্ট্ৰীয় আইন-শৃঙ্খলাৰ প্ৰতি আনুগত্য শিক্ষা দিয়াৰ উদ্দেশ্যে। যি পাঠ্যক্ৰমত এইবোৰ উদ্দেশ্যগত শিক্ষাৰ ব্যৱস্থা নাথাকে সেই পাঠ্যক্ৰম কেতিয়াও গ্ৰহণীয় নহয়, আৰু নৈতিকতা বৰ্জিত শিক্ষা পদ্ধতিৰ আৰু কৰ্মপ্ৰৱণতা বৃদ্ধিৰ কাৰ্য্যক্ৰম বৰ্জিত শিক্ষানুষ্ঠান প্ৰতিপালন কৰা কেতিয়াও উচিত নহয়। বৰ্তমান সময়ত দেখা গৈছে যে মাধ্যমিক শিক্ষাৰ স্তৰতে অনিয়মানুবৰ্তিতা, উচ্ছৃঙ্খলতা আৰু অনানুগত্য গঢ়ি উঠে। এক কথাত কব লাগিলে আমাৰ বৰ্তমান শিক্ষানীতিৰ আমূল পৰিবৰ্তনৰ আৱশ্যাক হৈছে।

## সংস্কাৰ ভিত্তি

শিক্ষাৰ আমূল পৰিবৰ্তন আৱশ্যাক হৈছে এই কথা শিক্ষাবিদসকলেও স্বীকাৰ কৰি আহিছে আৰু নানা আয়োগ আদিও তাৰ বাবে গঠিত হৈছে আৰু তেওঁলোকৰ প্ৰতিবেদন আদিও বিবেচনা কৰি তাৰ যথাযথ প্ৰয়োগৰ ব্যৱস্থাও যে হাতত লোৱা নাই তেনে কথা নহয় ; কিন্তু তাৰ সুফল পোৱা হোৱা নাই; তাৰ কাৰণ হৈছে প্ৰথমত আগেয়ে উল্লেখ কৰা ৰাজনৈতিক মতবিৰোধ, দ্বিতীয়ত অৰ্থৰ অভাৱ তৃতীয়ত শিক্ষক আৰু পৰিদৰ্শকসকলৰ প্ৰশিক্ষণৰ সুব্যৱস্থাৰ অভাৱ, চতুৰ্থত বৃটিচ যুগৰ শিক্ষাধাৰাৰ প্ৰতি যি মোহ তাৰ হাত এতিয়াও সাৰিব পৰা নাই আৰু পঞ্চমত আৰু প্ৰধানত শিক্ষাৰ প্ৰতি দৃষ্টিভঙ্গীৰ পৰিবৰ্তন হোৱা নাই।

শিক্ষাৰ মাধ্যমত দলীয় নীতিৰ প্ৰাধান্য বিস্তাৰৰ মনোভাৱ থকা কাৰণে বিৰোধ উপস্থিত হয়। বিৰোধৰ মীমাংসাত শিক্ষানীতি আদৰ্শচ্যুত হৈ পৰে। গতিকে শিক্ষানীতি যথাযথৰূপে ৰূপায়িত হ'বলৈ সুযোগ নাপায়।

শিক্ষানীতি ৰূপায়িত কৰিবলৈ যাওতে আন আন বিষয়ৰ উন্নয়নত বাধা হ'ব পাৰে এই আশঙ্কা প্ৰশাসকমণ্ডলীৰ মনৰ পৰা সহজে আঁতৰি নাযায়। বিৰোধী দলসমূহেও একে প্ৰকাৰ দৃষ্টিভঙ্গীৰে বিষয়টো নাচায়। শিক্ষাই সেই বাবে যিমানখিনি প্ৰাধান্য পাব লাগে সিমানখিনি প্ৰাধান্য নাপায়। কৃষি, শিল্প, বাণিজ্য, শিক্ষা, বিজ্ঞান ইত্যাদিৰ বিষয়ৰ কোনটোৱে প্ৰধান স্থান অধিকাৰ কৰিব এই বিষয়ে সাধাৰণতে মতভেদ হয় আৰু কোনোটো বিষয়েই অপ্ৰধান নহয় বাবেই এটা মাত্ৰ বিষয়ত অধিক গুৰুত্ব দিয়া কঠিন হৈ পৰে। এনে ক্ষেত্ৰত কোনটো বিষয়ত প্ৰাধান্য দি দেশৰ প্ৰগতি সাধন কৰিব পাৰি সেই বিষয়ে স্থিৰ নিশ্চয় হোৱাত বাধা আৰু অন্তৰায় উপস্থিত হয় ; কিন্তু আমাৰ সুদৃঢ় মত এয়ে যে শিক্ষাৰ লগত কৃষি, শিল্প, চিকিৎসা বিজ্ঞান আদি বিষয়ৰ সমন্বয় সাধন কৰিব পাৰি আৰু বিভিন্ন শিতানত অৰ্থ বৰাদ্দ নকৰি একে শিতানতে অৰ্থৰ বৰাদ্দ কৰি বহু বিষয়ে ব্যয় সঙ্কোচ কৰিব পাৰি আৰু উৎপাদনো বঢ়াব পাৰি। প্ৰগতিৰ বাটতো আগুৱাই যাব পাৰি। দেশত যেতিয়া দুৰ্নীতিয়ে শিপা বিস্তাৰ কৰিছে, জাতীয় চৰিত্ৰ ধ্বংসৰ বাটত আগুৱাই যাব ধৰিছে তেনে ক্ষেত্ৰত সমাজ সংস্কাৰৰ বাটেদি শিক্ষানীতি প্ৰৱৰ্তন কৰি জাতিৰ কৰ্মপ্ৰৱণতা বঢ়াবৰ বাবে কৃষি, শিল্প, চিকিৎসা বিজ্ঞান আদি বিষয় শিক্ষাৰ অন্তৰ্ভুক্ত কৰি লব লাগিব। এই বিষয়বোৰ এটাৰ পৰা আনটোক বিচ্ছিন্ন কৰাৰ পৰা প্ৰগতিৰ বাটত যেনেকৈ প্ৰতিবন্ধকতাৰ সৃষ্টি হৈছে ব্যয়ৰ মাত্ৰাও বাঢ়ি গৈছে। ভাৰতৰ অতীত শিক্ষাধাৰা আলোচনা কৰিলে দেখা যাব যে আমাৰ এই মত কিমান কাৰ্য্যকৰী আছিল তেতিয়াৰ দিনত।

ওপৰত আমি জাতীয় চৰিত্ৰ গঠনত গুৰুত্ব দিয়াৰ পটভূমিত কৃষি, শিল্প, চিকিৎসা বিজ্ঞান আদিৰ সমন্বয় সাধন সম্ভৱ হ'ব পাৰে সেই কথাও আমি দৃঢ়ভাৱে কবলৈ সাহস কৰিছো। সেই বাবে শিক্ষাৰ পূৰ্ণাঙ্গ আঁচনি প্ৰস্তুত কৰাৰ আৱশ্যকতা আহি পৰে। এই আঁচনি প্ৰস্তুত কৰোতে বিভেদকাম মনোবৃত্তি পৰিহাৰ কৰিব লাগিব। ঐক্যৰ নামত আজি যি ধৰণৰ বিভেদকামী মনোবৃত্তিৰ সৃষ্টি হৈ দেশখনক খণ্ডবিখণ্ড কৰিব ধৰিছে তাৰ প্ৰতিৰোধ কৰিব লাগিব সমন্বয়মূলক শিক্ষা আঁচনিৰ মাধ্যমত।

## মাধ্যমিক শিক্ষাৰ বিপৰ্য্যয়ৰ আৰম্ভণি

আদৰ্শৰ ফালৰ পৰা চালে বুজা যায় যে বৃটিচ যুগৰ মাধ্যমিক শিক্ষাৰ প্ৰৱৰ্তনৰ আৰম্ভণিৰ পৰাই মাধ্যমিক শিক্ষাৰ বিপৰ্য্যয় আৰম্ভ হৈছে। তাৰ পূৰ্বে জাতীয় শিক্ষাৰ এনে বিপৰ্য্যয় ঘটা নাছিল। মুছলমান শাসনৰ কালতো কেৱল

ভাষা সাহিত্য শিক্ষা কৰাই বিদ্যা শিক্ষাৰ আদৰ্শ নাছিল। আৰবী, ফাচী, সংস্কৃত, প্ৰাকৃত ইত্যাদি ভাষা শিক্ষাৰ প্ৰতি যথেষ্ট আদৰ আছিল কিন্তু শিল্প, কৃষি, বয়ন বিদ্যা ইত্যাদিৰ শিক্ষা, চৰ্চ্চা আৰু গৱেষণা সৰ্বসাধাৰণ ৰাইজৰ মাজতে বিয়পি আছিল। কিন্তু বৃটিচ যুগৰ শিক্ষা পদ্ধতিয়ে জাতিৰ চৰিত্ৰ ধ্বংস কৰিয়েই এৰা নাই। দেশৰ হস্তশিল্পৰো ধ্বংস সাধন কৰিলে আৰু সৰ্বসাধাৰণৰ জীৱিকাৰ পথ বন্ধ কৰি দিলে। যি হেতুকে মাধ্যমিক শিক্ষাৰ কালডোখৰতে ব্যক্তিৰ ব্যক্তিত্বৰ বিকাশ হয়, জীৱিকা অৰ্জনৰ সামৰ্থ্য লাভ কৰে, সেই হেতুকে এই কালছোখৰত ব্যক্তিক শ্ৰমবিমুখ শিক্ষা দান কৰটো নিতান্ত অবৈজ্ঞানিক আৰু শিক্ষানীতি বিগৰ্হিত পন্থা।

ফুটবল, ক্ৰিকেট আদি খেলাই শৰীৰ চৰ্চ্চাৰ সহায়ক হ'ব পাৰে কিন্তু কৰ্মপ্ৰৱণতা বঢ়োৱাৰ বা শ্ৰমাভ্যাস শিক্ষা দিয়াৰ সহায়ক হ'ব নোৱাৰে। এযোৰ যাঁতত মাহ নিদিয়াকৈ ঘূৰাব দিলে সি শিশুৰ ক্ৰীড়া হয়, কিন্তু তাত মাহ দি দলিবলৈ দিলে সি ক্ৰীড়াও হয় আৰু উৎপাদনজনক শ্ৰমো হয়। কৰ্মপ্ৰৱণতা আৰু বিদ্যা শিক্ষাতে উৎপাদনজনক কৰ্মৰ শিক্ষা দিবই লাগিব। শ্ৰম বিমুখ শিক্ষা দিয়াৰ পৰা আজি দেশত শিক্ষিত আৰু অৰ্ধশিক্ষিত নিবনুৱা যুবক শ্ৰেণীৰ উদ্ভৱ হৈছে। জীৱনৰ বহু মূল্যৱান সময় ১৪ বছৰৰ পৰা ৩০ বছৰ বয়সলৈ (কোনো কোনো ক্ষেত্ৰত তাতোকৈ বেচি) লক্ষ্যহীনভাৱে পৰীক্ষাত উত্তীৰ্ণ হোৱা প্ৰচেষ্টাই চলি থাকে। ইতিমধ্যে শাৰীৰিক শ্ৰমৰ অভ্যাস নোহোৱা হৈ যায় বা তাৰ প্ৰতি কোনো আগ্ৰহ নথকা হয়।

দেশৰ শিক্ষিত আৰু অৰ্ধশিক্ষিত যুবকৰ নিবনুৱা সমস্যা হোৱা কাৰণে ঘৰে ঘৰে পাৰিবাৰিক শান্তি ধ্বংস হৈছে। দলীয় ৰাজনীতিত সুবিধাবাদী লোকসকলৰ দ্বাৰা সামাজিক শান্তি ধ্বংস কৰাৰ পথ পৰিষ্কাৰ হৈছে আৰু আইন শৃঙ্খলাৰ প্ৰতি আনুগত্য নাইকিয়া কৰিছে। স্কুল-কলেজৰ ছাত্ৰৰ বৈধ আৰু অহিংস আন্দোলনবোৰক হিংস আৰু অবৈধ বাটেদি পৰিচালনা কৰি এই নিবনুৱা যুৱশক্তিয়ে দেশৰ সা-সম্পত্তি ধ্বংস কৰাত বৰঙনি যোগাইছে। ছাত্ৰ শক্তিৰ নিয়মানুবৰ্তিতাৰ পৰিবেশ ধ্বংস কৰি পেলাইছে। দেশসেৱাৰ নামত দেশবাসীৰ প্ৰতি অত্যাচাৰ নিপীড়নৰ মাত্ৰা ক্ৰমে বাঢ়ি যাব লাগিছে। ছদ্মবেশী শোষকৰ দল বৃদ্ধি হৈছে।

বৰ্তমান শিক্ষানুষ্ঠানবিলাকৰ মান নিম্নগামী হোৱাৰ বিষয়ে আলোচনা কৰাৰ আগতে ওপৰত উল্লেখ কৰা কথাখিনি সংক্ষেপতে এইদৰে কব পাৰি :

(১) দেশৰ বৰ্তমান পৰিস্থিতিত জাতীয় চৰিত্ৰৰ উন্নতি সাধন কৰাই হ'ব লাগে প্ৰধান লক্ষ্য।

(২) জাতীয় চৰিত্ৰৰ উন্নতিৰ বাবে লাগে ত্যাগৰ আদৰ্শত শিক্ষাধাৰাৰ প্ৰৱৰ্ত্তন।

(৩) শিক্ষানীতিৰ লগত শিল্পনীতি, কৃষিনীতি, উদ্যোগনীতিৰ সমন্বয় সাধন।

(৪) দেশৰ কৃষিজাত আৰু শিল্পজাত বস্তুৰ উৎপাদন বৃদ্ধি কৰি দেশৰ

অভাৱ আৰু দাৰিদ্ৰ্য মোচনৰ উদ্দেশ্য লৈ শিক্ষাৰ আঁচনি প্ৰস্তুত কৰা।

(৫) মাধ্যমিক শিক্ষাই নিৰ্ভৰ কৰে কৰ্মপ্ৰৱণতা বৃদ্ধিত, সু-অভ্যাস গঠনত, স্বাধীনভাৱে জীৱিকা অৰ্জনৰ সু-অভ্যাস গঠনত, চাকৰি মনোবৃত্তি পৰিহাৰ কৰাত।

(৬) সু-সভ্য নাগৰিক সৃষ্টি, ন্যায়পৰায়ণ শাসকমণ্ডলী সৃষ্টি কৰাত আৰু কৰ্তব্যপৰায়ণ কৰ্মচাৰী সৃষ্টি কৰাত মাধ্যমিক শিক্ষা আঁচনিত পূৰ্ণ লক্ষ্য থকা উচিত।

(৭) মাধ্যমিক শিক্ষা-আঁচনি স্বয়ংসম্পূৰ্ণ হোৱা উচিত। বিশ্ববিদ্যালয়ৰ পৰ্য্যায়লৈকে নোযোৱাকৈ শিক্ষা সাং কৰাৰ সাৰ্থকতা আৰু যোগ্যতা অৰ্জনৰ পূৰ্ণতা উপলব্ধি কৰিব পৰা হ'ব লাগে।

বৰ্তমান পৰিস্থিতিত আমাৰ সুদৃঢ় মত এয়ে যে সকলোবোৰ হাইস্কুলত বেলেগে বেলেগে কিবা নহয় কিবা এটি বা দুটি উদ্যোগ পৰিপূৰ্ণভাৱে শিক্ষা দিয়াৰ ব্যৱস্থা হ'ব লাগে। বেলেগ ঔদ্যোগিক স্কুলৰ আৱশ্যক নকৰে, তেতিয়াহে শিক্ষাৰ প্ৰতি বৰ্তমান দৃষ্টিভঙ্গী পৰিবৰ্তিত হ'ব। এইবোৰ স্কুলৰ পৰা পৰীক্ষা পাছ কৰি বিশ্ববিদ্যালয়ৰ পৰ্য্যয়ত মেধাবী ছাত্ৰসকলৰ সোমোৱাৰ বাট যদিও মুকলি থাকিব তথাপি স্কুলৰ শিক্ষাত উদ্যোগ বা হস্তশিল্পই হে প্ৰধান স্থান অধিকাৰ কৰিব। কুটিৰ শিল্প আৰু হস্তশিল্প উদ্ধাৰৰ এয়ে একমাত্ৰ উপায়। সুকীয়া ঔদ্যোগিক শিল্পৰ স্কুল পতাও খৰচসাধ্য আৰু সমান্তৰাল ভাৱে দুই প্ৰকাৰ মাধ্যমিক স্কুল চলাই থাকিলে সৰ্বসাধাৰণৰ দৃষ্টিভঙ্গীৰো পৰিবৰ্তন নহয়।

এনে এটি পৰিকল্পনা বিপ্লৱাত্মক বুলি ধাৰণা হ'ব পাৰে কিন্তু এনে ধৰণৰ বিপ্লৱাত্মক পৰিবৰ্তনৰ সম্প্ৰতি আৱশ্যক হৈছে। ৰাইজৰ জনমত গঠনৰ বাবে সক্ৰিয় পদ্ধতি গ্ৰহণ কৰিলে বৰ্তমান পৰিস্থিতিৰ অভাৱ অভিযোগৰ সম্যক পৰিপূৰণৰ আৱশ্যকতা ৰাইজে সহজে বুজি পাব, কাৰণ চাকৰি যে সকলোৰে কাৰণে হ'ব নোৱাৰে এই কথা এতিয়া ক্ৰমে ৰাইজৰ মনত বোধগম্য হৈ আহিছে। দলীয় ৰাজনীতিয়ে যাতে অসুস্থ পৰিবেশৰ সৃষ্টি নকৰে তাৰবাবে সৰ্বদলীয় সম্মতি গ্ৰহণৰ পন্থাও উলিয়াব লাগে, তেতিয়া চৰকাৰে তেনে ব্যৱস্থা গ্ৰহণ কৰাত টান নাপাব। যদি সৰ্বদলীয় সম্মতি পোৱা নাযায় তেতিয়া ক্ষমতাধিষ্ঠিত দলে নিজ দলৰ সম্মতিক্ৰমে এনে পন্থা গ্ৰহণ কৰা উচিত হ'ব।

## মাধ্যমিক শিক্ষাৰ সাম্প্ৰতিক বিপৰ্য্যয়

শিক্ষাৰ মান নিম্নগামী হোৱাই মাধ্যমিক শিক্ষাৰ বিপৰ্য্যয় হোৱা বুলি আমি ধৰি লৈ পূৰ্বৰ সেই মান উদ্ধাৰ কৰা আৰু বৰ্তমান শিক্ষাৰ মান উন্নত কৰাকেই সংস্কাৰৰ উদ্দেশ্য বুলি আমি সাধাৰণতে বুজি লওঁ। শিক্ষাৰ অপচয় নিবাৰণ ইত্যাদি সমস্যা আমাৰ আগত উদয় হৈছে দুটা কাৰণত— প্ৰথমতে স্কুল ফাইনাল পৰীক্ষাত অধিক সংখ্যক ছাত্ৰৰ অকৃতকাৰ্য্যতা বা কথমপি তৃতীয় বিভাগত

পাচ কৰা কৃতকাৰ্য্যতা আৰু দ্বিতীয় কাৰণ নিবনুৱা সমস্যা। যদি প্ৰবেশিকা বা উচ্চতৰ মাধ্যমিক স্কুলৰ শেষ পৰীক্ষাত শতকৰা ১০০ জন ল'ৰাই প্ৰথম বিভাগত পাছ কৰে— তাৰ দ্বাৰা সঁচাকৈয়ে আমাৰ সমস্যা সমাধন হ'ব নে? নে সমস্যা বাঢ়িব? নতুন নতুন কলেজ পতাৰ সমস্যা হে প্ৰধান হৈ উঠিব যেন অনুমান হয়। সমস্যা যে জটিলতৰ হ'ব এটি সত্য ঘটনাৰে তাৰ উদাহৰণ দিওঁ। দুবছৰমান আগতে এখন ইংৰাজী আলোচনী কাকতত পঢ়িছিলো যে উত্তৰ প্ৰদেশৰ ৩০ খন কৃষি কলেজৰ পৰা ডিগ্ৰী লৈ অহা কোনো এজনেও কৃষি কামত লগা নাই। এইখন ৰাজ্যতে ৭ খন মেডিকেল কলেজ আছে কিন্তু ২০০ খন হাস্পতালত ডাক্টৰ নাই। ৬ জন এম এ পাছ আৰু ২৪ জন বি. এ. পাছ মানুহে ৰিক্সা চলাই পেটৰ ভাত মোকোলাইছে। আন আন ৰাজ্যতো এনে সমস্যা আছে। অসমতো যে গুৰুতৰ বাৰে নিবনুৱা সমস্যাই দেখা দিছে তাক কোনেও নুই কৰিব নোৱাৰে। ৰিক্সা চলাই জীৱিকা অৰ্জনত স্বাধীন মনোবৃত্তিৰ পৰিচয় পোৱা যায় কিন্তু তাৰ বাবে বি. এ বা এম. এ. পাছ কৰিবৰ আৱশ্যক নকৰে। বি. এ. বা এম. এ. পাছ কৰা শিক্ষাই সেই মনোবৃত্তি দিয়াও নাই, দিছে ক্ষুধাৰ তাড়নাই, নিজ নিজ পৰিবাৰবৰ্গক ভৰণ-পোষণ কৰাৰ দায়িত্বই। তাৰ বাবে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ প্ৰয়োজন নাই। লাগে শৰীৰ চৰ্চাৰ প্ৰশিক্ষণ আৰু চৰিত্ৰ গঠনৰ শিক্ষা আৰু অভ্যাস।

## পাঠ্যক্ৰম

পাঠ্যক্ৰম নিৰ্ধাৰণ কৰাত বিচক্ষণতাৰ পৰিচয় পোৱা নাযায়। পাঠ্যক্ৰম পূৰ্বতকৈ কঠিন কৰা হৈছে, আনফালে শিক্ষাৰ্থীৰ পূৰ্বজ্ঞান কমি গৈছে। পাঠ্যক্ৰম কঠিন কৰিলেই শিক্ষাৰ মান উন্নত নহয়। বিষয়বস্তুৰ কঠিনতাই জ্ঞান নবঢ়ায়। সৰল আৰু সহজ বিষয়ৰ মাধ্যমত বুদ্ধিৰ বিকাশ হ'লে কঠিন বিষয় বুজাতো সহজ হয়। পাঠ্যক্ৰম নিৰ্ধাৰণত এই নীতি অৱহেলা কৰা হৈছে। তদুপৰি শ্ৰেণীৰ ক্ৰম অনুসাৰে পাঠ্যক্ৰমৰ ধাৰাবাহিকতা ৰক্ষিত হোৱা নাই। বিশেষকৈ অষ্টমমান শ্ৰেণীৰ পাঠ্যক্ৰমে নৱম মান, দশমমান আৰু একাদশ মানৰ পাঠ্যক্ৰমৰ লগত ধাৰাবাহিকতা ৰক্ষা কৰিব পৰা নাই। অষ্টম মানৰ পৰা, নৱমমানলৈ উঠি যিবোৰ বিষয় পঢ়িব লাগে সেই বিষয়বোৰ পঢ়িবলৈ যিমানখিনি পূৰ্বজ্ঞানৰ আৱশ্যক অষ্টমমানত সিমানখিনি জ্ঞান আহৰণ কৰিব নোৱাৰে। তদুপৰি পাঠ্য পুস্তক বিলাক ইংৰাজীৰ পৰা অনুবাদ কৰাত অসমীয়া ভাষাত কঠিন হৈ পৰিছে। মৌলিক পন্থাৰে কোনো গ্ৰন্থকাৰে কিতাপ ৰচনা কৰা নাই। পাঠ্যক্ৰম নিৰ্ধাৰণ কৰি ততাতৈয়াকৈ ইংৰাজী পুথি অনুবাদ কৰি নতুন নতুন শিক্ষক নিযুক্ত কৰি, যিবিলাক শিক্ষকে ইংৰাজীৰ মাধ্যমত হে শিক্ষা লাভ কৰি আহিছে তেনে শিক্ষক নিযুক্ত কৰি অসমীয়াৰ মাধ্যমত শিক্ষা দিয়াত শিক্ষকসকলেও টান পাইছে। শিক্ষাৰ্থীসকলেও বুজিবলৈ টান পাইছে। ততাতৈয়াকৈ শিক্ষাৰ সুফল পাব খোজাত

এনেবোৰ বিশৃঙ্খলাৰ সৃষ্টি হৈছে। আনফালে প্ৰবেশিকাৰ পাচত প্ৰাক্ বিশ্ববিদ্যালয়ৰ শ্ৰেণীৰ শিক্ষা আৰু উচ্চতৰ মাধ্যমিক স্কুল পাছ কৰি যোৱা ছাত্ৰৰ শিক্ষাৰ স্তৰ সমান অনুপাতে হোৱা নাই। ইয়াতো ধাৰাবাহিকতা ভঙ্গ হৈছে। আনফালে শিক্ষাৰ মান উন্নত কৰিবলৈ উচ্চতৰ মাধ্যমিক স্কুলবোৰ পতাত শিক্ষাৰ মান উন্নয়নতকৈ ব্যয়ৰ মাত্ৰা বাঢ়িল। ফলত উচ্চতৰ মাধ্যমিক স্কুল পতাও স্থগিত থাকিল।

## প্ৰশিক্ষণৰ অভাৱ

উচ্চতৰ মাধ্যমিক স্কুলবিলাকৰ পাঠ্যক্ৰম পৰিবৰ্তন কৰাৰ লগে লগে বি-টি কলেজবিলাকৰ পাঠ্যক্ৰম আৰু প্ৰশিক্ষণ ব্যৱস্থাৰ পৰিবৰ্তন কৰা নিতান্ত উচিত আছিল। সেইটো কৰাৰ আগতে স্কুলবিলাকৰ পাঠ্যক্ৰম পৰিবৰ্তন কৰা উচিত হোৱা নাই। শিক্ষাৰ দ্ৰুত পৰিবৰ্তনৰ মনোভাৱে সুফল দিয়া নাই। গান্ধীজীয়ে কৈছিল— গছৰ ফল সময়ত হে পকে। সকলো ক্ষেত্ৰতে কাল দুৰ্জয়। কালৰ অনুশাসন নামানিলে ফল কেতিয়াও শুভ নহয়। এইখিনিতে উনুকিয়াব পাৰি যে মুডালিয়াৰ মাধ্যমিক শিক্ষা আয়োগে প্ৰত্যেকজন ছাত্ৰৰে চৰিত্ৰ সম্পৰ্কীয় কিছুমান গুণৰ মূল্যাঙ্কনৰ নিৰ্দেশ দিছিল। নিয়মানুবৰ্তিতা, আনুগত্য, আনৰ প্ৰতি কেনে ধৰণে ব্যৱহাৰ কৰে, সমাজ সেৱা, ইত্যাদি চৰিত্ৰ গুণৰ মূল্যাঙ্কন কৰিবলৈ শিক্ষকসকলৰ তদনুৰূপ প্ৰশিক্ষণ দিয়া আৰু তেওঁলোকৰ কৰ্ম পদ্ধতি নিৰ্ধাৰণ কৰা উচিত আছিল। আয়োগবিলাকৰ প্ৰতিবেদনবোৰ যথাযথ প্ৰয়োগ কৰাৰ প্ৰশিক্ষণৰ ব্যৱস্থা নাথাকিলে সেইবোৰ নিৰৰ্থক হৈ পৰে। পৰিদৰ্শকসকলৰো শিক্ষকৰ এনেবোৰ কাম চাবলৈ প্ৰশিক্ষণ পোৱা উচিত আছিল।

## শিক্ষাৰ মাধ্যম

মাতৃভাষা শিক্ষা দিয়াত যথেষ্ট ত্ৰুটী আছে। ব্যাকৰণ শিক্ষা প্ৰায় সম্পূৰ্ণৰূপে অৱহেলা কৰা হৈছে। মাতৃভাষা শিক্ষা দিয়াত ধাতুগত আৰু পদ্ধতিগত হিচাবে শিক্ষা নিদিয়াত ব্যুৎপত্তিসম্পন্ন শিক্ষা নহয়। সেইবাবে আজিকালি বহুতো প্ৰতিষ্ঠাবান সাহিত্যিকে দৈন্যতা, ঐক্যতা, দাৰিদ্ৰ্যতা, বৈশিষ্ট্যতা আদি শব্দ ব্যৱহাৰ কৰে। সাংঘাত্তিক, আঘাত্ত, সঙ্কেত্ত, বিশ্বাসঘাত্তক ইত্যাদি শব্দত মূৰ্ধণ্য ট ব্যৱহাৰ কৰে। অনুষ্ঠান, প্ৰতিষ্ঠান, ইত্যাদি শব্দ দন্ত্য থ ব্যৱহাৰ কৰে। সংস্থা শব্দ সন্থা হিচাবে ব্যৱহাৰ কৰে। সন্থা শব্দ অভিধানত নাই আৰু ব্যাকৰণ মতে শুদ্ধও নহয়। ইয়াৰ দ্বাৰা ভাষা শিক্ষাৰ বৈজ্ঞানিক প্ৰণালীৰ আউল থাকে।

এই প্ৰসঙ্গতে এটা কথা উল্লেখকৰা অপ্ৰাসঙ্গিক নহ'ব কিজানি। মুছলমান ৰাজত্বতো সংস্কৃত শিক্ষাৰ প্ৰতি ইমান অৱহেলা দেখুৱা হোৱা নাছিল। হিন্দুকৃষ্টি আৰু মুছলিম কৃষ্টিৰ সমন্বয়ৰ অৰ্থে হিন্দু পণ্ডিতে আৰবী আৰু ফাৰ্চি শিক্ষা কৰিছিল আৰু মুছলমান কবি দাৰ্শনিকসকলৰ মতবাদৰ লগত হিন্দুৰ দৰ্শন, সাহিত্য

আৰু কবিতাৰ লগত সামঞ্জস্য বিধান কৰিছিল। সেইদৰে মুছলমান পণ্ডিতসকলেও সংস্কৃত ভাষা শিক্ষা কৰি হিন্দুৰ দৰ্শন, সাহিত্য, কৃষ্টি সংস্কৃতিৰ লগত মুছলিম কৃষ্টিৰ সমন্বয় সাধন কৰিছিল। সেয়েহে ভাৰতীয় সংস্কৃতি হিন্দু-মুছলমানৰ সন্মিলিত সংস্কৃতি। সেই মনোবৃত্তি এতিয়া নাই। সম্রাট আকবৰৰ দিনতে ইয়াৰ বিশেষ কৃষ্টি সাধন হৈছিল। সেই প্ৰভাৱ চাজাহানৰ জ্যেষ্ঠপুত্ৰ দাৰাছেকোৰ ওপৰত বেছি পৰিছিল। সম্রাট সকলৰ হেৰেমতো সংস্কৃত শিক্ষা মুছলমান বেগমসকলে কৰিছিল। হিন্দুৱে মুছলমান নৱাব আৰু সম্রাটসকলৰ অধীনত চাকৰি কৰা বাবেও আৰবী ফাৰ্চী শিক্ষা কৰিছিল আৰু সংস্কৃত ভাষাৰ মাধ্যমত সাধাৰণ শিক্ষা গ্ৰহণ কৰিছিল ; কিন্তু জ্ঞানৰ পৰিসৰ বৃদ্ধিৰ কাৰণে সংস্কৃতজ্ঞ পণ্ডিতসকলে আৰবী ফাৰ্চী শিক্ষা কৰিছিল। তাৰ বহু উদাহৰণ আছে। আজি কিন্তু সংস্কৃত আৰু আৰবী ফাৰ্চীৰ মাজত অৰিয়া-অৰি ভাৱ। এই অৰিয়া-অৰি ভাৱ বিদেশী শাসকসকলে হিন্দু-মুছলমানৰ মাজত প্ৰবেশ কৰাই দিলে, ফলত আজি দেশ বিভাজন হ'ল। কিন্তু আমি আজিও স্বাধীনতোৰ যুগত ইয়াৰ বিষময় ফল, দেশ বিভাজনৰ নিচিনা দুখকৰ অৱস্থাত পৰিও উপলব্ধি কৰিব নোৱাৰিলো। এটা কথা পাহিৰলে নচলে যে অতীত ভাৰতীয় কৃষ্টিৰ প্ৰভাৱ সমগ্ৰ ভাৰতবাসীৰ মজ্জায় মজ্জায় সোমাই আছে। পাশ্চত্য শিক্ষাই সেই কৃষ্টিৰ বিৰোধমুখী প্ৰভাৱ বিস্তাৰ কৰাত ভাৰতৰ আধ্যাত্মিকতাৰ ক্ষেত্ৰত সংঘাতৰ সৃষ্টি কৰিছে কি হিন্দু কি মুছলমান উভয়ৰে মনত। আৰু সেই বাবে বৰ্তমান শিক্ষা পদ্ধতিয়ে বঞ্চিত ফল দেখুৱাব পৰা নাই। শিক্ষা পদ্ধতিৰ শুদ্ধ দৃষ্টিভঙ্গীয়ে এই সংঘাতৰ ওৰ পেলাব পাৰিব। শিক্ষাক ভাৰতীয় কৃষ্টিমুখী কৰিব লগিব। আজি আমি জ্ঞান লাভৰ বৰে পশ্চিমৰ ফালে কৰা মুখ নিজ দেশ ভাৰতৰ ফালে ঘূৰাব লগিব আৰু জ্ঞানৰ ভাণ্ডাৰ সংস্কৃত সাহিত্যৰ দুৱাৰ মুকলি কৰিব লাগিব। পিচ দুৱাৰেদি এই ভাণ্ডাৰ বিদেশীৰ হস্তগত হ'ব ধৰিছে আৰু বিদেশীৰ মুখে হে আমি ভাৰতীয় সংস্কৃতিৰ উপদেশ লওঁ আৰু তেওঁলোকৰ কৃষ্টিবিৰোধী অপব্যাখ্যা গ্ৰহণ কৰো। এই ফাললৈ দৃষ্টি দিয়াৰ সময় যে এতিয়াও ভাৰতবাসীৰ হোৱা নাই ইয়াতকৈ দুখৰ কথা আৰু কি হ'ব পাৰে?

সংস্কৃত ভাষা শিক্ষা আৰু মাতৃভাষা শিক্ষা পৰস্পৰ জড়িত। এই কথা দকৈ ভাবি চালেই বুজা যাব। মাতৃভাষা ভালদৰে শিক্ষা নোপোৱাৰ কাৰণে স্কুলৰ পাঠবোৰৰ ভাৱ আহৰণ কৰিব নোৱাৰে। সেই বাবে পাঠবোৰত থকা ভাৱবোৰ নিজৰ ভাষাতে মুখেৰেও কব নোৱাৰে, লিখিও প্ৰকাশ কৰিব নোৱাৰে। ৰচনা শিক্ষাও মুখস্থৰ মাধ্যমত হে শিক্ষা দিয়া হয়। স্বাধীন চিন্তা বা স্বাধীন ভাৱ তাত নাথাকে। সেইবাবে চিন্তা শক্তিৰো উন্মেষ নহয়, লিখিব পৰা শক্তিৰো বিকাশ নহয়।

পুথিকৰ পাঠবোৰ প্ৰশ্নোত্তৰ ধৰণে শিক্ষা দিয়া হয়। ইয়াৰ উদ্দেশ্য থাকে পৰীক্ষাত পাছ কৰা, জ্ঞান দিবৰ কাৰণে লক্ষ্য কৰা নহয়। জ্ঞান দিবৰ কাৰণে শিক্ষা দিলে আৰু শিক্ষাৰ্থীৰ জ্ঞান উপাৰ্জন হ'লে যি কোনো ধৰণৰ প্ৰশ্নৰ উত্তৰ

দিব পাৰে। তাৰ বাবে প্ৰশ্নৰ ধৰণ পৰিবৰ্তন কৰাৰ চেমিনাৰ পতাৰো আৱশ্যক নাই আৰু তাৰ বাবে কাগজত বিৰুদ্ধ সমালোচনাৰো আৱশ্যক নাই। প্ৰশ্নোত্তৰ ধৰণে শিক্ষা দিয়া প্ৰথা প্ৰাইমেৰী আৰু মজলীয়া স্কুল বিলাকতো প্ৰৱেশ কৰিছে। যিটো স্তৰত পৰীক্ষাৰ সংখ্যা কমোৱা হে শিক্ষা নীতিৰ কথা, সেই স্তৰত প্ৰশ্ন কাকত ছপোৱা পদ্ধতি বাঢ়ি গৈছে। প্ৰশ্নকাকত ছপোৱা বোৰ্ড সকলো স্তৰতে গাঁৱে-ভূঁয়ে স্থাপিত হৈছে। প্ৰাইমেৰী পাছ কৰাবলৈ ৰাজ্যিক পৰীক্ষাৰ ব্যৱস্থাও কৰা হৈছে। অথচ শিক্ষাবিধিত এটা নিয়ম আছে যে এম. ই., এম. ভি. আৰু হাই স্কুলৰ প্ৰধান শিক্ষকবিলাকে ভৰ্তিৰ সময়ত এটা সাধাৰণ পৰীক্ষা লৈ ছাত্ৰ ভৰ্তি কৰিব লাগে বা ছাত্ৰ ঘূৰাই পঠাব লাগে। তাৰ দ্বাৰা বিভিন্ন স্কুলৰ শিক্ষকসকল সচেতন হয় আৰু ৰাজ্যিক পৰ্য্যায়ৰ পৰীক্ষাৰ ব্যৱস্থাৰো আৱশ্যক নকৰে। তাকে কৰিবলৈ আমাৰ সাহস নিৰপেক্ষতা আৰু যোগ্যতাৰ অভাৱ হৈছে।

আনফালে শিক্ষকে শিক্ষা দিয়াৰ লগত প্ৰশ্নকৰ্ত্তাসকলৰ প্ৰশ্ন কৰাৰ নিয়মৰ সামঞ্জস্য নাথাকে। কোনো কোনো ক্ষেত্ৰত পাঠ্যক্ৰমৰ বৰ্হিভূত প্ৰশ্নৰ অৱতাৰণা কৰা হয়। কোনো কোনো ক্ষেত্ৰত পৰীক্ষাৰ্থীক ঠগোৱা মনোভাৱ দেখা যায় আৰু কোনো কোনো ক্ষেত্ৰত প্ৰশ্নবোৰ প্ৰকৃত জ্ঞানৰ পৰীক্ষা নহয়, কোনো কোনো ক্ষেত্ৰত প্ৰশ্নৰ উত্তৰ লিখাৰ কৃত্বিত্ব আৰু সময় জুখি নম্বৰ দিয়া নহয়। এইবোৰ দোষৰ বাবেও বহু ছাত্ৰ ফেল হয়। বাতৰিকাকতত সমালোচনাৰ সৃষ্টি হয়। প্ৰশ্নকৰ্তা আৰু পৰীক্ষক নিয়োগতো ক্ৰটী আছে। প্ৰশ্ন কাকত চোৱাতো ক্ৰটী আছে। ধৰা-বন্ধা নিয়মে প্ৰশ্নকাকত চালে হয়তো কোনোজন ছাত্ৰ ফেল হয় কিন্তু জ্ঞান থকা হিচাবে দুটা এটা প্ৰশ্নৰ উত্তৰৰ পৰা বুজা যায় যে সেই ছাত্ৰজন ফেল হ'ব নালাগে। এইবোৰ সমস্যা সমাধান কৰা কঠিন কিন্তু শিক্ষা নীতিয়ে এনে সংস্কাৰ সাধনতো মনোযোগ দিয়ৰ নিতান্ত আৱশ্যক।

## উপসংহাৰ

ওপৰত শিক্ষাৰ উদ্দেশ্য, শিক্ষানীতি আৰু শিক্ষা পদ্ধতিৰ বিপৰ্য্যয়ৰ কথা কোৱা হৈছে। সেইবোৰৰ সংস্কাৰৰ বিষয়ে নিৰ্দিষ্ট পন্থাৰ উল্লেখ নাথাকিলেও সংস্কাৰৰ গতি কোন ফালেদি যাব লাগে সেই বিষয়ে ইঙ্গিত আছে। সংস্কাৰ কাৰ্য্য হাতত ল'ব পাৰে শিক্ষা বিভাগ আৰু চৰকাৰে। শিক্ষাবিদসকলে পৰামৰ্শ দি যথাযোগ্য বৰঙণি যোগাব পাৰে।

মুঠৰ ওপৰত শিক্ষানীতিৰ পৰিবৰ্তন, শিক্ষা পদ্ধতিৰ উন্নতি সাধন আৰু ভাৰতীয় সংস্কৃতিৰ ভিত্তিত শিক্ষা নীতি আৰু শিক্ষা পদ্ধতি প্ৰতিষ্ঠিত কৰি স্বাধীন জীৱিকা অৰ্জনৰ মনোবৃত্তি আৰু কাৰ্য্যক্ষম যোগ্যতা উপাৰ্জন কৰাৰ উপায় নিৰ্ধাৰণ কৰাই প্ৰকৃত সংস্কাৰৰ পথ। ভাৰতীয় আদৰ্শ অতীত শিক্ষানীতি আৰু পাশ্চাত্য শিক্ষাবিদ আৰু দাৰ্শনিক পণ্ডিতসকলৰ মতবাদ অধ্যয়ন কৰিলে ইয়াৰ পন্থা আৱিষ্কৃত হ'ব। বুনিয়াদী শিক্ষা পদ্ধতিৰ উদ্ভাৱনেই তাৰ প্ৰকৃষ্ট প্ৰমাণ।●

১৯৬৮

# ছাত্ৰ বিক্ষোভ আৰু শিক্ষা সমস্যা

পৰিকল্পনা আয়োগৰ সদস্য আৰু দিল্লী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব উপাচাৰ্য্য ডঃ ভি, কে, আৰ, ভি, ৰাৱে সিদিনা কলিকতাত কৈছিল যে ৰাষ্ট্ৰই শিক্ষকসকলৰ প্ৰতি সুবিচাৰ কৰাত ব্যৰ্থ হৈছে আৰু ছাত্ৰসকলৰ আগ্ৰহক অনুপ্ৰাণিত কৰিব পৰা বা উৎপাদনশীল আৰু অৰ্থকৰী বিদ্যা শিক্ষা দি ছাত্ৰসকলক প্ৰস্তুত কৰিব তুলিব পৰা নাই। ছাত্ৰসকলৰ বিক্ষোভ আৰু পুলিচৰ লাঠি আৰু গুলীচালনা কৰা সমস্যাক আইন শৃঙ্খলাৰ সমস্যা হিচাবে ল'লে সমস্যাটোৰ সমাধান নহয়। এই সমস্যাক সাংস্কৃতিক, অৰ্থনৈতিক, সামাজিক আৰু শিক্ষাবিষয়ক সমস্যা হিচাবে গ্ৰহণ কৰি তাৰ সমাধানৰ বাবে এটা বাস্তৱ আৰু বিজ্ঞানসম্মত প্ৰণালীৰে বিষয়টো অধ্যয়ন কৰা প্ৰয়োজন।

"ৰাষ্ট্ৰই শিক্ষকসকলৰ প্ৰতি সুবিচাৰ কৰাত ব্যৰ্থ হৈছে"— এই কথা বিচাৰ কৰি চালে দেখা যায় যে দৰ্ম্মহা বৃদ্ধিৰ ক্ষেত্ৰত শিক্ষকসকলৰ স্থান সদায় নিম্ন পৰ্য্যায়ত বিবেচনা কৰা হৈছে আৰু শিক্ষকসকলে নিজৰ আয় বঢ়াবলৈ আন উপায় চিন্তা কৰিব লগা হৈছে। দৰ্ম্মহা বৃদ্ধি কৰা কমিটিৰ ৰিপোৰ্টবিলাকত নতুনকৈ সোমাব খোজা শিক্ষকৰ হাৰ হে বঢ়োৱা হয়; কিন্তু পুৰণি শিক্ষকসকলৰ প্ৰতি কোনো সহানুভূতিসূচক বিবেচনা কৰা নহয়। কাৰ্য্যক্ষেত্ৰত দেখা গৈছে যে কোনো কোনো ক্ষেত্ৰত পুৰণি শিক্ষকজনৰ দৰ্ম্মহাতকৈ নতুন শিক্ষকৰ দৰ্ম্মহাৰ হাৰ বেছি হয়। পুৰণি শিক্ষকবিলাকে আন্দোলন কৰে, কিন্তু আন্দোলনৰ সুফল ভোগ কৰে যিবিলাক নতুন শিক্ষক সোমাইছে বা আগলৈ সোমাব। দেখাত স্কেলত উৰ্দ্ধতন দৰ্ম্মহা বহুতো দেখুৱা হয়, কিন্তু পুৰণি শিক্ষকসকলৰ ভিতৰত কোনেও সেই দৰ্ম্মহা পোৱাৰ সময়লৈকে চাকৰিত থাকিব নোৱাৰে। অন্য অন্য কৰ্ম্মচাৰীৰ ক্ষেত্ৰতো সেই একে প্ৰকাৰ ব্যৱস্থাই হৈছে; ফলত কৰ্ম্মচাৰীবিলাকৰ বা শিক্ষকসকলৰ মনৰ পৰা বিক্ষোভ দূৰীভূত নহয়; শিক্ষানুষ্ঠানবিলাকৰ পবিত্ৰ পৰিবেশ অপবিত্ৰ হয়। চৰকাৰী অফিচবিলাকত উৎসাহ ভঙ্গ হয়। শিক্ষকসকলে ব্যক্তিগত প্ৰভাব খটুঁৱাই ছাত্ৰসকলক শাসন কৰা উৎসাহ হেৰুৱাই পেলায় আৰু ছাত্ৰসকলে শিক্ষকসকলৰ পৰা পূৰ্ব্বৰ নিচিনাকৈ সৎ পৰামৰ্শ, সদুপদেশ আদি পোৱাৰ পৰা বঞ্চিত হয়। স্কুলত থকা পাঁচঘণ্টাৰ ভিতৰতে শিক্ষকৰ কৰ্ত্তব্য আৰু দায়িত্বৰ ওৰ পৰে। শিক্ষক আৰু ছাত্ৰৰ ভিতৰত যি মধুৰ সম্বন্ধৰ পৰিৱেশ আছিল ভাৰতীয়

শিক্ষাধাৰাৰ মাজত, সেই সম্বন্ধৰ পৰিবেশ ধ্বংস হৈ গ'ল। তাৰ ফলত ছাত্ৰসকল শিক্ষকসকলৰ হাতৰ পৰা আঁতৰি গৈ ৰাজনীতিক নেতাসকলৰ প্ৰভাৱত পৰিল।

শিক্ষকসকলে উপযুক্ত স্থান অৰ্জ্জন কৰিবলৈ আৰু দৰ্ম্মহাৰ হাৰ বঢ়াবলৈ সদায় আন্দোলন কৰিব লগা হৈছে। আন্দোলনমুখী শিক্ষকসকলৰ ব্যক্তিত্বৰ প্ৰভাৱ ছাত্ৰসকলৰ চৰিত্ৰ গঠনত প্ৰতিফলিত নহৈ বিক্ষোভ প্ৰদৰ্শনৰ মনোবৃত্তি গঠনৰ সহায়ক হয়। ৰাষ্ট্ৰই শিক্ষকসকলৰ বিক্ষোভ প্ৰদৰ্শনৰ সমস্যাবিলাক সমাধান কৰিবলৈ যত্নবান হৈও শিক্ষকসকলৰ সন্তোষ বিধান কৰিব পৰা নাই, বৰঞ্চ বিক্ষুব্ধ হে কৰিছে কোনো কোনো ক্ষেত্ৰত। শিক্ষকসকলে ছাত্ৰসকলক সজভাৱে পৰিচালিত কৰিব নোৱাৰিলে ছাত্ৰবিক্ষোভৰ শাম কটোৱা সম্ভৱ নহয়। সেইবাবে এই সমস্যাৰ প্ৰধান কথা হৈছে শিক্ষকসকলৰ সন্তোষ বিধানৰ উপায় নিৰ্দ্ধাৰণ কৰা। গোটেই দেশখনতে এনে এটি পৰিস্থিতিৰ উদ্ভৱ হৈছে যে সৰহসংখ্যক লোকে আইনৰ প্ৰতি শ্ৰদ্ধা হেৰুৱাইছে। আইনৰ সুৰুঙা (Loop hole) বিচাৰি আইন ব্যৱস্থা অচল কৰা মনোভাৱৰ সৃষ্টি হৈছে, গতিকে আইনৰদ্বাৰা বিধি-নিষেধ প্ৰৱৰ্ত্তন কৰি শিক্ষকসকলৰ মন জয় কৰিব পৰা নাযাব। দায়িত্বজ্ঞান বোধ আৰু নৈতিকতাৰ মাজেদিহে শিক্ষকসকলৰ সন্তোষ বিধানৰ বাট পোৱা যাব ; কিন্তু তাৰ আগতে শিক্ষকসকলৰ বিক্ষোভৰ কাৰণবোৰ তদন্ত কৰি চাই সম্ভাব্য আসোঁৱাহবোৰ আঁতৰাব লাগিব।

আজিৰ দিনত শিক্ষকসকলৰ পৰা উৎসৰ্গীকৃত জীৱন (Dedicated life) আশা কৰা সম্ভৱ হয়। শিক্ষকসকলৰ কৰ্ম্মক্ষেত্ৰ শিক্ষাক্ষেত্ৰতে আৱদ্ধ ৰাখিব পাৰিব লাগিব। ব্যৱসায় ক্ষেত্ৰৰ পৰা আৰু ৰাজনীতিৰ ক্ষেত্ৰৰ পৰা শিক্ষকসকলক স্বতঃপ্ৰবৃত্ত ভাৱে আঁতৰাই অনাৰ পন্থা আৱিষ্কাৰ কৰিব লগিব। ৰাজনৈতিক দলসমূহে শিক্ষকসকলক নিজ নিজ দলত ভৰ্ত্তি কৰিবলৈ নাইবা দলীয়, নীতি সমৰ্থন কৰিবলৈ আশা কৰিব নালাগিব। গণতান্ত্ৰিক দেশত ক্ষমতাপ্ৰাপ্ত দলে আইনৰ বলত শিক্ষকসকলক ৰাজনীতিৰ ক্ষেত্ৰৰ পৰা আঁতৰাই আনিবলৈ যত্ন কৰিলে সি কৃতকাৰ্য্য নহয়। ডঃ ৰামমনোহৰ লোহিয়াই চৰকাৰী কৰ্ম্মচাৰীসকলকো সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰিব দিব লাগে বুলি মত প্ৰকাশ কৰিছে। এনে মত গৃহীত হ'লে প্ৰশাসনীয় যন্ত্ৰ আৰু শিথিল হ'ব বুলিহে বিশ্বাস হয়। শিক্ষকসকলক ৰাজনৈতিক দলত ভৰ্ত্তি কৰি লৈ নিৰ্ব্বাচন যুদ্ধত সৈনিক হিচাবে ব্যৱহাৰ কৰা বৰ অন্যায় কথা বুলি আমাৰ স্পষ্ট অভিমত ; বিশেষকৈ অপৰিপক্ক গণতন্ত্ৰৰ শাসন পদ্ধতিত।

## নিবনুৱা সমস্যা

শিক্ষিত আৰু অৰ্দ্ধশিক্ষিতলোক নিবনুৱা হৈ পৰিছে। ইয়াৰ প্ৰধান কাৰণ হৈছে, দেশত কুটীৰ শিল্পৰ ব্যৱস্থা কৰাৰ আগতে পৰাধীন অৱস্থাৰ শিক্ষাপদ্ধতিৰ

উত্তৰোত্তৰ প্ৰসাৰ হৈছে। বৃটিচ যুগৰ শিক্ষানীতিকে অনুসৰণ কৰি শিক্ষানুষ্ঠানবিলাকৰ সংখ্যা বৃদ্ধি কৰি চাকৰিজীৱী লোকৰ সংখ্যা বৃদ্ধি কৰা হৈছে। বৃটিছে স্থাপন কৰা বিশ্ববিদ্যালয় আৰু স্কুল কলেজৰ আৰ্হিত বিশ্ববিদ্যালয় আৰু স্কুল কলেজৰ সংখ্যা বৃদ্ধি কৰা হ'ল, কিন্তু এইবিলাক শিক্ষানুষ্ঠানত পঢ়ি উত্তীৰ্ণ হোৱা আৰু অনুত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীসকলৰ জীৱিকাৰ পথ দেশত ছাত্ৰ-ছাত্ৰীৰ সংখ্যানুসাৰে উন্মুক্ত হোৱা নাই। চাকৰি নাপালে ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকসকলৰ মনত নৈৰাশ্যই দেখা দিয়ে। ফলত ঘৰে ঘৰে অশান্তিৰ সৃষ্টি হয়। চৰকাৰৰ প্ৰতি এই নিবনুৱাসকল বিক্ষুব্ধ হৈ পৰে। তাৰ প্ৰধান কাৰণ হৈছে, স্কুল-কলেজত পঢ়া ছাত্ৰ-ছাত্ৰীসকল কৰ্ম্ম-বিমুখ হয়। চাকৰি কৰাৰ বাহিৰে আন কোনো কৰ্ম্ম কৰিবলৈ সমৰ্থও নহয়, ইচ্ছুকো নহয়। এই অৱস্থাৰ ওৰ পেলাবলৈ হ'লে দেশত স্বাধীনভাৱে জীৱিকা উপাৰ্জ্জনৰ পন্থা আৱিষ্কাৰ কৰিব লাগিব।

আমি ইউৰোপ, আমেৰিকা নাইবা ৰাছিয়াৰ আৰ্হিত দেশ গঠন কৰিব খোজো, কিন্তু যিবোৰ কৰ্ম্মৰ মাজেদি দেশ গঠন কৰিব লাগে তাঁলৈ আমি পিঠি দিছো। দেশত উপযুক্ত নাগৰিক সৃষ্টি কৰিবলৈ হ'লে ছাত্ৰ-ছাত্ৰীক এনে পদ্ধতিৰে শিক্ষা দিব লাগিব, যে সিহঁতৰ শিক্ষোত্তৰ কালত জীৱিকা অৰ্জ্জন কৰিবলৈ কোনো চিন্তা কৰিব নালাগে। শিক্ষিত ছাত্ৰ-ছাত্ৰীৰ কৰ্ম্ম পদ্ধতিয়ে বা জীৱিকা অৰ্জ্জনৰ কৰ্ম্ম প্ৰচেষ্টাই দেশ সমৃদ্ধিশালী হৈ উঠিব লাগে। ইউৰোপ আৰু আমেৰিকাই খৃষ্টীয় ঊনৈশ শতিকাত এই সত্য উপলব্ধি কৰিলে। সেইবাবে ইউৰোপৰ জাতিসমূহৰ মাজত প্ৰথমতে ফ্ৰান্স, তাৰ পাছত জাৰ্ম্মানী, ইংলেণ্ড আদি অন্যান্য দেশবোৰে শিক্ষা পদ্ধতিৰ আমূল পৰিবৰ্ত্তন সাধি স্কুলবিলাকত হস্তশিল্পৰ প্ৰচলন কৰিলে আৰু ২০/২৫ বছৰৰ ভিতৰতে নিজ নিজ দেশ সমৃদ্ধিশালী কৰি তুলিলে। গাৱঁৰ সকলো স্কুলতে কৃষিৰ জ্ঞান দিবলৈ ধৰিলে আৰু চহৰৰ স্কুলবিলাকত হস্তশিল্প আৰু ঔদ্যোগিক শিক্ষাৰ জ্ঞান দিব ধৰিলে। হস্ত-শিল্পই একফালে যেনেকৈ উপযুক্ত নাগৰিক সৃষ্টি কৰিলে, আনফালে তেনেকৈ দেশক স্বয়ংনিৰ্ভৰ আৰু সমৃদ্ধিশালী কৰি তুলিলে। ক্ৰমে বিজ্ঞানৰ উন্নতিৰ লগে লগে আৰু দেশৰ অভাৱ-অভিযোগ পূৰণৰ চাহিদা অনুসাৰে যন্ত্ৰশিল্পৰ প্ৰচলন হ'ল। কিন্তু আমাৰ দেশত হস্ত শিল্পৰ প্ৰয়োজনীয়তা গৌণ হ'ল আৰু যন্ত্ৰ শিল্প মুখ্য হৈ পৰিল। তদুপৰি দেশত ডাক্তৰ, ইঞ্জিনিয়াৰ আৰু বিভিন্ন বিভাগৰ কৰ্ম্মচাৰী সৃষ্টিৰ প্ৰচেষ্টাই আগভাগ ল'লে। সেইবাবে ছাত্ৰ-ছাত্ৰীসকলে চাকৰি লাভ কৰাকেই শিক্ষাৰ মুখ্য উদ্দেশ্য বুলি ধৰি ল'লে আৰু শ্ৰমবিমুখ হৈ পৰিল। গান্ধীজীয়ে কৈছিল— যন্ত্ৰশিল্পৰ স্থান জাতীয় জীৱনত আছে— থাকিব ; কিন্তু যন্ত্ৰশিল্পই মানুহৰ শাৰীৰিক শ্ৰমৰ স্থান দখল কৰিব নালাগে। উদাহৰণ স্বৰূপে কৈছিল— যে এখন উন্নত ধৰণৰ নাঙলৰ আৱশ্যকতা আছে আৰু সেইটো এটা ভাল কথা ; কিন্তু এই নাঙলে যদি ভাৰতবৰ্ষৰ সমস্তখিনি মাটি

চহ কৰে, উৎপন্ন শস্যৰ সম্পূৰ্ণ অধিকাৰী হয় আৰু কোটি কোটি মানুহৰ কৰিবলগা একো কাম নাথাকে, সিহঁত এলেহুৱা হ'ব আৰু খাবলৈ নাপাই মৰিব। মানুহ বিলাকে ভেবা মুৰ্খ হৈ পৰিব। এইদৰে যন্ত্ৰশিল্পৰ বিপদ বহুতো আছে। ঘৰুৱা শিল্পৰ যন্ত্ৰৰ উন্নতি মই কামনা কৰো— গান্ধীজীয়ে কৈছে। কিন্তু যন্ত্ৰই যদি মানুহৰ হাতৰ কামৰ স্থান অধিকাৰ কৰে সি এটা মহৎ অপৰাধৰ কথা হ'ব। যি যন্ত্ৰশিল্পই সকলো ফালৰ স্বাৰ্থ ৰক্ষা কৰিব পাৰে সেই যন্ত্ৰহে যুক্তিসঙ্গত। যি যন্ত্ৰই হস্তশিল্প ধ্বংস কৰে সেই যন্ত্ৰৰ তেওঁ বিৰোধী আছিল। যি যান্ত্ৰিকতাই ঘৰুৱা শিল্প উৎপাদনত সহায় কৰে, দেশৰ কোটি কোটি মানুহক শ্ৰমবিমুখ নকৰি মানুহৰ শ্ৰমৰ লাঘৱতা আনে আৰু যি যান্ত্ৰিকতাই কুটীৰ শিল্পৰ যন্ত্ৰপাতিৰ যোগান ধৰে, সেই যান্ত্ৰিকতাৰ পক্ষপাতী আছিল গান্ধীজী।

দুখৰ বিষয়, আমাৰ পঞ্চবাৰ্ষিকী পৰিকল্পনাবোৰত দেশৰ অভাৱ-অভিযোগ পূৰণৰ বাবে যেনেদৰে শিক্ষাপদ্ধতিৰ পৰিবৰ্ত্তন কৰিব লাগে, তেনে ধৰণৰ আঁচনি গ্ৰহণ নকৰিলে। গান্ধীজীৰ পৰিকল্পিত বুনিয়াদী শিক্ষাৰ প্ৰয়োগ এনেদৰে হ'ল যে সেই শিক্ষা আঁচনিৰ পৰা আচল উদ্দেশ্য আঁতৰি গ'ল আৰু দেশবাসীয়ে তাক গ্ৰহণ নকৰিলে। চৰকাৰৰো তাত পূৰ্ণ আস্থা নাছিল আৰু চৰকাৰৰ পৰা মাহীমাকৃৰ লৌকিকতাৰ আদৰ পোৱাতেই নিবদ্ধ থাকিল। দেশত বিশ্ববিদ্যালয়, হাইস্কুল আৰু কলেজ পতাত চৰকাৰৰ পৰা যিমান অৰ্থ সাহায্য পালে, সহানুভূতি আৰু উদগনি পালে, বুনিয়াদী বিদ্যালয় স্থাপনত সেই অৰ্থ সাহায্য বা সহায় সহানুভূতি আৰু উদ্গনি নাপালে ; আনকি উত্তৰ মাধ্যমিক বুনিয়াদী শিক্ষাৰ পৰিকল্পনাকে বাস্তৱত ৰূপ দিব নোৱাৰিলে বা তাৰ বাবে যত্নবান নহ'ল। এতিয়াও দেশৰ আৰ্থিক উন্নতি কৰিবৰ উদ্দেশ্য লৈ শিক্ষাপদ্ধতি গঢ়াৰ লক্ষণ দেখা পোৱা নাই। পশ্চিমীয়া দেশৰ আৰ্হিত যান্ত্ৰিক শিল্পৰ শিক্ষাপদ্ধতিত হে জোৰ দিয়া দেখা যায়। আমাৰ ভোক লাগিছে— অন্নৰ আৱশ্যক ; ধুনীয়া সাজপাৰ বা বিলাসৰ সামগ্ৰীয়ে অন্নৰ স্থান অধিকাৰ কৰিব নোৱাৰে। এই সত্য আমি এতিয়াও উপলব্ধি কৰা নাই। গাৱেঁ-ভুৱেঁ, চহৰে-নগৰে, অল্প শিক্ষিত, অৰ্দ্ধশিক্ষিত, আৰু ডিগ্ৰীধাৰী শিক্ষিত লোক নিবনুৱা হৈ পৰিছে। দেশত স্বাধীন জীৱিকা উপাৰ্জ্জনৰ বাটো নাই আৰু সক্ষমতাও নাই। ব্যৱসায় ক্ষেত্ৰতো স্বাধীনভাৱে নতুনকৈ একো কৰিবৰ উপায় নাই— চৰকাৰৰ মুখাপেক্ষী নোহোৱাকৈ বা দুৰ্নীতিপৰায়ণ কৰ্ম্মচাৰীসকলৰ মুখপেক্ষী নোহোৱাকৈ। চৰকাৰে গ্ৰহণ কৰা কল্যাণকামী নীতিতো ঋণ, অনুদান বা অৰ্থ সাহায্য পোৱা দুষ্কৰ। পাবলগীয়াই নাপায়, নাপাবলগীয়াই পায় আৰু পোৱা লোকেও সময়মতে নাপায়। এনেবোৰ দুৰ্নীতিৰ কাৰণে ছাত্ৰ-ছাত্ৰীসকল নিৰুপায় অৱস্থাত পৰিছে। বিক্ষোভৰ ই এটা প্ৰধান কাৰণ। বিভিন্ন বিভাগৰ দুৰ্নীতি আৰু অক্ষমতাৰ ফলত ছাত্ৰ-ছাত্ৰীসকলে চৰকাৰী আইনৰ প্ৰতি আস্থা

হেৰুৱাইছে। ক্ষুধাৰ তাড়নাত দিগ্‌বিদিক জ্ঞান হেৰুৱাই পেলাইছে। চৰকাৰী গুদামত ধান আৰু অন্যান্য খাদ্য পচি যায়, মানুহে খাবলৈ নাপায়, দেশৰ ধান চোৰাং কাৰবাৰীয়ে দেশৰ মানুহক খাবলৈ নিদি আন দেশলৈ চালান দিয়ে, উপযুক্ত মূল্যত নিদি দেশৰ মানুহৰ পৰা চৰা দাম লয়— ইত্যাদিবোৰ কাৰণত জনসাধাৰণ বিক্ষুব্ধ হোৱাৰ ফলত ছাত্ৰশক্তিয়ে একো উপায় নাপাই অহিংস আন্দোলনৰ নামত হিংসাত্মক কাৰ্যৰ দ্বাৰা নিজৰে সা-সম্পত্তি ধ্বংস কৰিব ধৰিছে। আইনভঙ্গকাৰী লোকক বাধা দিবলৈ যাওঁতে পুলিচে লাঠি চালনা বা গুলি চালনা কৰিবলৈ বাধ্য হয়। শান্তিৰক্ষা কৰা পুলিচৰ কৰ্ত্তব্য ; কিন্তু যোগান বিভাগ, সমবায় বিভাগ, বিচাৰ বিভাগ আদি চৰকাৰৰ বিভাগবিলাকত চলি থকা দুৰ্নীতিবিলাকৰ প্ৰতিবাদ স্বৰূপে দেখুৱা হিংসাত্মক বিক্ষোভ দমন কৰিবলৈ যাওঁতে পুলিচ বিভাগ হয় জগৰীয়া আৰু ৰাইজৰ গৰিহণাৰ পাত্ৰ। জনসাধাৰণে পুলিচক নিজৰেই কৰ্ম্মচাৰী বুলি এতিয়াও ধৰি লোৱা নাই। শান্তিৰক্ষক পুলিচক ভাল চকুৰে চাবলৈ শিকা নাই। দেশত নানা প্ৰকাৰে অশান্তিৰ সৃষ্টি কৰি পুলিচৰ হস্তক্ষেপত জনসাধাৰণ আৰু ছাত্ৰসমাজ পুলিচৰ বিৰুদ্ধে থিয় দিয়ে। পুলিচবিলাকেও নিৰুপায় হৈ কেতিয়াবা কৰিবলগীয়া কামটোও নকৰে। কৰিলেও বিভিন্ন ক্ষেত্ৰত বিভিন্ন উত্তপ্ত পৰিস্থিতিত শান্তিৰক্ষাৰ উদ্দেশ্যৰে যেনে ধৰণে কাম কৰিব লাগে, সকলোবোৰ পুলিচ কৰ্ম্মচাৰীয়ে তেনে ধৰণে ধৈৰ্য্য ৰক্ষা কৰিবও নোৱাৰে আৰু জনতাৰ আকস্মিক আৰু হিংসাত্মক কাৰ্য্যত বিচলিত নহৈ থাকিবও নোৱাৰে। ফলত শান্তিৰক্ষাৰ বাবে আইন অমান্য অপৰাধত বহুতো নিৰ্দ্দোষ আৰু নিৰীহলোকৰ ওপৰত গুলি চলাবলৈ বাধ্য হয়। নিৰ্দ্দোষ আৰু নিৰীহ বুলি এই কাৰণে কৈছো, যে প্ৰকৃততে প্ৰত্যেক বিক্ষোভ প্ৰদৰ্শনৰ আন্দোলনত জনতাতকৈ তথাকথিত জননায়ক সকলেহে দায়ী।

## উপায় কি ?

দেশৰ এই অশান্ত অৱস্থাৰ পৰিসমাপ্তি ঘটাবলৈ হ'লে— দেশত এনে এদল কৰ্ম্মীলোকৰ আৱশ্যক হৈছে যি দলে চৰকাৰী অফিচৰ পৰা দুৰ্নীতি ধ্বংস কৰিবলৈ অহিংস আন্দোলন, সত্যাগ্ৰহ বা অনশন আদি কৰিবলৈ সাজু থাকিব। তাৰ বাবে প্ৰথমতে লাগে কৰ্ম্মীদলৰ উপযুক্ত নেতৃত্বৰ অধীনত প্ৰশিক্ষণ। গান্ধীজীয়ে সবৰমতী আশ্ৰমৰ প্ৰশিক্ষণ প্ৰাপ্ত শিষ্যসকলৰ সহিত হে লোণকৰ ভঙ্গ কৰিবলৈ ডাণ্ডি অভিযান কৰিছিল। অফিচবিলাকৰ দুৰ্নীতি ধ্বংস হ'লে চৰকাৰৰ কল্যাণকামী আঁচনিবোৰ বহুপৰিমাণে সফল হ'ব।

দ্বিতীয়তে গতানুগতিক ভাবে বিশ্ববিদ্যালয় আৰু স্কুল-কলেজ পতা বন্ধ কৰিব লাগিব, নতুন নতুন শিল্পানুষ্ঠান পাতিব লাগিব, সমবায় পদ্ধতিৰে কৃষিৰ

উন্নতি কৰৱ লাগিব। তেনে ধৰণৰ অনুষ্ঠান পাতিব লাগিব। এই অৰ্থে আগে ৰাইজক ভালদৰে বুজাই দি অনুকূল পৰিবেশৰ সৃষ্টি কৰিব লাগিব আৰু চলি থকা বহু স্কুল-কলেজ ইউৰোপ আমেৰিকাত উনৈশ শতিকাত যি দৰে কৰিছিল, সেইদৰে শিল্পানুষ্ঠানত পৰিণত কৰিব লাগিব। পঞ্চবৰ্ষিকী পৰিকল্পনাবোৰৰ আঁচনিবিলাক পুনৰ বিবেচনা কৰি দেশৰ বৰ্ত্তমান অভাৱ-অভিযোগৰ ভিত্তিত সলাব লাগিব। ভৱিষ্যতে ভাল হ'ব, ভৱিষ্যতে দেশ সমৃদ্ধিশালী হ'ব, তেনে ধাৰণাৰ বশৱৰ্ত্তী হ'ব নালাগিব। "Trust no future however pleasant"— ভৱিষ্যতৰ উজ্জ্বলতাত মুগ্ধ হৈ ভৱিষ্যতত বিশ্বাস কৰিব নালাগিব। Act, act in the living present– বৰ্ত্তমান অৱস্থাৰ পৰিস্থিতিত কৰণীয় কাৰ্য্য কৰিবই লাগিব।

তৃতীয়তে শিক্ষিত, অৰ্দ্ধশিক্ষিত আৰু অল্পশিক্ষিত ডেকা-গাভৰুসকলক কামত লগাবলৈ উপায় নিৰ্দ্ধাৰণ কৰিব লাগিব।

চতুৰ্থতে নৈতিকতাৰ ভিত্তিত আইনৰ প্ৰতি শ্ৰদ্ধা বঢ়াব লগিব। বিচাৰ-বিভাগ ন্যায়পৰায়ণ হ'ব লাগিব আৰু তাৰ বাবে সক্ৰিয়, অহিংস আৰু বলবান জনমত গঢ়িব লাগিব। চৰকাৰৰ অফিচৰ কাৰ্য্যবোৰ দ্ৰুততৰ হ'ব লাগিব।

পঞ্চমতে শিক্ষানুষ্ঠানবিলাকৰ পৰা দলীয় ৰাজনীতিৰ প্ৰভাৱ দূৰীভূত কৰিব লাগিব ; তাৰ বাবেও জনমত গঢ়ি তুলিব লাগিব ; চৰকাৰেও সহায় কৰিব লাগিব। নিৰ্ব্বাচন যুদ্ধত শিক্ষক আৰু ছাত্ৰক লগাব নালাগিব।

ষষ্ঠতে সাহিত্য ক্ষেত্ৰত নতুন দৃষ্টিভঙ্গী ল'ব লাগিব। দেশৰ উন্নয়মূলক কাৰ্য্য আঁচনিৰ ভিত্তিত সাহিত্য সৃষ্টি হ'ব লাগিব। উন্নয়মূলক কাৰ্য্যৰ আঁচনিত বিৰোধী ৰাজনৈতিক দলবিলাকৰ সমৰ্থন পাব লাগিব।

সপ্তমতে ভাৰতীয় কৃষ্টি আৰু ঐতিহ্যৰ ভিত্তিত নৈতিকতা শিক্ষা দিব লাগিব। ভাৰতীয় ৰাষ্ট্ৰ যদিও ধৰ্ম্মনিৰপেক্ষ ভাৰতবৰ্ষ নৈতিকতাবিহীন ৰাষ্ট্ৰ হ'ব নোৱাৰিব। গান্ধীদৰ্শনতে এনেধৰণৰ নৈতিকতা শিক্ষা দিয়াৰ যথেষ্ট সমল পোৱা যাব।

এই নীতিবোৰ প্ৰথম দ্বিতীয়ভাৱে কোৱা হ'লেও একে সময়তে একে আঁচনিৰে অন্তৰ্ভুক্ত কৰি ল'ব পৰা হ'ব।

মুঠ কথা— দেশৰ সমস্যাবোৰৰ প্ৰকৃত অধ্যয়ন হ'লে ৰাজনীতিৰ বিভিন্ন দলৰ বিপৰীতমুখী প্ৰচাৰ আন্দোলন (উন্নয়ন কাৰ্য্যত) বন্ধ হ'লে আৰু সকলো দলে একমুখে এই নীতিবোৰ প্ৰবৰ্ত্তনত সহায়তা কৰিলে দেশৰ সমস্যাবোৰ দূৰীভূত হ'ব। ছাত্ৰ-ছাত্ৰীসকলৰ নিৰ্ম্মল আৰু পৱিত্ৰ প্ৰাণত প্ৰকৃত দেশপ্ৰেম জগাই তুলিব পাৰিলে পুলিচৰ সংঘৰ্ষ নাইকিয়া হৈ যাব তাত কোনো সন্দেহ নাই। তেতিয়া ছাত্ৰ-ছাত্ৰীসকল চৰকাৰৰ আৰু শিক্ষানুষ্ঠানবিলাকৰ অনুগত হৈ পৰিব।

১৯৬৯

# প্ৰাইমাৰী স্কুলৰ শিক্ষা আৰু হাতৰ কাম

প্ৰাইমাৰী স্কুলৰ শিক্ষা-সমস্যাৰ বিষয়ে যেতিয়াই শিক্ষাবিদ্ আৰু শিক্ষানুৰাগী লোকসকলে চিন্তা কৰি মন্তব্য প্ৰকাশ কৰে তেতিয়াই যাইকৈ দুটা বিষয়ে মন্তব্য প্ৰকাশ কৰে।

প্ৰথমটো হৈছে— প্ৰাথমিক শিক্ষাৰ কালছোৱাত শিক্ষাৰ বৰ অপচয় ঘটে।

দ্বিতীয়টো হৈছে— প্ৰাইমাৰী স্কুলবিলাকৰ শিক্ষাৰ মান আগতকৈ কমি গৈছে।

এই দুটা বিষয়ে আৰু এই বিষয় দুটাৰ লগত নো হাতৰ কামৰ কি সম্বন্ধ তাকে আলোচনা কৰাৰ উদ্দেশ্যে এই ক্ষুদ্ৰ প্ৰবন্ধটি লিখা হ'ল।

## শিক্ষাৰ অপচয় ঃ

এই সম্পৰ্কে পোনেই আমাৰ সকলোৰে দৃষ্টিত পৰে যে প্ৰাইমাৰী স্কুলৰ ক মান আৰু খ মানত সৰহ-সংখ্যক ল'ৰা-ছোৱালীৰ বেছি সময় যায়। ক মানৰ পৰা খ মানলৈ যিমান বিলাক ছাত্ৰ-ছাত্ৰীৰ প্ৰমোচন হয়, তাৰ পৰা শিক্ষাৰ অপচয় ধৰা পৰে। ক মানৰ শিক্ষা ৬ মাহৰ ভিতৰত শেষ হ'ব লাগে তেনে স্থলত ক মানত ২/৩ বছৰ কৈ থকা ল'ৰা-ছোৱালীৰ সংখ্যা বৰ তাকৰ নহয়; ৬ মাহত প্ৰমোচন দিয়া ল'ৰা-ছোৱালীৰ সংখ্য তেনেই শূন্য বুলি কব পৰি। বছৰেকৰ মূৰতো শতকৰা ৫০ জন ল'ৰা-ছোৱালীয়ে খ মানলৈ প্ৰমোচন নাপায়। তদুপৰি যিখিনিক প্ৰমোচন দিয়া হয় সেইখিনিয়েও উপযুক্ত হৈ প্ৰমোচন নাপায়। কিছুমান ল'ৰা-ছোৱালীয়ে ক মানতে শিক্ষা সাং কৰে। এই ধৰণৰ গণনাৰ পৰা শিক্ষাৰ অপচয় হিচাব কৰা হয়।

শিক্ষাৰ অপচয়ৰ বাবে সাধাৰণতে কাৰণ দৰ্শোৱা হয়—

(১) ছাত্ৰ-ছাত্ৰীবিলাক নিয়মিত ভাৱে নিতৌ স্কুললৈ নাহে। এদিন যদি আহে আকৌ দুদিন নাহে। পাৰ্বৰ স্কুলবিলাকত এই অভ্যাস এতিয়াও চলি আছে।

(২) এজনীয়া শিক্ষকৰ স্কুলত ব্যক্তিগত মনোযোগ দিয়া সম্ভৱ হৈ নুঠে।

(৩) অভিভাৱকসকলৰ তত্বাৱধানৰ অভাৱ। ইত্যাদি ইত্যাদি।

ছাত্ৰ-ছাত্ৰীবিলাক নিয়মিত বাৱে নিতৌ উপস্থিত নাথাকে কিয়? নিশ্চয়

সিহঁতে স্কুললৈ আহিবলৈ ভাল পাই উঠা নাই। অভিভাৱকসকলৰ ভিতৰত বহুতে স্কুললৈ পঠাবলৈ যত্ন কৰে— তথাপিতো সিহঁত আহিবলৈ ইচ্ছুক নহয়। ইয়াৰ পৰা এইটো বুজা যায় যে স্কুললৈ অহা বা স্কুলত থকা সময়খিনিত সিহঁতে আনন্দ নাপায়। যদি হে স্কুলত থকা সময়খিনিত সিহঁতে আনন্দ পায় আৰু স্কুলখনলৈ অহাটো এটা আনন্দৰ হে কথা বুলি সিহঁতে অনুভৱ কৰে— তেতিয়া সিহঁত নিশ্চয় আহিব।

গতিকে স্কুলৰ পৰিবেশ যাতে আনন্দদায়ক আৰু আমোদজনক হয়, ছাত্ৰ-ছাত্ৰীৰ উপস্থিতি নিয়মিত হৈ নিশ্চয় আহিব। এয়ে উত্তম উপায়। এতিয়া স্কুলৰ পৰিবেশ আনন্দদায়ক কৰিবৰ উপায় কি? এই কথা চিন্তা কৰাৰ লগে লগে খেল-ধেমালিৰ কথা সততে আমাৰ মনত উদয় হয়। বিদেশী সাজ-সৰঞ্জামেৰে নাইবা উন্নত ধৰণৰ শিশু উদ্যান পাতি অতি সোনকালে আমি স্কুলৰ পৰিবেশ আনন্দদায়ক আৰু আমোদজনক কৰি তুলিবৰ আশা কৰিব নোৱাৰো। তেন্তে আমি কি কৰিম?

প্ৰথম কথা— সিহঁতে খেলিবলৈ সিহঁতক এডোখৰ নিৰ্দ্দিষ্ট আহব বহল আৰু মুকলি ঠাই লাগে। এই ঠাইখিনি বাছি ল'ব লাগে— বাছিবৰ সময়ত সিহঁতৰে মতামত ল'ব লাগে। তেতিয়াই সিহঁতৰ ভিতৰত এটা আনন্দৰ অনুভূতি লক্ষ্য কৰিব পৰা যাব। সিহঁতৰ ভিতৰত স্বভাৱিকতে মতভেদ হ'ব। তেতিয়া কোনটো ল'ৰাইনো কোন ডোখৰ ঠাই ভাল বুলিছে, কোনটো ল'ৰাইনো সেই ডোখৰ ঠাই বেয়া বুলিছে, সিহঁতৰনো সপক্ষে বিপক্ষে যুক্তি কি তাক শিক্ষকে ভালদৰে সুধি আৰু শুনি সিহঁতৰ যুক্তি সমৰ্থন কৰি বা খণ্ডন কৰি শিক্ষকে নিজ বুদ্ধি মতে এডোখৰ ঠাই নিৰ্ণয় কৰি দিব। যি স্কুলৰ যি পৰিস্থিতি সেই পৰিস্থিতিত শিক্ষকে এইটো নিৰ্ণয় কৰিব। সিহঁতৰ খেলাৰ ঠাই নিৰ্ণয় কৰাত নিশ্চয় সিহঁতৰ ভিতৰত এটা আনন্দৰ পৰিবেশ সৃষ্টি হ'ব। ঠাই ডোখৰ নিৰ্ণীত হ'লে তাত থকা বনগুটিবোৰ গুছোৱা, গৰুৰ গোবৰ আদি বা আন কিবা জাৱৰ-জোথৰ থকিলে তাক পৰিষ্কাৰ কৰা কাম আহি পৰিব। ই নিশ্চয় হাতৰ কাম বুলি সকলোৱে স্বীকাৰ কৰিব লাগিব।

বনগুটি গুছোৱা, জাৱৰ-জোথৰ আদি পৰিষ্কাৰ কৰাৰ ভিতৰত নিশ্চয় পৰিষ্কাৰ পৰিচ্ছন্নতাৰ ভাৱ এটি আহিব। শিক্ষকে চাফা কৰিবলৈ হুকুম মাথোন দি গুচি গ'লে নহ'ব। নিজে আগত থাকি লগে লগে দেখুৱাই দি কামটো সমাধান কৰিব লাগিব। এইখিনি কামৰ ভিতৰতে ল'ৰা-ছোৱালীবিলাকৰ বুদ্ধি বিকাশৰ যথেষ্ট সুযোগ আহি যাব। শিক্ষা যে বুদ্ধি বিকাশহে মাথোন সেই কথা মনত ৰাখিব লাগিব। ঠাই-ডোখৰ পৰিষ্কাৰ হৈ গ'লে সিদিনা যদি সময় পোৱা নাযায়, তেন্তে নিশ্চয় পাছদিনা সিহঁতক খেলিবলৈ সুযোগ দিব লাগিব। তেতিয়া হে

সিহঁতৰ আগ্ৰহ চেষ্টা পৰি নাযাব। গাৱঁলীয়া খেল-ধেমালি শিক্ষকে নিশ্চয় জানে— নাজানিলেও জানি ল'ব লাগিব। পোনেই বেডমিণ্টনৰ কোৰ্ট তৈয়াৰ কৰা বা বেডমিণ্টনৰ খেলৰ উৎসাহ দিয়া উচিত নহয়। আজিকালিৰ শিক্ষকবিলাকো আধুনিক যুগৰ হে মানুহ। তেওঁলোকৰ ভাৱধাৰাও পাশ্চাত্য অভিমুখী হৈ আহিছে। বেডমিণ্টন খেলাৰ কথা উত্থাপন হ'লেই পইছা কড়িৰ প্ৰশ্ন আহিব আৰু সমস্ত আগ্ৰহ নাইকিয়া হৈ যাব— খেলৰ মাধ্যমত শিক্ষা দান কাৰ্য্যও পণ্ড হৈ যাব। যদিহে আমি এইদৰে ক্ৰমে ক্ৰমে প্ৰণালীবদ্ধ ভাৱে খেল-ধেমালিৰ পৰিবেশ এটা সৃষ্টি কৰিব পাৰো— স্কুলৰ উপস্থিতি নিশ্চয় নিয়মিত হৈ আহিব। শিক্ষকৰ নিজৰ চিন্তা খটুৱাই ল'ৰা-ছোৱালীহঁতক খেল-ধেমালিৰ মাজেদি কাম কৰাই ল'ব লাগিব।

কেৰিকুলামত থকা নিৰ্দ্দিষ্ট হাতৰ কামবোৰ কৰাওঁতেও শিক্ষকৰ নিজৰ বুদ্ধি বিবেচনা থাকিব। কেৰিকুলামত থকা নিৰ্দ্দিষ্ট হাতৰ কাম কৰোৱা নিৰ্দ্দেশবোৰ সদায় অৱহেলা কৰি অহা হৈছে। সেইবাবে তাৰ উপযোগিতা সম্পৰ্কে কোনেও অভিজ্ঞতা লাভ কৰা নাই।

বেলেগ বেলেগ শ্ৰেণীত বেলেগ বেলেগ হাতৰ কাম আছে। হাতৰ কাম যে স্কুলতে কৰোৱা উচিত এই বিষয়ে উপযুক্ত কৰ্ত্তব্য-জ্ঞান শিক্ষক আৰু পৰিদৰ্শকৰ সমানে থাকিব লাগে। সংসাৰত যিকোনো কাম যদি বাধ্যতামূলক বাৱে আগ্ৰহ হীন হৈ কৰা যায়, সেই কাম সহজে সিজি নাহে আৰু কামতো আনন্দ পোৱা নাযায়। পৰিদৰ্শকসকলেও শিক্ষকসকলৰ মাজত হাতৰ কাম কৰোৱাৰ উদ্‌গনি, উৎসাহ, প্ৰতিযোগিতা আদি সৃষ্টি কৰিব লাগে আৰু হাতৰ কামৰ মাধ্যমত বিষয় শিক্ষা দিয়াৰ সমন্বয় সাধন কৰোতে পৰিদৰ্শকসকলে শিক্ষকসকলক যথেষ্ট সহায় কৰিব লাগে।

শিক্ষকসকলে আৰু পৰিদৰ্শকসকলে স্কুলৰ পাঠ্যক্ৰমখিনি শ্ৰেণীয়ে শ্ৰেণীয়ে কেনেকৈ ভাগ কৰা হৈছে আৰু তলৰ শ্ৰেণীৰ পাঠ্যক্ৰমৰ লগত ওপৰৰ শ্ৰেণীৰ পাঠ্যক্ৰমৰ কি সম্বন্ধ তাক ভালদৰে বুজি লব লাগে আৰু সেইদৰে স্কিম তৈয়াৰ কৰি লব লাগে। হাতৰ কামৰ লগত বিভিন্ন বিষয়ৰ সম্বন্ধ নিৰ্ণয় কৰি সমন্বয় পাঠৰ দিহা কৰিব লাগে।

স্কুলত বাগিচা পতা, তামোল-পুলি, নাৰিকল পুলি ৰোৱা নিয়ম পদ্ধতি হাতৰ কামৰ মাধ্যমত স্কুল-কম্পাউণ্ডৰ মাটিতে নিজ নিজ হাতেৰে কাম কৰি ল'ৰা-ছোৱালীবিলাকে শিক্ষা কৰিব, গৃহীত অভিজ্ঞতাতালব্ধ জ্ঞানেৰে ৰচনা লিখিব, এই কাম যদি আগ্ৰহ-আনন্দৰ মাজেদি সম্পন্ন হয় তেতিয়া শিক্ষকেও আমনি নাপায়, ছাত্ৰ-ছাত্ৰীয়েও আমনি নাপায়।

ক মানৱ শিক্ষা ছয়মাহতে শেষ হ'ব লাগে। নহয় কিয়? অক্ষৰ পৰিচয়

আৰু অক্ষৰ লিখা শিক্ষা দিওঁতে যথেষ্ট সময় নষ্ট হৈ যায়। আমি অভিজ্ঞতাৰে যিটো পদ্ধতিত সুফল পাইছো সেই পদ্ধতিৰ কথা কব খুজিছা।

শিক্ষকজনে ২/৩ যোৰমান ভাল তাচ বজাৰৰ পৰা কিনি আনি, চাহাব, মেম, গোলাম থকা তাচবোৰ বাছি উলিয়াই বেলেগ কৰি লওক। ফোটা থকা তাচবোৰৰ সহায়ত সংখ্যা গণনা শিক্ষা দিয়াৰ ব্যৱস্থা কৰক। অ-ফলা আৰু ক-ফলাৰ আখৰবোৰ তাচবিলাকৰ সমান জোখৰ এটুকুৰা কাগজত লিখি লওক। আখৰবোৰ ধুনীয়া হ'ব লাগে। ডাঙৰ ডাঙৰ আখৰেৰে যিবোৰ বিজ্ঞাপন বিলি কৰা হয় তাৰ পৰাও কাটি লব পাৰি নাইবা ছপাখনাৰ পৰা ছপাই নিবও পাৰি। ধুনীয়াকৈ নিজে লিখি লব পাৰিলে বেছি ভাল। ওপৰৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ হতুৱাই লিখাই লব পাৰিলে আৰু বেছি ভাল হয়। ছবি থকা তাচবোৰ যে বাছি উলিৱা হৈছিল সেই তাচবোৰত ছবিৰ ওপৰত এই একোটা আখৰ আঠা লগাই লওক। এই তাচবোৰৰ সহায়ত অক্ষৰ পৰিচয় কৰোৱাও সুবিধা হয়, লগে লগে উচ্চাৰণ কৰোৱাও সুবিধা হয আৰু ল'ৰা-ছোৱালীয়ে আনন্দ পোৱা খেল-ধেমালিও হয়। ওপৰ শ্ৰেণীৰ ল'ৰাৰ হতুৱাই আঠা তৈয়াৰ কৰাই ল'লে সিহঁতৰ হাতৰ কাম হয়, কাৰ্ডত ধুনীয়াকৈ আখৰবোৰ লগোৱা কামটোও সিহঁতৰ দ্বাৰা কৰাব পাৰি। এইদৰে খেল-ধেমালিৰ মাজেদি শিকালে ৭ দিনৰ ভিতৰতে অক্ষৰ পৰিচয় বেছিভাগ ল'ৰাৰ হৈ যাব। শিক্ষকে এইদৰ শিক্ষা দিয়া আৰম্ভ কৰাৰ পাছত দেখিব যে ল'ৰা-ছোৱালীবিলাকে পৰস্পৰৰ ভিতৰতে সেই তাচবোৰৰ সহায়ত অক্ষৰবোৰ চিনি পেলাব।

অক্ষৰবোৰ পৰিচয হোৱাৰ পূৰ্বে কেতিয়াও লিখাবৰ বাবে যত্ন কৰিব নালাগে। অক্ষৰ পৰিচয় হোৱাৰ পাছত বালিবোৰ্ডত প্ৰথমতে এই আখৰবোৰ লিখিবৰ বাবে হাত অহাব লাগে। এই বুদ্ধিত হাত অহাৰ পাছতহে চিলঠত লিখাব লাগে। পোনেই চিলঠত লিখাব নালাগে। বালিবোৰ্ডত হাতৰ আৰু হাতৰ আঙুলিবোৰৰ অভ্যাস হ'লে জড়তা ভাঙি যাব, তেতিয়া চিলঠত সোনকালে লিখিব পাৰিব। আগতে গোটাই থোৱা বালিবোৰ কঢ়িয়াই আনি ল'ৰা-ছোৱালীবিলাকে নিজে নিজে বালিবোৰ্ড তৈয়াৰ কৰিব, শিক্ষকে দেখুৱাই দিব ; তেতিয়া এই কামটো এহাতে হাতৰ কাম হ'ব আনহাতে খেল-ধেমালি হ'ব। ডাঠ পাতল নোহোৱাকৈ বালিবোৰ সমানে বিস্তাৰ কৰি লোৱাত বুদ্ধিৰ বিকাশ হ'ব।

এইদৰে এশ এটা কাম স্কুলতে উদ্ভাৱন কৰিব পাৰি— যিবোৰ কামে হাতৰ কামৰ আখৰা দিব আৰু খেল-ধেমালিৰো আনন্দ দিব। শিক্ষকৰ নিজৰ বুদ্ধি পৰিচালনাৰ ওপৰত এইবোৰ কথা নিৰ্ভৰ কৰে। আটাইবোৰ কথা প্ৰবন্ধতো স্পষ্টকৈ লিখিব নোৱাৰি আৰু কিতাপতো প্ৰণালীবদ্ধ পদ্ধতি দি লিখিব নোৱাৰি।

নীতিটো বুজিবলৈ শিক্ষকে নিজৰ বুদ্ধিৰে শিক্ষা-পদ্ধতি আৱিষ্কাৰ কৰিব লাগিব।

এইদৰে কাম কৰিলে এজন শিক্ষকে পাঁচোটা শ্ৰেণী পৰিপাটিকৈ শিক্ষা দিব পৰিব আৰু ওপৰ শ্ৰেণীৰ ল'ৰা-ছোৱালীবো সহায় ল'ব পাৰিব। ৰুটিনো সেইদৰে তৈয়াৰ কৰি ল'ব পাৰিব।

শিক্ষকৰ আগ্ৰহ, কৰ্ত্তব্য-নিষ্ঠা আৰু দায়িত্বজ্ঞানৰ ওপৰত এনেধৰণৰ শিক্ষাদান পদ্ধতি নিৰ্ভৰ কৰে। ধৰা-বন্ধা ৰুটিনেৰে সকলোবোৰ কাম নিয়াৰিকৈ কৰিব নোৱাৰি। ৰুটিনৰ সহায়ত শৃঙ্খলাহে আনিব পাৰি মাথোন।

অভিভাৱকসকলৰ যদি তত্ত্বাৱধানৰ অভাৱ দেখা যায় শিক্ষকে অভিভাৱকসকলৰ দৃষ্টি আকৰ্ষণ কৰাটো নিজৰ কৰ্ত্তব্য আৰু দায়িত্ব বুলি ভাবি ল'ব লাগে। অভিভাৱকসকলৰ লগত পৰিচিত হৈ লোৱা, তেওঁলোকৰ লগত ল'ৰা-ছোৱালীবিলাকৰ সম্বন্ধে আলোচনা কৰা, (সিহঁতৰ অভ্যাস, কৰ্মপটুতা, স্বভাৱ-চৰিত্ৰৰ বিষয়ে আলোচনা কৰা) নিজৰ কৰ্ত্তব্যৰ ভিতৰত বুলি ভাবি লৈ যেতিয়া সেই মতে কামত অগ্ৰসৰ হ'ব তেতিয়া শিক্ষকে বুজি পাব যে অভিভাৱকসকল তেওঁৰ প্ৰকৃত বন্ধু হৈ গৈছে। বন্ধুত্বৰ মূল্য নিৰ্দ্ধাৰণ কৰা বৰ সহজ কথা নহয়। যেতিয়া শিক্ষক আৰু অভিভাৱকৰ মাজত বন্ধুত্বৰ পৰিবেশ গঢ়ি উঠে, তেতিয়া দেখিব যে শিক্ষকৰ নিজৰো সামাজিক জীৱন মধুৰ হৈ গঢ়ি উঠিছে আৰু অভিভাৱকৰো ল'ৰা-ছোৱালীৰ তত্ত্বাৱধান লোৱা অভ্যাস গঢ়ি উঠিছে।

ক্ৰমে ক্ৰমে শিক্ষকে উপলব্ধি কৰিব পাৰিব যে ওপৰত উল্লেখ কৰা যি তিনিটা কাৰণত শিক্ষাৰ অপচয় হোৱা বুলি আপত্তি শুনা যায় সেই আপত্তিৰ কাৰণ নাইকিয়া হৈ গৈছে।

## শিক্ষাৰ মান নামি গৈছে ঃ

এইটো সঁচা কথা। ইয়াৰ প্ৰধান কাৰণ হৈছে যে আজিকালি প্ৰাইমেৰী স্কুলবিলাকতো প্ৰশ্নোত্তৰ ধৰণে শিক্ষা দিয়া হয়। মুখস্থ কৰোৱা অভ্যাস কৰোৱা হয়— প্ৰশ্নৰ উত্তৰবোৰ ; কিন্তু দুখৰ বিষয়, ভাল ভাল কবিতাবোৰ মুখস্থ কৰোৱা নহয়। আজিকালি স্কুল কলেজৰ কোনো ছাত্ৰ-ছাত্ৰীয়ে কবিতা মুখস্থ নকৰে। কবিতাবোৰ মুখস্থ কৰিলেসেই কবিতাত নিহিত থকা জ্ঞান চিৰদিনলৈ আহৰণ কৰা হৈ যায়। প্ৰশ্নোত্তৰ ধৰণে শিক্ষা দিয়াৰ ফলত বিষয় জ্ঞান নহয়। ছাত্ৰ-ছাত্ৰীক কেৱল পৰীক্ষাৰ কাৰণেহে যেন গঢ় দিয়া হয়।

শিক্ষক আৰু পৰিদৰ্শকসকলে পাঠ্যক্ৰমৰ গুৰুত্ব বুজি নিজৰ নিজৰ কাম নকৰে। পাঠ্যক্ৰমত কিমানখিনি শিক্ষা দিয়াৰ ব্যৱস্থা আছে তাক ভালদৰে বুজি লৈ শিক্ষা দিব লাগে। প্ৰত্যেক শ্ৰেণীতে যদি পাঠ্যক্ৰমৰ অনুপাতে ল'ৰা-ছোৱালীবিলাকৰ জ্ঞান ঘাটি হৈ থাকে, তেন্তে শিক্ষাৰ মান নকমিব কিয়? আক

সৰু ল'ৰা-ছোৱালীয়ে ইমান টান টান কথা বুজি নাপায়— পাঠ্যক্ৰমত দিয়া সকলোখিনি কথা শিকোৱা সম্ভৱ নহয়— ইত্যাদি কথা ভুল। ৮/৯/১০ বছৰ বয়সত সিহঁতৰ যিমানখিনি বুদ্ধিৰ পৰিপক্কতা আছে, পাঠ্যক্ৰমত দিয়া বিষয় বস্তুতকৈ সিহঁতে বেছি গ্ৰহণ কৰিব পাৰে— যদিহে শিক্ষকে শিক্ষা দিব জানে। পৰীক্ষাত যেনে ধৰণৰ প্ৰশ্ন আহে তেনে ধৰণৰ প্ৰশ্নৰ উত্তৰ দিব পৰা হ'লেই শিক্ষাদান কাৰ্য্য সফল হোৱা বুলি ভবা উচিত নহয়। পাঠ্যক্ৰম বুজি পোৱাটো বৰ উজু কথা নহয়। প্ৰশিক্ষণ কেন্দ্ৰবোৰতো পাঠ্যক্ৰমৰ আলোচনা নহয়। পাঠ্যক্ৰমৰ বহল ব্যাখ্যাৰ ভিতৰত বহুতো কথা আহি পৰে। যিজন শিক্ষকে পাঠ্যক্ৰমত উল্লেখ কৰা বিষয়বস্তু বুজি পায়, তেওঁহে শিক্ষাদানৰ বিষয়ে উপযুক্ততা অৰ্জন কৰিছে বুলি কব লাগিব। যি শিক্ষকে পাঠ্যক্ৰমখনকে ভালকৈ বুজি নাপায় তেওঁ উপযুক্তভাৱে শিক্ষা দিব কেনেকৈ?

মুখস্থ কৰোৱা পদ্ধতি গ্ৰহণ কৰাৰ পৰা কোনো এটা পাঠ খৰচি মাৰি শিক্ষা দিয়া নহয় আৰু শিশুৰ বুদ্ধি-বিকাশৰ ক্ষেত্ৰও নোলায়। কিতাপত যিখিনি কথা আছে তাতকৈ বেছ কথা শিক্ষা কৰাৰ বাট নাথাকে, তদুপৰি মুখস্থ কৰা কথাখিনিও ভালদৰে বুজি নাপায়। ভূগোল, স্বাস্থ্য বিজ্ঞান, ৰচনা ইত্যাদি বিষয়ে সম্পূৰ্ণ মুখস্থ কৰাই শিক্ষা দিয়া হয়। ব্যাকৰণ শিক্ষা একোৱেই নহয়। নিজে চিন্তা কৰি লিখিব পৰা বুদ্ধিও নহয়। বিষয় বস্তুৰ জ্ঞান আহৰণ কৰিবলৈও চিন্তা-শক্তিৰ বিকাশৰ আৱশ্যক, আহৃত জ্ঞান ভাষাত প্ৰকাশ কৰিবলৈও চিন্তা-শক্তিৰ বিকাশৰ আৱশ্যক। কোনো এটি ল'ৰাই গৰুৰ বিষযে ৰচনা এখনি মুখস্থ কৰি হুবহু লিখিব পাৰে কিন্তু তাক যদিকোৱা হয় যে নিজৰ ভাবতে গৰু এটা চাই চাই ৰচনা এখন লিখ, তেতিয়া সি নোৱাৰে।

গণিতৰ শিক্ষা বৰ নিম্নস্তৰৰ হৈছে। গণিতেহে বেছিকৈ বুদ্ধিৰ বিকাশ কৰায়। গণিতৰ অঙ্কও গৎমতে কৰে। গৎভঙ্গ হ'লে কোনো অঙ্ক কৰিব নোৱাৰে।

সাহিত্য শিক্ষা দিওঁতে বক্তৃতাৰ আশ্ৰয় লয়। সাহিত্য শিক্ষা দানৰ যি ক্ৰম তাক গ্ৰহণ নকৰে, শব্দৰ বানান আৰু অৰ্থ খৰচি মাৰি শিক্ষা দিয়া নহয়।

ইত্যাদি ক্ৰমে শিক্ষাৰ মান কমি গৈছে। এই মান উন্নয়ন কৰিবলৈ হ'লে যিটো বিষয় যি পদ্ধতিৰে শিক্ষা দিব লাগে সেই পদ্ধতি গ্ৰহণ কৰিব লাগে। একমাত্ৰ মুখস্থ কৰোৱা পদ্ধতিৰে শিক্ষা দিব নোৱাৰি।

সামৰণিত উল্লেখ কৰা হয় যে প্ৰাইমাৰী স্কুলৰ আটাইবোৰ বিষয়ৰ শিক্ষা হাতৰ-কামৰ লগত সমন্বিত কৰি দিব পাৰি। তাৰ বাবে কৰ্তৃপক্ষৰ পৰা উপযুক্ত নিৰ্দেশ, উপদেশ আৰু শিক্ষা পদ্ধতিৰ নমুনা দিব লাগিব। আৰু শিক্ষক সকলৰো আগ্ৰহ আৰু কৰ্তব্য নিষ্ঠা লাগিব।

১৯-২-৬৯

# মাধ্যমিক শিক্ষাৰ লক্ষ্য নিৰ্ণয়

মাধ্যমিক শিক্ষাৰ অনুষ্ঠানবোৰ আমাৰ দেশত পাশ্চাত্য দেশৰ মাধ্যমিক শিক্ষাৰ অনুষ্ঠানবোৰৰ আদৰ্শত সংগঠিত হৈ আহিছে— বৃটিছ শাসনৰ যুগৰ পৰা। সেই বাবে আমাৰ শিক্ষাই ভাৰতীয় সামাজিক আৰু অৰ্থনৈতিক লক্ষ্য স্থিৰ ৰাখিব পৰা নাই। এই বিষয়ে দুজন আমেৰিকান শিক্ষাবিদে যুটীয়া ভাৱে লিখা এখন গ্ৰন্থৰ পৰা এযাৰ কথা উদ্ধৃতি কৰা হ'ল ঃ

The aims of Secondary education can not be transferred from one country to another unless the social and economic aspirations of the two peoples are identical. This is unlikely to be that case.

যি কোনো দুখ দেশৰ মানুহৰ সামাজিক আৰু অৰ্থনৈতিক আশা-আকাঙ্খা একে ধৰণৰ হ'ব নোৱাৰে। সেই বাবে এখন দেশৰ মাধ্যমিক শিক্ষাৰ লক্ষ্যৰ আদৰ্শ আন এখন দেশলৈ আমদানি কৰিব নোৱাৰি।

ইউৰোপৰ সমাজ আৰু ইউৰোপীয় জাতিবিলাকৰ অৰ্থনৈতিক সমস্যা আৰু তাৰ সমাধানৰ দৃষ্টিভঙ্গী ভাৰতবৰ্ষৰ লগত কেতিয়াও মিলাব নোৱাৰি, নিমিলে।

ব্যৱসায়-বাণিজ্য আৰু ভ্ৰমণ আদিৰ দ্বাৰা সাংস্কৃতিক ধাৰাৰ সুঁতি কোনো এখন দেশৰ পৰা কোনো এখন দেশলৈ বোৱাব পাৰি সঁচা ; কিন্তু সেই শিক্ষাবিদ দুজনে ডাঠকৈ কৈছে যে প্ৰত্যেক দেশতে নিজ নিজ দেশৰ সমাজ-দৰ্শন আৰু সামাজিক বৈশিষ্ট্যৰ ওপৰত ভিত্তি কৰিহে মাধ্যমিক শিক্ষাৰ লক্ষ্য স্থিৰ কৰিব লাগিব। এই বাবে ইউৰোপৰ আৰু আমেৰিকাৰ মাধ্যমিক স্কুলবিলাকৰ লক্ষ্য আৰু সংগঠনত পাৰ্থক্য আছে। ইউৰোপৰ মাধ্যমিক স্কুলবিলাকৰ লক্ষ্য হৈছে ছাত্ৰ-ছাত্ৰীবিলাকক বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লাভৰ বাবে প্ৰস্তুত কৰা— যাতে ইউৰোপীয় সমাজ ব্যৱস্থা অক্ষুণ্ণ থাকে। আমেৰিকাৰ মাধ্যমিক স্কুলবিলাকৰ লক্ষ্য হৈছে যাতে গণতন্ত্ৰৰ ভিত্তি দৃঢ়ীভূত হয় আৰু বিকেন্দ্ৰীভূত ক্ষমতাৰ প্ৰভাৱত যাতে সমাজত শান্তি বিৰাজ কৰে। মাধ্যমিক শিক্ষাৰ অন্তত যেতিয়া ইউৰোপৰ সৰহভাগ ছাত্ৰ-ছাত্ৰীয়ে বিশ্ববিদ্যালয়ত ভাষা-সাহিত্য আৰু সমাজ-বিজ্ঞানৰ বিষয়ে অধ্যয়ন কৰে তেতিয়া আমেৰিকাৰ সৰহভাগ ছাত্ৰ-ছাত্ৰীয়ে আইন বা ডাক্তৰী বা বিভিন্ন শিল্প আৰু উদ্যোগৰ স্কুলবিলাকত অধ্যয়ন কৰে আৰু স্বাধীনভাৱে জীৱিকা অৰ্জনৰ বিদ্যা শিক্ষা কৰে। সেই বাবে প্ৰথম মহাসমৰৰ পাচত ইউৰোপে আমেৰিকাৰ নীতি অনুসাৰে মাধ্যমিক শিক্ষাৰ বহুল পৰিমাণে সংস্কাৰ সাধন কৰে।

ইউৰোপৰ মাধ্যমিক স্কুলবিলাকত প্ৰশাসনীয় আৰু ৰাজনৈতিক নেতাসকলৰ প্ৰভাৱ আছে ; কিন্তু আমেৰিকাৰ স্কুলবিলাকত স্থানীয় লোকৰ উৎসাহ, উদ্দীপনা আৰু সৃজনী শক্তিৰ প্ৰভাৱ বেছি। ইউৰোপৰ স্কুলবিলাকত চৰকাৰী সাহায্য বেছি থাকে আৰু সৰহভাগ স্কুলৰ খৰচ চৰকাৰে বহন কৰে। সেই বাবে চৰকাৰী শাসনত স্কুলবোৰ থাকে। আমেৰিকাত ব্যৱসায়ী বণিকসকলে, ধৰ্মপ্ৰচাৰক-সকলে বা খেতিয়কসকলে নিজ নিজ সংস্কৃতি আৰু কৃষ্টি ৰক্ষাৰ বাবে নিজৰ নিজৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ ব্যৱস্থা কৰিছিল , গতিকে সেই স্কুলবিলাক ৰাজনৈতিক প্ৰভাৱৰ পৰা মুক্ত আছিল। আমেৰিকাৰ শিক্ষা, বিজ্ঞান আৰু ব্যৱসায় আদিৰ উন্নতিৰ এয়ে প্ৰধান কাৰণ।

ভাৰতবৰ্ষত নতুন ব্যৱস্থা গ্ৰহণৰ কোনো আৱশ্যক নাছিল। সকলো ক্ষেত্ৰতে ভাৰতবৰ্ষত স্থিৰ আৰু নিশ্চিত ব্যৱস্থা আছিল। মুনি-ঋষিসকলে প্ৰজ্ঞালব্ধ জ্ঞানেৰে সমাজ ব্যৱস্থা আৰু দেশ ৰক্ষাৰ ব্যৱস্থা কৰিছিল, সমাজ কল্যাণৰ আদৰ্শত গোটেই বিশ্বক অনুপ্ৰাণিত কৰি বিশ্বপ্ৰেম বা মানৱ ধৰ্মৰ মূল ভিত্তি গঢ়ি তুলিছিল। পৰাধীনা ভাৰতবৰ্ষই গ্ৰহণ কৰিব লগা হ'ল দেশৰ ঐক্য ধ্বংস কৰা বাবে আৰু পৰাধীনতাই ভাৰতীয় কৃষ্টি-সভ্যতাৰ মূলত কুঠাৰাঘাত কৰিলে। স্বৰাজোত্তৰ যুগতো ভাৰতবাসী বিদেশীৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাই। ৰাজনীতিৰ ক্ষেত্ৰত যিবিলাক মতবাদে ভাৰতবাসীক প্ৰভাৱান্বিত কৰি তুলিছে, সেই মতবাদবোৰৰ ভিতৰত গ্ৰহণযোগ্য বা অগ্ৰহণযোগ্য মতবাদ কোনবোৰ, তাক ভাৰতীয় কৃষ্টিৰ কৃষ্টি-পথাৰত যাচাই কৰি নোচোৱাকৈয়ে গ্ৰহণ কৰি ল'ব ধৰিছে আজিৰ ভাৰতীয় সমাজে।

সমাজবাদ প্ৰতিষ্ঠাৰ ধ্বনি বৰকৈ উঠিছে, যেন ইয়াৰ পূৰ্বে ভাৰতবৰ্ষত সমাজবাদ নাছিলহে। ধৰ্ম শব্দৰ অপব্যাখ্যা হোৱাত এনে দুৰ্গতি হৈছে। ধৰ্মই সমাজ বন্ধন কৰে। ধৰ্মত্যাগৰ দ্বাৰা সমাজ ধ্বংস হয়। ধৰ্মত্যাগ কৰি সমাজবাদ প্ৰতিষ্ঠা নহয় ; কাৰণ ভাৰতীয় শাস্ত্ৰত যিবোৰ ধৰ্ম কাৰ্য বুলি কোৱা হৈছে সেইবোৰ কাৰ্য হৈছে— পুণ্যকাৰ্য, ন্যায়কাৰ্য আৰু তাক সাধন কৰাৰ পন্থা হৈছে যম, (অহিংসা, সত্য, ব্ৰহ্মচৰ্য, অস্তেয় আৰু অপৰিগ্ৰহ) সৎ স্বভাৱ আৰু সদাচৰণৰ দ্বাৰা। ভাৰতীয় শাস্ত্ৰমতে এয়ে মানৱ ধৰ্ম। গান্ধীজীৰ শিক্ষা দৰ্শনত সেইবাবে যমে অৰ্থাৎ অহিংসা, সত্য, ব্ৰহ্মচৰ্য, অস্তেয় আৰু অসংগ্ৰহে প্ৰধান স্থান অধিকাৰ কৰিছে। ধৰ্ম-পুণ্য, যমন্যায়-স্বভাৱ-আচাৰ-সোমপাঃ। পুণ্য শব্দৰ ভিতৰতে দেশ সেৱা, সমাজ সেৱা, ৰাষ্ট্ৰসেৱা ইত্যাদি কাৰ্য সোমাই আছে। ন্যায় শব্দৰ অৰ্থ হৈছে 'যথোচিতাদচলনম্'— যিটো উচিত তাৰ পৰা কেতিয়াও বিচলিত নোহোৱা। সোমপাঃ শব্দই যজ্ঞ কাৰ্যক বুজাইছে। যজ্ঞ শব্দৰ অৰ্থ ত্যাগ। ত্যাগ ধৰ্মৰ দ্বাৰা, আত্মোৎসৰ্গৰ দ্বাৰা ঈশ্বৰক উপাসনা কৰা। ঈশ্বৰক নিৰ্ভৰ কৰিলে নিশ্চয় উদ্ধাৰ পাম এনে মনোবৃত্তি গঠন কৰি সম্পূৰ্ণভাৱে ঈশ্বৰত আত্মসমৰ্পণ কৰিব লাগিব। এইখিনি কথাকেই বহল ব্যাখ্যা

কৰিলে বুজা যাব যে ধৰ্ম শব্দৰ ভিতৰতে সকলো প্ৰকাৰ ৰাজনৈতিক মতবাদ সোমাই আছে আৰু হিন্দুধৰ্ম, ইছলাম ধৰ্ম বা খৃষ্টান ধৰ্ম ভেদে কোনো সাম্প্ৰদায়িকতা ইয়াত নাই। বৈদিক ধৰ্মৰ কথা হৈছে যে ফল কামনা নকৰি— নিষ্কামভাৱে সকলোবোৰ পুণ্য কাৰ্য, ন্যায় কাৰ্য কৰিব লাগিব। কেনেকৈ এই কাৰ্যবোৰ কৰিব লাগিব সেই কথা শাস্ত্ৰত বিধান কৰা আছে। শাস্ত্ৰত থকা কাৰ্যবোৰ কৰিলে সমাজ বন্ধন নহৈ নোৱাৰে। শাস্ত্ৰই সমাজ বন্ধন কৰে বা শাসন কৰে। যজ্ঞ শব্দ বা শাস্ত্ৰ শব্দ কাণত পৰিলেই চক্ খোৱাৰ আৱশ্যক নকৰে বা সাম্প্ৰদায়িকতাৰ গন্ধ পাব নালাগে। প্ৰকৃত তত্ত্ব বোধগম্য হ'লে সাম্প্ৰদায়িকতা উৰি যাব আৰু নতুন সমাজবাদ প্ৰতিষ্ঠাৰ ধ্বনি মাৰ যাব। শাস্ত্ৰই যিমান দিন সমাজ শাসন কৰি আছিল অৰ্থাৎ শাস্ত্ৰবাক্য যিমান দিন সমাজে মানি চলিছিল সিমান দিন অশান্তিৰ কোনো কাৰণ নাছিল , কাৰণ ত্যাগ ধৰ্মেৰে পৰস্পৰৰ প্ৰতি পৰস্পৰৰ সহযোগ সহানুভূতি ৰক্ষিত হৈছিল। এতিয়া অৰ্থলোভেই হৈছে ব্যক্তিৰ একমাত্ৰ কামনা। সেইবাবে সমাজ-বন্ধন ঢিলা হৈ হৈ আহি আজি সমাজ নোহোৱা হৈ পৰিছে। গতিকে সমাজবাদ প্ৰতিষ্ঠাৰ আৱশ্যক হৈছে ; কিন্তু আমি ভাবোঁ যে বৰ্তমান সমাজবাদ প্ৰতিষ্ঠাৰ ধ্বনি হৈছে পূৰ্বৰ সমাজ ধ্বংসৰ ধ্বনি। পূৰ্বে যি সমাজ আছিল সেই সমাজৰ দোষবোৰ সংস্কাৰ কৰা আৰু পুৰণি সমাজ ধ্বংস কৰি নতুন সমাজ প্ৰতিষ্ঠা কৰা একে পৰ্যায়ৰ কথা নহয়।

সকলো দেশৰে পৰাম্পৰা আছে, ঐতিহ্য আছে। পূৰ্বৰ পৰাম্পৰা ধ্বংস কৰি নতুন পৰাম্পৰা গঠনৰ বাটেদি সভ্যতা সংস্কৃতিৰ পথত আগবাঢ়ি নগৈ যে পিচপৰি যাব লাগিব তাত কোনো সন্দেহ বা সংশয় থাকিব নোৱাৰে।

মাধ্যমিক শিক্ষাৰ লক্ষ্য নিৰ্ণয় প্ৰসঙ্গত এইখিনি কথা কোৱাৰ আৱশ্যক এই বাবে হৈছে যে মাধ্যমিক শিক্ষাই দেশৰ সামাজিক আৰু অৰ্থনৈতিক সমস্যাবোৰ সমাধানৰ প্ৰতি লক্ষ্য কৰিব লাগিব আৰু দেশৰ ঐতিহ্য আৰু সাংস্কৃতিক পৰাম্পৰা ৰক্ষা কৰিব লাগিব।

মাধ্যমিক শিক্ষাক ৰাজনৈতিক সামাজিক আৰু অৰ্থনৈতিক নেতৃত্বৰ বাহন স্বৰূপে সকলো দেশৰে ক্ষমতাপ্ৰাপ্ত দলে ব্যৱহাৰ কৰিবৰ প্ৰয়াস পাই আহিছে, যাতে ৰাজনৈতিক ক্ষমতা নিজৰ দলৰ হাতত থাকে। কিন্তু আমেৰিকাত সেইটো হোৱা নাই। আমেৰিকাৰ মাধ্যমিক শিক্ষাৰ আদৰ্শ হৈছে যে সৰ্বসাধাৰণৰ মাইজৰ মাজত যাতে শান্তি বিৰাজ কৰে আৰু সকলোৱে যাতে নিজৰ নিজৰ অৰ্থনৈতিক অৱস্থা উন্নত কৰিব পাৰে। শিক্ষাক জাতীয়তাবাদৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব খুজিলে, শিক্ষাই ব্যক্তিগত জীৱনত কাকো সুখ-শান্তি দিব নোৱাৰে নাইবা শিক্ষাক যেতিয়া আন আন জাতিৰ লগত প্ৰতিযোগিতামূলক হিচাপে ব্যৱহাৰ কৰিব খোজা হয় আৰু যুদ্ধসজ্জাৰ প্ৰস্তুতি হিচাপে ব্যৱহাৰ কৰিব খোজা হয়, তেতিয়া শিক্ষাই জাতীয় কৃষ্টি, জাতীয় সংস্কৃতি আৰু জাতীয় পৰাম্পৰা ৰক্ষা কৰিব নোৱাৰে। ভাৰতীয়

সমাজবাদ ধ্বংস কৰি, ভাৰতীয় শিক্ষানীতি পৰিহাৰ কৰি, ভাৰতীয় কৃষ্টি-সংস্কৃতি বা পৰাম্পৰা ৰক্ষা কৰিব নোৱাৰি। এটা জাতিৰ পৰিচাযক যিবোৰ ধৰ্ম বা লক্ষণ সেই ধৰ্ম বা লক্ষণক পৰিত্যাগ কৰিলে সেই জাতিৰ বৈশিষ্ট্য বা পৰাম্পৰা ৰক্ষিত নহয়। দেশৰ উমৈহতীয়া ভাষা, দেশৰ পোছাক-পৰিচ্ছদ, দেশৰ সামাজিক প্ৰথা, বিবাহ পদ্ধতি ইত্যাদিবোৰ ধৰ্ম বা লক্ষণ ত্যাগ কৰিলে কোনো দেশে নিজৰ বৈশিষ্ট্য ৰক্ষা কৰিব নোৱাৰে। বিশ্বপ্ৰেম বা মানৱতাৰ নামত নদীৰ গতি সাগৰাভিমুখী নহৈ পৰ্বতাভিমুখী হ'ব নোৱাৰে। উচ্চ সংস্কৃতি সম্পন্ন জাতি এটাই যদি সংস্কৃতিহীন বা নিম্নস্তৰৰ সংস্কৃতিৰ জাতিক অনুকৰণ কৰে, তেতিয়া সংস্কৃতিৰ হ্ৰাস বা পতন সুনিশ্চিত।

শিক্ষাক কেন্দ্ৰীভূত ক্ষমতাৰ অধীনত ৰখাটো অনিষ্টজনক। বিকেন্দ্ৰীভূত ক্ষমতাৰ অধীনত ৰাখিলেহে শিক্ষাৰ উন্নতি হয়। আমেৰিকাৰ শিক্ষা কেন্দ্ৰীভূত ক্ষমতাৰ অধীনত নহয়। ভাৰতীয় সংস্কৃতিতো ৰজাৰ অধীনত শিক্ষা বিষয় নাছিল। ৰজা আৰু নৃপতিসকলে সাহায্য দিছিল আৰু পৃষ্ঠপোষকতা কৰিছিল। ভাৰতীয় শিক্ষানুষ্ঠান আৰু বিশ্ববিদ্যালয়বোৰৰ ইতিবৃত্ত অনুসন্ধান কৰিলে তাৰ প্ৰমাণ স্পষ্ট হৈ উঠে। একোজন ব্যক্তিয়েই একোখন বিশ্ববিদ্যালয়ৰ প্ৰতীক আছিল। বৃটিছ যুগতো পণ্ডিত মদনমোহন মালব্য বা আশুতোষ মুখাৰ্জী তেনে প্ৰতীক আছিল। শিক্ষাক ৰাজকীয় ক্ষমতাৰ অন্তৰ্ভুক্ত কৰিলে শিক্ষা আদৰ্শচ্যুত হয় আৰু সংস্কৃতিৰ অৱনতি হয়। শিক্ষা বিষয়ক গবেষণা, প্ৰচাৰ বা শিক্ষাদান কৰিব শিক্ষাবিদ মনীষীসকলে। ক্ষমতাপ্ৰাপ্ত লোকৰ (ব্যক্তি বিশেষৰ বা দলৰ) মতবাদ প্ৰচাৰৰ বাবে শিক্ষাক ব্যৱহাৰ কৰিলে জাতিৰ অৱনতি ঘটে।

আমেৰিকাত যান্ত্ৰিকতাৰ সহায়ত উৎপাদন বৃদ্ধিৰ চেষ্টাই শিক্ষাক নিয়ন্ত্ৰিত কৰিছে। কিন্তু যান্ত্ৰিকতাই নিবনুৱা সমস্যাৰ সৃষ্টি কৰে। গান্ধীবাদত আৰু ভাৰতীয় সংস্কৃতিত ইয়াৰ স্থান উচ্চ নহয়, শিক্ষাৰ উদ্দেশ্য বা লক্ষ্যও নহয়। আকৌ সকলোবোৰ মানুহ নেতা হ'ব নোৱাৰে। নেতৃত্ব শিক্ষা দিয়া শিক্ষা সাৰ্বজনীন হ'ব নোৱাৰে। সেইবাবে মাধ্যমিক শিক্ষাৰ লক্ষ্য হ'ব লাগে যে প্ৰত্যেক ব্যক্তিয়ে সুনীতি শিক্ষা কৰিব লাগে। জাতীয় কৃষ্টি আৰু সংস্কৃতিৰ প্ৰৱাহ সমাজৰ প্ৰত্যেক স্তৰতে বৈ যাব লাগে— এয়ে হ'ব লাগে মাধ্যমিক শিক্ষাৰ লক্ষ্য নিৰ্ণয়। তেতিয়া সমাজৰ পদদলিত বা নিষ্পেষিত বুলি যাক আখ্যা দিয়া হৈছে, সেইসকলৰ মানসিক শক্তিৰ উদ্বোধন এনে গতিত হ'ব যে তাক কল্পনাও কৰিব নোৱাৰি। নানা প্ৰকাৰে বিলাসৰ পথ উন্মুক্ত কৰি দি, সা-সুবিধা সহজলভ্য কৰি দি কোনো স্তৰৰ মানুহকে উন্নত কৰিব নোৱাৰি, এনেকুৱা আৰু ঈৰ্ষালু কৰিব হে পাৰি। শিক্ষা বিষয়টো শিক্ষাবিদসকলক এৰি দিলেহে শিক্ষাৰ উন্নতি হ'ব। চৰকাৰী প্ৰশাসনত শিক্ষাৰ উন্নতি হ'ব নোৱাৰে। শিক্ষাৰ বুৰঞ্জীয়ে তাক প্ৰমাণ কৰি আহিছে।●

২৮/২/৬৯— অসম বাণী

২১-৩-৬৯

# শিক্ষা বনাম সভ্যতা

শিক্ষাই মানৱ জাতিক সুসভ্য কৰি তোলে। এয়ে আমাৰ সাধাৰণ মত আৰু অবিসম্বাদী আদৰ্শ। শিক্ষা পোৱাৰ পূৰ্ব্বে মানুহ সভ্য পদবাচ্য নহয় নাইবা শিক্ষাই সভ্যতা দান কৰে বুলি আমি ভাবো। যদিও আমি কাৰ্য্যক্ষেত্ৰত বহুতো লোক লগ পাওঁ যিবিলাক শিক্ষাদীক্ষাত বেচি আগবাঢ়িব পৰা নাই অথচ যথেষ্ট পৰিমাণে সু-সভ্য, তথাপি শিক্ষাইহে যে মানুহক সুসভ্য কৰি তোলে এইকণ ধাৰণা আমাৰ সকলোৰে মনত বদ্ধমূল হৈ আছে। শিক্ষাই আমাক কিমানখিনি সভ্য কৰি তুলিছে তাক জুখিবৰ মাপকাঠী আমাৰ হাতত নাই। আমি প্ৰত্যেকে সামাজিক ব্যৱহাৰ, পোছাক-পৰিচ্ছদ আৰু পুথিগত বিদ্যা শিক্ষাৰ মানদণ্ডেৰে সভ্যতাৰ পৰিমাণ জুখি চাওঁ, ব্যক্তিৰ আৰু জাতীয় শিল্পকলা, দেশত জ্ঞান-বিজ্ঞানৰ বিস্তাৰ সাধন আৰু জাতীয় চেতনা আৰু নানা প্ৰকাৰ চিন্তাধাৰাৰ মানদণ্ডৰে একোটা জাতিৰ আৰু একোখন দেশৰ সভ্যতা জুখি চাওঁ। সাধাৰণতঃ যিবোৰ কথা বিবেচনা কৰি আজি মানৱজাতি সভ্যতাৰ জখলাত ক্ৰমে ক্ৰমে আগবাঢ়ি আহিছে বুলি ভাবো তেনে ধৰণৰ দুই এটি কথা বিচাৰ কৰি চাওঁহক— শিক্ষাই আমাক কিমানদূৰ আগবঢ়াইছে।

নিজ নিজ সম্পত্তিৰ ওপৰত নিজ নিজ স্বত্ব অধিকাৰৰ বিষয়ে সভ্য সমাজ সদায় সজাগ। পশু জতিৰ তেনে সজাগতা নাই। অসভ্য জাতিৰ ভিতৰতো তেনে সজাগতা আছে। পশু জাতি আৰু অসভ্য জাতি বিলাকৰ ভিতৰত এই পাৰ্থক্য আছে আৰু চক্‌মকী পাথৰৰ পৰা জুই আহৰণ কৰি খাদ্যবস্তু ৰন্ধাৰ দিনৰে পৰা ক্ৰমে ক্ৰমে অসভ্য জাতিবিলাকে নানাপ্ৰকাৰে সভ্যতাৰ পথত আগবাঢ়ি আহিছে; পশু জাতিৰ লগত অসভ্য জাতিৰ এই পাৰ্থক্যও আছে; কিন্তু মাটিবাৰীকে আদি কৰি নিজ নিজ সা-সম্পত্তিৰ ওপৰত স্বত্ব আৰু অধিকাৰ ৰক্ষা কৰা সজাগতা অসভ্য আৰু সুসভ্য জাতিবিলাকৰ মাজত সমানে আছে।

কিন্তু এটা কথা দেখা যায় যে কোন বস্তুটো মোৰ আৰু কোন বস্তুটো আনৰ, সেই বিষয়ে সূক্ষ্ম বিচাৰ যি কোনো উচ্চ শিক্ষিত লোকতকৈ এজন অসভ্য লোকৰ কোনো গুণে কম নহয়। গতিকে সম্পত্তিৰ ওপৰত স্বত্বাধিকাৰ জ্ঞানে সভ্যতাৰ পৰিচয় নিদিয়ে, বৰঞ্চ সুসভ্য লোক আৰু সুসভ্য জাতিৰ ভিতৰতহে দেশৰ সীমা লৈ যুদ্ধ-বিগ্ৰহ কৰা দেখা যায়।

দ্বিতীয়তে অসভ্য জাতিবিলাকৰ ভিতৰত ঈশ্বৰপৰায়ণতা বেছি দেখা যায়। সভ্য হৈ উঠাৰ লগে লগে ঈশ্বৰ বিশ্বাস কমি অহা দেখা যায়

তৃতীয়তে সভ্যতা বঢ়ি অহাৰ লগে লগে স্ত্ৰীজাতিক সমান স্বত্ব অধিকাৰ দিয়াৰ প্ৰশ্ন উঠে আৰু কোন জাতিয়ে স্ত্ৰীজাতিক কোন স্থানত থৈছে তাৰ বিচাৰ কৰিহে সেই জাতিৰ সভ্যতা জোখা হয়, কিন্তু দেখা যায় বহুতো অসভ্য জাতিয়ে স্ত্ৰীজাতিক পুৰুষতকৈ বেছি সন্মানৰ স্থান দি আহিছে। গতিকে সমাজত স্ত্ৰীজাতিৰ কি স্থান তাক বিচাৰ কৰিও সভ্যতা জুখিব নোৱাৰি।

চতুৰ্থতে— দেখা যায় অসভ্য জাতিবিলাক সু-সভ্য জাতিবিলাকতকৈ বেছি বিশ্বাসী। মিছা কথা কোৱা আৰু বিশ্বাসঘাতকতা কৰা মহাপাপ বুলি অসভ্য জাতিবিলাকে ভাবে, কিন্তু সু-সভ্য জাতিবিলাকে মিছা কথা কবলৈ বা বিশ্বাসঘাতকতা কৰিবলৈ বেছি টান নাপায়। অসভ্য জতিবিলাক অকল সত্যবাদীয়েই নহয়, তেওঁলোকৰ অন্তঃকৰণো বৰ পৱিত্ৰ আৰু নিৰ্মল হৈ থাকে।

পঞ্চমতে স্ত্ৰীজাতিৰ সতীত্ব বা নাৰীৰ মৰ্যাদা হানিক অৰ্থাৎ পৰস্ত্ৰী বা পৰপুৰুষৰ লগত অবৈধ সহবাস সিহঁতে তীব্ৰ ঘৃণাৰ চকুৰে চায়। যৌন নৈতিকতাত সুসভ্য জাতিতকৈ সিহঁত বেছি উন্নত। গতিকে এই মানদণ্ডৰেও সভ্যতা জুখিব নোৱাৰি, কাৰণ যি যুগত পৃথিৱীৰ সুসভ্য জাতিবিলাকৰ সভ্যতাৰ পূৰ্ণ পয়োভৰ দেখা যায়, সেই সময়ত বৰ্বৰ জাতিবিলাকে সতীত্বহীনতাক এটা অতি ঘৃণনীয় দোষ বুলি ভাবিছিল আৰু সভ্য জাতিবিলাকে ইয়াক লঘু দোষ বুলি ভাবিছিল।

ষষ্ঠতে দেখা যায় যে স্বদেশ প্ৰেম সু-সভ্য জাতি বিলাকৰহে বেছি এনে নহয়। বৰ্বৰ জাতিবিলাকৰ ভিতৰত দেশপ্ৰেমৰ নিদৰ্শন বেছি উজ্জ্বলভাৱে পোৱা যায়। তদুপৰি দেশপ্ৰেমৰ নিদৰ্শনৰ দ্বাৰা সভ্যতা জুখিব নোৱাৰি। কাৰণ উদাৰ চৰিত্ৰ লোকৰ সমগ্ৰ বিশ্বই স্বদেশ।

গতিকে দেশৰ ধন-সম্পত্তি, জাক্-জমক্ চাক্‌চিক্য পৰিষ্কাৰ পৰিচ্ছন্নতা, ঈশ্বৰবিশ্বাস, শৌৰ্য-বীৰ্য, ইহকাল-পৰকাল চিন্তা, সতীত্ব বা দেশপ্ৰেমৰ নিদৰ্শনে সভ্যতাৰ পৰিচয় নিদিয়ে, নাইবা সভ্যতা উপাৰ্জন কৰাই মানৱ জীৱনৰ চৰম লক্ষ্য নহয়। মানৱ জীৱনৰ যি চৰম লক্ষ্য তাত উপনীত হ'বলৈ সভ্যতা এটা পন্থা মাথোন। সভ্যতা অকৃত্ৰিম বস্তু নহয়— কৃত্ৰিম। সুসভ্য আৰু অসভ্য জাতিবিলাকৰ জীৱন পদ্ধতি ৰিজাই চালে যি বৈপৰীত্ব দেখা যায় তাৰ পৰা বুজা যা যে সভ্যতা স্বাভাৱিক প্ৰগতিৰ ফল নহয়। মানৱ জাতিৰ পক্ষে সভ্যতাতকৈ উচ্চতৰ উন্নতি লাভ হৈছে ব্যক্তি চৈতন্য আৰু সমষ্টি চৈতন্যৰ (ব্যক্তি-আত্মা আৰু বিশ্ব-আত্মাৰ) জ্ঞান আৰু পৰিচয় লাভ কৰা। ই উপযুক্ত শিক্ষা আৰু সাধনাৰ দ্বাৰাহে সম্ভৱ হ'ব পাৰে।

ওপৰত উল্লেখ কৰা কথাখিনি ক্লাভ বৈলৰ 'সভ্যতা' নামক প্ৰবন্ধত পোৱা যায়। সমগ্ৰ জগতত সভ্যতাৰ নামত মানুহে সত্য আৰু অকৃত্ৰিম পৰমবস্তুৰ পৰা আঁতৰি আহিব লাগিছে।

সভ্যতা প্ৰকৃততে কাক বোলে? ক্লাইভ বেলে এই প্ৰশ্নৰ উত্তৰ পোন পটীয়াকৈ দিয়া নাই। তেওঁ কৈছে যে মানৱ উৎকৰ্ষ সাধনৰ বাবে সভ্যতা এটা পন্থা মাথোন।

এই সংজ্ঞাৰ লগত আমাৰ কোনো বিৰোধ নাই কাৰণ যি জন লোকৰ মানসিক উৎকৰ্ষ সাধন হয় সেইজন লোকৰ মনত সত্যৰ প্ৰতি সমাদৰ বাঢ়ি যায় আৰু সেইজন লোকে এই বিশ্বজগতৰ পৰিদৃশ্যমান সকলো বস্তু আৰু ঘটনা সত্যদৃষ্টিৰে বিচাৰ কৰিব পাৰে। যদি সত্যৰ অন্বেষণত সভ্যতা এটা পন্থা মাথোন বুলি স্বীকাৰ কৰি লোৱা হয়, তেন্তে সভ্যতা অৰ্জনৰ যি পদ্ধতি সেয়েই শিক্ষা পদ্ধতি।

এতিয়া আমাৰ বিচাৰ্য বিষয এয়ে যে সমগ্ৰ জগতত যি শিক্ষাপদ্ধতি চলি আছে সেই শিক্ষাপদ্ধতিয়ে মানৱ জাতিক কিমানখিনি সভ্য কৰি তুলিব পাৰিছে। আজিৰ যুগটো বিজ্ঞানৰ যুগ। আধুনিক বিজ্ঞানেই যদি সকলো ক্ষেত্ৰত আধিপত্য বিস্তাৰ কৰে, চন্দ্ৰ আৰু মঙ্গল গ্ৰহত অৱতৰণ কৰিবলৈ সমৰ্থ হয়, আণৱিক বোমাৰে গোটেই জগত নিমিষতে ধ্বংস কৰিব পাৰে, আৰু এই বিজ্ঞানৰ বলতে কোনো এটি জাতিয়ে সমগ্ৰ বিশ্বখনক নিজৰ অধীনলৈ আনিবলৈ সমৰ্থ হয়, তেতিয়া সেই জাতিটোক আটাইতকৈ সভ্য জাতি বুলি কোৱা হ'ব নে?

ৰাজনৈতিক মতবাদবোৰে সভ্যতাৰ পৰিচয় দিয়ে জানো? বহু অসভ্য জাতিৰ প্ৰশাসন কোনো এজন স্বেচ্ছাচাৰী শাসনকৰ্ত্তাৰ হাতত থকা দেখা যায় আৰু আন কিছুমান অসভ্য জাতিৰ প্ৰশাসন গণতান্ত্ৰিক পদ্ধতিত পৰিচালিত হোৱা দেখা যায়। যি কোনো প্ৰশাসনতে যদি জনসাধাৰণ শান্তিত বা অশান্তিত থকা দেখা যায় তেতিয়া ৰাজনৈতিক মতবাদৰ প্ৰাধান্যৰ ভিত্তিত সভ্যতাৰ পৰিচয় পোৱা নাযায়।

আজি আমি সভ্যতাৰ যিবোৰ লক্ষণ বুলি ভাবিছো আৰু সেই লক্ষণবোৰ উপাৰ্জনৰ বাটেদি যি গতি কৰিব লাগিছো সেইটো শুদ্ধ পন্থা হয় নে নহয়— সেইটো বিচাৰ কৰিবলগীয়া। বিজ্ঞানৰ প্ৰগতিয়ে আৰু ৰাজনৈতিক মতবাদে শক্তি সংগ্ৰহৰ প্ৰতিযোগিতা বঢ়াই মানৱ সমাজত অশান্তিৰ সৃষ্টি কৰিছে। এই কথা মানৱ জাতিয়ে উপলব্ধি কৰিবৰ সময় হ'ল।

ক্লাইভ বেলে এই কথা কবলৈ বিচাৰিছে যে আত্মচেতনা আৰু আত্মবিশ্লেষণৰ অভ্যাস গঠনৰ প্ৰচেষ্টাই সভ্যতাৰ পথত থিয় কৰায়। এয়ে প্ৰথম পদক্ষেপ, কাৰণ এই বুদ্ধি পশু জাতিৰ নাই আৰু অসভ্য জাতিবিলাকে আত্মসচেতনাৰ মাধ্যমত হে সভ্য হৈ উঠে।

আত্মসচেতনাই বিভিন্ন মানসিক অৱস্থা পৰীক্ষা-নিৰীক্ষা কৰি তুলনা মূলক ভাবে বিচাৰ কৰি মানুহক প্ৰত্যেক বস্তুৰ আৰু প্ৰত্যেক প্ৰকৃত ঘটনাৰ মূল্যবোধৰ জ্ঞান দিয়ে। প্ৰকৃত মূল্যবোধৰ জ্ঞান যেতিয়া গঢ়ি উঠে তেতিয়া বিবেক বুদ্ধি হয় আৰু নিৰ্মল বিবেক-বুদ্ধিৰ সহায়ত বিশ্ব চৈতন্যৰ সন্ধান পোৱা যায়। তেতিয়া ব্যক্তি আৰু জাতি সুসভ্য হৈ উঠে।

এই কথাৰ পৰা এইটো নিৰ্দ্ধাৰিত হয় যে শিক্ষা পদ্ধতিৰ গতিপথ হ'ব লাগিব আত্মসচেতনতা জগাই তোলাৰ পথেদি আৰু ব্যক্তিৰ বা জাতিৰ সভ্যতা গঢ়ি তুলিব লাগিব এই পথেদি।

এতিয়া এই কৰ্ত্তব্য কাৰ?

## অক্টোবৰ, ১৯৬৯

# চাৰিবছৰীয়া প্ৰাইমাৰী পাঠ্যক্ৰম

প্ৰাইমাৰী স্কুলত যি পাঠ্যক্ৰম চলি আছে সেই পাঠ্যক্ৰম পাঁচবছৰীয়া বুলি বহুতৰে ধাৰণা ; কিন্তু সেইটো নহয়, এই পাঠ্যক্ৰমো চাৰিবছৰীয়াহে। স্কুলীয়া বছৰৰ আৰম্ভতে ভৰ্ত্তি হোৱা যি কোনো এজন বুদ্ধিমান আৰু নিয়মিতৰূপে উপস্থিত থকা ছাত্ৰ বা ছাত্ৰীয়ে ক মান আৰু খ মানৰ বাবে নিৰূপিত পাঠ্যক্ৰম এবছৰতে শেষ কৰিব পাৰে। যি কোনো এজন বুদ্ধিমান ল'ৰা বা ছোৱালীৰ অৰ্থ হৈছে— সেই ল'ৰা বা ছোৱালীৰ বুদ্ধি বয়স অনুসাৰে যিমান হোৱা উচিত তাতকৈ কম নহয়। সেইবাবে চাৰিবছৰীয়া পাঠ্যক্ৰম কমাই নতুনকৈ কৰিবলৈ গ'লে শিক্ষাৰ মান উন্নীত নহৈ অধঃনীত হ'ব বুলিহে অনুমান হয়। প্ৰাইমাৰী খাপৰ শিক্ষা চাৰিবছৰতে শেষ কৰাৰ ব্যৱস্থা আগৰ পৰাই আছে। আমাৰ প্ৰচলিত পাঠ্যক্ৰমৰ শ্ৰেণী হিচাবে বিভাগ কৰোতে এই কথা স্পষ্টকৈ কোৱা আছে।

সাধাৰণতে 'বুদ্ধি' শব্দটোৱে কি বুজায়? বুদ্ধি শব্দটোৰ অৰ্থ দুই প্ৰকাৰৰে কৰা হয়। প্ৰথম অৰ্থ হৈছে— 'দীপ্তি' আৰু দ্বিতীয় অৰ্থ হৈছে— বয়স অনুসাৰে মানসিক উন্নতি (Brightness and Mental age)। "এই পাঁচবছৰীয়া ল'ৰাটো যথেষ্ট বুদ্ধিমান ; তাৰ বুদ্ধি এজন আঠবছৰীয়া ল'ৰাৰ সমান।" এই কথাষাৰে কি বুজায়? এই ল'ৰাজনৰ দীপ্তি বা মানসিক ঔজ্জ্বল্যৰ প্ৰকাশ তাৰ সমান বয়সৰ আন ল'ৰাতকৈ বেচি। গতিকে এই ক্ষেত্ৰত বুদ্ধিৰ অৰ্থ বয়সৰ অনুপাতত হে প্ৰকাশ হয়। আন কথাত বুদ্ধি বয়সসাপেক্ষ।

বুদ্ধিৰ সংজ্ঞা কেইবা প্ৰকাৰে দিয়া হয়। বুদ্ধি হৈছে— (১) কোনো এটা অভিনৱ বা নতুন পৰিস্থিতিত নিজকে খাপ খুৱাই ল'ব পৰা মানসিক সামৰ্থ্য। (২) উন্নত পৰ্য্যয়ৰ চিন্তাশীলতা বা মননকাৰিতা, বিশেষকৈ জটিল বা সহজে বুজিব নোৱাৰা বিষয়ে, আৰু (৩) শিক্ষা কৰিবৰ সামৰ্থ্য। শিক্ষানীতিয়ে এই তিনিও প্ৰকাৰ সংজ্ঞাকে স্বীকাৰ কৰি লৈছে আৰু পাঠ্যক্ৰম নিৰ্দ্ধাৰণতো ই বলবৎ থাকিব লাগিব। মানুহৰ বুদ্ধি জন্মৰ মুহূৰ্ত্তৰ পৰা বাঢ়িবলৈ ধৰে। শিক্ষাবিদ সকলে বুদ্ধিৰ মাপকাঠী আজিও নিশ্চয়কৈ নিৰ্ণয় কৰিব পৰা নাই, তথাপি তেওঁলোকে নানা প্ৰকাৰ বিচাৰ বিবেচনা আৰু পৰীক্ষাৰ দ্বাৰা স্থিৰ কৰিছে যে সাধাৰণতে মানুহৰ বুদ্ধি ১৬ বছৰ বয়সত পূৰ্ণভাৱে বৰ্দ্ধিত হয়। ১৬ বছৰৰ বয়স হোৱা এজন ল'ৰাতকৈ ২৫ বছৰীয়া বা তদুৰ্দ্ধ বয়সৰ ব্যক্তি এজন বেছি বুদ্ধিমান নহয় ; বেছি বুদ্ধিমান যেন দেখা যায় ব্যক্তিৰ বুদ্ধিৰ লগত অভিজ্ঞতাৰ সমন্বয় ঘটাত। সাধাৰণতে

স্বাভাৱিক বা নিয়মিত অৱস্থাত যি কোনো ব্যক্তিৰ বুদ্ধি ১৬ বছৰতে পূৰ্ণতা পায়। সাধাৰণ মানুহৰ বুদ্ধি তাৰ পাছত নাবাঢ়ে কিন্তু যিবিলাক অতি বুদ্ধিমান ব্যক্তি, তেওঁলোকৰ বুদ্ধি ২০ বছৰলৈকে বাঢ়ি থাকে। তাৰ পাচত নাবাঢ়ে। যিবিলাক সাধাৰণতকৈ কম বুদ্ধিৰ ব্যক্তি সেইবিলাকৰ বুদ্ধি ১৪ বছৰলৈকেহে বাঢ়ে।

মানুহৰ বয়সৰ গণনা কৰা হয় দিন-মাহ-বছৰ ধৰি। এতিয়া চাব লাগিব বয়সৰ লগে লগে মানসিক বুদ্ধি কি ক্ৰমত বাঢ়ে। বয়সৰ লগে লগে মানসিক বুদ্ধি সমানুপাতিক ভাবে বাঢ়ে বুলি ধৰি লোৱা ভুল হ'ব। ব্যতিক্ৰম আছে। ব্যতিক্ৰম আছে কাৰণে মানুহৰ এটা মানসিক বয়সো (**Mental age**) আছে। এতিয়া আকৌ চিন্তাৰ বিষয় হ'ল মানুহৰ সাধাৰণ বয়সৰ লগত এই মানসিক বয়সৰ সম্বন্ধ কি? শিক্ষাবিদ সকলে তাকো স্থিৰ কৰিছে।

এটি শিশুৰ বুদ্ধি ৪ বছৰ পাৰ হৈ কেইমাহমান যোৱাৰ পছত তাৰ মানসিক বয়স হয়— ৯ বছৰ। এইটোৱে সাধাৰণ নিয়ম। যাৰ বয়স ৯ বছৰ তাৰ মানসিক বয়স হয় ১৩ বছৰ। যৰ বয়স ১২ বছৰ তাৰ মানসিক বয়স হয় ১৫ বছৰ। যাৰ বয়স ১৬ বছৰ তাৰ মানসিক বয়স হয় ১৬ বছৰ।

এতিয়া চাওক—

| বয়স | মানসিক (বুদ্ধিৰ) বয়স |
|---|---|
| ৪$\frac{১}{২}$ বা অলপ কম | ৯ |
| ৯ | ১৩ |
| ১২ | ১৫ |
| ১৬ | ১৬ |

চাৰি বছৰৰ পাচত যি ক্ৰমত মানসিক (বুদ্ধিৰ) বয়স বাঢ়িছিল, সেই ক্ৰমৰ বৃদ্ধিত ভেটা পৰি আহিছে। ১৬ বছৰ বয়সৰ পাছত মানসিক বয়সৰ বৃদ্ধি বন্ধ হৈ গৈছে। অৰ্থাৎ বুদ্ধিয়ে পূৰ্ণতা লাভ কৰিছে।

যিবিলাক অতি বুদ্ধিমান ব্যক্তি তেওঁলোকৰ শৈশৱ কালৰ পৰা বয়স অনুসাৰে মানসিক (বুদ্ধিৰ) বয়স কি ক্ৰমত বাঢ়ে তাকো শিক্ষাবিদসকলে বিচাৰ কৰি চাইছে। তেওঁলোকৰ বয়স অনুসৰি মানসিক বুদ্ধি তলত দিয়া ক্ৰমত বাঢ়ে

| বয়স | মানসিক (বুদ্ধিৰ) বয়স (বছৰ হিচাপে সংখ্যা ধৰা হৈছে)· |
|---|---|
| ২$\frac{১}{৪}$ বছৰ | ৯ বছৰ |
| ৪$\frac{১}{৪}$ বছৰ | ১৩ বছৰ |
| ৯ বছৰ | ১৭ বছৰ |
| ১২ বছৰ | ১৮$\frac{১}{২}$ বছৰ |
| ১৬ বছৰ | ২১$\frac{১}{২}$ বছৰ |

২০ বছৰ ২২ বছৰ

সাধাৰণ বুদ্ধিৰ শিশুৰ ৪$\frac{১}{৪}$ বছৰত যিমানখিনি বুদ্ধি বাঢ়ে অতি বুদ্ধিমান শিশুৰ ২$\frac{১}{৪}$ বছৰ হয়সত সিমানখিনি বুদ্ধি বাঢ়ে (৯ বছৰ মানসিক বুদ্ধিৰ বয়স পায়)।

সাধাৰণ বুদ্ধিৰ ল'ৰা এজনৰ ১৬ বছৰ বয়সত মানসিক বুদ্ধিৰ বয়স হয় ১৬ আৰু অতি বুদ্ধিমান ল'ৰা এজনৰ হয় ২১$\frac{১}{২}$।

সাধাৰণ বুদ্ধিৰ ল'ৰা এজনৰ ১৬ বছৰ বয়সতে মানসিক বুদ্ধি বঢ়াৰ অন্ত পৰে কিন্তু অতি বুদ্ধিমান ল'ৰাজনৰ ২০ বছৰলৈ মানসিক বুদ্ধি বাঢ়ি থাকে।

এতিয়া কম বুদ্ধিমান ল'ৰাৰ মানসিক বুদ্ধি কেনেকৈ বাঢ়ে চাওক ঃ

| বয়স | মানসিক (বুদ্ধিৰ) বয়স | |
|---|---|---|
| ২$\frac{১}{৪}$ বছৰ | ২$\frac{১}{৪}$ বছৰ | |
| ৪$\frac{১}{৪}$ বছৰ | ৩$\frac{৩}{৪}$ বছৰ | |
| ৯ বছৰ | ৬$\frac{১}{২}$ বছৰ | |
| ১২ বছৰ | ৯ বছৰ | |
| ১৪ বছৰ | ১০ বছৰ | } বুদ্ধি বাঢ়িবলৈ এৰে।* |
| ১৬ বছৰ | ১০ বছৰ | |

আমাৰ প্ৰাইমাৰী স্কুলৰ ছাত্ৰবিলাক ৫ বছৰত ভৰ্ত্তি হ'ব লাগে। এই বয়সটো বিজ্ঞান সম্মত বয়স। এই বয়সত শিশুৰ স্বাধীন চিন্তাৰ বিকাশ আৰম্ভ হয়। আমাৰ দেশৰ শাস্ত্ৰবিলাকতো ৫ বছৰ বয়সৰ পৰা শিশুৰ ব্যক্তিত্ব গণ্য কৰা হৈছে। ৫ বছৰৰ পূৰ্বৰ অৱস্থাটো প্ৰকৃত শৈশৱ অৱস্থা (infancy)। মনোবিজ্ঞানবিদ শিক্ষাবিদসকলেও এই মতকে পোষণ কৰে।

এতিয়া ৫ বছৰৰ লগত প্ৰাইমাৰী স্কুলৰ শিক্ষাৰ কাল ৪ বছৰ যোগ দিলে শিশুৰ বয়স হয় ৯ বছৰ। এই বয়সত শিশুৰ (সৰ্বসাধাৰণ শিশুবিলাকৰ) মানসিক বুদ্ধিৰ বয়স সংখ্যা হয় ১৩। সাধাৰণ বুদ্ধিৰ ল'ৰা এজনে এম. এ. শ্ৰেণীত পঢ়িলেও মানসিক বুদ্ধিৰ বয়সৰ সংখ্যা তেওঁৰ মুঠ ১৬ হে হৈ থাকিব। আগতে সেইটো দেখুৱা হৈছে। ১৩ ৰ পৰা ১৬ লৈ মাত্ৰ ৩ সংখ্যাহে বাকী থাকে।

ইয়েই হৈছে মনোবৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু বুদ্ধিৰ মাপকাঠী। স্কুলৰ পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰোতে এই দৃষ্টিভঙ্গী নাথাকিলে পাঠ্যক্ৰম উপযুক্ত হৈ উঠিব নোৱাৰে।

আমাৰ প্ৰাইমাৰী স্কুল বিলাকৰ পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰোতে এই দৃষ্টিভঙ্গী আছিল বুলি আমাৰ অনুমান হয়। তাৰ এটি প্ৰধান কাৰণ লক্ষণীয় যে সাধাৰণ

* Vide Educational Psychology by Sandiford – Graph no 35, Page 148

বুদ্ধিৰ ল'ৰা এজনে ১২ বছৰ বয়সত মানসিক বুদ্ধিৰ বয়স সংখ্যা পায় ১৫। ১৬ হ'বলৈ ১ মাত্ৰাহে বাকী থাকে। প্ৰাইমাৰী স্কুলত ভৰ্ত্তি হয় ৫ বছৰত, প্ৰাইমাৰী স্কুলত পঢ়িব ৪ বছৰ (ক মান আৰু খ মান একে বছৰতে শেষ কৰি ; বৰ্ত্তমান কেৰিকুলাম চাই লওক) আৰু ৯ বছৰ বয়সত প্ৰাইমাৰী পাছ কৰি ছাত্ৰবৃত্তি স্কুলত ভৰ্ত্তি হ'ব আৰু তাত পঢ়িব তিনি বছৰ। ছাত্ৰবৃত্তি স্কুলৰ পাঠ্যক্ৰম ১২ বছৰ বয়সত শেষ কৰিব। ছাত্ৰবৃত্তি স্কুলৰ যি পাঠ্যক্ৰম (অঙ্ক, ভূগোল, বুৰঞ্জী, সাহিত্য, জ্যামিতি আৰু পৰিমিতি, ড্ৰয়িং আদি সহ) সেই পাঠ্যক্ৰমৰ শিক্ষা যেতিয়া সুন্দৰভাৱে হৈছিল, তেতিয়াৰ সেই শিক্ষিত লোকবিলাকৰ জ্ঞান কালক্ৰমত কিমান গভীৰ হৈ উঠিছিল তাৰ উদাহৰণ বহু আছে। নামাকৰণ কৰিবৰ আৱশ্যক নকৰে। আজি কালি প্ৰবেশিকা পৰীক্ষাৰ পাঠ্যক্ৰম যিমান গধূৰ কৰা হৈছে ১৬ বছৰ বয়সতে যিবিলাক ল'ৰাৰ মানসিক (বুদ্ধিৰ) বয়সৰ সংখ্যা ১৬ মাত্ৰা হে হয় (আৰু সৰ্ব্বসাধাৰণৰ এয়ে শেষ মাত্ৰা) সেইবিলাক ল'ৰাই ১২ বছৰ বয়সৰ পাছত (১৫ মাত্ৰা পাই যোৱাৰ পাছত) এই একমাত্ৰা বৃদ্ধিত কিমানখিনি পাঠ্যক্ৰম সহিব পাৰে সেইটো চিন্তাৰ বিষয়। আমাৰ ধাৰণা এই যে পূৰ্বে প্ৰৱেশিকা পৰীক্ষাৰ পাঠ্যক্ৰম ইমান গধূৰ নোহোৱাৰ প্ৰধান কাৰণ এইটো।

**শিক্ষাৰ মান উন্নত কৰাৰ উপায় কি?** শিক্ষাৰ মান উন্নয়ন কৰাৰ একমাত্ৰ উপায় হৈছে শিক্ষাদান কাৰ্য্যত নিপুণতা বঢ়োৱা। সামাজিক পৰিবেশত ল'ৰা-ছোৱালীবিলাকৰ মন অধ্যয়নতকৈ আন প্ৰকাৰ আমোদ-প্ৰমোদত ব্যস্ত থাকে। প্ৰশাসনীয় ব্যৱস্থাতো অধ্যয়নৰ পৰা মন আঁতৰ কৰাৰ ব্যৱস্থা কৰা হৈছে। আজি কালিৰ শিশুসকলে স্বাভাৱিক পৰিস্থিতিত বহুকথা এনেয়ে জানে। আগৰ শিশুসকলতকৈ সেই হিচাবে এতিয়া শিক্ষা দিয়া উজু হে হৈছে। তথাপি মান উন্নয়ন নোহোৱাৰ কাৰণ হৈছে শিক্ষাদানৰ নিপুণতা কমি যোৱাটো।

ওপৰত কোৱা কথাখিনিৰ পৰা এইটো ধৰি ল'ব নালাগে যে বুদ্ধিৰ বৰ্দ্ধনৰ গতি নিশ্চয় ভাৱে স্থিৰীকৃত হৈছে নাইবা এজন ৪০ বছৰীয়া লোকে ১৬ বছৰীয়া বালক এটিতকৈ বেছি নাজানে। পূৰ্বে কোৱা হৈছে বুদ্ধিৰ পৰীক্ষাত শিক্ষাবিদসকল স্থিৰ সিদ্ধান্তত এতিয়াও আহিব পৰা নাই ; কিন্তু যিবিলাক পৰীক্ষা শিক্ষাবিদসকলে চলাইছে তাৰ ফল এইদৰেই পাইছে আৰু তেওঁলোক স্বীকাৰ কৰিছে যে মানুহৰ বয়স বঢ়াৰ লগে লগে বিভিন্ন বয়সৰ স্তৰত বুদ্ধিৰ পৰিবৰ্দ্ধন আৰু পৰিপক্কতা কি নিয়মে হয় নাইবা প্ৰকৃততে কিমান স্বভাৱিক বয়সত বুদ্ধিয়ে পৰিপক্কতা লাভ কৰে সেইটো কথা এতিয়াও তেওঁলোকে জনা নাই। আমি যেনেকৈ ভাবো যে বুদ্ধি ক্ৰমাগত বৃদ্ধি হৈ থাকে মৃত্যুৰ সময়লৈকে, বহু শিক্ষাবিদেও সেইদৰে ভাবে ; কিন্তু আন ফালে পৰীক্ষা নিৰীক্ষাৰ পৰা দেখা গৈছে যে বেছি বুদ্ধিমান ল'ৰা-ছোৱালীৰ বুদ্ধি বেছি সোনকালে বাঢ়ি যায় আৰু বুদ্ধিৰ পৰিমাণ

কোনো এটা বয়সৰ সময়ৰ পাছত একেদৰে থাকে। বুদ্ধি পৰিপক্ক হোৱাৰ পাছত কি হয়, তাকো ঠিৰাংকৈ তেওঁলোকে কব পৰা নাই।

কিন্তু পাঠ্যক্ৰম স্থিৰ কৰিবৰ সময়ত শিক্ষাবিদ সকলে বুদ্ধিৰ প্ৰাখৰ্য্য আৰু বুদ্ধি বৃদ্ধিৰ গতিবেগ যিদৰে নিৰ্দ্ধাৰণ কৰিছে তাৰে ওপৰত নিৰ্ভৰ কৰিব লাগিব। ·সেই নিৰ্ভৰতাৰ ওপৰত আমি ক'ব লাগিব যে ৯ বছৰ বয়সৰ পৰা ১২ বছৰ বয়সৰ ভিতৰত যিখিনি শিক্ষা দিয়া হয় সেই শিক্ষা আধৰুৱা ভাৱে দিলে নহ'ব আৰু বুদ্ধিৰ পৰিমাণ অনুপাতে কমকৈ শিকালেও নহব। কাৰণ ১২ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰত বুদ্ধিৰ বৃদ্ধি বেগৰ গতি ৯ বছৰৰ পৰা ১২ বছৰৰ ভিতৰত হোৱা গতিবেগতকৈ কম হৈ হৈ গৈ ১৬ বছৰৰ পাছৰ পৰা একেদৰে থাকে। গতিকে যদিহে আমি আটাইবিলাক ল'ৰা-ছোৱালীকে বিশ্ববিদ্যালয়লৈ যোৱাটো কামনা নকৰো, এই ১৬ বছৰৰ ভিতৰতে সিহঁতৰ শিক্ষাৰ এটা সম্পূৰ্ণ গঢ় দিব লাগিব। সেইবাবে ৫ বছৰ বয়সৰ পৰা ১৬ বছৰ বয়সৰ ভিতৰত (এই ১১ বছৰৰ ভিতৰত) সাধাৰণ ল'ৰা-ছোৱালীৰ শিক্ষা সম্পূৰ্ণ হ'ব লাগিব আৰু এই সময়ৰ ভিতৰতে প্ৰত্যেকজন শিক্ষাৰ্থী কৰ্মঠ, স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ বাবে সমৰ্থ, চৰিত্ৰ বলত বলীয়ান আৰু জাতীয় আৰু সামাজিক জীৱনত পূৰ্ণ নাগৰিকত্ব প্ৰাপ্ত হ'ব লাগিব। প্ৰাইমাৰী খাপৰ পৰা পাৰ হৈ যোৱাৰ পাছত যি পাঠ্যক্ৰমত ল'ৰা-ছোৱালীবোৰ শিক্ষিত হ'ব লাগিব সেই পাঠ্যক্ৰম এতিয়াও উদ্ভাৱিত নোহোৱাত নাইবা এই সমস্যাটো শিক্ষাবিদ আৰু শাসক মণ্ডলীয়ে ভালদৰে গমি পিতি নোচোৱাত দেশৰ শিক্ষিত নিবনুৱাৰ সমস্যা বাঢ়ি গৈছে। পূৰ্ব্বৰ পাঠ্যক্ৰমৰ আৰ্হিলৈ কেৱল বছৰ ভাগ কৰি শিক্ষাৰ পুনৰ্গঠন কৰিলে প্ৰকৃত লাভ একো নহ্‌ব। এইটো এটা বিৰাট সমস্যা, সেইবাবে আমাৰ দৃঢ়মত এই যে প্ৰাইমাৰী খাপৰ পাঠ্যক্ৰমত হস্তক্ষেপ নকৰি, শিক্ষাদানৰ নিপুণতা অৰ্জনত বেচি মনোযোগ দিব লাগে। অঙ্ক, সাহিত্যতে কেৱল জোৰ দিলে নহ'ব, ছবি অঁকা, হাতৰ কাম, ড্ৰিল আদি প্ৰত্যেক বিষয়তে সমানে জোৰ দিব লাগিব। প্ৰাইমাৰী খাপৰ পাছত ৪ৰ্থ মানৰ পৰা নৱম মানলৈ এই ছয় বছৰৰ পাঠ্যক্ৰম (বৰ্ত্তমান সংগঠনৰ নীতি অনুসাৰে— দহবছৰীয়া পাঠ্যক্ৰম যুগুত কৰা ক্ষেত্ৰত) সম্পূৰ্ণ পৰিবৰ্ত্তন কৰি শিক্ষা কৰ্ম-কেন্দ্ৰিক পথেদি গঢ়ি তুলিব লাগিব।●

৫-৬-৬৯

# ৰাষ্ট্ৰীয় শিক্ষা-নীতি বনাম ৰাজ্যিক শিক্ষা-নীতি

অকল ভাৰতবৰ্ষতেই নহয়, সমগ্ৰ পৃথিৱীতে শিক্ষাৰ সমস্যা ক্ৰমে জটিল হৈ যাবলৈ ধৰিছে। বৰ্তমান পদ্ধতিৰ শিক্ষাই মানৱ-জীৱনৰ সমস্যাসমূহ সমাধান কৰিব পৰা নাই। সেয়েহে মানুহে আজি পথ নেদেখা হৈছে। পাৰ্থিব ভোগ-বিলাসে কাকো শান্তি দিব পৰা নাই আৰু সেয়ে পাৰ্থিব ভোগ-বিলাসৰ পৰা আঁতৰি আহি কেনেকৈ শান্তি পাব পাৰি সেইটো এতিয়া পাশ্চাত্য দেশৰ বহুলোকৰে চিন্তা আৰু গৱেষণাৰ বিষয় হৈ পৰিছে।

ভাৰতীয় সমস্যা যাইকৈ তিনি প্ৰকাৰৰ হৈছে— যেনে (১) বৃটিছ যুগৰ প্ৰৱৰ্তিত শিক্ষাৰ পৰা কেনেকৈ মুক্ত হোৱা যায়, (২) দেশৰ অৰ্থনৈতিক স্বচ্ছলতাৰ বিধান কৰি জাতীয় চৰিত্ৰ কেনেকৈ মহত্তৰ কৰি তুলিব পৰা যায় আৰু (৩) দেশৰ ঐতিহ্য আৰু সংস্কৃতি কেনেকৈ ৰক্ষা কৰা যায়।

বৃটিছ যুগত দেশ শাসনৰ সুবিধাৰ বাবে দেশীয় লোকৰ সাহায্যৰ আৱশ্যক আছিল আৰু সেই বাবে বৃটিছে ইংৰাজী শিক্ষাৰ প্ৰচলন কৰি ইংলেণ্ডৰ লগত ভাৰতবৰ্ষৰ এটি যোগসূত্ৰ যেনেকৈ স্থাপন কৰিছিল সেইদৰে দেশীয় লোকক প্ৰশাসনীয় চাকৰি দি দেশ শাসনৰ সুবিধা কৰি লৈছিল। দেশৰ অৰ্থনৈতিক অৱস্থা উন্নত হওক এনে উদ্দেশ্যে সেই শিক্ষা-পদ্ধতিত নাছিল। বৰঞ্চ ব্যৱসায়ী বৃটিছ জাতিৰ ব্যৱসায় বৃদ্ধিৰ বাবে দেশৰ কুটীৰ শিল্পৰ ধ্বংস সাধন কৰিছিল। চাকৰিয়াল সৃষ্টি কৰাৰ উদ্দেশ্যে গৃহীত শিক্ষানীতিয়ে ভাৰতীয় জাতিটোৰ চাকৰি মনোবৃত্তি গঠন কৰি পেলালে। আজি স্বাধীনতা পাবৰ একৈশ বছৰ হৈ গ'ল ; কিন্তু আমাৰ মাজৰ পৰা শিক্ষাই চাকৰিৰ মনোবৃত্তি এতিয়াও দূৰীভূত কৰিব পৰা নাই।

শিক্ষাই চাকৰিৰ মনোবৃত্তি দূৰীভূত কৰিব নোৱাৰাৰ প্ৰধান কাৰণ হৈছে যে আমাৰ শিক্ষাই স্বাধীন ভাবে জীৱিকা নিৰ্বাহৰ পন্থা দিব পৰা নাই। যিবিলাক ঔদ্যোগিক শিক্ষানুষ্ঠান পতা হৈছে, তাৰ পৰা পাছ কৰি অহা যুৱকসকলেও চাকৰিহে বিচাৰে। স্বাধীনভাৱে জীৱিকা অৰ্জনৰ ক্ষেত্ৰও নাপায় আৰু মনোবৃত্তিও গঢ়ি ল'ব নোৱাৰে। দেশৰ অৰ্থনৈতিক সমস্যা সমাধানৰ ক্ষেত্ৰত স্বাধীনভাৱে জীৱিকা অৰ্জনৰ পথ প্ৰত্যেকজন ব্যক্তিয়ে পাব লাগিব আৰু জাতিৰ অন্তৰ্নিহিত শক্তিসমূহৰ পূৰ্ণ বিকাশ যাতে হ'ব পাৰে তাৰ বাবে সা-সুবিধা প্ৰত্যেক ব্যক্তিয়ে পাব লাগিব। এইটো কৰিবলৈ হ'লে ব্যক্তিয়ে স্বাধীনভাৱে দেশৰ কুটীৰ শিল্পৰ

উদ্ধাৰৰ পথ পাব লাগিব। যান্ত্ৰিক শিল্পই সেই পথ দিব নোৱাৰে। যান্ত্ৰিক শিল্পৰ অনুষ্ঠানত ব্যক্তিৰ নিয়োগৰ সংখ্যা পৰিমিত আৰু সেই বাবে আজি দেশত বহুতো ইঞ্জিনীয়াৰৰ নিয়োগৰ পথ নোহোৱা হৈছে। এই ইঞ্জিনীয়াৰসকলৰ স্বাধীন মনোবৃত্তি গঢ়ি নুঠাত আৰু স্বাধীন ব্যৱসায় চলাবৰ সা-সুবিধা দেশত নথকাত আৰু কুটীৰ শিল্প উদ্ধাৰৰ পথেদি প্ৰশিক্ষণ নোপোৱাত এই অচল অৱস্থাৰ সৃষ্টি হৈছে। এই নিবনুৱা ইঞ্জিনীয়াৰসকলে নিজে নিজে কেনেকৈ নিজক কৰ্মত নিযুক্ত কৰিব পাৰে তাৰ বাবে প্ৰত্যেকজন ইঞ্জিনীয়াৰে সেই মনোবৃত্তি গঢ়ি ল'ব লাগিব আৰু চৰকাৰেও সেই ক্ষেত্ৰ উন্মুক্ত কৰিবৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিব লাগিব।

মানুহৰ জীৱন যাত্ৰাৰ সমস্যা হৈছে অন্ন-বস্ত্ৰৰ সংস্থান, বাসগৃহ নিৰ্মাণৰ সঙ্গতি আৰু মানসিক শান্তি স্থাপন। তাৰ বাবে লাগিব কৃষি পদ্ধতিৰ উন্নয়ন বয়ন শিল্পৰ উন্নয়ন আৰু চিত্ৰবিদ্যা, সঙ্গীতবিদ্যা, স্থাপত্য শিল্প আদিৰ উন্নয়ন। শিক্ষা পদ্ধতিও সেইদৰে নিৰ্ণীত হ'ব লাগিব। কৃষিজাত দ্ৰব্যই অন্য সমস্যা সমাধান কৰিব লাগিব। বয়ন শিল্পই বস্ত্ৰ সমস্যা সমাধান কৰিব লাগিব, বাসগৃহ নিৰ্মাণৰ বাবে দেশত গৃহ নিৰ্মাণৰ দ্ৰব্যৰ উৎপাদনৰ ব্যৱস্থা কৰিব লাগিব আৰু মানসিক শান্তি স্থাপনৰ বাবে সামাজিক জীৱন-যাপনৰ নৈতিকতা আৰু ব্যক্তি জীৱন-যাপনৰ বাবে আধ্যাত্মিকতা উপাৰ্জনৰ পন্থা শিক্ষা পদ্ধতিত নিহিত থাকিব লাগিব। শিক্ষাৰ উদ্দেশ্য নিৰ্দ্ধাৰণ কৰিহে ৰাষ্ট্ৰীয় শিক্ষানীতি নিৰ্ণয় কৰিব লাগিব। বৃটিছ যুগৰ শিক্ষা-নীতিত এইবোৰ উদ্দেশ্য নিহিত থকা নাছিল ; কিন্তু বৃটিছ যুগৰ শিক্ষা নীতিৰ ভিত্তিত আমি আমাৰ সমুখত উপস্থিত হোৱা সমস্যাবোৰ সমাধান কৰিবলৈ যত্নবান হৈছোঁ। যেনে, পূৰ্বৰ ধৰণে স্কুল-কলেজবোৰ চলাই থাকি আমি ত্ৰৈভাষিক সূত্ৰ ৰূপায়িত কৰিবলৈ যত্নবান হৈছোঁ। ত্ৰৈভাষিসূত্ৰ সমাধানৰ ক্ষেত্ৰত যদি দেশৰ কোনো ফালৰ পৰা কোনো বিৰোধিতা পোৱা নাযায়ো, তথাপিতো দেশৰ শিক্ষা-নীতি সম্পূৰ্ণনাঙ্গ হৈ নুঠে ; কাৰণ অৰ্থনৈতিক সমস্যা সমাধানৰ আৰু জাতীয় চৰিত্ৰ উন্নয়নৰ কোনো নীতি বৰ্তমান প্ৰচলিত শিক্ষা পদ্ধতিত নাই।

দেশৰ বৰ্তমান পৰিস্থিতি চাই ভৱিষ্যত উন্নতি বিধানৰ অৰ্থে জাতীয় বা ৰাষ্ট্ৰীয় শিক্ষা নীতি স্থিৰ কৰাটোৱেই হৈছে ৰাষ্ট্ৰৰ প্ৰধান কৰ্তব্য। বৰ্তমান পৰিস্থিতিত দেখা গৈছে যে নিবনুৱা সমস্যা সমাধান আৰু জাতীয় চৰিত্ৰৰ উন্নতি সাধন কৰাই হৈছে জাতিৰ সমুখত দেখা দিয়া প্ৰধান সমস্যা। ত্ৰৈভাষিক সূত্ৰৰ সমস্যাৰ সমাধানে জাতীয় উন্নতিৰ ক্ষেত্ৰত যথেষ্ট বৰঙণি যোগাব নোৱাৰিব ; কাৰণ অন্য সমস্যা সমাধানৰ ব্যৱস্থা সেই শিক্ষানীতিত নাই। যান্ত্ৰিক শিল্প প্ৰতিষ্ঠানবোৰে কুটীৰ শিল্পৰ উন্নতিত সহায় নকৰে বৰঞ্চ বাধাহে দিয়ে।

এইটো স্বীকাৰ কৰিব লাগিব যে আদৰ্শগতভাৱে শিক্ষাৰ লক্ষ্য স্থিৰ কৰা যিমান সহজ, বাস্তৱ ক্ষেত্ৰত কাৰ্যত তাক ৰূপায়িত কৰি তোলা সিমান সহজ

নহয়। বৰ্তমান শিক্ষা-নীতিত ভাষা-সাহিত্য শিক্ষা দিয়াৰ মাধ্যমত মানসিক চৰ্চাৰ প্ৰতি যিমান গুৰুত্ব দিয়া হৈছে কৰ্মপ্ৰৱণতা বঢ়াবৰ বাবে কোনো কাৰ্যকৰী পন্থা গৃহীত হোৱা নাই। আকৌ মানসিক চৰ্চাৰ ভিতৰতো সমাজ জীৱন-যাপনৰ বাবে উপযুক্ত অভ্যাস গঠন বা ব্যক্তি জীৱন-যাপনৰ বাবে আধ্যাত্মিকতা উপাৰ্জনৰ উপযোগী শিক্ষা দানৰ ব্যৱস্থা নাই। সেইবাবে যুৱশক্তি আজি আন্দোলনমুখী আৰু উচ্ছৃঙ্খল স্বভাৱাপন্ন হৈ পৰিছে। যুৱশক্তি কৰ্মহীন আৰু কৰ্মবিমুখ হৈ পৰিছে। যুৱশক্তিয়ে কৰ্মৰ ক্ষেত্ৰ বিচাৰি পোৱা নাই। এফালে সংৰক্ষণশীল, প্ৰতিক্ৰিয়াশীল আৰু স্বাৰ্থবাদী সমাজৰ আৰু অন্যফালে প্ৰশাসনীয় নীতিৰ প্ৰতিবন্ধকতাই যুৱশক্তিক প্ৰগতিশীল পথত সদায় বাধা আৰোপ কৰি আহিছে। কোনো কোনো কৰ্ম মহৎ আৰু কোনো কোনো কৰ্ম হীন এনে ধৰণৰ মনোভাব সমাজত তিষ্ঠি থকাকেই আমি সামাজিক সংৰক্ষণশীলতা আৰু প্ৰতিক্ৰিয়াশীলতা বুলি কৈছোঁ। কৰ্মৰ প্ৰতি এনে প্ৰকাৰ হেয় মনোভাৱে জাতিৰ অন্যায় সাধন কৰিছে। অস্পৃশ্যতা বৰ্জনৰ আন্দোলনেও কৰ্মৰ মৰ্যাদাৰ শিক্ষা দিব পৰা নাই। কোনো লোকে স্বাধীনভাৱে কিবা কৰিব খুজিলেও প্ৰশাসনীয় নীতিৰ মাজেদি বাট বোলোতে আধাখিনি উৎসাহ কমি যায় আৰু যেতিয়াৰ কাম তেতিয়াই কৰিব নোৱাৰা বাবে বাকীখিনি উৎসাহ বিলম্বিত কালে হৰণ কৰি লৈ যায়। আন দেশত কোনো এটি শিল্প অনুষ্ঠান গঢ়ি তোলোতে দুবছৰ সময় লাগে ; কিন্তু আমাৰ দেশত শিল্প অনুষ্ঠান গঢ়ি তুলিবৰ অনুমতি পাবলৈকে দুবছৰ সময় লাগে আৰু তাকো যদিহে পোৱা যায়। সেইবাবে আমি কৈছোঁ যে যুৱশক্তিয়ে কৰ্মৰ ক্ষেত্ৰ পোৱা নাই। যুৱশক্তিৰ বাবে কৰ্মক্ষেত্ৰ উন্মুক্ত কৰিব লাগিব। ছাত্ৰ সমাজৰ উচ্ছৃঙ্খলতা নিয়ন্ত্ৰিত কৰিবৰ একমাত্ৰ উপায় সেইটোৱেই। যিবিলাক ছাত্ৰ-ছাত্ৰী বি. এ., এম-এ পাছ কৰি ওলাইছে আৰু যিবিলাক ছাত্ৰ-ছাত্ৰী প্ৰৱেশিকা পৰীক্ষাৰ পৰা আৰম্ভ কৰি এম-এ মহলালৈকে অকৃতকাৰ্য হৈ আছে সেইবিলাকৰ সংখ্যা নিচেই তাকৰ নহয় আৰু বছৰি বছৰি সংখ্যা বৃদ্ধি হৈ আছে। এইবিলাকৰ বাবে বিকল্প পন্থা দেশত একো নাই। এইবিলাকক কৰ্মত নিয়োজিত কৰাটোৱেই হৈছে ৰাষ্ট্ৰৰ কৰ্তব্য। যুৱশক্তিৰ এই অপচয় নিৰোধ কৰি প্ৰকৃত পথত নিয়োজিত কৰিব পাৰিলেহে দেশৰ সম্পদ বাঢ়িব। এক কথাত ক'ব লাগিলে যি শিক্ষাই শিক্ষিত লোকক কৰ্ম বিমুখ কৰি একমাত্ৰ চাকৰিৰ বাবে লালায়িত কৰি তুলিছে, সেই শিক্ষাৰ গতি নিয়ন্ত্ৰিত কৰি সেইবিলাকক কৰ্মত নিয়োজিত কৰিবৰ ব্যৱস্থা কৰিব লাগিব। উপায় উদ্ভাৱন কৰিব লাগিব। ই শিক্ষা-নীতিৰ অন্তৰ্ভুক্ত কথা। চৰকাৰে বাইজৰ ফালৰ পৰা এই বিষয়ে সহযোগিতামুলক পৰামৰ্শ পাব লাগিব আৰু ৰাইজেও চৰকাৰৰ পৰা সেই উদ্দেশ্য সাধনৰ যত্ন প্ৰচেষ্টাৰ লক্ষণ দেখা পাব লাগিব। ভৱিষ্যৎ বংশধৰসকলৰ বাবে কৰ্ম-কেন্দ্ৰিক শিক্ষা-নীতি গ্ৰহণ কৰিবই লাগিব।

অৰ্থনৈতিক সমস্যাটো একমাত্ৰ ক্ষমতাপ্ৰাপ্ত ৰাজনৈতিক দলৰেই সমস্যা নহয়, ই সমগ্ৰ জাতিটোৰ এটা জীৱন মৰণৰ সমস্যা। এই সমস্যাৰ গুৰুত্ব বুজি সকলোবিলাক ৰাজনৈতিক দল একমত হোৱাৰ আৱশ্যকতা আহি পৰিছে ; কাৰণ বিৰোধী দলৰ লোকৰ হাতত ক্ষমতা পৰিলেও একে সমস্যাৰ সন্মুখীন হ'ব লাগিব। সৰ্বদলীয় সন্মতি থাকিলে আৰু চৰকাৰে সেই নীতি গ্ৰহণ কৰিলে ৰাষ্ট্ৰীয় জীৱনত শিক্ষা সমস্যা, নিবনুৱা সমস্যা আৰু অৰ্থনৈতিক সমস্যা ক্ৰমে ক্ৰমে সমাধানৰ পথেদি গতি কৰিব।

স্থাপত্য-বিদ্যা শিক্ষাৰ অনুষ্ঠান যদি দেশত গঢ়ি উঠে যুৱশক্তি নিয়োজিত কৰাৰ পন্থা এটি উন্মুক্ত হয়, দেশৰ মঠ-মন্দিৰ নিৰ্মাণৰ কাৰুকাৰ্যৰ শিক্ষা যেনেকৈ হয়, তেনেকৈ দেশৰ ঐতিহ্য ৰক্ষাৰ পথো উন্মুক্ত হয়। নিবনুৱা সমস্যাৰো আংশিক সমাধান হয়। সেইদৰে কুটীৰ শিল্প শিক্ষাৰ অনুষ্ঠানো দেশত সৰহকৈ গঢ়ি উঠিব লাগে।

নাট্যশালাবিলাকৰ মাধ্যমত দেশৰ সাংস্কৃতিক জীৱনৰ আদৰ্শ গঢ়ি তুলিব পাৰি। নৃত্য-গীতবিলাকে ব্যক্তিৰ আৰু সমাজৰ সাংস্কৃতিক জীৱনৰ আৰু আনন্দ উপলব্ধিৰ পন্থা নিৰ্দেশ কৰে ; কিন্তু নৃত্য-গীতবিলাকে, দৃশ্যকাব্যবিলাকে আৰু চলচ্ছিত্ৰ আৰু ছায়াচিত্ৰ বিলাকে আধ্যাত্মিক শক্তিবৰ্দ্ধনৰ পন্থা নিৰ্দেশ কৰা হে প্ৰধান উদ্দেশ্য বুলি ধৰি ল'ব লাগে। জাতীয়তা গঠনত এই পন্থাই মূল্যবান বৰঙণি যোগায়, দেশৰ ঐতিহ্য ৰক্ষাত সহায় কৰে আৰু অতীত বুৰঞ্জী অধ্যয়নত সহায় কৰে। ভাৰতবৰ্ষৰ পৰাধীন যুগত অতীত বুৰঞ্জী নানা প্ৰকাৰে বিকৃত হৈছে। নাট্যশালাবিলাকৰ মাধ্যমত বিকৃত বুৰঞ্জী ধ্বংস কৰি প্ৰকৃত-তথ্য প্ৰকাশ কৰিব পাৰি। পাশ্চাত্য ৰীতি-অনুকৰণ নকৰি ভাৰতীয় কৃষ্টি-সংস্কৃতি আৰু ঐতিহ্যৰ ভিত্তিত এই অনুষ্ঠানবোৰ গঢ়ি তুলিব লাগে। ৰাষ্ট্ৰীয় শিক্ষানীতিত এইবোৰ কথা অন্তৰ্ভুক্ত হ'ব লাগে।

বৰ্তমান শিক্ষা-নীতিৰ দোষবোৰৰ পৰা মুক্ত হ'বলৈ দেশৰ মনীষীসকলে ৰাষ্ট্ৰীয় শিক্ষানীতি নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত এই পথেদি গতি কৰিলেহে জাতীয় জীৱনৰ সমস্যা সমাধানৰ পথ পোৱা যাব আৰু ৰাষ্ট্ৰীয় জীৱনৰ সংহতি ৰক্ষিত হ'ব। শিক্ষা, সংস্কৃতি আৰু অৰ্থনৈতিক সমস্যাৰ ক্ষেত্ৰৰ পৰা দলীয় ৰাজনীতিৰ অবাঞ্ছিত প্ৰভাৱ আঁতৰ কৰি সকলোবিলাক দলে কেনেকৈ একমত হ'ব পাৰে তাৰ উপায় উদ্ভাৱনৰ চেষ্টা কৰা নিতান্ত যুগুত।

দেশৰ মনীষীসকলক উপদেশ দিবৰ ধৃষ্টতা আমাৰ নাই। আমাৰ চিন্তাৰ গতি কোনফালে ঢাল লৈছে তাৰেহে এটি আলোচনা কৰা হৈছে। বিকৃত শিক্ষা-নীতি প্ৰকৃত পথে গতি কৰক সেয়ে আমাৰ মূল কথা। দেশৰ মনীষীসকলৰ প্ৰতি ই এক আবেদন মাথোন। দেশ হিতৈষী-স্বদেশ প্ৰেমিকসকলে শিক্ষা-নীতি

নির্দ্ধাৰণত গুৰুত্ব দি দেশৰ ভৱিষ্যাত উন্নতি-সাধনত যত্নপৰ হোৱা উচিত। শিক্ষাবিদ আৰু শিক্ষাব্রতী লোকসকলে আলোচনাচক্র আৰু অধ্যয়নচক্র আদি পাতি এই বিষয়ে গুৰুত্ব দিয়া উচিত যাতে প্রকৃত জনমত গঠিত হয়।

গতানুগতিকভাৱে নতুন নতুন হাইস্কুল, নতুন নতুন কলেজ খুলিব নালাগে বুলি চিঞৰি থাকিলে নহ'ব, আন কি আইন প্রণয়ন কৰিও বন্ধ কৰিব পৰা নাযাব; কাৰণ দেশত বিকল্প ব্যৱস্থা যথেষ্ট পৰিমাণে নাই। দেশত চলি থকা হাইস্কুলবিলাকত কেনেকৈ কুটীৰ শিল্প শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব পাৰি তাৰে চিন্তা কৰিব লাগিব। হাইস্কুলবিলাক বর্তমানৰ পদ্ধতিত চলাই থাকি কুটিৰ-শিল্পৰ বিভিন্ন স্কুল পাতিলেও নহ'ব, কাৰণ চাকৰি মনোবৃত্তি লৈ হাইস্কুলবিলাকত ছাত্র-ছাত্রীয়ে পঢ়ে। হাইস্কুলবিলাক কুটীৰ শিল্পৰ অনুষ্ঠানত পৰিণত কৰি শিল্প-শিক্ষাৰ প্রাধান্য বঢ়াই ভাষা সাহিত্য শিক্ষাৰ প্রাধান্য দৃশ্যতঃ কমাব লাগিব। হস্ত-শিল্পৰ মাধ্যমত যথাযুক্ত সময়ত আৰু যথাযুক্ত ক্ষেত্রত ভাষা, সাহিত্য, বুৰঞ্জী, ভূগোল শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব। গান্ধীজী পৰিকল্পিত বুনিয়াদী শিক্ষাৰ মূল নীতি এয়ে আছিল। সেই পথেদি জাতীয় শিক্ষা পৰিচালিত কৰিব লাগিব।

শিক্ষা-ৰাজ্যিক বিষয়। ভাৰত চৰকাৰৰ নীতিলৈ অপেক্ষা নকৰি যি কোনো ৰাজ্যই শিক্ষানীতি পৰিৱৰ্তিত কৰিব পাৰে। কামৰ ভিতৰতে থকা শিক্ষাবিদ আৰু শিক্ষাব্রতীসকলৰ আয়োগ গঠন কৰি এই বিষয়ে আলোচনা পৰামর্শ কৰা উচিত। ছাত্রৰ উচ্ছৃঙ্খলতা দমনত শতকৰা ৫০ ভাগ বৰঙণি এই ব্যৱস্থাই যোগাব। বর্তমান শিক্ষাপদ্ধতিত বাঢ়ি থকা নিবনুৱা সমস্যাৰ জটিলতাও এই ব্যৱস্থাই কমাই আনিব। চৰকাৰৰ মনোভাৱ পৰিবর্তনৰহে আৱশ্যক বেছি এই ক্ষেত্রত।●

৬/৬/৬৯— অসম বাণী

## ১২-৬৯

# শিক্ষাৰ বৰ্ত্তমান সমস্যা আৰু তাৰ প্ৰতিকাৰ

**(Assam Educational Review, Dec, 1969 অত প্ৰকাশিত)**

আমাৰ দেশত শিক্ষাৰ ক্ষেত্ৰত প্ৰধানকৈ দুই প্ৰকাৰ সমস্যাই দেখা দিছে। বৰ্ত্তমান প্ৰচলিত শিক্ষাই দেশৰ মঙ্গল সাধন কৰিব পৰা নাই, জাতিৰ চাহিদা পূৰণ কৰিব পৰা নাই আৰু শিক্ষাৰ মূল উদ্দেশ্য জাতিৰ চৰিত্ৰ গঠনত সহায় কৰিব পৰা নাই; গতিকে ইয়াৰ পৰিবৰ্ত্তন আৱশ্যক এয়ে প্ৰথম সমস্যা। মানুহৰ অন্তৰত নিহিত থকা সৎপ্ৰবৃত্তিবোৰৰ পূৰ্ণ বিকাশ আৰু অসৎ প্ৰবৃত্তিবোৰৰ অৱদমন, সমূলে বিনাশ — শিক্ষাৰ প্ৰধান লক্ষ্য। আন কথাত ক'ব লাগিলে শিক্ষাই মানুহক নৈতিকতা শিক্ষা দিব লাগে অৰ্থাৎ শিক্ষিত ব্যক্তি সচ্চৰিত্ৰ হ'ব লাগে। নৈতিকতাৰ শিক্ষা বা চৰিত্ৰ গঠন শিক্ষাৰ প্ৰধানতম লক্ষ্য। বৰ্ত্তমান সময়ত আমাৰ চকুৰ আগত সমাজৰ যিটো চিত্ৰ প্ৰস্ফুটিত হৈ উঠিছে, শিক্ষিত লোক বিলাকে যেনে আচৰণ কৰিব ধৰিছে, সমাজৰ যেনেদৰে দ্ৰোহ আচৰণ কৰিব ধৰিছে আৰু ৰাষ্ট্ৰৰ আইন-শৃঙ্খলা যেনেদৰে ভঙ্গ কৰিব ধৰিছে তাৰ দ্বাৰা বুজা যায় যে, শিক্ষাৰ সুফল শিক্ষিত মানুহৰ চৰিত্ৰত প্ৰতিফলিত হোৱা নাই। বিশেষকৈ স্বাধীনোত্তৰ যুগত যোৱা ২১ বছৰে জাতিৰ ল'ৰা-ছোৱালী বিলাকে যি শিক্ষা পালে, সেই শিক্ষাৰ ফল দেখি নৈৰাশ্য উপস্থিত হোৱা স্বাভাৱিক।

স্কুল-কলেজত বা শিক্ষানুষ্ঠান বিলাকত যি শিক্ষা দিয়া হয়, সেই শিক্ষাৰ প্ৰভাৱ ছাত্ৰ-ছাত্ৰী বিলাকৰ চৰিত্ৰত প্ৰতিফলিত নহয়; তাৰ কাৰণ হৈছে যে সামাজিক পৰিবেশ শিক্ষাৰ অনুকূল হোৱা নাই। শিক্ষানুষ্ঠান বিলাকৰ বাহিৰৰ পৰিবেশৰ দৰে শিক্ষানুষ্ঠান বিলাকৰ পৰিবেশো দূষিত হৈছে। গতিকে পাঠ্যপুস্তকৰ উপদেশ শিক্ষক সকলেও পালন কৰা দেখা নাযায় আৰু ছাত্ৰ-ছাত্ৰী সকলেও পালন কৰাৰ আৱশ্যকতা অনুভৱ নকৰে। সেইবাবে পাঠ্য পুস্তকত থকা উপদেশ বোৰে ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠনত সহায় নকৰে। ৰাষ্ট্ৰীয় আইন-শৃঙ্খলা ভঙ্গ কৰা যদি দূষনীয় বুলি ভবা নহয়, শিক্ষানুষ্ঠানৰ আইন-শৃঙ্খলা ভঙ্গ কৰা দূষনীয় বুলি ভাবিবৰ থল নাথাকে।

স্কুল-কলেজত যি শিক্ষা দিয়া হয়, সেই শিক্ষাই ছাত্ৰ-ছাত্ৰীক জীৱন-যাত্ৰা নিৰ্বাহৰ পথ দেখুৱাব নোৱাৰে, স্বাধীন ভাবে কোনো কৰ্ম্ম কৰি অৰ্থ উপাৰ্জ্জনৰ সক্ষমতা দান নকৰে আৰু কোনো এটি চাকৰি নাপালে জীৱন নিস্ফল বুলি গণ্য কৰা মনোবৃত্তি দান কৰে।

স্কুল-কলেজত যিবোৰ উপদেশ পাঠ্যপুস্তকৰ মাধ্যমত পায়, সেইবোৰ উপদেশ দেশৰ বিভিন্ন পৰিস্থিতিত, বিভিন্ন ৰাজনৈতিক দলৰ প্ৰৰোচনাত আৰু স্বকীয় অভাব-অভিযোগ, দুখ-দাৰিদ্ৰ্য আৰু বিপদ-আপদৰ মাজত ছাত্ৰছাত্ৰীয়ে সহজে উলঙঘা কৰে। চৰিত্ৰ গঠনত শিক্ষাই সেইবাবে সহায় নকৰে। শিক্ষক সকলৰ আচৰণতো পুথিগত বিদ্যাৰ ফল দেখা নাযায় আৰু অভিভাৱক সকলৰ আচৰণতো তাৰ কোনো নিদৰ্শন ল'ৰা-ছোৱালী বিলাকে নাপায়। শিক্ষাই নৈতিক চৰিত্ৰ গঠন কৰিবলৈ অক্ষম হৈ পৰিছে। আনফালে জীৱন-যাত্ৰা নিৰ্বাহৰ পন্থা বা সক্ষমতা শিক্ষাই দিব পৰা নাই, সেইবাবে দেশৰ অৰ্থনৈতিক অৱস্থা ক্ৰমে শোচনীয় হৈ গৈছে। যিবিলাক লোকৰ মনত সৎ আদৰ্শ নাই. যিবিলাক লোকৰ সমাজ-কল্যাণ, দেশ-কল্যাণ আদি উচ্চ দৰ্শনৰ প্ৰতি কোনো ভ্ৰূক্ষেপেই নাই, তেনে লোকৰ হাতত ক্ষমতাৰ অপব্যৱহাৰ, ৰাষ্ট্ৰীয় ধনৰ অপব্যৱহাৰ হৈছে সেইবাবে জাতীয় কল্যাণ সাধিত নহৈ অৰ্থনৈতিক দুৰৱস্থাৰ সৃষ্টি হৈছে। কিছুমান লোক এই দুনীতিৰ মাজত বিপুল ধনী হ'ব পাৰিছে সঁচা, কিন্তু সেই ধন উপভোগৰ সামাজিক পৰিবেশ দূষিত হোৱাত সেই ধনৰ কোনো সাৰ্থকতা নোহোৱা হৈছে। ইন্দ্ৰিয় সুখ সম্ভোগেই মানুহৰ জীৱন সাৰ্থক কৰি নোতোলে; বৰঞ্চ ইন্দ্ৰিয় সুখ পৰিত্যাগেইহে মানুহক সুখ দিয়ে। আজিৰ শিক্ষাই এই শিক্ষা দিয়া নাই। সেইবাবে শিক্ষাৰ পৰিবৰ্তন আৱশ্যক।

কিন্তু যেতিয়ালৈকে আৱশ্যকীয় পৰিবৰ্তন সাধন কৰিব নোৱাৰি, তেতিয়ালৈকে প্ৰচলিত শিক্ষাৰ মাধ্যমত যিখিনি সৎ শিক্ষা কৰিব পাৰি তাৰ পৰা বঞ্চিত হোৱাৰ কোনো যুক্তিসঙ্গত কাৰণ থাকিব নোৱাৰে। কিন্তু আমি সকলোৱে উপলব্ধি কৰিছো যে শিক্ষাৰ মান ক্ৰমে নিম্নগামী হৈছে।

শিক্ষাৰ মান নিম্নগামী হোৱাৰ কাৰণসমূহৰ কেইটামান কাৰণ হৈছে —

(১) প্ৰাইমেৰী শ্ৰেণীৰ পৰা আৰম্ভ কৰি হাইস্কুলৰ দশম মান শ্ৰেণীলৈকে যিবিলাক ছাত্ৰক প্ৰমোচন দিয়া হয় সেই ছাত্ৰবিলাকে শ্ৰেণী হিচাবে যিমানখিনি জ্ঞান পোৱা উচিত সিমানখিনি জ্ঞান পোৱাৰ পূৰ্বে ওপৰ শ্ৰেণীত তুলি দিয়া হয়। সেইবাবে শিক্ষাৰ মান কমি যায়। শ্ৰেণীৰ পাঠ্যতালিকা মতে শিক্ষা সম্পূৰ্ণ নহ'লে ওপৰ শ্ৰেণীত যে শিক্ষা লাভত দোষ ঘটিব এই কথা সহজে অনুমেয় আৰু ইয়াৰ প্ৰতিকাৰ স্বাভাৱিকতে বোধগম্য। কোনো শ্ৰেণীত যদি শ্ৰেণী হিচাবে কোনো ছাত্ৰ অনুপযুক্ত হয় তাৰবাবে সুকীয়া বন্দবস্তত ঘাটি থকা জ্ঞান দিবৰ ব্যৱস্থা কৰিব লাগিব — নহ'লে তলৰ শ্ৰেণীলৈ নমাই দিব লাগিব। শিক্ষকজনৰো দায়িত্ব বাঢ়ি যায় — সেই দায়িত্ব পালনৰ আগ্ৰহ আৰু পাৰদৰ্শিতা থাকিব লাগিব।

(২) বিষয় শিক্ষা দিয়াৰ নিপুণতা শিক্ষক জনৰ থাকিব লাগিব। শিক্ষা দিয়াৰ আগ্ৰহ নাথাকিলে নিপুণতা অৰ্জন কৰিব নোৱাৰি। পাঠ্য তালিকাৰ লগত

ছাত্ৰছাত্ৰীৰ জ্ঞানৰ সমতা ৰক্ষাৰ চেষ্টা শিক্ষকজনৰ নিজৰেই থাকিব লাগিব।

(৩) শিক্ষা পদ্ধতিৰ (Method of teaching) জ্ঞান নথকাকৈ শিক্ষক হ'ব নোৱাৰি। শিক্ষা পদ্ধতিৰ জ্ঞান থকা শিক্ষকে বিভিন্ন পৰিস্থিতিত কাৰ্য্যকৰী শিক্ষা পদ্ধতি নিজেই উদ্ভাৱন কৰিবলৈ সমৰ্থ হয়। কেতিয়া কোন পদ্ধতি গ্ৰহণ কৰিব লাগিব সেইটো সম্পূৰ্ণভাবে শিক্ষা পদ্ধতিৰ পুথিত পোৱা নাযাব পাৰে কিন্তু সেই পুথিত শিক্ষাদৰ্শন আৰু শিক্ষা পদ্ধতিৰ আলোচনামূলক ইঙ্গিত-উপদেশ থাকে। সেইবোৰ কথাৰ লগত মিল ৰাখি শিক্ষকে নিজেই কাৰ্য প্ৰণালী অৰ্থাৎ শিক্ষা প্ৰণালী উদ্ভাৱন কৰা সক্ষমতা শিক্ষকজনৰ থাকিব লাগিব।

(৪) লিখা কাম যথেষ্ট পৰিমাণে কৰাব লাগে আৰু লিখা কামবোৰৰ মাধ্যমত ছাত্ৰছাত্ৰীৰ স্বাধীন চিন্তা বঢ়াবৰ যত্ন কৰিব লাগে। লিখা কামবোৰ সংশোধন কৰি ভুলবোৰ পুনৰায় যাতে নহয় তাৰবাবে শিক্ষকে যথোপযুক্ত ব্যৱস্থা ল'ব লাগিব। এই ব্যৱস্থা গ্ৰহণৰ সাফল্যৰ ওপৰত শিক্ষকৰ নিপুণতা নিৰ্ভৰ কৰে।

(৫) প্ৰশ্নোত্তৰ ধৰণে শিক্ষা দিয়াৰো পদ্ধতি আছে। প্ৰশ্নও দুই প্ৰকাৰৰ। ছাত্ৰৰ জ্ঞান পৰীক্ষা কৰা প্ৰশ্ন আৰু ছাত্ৰক শিক্ষা দিয় প্ৰশ্ন (Testing question and Teaching question) শিক্ষকে এই দুই প্ৰকাৰ প্ৰশ্ন কোন ক্ষেত্ৰত কেনে ধৰণে ব্যৱহাৰ কৰিব তাৰ সম্যক জ্ঞান আৰ্জি ল'ব লাগিব। পৰীক্ষাৰ প্ৰশ্নৰ উত্তৰবোৰ শিকাই দিয়াক প্ৰশ্নোত্তৰ ধৰণে শিক্ষা দিয়া নোবোলে।

(৬) খেল-ধেমালি, সাংস্কৃতিক অনুষ্ঠান আদি যিবোৰ কাৰ্য্য পাঠ্য তালিকাৰ বৰ্হিভূত, সেই কাৰ্য্যবোৰতো নিয়ম-শৃঙ্খলা আৰু স্কুলৰ শিক্ষক সকলৰ প্ৰতি আনুগত্য থাকিব লাগিব আৰু বিভিন্ন শিক্ষক বিভিন্ন কাৰ্য্যৰ দায়িত্বত থাকি তাক সুচাৰুৰূপে সম্পন্ন কৰাব পাৰিব লাগিব। শিক্ষকজন দায়িত্বত থাকি ছাত্ৰবিলাকক পৰিচালিত কৰিব লাগিব; ছাত্ৰৰ ইচ্ছাক্ৰমে শিক্ষক চলিব নালাগিব। সৰ্বোপৰি প্ৰধান শিক্ষকৰ নিৰ্দ্দেশ সকলো ক্ষেত্ৰতে থাকিব লাগিব। ইয়াৰ প্ৰধান কাৰণ হৈছে যে ছাত্ৰবিলাক যাতে স্বেচ্ছাচাৰী হৈ নুঠে, নিয়ম-শৃঙ্খলা মানে আৰু স্কুলৰ শিক্ষক সকলৰ প্ৰতি আনুগত্য ৰক্ষা কৰে সেইটো দৃষ্টি দিয়া প্ৰধান শিক্ষক আৰু শিক্ষক সকলৰ প্ৰধান কৰ্ত্তব্য। এই কাৰ্য্যবোৰৰ মাজেদিহে ছাত্ৰবিলাকৰ উচ্ছৃঙ্খলতা নিয়ন্ত্ৰণ কৰি নিয়মানুবৰ্ত্তিতা শিক্ষা দিয়া সম্ভৱ হয়। আজিকালি এইবোৰ কাৰ্য্য শিক্ষক বিলাকৰ হাতৰ পৰা আঁতৰি গৈছে, থাকিলেও সুনিয়ন্ত্ৰিত হৈ থকা নাই। এই কাৰ্যবোৰ পাঠ্য তালিকাৰ বৰ্হিভূত (Extra-Carricular activities) বুলি যদিও কোৱা হৈছে, তথাপি সেইবোৰ শিক্ষাৰ অন্তৰ্ভুক্ত; গতিকে এই কাৰ্যবোৰৰ পৰা শিক্ষক সকলৰ দায়িত্ব এৰাব নোৱাৰি। এইবোৰো শিক্ষাদানৰ অঙ্গ হিচাবে স্কুলৰ কাৰ্য্যক্ৰমত স্থান পাই আহিছে। আন আন স্বাধীন দেশবোৰৰ শিক্ষানুষ্ঠান বিলাকতো ইয়াৰ স্থান আছে কিন্তু স্কুলৰ কৰ্ত্তৃপক্ষই তাক নিয়ন্ত্ৰণ কৰে।

(৭) ইংৰাজী ভাষাই হওঁক বা মাতৃভাষাই হওঁক, ব্যাকৰণ শিক্ষা দিয়া ভাষা শিক্ষাৰ প্ৰধান অঙ্গ। ব্যাকৰণ শিক্ষাৰ প্ৰতি অৱহেলা কৰিলে ভাষা জ্ঞান দিয়াত ত্ৰুটী ঘটে। ব্যাকৰণ শিক্ষা দিয়াত যাতে অৱহেলা নহয় তাৰ বাবে বিশেষ দৃষ্টি দিব লাগে।

(৮) অঙ্ক শিক্ষা দিওঁতে যথেষ্ট পৰিমাণে অঙ্ক কৰাব লাগে। জ্যামিতিৰ অনুশীলনীবোৰ ভালদৰে অভ্যাস কৰাব লাগে।

(৯) ভূগোল, বুৰঞ্জী, স্বাস্থ্যবিজ্ঞান কোনো এটা বিষয়েই অৱহেলা কৰা উচিত নহয়। সকলো বিষয় শিক্ষাৰ মাধ্যমতে শিক্ষাৰ্থীৰ বুদ্ধি বিকাশৰ ক্ষেত্ৰ আছে। বুদ্ধি বিকাশত বাধা ঘটিলে শিক্ষাদান কাৰ্য্য সফল নহয়।

**সামৰণি —**

বৰ্ত্তমান শিক্ষাই জাতিক কৰ্ম্মবিমুখ কৰি তুলিছে; সেইবাবে ৰাষ্ট্ৰীয় শিক্ষানীতি পৰিবৰ্ত্তিত হ'ব লাগে। উচ্চতৰ মাধ্যমিক শিক্ষাৰ স্কুলবোৰ পাতি, তিনিবছৰীয়া ডিগ্ৰি কোৰ্চ কৰি ৰাষ্ট্ৰীয় শিক্ষানীতিৰ বিশেষ একো পৰিবৰ্ত্তন সাধিত হোৱা নাই। কৰ্ম্ম প্ৰৱণতা মানুহৰ স্বভাৱজাত ধৰ্ম্ম। কৰ্ম্ম প্ৰৱণতা বৃদ্ধি কৰাহে শিক্ষাৰ উদ্দেশ্য হ'ব লাগে। ভাষা-সাহিত্য শিক্ষা দিয়াৰ পৰা নৈতিকতা শিক্ষা দিয়াত বা চৰিত্ৰ গঠনত যে ব্যৰ্থতা আহিছে সেইটো সুপ্ৰমাণিত হৈছে — শিক্ষিত লোকে যেতিয়া দুৰ্নীতিগ্ৰস্ত হৈছে। কৰ্ম্ম প্ৰৱণতা বৃদ্ধি কৰা কাৰ্য্যইহে চৰিত্ৰ গঠনত সহায় কৰিব। কৰ্ম্ম প্ৰৱণতা বৃদ্ধিৰ উপদেশ কুটিৰ শিল্প শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। কুটিৰ শিল্প শিক্ষাই অৰ্থনৈতিক সমস্যা সমাধানতো সহায় কৰিব আৰু গাৰ্হস্থ্য জীৱনৰ লাগতিয়াল উপাদান নিজে নিজে প্ৰস্তুত কৰি লোৱাৰো সহায়তা কৰিব। ৰাষ্ট্ৰীয় শিক্ষানীতি এই পথেদিহে প্ৰস্তুত কৰিব লাগিব।

শিক্ষাৰ মান উন্নয়ন কৰিবলৈ হ'লে প্ৰথমতঃ পাঠ্যক্ৰমৰ বোজা কমাব লাগিব। দ্বিতীয়তে শিক্ষক সকল নিপুণ হ'ব লাগিব, বেছি আগ্ৰহশীল আৰু কৰ্ত্তব্যপৰায়ণ হ'ব লাগিব। শিক্ষকতা কাৰ্য্যত আগ্ৰহ নাথাকিলে শিক্ষকতা কাৰ্য্য গ্ৰহণ কৰা উচিত নহয়। ই অতি কঠিন আৰু আমনিদায়ক কাৰ্য্য। শিক্ষাদানত আনন্দও যথেষ্ট আছে। সেই আনন্দ পোৱা যায় আগ্ৰহেৰে, নিষ্ঠাৰে শিক্ষাদান কৰা কাৰ্য্যৰ পৰা। এখন ইটাৰ ওপৰত আন এখন ইটা গাঁথি যেনেকৈ বিৰাট ভৱন একোটি নিৰ্মিত হয়, সেইদৰে ঢাপে ঢাপে শিক্ষা দিহে শিক্ষাদানৰ সৌধ নিৰ্মিত কৰিব পাৰি। মাজে মাজে বাদ দি পৰীক্ষাৰ বাবে লাগতিয়াল বুলি ভবা কথাখিনি মাত্ৰ শিক্ষা দি শিক্ষকতা কৰিব নোৱাৰি। পৰীক্ষাত পাছ কৰা সংখ্যা সেইবাবে কমি গৈছে আৰু শিক্ষাৰ মান সেইবাবে অৱনমিত হৈছে। প্ৰত্যেকটো পাঠ খৰচি মাৰি শিক্ষা দিবলৈ হ'লে তলৰ শ্ৰেণীবোৰৰ পৰা শিক্ষা সু-সম্পন্ন হৈ আহিব লাগিব।

ইয়াত উল্লেখ কৰা কথাখিনিৰ প্ৰতি দৃষ্টি দিলে শিক্ষাৰ মান ক্ৰমে ক্ৰমে উন্নীত হৈ আহিব। ত্ৰৈভাষিক সূত্ৰ ৰাজনীতিৰ ওপৰত প্ৰতিষ্ঠিত, শিক্ষানীতিৰ ওপৰত নহয়। ভাষা শিক্ষাৰ ক্ষেত্ৰৰ পৰা যেতিয়া দেশৰ ঐতিহ্যমণ্ডিত সংস্কৃত ভাষা শিক্ষাৰ পথ বাধাপ্ৰাপ্ত হৈছে সেয়ে প্ৰমাণ কৰে যে শিক্ষানীতিৰ ওপৰত ত্ৰৈভাষিক সূত্ৰ ৰচিত হোৱা নাই। ভাষা আৰু সাহিত্য শিক্ষাই অৰ্থনৈতিক সমস্যাৰ সমাধান নকৰে আৰু জাতীয় শিল্পকলাৰ উদ্ধাৰ নকৰে। জাতীয় শিল্প বিদ্যা, স্থপতি বিদ্যা আদি শিক্ষা কুটিৰ শিল্পৰ ভিতৰত পৰে। আজি দেশত এনে অৱস্থা হৈছে যে বৃটিছ জাতিয়ে দেশৰ যিবোৰ কুটিৰ শিল্পৰ ধ্বংস সাধন কৰিব নোৱাৰিলে, স্বাধীন ভাৰতত সেই শিল্পবোৰ ধ্বংস হ'ব; আনফালে যান্ত্ৰিক শিল্পইয়ো তাৰ স্থান অধিকাৰ কৰিব নোৱাৰিব। সেইবাবে দেশত আজি কৰ্ম্মকেন্দ্ৰিক শিক্ষানীতিৰ আৱশ্যক হৈছে।●

১-৭০

# পাঠ্যক্ৰম আৰু শিক্ষাৰ মান-উন্নয়ন

শিক্ষাৰ মান উন্নয়ন বুলিলে ঘাইকৈ দুটা কথা মনলৈ আহে। প্ৰথমটো হৈছে বৰ্ত্তমান শিক্ষাই দেশৰ সৰ্বসাধাৰণ লোকৰ শিক্ষাকাল শেষ হৈ যোৱাৰ পাছত জীৱিকাৰ পথ গ্ৰহণ কৰাৰ সমস্যাই দেখা দিব নালাগে। শিক্ষাৰ কালতে ভৱিষ্যৎ জীৱনৰ জীৱিকাৰ পথ নিৰ্দ্দিষ্ট হৈ যাব লাগে। পৰিণত বয়সত সাংসাৰিক জীৱনত কোন পথেদি জীৱিকা অৰ্জ্জন কৰি জীৱনযাত্ৰা নিৰ্বাহ কৰিব সেই সমস্যা যদি শিক্ষাকালৰ অন্তত থাকিয়েই যায় তেতিয়া শিক্ষা সম্পূৰ্ণ হোৱা নাই— শিক্ষা দিয়া আৰু শিক্ষা লোৱাৰ দোষত। সেই সমস্যা পূৰণৰ বাবে তথা শিক্ষাৰ সম্পূৰ্ণতা লাভ কৰিবৰ বাবে শিক্ষা নীতিৰ পৰিবৰ্ত্তনৰ আৱশ্যকতা আহি পৰে। এই শিক্ষা-নীতি নিৰ্দ্ধাৰণ কৰাৰ দায়িত্ব প্ৰধানতঃ চৰকাৰৰ আৰু দ্বিতীয়তঃ চৰকাৰৰ নিয়োজিত শিক্ষাবিদ সকলৰ।

শিক্ষা-নীতি নিৰ্দ্ধাৰণ কৰোতে শিক্ষাবিদসকলে চৰকাৰৰ নিৰ্দ্দেশ মানি চলিব লাগে। সেইবাবে চৰকাৰে যেতিয়া শিক্ষা-নীতি নিৰ্দ্ধাৰণৰ বাবে শিক্ষাবিদ নিয়োগ কৰে তেতিয়া দেশৰ পৰিস্থিতি, দেশৰ অৰ্থনৈতিক অৱস্থা, দেশৰ সামাজিক চৰিত্ৰ, দেশৰ অতীত কৃষ্টি, সভ্যতা আৰু সংস্কৃতি ইত্যাদি বিষয়ে বিবেচনা কৰিবলৈ প্ৰাথমিক আলোচনা কৰি শিক্ষাৰ উদ্দেশ্য অৱধাৰিত কৰি লব লাগে। উদ্দেশ্য স্থিৰ হ'লে তাক ৰূপায়ণ কৰাত শিক্ষাবিদসকলে বহুগুণি যোগাব লাগিব— নিৰ্দ্দিষ্ট আঁচনি বান্ধি দিব লাগিব, শিক্ষাদানৰ পদ্ধতি আৱিষ্কাৰ কৰিব লাগিব আৰু শিক্ষক সৃষ্টিৰ বাবে প্ৰশিক্ষণ কেন্দ্ৰ স্থাপনৰ আঁচনি দিব লাগিব। ইয়াৰ ভিতৰত দলীয় ৰাজনীতিৰ প্ৰভাৱ থকিব নোৱাৰিব। দেশৰ পৰিস্থিতিৰ ভিত্তিত যেতিয়া শিক্ষাৰ আঁচনি নিৰ্ভৰ কৰিব তেতিয়া শিক্ষাক সাধাৰণ ৰাজনীতিৰ আদৰ্শৰ পৰা বিচ্ছিন্ন কৰিব পৰা নাযাব ; কিন্তু দলীয় আৰু সক্ৰিয় ৰাজনীতিৰ পৰা আঁতৰত ৰাখিব লাগিব ; কাৰণ বিশুদ্ধ শিক্ষানীতিৰ আদৰ্শসমূহৰ সক্ৰিয় দলীয় ৰাজনীতিৰ আদৰ্শৰ লগত সকলো ক্ষেত্ৰতে মিল থকা সম্ভৱ নহ'ব পাৰে আৰু কোনো কোনো ক্ষেত্ৰত সংঘাতো হ'ব পাৰে। শিক্ষানীতিয়ে সেইবোৰ বিচাৰ নকৰে বৰঞ্চ শিক্ষা-নীতিয়ে সকলো ৰাজনৈতিক দলৰ আগত শিক্ষা সম্বন্ধে অৱশ্য পালনীয় আদৰ্শ এটাহে স্থাপন কৰিবলৈ বিচাৰিব। সেইবাবে শিক্ষাবিদসকলক দলীয় ৰাজনীতিৰ প্ৰভাৱৰ পৰা মুক্ত ৰাখিব লাগিব আৰু তেওঁবিলাকো প্ৰলোভন মুক্ত হৈ দৃঢ়মনে তেনে ৰাজনীতিৰ আঁতৰত থকিব লাগিব।

দ্বিতীয়টো হৈছে— শিক্ষাৰ মান উন্নয়নৰ ক্ষেত্ৰত প্ৰচলিত ভাবধাৰা হৈছে যে প্ৰচলিত পাঠ্যক্ৰমৰ শিক্ষাৰ মান কমি গৈছে। শিক্ষা স্বয়ং সম্পূৰ্ণাঙ্গ কৰিবলৈ হ'লে শিক্ষানীতিৰ সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটাই শিক্ষাৰ বিভিন্ন স্তৰত বিভিন্ন পাঠ্যক্ৰম স্থিৰ কৰি ল'ব লাগিব আৰু স্থিৰ কৰিব লাগিব যে ১৬ বছৰ বয়সৰ পাছত অতি বুদ্ধিমান ল'ৰা-ছোৱালীবিলাকেহে বিশ্ববিদ্যালযৰ স্তৰলৈ উন্নীত হ'ব। সৰ্বসাধাৰণ ছাত্ৰ-ছাত্ৰী অৰ্থাৎ যাৰ বুদ্ধি বয়স অনুসাৰে ১৬ বছৰ বয়সত মানসিক বুদ্ধিৰ বয়সো ১৬ হে হয়, তেনে ছাত্ৰ-ছাত্ৰীবিলাকৰ শিক্ষা মাধ্যমিক স্তৰৰ শিক্ষাৰ অন্তত স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ পথ ছাত্ৰ-ছাত্ৰীযে পাবই লাগিব। শিক্ষানীতি আৰু শিক্ষা ব্যৱস্থাই তেনে পথ দিব পাৰিলেহে শিক্ষাৰ পূৰ্ণ সফলতা পোৱা যাব আৰু তেতিয়াহে শিক্ষা স্বয়ং সম্পূৰ্ণ হৈ উঠিব। তেতিয়াহে নিবনুৱা সমস্যা সমাধানৰ প্ৰকৃত পথ পোৱা যাব। এই উদ্দেশ্যে সকলো প্ৰকাৰ বিদ্যা শিক্ষাদানৰ (যেনে কৃষি, বয়ন, মটৰ মেকানিক, চিত্ৰ বিদ্যা, হস্তশিল্প ইত্যাদি) নীতি আৰু ব্যৱস্থা গ্ৰহণ কৰিব লাগিব। সাহিত্য, বিজ্ঞান, বুৰঞ্জী বা পুৰাতত্ত্ব আদিৰ গৱেষণামূলক শিক্ষাৰ ব্যৱস্থা বিশ্ববিদ্যালয়ৰ স্তৰত হ'ব। সকলো ধৰণৰ ছাত্ৰৰ কাৰণে এইবিলাক বিষয় নাথাকিব। নিম্নবুদ্ধিৰ ছাত্ৰৰ কাৰণে সুকীয়া স্কুল বা শ্ৰেণী লগিব। বৰ্ত্তমানৰ দৰে একেখন স্কুলতে বা একেটা শ্ৰেণীতে অতি বুদ্ধিমান, সাধাৰণ বুদ্ধিমান আৰু কম বুদ্ধিমান সকলো প্ৰকাৰ ছাত্ৰ-ছাত্ৰীকে পঢ়ুৱালে শিক্ষাৰ মান উন্নয়ন কৰা সম্ভৱ নহয়। প্ৰাইমাৰী স্কুলবিলাকত শিক্ষাৰ অপচয় হোৱাটোৰ এইটো এটা প্ৰধান কাৰণ।

বিভাগীয় পৰীক্ষাৰ ফলা-ফল সম্পৰ্কে বিবেচনা কৰি শিক্ষাৰ মান নামি যোৱা বুলি আমাৰ চকুত ধৰা পৰিছে। পৰীক্ষাত বেছি সংখ্যক ছাত্ৰ-ছাত্ৰী ফেল হোৱা বাবে শিক্ষাৰ অপচয় হোৱা কথাটোও আমাৰ চকুত স্পষ্টভাৱে প্ৰতীয়মান হৈছে। ইয়াৰ আগতে আমি যিখিনি কথা আলোচনা কৰিলো সেই সম্পৰ্কে শিক্ষকসকলৰ কৰিবলগীয়া একো নাই। শিক্ষানীতি চৰকাৰে নিৰ্দ্ধাৰণ কৰিব। সেই সম্পৰ্কে সাধু মতবাদ শিক্ষকসকলে প্ৰকাশ কৰিব পাৰে সঁচা, কিন্তু চৰকাৰে যি নীতিকে গ্ৰহণ নকৰক শিক্ষকসকলৰ কৰ্ত্তব্য হৈছে সেই নীতি ৰূপায়িত কৰা। বৰ্ত্তমান যি নীতি প্ৰচলিত আছে সেই নীতি ৰূপায়ণ কৰাত আৰু ক্ৰম বৰ্দ্ধমান শিক্ষাৰ মানৰ অধোগমন কেনেকৈ ৰোধ কৰিব পাৰি সেই সম্পৰ্কে শিক্ষকসকলৰ দায়িত্ব আৰু কৰ্ত্তব্য আছে। সেইবাবে কেইটিমান অতি লাগতিয়াল কথা আলোচনা কৰা হ'ল। এই কথাবোৰ সৰ্বসাধাৰণৰ চকুত ধৰা নপৰিলেও শিক্ষক আৰু শিক্ষাব্ৰতীসকলৰ চকুত সহজে ধৰা পৰে।

বৰ্ত্তমান প্ৰচলিত পাঠ্যক্ৰমৰ শিক্ষাদানত কিবোৰ কথা সাধাৰণতে অৱহেলা কৰা হয় তাৰে দুটি এটি কথা উনুকিয়াব খুজিছো।

প্ৰাইমাৰী স্কুলৰ তৃতীয়মানৰ পাঠ্যক্ৰমত ব্যাকৰণৰ শিক্ষাদানৰ ব্যৱস্থা আছে। বাক্য, উদ্দেশ্য আৰু বিধেয় ; প্ৰধান প্ৰধান পদবিলাক আৰু সেইবিলাকৰ নাম, প্ৰধান তিনিটা কাল বৰ্ত্তমান, অতীত আৰু ভৱিষ্যৎ কাল ইত্যাদি বিষয়ে জ্ঞান দিব লাগে। স্কুলবোৰ পৰিদৰ্শন কৰিলে সহজতে বুজা যায় যে ব্যাকৰণৰ ভাল জ্ঞান দিবলৈ যত্ন কৰা নহয়। কোনো কোনো স্কুলত একেবাৰে শিক্ষা দিয়া নহয়। কোনো কোনো স্কুলত বৃত্তি পৰীক্ষাৰ সময়ত লৰালৰিকৈ অলপমান কথা শিকাই দিয়া হয় কিন্তু বৈজ্ঞানিক পদ্ধতিৰে শিক্ষা দিয়া নহয়। এইখিনিতে প্ৰসঙ্গক্ৰমে এটি কথালৈ মনোযোগ আকৰ্ষণ কৰা হ'ল যে শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰবোৰত পাঠ্যক্ৰমখন শিক্ষকবিলাকক ভালদৰে ব্যাখ্যা কৰি দিয়া নহয়। পাঠ্যক্ৰমত উল্লেখ কৰা বিষয়ৰ যিটো মান (Standard) সেই বিষয়ে প্ৰশিক্ষণ কেন্দ্ৰবোৰত বিশদ ব্যাখ্যা কৰি শিক্ষকসকলক বুজাই দিব লাগে। আনকি পৰীক্ষাৰ সময়ত পাঠ্যক্ৰম সম্বন্ধীয় প্ৰশ্নও থাকিব লাগে। পাঠ্যক্ৰমখন শিক্ষকসকলে বুজাত যথেষ্ট ভুল কৰে আৰু তাক ভালদৰে প্ৰশিক্ষণ কেন্দ্ৰবোৰত বুজাই নিদিয়াটো অকল অনুচিত বুলি ক'লেই নহয়, ইয়াত কৰ্ত্তব্যৰ ত্ৰুটী হয় বুলিও কব পাৰি।

তৃতীয় মানত বাক্য ৰচনা আৰু মৌখিক সম্বন্ধে পাঠ্যক্ৰমত দিয়া আছে যে জনা কোনো বিষয়ৰ পৰা আৰু পাঠ্য কিতাপৰ পাঠৰ পৰা কথাবতৰা পতা ; শিক্ষকৰ পৰা সাধুকথা শুনি নিজে কোৱা, কিতাপত পঢ়া শব্দ ব্যৱহাৰ কৰি কথা বতৰা পতা আৰু ছবি চাই বৰ্ণনা কৰা ছাত্ৰ-ছাত্ৰীবিলাকক অভ্যাস কৰাব লাগিব। এনেধৰণৰ কোনো প্ৰচেষ্টা প্ৰাইমাৰী স্কুলত কৰা দেখা নাযায়। শ্ৰুতলিপি দি বৰ্ণাশুদ্ধি গুচোৱা প্ৰচেষ্টাও ফলৱতী নহয়। প্ৰাইমাৰী শ্ৰেণীত শব্দৰ বানানবোৰ শুদ্ধকৈ শিকালে নিম্নলিখিত শব্দবোৰ প্ৰধান সাহিত্যিক সকলৰ কাপতো ভুল পোৱা নগ'লহেঁতেন— যেনে বহুতে সঙ্কেত শব্দটো লিখে সঙ্কেট বুলি, অনুষ্ঠান লিখে অনুস্থান বুলি, সংঘাতিক লিখে সাংঘাটিক বুলি, আঘাত লিখে আঘাট বুলি— ইত্যাদি ধৰণৰ বহু অশুদ্ধ শব্দ শুদ্ধ বুলি বিবেচিত হৈ গৈছে। এই বিষয়ে শিক্ষকসকলৰ দৃষ্টি পৰা উচিত। বৰ্ণাশুদ্ধিবোৰ দেখিলে মনস্তাত্ত্বিক দৃষ্টিৰে বুজা যায় যে শিক্ষাদানৰ কোনো কোনো ক্ষেত্ৰত পূৰ্ণ মনোযোগ দিয়া হোৱা নাই। পূৰ্ণ মনোযোগৰ অভাৱ দেখিলে বুজা যায় যে কৰবাত অৱহেলা আছে। এই অৱহেলাই শিক্ষাৰ মান অধোগমনত যথেষ্ট সহায় কৰে। প্ৰাসঙ্গিক ভাৱে এটা কথা উল্লেখ কৰা যাব পাৰে যে অসমীয়া ভাষাত চ, ছ আৰু ট বৰ্গ আৰু ত বৰ্গৰ আখৰবোৰ শুদ্ধ উচ্চাৰণ কাহানিও শিক্ষা দিয়া নহয়। এই বাৰটা আখৰৰ শুদ্ধ উচ্চাৰণ শিকাবলৈ যত্নবান হ'লে বৰ্ণাশুদ্ধি-দোষ স্বভাৱতে আঁতৰি যাব। শব্দবোৰৰ অসমীয়া উচ্চাৰণহে শুদ্ধ হৈ আহিব।

অঙ্ক শিকোৱাতো ঐকিক নিয়ম, সৰল সুদকষা ইত্যাদি অঙ্কবোৰ ভালদৰে

শিক্ষা দিয়া নহয়। যিবিলাক ছাত্ৰ-ছাত্ৰীয়ে সুদকছাৰ অঙ্ক কৰিব পাৰে সেইবিলাক ছাত্ৰা-ছাত্ৰীয়েও কৰ্জাদলিনৰ সুদ শুদ্ধকৈ উলিয়াই দিব নোৱাৰে। দীঘলে ১ টাঁৰ পথালিয়ে ১ টাৰ মাটিৰ পৰিমাণ কিমান হয় তাকো কব নোৱাৰে। এইবোৰ কথাৰ পৰা এইটো প্ৰমাণ হয় যে অঙ্কবিলাকৰ মূল কথা বা তাৎপৰ্য্যখিনি বুজি নাপায়। অৰ্থাৎ অঙ্ক বিদ্যাই যিমানখিনি বুদ্ধিৰ বিকাশ ঘটাব লাগে— তাক ঘটাব পৰা নাই।

সেইদৰে অন্যান্য বিষয়ো যেনে সাধাৰণ জ্ঞান, প্ৰকৃতি পাঠ আৰু স্বাস্থ্য বিজ্ঞানো পাঠ্যক্ৰমৰ মান অনুযায়ী ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা লাভ কৰিব নোৱাৰে। আটাইবোৰ বিষয় শিক্ষাৰ পৰা যি সমন্বিত জ্ঞান হ'ব লাগে সেই সমন্বিত জ্ঞান ছাত্ৰ-ছাত্ৰীয়ে আহৰণ কৰিব নোৱাৰে।

আজিকালি দেখা গৈছে যে হস্তাক্ষৰৰ শিক্ষাদানো আগৰ দৰে নহয়। আগৰ প্ৰাইমাৰী স্কুলৰ ছাত্ৰ-ছাত্ৰীবিলাকৰ হস্তাক্ষৰৰ যি নমুনা পোৱা গৈছিল আজিকালিৰ সেই নমুনা পোৱা নাযায়। হস্তাক্ষৰৰ প্ৰকৃত শিক্ষাদানত কেৱল যে আখৰ হে ধুনীয়া হয়, এনে নহয়। ল'ৰা-ছোৱালীৰ চিন্তাশক্তি, ধৈৰ্য্য আৰু সৌন্দৰ্য্য জ্ঞানো বাঢ়ে। যি নিয়মে হস্তাক্ষৰ শিক্ষা দিব লাগে সেই নিয়মতে শিক্ষা নিদিলে ল'ৰা-ছোৱালীৰ এইবোৰ মানসিক শক্তিৰ বিকাশত বাধা জন্মে।

দুই এজনীয়া শিক্ষকৰ স্কুলত পূৰ্ণ মনোযোগেৰে সকলো বিষয় শিক্ষাদান সম্ভৱ নহ'ব পাৰে, কিন্তু যিবোৰ স্কুলত ৮ জন ১০ জন বা ১৫ জন ১৬ জনকৈ শিক্ষক আছে, সেই স্কুলবিলাকত পূৰ্ণ মনোযোগ দিব নোৱাৰাৰ কাৰণ নাই। যি বিলাক স্কুলত পূৰ্ণ সংখ্যাৰ শিক্ষক আছে তাতো পাঠ্যক্ৰমৰ সকলোবোৰ বিষয় বৈজ্ঞানিক প্ৰণালীত পাঠ্যক্ৰমৰ মান স্থিৰ ৰাখি শিক্ষাদানৰ অভাৱ দেখা গৈছে। পাঠ্যক্ৰমৰ মান অনুসাৰে যি কোনো এখন পূৰ্ণাঙ্গ স্কুল পৰিদৰ্শন কৰিলে এই কথাৰ সত্যতা দেখিবলৈ পোৱা যায়।

প্ৰশিক্ষণ কেন্দ্ৰবোৰত যেনেকৈ পাঠ্যক্ৰমৰ মূল-সূত্ৰবোৰ শিক্ষকসকলক খৰচি মাৰি বুজাই দিয়া উচিত, পৰিদৰ্শক মণ্ডলীয়েও শিক্ষকসকলক পৰিচালনা কৰোতে, পাঠ্যক্ৰমৰ মূলসূত্ৰ আৰু প্ৰকৃত মান বুজাই দিব লাগে ; কিন্তু দেখা যায় যে এই দৃষ্টিভঙ্গীৰে স্কুলবোৰ পৰিদৰ্শন কৰা নহয়। পৰিদৰ্শন মন্তব্যবোৰ পঢ়ি চালে এই কথাটো প্ৰতীয়মান হয়।

প্ৰাইমাৰী স্কুলৰ পৰা ছাত্ৰ-ছাত্ৰীবোৰ উপযুক্ত হৈ হাইস্কুল, মাইনৰ স্কুললৈ নাযায় বুলি যিবোৰ মন্তব্য শুনা যায় সেই মন্তব্যৰ সত্যতা নথকা নহয়। ছাত্ৰবৃত্তি, মাইনৰ বা হাইস্কুলবিলাকতো পাঠ্যক্ৰমৰ মান অনুসাৰে শিক্ষাদান কাৰ্য্য কৰা নহয় আৰু সেইবাবে পাঠ্যক্ৰমৰ মান অনুসৰি ল'ৰা-ছোৱালীৰ বুদ্ধিৰ বিকাশ বা জ্ঞানলাভ নহয়। ফলত শিক্ষাৰ মানৰ অৱনতি ঘটে আৰু পাঠ্যক্ৰম অনুসৰি

পৰীক্ষাত যিবোৰ প্ৰশ্ন কৰা হয় তাৰ সন্তোষজনক উত্তৰ পোৱা নাযায়। ছাত্ৰ-ছাত্ৰীৰ ফেলৰ সংখ্যা বাঢ়ি যায়।

সাধাৰণতঃ তিনি বিধৰ ছাত্ৰ-ছাত্ৰী থাকে— কম বুদ্ধিমান, সাধাৰণ বুদ্ধিমান আৰু বেছি বুদ্ধিমান। সাধাৰণ বুদ্ধিমানৰ ছাত্ৰসংখ্যা অধিক। পৰীক্ষাৰ ফলত তালিকাত সেইবাবে প্ৰথম বিভাগত আৰু তৃতীয় বিভাগত পাছ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা কম হ'ব লাগে। আৰু দ্বিতীয় বিভাগত পাছ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বেছি হ'ব লাগে। কিন্তু দেখা যায় যে তৃতীয় বিভাগত পাছ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হে বেছি। ইয়াৰ দ্বাৰা প্ৰমাণ হয় যে শিক্ষাদান কাৰ্য্য সকলোবোৰ স্তৰতে নিম্নগামী হৈছে।

সেইবাবে আমাৰ দৃঢ়মত এই যে পাঠ্যক্ৰমৰ মান অনুসৰি যদি সকলোবিলাক বিষয় সকলো স্তৰতে, সকলো শ্ৰেণীতে শিক্ষাদানৰ প্ৰচেষ্টা চলোৱা হয়, তেন্তে শিক্ষাদানৰ নিপুণতা বাঢ়িব আৰু শিক্ষাৰ মান ক্ৰমাৎ উন্নীত হৈ আহিব।

আন এটা কথা এই যে ছাত্ৰবৃত্তি আৰু মাইনৰ স্কুলত সাধাৰণত ৯ বছৰৰ পৰা ১২ বছৰৰ ভিতৰত ছাত্ৰ-ছাত্ৰী আছে।এই সময়ছোৱাতে ব্যক্তিৰ বুদ্ধিৰ বেগ বেছি। এই সময়ত বেছি কথা শিকিবও পাৰে আৰু মনত ৰাখিবও পাৰে। তাৰ পাছত ১৩ বছৰৰ পৰা ১৬ বছৰলৈ বুদ্ধিৰ বেগ-বৃদ্ধি কমি আহে। সেইবাবে ছাত্ৰবৃত্তি আৰু মাইনৰ স্কুলবিলাকত বা ৪ৰ্থ মানৰপৰা ৬ষ্ঠ মানৰ ভিতৰত সকলো বিষয়ৰে শিক্ষা পৈণত ধৰণে দিব পাৰি। এই সময়ছোৱাৰ ভিতৰত পাঠ্যক্ৰমৰ নিৰ্দ্ধাৰিত মান অনুসৰি শিক্ষাদান যদি ভাল হয়, প্ৰবেশিকা পৰীক্ষাত ফেলৰ সংখ্যা ইমান বাঢ়িব নোৱাৰে। কাৰ্য্যতঃ কিন্তু দেখা যায় যে এই শ্ৰেণীবোৰত শিক্ষাদান তেনেই নিম্নমুখী। যি সময়ত ল'ৰা-ছোৱালীৰ বুদ্ধিৰ আটাইতকৈ বেছিকৈ বাঢ়ে, সেই সময়ত বুদ্ধিৰ জোখাৰে বিষয়শিক্ষা নিদিলে, শিক্ষা পাছ পৰি যায়। তাৰ পাছত বুদ্ধিৰ বৃদ্ধি-বেগ কমি আহে অথচ শিক্ষাদানৰ ক্ষেত্ৰত বিষয় বাঢ়ি যায়, বিষয়বোৰৰ কঠিনতাও বাঢ়ি যায় আৰু তলৰ শ্ৰেণীৰ দোষবোৰ শুধৰাবৰ আৱশ্যকীয়তাও বেছিকৈ অনুভৱ কৰা যায়। সেই সময়ত আটাইবোৰ বিষয়ত মনোযোগ দি পঢ়াবলৈ শিক্ষাকো অপাৰগ হয় আৰু ছাত্ৰ-ছাত্ৰীও অসমৰ্থ হয়। পাঠ্যক্ৰম শ্ৰেণী হিচাবে উত্তৰোত্তৰ বৃদ্ধি কৰা হৈছে, আনফালে ল'ৰা-ছোৱালীৰ বুদ্ধিৰ বেগ উত্তৰোত্তৰ কমি আহে আৰু তাৰ উপৰিও তলৰ শ্ৰেণীবোৰত মান অনুসাৰে শিক্ষা পাই নহা বাবে অৰ্থাৎ পাঠ্যক্ৰমৰ ধাৰাবাহিকত্ব ৰক্ষিত নোহোৱা বাবে শিক্ষকেও সন্তোষজনক ভাৱে শিক্ষা দিব নোৱাৰে আৰু ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা গ্ৰহণ (grasp) কৰিব নোৱাৰে। বৰ্ত্তমান সময়ত এই সমস্যা সমাধানৰ বাবে শিক্ষাবিদসকলৰ অৰ্থাৎ শিক্ষাবিভাগৰ কৰ্ণধাৰসকলৰ গুৰুতৰ দায়িত্ব সন্মুখত

উপস্থিত হৈছে আৰু শিক্ষকসকলৰ আগতো কৰ্ত্তব্যৰ কঠোৰতা বাঢ়ি গৈছে।

শিক্ষাৰ মান-উন্নয়নৰ ক্ষেত্ৰত এই দৃষ্টিভঙ্গী সংশ্লিষ্ট শিক্ষামহলে গ্ৰহণ কৰিলে প্ৰকৃত পন্থা আৱিষ্কাৰ কৰিবও পাৰিব— সন্দেহ নাই।

প্ৰাইমাৰী স্কুলত চাৰি বছৰীয়া পাঠ্যক্ৰমৰ বাবে নতুন পাঠ্যক্ৰম প্ৰস্তুত নকৰি শিক্ষাদানৰ নিপুণতা বঢাবলৈ প্ৰশিক্ষণ কেন্দ্ৰবোৰত আৰু পৰিদৰ্শক মণ্ডলীৰ পৰিদৰ্শনত যথোপযুক্ত ব্যৱস্থা গ্ৰহণৰ আবশ্যকতা বেছি দেখা যায়।

মাধ্যমিক স্তৰত অৰ্থাৎ ৯ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰত শিক্ষা সৰ্বতোমুখী হ'ব লাগিব। এই শিক্ষাৰ মাধ্যমত স্বাধীন ভাবে জীৱিকা অৰ্জনৰ পথ পাব লাগিব আৰু নৈতিক চৰিত্ৰও গঠিত হ'ব লাগিব। নৈতিক চৰিত্ৰ গঠনৰ বাবে সাম্প্ৰদায়িক ধৰ্ম শিকাবৰ আৱশ্যক নাই , কিন্তু ধৰ্মৰ মূল নীতিবোৰ যেনে সত্য, অহিংসা, ন্যায়পৰতা, ব্ৰহ্মচৰ্য্য, অস্তেয়, অপৰিগ্ৰহ, দেশপ্ৰেম, বিভিন্নলোকৰ মাজত পাৰস্পৰিক সহানুভূতি ইত্যাদিৰ বিষয়ে পাঠদানৰ আৰু কৰ্মকেন্দ্ৰিক শিক্ষাৰ মাজেদি দৈনন্দিন আচৰণ শিক্ষাদানৰ ব্যৱস্থা কৰিব লাগিব। স্কুলবিলাকৰ আন আন বাহিৰা কৰ্মবিলাক যেনে গাৰ্ল গাইড, বয় স্কাউট, শাৰীৰিক ব্যায়ম শিক্ষা, খেলধেমালি (ফুটবল, ক্ৰিকেট, নাটক অভিনয় আদি) স্কুলৰ কৰ্মপদ্ধতিৰ অঙ্গীভূত হ'ব লাগিব। পাঠ্যক্ৰমৰ বহিৰ্ভূক্ত কোনোপ্ৰকাৰ কৰ্মপদ্ধতি গ্ৰহণৰ সুযোগ সুবিধা ছাত্ৰবিলাকে ইচ্ছামতে পাব নোৱাৰিব। সকলোবিলাক কৰ্মপদ্ধতি পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত হ'ব লাগিব আৰু শিক্ষকৰ নিযন্ত্ৰণাধীনত পৰিচালিত হ'ব লাগিব। স্কুলৰ কৰ্মপদ্ধতি সুনিয়ন্ত্ৰিত কৰিব পাৰিলে ছাত্ৰৰ উচ্ছৃংখলতা কমাব পৰা যাব। দলীয় ৰাজনীতিৰ পৰা শিক্ষকক আঁতৰ কৰি আনিব পাৰিলে বৰ্ত্তমান উচ্ছৃংখলতা একেবাৰে নিৰ্মূল কৰিব পৰা যাব। এই চেষ্টা সমাজৰ লোকৰ লগত পৰামৰ্শ কৰি চৰকাৰে চলাব লাগিব। বিভিন্ন ৰাজনৈতিক দলৰ গৃহীত নীতি (শিক্ষা সম্বন্ধে) আলোচনা কৰি যথোপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিব লাগিব।●

২৭-৮-৯০

# পাঠ্যক্ৰমৰ বিষয় নিৰ্দ্ধাৰণ

শিক্ষাৰ্থীৰ শিক্ষাদান শিক্ষকৰ কৰ্তব্য কৰ্ম। ভাৰতীয় সংস্কৃতিত এই কৰ্তব্য কৰ্ম কোনো তৃতীয় পক্ষই নিৰ্দ্ধাৰণ কৰি দিব নালাগিছিল। ভাৰতৰ শিক্ষাৰ পাঠ্যক্ৰম বেদ সম্ভূত আছিল। বৈদিক যাগ-যজ্ঞাদি ক্ৰিয়া-কলাপৰ বাহিৰেও আন আন বিষয়ৰো শিক্ষা বেদ-সম্ভূত আছিল। দেশ ৰক্ষাৰ বাবে ধনুৰ্বেদ, স্বাস্থ্য ৰক্ষাৰ বাবে আৰু ৰোগ নিবাৰণৰ বাবে আয়ুৰ্বেদ। গৃহ নিৰ্মাণ বা মঠ-মন্দিৰ নিৰ্মাণৰ বাবে স্থপতি বিদ্যা, নৃত্য-কলা আৰু সংগীত বিদ্যাৰ বাবে গন্ধৰ্ব বেদ। সৌন্দৰ্য উপাসনাৰ বাবে চিত্ৰ, কলা শিক্ষা ইত্যাদি ক্ৰমে মানুহৰ সংসাৰ যাত্ৰাৰ বাবে আৰু সামাজিক জীৱন-যাপনৰ সা-সুবিধাৰ বাবে সকলো প্ৰকাৰ বিদ্যা শিক্ষাৰ প্ৰয়োজনীয় জ্ঞান বেদৰ পৰাই পোৱা গৈছিল। এই বিভিন্ন প্ৰকাৰ জ্ঞানৰ অধিকাৰী যিসকল ঋষি বা ঋষিকল্প পণ্ডিত আছিল তেওঁলোকহে শিক্ষা দানৰ অধিকাৰী আছিল। ব্ৰহ্মবিদ পণ্ডিতে বিদ্যাৰ্থীক ব্ৰহ্ম বিদ্যা শিক্ষা দিছিল। যি ব্যক্তিয়ে যি বিদ্যাত প্ৰতিষ্ঠা লাভ কৰিছিল সেই ব্যক্তিহে শিক্ষা দানৰ গৰাকী আছিল। শিক্ষাদাতা গুৰুসকল বেতন ভোগী শিক্ষক নাছিল।

পাঠ দানৰ বিষয়-বস্তু সেইদৰে বেদসম্ভূত বিষয়ৰ অন্তৰ্গত বিদ্যাৰ পৰা যাৰ যিমানখিনি গ্ৰহণ কৰিবৰ উপযুক্ততা আছে সেই অনুপাতে শিক্ষা দিছিল। সকলোৰে কাৰণে একে প্ৰকাৰৰ পাঠ্যক্ৰমৰ ব্যৱস্থা নাছিল। সকলোকে সকলো প্ৰকাৰ বিদ্যা শিক্ষা দিয়া নহৈছিল, কিন্তু সকলো শিক্ষাৰ্থীয়ে ৰাজপুত্ৰই হওক বা প্ৰজাপুত্ৰই হওক গুৰু গৃহত সংসাৰ যাত্ৰাৰ যাৱতীয় শাৰীৰিক পৰিশ্ৰমৰ কৰ্ম কৰিব লগা হৈছিল। কৰ্মৰ মাধ্যমতহে শিক্ষা দান কাৰ্য চলিছিল। দৈনন্দিন শাৰীৰিক শ্ৰমৰ মাধ্যমত যিবোৰ কৰ্ম শিক্ষাৰ্থীসকলে সম্পন্ন কৰিছিল সেই কৰ্ম সম্পাদনৰ ক্ষেত্ৰত উপস্থিত হোৱা সমস্যা, বাধা-বিপত্তি বা অভিজ্ঞতাৰ আলোচনাক্ৰমে গুৰুৱে শিষ্যবৰ্গক সকলো প্ৰকাৰ প্ৰশ্ন বা সমস্যাৰ সমিধান দিছিল। গ্ৰন্থ অধ্যয়নৰ পৰা উদ্ভৱ হোৱা প্ৰশ্নৰ গত আৰু পাঠ্যক্ৰমৰ আৰু উপৰিস্থ কৰ্তৃপক্ষৰ নিৰ্দেশ মানি শিক্ষক চলিব লগা হ'ল। তথাপিতো দেশত শিক্ষাৰ উদ্দেশ্য চাকৰি মাত্ৰ হৈ উঠা নাছিল কাৰণে শিক্ষকসকলৰ শিক্ষা দান পদ্ধতি পূৰ্বৰ আদৰ্শ অনুযায়ী আৰু সমাজৰ বিভিন্ন শ্ৰেণীৰ ব্যৱসায়ৰ অনুযায়ী চলি আছিল। নৈতিকতা ৰক্ষাৰ ভিত্তিত অৰ্থনীতি, ৰাজনীতি, বাণিজ্যনীতি, সমৰ নীতি সকলো বিষয়ে

শিক্ষকসকলে সাধাৰণভাৱে শিক্ষা দিব পাৰিছিল। পাঠ্যক্ৰমৰ ধৰা-বন্ধা কটকটীয়া গণ্ডীৰ ভিতৰত থাকি শিক্ষা দিবৰো আৱশ্যক নাছিল আৰু পৰীক্ষা পাছৰ বাবে শিক্ষাৰ পৰিসৰ সংকীৰ্ণ কৰি অনাৰো আৱশ্যক নাছিল। এনে শিক্ষাই সমাজত এনে প্ৰভাৱ বিস্তাৰ কৰিছিল যে লিখিব পঢ়িব নজনা মানুহো সামাজিক পৰিবেশতে জ্ঞানী আৰু শিক্ষিত হৈ উঠিছিল। বিনা চেষ্টা বা বিনা ব্যয়ে সামাজিক শিক্ষা প্ৰচাৰিত হৈ আছিল আৰু সামাজিক শিক্ষাৰ এই নীৰৱ স্ৰোত বা অদৃশ্য প্ৰভাৱ আজি ব্যৰ্থ হোৱা কাৰণে সামাজিক শিক্ষাৰ আঁচনি এফালে যেনেকৈ ব্যয়বহুল হৈছে, আনফালে সাধাৰণ শিক্ষা চাকৰিমুখী আৰু শ্ৰম বিমুখ হোৱা বাবে সামাজিক শিক্ষা অকাৰ্য কৰা হৈ পৰিছে।

আজি দেশত যি অৱস্থাৰ সৃষ্টি হৈছে, নিবনুৱা সমস্যাৰ কৰাল গ্ৰাসত দেশবাসী যেনেদৰে পতিত হৈছে, চাকৰিমুখী আৰু শ্ৰম বিমুখ শিক্ষাৰ পৰিবৰ্তে নতুন ধৰণৰ শিক্ষাৰ যে আৱশ্যক হৈ পৰিছে, সেই কথা আমি সকলোৱে বুজি পাইছোঁ। এতিয়া সমস্যা হৈছে যে এই কৰালগ্ৰাসী শিক্ষাৰ যি স্ৰোত বৈ গৈ আছে তাক ৰুদ্ধ কৰা যায় কেনেকৈ? হঠাতে ৰুদ্ধ কৰিলেও সমাজত অবাঞ্ছিত প্লাৱনৰ সোঁত বৈ যাব।

এতিয়া স্কুলৰ সংখ্যা বাঢ়িছে। ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও স্কুলত বাঢ়িছে কিন্তু দেশৰ কৃষি আৰু শিল্পৰ ক্ষেত্ৰত কৰ্মীৰ অভাৱ হৈছে। দেশৰ শিল্পবোৰ ধ্বংস হ'ব ধৰিছে। উৎপাদনশীল উদ্যোগ বা কুটিৰ শিল্পৰ বিষয়ে জনা মানুহ সমাজত নাইকিয়া হৈ আহিছে আৰু সেয়েহে নিবনুৱা লোকৰ সমস্যাও বাঢ়ি গৈছে। পূৰ্বৰ দৰে ঘৰে ঘৰে বা গুৰু গৃহত বা সামাজিক আবেষ্টনীৰ মাজত উৎপাদনশীল শিল্প বিদ্যা শিক্ষা কৰিবৰ উপায় বা মনোবৃত্তি কাৰো নাই। বৰ্তমান পাঠ্যক্ৰমে যেতিয়া শিক্ষাৰ্থীৰ চৰিত্ৰ গঠনতো সহায় নকৰে, শিল্প বিদ্যাও শিক্ষা নিদিয়ে আৰু আনফালে শিক্ষাৰ্থীসকলক শ্ৰম বিমুখ কৰি তোলে, সেই বাবে স্কুলবিলাকত নতুন পাঠ্যক্ৰমৰ আৱশ্যক হৈছে। স্কুলবিলাকত দিয়া শিক্ষাৰ গতি পৰিবৰ্তিত কৰিব লাগিব।

বৰ্তমান অৱস্থাত স্কুলবিলাকত যিবোৰ পাঠ্যক্ৰম চলি আছে সেইবোৰ পাঠ্যক্ৰম মতে শিক্ষা দিয়াত সৰহ সংখ্যক ল'ৰা-ছোৱালী অকৃতকাৰ্য হয় বুলি ভবা হৈছে। সেই কাৰণে তাৰ পৰিবৰ্তনৰ আৱশ্যকবোধ কৰা হৈছে ; কিন্তু পাঠ্যক্ৰমৰ দোষত মাথোন এইবোৰ ঘটা নাই। ঘটিছে আন আন কাৰণতো। শিক্ষাৰ্থীসকলৰ বুদ্ধি বৃত্তি, শিক্ষাদানৰ ত্ৰুটী, প্ৰশ্ন কাৰকতৰ ত্ৰুটী ইত্যাদি কাৰণো সংশ্লিষ্ট আছে। সেই বিষয়ে ইয়াত বহলাই আলোচনা কৰিবৰ ঠাই নাই। এই প্ৰবন্ধৰ উদ্দেশ্য হৈছে যে পাঠ্যক্ৰম জাতীয় চৰিত্ৰ গঠনমুখী হ'ব লাগে, দেশৰ লোকৰ প্ৰকৃত অভাৱ আৰু প্ৰয়োজন পূৰণমুখী হ'ব লাগে আৰু জাতীয় সংস্কৃতি আৰু ঐতিহ্য ৰক্ষাকাৰী হ'ব লাগে। বৰ্তমান স্কুলবোৰত থকা শিক্ষক-শিক্ষয়িত্ৰীৰ

দ্বাৰাই এই পৰিবৰ্তন আনিব লাগিব , সেইবাবে বৰ্তমান পাঠ্যক্ৰমত কৰ্মকেন্দ্ৰিক শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব। পুৰণি পাঠ্যক্ৰমৰ বিষয়বোৰক ৰক্ষা কৰি তাকেই সংশোধনমূলক পথেদি মাথোন পৰিবৰ্তন কৰিলে বৰ্তমান সমস্যাসমূহৰ সমাধান হোৱাৰ কোনো আশা নাই। সেইবাবে পাঠ্যক্ৰমৰ বিষয় নিৰ্দ্ধাৰণত কৰ্মকেন্দ্ৰিক শিক্ষাৰ বিষযবোৰ অৱশ্যে স্থান পাব লাগিব। কৰ্মকেন্দ্ৰিক শিক্ষাৰ বিষয়বোৰে কৃষিবিদ্যা, কুটিৰ শিল্প আৰু যান্ত্ৰিক শিল্প শিক্ষাদানৰ ভূমিকা ল'ব লাগিব। তেতিয়াহে ক্ৰমে নিবনুৱা সমস্যা সমাধানৰ পথেদি আগবাঢ়িব পৰা যাব। কম বুদ্ধিমান ল'ৰা-ছোৱালীবিলাকৰ বাবে কৃষি বা শিল্পবিদ্যাৰ হাতৰ কামৰ পাঠ্যক্ৰম বঢ়াব লাগিব। বেছি বুদ্ধিমান ল'ৰা-ছোৱালীবিলাকৰ বাবে পঠনীয় বিষয়বোৰত বেছি গুৰুত্ব দিব লাগিব যাতে বিশ্ববিদ্যালযলৈ বুদ্ধিমান ল'ৰা-ছোৱালীবোৰহে 'যাব পাৰে আৰু সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীবোৰেও যাতে কৰ্মকেন্দ্ৰিক শিক্ষাতহে বেছি আগ্ৰহী হয় সেই দৃষ্টিভংগীৰে পাঠ্যক্ৰম সৃষ্টি কৰিব লাগিব। কম বুদ্ধিমান, সাধাৰণ বুদ্ধিমান আৰু বেছি বুদ্ধিমান ল'ৰা-ছোৱালীবিলাকক একে শ্ৰেণীতে একে প্ৰকাৰ পাঠ্যক্ৰমৰে শিক্ষা দিলে পাঠ্যক্ৰমৰ সফলতা আশা কৰিব পৰা নাযাব— অকৃতকাৰ্য হোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও কমাব পৰা নাযাব।

ছোৱালীবিলাকৰ শিক্ষাৰ পাঠ্যক্ৰম সাংসাৰিক জীৱন যাত্ৰাৰ উপযোগী কৰি ল'ৰাবিলাকৰ পাঠ্যক্ৰমতকৈ বেলেগ কৰিব লাগিব।

পৰীক্ষা লোৱা পদ্ধতিও বেলেগ হ'ব লাগিব।

কোন বিদ্যালয়ত কিমান বছৰ পঢ়িব লাগিব সেই কথা নিৰ্ণিত হ'ব পাৰে পাঠ্যক্ৰমৰ বিষয়-বস্তু নিৰ্দ্ধাৰণ কৰাৰ পাচতহে। পাঠ্যক্ৰম নিৰ্ণিত হয় জাতীয় প্ৰয়োজন অনুসাৰে।

শিক্ষা ক্ষেত্ৰত পৰিবৰ্তন আনিবৰ উদ্দেশ্য যদি অকৃত্ৰিম হয় তেন্তে মাধ্যমিক আৰু উচ্চ মাধ্যমিক স্কুলবিলাকত কি কি বিষয় শিক্ষা দিয়া উচিত— 'শিক্ষাই বিদ্যাৰ্থীসকলক যদি কৰ্ম্মমুখী কৰিব লাগে আৰু বেছি বুদ্ধিমান ছাত্ৰসকলক বিশ্ববিদ্যালয়ৰ শিক্ষাৰ উপযুক্ত কৰিবলৈ এই স্কুলবিলাকত কি কি বিষয় শিক্ষা দিয়া উচিত তাকেহে প্ৰথমতঃ নিৰ্ণয় কৰিব লাগিব। তাৰ পূৰ্বে একে প্ৰকাৰ দৃষ্টিভংগীৰে পাঠ্যক্ৰম প্ৰস্তুত কৰিলে কোনো পৰিবৰ্তন আশা কৰিব নোৱাৰি।

বৰ্তমান যিবোৰ স্কুল আছে সেই স্কুলবোৰতে পৰিবৰ্তন সাধন কৰা সম্ভৱ হ'ব পাৰে। যদিহে ৰাজ্য চৰকাৰে সেই দৃষ্টিভংগী গ্ৰহণ কৰে।●

২৭/৪/৭০— দৈনিক অসম)

## জুলাই, ১৯৭০

# শিক্ষাৰ পৰিসৰ আৰু শিক্ষকৰ কৰ্ত্তব্য

শিশুৰ বস্তুৰ লগত পৰিচয় হোৱাৰ লগে লগে জ্ঞান আৰু বুদ্ধিৰ উন্মেষ হ'বলৈ আৰম্ভ কৰে— এই কথা আমাৰ সকলোৰে অভিজ্ঞতাত আহিছে। জ্ঞান আৰু বুদ্ধিৰ ক্ৰমাগত বৃদ্ধিৰ পথেদি শিক্ষাদানৰ কাৰ্য্য পদ্ধতি গ্ৰহণ কৰা হয়। মাতৃসকলে আৰু শিশুৰ শুভাকাঙ্খী অভিভাৱকসকলে স্বভাৱতঃ সেই পথেদি শিক্ষা দান কৰি আহে, শিক্ষা বিজ্ঞানৰ কোনো নিৰ্দ্ধাৰিত পথেদি নহয় স্বভাৱজাত মনোবৃত্তিৰ প্ৰেৰণামূলক পদ্ধতিৰে। পিতৃ-মাতৃৰ যেনে মনোবৃত্তি, যেনে স্বভাৱ চৰিত্ৰ তেনে মনোবৃত্তি আৰু স্বভাৱ চৰিত্ৰ শিশুৰ চৰিত্ৰতো প্ৰতিফলিত হোৱা দেখা যায়, তাৰ কাৰণ ইও এটা। শিশুৰ কৰ্মপ্ৰবৃত্তিৰ বিকাশ হ'বলৈ ধৰাৰ সময়ত শিশুৰ মাক বাপেকৰ চোকা দৃষ্টি থাকে শিশুৰ ওপৰত—যাতে শিশুৱে নাজানি জুইত হাত সুমাই নিদিয়ে, যাতে শিশুৱে অখাদ্য কুখাদ্য মুখত সুমাই নিদিয়ে, বিছা, কেচু, পোক, পৰুৱা যাতে য'ৰে ত'ৰে পৰা আনি মুখত নিদিয়ে। এনেবোৰ ক্ষেত্ৰত শিশুক নিবাৰণ কৰা, জোৰ খটুৱাই এনেবোৰ কাৰ্য্য কৰিবলৈ নিদিয়া আমাৰ সকলোৰে স্বভাৱজাত প্ৰবৃত্তি। কি বস্তুৰ কি মূল্য শিশুৱে নাজানে। শিশুৱে যিহকে আগত দেখে, তাকে লবলৈ আগ্ৰহান্বিত হয় আৰু হাতত লৈ কিছু সময় লাৰাচাৰা কৰি ভাঙি পেলায় যিমানেই মূল্যৱান বস্তু নহওক কিয়। মাক-বাপেকে এই কথা জানে কাৰণে কিছুমান বস্তু শিশুৰ পৰা লুকাই থোৱা হয়, কিছুমান বস্তু ঢুকি নোপোৱা ঠাইত থোৱা হয়, কিছুমান বস্তু বাকচ, আলমাৰীত বা মিট্‌ছেফত সুমাই থোৱা হয়। শিশুৰ আগত নপৰিলে সেই বস্তুবোৰৰ বিষয়ে সাধাৰণতে শিশুৰ মনত নাথাকে কিন্তু ক্ৰমে ক্ৰমে সেই বস্তুবোৰ যে তাৰ পৰা আঁতৰত ৰখা হৈছে বা লুকাই ৰখা হৈছে এই জ্ঞানো তাৰ হয়। সেই জ্ঞান হোৱাৰ লগে লগে কোনো বস্তু যেতিয়া মাকক খুজিলে নাই বুলি মাকে কয়, তেতিয়া ক্ৰমে ক্ৰমে শিশুৰ মনত সন্দেহ আৰু অবিশ্বাসৰ ছায়া পৰিবলৈ ধৰে। শিশুৰো মিছা কথা কোৱাৰো সূত্ৰপাত হয়।

লক্ষ্য কৰি দেখা গৈছে যে সৰহভাগ শিশুৰে মিছা কথা কোৱা মনোবৃত্তি বৰ সহজে উন্মেষ হয়। মনোবিজ্ঞান মতে তাৰ কাৰণ বিশ্লেষণ কৰিলে বহুতো শিক্ষাৰ উপাদান প্ৰকাশ পাব সন্দেহ নাই, কিন্তু আমি সেই পথেদি আলোচনা কৰিব খোজা নাই। আমি আলোচনা কৰিব খুজিছো আমাৰ অভিজ্ঞতাৰ মাধ্যমত

শিশুৰ শিক্ষাত কিমানখিনি সহায় কৰিব পাৰো সেই দৃষ্টি ভঙ্গীৰে।

আজি কালি বহুতো শিক্ষিতা মাতৃয়ে পূৰ্বৰ মাতৃসকলৰ দৰে কিছুমান শিক্ষাৰ পৰা আঁতৰত থাকে বা বিৰত থাকে— এইটো দেখা গৈছে, কিন্তু আধুনিক শিক্ষাত শিক্ষিতা, আধুনিক সমাজত পৰিবৰ্দ্ধিতা বহু মাতৃয়ে স্বভাৱগত ভাৱে অতি মৰমেৰে কিছুমান কথা এনেদৰে শিক্ষা দিয়া দেখা যায়, যাৰ দ্বাৰা শিশুৰ ব্যক্তিত্ব গঠনত সহায় হয়। নিজৰ নিজৰ বস্তু সা-সম্পত্তিৰ প্ৰতি আদৰ যত্ন বা দাবী অধিকাৰৰ মনোবৃত্তি গঠিত হয়, কিন্তু সমাজৰ এজন প্ৰকৃত নাগৰিক হিচাবে শিশু বৰ্দ্ধিত হৈ নুঠে। আন কি নিজৰ ঘৰৰ পৰিয়ালৰ ভিতৰতে গাইগুটীয়া স্বভাৱ অৰ্জনৰ দৃষ্টান্তও পোৱা যায়। আধুনিক সামাজিক পৰিবেশত পিতৃমাতৃৰ ঘৰখন যেনেকৈ উঠি আহিছে সেই পৰিবেশৰ প্ৰভাৱ শিশুৰ গাত নপৰাকৈ নাথাকে। পূৰ্বৰ অশিক্ষিত পিতৃ-মাতৃয়ে ঘৰখনত যিবোৰ কৃষ্টিমূলক পদ্ধতি ৰক্ষা কৰি আহিছিল, সেইবোৰ কুসংস্কাৰ বুলি ভবা কাৰণে আধুনিক শিক্ষাই সেইবোৰ পদ্ধতি ধ্বংস কৰি পেলাইছে বা ক্ৰমে ক্ৰমে ধ্বংস কৰি পেলাব ধৰিছে আৰু এইদৰে আমাৰ ভাৰতীয় সমাজত এটি নিৰব বিপ্লৱ সাধিত হ'ব ধৰিছে। কুসংস্কাৰ ধ্বংস কৰাত কোনো শিক্ষাবিদে আপত্তি নকৰে কিন্তু এক প্ৰকাৰ কুসংস্কাৰৰ ঠাই যদি আন প্ৰকাৰ কুসংস্কাৰে অধিকাৰ কৰে যাৰ দ্বাৰা নীৰৱ বিপ্লৱ সাধিত হ'ব ধৰিছে— সেইটো যে বাঞ্ছনীয় নহয়, তাক সকলো শিক্ষাবিদে একমুখে স্বীকাৰ কৰিব। কুসংস্কাৰ ধ্বংসৰ পথত সু-সংস্কাৰৰ এটি পূৰ্ণ প্ৰতিচ্ছবি শিক্ষক আৰু শিক্ষাবিদ সকলৰ চকুৰ আগত থাকিব লাগে, তেতিয়া কৰ্মপদ্ধতি গ্ৰহণৰ সুবিধা হয়।

(২)

কুসংস্কাৰৰ নিৰ্মূল সাধন কৰি সুসংস্কাৰৰ পথ উন্মুক্ত কৰাৰ যি নীৰৱ বিপ্লৱ কল্পনা কৰা হৈছিল সেই কল্পনাৰ উদ্দেশ্য আছিল সমাজত এটি সংঘাত সৃষ্টি কৰি এটি অবাঞ্ছিত পৰিবেশৰ যাতে উদ্ভৱ নহয়। সেই পথত যদি পুনঃ আন প্ৰকাৰ বাধা বিপত্তিৰ সৃষ্টি হয়, সেই বাধা-বিপত্তি আঁতৰ কৰা পন্থাও উদ্ভাৱন কৰিব লাগিব। নহ'লে এফালে যেনেকৈ সু-শিক্ষা ৰূপায়িত হৈ নুঠিব, আনফালে তেনেকৈ ছাত্ৰসমাজত চৰিত্ৰহীনতা পৰিস্ফুট হৈ উঠিব। আজি সমাজত ছাত্ৰৰ উচ্ছৃঙ্খলতা যি দৰে বাঢ়ি গৈছে তাৰ দ্বাৰা চৰিত্ৰহীনতাৰ লক্ষণ পৰিস্ফুট হৈ ইতিমধ্যে উঠিছে। বিভিন্ন ৰাজনৈতিক মতবাদৰ ভিত্তিত বয়স্ক ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰভাৱত শিশু সমাজত যি প্ৰতিক্ৰিয়া দেখা গৈছে, সেই অবাঞ্ছিত প্ৰভাৱ আঁতৰ কৰা ৰাজনৈতিক দলৰ নেতা সকলৰ কৰ্ত্তব্য সেই বিষয়ে কোনো সন্দেহ নাই, কিন্তু আমি শিক্ষক সকলে আমাৰ শিক্ষাৰ পৰিসৰৰ ভিতৰত আমাৰ কৰ্ত্তব্যৰ

মাধ্যমত কিদৰে সেই অবাঞ্ছিত প্ৰভাৱৰ পৰা শিশু সকলক মুক্ত কৰি ৰাখিব পাৰো সেইটো আমাৰ সমস্যা বুলি গ্ৰহণ কৰিবই লাগিব, নহ'লে আমাৰ কৰ্ত্তব্যৰ ত্ৰুটী ঘটিব, নহ'লে সু-শিক্ষাৰ ৰূপ ৰূপায়িত হৈ নুঠিব।

জাতীয়তা গঠনৰ প্ৰথম স্তৰ প্ৰাইমাৰী স্কুল সমূহ। বিভিন্ন ৰাজনৈতিক দলে প্ৰাইমাৰী শিক্ষাৰ বিস্তাৰ, উন্নতি আৰু সহজলভ্যতা হিচাবে যথেষ্ট গুৰুত্ব দিয়া দেখা যায় আৰু নিজ নিজ দলৰ মতানুযায়ী শিক্ষাৰ আৰম্ভণি প্ৰথম স্তৰতে হ'ব লাগে এই মনোভাৱ তেওঁলোকৰ থকাটো বুজা যায়। কিন্তু আমাৰ শিক্ষানীতি হ'ব লাগে নিৰপেক্ষ, শিক্ষাৰ প্ৰকৃত দৃষ্টিভঙ্গীৰে নিৰ্দ্দিষ্ট। মৌলিক শিক্ষানীতিৰ লগত কোনো দলীয় ৰাজনীতিৰ মতভেদ থাকিব নোৱাৰে এই দৃষ্টিভঙ্গীৰে শিক্ষকসকলৰ কৰ্ত্তব্য নিৰ্দ্ধাৰিত হ'ব লাগিব আৰু শিক্ষকসকলে সেই পথেদি নিজ নিজ কৰ্ত্তব্য কৰিব লাগিব।

## (৩)

ছাত্ৰ-ছাত্ৰীসকলৰ উচ্ছৃঙ্খলতাৰ মাধ্যমত এইটো পৰিস্ফুট হৈ উঠিছে— যে ছাত্ৰ আন্দোলনৰ পৰিণতি হয় দেশৰ তথা ৰাইজৰ সা-সম্পত্তি ধ্বংস কৰা। এই ধ্বংস কাৰ্য্যৰ আন্দোলনত প্ৰাইমাৰী স্তৰৰ শিশু সকলকো জড়িত কৰি লোৱা হয় এইটো দেখা গৈছে। এইবোৰ কাৰ্য্যই দেশ প্ৰেমৰ অভাৱ সূচনা কৰে। দেশপ্ৰেম উদ্বুদ্ধ কৰা শিক্ষাৰ এটি প্ৰধান অঙ্গ ; গতিকে শিক্ষক সকলৰ প্ৰধান কৰ্ত্তব্য। সেই বাবে পাঠ্যক্ৰমৰ মাধ্যমত যিমান খিনি দেশ প্ৰেম শিক্ষা দিয়াৰ ব্যৱস্থা আছে, তাতকৈ বেছি পৰিমাণে দেশপ্ৰেম মূলক শিক্ষা দিয়াৰ প্ৰয়োজনীয়তা শিক্ষক সকলে অনুভৱ কৰা আৰু কাৰ্য্যত শিক্ষা দিয়া কৰ্ত্তব্য। কি পদ্ধতিত এই শিক্ষা দিয়া হ'ব পাৰে, সেই পদ্ধতি নিৰ্দ্দিষ্ট নাথাকিলেও শিক্ষকে স্বতঃপ্ৰণোদিত ভাৱে এনে ধ্বংস কাৰ্য্যৰ নিন্দা কৰিব পাৰে ছাত্ৰ-ছাত্ৰীসকলৰ মাজত। দেশ প্ৰেমৰ উদাহৰণ দাঙি ধৰিবলৈ মনীষী সকলৰ জীৱনী সাধুকথাৰ ছলেৰে কবৰ কাৰণে নিজে পঢ়ি-শুনি জানি ল'ব লাগে— তাৰ দ্বাৰা নিজৰো জ্ঞান বৃদ্ধি হ'ব, জাতীয়তা গঠনত মহৎ বৰঙনি যোগোৱা হ'ব আৰু ছাত্ৰ-ছাত্ৰীসকলৰ চৰিত্ৰ গঠনত সহায়তা কৰা হ'ব। এনে ধ্বংস কাৰ্য্যত যাতে নিজৰ নিজৰ স্কুলৰ ছাত্ৰ-ছাত্ৰীসকলে পুনৰায় যোগদান নকৰে তাৰ বাবে কি ব্যৱস্থা গ্ৰহণ কৰিব পাৰি, সেই বিষয়ে চিন্তাও কৰিব লাগিব। দেশ প্ৰেমমূলক পদ্যবোৰ মুখস্থ কৰাই সমবেত কণ্ঠত গোৱাব লাগে আৰু অৰ্থবোৰ বুজাই দিব লাগে। পদ্যবোৰ বাছি লোৱাতো সাৱধান হ'ব লাগে। দলীয় ৰাজনীতিৰ মতবাদেৰে দুষিত পদ্যবোৰ বাদ দিব লাগে।

পাঠ্যপুথিত নথকা পদ্য মুখস্থ যে কৰাব নোৱাৰি তেনে কথা নাই, যদিহে

পদ্য নিৰ্বাচনত আন কোনো প্ৰকাৰৰ আপত্তি নাথাকে। প্ৰসঙ্গতঃ কোৱা হয় যে আজিকালি পদ্য মুখস্থ কৰোৱাৰ পদ্ধতি কমি গৈছে। পাঠ্যপুস্তকবিলাকতো মুখস্থ কৰিবলগীয়া বৰ কম পদ্য থাকে আৰু তলৰ শ্ৰেণীত মুখস্থ কৰা পদ্যবোৰ ওপৰ শ্ৰেণীত পাহৰি যায়। ভালভাল পদ্যবোৰ যেনে, "মহা মহাপুৰুষৰ চানেকিৰে জীৱনৰ, আমিও কৰিব পাৰো জীৱন গঢ়িত" পাহৰিলে তাৰ স্থায়ী প্ৰভাৱ নাথাকে আৰু সেই পদ্যত থকা অনুভূতিমূলক শিক্ষা শিশুৱে নাপায়। প্ৰশ্নৰ উত্তৰ মুখস্থ কৰি পৰীক্ষালৈ সাজু হোৱা যেনে গৰ্হিত কাম, ভাল ভাল পদ্য মুখস্থ নকৰাও তেনে গৰ্হিত কাম। শাস্ত্ৰই কৈছে— "আবৃত্তিঃ সৰ্বশাস্ত্ৰাণাং বোধাদপি গৰীয়সী।" বুজাতকৈও মুখস্থ কৰা বেছি ভাল। কিয়? মুখস্থ থাকিলে তাৰ বোধ এদিন নহয় এদিন হৃদয়ত নিশ্চয় আপোনা-আপুনি উপস্থিত হ'ব।

(৪)

আজি সমগ্ৰ দেশতে চুৰি-ডকাইতি নানা প্ৰকাৰ অনৈতিক কাৰ্য্য সংঘটিত হ'ব ধৰিছে। প্ৰাইমাৰী স্কুলৰ ল'ৰা-ছোৱালী কেতবিলাকেও মানুহৰ বাৰী-ঘৰত থকা ফল-মূল তৰী-তৰকাৰী বা আন আন মূল্যবান বস্তু চুৰি কৰাৰ প্ৰমাণ অহৰহ পোৱা যায়। এনে অভ্যাস জাতীয় চৰিত্ৰত পৰিণত হোৱা যেন অনুভৱ হ'ব লাগিছে। জাতীয় চৰিত্ৰত যি দোষে প্ৰভাৱ বিস্তাৰ কৰে, সেই দোষ সংশোধনৰ পন্থা উলিওৱা শিক্ষাৰ এটি সমস্যা আৰু শিক্ষক-শিক্ষাবিদসকলৰো কৰ্ত্তব্য। প্ৰাইমাৰী স্তৰত প্ৰাইমাৰী স্কুলৰ শিক্ষকসকলে এই সমস্যা সমাধানত বহুখিনি বৰঙণি যোগাব পাৰে। পূৰ্বে প্ৰাইমাৰী স্কুলৰ (প্ৰাইমাৰী স্কুল বুলি নহয় আন স্কুলৰো) ল'ৰা-ছোৱালীক চুৰ কৰা দেখিলে বাইজৰ মানুহে অভিভাৱকৰ ওচৰত গোচৰ দিয়াতকৈ শিক্ষকৰ ওচৰতহে গোচৰ দিছিল। শিক্ষকসকলেও যথাযথ বিচাৰ কৰি শাৰীৰিক শাস্তি বিধানো কৰিছিল আৰু নীতি উপদেশেৰে সমগ্ৰ স্কুলৰ ছাত্ৰ-ছাত্ৰীসকলক উপযুক্ত শিক্ষা দানো কৰিছিল। আজিকালি শাৰীৰিক শাস্তি দিলে অভিভাৱক সকলৰ পৰা আপত্তি উঠে। তেনে ক্ষেত্ৰত শিক্ষকসকলে এই বিষয়টো নিজৰ কৰ্ত্তব্যৰ ভিতৰত নহয় বুলি একোকে নকৰে। শিশুৰ চৰিত্ৰ গঠনৰ যি কোনো কাৰ্য্য শিক্ষকৰ কৰ্ত্তব্যৰ ভিতৰতে পৰে, নহ'লে জাতীয়তা গঠনত শিক্ষকে বৰঙণি যোগাব নোৱাৰে। বৰ্ত্তমান পৰিস্থিতিলৈ লক্ষ্য কৰি স্কুলৰ ল'ৰাছোৱালী বিলাকৰ স্বভাৱৰ পৰা চুৰি কৰা অভ্যাস কেনেকৈ আঁতৰাব পাৰি, সেই কথা পাঠ্যক্ৰমত নিৰ্দ্দিষ্ট কৰি দিয়া নাথাকিলেও, সেই বিষয়ে পাঠ দানৰ উপযুক্ত পদ্ধতি শিক্ষকে আৱিষ্কাৰ কৰা উচিত হ'ব। এনে ধৰণৰ শিশু বিলাকৰ ভিতৰৰ পৰাই দুই এজনক হঠাতে চুৰি কৰি লৈ যায় দুৰ্বৃত্ত সকলে সিঁহতৰ চুৰি ব্যৱসায় যুগমীয়া কৰি বৰ্ত্তাই ৰাখিবলৈ। অসৎ মনোবৃত্তিৰ লোকৰ সংখ্যা বাঢ়ি যোৱা বাবে

বৰ্ত্তমান সময়ত ল'ৰা-ছোৱালীৰ স্বভাৱ চৰিত্ৰত, সেই অসৎ লোক বিলাকৰ সতি-সন্ততিৰ চৰিত্ৰত এইবোৰ দোষ বেছিকৈ প্ৰতিফলিত হোৱা দেখা যায়। সামাজিক পৰিস্থিতিৰ পৰিবেশৰ মাজত সাধু চৰিত্ৰৰ লোকৰ সতি সন্ততিৰো চাৰিত্ৰিক অধঃপতন ক্ৰমে ক্ৰমে ঘটি আহিব ধৰিছে। সমাজত যেতিয়া দুৰ্বৃত্ত আচৰণ বাঢ়ি গৈছে, অসৎ লোকৰ পাপ কাৰ্য্য বাঢ়ি যাব ধৰিছে, এনে অৱস্থাত সামাজিক পৰিবেশ পৰিবৰ্ত্তনৰ বাবে কাৰ্য্যপদ্ধতি হাতত লোৱা শিক্ষা বিভাগ যে এটা প্ৰধান ক্ষেত্ৰ, তাক কোনেও নুই কৰিব নোৱাৰে। বৰঞ্চ শিক্ষানীতিৰ ভিতৰত ইয়েইহে বৰ্ত্তমানে শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিব লাগে। যুগে যুগে শিক্ষাইহে সমাজ সংস্কাৰ কৰি আহিছে এই কথাৰ প্ৰমাণ শিক্ষাৰ বুৰঞ্জীয়ে দিব। শিক্ষক সকলৰ নৈতিক দায়িত্ব ইয়াৰ ভিতৰত সন্নিহিত আছে। সেইবাবে বেছি একো গুৰুত্বশালী শিক্ষা পদ্ধতি আৱিষ্কাৰ কৰিব নোবাৰিলেও বেয়া কাৰ্য্যৰ নিন্দা কৰা, তাৰ বাবে ল'ৰা ছোৱালী বিলাকক তিৰস্কাৰ কৰা, লাজ দিয়া ইত্যাদি ধৰণৰ পন্থা অৱলম্বন কৰিব লাগে। শিক্ষক নিজে চৰিত্ৰবান হ'লে আৰু এইবোৰ সামাজিক দোষ দৃষ্টিত পৰিলে নিশ্চয় নিজৰ মনতে দুখ উপস্থিত হয়, তেতিয়া আন্তৰিকতাৰে যিথিনি সম্ভৱ সেই পন্থাৰে ল'ৰা-ছোৱালীবিলাকক শুধৰাবৰ যত্ন কৰিলে সেই যত্ন অথলে নাযায়। নিজে আদৰ্শ দেখুৱাই সহকৰ্ম্মী শিক্ষকসকলৰ মনতো অনুৰূপ প্ৰবৃত্তি জগাই তুলিবলৈ যত্ন কৰিব লাগে। তেতিয়া হ'লে ক্ৰমে ক্ৰমে পৰিবেশ পৰিবৰ্ত্তন হ'বলৈ ধৰিব।

দৈনন্দিন কৰ্মপদ্ধতিৰ মাজত হাতৰ কাম, ছবি আঁকা, সাধু কোৱা, ক্ৰীড়া প্ৰতিযোগিতা, ব্যায়াম শিক্ষা, সাহিত্যৰ পাঠদান সকলো ক্ষেত্ৰতে শিক্ষকে যদি এই ফালটোৰ প্ৰতি দৃষ্টি ৰাখি শিক্ষা দান কৰে, পৰিবেশ সলনিৰ হোৱাৰ যথেষ্ট সম্ভাৱনা আছে বুলি ডাঠি কব পৰি। তাৰ মূল মন্ত্ৰ হৈছে সকলো ক্ষেত্ৰতে সততা আৰু আন্তৰিকতা ৰক্ষা কৰা।

(৫)

এইদৰে মানৱ চৰিত্ৰক যিবোৰ দোষে কলঙ্কিত কৰে তেনে বহু দোষ আমাৰ ছাত্ৰসমাজৰ মাজত প্ৰবেশ কৰিছে আৰু সেই ব্যাধি সংক্ৰামক ৰূপত প্ৰকাশ পাইছে। যিবিলাক কৰ্ত্তব্যপৰায়ণ আৰু সাধু চৰিত্ৰৰ শিক্ষক তেওঁলোকে এই অৱস্থাৰ বাবে দুঃখ কৰে সন্দেহ নাই, কিন্তু কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰিব নোৱাৰে বিভিন্ন কাৰণত। আমি যিবিলাক শিক্ষাব্ৰতীলোক, সকলোৱে যদি দৃঢ়পণ হৈ ছাত্ৰ-ছাত্ৰী বিলাকৰ নৈতিক চৰিত্ৰৰ গঠনৰ বাবে যত্নবান হওঁ, তেন্তে আমাৰ এই সদিচ্ছাপৰায়ণ মনোবৃত্তিৰে আমাৰ নিজৰ চৰিত্ৰৰো সংশোধন কৰিব পাৰিম ; কাৰণ তেতিয়াহে ছাত্ৰ সমাজৰ আগত নৈতিক আদৰ্শ স্থাপন কৰিব পাৰিম। এনে

ধৰণৰ সক্রিয় ব্যৱস্থা এটাৰ নিতান্ত আৱশ্যক হৈছে আৰু সেই ব্যৱস্থা যদি শিক্ষক সকলৰ মাজৰ পৰা উদ্ভৱ হয়, তেতিয়া বেছি কাৰ্য্যকৰী হ'ব।

শিক্ষক হিচাবেই নহয়, মানুহ হিচাবেও সকলো মানুহে নিজক প্রলোভন, অসৎ প্রবৃত্তি আৰু অবাঞ্ছিত পৰিবেশৰ পৰা বঁচাই ৰখা কৰ্ত্তব্য। নিজৰ নিজৰ স্বভাৱ চৰিত্ৰৰ পৰিবৰ্ত্তন সাধন কৰিব পাৰিলেও সমাজৰ পৰিবৰ্ত্তন হ'ব পাৰে। কম বেছি পৰিমণে অৱস্থাৰ মেৰপাকত পৰি আমি সকলোৱে সমাজৰ এই পৰিস্থিতিৰ বাবে দায়ী। যিবোৰ অন্যায় আচৰণ, দুৰ্নীতিপৰায়ণ কাৰ্য্যৱলী আমাৰ চকুৰ আগত ঘটিব লাগিছে, তাৰ ন্যায়সঙ্গত প্রতিৰোধ আমি নকৰো। আমি জানিও বহুত কথা প্রকাশ নকৰো। ভৱিষ্যতে শত্রু সৃষ্টি হ'ব, ভৱিষ্যতে দুষ্ট মানুহবিলাকে হিংসাপৰায়ণ হৈ ক্ষতি সাধন কৰিব, ল'ৰা-ছোৱালীবিলাকক হিংসা কৰিব ইত্যাদি ভয়ত আমি নিজে দুৰ্নীতিপৰায়ণ নহ'লেও দুৰ্নীতিপৰায়ণ লোকক নীৰবে থাকি পৰোক্ষে সমৰ্থন কৰো, সেইবাবে সমাজত দুৰ্নীতিয়ে শিপা গজাবলৈ সুবিধা পাইছে। অন্যায় কাৰ্য্যৰ প্রতিৰোধ নকৰিলে শিক্ষাৰ কোনো মূল্য নাথাকে। যি শিক্ষাই অন্যায়ৰ বিৰুদ্ধে থিয় হ'বলৈ সৎ সাহস নিদিয়ে, সেই শিক্ষাৰ কোনো মূল্য নাই। আমি যিবিলাক শিক্ষক বা শিক্ষাব্রতী শিক্ষাৰ কাৰ্য্যত লিপ্ত আছো, সেই বিলাকৰ নিজৰে এই সৎ সাহস নাথাকিলে, শিক্ষাৰ্থীসকলক সেই সৎ সাহস শিক্ষা দিব নোৱাৰো। গান্ধীজীৰ ভাষাত শিক্ষাৰ মূল লক্ষ্য হৈছে— অন্যায়ৰ বিৰুদ্ধে থিয় দিবৰ সাহস আৰু ক্ষমতা সংগ্রহ কৰা। আজিৰ সমাজৰ এই অবাঞ্ছিত পৰিবেশৰ পৰিবৰ্ত্তন কৰিবলৈ দৃঢ়প্রতিজ্ঞ হৈ কাৰো প্রতি কোনো বিদ্বেষ ভাব নাৰাখি, সত্য কথা লুকাই নাৰাখি, যেতিয়াই আৱশ্যক হয় তাক প্রকাশ কৰিব লাগিব আৰু কোনোবাই কেতিয়াবা কিবা অন্যায় কাৰ্য্য কৰিব খুজিলে তাৰ প্রতিৰোধ কৰিব লাগিব— কাৰো প্রতি বিদ্বেষৰ ভাৱত নহয়— সত্যৰ খাতিৰত।●

২৪-৮-৭০

# ভাৱৰ বুৰবুৰণি
# জাতীয় পোছাক বনাম ইউনিফৰ্ম

ভাৰতীয় ছাত্ৰ-ছাত্ৰী, শাসক সম্প্ৰদায়, আমোলাবৰ্গ, সাধাৰণ নৰ-নাৰী সকলোৱে ইউনিফৰ্ম বা একে ধৰণৰ পোছাক পিন্ধাৰ অৰ্থ বা মৰ্ম বুজি পায়। পুলিছ, বয়স্কাউট, এন, চি, চি, গাৰ্লগাইড, সৈনিক, ৰেলৱে কৰ্মচাৰী সকলোৱে কোনো প্ৰকাৰ নহয় কোনো প্ৰকাৰৰ ইউনিফৰ্ম পিন্ধে আৰু তাৰ প্ৰভাৱ অনুভৱ কৰে। ইয়াত এটা মনস্তাত্বিক প্ৰতিক্ৰিয়া আছে— তাক অনুভৱ কৰে।

সন্ন্যাসীবিলাকেও বিধে বিধে পোছাকৰ ভেদ ৰক্ষা কৰে অৰ্থাৎ বিভিন্ন সম্প্ৰদায়বিলাকে বিভিন্ন ৰূপৰ সম্প্ৰদায়গত পোছাক লয়। শাক্তবিলাকে ৰঙা কাপোৰত প্ৰাধান্য দিয়ে, বৈষ্ণৱবিলাকে শুদ্ধ বগা কাপোৰত প্ৰাধান্য দিয়ে, বানপ্ৰস্থীয়ে কাষায় বস্ত্ৰৰ প্ৰাধান্য দিয়ে, সৰ্বসাধাৰণ সাধুৱে গেৰুৱা বস্ত্ৰৰ প্ৰাধান্য দিয়ে আৰু গৃহস্থবিলাকে শুদ্ধ বগা কাপোৰও প্ৰাধান্য দিয়ে। অসমীয়াৰ ধুতি চাদৰৰ লগত পাগুৰী, মুছলমানৰ লুঙ্গী আৰু ফেজ, হিন্দু মাত্ৰেই ধুতি চাদৰ (পুৰুষৰ) আৰু হিন্দু নাৰীৰ শাৰী— অসমীয়া হিন্দু নাৰীৰ ৰিহা-মেখেলা। এইদৰে সৰ্বত্ৰ ইউনিফৰ্মৰ প্ৰাধান্য দেখা যায়। হিন্দু শাস্ত্ৰত ৰঙা, বগা, হালধীয়া, সেউজীয়া নানা ধৰণৰ বস্ত্ৰই সত্ব, ৰজঃ, তম গুণৰ বিভিন্ন প্ৰতিক্ৰিয়াৰ কথা বিশ্লেষণ কৰি মানসিক ভাৱ-উদয়ৰ কথাও বুজাই দিছে। ই একপ্ৰকাৰ বৈজ্ঞানিক তত্ত্ব আৰু প্ৰমাণিত।

এইদৰে সকলো দেশৰ আইন শাস্ত্ৰত প্ৰচলিত পোছাকৰ দ্বাৰা বিভিন্ন জাতি নিৰ্ণয় কৰিছে আৰু জাতিৰ লক্ষণো পোছাকৰ দ্বাৰা নিৰ্ণয় কৰিছে। জাতীয়তা ৰক্ষা কৰিবলৈ হ'লে পোছাকৰো জাতীয়ত্ব ৰক্ষা কৰিব লাগে। গান্ধীজীয়ে নঙঠা ফকিৰ হৈও ভাৰতীয় মিনি পোছাক পিন্ধি জাতীয়তা ৰক্ষা কৰিছিল।

আজি ভাৰতৰ পৰা ধুতি চাদৰৰ মূল্য কিয় উঠি যাব ধৰিছে? ই সস্তীয়া ফেছন মাথোন। আজিও দেশত সৰ্বসাধাৰণ ৰাইজে ধুতি পিন্ধিবলৈ ইচ্ছা কৰে আৰু পিন্ধি আছেও। কিন্তু চৰকাৰৰ বাণিজ্য নীতিত কৰকাটলৰ হেঁচাত ধুতিৰ মূল্য বাঢ়ি যোৱাত সৰ্বসাধাৰণ ৰাইজৰ পক্ষে ধুতিৰ আদৰ ৰখা টান হৈ পৰিছে আৰু ক্ৰমে ক্ৰমে মুছলমানী লুঙ্গী ব্যৱহৃত হ'ব ধৰিছে। এই লুঙ্গীৰ ব্যৱহাৰে

জানো হিন্দুৰ ভাৰত প্ৰতিক্ৰিয়া ঘটোৱা নাই? শিক্ষিত লোকে পেণ্ট পিন্ধি ফেছন বঢ়াইছে আৰু ভদ্ৰতা ৰক্ষাৰ চৰম নিদৰ্শন দেখুৱাইছে। ভাৰতীয় জাতিৰ জাতীয়তা সেই পোছাকে ৰক্ষা কৰিছে নে? ধুতিৰ মূল্য সস্তা কৰিবৰ কোনো উপায় নাই নে?

ধুতি কিমান সুবিধাজনক বস্ত্ৰ। পিন্ধোতে সময় নালাগে, সলাওঁতে সময় নালাগে। চোলা, কোট বা গেঞ্জী নোহোৱাকৈও গাত এখন চাদৰ থাকিলেই ভদ্ৰসমাজত মান ৰক্ষা হয়। কোঁচাই ল'লে হাফপেণ্টৰ দৰে সুবিধা পোৱা যায়, কোঁচ খুলি দিলে ভদ্ৰলোকৰ পোছাক হৈ পৰে। ধুতিৰ লোচ গাত মেৰিয়ালে জাৰ পলায়। নিজৰ গাওঁ চুবুৰীত ধুতিৰ লোচটো গলত দিও ভদ্ৰতা ৰক্ষা কৰি ফুৰিব পাৰি। ধুতিৰ নিচিনা সুবিধাজনক লজ্জা নিবাৰণৰ বস্ত্ৰ একো নাই। সভ্যতাৰ অগ্ৰগতি ইয়ে প্ৰমাণ কৰে— ভাৰতবৰ্ষৰ। বিদেশক অনুকৰণ কৰা পোছাকবোৰৰ ভিতৰত বিভিন্ন সময়ত বিভিন্ন ৰকমৰ পোছাক নিৰ্দিষ্ট আছে। সেয়ে সভ্যতাৰ লক্ষণ বুলি পৰিগণিত। যিবিলাকৰ তেনে ধৰণৰ বিভিন্ন পোছাক নাই, তেওঁলোক এনেদৰে বিভিন্ন অনুষ্ঠানত যোগ দিবলৈ অপাৰগ হয়। এক আদৰ্শগত হৈও, সমভাবাপন্ন হৈও কেৱল পোছাক যোগাৰ কৰিব নোৱাৰাৰ দোষত একত্ৰিত হৈ বিভিন্ন অনুষ্ঠানত যোগ দিবলৈ অপাৰগ হোৱাত শ্ৰেণীভেদ উপস্থিত হয়, আভিজাত্যৰ উৎপত্তি হয়। আনকি দৰ্মহাৰ কম বেছি লৈও শ্ৰেণী ভেদৰ উৎপত্তি হয়। ঘৰ ভাৰা দিবৰ ক্ষমতাৰ হীনডেঢ়ি লৈও শ্ৰেণী ভেদ হয়। এই শ্ৰেণী ভেদ অবাঞ্ছনীয় নে সমভাৱাপন্ন লোক একত্ৰ সংগঠিত হোৱা শ্ৰেণী ভেদ অবাঞ্ছনীয়?

শাৰী-ধুতি যদি জাতীয় পোছাক হয় আৰু শাৰী ধুতিয়ে যদি ভাৰতীয় জাতিৰ চিন স্বৰূপে জাতীয়তাৰ সাক্ষ্য প্ৰমাণ দিয়ে তেন্তে সেই ধুতি-শাৰী কিয় এৰিব লাগে?

আজি দেশত ধুতিৰ প্ৰচলন কমি যোৱাৰ প্ৰধান কাৰণ হৈছে ধুতিৰ মূল্য বাঢ়ি যোৱা বাবে। লুঙ্গী আৰু লংপেণ্টৰ ব্যৱহাৰ বেছি হোৱাৰ প্ৰধান কাৰণ হৈছে অৰ্থৰ অনাটনৰ ভিত্তিত।

অন্ন, বস্ত্ৰ আৰু গৃহ নিৰ্মাণৰ সামগ্ৰীৰ মূল্য বাঢ়ি গ'লে জাতীয় কৃষ্টি ৰক্ষা কৰিব নোৱাৰি। জাতীয় কৃষ্টি ৰক্ষা কৰিব নোৱাৰিলে জাতীয়তা ৰক্ষিত নহয়। শাসন নীতিৰ প্ৰধান লক্ষ্য হোৱা উচিত এই তিনি প্ৰকাৰ বস্তু সৰ্বসাধাৰণৰ সহজ লভ্য কৰি তোলা। একমাত্ৰ ইয়াৰ ওপৰতে শাসন নীতিৰ ভিত্তি স্থিৰ কৰিলে সৰ্বসাধাৰণৰ মনত শান্তি আহিব। পূৰ্বে এই তিনি প্ৰকাৰ বস্তুৰ মূল্য সহজলভ্য হৈ আছিল কাৰণে সমাজত শান্তি বিৰাজ কৰিছিল। এতিয়া এই কেইপ্ৰকাৰ বস্তুৰ মূল্য বাঢ়ি যোৱাত অশান্তিয়ে দেখা দিছে।

পুনঃ এই তিনি প্ৰকাৰ বস্তু দান দিয়া আছিল প্ৰধান ধৰ্ম। সুলভ মূল্যত এই তিনি প্ৰকাৰ বস্তুৰ যোগান ধৰাই আছিল ব্যৱসায়-বাণিজ্যৰ প্ৰধান নীতি। সেয়েহে ভাৰতবৰ্ষ আছিল প্ৰাচুৰ্যৰ দেশ। আজি এই তিনিপ্ৰকাৰ বস্তুৰ ওপৰত কৰ-কাটল বাঢ়ি গৈছে— মাটিৰ খাজানাকো অন্তৰ্ভুক্ত কৰি। যোগান ধৰাৰ পৰিবৰ্তে কৃত্ৰিম অভাৱ-অনাটন সৃষ্টি কৰি সমাজৰ অশান্তি বঢ়োৱা হৈছে। সমাজ সেৱাৰ নামত সমাজক শোষণ কৰা হৈছে অথচ যি সময়ত খাদ্য-বস্ত্ৰ আৰু গৃহ নিৰ্মাণৰ সামগ্ৰী সমাজে বিনা মূল্যে পোৱাৰ ব্যৱস্থা আছিল, সেই সময়হে হেনো আছিল সমাজক শোষণ কৰা যুগ। কি যুক্তি। খবৰ পোৱা গৈছে যে আজি আমেৰিকাত ৰিহা-মেখেলা আৰু শাৰীৰ আদৰ বাঢ়ি গৈছে। মিনি স্কাৰ্টৰ প্ৰভাৱ কমে নেকি? আমেৰিকাতো ভাৰতীয় জাতীয়ত্ব প্ৰৱেশ কৰে নেকি? আমেৰিকাক দেখা দেখি আধুনিক যুগৰ অনুকৰণ প্ৰিয় ভাৰতবাসীয়ে শাৰীৰ আৰু ৰিহা-মেখেলাৰ আদৰ পুনঃ কৰে নেকি? ই নিশ্চয় শুভলক্ষণ বুলি ক'ব লাগিব।

ধনী দেশ আমেৰিকাই ধন পাইছে কিন্তু শান্তি পোৱা নাই। সেইবাবে আমেৰিকাবাসীৰ বহুতে ভাৰতৰ আধ্যাত্মিকতাৰ প্ৰতি আকৃষ্ট হৈছে। জাৰ্মানীয়ে ভাৰতৰ দৰ্শনৰ প্ৰতি আকৃষ্ট হৈ নিজৰ দেশৰ উন্নতি আৰু নৈতিকতা বঢ়াই তুলিছে। ইউনিফৰ্মৰ যদি প্ৰভাৱ থাকে ভাৰতীয় পোছাকৰ প্ৰতি আমেৰিকাৰ এই আকৰ্ষণে সেই প্ৰভাৱ বিস্তাৰ কৰি আমেৰিকাক আধ্যাত্মিকতাৰ পথত আগবঢ়াই, ভাৰতবাসীকো অনুকৰণ প্ৰিয়তাৰ মাধ্যমত লুপ্ত গৌৰৱ উদ্ধাৰ কৰাত সহায় কৰে নেকি? পঢ়ুৱৈ সমাজে এইবোৰ যুক্তি শুনি নিশ্চয় হাঁহিব। লিখকৰ বাতুলতা দেখি পুতৌ কৰিব সেই কথা লিখকে মনশ্চক্ষুৰে দেখা পাইছে কিন্তু সঁচাকৈয়ে ধুতিৰ ইমান অনাদৰ আৰু দুৰ্মূল্যতাই পঢ়ুৱৈৰ মনত দুখৰ ছায়া নেপেলায় নে?●

২৪/৮/৭০— শিক্ষাব্ৰতী

## ১৯৭০

# পাঠ্যক্ৰম ঃ পাঠ্যপুথি ঃ শিক্ষাদান

পাঠ্যক্ৰম স্থিৰ কৰা হয় সৰহ সংখ্যক ল'ৰা-ছোৱালীৰ বুদ্ধি বিকাশৰ গতিৰ ওপৰত নিৰ্ভৰ কৰি— এই কথা সৰ্বজন স্বীকৃত। সেই পাঠ্যক্ৰম অতি বুদ্ধিমান আৰু কম বুদ্ধিমান শিশুসকলৰ বাবে উপযোগী নহয়। সাধাৰণ বুদ্ধিৰ, বেছি বুদ্ধিৰ আৰু কম বুদ্ধিৰ ল'ৰা-ছোৱালীৰ শিক্ষাদান বেলেগে বেলেগে দিয়া উচিত। এই কথাও মোটামুটিভাৱে আলোচনা কৰা হৈছে। যিহেতু সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীৰ সংখ্যাহে সৰহ সেই হেতুকে পাঠ্যক্ৰম তৎ-অনুযায়ীহে ৰচিত আৰু প্ৰৱৰ্তিত হৈ আহিছে। সেই পাঠ্যক্ৰমৰ লগত পাঠ্যপুথিৰ আৰু শিক্ষকৰ শিক্ষাদানৰ সমন্বয় কেনেকৈ হ'ব পাৰে সেই বিষয়ে যৎকিঞ্চিৎ আলোচনা কৰিবলৈ প্ৰয়াস কৰা হৈছে— এই প্ৰৱন্ধত।

পাঠ্যক্ৰম স্থিৰ কৰোতে বয়স আৰু শ্ৰেণীৰ মান অনুসাৰে কি কি বিষয়ে শিক্ষা দিয়া উচিত হ'ব আৰু সেই সেই বিষয়ৰ শিক্ষাৰ মান কিমান উচ্চ বা নিম্ন হ'ব সেই বিষয়ে সংক্ষিপ্ত বিবৰণীমূলক টোকাহে মাথোন লিপিবদ্ধ কৰা হয়। বিষয়বস্তুৰ সূক্ষ্ম বিশ্লেষণ আৰু শিক্ষাদানৰ মানৰ উচ্চতা বা নিম্নতা নিৰ্ভুলভাৱে সীমাবদ্ধ কৰা সম্ভৱ হৈ নুঠে ; কিন্তু বিভিন্ন শ্ৰেণীৰ পাঠ্যক্ৰমত এটা প্ৰণালীবদ্ধ ধাৰাবাহিকতা ৰক্ষা কৰা সম্ভৱ হয়। যদিহে এই ধাৰাবাহিকত্ব নাথাকে তেতিয়াহ'লে পাঠ্যক্ৰম ত্ৰুটীপূৰ্ণ হয়।

পাঠ্যক্ৰম যিবিলাক শিক্ষাবিদে প্ৰস্তুত কৰে সেইবিলাক শিক্ষাবিদেই পাঠ্যপুথি সাধাৰণতঃ যে লিখে তেনে নহয়। দুই-এজনে যদিও লিখে তেওঁবিলাকেও যে পাঠ্যক্ৰমৰ সম্পূৰ্ণ উদ্দেশ্য ৰূপায়িত কৰি তুলিব পাৰে তেনেও নহয় নাইবা আন লিখকেও যে পাঠ্যক্ৰমৰ পূৰ্ণ ৰূপ দিব পৰা সম্ভৱ হৈ উঠে তেনে নহয়। এইখিনিতে শিক্ষকৰ কৰ্তব্য আৰু দায়িত্ব আহি পৰে। কোনো কোনো পাঠ্যপুথিত উল্লেখিত বিষয়-বস্তুৰ সম্পূৰ্ণ মান শ্ৰেণীৰ মান হিচাপে দিবৰ আৱশ্যক নহ'ব পাৰে, সেই ক্ষেত্ৰত শিক্ষকে পাঠ্যপুথিৰ পৰা কোনো কোনো কথা বাদ দিব পাৰে। আকৌ কোনো কোনো পাঠ্যপুথিত যিখিনি কথা উল্লেখ কৰা আছে তাতকৈ বেছি জ্ঞান দিবৰ আৱশ্যকতা আহি পৰে ; তেতিয়া শিক্ষকে সেই জ্ঞানখিনি ছাত্ৰ-ছাত্ৰীসকলক দিব লাগিব। নোট বা টোকা দিয়াৰ আৱশ্যকতা এইখিনিতে আহি পৰে। সেই বাবে শিক্ষকসকলে পাঠ্যক্ৰমৰ অন্তৰ্নিহিত মূল সূত্ৰটো ভালদৰে বুজি পাব লাগে। প্ৰশিক্ষণ কেন্দ্ৰবোৰত সেইবাবে শিক্ষকসকলক পাঠ্যক্ৰম সম্পৰ্কে পূৰ্ণজ্ঞান দিয়াৰ আৱশ্যকতা আহি পৰে। পৰিদৰ্শনৰো ই এটা প্ৰধান বিষয়।

কাৰ্যতঃ বৰ্তমান দেখা গৈছে যে সৰহ সংখ্যক শিক্ষকে পাঠ্যপুথিত থকা ক্ৰম আৰু বিষয়-বস্তু অনুসাৰেহে শিক্ষাৰ্থীসকলক পাঠদান কৰে। পাঠ্যপুথিত থকা ক্ৰম ভঙ্গ কৰিও কোনো কোনো ক্ষেত্ৰত শিক্ষা দিবৰ আৱশ্যক হয় ; কাৰণ পাঠ্যপুথিখন (যেনে ব্যাকৰণ বা পাটীগণিত) সম্পূৰ্ণ আকাৰত প্ৰকাশ কৰিবৰ বাবে শ্ৰেণীৰ মান হিচাপে দিবনলগীয়া কথাও দিব লগা হয়। যদি প্ৰত্যেক শ্ৰেণীতে আদিৰ পৰা শিকোৱা হয় তেতিয়া জ্ঞান দান দিয়া ক্ষেত্ৰত বিশেষ অগ্ৰগতি লাভ কৰিব নোৱাৰি। এইবাবে তলৰ শ্ৰেণীত কিমানদূৰ শিক্ষা হৈ আহিছে, সেই কথা জানিবৰ বাবে শিক্ষকে নিজে পঢ়াবলগীয়া শ্ৰেণীৰ ছাত্ৰবিলাকৰ পূৰ্ব জ্ঞান প্ৰথমতঃ পৰীক্ষা কৰি ল'ব লাগে। পাঠ্যক্ৰমত উল্লেখিত নিৰ্দেশৰ পৰাও এই কথা জানিব পাৰি। কিন্তু শিক্ষকে যদি সেই নিৰ্দেশ অনুসৰি নিজৰ দায়িত্বত থকা শ্ৰেণীটোৰ পূৰ্ব জ্ঞানৰ অগ্ৰগতি পৰীক্ষা নকৰাকৈ শিকাব ধৰে সেই ধৰণৰ শিক্ষাত পাঠ্যক্ৰমৰ ক্ৰম ৰক্ষিত হ'লেও জ্ঞানদান দিয়াৰ ক্ৰম ৰক্ষিত নহ'ব পাৰে। এইখিনিতেও শিক্ষকৰ দায়িত্ব গধুৰ হৈ পৰে। পূৰ্ব জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা দিয়াৰ নীতি এই কথাতে অন্তৰ্নিহিত আছে। প্ৰশিক্ষণ কেন্দ্ৰবোৰত প্ৰশিক্ষাৰ্থীসকলক এই বিষয়ে যথেষ্ট পৰিমাণে ব্যাখ্যা কৰি বুজাই দিয়া উচিত। পৰিদৰ্শনতো এই কথাখিনিৰ মূল নীতি শিক্ষকে ৰক্ষা কৰিছে নে নাই তাক চোৱা উচিত আৰু শিক্ষকক যথাবিহিত উপদেশ দিয়া উচিত। শিক্ষকসকলক প্ৰশিক্ষণ দি প্ৰকৃত পথত পৰিচালিত কৰা পৰিদৰ্শকসকলৰ প্ৰধান কৰ্তব্যৰ ভিতৰত।

পাঠ্যপুথিত লিখা নাই বুলি পাঠ্যক্ৰমত থকা বিষয় যদি শিক্ষকে নিশিকায়, শিক্ষকৰ দোষ হয়। পৰিদৰ্শনৰ সময়ত যদি এনে কথা পৰিদৰ্শকৰ চকুত নপৰে তেন্তে পৰিদৰ্শকৰ দোষ হয় আৰু পাঠ্যক্ৰমত থকা কোনো বিষয় বস্তু যদি পাঠ্যপুথিত নাথাকে বা থাকিলেও যদি সেই সম্পৰ্কে উপযুক্ত জ্ঞানদানৰ পাঠবোৰত ত্ৰুটী-বিচ্যুতি থাকে তেতিয়া পাঠ্যপুথি বছা কমিটীৰ সভ্যসকলৰ গাত দোষ পৰে। পাঠ্যপুথি নিৰ্বাচন কৰা কমিটীৰ দায়িত্ব এইখিনিতে গধুৰতম। বৃটিছ যুগত যিবিলাক পাঠ্যপুথি নিৰ্দ্ধাৰিত হৈছিল সেই পাঠ্যপুথিবোৰ বহু অভিজ্ঞ আৰু পণ্ডিত লোকে লিখা পাঠ্যপুথি আছিল। বিষয়বোৰ এনেদৰে তাত সজোৱা আছিল যে তাত থকা পাঠবোৰত (যেনে গৌৰীশঙ্কৰৰ পাটীগণিত বা ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ ব্যাকৰণ কৌমুদী) নিম্ন শ্ৰেণীৰ পৰা ওপৰ শ্ৰেণীলৈ শিক্ষা দিব পৰা বিষয়, উদাহৰণ, অনুশীলনী ইত্যাদি আছিল। সেইবাবে শ্ৰেণীৰ মান অনুসাৰে কোনো কোনো কথা বাদ দিব পৰা গৈছিল কিন্তু তাত যোগ দিবলৈ বিশেষ একো নাছিল। শিক্ষকসকলৰ সেইবাবে শ্ৰমৰ বহু লাঘৱ হৈছিল। সেইবোৰ পুথি সম্পূৰ্ণভাৱে ৰচিত হোৱাত পাঠ্যক্ৰমৰ ক্ৰম অনুসৰি শিক্ষা দিয়াৰ ক্ষেত্ৰত পাঠ্যপুথিৰ ক্ৰম ৰক্ষা কৰিব পৰা নগৈছিল আৰু শিক্ষকসকলেও পাঠ্যপুথিৰ ক্ৰম অনুসাৰে নিশিকাইছিল। পাঠ্যক্ৰমৰ ক্ৰম অনুসাৰেহে শিকাইছিল।

যিসকলে পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰে, সেইসকলে পাঠ্যপুথি লিখক হিচাপে সাফল্য অৰ্জন নকৰিবও পাৰে সেইবাবে পাঠ্যপুথি নিৰ্বাচন কৰা লোকসকলেহে পাঠ্যপুথি লিখাৰ উপযুক্ত তেনে নহয় ; আকৌ পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰি পাঠ্যপুথি লিখক নিৰ্বাচন কৰাও সহজ কথা নহয়। সেইবাবে চৰকাৰে লিখক নিযুক্ত কৰাত দোষ আহি পৰে। বৰ্তমান পদ্ধতিত পাঠ্যপুথি (হাতে লিখা বা ছপা কৰা) আহ্বান কৰা প্ৰথাই বেছি সমীচীন বুলি বোধ হয়। পাঠ্যপুথি নিৰ্বাচন কৰোঁতে ব্যক্তি বিশেষৰ ব্যক্তিত্বৰ প্ৰতি গুৰুত্ব নিদি পুথিখনৰ সাফল্যৰ ওপৰত গুৰুত্ব দিয়াটোহে উচিত এই কথা কোৱাই বাহুল্য।

বৃটিছ যুগৰ বিশেষকৈ সাহিত্য আৰু বুৰঞ্জীৰ পাঠবোৰৰ লিখা ভঙ্গীত পৰাধীন মনোভাৱ পৰিলক্ষিত হয়। স্বাধীন দেশৰ কাৰণে সেই ভঙ্গী সমীচীন নহয়। বিষয়বস্তুৰো বহুতো ভুল-ত্ৰুটী আছে। আকৌ স্বাধীন দেশৰ গণতান্ত্ৰিক শাসনত দলীয় দৃষ্টিভঙ্গীৰে পাঠ্যপুথি ৰচনা কৰাও সমীচীন নহয়। বিশুদ্ধ জ্ঞান, নিৰপেক্ষ বিচাৰ বিশ্লেষণ, স্বাধীন চিন্তাৰ উপাদান সমন্বিত পাঠ্যপুথিহে শিক্ষা দানৰ উপযুক্ত। তেতিয়াহে শিক্ষাৰ প্ৰধানতম আদৰ্শ নৈতিক চৰিত্ৰ গঠনৰ নীতি ৰূপায়িত হৈ উঠে। শিক্ষাৰ ক্ষেত্ৰত এই ফালটো অৱহেলা কৰি যদি শাসনাধিষ্ঠিত বা বিৰোধী দলৰ নীতি সমন্বিত পাঠবোৰহে শিক্ষা দিয়া হয়, তাৰ দ্বাৰা জাতীয় চৰিত্ৰ নিৰপেক্ষ নীতিত গঢ়ি উঠাৰ সম্ভাৱনা কমি যায়। সেইবাবে পাঠ্যপুথিৰ বিষয়বস্তু নিৰ্বাচন কৰাত নাইবা আহ্বান কৰা পাঠ্যপুথি নিৰ্বাচন কৰাত বিশেষ সতৰ্কতা অৱলম্বন কৰা উচিত। পাঠ্যপুথিৰ পাঠত শাস্ত্ৰবিগৰ্হিত বা সত্যবৰ্জিত জ্ঞান দানৰ প্ৰচেষ্টাও থাকিব নালাগে। মহাপুৰুষ সকলৰ জীৱনীত ভুল ত্ৰুটী থকা পাঠ বিগৰ্হিত। অতিৰঞ্জিত ভাৱে মহত্ত্ব প্ৰকাশ কৰাও দোষণীয়। দেশৰ কাব্য-মহাকাব্য দৰ্শন বিজ্ঞান আদিৰ পাঠ পাঠ্যপুথিৰ সন্নিৱিষ্ট নকৰিলে দেশৰ ঐতিহ্য আৰু সংস্কৃতিৰ লগত দেশৰ ল'ৰা-ছোৱালীৰ পৰিচিত কৰি দিয়া সম্ভৱ হৈ নুঠে। ৰামায়ণ, মহাভাৰত, শ্ৰীমদ্ভাগৱত আদি গ্ৰন্থ পৃথিৱী বিখ্যাত আৰু পৃথিৱীৰ সৰ্বলোকৰ দ্বাৰা সমাদৃত। এই গ্ৰন্থবোৰৰ বিষয়ে ভাৰতৰ ছাত্ৰ-ছাত্ৰীয়ে নজনাটো গৌৰৱৰ কথা নহয়। লাজৰ হে বিষয়। জাতীয় সাহিত্যৰ লগত আৰু দেশৰ প্ৰধান প্ৰধান মনীষীসকলৰ লগত পৰিচিত হোৱাৰ পূৰ্বে অৰ্থাৎ শিক্ষাৰ আৰম্ভণিৰ পৰাই বিজাতীয় বা বিদেশীয় সাহিত্য বা মনীষীসকলৰ লগত পৰিচিত কৰি দিয়া নীতি সমীচীন নহয়। এইবোৰ কথা স্বাধীন দেশৰ শিক্ষা-নীতি নিৰ্দ্ধাৰণ কৰাত যেনেদৰে বিবেচ্য, পাঠ্যক্ৰম বা পাঠ্যপুথি নিৰ্দ্ধাৰণ কৰাতো তেনেদৰে বিবেচ্য। বৰ্তমান সময়ত ভাৰতবৰ্ষত এইবোৰ কাৰণত পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰাত বহু সমস্যাই দেখা দিছে। সেইবাবে এই ক্ষেত্ৰত বেছি সতৰ্কতা আৰু বেছি উদাৰ দৃষ্টিভঙ্গী গ্ৰহণৰ আৱশ্যকতা আহি পৰিছে। শিক্ষক সকলৰো দৃষ্টিভঙ্গী, পূৰ্ব অৰ্জিত জ্ঞান প্ৰশিক্ষণৰ লগত পৰিবৰ্তিত সমাজৰ পৰিবেশ, শিক্ষাৰ লক্ষ্য আদি বিষয়ে বহু প্ৰকাৰ সাৱধানতা অৱলম্বন কৰাৰ আৱশ্যকতা আহি পৰিছে। পৰিদৰ্শকসকলৰ দায়িত্বও সেইবাবে

বেছি গুৰুতৰ হৈ পৰিছে। তেওঁলোক শিক্ষকসকলৰ পৰিচালক। জাতীয় চৰিত্ৰ গঠনত শিক্ষকসকলক পৰিচালনা কৰা দায়িত্বৰ পৰা পৰিদৰ্শকসকল মুক্ত হ'ব নোৱাৰে। শিক্ষক, পৰিদৰ্শক, পাঠ্যপুথি লেখক, পাঠ্যক্ৰম নিৰ্দ্ধাৰক, পাঠ্যপুথি নিৰ্বাচক আৰু সৰ্বোপৰি জাতীয় চৰকাৰ সকলো পক্ষই জাতীয়তাত অনুপ্ৰাণিত হৈ প্ৰকৃত দেশপ্ৰেমৰ মহামন্ত্ৰত উদ্বুদ্ধ হৈ জাতীয় কৃষ্টি সংস্কৃতি ৰক্ষাত অৰিহণা যোগাব লাগিব।

শিক্ষাই সমাজ সংস্কাৰ কৰে যুগ যুগ ধৰি এই নীতি শিক্ষাজগতত গৃহীত হৈ আহিছে। শিক্ষা আৰু সভ্যতাৰ বুৰঞ্জীয়ে এই কথা স্বীকাৰ কৰি আহিছে অৰ্থাৎ সমাজ দূষিত হ'লে, সমাজৰ মানুহৰ চৰিত্ৰৰ দোষ ঘটিলে সমাজ আদৰ্শচ্যুত হ'লে দেশৰ ৰাজনৈতিক বা অৰ্থনৈতিক অৱস্থাৰ দুৰ্দিন উপস্থিত হ'লে এফালে যেনেকৈ ৰাজকীয় শাসন বলবৎ কৰি তোলা হৈছে আনফালে তেনেকৈ শিক্ষা-নীতি পৰিবৰ্তন কৰি দেশৰ কৃষ্টি-সংস্কৃতি ৰক্ষা কৰিবলৈ জাতিক পূৰ্বৰ আদৰ্শত পুনঃ প্ৰতিষ্ঠিত কৰিবলৈ আৰু অৰ্থনৈতিক অৱস্থা উন্নত কৰিবলৈ শিক্ষাবিদসকলৰ সাহায্য গ্ৰহণ কৰা হৈছে আৰু শিক্ষাবিদসকলে যথেষ্ট বৰঙণি যোগাই আহিছে। শিক্ষা-নীতি অৱহেলা কৰি কোনো জাতিৰ উত্থান সম্ভৱ হোৱা নাই। সেয়েহে দূষিত সমাজৰ মনোগ্ৰাহী শিক্ষা-নীতি গ্ৰহণ কৰা শিক্ষাবিদৰ বা প্ৰশাসনীয় কৰ্তৃপক্ষৰ কৰ্তব্য নহয়। দেশৰ পৰিস্থিতি লক্ষ্য কৰি সমাজৰ সংস্কাৰৰ বাবেহে শিক্ষানীতি গ্ৰহণ কৰিব লাগে। গণতন্ত্ৰৰ দিনত অৱশ্যে আমূল পৰিবৰ্তনৰ ক্ষেত্ৰত বহু বাধা উপস্থিত হোৱাৰ সম্ভাৱনা ; সেই বাবে শিক্ষা-নীতি গ্ৰহণত যথেষ্ট সাৱধানতা অৱলম্বন কৰা আৱশ্যক হৈ পৰে। আনফালে সমাজৰ লোকে যি বিচাৰিছে সেইফালে লক্ষ্য কৰিলে বুজা যাব যে সমাজৰ দাবী বা আশা-আকাঙ্খা বহুক্ষেত্ৰতে শিক্ষা-নীতিৰ মাধ্যমত ৰূপায়িত কৰি তোলাৰ যথেষ্ট সম্ভাৱনা আছে। উদাহৰণস্বৰূপে আমি ক'ব পাৰো যে মাতৃভাষা বা আঞ্চলিক ভাষাৰ মাধ্যমত শিক্ষা লাভ কৰা এটা সামাজিক দাবী। এই দাবী পূৰণৰ ক্ষেত্ৰত মাতৃভাষাৰ সম্পদ বৃদ্ধি কৰাটো শিক্ষানীতিৰ এটা প্ৰধান কৰ্তব্যৰ ভিতৰত পৰে।

৯ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰত সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীৰ বুদ্ধি-বিকাশৰ প্ৰকৃত বয়স। এই সময়ছোৱাৰ ভিতৰত শিক্ষাই যিকোনো বিষয়ৰ পূৰ্ণতা লাভৰ শক্তি শিক্ষাৰ্থীক দিব লাগিব। সেইবাবে চতুৰ্থ শ্ৰেণীৰ পৰা দশমমান শ্ৰেণীৰ ভিতৰত যি শিক্ষা হয়, সেই শিক্ষা সম্পূৰ্ণাঙ্গ কৰাৰ পাঠ্যক্ৰম ৰচিত হ'ব লাগিব। এই সময়ছোৱাৰ ভিতৰতে মাতৃভাষাৰ শিক্ষাও যথেষ্ট পৰিমাণে বৃদ্ধি হ'ব লাগিব। বৰ্তমান যি পাঠ্যক্ৰম আছে সেই পাঠ্যক্ৰমত তাৰ অভাৱ আছে। সেই অভাৱ পূৰণ কৰা পাঠ্যক্ৰম প্ৰস্তুত কৰোঁতাসকলৰ কৰ্তব্য। কাৰ্যতঃ দেখা গৈছে বৰ্তমান যি পাঠ্যক্ৰম আছে, সেই পাঠ্যক্ৰম মতেও শিক্ষাৰ্থীসকলৰ মাতৃভাষা শিক্ষাত ত্ৰুটী ৰয় ঘাটি থাকি যায়। তাৰবাবে শিক্ষকসকল আৰু পৰীক্ষা পদ্ধতি দায়ী বুলি ক'ব লাগিব। পাঠ্যপুথিৰ দোষ যে আত নাই সেইটোও নহয়।

৯ বছৰৰ পৰা ১২ বছৰৰ ভিতৰত মাতৃভাষাৰ যি পাঠ্যক্ৰম আছে অৰ্থাৎ ছাত্ৰবৃত্তি আৰু মাইনৰ খাপত যি পাঠ্যক্ৰম আছে সেই অনুসাৰে স্বাধীনতাৰ পূৰ্ব যুগত কিছু পৰিমাণে শিক্ষা হৈছিল আৰু ক্ৰমে ক্ৰমে উন্নতি বিধানৰ চেষ্টাও হৈছিল , কিন্তু সেই সময়তে ১২ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰত অৰ্থাৎ হাইস্কুলবোৰত মাতৃভাষাৰ শিক্ষাৰ প্ৰতি অৱহেলা কৰা হৈছিল। তেতিয়াও সংস্কৃত ভাষা বাধ্যতামূলক থকাত কিছু পৰিমাণে মাতৃভাষাৰ মান (Standard) ৰক্ষিত হৈছিল যদিও উচ্চতৰ অসমীয়া সাহিত্যৰ প্ৰতি স্পৃহা বঢ়াব পৰা নাছিল। স্বাধীনোত্তৰ যুগত যদিও মাতৃভাষাৰ মাধ্যমত যথেষ্ট পুথি প্ৰকাশিত হৈছে, বহু লেখক-লেখিকা বাহিৰ হৈছে তথাপি মাতৃভাষাৰ মান উচ্চতৰ হৈ অহা নাই। তদুপৰি বহু অবাঞ্ছনীয় পুথি ওলাইছে, বহু অসত্য কথাৰ প্ৰচাৰ হৈছে আৰু বহু পুথিত দেশৰ সংস্কৃতিৰ বিৰোধিতামূলক কথা প্ৰকাশ হৈছে। এই যে এটা পৰিস্থিতিৰ সৃষ্টি হৈছে, সমাজৰ এই পৰিস্থিতিৰ প্ৰতি লক্ষ্য ৰাখি ৯ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰত মাতৃভাষাৰ পাঠ্যক্ৰম প্ৰস্তুত কৰা উচিত হ'ব। সেই পাঠ্যক্ৰমে সমাজৰ এই দূষিত পৰিস্থিতিৰ সংস্কাৰ কৰিবলৈ প্ৰয়াস কৰিব লাগিব। শিক্ষকসকলেও বৰ্তমান পাঠ্যক্ৰম শিক্ষা দিয়াৰ মাধ্যমতে মাতৃভাষাৰ শিক্ষাৰ প্ৰতি বিশেষ মনোযোগ দি সমাজৰ এই ফালটোৰ প্ৰতি দৃষ্টি দি শিক্ষা দিয়াৰ কৰ্তব্য আছে বুলি আমি ভাবো আৰু পৰিদৰ্শকসকলেও সেইদৰে শিক্ষকসকলক পৰিচালিত কৰা উচিত বুলি ভাবোঁ।

৯ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰত অকল যে বুদ্ধিৰ বিকাশেই সম্পূৰ্ণ হৈ উঠে তেনে নহয়— শৰীৰৰো পুষ্টি সাধন হৈ আহে। এই সময়ত পাঠ্যক্ৰমৰ ভিতৰত মস্তিস্ক পৰিচালনা আৰু শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ পৰিচালনাৰ নিৰ্দেশ তদনুৰূপ হ'ব লাগিব— তেতিয়াহে প্ৰকৃতি দত্ত বুদ্ধিৰ বা শাৰীৰিক বলৰ যথেষ্ট সুযোগ শিক্ষাদান ক্ষেত্ৰত গ্ৰহণ কৰা হ'ব।

প্ৰাইমেৰী খাপৰ পৰা প্ৰবেশিকা পৰীক্ষা খাপৰ ভিতৰত অৰ্থাৎ ৫ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰত বুদ্ধি বিকাশৰ উচ্চতম কাল কাৰণে আৰু শাৰীৰিক শক্তি বৃদ্ধিৰো উচ্চতম কাল কাৰণে এই সময়ৰ পাঠ্যক্ৰম এনেদৰে ৰচিত হ'ব লাগিব— বুদ্ধি আৰু শাৰীৰিক শক্তিৰ অপচয় যাতে শিক্ষাৰ বহিৰ্ভূত কোনো ক্ষেত্ৰতে অযথা নহয়। আজিকালি শিক্ষাৰ পাঠ্যক্ৰমৰ বহিৰ্ভূত বহু কৰ্মক্ষেত্ৰ শিক্ষাৰ্থীবিলাকৰ বাবে ঐচ্ছিক হৈ আছে। এই কৰ্ম, ক্ৰীড়া বা আমোদ-প্ৰমোদবোৰ শিক্ষাৰ দৃষ্টিভঙ্গীৰে নিয়ন্ত্ৰিত নহয়। কৰ্মই হওক, ক্ৰীড়াই হওক বা আমোদ-প্ৰমোদেই হওক সকলো প্ৰকাৰ কাৰ্য-পদ্ধতি শিক্ষা, শিক্ষানুষ্ঠান আৰু শিক্ষকৰ নিয়ন্ত্ৰাধীন হ'ব লাগিব। নতুন পাঠ্যক্ৰমত তাৰ স্থান থাকিব লাগিব আৰু বৰ্তমান পাঠ্যক্ৰমৰ ভিতৰতো নাইবা বৰ্তমান চলি থকা সময়ছোৱাৰ ভিতৰতো এইবোৰ কৰ্ম, ক্ৰীড়া বা আমোদ-প্ৰমোদ শিক্ষা বিভাগৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা উচিত।●

(দৈনিক অসম, ১৯৭০).

১৪-২-৭১

# ভাৱৰ বুৰবুৰণি

# শিক্ষাৰ পুনৰ্গঠন বনাম শিক্ষানীতিৰ দৃষ্টিভঙ্গী

## (শিক্ষাব্ৰতী)

দেশৰ শিক্ষাৰ ব্যৰ্থতা সম্পৰ্কে যথেষ্ট আলোচনা হৈছে আৰু শিক্ষাৰ পুনৰ্গঠন সম্পৰ্কেও যথেষ্ট আলোচনা হৈছে ; কিন্তু দুখৰ বিষয় যে কৰ্তৃপক্ষ সকলো আলোচনা-সমালোচনাৰ ওপৰত বিশেষ গুৰুত্ব নিদি পূৰ্বৰ নীতিৰে শিক্ষাৰ পুনৰ্গঠনৰ প্ৰচেষ্টা চলাই আছে। সৰ্বসাধাৰণৰ শিক্ষাৰ শেষ স্তৰ উত্তীৰ্ণ হ'লে যে ব্যক্তিয়ে কৰ্মসংস্থান পোৱাৰ উপযুক্ত হ'ব লাগে আৰু সেই সুবিধা পোৱাৰ উপযুক্ত পৰিবেশ দেশত গঢ়ি উঠিব লাগে তালৈ ভ্ৰূক্ষেপ নকৰি উদ্যোগ সমূহত আৰু কলকাৰখানাত চাকৰিৰ উপযুক্ততাৰ ওপৰতহে গুৰুত্ব দিছে যদিও সেই চাকৰিসমূহৰ বাবে সৰহ সংখ্যক ছাত্ৰ-ছাত্ৰীকো প্ৰশিক্ষণ দিব পৰা নাই। বিজ্ঞানৰ শিক্ষা ব্যাপক ভাৱে প্ৰবৰ্ত্তন কৰিবলৈ উৎসাহ দেখুৱাইছে কিন্তু মাধ্যমিক স্তৰতকৈ উচ্চতৰ স্তৰত যে সৰ্বসাধাৰণৰ স্থান সৰহ সংখ্যাৰ নিচেই সঙ্কীৰ্ণ আৰু বেছি বুদ্ধিমান ছাত্ৰ-ছাত্ৰীসকলৰ তুলনাত নিচেই কম সেই বিষয়ে দৃষ্টি দিবলৈ ইচ্ছা কৰা নাই। বিজ্ঞানৰ শিক্ষা বুলিলে সাধাৰণতে আমাৰ মনত এটা উচ্চ পৰ্যায়ৰ শিক্ষাৰ কথাই মনলৈ আহে। সাধাৰণ সাধাৰণ বিষয়ৰ শিক্ষাও বিজ্ঞানৰেই অন্তৰ্ভুক্ত তথাপি সেইবোৰ শিক্ষাক বিজ্ঞানৰ শিক্ষা বুলি অভিহিত কৰা নহ'ব, আৰু তেনে শিক্ষা আমাৰ সামাজিক পৰিবেশতে চলি আছিল আৰু এতিয়াও চলি আছে। কিন্তু দুখৰ বিষয় এয়ে যে স্কুল-কলেজত নপঢ়িও তথাকথিত অশিক্ষিত পুৰুষ-মহিলাই যিবোৰ বিষয়ে জানিছিল সেই বিষয়বোৰ আজিৰ শিক্ষিত পুৰুষ-মহিলাই নাজানে। ভাত ৰন্ধাও এটা বৈজ্ঞানিক পদ্ধতি ; কিন্তু আজিৰ বহুতো পুৰুষ-মহিলাই শিক্ষিত হৈও পূৰ্বৰ অশিক্ষিত পুৰুষ-মহিলাৰ দৰে ভাত ৰান্ধিব নেজানে। তাৰ কাৰণ বাহিৰৰ নানা ধৰণৰ আকৰ্ষণে ভাত ৰন্ধা কামটোৰ পৰা নিজক অব্যাহতি দি চাকৰ-বাকৰৰ হাতত সেই ভাৰ দিয়া হয় ; কিন্তু ৰন্ধন কাৰ্যটো যে এটা শিল্প আৰু বিজ্ঞানৰে বিষয় তাৰ গৱেষণা কেইজনে কৰিছে? বিদেশত প্ৰস্তুত খাদ্য টিনত ভৰাই আমাৰ দেশলৈ ৰপ্তানি কৰা হয় আৰু আমি তাকেই কিনি খাওঁ। তদুপৰি নিজৰ মাতৃ আৰু গৃহিণীৰ প্ৰস্তুত খাদ্যত যে স্নেহ, মৰম আৰু শ্ৰদ্ধা খাদ্য

প্ৰস্তুতিৰ প্ৰধান মছলা হিচাবে ব্যৱহৃত হয় সেই বিজ্ঞানৰ জ্ঞান আমাৰ কিমান জনৰ আছে নাইবা সেই বিষয়ে আমি কিমান গুৰুত্ব দিওঁ? ই এটা উদাহৰণহে মাথোন। বিজ্ঞানৰ প্ৰগতিৰ যুগত বৈদ্যুতিক পোহৰত থাকি নাইবা নানা প্ৰকাৰ যান্ত্ৰিক সুখ সুবিধা ভোগ কৰাৰ দিনত গৃহনিৰ্মিত বস্তুৰে দৈনন্দিন সাংসাৰিক কাৰ্য চলোৱাৰ কথা আমি ভাবিব নোৱাৰা হৈছোঁ। সেই বাবে সৰু সৰু ৰোগৰ উৎপত্তিৰ আৰম্ভণিতে যে মুষ্টিযোগ বা সাধাৰণ সাধাৰণ দ্ৰব্যৰ ৰস, শিপা বাকলিৰ বৃথ ব্যৱহাৰ বা সেৱন কৰি আৰোগ্য লাভ কৰিব পাৰি সেইবোৰ কথা অশিক্ষিতা মহিলাসকলে জানিছিল যদিও আজিৰ শিক্ষিতা মহিলা নজনা হৈছে আৰু জানিলেও তাক ব্যৱহাৰ নকৰা হৈছে। আঙুলি কাটিলে নাৰ্জীফুলৰ পাত পানী নিদিয়াকৈ এটি কটা ঠাইত লগাই দিলে তেজ বন্ধ হয় আৰু কেতিয়াও গৰল নালাগে (চেপ্টিক নহয়) এই কথা বিশ্বাস কৰা নহয়। এইবোৰ কথা পাহৰি যোৱাত বা অৱহেলা কৰাত খৰচৰ মাত্ৰা বাঢ়ি গৈছে আৰু দেশৰ আয়ুৰ্বেদ বিজ্ঞানৰ প্ৰতি অৱহেলা কৰা হৈছে। ঠিক এইদৰে দেশৰ বহু কুটিৰ শিল্প ধ্বংস হৈ যাব ধৰিছে। তাৰ উদ্ধাৰৰ একমাত্ৰ উপায় মাধ্যমিক স্তৰত তাৰ শিক্ষা দান কৰা। কোনো 'এটি' কুটিৰ শিল্প যদি নিপুণ ভাৱে মাধ্যমিক স্কুলত শিক্ষা দিয়া হয় এই কথা ডাঠি ক'ব পাৰি যে কোনো বুদ্ধিমান ল'ৰাৰ বা ছোৱালীৰ বিশ্ববিদ্যালয়লৈ যোৱাৰ পথ ৰুদ্ধ নহয় বৰঞ্চ কুটিৰ শিল্প শিক্ষাৰ জ্ঞানে বুদ্ধিৰ বিকাশ ঘটাই বিশ্ববিদ্যালয়লৈ যোৱাৰ বাবে উপযুক্ততৰ কৰিহে তুলিব, আনফালে সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালী বিলাকে স্বাধীন ব্যৱসায়ৰ পথ দেখিলে চাকৰিৰ লোভো সামৰিব আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে হেপাহো নকৰিব। এই পথেদি শিক্ষাৰ পুনৰ্গঠনৰ চেষ্টা কৰি, যি শিক্ষাই দেশৰ অধঃপতন ঘটাইছে সেই শিক্ষাৰেই বছৰ বিভাগ পৰিবৰ্তন কৰি আৰু পাঠ্যপুথি আৰু পাঠ্য তালিকাৰ সাল-সলনি মাথোন কৰি শিক্ষাৰ উন্নতি সাধন কৰিব খোজা কিমান সমীচীন হৈছে আমি বুজি নাপাওঁ। ব্যাপকভাৱে বিজ্ঞান শিক্ষা দিয়াৰ প্ৰচেষ্টাও নিশ্চয় এইদৰে পৰিকল্পনা কৰা হ'ব। তাকে নকৰি চিকিৎসা বিজ্ঞান (বিশেষকৈ আয়ুৰ্বেদ বিজ্ঞানৰ) আৰু কুটিৰ শিল্পবোৰ শিক্ষা দানৰ ব্যৱস্থা কৰিলে বিজ্ঞান শিক্ষা ব্যাপকভাৱে প্ৰচলন কৰিব পৰা হ'ব।

কৰ্মকেন্দ্ৰিক শিক্ষা ভাল বুলি শলাগিলেই নহ'ব। তাৰ বাবে ব্যাপক আঁচনি লাগিব আৰু কাৰ্যত পৰিণত কৰিব লাগিব। উদ্দেশ্য হ'ব লাগিল শিক্ষকক চাকৰিমুখী নকৰি স্বাধীন ব্যৱসায়মুখী কৰিব লাগিব। পন্থা হ'ব কুটিৰ শিল্পৰ উন্নয়নৰ আঁচনি গ্ৰহণ আৰু কাৰ্যত পৰিণত কৰা।● ১৪/২/৭২— আলোক

# ৪-৭১

# স্কুল-চৌহদত উদ্যান আৰু প্ৰকৃতি-বিজ্ঞান শিক্ষা

বৃটিছ যুগত সকলো চহৰতে অন্ততঃ একোখন বাগিচা বিশেষকৈ ফুলনি পতা আৰু তাক সযত্নে ৰক্ষা কৰা আমি দেখিবলৈ পাইছিলো। স্বৰাজোত্তৰ যুগতো সেই প্ৰথাৰ অৱমাননা কৰা হোৱা নাই বৰঞ্চ দেশভক্ত লোকনায়ক সকলৰ নামত তেনে বাগিচা বা উদ্যান পতা বৃদ্ধিহে পাই আহিছে। তাৰ উপৰি শিশু-উদ্যান হিচাবে বিভিন্ন চহৰ আৰু গাওঁবিলাকতো তেনে উদ্যান পতাৰ ভাৱধাৰা প্ৰৱৰ্ত্তিত হৈছে। আমাৰ দেশতে প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধিয়ে তেওঁৰ পৈতৃক ভিঠাত হাজো হয়গ্ৰীৱ মাধৱ দেৱালয়ৰ ওচৰতে নিজৰ বহু সঞ্চিত অৰ্থ ব্যয় কৰি শিশু উদ্যান এখনি পাতি দিছে। ঘনবসতি থকা ঠাইবোৰত আবৰ্জ্জনাময় পৰিবেশৰ মাজত এনে একোখনি উদ্যানে স্বভাৱতে মানসিক স্ফূৰ্ত্তি জাগৃত কৰি মানুহৰ মনত সুপ্ত হৈ থকা সৌন্দৰ্য্যস্পৃহা উদ্ৰেক কৰি পৱিত্ৰ আনন্দ উপভোগৰ সমল যোগায় ; কিন্তু দুখৰ কথা, বৃটিছ যুগত তেনে উদ্যানসমূহ যেনেদৰে ৰক্ষিত হৈছিল আৰু তাৰ শ্ৰীবৃদ্ধিৰ বাবে যত্ন কৰা হৈছিল, তেনে যত্ন আৰু তদাৰকৰ অভাৱ বৰ্ত্তমানে পৰিলক্ষিত হয়। গুৱাহাটীতো দেশভক্ত তৰুণৰাম ফুকনৰ আৰু লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াৰ নামত দুখন শিশু উদ্যান পতা হৈছে। ই দুখন উদ্যান দেখিলে সঁচাকৈয়ে মনত বৰ আনন্দ হয় আৰু লোকনায়ক দুজনৰ কীৰ্ত্তি আৰু পৱিত্ৰ কৰ্ম্মসমূহৰ স্মৃতি মনত উদয় হয়। ই শিশুসকলৰ আগতো শিক্ষা আৰু দেশভক্তিৰ আদৰ্শ প্ৰদৰ্শন কৰে। প্ৰকৃতিৰ সৌন্দৰ্য্যৰ উপাসনা ফুলনি পতাৰ মাধ্যমত যেনেকৈ হয়, সমস্ত সৌন্দৰ্য্যৰ অধিকাৰী যি জন স্ৰষ্টা, তেওঁৰ সৃষ্টিকৌশলো প্ৰতিডাল গছ, লতা আৰু প্ৰতিজোপা ফুলৰ মাধ্যমত তেনেকৈ পৰিস্ফুট হৈ উঠে আৰু সেই স্ৰষ্টাজনৰ প্ৰতি ভক্তি আৰু আত্মনিবেদনৰ ভাৱৰ উদ্ৰেক হয়। আমি সকলোৱে কম-বেছি পৰিমাণে এই কথা উপলব্ধি কৰিব যে পাৰো, তাত কোনো সন্দেহ নাই।

অসমৰ প্ৰায় সকলোবোৰ স্কুলতে স্কুল চৌহদত ফুলনি পতৰা জোখাৰে জমি আছে। কোনো স্কুলত ১ বিঘা, দুই বিঘাৰ পৰা আৰম্ভ কৰি ১০/১২ বিঘালৈকে মাটি আছে। চহৰৰ ভিতৰত ২/৪ খন স্কুলতহে অতিৰিক্ত মাটিৰ

অভাৱ আছে ; তাতো দুই চাৰি জোপা ফুল ৰুবৰ ঠাই যে নাই তেনে নহয়। আনফালে স্কুল চৌহদত ফুলনি পতা, সৰহ মাটি থকা স্কুলবিলাকৰ অতিৰিক্ত মাটিত ফল-ফুলৰ বাগিচা পতা কিয় উচিত, শিশুসকলৰ শিক্ষাৰ লগত ইয়াৰ কি সম্বন্ধ সেই সম্বন্ধে আৰু শিক্ষাদানৰ ক্ষেত্ৰত এই বিষয়ে শিক্ষকসকলৰ কৰ্ত্তব্যৰ দায়িত্ব কিমানখিনি তাকেহে আলোচনা কৰিবৰবাবে এই প্ৰবন্ধৰ অৱতাৰণা কৰা হৈছে।

ফুল স্বভাৱতে চিত্তাকৰ্ষক। যিকোনো ফুলেই, বিশেষকৈ ধুনীয়া ধুনীয়া ফুলবিলাকে মানুহৰ মনত আনন্দ দান কৰে। সেই বাবে ফুলৰ প্ৰতি মানুহৰ চিত্ত আকৰ্ষিত হয়। সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ চিত্তও ফুলে আকৰ্ষণ কৰে। ছমহীয়া, সাতমহীয়া কান্দি থকা ল'ৰা-ছোৱালীৰ চকুৰ আগতো যদি এটা ফুল ধৰি নিচুকাব খোজা হয়, নিচুকনি পায। এই সৃষ্টিত যিকোনো সুন্দৰ বস্তুৱে মানুহৰ মনত আনন্দ দিয়ে। যিবিলাক মানুহে সুন্দৰ বস্তু দেখি আনন্দ নাপায়, জানিব লাগিব সেইবিলাক মানুহৰ মনত কলুষ আছে। সেইবিলাক মানুহৰ মনত কু-প্ৰবৃত্তি আছে। বিপৰীত ক্ৰমে জানিব লাগিব যে সৌন্দৰ্য্যবোধ সৃষ্টি কৰিব পাৰিলে মানুহৰ মনৰ কলুষ ধ্বংস হয়, মন পৱিত্ৰ হয়। আমি ঈশ্বৰ বিশ্বাসী সকলোৱে যিকোনো ৰূপতে ঈশ্বৰৰ মূৰ্ত্তি কল্পনা নকৰো কিয়, সেই সকলোবোৰ কল্পিত মূৰ্ত্তি আমাৰ সেই সেই ৰূপৰ অনুসাৰে সৰ্বাঙ্গসুন্দৰ মূৰ্ত্তি। ভগৱানে সৃষ্টি কৰা সুন্দৰ সুন্দৰ দৃশ্য বস্তুৰ পৰাই আমাৰ সেই সেই সুন্দৰ ৰূপৰ কল্পনা আমাৰ মনত উদয় হয়। সৌন্দৰ্য্যৰ উপাসনাই ঈশ্বৰৰ উপাসনা। এই জগতত যিকোনো সুন্দৰ বস্তু, সুন্দৰ ঘটনা বা সুন্দৰ প্ৰাকৃতিক দৃশ্যৰ প্ৰতি যদি শিশুসকলৰ মন আকৰ্ষিত কৰিব পৰা যায়, তেন্তে তাৰ দ্বাৰা আমি শিশুসকলৰ মন পৱিত্ৰ, নিৰ্ম্মল আৰু উত্তম ৰসগ্ৰাহী কৰি তুলিব পাৰো। তাৰ দ্বাৰা বেয়া বস্তু, অসৎ-প্ৰবৃত্তি আৰু কু-ৰুচি বৰ্জনৰ বোধ জগাই সিহঁতক সুৰুচিসম্পন্ন কৰিবলৈ সক্ষম হম। সুৰুচিসম্পন্ন ল'ৰ-ছোৱালীবিলাকেহে সু-অভ্যাস গঠন কৰি লবলৈ সক্ষম হয়। সু-অভ্যাস গঠন কৰোৱাই শিক্ষকৰ এটি প্ৰধান লক্ষ্য।

সৌন্দৰ্য্যবোধ যদি মানৱ শিশুৰ স্বভাৱজ ধৰ্ম হয়, তেন্তে আমি যিসকল শিক্ষক, সেই সকলৰ কৰ্ত্তব্য হ'ব এই স্বভাৱজ ধৰ্মৰ কৃষ্টি সাধন কৰি শিশুসকলৰ শিক্ষাদানৰ ব্যৱস্থা কৰা, যাৰ দ্বাৰা সিহঁতে সু-ৰুচিসম্পন্ন আৰু চৰিত্ৰবান হৈ সু-নাগৰিকত্ব লাভৰ পথ গ্ৰহণ কৰিব পাৰে।

শিশুসকলে স্বভাৱতে কিবা নহয় কিবা এটা কৰি ভাল পায়। শিশুৰ স্বভাৱজ এই কৰ্মপ্ৰবৃত্তিৰ সহায় লৈ স্কুলৰ চৌহদতো উদ্যান বা ফল-ফুলৰ বাগিচা পতা কামত আমি সিহঁতক লগাই সিহঁতৰ কৰ্ম-প্ৰৱণতাও বৃদ্ধি কৰিব পাৰো। তাৰ লগতে সিহঁতক প্ৰকৃতি বিজ্ঞানৰ পাঠ শিক্ষাও দিব পাৰো। প্ৰকৃতি-

বিজ্ঞানৰ পাঠবোৰ সাধাৰণতে সিহঁতে পুৰ্বে দেখা প্ৰকৃতিজাত বস্তুবোৰৰ ধাৰণাৰ ওপৰত নিৰ্ভৰ কৰি নাইবা তেনে কোনো বস্তু আহৰণ কৰি আনি সিহঁতক দেখুৱাই পাঠ দিওঁ। আকৌ আমাৰ ভিতৰত কোনো কোনো শিক্ষকে বোৰ্ডত ছবি আঁকিও দিয়ে। কোনো কোনো শিক্ষকে ছবি নকঁাকৈও পাঠ্যপুথিৰ সহায়ত পাঠটোৰ বিষয় বস্তু বুজায়। শিশুসকলে ফুলনিত নিজৰ হাতেৰে ৰোপণ কৰা আৰু আপডাল কৰা গছ বা লতাজুপিৰ সহায়ত যদি পাঠ্যপুথিৰ পাঠবোৰ স্তৰে স্তৰে শিক্ষা পায় তেতিয়া শিক্ষাদান কাৰ্য্য সুচাৰু হয় আৰু শিশুবিলাকৰ শিক্ষালাভ মনত চিৰস্থায়ী হৈ থাকে। শিক্ষকসকলে এই পথেদি শিক্ষাদান কৰিলে নিজেও আনন্দ লাভ কৰিব পাৰে। প্ৰকৃততে পাঠ্যক্ৰমত আৰু পাঠ্য-পুথিবোৰত এনে পদ্ধতিৰহে ইঙ্গিত দিয়া আছে। পাঠ্যপুথিত থকা পাঠবোৰ মুখস্থ কৰাই প্ৰকৃতি বিজ্ঞান শিক্ষা দিয়াটো অবৈজ্ঞানিক পদ্ধতি।

স্কুল চৌহদত উদ্যান পতাটোৰ ব্যৱহাৰিক ফালৰ পৰাও উপযোগিতা আছে। উচ্চপদস্থ চাকৰি কৰিলেও, লব্ধপ্ৰতিষ্ঠ ব্যৱসায়ী হ'লেও নাইবা আন কোনো প্ৰকাৰ আয়জনক কৰ্মত থাকিলেও শিশুকালত উদ্যান পতা শিক্ষা অথলে নাযায়। যি জনৰ সৌন্দৰ্য্যজ্ঞান লাভ কৰা শিক্ষা বা প্ৰকৃতিৰ সৃষ্ট বস্তুবিলাকৰ অন্তৰ্নিহিত বৈজ্ঞানিক ক্ৰিয়া প্ৰতিক্ৰিয়াৰ মাধ্যমত ঐশ্বৰিক শক্তিৰ লীলাৰ জ্ঞান আয়ত্ত হয়, নিজ নিজ কৰ্ম বা ব্যৱসায়ৰ পথতো সেই জ্ঞানে সিদ্ধিলাভৰ পথত তেওঁক সহায় কৰে। যিবিলাক লোকৰ চৰকাৰী চাকৰি নিমিলে আৰু নিজৰ মাটিবৃত্তি আছে সেইবিলাক লোকে শিশুকালত শিক্ষা পোৱা এই জ্ঞানৰ ওপৰতে ভিত্তি কৰি জীৱিকাৰ পথ উলিয়াব পাৰে। যাৰ মাটি বৃত্তি নাই তেনে লোকেও মাটি থকা মানুহৰ লগত সমবায় পদ্ধতিত নিজৰ এই প্ৰকাৰ জ্ঞানৰ প্ৰয়োগ কৰি জীৱিকা অৰ্জনৰ পথ উলিয়াব পাৰে।

আমাৰ পাঠ্যক্ৰমত উদ্যান পতা সম্পৰ্কে বা ফুলনি পতা সম্পৰ্কে যি ব্যৱস্থা আছে তাক আন্তৰিকতাৰে গ্ৰহণ কৰি কাৰ্য্যত সম্পাদন কৰিলে যে শিক্ষাৰ প্ৰকৃত পথত আগুৱাব পাৰি সেই বিষয়ে কোনো সন্দেহৰ অৱকাশ নাই। কিন্তু দুখৰ বিষয়, এই বিষয়ে সংশ্লিষ্ট কোনো লোকৰে দৃষ্টি পৰা নাই। পূৰ্বৰ পৰিদৰ্শকসকলৰ উদ্‌গনিত পৰি শিক্ষকসকলৰ ভিতৰত বহুতে স্কুলঘৰৰ সন্মুখত আৰু চাৰিউফালে তামোল গছ, নাৰিকল গছ দুই এজোপা ৰুইছিল আৰু দুই এখন স্কুলত তাৰ নিদৰ্শন প্ৰবন্ধ লেখকৰ কৰ্মকালত প্ৰবন্ধ লেখকে দেখা পাইছিল ; কিন্তু কালৰ গতিত সেই উদ্দেশ্য সাধনত কোনো এখন স্কুলতো তেনে আন্তৰিক স্পৃহা পৰিদৃশ্যমান হ'বলৈ এৰিলে। স্কুলৰ শিক্ষক আৰু পৰিচালনা সমিতিৰ সদস্যসকলে ইয়াৰ উপযোগিতা সম্বন্ধে উপলব্ধি কৰিলে প্ৰত্যেকখন স্কুলতে একোখন ফুলনি আৰু ফলৰ বাগিচা দেখিব পোৱা গ'লহেঁতেন। বহু মজলীয়া

আৰু উচ্চ মাধ্যমিক স্কুলৰ অতিৰিক্ত মাটিখিনি পতিত জমি হিচাবে পৰি থকা দেখা যায়। ছাত্রসকলৰ শ্রমৰ মাধ্যমেৰে শিক্ষকৰ তত্ত্বাৱধানত এনে পতিত মাটিত একোখন তামোলৰ বা নাৰিকলৰ বা উভয় বিধৰে বাৰী একোখনি পাতিব পৰা গ'লহেঁতেন। তাৰ দ্বাৰা শিক্ষাৰ্থীৰ শিক্ষা লাভো হ'লহেঁতেন আৰু স্কুলফাণ্ডৰ আয়ো বাঢ়িলেহেঁতেন। আজিৰ নিবনুৱা সমস্যাৰ সমাধানৰ ক্ষেত্ৰতো সেই শিক্ষাৰ্থীসকলে বহু বৰঙণি যোগাব পাৰিলেহেঁতেন। কায়িক শ্রমৰ প্ৰতি যি ঘৃণা বা উপেক্ষা তাৰো শাম কাটিলেহেঁতেন। শৰীৰ, মন আৰু আত্মাৰ উন্নতি সাধনতো এই শিক্ষাই বহুখিনি বৰঙণি যোগালেহেঁতেন।

স্কুলতে প্ৰকৃতি বিজ্ঞান শিক্ষাৰ লগতে আদা, হালধি, পিয়াঁজ, বেঙেনা, আলু, জলকীযা, কবি, মূলা আদিৰ খেতি কৰা শিক্ষা দিব পাৰি। এই একোবিধ বস্তুকে সৰহকৈ উৎপাদন কৰি ভবিষ্যৎ জীৱনত জীৱিকা নিৰ্বাহৰ পথ উন্মুক্ত কৰিবলৈ যি কোনো লোকে সক্ষম হ'ব পাৰে, তাত কোনো সন্দেহ নাই। শিক্ষকেও স্কুলৰ মাটিতে ছাত্রসকলক শিক্ষা দিয়াৰ লগতে নিজৰ নিজৰ পাৰিবাৰিক অভাৱৰ বহুখিনি পূৰণ কৰিব পাৰে। তিনি চাৰিজন ল'ৰাৰ গ্ৰুপ কৰি একোবিধ শস্য উৎপাদনত নিয়োগ কৰিলে সমবায় পদ্ধতিত খেতি কৰাৰ আদৰ্শও স্থাপন কৰিব পাৰে। যেয়ে যিবিধ শাকপাচলি বা শস্যৰ খেতি কৰে, উৎপাদিত বস্তুত তেওঁৰেই বা তেওঁবিলাকৰে স্বত্ব অধিকাৰ থাকিব আৰু লগতে শিক্ষকৰ বাবেও আছুতীয়াকৈ এডোখৰ মাটিত শস্য উৎপাদনৰ ব্যৱস্থা কৰিলে তাকে আদৰ্শ হিচাবে ছাত্র বিলাকে ল'ব। বহিৰাগত মুছলমানসকলে যিমান পৰিশ্ৰমেৰে এই বিলাক খেতি কৰে, সেই আদৰ্শ গ্ৰহণযোগ্য। কৃষি বিভাগেও সাৰ আদি যোগান ধৰে আৰু বৈজ্ঞানিক পদ্ধতিত খেতি কৰা পদ্ধতি শিকাই দিয়ে। শিক্ষক সকলে কৃষি বিভাগৰ পৰাও যথোচিত সহায় সহানুভূতি নিশ্চয় পাব পাৰে।

প্ৰকৃতি বিজ্ঞান শিক্ষাৰ লগত এই ধৰণৰ খেতিবাতিৰ সম্বন্ধ যেনেকৈ আছে নাঙল-যুৱঁলী তৈয়াৰ কৰা, বৰষুণত লবলৈ জাপী তৈয়াৰকৰা আৰু খেতিৰ বীজ থবলৈ খৰাহী পাচি তৈয়াৰ কৰা ইত্যাদি হাতৰ কামৰ শিক্ষাৰ সুবিধাও পোৱা যাব। এইবোৰ পাঠ্যক্ৰমতো আছে। এইবিলাকৰ মাধ্যমতে বুনিয়াদী শিক্ষাৰ পত্তন লাহে লাহে বৈজ্ঞানিক আৰু মনস্তাত্বিক ধৰণে আমাৰ প্ৰাইমেৰী স্কুলতো কৰিব পাৰি। এই ধৰণৰ কৰ্মৰ আৰু শিক্ষাৰ আঁচনিৰ দ্বাৰা ল'ৰা-ছোৱালীৰ মনত আনন্দ আৰু প্ৰকৃত শিক্ষাৰ প্ৰতি ধাউতি জগাই তুলিব পৰা যাব। সিহঁতৰ স্বাস্থ্যৰো উন্নতি হ'ব।

দুটা সমস্যাই যাইকে দেখা দিব। ছাত্র-ছাত্রী বিলাকক স্কুলতে প্ৰাতঃকালীন বা অপৰাহ্নিক আহাৰৰ যোগান ধৰা আৰু গৰু ছাগলী আৰু চুৰি কৰা মানুহৰ হাতৰ পৰা উৎপাদিত শস্য ৰক্ষা কৰা। আহাৰৰ যোগানৰ সমস্যা প্ৰথম প্ৰথম কিছু

বেছিকৈ অনুভৱ কৰা যাব ; হয়তো বা ৰৰঙণি তুলিহে যোগান ধৰিবৰ আৱশ্যক হ'ব পাৰে। তেনে ক্ষেত্ৰত শিক্ষকে নিজে অভিভাৱক সকলক লগ ধৰি এই বিষয়ে বুজাই সেই সমস্যা সমাধান কৰিব পাৰে আৰু পৰিচালনা সমিতিয়ে এই বিষয়ে আলোচনা কৰি কিবা ব্যৱস্থা গ্ৰহণ কৰিব পাৰে। পাচলৈ এই সমস্যাৰ সমাধান আপোনা আপুনি হৈ যাব পাৰে। কুঁহিয়াৰ, মধুৰী আম, আনাৰস, মটৰমাহ, বুট মাহ, মিঠা আলু, ফল মূল আদিৰ খেতি কৰিলে সেই সমস্যা শতকৰা ৭৫ ভাগ পূৰণ হৈ যাব আৰু এইবোৰ শস্য বা ফল মূল বিক্ৰি কৰিব পাৰিলে আহাৰৰ বাবে ফাণ্ড তৈয়াৰ হৈ যাব। মুঠতে শিক্ষকৰ সৎবুদ্ধি,সৎ বিবেচনা আৰু আন্তৰিক আগ্ৰহৰহে আৱশ্যক হ'ব।

অৱৰক্ষণৰ বাবেও অভিভাৱক আৰু পৰিচালনা সমিতিৰ সদস্য বিলাকৰ সহায় সহযোগ আদায় কৰি শিক্ষকে এটি নিৰ্মল পৰিবেশ সৃষ্টি কৰিব পাৰিব। এই পদ্ধতিত অকল স্কুলীয়া ল'ৰা-ছোৱালীৰ শিক্ষাৰ বাটেই মুকলি নহ'ব, লগতে সমাজ সংস্কাৰ কৰাৰ পথো মুকলি হ'ব। এই ধৰণৰ কৰ্ম বিলাকেই সংগঠনমূলক কৰ্ম— যাৰ বাবে মহামানৱ গান্ধীজীয়ে ইমান চিঞৰ-বাখৰ কৰিছিল আৰু বুনিয়াদী শিক্ষাৰ পৰিকল্পনা কৰিছিল।

সমাজৰ আৰু চৰকাৰী কৰ্মচাৰী সকলৰ দুৰ্নীতি দমনতো এই ধৰণৰ শিক্ষা প্ৰণালীয়ে বহুখিনি ৰৰঙণি যোগাব। আদৰ্শভ্ৰষ্ট হোৱাতহে আমি দুৰ্নীতি পৰায়ণ হৈছো। আদৰ্শবাদী হ'লে দুৰ্নীতি অৱশ্য অৱশ্য ধ্বংসপ্ৰাপ্ত হ'ব। জোৰ জবৰদস্তি কৰি এইটো বেয়া কাম নকৰিবা, সেইটো বেয়া কাম নকৰিবা ইত্যাদি পদ্ধতিৰে দুৰ্নীতি দমন কৰিব নোৱাৰি। নাইবা জন আন্দোলন কৰিও নোৱাৰি ; কাৰণ আমাৰ প্ৰত্যেকৰ অন্তৰতে দুৰ্নীতিৰ বীজ অঙ্কুৰিত হৈ গৈছে। সেইবাবে আন্দোলন সফল হৈ নুঠে। নিজৰ চৰিত্ৰ সংশোধনৰ পথেদিহে সংস্কাৰ হ'ব পাৰে। তাৰ বাবে সৎ উদ্দেশ্যেৰে সৎকৰ্মৰ অনুষ্ঠান সঙ্ঘবদ্ধ ভাৱে কৰিব লাগে।

প্ৰকৃতি বিজ্ঞান শিক্ষাৰ লগত যেনেকৈ হাতৰ কামৰ সম্বন্ধ আছে, তেনেকৈ ভূগোলৰ শিক্ষাৰ লগতো ইয়াৰ সম্বন্ধ আছে। ভূগোলৰ শিক্ষাৰ মাজতে কোন দেশত কি শস্যৰ উৎপাদন হয়, কোন দেশৰ পৰা সেই শস্য আন দেশলৈ ৰপ্তানি হয় আৰু কোনে দেশে আমদানি কৰে আৰু কিয় কৰে ইত্যাদি বিষয়ৰ জ্ঞান ভূগোল শিক্ষা দিয়াৰ অন্তৰ্ভুক্ত। কোন দেশৰ জলবায়ুত এই শস্যবোৰ উৎপাদন কৰা উজু, কোন জলবায়ুত উজু নহয়, ইত্যাদিবোৰ কথা পাঠ্যপুথিত থাকিলে ভাল, নাথাকিলেও অনুসন্ধান কৰি শিক্ষকে জানি ল'ব পাৰে। তাৰ দ্বাৰা নিজৰো জ্ঞানলাভ হ'ব পাৰে। পাঠ্য পুথিবোৰ ৰচনা কৰাতো এইবোৰ বিষয়ে দৃষ্টি থাকিব লাগে। বুনিয়াদী শিক্ষাত এইদৰে পাঠবোৰ সমন্বয় কৰাৰ পৰিকল্পনা আছিল।

ভূগোলৰ লগতে প্ৰকৃতি বিজ্ঞান শিক্ষাৰ আঁচনিতে বিভিন্ন দেশৰ, বিভিন্ন

জাতিৰ স্বভাৱ চৰিত্ৰ, কৃষি বিষয়ক জ্ঞান, অতীত আৰু বৰ্ত্তমানৰ ঐতিহাসিক বিৱৰণ ইত্যাদি কথাবোৰ সমন্বিত হ'ব পাৰে। প্ৰশিক্ষণ কেন্দ্ৰবোৰত এনে ধৰণৰ গৱেষণামূলক আলোচনাৰ বাবে এটি শাখা থকা উচিত আৰু অভিজ্ঞ শিক্ষাবিদ সকলৰ তাত স্থান থকা উচিত।

শস্য উৎপাদনৰ পৰিমাণ আদি জানিবৰ বাবে অঙ্কৰ লগতো ইয়াৰ সম্বন্ধ আহি পৰে। "এক দুই" শিক্ষা এই দৰেও আৰম্ভ কৰিব পাৰি। গতিকে দেখা যায় যে বুনিয়াদী শিক্ষাৰ পৰিকল্পনাত পাঠদানৰ সমন্বয়ৰ পৰিকল্পনা কল্পনা মাথোন নাছিল, ই বাস্তৱ অথচ বৰ আয়াসসাধ্যও নাছিল। শিক্ষাৰ প্ৰতি দৃষ্টিভঙ্গী পৰিবৰ্ত্তনৰ আৱশ্যকহে আছিল।

প্ৰাথমিক স্তৰত এই ধৰণৰ শিক্ষা প্ৰবৰ্ত্তিত কৰিবৰ সুযোগ পুৰণি পাঠ্যক্ৰমতে আছে। সেই পাঠ্যক্ৰমৰ ভিত্তিত হস্তশিল্প, কৃষি, বয়ন আদিৰ প্ৰবৰ্ত্তন মাধ্যমিক আৰু উচ্চমাধ্যমিক স্তৰৰ স্কুলবিলাকত কৰিব পাৰি। পাঠ্যক্ৰম পৰিবৰ্ত্তনৰ মূলনীতি এইটোহে হোৱা উচিত। এই নীতিৰে পাঠ্যক্ৰম পৰিবৰ্ত্তন নোহোৱালৈকে আজৰি সময়ত বাধ্যতামূলক ভাৱে কায়িক পৰিশ্ৰমৰ এই ধৰণৰ বিদ্যা-শিক্ষাৰ আঁচনি গ্ৰহণ কৰাব লাগে। তেতিয়া বিদ্যা শিক্ষাও হ'ব আৰু স্কুলৰ পতিত মাটিবিলাকৰ আয়ো হ'ব। দেশৰ শিক্ষা সমস্যা সমাধানৰ পথেদিও গমন কৰা হ'ব।●

১০-৫-৭১

# নিবনুৱা সমস্যা বনাম শিক্ষা সমস্যা

দেশৰ সকলোবিলাক ল'ৰা-ছোৱালী শিক্ষিত হওক, এই কথাত কাৰো দ্বিমত নাই। সকলো ল'ৰা-ছোৱালীকে শিক্ষা দান কৰাটো পিতৃ-মাতৃৰ প্ৰবীণতম দায়িত্ব— এই বিষয়েও কাৰো দ্বিমত নাই। "পিতা শত্ৰু মাতা বৈৰী যেন বালাঃ নপঠিতাঃ"। শিক্ষা দানৰ সা-সুবিধা দান কৰাটো চৰকাৰৰো এটা প্ৰধান দায়িত্ব— এই বিষয়েও কাৰো দ্বিমত নাই।

নীতিগতভাৱে শিক্ষা দানৰ দায়িত্ব কাৰ সেই বিষয়ে বিশদ আলোচনা কৰা এই প্ৰবন্ধৰ উদ্দেশ্য নহয় কিন্তু যিবিলাকৰ গাত এই বিষয়ে দায়িত্ব আছে সেইবিলাকক বৰ্তমান পৰিস্থিতিত কি ধৰণৰ শিক্ষা নীতি গ্ৰহণীয় সেই বিষয়ে সোঁৱৰাই দিবলৈকেহে এইখিনি ভূমিকাৰ আৱশ্যক হৈছে।

বৰ্তমান শিক্ষানুষ্ঠানবিলাকৰ পৰা পাছ কৰি ওলোৱা বা 'ফেল' কৰা উভয় প্ৰকাৰ শিক্ষাৰ্থীৰ অধিকাংশই নিবনুৱা। অশিক্ষিতবিলাকৰ ভিতৰত যিবিলাকৰ নিজ খেতি-বাতি নাই সেইবিলাকৰ সমস্যাও অত্যন্ত জটিল। বৰ্তমান পদ্ধতিৰ শিক্ষাই কোনো সমস্যাকে সমাধান কৰিব নোৱাৰে,— এই কথা ৰাইজৰ আৰু চৰকাৰৰ সম্পূৰ্ণভাৱে বোধগম্য হৈছে। তথাপি চৰকাৰে একে পদ্ধতিৰ স্কুল-কলেজ আৰু বিদ্যালয়ৰ সংখ্যা বঢ়াই আছে আৰু ৰাইজেও ভাবে যে স্কুল-কলেজত পঢ়িবলৈ নিদিলে পিতৃ-মাতৃ হিচাপে তেওঁলোকৰ দায়িত্ব পালন কৰা নহয়। তদুপৰি চাকৰিৰ আশাও কোনেও এৰিব নোখোজে। গাওঁ-ভূঁইবিলাকৰ নতুনকৈ স্কুল পতাৰ কি আগ্ৰহ, কি উত্তেজনা তাক দেখিলে বিস্ময় মানিব লাগে। বৰ্তমান শিক্ষাৰ কু-ফলৰ বিষয় তেওঁলোকৰ সমুলি ধাৰণা নাই তেনে বোধ এটি পৰিস্ফুট হৈ উঠে। বুজি নুবুজা, জানি নজনা এনে এটি স্পষ্ট মূৰ্তি ফুটি উঠে। নৈৰাশ্যৰ মাজতো আশাৰ ৰেঙণি জিলমিল কৰে। শিক্ষিত নিবনুৱাৰ ঘৰে ঘৰে যি অশান্তিৰ হাঁহাকাৰ উঠিছে, তাক জানিও অশিক্ষিত লোকবিলাকৰ সেই শিক্ষালৈকে যে অসীম আগ্ৰহ পৰিলক্ষিত হয়, যেন এই শিক্ষা নাপালে জীৱনেই অসাৰ। অশিক্ষিত পৰিয়ালবোৰত শিক্ষা পোৱাৰ পূৰ্বে যি শান্তি বিৰাজ কৰিছিল, সেই শান্তি শিক্ষা পোৱাৰ পাচতেই ধ্বংস হৈ যায়। এজনে স্কুলত পঢ়িব, আনজনে বা কিয় নপঢ়িব? কোনে কাক দোষ দিব পাৰে? জনসমাজত এই ধৰণৰ যি এটা পৰিস্থিতি হৈছে, সেই পৰিস্থিতিৰ সুবিধা লৈ ৰাজনীতিত লিপ্ত লোকসকলে

ভোটৰ আশাত স্কুল-কলেজ বঢ়োৱাৰ উত্তেজনা সৃষ্টি কৰে। কিন্তু প্ৰকৃততে জনসমাজৰ কল্যাণ কি পদ্ধতিৰে হ'ব পাৰে, দেশৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি কোন পথেদি হ'ব পাৰে সেই বিষয়ে যেন কাৰো উৎসাহ নাই।

জনকল্যাণ সাধন কৰা ৰাজতন্ত্ৰ, প্ৰজাতন্ত্ৰ বা আমোলাতন্ত্ৰ সকলো প্ৰকাৰ শাসন পদ্ধতিৰে প্ৰধান অংগ। বৰ্তমান শিক্ষা পদ্ধতিৰ মাধ্যমত জনগণৰ দুখ-দুৰ্গতি বাঢ়ি যোৱাৰ পথ উন্মুক্ত হৈছে— সেই কথা উপলব্ধি কৰি ইয়াৰ সংস্কাৰৰ আৱশ্যক,— এই কথা নুই কৰিব কোনেও নোৱাৰে।

কৃষি কাৰ্য, ফল-মূলৰ বাগিচা পতা বা বিভিন্ন শস্য-সামগ্ৰী উৎপাদন কৰি বিক্ৰী কৰি ধন ঘটা কাৰ্য কোনো কালৰ পৰা অসন্মানজনক নহয়। আমাৰ নিবনুৱা ডেকা ল'ৰাবিলাকৰ মতি-গতি সেই পথে নাযায় কিয়? শিক্ষা পদ্ধতি সংস্কাৰত এই বিষয়ে বিবেচনা কৰি ব্যৱস্থা গ্ৰহণ কৰা অতি আৱশ্যকীয় কথা। কোনো কামেই হেয় নহয়, শৰীৰ-শ্ৰম অনিবাৰ্য আৰু যি কোনো পদস্থ ব্যক্তিয়েই শৰীৰ-শ্ৰম কৰা অভ্যাস গঢ়ি ল'ব লাগে। এইটো শিক্ষাৰ প্ৰধানতম আৰু প্ৰয়োজনীয় অংগ বুলি শিক্ষা-নীতিত স্থান পাব লাগে· আৰু শিক্ষাক সংস্কৃত কৰিব খুজিলে শৰীৰ-শ্ৰমৰ অভ্যাস গঠনত গুৰুত্ব দিবই লাগিব। নহ'লে দেশ ৰক্ষাৰ বাবে নিপুণ সৈনিক, দেশ গঠনৰ বাবে নিপুণ শিল্পী আৰু দেহ-যাত্ৰাৰ বাবে নিপুণ কৰ্মী সৃষ্টি কৰিব পৰা নাযাব।

আজি দেশত যুৱ-শক্তিৰ অপৰিমিত অপব্যয় হ'ব ধৰিছে। অপৰিমিত অৰ্থব্যয় হ'ব ধৰিছে। অপৰিমিত অৰ্থব্যয় কৰিও দেশ গঠন কাৰ্য আগবঢ়া নাই। ব্যক্তিৰ আত্মনিৰ্ভৰতা নোহোৱা হৈছে। দেশ ৰক্ষা আৰু আত্মৰক্ষাৰ বাবে যিমানখিনি শৰীৰ-শ্ৰমৰ আৱশ্যক হ'ব, সিমানখিনি প্ৰয়োগ কৰিবৰ নিপুণতা দেশৰ যুৱকবৃন্দৰ নাই, স্বাভাৱিক প্ৰেৰণাও নাই। সকলো প্ৰকাৰ কৰ্মই সমান প্ৰয়োজনীয়,— যেনেকৈ হাতৰ আঙুলিবোৰ সমানেই কাৰ্যকৰী। কাব্য চৰ্চা, ৰাজনীতি চৰ্চা ইত্যাদি যেনে প্ৰয়োজনীয়, গো-পালন, কৃষি কৰ্ম, কমাৰ-কুমাৰৰ কৰ্ম আৰু পায়খানা পৰিষ্কাৰ কৰা কৰ্মও সমানেই প্ৰয়োজনীয়। সকলো প্ৰকাৰ কৰ্মৰ মৰ্যাদা সমান, এই মনোবৃত্তি গঢ়ি ল'ব নোৱাৰিলে শ্ৰেণীহীন, জাতিহীন সমাজ গঢ়াও সম্ভৱ নহয়। যিহেতুকে শিক্ষাৰ উদ্দেশ্য হ'ল সু-অভ্যাস গঠন, সেই হেতুকে শিক্ষানীতিত শৰীৰ-শ্ৰমৰ স্থান প্ৰধান হৈ থাকিব লাগিব। তেতিয়াহে শিক্ষাৰ সাৰ্থকতা উপলব্ধি কৰিব পৰা হ'ব।

আজি দেশত যুৱ-শক্তিৰ যি অপৰিমিত অপচয় হ'ব ধৰিছে তাক ৰোধ কৰাটো প্ৰশাসনীয় পদ্ধতিত প্ৰধান কৰ্তব্য। ইয়াত দলীয় ৰাজনীতিত মতভেদৰ প্ৰশ্ন নাই। যি দেশত সৰ্বদলীয় সন্মতিত শিক্ষা-নীতি নিৰ্দ্ধাৰণ কৰিব নোৱাৰি, সেই দেশৰ আভ্যন্তৰীণ শান্তি আৰু অৰ্থনৈতিক স্বাধীনতা ৰক্ষা কৰা সম্ভৱ নহয়।

বিচাৰ-বিবেচনাৰ ক্ষেত্ৰত বিভিন্ন মতবাদৰ সৃষ্টি হ'ব পাৰে, কিন্তু আলোচনা আৰু তৰ্ক-বিতৰ্কৰ অন্তত সুস্থিৰ নীতি উদ্ভাৱন কৰাটো সম্ভৱ। দেশ গঠনৰ ক্ষেত্ৰত প্ৰথম কথা হোৱা উচিত সুস্থিৰ আৰু সুপৰিকল্পিত শিক্ষা-নীতি নিৰ্দ্ধাৰণ। স্বাধীনতাৰ পাচত শিক্ষা-নীতি সুস্থিৰভাৱে নিৰ্দ্ধাৰণ নকৰা বাবে, আজি দেশৰ উন্নয়ন অৰ্থ ব্যযৰ অনুপাতে আশানুৰূপে হোৱা নাই।

সেইবাবে দীৰ্ঘম্যাদী ব্যৱস্থা হিচাপে শিক্ষা-নীতি নিৰ্দ্ধাৰণ কৰিব লাগিব আৰু হ্ৰস্বম্যাদী ব্যৱস্থা হিচাপে দেশৰ যুৱকসকলক কৰ্মত নিয়োগ কৰিবৰ ব্যৱস্থা কৰিব লাগিব। হ্ৰস্বম্যাদী ব্যবস্থা হিচাপে আজিও দেশত যিবোৰ নিপুণ শিল্পী—গৃহ নিৰ্মাণ, কুটীৰ শিল্প, কৃষি, স্থপতি আদি কৰ্মত ব্যস্ত হৈ আছে। তেওঁলোকৰ পৰা জ্ঞান আহৰণ কৰি নিবনুৱা সমস্যা সমাধানৰ বাবে তেওঁলোকৰ অধীনত যুৱকবৃন্দক সেই সেই কৰ্মত শিক্ষা দানৰ ব্যৱস্থা কৰিব লাগে। যুৱ-শক্তিক অসংখ্য বৃত্তি দান কৰি তেনে প্ৰশিক্ষণত লগাই দিব লাগে।● ১০/৫/৭১— দৈনিক অসম

## ৩১-৫-৭১

# সাধাৰণ স্কুলবোৰৰ ৰূপান্তৰিতকৰণ

ভাৰতৰ শিক্ষানীতিৰ ব্যৰ্থতাৰ বিষয়ে যথেষ্ট আলোচনা-সমালোচনা হৈ গৈছে। দেশত থকা স্কুল-কলেজত শিক্ষাপ্ৰাপ্ত যুৱক-যুৱতীসকলে যে বিকট নিবনুৱা সমস্যাৰ সন্মুখীন হৈছে সেই বিষয়ে বহলাই বৰ্ণনা কৰাৰ আৱশ্যক নাই। অলপ শিক্ষিত আৰু অৰ্দ্ধশিক্ষিত পৰীক্ষাত পাছ কৰা আৰু নকৰা যুৱক-যুৱতীসকলৰ কৰ্মসংস্থানৰ বিষয়টো আৰু বেছি গুৰুতৰ সেই বিষয়েও সকলো চিন্তাশীল লোকৰ মন আকৰ্ষিত হৈছে। চৰকাৰেও স্বীকাৰ কৰিছে যে প্ৰত্যেকজন শিক্ষিত, ডিগ্ৰীধাৰী, ডিপ্লোমাপ্ৰাপ্ত যুৱক-যুৱতীক চাকৰি বা আন কোনো কৰ্মসংস্থান দিবলৈ অপাৰগ হৈছে। দেশৰ কল-কাৰখানাৰ মালিকসকলক, উদ্যোগপতিসকলক, ধনী ব্যৱসায়ীসকলক আৰু বিভিন্ন অনুষ্ঠান কৰ্তৃপক্ষৰ ওচৰত চৰকাৰে নীতিগতভাৱে সদায়েই গোহাৰি জনাই আহিছে। কিন্তু তেওঁলোকে তেওঁলোকৰ প্ৰয়োজন অনুসাৰেহে কৰ্মী নিয়োগ কৰিব পাৰে। কৰ্মসংস্থানৰ ক্ষেত্ৰ বঢ়াবলৈ বিভিন্ন উদ্যোগ গঢ়ি তুলিবৰো পৰিকল্পনা হৈয়ে আছে। সেই কল-কাৰখানাবোৰত বা উদ্যোগবোৰত কৰ্মসংস্থান কাৰো কাৰো হ'লেও সকলোৰে হ'ব নোৱাৰে। যিমানেই বিস্তৃত নকৰক, এইবোৰৰ ক্ষেত্ৰৰ পৰিধি সীমাবদ্ধ। সেইবাবেই ইঞ্জিনিয়াৰিং পাছ কৰা স্নাতকসকলে যি শিক্ষা পাইছে তাৰ উপযুক্ত ক্ষেত্ৰ নোপোৱাত যি বিষয়ত নিপুণতা অৰ্জন কৰিছে সেই বিষয়ৰ নিপুণতা জলাঞ্জলি দি অনিপুণ হাতেৰে আৰু অনভ্যস্ত চিন্তাধাৰাৰে চাহৰ দোকান, সমবায় পদ্ধতিত দোকান খোলা কৰ্ম নাইবা হাইস্কুলৰ শিক্ষকতা আদি নানা প্ৰকাৰ কৰ্মত লিপ্ত হ'বলগীয়া হৈছে। এই কথাই প্ৰমাণ কৰে যে কিমান সংখ্যক ইঞ্জিনিয়াৰ লাগিব পাৰে প্ৰতি বছৰত তাৰ পৰিকল্পনা আগ ধৰি কৰিহে তাৰ বাবে ইঞ্জিনিয়াৰিং কলেজবোৰত ছাত্ৰ-ছাত্ৰী ভৰ্তি কৰাৰ ব্যৱস্থা কৰিব লাগে। সকলোবিলাকৰ বাবে কৰ্মসংস্থান কৰিব পৰাটোৱে অকল সমস্যা নহয়। সেই সমস্যা যে চিৰকলীয়া হৈ থাকিব পাৰে সেইটোও এটা সমস্যা। ইঞ্জিনিয়াৰিং স্নাতকসকলৰ দৰে সকলো ক্ষেত্ৰতে শিক্ষাপ্ৰাপ্ত লোকসকলৰ সমস্যা বৃদ্ধি পাই আছে আৰু অস্নাতক বা পৰীক্ষাত ফেল হোৱা সকলৰ কি কৰ্ম সংস্থান হ'ব পাৰে সিও এটা বৃহত্তম সমস্যা। দিনে দিনে এনেবোৰ সমস্যাৰ বৃদ্ধি পাই গৈয়ে আছে। জনসংখ্যাৰ বৃদ্ধিয়ে খাদ্য সমস্যাৰ বৃদ্ধি ঘটাইছে আৰু একালে পৰিয়াল পৰিকল্পনা কৰি জনসংখ্যাৰ হ্ৰাস ঘটাবৰ প্ৰচেষ্টা চলোৱা হৈছে আৰু

আনফালে খাদ্য শস্য বঢ়োৱাৰো প্ৰযত্ন কৰা হৈছে। খাদ্য শস্য প্ৰচুৰ পৰিমাণে বাঢ়িলেও আৰু জনসংখ্যা বৃদ্ধিৰ লগত ফেৰ মাৰি জয়লাভ কৰিলেও কৰ্মসংস্থানৰ সমস্যা সন্তোষজনক ভাৱে পূৰণ কৰিব পৰা সম্ভৱ নহ'ব। যিজনে খাদ্য উপাৰ্জন কৰে তেওঁহে খাদ্য খায় কম আৰু যিবিলাকে তেওঁৰ শ্ৰমলব্ধ খাদ্যেৰে প্ৰতিপালিত হয়, তেওঁবিলাকেহে খায় বেছি। এই কথা অলপ দকৈ ভাবি চালেই বোধগম্য হয়। এই ধৰণৰ প্ৰশ্ন মিমাংসাৰ লগত বহুতো সমস্যা নিহিত হৈ আছে। এনেবোৰ সমস্যা কি ব্যৱস্থাই সমাধান কৰিব পাৰে?

উৎপাদন বৃদ্ধিৰ অৰ্থ কেৱল খাদ্য শস্য উৎপাদনৰ বৃদ্ধিকে নুবুজায়। আধুনিক জগতত চলিব পৰাকৈ লাহবিলাহৰ সামগ্ৰীকো অন্তৰ্ভুক্ত কৰি বহু সামগ্ৰীৰ উৎপাদনৰ আৱশ্যক। সেই সামগ্ৰীবোৰ উৎপাদন কৰিব কোনে?

দেশ ৰক্ষাৰ বাবে অস্ত্ৰ-শস্ত্ৰ উৎপাদনৰো আৱশ্যকতা আছে। অস্ত্ৰ-শস্ত্ৰ সদায় বিদেশৰ পৰা আমদানি কৰা আশাততো থাকিব নোৱাৰি। অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণৰ কাৰখানা যে দেশত হোৱা নাই সেইটো নহয় কিন্তু বিভিন্ন ৰাজ্যৰ লেখ লৈ যদি চোৱা যায় তেনে কাৰিগৰৰ সংখ্যাও সৰহ নহয়। দেশ ৰক্ষাৰ বাবে সৈনিক হোৱাৰ শিক্ষানুষ্ঠান আছে কিন্তু সেই স্কুলবোৰত কিমান সংখ্যক সৈনিকক শিক্ষাদান কৰিব পৰা যাব পাৰে?

এইদৰে সকলো ক্ষেত্ৰতে আমাৰ নাটনি দেখা যাব? কিন্তু সাধাৰণ শিক্ষাৰ অনুষ্ঠানবোৰৰ পৰা পাছ কৰি ওলোৱা বা ফেল কৰি এৰি পেলোৱা নাইবা অৰ্থৰ অভাৱত শিক্ষা সাং কৰিব নোৱাৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাই দেশ উপচি পৰিছে।

এই সকলোবোৰ সমস্যাই শিক্ষা সমস্যাৰ লগত জড়িত। সৈনিক স্কুলবিলাকত যেনেকৈ সৈনিকতা শিক্ষাদানৰ লগে লগে সাধাৰণ শিক্ষাও দিয়া হয় সেইদৰে আন আন উদ্যোগবোৰৰ স্কুল পাতি সাধাৰণ শিক্ষা দিয়াৰ ব্যৱস্থা জানো অসম্ভৱ? সেইদৰে প্ৰত্যেকটো লাগতিয়াল সামগ্ৰী উৎপাদনৰ স্কুল পাতি তাতো সাধাৰণ শিক্ষা দিয়াৰ ব্যৱস্থা জানো সম্ভৱ নহয়?

এইদৰে শিক্ষাদান কৰিব ধৰিলে সাধাৰণ স্কুলবোৰ ৰূপান্তৰিত হৈ যাব পাৰে আৰু বৰ্তমান পৰিস্থিতিত সেইটোৱে বাঞ্ছনীয়।

তেতিয়াহে চাকৰিৰ হেপাহ কমি আহি স্বাধীন ব্যৱসায়ৰ হেপাহ ওপজিব।

এটা কথা ইয়াত মন কৰিব লগা আছে যে সৈনিক স্কুলবোৰ যেনেদৰে পাতিছে সেইদৰে সকলো উদ্যোগ বা কুটিৰ শিল্পৰ বিদ্যালয়বোৰ নতুনকৈ পাতিবলৈ হ'লে বহু অৰ্থৰ আৱশ্যক হ'ব। সেইবাবে আমি আন আন বহু প্ৰবন্ধত সাধাৰণ স্কুলবোৰকে কৰ্মকেন্দ্ৰিক স্কুলত ৰূপান্তৰিত কৰাৰ পৰামৰ্শ আগবঢ়াই আহিছোঁ। এনে এটি ব্যৱস্থা গ্ৰহণৰ বাবে ৰাজ্য চৰকাৰৰ শিক্ষানীতি পৰিবৰ্তনৰ সাহসী পদক্ষেপৰ আৱশ্যক আৰু আৱশ্যক সুদৃঢ়ভাৱে কৰ্মপন্থা গ্ৰহণৰ বাবে উপযুক্ত

পৰামৰ্শদাতা এটা সন্থা (Body) আৰু শিক্ষক নিয়োগৰ ক্ষেত্ৰত উপযুক্ততা স্থিৰ কৰাৰ ব্যবস্থা। বি. এ. পাছ, এম-এ পাছ শিক্ষক সাধাৰণ স্কুলবোৰত আছেই। উদ্যোগ বা শিল্পবিদ্যাৰ শিক্ষকৰ ক্ষেত্ৰত ডিগ্ৰী নিবিচাৰি নিপুণ শিল্পী বিচৰা আৱশ্যক। অশিক্ষিত লোক হ'লেও ক্ষতি নাই। দীৰ্ঘম্যাদী ব্যৱস্থাত এই নীতি গ্ৰহণ কৰা উচিত যে ক্ৰমে শিক্ষানুষ্ঠানবিলাকৰ অধ্যক্ষ বা প্ৰধান শিক্ষকজন যেন একোজন নিপুণ কাৰিগৰ বা শিল্পী হয়। আৰম্ভণিতে সকলো ক্ষেত্ৰতে এইটো সম্ভৱ নহ'ব পাৰে কিন্তু ভৱিষ্যতৰ বাবে পথ খোলা থাকিব লাগে।

এই ব্যৱস্থাই শিক্ষিত ডেকাসকলক কৰ্মৰ প্ৰতি উদগনি যোগাব আৰু বি. এ. পাছ, এম. এ. পাছ যুৱকসকলে একোটি শিল্পবিদ্যা আয়ত্ত কৰি প্ৰধান শিক্ষকৰ পদৰ বাবে উপযুক্ততা আৰ্জি ল'ব। আনফালে ক্ৰমে ক্ৰমে পুৰণি কাৰিগৰ আৰু শিল্পীসকলৰ নিপুণতা ৰক্ষিত হ'ব আৰু কুটীৰ শিল্পবোৰৰ পুনৰুদ্ধাৰ আৰু উন্নতি সাধিত হ'ব। কৰ্মৰ মাজেদি শিক্ষা দিয়াৰ ফলত চৰিত্ৰ গঠনতো সহায় হ'ব।●

৩১/৫/৭১— অসম বাণী

৭-৬-৭১

# আমাক স্কুল লাগে, আৰু স্কুল লাগে

মই এখন শিক্ষক সভাত সভাপতিত্বৰ বাবত গৈছিলোঁ। সভাখন আছিল উচ্চ পৰ্যায়ৰ শিক্ষক সকলৰ। চাকৰি কালত তেওঁলোকৰ লগত কৰ্ম সূত্ৰত আৱদ্ধ আছিলোঁ। তাতোকৈ আৱদ্ধ আছিলোঁ— স্নেহ-মৰমৰ সূত্ৰত, সেই বাবেই বোধকৰো কামৰ পৰা দহ বছৰ পূৰ্বে অৱসৰ হোৱাৰ পাচতো এই আহ্বান পাইছিলো। সেই সভাখনত উপস্থিত হৈ দেখিলোঁ যে তাত এজন ভূতপূৰ্ব মন্ত্ৰী আৰু বিশিষ্ট শিক্ষাবিদ উপস্থিত আছে আৰু আছে তিনি-চাৰি গৰাকীমান বিশিষ্ট চাকৰিয়াল আৰু শিক্ষাবিদ, শিক্ষক সকলতো আছেই। আৰু আছে এজন শিক্ষা বিভাগৰ বৰমূৰীয়া। ভূতপূৰ্ব মন্ত্ৰী গৰাকী অসমৰ এজন কৃতবিদ্য লোক বিশেষকৈ ৰাজনৈতিক ক্ষেত্ৰত। তেওঁ এতিয়াও ভাৰত চৰকাৰৰ বিশিষ্ট পদত অধিষ্ঠিত। তেওঁ শিক্ষকসকলৰ মৰমত সভাত উপস্থিত হৈছিল আৰু অন্যত্ৰ বিশেষ জৰুৰী কাম থকা বাবে আধাঘণ্টামান পাচতে যাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। শিক্ষকসকলে সেই বাবে সভাখন আনুষ্ঠানিকভাৱে পতাৰ পূৰ্বেই তেওঁক ভাষণ দিবলৈ অনুৰোধ কৰিলে। পূৰ্বেই কৈছো যে তেওঁ এজন বিশিষ্ট শিক্ষাবিদ। তেওঁ ভাষণ দিলে— আৰু আধাঘণ্টা কাল স্থায়ী ভাষণৰ মাজত তেওঁৰ বক্তৃতাত সঘনে আৰু সজোৰে কোৱা শুনিছিলোঁ যে "আমাক স্কুল লাগে আৰু স্কুল লাগে।" সেই সভাৰ জৰিয়তে প্ৰকাশ পোৱা এখনি মুখপত্ৰ আছিল। তাত আমাৰ এটি প্ৰবন্ধ আছিল যত আমি কৈছিলোঁ যে বৰ্তমান শিক্ষানীতিত চলা স্কুলৰ আমাৰ আৱশ্যক নাই। এই স্কুলবিলাকৰ পৰা বৰ্তমান সময়ত জনসাধাৰণৰ কল্যাণ সাধিত হোৱা নাই আৰু কৰ্মকেন্দ্ৰিক শিক্ষানুষ্ঠানৰ আৱশ্যকতা সম্পৰ্কে দোহৰি দোহাৰি শিক্ষানীতি পৰিবৰ্তনৰ পোষকতা কৰিছিলোঁ। সেই মুখপত্ৰখন সভা বহাৰ দুই-এদিন পূৰ্বে তেওঁ পাইছিল। সম্পূৰ্ণ বক্তৃতাটো শুনি আমাৰ ধাৰণা হৈছিল যে সেই বক্তৃতাৰ ভিত্তি যেন আমাৰ প্ৰবন্ধৰ প্ৰতিবাদহে। কিন্তু তেওঁৰ বক্তৃতা শুৱলা ভাষাৰে অতি সুন্দৰ হৈছিল যদিও মূল বিষয়ত আমাৰ লগত মতভেদ আছিল। সভাপতিৰ ভাষণত আমি যিখিনি কৈছিলো সেই ভাষণ বিশিষ্ট শিক্ষাবিদ গৰাকীৰ ভাষণৰ সমৰ্থনসূচক নাছিল। আমি প্ৰাসঙ্গিক ভাৱে শিক্ষা সম্বন্ধীয় আমাৰ ব্যক্তিগত মতহে তাত দাঙি ধৰিছিলোঁ। আমাৰ প্ৰবন্ধবোৰৰ বিষয়-বস্তু আৰু শিক্ষা নীতি বিষয়ক মতবাদ এতিয়াও যদিও সৰ্বজনগ্ৰাহ্য হৈ উঠা নাই বুলি আমি ভাবো তথাপি

সিদিনা সেই বিষয়ে কোনো কোনো বিশিষ্ট লোকৰ দৃষ্টি আকৰ্ষিত হৈছে বুলি আমাৰ মনত আনন্দ আৰু উৎসাহৰ মাত্ৰা বৃদ্ধি হৈছিল। আমাৰ ভাষণৰ পূৰ্বে তেওঁ সভা ত্যাগ কৰি গুচি গৈছিল।

'আমাক স্কুল লাগে আৰু স্কুল লাগে' সেই কথাত আমাৰ দ্বিমত নাই, কিন্তু আমি ইমান দিনে এই মতকে পোষকতা কৰি আহিছোঁ যে আমাৰ সকলোবোৰ স্কুল কৰ্মকেন্দ্ৰিক হ'ব লাগে আৰু আমাৰ প্ৰাইমেৰী স্কুলৰ যিখন পাঠ্যক্ৰম সেইখনৰ মাধ্যমতে প্ৰাইমেৰী স্কুলবোৰ কৰ্মকেন্দ্ৰিক কৰি তুলিব পাৰি। মাথোন পাঠ্য-পুথিবোৰৰ ৰচনা-পদ্ধতি সলনি কৰিব লাগিব আৰু সেই পাঠ্যক্ৰমত থকা হাতৰ কামৰ বিষয়টো প্ৰধানকৈ ল'ব লাগিব। সাহিত্য আৰু অঙ্কৰ প্ৰতি যি প্ৰাধান্য দিয়া হয় তাতোকৈ বেছি প্ৰাধান্য দিব লাগিব। অন্যান্য বিষয়বোৰকো হাতৰ কামৰ বিষয়টোকে অৱলম্বন কৰি শিক্ষা দিব লাগিব। কাৰ্যতঃ এই পদ্ধতি অনুসৰণ কৰিলে হাতৰ কামৰ বিষয়টো আৰু উচ্চতৰ ক্ৰমত শিক্ষা দিয়াৰ আৱশ্যকতা আমি অনুভৱ কৰিম। ক্ৰমাৎ উচ্চতৰ পদ্ধতিৰে আমি প্ৰবেশিকা স্তৰ পৰ্যন্ত শিক্ষাৰ ব্যৱস্থা কৰিব পাৰিম। প্ৰৱেশিকা স্তৰত ছাত্ৰ-ছাত্ৰীসকলে প্ৰত্যেকে এবিধ এবিধ শিল্প বিদ্যাত পাৰ্গত হৈ উঠিব পাৰিব আৰু স্বাধীন ভাৱে জীবিকা অৰ্জন কৰিববলৈ সক্ষম হ'ব। আমি যদি আন্তৰিকতাৰে এই পথেদি অগ্ৰসৰ হওঁ তেন্তে আমি ৮/১০ বছৰৰ ভিতৰতে আমাৰ মৰি যোৱা আৰু মৰি যাবলৈ ধৰা কুটীৰ শিল্পবোৰৰ পুনৰুদ্ধাৰ আৰু উন্নতি সাধন কৰিব পাৰিম। এই ধৰণৰ স্কুলৰ মাধ্যমত শিক্ষিত হোৱা ছাত্ৰ-ছাত্ৰীসকল বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে অনুপযুক্ত নহ'ব, কিন্তু যেতিয়া সাধাৰণ বুদ্ধিমান আৰু কম বুদ্ধিমান ছাত্ৰ-ছাত্ৰীসকলে যি কোনো এটা শিল্প বিদ্যা পৈণত ভাৱে শিক্ষা কৰি ল'ব পাৰিব হাইস্কুলৰ পৰ্যায়তে, তেতিয়া তেওঁলোকৰ সৰহ সংখ্যকে যে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে হেপাহ নকৰিব ই ধ্ৰুপ। সাধাৰণ বুদ্ধিমান ল'ৰাবিলাকতকৈ যিবোৰ বেছি বুদ্ধিমান ল'ৰা সিহঁতে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে যাওঁক এইটোহে আমাৰ কাম্য।

'আমাক স্কুল লাগে আৰু স্কুল লাগে' এইটো অতি সঁচা কথা কিন্তু আমাক কোন ধৰণৰ স্কুল লাগে? আমাক লাগে সেই ধৰণৰ স্কুল যিবোৰ স্কুলত শিক্ষা পালে কোনো এবিধ শিল্প বিদ্যাত পাৰদৰ্শিতা লাভ কৰিব পাৰিব আৰু যিবোৰ স্কুলৰ শিক্ষাত শিক্ষিত হৈ উপযুক্ত ল'ৰা-ছোৱালী বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে আগবাঢ়ি যাব পাৰিব। সুদৃঢ় নীতিৰে আৰু সুদৃঢ় পৰিচালনাৰে বৰ্তমান স্কুলবোৰক কৰ্মকেন্দ্ৰিক স্কুলত গঢ়ি তোলা বৰ টান কামো নহয় আৰু উচ্চতৰ মাধ্যমিক স্কুলবোৰতকৈ খৰচ সাধ্যও নহয়।

শিক্ষা ৰাজ্যিক বিষয়। যি কোনো ৰাজ্যই কৰ্মকেন্দ্ৰিক স্কুল গঢ়া-পতাৰ ব্যৱস্থা কৰিব পাৰে। প্ৰত্যেক মহকুমাত অন্ততঃ এখনকৈ হাইস্কুল আৰু ৪-৫

খনকৈ প্ৰাইমেৰী স্কুল লৈ পৰীক্ষা কৰি চাব পাৰে। আমাৰ বুকুত সাহ আছে ডাঠি ক'বলৈ যে শিক্ষকসকলৰ আন্তৰিকতা আৰু আগ্ৰহ থাকিলে আৰু চৰকাৰৰ সাহায্য আৰু সমৰ্থন থাকিলে এই পৰীক্ষাৰ ধন অথলে নাযায়। শিক্ষক নিয়োগত যথেষ্ট সাৱধানতা অৱলম্বন কৰিব লাগিব আৰু স্বজন পোষকতা আৰু এম এল এ সকলৰ অযথা হস্তক্ষেপ থাকিব নালাগিব।

নিবনুৱা সমস্যা সমাধানৰ বাবে দীৰ্ঘম্যাদী পন্থা এইটোৱেই। হ্ৰস্বম্যাদী পন্থাৰ আলোচনাও আমি ইতিপূৰ্বে কৰিছোঁ— আন আন প্ৰৱন্ধত।

এই বাবেও প্ৰবল জনমতৰ আৱশ্যক। সেই জনমত হ'ব লাগিব সংগঠনমূলক আৰু ধাৰাবাহিক নীতি আৰু ভৱিষ্যৎ দৃষ্টি সমন্বিত হ'ব লাগিব সেই জনমতৰ সুৰ আৰু প্ৰকাশভংগী।

ভাষা, সাহিত্য, অঙ্ক, ভূগোল, বুৰঞ্জী ইত্যাদি বিষয়ে উন্নতৰ শিক্ষা পদ্ধতিৰ যোঁগেদি শিক্ষাৰ মান উন্নয়ন কৰা আমাৰ প্ৰকৃত সমস্যা নহয়। আমাৰ সমস্যা হৈছে পেটৰ ভাত। পিন্ধনৰ কাপোৰ আৰু থকা ঘৰৰ সমস্যা। আমাৰ সমস্যা হৈছে নিবনুৱা সমস্যা আৰু সেই সমস্যাৰ আশু সমাধানৰ সমস্যা। আমাৰ সমস্যা হৈছে জাতীয় চৰিত্ৰৰ গঢ় দিয়া আৰু অধঃপতিত জাতীয় চৰিত্ৰৰ পুনৰুদ্ধাৰ কৰা। যি ৰোগ তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰা। প্ৰকৃত সমস্যাবোৰ আওকাণ কৰি দেশ গঠন নহ'ব যেনেকৈ চাপৰি গলে বৰষুণৰ হাত সাৰিব নোৱাৰি। প্ৰকৃত সমস্যাৰ সন্মুখীন হৈ তাৰ প্ৰতিকাৰৰ ব্যৱস্থা হাতত ল'ব লাগিব। ৰাজ্যৰ কৰ্তৃপক্ষৰ ই প্ৰধান দায়িত্ব।● ৭/৬/৭১— দৈনিক অসম

## ১৮-৬-৭১

# ভাৱৰ বুৰবুৰণি— শিক্ষাৰ পুনৰ্গঠন

## (শিক্ষাব্ৰতী)

দেশৰ শিক্ষাৰ পুনৰ্গঠন আৱশ্যক। এই বিষয়ে কাৰো দ্বিমত নাই আৰু এইবিষয়ে আলোচনা-সমালোচনা যথেষ্ট হৈ গৈছে। কেইবাগৰাকী কেন্দ্ৰীয় শিক্ষামন্ত্ৰীয়েও এই কথা স্বীকাৰ কৰিছে আৰু চৰকাৰ পক্ষৰ পৰা যত্ন চেষ্টাও কৰিছে। বিশিষ্ট শিক্ষাবিদ সকলেও স্পষ্ট ভাষাত পুনৰ্গঠনৰ আৱশ্যকতা স্বীকাৰ কৰি মত ডাঙি ধৰিছে। অসমৰ ভূতপুৰ্ব ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশেও স্পষ্ট ভাষাৰে ব্যক্ত কৰিছে যে শিক্ষাৰ আমুল পৰিবৰ্তনৰ আৱশ্যক। ৰাইজেও তেনে ইচ্ছা প্ৰকাশ কৰিছে।

কিন্তু কোন পথেদি? ৰাইজক কি লাগে? দেশত কি পৰিস্থিতি হৈছে? শিক্ষাই নিবনুৱা ডেকাৰ সংখ্যা বৃদ্ধি কৰিছে। এই সংখ্যা বৃদ্ধি ৰোধ কৰিব লাগে। ইতিমধ্যে যিমান নিবনুৱা যুৱক-যুৱতীয়ে চাকৰিৰ আশাত অনাই-বনাই ঘুৰিছে সেইবিলাকৰো কৰ্ম-সংস্থানৰ ব্যৱস্থা কৰিব লাগে। ভৱিষ্যতে যাতে নিবনুৱাৰ সংখ্যা নাবাঢ়ে তাৰ বাবে দীৰ্ঘম্যাদী ব্যৱস্থা স্বৰূপে অনুৰূপ শিক্ষানীতি নিৰ্দ্ধাৰণ কৰিব লাগিব আৰু উপযুক্ত আঁচনি কৰি শিক্ষানুষ্ঠান পাতিব লাগে। যিবিলাক ল'ৰা-ছোৱালী পৰীক্ষাৰ কোনো এটা দেওনাই পাৰ হ'ব পৰা নাই নাইবা দুটা-এটা দেওনা পাৰ হৈ ডিগ্ৰী লাভ কৰিব পৰা নাই সেইবিলাকৰ যুৱ-শক্তি যি দৰে অপচয় হ'ব ধৰিছে তাক নিবাৰণ কৰিবৰ ব্যৱস্থা হাতত ল'ব লাগিব। এই যুৱ-শক্তিয়েই জাতীয়তা গঠনৰ বাবে, দেশ গঠনৰ বাবে আৰু দেশ ৰক্ষাৰ বাবে অমূল্য সম্পদ। দেশৰ দুৰ্ভাগ্য যে এই অমূল্য সম্পদ আবৰ্জনাত পৰিণত হৈছে, পিতৃ-মাতৃৰ গলগ্ৰহ হৈ পৰিছে আৰু দেশখনক দাৰিদ্ৰ্যৰ পৰা মহা দাৰিদ্ৰ্যলৈ টানি নিছে। আমাৰ দেশৰ ভোট যুদ্ধত জয়ী হোৱা প্ৰতিনিধি বৰ্গই এই বিষয়ে চিন্তা কৰা তেওঁলোকৰ প্ৰধান কৰ্তব্য আৰু চিন্তা নকৰাটো বা উপযুক্ত ব্যৱস্থা উদ্ভাৱন কৰিবলৈ যত্ন নকৰাটো নৈতিকতাৰ ফালৰ পৰা যেনে দুৰ্ভাগ্যজনক পৰিণতি তেনে দুৰ্নীতিৰ প্ৰধান আশ্ৰয়স্থল বা উৎপত্তিৰ স্থল। কৰ্তব্য পৰায়ণতাৰ পৰা ইচ্ছাকৃত ভাৱে স্খলিত হোৱাৰ অৰ্থ হয় নীতিজ্ঞান শূণ্যতা। নীতিজ্ঞান শূণ্য হ'লেই দুৰ্নীতি পৰায়ণতাই মানুহৰ মনত আশ্ৰয় গ্ৰহণ কৰে। দেশৰ দৰিদ্ৰ জনগণৰ হিত চিন্তাৰ প্ৰতিশ্ৰুতি দি জনগণৰ হিত চিন্তা নকৰি নিজৰ স্বাৰ্থ উদ্ধাৰৰ

পথ মাথোন বিচাৰি ফুৰাটো প্ৰধান দুৰ্নীতি। আন পক্ষে কৰ্তব্যপৰায়ণ হ'লে প্ৰতিনিধি বৰ্গই সকলো প্ৰকাৰ দুৰ্নীতিৰ মূল উচ্ছেদ কৰি দেশৰ প্ৰকৃত কল্যাণ সাধনত আগবাঢ়ি যাব পাৰে।

শিক্ষা ৰাজ্যিক বিষয়। ৰাজ্যখনত কি পৰিস্থিতি হৈছে সেই বিষয়ে প্ৰতিনিধিবৰ্গই নিজেও জানে আৰু ৰাইজৰ ফালৰ পৰাও শিক্ষাৰ পুনৰ্গঠনৰ বাবে ৰাইজে উচ্চ ধ্বনি প্ৰকাশ কৰিছে। তথাপি আমাৰ ৰাজ্যিক চৰকাৰসমূহ ইমান উদাসীন কিয়? উদাসীন বুলিছো এই বুলি যে শিক্ষাৰ পুনৰ্গঠন ক্ষেত্ৰত বাস্তৱ নীতি গ্ৰহণৰ বাবে যি ব্যৱস্থা লোৱাৰ আৱশ্যক সেই ব্যৱস্থা গ্ৰহণৰ বাবে বিধান সভাবোৰত প্ৰস্তাৱ আৰু বিল উত্থাপন নকৰে কিয়? ৰাইজৰ ফালৰ পৰা বহু মত প্ৰকাশ হ'ব পাৰে আৰু হৈছেও ; সেই মতবোৰৰ ভিত্তিত আঁচনি গ্ৰহণ কৰা তেওঁলোকৰ কৰ্তব্য ; কাৰণ তেওঁলোকে সেই দায়িত্ব গ্ৰহণ কৰিছে ৰাইজৰ ভোটত প্ৰতিনিধিত্ব গ্ৰহণ কৰি। যিহেতুকে শিক্ষা ৰাজ্যিক বিষয় সেই হেতুকে ৰাজ্যখনৰ পৰিস্থিতি বুজি শিক্ষা ব্যৱস্থা প্ৰৱৰ্তন কৰা ৰাজ্যৰ বিধান সভাৰেই কৰ্তব্য। আজি ২৩ বছৰে সেইটো কিয় হোৱা নাই?

এইটো স্বীকাৰ্য যে শিক্ষানীতি নিৰ্দ্ধাৰণ কৰোতে দেশৰ জ্ঞানী লোকসকলৰ শিক্ষানুৰাগী আৰু শিক্ষাবিদসকলৰ পৰামৰ্শৰ আৱশ্যক। তেনে প্ৰচেষ্টা লোৱা হোৱা নাই। সৰ্বভাৰতীয় আয়োগবিলাকৰ প্ৰতিবেদনৰ ভিত্তি সামান্য অদল-বদল কৰাৰ চেষ্টাকেই প্ৰচেষ্টা বুলিব নোৱাৰি। দেশৰ প্ৰকৃত অৱস্থা কি তাক অধ্যয়ন কৰি স্থানীয় জ্ঞানী লোকৰ পৰামৰ্শ লৈ শিক্ষা ব্যৱস্থা প্ৰবৰ্তন কৰা উচিত। ইয়াৰ বাবে ৰাজ্যৰ ভিতৰৰে কম পক্ষেও ২৫ জন জ্ঞানী লোকৰ এখন সংসদ গঠন কৰি অন্ততঃ এবছৰ কাল অফিচৰ নিয়মে নিতৌ আলোচনা চক্ৰ পতাৰ ব্যৱস্থা কৰিব লাগে। তাৰ বাবে বিধান সভাৰ অনুমতি ল'ব লাগে।

হাইস্কুল আৰু কলেজ বঢ়াই বা নতুন নতুন বিশ্ববিদ্যালয় পাতি সমস্যাৰ তীব্ৰতা বঢ়োৱাহে হৈছে সমস্যা সমাধানৰ পথেদি যোৱা হোৱা নাই। এই বিষয়ে যথেষ্ট জনমত গঢ়ি উঠিছে।

সমস্যা সমাধানৰ যে একমাত্ৰ পথ শিল্প বিদ্যাৰে উন্নয়ন সাধন সেই বিষয়ে যথেষ্ট পৰিমাণে জনমত গঢ়ি উঠিছে। শিক্ষিত নিবনুৱাই হওক বা অশিক্ষিত নিবনুৱাই হওক সকলোকে কৰ্মসংস্থানৰ বাবে চাকৰী দিব নোৱাৰি সেই কথা ৰাইজে বুজিছে।

সেইবাবে দেশত কমাৰ-কুমাৰৰ কাম, কাঠমিস্ত্ৰী, ৰাজমিস্ত্ৰীৰ কাম, চিত্ৰবিদ্যা, স্থপতি বিদ্যা ইত্যাদি শিক্ষা দিয়াৰ কাম প্ৰকৃত শিল্পীৰ হাতত বা শিল্প ব্যৱসায়ীৰ হাতত অনুষ্ঠান গঢ়াৰ ব্যৱস্থা কৰিব লাগে। আধুনিক কালৰ বৃটিছ যুগৰ নিয়মত পতা শিল্পৰ শিক্ষানুষ্ঠানবোৰত এইবোৰ কাম ব্যাপক ভাৱে আৰু

সৰ্বসাধাৰণৰ সহজলভ্য কৈ শিক্ষা দিব নোৱাৰি। নিপুণ কাঠমিস্ত্ৰীৰ তলত শিক্ষা দিবৰ ব্যৱস্থা কৰক কাঠমিস্ত্ৰীৰ কাম অশিক্ষিত যুৱকেও শিক্ষা কৰিব পাৰিব। প্ৰকৃততে আজি সৰ্বত্ৰ সেইটোহে হৈ আছে। সেইদৰে আন আন শিল্প বিদ্যাৰ ক্ষেত্ৰতো সেইটোহে হৈ আছে। সেই বাবে সকলো প্ৰকাৰ শিল্প বিদ্যা প্ৰধানতঃ অশিক্ষিত লোকৰ হাততে হে আছে আৰু শিক্ষিত সংখ্যা বাঢ়ি অহাৰ লগে লগে পৈতৃক ব্যৱসায় ত্যাগ কৰা বাবে শিল্পবোৰৰো ধ্বংস সাধন হ'ব ধৰিছে। এই বাস্তৱ দৃষ্টিভঙ্গী নল'লে ব্যাপক নিবনুৱা সমস্যা ব্যাপকভাৱে নিবাৰণৰ উপায় নাই। অৱশ্যে ই আমাৰ এজনৰ হে মত। এইমত গৃহীত হ'বলৈ জ্ঞানী লোকৰ মতামতৰ আৱশ্যক কাৰণে এখন সংসদ পাতিবলৈ আমি প্ৰস্তাৱ ডাঙি ধৰিছোঁ। চৰকাৰী চাকৰিয়ালৰ হাতত সম্পূৰ্ণ ক্ষমতা ৰাখি এনে সংসদে কাৰ্যকৰী পন্থা উলিওৱাৰ সম্ভাৱনা কম। বেচৰকাৰী সদস্যৰে চৰকাৰী খৰচত পতাৰ প্ৰস্তাৱহে আমি দিছোঁ। বজাৰত বিদেশৰ পৰা বা দেশৰে আন ৰাজ্যৰ পৰা অহা শিল্পজাত সামগ্ৰী পোৱা যায় ; তেনে শিল্পানুষ্ঠান অসমত একেবাৰেই নাই। বুতাম, খেলনা, শিলৰ মূৰ্তি, পিতলৰ মূৰ্তি, আধুনিক তৈজসপত্ৰ আদিৰ কাৰখানা অসমত নাই। একমাত্ৰ এলুমিনিয়ামৰ কাৰখানা হে আছে তাতো অসমীয়া যুৱকৰ সংস্থান কিমান দূৰ হৈছে সেই বিষয় অনুসন্ধেয়। শিক্ষা ৰাজ্যিক বিষয় বাবে অসম ৰাজ্য হিচাবে হে আমি এই মন্তব্য কৰিছোঁ, সংকীৰ্ণ মনেৰে কৰা নাই।

বহুতো সামগ্ৰী গৃহস্থৰ ঘৰবিলাকৰ পৰা যোগাৰ কৰি বজাৰত বিপুল পৰিমাণে উলিয়াব পাৰি। জাপানত এনে ব্যৱস্থাকে গ্ৰহণ কৰিছিল আৰু এতিয়াও আছে।

শিল্পবিদ্যাৰ দৃষ্টিভঙ্গী লৈ বৰ্তমান চলি থকা পাঠ্যক্ৰমৰ পৰিবৰ্তন সাধন কৰিব লাগিব। এই বিষয়ে আমি অন্যত্ৰ কেইবাবাৰো প্ৰবন্ধত উল্লেখ কৰিছোঁ। আৱশ্যক বুজি পুনঃ এই বিষয়ে বহলাই লিখিবৰ ইচ্ছা আছে। এই কথাটো সকলোৱে উপলব্ধি কৰিছে যে চৰকাৰৰ অনুমোদন, সাহায্য, ছাত্ৰবৃত্তি আদি নাথাকিলে কোনো অনুষ্ঠান জীয়াই ৰাখিব নোৱাৰি। চৰকাৰে এখনি স্পষ্ট আঁচনি গ্ৰহণ কৰি হাইস্কুল মাইনৰ স্কুল আদি পতাৰ দৰে শিল্পানুষ্ঠানবোৰ পতাৰ উদগনি দি ৰাইজৰ আগ্ৰহৰ সৃষ্টি কৰক। সকলো প্ৰকাৰ প্ৰচাৰ কাৰ্য হাতত লওক।

পৰিয়াল পৰিকল্পনাৰ প্ৰচাৰ কাৰ্য যেনেদৰে কৰিছে, তেনেদৰে বা তাতকৈও তীব্ৰতৰ ভাৱে।

যদিহে ৰাইজে ব্যাপকভাৱে শিল্পানুষ্ঠান পতাৰ উপযোগিতা বুজি পায় আৰু চৰকাৰে শিল্পানুষ্ঠানবোৰ পতাত সফলকাম হয়, তেন্তে ইয়াৰ মাধ্যমতে ছাত্ৰ বিশৃঙ্খলা বহু পৰিমাণে শাম কাটিব আৰু কৰ্ম কেন্দ্ৰীক শিক্ষাদান কৰা বাবে জাতীয় চৰিত্ৰৰো উন্নতি হ'ব।● ১৮/৬/৭১— আলোক

২৮-২-৭২

# পৰীক্ষা ঘৰত নকল

কেবছৰমানৰ পৰা অসমৰ বিভিন্ন ঠাইৰ পৰা বাতৰি ওলাইছে যে বৰ্তমানৰ ছাত্ৰ-ছাত্ৰীসকলে পৰীক্ষা ঘৰত নকল কৰিবলৈ আৰম্ভ কৰি দিছে। লাহে লাহে এনেকুৱা হৈছেগৈ যে পৰীক্ষাৰ্থীসকলে গোপন-নকল নকৰি, পৰিদৰ্শকৰ সমুখত নকল কৰিবলৈ ধৰা হৈছে। নকল কৰা বাবে পৰীক্ষাৰ্থীক পৰীক্ষাৰ পৰা বহিষ্কাৰ কৰা কথাই নাই, নকল কাগজখন কাঢ়ি আনিলেও পৰিদৰ্শকৰ মান-সন্মান ক্ষতিগ্ৰস্ত হয়। আনকি পৰিদৰ্শকৰ লগত হতাহতিৰো উপক্ৰম হয়। নকল কাগজ কাঢ়ি অনাৰ পিচত কোনো কোনো পৰীক্ষাৰ্থীয়ে থিয় হৈ পৰিদৰ্শকৰ পৰা কাগজখন খোজাৰ সাহো নকৰাকৈ নাথাকে।

যোৱা বছৰৰ পৰীক্ষাৰ সময়ত কোনো শিক্ষক-পৰিদৰ্শকক মাৰধৰ, ৰাস্তাত অপমান কৰাৰ খবৰ বাতৰি কাকতত ওলাইছিল। কিন্তু ছাত্ৰৰ এই অতি অভদ্ৰজনোচিত কাৰ্য্যক গৰিহণা দি অন্য ছাত্ৰই, বা অভিভাৱকে বা অন্য শিক্ষকে বা কৰ্ত্তৃপক্ষই প্ৰকাশ্যে এষাৰ মাতো মতা দেখা নগ'ল। হয়তো ইয়াৰ অন্তৰালত এটা কথাই নিহিত আছে যে কোনোৱে নিজৰ জীৱনলৈ বিপদ চপাই আনিব নোখোজে। আৰু তেওঁলোকৰ এই মৌনতাৰ সুযোগলৈ মাত্ৰ কেইজনমান মুষ্টিমেয় ছাত্ৰই শিক্ষাৰ বাতাবৰণ কুৰুচ চিন্তাধাৰাৰে দূষিত কৰি তুলিছে।

ইয়াৰ কেৰোণ ক'ত? কোনোৱে কয় যে বৰ্তমান শিক্ষা পদ্ধতি ভুল, কোনোৱে কয় বৰ্তমান পৰীক্ষা প্ৰণালী ভুল আৰু কোনোৱে কয় ছাত্ৰ-ছাত্ৰীৰ গাতে দোষ।

বৰ্তমান শিক্ষাপদ্ধতি সেই তাহানিৰ মেকলে-চাহাবৰ দিনৰ পৰা একে গতিৰে চলি আহিছে। ইয়াত ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা পায় সঁচা, কিন্তু জ্ঞানী হোৱাৰ অৱকাশ নিচেই ক'ম। বৰ্তমানে দেশে ধৰ্ম নিৰপেক্ষতাৰ নামত ধৰ্মীয় শিক্ষা-দীক্ষাক সম্পূৰ্ণ অস্বীকাৰ কৰি নতুন পুৰুষৰ মূৰ খাইছে। বৰ্তমান পৰীক্ষা পদ্ধতি আসোঁৱাহমুক্ত বুলি কোৱাও টান। কিয়নো এজন ছাত্ৰৰ শিক্ষা গ্ৰহণৰ প্ৰকৃত মাপকাঠি বৰ্তমান পৰীক্ষা প্ৰণালী নহয়। কিন্তু এই পৰীক্ষা প্ৰণালীতে উত্তীৰ্ণ হৈ দেশৰ বহুতো গুণীলোকে জ্ঞানী, বিজ্ঞানী বুলি জগতত প্ৰতিভা লাভ কৰিছে।

বৰ্তমানৰ ছাত্ৰ-ছাত্ৰীক দোষ পূৰ্ণ ভাৱে জাপি দিব নোৱাৰিলেও তেওঁলোকে দোষৰ পৰা হাত সাৰি যাব নোৱাৰে। কিয়নো তেওঁলোকে পাছ কৰাৰ চমু পথ

হিচাবে অসৎ পথক স্বীকাৰ কৰা উচিত নহয়। সৎ-অসৎ পথ চিনাক্তকৰণৰ ক্ষমতা প্ৰত্যেকৰে নোহোৱা নহয়। কিন্তু সেই ক্ষমতা অনুশীলন তেওঁলোকে কৰিব নোখোজে।

পাশ্চাত্য সভ্যতা, পশ্চিমবঙ্গীয় নতুন পুৰুষীয় বতাহ আদিয়ে আমাৰ ছাত্ৰ সমাজক দূষিত কৰিছে। কিন্তু তাৰ নিৰ্মূলৰ বাবে শকত শকত দৰ্মহাধাৰী কৰ্তৃপক্ষ আছে। তেওঁলোকে শাসনৰ বাঘজৰী ডাল ঢিলাই নিদিয়া হ'লে, ছাত্ৰ সমাজত এনে অধঃপতন নহ'লহেঁতেন। এতিয়াও ছাত্ৰ সমাজক, দেশৰ ভৱিষ্যত কৰ্ণধাৰ সকলক, ৰক্ষা কৰাৰ সময় উকলি যোৱা নাই। ৰাষ্ট্ৰীয় ভাৱনাযুক্ত ৰাষ্ট্ৰীয় পৰম্পৰাগত শিক্ষাপদ্ধতি প্ৰৱৰ্ত্তন কৰি, শিক্ষাধিকাৰসকলে পৰীক্ষা প্ৰণালীৰ আৱশ্যকীয় পৰিশোধন পৰিবৰ্দ্ধন কৰি ছাত্ৰ সমাজক সৎ পথলৈ আনিবলৈ সৎচেষ্টা কৰা উচিত।●

২৩-৩-৭২

# শিক্ষাৰ পুনৰ্গঠন পন্থা কি ?

বৰ্তমান প্ৰচলিত শিক্ষা পদ্ধতিৰ সংস্কাৰৰ আৱশ্যকতা একবাক্যে সকলোৱে স্বীকাৰ কৰিছে। কিন্তু সংস্কাৰৰ বাবে যি প্ৰচেষ্টা চৰকাৰৰ পক্ষৰ পৰা কৰিছে সি যথোপযুক্ত হোৱা নাই আৰু দৃঢ়তাসূচক হোৱা নাই।

জাতীয় চৰিত্ৰ কিমান অধোগামী হ'ব পাৰে সি কল্পনাৰ অতীত যেন অনুমান হৈছে। দেশপ্ৰেমৰ নামত দেশদ্ৰোহিতা আৰু জনকল্যাণৰ নামত জনগণৰ শোষণ অবাধে চলিব লাগিছে। সেই বাবে জাতীয় চৰিত্ৰৰ সংশোধনৰ প্ৰথম চেষ্টা হ'ব লাগিব। ব্যক্তি চৰিত্ৰ আৰু জাতীয় চৰিত্ৰ সংশোধনৰ বা পুনৰনিৰ্মাণৰ পন্থা উলিয়াবৰ কাৰণে প্ৰথমতে বিবেচনা কৰিব লাগিব। 'অন্যায় হটাও' এই শ্লোগানৰ অৰ্থ প্ৰধানমন্ত্ৰীয়ে দিছে, কিন্তু সেই শ্লোগান প্ৰশাসনীয় ক্ষেত্ৰত প্ৰযোজ্য হ'লেহে ব্যক্তিগত আৰু জাতীয় চৰিত্ৰ সংশোধনৰ পথ ওলাব। ভূমি সংস্কাৰ নীতিত প্ৰথমতঃ প্ৰচলিত আইন ন্যায়ানুসাৰে প্ৰযুক্ত হৈছে নে নাই সেই বিষয়ে প্ৰশাসনীয় পদ্ধতিত সেইটো বিচাৰ্য। আইনৰ ভুল-ত্ৰুটি সংশোধনৰ পূৰ্বে আইন প্ৰৱৰ্তকসকলৰ কৰ্ম পন্থা আৰু মনোবৃত্তি ন্যায় বিচাৰৰ ভিত্তিত সংশোধিত কৰি ল'ব লাগিব। প্ৰধানমন্ত্ৰীয়ে অনুন্নত জাতিৰ, পিচপৰা সমাজৰ, শ্ৰমিক শ্ৰেণীৰ প্ৰতি থকা সামাজিক অন্যায় দূৰ কৰিবৰ উদ্দেশ্যেহে এই শ্লোগান প্ৰয়োগ কৰিছে। কিন্তু সেই অন্যায় দূৰ কৰিব কোনে আৰু কোন প্ৰশাসনে? প্ৰশাসক হ'ব লাগিব চৰিত্ৰবান ব্যক্তি আৰু প্ৰশাসনীয় প্ৰয়োগ হ'ব লাগিব ন্যায়যুক্ত, দৃঢ় আৰু ক্ষিপ্ৰ। সেই বাবে শিক্ষানুষ্ঠানবিলাকত ভৱিষ্যত নেতা আৰু কৰ্মচাৰীসকলক চৰিত্ৰবান ব্যক্তি হিচাপে গঢ় দিব লাগিব। দিব কোনে? যিসকল লোক এতিয়া শিক্ষাৰ ক্ষেত্ৰত জড়িত আছে, তেওঁলোকৰ দ্বাৰাই দিয়াব লাগিব। তাৰ বাবে লাগিব নীতি নিৰ্দ্ধাৰণ— চৰিত্ৰ গঠন আৰু চৰিত্ৰ সংশোধনৰ নীতি নিৰ্দ্ধাৰণ। সেই নীতি গৃহীত কৰিবলৈ দৃঢ় প্ৰশাসনীয় ব্যৱস্থা, প্ৰচলিত শাসন-যন্ত্ৰৰ সংস্কাৰ, প্ৰয়োগ ক্ষেত্ৰত প্ৰশাসকসকলৰ কাৰ্যত অযথা হস্তক্ষেপৰ পৰা মুক্তিদান আৰু দায়িত্বশীল কৰ্মচাৰীসকলক স্বাধীন চিন্তাৰ সুযোগ প্ৰদান। সেই নীতি নিৰ্দ্ধাৰণ কৰিব শিক্ষাবিদসকলে, প্ৰয়োগ কৰিব প্ৰশাসকসকলে। পিচে চৰিত্ৰ সংশোধনৰ বা গঠনৰ নীতি নিৰ্দ্ধাৰণৰ সমস্যা জটিল নহয়, প্ৰশাসনীয় প্ৰয়োগহে জটিল হৈ পৰিছে। চৰিত্ৰ গঠনৰ নীতি, ভাৰতীয় শাস্ত্ৰ আৰু সমাজত ভুৰি ভুৰি আছে। নিৰ্দ্ধাৰণতকৈ

নীতি নিৰ্বাচনৰহে আৱশ্যক। ব্যক্তিৰ মানসিক উন্নতি সাধনৰ আৱশ্যক।

দ্বিতীয়তে শিক্ষাই কৰ্মসংস্থান দিব লাগিব। মাহেকৰ মূৰত নিৰ্দিষ্ট দৰ্মহা পোৱাৰ সুযোগ দানৰ ব্যৱস্থা কৰাকেই কৰ্মসংস্থানৰ ব্যৱস্থা কৰা নুবুজায়। চাকৰি কৰা মনোভাৱ ছাত্ৰ-ছাত্ৰীসকলৰ মনৰ পৰা আঁতৰ কৰিবৰ ব্যৱস্থা হাতত ল'ব লাগিব। তাৰ বাবে কি নীতি গ্ৰহণৰ আৱশ্যক সেইটো নিৰ্দ্ধাৰণ কৰিব লাগিব। নিৰ্দ্ধাৰিত নীতি শিক্ষানুষ্ঠানবোৰত দৃঢ়তাৰে প্ৰয়োগ কৰিব লাগিব। সেই নীতি নিৰ্দ্ধাৰণত স্বভাৱতে কুটিৰ শিল্প, গৃহ-শিল্প, স্বাধীন ব্যৱসায় আদিৰ শিক্ষাৰ প্ৰশ্ন আহি পৰিব। শিক্ষাবিদসকলে এইবোৰ বিষয়ে চিন্তা কৰি নীতি নিৰ্দ্ধাৰণ কৰিব। চৰকাৰে তাৰ ব্যৱস্থা কৰিব লাগিব।

তৃতীয়তে দেশৰ বিভিন্ন প্ৰকৃতিৰ, বিভিন্ন অৱস্থাৰ আৰু বিভিন্ন পৰ্যায়ৰ বুদ্ধিৰ শিক্ষাৰ্থীসকলক সমপৰ্যায়ৰ মান অনুসাৰে বিভাগ কৰাৰ দৃঢ় নীতি নিৰ্দ্ধাৰণ কৰিব লাগিব। সাধাৰণ বুদ্ধিৰ, অসাধাৰণ বুদ্ধিৰ আৰু নিম্ন সাধাৰণ বুদ্ধিৰ ছাত্ৰসকলক এক পৰ্যায়ত ৰাখিলে শিক্ষাই উন্নতি কৰিব নোৱাৰে। নিম্ন সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীয়ে সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীৰ লগত এক পাঠ্যক্ৰম লাভ কৰিব নোৱাৰে। সেইদৰে অসাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীবিলাকক সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীৰ বাবে নিৰ্দ্ধাৰিত পাঠ্যক্ৰমত আবদ্ধ কৰি ৰখা নিতান্ত অন্যায়। প্ৰথমতঃ শিক্ষানুষ্ঠানবিলাকৰ পৰা এই অন্যায় হটাব লাগিব।

সামৰণিত আন এটি অতি প্ৰয়োজনীয় কথালৈ দৃষ্টি আকৰ্ষণ কৰিব খুজিছোঁ। এইখন দেশ ভাৰতবৰ্ষ। এই দেশৰ সংস্কৃতি সভ্যতা পৃথিৱীৰ ভিতৰতে প্ৰাচীন। এইখন দেশতে সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ সমূহ ৰচিত হৈছে। আমি যিসকল দেশৰ অনুকৰণ কৰিব খুজিছোঁ বা অনুকৰণ কৰিয়েই আছোঁ, সেইসকল দেশৰেই মনীষিসকলে স্বীকাৰ কৰিছে যে বেদ আদি গ্ৰন্থ আৰু ইয়াৰ উৎপত্তিৰ কাল নিৰ্ণয় কৰা সুকঠিন। ভাৰতবৰ্ষৰ সভ্যতা বৈদিক সভ্যতা আৰু পাশ্চাত্য পণ্ডিত সকলেই স্বীকাৰ কৰিছে যে গীতা পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ। গীতাৰ গঠন-পাঠনৰ ব্যৱস্থা বৰ্তমান শিক্ষাক্ৰমত থকা উচিত নহয়নে? পাশ্চাত্য পণ্ডিতসকলেই দৃঢ়ভাৱে মত প্ৰকাশ কৰিছে যে এক দেশৰ শিক্ষা-সংস্কৃতি আন দেশত প্ৰয়োগ কৰিব নোৱাৰি। কিন্তু আমি বৰ্তমানে কি কৰিব ধৰিছো— সেই কথা সৰ্বজন বিদিত। দেশৰ শিক্ষা-সংস্কৃতিক সংৰক্ষণশীলতাৰ পৰিচালক বুলি আন দেশৰ শিক্ষা-সংস্কৃতিৰ প্ৰতি ধাৱমান হৈছোঁ। ই প্ৰগতি নে অধোগতি? শিক্ষাৰ উচ্চতম আদৰ্শ ত্যাগ কৰি পৃথিৱীৰ উচ্চতম সভ্যতাৰ ধাৰা বৰ্জন কৰি, উচ্চতম স্তৰৰ সাহিত্যৰ প্ৰতি অনাদৰ অৱহেলা দেখুৱাই নিম্ন স্তৰৰ সাহিত্যৰ চৰ্চা, নিম্নতৰ সভ্যতাৰ আদৰ্শ গ্ৰহণ কৰি আমি প্ৰগতিৰ পথত আগবাঢ়িব ধৰিছো বুলি গৌৰব কৰোঁ। বিজ্ঞানৰ যুগৰ নামত অবৈজ্ঞানিক মনোবৃত্তি গঠন কৰি ল'ব ধৰিছো। বৈদিক সাহিত্য, সাম, যজু, ঋক আৰু অথৰ্ব

বেদ। গান্ধৰ্ব বেদ, আয়ুৰ্বেদ, ধনুৰ্বেদ, জ্যোতি বিদ্যা, স্থাপত্য বিদ্যা, চিত্ৰ বিদ্যা ইত্যাদি অষ্টাদশ বিদ্যা আৰু চৌষষ্টি প্ৰকাৰ কলা বিদ্যা বিজ্ঞানসম্মত হয়নে নহয় আমি বিচাৰ কৰি চাব নালাগেনে?

শিক্ষা সংস্কাৰৰ নীতি সেই বাবে হ'ব লাগিব দেশৰ শিক্ষা-সংস্কৃতিৰ লগত সামঞ্জস্য ৰক্ষা কৰা বিধৰ। এয়া শিক্ষাবিদ সকলৰ কৰ্তব্য আৰু ক্ষমতাপ্ৰাপ্ত চৰকাৰে তাকে প্ৰয়োগ কৰা কৰ্তব্য। দেশৰ সংস্কৃতি বিৰোধী কোনো শিক্ষা নীতিয়ে সুফল দিব নোৱাৰিব।● ২০/৩/৭২— দৈনিক অসম

১৩-১১-৭২

# ভাবৰ বুৰবুৰণি— শিক্ষা সংস্কাৰ

## (শিক্ষাব্ৰতী)

শিক্ষা, শিক্ষক, শিক্ষানুষ্ঠান আৰু পৰীক্ষা পদ্ধতি একত্ৰিত হৈ শিক্ষাৰ প্ৰধান সমস্যাৰ ৰূপ ধৰি সমগ্ৰ দেশখনক আগুৰি পেলাইছে। শিক্ষাৰ মান উন্নয়ণ, শিক্ষকসকলৰ বেতন বৃদ্ধি, শিক্ষানুষ্ঠানবিলাকৰ ঘৰ-দুৱাৰ, আচবাব-পাতি, লাইব্ৰেৰী কমনৰূম, খেলপথাৰ ইত্যাদি এশ এটাৰ পূৰ্ণ যোগাৰ আদি আৰু কি উপায়ে বেছি ভাগ পৰীক্ষাৰ্থী শিক্ষাৰ যথাযুক্ত মানৰ অধিকাৰী হৈ পৰীক্ষাত পাছ্ কৰিব পাৰে আৰু কি পদ্ধতিৰে পৰীক্ষা ল'লে পৰীক্ষাৰ্থীৰ বিদ্যাৰ জোখ নিৰ্ভুল ভাবে আৰু ন্যায়সঙ্গত ভাৱে ল'ব পাৰি— এইবোৰ সমস্যাকলৈ সমগ্ৰ দেশখনতে তুমুল আলোড়ন হোৱা দেখা পাব লাগিছোঁ। আমি ধৰি লওঁ বাৰু পৰীক্ষাত সকলো স্তৰতে পাঠ্যক্ৰম অনুসাৰে শিক্ষা সৰ্বোত্তম হৈছে আৰু সকলো পৰীক্ষাতে শতকৰা ১০০ জন পৰীক্ষাৰ্থী নিয়মিতভাৱে উত্তীৰ্ণ হয় বছৰি বছৰি, শিক্ষকসকলৰ বেতন বৃদ্ধি কৰি প্ৰত্যাশিতভাৱে তেওঁলোকৰ সন্তুষ্টি যিমান কৰিব পৰা গৈছে আৰু শিক্ষানুষ্ঠানবোৰ সকলো প্ৰকাৰে সমানে উচ্চমানত (Standard) উন্নত কৰি লোৱা হৈছে— তেতিয়া আমাৰ শিক্ষাৰ সমস্যাৰ অন্ত পৰিবনে? শিক্ষিত হৈ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পৰাই আমাৰ সমস্যা দুৰীভূত হ'ব নে? নহয়। কিয় নহয়? আমি তেন্তে ল'ৰা-ছোৱালীবিলাকক কি শিকালোঁ? আমাৰ শিক্ষাৰ উদ্দেশ্য কি? আমাৰ দেশৰ দুৰ্ভাগ্য যে, কি শিক্ষা দিলে দেশৰ প্ৰয়োজন আৰু অভাৱ দূৰীভূত হ'ব পাৰে আৰু কোনবিলাক ছাত্ৰ-ছাত্ৰীক কেনে ধৰণৰ কৰ্ম সংস্থানৰ বা উপযোগী কৰি তুলিব লাগে সেই দৃষ্টিভঙ্গী আমাৰ নাই। দেশৰ প্ৰকৃত প্ৰয়োজন কি, বৰ্তমান কালৰ সমস্যা-সমাধানৰ পন্থা কি হ'ব পাৰে আৰু শিক্ষাৰ লগত তাৰ সম্বন্ধ কি আৰু দেশৰ সকলোবোৰ সমস্যাৰ সমাধানৰ ভিত্তিত কেনে ধৰণৰ সমন্বিত (Co-ordinated) নীতি হ'ব লাগে তাক নিৰ্দ্ধাৰণ কৰিবলৈ আমাৰ আগ্ৰহো নাই আৰু সেই দূৰদৃষ্টিও নাই।

শিক্ষানীতিৰ লগত নিবনুৱা সমস্যা সমাধানৰ যেন কোনো সম্বন্ধই নাই। যি শিক্ষানীতিয়ে নিবনুৱা সমস্যাৰ উত্তৰোত্তৰ বৃদ্ধি কৰি আছে তাৰে উন্নয়ন, সংস্কাৰ আৰু প্ৰসাৰৰ ব্যৱস্থাহে আছে। এই পৰিপ্ৰেক্ষিতত এইটোহে বুজা যায় যে যি শিক্ষাই অধিক সংখ্যক শিক্ষিত নিবনুৱা সৃষ্টি কৰিব পাৰিব সেইহে শিক্ষাহে

বেছি উন্নত। সেই শিক্ষাহে বেছি সাৰ্থক আৰু সফল। নহ'লে শিক্ষাৰ মাধ্যম, শিক্ষাৰ কাল আৰু পাঠ্যক্ৰমৰ কম-বেছি পৰিমাণে ইমান পৰিবৰ্তন কৰি শিক্ষাৰ মান উন্নয়ন কৰাৰ বাবে ইমান প্ৰয়াস বা যত্ন কিয়? উদ্দেশ্য কি?

আটাইবোৰ স্কুল-কলেজ যদি চৰকাৰী হৈ যায় শিক্ষকসকলৰ আৰ্থিক উন্নতি আৰু প্ৰশাসনীয় সমতা (Uniformity) ৰক্ষাৰ আশা আমি হয়তো কৰিব পাৰো কিন্তু চৰকাৰী শিক্ষানুষ্ঠানবোৰে জানো মান ৰক্ষা কৰিব পাৰিছে? আমি চৰকাৰ পক্ষৰ পৰা স্কুল-কলেজবোৰ চৰকাৰীকৰণৰ বিৰুদ্ধে মাত মতা নাই সেইটো পাৰিলে কৰক ; কিন্তু আমি মাত মাতিছোঁ শিক্ষা আৰু নিবনুৱা সমস্যা সমাধান একেনীতিৰ অন্তৰ্ভুক্ত কৰি লোৱাৰ প্ৰয়াসৰ অভাৱ দেখি।

সকলোবিলাক ছাত্ৰ-ছাত্ৰী বি. এ., এম-এ পাছ কৰিব নোৱাৰে এই কথা দেখ-দেখ হৈ আছে। পাছ কৰিব নোৱাৰা বা পঢ়িব পৰা সা-সুবিধা বা সংস্থাপন নথকাবিলাকে কি কৰিব? তাৰ বাবে চৰকাৰৰ দায়িত্ব নাই নেকি?

পৰিসংখ্যা বিভাগো (Statistics Department) আছে লোক পিয়লো আছে তাৰে পৰা আমি বুজিব নোৱাৰোঁ নেকি দেশৰ শিক্ষিত, অশিক্ষিত, অৰ্দ্ধশিক্ষিত যুৱক-যুৱতীৰ সংখ্যা কিমান আৰু সেই সংখ্যক যুৱক-যুৱতীয়ে দেশত কি হাহাকাৰৰ সৃষ্টি কৰিছে। ইমানবিলাক অনাহাৰ ক্লিষ্ট আৰু অভাৱগ্ৰস্ত লোকৰ কথা আমি ভাবিব নালাগে নেকি? ভাবিছো বুলি ক'লে বিশ্বাস কৰা যায় কেনেকৈ? শিক্ষানীতিৰ যদি পৰিবৰ্তন নহয় একে শিক্ষানীতিকে যদি অনুসৰণ কৰি থাকি তাকে প্ৰসাৰৰ চেষ্টাহে উত্তৰোত্তৰ বৃদ্ধি হৈ থাকে তাৰ দ্বাৰা বুজা নাযায় যে সেই সমস্যা কৰ্তৃপক্ষই অনুভৱ বা অনুধাৱন কৰিছে।

## ভূমি আইন সংস্কাৰ

চৰকাৰে অনুসন্ধান কৰি চাওঁক সমাহৰ্তাসকলৰ কাৰ্যালয়বোৰত কিমান নামজাৰীৰ মোকৰ্দমা। সীমা নিৰ্দ্ধাৰণৰ দৰখাস্ত, যোৱা চেটেলমেণ্টৰ সময়ত কিমান নতুন সমস্যাৰ সৃষ্টি হৈছে আৰু তাৰ বাবে ৰাইজে কিমান হাবাথুৰী খাইছে, আইনৰ যথাযথ প্ৰয়োগ নহ'লে, সংস্কাৰ কোন আইনক লৈ কৰিব? ন্যায় বিচাৰ সহজতে কোনোবাই পায় জানোঁ? যিবিলাকে ভেটি দিব পাৰিছে, তেওঁলোকৰ কাৰ্য্য উদ্ধাৰত বেছি পলম নহয়, দিগদাৰীও নহয়। যিবিলাক লোকে দিব নোৱাৰে তেওঁলোকৰ অৱস্থা কি?

দেশত মাটিৰ মালিক শতকৰা এজন— ৰায়ত হৈছে শতকৰা ৯ জন, মাটি নোহোৱা বনুৱা শতকৰা ১১ জন, আৰু মাটিৰ কৃষক মালিক হৈছে শতকৰা ৪৭ জন যিবিলাক মাটিৰ মালিকৰ শ্ৰম কৃষিৰ উৎপাদনত অন্তৰ্ভুক্ত কৰা হৈছে। এইটো হৈছে ১৯৬০ চনৰ হিচাব আৰু ১৯৬৩ চনৰ হিচাব মতে মাটিৰ

মালিকসকলৰ মাটিৰ পৰা মাথোন শতকৰা ১১ ভাগ মাটিহে ৰায়তক আধিয়া বা চুকানি দিছে। শতকৰা ৮৯ ভাগ মাটিত নিজে খেতি কৰিছে তাৰ ভিতৰত হয়তো কিছু মাটি গড় আবাদ আছে। নতুন আইনমতে ৰায়তসকলক মাটিৰ পৰা মালিকসকলে বঞ্চিত কৰিব নোৱাৰে। সেইটো ভাল কথা কিন্তু ৰায়তসকলৰ মাটিৰ ওপৰত স্বত্ব কি থাকিব? মাটিৰ মালিকসকলকো দান বিক্রি বা হস্তান্তৰ কৰাৰ পৰা বঞ্চিত কৰা হৈছে ৰায়ত সকলৰো সেই স্বত্ব নাথাকিব। মালিকৰ ঠাইত ৰাজ্যৰ (State) সেই অধিকাৰ থাকিব আৰু চিলিং এক্টৰ পৰা চীন আৰু ৰাছিয়াৰ দৰে মাটি টুকুৰা টুকুৰ হৈ গৈ (যেতিয়া ক্ষুদ্ৰ ক্ষুদ্ৰ হোল্ডিঙে আয়ৰ পথ বন্ধ কৰি দিব) ক্ষুদ্ৰ ক্ষুদ্ৰ হোল্ডিংবোৰ একত্ৰিত হৈ পৰিব। ইয়াৰ পৰিণাম কি হ'ব? কম্যুনিজ্‌মৰ পথহে মুকলি কৰাৰ সম্ভাৱনা দেখা যায়।

চিলিং এক্টৰ পৰা কিমান মাটি ওলাব তাৰ হিচাব স্পষ্ট হৈ উঠা নাই। চিলিং এক্টে খেতি কৰা মাটিবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ খণ্ডত বিভক্ত কৰিব ; মাটিহীন মানুহৰ সমস্যা সমাধান নহ'ব।

আনফালে আন এটি অসুবিধাৰ সৃষ্টি হ'ব। কম কম মাটিত খেতি কৰা ৰায়তসকলে মাটিৰ মালিকৰ পৰা সহায়-সহানুভূতি পাইছিল, এনে খেতিয়কৰ সংখ্যাহে বেছি। এতিয়া চিলিং আইনত বাহিৰ হৈ যোৱা মাটিৰ মালিক হ'ব চৰকাৰ। চৰকাৰৰ পৰিবৰ্তে কৰ্মচাৰীসকল। নিজৰ মাটিৰ ওপৰত স্বত্ব স্বামীত্বৰ বল থকাটো চৰকাৰী কৰ্মচাৰীসকলৰ পৰা যেনে ব্যৱহাৰ পাইছে তাতকৈও বেছি কঠিন আৰু সহানুভূতিহীন ব্যৱহাৰৰ সন্মুখীন হ'ব লাগিব ক্ষুদ্ৰ ক্ষুদ্ৰ খেতিয়কসকলে। সমাজবাদ প্ৰতিষ্ঠাৰ নামত সমাজ শোষণ নীতি প্ৰবৰ্তিত হ'ব। পাৰস্পৰিক সহায়-সহানুভূতি লোপ পাব আৰু সমাজ খণ্ড-বিখণ্ডিত হৈ সমাজত নিৰুপায় আৰু নিঃসহায় পৰিস্থিতিৰ উদ্ভৱ হ'ব। ভূমি স্থায়ী সম্পত্তি— তাৰ স্থায়িত্ব যেতিয়া ধ্বংস হ'ব সমাজবন্ধন শিথিল বা নাইকিয়া হৈ যোৱাৰ সম্ভাৱনা হে বেছি। কম্যুনিষ্টসকলে ইয়াকে বিচাৰে।

নিবনুৱা সমস্যা ভূমি সংস্কাৰ আইনৰ সংশ্লিষ্ট হোৱাতকৈ শিক্ষা নীতিৰ লগত সংশ্লিষ্ট কৰি কৃষি উন্নয়ন পদ্ধতি উন্নতৰ কৰাহে বেছি প্ৰয়োজনীয় কথা— সেইটো বুজিবৰ সময় যে এতিয়াও অহা নাই সেইটোহে আচৰিত কথা। শিক্ষা কৃষি আৰু শিল্প বিদ্যা পৰস্পৰৰ সম্বন্ধ থকা বিষয় বিশেষকৈ নিবনুৱা সমস্যাৰ পৰিপ্ৰেক্ষিতত। কৰ্মকেন্দ্ৰিক শিক্ষাৰ অৰ্থ চাকৰিমুখী হ'ব নালাগিব। চাকৰিৰ সংখ্যা বঢ়াই নিবনুৱা সমস্যাৰ সমাধান কাহানিও নহ'ব। সাধাৰণৰ শিক্ষাৰ লগত শিল্প বিদ্যা আৰু কৃষি বিদ্যাক সম্বন্ধিত কৰি ল'ব লাগিব। তাৰ দ্বাৰা বিশ্ববিদ্যালয়ৰ শিক্ষা ব্যাহত হ'ব নোৱাৰে। বিশ্ববিদ্যালয়বোৰৰ পাঠ্যক্ৰম শিক্ষাৰ আঁচনি আৰু বিষয় বিভাগো সেইদৰে প্ৰস্তুত কৰি ল'ব লাগিব।

শিক্ষানীতি নিৰ্দ্ধাৰণত সাহসিকতা থাকিব লাগিব পাশ্চাত্য শিক্ষাৰ মোহ আৰু অবাঞ্ছিত সংস্কাৰৰ পৰা মুক্ত হৈ স্বাধীন নীতি নিৰ্দ্ধাৰণ কৰিব— দেশৰ পৰিস্থিতিৰ ওপৰত ভিত্তি কৰি।

যিবিলাক ল'ৰা উৱাদিহ নাপাই অনাই-বনাই ফুৰিছে সেইবিলাকৰ যুৱশক্তি কাৰ্যত খটুৱাবলৈ আঁচনি ল'ব লাগিব। ভূমি আইন সংস্কাৰে সেই সুবিধা দিয়াৰ সম্ভাৱনা নাই। নিপুণ কৃষক সৃষ্টি কৰাত আৰু উন্নত কৃষি পদ্ধতিৰ শিক্ষা দিয়াত সেই সুবিধা দিব পৰা সম্ভাৱনা আছে। দেশৰ চিন্তাশীল লোকে এই পথেদি চিন্তা কৰি চৰকাৰক বুজাবৰ চেষ্টা কৰা উচিত।● ১৩/১১/৭২— আলোক

৭-৫-৭৩

# শুদ্ধ অসমীয়া লিখন

কিছুদিন আগতে নলবাৰীৰ অন্তৰ্গত গোপালথানত 'সেউজী সাহিত্য কানন'ৰ এখন বাৰ্ষিক অধিবেশনত ডঃ শ্ৰীমহেশ্বৰ নেওগৰ এটি বক্তৃতা শুনিবৰ সুযোগ ঘটিছিল। ডঃ নেওগৰ বক্তৃতাত এটা আক্ষেপমূলক উক্তি প্ৰকাশ পাইছিল যে আমাৰ লিখকসকলে শুদ্ধ অসমীয়া ভাষাত লিখাৰ প্ৰতি মনোযোগ নিদিয়ে। শব্দ বিন্যাসৰ ধাৰাত, জতুৱা ঠাঁচ ব্যৱহাৰত আৰু শব্দৰ বানানত বহুপ্ৰকাৰ অশুদ্ধি পোৱা যায়। তাৰ দ্বাৰা ভাষাৰ নিজত্ব আৰু মাধুৰ্য্যৰ হানি ঘটে। ডঃ নেওগৰ এই উক্তি মই ভালদৰে উপলব্ধি কৰিব পাৰিছোঁ আৰু বহুদিন আগৰে পৰা মই এই বিষয়ে লিখকসকলৰ দৃষ্টি আকৰ্ষণ কৰি আহিছোঁ। ডঃ নেওগে যে মোৰ চিন্তাধাৰাৰ লগত মিলি যোৱা ভাৱেৰে সিদিনা বক্তৃতা দিছিল তাৰবাবে মই বৰ সুখী হৈছিলোঁ। আমাৰ লিখকসকলে আমাৰ জতুৱা ঠাঁচবোৰ ব্যৱহাৰ কৰিবলৈ প্ৰায় পাহৰিলে। এই দোষত মই নিজেও বহু পৰিমাণে জগৰীয়া সেইটোও মই স্বীকাৰ কৰোঁ। শুদ্ধ অসমীয়া শব্দৰ সলনি সংস্কৃত মূলক শব্দ ব্যৱহাৰ কৰা অভ্যাসত মোৰ নিজৰ তেনে ধৰণৰ দোষ কিছু ঘটিছে। মোৰ দৰে আন আন লিখকসকলৰো তেনে দোষ ঘটিছে। সেইবাবে মই স্বীকাৰ কৰোঁ যে তাৰ দ্বাৰা কথিত ভাষাৰ প্ৰতি মনোযোগ কমি অহা স্বাভাৱিক। কথিত ভাষাৰ শুদ্ধ ৰূপেহে ভাষাৰ সুকীয়াত্ব আৰু মধুৰত্ব ৰক্ষা কৰে। কিছুমান শব্দ আৰু জতুৱা ঠাঁচ সম্পূৰ্ণ বঙলুৱা ; কিন্তু আমি তাক অসমীয়া কৰি লৈছোঁ। কিন্তু সেই জতুৱা ঠাঁচ বা শব্দবোৰ দেখিলে মনত যেন এটা অশান্তিৰ উদয় হয়। উদাহৰণ স্বৰূপে উল্লেখ কৰোঁ এটা জতুৱা ঠাঁচ— আশে পাশে। এইটো একেবাৰে অসমীয়া জতুৱা ঠাঁচ নহয়। 'আশে পাশে' নিলিখি আমি 'ওচৰে পাজৰে' বা 'কাষে পাজৰে' বা 'ওচৰা ওচৰি' বা 'কাষে পাশে' লিখিলে বেছি অসমীয়া হয়। সেইদৰে 'পাশাপাশি' শব্দও শুদ্ধ অসমীয়া নহয়। এই ধৰণৰ জতুৱা শব্দ কিছুমান আমাৰ ভাষাত সোমাইছে। ইয়াৰ দ্বাৰা ভাষা চহকী হোৱাত প্ৰচলিত শুদ্ধ ঠাঁচ আৰু শুদ্ধ শব্দৰ অপ্ৰচলন হৈ যোৱাত হানিহে হয়। 'কাজেই' বা 'কাজে কাজেই' শুদ্ধ অসমীয়া নহয়। তাৰ উপৰিও শুদ্ধ অসমীয়া বহু খণ্ডবাক্য বঙালী ভাষাৰ লগত নিমিলে ; কিন্তু সেই খণ্ডবাক্যবোৰো আমি বঙালী ধৰণে প্ৰকাশ কৰোঁ। তাৰ দ্বাৰা ভাষাৰ বৈশিষ্ট্যৰ কিছু হানি ঘটে— এই কথা স্বীকাৰ কৰিব লাগিব।

বৰ্ণাশুদ্ধি দোষ বহু। যেনে— আঘাত, সঙ্কেত, ঘাতক এই শব্দবোৰত 'ট' ব্যৱহাৰ কৰাটোকে শুদ্ধ বুলি বহু লিখকে ভাবে। এইবোৰ সংস্কৃত মূলক। ইয়াত 'ট' অহাৰ কোনো পথ নাই। ব্যাকৰণ অশুদ্ধ হয়। ব্যাকৰণ অশুদ্ধ বহু শব্দ শুদ্ধ শব্দৰ দৰে ব্যৱহৃত হ'ব ধৰিছে। যেনে 'সংস্থা'ৰ ঠাইত 'সন্থা'। সন্থা শব্দ ভুল। সংস্থাহে শুদ্ধ। আন এটি শব্দ সচৰাচৰ ব্যৱহাৰ কৰা দেখা যায়— সেই শব্দটো হৈছে— 'দোষণীয়'। দোষণীয় শব্দ ভুল— শুদ্ধ শব্দ 'দুষণীয়'। দোষাবহ শুদ্ধ।

সংস্কৃত মূলক শব্দবোৰ সৰ্বভাৰতীয়। সেই শব্দবোৰৰ বৰ্ণাশুদ্ধি অসহনীয় যেন হৈ উঠে আমাৰ মনত। সৰ্বভাৰতীয় শব্দবোৰৰ বিকৃতি ঘটোৱা উচিত নহয়।

ষত্ব ণত্বৰ ওপৰতো বহুতে দৃষ্টি নিদিয়ে। বহু শব্দৰ উদাহৰণ দিয়া নহ'ল। লিখকসকলে অভিধানগত আৰু ব্যাকৰণগত ভাৱে কিছুমান শব্দ বিচাৰ কৰিলে নিজে নিজে বুজি পাব।

ট বৰ্গ আৰু ত বৰ্গৰ উচ্চাৰণ ভেদ থকাও উচিত। বৰ্ণবোৰ যি ঠাইৰ পৰা উচ্চাৰণ হ'ব লাগে সেইঠাইৰ পৰা উচ্চাৰিত নহ'লে শুনোঁতে ভাষাৰ মাধুৰ্য্যৰ হানি হয়।

অতএব, আৰু সুতৰাং এই অধ্যায় দুটা শুদ্ধ অসমীয়া।●

১৫-৫-৭৩

# নতুন শিক্ষা ব্যৱস্থা

নতুন শিক্ষা ব্যৱস্থাত 'নতুনত্ব' কি আছে? পুৰণি পাঠ্যক্ৰমত প্ৰাইমেৰী খাপত এটা ব্যৱস্থা আছিল যে এজন সাধাৰণ বুদ্ধিমান ল'ৰা বা ছোৱালীয়ে ক আৰু খ মানৰ শিক্ষা একে বছৰতে শেষ কৰিব পাৰে। সেই বুদ্ধিমান ল'ৰা বা ছোৱালীবিলাকে চাৰি বছৰত প্ৰাইমেৰী শিক্ষা শেষ কৰিব পাৰে। তেতিয়া প্ৰাইমেৰী শিক্ষা আছিল পাঁচ বছৰীয়া। এতিয়া সেই শিক্ষা সকলোৰে কাৰণে চাৰি বছৰীয়া কৰা হৈছে। ইয়াত নতুনত্ব কি হ'ল? চাৰি বছৰীয়া কৰা আটাইবিলাক ল'ৰা-ছোৱালীয়ে জানো চাৰি বছৰতে প্ৰাইমেৰী শিক্ষা শেষ কৰিব পাৰিব? বছৰে বছৰে উপযুক্ত হওক বা অনুপযুক্ত হওক, যদি প্ৰমোচন দি থাকি শিক্ষকসকলে আটাইবিলাক ল'ৰা-ছোৱালীকে চাৰি বছৰৰ ভিতৰতে পাছ কৰাই দিয়ে, আটাইবিলাক ল'ৰা-ছোৱালী পূৰ্বৰ ৪ৰ্থ মান আৰু নতুন ব্যৱস্থাত ৫ম মানৰ উপযুক্ত হৈ উঠিব নে? আগতে পাঁচ বছৰীয়া থাকোতেওঁ পাঁচ বছৰত আটাইবিলাকে প্ৰাইমেৰী শিক্ষা শেষ কৰিব নোৱাৰিছিল। আকৌ যিবিলাক বুদ্ধিমান ল'ৰা-ছোৱালীৰ পক্ষে চাৰি বছৰত শেষ কৰা সম্ভৱ আছিল, সেই বিলাককো শিক্ষকসকলে ক মানত এক বছৰ আৰু খ মানত এক বছৰ ৰাখি বাধ্যতামূলকভাৱে পাঁচ বছৰলৈ প্ৰাইমেৰী স্কুলতে আবদ্ধ কৰি ৰাখিছিল। ইয়াৰ কেৰোণটো ক'ত আছিল? সেই কথা বিচাৰ কৰি চোৱা নহ'ল কিন্তু একে কোবেই সকলো ল'ৰা-ছোৱালীৰ পক্ষে প্ৰাইমেৰী শিক্ষা চাৰি বছৰীয়া কৰা হ'ল।

আগৰ ব্যৱস্থা আছিল যে বুদ্ধিমান বা সোনকালে আগবাঢ়ি যোৱা ল'ৰা-ছোৱালীবিলাকক বেলেগ কৰি ল'ব লাগে। শিক্ষকবিলাকে প্ৰায়েই সেইটো নকৰিছিল। আৰু কম বুদ্ধিমান বা পাছ পৰি থকা ল'ৰা-ছোৱালীক বেলেগ কৰি ল'ব লাগে। এই বিভাগত ক মানতে হয়তো দুটা বা তিনিটা শ্ৰেণী বা গ্ৰুপ কৰিব লগা হৈছিল। এজন শিক্ষকৰ বাবে এই কামটো টান হোৱা বাবে বেছিৰ ভাগ শিক্ষকে এই কামটো নকৰিছিল। তাৰ ফলত ক মান আৰু খ মানতে দুই-তিনি-চাৰি বছৰ গৈছিল। এতিয়া প্ৰাইমেৰী শিক্ষা চাৰি বছৰীয়া হোৱাত জানো এই অৱস্থাৰ কিবা পৰিবৰ্তন হ'ব? যদি নহয় নতুনত্ব কি আছিল?

সেইবাবে আমি আমাৰ এই বিষয়ক প্ৰবন্ধবোৰত কৈছিলো যে বুদ্ধিমান, কম বুদ্ধিমান আৰু বেছি বুদ্ধিমান হিচাপে ল'ৰা-ছোৱালী ভাগ কৰি বুদ্ধি অনুসাৰে

শিক্ষাদানৰ এটি বৈজ্ঞানিক পদ্ধতি স্থায়ীভাৱে গ্ৰহণ কৰিব লাগে। সেই চিন্তা কৰে কোনে? দ্বিতীয়তে সেই বৈজ্ঞানিক পদ্ধতি অনুসৰণ কৰি ক্ৰমে ক্ৰমে সকলো স্কুলতে উপযুক্ত সংখ্যক শিক্ষক নিযুক্তিৰ ব্যৱস্থা কৰিব লাগে। একে সময়তে ই সম্ভৱ নহ'লেও বৈজ্ঞানিক পদ্ধতি বা ব্যৱস্থা গ্ৰহণ কৰিলে শিক্ষা ব্যৱস্থাৰ এটা বৈজ্ঞানিক প্ৰণালী গৃহীত হোৱাত স্কুলবিলাকৰ পৰিবেশৰ পৰিবৰ্তন ঘটিলহেঁতেন। আদৰ্শ স্কুল স্থাপন কৰাৰ আদৰ্শ এই তত্ত্বৰ ওপৰতে নিহিত আছিল।

তৃতীয়তঃ যিবিলাক ল'ৰা-ছোৱালী কম বুদ্ধিমান সেইবিলাকৰ কাৰণে সাধাৰণ স্কুলবোৰ কেতিয়াও উপযুক্ত নহয় আৰু সেইবিলাক ল'ৰা-ছোৱালীক বিশ্ববিদ্যালয়ৰ স্তৰলৈ যাব দিয়া প্ৰথা আইনৰ বলত বন্ধ কৰি দিব লাগে। ভাৰতবৰ্ষৰ বাহিৰত কোনো কোনো দেশত এনে ব্যৱস্থা আছে! বিশ্ববিদ্যালয়ৰ শিক্ষা বন্ধ কৰি দিলেই কৰ্তৃপক্ষৰ কৰ্তব্যৰ ওৰ নপৰে। সিহঁতৰ শিক্ষাৰ বেলেগ ব্যৱস্থা উদ্ভাৱন কৰিব লাগিব। সিহঁতৰ হাত-ভৰি আছে। স্বাস্থ্য আছে! বুদ্ধি কম থাকিলেও শাৰীৰিক বল বীৰ্য খটুৱাই আৰু আনক দেখা-দেখি কামৰ মূলতত্ত্ব নুবুজিও কাম কৰিব পৰা সক্ষমতা লাভ কৰিব পাৰিব। শিক্ষা ব্যৱস্থাত এনে ধৰণে চিন্তা কৰাটো উচিত বুলি আমি কেইজনে ভাবো ?

## পাঠ্যক্ৰম পৰিবৰ্তন

নতুন শিক্ষা ব্যৱস্থাত পাঠ্যক্ৰমৰ কি পৰিবৰ্তন ঘটোৱা হৈছে পূৰ্বে প্ৰাইমেৰীৰ পৰা বি এ লৈকে (৫+৮+৪)=১৭ বছৰ পাঠ্য কাল আছিল ; আমি আকৌ পৰিদৰ্শকসকলে পৰিদৰ্শক সংস্থাৰ জৰিয়তে আন্দোলন কৰি হাইস্কুল আৰু মাইনৰ স্কুলবিলাকৰ পৰা তৃতীয় মান শ্ৰেণীটো উঠাই দিয়াইছিলো। কাৰণ এই দুই শ্ৰেণীৰ স্কুলবিলাকত তৃতীয় শ্ৰেণীটোত ইংৰাজীত বাদে আন সকলো বিষয়ৰে প্ৰাইমেৰী শ্ৰেণীৰ তৃতীয় শ্ৰেণীৰ দৰে পাঠ্যক্ৰম আছিল। তাৰ বাবে যথেষ্ট সমালোচনাৰ পাত্ৰ আমি হৈছিলো। আমাৰ মত আছিল তৃতীয় মানৰ পৰা দশম মানলৈ যিখিনি ইংৰাজী শিক্ষা হ'ব পাৰে চতুৰ্থ মানৰ পৰা দশম মানলৈ সেই খিনি ইংৰাজী শিক্ষা হ'ব পাৰে। কিন্তু দুখৰ বিষয় পাঠ্যপুথিবোৰ সেইদৰে ৰচিত হৈ নুঠিল। সি যি নহওক, তৃতীয় শ্ৰেণীটো উঠাই দিয়াত বি এ লৈকে পাঠ্য কাল ১৬ বছৰ হ'ল ১৭ বছৰৰ ঠাইত। এতিয়া পুনঃ (৪+৬+৫)=১৫ বছৰ কৰা হ'ল, কিন্তু বিষয় শিক্ষা, ভাষা শিক্ষাৰ গধুৰতা বাঢ়িল। এই বিষয়ে বহল আলোচনা নকৰি আমি চমুকৈ মন্তব্য কৰো যে শিক্ষণীয় বিষয় Syllabus গধুৰ কৰিলেই শিক্ষা ভাল হয় বুলি আশা কৰিব নোৱাৰি। সহজ সৰল কম গধুৰ শিক্ষণীয় বিষয়ৰ মাধ্যমতো শিক্ষাৰ মান বৰ্দ্ধিত কৰিব পাৰি উপযুক্ত শিক্ষা পদ্ধতিৰ মাধ্যমত।

## বৰ্তমান সমস্যা কি?

আমাৰ মতে শিক্ষাৰ বৰ্তমান সমস্যা ঘাইকৈ দুটা। (১) জাতীয় চৰিত্ৰ গঠন আৰু (২) নিবনুৱা সমস্যা সমাধান।

নতুন শিক্ষা ব্যৱস্থাত এই দুটা সমস্যা সমাধানৰ ব্যৱস্থা আছে নে? আমাৰ ব্যক্তি চৰিত্ৰ কিমান তল ধাপলৈ নামি গৈছে, সেই বিষয়ে প্ৰত্যেক ভাৰতীয়ই চিন্তা কৰা উচিত। জনপ্ৰিয় চৰকাৰে বেছি দায়িত্বপূৰ্ণভাৱে চিন্তা কৰা উচিত।

নিবনুৱা সমস্যাই ভয়াবহ ৰূপ ধাৰণ কৰিছে। নতুন শিক্ষা ব্যৱস্থাত আমি এই সমস্যা সমাধানৰো কোনো পথ দেখা নাপাওঁ। একে চাকৰিমুখী শিক্ষা ব্যৱস্থা চলি থকাৰ ব্যৱস্থাহে দেখা পাওঁ।

ই পুৰণি মদ নতুন বটলত ভৰোৱা যেনহে হৈছে। ●

৩০-৫-৭৩

# শিক্ষাৰ চৰম দুৰ্দশা

যোৱা ২১ মে' তাৰিখে লক্ষ্ণৌ বিশ্ববিদ্যালয়ত যি অবাঞ্ছিত ঘটনা ঘটি গ'ল— তাৰ দ্বাৰা সমস্ত ভাৰতবাসীৰ কুযশ, কুখ্যাতিৰ বিস্তাৰ ঘটাইছে ; সেয়ে অকল নহয় সত্য আৰু অহিংসাৰ ভিত্তিত প্ৰাপ্ত আৰু প্ৰতিষ্ঠিত স্বাধীনতাৰ পবিত্ৰ স্মৃতি মলিন কৰি তুলিছে আৰু ভাৰতীয় কৃষ্টি-সংস্কৃতি জড়িত গুৰু-শিষ্যৰ পবিত্ৰ আদৰ্শত কলঙ্ক সানিছে।

ছাত্ৰসকলে পৰীক্ষা গৃহলৈ লগত ৰিভলভাৰ লৈ আহি পৰীক্ষা নিৰীক্ষকসকলক ভয় খুওৱাই কাৰণে শিক্ষকসকলে পুলিচৰ সাহায্য লাগে বুলি উপাচাৰ্যৰ ওচৰত দাবী জনায়। ইতিপূৰ্বে হৈ যোৱা পৰীক্ষাত তেনে ঘটনা ঘটিছিল যাতে নিৰীক্ষকসকলে ভয় পাই পৰীক্ষাত নকল কৰা ছাত্ৰক তেওঁলোকে নধৰে। তাৰে ভিতৰত কিছুমান ছাত্ৰই নকল কৰা কোনো দোষৰ কথা নহয় বুলি মনোভাৱ প্ৰকাশ কৰাৰ উমান পোৱা গৈছিল ; কাৰণ সেই ছাত্ৰবিলাকে হেনো কৈছিল যে শিক্ষকসকলৰ শিক্ষাদান অতি নিম্নস্তৰৰ আছিল। চৰিত্ৰৰ কি অধঃপতন!

বহুদিন আগৰে পৰা বিভিন্ন ৰাজনৈতিক দলৰ লোকসকলে বিশ্ববিদ্যালয়ৰ চৌহদ আৰু প্ৰাঙ্গণত নিজ নিজ দলভুক্ত ছাত্ৰবিলাকৰ লগত সম্বন্ধ ৰক্ষা কৰি সক্ৰিয় হৈ থকাৰ লক্ষণ পোৱা গৈছিল ; তাৰ ভিতৰত শাসনাধিষ্ঠিত দলৰ কংগ্ৰেছ কৰ্মীও আছিল।

ই এটি কি ভয়াবহ চিত্ৰ, কি ভয়াবহ দেশসেৱাৰ নিদৰ্শন!

বাহিৰত গুণগুণনি শুনা যায় বিশ্ববিদ্যালয়ৰ পৰা ছাত্ৰবিলাকে যি কোনো বস্তু স্বেচ্ছাকৃতভাৱে লৈ যায়, নিবৰ সময়ত দেখা পালেও কোনোৱে একো নকয়।

বিশ্ববিদ্যালয়ৰ শৃঙ্খলা ৰক্ষা কৰাৰ ই এক অদ্ভুত উদাহৰণ।

সৰহসংখ্যক ছাত্ৰ কিন্তু এনে ব্যৱহাৰত ভীত সন্ত্ৰস্ত হৈছিল বুলিও শুনা যায়।

ইতিমধ্যে ৰাজ্যিক সশস্ত্ৰ পুলিচ বাহিনীৰ যে কেইজন সশস্ত্ৰ পুলিচক বিশ্ববিদ্যালয়ৰ তত্ত্বাবধান কৰিবলৈ অনা হৈছিল সেই কেইজনৰ লগত কিছুমান ছাত্ৰৰ গোপন চুক্তি বা বুজাপৰাও হেনো আছিল।

এয়ে আমাৰ দেশৰ শান্তিৰক্ষকৰ নমুনা। যাতবি কাকতৰ পৰা যিমানখিনি

সংবাদ পোৱা গৈছে তাৰ পৰা এইটো স্পষ্ট প্ৰতীযমান হৈছে যে ছাত্ৰ, শিক্ষক, শান্তিৰক্ষক আৰু ৰাজনৈতিক দলসমূহৰ কিমানখিনি অধঃপতন ঘটিছে।

ইযাৰ বাবে অৰ্থাৎ জাতীয় চৰিত্ৰৰ যে ইমানখিনি অধঃপতন ঘটিছে— তাৰবাবে শিক্ষা আৰু শিক্ষানুষ্ঠানবোৰেই যে জগৰীয়া তাৰ সুস্পষ্ট প্ৰমাণ এই ঘটনাই সমগ্ৰ ভাৰতবাসীৰ চকুৰ আগত জল জল পত পত কৈ দাঙি ধৰিছে। নহ'লেও শিক্ষাৰ ব্যৰ্থতা প্ৰমাণ কৰিছে।

শিক্ষা জগতৰ (ভাৰতবৰ্ষৰ বিশেষকৈ) শিক্ষাবিদ, শিক্ষাব্ৰতী, শিক্ষাপ্ৰেমী, বিভিন্ন ৰাজনৈতিক দলৰ আৰু শিক্ষাৰ দায়িত্ব বহনকাৰী চৰকাৰ আৰু বিশ্ববিদ্যালযসমূহৰ চেতনা অহা উচিত। যি শিক্ষানীতিয়ে দেশখনক ইমান অধঃপতনৰ ফালে টানি নিব ধৰিছে সেই শিক্ষানীতিৰ আমূল পৰিবৰ্তন সাধন কৰাত দেহে-মনে, প্ৰাণে তৎপৰ হোৱা উচিত— দেশখন শত্ৰুৰ দ্বাৰা আক্ৰান্ত হ'লে যেনেকৈ সকলোৱে ভেদাভেদ পাহৰি দেশৰক্ষাত পূৰ্ণ বৰঙণি যোগোৱা উচিত।

এতিয়া জোৰ পুৰি হাতত লাগিছে। পলম কৰিলে হাতখনো পুৰি যাব। নিবনুৱা সমস্যাই, অৰ্থসঙ্কট আৰু খাদ্য সঙ্কটে ভয়াবহ ৰূপ ধাৰণ কৰিছে। তদুপৰি এদল মানুহে দেশৰ এই দুৰৱস্থাৰ সুবিধা লৈ দুৰ্নীতিত নামি দুয়োহাতে ধন কোচাব ধৰিছে। দেশৰ মানুহক বঞ্চিত কৰি খাদ্য লুকাই ভোকাতুৰ কৰি ৰাখি শাৰীৰিক মানসিক আৰু চাৰিত্ৰিক দুৰ্বলতাসম্পন্ন কৰি নিজৰ ধনলিপ্সা পূৰণৰ পথ সুগম কৰিব ধৰিছে, আন এদল মানুহে নিয়ম শৃঙ্খলা ভঙ্গ কৰি দেশখন অৰাজকতাৰ কবলত পেলোৱাৰ যত্ন কৰিব ধৰিছে।

এতিয়াও ভাৰতবাসী সচেতন হোৱা নাই। নিৰৱ বিপ্লৱৰ ধ্বনিৰ প্ৰতিক্ৰিয়া কেনেদৰে সৰব হৈ উঠিছে তালৈ ভ্ৰূক্ষেপ নাই। ই জানো দেশৰ চৰম দুৰ্দশা নহয়। ই জানো শিক্ষাৰ অধঃপতনৰ চৰম স্তৰ নহয়?

সুস্থিৰ শিক্ষানীতিয়ে হ্ৰস্বম্যাদী দীৰ্ঘম্যাদী সুত্ৰেৰে নিৰ্দ্ধাৰিত কোনো প্ৰকাৰ শিক্ষানীতিয়ে এনেবোৰ উচ্ছৃঙ্খলতাৰ সমাধান জানো আনিব নোৱাৰে? সমাজ শিক্ষাৰ বাবে প্ৰবৰ্ত্তিত সামাজিক শিক্ষাই নো বাৰু কি ফল দেখুৱাইছে? সামাজিক শিক্ষা বিভাগে ক্ষমতাপ্ৰাপ্ত ৰাজনৈতিক দলৰ কেৱল গুণ গাই থাকিব নে কি? তাৰ বাবেহে সামাজিক শিক্ষা বিভাগ ৰখা হৈছে নে কি?●

৩০/৫/৭৩— দৈনিক অসম

## ১৯৭৩

# চিৰন্তন সত্য বনাম শিক্ষানীতি

বাতৰি কাকত ষ্টেট্‌সমেনত পঢ়িবলৈ পালো যে ইউনেস্কো প্রতিষ্ঠানে পৃথিৱীৰ সমস্ত জাতিকেই সকীয়াই দিছে যে শিক্ষানীতিৰ পৰিবর্তনৰ আৱশ্যক হৈছে। যুগৰ লগত গতি মিলাই শিক্ষানীতি চলিব পৰা নাই। পাছ পৰি গৈছে। শিক্ষানীতিৰ সংস্কাৰৰ আৱশ্যক হৈছে। বাতৰি কাকতত পৰিবেশন কৰা বাতৰিটো পঢ়ি আমি এইদৰে বুজিছো। সেই বাতৰিটো পঢ়িবৰে পৰা আমি চিন্তা কৰি আছো সেই সংস্কাৰ কোন পথেদি আহিব পাৰে।

ভাৰতবৰ্ষৰ শিক্ষানীতিত কিবা নীতি আছে বুলি বুজিবলৈকে টান। আছে নিশ্চয়! আমি সকলোৱে এতিয়া বুজিছো যে আমাৰ ল'ৰা-ছোৱালীক স্কুল-কলেজলৈ পঠাওঁ কিবা নহয় কিবা এটা চাকৰি পাবৰ উপযুক্ত কৰি তুলিবলৈ। ভাৰতবৰ্ষৰ শিক্ষানীতিত বৃটিছ যুগৰ দিনতো আৰু স্বাধীনোত্তৰ যুগতো এটা উদ্দেশ্য সাধনৰ নীতিহে মাথোন থকা দেখা যায়। মুছলমান ৰাজত্বৰ দিনতো যে নাছিল তেনে নহয়; তথাপি কিন্তু তেতিয়াও শিক্ষা একমাত্র চাকৰিমুখী নাছিল। বৈদিক যুগৰ দৰে নহ'লেও চতুৰ্দ্দশ বিদ্যা আৰু চৌষষ্টি প্রকাৰ কলা বিদ্যাৰ চর্চ্চা অভ্যাস আজিৰ দৰে নাইকিয়া হোৱা নাছিল। তেতিয়াও পৰীক্ষা পাছ চাৰ্টিফিকেটৰ বলত বিদ্যা জোখা হোৱাৰ প্ৰথা আজিৰ দৰে চালু নাছিল। শিক্ষাৰ্থীৰ জ্ঞানৰ পৰিচয় সমাজে আৰু সংশ্লিষ্ট মহলে স্বাভাৱিকতে পাইছিল। শিক্ষাৰ্থীৰ জ্ঞান আৰু বিদ্যাই সমাজত যি প্রতিষ্ঠা দিছিল সেই প্রতিষ্ঠাই যোগ্যতাৰ পৰিচয় দিছিল; সেই বুলি যে চাৰ্টিফিকেট দিয়া নহৈছিল তেনেও নহয়। চাৰ্টিফিকেট দানৰ বাবে উমৈহতীয়া পৰীক্ষাৰ ব্যৱস্থা নাছিল। শিক্ষানুষ্ঠানৰ অধ্যক্ষই ছাত্ৰৰ কৃতিত্ব নিজে দৈনন্দিন পাঠ আৰু শিক্ষাৰ্থীৰ ব্যক্তিগত আচৰণৰ পৰাই নির্ণয় কৰিছিল। সমাজেও কোনো কোনো লোকক তেওঁৰ প্রতিষ্ঠা আৰু জ্ঞানৰ পৰিচয় পাই উপাধিৰে বিভূষিত কৰিছিল। সেই শিক্ষা ব্যৱস্থা আছিল সম্পূৰ্ণ প্ৰাচ্য। বৰ্ত্তমান শিক্ষা ব্যৱস্থা সম্পূর্ণ পাশ্চাত্য ধৰণৰ। ভাৰতবৰ্ষতে নহয় সমগ্ৰ জগততে এই ব্যৱস্থা প্ৰচলিত হৈছিল কিন্তু চিন্তাশীল কোনো কোনো জাতিয়ে জাতীয় কৃষ্টি-সংস্কৃতি ৰক্ষাৰ বৰে আৰু জাতীয় প্ৰয়োজনীয়তা আৰু অভাৱ পূৰণৰ বাবে নতুন নতুন ব্যৱস্থা কৰি জাতীয় উন্নতি সাধনৰ বাবে প্ৰচেষ্ট হৈছে। সাফল্য লাভো বহু পৰিমানে কৰিছে। জাপান, ৰাছিয়া, ইজৰাইল, পশ্চিম জাৰ্মানি ইত্যাদি দেশৰ শিক্ষা ব্যৱস্থাই বহু পৰিমাণে গতানুগতিকতা ভঙ্গ কৰি জাতীয় উন্নতি বৃদ্ধিত

সফল হৈছে। ভাৰতীয় কৃষ্টি সংস্কৃতি আৰু আধ্যাত্মিকতাবাদৰ ফালে দৃষ্টি দিব ধৰিছে। ভাৰতবৰ্ষই এতিয়াও পাশ্চাত্য শিক্ষা ব্যৱস্থা আৰু শিক্ষানীতিৰ গড় ভাঙি সুকীয়া ধৰণৰ শিক্ষা-নীতিৰ ব্যৱস্থাও কৰিব পৰা নাই আৰু জাতীয় কৃষ্টি সংস্কৃতি পুনৰুদ্ধাৰ কৰি জাতীয় প্ৰয়োজনীয়তা পূৰণৰ ব্যৱস্থাও কৰিব পৰা নাই। অথচ একালত ভাৰতবৰ্ষই সমগ্ৰ জগতৰ জ্ঞান-বিজ্ঞান চৰ্চ্চাৰ আদি আদৰ্শ আৰু কাম প্ৰদৰ্শক হৈছিল।

অতীজৰে পৰা ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্য আৰু বিভিন্ন ৰাজ্যাধিবাসী লোক সকলৰ সংযোগী ভাষা আছিল সংস্কৃত। এই ভাষাতে ভাৰতীয় জ্ঞান বিজ্ঞান কৃষ্টি সংস্কৃতিৰ পৰিচয় লিপিবদ্ধ আছে। জগতৰ বিভিন্ন দেশে সংস্কৃত ভাষা অধ্যয়ন কৰি নিজ নিজ দেশৰ জাতীয় উন্নতিৰ উপাদান ভাৰতৰ পৰাই সংগ্ৰহ কৰিছে। অথচ আমি সেই সংস্কৃত ভাষা সাহিত্যক অনাদৰ কৰি পাশ্চাত্যৰ ভাষা-সাহিত্য অনুকৰণ কৰি আহিছো। পূৰ্বে আন আন দেশে ভাৰবৰ্ষক হে অনুকৰণ কৰিছিল। এতিয়াও সংস্কৃত ভাষাত লিখিত গ্ৰন্থবোৰৰ পৰা তথ্য আহৰণ প্ৰথা সেই দেশবোৰত চলি আছে। ভাৰতৰ সংস্কৃত ভাষাই সমগ্ৰ জগতৰ সংযোগী ভাষা হোৱাৰ দাবী ৰাখে।

ভাৰতবৰ্ষৰ বেদ যেনেকৈ সমগ্ৰ জগতৰ আদি গ্ৰন্থ, সেইদৰে ভাৰতবৰ্ষৰ বাল্মীকি ৰচিত ৰামায়ণ গ্ৰন্থও জগতৰ আদি মহাকাব্য আৰু শ্ৰীমদ্‌ভগবদ্‌গীতা সৰ্ব্বশ্ৰেষ্ঠ গ্ৰন্থ বুলি পৰিগণিত। ৰামায়ণৰ আদৰ্শ অৱলম্বন কৰি গ্ৰীচ্ দেশৰ সামাজিক অৱস্থাৰ লগত সামঞ্জস্য ৰক্ষা কৰি হোমাৰৰ ইলিয়াড্ গ্ৰন্থ ৰচিত হৈছিল। ই পাশ্চাত্য পণ্ডিত সকলৰ মত।

এই সংস্কৃত ভাষাৰ প্ৰতি যি অনাদৰ সেই অনাদৰেই ভাৰতীয় কৃষ্টি সংস্কৃতি লুপ্ত হৈ যাব ধৰাৰ প্ৰধান কাৰণ।

দেশৰ শিক্ষা ব্যৱস্থা প্ৰৱৰ্ত্তন কৰাৰ মূল ভিত্তি হৈছে— দেশৰ ভাষা, সাহিত্য, কৃষ্টি, সংস্কৃতি আৰু সামাজিক অভাৱ, প্ৰয়োজন। সমগ্ৰ জগতৰ জ্ঞান, বিজ্ঞান চৰ্চ্চাৰ আদি ভূমি ভাৰতবৰ্ষ। এই ভাৰতবৰ্ষৰ অতীত কৃষ্টি-সংস্কৃতিৰ লগত সামঞ্জস্য বিধান কৰি শিক্ষা-নীতি প্ৰৱৰ্ত্তন কৰা প্ৰথম কথা।

সূৰ্য্য, চন্দ্ৰ আৰু পৃথিৱী অতি পুৰণি। পুৰণি বাবে নতুনত্বৰ মোহত সূৰ্য্য, চন্দ্ৰ আৰু পৃথিৱীক আমি পৰিত্যাগ কৰি নতুন গ্ৰহ উপগ্ৰহ সৃষ্টি কৰি আমাৰ জাতীয়তা গঠন কৰিব নোৱাৰো। ই অতি সত্য চিৰন্তন সত্য। এইটো দেখ দেখকৈ ওলাই আছে। সেইদৰে ভাৰতবৰ্ষৰ বেদ, উপনিষদ, দৰ্শন, বিজ্ঞান আৰু গীতা, ভাগৱত, মহাভাৰত, ৰামায়ণত যিবোৰ সত্য নিৰ্ণয় কৰা হৈছে সেই সত্যবোৰ চিৰন্তন। তাক আমি ত্যাগ কৰিব নোৱাৰো। তাৰ অধ্যয়ন অনুশীলন কৰিলেহে ভাৰতীয় কৃষ্টি, সংস্কৃতি ৰক্ষিত হ'ব পাৰে। শিক্ষা-নীতি আৰু শিক্ষা ব্যৱস্থা

নিৰ্দ্ধাৰণ কৰোতে এই কথা অৱহেলা কৰিলে দেশৰ অগ্ৰগতিত বাধা পৰে আৰু দেশে পশ্চাৎ গতিহে লাভ কৰে। সেইটো যে আজি হৈছে সেইটো দেখদেখ।

তদুপৰি আমি আমাৰ শিক্ষাৰ্থীসকলক দেশৰ ভাষা সংস্কৃতিৰ আৰু ৰাজনীতি সমাজ নীতিৰ ভুল আৰু বিকৃত বুৰঞ্জীৰ পাঠ দিওঁ। ই অতি মাৰাত্মক ভাৱে দেশৰ প্ৰগতিত বাধা জন্মাইছে।

শিক্ষা নীতি নিৰ্ণয়ৰ দ্বিতীয় কথা হৈছে জাতিৰ প্ৰয়োজনীয়তা আৰু অভাৱ কি?

বৰ্ত্তমান ক্ষেত্ৰত দেখা গৈছে যে আমাৰ জাতীয় চৰিত্ৰৰ অধঃপতন ঘটিছে। শিক্ষা ব্যৱস্থাই জাতীয় অধঃপতনৰ গতি ৰোধ কৰিব লাগিব। ব্যক্তি চৰিত্ৰৰ উন্নতি হ'লেহে জাতীয় চৰিত্ৰৰ উন্নতি হ'ব পাৰে। পৃথিৱীৰ ভিতৰত ভাৰতবৰ্ষই একমাত্ৰ দেশ আছিল যে ভাৰতবাসীয়ে মিছা কথা কব নাজানিছিল। ভাৰতবাসীয়ে চুৰ কৰিব নাজানিছিল বা ইচ্ছা নকৰিছিল। ভাৰতবাসীয়ে অৰ্থক পৰমাৰ্থ বুলি নাভাবিছিল; কিন্তু আজিৰ ভাৰতবৰ্ষৰ সামাজিক অৱস্থা কি হৈছে তাৰ লগত বৈদেশিক পৰিব্ৰাজক সকলৰ ভাৰতবৰ্ষ সম্বন্ধে কৰা মন্তব্যবোৰ ৰিজাই চালে ভাৰতৰ অধঃপতন কিমান নিম্নগত হৈছে সেইটো বুজিবলৈ সহজ হ'ব।

এই কাৰণে ভাৰতৰ জাতীয় চৰিত্ৰ উন্নত কৰিবলৈ শিক্ষানুষ্ঠান বিলাকত নৈতিক শিক্ষা দান প্ৰবলতৰ ভাৱে দিব লাগিব আৰু দেশৰ অতীত ঐতিহ্য আৰু দেশৰ নীতিশাস্ত্ৰবোৰৰ ভিত্তিত শিক্ষানীতি নিৰ্দ্ধাৰণ কৰিব লাগিব। বৰ্ত্তমান শিক্ষানীতিত নৈতিকতা শিক্ষা দানৰ কোনো ব্যৱস্থা নাই। অনৈতিক পৰিবেশ আৰু কু আদৰ্শৰ উদাহৰণত শিক্ষাৰ্থীয়ে কু শিক্ষা পাই আহিব ধৰিছে।

বিশ্ব প্ৰকৃতিত এটি মহান ঐক্য বিৰাজ কৰিছে। জীৱ জগত, জড় জগত, প্ৰাণী জগত, উদ্ভিদ জগত, বিশ্বৰ যাৱতীয় সৃষ্ট পদাৰ্থৰ মাজত সেই ঐক্য বিৰাজ কৰিছে। ই এক চিৰন্তন সত্য। সেই সত্যৰ অন্বেষণেই প্ৰকৃত বিজ্ঞানৰ ধাৰা। প্ৰকৃতি দত্ত উপাদান ব্যৱহাৰ কৰি বিভিন্ন যন্ত্ৰপাতি নিৰ্ম্মাণ কৰি মনুষ্য জীৱনৰ সুখ-লালসাৰ উপভোগৰ যোগ্য সামগ্ৰী সৃষ্টি কৰা শিল্পীৰ কৰ্ম্ম হ'ব পাৰে কিন্তু প্ৰকৃত বৈজ্ঞানিকৰ কৰ্ত্তব্য তাতোকৈ উৰ্দ্ধত মহান ঐক্য স্থাপনত মহান ঐক্যৰ সূত্ৰ নিৰ্দ্ধাৰণত। ভাৰতীয় শাস্ত্ৰত এই ঐক্যৰ সন্ধানৰ বাবে বিভিন্ন পন্থা অতীজৰ পৰাই আছে কিন্তু পাশ্চাত্য জগতৰো উনৈশ শতিকাত ফ্ৰেডাৰিক ফ্ৰোবেলে (Frederick Froebel– 1783-1852) এই ঐক্য আৱিষ্কাৰ কৰি কৈছিল যে বিশ্বৰ সকলো সৃষ্ট বস্তুৰ ভিতৰত এটা চিৰন্তন নীতি বিৰাজ কৰে আৰু সেই নীতিয়ে সকলোকে অনুশাসন কৰে। (In all things there lives and reigns one eternal law) যন্ত্ৰপাতি নিৰ্ম্মাণ কৌশল শিক্ষা কৰাকেই বৈজ্ঞানিক শিক্ষা বুলি ক'লে বিজ্ঞান শিক্ষাৰ প্ৰকৃত মূল্য নিৰ্দ্ধাৰণ কৰা নহয়। বৈজ্ঞানিক যুগে যদি আধ্যাত্মিকতাবাদ ধ্বংস কৰে তাকো বৈজ্ঞানিক যুগ বুলিব নোৱাৰি।

ফ্ৰেডাৰিক ফ্ৰোবেলে কৈছে যে সকলো বস্তুৰে মূল হৈছে ঈশ্বৰ। সকলো বস্তু তেওঁতেই বাস কৰে। সকলো বস্তুৰ অস্তিত্ব তেওঁতেই বিৰাজ কৰে। God is the source of all things. All things live and have their being in and through the Divine unity in and through God.*

আমাৰ শাস্ত্ৰত এনে ধৰণৰ দৰ্শন আৰু ব্যাখ্য ভুৰি ভুৰি আছে। শ্ৰীমদ্ভাগৱতৰ পৰা এটা মাত্ৰ শ্লোক উল্লেখ কৰো—

মামেব সৰ্ব্বভূতেষু বহিৰন্তৰপাবৃতম্।
ঈক্ষেতাত্মনিচাত্মানং যথা খমমলাশয়ঃ।। ১১।১২

শ্ৰীভগবানে উদ্ধৱৰ আগত কৈছে যে — অমলাশয়ঃ (নিৰ্ম্মল অন্তঃকৰণৰ মোৰ ভক্তই) খং যথা (আকাশৰ দৰে) অপাবৃত্তং আত্মানং মম্ এব (আবৰণ নথকা পৰমাত্মা মোকেই) সৰ্ব্বভূতেষু আত্মনিচ (সমস্ত প্ৰাকৃত জড় পদাৰ্থত আৰু জীৱাত্মাত) বহিঃ অন্তঃ (অৱস্থিতম্ — বাহিৰে আৰু অন্তৰে অৱস্থিত) ঈক্ষেত (দৰ্শন কৰিব)।

আকাশ সৰ্ব্বব্যাপী। বাহিৰতো আছে অন্তৰতো আছে। সেই আকাশৰ দৰে মই সৰ্ব্বত্ৰ আছো— বাহিৰতো আৰু জীৱাত্মাৰ অন্তৰতো আছো। মেঘ থাকিলে যেনেকৈ বাহিৰৰ আকাশখন ভালদৰে দেখা নাযায় দেহৰ ভিতৰত থকা অন্তৰাকাশখনো দেখা নাযায়। মেঘ আৰু দেহৰ আৱৰণ নাথাকিলে বা নাই বুলি ভাবিলে একে আকাশেই সৰ্ব্বত্ৰ আছে বুজা যাব। সেইদৰে পৰমাত্মা সৰ্ব্বত্ৰ আছে।

এই একে কথাকে শিক্ষাবিদ ফ্ৰোবেলে কৈছে। এই দৰ্শনেই প্ৰকৃত বিজ্ঞান। সৰ্ব্বত্ৰ বিৰাজমান যি ঐক্য সেই ঐক্যৰ বিৰোধী শিক্ষাই প্ৰকৃত শিক্ষা দিব নোৱাৰে। ঐক্য ভঙ্গ হ'লে বিশৃঙ্খল হয়। সেই বাবে মানৱ জীৱনৰ সকলো কাৰ্য্যই প্ৰকৃতিগত ঐক্য ৰক্ষা কৰি সম্পাদন কৰিব লাগে আৰু সেইদৰে কেনেকৈ সম্পাদন কৰিব পাৰি সেই শিক্ষা দানৰ বাবে যি শুদ্ধ নীতি সেয়েহে প্ৰকৃত শিক্ষা নীতি। স্বেচ্ছাচাৰী কৰ্মই প্ৰকৃতিৰ নিয়ম ভঙ্গ কৰে সেইবাবে বিশৃঙ্খলা বিদ্ৰোহ বিপ্লৱ হয়। সেইবাবে পৰস্পৰ বিৰোধী কোনো নীতিয়েই সমাজৰ কল্যাণ সাধন কৰিব নোৱাৰে। শিক্ষাৰ্থীৰ ক্ষেত্ৰত আমি যেনেকৈ এই কথা কৈছো ৰাজনীতিৰ ক্ষেত্ৰতো এই কথা সমানে প্ৰযোজ্য। বিভিন্ন দেশে বিভিন্ন নীতি গ্ৰহণ কৰি ৰাইজক যি শিক্ষা দিয়ে সেই শিক্ষা প্ৰকৃতিৰ ঐক্যৰ বিৰুদ্ধে গ'লে বিশৃঙ্খল আৰু বিপ্লৱ আদি হোৱা অনিবাৰ্য্য।

নৈতিকতা শিক্ষা দানৰ অৰ্থ এনে দৰ্শন বা বিজ্ঞানৰ ওপৰতে নিৰ্ভৰ কৰে। উদাহৰণস্বৰূপে সকলোৱে সত্য কথা কব লাগে। এয়ে নীতি। এজনে সঁচা কথা ক'লে আৰু আনজনে মিছা কথা কলে বিৰোধ হ'বই। সকলোৱে সঁচা কথা কব লাগে এয়ে চিৰন্তন সত্য— এয়ে নৈতিকতা— এয়ে প্ৰকৃতিগত ঐক্য। ৰাজনীতিত মিছাৰ আশ্ৰয় ল'ব লাগে এই কথা আমি স্বীকাৰ নকৰো। মিথ্যাৰ আশ্ৰয় ল'লেই

* মৎকৃত শিক্ষা দৰ্শন আৰু শিক্ষা পদ্ধতিৰ গতিধাৰা চাওক পৃঃ ১৪

ভুল বুজাবুজি হৈ বিৰোধৰ সৃষ্টি কৰে। ৰাজনীতি প্ৰকৃতিৰ নীতি বিৰুদ্ধ হ'ব নোৱাৰে। আমি কবলৈ বিচাৰিছো যে নৈতিকতাবিহীন শিক্ষাই জাতীয় চৰিত্ৰ গঠন কৰিব নোৱাৰে। জাতীয় চৰিত্ৰ গঠন কৰা জাতীয় প্ৰয়োজনীয়তা।

জাতীয় প্ৰয়োজনীয়তাৰ আন এটি কথা হৈছে আমাৰ শিক্ষাই আমাক স্বাধীন ভাৱে জীৱিকা অৰ্জ্জনৰ পথ দেখুৱাব নোৱাৰে। চাকৰি নাপালে সকলো শিক্ষিত লোকেই অকৰ্ম্মণ্য হৈ পৰে। আমাৰ সাধাৰণ শিক্ষাই উচ্চতম ডিগ্ৰী দিলেও উপজীব্য কোনো প্ৰকাৰ কৰ্ম্ম কৰাৰ বুদ্ধি বা কৰ্ম্মক্ষমতা দান নকৰে। ভাৰতবৰ্ষতে ৬৪ প্ৰকাৰ কলাবিদ্যা, কৃষি বিদ্যা, শিল্প বিদ্যা আনকি আকাশী বিমান আৰু জলযান জাহাজ নিৰ্ম্মাণৰ বিদ্যা শিক্ষা দিয়া হৈছিল। আধুনিক শিক্ষাত শিক্ষিত লোকে একো কামৰে উপযুক্ত হৈ নুঠে। যান্ত্ৰিক শিল্পজাত দ্ৰব্য ক্ৰয় কৰি বিলাস উপভোগ কৰাৰ বাবে আমাৰ ঘৰুৱা শিল্পবোৰ ধ্বংস প্ৰাপ্ত হৈছে। উন্নত ধৰণে কৃষি কৰ্ম্মও কৰিব জনা হৈ উঠা নাই। আনকি গো পালন কৰিবও নাজানে। বিদেশৰ পৰা আমদানী কৰা গুড়া গাখীৰ (Powder Milk) ব্যৱহাৰ নকৰিলে আমি চাহ একাপো খাব নোৱাৰো। এনেবোৰ সমস্যা শিক্ষা-নীতিৰ মাধ্যমত সমাধান হ'ব লাগিব। তেতিয়া হে দেশৰ উন্নতি হ'ব।

ভাৰতবৰ্ষত উপাৰ্জ্জনৰ ক্ষেত্ৰ আছে। উপাৰ্জ্জন কৰিবৰ বুদ্ধিৰ হে অভাৱ হৈছে। উপাৰ্জ্জনৰ বুদ্ধি শিক্ষা নীতিয়ে দান কৰিব লাগিব। অকল পৰিয়াল পৰিকল্পনাই এই সমস্যাৰ সমাধান নকৰে। পৰিয়াল পৰিকল্পনাই জনসংখ্যা কমাব, লগে লগে জনশক্তিও কমাব। বুদ্ধিমান লোকৰ বৃদ্ধিতো অন্তৰায় ঘটাব। জনসংখ্যা বৃদ্ধিৰ লগে লগে কৰ্ম্মশক্তিও বঢ়া উচিত। ঈশ্বৰৰ সৃষ্টিত জন্মৰ লগে লগে খাদ্যৰ ব্যৱস্থাও হয়। খাদ্য উপাৰ্জ্জনৰ পথ হে পৰিষ্কাৰ কৰি ল'ব লাগে। পৰিয়াল পৰিকল্পনাই অলপ সংস্থানৰ লোকক সকাহ দিব সন্দেহ নাই ; কিন্তু খাদ্য উপাৰ্জ্জনৰ পথ মুকলি নহ'লে দুটা বা তিনিটা ল'ৰা-ছোৱালীয়েও যি জনসংখ্যা বঢ়াব তাৰ বাবেও খাদ্য সমস্যা, নিবনুৱা সমস্যা থাকি যাব। এইবোৰ কথা চিৰন্তন সত্য কথা। ইয়াৰ প্ৰতিবাদ নচলে। সমস্যা সমাধানৰ পথ হে শিক্ষাই দিব লাগিব।

উপাৰ্জ্জন কৰিব নোৱাৰা নাইবা অসচ্চৰিত্ৰ এজন শিক্ষিত নাগৰিকতকৈ উপাৰ্জ্জনক্ষম নাম দস্তখত কৰিব নোৱাৰা সচ্চৰিত্ৰ নাগৰিক এজন জাতিৰ বেছি মূল্যবান সম্পদ।

সেইবাবে শিক্ষাৰ প্ৰধান সমস্যা হৈছে— ভাৰতবৰ্ষ কেনেকৈ ভাৰতবৰ্ষ হৈ থাকে, ভাৰতবৰ্ষৰ জাতীয় চৰিত্ৰ কেনেকৈ উন্নত হয় আৰু প্ৰত্যেক ভাৰতবাসীয়ে কেনেকৈ স্বোপাৰ্জ্জিত ধনেৰে নিজক আৰু নিজৰ পৰিয়ালক ভৰণ-পোষণ দিব পাৰে।

শিক্ষানীতি বা শিক্ষা ব্যৱস্থাই ইয়াৰ সমাধান আনিবলৈ যত্ন কৰিব লাগিব।●

# ১৯৭৩
# শিক্ষাৰ পুনৰ্গঠন আৰু শিক্ষকসকলৰ কৰ্ত্তব্য

বৰ্ত্তমান সময়ত শিক্ষাৰ ক্ষেত্ৰত বহু সমস্যাৰেই উদ্ভৱ হৈছে। পাঠ্যক্ৰম, পাঠ্যপুথি, শিক্ষকৰ পাঠদান প্ৰণালী, পৰিদৰ্শক সকলৰ পৰিদৰ্শন পদ্ধতি। শিক্ষাৰ মান— হ্ৰাস, পৰীক্ষা পদ্ধতি, শিক্ষক নিয়োগ, শিক্ষকৰ প্ৰশিক্ষণ, শিক্ষিত ডেকা কিছুমানৰ উচ্ছৃঙ্খল আচৰণ, জাতীয় সম্পত্তি নাশ, পিতামাতা আৰু অভিভাৱক সকলৰ প্ৰতি অবাধ্যতা, ছাত্ৰ ধৰ্ম্মঘটত আৰু ছাত্ৰ আন্দোলনত শিক্ষাগুৰু সকলৰ প্ৰতি অপমান, বিশ্ববিদ্যালয়বোৰৰ অনিৰ্দ্দিষ্ট কাললৈ দুৱাৰ বন্ধকৰণ, উপাচাৰ্য্য আৰু শিক্ষক পৰিদৰ্শকক হত্যাকৰণ ইত্যাদি প্ৰকাৰে এশ এটা সমস্যাই দেশত উদ্ভৱ হৈছে। কোনো সমস্যাটোৰ লগত কোনটো সমস্যা জড়িত নাইবা কোনটো সমস্যাৰ সমাধান আগে বিচৰা উচিত আৰু কোনটো সমস্যাৰ সমাধান অলপ পিছলৈ থোৱা হ'ব— সিও এক সমস্যা। সকলোবোৰ সমস্যাৰ সমাধানৰ উদ্দেশ্যে এটা কথা সুস্পষ্ট হৈ পৰে যে শিক্ষাৰ পুনৰ্গঠন আৱশ্যক হৈছে। শিক্ষাৰ পুনৰ্গঠনৰ সমস্যাত ঘাইকৈ শিক্ষানীতি হে (Education policy) নিৰ্দ্ধাৰণ কৰাৰ আৱশ্যক। পূৰ্বৰ নীতিৰ পৰিবৰ্ত্তন আৱশ্যক, এই কথা সমগ্ৰ জাতিয়ে উপলব্ধি কৰিছে। পুনৰ্গঠনৰ ক্ষেত্ৰত পূৰ্বৰ নীতিকেই ৰক্ষা কৰি বাহ্যতঃ কিছু কিছু পৰিবৰ্ত্তন কৰিলে নহ'ব। মৌলিক নীতিৰ পৰিবৰ্ত্তনৰ আৱশ্যকতা দেশৰ সৰহ ভাগ লোকে উপলব্ধি কৰিছে। এতিয়া সেই নীতি কিহৰ ভিত্তিত প্ৰতিষ্ঠিত হ'ব? সেইটোহে প্ৰধান সমস্যা। বৰ্ত্তমান সময়ত শিক্ষাৰ সমস্যা ঘাইকৈ দুটা।

(১) ব্যক্তি চৰিত্ৰ গঠন আৰু (২) নিবনুৱা সমস্যা সমাধান।

এই দুটা সমস্যাৰ প্ৰতি দৃষ্টি ৰাখি শিক্ষানীতি নিৰ্দ্ধাৰণ কৰা উচিত ; কাৰণ এই দুটা সমস্যাই ভাৰতীয় জীৱনৰ শৃঙ্খলা, ঐতিহ্য আৰু ধাৰাবাহিকতা ভঙ্গ কৰি প্ৰত্যেক জন ব্যক্তিৰ মনৰ শান্তি ধ্বংস কৰি পেলাইছে।

পুৰ্বে ভাৰতবৰ্ষৰ সৰ্বসাধাৰণ লোকৰ সৰহ সংখ্যক লোক নিৰক্ষৰ হৈ থাকিলেও সমাজৰ সকলো স্তৰতে শৃঙ্খলা বিৰাজ কৰিছিল। ব্যক্তিৰ প্ৰতি ব্যক্তিৰ সৌজন্য প্ৰদৰ্শন আৰু পৰৰ অন্যায় সাধনৰ প্ৰতি এটা স্বাভাৱিক অনিচ্ছা দেখা গৈছিল। নিজৰ স্বাৰ্থতকৈ সমাজৰ স্বাৰ্থ ৰক্ষা কৰাটো উচিত বুলি স্বভাৱতে বিবেচনা কৰা হৈছিল। আজিৰ দিনত তেনে লোকৰ সংখ্যা কমি আহিছে। অথচ

আজিকালি আওহতীয়া আৰু অনুন্নত গাওঁ বিলাকতো শিক্ষিতৰ সংখ্যা নগণ্য নহয়। শিক্ষা বিস্তাৰৰ লগে লগে মানুহৰ মানসিক আৰু চাৰিত্ৰিক উন্নতিৰ পৰিবৰ্ত্তে অধোগতি হে পৰিলক্ষিত হৈছে। সমাজৰ প্ৰতি স্তৰতে এই লক্ষণ প্ৰকটিত হৈ উঠিছে। এটা সাধাৰণ উদাহৰণ লোৱা যাওক। পুৰ্বে মানুহে পথাৰত আলুখেতি কৰিছিল। আজিকালিও কৰে ; কিন্তু আজিকালি বহু ঠাইত পথাৰৰ পৰা ৰাতি আলুবোৰ তুলি লৈ যোৱা দেখা যায়। ইতিপুৰ্বে এনে কথা কোনেও কল্পনাও নকৰিছিল। ধানৰ পথাৰৰ পৰা পকা ধান কাটি নিয়া আৰু পথাৰতে ৰাতিৰ ভিতৰতে ধান মাৰি গুটি ধান লৈ যোৱা ঘটনা এটা-দুটা নহয়। চোতালত জমা কৰি থোৱা ধানৰ ডাঙৰী চুৰ কৰি নিয়া দৃষ্টান্তও বহু আছে। অথচ এটা সময়ত “ভাৰতবাসীয়ে মিছা কথা ক'ব নাজানে আৰু চুৰি নকৰে” বুলি বৈদেশিক পৰ্য্যটক সকলে মন্তব্য কৰি গৈছিল।

এই লিখকে জনাত বছৰি আলুখেতি কৰি ৪/৫ মোনৰ পৰা ৮/১০ মোনলৈ আলু পোৱা এজন ব্ৰাহ্মণ গৃহস্থই যোৱা ৮/১০ বছৰ মানৰ পৰা আলুখেতি নকৰা হৈছে। তাৰ কাৰণ হৈছে যে একেৰাহে তিনিবছৰ তেওঁ আলু খেতিৰ পৰা আলু তুলি আনিব পৰা নাই। সমস্ত আলু ৰাতি চোৰে তুলি লৈ গৈছে। উৎপাদন কৰি ভোগ কৰিব নোৱাৰিলে খেতি কৰে কেনেকৈ? সেই গৃহস্থ জনে অকলে যিমান আলু উৎপাদন কৰিছিল, আজি কালি তেওঁৰ গাওঁখনত যিমান আলু উৎপাদন হয় তাৰ পৰিমাণে এজনীয়া সেই খেতিয়ক জনতকৈ অতি কম। ব্যক্তি চৰিত্ৰৰ আৰু সামাজিক পৰিবেশ কেনেদৰে কলুষিত হৈছে তাৰে এটি উদাহৰণ দি এইটোকে বুজাবলৈ চেষ্টা কৰা হৈছে যে এনে ধৰণৰ ব্যক্তি দোষ আৰু সামাজিক দোষ বহু ঘটিব লাগিছে। চুৰি ডকাইতি আৰু নৰহত্যা অহৰহ সংঘটিত হ'ব লাগিছে। এইবোৰ ঘটনাৰ পৰিপ্ৰেক্ষিতত শিক্ষা নীতি নিৰ্দ্ধাৰণৰ প্ৰশ্ন উঠে নিশ্চয়। স্কুল কলেজৰ পৰিচালনা সমিতিবোৰৰ ভিতৰত, চৰকাৰী অফিচ বোৰৰ মাজত যিবোৰ দুৰ্নীতি আৰু অৰ্থ চুৰিৰ ব্যাপাৰ ঘটিব লাগিছে, তাৰ দ্বাৰা প্ৰমাণ হয় যে আধুনিক শিক্ষাই মানুহৰ চৰিত্ৰ গঠনত অসমৰ্থ হৈছে। শিক্ষাৰ এই ব্যৰ্থতা কেনেকৈ আঁতৰ কৰিব পাৰি সেইটো হৈছে প্ৰধান প্ৰশ্ন বা সমস্যা।

প্ৰাইমেৰী স্কুলৰ পৰা কেনেকৈ ল'ৰা-ছোৱালী বিলাকক নৈতিক শিক্ষা দিব পাৰি, নৈতিক আদৰ্শ সিহঁতৰ চকুৰ আগত কেনেকৈ দাঙি ধৰিব পৰি, অসৎ উপায়েৰে ধন উপাৰ্জ্জন কৰাতকৈ যে লঘোনে থকাও ভাল, এনেবোৰ শিক্ষা দানৰ আঁচনি লব লাগে। পাঠ্যক্ৰমত এই দিশটোৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিব লাগে। চৰিত্ৰ গঠন নহ'লে শিক্ষাৰ কোনো মূল্য নাই। সচ্চৰিত্ৰ নিৰক্ষৰ নাগৰিক এজন অসৎচৰিত্ৰ উচ্চ শিক্ষিত নাগৰিক এজনত কৈ জাতিৰ মূল্যবান সম্পদ— এই কথা মনত ৰাখি শিক্ষাৰ আঁচনি বা পাঠ্যক্ৰম সৃষ্টি কৰিব লাগিব।

বৰ্ত্তমান পাঠ্যক্ৰম বোৰ আমাৰ ভাৰতীয় সংস্কৃতি আৰু ঐতিহ্যৰ প্ৰতি দৃষ্টি ৰাখি সৃষ্টি কৰা হোৱা নাই। প্ৰাইমেৰী স্কুলবোৰৰ পাঠ্যপুথি বোৰতো এই বিষয়ে কোনো প্ৰকাৰ প্ৰাধান্য দিয়াৰ লক্ষ্য নাই। সাধুকথা বোৰতো নৈতিকতা শিক্ষা দিয়াৰ সমল নাথাকে।

আন ফালে বৰ্ত্তমান শিক্ষাপদ্ধতিত শিক্ষিত হৈ চাকৰিত বাদে আন যি কোনো কামৰ বাবে অনুপযুক্ত হয়। চাকৰি নাপালে মানুহজন একেবাৰে অকৰ্মণ্য হৈ যায়। শিক্ষাৰ আঁচনি সেই বাবে কৰ্মকেন্দ্ৰিক হ'ব লাগিব। প্ৰাইমেৰী স্কুল বোৰতে তাৰ পাতনি মেলিব লাগিব। বহল আলোচনাৰ ঠাই এই প্ৰবন্ধত নিচেই কম কাৰণে, মাথোন উনুকিয়াই থোৱা হ'ল।

আন এটি কথা এই যে নিবনুৱা সমস্যা আংশিক ভাবে হ'লেও সমাধানৰ প্ৰচেষ্টাত স্কুলৰ আৰু শিক্ষকৰ সংখ্যা বৃদ্ধিৰ প্ৰচেষ্টা দেখা গৈছে। প্ৰয়োজন অনুসৰি স্কুলৰ সংখ্যা আৰু শিক্ষকৰ সংখ্যা বৃদ্ধি কৰা অতি প্ৰয়োজনীয় কথা, তাত কোনো সন্দেহ নাই ; নিবনুৱা সমস্যাৰ সমাধান কৰোঁ কিন্তু শিক্ষকতা কামৰ বাবে অনুপযুক্ত আৰু আগ্ৰহ নথকা নিবনুৱা লোকৰ নিযুক্তিত শিক্ষাৰ মান আৰু নৈতিক চৰিত্ৰৰ মান উন্নত কৰা সুকঠিন।

শিক্ষক সকলৰ প্ৰশিক্ষণ "প্ৰশিক্ষণ কেন্দ্ৰৰ" বৃদ্ধিৰ দ্বাৰা হোৱাও সম্ভৱ। স্কুল কলেজ বোৰত সাধাৰণ শিক্ষাৰ মাধ্যমত হে প্ৰশিক্ষণ সম্ভৱ আৰু তাকে কৰিব পাৰিলেহে শিক্ষা-নীতিৰ আঁচনি সফল হোৱাৰ সম্ভাৱনা থাকে। সাধাৰণ শিক্ষা ল'বৰ সময়ত যদি নৈতিকতাৰ শিক্ষা নাথাকে, ন্যায়-অন্যায় বিচাৰৰ ক্ষমতা অৰ্জ্জন কৰি নলয়, নিজ নিজ চৰিত্ৰত যদি সেই গুণবোৰ প্ৰতিফলিত নহয়, কোনো এজন শিক্ষিত লোকেই উপযুক্ত শিক্ষক হ'ব নোৱাৰিব। সেইবাবে প্ৰাইমেৰী স্কুলৰ শিক্ষক হোৱাৰ উপযুক্ততাৰ প্ৰশিক্ষণ উচ্চ আৰু উচ্চতৰ মাধ্যমিক স্কুলবোৰতে হ'ব লাগিব। জাতীয়তা গঠনত শিক্ষকৰ বৰঙণি কিমান মূল্যবান, তাৰ মৰ্ম্ম উপলব্ধি কৰি উচ্চ আৰু উচ্চতৰ মাধ্যমিক স্কুলবোৰৰ পাঠ্যক্ৰম প্ৰস্তুত কৰা উচিত।

বৰ্ত্তমান শিক্ষক বিলাকৰ কৰ্ত্তব্য কি হ'ব? তেওঁলোকৰ কৰ্মপদ্ধতি বৰ্ত্তমান পাঠ্যক্ৰমৰ সীমাত আবদ্ধ থাকিব— তাত কোনো সংশয় নাই ; কিন্তু প্ৰাইমেৰী স্কুলবোৰতে যে ল'ৰা-ছোৱালী বিলাকক দেশৰ ভৱিষ্যৎ সুনাগৰিক কৰি তোলাৰ বীজ সিহঁতৰ মনত ৰোপণ কৰিব লাগিব, সেই কথা শিক্ষক সকলৰ প্ৰণিধান কৰা কৰ্ত্তব্য। পাঠ্যক্ৰমত নৈতিক শিক্ষাদানৰ ব্যৱস্থা নাথাকিলেও নৈতিকতাৰ শিক্ষা দিয়া শিক্ষক সকলৰ কৰ্ত্তব্যৰ ভিতৰত আপোনা-আপুনি আহি যায়। সেইবাবে শিক্ষক সকলৰ প্ৰাণত দেশপ্ৰেমৰ অনুভূতি আৰু প্ৰেৰণা আহিব লাগিব। প্ৰত্যেক শিক্ষকে নিজৰ নিজৰ জীৱন যাত্ৰাৰ মাধ্যমত, নিজৰ নিজৰ চৰিত্ৰ বলৰ প্ৰভাৱত

আৰু নিজৰ নিজৰ নৈতিক কৰ্ত্তব্যজ্ঞানৰ বিচাৰ বিবেচনা অনুসূচনাত কোমল মতি ল'ৰা-ছোৱালীক প্ৰভাৱান্বিত কৰা অতি সহজ কথা। যি শিক্ষকৰ নিজৰ চৰিত্ৰ আদৰ্শনীয়, সেই শিক্ষকৰ ছাত্ৰ-ছাত্ৰীয়ে নৈতিকতাৰ জ্ঞান লাভ কৰাত সুযোগ পায়। ছাত্ৰ-ছাত্ৰীসকলৰ চৰিত্ৰ গঠনত আৰু চৰিত্ৰ সংশোধনৰ কৰ্ত্তব্য অনুভৱ কৰাটোৱে নৈতিক কৰ্ত্তব্যজ্ঞান, তাত সন্দেহ নাই। পাঠ্যক্ৰমত পাঠদানৰ সুকীয়া ব্যৱস্থা নাই বুলি যে এই দিশটো অৱহেলা কৰিব লাগিব তেনে কথা নহয়। গতানুগতিকতাৰ পৰা আঁতৰি প্ৰকৃত শিক্ষা ছাত্ৰ-ছাত্ৰী সকলক চলি থকা পাঠ্যক্ৰমৰ মাধ্যমতে দিব পাৰি সেই বিষয়ে চিন্তা কৰা তেওঁলোকৰ নৈতিক কৰ্ত্তব্যৰ ভিতৰত।

নিবনুৱা সমস্যা সমাধানৰ বাবে দেশৰ প্ৰত্যেক জন ছাত্ৰ ছাত্ৰীকে ৬৪ প্ৰকাৰ শিল্প বিদ্যাৰ ভিতৰত কোনো এটা শিল্প বিদ্যাত পাৰদৰ্শী কৰি তুলিবলৈ কৰ্মকেন্দ্ৰিক শিক্ষাৰ পাঠ্যক্ৰম প্ৰস্তুত কৰা দেশৰ কৰ্ণধাৰ সকলৰ অৱশ্য কৰ্ত্তব্য কাঁম। কৃষিবিদ্যা, বয়ন বিদ্যা, গোপালন বিদ্যা আৱশ্যকীয় শিক্ষা দিয়াৰ ব্যৱস্থা স্কুল কলেজ বোৰতো কৰিব পাৰি। অন্যান্য শিল্প বিদ্যাৰ বিশেষ জ্ঞানৰ বাবে সুকীয়া সুকীয়া অনুষ্ঠান পতাৰ আৱশ্যক আছে। লগে লগে স্বাধীন ভাৱে জীৱিকা উপাৰ্জ্জনৰ মনোবৃত্তি কেনেকৈ হয় সেই বিষয়েও পাঠ্যক্ৰমত ব্যৱস্থা থাকিব লাগিব।

পুৰণি অৰ্থাৎ বৰ্ত্তমান প্ৰচলিত শিক্ষানীতিৰ সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটাব লাগিব। আৱশ্যক বোধে পৰীক্ষামূলক ভাৱে প্ৰত্যেক মহকুমাত একোখন নতুন নীতিৰ মাধ্যমিক স্কুল পতা উচিত। সেই আঁচনি প্ৰস্তুত কৰা প্ৰথম কাম।●

১৮-৩-৭৪

# শিক্ষানীতি আৰু পাঠ্যক্ৰম নিৰ্দ্ধাৰণৰ ভিত্তি কি?

বৰ্তমান যুগত বিজ্ঞানৰ উন্নতিৰ প্ৰতি সমগ্ৰ জগতৰ দৃষ্টি প্ৰখৰ হৈ উঠিছে; কিন্তু এই বিজ্ঞান জড়-বিজ্ঞান। জড় বিজ্ঞানৰ উন্নতি ক্ৰমে বাঢ়িছে আৰু আনফালে আধ্যাত্মিক বিজ্ঞানৰো উন্নতি আৱশ্যক বুলি জ্ঞানী লোকসকলে মত প্ৰকাশ কৰিব ধৰিছে। এচাম উচ্চ শিক্ষিত আৰু সাম্যবাদী লোক আছে যিসকলে আধ্যাত্মিক বিজ্ঞানৰ প্ৰতি দৃষ্টি নিদিয়ে আৰু যিবিলাকে দৃষ্টি দিয়ে তেওঁলোকৰ প্ৰতি কটাক্ষও কৰে আৰু তেওঁলোকৰ সমৰ্থ যুক্তি সমন্বিত উক্তিৰ প্ৰতিবাদো কৰে। এনে এটি পৰিস্থিতিত আমাৰ এইটো সহজে বোধগম্য হৈছে যে জড় বিজ্ঞানৰ উন্নতি হওক— এই কথাটো সৰ্ববাদী সন্মত আৰু আধ্যাত্মিক বিজ্ঞানৰ উন্নতি হওক এই কথাটো সৰ্ববাদী সন্মত নহয়। কিন্তু দুই প্ৰকাৰ চিন্তা ধাৰা প্ৰবাহিত হৈ আছে যে নিশ্চিত সত্য।

শিক্ষানীতি নিৰ্দ্ধাৰণ কৰোঁতে আমি দুয়োপ্ৰকাৰ চিন্তা ধাৰাৰ সমন্বয় ঘটাব লাগিব। দুয়ো প্ৰকাৰ চিন্তাধাৰাৰ লোকসকলৰ বাবে সাধাৰণ বা উমৈহতীয়া পাঠ্যক্ৰমো সৃষ্টি কৰিব লাগিব।

এনে ক্ষেত্ৰত আমি প্ৰথমতঃ ভাবিব লাগিব যে আমাৰ অৰ্থাৎ মনুষ্য জাতিৰ সাধাৰণ প্ৰয়োজন কি? অতীজৰে পৰা সকলো লোকে স্বীকাৰ কৰি আহিছে আৰু আজিও সেই স্বীকৃতিৰ হীনডেঢ়ি ঘটা নাই যে অত্যাৱশ্যকীয় প্ৰয়োজন সামগ্ৰী হৈছে— অন্ন-বস্ত্ৰ আৰু আশ্ৰয় বা গৃহ। এই তিনি প্ৰকাৰ অত্যাৱশ্যকীয় সামগ্ৰীৰ অভাৱ ঘটিলে মানুহ মানুহ হিচাবে জীৱন ধাৰণ কৰি থাকিব নোৱাৰে। জীয়াই থাকিলেও সুখত আৰু শান্তিত থাকিব নোৱাৰে। গতিকে প্ৰত্যেক ব্যক্তিয়ে পাঠ্য জীৱন শেষ কৰি গাৰ্হস্থ্য জীৱনত প্ৰৱেশ কৰিবৰ সময়ত এই সামগ্ৰীবোৰ উপাৰ্জনৰ কোনো এটি বিদ্যাৰ অধিকাৰী হ'ব লাগিব। তেনে বিদ্যা অৰ্জনৰ পথৰ বিষয়ে শিক্ষানীতিয়ে নিৰ্দেশ দিব লাগিব আৰু পাঠ্যক্ৰমত তাৰ স্থান থাকিব লাগিব। এই খিনিতে জাতীয় পৰম্পৰাৰ প্ৰশ্নই ভুমুকি মাৰে আৰু আমাৰ শাস্ত্ৰত থকা ৬৪ প্ৰকাৰ কলাবিদ্যাৰ কথা সোঁৱৰাই দিয়ে। আৰু সোঁৱৰাই দিয়ে যে সেই পৰম্পৰা আমি ৰক্ষা কৰা নাই আৰু তাৰ বাবে আমি এতিয়া এটা অস্বাভাৱিক সামাজিক পৰিস্থিতিত উপনীত হৈছোঁ। সেই অস্বাভাৱিক পৰিস্থিতিৰ ভিতৰত এটা হৈছে জাতীয় চৰিত্ৰৰ পৰা শোচনীয় স্খলন। ইয়েই

আমাৰ উন্নতিত প্ৰধান বাধা ৰূপে দেখা দিছে। ইয়েই আমাৰ পৰম্পৰা ৰক্ষাৰ পথত প্ৰধান অন্তৰায় হৈছে। উচ্চ শিক্ষিত ব্যক্তিজনো বা উচ্চ ক্ষমতাপ্ৰাপ্ত ব্যক্তিজনো যে চৰিত্ৰহীন হৈ পৰিছে তাৰ কাৰণেই হৈছে যে জাতীয় চৰিত্ৰৰ অধঃপতন ঘটিছে। জাতীয় চৰিত্ৰ উন্নত কৰাৰ একমাত্ৰ পন্থা হৈছে— ব্যক্তিৰ আধ্যাত্মিক চেতনা উদ্বুদ্ধ কৰা। A man does not live by bread alone— খাই-লৈ থাকিলেই জীৱন ধাৰণ কৰি থকা নহয়— ইয়াৰ বাহিৰেও জীৱন ধাৰণ কৰাৰ আন এক উচ্চতৰ পদ্ধতি আছে। ভাৰতীয় শাস্ত্ৰই সেই উচ্চতৰ পদ্ধতিৰ সূত্ৰ দিছে— সমাজৰ কল্যাণ সাধন কৰা প্ৰত্যেকজন ব্যক্তিৰ অৱশ্য কৰ্তব্য। সমাজ কল্যাণ সাধন কৰা কৰ্ম বোৰৰো নিৰ্দেশ আছে— পদ্ধতি আছে, যুক্তি আছে আৰু বিধান আছে। আমাৰ পৰাম্পৰাগত মানি অহা শাস্ত্ৰসমূহৰ কিন্তু এই সকলোবোৰৰে ভিত্তি হৈছে— আধ্যাত্ম চেতনা উদ্ৰেক কৰাৰ ব্যৱস্থাসমূহত। ভাৰতবৰ্ষতেই নহয় আন আন দেশতো তেনে ব্যৱস্থা আছে। ওপৰত উল্লেখ কৰা বাক্যটো বাইবেলৰ, অনুৰূপ বাক্য আছে কোৰাণতো। আমাৰ ধৰ্ম-শাস্ত্ৰৰ বাক্যসমূহ আজি আমি যেনেকৈ মনা নাই, অন্য ধৰ্মৰ শাস্ত্ৰসমূহৰ বাক্য সমূহো আমি তেনেকৈ মনা নাই আৰু সেই বাবে আমি ভাৰতীয় জাতিটো হৈ পৰিছোঁ জাতীয় চৰিত্ৰহীন জাতি।

সেইবাবে শিক্ষা নীতি নিৰ্দ্ধাৰণৰ আৰু পাঠ্যক্ৰম সৃষ্টিৰ ভিত্তি হ'ব লাগিব— জাতীয় চৰিত্ৰ গঠন আৰু জাতীয় পৰম্পৰা ৰক্ষা। আমি কি অৱস্থাৰ পৰা কিহলৈ নামিছোঁ আৰু আমাৰ বৰ্তমান কৰ্তব্য কি সেই বিষয়ে প্ৰকৃত অধ্যয়ন আৰু গভীৰ চিন্তাৰ আৱশ্যক হৈছে। এই সময়ত যধে-মধে শিক্ষানীতি প্ৰৱৰ্ত্তন প্ৰচলন কৰাৰ বিপদ আছে। বিশেষকৈ যদি কোনো জাতি বা সম্প্ৰদায়ৰ প্ৰতি বিৰোধী মনোভাৱ লৈ শিক্ষা নীতি প্ৰৱৰ্ত্তন প্ৰচলন কৰা হয়, সি অত্যন্ত ভয়াবহ আৰু জাতীয় অকল্যাণকৰ হৈ পৰে। তাৰ কাৰণ যি জাতি বা সম্প্ৰদায়ৰ বিৰুদ্ধে শিক্ষানীতি প্ৰৱৰ্ত্তন কৰা হয়, সেই জাতি বা সম্প্ৰদায়ৰ যদি অস্তিত্বই নাইকিয়া হৈ যায়, তেতিয়া সেই শিক্ষানীতি স্বভাৱতে যে অকাৰ্যকাৰীয়েই হয় তেনে নহয়, সেই শিক্ষানীতি যি সমাজৰ উন্নতি বিধায়ক বুলি ভবা হৈছিল, সেই সমাজৰ মুলতে কুঠাৰাঘাত কৰি ধ্বংসৰ পথলৈ লৈ যাব পাৰে ; কাৰণ— সেই শিক্ষানীতিৰ মুল সূত্ৰ আছিল হিংসা।

হিংসাৰ পাত্ৰ যদি নাইকিয়া হয় তেতিয়া হিংসাৰ অস্ত্ৰই কাক হানিব। বৰ্তমান সময়ত দেখা গৈছে যে ৰাজনৈতিক আশা-আকাংক্ষা অৰ্থনীতিৰ বিধি ব্যৱস্থা আৰু সমাজনীতিৰ বা ধৰ্মনীতিৰ মৌল উদ্দেশ্য পৰস্পৰৰ সহায়ক হৈ উঠা নাই। ৰাজনীতিজ্ঞ পুৰুষসকলে দেশখনক কেনেদৰে গঢ়িব বা উন্নত কৰিব খোজে, সেই আশা-আকাংক্ষা পূৰণ কৰাত অৰ্থনৈতিক ব্যৱস্থাবোৰ সুসঙ্গত হৈছে

নে নাই— সেই কথা লৈ দৃষ্টি নিদিয়াত শিক্ষানীতি সুদৃঢ় আৰু বিশুদ্ধ হৈ উঠা নাই। পুনঃ জাতীয় চৰিত্ৰ আৰু ব্যক্তি চৰিত্ৰ যে আধ্যাত্মিক উন্নতিৰ ওপৰত নির্ভৰ কৰে। তালৈ দৃষ্টি নথকাত ৰাজনীতি, অর্থনীতি আৰু সমাজনীতিৰ মাজত সমন্বয় ঘটি উঠা নাই আৰু সেইবাবে অযথা অর্থৰ অপব্যয় হোৱাত দেশখন দৰিদ্ৰৰ পৰা দৰিদ্ৰতৰ হৈ যাব ধৰিছে আৰু সেই দাৰিদ্ৰই ব্যক্তি আৰু জাতিক চৰিত্ৰহীন কৰি তুলিছে আৰু তাৰ কাৰণ হৈছে শিক্ষানীতিয়ে নিবনুৱা সমস্যা সমাধান কৰিব পৰা নাই অর্থাৎ ব্যক্তিক অন্ন-বস্ত্ৰ আৰু গৃহৰ সংস্থান দিব পৰা নাই।

যি শিক্ষানীতিয়ে ভাৰতীয় কৃষ্টি-সংস্কৃতি ধ্বংস কৰি ভাৰতীয় ১৪ প্ৰকাৰ বিদ্যা আৰু ৬৪ প্ৰকাৰ ক'লা বিদ্যা ধ্বংস কৰি ভাৰতীয় জাতিক পঙ্গু কৰি কর্মবিমুখতা আৰু অকর্মন্যতাৰ পর্যায়লৈ লৈ গৈছে সেই শিক্ষানীতিৰ ভিত্তিত ৰচিত পাঠ্য পুস্তকমূহ। শিক্ষাৰ শেষান্ত পৰীক্ষা ১০ বছৰীয়াই হওক বা ১২ বছৰীয়াই হওক তাৰ দ্বাৰা নিবনুৱা সমস্যাৰ সমাধানো হ'ব নোৱাৰে, কর্মবিমুখতাও ধ্বংস নহয় আৰু জাতীয় চৰিত্ৰও উন্নত নহয়। পঠনীয় বিষয়ৰ পৰিবর্তন নঘটাই শেষান্ত পৰীক্ষাৰ মিয়াদ বঢ়োৱা বা টুটোৱাৰ পৰা নতুনত্ব একো নহয় আৰু পাঠ্য পুস্তকবোৰ বিভিন্ন ধৰণে লিখাৰ পৰাও নতুনত্ব একো নহয়— বৰঞ্চ ক্ষতিজনক হে হৈছে।

কর্মবিমুখতা ধ্বংস কৰিবলৈ আৰু ব্যক্তিক চাকৰিমুখী নকৰি উদ্যোগমুখী কৰিবলৈ কর্মৰ মাধ্যমত (Medium) হে শিক্ষা দিব লাগিব আৰু নৈতিক চৰিত্ৰ গঠনৰ পন্থা গ্ৰহণ কৰিব লাগিব। তাৰ বাবে সম্পূর্ণ আঁচনিৰ আৱশ্যক আৰু সেই আঁচনি গৃহীত হোৱাৰ পাছত হে প্ৰবৰ্ত্তনৰ আৱশ্যক।● ১৮/৩/৭৪— আলোক

৯-৯-৭৪

# শিক্ষাত সাহসী পদক্ষেপৰ আৱশ্যক হৈছে

আমাৰ মাধ্যমিক স্কুলবোৰ বৃত্তিমুখী কৰিবৰ বাবে কোঠাৰি আয়োগৰ সুপাৰিশ আছে। আয়োগবিলাকে মূলনীতি নিৰ্দ্ধাৰণ কৰি দিয়ে ; ৰাজ্যিক প্ৰশাসনে তাক প্ৰয়োগমুখী কৰি তোলে। বৃত্তিমুখী শিক্ষাদানৰ প্ৰয়োগ ক্ষেত্ৰত এতিয়াও নিৰ্দ্দিষ্ট পাঠ্যক্ৰম সৃষ্টি হোৱাই নাই ; তাৰ পূৰ্বে শিক্ষাক কৰ্মমুখী অভিজ্ঞতা দানৰ আদেশ জাৰি হৈছে। স্কুলবিলাকৰ প্ৰধান শিক্ষক আৰু শিক্ষকমণ্ডলীক সেই বিষযে নিৰ্দ্দিষ্ট কোনো পাঠ্যক্ৰমো দিয়া হোৱা নাই আৰু সুস্পষ্ট নিৰ্দ্দেশো দিয়া হোৱা নাই। শিক্ষাত কৰ্মৰ অভিজ্ঞতা দিবলৈ হ'লে সাধাৰণ শিক্ষাৰ পাঠ্যক্ৰমৰ ভিতৰত তাৰ স্থান থাকিব লাগিব আৰু তাক বাধ্যতামূলক কৰিব লাগিব। প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীৰ কৰ্মৰ অভিজ্ঞতাৰ মূল্যায়নো কৰিব লাগিব। তাৰ এটি স্থিৰীকৃত আঁচনি নোহোৱাকৈ প্ৰধান শিক্ষকবিলাকে নিজৰ স্কুলত কৰ্মমুখী অভিজ্ঞতা দানৰ ব্যৱস্থা কেনেকৈ কৰিব?

আনফালে মাধ্যমিক স্কুলবিলাকত সাধাৰণ শিক্ষা দানৰ বাবে নিৰ্দ্ধাৰিত যি পাঠ্যক্ৰম দিছে, সেই পাঠ্যক্ৰম যথেষ্ট গধুৰ হৈছে— তাক পাতল কৰিবৰ আৱশ্যকতা এনেয়ে উপলব্ধি কৰা হৈছে— তদুপৰি কৰ্মমুখী শিক্ষা তাত যোগ দিলে সেই পাঠ্যক্ৰম পূৰ্বৰ দৰে থাকিব পাৰিব নেকি— ই এটা সমস্যা যেন বোধ হয়। কোনো এটা বিষয়ৰ আঁচনি প্ৰস্তুত নোহোৱাকৈ তাৰ প্ৰয়োগ কেনেকৈ হ'ব পাৰে ই এটি দুৰ্বোধ্য কথা।

আকৌ মাধ্যমিক শিক্ষাক বৰ্তমান ৰূপত পৰিবৰ্তনমুখী হোৱা বুলি ক'ব নোৱাৰি— পৰিবৰ্দ্ধনমুখী হোৱা বুলিহে ক'ব পাৰি।

মাধ্যমিক শিক্ষাক এটি বেলেগ ৰূপ দান কৰিবলৈ কোঠাৰি আয়োগৰ যি সুপাৰিশ (Recommendation) আছে তাৰ ভিত্তিত বৃত্তিমুখী শিক্ষা দানৰ যিখিনি নিৰ্দ্দেশ আৰু ক্ষেত্ৰ (Scope) আছে তাৰ বিষয়ে শিক্ষা বিভাগে বা ৰাজ্য চৰকাৰে কোনো প্ৰকাৰ চিন্তা কৰা যেন পৰিলক্ষিত হোৱা নাই। কোঠাৰি আয়োগৰ প্ৰতিবেদন অনুসাৰে কোনো এখন ৰাজ্যতে পাঠ্যক্ৰমৰে সৃষ্টি হোৱা নাই ; অথচ কোঠাৰি আয়োগৰ প্ৰতিবেদন অনুসৰি শিক্ষাক নব-ৰূপ দান কৰা বুলি দাবী কৰা হৈছে। ১৪ বছৰীয়া শিক্ষাটোক ১২ বছৰীয়া কৰাটোৱেই শিক্ষাক নৱৰূপ দান কৰা বুলি ধৰা হৈছে নেকি?

উচ্চ মাধ্যমিক স্তৰত একাদশ আৰু দ্বাদশ শ্ৰেণীত নিম্ন লিখিত বিষয় কেইটিৰ শিক্ষাৰ ব্যৱস্থা কৰিব লাগে বুলি কৈছে—

১। কৰ্মৰ অভিজ্ঞতা আৰু সমাজ সেৱা।

২। শাৰীৰিক ব্যায়াম শিক্ষা।

৩। কলা বিদ্যা বা উদ্যোগ বিদ্যা (শিল্প বিদ্যা)।

৪। নৈতিক আৰু আধ্যাত্মিক শিক্ষা দান।

একাদশ-দ্বাদশ শ্ৰেণী খোলা হৈ গৈছে আৰু পৰীক্ষা লোৱাও হৈছে। এই চাৰিটা বিষয়ৰ পাঠ্যক্ৰম আৰু শিক্ষা দানৰ কোনো ব্যৱস্থা কৰা হোৱা নাই।

মাধ্যমিক শিক্ষা বৃত্তিমুখী কৰাৰ যি উপদেশ আয়োগে দিছে, সেই উপদেশৰ লগত একাদশ আৰু দ্বাদশ শ্ৰেণীৰ শিক্ষাৰ পাঠ্যক্ৰম জড়িত ৰখা নাই।

আমি এতিয়া দেখিবলৈ পাইছো যে মাধ্যমিক শিক্ষাক বৃত্তিমুখী কৰাৰ (Vocationalise কৰাৰ) যি অনুমোদন আয়োগে দিছে সেই পথেদি ৰাজ্য চৰকাৰবোৰ যোৱাই নাই আৰু একাদশ-দ্বাদশ শ্ৰেণীতো সম্পূৰ্ণ পাঠ্যক্ৰম সৃষ্টি হোৱা নাই আৰু সেই অনুমোদন সম্পূৰ্ণাঙ্গ কৰাৰো কোনো প্ৰচেষ্টা দেখা নাই।●

৯/৯/৭৪ - আলোক

৩০-৯-৭৪

# শিক্ষাৰ মাধ্যম পৰিবৰ্তন

## শিক্ষাৰ মাধ্যম প্ৰথম আৰু প্ৰধান ভাষা নহয়

জাতীয়তা গঠনত শিক্ষাই প্ৰধান ভূমিকা গ্ৰহণ কৰে। আনৰ কথা মুখস্থ কৰি ৰখাটো যেনেকৈ প্ৰকৃত শিক্ষা নহয়, ভাষাও তেনেকৈ শিক্ষাৰ একমাত্ৰ মাধ্যম হ'ব নোৱাৰে বা প্ৰধান মাধ্যম হ'ব নোৱাৰে। পুস্তকত কথাখিনি পঢ়ি মুখস্থ কৰিলেই কোনো লোকে জ্ঞান আহৰণ কৰিব নোৱাৰে যদিহে পুস্তকত লিখা কথাখিনিৰ ভাষাত অৰ্ন্তনিহিত থকা ভাৱৰ উপলব্ধি পাঠক ব্যক্তিজনৰ নহয়। ভাৱ প্ৰকাশৰ মাধ্যম হৈছে ভাষা কিন্তু ভাৱ উপলব্ধিৰ মাধ্যম হৈছে কোনো প্ৰকাৰ উত্তেজনামূলক দৃশ্য, দ্ৰব্য বা কৰ্ম (Stimulus)। কেৱল ভাষাই এই প্ৰকাৰ উত্তেজনা (Stimulus) উদ্ভৱ কৰাব নোৱাৰে। কবিসকলৰ কবিতা সৃষ্টিৰ কি প্ৰেৰণা বা কি উত্তেজনা তাক চিন্তা কৰি চালেই সেইটো স্পষ্টকৈ বুজা যায়।

আমি জানো যে মানুহে দেখি শিকে কৰ্ম কৰি জানে। এই শিক্ষা আৰু জ্ঞান মানুহে প্ৰকৃতিৰ পৰা আৰু সামাজিক পৰিবেশৰ পৰা স্বভাৱতঃ আহৰণ কৰে। সেই বাবে শিশুৰ শিক্ষাৰ মাধ্যম হ'ব লাগে প্ৰকৃতি, সামাজিক পৰিৱেশ আৰু কৰ্ম। ভাষাৰ মাধ্যম প্ৰধান আৰু প্ৰথম কথা নহয়।

কোনো এটি শিশুক লিখা আৰু পঢ়া শিক্ষা নিদি, যদি কেৱল প্ৰকৃতিৰ আৰু সমাজৰ লগত পৰিচিত হোৱাৰ আৰু যিকোনো এটা কৰ্মৰ নৈপুণ্য লাভ কৰাৰ শিক্ষা দিয়া যায়, শিশুটি শিক্ষিত কৰি তুলিব পাৰি। আৰু যদি আন এটা শিশুক প্ৰকৃতি আৰু সমাজৰ পৰা বিচ্ছিন্ন কৰি ৰাখি অৰ্থাৎ প্ৰকৃতি আৰু সমাজৰ প্ৰকৃত পৰিচয়ৰ পৰা বিৰত ৰাখি কেৱল ভাষা আৰু পুস্তকৰ মাধ্যমৰ মাজেদি শিক্ষা দিবলৈ ইচ্ছা কৰা হয়, তেন্তে সেই শিশুক শিক্ষিত কৰি তুলিব নোৱাৰি। আমি ইয়াৰ দ্বাৰা এইটো কথা কোৱা নাই যে বৰ্তমান ক্ষমতাপ্ৰাপ্ত শিক্ষাবিদসকলে এই কথাটো বুজা নাই। এইটো শিক্ষা বিজ্ঞানৰ প্ৰাৰম্ভিক কথা আৰু আজি কালি প্ৰকৃতিৰ লগত আৰু সামাজিক পৰিবেশৰ লগত (শিক্ষামূলক ভ্ৰমণ আৰু সমাজসেৱাৰ আঁচনিৰ মাধ্যমত) ছাত্ৰ-ছাত্ৰীসকলক পৰিচয় কৰি দিয়াৰ চেষ্টা চলিছে; তথাপি শিক্ষিত ব্যক্তিয়ে প্ৰকৃত শিক্ষা লাভ কৰিব পৰা নাই। তাৰ প্ৰধান কাৰণ হৈছে শিক্ষাৰ মাধ্যম হৈ আছে ঘাইকৈ ভাষা। ভাষা দ্বিতীয় স্তৰৰ মাধ্যম— প্ৰধান স্তৰৰ মাধ্যম হৈছে কৰ্ম।

## মাধ্যম পৰিবৰ্তন

বৰ্তমান শিক্ষা পদ্ধতিৰ ধাৰা বা গতি পৰিবৰ্তন কৰিব লাগিব ভাষাৰ মাধ্যমক প্ৰধান স্থান নিদি দ্বিতীয় স্থান দি। বৰ্তমান পৰিস্থিতিত গো পালন আৰু কৃষি কৰ্মকেই শিক্ষাৰ প্ৰধান মাধ্যম কৰি ল'ব লাগিব। জাতি ধৰ্ম নিৰ্বিশেষে বাধ্যতামূলকভাৱে এই দুই প্ৰকাৰ কৰ্ম সকলো ছাত্ৰ-ছাত্ৰীকে দিব লাগিব। এই দুই প্ৰকাৰ কৰ্মৰ মাধ্যমেদি অনাই-বনাই ফুৰা যুৱ শক্তিকো কৰ্মৰ সংস্থান দিব পৰা হ'ব ; কিন্তু মাধ্যমিক স্কুলবোৰৰ ৰূপ সলনি কৰিব লাগিব আৰু ভাষাৰ মাধ্যমৰ ঠাইত কৰ্মক প্ৰধান মাধ্যম কৰিব লাগিব। শিক্ষাৰ পাঠ্যক্ৰমলো উপযুক্ত সাল সলনি ঘটাব লাগিব। কোঠাৰী কমিছনে যি অভিজ্ঞতাৰ (Work Experience) কথা কৈছে সেইটোকে মূল কৰি ল'ব লাগিব। তাৰ বাবে বিস্তৃত আঁচনি বা পাঠ্যক্ৰম সৃষ্টি কৰিব লাগিব। সেই আঁচনি বা পাঠ্যক্ৰম সৃষ্টি নকৰাকৈ মাধ্যমিক স্কুলবিলাকত তাক প্ৰচলন কৰাত শক্তি আৰু অৰ্থৰ অপচয় হ'ব তাত কোনো সংশয় বা সন্দেহ নাই।

## প্ৰকৃতিৰ লগত পৰিচয়

কৃষি বিদ্যা আৰু গো পালন বিদ্যাৰ শিক্ষা দিয়াৰ লগে লগে প্ৰকৃতি অধ্যয়ন শিক্ষা দিয়া সম্ভৱ আৰু একমাত্ৰ উজু উপায়। তাৰ বাবেও উপযুক্ত আঁচনি আৰু নিৰ্দিষ্ট শিক্ষা প্ৰণালী স্থিৰ কৰি ল'ব লাগিব। যধে-মধে কৰ্মৰ অভিজ্ঞতাৰ (Work Experience) নামত প্ৰণালীহীনভাৱে আৰু যাৰ যেনে অভিৰুচি তেনে ভাৱে শিক্ষা দিলে একো নহ'ব আৰু শিক্ষাৰ গতি বেচি নিম্নগামী হৈ যাব। চৰকাৰী পক্ষৰ পৰা এই বিষয়টোত বেছি গুৰুত্ব আৰোপ কৰি আঁচনি নিৰ্মাণৰ বাবে উপযুক্ত শিক্ষাবিদ নিযুক্ত কৰিব লাগিব। এজনৰ পক্ষেই সহজ নহ'ব— তিনিজনক নিযুক্তি দিব লাগিব।

## সামাজিক পৰিবেশ

উপযুক্ত সামাজিক পৰিবেশৰ বাবে ৰাজনীতিৰ দলীয় মতবাদৰ ওপৰত ভিত্তি কৰি সমাজখনক পৰিচালিত কৰিব খুজিলে নহ'ব। সৰ্ববাদী সন্মত এটা সুস্থিৰ নীতি (Agreed and definite formula) গ্ৰহণ কৰিব লাগিব। মৌলিক স্বত্ব অধিকাৰৰ ভিত্তিত সাংবিধানিক ধাৰাৰ মৰ্যাদাৰ পৰিধিত সমাজ পৰিচালনাৰ নীতি গ্ৰহণ কৰিব লাগিব। দেশৰ কৃষ্টি-সংস্কৃতি ঐতিহ্য আৰু পৰাম্পৰা সংৰক্ষণৰ নীতিত কৰ্ম পদ্ধতি সৃষ্টি কৰিব লাগিব আৰু শিক্ষাৰ্থীক সেই বিষয়ে পৰিচিত কৰি দিব লাগিব।

## সমস্যা সমাধান

যি ৰূপতেই নহওক বৰ্তমান শিক্ষা সমস্যা সমাধানৰ নীতি ইয়াৰ ওপৰতে নিৰ্ভৰ কৰিছে। পাশ্চাত্য শিক্ষাৰ মোহ ত্যাগ কৰিব পাৰিলে আৰু প্ৰচলিত শিক্ষা পদ্ধতিয়ে দান কৰি থকা সংস্কাৰ সমূহৰ উৰ্দ্ধত উঠিব পাৰিলেহে কৰ্মক শিক্ষাৰ মাধ্যম কৰি লোৱা সম্ভৱ হ'ব পাৰিব। বৰ্তমান পাঠ্যক্ৰমৰ লগত কৰ্মৰ আঁচনি জাপি দিলে সমস্যা গুৰুতৰ হৈহে উঠিব আৰু অনাহকত অৰ্থৰ অপব্যয় ঘটিব।

ভৱিষ্যৎ নিবনুৱাৰ সংখ্যা বৃদ্ধিৰ পথত এই ধৰণৰ আঁচনিয়েহে বাধা দিব পাৰিব।

মৌলিক নীতি আৰু মানৱৰ অন্তৰ্নিহিত স্বাভাৱিক ধৰ্মৰ পৰিপ্ৰেক্ষিতত শিশুৰ চৰিত্ৰ গঠন হৈ আহিব। জাতীয় চৰিত্ৰ ধ্বংসৰ পথত আগবাঢ়ি গৈয়ে আছে। তাক ৰোধ কৰিবৰ একমাত্ৰ উপায় শিক্ষাৰ্থীৰ কৰ্ম বিমুখতা ধ্বংস কৰি স্বভাৱগত কৰ্ম প্ৰৱণতা বৃদ্ধি কৰিব পাৰিলেই শিক্ষাৰ্থীৰ চৰিত্ৰ গঠন হৈ যাব।●

৩০/৯/৭৪— আলোক

৫-৮-৭৫

# শিক্ষাৰ পৰিবেশ সৃষ্টিত শিক্ষকৰ অৱদান

স্বাধীনতা লাভৰ পূৰ্বৰ পৰাই শিক্ষকসকলৰ মাজত সংঘবদ্ধ হৈ নিজৰ নিজৰ আৰ্থিক অৱস্থা উন্নততৰ কৰাৰ প্ৰচেষ্টা চলি আহিছে ; কিয়নো শিক্ষকতা কৰ্মৰ গুৰুত্ব আৰু দায়িত্ব হিচাবে শিক্ষকসকলৰ আৰ্থিক অৱস্থা তেনেই নিম্ন পৰ্যায়ৰ আছিল। সংঘবদ্ধ প্ৰচেষ্টাত স্বাধীনোত্তৰ যুগত শিক্ষকসকলৰ আৰ্থিক অৱস্থা উন্নততৰ হ'বলৈ ধৰিছিল যদিও দেশৰ অৰ্থনৈতিক দুৰৱস্থাত আন আন লোকৰ দৰে শিক্ষকসকলেও অশান্তি ভোগ কৰিব লগা হৈছে।

আনফালে শিক্ষাৰ প্ৰসাৰ আৰু প্ৰচাৰ দ্ৰুতভাৱে বাঢ়ি গ'ল আৰু শিক্ষাৰ মান ক্ৰমান্বয়ে নিম্নস্তৰৰ গতিতহে যাবলৈ ধৰিলে। তাৰ কাৰণ বহু প্ৰকাৰৰ। সেই কাৰণবোৰ বিশ্লেষণ কৰিবৰ ক্ষেত্ৰ এই প্ৰবন্ধত নাই ; তথাপিতো প্ৰসঙ্গতঃ তাৰ উল্লেখ নথকাকৈ নাথাকে।

প্ৰথমতঃ ক'ব লাগিব যে পূৰ্বে শিক্ষকতা কামৰ বাবে যিবিলাক লোকৰ স্বভাৱগত ধাউতি আছিল, সেইবিলাক লোকে উচ্চহাৰৰ দৰ্মহাৰ প্ৰতি বেছি দৃষ্টি নিদিছিল ; কাৰণ তেতিয়া সামাজিক পৰিস্থিতিত বৰ্তমান যুগৰ অৰ্থনৈতিক দুৰৱস্থা নাছিল। স্কুলৰ সংখ্যা আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও কম আছিল আৰু শিক্ষকসকলৰো কৰ্তব্যৰ প্ৰতি একাগ্ৰতীয়া মনোযোগ আছিল। তেতিয়া শিক্ষকতা অকল অৰ্থেৰে মূল্যায়ন কৰা নহৈছিল। কৰ্মৰ যশস্যা আৰু দায়িত্ববোধৰ মহিমায়ো শিক্ষকক মহিমান্বিত কৰি তুলিছিল। তেতিয়াও যে সকলোবোৰ শিক্ষক সমানে সুদক্ষ আছিল তেনে নহয় কিন্তু শিক্ষক শ্ৰেণীৰ অন্তৰ্ভুক্ত যি কোনো লোকেই সামাজিক সন্মান আৰু প্ৰতিষ্ঠা লাভ কৰিছিল আৰু দৰ্মহাৰ অল্পতায়ো মনত অশান্তি আনিব নোৱাৰিছিল, কাৰণ বস্তুমূল্য ইমান মহাৰ্ঘ্য আৰু বস্তুৰ দুস্প্ৰাপ্যতাও ইমান সমস্যা সঙ্কুল নাছিল। ব্যক্তিৰ আশা আকাংক্ষাও সীমাবদ্ধ আছিল।

বৰ্তমান যুগত পূৰ্বৰ সকলো ব্যৱস্থাই অব্যৱস্থা হৈ পৰিছে। পূৰ্বে গাঁৱে-ভূঁয়ে ইমানবোৰ স্কুল-কলেজ নাছিল আৰু বহুতো নিৰক্ষৰ আৰু দুখীয়া লোকৰ ল'ৰা-ছোৱালীবিলাকো স্কুল-কলেজত শিক্ষা লাভ কৰিবলৈ অহা নাছিল। দেশৰ সেই অৱস্থাটোক পিছপৰা বুলি আৰু দুৰ্ভাগ্যজনক অৱস্থা বুলি শিক্ষিত লোক সকলে ভাবিছিল আৰু কম সংখ্যক হ'লেও অশিক্ষিত লোকসকলেও তেনেদৰে ভাবিছিল ; সেইবাবে শিক্ষা বিস্তাৰৰ প্ৰাধান্য সৰ্বতোভাৱে দিয়া হৈছিল, যাৰ

ফলত ইমানবোৰ স্কুল-কলেজ স্থাপিত হ'ল। কিন্তু তেতিয়া নিৰক্ষৰ আৰু উচ্চ শিক্ষাৰ পৰা বঞ্চিত হোৱা লোক সকলো ইমান অশান্তি আৰু দুৰৱস্থা জনক দুৰ্ভোগ ভুগিব নালাগিছিল। শিক্ষা বিস্তাৰৰ লগে লগে যে এই দুৰ্ভাগ্যই দেশত দেখা দিলে, সেইটো নিশ্চয় দুশ্চিন্তাৰ আৰু উদ্বেগৰ বিষয় হিচাবে দেশত দেখা দিছে।

শিক্ষা একমুখী হৈছে। বহুমুখী হোৱা নাই। সকলোবিলাক ল'ৰা-ছোৱালীকে এক ছাঁচত গঢ় দিবলৈ ধৰা হৈছে। তাৰ ফলত দেশত কুটিৰ শিল্পবোৰ নাইকিয়া হৈ যাব ধৰিছে নাইবা তাৰ উন্নতি বিধানত বাধা পৰিছে। শিক্ষাৰ প্ৰাধান্য চাকৰিমুখী হোৱাহে দেখা গৈছে আৰু উদ্যোগমুখী হ'ব পৰা নাই। দেশৰ শিক্ষা সমস্যাত এইটোৱে হৈছে প্ৰধান সমস্যা। এই সমস্যাৰ বিষয়েও আমি ইয়াত বহল আলোচনা কৰিব খোজা নাই।

আমাৰ আলোচ্য বিষয় হৈছে বৰ্তমান পৰিস্থিতিত শিক্ষকৰ কৰ্তব্য কি?

অৰ্থনৈতিক দৃষ্টিৰ ফালৰ পৰা আমি দেখিবলৈ পাওঁ যে অন্ততঃ বিশ-পঁচিশ বছৰ আগতে যি নিষ্ঠা আৰু ত্যাগ মনোবৃত্তিৰে সৰহসংখ্যক শিক্ষকে শিক্ষকতা কাম কৰিছিল সেই নিষ্ঠা আৰু ত্যাগ মনোবৃত্তি আশা কৰিব নোৱাৰা হৈছে। শিক্ষকসকল যি সামাজিক পৰিবেশত আছে, সেই পৰিবেশত পুৰণি কালৰ শিক্ষকৰ নিষ্ঠা আৰু ত্যাগ মনোবৃত্তি ৰক্ষা কৰিব নোৱাৰা হৈছে। এই পৰিবেশৰ উন্নতি সাধন কৰিব লাগিব। এক শ্ৰেণীৰ কৰ্মচাৰীয়ে সুকীয়াকৈ নিষ্ঠাবান আৰু ত্যাগধৰ্মী হ'ব নোৱাৰে। জীৱন যাত্ৰা নিৰ্বাহৰ সকলো কথা এনে এক শ্ৰেণীৰ কৰ্মচাৰীৰ ইচ্ছাধীন হৈ পৰিছে যে তাৰ বিপৰীতে কোনো কাৰ্য্য সফল কৰিব নোৱাৰি। সৎনীতিৰ স্বকীয় স্বত্ব অধিকাৰৰ দাবী তুলিলে দুৰ্নীতিৰ মাত্ৰা ইমান বাঢ়ি যায় যে কোনো লোকেই সেই বিপত্তিৰ হাতৰ পৰা সাৰিবৰ পথ নাপায়। তেতিয়া সৎস্বভাৱৰ আৰু সৎনীতি পৰায়ণ লোকৰ মনত নিৰুৎসাহে দেখা দিয়ে আৰু কৰ্তব্য কৰ্মৰ ক্ষেত্ৰত অনিচ্ছাকৃত শৈথিল্য আৰু কৰ্ম নিপুণতাৰ হ্ৰাস ঘটি যায়। এই দৰে যেনেকৈ সৎ কৰ্মচাৰীৰ সংখ্যা কমি আহিছে সেইদৰে নিষ্ঠাৱান আৰু ত্যাগধৰ্মী শিক্ষকৰ সংখ্যা হ্ৰাস পাই আহিছে। অলপমান দকৈ গমি চালে যিকোনো চিন্তাশীল লোকে এই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰিব। শিক্ষাৰ মান হ্ৰাস হোৱাৰ এই এটি কাৰণ। এই পৰিস্থিতিৰ মাজতো শিক্ষকসকলে যদি শিক্ষাৰ মান উন্নত কৰাৰ বাবে দৃঢ় প্ৰতিজ্ঞ হয় আৰু সংঘবদ্ধ ভাৱে সৎ নীতিৰে সমাজ পুনৰ্গঠনৰ ফালে দৃষ্টি দিয়ে, আমাৰ পূৰ্ণ বিশ্বাস আছে যে তেওঁলোকে সফলতা অৰ্জন কৰিব পাৰিব। গাইগুটীয়া ভাৱে কোনো এজন শিক্ষকেই এই কৰ্মত সফল হ'ব নোৱাৰে কিন্তু শিক্ষকসকল সংঘবদ্ধ হৈ দৃঢ়প্ৰতিজ্ঞ ভাৱে যত্ন কৰিলে যে সমাজৰ ৰূপ পৰিবৰ্তন কৰিব পাৰে ই ধ্ৰুব। বিভিন্ন পৰ্য্যায়ত প্ৰাইমেৰীৰ

পৰা কলেজলৈ শিক্ষক সংস্থা আছে। কিন্তু প্ৰত্যেক সংস্থাই নিজৰ নিজৰ চাকৰিৰ সা-সুবিধা বিচাৰি আন্দোলন কৰে আৰু প্ৰায় ক্ষেত্ৰতে সফল হয়। সেইদৰে দুৰ্নীতি নিবাৰণৰ বাবে যদি পন্থা অৱলম্বন কৰিবৰ ইচ্ছা কৰে, তেন্তে কিয় সফল নহ'ব? যি শ্ৰেণীৰ লোকৰ অসীম ত্যাগ আৰু নিষ্ঠাৰ নিদৰ্শন আছে, সেই শ্ৰেণীৰ লোকে দেশৰ বাবে, সমাজৰ বাবে আৰু শিক্ষাৰ মান উন্নয়নৰ বাবে কাৰ্য্য পন্থা গ্ৰহণ কৰিব নোৱাৰাৰ কোনো কাৰণ নাই। শিক্ষকৰ আচৰণ বিধি শিক্ষক সংস্থাৰ পৰা নিৰ্দ্ধাৰিত কৰি লৈ সেই আচৰণ বিধি প্ৰাইমেৰী স্কুলৰ শিক্ষকে যেনেকৈ মানিব লাগিব, কলেজৰ শিক্ষকসকলেও সেইদৰে মানিব লাগিব। একে দিনাই এই সংহতি গঢ়ি তুলিব নোৱাৰিলেও এই চিন্তাধাৰা গ্ৰহণ কৰিলে কম দিনৰ ভিতৰতে (দুই এক বছৰৰ ভিতৰতে) সংগঠনৰ পথেদি গতি কৰিব পাৰিব— তাত সন্দেহ নাই। দেশৰ কল্যাণৰ কাৰণে শিক্ষকসকলে যদি চিন্তা কৰে তেন্তে এনে এটি আনুষ্ঠানিক ব্যৱস্থাৰ আৱশ্যক হৈ পৰিছে বুজিব পাৰিব। প্ৰত্যেকজন শিক্ষক দৃঢ়বদ্ধ হৈ দুৰ্নীতি নিবাৰণৰ বাবে প্ৰচাৰ কাৰ্য্য চলালে অনুৰূপ পদ্ধতিৰে আন আন ব্যক্তিয়েও সমাজবদ্ধ হৈ সহায়তা আগবঢ়াব। 'সংঘ শক্তিঃ কলৌ যুগে'— এই সত্য প্ৰমাণিত হৈ যাব। মুঠতে সৎবুদ্ধি আৰু সৎসাহসৰ আৱশ্যক।

সমাজত এই দুৰ্নীতি ৰূপ ব্যাধি থাকিলে অৰ্থনৈতিক দিশত কোনো লোকৰে উন্নতি হোৱাৰ সম্ভাৱনা নাই, এই কথা বুজিব লাগিব, বুজাব লাগিব। ইয়াত বাজে দেশৰ উন্নতিৰ কোনো পন্থা নাই— ই ধ্ৰুৰূপ। এই প্ৰচাৰ কাৰ্য্যই আন্দোলনৰ ৰূপ গ্ৰহণ কৰিব লাগিব। শিক্ষকসকল আগবাঢ়ি আহিলে ছাত্ৰ সমাজৰ আৰু যুৱক সমাজৰ সমৰ্থন আৰু সক্ৰিয় সাহায্য পোৱা যাব। সকলো কাৰ্য্য অহিংস নীতিৰে চলাব লাগিব— হিংস নীতি বৰ্জন কৰিব লাগিব। আইন মানিব লাগিব। অন্যায় আইন ৰোধ কৰা বা তুলি দিয়াৰ আন্দোলনৰ ৰূপ বেলেগ হ'ব— তাৰ পদ্ধতিও ৰাজনীতিগতভাৱে বেলেগ হ'ব। আমি সেই আন্দোলনৰ পক্ষপাতী হ'লেও শিক্ষক সকলক সেই আন্দোলনত জড়িত থাকিবলৈ কোৱা নাই— যাতে ৰাজনীতিৰ ক্ষেত্ৰৰ পৰা শিক্ষকসকল আঁতৰি থাকে তাৰ বাবে আৰু জাতীয় চৰিত্ৰ গঠনৰ কাৰ্য্যতহে গুৰুত্ব দিয়াৰ কাৰণে।

দ্বিতীয় কৰ্তব্যৰ কথা এয়ে যে দৰমহাৰ লগত শিক্ষকতাৰ কাৰ্য্যক অঙ্গাঙ্গীভাৱে জড়িত কৰিব নালাগে ; কাৰণ শিক্ষাদান কাৰ্যক বেতনৰ তুলাচনীৰে জুখিব নোৱাৰি। বিদ্যাদান পুণ্য কাম বুলিয়েই ভাৰতত অনাদি কালৰ পৰাই বিবেচিত হৈ আহিছে। বিদ্যাদানৰ সমান ধৰ্ম নাই। শিক্ষকসকলে বিদ্যাদান কাৰ্যত নিযুক্ত হৈ বিদ্যাদানত অবহেলা বা কাৰ্পণ্য কৰিলে দেশৰ প্ৰতি অন্যায় কৰা হয়। দেশৰ ভৱিষ্যৎ বংশধৰবিলাকৰ প্ৰতি অন্যায় আচৰণ কৰিলে দেশৰ প্ৰতি অন্যায় কৰা হয়। পূৰ্বকালৰ শিক্ষকসকলে বেতন বা পুৰস্কাৰ গ্ৰহণ কৰি শিক্ষাদান কাৰ্য্য

মহৎ কাৰ্য্য বুলি গণ্য নকৰিছিল— হেয় কাৰ্য্য বুলিহে ভাবিছিল। বিষ্ণু শৰ্মা পণ্ডিতক যেতিয়া ৰজাই তেওঁৰ মুৰ্খ পুত্ৰ তিনিজনক বিদ্যাদানৰ বিনিময়ত অৰ্দ্ধৰাজ্য দিব খুজিছিল— তেতিয়া তেওঁ কৈছিল "নাহং বিদ্যাবিক্ৰয়ং কৰোমি"— মই তোমাৰ অৰ্দ্ধৰাজ্যৰ লোভত বিদ্যা বিক্ৰয় নকৰো ; কিন্তু ৰজা মই তোমাৰ পুত্ৰ কেইজনক যথা সময়ত সুশিক্ষিত কৰি তুলিম। আজিকালি আমি বেতন গ্ৰহণ কৰি বিদ্যাদান কৰিলেও বিষ্ণু শৰ্মা পণ্ডিতৰ এই মনোবৃত্তিক অনুসৰণ কৰি দেশৰ সন্তান বিলাকক শিক্ষাদানৰ ক্ষেত্ৰত অৱহেলা কৰিব নালাগে। আমাৰ ভাৰতীয় শাস্ত্ৰত বিদ্যাদানৰ ভূয়সী প্ৰশংসা কৰিছে। দৰ্মহা বৃদ্ধিৰ কাৰণে আন্দোলন কৰিবৰ আৱশ্যক হ'লেওঁ কৰ্তব্যৰ ক্ৰটীজনক কোনো প্ৰকাৰ আন্দোলন কৰা উচিত নহয়। তাৰ দ্বাৰাই হে ৰাইজৰ সহানুভূতি আৰু সমাজত মান সন্মান আৰু প্ৰতিষ্ঠা লাভ কৰিব পাৰি। পূৰ্বে যেনেকৈ শিক্ষক আৰু অধ্যাপকসকল সমাজৰ ধৰণী হৈ আছিল, আজিৰ দিনতো সেইটো সম্ভৱ হ'ব পাৰে ; যদিহে শিক্ষকসকলে দেশৰ কল্যাণ, সমাজৰ কল্যাণ আৰু শিশুবিলাকৰ কল্যাণ চিন্তা কৰি নিজ নিজ কৰ্তব্য সমাপন কৰে।

ৰাজনীতিকসকলে শিক্ষকসকলক নিজ নিজ দলৰ অনুগামী কৰি ল'ব খোজে আৰু শিক্ষকসকলেও নিজ নিজ অভিৰুচি মতে বিভিন্ন দলত বিভক্ত হয়। তাৰ দ্বাৰা শিক্ষকৰ সঙঘবদ্ধতা শিথিল হয় আৰু শিক্ষক সংস্থাৰ দুৰ্বলতাই দেখা দিয়ে নাইবা চৰকাৰ পক্ষৰ সহযোগিতা হেৰুৱায়। চৰকাৰ আৰু শিক্ষক সংস্থাৰ মাজত দ্বন্দ্ব উপস্থিত হ'লে, শিক্ষাৰ ক্ষতি হয়, সমাজৰ ক্ষতি হয়, দেশৰ ক্ষতি হয় আৰু শিক্ষক সকলো বিশেষ লাভৱান নহয়। দৰ্মহা বাঢ়িলেও লাভৱান নহয় ; কাৰণ ইতিমধ্যে বস্তু মূল্যও বাঢ়ি যায়। তাকে নকৰি শিক্ষকসকল যদি কৰ্তব্যপৰায়ণ হৈ থাকে, ৰাজনীতিৰ মূল জৰীদাল তেওঁলোকৰ নিয়ন্ত্ৰণতে আহি যাব। তেতিয়া দুৰ্নীতি নিবাৰণৰ মূল সূত্ৰ স্বাভাৱিকতে শিক্ষক সকলে লাভ কৰিব। দেশৰ কল্যাণ স্বাভাৱিক গতিত আগবাঢ়িবলৈ ধৰিব। সেইবাবে শিক্ষকসকলে শিক্ষক সংস্থাবোৰ দ্বন্দ্বমুখী নকৰি, সংস্কৃতিমুখী আৰু দেশৰ কল্যাণমুখী কৰিবৰ যত্ন কৰিব লাগে।

বৰ্তমান সময়ত পৰীক্ষা লোৱা কাৰ্য্য দুৰূহ আৰু দুৰ্নীতিযুক্ত হৈ পৰিছে। শিক্ষকসকল যদি বিশ্বাসযোগ্য আৰু নিৰ্ভৰযোগ্য হয়, তেতিয়া স্কুল ৰেকৰ্ড বা কলেজ ৰেকৰ্ডৰ ওপৰতে ছাত্ৰৰ যোগ্যতা নিৰূপণ কৰিব পৰা হয়। পৰীক্ষাৰ এই জটিল সমস্যাৰো সমাধান হয়। শিক্ষক সংস্থাবোৰেই ইচ্ছা কৰিলে এই সমস্যাৰ সমাধান আনিব পাৰে। যদি শিক্ষক সংস্থাবোৰে ব্যক্তি-শিক্ষকৰ আচৰণ বিধি ৰচনা কৰি, দোষীৰ শাস্তি বিধানৰ আৰু প্ৰতিভাৰ পুৰস্কাৰ বিধানৰ ব্যৱস্থা কৰে, তেতিয়া এই কাৰ্য্য বৰছি কঠিন হৈ নাথাকে। সকলো কথাৰ মূলতে নৈতিকতাৰ

স্থান আছে। ব্যক্তি নৈতিকতা উন্নত নহ'লে, কোনো আইন বা কোনো ব্যৱস্থাই সুফল দিব নোৱাৰে। আজি আমাৰ মূল সমস্যা হৈছে নৈতিকতা হীনতা— এই সমস্যা সমাধানৰ নেতৃত্ব শিক্ষকসকলে গ্ৰহণ কৰক।

ওপৰোক্ত কথাখিনি শিক্ষকৰ ফালৰ পৰা শিক্ষাৰ সু-পৰিবেশ সৃষ্টিৰ বাবে কি অৱদান হ'ব পাৰে তালৈ দৃষ্টি ৰাখি লিখা হৈছে। আমাৰ জাতীয় চৰিত্ৰৰ অধঃপতন কেইবা ফালৰ পৰাও হৈছে। সমগ্ৰ ভাৰতীয় সমাজত আত্মকেন্দ্ৰিকতাৰ প্ৰাধান্যই বিস্তাৰ লাভ কৰিছে। আমি পাহৰি যাব ধৰিছো যে আনক বঞ্চিত কৰি নিজে সুখী হ'ব নোৱাৰোঁ। পৰস্পৰে পৰস্পৰৰ প্ৰতি সহায়-সহানুভূতি সম্পন্ন নহ'লে সুখ লাভ কৰাৰ পথ নাই। আইন প্ৰণয়নেৰে ব্যক্তিৰ এনে আত্মকেন্দ্ৰিক মনোভাৱ দূৰ কৰা সম্ভৱ নহয়। সমাজত এনে কিছুমান অলিখিত নিয়ম আৰু জীৱন যাত্ৰাৰ পদ্ধতি প্ৰৱৰ্তিত হৈ আহিছে, যিবিলাকৰ পৰা আমি ব্যক্তিগত আৰু সমাজগত সুখ শান্তি লাভ কৰি আহিছোঁ। পৰম্পৰাগত শিক্ষাই আমাৰ মানসিক প্ৰস্তুতি সেই পথে দি আহিছে। সমাজত চলি অহা সেই পৰাম্পৰাৰ প্ৰতি আমাৰ অৱহেলা হোৱাত এফালে যেনেকৈ আমাৰ সুখ-শান্তিৰ অভাৱ ঘটিছে, সেইদৰে শিক্ষাৰ নিৰ্মল পৰিবেশ ধ্বংস হৈ গৈছে। আমি যিবিলাক শিক্ষক, শিক্ষাব্ৰতী আৰু শিক্ষানুৰাগী লোক, সেই বিলাকৰ কৰ্তব্য হৈছে, শিক্ষাৰ সেই পৰিবেশ সৃষ্টি কৰা— সকলো কৰ্মৰ মাজেদি সকলো অনুষ্ঠানৰ মাজেদি আৰু সকলো প্ৰকাৰ উৎসৱৰ মাজেদি পূৰ্বৰ পৰাম্পৰানুসাৰে সামাজিক নিয়ম পদ্ধতিবোৰ সংস্কাৰৰ পথেদি কালোপযোগী কৈ উদ্ধাৰ কৰা আৰু নিষ্ঠাৰে পালন কৰা। শিক্ষকসকলৰ এনে ধৰণৰ অৱদানৰ সুযোগ সুবিধা যথেষ্ট পৰিমাণে আছে। এই উদ্দেশ্য আগত ৰাখি সঙ্ঘবদ্ধ হৈ নীতিগত ভাৱে কাৰ্য্য ক্ষেত্ৰত নামিব লাগে। আন্তৰিকতাৰে কাৰ্যত আগবাঢ়িব লাগে। সমাজত সুষ্ঠ প্ৰভাৱ নপৰাকৈ নাথাকে।●

১২-৭-৭৬

# শিক্ষাৰ ৰূপ পৰিবৰ্ত্তন

শিক্ষাৰ ধাৰা পৰিবৰ্ত্তন কৰা ক্ৰমে ক্ৰমে সুকঠিন হৈ পৰিছে। স্বাধীনতাৰ পূৰ্ব্বে ভাৰতৰ সৰহ ভাগ লোকেই শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হৈ আছিল। স্বাধীনতাৰ পাছত সমগ্ৰ ভাৰতবৰ্ষৰ পিছপৰি থকা অঞ্চল আৰু জাতি সমূহৰ মাজত শিক্ষাৰ সা-সুবিধাবোৰ আগবঢ়াই দিয়াৰ আঁচনি আৰু প্ৰচেষ্টা চলিল। মহাত্মা গান্ধীয়ে তেওঁৰ স্বাভাৱিক দূৰদৃষ্টিৰে বুজিব পাৰিছিল যে ভাৰতবৰ্ষক আৰু বেছি দিন অধীনতাৰ শৃঙ্খলত বৃটিছে বান্ধি ৰাখিব নোৱাৰিব।

ভাৰতবৰ্ষ যদি স্বাধীন হয়, সেই স্বাধীনতা ৰক্ষাৰ বাবেও ভাৰতীয় জাতি প্ৰস্তুত হ'ব লাগিব। পৃথিৱীৰ আন আন দেশবোৰৰ শক্তিশালী জাতিসমূহে অস্ত্ৰ-শস্ত্ৰেৰে স্বাধীনতা ৰক্ষাৰ বাবে পূৰ্ব্বৰ পৰাই গতানুগতিক ভাৱে স্বাধীনতা ৰক্ষাৰ, আনকি নিজ নিজ ৰাজ্য বিস্তাৰ কৰিবৰ বাবেও সদায় সক্ষম হৈ আছিল। সেই পথ গান্ধীৰ বাবে নহয়। অহিংসাবাদী গান্ধী হিংস উপায়ে স্বাধীনতা সংগ্ৰাম চলোৱাৰ পক্ষপাতী নাছিল আৰু স্বাধীনতা ৰক্ষাৰ বাবেও যুদ্ধ বিগ্ৰহ চলাই থকাৰো পক্ষপাতী নাছিল। তেওঁ সপোন দেখিছিল যে অহিংস পথেৰে আৰু মিত্ৰতাৰ বান্ধোনেৰে সত্যৰ পথেদি সেই স্বাধীনতা ৰক্ষা কৰিব লাগিব। কিন্তু পূৰ্ব্বাপৰ চলি থকা হিংস পন্থা পৰিহাৰ কৰি অহিংস মন্ত্ৰত সমগ্ৰ ভাৰতবৰ্ষৰ লোক সকলক দীক্ষিত কৰি যথাযথ ভাৱে প্ৰস্তুত কৰা সময় সাপেক্ষ বুলি তেওঁ বুজিছিল। সেই কাৰণে বিদেশী ৰাষ্ট্ৰৰ কোনোৱে যদি ভাৰতবৰ্ষক অতৰ্কিতে আক্ৰমণ কৰে সেই ৰাষ্ট্ৰক প্ৰতিৰোধ কৰিবলৈ সমৰ সজ্জা বজাই ৰাখিবলৈ স্বীকৃত হৈছিল। ইতিমধ্যে তেওঁ ভাৰতীয় জাতিটো অহিংস মন্ত্ৰত শিক্ষিত কৰি তুলিবলৈ আশা পোষণ কৰিছিল আৰু তেওঁ নিজেও ১২৫ বছৰলৈ জীয়াই থাকিব বুলি ঘোষণা কৰিছিল। আক্ৰান্ত হৈ কাপুৰুষৰ দৰে প্ৰতিৰোধ নকৰাটোকো তেওঁ গৰ্হিত বুলি স্বীকাৰ কৰিছিল।

অহিংস মন্ত্ৰত বিশাল ভাৰতবৰ্ষৰ বিভিন্ন জাতিৰ বিভিন্ন সংস্কৃতিসম্পন্ন লোক সকলক শিক্ষিত কৰাৰ পথত বিভিন্ন ধৰণৰ জটিল সমস্যাবোৰ আছিল। তাৰ ভিতৰত ঘাইকৈ আছিল হিন্দু-মুছলমানৰ ঐক্যৰ সমস্যা আৰু দেশৰ অৰ্থনৈতিক সমস্যা। এই দুটি সমস্যা সমাধানৰ বাবে দেশৰ মানুহবিলাকক বৃটিছে প্ৰৱৰ্ত্তন কৰা শিক্ষাৰ পথেদি শিক্ষিত কৰি অহিংস পথগামী কৰিব পৰা নাযাব —

সেই কথাও তেওঁ বুজিছিল। সেইবাবে তেওঁ ১৯৩৯ চনতে বুনিয়াদী শিক্ষাৰ পৰিকল্পনা কৰে আৰু আঁচনি যুগুত কৰে। এই আঁচনি দেশে গ্ৰহণ নকৰিলে। চৰকাৰেও জনমতৰ বিৰুদ্ধে সাহসিক ব্যৱস্থা গ্ৰহণ নকৰিলে। গান্ধীজীৰ উদ্দেশ্য আছিল যে এই শিক্ষাৰ জৰিয়তে যদি ছাত্ৰসকলে কোনো এটি শিল্প বিদ্যা শিক্ষা কৰি লয়, তেতিয়া সিহঁতে স্বাধীন ভাৱে অৰ্থ উপাৰ্জ্জনৰ বাবে সক্ষম হ'ব। অপটু হাতৰ শিল্প বস্তুবোৰ চৰকাৰে কিনি ল'লে এফালে ছাত্ৰ-ছাত্ৰী সকল উৎসাহিত হ'ব আৰু আনফালে কুটিৰ শিল্পবোৰ উদ্ধাৰ কৰা সহজ হৈ উঠিব। কাৰ্য্য পদ্ধতিও বৈজ্ঞানিক ভাবে সেৱাগ্ৰাম আৰু দিল্লীত জামিয়া মিলিয়াত পৰীক্ষা কৰি চোৱা হৈছিল আৰু তাৰ উপযোগিতা প্ৰমাণিতও হৈছিল। কিন্তু দেশৰ বৃটিছ প্ৰৱৰ্ত্তিত চাকৰিমুখী শিক্ষাৰ চাকচিক্য ইমান উজ্জ্বল হৈ উঠিছিল যে কায়িক পৰিশ্ৰম কৰিব লগা হোৱা বাবে শিল্প বিদ্যাৰ প্ৰতি ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱক সকলৰ আগ্ৰহ উদ্দীপিত হৈ নুঠিল। চৰকাৰেও বুনিয়াদী শিক্ষা ব্যৱস্থা এৰি পেলালে।

বুনিয়াদী শিক্ষাৰ সম্পূৰ্ণ সাফল্য শিক্ষক বিলাকৰ ঐকান্তিক আগ্ৰহ আৰু গৱেষণামূলক প্ৰচেষ্টাৰ ওপৰতহে নিৰ্ভৰ কৰিছিল। শিক্ষক আৰু শিক্ষা বিভাগৰ কৰ্ম্মচাৰী সকলৰ মনত সেই ঐকান্তিকতা আৰু এই পদ্ধতিত শিক্ষা দানৰ গৱেষণামূলক মনোবৃত্তি গঢ়ি নুঠিল।

প্ৰচলিত শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তনৰ আঁচনি গ্ৰহণ কৰিব লাগিব। বৰ্ত্তমান শিক্ষা পদ্ধতিয়ে দেশৰ সকলোবিলাক ছাত্ৰ-ছাত্ৰীৰেই আকাঙ্খা চাকৰি লাভৰ কাৰণে গঢ়ি তুলিছে। তাৰ কাৰণে নিবনুৱা সমস্যা বৃদ্ধি পাই গৈ আছে। চৰকাৰৰ পক্ষৰ পৰা প্ৰযুক্তিবিদ্যাৰ আৰু বৃত্তিমূলক (Vocational) যিবোৰ অনুষ্ঠান গঢ়িছে তাৰপৰা পাছ কৰা ছাত্ৰ-ছাত্ৰীও চাকৰিহে আকাঙ্খা কৰে। প্ৰচলিত শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন ঘটাবলৈ হ'লে সৰ্ব্বসাধাৰণৰ এই মনোবৃত্তি সংযত কৰিব পৰা আৰু স্বাধীন ব্যৱসায়ত প্ৰবৃত্ত হোৱা মনোবৃত্তি গঢ়াৰ ব্যৱস্থামূলক শিক্ষানীতি নিৰ্দ্ধাৰণ কৰাৰ আৱশ্যক হৈছে।

বৰ্ত্তমান প্ৰচলিত কৰ্ম্ম অভিজ্ঞতাৰ আঁচনি ৰূপায়িত কৰাৰ পথত শিক্ষক আৰু অভিভাৱক সকলৰ আগ্ৰহ আন্তৰিকতা অহাৰো ব্যৱস্থা লাগে। পৰিদৰ্শক শ্ৰেণীয়ে ঘণাই পৰিদৰ্শন কৰি দিহা-পৰামৰ্শ দিব লাগে। কৰ্ম্ম অভিজ্ঞতা বিষয়ত যাতে কোনো প্ৰকাৰ অৱহেলা বা ফাকি-ফুকা নাথাকে তাৰবাবে কঠোৰ ব্যৱস্থা লাগে।

আমাৰ মত এই যে কৰ্ম্ম অভিজ্ঞতাৰ বিষয়টো শিক্ষা দিয়াৰ লগে লগে এনে এটি গৱেষণামূলক ব্যৱস্থা গ্ৰহণ কৰিব লাগে যাৰ দ্বাৰা কৰ্ম্মকেই শিক্ষাৰ মাধ্যম (Medium) কৰিব পাৰি।●

# তক্ষশীলা বিশ্ববিদ্যালয়

পুৰাকালত তক্ষশীলা বিশ্ববিদ্যালয় প্ৰাচ্যৰ আৰু পাশ্চাত্যৰ জ্ঞান বিনিময়ৰ কেন্দ্ৰ স্থল বুলি পৰিগণিত হৈছিল। তেতিয়া মিছৰ, বাবিলন, ছিৰিয়া, আৰব, ফিনিসিয়া, ইফেছিয়া (এছিয়া মাইনৰৰ এটি প্ৰাচীন নগৰ) প্ৰভৃতি পাশ্চাত্য দেশৰ পণ্ডিতবৰ্গ আৰু চীন প্ৰভৃতি প্ৰাচ্যদেশৰ পণ্ডিতসকলে জ্ঞান অনুশীলনৰ বাবে তক্ষশীলাৰ বিশ্ববিদ্যালয়ত সমৱেত হৈছিল। এই তক্ষশীলা নগৰ- এতিয়া পাকিস্তানত পৰিছে। এই নগৰ পেছাৱৰ আৰু ৰাৱাল পিণ্ডৰ মাজৰ ঠাইত অৱস্থিত।

কৰ ডোভা স্পেন দেশৰ এটি প্ৰসিদ্ধ নগৰ। ৭১১ খৃষ্টাব্দত মুৰ বিলাক (আৰবীয় মুছলমান সকলে) এই নগৰ অধিকাৰ কৰে। তাৰ পাছত, এই নগৰ মুৰ বিলাকৰ ৰাজধানী বুলি পৰিগণিত হয়। সেই সময়ৰ পৰা এই নগৰে বিদ্বান ব্যক্তি বিলাকৰ সমাগমৰ পৰা প্ৰসিদ্ধি লাভ কৰে। কৰ ডোভা নগৰৰ বিশ্ববিদ্যালয় জ্ঞানৰ কেন্দ্ৰস্থান বুলি পৰিগণিত হৈছিল খৃষ্টীয় অষ্টম শতাব্দীত আৰু তাৰ পাছতো বহুদিনলৈকে মুৰ বিলাকৰ অভ্যুদয় কালত, এই ঠাইত আফ্ৰিকাৰ, ইউৰোপৰ আৰু আৰবৰ ইহুদি বিলাকে জ্ঞান আদান-প্ৰদান কৰিছিল। কৰ ডোভাৰ পৰাই তেতিয়া বিভিন্ন জাতি পৰস্পৰৰ সামাজিক আৰু ৰাজনৈতিক পৰিচয় পাইছিল। তক্ষশীলা বিশ্ববিদ্যালয়েও সেইদৰে প্ৰাচ্য আৰু পাশ্চাত্য উভয় দেশৰে সম্বন্ধ ৰক্ষা কৰিছিল। ভাৰতবৰ্ষৰ জ্ঞান প্ৰধানতঃ তক্ষশীলাৰ পথেদি পাশ্চাত্য দেশত সংবাহিত হৈছিল। খৃষ্টপূৰ্ব্ব ষষ্ঠ শতাব্দীৰ পৰা খৃষ্টীয় সপ্তম শতাব্দী পৰ্য্যন্ত তক্ষশীলাৰ কোনো নহয় কোনো ৰূপ সমৃদ্ধিৰ নিদৰ্শন পোৱা যায়।

এৰিয়ানৰ বৰ্ণনাত প্ৰকাশ যে সিন্ধু নদৰ আৰু হাইডাছ (বৰ্ত্তমান বিয়াছ বা বিপাশা) মাজত এই বহুজন পূৰ্ণ আৰু সু-সমৃদ্ধি সম্পন্ন নগৰ বিদ্যমান। ষ্টাবো, প্লিনি প্ৰভৃতি বুৰঞ্জীবিদ সকলে তক্ষশীলাৰ সমৃদ্ধিৰ বিষয়ে উল্লেখ কৰি গৈছে। ৰামায়ণ আৰু মহাভাৰতৰ নানা স্থানত তক্ষশীলাৰ উল্লেখ পোৱা যায়। বৌদ্ধসূত্ত গ্ৰন্থত ('মহাপৰি নিৰ্ব্বাণ' সূত্ত আৰু 'মহা সুদৰ্শন' সূত্ত প্ৰভৃতিত) এই নগৰৰ অশেষ সমৃদ্ধিৰ পৰিচয় আছে। এই জনকোলাহলপূৰ্ণ নগৰত সৰ্ব্বদাই হাতীৰ নিনাদ, অশ্বৰ হ্ৰেষা ৰব, শকটৰ ঘৰ্ঘৰ শব্দ প্ৰতিধ্বনিত হৈছিল। কৰবাত ঢোলৰ নিনাদ, কৰবাত বা মৃদঙ্গৰ ধ্বনি, কৰবাত বা বীণাৰ ঝঙ্কাৰ শুনা গৈছিল।

গৌতম বুদ্ধৰ বিদ্যমান কালত তক্ষশীলা গান্ধাৰ প্ৰদেশৰ সীমান্ত নগৰ আৰু ব্ৰাহ্মণ্যধৰ্ম্মৰ একমাত্ৰ কেন্দ্ৰস্থান আছিল। চন্দ্ৰ গুপ্ত, অশোক প্ৰভৃতিৰ ৰাজত্বকালত তক্ষশীলা বৌদ্ধ বিলাকৰ লীলাক্ষেত্ৰত পৰিণত হয়। শক বিলাকৰ

আৰু গ্ৰীক্ বিলাকৰ প্ৰভাৱ তক্ষশীলাত বহু পৰিমাণে বিস্তৃত হৈছিল।

আলেক্জাণ্ডাৰে যেতিয়া ভাৰতবৰ্ষলৈ আগমন কৰে, তক্ষশীলাত তেওঁ তিনি দিন থাকে। তেওঁৰ অভিযানত অধিবাসীসকলে নানা প্ৰকাৰ সাহায্য পাইছিল। সেই তক্ষশীলাৰ ওচৰতে আলেক্জাণ্ডাৰে দুইটি নগৰ (নিকাইয়া আৰু বুকেফালা) প্ৰতিষ্ঠা কৰিছিল। গ্ৰীক্ ঔপনিবেশিক বিলাকৰ বসবাসৰ কাৰণে এই দুইটি নগৰ প্ৰতিষ্ঠিত হৈছিল।

ফিলোষ্ট্ৰেটছে (খৃষ্টীয় দ্বিতীয় শতাব্দীৰ) কয় যে "আপোলোনিয়াছ জ্ঞান আহৰণৰ বাবে তক্ষশীলালৈ গৈছিল। বিদেশ ভ্ৰমণত আৰু জ্ঞান অৰ্জ্জনত তেওঁ পীঠাগোৰাছৰ পদাঙ্ক অনুসৰণ কৰে। আপোলোনিয়াছৰ তক্ষশীলালৈ যোৱাৰ সময়ত তক্ষশীলাৰ নৃপতি গ্ৰীক্ ভাষাত তেওঁক অভ্যৰ্থনা কৰিছিল। তক্ষশীলা নগৰৰ প্ৰাচীৰৰ বাহিৰত আপোলোনিয়াছে এটি জাক-জমক পূৰ্ণ মন্দিৰ দেখিবলৈ পায়। সেই মন্দিৰৰ গাত চাৰিওফালে তামৰ ফলিত সুন্দৰ সুন্দৰ চিত্ৰ অঙ্কিত আছিল। ৰাজা পোৰাছৰ লগত আলেকজাণ্ডাৰৰ যুদ্ধৰ দৃশ্যাৱলী সেই চিত্ৰত তেওঁ প্ৰকটিত হৈ থকা দেখে।"

ভাৰতবৰ্ষত বিদ্যাদান কাৰ্য্যত কেতিয়াও অৰ্থ গ্ৰহণ কৰা হোৱা নাছিল। পাশ্চাত্য জাতিৰ সৈতে হোৱা সম্বন্ধ সূত্ৰে তক্ষশীলাত অৰ্থৰ বিনিময়ত বিদ্যাদানৰ ব্যৱস্থা প্ৰৱৰ্ত্তিত হয়।

তক্ষশীলা বিশ্ববিদ্যালয়ত আয়ুৰ্ব্বেদ চৰ্চ্চাও হৈছিল। গ্ৰীক বিলাকে আয়ুৰ্ব্বেদ শাস্ত্ৰ অধিগত কৰি ল'বৰ বাবে বৰ উদ্যোগী আছিল। ইউৰোপৰ প্ৰাচীন চিকিৎসা বিজ্ঞানত আজিও ভাৰতবৰ্ষৰ চিকিৎসা বিজ্ঞানৰ ছায়া দেখা যায়। তক্ষশীলাৰ বিশ্ববিদ্যালয় বিষয়ে বৌদ্ধজাতক গ্ৰন্থতো উল্লেখ আছে। ই এক বিশিষ্ট প্ৰমাণ।

**জীৱক ঃ**

"মহাবগ্ৰ জাতকৰ" অষ্টম খণ্ডত জীৱকৰ প্ৰসঙ্গত তক্ষশীলা বিশ্ববিদ্যালয়ৰ বহু বিৱৰণ আছে। জীৱক সাত বছৰ কাল তক্ষশীলা বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিছিল। তেওঁ চিকিৎসা বিজ্ঞান অধ্যয়ন কৰে। আয়ুৰ্ব্বেদৰ উদ্ভিদ বিদ্যাত তেওঁৰ দক্ষতাৰ সীমা নাই। তেওঁৰ অধ্যাপকে তেওঁক পৰীক্ষা কৰাৰ উদ্দেশ্য একবাৰ এখনি কোদাল দি কয় — "এই তক্ষশীলা চহৰৰ চাৰিওফালে এক যোজনাৰ ভিতৰত য'তে যিমান বৃক্ষ আছে পৰীক্ষা কৰি আহা। তাৰ ভিতৰত যিবিলাক বৃক্ষ ভৈষজ্য গুণৰ ভিতৰত পৰিগণিত নহয় সেইবিলাক বৃক্ষৰ পৰিচয় মোক দিব লাগিব।"

অধ্যাপকৰ আদেশ ক্ৰম জীৱকে প্ৰায় সমস্ত বৃক্ষৰ ভৈষজ্য গুণ পৰীক্ষা কৰি দেখে। পৰিশেষত অধ্যাপকৰ ওচৰত উপস্থিত হৈ কয় — "কোনো বৃক্ষই

ভেষজ্য গুণবিহীন নহয়।" এই বুলি তেওঁ একে একে কোন বৃক্ষৰ কি গুণ বৰ্ণনা কৰিলে।

জীৱক আত্ৰেয় ঋষিৰ ছাত্ৰ আছিল। বুদ্ধদেৱ তেওঁৰ মিত্ৰ বুলি পৰিচিয়। বিম্বিসাৰ যেতিয়া মগধৰ ৰাজপদত অধিষ্ঠিত আছিল, তেতিয়া জীৱকে ৰাজ চিকিৎসক পদ লাভ কৰে। আয়ুৰ্ব্বেদত জীৱক এক সময়ত "প্ৰামাণ্য" বুলি পৰিগণিত হৈছিল। এই জীৱকৰ প্ৰসঙ্গত জাতক গ্ৰন্থত তক্ষশীলাৰ বিশ্ববিদ্যালয়ৰ নানা পৰিচয় পোৱা যায়।

এই বিশ্ববিদ্যালয়ত নানা বিভাগ আছিল। ইয়াত ধনুৰ্ব্বেদ আৰু গান্ধৰ্ব্ববেদ শিক্ষা দিয়াৰো ব্যৱস্থা আছিল। অৰ্থশাস্ত্ৰ, ধৰ্ম্মশাস্ত্ৰ প্ৰভৃতি কোনো বিদ্যাৰে অধ্যাপনাত ত্ৰুটী নাছিল। বঙ্গ, বিহাৰ, উত্তৰ পশ্চিম প্ৰভৃতি প্ৰদেশৰ নানা শ্ৰেণীৰ ছাত্ৰ সেই বিশ্ববিদ্যালয়ত শিক্ষা লাভৰ বাবে গৈছিল। গুৰু গৃহত বাস কৰি শাস্ত্ৰাদি অধ্যয়নৰ প্ৰথা ভাৰতবৰ্ষতে প্ৰথম প্ৰৱৰ্ত্তিত হয়।

ধনী-দৰিদ্ৰ, ৰাজপুত্ৰ আৰু ভিক্ষোপজীৱী ব্ৰাহ্মণ পুত্ৰ গুৰু গৃহত সকলোৱে সমভাৱে কষ্ট সহ্য কৰি বিদ্যা শিক্ষা কৰিব লগা হৈছিল। পৰবৰ্ত্তী কালত সেই বিশ্ববিদ্যালয়ৰ উপৰত পাশ্চাত্য প্ৰভাৱ বিস্তৃত হোৱাত শিক্ষাদান প্ৰণালীৰ কিছু ৰূপান্তৰ ঘটে। জাতক গ্ৰন্থত নিম্নলিখিত বিবৰণটি পোৱা যায়।

কাশী ক্ষেত্ৰৰ মহাৰজা ব্ৰহ্মদত্তই তেওঁৰ পুত্ৰক শিক্ষা লাভৰ বাবে তক্ষশীলা বিশ্ববিদ্যালয়লৈ পঠিয়াই দিছিল। কুমাৰৰ বয়স তেতিয়া ষোল্ল বছৰ। ৰজাই পুত্ৰক পত্ৰনিৰ্ম্মিত এটি ছাতা আৰু এক হেজাৰ মুদ্ৰা দি ক'লে — যোৱা পুত্ৰ! তক্ষশীলালৈ গৈ বিদ্যা শিক্ষা কৰি অহাগৈ। কুমাৰ তক্ষশীলালৈ গ'ল আৰু শিক্ষকৰ গৃহৰ ওচৰত উপস্থিত হৈ দেখিলে যে শিক্ষকে ছাত্ৰবিলাকক নিৰ্দ্দিষ্ট পাঠদান কৰি নিজৰ কুটিৰৰ সন্মুখত পদচাৰণা কৰি আছিল। কুমাৰ ছাতাটো নমাই থৈ শিক্ষকৰ ওচৰত উপস্থিত হ'ল। ক্লান্ত আৰু শ্ৰান্ত বালকক দেখি শিক্ষক আগবাঢ়ি আহি সুধিলে — তুমি কোন? ক'ৰ পৰা আহিছা?"

বিদ্যাৰ্থী কুমাৰে উত্তৰ দিলে — "মই ৰাজপুত্ৰ।" শিক্ষকে সুধিলে — "তুমি কিয় আহিছা?"

কুমাৰে বিনীত স্বৰে উত্তৰ দিলে — "মই আপোনাৰ ওচৰত অধ্যয়ন কৰিবলৈ আহিছো।"

শিক্ষকে পুনৰায় সুধিলে — "তুমি শিক্ষকৰ উপযুক্ত পাৰিশ্ৰমিক লৈ আহিছা নে তুমি মোৰ পৰিচৰ্য্যা কৰি শিক্ষালাভ কৰিবা বুলি মনস্থ কৰিছা?"

কুমাৰে উত্তৰ দিলে যে — "মই গুৰুদক্ষিণাৰ উপযোগী ধন লৈ আহিছো।" এইবুলি কৈ শিক্ষকৰ চৰণত সেই সহস্ৰ মুদ্ৰা প্ৰদান কৰিলে।

শিক্ষা লাভৰ বাবে কুমাৰৰ শাৰীৰিক কোনো কষ্ট কৰিব লগা নহ'ল।

শিক্ষকে প্ৰাণপণে যত্ন কৰি কুমাৰক স্বতন্ত্ৰভাৱে শিক্ষা দিবলৈ প্ৰবৃত্ত হ'ল।

এই প্ৰথা ভাৰতীয় নহয়। পাশ্চাত্যৰ অনুসৰণত এই প্ৰথা প্ৰবৰ্ত্তিত হৈছিল — সন্দেহ নাই।

ভাৰতৰ প্ৰাচীন ইতিহাসত শিক্ষা সম্বন্ধে এই প্ৰকাৰ বৈষম্যৰ দৃষ্টান্ত কচিৎহে দেখা যায়।

আনকি তক্ষশীলাত জীৱকে যেতিয়া অধ্যয়ন কৰিছিল, কোশল ৰজাৰ পুত্ৰ যুৱৰাজ প্ৰসেনজিতে তেওঁৰ লগত একলগে শিক্ষা লাভ কৰিছিল।

জীৱক এজন অজ্ঞাত কুলশীল ব্যক্তি বুলি পৰিচিত আছিল। অথচ ৰাজপুত্ৰৰ লগত তেওঁ একত্ৰে শিক্ষা লাভ কৰিছিল আৰু ৰাজসংসাৰত উচ্চপদ প্ৰাপ্ত হৈছিল। তক্ষশীলাৰ অধ্যাপক পদতো তেওঁ সমাসীন হ'ব পাৰিছিল।

ভাৰতীয় সংস্কৃতিত যোগ্য ব্যক্তিৰ বাবে যোগ্য স্থান সদায় উন্মুক্ত আছিল।●

# চিন্তা-বিপ্লৱৰ প্ৰতি আহ্বান

স্বাধীনতাৰ যুগত ভাৰতীয় সমাজৰ চিন্তাধাৰা আৰু ভাৰতীয় লোকৰ জীৱন ধাৰাৰ পৰিবৰ্তন ঘটিছে আৰু বহুপ্ৰকাৰ পৰিবৰ্তন ঘটিব এই কথা স্বীকাৰ কৰি ল'বলৈ কোনো সন্দেহ কাৰো মনত উপস্থিত হোৱাৰ আশংকা আজি নাই। এই কথা ক'বলৈকো আশংকা নাই ; কিন্তু বৰ্তমানৰ সমাজ-পৰিস্থিতিৰ আৰু সমাজৰ চিন্তাধাৰাৰ পৰিবৰ্তনৰ কাৰণ কি, সেই পৰিবৰ্তন প্ৰগতিমূলক নে অধোগতিমূলক পথেদি গৈছে আৰু সেই পৰিবৰ্তন কেতিয়াৰপৰা আৰম্ভ হৈছে সেই বিষয়ে মতভেদৰ উদ্ভৱ হোৱাৰ আশংকা আছে। আশংকাও এতিয়া নাই বুলি কোঁৱাৰ প্ৰত্যক্ষ প্ৰমাণ পোৱা গৈছে।

"আমাৰ স্বাধীনতাৰ আন্দোলন আৰম্ভ হোৱাৰ দিনৰে পৰা অৰ্থাৎ উনৈশ শতিকাৰ পৰা চলি অহা ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ মূল উদ্দেশ্য হ'ল ভাৰতীয় চিন্তাধাৰাৰ মহত্ত্ব বিদেশত প্ৰচাৰ কৰা।" ইয়াতেই মতভেদ হয়। ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ মূল উদ্দেশ্য সেইটো নহয়। প্ৰচাৰগন্ধী সাহিত্যৰ ধাৰাৰ ভিত্তি ভাৰতীয় দাৰ্শনিক চিন্তাধাৰা হ'ব পাৰে। কিন্তু ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ মূল উদ্দেশ্য হ'ব নোৱাৰে। কোনো দাৰ্শনিক মতবাদ যদি সত্য আৰু সুপ্ৰমাণিত হয় তাক ভাৰতৰ বাহিৰৰ দেশবোৰত প্ৰচাৰ কৰাত কোনো দোষ নাই ; কাৰণ দাৰ্শনিক মতবাদ বিশিষ্ট জ্ঞান আৰু অবিকাৰী সত্য অন্বেষণৰ মতবাদ। তাত ভাৰতৰ মহত্ত্ব প্ৰকাশ কৰাৰ উদ্দেশ্য যদি থাকেও, সেই উদ্দেশ্য দাৰ্শনিক মতবাদৰ উদ্দেশ্যৰ তুলনাত অতি নিকৃষ্ট। মূল উদ্দেশ্য হৈছে জ্ঞানৰ পোহৰ সমগ্ৰ মানৱ জাতিৰ কল্যাণৰ অৰ্থে সমগ্ৰ পৃথিৱীত বিতৰণ কৰি দিয়া। উনৈশ শতিকাৰ পৰা নহয়, ভাৰতবৰ্ষৰ এই প্ৰচেষ্টা তাতোকৈ অতীত কালৰ পৰা। পূৰ্বে সংস্কৃত ভাষাই জগতৰ ভিতৰত উৎকৃষ্ট আৰু সৰ্বাদৃত ভাষা ৰূপে পৰিগণিত হৈছিল কিন্তু বৰ্তমান কালত ইংৰাজী ভাষাৰ প্ৰাধান্য হে বাঢ়িছে ; সেই বাবে ইংৰাজী ভাষাত ভাৰতীয় সাহিত্যৰ প্ৰচাৰ ভাৰতীয় সাহিত্যিকসকলে কৰিব ধৰাটো সঁচা কথা ; কিন্তু তাৰ উদ্দেশ্য প্ৰচাৰধৰ্মী মাথোন নহয়। তাৰ উদ্দেশ্য মানৱধৰ্মী আৰু মানৱৰ কল্যাণ সাধনধৰ্মী।

"ভগৱানৰ বিষয়ে আগতে জানিব নোৱাৰিলে মানুহৰ বিষয়ে জানিব নোৱাৰি"— ভাৰতীয় পণ্ডিতজনৰ এই উক্তি অতি সত্য। ভগৱানক মূৰ্ত্ত আৰু অমূৰ্তভাৱে ভাৰতীয় দৰ্শনে স্বীকাৰ কৰিছে, প্ৰমাণ কৰিছে, উপলব্ধি কৰিছে আৰু

ভাৰতীয় দাৰ্শনিক আৰু সাধকসকলে ভগৱানক ভোগ কৰি আহিছে। মূৰ্ত আৰু অমূৰ্ত ভগৱানৰ মূল আখ্যা দিছে— সত্য 'সত্যং পৰং ধীমহি' বুলি, সেই সত্যস্বৰূপ পৰব্ৰহ্মক উপাসনা কৰিছে। সত্যই ঈশ্বৰ, সত্যই ধৰ্ম বুলি ভাৰতীয় শাস্ত্ৰসমূহে চিঞৰি চিঞৰি কৈছে আৰু গান্ধী-উক্তিত তাৰ প্ৰতিধ্বনি উঠিছে Truth is God পূৰ্বে গান্ধীজীয়ে কৈছিল God is truth ; পাচত সংশোধন কৰি কৈছে Truth is God সত্য দৰ্শনতকৈ উচ্চতৰ দৰ্শন এতিয়ালৈকে কোনো দাৰ্শনিক মতবাদত প্ৰকাশ পোৱা নাই। এই দৰ্শন প্ৰচাৰ কৰাটো মহত্ত্ব প্ৰচাৰ কৰা কথা নহয় আৰু 'মহত্ত্ব' প্ৰচাৰৰ বস্তু নহয়। 'মহত্ত্ব' স্বয়ং প্ৰচাৰিত হয়।

লৌকিক অলৌকিক কথাৰ সত্যতা অসত্যতা বহু বিচাৰ সাপেক্ষ। লৌকিকতা বহু ক্ষেত্ৰতে মিথ্যাভাৱৰ ওপৰত সমাজত প্ৰতিষ্ঠিত হৈ থকা দেখা যায় আৰু অলৌকিকতা মিছা বুলি ভাবিলেও তাৰ সত্যতা বহু ক্ষেত্ৰতে আজিও প্ৰমাণিত হৈ আছে।

জ্ঞানৰ অৰ্থ হৈছে ব্ৰহ্মজ্ঞান। ভাৰতীয় দাৰ্শনিকসকলে জ্ঞানৰ অৰ্থ সেইদৰেহে বুজে। বিজ্ঞানৰ অৰ্থ হৈছে বিশিষ্ট জ্ঞান। তাৰ অৰ্থ হৈছে শাস্ত্ৰৰ মাধ্যমত যুক্তিৰ সহায়ত ব্ৰহ্মপ্ৰমাণিত। প্ৰতিপাদিত আৰু ব্ৰহ্মৰ অস্তিত্ব প্ৰতিষ্ঠাপিত হ'ব পাৰে— জীৱে তাৰ দ্বাৰা জ্ঞানী হ'ব পাৰে কিন্তু সেই জ্ঞান উপলব্ধি কৰা, জ্ঞানৰ প্ৰভাৱত মনৰ মালিন্য দূৰীভূত কৰা আৰু সেই জ্ঞানৰ মাধুৰ্য উপভোগ কৰা বহু জ্ঞানী ব্যক্তিৰ ভাগ্যতো নঘটে। বিজ্ঞানৰ সহায়ত সেইটো ঘটে। ভগৱানে শ্ৰীকৃষ্ণই প্ৰিয়তম শিষ্য আৰু সখা অৰ্জুনক কৈছে—

জ্ঞানং তেহহং সবিজ্ঞানমিদং
বক্ষ্যাম্যশেষতঃ।
যজ্‌জ্ঞাত্বা নৈহ্‌ ভূয়োহন্যজ
জ্ঞাতব্যমবশিষ্যতে।।

সবিজ্ঞানম্ = অনুভৱ সহিতম্।

গীঃ ৭।২

মই তোমাক প্ৰত্যক্ষ অনুভৱ সহ মোৰ বিষয়ে জ্ঞান সম্পূৰ্ণভাৱে কওঁ শুনা, যিটো জানিলে আন একো জানিবলৈ বাকী নাথাকিব। ভাৰতীয় শাস্ত্ৰই ইয়াকেই বিজ্ঞান বোলে।

আধুনিক বিজ্ঞান জড়বিজ্ঞান। এই জড়বিজ্ঞান ক্ষিতি, অপ্, তেজ মৰুৎ, ব্যোম্ (গোন্ধ, ৰস, স্পৰ্শ আৰু শব্দ)। মনৰ কাৰণ অহঙ্কাৰ, বুদ্ধিৰ কাৰণ মহত্তত্ত্ব আৰু অহঙ্কাৰৰ কাৰণ অবিদ্যা— এই আঠপ্ৰকাৰ ভেদত বিভিন্ন। তাত এই জড়বিজ্ঞান নিকৃষ্ট। ই মোৰ অপৰা শক্তিৰ দ্বাৰা প্ৰভাৱিত।

মোৰ পৰা শক্তিৰ ক্ৰিয়া হৈছে সমগ্ৰ জগৎ ধাৰণ কৰা আৰু ইয়াৰ স্বৰূপ

হৈছে— জীৱস্বৰূপ অৰ্থাৎ চেতনা। সেই বাবে ভগৱানক জানিলেহে মানুহক জনা সম্ভৱ হয়। (গীঃ ৭।৪-৫)।

"আমাৰ কোনো ৰাজনৈতিক চিন্তাৰ ঐতিহ্য নাই।" জনক ৰজাৰ ৰাজনীতি, ভীষ্মৰ ৰাজনীতি, বিদুৰনীতি, শুক্ৰনীতি, চাণক্যৰ ৰাজনীতি, ৰাৱণৰ ৰাজনীতি— এইবোৰ ৰাজনৈতিক ঐতিহ্য নহয় নেকি?

'হিন্দুৰ উদাৰতাৰ আচল ৰহস্য' সম্পৰ্কে বহল আলোচনাৰ ঠাই কাকতৰ সম্পাদকে হয়তো নিদিব। হিন্দু ধৰ্মই আদি ধৰ্ম। হিন্দু ধৰ্ম মানে বৈদিক ধৰ্ম। বৈদিক ধৰ্মতকৈ উদাৰ ধৰ্ম নাই ; সেই বাবে এই ধৰ্ম সনাতন মানৱ ধৰ্ম। এই ধৰ্মৰ অৱমাননা হোৱাত সমাজত যি হিন্দু ধৰ্ম প্ৰচলিত হৈছে সেই ধৰ্ম সঙ্কীৰ্ণ আৰু স্বাৰ্থপৰতাপূৰ্ণ যেন দেখা গৈছে। হিন্দুৱে আব্ৰহ্মান্তম্ব পৰ্যন্তং-সমগ্ৰ পৃথিৱীৰ জীৱ-জন্তু, মনুষ্য আৰু তৃণ-উদ্ভিদ সকলোৰে মঙ্গল কামনা কৰে। নিতৌ সেই উদ্দেশ্যে অত্যন্ত এচলু পানী দানৰ ব্যৱস্থা কৰিছে। হিন্দু ধৰ্মৰ প্ৰধান আৰু মূলনীতি হৈছে ত্যাগ। হিন্দু ধৰ্মৰ পৰা যদি পৰাৰ্থে ত্যাগ কৰা নীতি বৰ্জিত হয়, সেই ধৰ্মক হিন্দু ধৰ্ম বা বৈদিক ধৰ্ম বুলিব নোৱাৰি। যুৱ সমাজে ভাৰতীয় শাস্ত্ৰ নপঢ়ে। ৰাজনীতিবিদ, শিক্ষাবিদ, সমাজনীতিবিদ, সাহিত্যিক ইত্যাদি প্ৰধান প্ৰধান লোকসকলেও ভাৰতীয় শাস্ত্ৰ নপঢ়ে, পঢ়িলেও মনোযোগেৰে নপঢ়ে। প্ৰকৃত দৃষ্টি-ভঙ্গীৰে বুজিবলৈ যত্ন নকৰে ; অথচ সেই শাস্ত্ৰবোৰৰ বিৰুদ্ধে বিষোদগাৰ কৰিবলৈ সদায় ব্যগ্ৰ আৰু উৎসুক হয়। পৃথিৱীৰ ভিতৰত অন্যতম শ্ৰেষ্ঠ গ্ৰন্থ 'গীতা'খননো কেইজন লোকে প্ৰকৃত মৰ্ম গ্ৰহণৰ উদ্দেশ্যে পঢ়ে? অৰবিন্দৰ ব্যাখ্যা, তিলকৰ ব্যাখ্যা কেইজনে পঢ়িছে? আন এটা কথা হৈছে— দাৰ্শনিক শ্ৰেণী, যোদ্ধা শ্ৰেণী, ব্যৱসায়ী আৰু কৃষক শ্ৰেণী আৰু কৰ্মচাৰী শ্ৰেণী কোন দেশত নাই? আমাৰ দেশত নিপুণতা ৰক্ষাৰ বাবে পুৰুষাণুক্ৰমিক এই শ্ৰেণী-ব্যৱস্থা চলি আহিছে। এইখিনি মাত্ৰ প্ৰভেদ। নিপুণতা ৰক্ষাৰ বাবে পুৰুষাণুক্ৰমিক চলি অহা ব্যৱসায় ত্যাগ কৰিবলৈ গান্ধীজীয়েও নিষেধ কৰিছে ; কেৱল কৰ্মৰ প্ৰতি হেয় ভাব ত্যাগ কৰিবলৈ উপদেশ দিছে। সমাজ-সংস্কাৰৰ নীতি ইয়াতে নিহিত আছে।

'চিন্তাৰ বিপ্লৱৰ প্ৰতি আহ্বান' আহিব লাগে ভাৰতীয় ধৰ্মনীতি, সমাজনীতি, ৰাজনীতিৰ য'ত অপপ্ৰয়োগ হৈছে, য'ত উলংঘন হৈছে, য'ত স্বেচ্ছাচাৰিতা আহিছে সেইবোৰ ক্ষেত্ৰত। শাস্ত্ৰৰ দোষ উদ্‌ঘাটন কৰিবলৈ গ'লে শাস্ত্ৰৰ জ্ঞান পূৰ্বে আহৰণ কৰিব লাগিব। ভাৰতীয় শাস্ত্ৰ-সাহিত্যৰ গ্ৰন্থকাৰসকলে যি উদ্দেশ্য প্ৰণোদিত হৈ, যি দৃষ্টিভঙ্গীৰে গ্ৰন্থ ৰচনা কৰিছিল, সেই উদ্দেশ্য মনত ৰাখি সেই দৃষ্টিভঙ্গীৰে ভাৰতীয় শাস্ত্ৰ-সাহিত্য অধ্যয়ন কৰিব লাগিব। উপৰুৱাভাৱে পঢ়িলে, পাশ্চাত্য সাহিত্য আৰু ৰাজনৈতিক মতবাদৰ দৃষ্টিভঙ্গীৰে পঢ়িলে নহ'ব ; তদুপৰি যিসকল পাশ্চাত্য পণ্ডিতে ভাৰতীয় ধৰ্ম-শাস্ত্ৰ, সাহিত্য আৰু ৰাজনীতি-সমাজনীতিৰ

গ্ৰন্থসমূহৰ ভূয়সী প্ৰশংসা কৰিছে সেই পণ্ডিতসকলৰ ৰচনাবোৰো পঢ়ি বুজি চাব লাগিব।

মূল ৰামায়ণ আৰু মূল মহাভাৰত পঢ়িলে মানুহৰ সকলো সমস্যাৰে সমাধান সূত্ৰ এই দুইখন গ্ৰন্থৰ ভিতৰতে পোৱা যায়।

## ভাৰতীয় শ্ৰমবিমুখতাৰ কাৰণ

ভাৰতীয় শ্ৰমবিমুখতাৰ কাৰণ হৈছে প্ৰচলিত শিক্ষানীতি। ভাৰতীয় কৃষ্টি-সংস্কৃতি ধ্বংস কৰি চিৰকাল ভাৰতবৰ্ষক পদানত কৰি ৰখাৰ উদ্দেশ্যে যি নীতি প্ৰবৰ্ত্তন কৰা হৈছিল, সেই নীতিৰ উচ্ছেদ সাধন কৰাহে হৈছে প্ৰথম কথা। তাৰ বাবে জাতিভেদ প্ৰথাক দোষাৰোপ কৰিলে প্ৰকৃত দৃষ্টিভঙ্গী লোৱা নহয়। চাকৰিমুখী, পদবীলোভী শিক্ষানীতি পৰিবৰ্তন কৰি সমাজৰ সুখ-শান্তি যি নীতিৰে আহিব পাৰে সেই নীতিহে গ্ৰহণ কৰিব লাগিব।

শ্ৰমিক-আন্দোলন গঢ়ি তুলিলে শ্ৰমিকৰ শান্তি আহিবৰ আশা নাই। শ্ৰমিকৰ শান্তি কোন পথেদি আহিব পাৰে সেই পথ বিচাৰি উলিয়াব লাগিব। সেই পথ অন্বেষণত পোৱা যাব যে বিলাসে কাৰো বাবে শান্তি আনিব নোৱাৰে। বিলাস-ভোগৰ আকাংক্ষা যি যিমান ত্যাগ কৰিব পাৰে তেওঁ সিমান শান্তি ভোগ কৰিবলৈ পায়। তেতিয়া ভাৰতীয় শাস্ত্ৰৰ মহত্ব আৰু মাহাত্ম্য আপোনা-আপুনি ফুটি ওলাব।

শাস্ত্ৰসমূহে আদৰ্শৰ সন্ধানহে দিব পাৰে। সেই আদৰ্শ ৰূপায়ণ কৰাৰ কৰ্তব্য হৈছে চৰকাৰৰ। সমাজৰ আৰু ব্যক্তিৰ নিজৰ। ভাৰতীয় সমাজত, ভাৰতীয় পৰিবেশত আৰু ভাৰতৰ ভূমিত যি নীতি অৱলম্বনীয়, তাক পৰিত্যাগ কৰি বিজতৰীয়া নীতি অৱলম্বন কৰিলে ভাৰতীয় লোকৰ দুখ ভোগ হ'বই। প্ৰত্যেক মানুহৰ ধাতুত পুৰুষাণুক্ৰমিক চলি অহা সংস্কাৰ বিদ্যমান। সেই সংস্কাৰৰ বিৰুদ্ধে বিজতৰীয়া সংস্কাৰৰ পন্থা উপস্থাপিত কৰিব খুজিলে সংঘাত অৱশ্যম্ভাৱী।●

# মুখস্থ বিদ্যাৰ আৱশ্যকতা আছে

"আবৃত্তিঃ সৰ্ব্ব শাস্ত্ৰণাং বোধাদপি গৰীয়সী"। শাস্ত্ৰ মুখস্থ কৰি ৰাখিলে বুজি ৰখাতকৈ বেছি ফলদায়ক হয়। এইবাবে আমাৰ দেশত সংস্কৃত টোলবিলাকত আৰু মক্তৱ-মাদ্ৰাচাবিলাকত মুখস্থ কৰোৱাটো শিক্ষাদানৰ প্ৰধান অঙ্গ আছিল।

সংস্কৃত টোলত পঢ়িলে "অমৰ কোষ" অভিধান, ৰত্নমালা ব্যাকৰণ বা যি কোনো ব্যাকৰণ— পাণিনি, কলাপ, মুগ্ধবোধ, শ্ৰীমদ্ভাগৱত গীতা মুখস্থ কৰাটো সকলো ছাত্ৰৰেই অৱশ্য কৰ্ত্তব্য আছিল। মক্তৱ-মাদ্ৰাচাবিলাকতো কোৰাণৰ কিছু কিছু অংশ মুখস্থ কৰিবই লাগিছিল। এই মুখস্থ কৰা শাস্ত্ৰবিলাকৰ পৰা ছাত্ৰৰ ভৱিষ্যত জীৱনত বহু সহায়ক হৈছিল। বিশেষকৈ নীতি শ্লোকবিলাক আৰু কঠিন কঠিন প্ৰশ্ন আৰু সমস্যা সমাধানৰ শ্লোকবিলাক মুখস্থ কৰাৰ পৰা ছাত্ৰৰ কৰ্ম্মজীৱনত আৰু চৰিত্ৰ গঠনত সহায় হৈছিল।

যেতিয়াৰ পৰা টোল বা মক্তাৱ পদ্ধতিৰ শিক্ষা পদ্ধতি ৰদ হৈ আহিবলৈ আৰু শিক্ষাৰ নতুন পদ্ধতিৰ প্ৰচলন হ'বলৈ ধৰিলে তেতিয়াৰ পৰা মুখস্থ কৰা অভ্যাস কমি আহিল। শাস্ত্ৰ বাক্যবোৰ মুখস্থ কৰাৰ পৰা ছাত্ৰৰ ধৰ্ম্মীয় জীৱনতো সহায় হৈছিল। নীতি শ্লোকবিলাক আইনৰ ধাৰাৰ নিচিনা। এই বিলাক মুখস্থ কৰাৰ পৰা ধৰ্ম্ম, আইন, সমাজ, সামাজিক আচাৰ আৰু ব্যক্তিগত চৰিত্ৰ গঠনৰ ক্ষেত্ৰত ছাত্ৰই কৰ্ম্মজীৱনত যথেষ্ট উপাদান ব্যৱহাৰ কৰিবলৈ পাইছিল। যিবিলাক ছাত্ৰই এইদৰে শাস্ত্ৰবাক্য, শাস্ত্ৰ আৰু নীতি শ্লোকবিলাক মুখস্থ কৰিছিল সেইবিলাক ছাত্ৰই পুনৰায় শিক্ষক জীৱনত নিজৰ নিজৰ ছাত্ৰক সেইবোৰ মুখস্থ কৰাইছিল। এইদৰে অধ্যয়নৰ কালডোখৰত চৰিত্ৰ গঠন হৈছিল আৰু শিক্ষাৰ এটা উদ্দেশ্য সাধনত সহায় হৈছিল। আজিকালিও পুৰণি ধৰণৰ সংস্কৃত টোলত পণ্ডিতসকলৰ আৰু মক্তৱ-মাদ্ৰাচাত পঢ়া মৌলবীসকলৰ শাস্ত্ৰবাক্য মুখস্থ থকাৰ যথেষ্ট উদাহৰণ পোৱা যায়। তেওঁলোকৰ মুখস্থ ৰখা শক্তি দেখি আমি আচৰিত হওঁ।

মুখস্থ কৰাৰ এটা সময় থাকে। বাল্যকালত যিমান মুখস্থ কৰা যায়, বয়স হোৱাৰ লগে লগে সিমান মুখস্থ নহয়। সেইবাবে বুজিলেও নুবুজিলেও বাল্যকাল ডোখৰত আৱশ্যকীয় শাস্ত্ৰ যেনে 'অমৰ কোষ' শ্ৰীমদ্ভাগৱত গীতা, চাণক্যশ্লোক, শুক্ৰনীতিৰ শ্লোক, হিতোপদেশৰ শ্লোক ইত্যাদিবিলাক ছাত্ৰক মুখস্থ কৰোৱা হৈছিল। বয়স হোৱাৰ লগে লগে আৰু বোধশক্তি বাঢ়ি অহাৰ লগে লগে পূৰ্ব্বৰ মুখস্থ কৰা শাস্ত্ৰবোৰ ক্ৰমে ক্ৰমে আপোনা-আপুনি বোধগম্য হৈ আহে আৰু হৃদয়ঙ্গম হৈ যায়। ছাত্ৰক শিক্ষা দিয়া ই এটা বৰ আৱশ্যকীয় পদ্ধতি।

আজিকালি এই পদ্ধতিৰ প্ৰচলন নাই। পদ্য মুখস্থ কৰোঁৱা পদ্ধতি আছিল কিছুদিনলৈকে। আজিকালি সেইটোও প্ৰায বন্ধ হৈ আহিছে। বিখ্যাত কবিসকলৰ যিবোৰ কৱিতা সেই কৱিতাবিলাকতো নানা প্ৰকাৰ নীতিবাক্য, অভিজ্ঞতাৰ মৰ্ম্মকথা, শাস্ত্ৰৰ আৰু সমাজ জীৱনত নান প্ৰকাৰ উপদেশমূলক নীতিৰ কথা আছে। কালিদাস, ভবভূতিৰ কাব্যত যেনেকৈ এইবোৰ কথা আছে। চেক্সপিয়াৰ, মিল্‌টন্‌ৰ নাটক আৰু কাব্যতো তেনে কথাবোৰ আছে। বাৰ্কৰ পাৰ্লিযামেণ্টত দিয়া বক্তৃতাবোৰ মুখস্থ কৰা লোক এতিয়াও ৰাজনৈতিক নেতাসকলৰ মাজত আছে। ওৱাৰেন হেষ্টিংছক ৰাজদ্ৰোহী কৰাৰ সময়ত বাৰ্কে যি বক্তৃতা দিছিল, সেই বক্তৃতাবোৰ মুখস্থ আছিল, তেনে লোকৰ গৌৰৱ সমাজত এদিন যথেষ্ট পৰিমাণে আছিল। মুখস্থ কৰোঁৱা শিক্ষাদান কাৰ্য্যৰ এটি প্ৰধান অঙ্গ। সেইবাবে পাঠ্যপুথি নিৰ্ব্বাচন আৰু কৱিতা নিৰ্ব্বাচনত সাৱধান হ'ব লাগে। মুখস্থ কৰিব লগীয়া পদ্যৰ নিৰ্ব্বাচন আজিও শিক্ষা বিভাগৰ পাঠ্যৰ লিষ্টত আছে। পৰীক্ষাৰ সময়তো মুখস্থ লিখিবলৈ দিয়া হয় কিন্তু সৰহভাগ ল'ৰাই সেই প্ৰশ্নটোৰ উত্তৰ নিলিখে ; কাৰণ পদ্যমুখস্থ কৰা অভ্যাস ছাত্ৰসকলৰ মাজৰ পৰা আঁতৰি গৈছে।

কিছুমান কৱিতা, কিছুমান গদ্যসাহিত্য আৰু কিছুমান নীতি বাক্য, ল'ৰা-ছোৱালীক অৱশ্য মুখস্থ কৰাব লাগে। ধৰ্ম্মীয় জীৱনত ভগৱানৰ স্তৱ-স্তুতি মুখস্থ কৰা এটা অৱশ্য কৰ্ত্তব্য অঙ্গ। আগৰ দিনত ধ্যান, স্তৱ, স্তুতি, প্ৰাৰ্থনা, ঈশ্বৰৰ নাম ইত্যাদিৰে পূৰ্ণ যিবিলাক শ্লোক সেইবিলাক শ্লোক বাপেক মাকওে ল'ৰা-ছোৱালীক মুখস্থ কৰিবলৈ বাধ্য কৰিছিল। আজি কালি সেই অভ্যাসো আঁতৰি গৈছে।

*অমৰ সি জন কৰে যেইজন সদায় আনৰ হিত।*
*সত্য কথা কয়, ধৰ্ম্ম পথ লয়, পাপত নিদিয়ে চিত।।*

তৃতীয়মানৰ পাঠ্যপুথিত "প্ৰকৃত অমৰ" নামৰ পদ্যটোত এনে ধৰণৰ মূল্যবান কথাবোৰ আছে। প্ৰত্যেক ল'ৰা-ছোৱালীয়ে যদি মুখস্থ কৰে আৰু সেই মুখস্থ যদি স্থায়ী হয়, এদিন নহয় এদিন তাৰ প্ৰকৃত অৰ্থ সিহঁতৰ বোধগম্য হ'ব। ভৱিষ্যত জীৱনত কৱিতাত পোৱা নীতি কথাবোৰে নিশ্চয় ক্ৰিয়া কৰিব।

"প্ৰাৰ্থনা" নামৰ কৱিতাটোত আছে—

*বিঘিনি আহিলে ধীৰভাৱে যেন যুজিব সততে পাৰোঁ*
*কৰিবলগীয়া কাম দেখি যেন সততেই আগবাঢ়ো।।*

দ্বিতীয়মান, তৃতীয়মানৰ ল'ৰা-ছোৱালীক এনেবোৰ কৱিতা মুখস্থ কৰিবলৈ দিয়া হৈছে ; কিন্তু সৰহভাগ ল'ৰা-ছোৱালীয়ে মুখস্থ নকৰে। শিক্ষক সকলেও জোৰ নিদিয়ে, পৰিদৰ্শকসকলেও পৰিদৰ্শনৰ সময়ত ভালদৰে নাচায়।

পৰিদৰ্শনৰ সময়ত আমি দেখিছো যে সৰহভাগ ল'ৰা-ছোৱালীয়ে পদ্য মুখস্থ নকৰে। আকৌ তলৰ শ্ৰেণীত মুখস্থ কৰা পদ্যটো ওপৰৰ শ্ৰেণীত সুধিলে

মুখস্থ গাব নোৱাৰে। পদ্যৰ ভিতৰত থকা নীতি কথাবোৰে যদি শিক্ষকৰ মনত সাঁচ বহুৱায়, এনে অৱহেলা আহিব নোৱাৰে। এই পদ্যবোৰে ল'ৰা-ছোৱালীৰ চৰিত্ৰ গঠনত যথেষ্ট সহায় কৰে।

সংস্কৃত সাহিত্যত নীতি কথাৰে ভৰপুৰ বহু শ্লোক আছে। পঞ্চতন্ত্ৰ, হিতোপদেশ, ভোজ প্ৰবন্ধ, দ্বাত্ৰিংশৎ পুত্তলিকা ইত্যাদি পাঠ্যপুথিত যিবোৰ শ্লোক আছে সেই শ্লোকবোৰ কেনো ছাত্ৰই মুখস্থ নকৰে। শ্ৰীৰামচন্দ্ৰই লক্ষ্মণৰ শক্তিশেলৰ সময়ত বিলাপ কৰিছে—

*দেশে দেশে কলত্ৰাণি দেশে দেশে চ বান্ধবাঃ।*
*তং তু দেশং ন পশ্যামি যত্ৰ ভ্ৰাতা সহোদৰঃ।।*

যি দেশতে যোৱা যায় সেই দেশতে ইচ্ছা কৰিলে বিবাহ কৰি স্ত্ৰী পোৱা যাব পাৰে আৰু সকলো দেশতে বন্ধু সংগ্ৰহ হ'ব পাৰে কিন্তু যি দেশত সহোদৰ ভাই পোৱা যায় তেনে দেশতো মই দেখা নাপাওঁ।

এই শ্লোকৰ পৰা সহোদৰ প্ৰীতিৰ উজ্জ্বল দৃষ্টান্ত ফুটি উঠে।

নীতি শাস্ত্ৰৰ এটি শ্লোক আছে স্কুলৰ পাঠ্য পুথিত—

*দুষ্টা ভাৰ্য্যা শঠং মিত্ৰং ভৃত্যশ্চোত্তৰদায়ক।*
*সসৰ্পে চ গৃহে বামঃ মৃত্যুৰেব ন সংশয়।।*

ভাৰ্য্যা যদি অসতী হয়, মিত্ৰ যদি শঠ হয়, ভৃত্যই যদি কথাৰ উত্তৰ দিয়ে আৰু ঘৰত যদি সাপে বাহ লয় তেতিয়াহ'লে মৃত্যু নিশ্চিত, তাত সন্দেহ নাই।

এনে ধৰণৰ শ্লোক মুখস্থ থাকিলে সাংসাৰিক জীৱনত সহায় হয়।

মহাত্মা গান্ধীয়ে প্ৰাৰ্থনা সভাত গীতাৰ দ্বিতীয় অধ্যায়টো আৰু দ্বাদশ অধ্যায়টো গোৱাইছিল আৰু সকলোকে মুখস্থ কৰিবলৈ কৈছিল। দ্বিতীয় অধ্যায়ত প্ৰধানতঃ আত্মতত্ত্ব বিষয়ক জ্ঞানৰ কথা আলোচনা কৰা হৈছে। সমগ্ৰ গীতাত জ্ঞান, কৰ্ম্ম আৰু ভক্তি এই তিনিবিধ যোগ আৰু প্ৰসঙ্গক্ৰমে সত্ত্ব, ৰজঃ আৰু তম এই তিনি গুণ, পুৰুষ প্ৰকৃতি, সংসাৰ মোহ, মোক্ষ ইত্যাদি বিষয়ে বিভিন্ন অধ্যায়ত আলোচতি হৈছে। দ্বিতীয় অধ্যায়ত এই বিষয়বিলাককে সূত্ৰাকাৰে বিভিন্ন স্থলত উল্লেখ কৰিছে। এই কাৰণে এই অধ্যায়ক "গীতাৰ্থ -সূত্ৰ" বুলি কোৱা হয়। সমগ্ৰ গীতাৰ সাৰ এই অধ্যায়তে আছে। এই অধ্যায় মুখস্থ কৰিলে গীতাৰ্থ ক্ৰমে ক্ৰমে হৃদয়ঙ্গম হয়। দ্বাদশ অধ্যায়ত শ্ৰীভগবানে কৈছে মোৰ ভক্তই কাকো দ্বেষ নকৰে, মোৰ ভক্ত সকলোৰে প্ৰতি মিত্ৰভাবাপন্ন, দয়ালু আৰু ক্ষমাবান। তেওঁ সমস্ত বুদ্ধি আৰু অহঙ্কাৰ বৰ্জ্জিত, তেওঁৰ মনত শত্ৰু-মিত্ৰ, মান-অপমান, শীত-উষ্ণ, শুভ-অশুভ, নিন্দা-স্তুতি, হৰ্ষ-দ্বেষ সকলো সমান। তেওঁ উদাসীন হৈও কৰ্ম্মব্যস্ত, সংসাৰত থাকিও গৃহ সংসাৰত মমত্ব বুদ্ধিহীন। অহিংস সাধনৰ পক্ষে এই অধ্যায় মূল মন্ত্ৰ স্বৰূপ। গান্ধীজীয়ে আশ্ৰমবাসীবিলাকক আশ্ৰমত আৰু প্ৰাৰ্থনা সভাত যোগ দিয়া সকলোকে এই অধ্যায় নিতৌ পাঠ কৰিবলৈ আৰু মুখস্থ কৰিবলৈ

কৈছিল। বুজক নুবুজক নিতৌ পাঠ কৰিলে তাৰ অৰ্থ আপোনা-আপুনি বোধগম্য হয়। নিতৌ হিন্দুৰ গীতা পাঠৰ মূল অৰ্থ এয়ে।

শিক্ষাৰ ক্ষেত্ৰৰ পৰা যদি আবৃত্তি বা মুখস্থ কৰা অভ্যাস আঁতৰি যায় শিক্ষাৰ মানদণ্ড কমি অহা স্বাভাৱিক, চৰিত্ৰ গঠন কাৰ্য্যত শিক্ষাৰ মূল্য কমি অহা আচৰিত কথা নহয় আৰু প্ৰকৃত জ্ঞান আহৰণত বাধা ওপজে।

প্ৰাইমেৰী শ্ৰেণীৰ পৰা আৰম্ভ কৰি শিক্ষাৰ সকলো স্তৰতে মুখস্থ বিদ্যাৰ আৱশ্যকতা আছে। পৰীক্ষা পাছ কৰিবৰ্লৈ প্ৰশ্নৰ উত্তৰ মুখস্থ কৰাৰ সাৰ্থকতা বাস্তৱ জীৱনত নাই। সেইবাবে শিক্ষা বিভাগে এনে ধৰণৰ মুখস্থ কৰা অভ্যাসৰ নিন্দা কৰে। উপযুক্ত কথা মুখস্থ কৰি ৰাখিলে নোট মুখস্থ কৰাতকৈ সহায় হয়— আনকি পৰীক্ষাতো সেই বাবে পাঠ্যক্ৰমত মুখস্থ কৰোৱাটো বাধ্যতামূলকভাৱে থকা উচিত। মাধ্যমিক শিক্ষাৰ স্তৰলৈকে অন্ততঃ ইয়াৰ এটি প্ৰধান স্থান থকা উচিত। ইয়াৰ বাবে এখন সুকীয়া প্ৰশ্ন কাকত থকাও দোষৰ কথা নহয়। বৰ্ত্তমানত পাঠ্যপুথিত যিবোৰ ভাল ভাল কৱিতা আছে সেইবোৰ কৱিতা সঁচাকৈয়ে ছাত্ৰ-ছাত্ৰীয়ে মুখস্থ কৰেনে নকৰে তাক নিৰ্ণয় কৰাৰ এটি ব্যৱস্থা লাগে। পৰিদৰ্শকসকলেও স্কুল পৰিদৰ্শনৰ সময়ত এই বিষয়ে বিশেষ মনোযোগ দিব লাগে।

স্কুল বঁটা বিতৰণী সভাবিলাকত কিছুমান দৃশ্য আৰু আবৃত্তিৰ অভিনয় কৰোৱা হয়। স্কুলৰ সভা সমিতিবিলাকত দীঘলীয়া কাৰ্য্যক্ৰমণিকা থাকে। তাত যিবিলাক দৃশ্য আৰু আবৃত্তিৰ অভিনয় কৰা হয় সেইবিলাকৰ ভিতৰত ৰুচিবিগৰ্হিত আৰু শিক্ষাৰ অনুপযোগী বহুতো দৃশ্যাভিনয় আৰু আবৃত্তিৰ ব্যৱস্থা থাকে। এইবিলাকৰ ক্ষেত্ৰত কৰ্ত্তৃপক্ষৰ আৰু শিক্ষকসকলৰ যথেষ্ট দায়িত্ব আছে। সকলো প্ৰকাৰৰ দৃশ্যাভিনয় আৰু আবৃত্তিৰ অভিনয় ছাত্ৰ-ছাত্ৰীক কৰিব দিব নালাগে। আকৌ দেখা যায় দৃশ্যাভিনয়বিলাকত বাজেও কৱিতা আবৃত্তিৰ ক্ষেত্ৰতো গোটেইটো কৱিতা পটৰ আঁৰৰ পৰা সোঁৱৰাই দিব লগা হয়। শিক্ষামূলক কৱিতা বিলাক ছাত্ৰই কিয় সম্পূৰ্ণৰূপে মুখস্থ নকৰিব? মুখস্থ কৰিব নোৱাৰিলে আবৃত্তি কৰিবও দিব নালাগে। মুখস্থ নকৰিলে কৱিতাবিলাকে ছাত্ৰৰ মনত স্থায়ী সাঁচ বহুৱাব নোৱাৰে। দৃশ্যাভিনয় বিলাকতো কোনো কোনো নয়াকৰ উক্তিত যথেষ্ট শিক্ষামূলক কথা থাকে। সেইবোৰ মুখস্থ হ'লে যিমান উপকাৰ হয়, সোঁৱৰাই দিয়া পাৰ্ট কোৱাৰ পৰা সিমান উপকাৰ নহয়। স্কুলৰ সকলো কাৰ্য্য শিক্ষামূলক হ'ব লাগে।

আজিৰ দিনত যিবিলাক লিখকে নগ্ন সাহিত্যৰ সৃষ্টি কৰিছে, সেই লিখকসকলে যদি ছাত্ৰ অৱস্থাত এনে নীতি শ্লোকবোৰ মুখস্থ কৰিলেহেঁতেন আৰু স্কুল-কলেজবিলাকত এনে ধৰণৰ নীতি শ্লোকবিলাকৰ যথেষ্ট মূল্য দিয়া হ'লহেঁতেন, হয়তো বা নগ্ন সাহিত্য সৃষ্টিত তেওঁলোকৰ কাপ ইমান নচলিলহেঁতেন।●

# কৰ্ম্মকেন্দ্ৰিক শিক্ষানীতি কি, পন্থা কি ?

কৰ্ম্মকেন্দ্ৰিক শিক্ষাৰ নীতি ঘাইকৈ দুটা। প্ৰথমতঃ কৰ্ম্মকেন্দ্ৰিক শিক্ষাই মনঃসংযমৰ প্ৰশিক্ষণ দিয়ে আৰু দ্বিতীয়তঃ জীৱিকা অৰ্জ্জনৰ পথ মুকলি কৰি দিয়ে।

**মনঃ সংযমৰ শিক্ষা**

শাৰীৰিক কৰ্ম্মই মানুহৰ অঙ্গ-প্ৰত্যঙ্গবোৰ কৰ্ম্ম কৰিবৰ বাবে অভ্যস্ত কৰি তোলে। কোনো কৰ্ম্ম নকৰকৈ কোনো মানুহ থাকিব নোৱাৰে ; কিন্তু কৰ্ম্ম কৰিবলৈ মানুহে কৰ্ম্মৰ অভ্যাস কৰিব লাগিব। মানুহৰ যিটো নিজস্ব কৰ্ম সেইটো কৰিবলৈ সক্ষমতা অৰ্জ্জন কৰিব নোৱাৰিলে স্বাভাৱিকতে মানুহৰ পৰনিৰ্ভৰশীল হোৱাৰ প্ৰয়োজনীয়তা আহি পৰে। পৰনিৰ্ভশীল হ'ব লগা হ'লে মানুহৰ জীৱন যাত্ৰাত নানা প্ৰকাৰ বাধা-বিপত্তি উপস্থিত হয় আৰু মানসিক সুখ-শান্তিতো বিঘিনি ঘটে। মানুহে জীৱন যুদ্ধত সকলো পৰিস্থিতিতে নিজৰ কৰ্মণ্যতাৰ সহায়েৰেহে জয় লাভ কৰিব লাগিব। অকৰ্মণ্য লোকে পদে পদে বাধা পায়।

প্ৰশ্ন উঠে যে খেলাৰ দ্বাৰাও শৰীৰৰ অঙ্গ প্ৰত্যঙ্গবোৰ পৰিবৰ্দ্ধন পায় আৰু খেলাৰ মাধ্যমতো শৰীৰৰ ইন্দ্ৰিয়বোৰ কৰ্মঠ আৰু সক্ষম কৰি তুলিব পাৰি। খেলা আৰু কৰ্ম্মৰ পৰস্পৰৰ ভিতৰত কি প্ৰভেদ আছে সেইটো বিচাৰ কৰাৰ আৱশ্যকতা আছে। কৰ্মৰ মাধ্যমত মনঃ সংযমৰ পৰিসৰ কিমানখিনি আৰু ক্ৰীড়াৰ মাধ্যমত মনঃ সংযমৰ পৰিসৰ কিমানখিনি, নে উভয়ৰ মাধ্যমতে সেই পৰিসৰ সমান তাকো বিচাৰ কৰি চাবৰ আৱশ্যকতা আছে।

**ক্ৰীড়া**

পাচিত বা দোলাত শিশু এটিক শুৱাই থ'লে, হাত-ভৰি আজোৰা-আজুৰি কৰি নাইবা নচুৱাই শিশুৱে খেলা কৰে, এই দৃশ্য সকলোৱে চকুত পৰিছে নিশ্চয়। সিও শিশুৰ এক প্ৰকাৰ খেলা আৰু এই ক্ৰীড়া প্ৰবৃত্তি শিশুৰ সহজাত। সেইবাবে এইটো স্পষ্ট প্ৰতীয়মান হয় যে ক্ৰীড়া মানৱ শিশুৰ স্বভাৱ। মানৱ শিশুৰেই নহয়, পশু-পক্ষীৰ ভিতৰতো এই স্বভাৱ পৰিলক্ষিত হয়। শিশুৰ মনৰ সেই ক্ৰীড়া প্ৰবৃত্তি ক্ৰমে খেলা পথাৰত ক্ৰমবৰ্দ্ধমান ৰূপে পৰিস্ফুট হৈ উঠে। গতিকে শাৰীৰিক শ্ৰমেৰে কোনো নিৰ্দ্দিষ্ট কৰ্ম্ম নকৰাকৈও মানৱ-শৰীৰ ক্ৰীড়াৰ মাধ্যমতো পৰিবৰ্দ্ধিত আৰু সবল সক্ষম হ'ব পাৰে।

কিন্তু তথাপি খেলা আৰু কৰ্মৰ ভিতৰত প্ৰভেদ আছে। সেই প্ৰভেদ মনস্তাত্ত্বিক ভাৱে আমি ইয়াত বিচাৰ কৰিব খোজা নাই। এই উভয়ৰ মাজত বৰ্ত্তমান থকা মূলতত্ত্ব এটিহে উল্লেখ কৰিব খুজিছো।

প্ৰথমতঃ কব লাগিব যে পশু-পক্ষীৰ শিশু-শাৱক বিলাকৰ ক্ৰীড়া-প্ৰবৃত্তিৰ উপযোগিতা হৈছে যে সিহঁতে এই প্ৰবৃত্তিৰ মাধ্যমত ভৱিষ্যতে খাদ্য সংগ্ৰহৰ অভ্যাস গঢ়ি লয় ; কিন্তু মানৱ শিশুৱে তাৰ মাধ্যমত খাদ্য উপাৰ্জ্জনৰ অভ্যাস গঢ়ি লব নোৱাৰে। দ্বিতীয়তঃ কব লাগিব যে ক্ৰীড়াৰ সক্ৰিয়তা কেৱল মাত্ৰ ক্ৰীড়াৰ আমোদৰ বাবে হে, ক্ৰীড়াৰ সক্ৰিয়তাত কোনো প্ৰকাৰ আৰ্থিক ফল বা লাভ নাই। ইয়াৰ মাধ্যমত উৎপাদনশীল কোনো অভ্যাস গঢ়ি লব নোৱাৰি।

মনুষ্য জীৱন কৰ্মৰেই জীৱন। কৰ্মব্যতিৰেক জীৱনৰ সাফল্য নাহে। সেই বাবে কৰ্মৰ মাধ্যমতেহে শিশুৰ শিক্ষা আৰম্ভ কৰিব লাগে। শিশুৰ প্ৰকৃতিতে সেই স্বভাৱ বৰ্ত্তমান। সেই স্বভাৱ হৈছে সহজাত আবেগ (Instinct)। সেই সহজাত আবেগৰ পৰিস্ফুৰণ হ'ব পাৰে কৰ্ম্মৰ মাধ্যমত। শিশুক কৰ্মৰ পৰা বিৰত কৰি ৰাখিলে সেই সহজাত আবেগ পৰিস্ফুৰণ- হোৱাৰ সম্ভাৱনা নাথাকে আৰু ক্ৰমে সেই আবেগ ক্ষীণৰ পৰা ক্ষীণতৰ হৈ অনভ্যাসবশতঃ মৃতপ্ৰায় বা লুপ্তপ্ৰায় অৱস্থা পাব গৈ। বয়স হৈ আহিলে তাক পুনৰুজ্জীৱিত কৰা সুকঠিন বা অসম্ভৱ হৈ পৰে। বৰ্ত্তমান পদ্ধতিৰ শিক্ষাই সমগ্ৰ জাতিটোক চাকৰিমুখী কৰি সেই অৱস্থাত উপনীত কৰাইছে।

কৰ্ম্মৰ বিভিন্ন স্তৰ আছে। কোনো এটি কৰ্ম্ম কৰিবলৈ কেনেকৈ আৰম্ভ কৰিব লাগিব, কেনেকৈ তাক ক্ৰমে ক্ৰমে সম্পূৰ্ণ কৰিব লাগিব, সেই কৌশল আয়ত্ত কৰিব লাগে। সেই কৰ্ম্মপদ্ধতিৰ ধাৰাবাহিক সক্ৰিয়তাৰ মাজেদি মনঃসংযোগ হ'লে মানসিক প্ৰবৃত্তিবোৰৰো স্ফুৰণ হৈ আহে— স্তৰে স্তৰে, ক্ৰমে ক্ৰমে। সেই পদ্ধতি স্থিৰ কৰি দিয়া আৰু সেই পদ্ধতিৰে শিশুসকলক কামত লগাই দিয়াই হৈছে পাঠ্যক্ৰমৰ বিষয় বস্তু আৰু ভাৰপ্ৰাপ্ত শিক্ষাবিদ আৰু শিক্ষক সকলৰ কৰ্ত্তব্য কৰ্ম্ম। যি কামকে কৰা যায় সেই কামৰ অগ্ৰগতিত শিশুৰ মনৰ যে আগ্ৰহ আৰু আনন্দ উপলব্ধি হৈ আহে, সেই আগ্ৰহ আৰু আনন্দ ক্ৰীড়াৰ সক্ৰিয়তাতকৈ কোনো গুণে কম নহয়। ইয়াৰ অৰ্থ এই নহয় যে ক্ৰীড়াৰ কোনো উপযোগিতা নাই। ক্ৰীড়াৰ যি আনন্দ সেই আনন্দ লাভৰ সুবিধা লব লাগিব— জিৰণিৰ উদ্দেশ্য আৰু ক্ৰীড়াৰো অনুৰূপ সীমিত পদ্ধতি গ্ৰহণ কৰিব লাগিব আৰু পাঠ্যক্ৰমত তাৰ উপযুক্ত স্থান দিব লাগিব ; কাৰণ কৰ্ম্মৰ বিভিন্ন স্তৰত এটা বিৰক্তিকৰ অৱস্থাৰ (Monotony) সৃষ্টি হয়। সেই স্তৰ ভেদ কৰি যাব পাৰিলেহে কামটো সম্পূৰ্ণ হ'ব পাৰে। তাৰ বাবে লাগে জিৰণিৰ এটা চিত্তবিনোদনৰ অৱসৰ। সেই জিৰণিয়ে আৰু চিত্তবিনোদনে নতুন উৎসাহ, নতুন প্ৰেৰণা আৰু কৰ্ম্মশক্তি যোগায়।

ক্ৰীড়াৰ স্থান এই সময়ত বৰ উপযোগী হয় আৰু সেইবাবে তাক সীমাৰ ভিতৰত ৰক্ষা কৰিব লাগে। ক্ৰীড়াৰ মাত্ৰা চেৰাই গ'লে কৰ্ম্মৰ স্পৃহা কমি অহা স্বাভাৱিক। সেইবাবে ক্ৰীড়া আৰু কৰ্ম পৰস্পৰ সমন্বিত হ'ব লাগে। এই সমন্বয়ে শিশুৰ মনত কৰ্ম্মৰ স্পৃহা জগাই তুলি কৰ্ম্মৰ প্ৰতি অৱহেলা বা ভয় নিবাৰণ কৰিব। কৰ্ম্মৰ প্ৰতি স্পৃহা আহিলে, কৰ্ম্মত মনঃ সংযোগ হ'লে, মনঃসংযমৰ প্ৰশিক্ষণ আৰম্ভ হৈ যায়। কৰ্ম্মৰ নিপুণতাই শিশুৰ মনত আনন্দ দিব, কৰ্ম্মপদ্ধতিৰ বিষয়ে আলোচনা-সমালোচনা নিজৰ মনতে শিশুৱে কৰিব। শিশুৰ মনত যেতিয়া আলোচনা সমালোচনা স্বতঃস্ফূৰ্ত্ত হৈ উঠিব তেতিয়া প্ৰকৃত শিক্ষাৰ আৰম্ভণি হয়।

কৰ্ম্মত স্পৃহা বা মনঃসযোগ হ'লে শিশুৰ স্বভাৱ চৰিত্ৰ গঠনো আৰম্ভ হয়। কৰ্ম্মৰ অভ্যাসেই মনৰ কু প্ৰবৃত্তিবোৰৰ ধ্বংস সাধনত সহায় কৰিব। শিক্ষাৰ এই অৱস্থাত প্ৰত্যেক স্তৰতে শিক্ষকৰ নিৰ্দ্দেশ, উপদেশ আৰু পৰিচালনাৰ আৱশ্যক হয়। শিক্ষাই চৰিত্ৰ গঠন কৰিবৰ এইটো হে প্ৰকৃত পন্থা। পাঠ্য-পুস্তকৰ লগত কৰ্মৰ, আদৰ্শ চৰিত্ৰৰ আৰু জীৱন-যাত্ৰাৰ সৎপন্থাৰ অভিজ্ঞাতা শিশুৱে যাতে অৰ্জ্জন কৰিব পাৰে, সেই অনুসাৰে পাঠ্যক্ৰম নিৰ্দ্ধাৰিত কৰিব লাগিব।

## জীৱিকা অৰ্জ্জনৰ পথ

মনুষ্য জীৱন কৰ্ম্মময়। কৰ্ম্ম নকৰিলে কোনো চলিব নোৱাৰে। চাকৰি জীৱনেই একমাত্ৰ জীৱনৰ লক্ষ্য হ'ব নোৱাৰে। সেইবাবে বিভিন্ন লোকে বিভিন্ন কৰ্ম্মৰ মাজেদি জীৱন যাত্ৰা নিৰ্বাহ কৰিব লাগে। কাৰণ জীৱনৰ সকলো কৰ্ম এজন ব্যক্তিয়ে সম্পন্ন কৰিব নোৱাৰে। পৰস্পৰৰ সহায় সহানুভূতি আৰু সহযোগৰ আৱশ্যক হয়। তেতিয়াহে ব্যক্তি সমাজৰ প্ৰকৃত সভ্য হ'ব পাৰে। আকৌ সকলো ব্যক্তিৰে কৰ্ম্মৰ যোগ্যতা সমান নহয়, সমানে অৰ্জ্জন কৰিও ল'ব নোৱাৰে। সকলোৰে বুদ্ধি বৃত্তিও সমান নহয়। কৰ্মৰ প্ৰতি ধাউতিও বেলেগ বেলেগ হয়। বুদ্ধি বৃত্তি আৰু যোগ্যতা থাকিলেও স্পৃহা বিভিন্ন হয়। সেইবাবে কোনজন ব্যক্তি কোন কৰ্মৰ উপযুক্ত হ'ব পাৰে সেইটো শিশুৰ স্বাভাৱিক মনোগতি লক্ষ্য কৰি, বুদ্ধিবৃত্তি পৰীক্ষা কৰি, উপযুক্ত কৰ্ম্মৰ মাধ্যমেদি শিক্ষাৰ সুযোগ প্ৰত্যেকজন শিশুকে দিব লাগিব। এইটো কৰ্ত্তব্য সাধন কৰিব লাগিব ভাৰপ্ৰাপ্ত শিক্ষাবিদ সকলে আৰু শিক্ষকসকলে। তাৰ বাবে উপযুক্ত বিধি ব্যৱস্থা চৰকাৰে স্থিৰ কৰিব লাগে। শিক্ষাৰ লক্ষ্য কি, সমাজৰ লক্ষ্য কি, সমাজৰ সুখ-শান্তি বিধানৰ উপায় কি, ব্যক্তিয়ে নিজ পৰিয়াল বৰ্গৰ আৰু সমাজৰ লোকসকলৰ সুখ-শান্তি বিধানৰ বাবে কিমানখিনি বৰঙণি যোগাব পাৰে, এনেবোৰ বিষয়ৰ প্ৰতি লক্ষ্য ৰাখি সেই বিধি ব্যৱস্থা প্ৰণয়ন কৰিবলাগে। লক্ষ্যহীন শিক্ষা ব্যৱস্থাই আৰু দলীয় ৰাজনীতিৰ আদৰ্শই সমাজৰ উৰ্মৈহতীয়া সুখ-শান্তি আনিব নোৱাৰে, কাৰণ দলীয় ৰাজনীতিত

বিভিন্ন আদর্শ থাকে আৰু পৰস্পৰ ভেদ থকে। বিভিন্ন আদর্শবো একপ্রকাৰ ঐক্য মূলতঃ নাথাকিলে শিক্ষাৰ আদর্শ স্থিৰীকৃত হ'ব নোৱাৰে। ব্যক্তিৰ মৌলিক স্বত্ব অধিকাৰ আৰু ব্যক্তিৰ সমাজৰ প্রতি স্বাভাৱিক কি কর্ত্তব্য তাঁলৈ লক্ষ্য ৰাখি দলীয় ৰাজনীতিৰ আদর্শ স্থিৰ হ'ব লাগে ; নহ'লে শিক্ষাৰ আদর্শ স্থিৰ কৰা সম্ভৱ নহয়। ব্যক্তিৰ মৌলিক স্বত্ব, অধিকাৰ আৰু সমাজৰ উমৈহতীয়া কল্যাণৰ ক্ষেত্ৰত বিভিন্ন ৰাজনৈতিক দলৰ বিৰোধ থাকিব নালাগে। ব্যক্তিৰ স্বত্ব অধিকাৰ ৰক্ষা কেনেকৈ কৰিব পাৰি আৰু সমাজৰ সুখ-শান্তি বিধানৰ উত্তম ফলদায়ক পন্থা কি, সেই বিষয়ে মতবিৰোধ থাকিব পাৰে ; কিন্তু ব্যক্তিয়ে নিজৰ স্বত্ব অধিকাৰ ৰক্ষা কৰাত আৰু সমাজৰ উমৈহতীয়া কল্যাণ সাধনত ব্যক্তিৰ কর্ম্মক্ষেত্ৰত কোনো ৰাজনৈতিক দলে প্রতিবন্ধকতা সৃষ্টি কৰাৰ উপায় উদ্ভাৱন কৰিব নালাগে। যিকোনো দলেই শাসনত অধিষ্ঠিত নহওক, এইবোৰ নীতি তেওঁলোকে মানি চলা উচিত। এই নীতিবোৰ জনসমাজৰ ভিতৰত আৰু ব্যক্তিৰ চৰিত্ৰত স্বভাৱতঃ বিৰাজ কৰে। তাক উলঙ্ঘা কৰা উচিত নহয় ; কৰিলে শিক্ষানীতি স্থিৰ সম্ভৱ নহয়। শিক্ষাৰ পৰিবেশ দূষিত হয়।

শিক্ষানীতিত পক্ষাপাতিত্ব থাকিব নোৱাৰে। ব্যক্তি যি স্তৰৰে বা যি শ্ৰেণীৰে নহওঁক, ব্যক্তিৰ প্রতিভা, কর্ম্মৰ স্পৃহা আৰু কর্মৰ শক্তি অনুসাৰে ব্যক্তিয়ে শিক্ষাৰ সুযোগ-সুবিধা পাব লাগিব। পাঠ্যাৱস্থাত কর্মৰ মাধ্যমত সেই প্রতিভা, কর্ম্মস্পৃহা আৰু কর্ম্মশক্তি ৰূপায়ণৰ ব্যৱস্থা কৰাই একমাত্র পন্থা। কর্মৰ অভ্যাসবিহীন শিক্ষা ব্যৱস্থাই শিক্ষাৰ আদর্শ ৰূপায়িত কৰিব নোৱাৰে।

## কর্ম্মকেন্দ্রিক শিক্ষাই একমাত্র পন্থা কিয় ?

আমি সচৰাচৰ দেখা পাই থাকো যে শিল্প আৰু বিজ্ঞান সম্পর্কিত বহু নীতি পুথিগত বিদ্যা আৰু স্কুল-কলেজৰ শিক্ষাৰ পৰা নির্ভুল ভাবে বহুলোকে জানে, কিন্তু নিজ হাতেৰে অনভ্যাসবশতঃ নিপুণ ভবে সুন্দৰকৈ সেই নীতি খটুৱাই কোনো কাম সিদ্ধ কৰিব নোৱাৰে, অথচ শিল্প আৰু বিজ্ঞানৰ নীতি নজনা সাধাৰণ শ্রমিক এজনে নির্ভুল ভাৱে ধুনীয়াকৈ সেই কাম কৰি তুলিব পাৰে। অভ্যাস কৰিলেহে নীতি সমূহ অধ্যয়ন কৰাৰ সফলতা আহে আৰু নিপুণতাৰ জ্ঞান বা বুদ্ধি পৰিস্ফুট হৈ উঠে। পুথিগত বিদ্যা শিক্ষাৰ পৰা সাংসাৰিক জীৱনত সফলতা লাভ কৰা সুকঠিন।

আমাৰ দেশত চৈধ্য প্রকাৰ বিদ্যা আৰু চৌষট্টি প্রকাৰ শিল্প বিদ্যা (কলা) বিজ্ঞান বিভিন্ন লোকে শিক্ষা কৰিছিল। সেই চৈধ্যপ্রকাৰ নীতি সমন্বিত বিদ্যাৰ কোনো এটা বিদ্যা নিশিকিলেও চৌষট্টি প্রকাৰ কলাৰ (শিল্প বিদ্যাৰ) কোনো এটা শিল্পবিদ্যা অৱশ্যে অৱশ্যে শিক্ষা কৰিছিল আৰু সেই বিদ্যাৰ বলত স্বাধীন ভাৱে যিখিনি উপার্জ্জন কৰিছিল তাতেই সন্তুষ্ট থাকিছিল। সমাজত এইদৰে সুখ-শান্তি

বিৰাজ কৰিছিল। এই প্ৰকাৰ বিদ্যা পৰম্পৰা ভাবে পিতৃৰ পৰা পুত্ৰই শিকিছিল কাৰণে শিল্পবিদ্যাই নিপুণতা লাভ কৰিছিল আৰু এইবোৰ বিদ্যা কুটীৰ শিল্প ৰূপে ঘৰে ঘৰে বিৰাজ কৰিছিল। এই কুটীৰ শিল্পবোৰ শিক্ষা কৰাৰ পৰা নিৰক্ষৰ ব্যক্তি এজনো জ্ঞানী আৰু আত্মনিৰ্ভৰশীল হৈ উঠিছিল। তেনে নিৰক্ষৰ জ্ঞানী ব্যক্তি আজিও সমাজত বিৰল নহয়।

## পৰম্পৰা শিক্ষাৰ ধাৰাবাহিক সোঁত

কোনো দেশৰ সুস্থ পৰম্পৰা এক যুগত উদ্ভৱ নহয়। পৰম্পৰা শিক্ষাৰ ধাৰাবাহিক সোঁত। সেই সোঁতৰ গতি স্বাভাৱিক ভাৱে অনুসৰণ কৰিলে দেশৰ শিক্ষা, সভ্যতা, কৃষ্টি, সংস্কৃতি উন্নত হৈ উঠে। পৰম্পৰা ভঙ্গ কৰিলে দেশৰ শিক্ষা সংস্কৃতি বাধাপ্ৰাপ্ত আৰু পশ্চাৎপদ হয়। কুটীৰ শিল্পবোৰৰ মাধ্যমতে কৰ্ম্মকেন্দ্ৰিক শিক্ষা ভাৰতত চলি আহিছল আৰু নিৰক্ষৰ লোকবিলাকো এই কৰ্ম্মকেন্দ্ৰিক শিক্ষাৰ মাধ্যমতে জ্ঞানী আৰু শিক্ষিত হৈছিল। সেই শিক্ষাহে প্ৰকৃত শিক্ষা।●

# দেশৰ সমস্যাই শিক্ষাৰ সমস্যা

জাতিৰ শিক্ষা নিৰ্ভৰ কৰে দেশৰ অতীত ঐতিহ্য, পৰম্পৰা আৰু বৰ্ত্তমান প্ৰয়োজনীয়তাৰ ওপৰত। ব্যক্তিৰ শিক্ষা নিৰ্ভৰ কৰে ব্যক্তিৰ আত্মিক উন্নতি আৰু ব্যৱহৰিক জীৱনত স্বাধীন ধাৰে জীৱিকা অৰ্জ্জনৰ সক্ষমতা অৰ্জ্জনৰ ওপৰত ভিত্তি কৰি। ব্যক্তিৰ আত্মিক উন্নতি নহ'লে, ব্যক্তি দেশৰ উপযুক্ত নাগৰিক হ'ব নোৱাৰে ; আকৌ শিক্ষা লাভ কৰি স্বাধীন ভাৱে জীৱিকা অৰ্জ্জনৰ সক্ষমতা আহৰণ কৰিব নোৱাৰিলে শিক্ষিত ব্যক্তিজন দেশৰ গলগ্ৰহ স্বৰূপ হৈ পৰে। বৰ্ত্তমান সময়ত শিক্ষিত নিবনুৱাৰ সংখ্যা বৃদ্ধি হোৱাত দেশৰ সমস্যা বাঢ়ি গৈছে। আনফালে এই নিবনুৱা সমস্যাই আমাক সচেতন কৰি দিছে যে বৰ্ত্তমান শিক্ষানীতি আৰু শিক্ষা ব্যৱস্থা জাতিৰ বৰ্ত্তমান প্ৰয়োজনীয়তাৰ ভিত্তিত গৃহীত হোৱা নাই।

অতীতৰ ঐতিহ্য আৰু পৰম্পৰাই জাতিটোক চিনাকি কৰি দিয়ে, জাতিৰ বৈশিষ্ট্যৰ পৰিচয় দিয়ে আৰু বৰ্ত্তমান আৰু ভৱিষ্যৎ কৰ্ম্মপন্থাৰ নিৰ্দ্দেশ দিয়ে। দেশৰ পৰম্পৰা মানি শিক্ষানীতি আৰু পাঠ্যক্ৰম নিৰ্ণয় নকৰিলে কোনো জাতি প্ৰগতিৰ পথত আগ বাঢ়ি যাব নোৱাৰে। নিজৰ দেশৰ পৰম্পৰা আৰু ঐতিহ্যক নেওচি যদি আন দেশৰ শিক্ষানীতি আৰু পাঠ্যক্ৰম অনুকৰণ কৰি শিক্ষা ব্যৱস্থা প্ৰচলন কৰা হয় তেন্তে জাতি প্ৰগতিৰ পথত আগ নাবাঢ়ি পশ্চাৎগতিহে কৰে।

চৰকাৰী কৰ্ম্মচাৰী সৃষ্টি কৰা শিক্ষাৰ এটা নীতি হ'ব নোৱাৰে। আত্মিক উন্নতি সম্পন্ন সকলো ব্যক্তিয়ে চৰকাৰী কৰ্ম্মচাৰী হ'ব পাৰে। শিক্ষাৰ উদ্দেশ্য যদি শিক্ষা নীতিয়ে সফল কৰি তুলিব পাৰে চৰকাৰী কৰ্ম্মচাৰী সৃষ্টি কৰা কঠিন সমস্যা হৈ নাথাকে। বৰ্ত্তমান শিক্ষানীতিত ব্যক্তিক আত্মিক উন্নতিত সহায় কৰিব পৰা নাই ; সেইবাবে উচ্চ শিক্ষিত লোকবিলাকো অসৎ আৰু দুৰ্নীতিপৰায়ণ হৈ দেশৰ অকল্যাণ সাধন কৰিব ধৰিছে। বৰ্ত্তমান দুৰ্নীতি পৰায়ণ ব্যক্তিৰ সংখ্যা সমাজত আৰু চৰকাৰী কাৰ্য্যালয়বোৰত বাঢ়ি যোৱাত এইটোকে প্ৰমাণ কৰিছে যে আমাৰ বৰ্ত্তমান শিক্ষানীতিয়ে ব্যক্তিৰ চৰিত্ৰগঠন কৰি দিব পৰা নাই। শিক্ষাৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্য ব্যৰ্থ হৈছে। যি শিক্ষানীতিৰ মাজেদি শিক্ষিত হৈ সিদিনালৈকে দেশত বহু মনীষি লোকৰ উদ্ভৱ হৈছিল সেই একে প্ৰকাৰ শিক্ষানীতিৰ মাজেদি আজি কিয় তেনে লোকৰ উদ্ভৱ হোৱা নাই এনে এটি প্ৰশ্ন উঠিব পাৰে। তাৰ সংক্ষেপ উত্তৰ এই যে যিবিলাক লোক বৰ্ত্তমান প্ৰচলিত শিক্ষাকে লাভ কৰি মনীষা সম্পন্ন হৈ উঠিছিল সেইবিলাক লোকৰ শিক্ষালাভৰ পৰিবেশ, পাৰিবাৰিক সংস্কৃতি আৰু স্বাধীন চেষ্টা, অধ্যৱসায় বেলেগ আছিল। বৃটিছে প্ৰৱৰ্ত্তন কৰা শিক্ষা

ব্যৱস্থাই দেশৰ কৃষ্টি সংস্কৃতি আৰু পৰম্পৰা ভঙ্গ কৰিবলৈ স্বাভাৱিক ভাৱে যিমান দিনৰ আৱশ্যক হ'ব পাৰে, সিমান দিন তেতিয়াও হোৱা নাছিল। যিকোনো কৰ্মৰ আঁচনি ৰূপায়িত কৰিবলৈ কিছু সময়ৰ আৱশ্যক। মেকলে চাহাবৰ শিক্ষা নীতিৰ লক্ষ্য আছিল বহুদূৰলৈ, আছিল সুদূৰ প্ৰসাৰী। ক্ৰমে ক্ৰমে সি ৰূপায়িত হৈ আহিছে — এতিয়াও উদ্দেশ্যই পূৰ্ণতা পোৱা নাই। কিন্তু মেকলে চাহাবাৰ উদ্দেশ্য সফল হোৱা এতিয়া নিশ্চিতকৈ কব পাৰি। সেই শিক্ষাৰ গুণতে (পাশ্চাত্য লোকৰ কাৰণে যি গুণ) নাইবা সেই শিক্ষাৰ দোষতে আজি ভাৰতীয় কৃষ্টি সংস্কৃতি ধ্বংস প্ৰায় অৱস্থালৈ আহিছে। ভাৰতীয় বিদ্যা, উপবিদ্যা, কলা, শিল্প আনকি সঙ্গীত বিদ্যাৰ বিজ্ঞানো লুপ্ত প্ৰায় অৱস্থা পাইছে। ই দেশৰ সমস্যা তথা শিক্ষাৰ সমস্যা।

আজি যি বিলাক শিল্পানুষ্ঠান গঢ়ি উঠিছে, সকলোবোৰ পাশ্চাত্য বিদ্যা আৰু প্ৰশিক্ষণৰ অনুকৰণ বা অনুসৰণত গঢ় লৈছে। এই দৃষ্টিভঙ্গীৰে বিচাৰ কৰিলে আমি প্ৰগতিৰ পথেদি আগ বাঢ়িছো নে অধোগতিৰ পথেদি নামি যাব ধৰিছো সিও এটা প্ৰশ্ন— সিও এটা সমস্যা হিচাবে আমাৰ আগত উপস্থিত হয়।

আত্মিক উন্নতি লাভৰ বাবে এক প্ৰকাৰ শিক্ষানুষ্ঠান আৰু ব্যৱহাৰিক জীৱনৰ উন্নতিৰ বাবে কৰ্ম্ম দক্ষতা উপাৰ্জ্জনৰ অৰ্থে আন প্ৰকাৰ অনুষ্ঠান থাকিলে ব্যক্তিৰ শিক্ষা লাভৰ পূৰ্ণতাত বাধা ওপজে। শিক্ষাৰ কাল কেইবছৰমানৰ ভিতৰতে সীমাবদ্ধ হৈ থাকে। শিক্ষা বিজ্ঞানে কয় যে দুয়োপ্ৰকাৰ শিক্ষাা একে সময়তে চলিব লাগে। কৰ্মৰ মাজেদিহে শিক্ষা পৈণত হয়। পুথিগত বিদ্যাই শিক্ষাৰ পূৰ্ণতা নিদিয়ে। বিশেষজ্ঞ হোৱাৰ বাবে বেলেগ অনুষ্ঠান আৱশ্যক আৰু বিশ্ববিদ্যালয়তহে মাথোন তাৰ শিক্ষা হ'ব লাগে। বিশ্ববিদ্যালয়বোৰ শিক্ষানুষ্ঠান সঁচা কিন্তু সি মূলতঃ গৱেষণাগাৰহে হ'ব লাগে। গৱেষণাৰ কাৰ্য্যত লিপ্ত হোৱাৰ পূৰ্বে সাধাৰণ বিদ্যা শিক্ষাৰ বাবে যিবোৰ অনুষ্ঠান পতা হয় তাতে আত্মিক উন্নতিৰ পাঠ্যক্ৰম আৰু শিল্প বিদ্যাৰ শিক্ষাৰ কেইটামান শাখা থকা উচিত। প্ৰত্যেক ছাত্ৰ-ছাত্ৰীয়ে যি কোনো এটা শিল্প বিদ্যা বাধ্যতামূলক ভাৱে শিক্ষা কৰিবই লাগিব। বৃত্তিমূলক শিক্ষাক সাধাৰণ শিক্ষাৰ পৰা পৃথক কৰা নিতান্তই অনুচিত। সাধাৰণ শিক্ষা আৰু বৃত্তিমূলক শিক্ষা বিশ্ববিদ্যালয়ৰ পোৱাৰ পূৰ্ব্বে সমকালীন বাৱে শিক্ষা কৰিবই লাগিব। তেতিয়াহে আত্মা, মন আৰু শৰীৰৰ উৎকৰ্ষ সাধনত সমন্বয় ঘটিব পাৰে। গান্ধীজীৰ পৰিকল্পনাতো এই নীতিয়েই আছিল। শিক্ষানীতিৰ নিৰ্দ্ধাৰণৰ ইও এটি সমস্যা। আমাৰ দৃঢ়মত এই যে যেতিয়ালৈকে দেশে এই দৃষ্টিভঙ্গী নলয় তেতিয়ালৈকে দেশে নিকনুৱা বৃদ্ধি কৰা শিক্ষানীতিৰ পৰিবৰ্ত্তন ঘটাব নোৱাৰিব আৰু দেশৰ ঐতিহ্য পৰম্পৰা ৰক্ষা কৰা শিক্ষানুষ্ঠান গঢ়ি তুলিব নোৱাৰিব। ইও দেশৰে সমস্যা তথা শিক্ষাৰ সমস্যা। সুখৰ বিষয় যে দেশৰ কৰ্ণধাৰ সকলৰ চিন্তাধাৰা এই পথেদি গতি কৰিব ধৰিছে বুলি ইঙ্গিত বৰ্ত্তমান কেন্দ্ৰীয় শিক্ষা

মন্ত্ৰীৰ ভাষণবোৰত আৰু কল্পিত আঁচনিত পোৱা যায়। কোৱা বাহুল্য যে সৰ্ব্বসাধাৰণৰ শিক্ষা আৰু বিশেষজ্ঞ হ'বলৈ দিয়া শিক্ষা একে ধৰণে হ'ব নোৱাৰে।

দেশৰ পৰম্পৰা কি আৰু তাৰ লগত শিক্ষাৰ সম্বন্ধ কি? ইমান বহল প্ৰশ্নৰ উত্তৰ এই ক্ষুদ্ৰ প্ৰবন্ধত সম্ভৱ নহয়। দুটি এটি উদাহৰণ দিব পাৰি।

প্ৰথমত ঃ ধৰিলোৱা যাওক যে শিক্ষাই সৎলোক বা চৰিত্ৰবান লোক সৃষ্টি কৰিব লাগে। ভাৰতীয় আদৰ্শ হৈছে (সকলো দেশতে এই আদৰ্শ হ'ব লাগে)—

*উদয়তি যদি ভানুঃ পশ্চিমে দিগ্ বিভাগে।*
*বিকশতি যদি পদ্মং পৰ্বতানাং শিখগ্ৰে।।*
*প্ৰচলিত যদি মেৰুঃ শীততাং যাতি বহ্নিঃ।*
*ন চলতি খলু বাক্যং সজ্জনানাং কদাচিৎ।।*

সূৰ্য্য পশ্চিম ফালে উদয় হোৱাও যদি সম্ভৱ হয়, পৰ্ব্বতৰ শিখৰতো যদি পদ্মফুল ফুটা সম্ভৱ হয়, মেৰু পৰ্ব্বতো যদি চলন্ত হয় আৰু অগ্নিও যদি শীতল হৈ যায়, তথাপি সৎলোকৰ কথা কেতিয়াও লৰচৰ নহয়।

*কৰ্মন্যেকং বচস্যেকং মনস্যেকং মহাত্মনাম্।*
*কৰ্মন্যন্যৎ বচস্যন্যৎ মনস্যন্যৎ দুৰাত্মানাম্।।*

যি সকল মহাত্মা ব্যক্তি তেওঁলোকৰ কৰ্ম, বাক্য আৰু মনৰ চিন্তা এক। তেওঁলোকে মনে দি যি ভাৱে, বাক্যতো তাকে প্ৰকাশ কৰে — কাৰ্য্যতো তাকে কৰে।

যি সকল লোক দুৰাত্মা ব্যক্তি তেওঁলোকৰ কৰ্ম্ম, বাক্য আৰু মনৰ চিন্তা এক নহয়। তেওঁলোকে মনেদি এক ৰকমে ভাবে, বাক্যত আন ৰকমে প্ৰকাশ কৰে আৰু কাৰ্য্যত আন ৰকমে কৰে।

আমাৰ শিক্ষাৰ পাঠ্যক্ৰমত এই প্ৰকাৰ মহাত্মা ব্যক্তি সৃষ্টিৰ উপায় নিৰ্দ্ধাৰণৰ চেষ্টা থাকিব লাগিব। আমাৰ বৰ্ত্তমান সমাজত ইও এটা সমস্যা ৰূপে দেখা দিছে। ইও শিক্ষাৰ সমস্যা, কাৰণ আজি শিক্ষিত লোক সকলৰ স্বভাৱত দ্বৈত আচৰণ (Double dealing) প্ৰস্ফুটিত হৈ উঠিছে।

আজিৰ দেশৰ মানুহে জাতীয় কৃষ্টি সংস্কৃতি, সামাজিক ৰীতিনীতি, ধৰ্ম্ম নৈতিকতা আন কি জাতীয় সাজ পাৰ আৰু খাদ্যও পৰিত্যাগ কৰিব ধৰিছে। তাৰ পৰিবৰ্ত্তে যি কৃষ্টি সংস্কৃতি, সামাজিক ৰীতিনীতি আৰু খাদ্য গ্ৰহণ কৰিব ধৰিছে সেই সমস্তই বিজাতৰীয়া। সুখ ভোগৰ বাবে লালায়িত হৈ ব্যসন-বিলাসৰ পক্ষপাতী হৈছে। ত্যাগ ধৰ্ম্মৰ মাহাত্ম্য নুবুজা হৈছে। ভোগেই সুখ নিদিয়ে, ত্যাগেহে সুখ দিয়ে। ধনে সুখ নিদিয়ে, ধৰ্ম্মইহে সুখ দিয়ে। ধনে ধৰ্ম্ম আচৰণৰ পথ দিয়ে, ধৰ্ম্মইহে সুখ দিয়ে। (ধনাৎ ধৰ্ম্মস্ততো সুখম্) আমাৰ স্বভাৱত এইবোৰ নীতি ফুটি নোলায়, কি ধৰণৰ স্বভাৱ আমাৰ বৰ্ত্তি আচৰণত প্ৰস্ফুটিত হয় সেইটো

নিম্নলিখিত সংস্কৃত শ্লোকত প্ৰস্ফুটিত হৈ উঠিছে—

ছেদ্যং চন্দন চুত চম্পক বনম্
ৰক্ষা চ শাকোটকে
হিংসা হংস ময়ূৰ কোকিল গণে
কাকে চ বহুবাদৰঃ।
মাতঙ্গে তুৰগে খৰে চ সমতা
কৰ্পূৰ কাৰ্পাসয়ো
ৰেষা যত্ৰ বিচাৰণা গুণীগণাঃ
দেশায় তস্মৈ নমঃ।।

চন্দন গছ, আম গছ আৰু চম্পক ফুলৰ গছ ছেদন কৰি এৰণ্ড গছ (এড়া গছ) ৰক্ষা কৰিব লাগে। হাঁহ ম'ৰা চৰাই আৰু কুলি চৰাইক হিংসা কৰি (বধ কৰি) কাউৰি চৰাইক বহু আদৰ দেখুৱাব লাগে। হাতী, ঘোৰা আৰু গাধক সমান বুলি, কৰ্পূৰ আৰু কপাহ একে জাতীয় বস্তু বুলি যি দেশত বিবেচনা কৰা হয়, হে গুণী সকল! সেই দেশক নমস্কাৰ জনাইছো। এই ব্যঙ্গ কবিতা ফাকিয়ে যি ভাব ফুটাই তুলিছে, সেই ভাব আমাৰ স্বভাৱত ফুটি ওলাব ধৰিছেনে নাই, হে গুণী পাঠক সকল! তাক বিচাৰ কৰি চাওক।

আৰু বিচাৰ কৰি চাওক যি শিক্ষাই আমাৰ স্বভাৱ চৰিত্ৰত জাতীয় কৃষ্টি সংস্কৃতিৰ ঠাইত নিম্নতৰ ৰুচি সংস্কৃতিৰ স্বভাৱ চৰিত্ৰ গঠন কৰিব ধৰিছে তাক পৰিত্যাগ কৰা উচিত হয় নে নহয়?

শিক্ষাৰ মান নিৰ্ণয়— শিক্ষিত ব্যক্তি কিমান খিনি সজগুণৰ অধিকাৰী হৈছে, ব্যক্তিৰ চৰিত্ৰত কিমানখিনি মনুষ্যত্বৰ পৰিচয় ফুটি ওলাইছে, শিক্ষিত ব্যক্তিজন মানুহ হ'ব পাৰিছে নে নাই? পৰীক্ষাত শতকৰা এশ নম্বৰ পোৱা জন শিক্ষিত ব্যক্তি নে পৰীক্ষাত শূন্য নম্বৰ পাইয়ো দয়া, ক্ষমা, সম, দম গুণৰ অধিকাৰী হোৱা জন শিক্ষিত? শিক্ষাৰ মান নিৰ্ণয়ৰ মাপকাঠি কি?

আমাৰ দেশত ধৰ্ম্ম শাস্ত্ৰ, স্মৃতি শাস্ত্ৰ, অৰ্থনীতি, ৰাজনীতি শাস্ত্ৰ, কলা শিল্প বিদ্যাৰ শাস্ত্ৰ নাইবা মন্ত্ৰবিদ্যা, উদ্ভিদ বিদ্যা, চিকিৎসা বিদ্যা, জ্যোতিষ বিদ্যা আদিৰ শাস্ত্ৰৰো অভাৱ নাই। এই শাস্ত্ৰ বিলাকৰ পঠন পাঠনৰ প্ৰতি আমাৰ ইমান অৱহেলা কিয়? যি দেশে সমগ্ৰ জগতক সভ্যতা সংস্কৃতিৰ শিক্ষা দান কৰিলে সেই দেশৰ কৃষ্টি সংস্কৃতিৰ প্ৰতি ইমান অৱহেলা কিয়?

শিক্ষা ক্ষেত্ৰত বহু সমস্যাই দেখা দিছে। দেশত যতবোৰ সমস্যাই দেখা দিছে, সকলোবোৰ সমস্যাই শিক্ষাৰ লগত জড়িত হৈ আছে। শিক্ষা নীতি হে সেই সমস্যাবোৰৰ সমাধান দিব পাৰে। তাৰ বাবে হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী দুই প্ৰকাৰ শিক্ষাৰ আঁচনি প্ৰস্তুত কৰিব লাগে আৰু সমস্ত সমস্যা বিলাকৰ ভিতৰত

দুটা ঘাই সমস্যাক কেন্দ্ৰ কৰি সেই আঁচনি প্ৰস্তুত কৰিবলাগে। সেই ঘাই সমস্যা দুটা হৈছে— (১) ব্যক্তি চৰিত্ৰ গঠন আৰু (২) নিবনুৱা সমস্যা সমাধান।

ব্যক্তি চৰিত্ৰ গঠন হ'লে জাতীয় চৰিত্ৰ গঠিত হ'ব। চৰিত্ৰ বলেই হে পৰম বল। নিবনুৱা সমস্যা সমাধানে জাতিক জীয়াই ৰাখিব। "বুভুক্ষিতঃ কিং নকৰোতি পাপম্"— ক্ষুধাতুৰ ব্যক্তিয়ে কি পাপ নকৰে?

ভাৰতবাসীয়ে মিছা কথা কব নাজানিছিল আৰু চুৰি নকৰিছিল। ই বৈদেশিক পৰ্য্যটক সকলৰ অভিমত। আজিৰ ভাৰতবৰ্ষত এই বিষয়ে কি পৰিস্থিতিৰ উদ্ভৱ হৈছে সেইটো বিচাৰ কৰা উচিত হ'ব। ইও দেশৰে সমস্যা তথা শিক্ষাৰ সমস্যা।

ৰাজনীতিত মিছা কথা কোৱাটো এটা সজ নীতি বুলি গৃহীত হোৱা দেখা যায় ; আৰু ৰাজনীতিত ধৰ্ম্ম নীতিৰ স্থান নাই বুলি কোৱা শুনা যায়। যি নীতিয়ে সমাজ বন্ধন কৰি ৰাখে সেয়ে ধৰ্ম্ম। সেই ধৰ্ম্মৰ স্থান ৰাজনীতিত নাই বুলি কোৱা হয়— ই কেনে কথা? ভাৰতীয় ৰাজনীতি সত্যধৰ্ম্মত প্ৰতিষ্ঠিত। তাত মিছাৰ স্থান নাই। অৱশ্যে ব্যৱহৰিক জীৱনত ব্যক্তিৰ বিশেষ সমস্যাত মিছা কথা কোৱাৰো ব্যৱস্থা আছে। মহাভাৰতত তাৰ উল্লেখ আছে, যথা—

প্ৰাণাত্যয়ে বিবাহে চ বক্তব্যমনৃতং ভবেৎ।
সৰ্ব্বস্বাপহাৰে চ বক্তব্যমনৃতং ভবেৎ।। (৩৪১২)

প্ৰাণ বিয়োগ, বিবাহ আৰু সৰ্ব্বস্ব অপহৰণ আদি এনেবোৰ ক্ষেত্ৰত প্ৰাণ ৰক্ষাৰ বাবে, সৰ্ব্বস্ব অপহৰণ নহ'বলৈ আৰু বিবাহ সম্বন্ধযুক্ত ৰতিক্ৰীড়াৰ গোপনীয়তা ৰক্ষাৰ বাবে মিছা কথা কব পাৰি। ইয়াত বাদে মিছা কথা কোৱাৰ আন এটি ক্ষেত্ৰও আছে। সেইটো হৈছে মিছা কথা কৈ যদি কোনো জীৱৰ প্ৰাণ ৰক্ষা কৰিব পাৰি তেতিয়া মিছা কথা কোৱা উচিত। অহিংসা ধৰ্ম্মক শ্ৰেষ্ঠতম স্থান দিয়াৰ বাবে এই ব্যৱস্থা। মহাভাৰতে শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে—

*প্ৰাণিবধস্তাত সৰ্ব্বজ্যায়ান্ মতো মম।*
*অনৃতাং বা বদেদ্বাচং নতু হিংসাং কথঞ্চন।।*

প্ৰাণীৰ অবধ (প্ৰাণীক বধ নকৰা) সৰ্ব্বশ্ৰেষ্ঠ। বৰং মিছা কথা কোৱাও ভাল তথাপি প্ৰাণী হিংসা নকৰিবা।

এই শ্লোকতো মিছা কথা যে মহা পাপ তাৰ নিদৰ্শন আছে; গতিকে ৰাজনীতিৰ অন্য ক্ষেত্ৰত মিছা কথা কোৱাৰ বিধান নাই। ৰাজনীতিত মিছা কথা আৰু মিথ্যাচাৰণ পাশ্চাত্য ৰাজনীতিৰ পৰা গৃহীত হৈছে।

ভাৰতীয় সংস্কৃতিৰ এনেধৰণৰ নীতি উদাহৰণৰ আলম লৈ পাঠ্যক্ৰম আৰু পাঠ্যপুথি নিৰ্ব্বাচনৰ পন্থা গ্ৰহণ কৰিব লাগে। দেশৰ সমস্যা সমূহৰ সমাধান বিচাৰিলে ভাৰতীয় সংস্কৃতিৰ ভিত্তিত শিক্ষানীতি নিৰ্দ্ধাৰণ কৰিব লাগিব। গড্ডলিকা প্ৰৱাহৰ দৰে পাশ্চাত্যনীতি অনুসৰণ কৰিলে নচলিব।●

# প্ৰাইমাৰী স্কুলবোৰত বিজ্ঞান শিক্ষা

প্ৰাইমাৰী স্কুলবোৰত প্ৰকৃতি পাঠ বুলি প্ৰকৃতি বিজ্ঞান শিক্ষা দানৰ ব্যৱস্থা আছে। পাঠ্যক্ৰমত নিৰ্দ্ধাৰিত আছে আৰু নিৰ্দ্দিষ্ট পাঠ্য পুথিও আছে। পাঠ্যপুথিত দিয়া পাঠবোৰ শিক্ষা দিয়া হয়। শিক্ষকে বুজাই দিয়া কথাখিনি ছাত্ৰ-ছাত্ৰীয়ে বুজক বা নুবুজক পাঠবোৰত থকা কথাখিনি সিহঁতে পুনঃ পুনঃ পঢ়ে বা মুখস্থ কৰিবলৈ যত্ন কৰে। বিজ্ঞান শিক্ষা দিয়াৰ পদ্ধতি এইটো নহয়।

প্ৰাইমাৰী স্কুলবোৰেই হৈছে শিক্ষাদানৰ প্ৰথম স্তৰ। এই স্তৰত শিশুসকলে নজনা কথাবোৰ জানিবলৈ আগ্ৰহ কৰে, কৌতূহল প্ৰকাশ কৰে। স্বভাৱজ এই আগ্ৰহ আৰু কৌতূহলৰ অনুসৰণ কৰি শিক্ষকসকলে শিক্ষা দিয়া উচিত। এই বিষয়ে বহু আলোচনা ইতিমধ্যে হৈ গৈছে; গতিকে আগ্ৰহ আৰু কৌতূহল অনুসাৰে কেনেকৈ শিক্ষা দিয়া উচিত সেই বিষয়ে বিশদ আলোচনা এই প্ৰৱন্ধত কৰা নহয়। পঠনীয় বিষয় সমূহত শিশু সকলৰ ৰাপ বা মনোযোগ (interest) কেনেকৈ বঢ়াব পাৰি সেই বিষয়ে যৎ সামান্য আলোচনা কৰা হ'ব। কৌতূহল আৰু ৰাপ এই দুটাৰ ভিতৰত পাৰ্থক্য আছে। কৌতূহল হৈছে নজনা বিষয় জানিবলৈ অভিলাষ বা ঔৎসুক্য। ৰাপ বা মনোযোগ হৈছে কোনো এটা বিষয়ত অভিনিবেশ বা একাগ্ৰতা স্থাপন কৰা।

জানিবলৈ যেতিয়া কৌতূহল হয়, সেই কৌতূহলৰ নিবাৰণৰ বা সেই অভিলাষ পৰিপূৰণৰ বাবে যি জ্ঞান দিবলৈ বা শিশুৰ প্ৰশ্নৰ সমিধান দিবলৈ চেষ্টা কৰা হয়, সেই চেষ্টাৰ মাধ্যমত পঠনীয় বিষয়ত শিশুমনক অভিনিবিষ্ট কৰিবৰ পন্থা গ্ৰহণ কৰিব পৰাটোৱেই হৈছে শিক্ষাদানৰ সাৰ্থকতা। নিৰ্দ্ধাৰিত পাঠ্যপুথিবোৰত শিশুমনৰ সেই অভিনিবেশ সৃষ্টি কৰিবলৈ যথোপযুক্ত ভাবে ধাৰাবাহিকত্বৰ অভাৱ থাকে। শিক্ষক সকলে পাঠ্যপুথি বোৰত থকা কথা খিনিকে মাথোন শিক্ষা দিবলৈ যত্নপৰ হয়, পাঠত যদি কিবা অভাৱ থাকে, সেই অভাৱ পূৰণ কৰি শিক্ষা দিবলৈ প্ৰয়াস নকৰে। পাঠ্যপুথিবোৰো সাহিত্য পুথিৰ দৰে লিখা হয়। কোনো এটা পাঠৰে স্পষ্ট জ্ঞানৰ ছবি শিশুমনত নপৰে। সেইবাবে একে কথাকে পুনঃ পুনঃ শিকাবৰ আৱশ্যক হয়। সেইবাবে পাঠ্য পুথিবোৰ ৰচনা কৰা পদ্ধতি আৰু শিক্ষক সকলৰ শিক্ষাদান পদ্ধতি সংস্কাৰ কৰাৰ আৱশ্যকতা আছে।

শিশুৰ মন অতি কোমল। তাত নিত্য নতুন আগ্ৰহ আৰু কৌতূহলৰ আবিৰ্ভাৱ হয়— পৰিদৃশ্যমান বস্তু, জীৱ বা ঘটনা প্ৰৱাহৰ মাধ্যমত। খেল-ধেমালিত আৰু খাদ্য বস্তুত লোভ শিশুমনত বেছি পৰিমাণে পৰিদৃষ্ট হয়। খেল

ধেমালিত আজি কালি সামাজিক আৰু স্কুলীয়া পৰিবেশত যথেষ্ট উৎসাহ-উদগনি পাইছে। সেইবাবে খেল-ধেমালিত যথেষ্ট অভিনিবেশ (নিচা) দেখা যায়। যাত্ৰা, ভাওনা, চিনেমা চোৱাও শিশুমনত খেল ধেমালিৰেই অন্তৰ্ভুক্ত। প্ৰাইমাৰী স্তৰৰ পাছত এই কৌতূহল আৰু আগ্ৰহ বৃদ্ধি পায়। ফুটবল, ক্ৰিকেট আৰু অন্যান্য খেল-প্ৰতিযোগিতাৰ মাধ্যমত সিহঁতৰ মনত বেছিকৈ অভিনিবেশ বা নিচা বহুৱাই দিয়া হয়। অনুৰূপ অভিনিবেশ বা নিচা কিন্তু কোনো বিষয়ে জ্ঞান আহৰণত আমি বহুৱাই দিবলৈ সক্ষম নহওঁ। পাঠ্য-কিতাপ পঢ়িবলৈ, অঙ্ক কৰিবলৈ বা শিক্ষকে দিয়া কাম কৰিবলৈ নিচা থকা দূৰৈৰ কথা বাধ্যতা মুলক ভাৱে কৰাবলৈও আমি বহুক্ষেত্ৰত সফল নহওঁ। লিখা-পঢ়া কামটো কেৱল পৰীক্ষা পাছ কৰাৰ ওপৰতে হে নিৰ্দ্ধাৰিত হৈ থাকে। ল'ৰা-ছোৱালীবোৰৰ খেল ধেমালিত আৰু বিভিন্ন ধৰণৰ আনন্দবৰ্দ্ধক অনুষ্ঠানবোৰত যোগ দি থাকোতে যেতিয়া পঢ়িবৰ সময়েই নাথাকে, তেতিয়া পাঠ্যপুথিৰ পাঠ পঢ়া বা কৰিব লগা লিখা কাম আদি কৰাৰ অভ্যাস গঢ়ি নুঠে আৰু সেই সম্পৰ্কে অভিনিবেশ বা নিচা নহয়।

পাঠ্যক্ৰম অনুসাৰে যিবোৰ বিষয়ে ছাত্ৰ-ছাত্ৰীক শিক্ষা দিব লাগে সেই অনুসাৰে যদি অতি উত্তম পদ্ধতিৰে শিক্ষা দিয়া হয়, তথাপি বৰ্ত্তমান পৰিবেশত পাঠনীয় বিষয়ত ক্ৰীড়াৰ আমোদ লাভৰ বাবে যি আগ্ৰহ আৰু অভিনিবেশে শিশু মনত সৃষ্টি হয়, সেই অভিনিবেশ সৃষ্টি কৰিব পৰা নহয়। ক্ৰীড়াৰ পৰা শিশুক বঞ্চিত কৰি ৰাখিবও নোৱাৰি ; কাৰণ ক্ৰীড়াৰ প্ৰতি ধাউতি শিশুমনৰ স্বভাৱজাত প্ৰবৃত্তি। সেইবাবে ক্ৰীড়া আৰু পাঠ্যক্ৰমক অঙ্গাঙ্গী ভাৱে জড়িত কৰা নতুন ধৰণৰ পাঠ্যক্ৰমৰ আৱশ্যক। প্ৰাইমাৰী আৰু মজলীয়া স্কুলবোৰত ক্ৰীড়া আৰু অধ্যয়ন সমন্বিত পাঠ্যক্ৰম সৃষ্টি কৰি শিক্ষক সকলে শিক্ষা দিব পৰা পদ্ধতি শিক্ষক সকলে উদ্ভাৱন কৰা সম্ভৱ নহয় ; কিন্তু ই অতি আৱশ্যক হৈ পৰিছে।

আনফালে ক্ৰীড়া, অধ্যয়ন আৰু কৰ্ম্ম ইয়াৰ সমন্বয় সাধনৰো আৱশ্যক। প্ৰকৃতি বিজ্ঞান শিক্ষা পাঠ্যক্ৰমত যেনেকৈ আছে, হাতৰ কাম শিক্ষাৰ ব্যৱস্থাও আছে, কিন্তু ক্ৰীড়াই পাঠ্যক্ৰমত স্থান পোৱা নাই, কিন্তু ক্ৰীড়াৰ প্ৰতি অভিনিবেশ যেনেদৰে বৃদ্ধি পাইছে, অধ্যয়ন আৰু শিল্প বিদ্যা বা হাতৰ কামৰ প্ৰতি অৱহেলা তেনেদৰে বৃদ্ধি পাই গৈছে। এইখিনি কথা স্বীকাৰ কৰি লৈয়ো, নতুন পাঠ্যক্ৰম সৃষ্টি নোহোৱালৈকে আমিতো শিক্ষা দান নকৰাকৈ বহি থাকিব নোৱাৰো। শিক্ষক সকলে এনে অৱস্থাত কেনেদৰে শিক্ষা দান কৰিব? সেইটো আলোচনা কৰাৰ আৱশ্যক।

প্ৰথমতে আমি ধৰি ল'ব লাগিব যে সকলো শিক্ষকেই আগ্ৰহশীল আৰু কৰ্ত্তব্যপৰায়ণ। সেইটো নহ'লে কোনো আঁচনি বা পাঠ্যক্ৰমেই সফল হ'ব নোৱাৰে। শিক্ষা জাতীয়তা গঠনৰ মূল কথা আৰু শিক্ষকসকলৰ কৰ্ত্তব্যই এই ক্ষেত্ৰত

মহান। সেইবাবে শিক্ষকতা কাৰ্য্যত ব্ৰতী হৈ অৱহেলা কৰাতো শিক্ষক সকলাৰ মহা অপৰাধ। আৰু কৰ্ত্তব্যপৰায়ণ নোহোৱা শিক্ষকৰ বাবে কোনো আঁচনি বা পাঠ্যক্ৰম উদ্ভাৱন কৰিব নোৱাৰি।

যদিহে শিক্ষক সকল কৰ্ত্তব্যপৰায়ণ হয়, তেতিয়া হ'লে শিক্ষক সকলে নিজে বিজ্ঞানৰ পাঠবোৰ (পাঠ্য পুস্তকত থকা অনুসাৰে অৱশ্যে) ভালদৰে বুজি পাইছে নে সেইটো অনুধাৱন-কৰি চাব লাগিব। পাঠ্য-পুস্তকবোৰ এনেদৰে লিখা হৈছে যে পাঠ্যপুস্তকত থকা পাঠটোৰ পৰা শিক্ষকে নিজেও নতুনকৈ জ্ঞান আহৰণ কৰিব নোৱাৰে। গতিকে শিক্ষকে নিজৰ প্ৰস্তুতিৰ বাবে উচ্চতৰ মানৰ পুস্তক পঢ়ি পাঠবোৰৰ বিষয়ে জ্ঞান আহৰণ কৰি লব লাগিব বা উচ্চতৰ স্তৰৰ শিক্ষকৰ পৰা বুজি লব লাগিব। প্ৰত্যেকটো পাঠৰ মূল সূত্ৰটো বিচাৰি উলিয়াব লাগিব। মূল সূত্ৰৰ জ্ঞান যদি ছাত্ৰ-ছাত্ৰীক দিব নোৱাৰি তেন্তে বিজ্ঞান শিক্ষা কেনেকৈ দিব পৰা হ'ব? ৰচনা লিখাৰ দৰে বিজ্ঞানৰ পাঠবোৰ লিখা যেনেকৈ দোষৰ কথা, সেইদৰে শিক্ষা দিয়াও তেনেকৈ দোষৰ কথা। জ্যামিতি, অঙ্ক, ভূগোল, আনকি বুৰঞ্জীও ৰচনাৰ আকাৰত লিখা পাঠ্যপুথিৰে শিক্ষা দিব নোৱাৰি। সেই দৰে শিক্ষা দি থকা বাবে ছাত্ৰ ছাত্ৰীৰ বিশুদ্ধ জ্ঞান নহয়। স্কুলত শিক্ষা কৰা অঙ্কৰ বুদ্ধিৰে ব্যৱহাৰিক জীৱনৰ অঙ্ক যে ছাত্ৰ-ছাত্ৰী সকলে কৰিব নোৱাৰে সেই বিষয়ে সকলোৰে অভিজ্ঞতা আছে। জ্যামিতিৰ পাঠ্যপুথিবোৰ সিমান বেয়া নহয়, কিন্তু পাঠ্যপুথিমতে শিক্ষা দিয়া নহয় কাৰণে জ্যামিতি এটা দুৰ্বোধ্য বিষয় ৰূপে শিক্ষাৰ্থীসকলৰ মনত ধাৰণা হয়। ভূগোলৰ কিতাপবোৰ তেনেই সংক্ষিপ্ত টোকাৰ আকাৰে লিপিবদ্ধ কৰি থোৱা আছে। ভূগোলৰ লগত জ্যামিতিৰ, পাটীগণিতৰ আৰু বুৰঞ্জীৰ যথেষ্ট সম্পৰ্ক আছে। এইবোৰৰ সমন্বয় সাধন কৰি শিক্ষকে পাঠ দিব পাৰিব লাগিব।

সেইদৰে প্ৰকৃতি বিজ্ঞানৰ লগত জল বায়ুৰ সম্পৰ্ক আছে, কৃষি বিজ্ঞানৰো সম্পৰ্ক আছে। আৰু ভৌগোলিক পাঠৰো সম্পৰ্ক আছে। শিক্ষক সকলৰ প্ৰশিক্ষণ কেন্দ্ৰবোৰত এইবোৰ বিষয়ে কিছু কিছু কোৱা হয়, কিন্তু সেইবোৰ উপদেশ কাৰ্য্যকৰী হৈ নুঠে যেতিয়ালৈকে উপদেশ অনুসাৰে কাৰ্য্যকৰী পাঠদান পদ্ধতি (lesson notes) উদ্ভাৱন কৰি শিক্ষকসকলক বুজাই দিয়া নহয়।

কোন কোন বিষয়ৰ লগত কোন কোন বিষয়ৰ বিশেষ সম্বন্ধ আছে, কোন কোন পাঠত কোন কোন বিষয়ৰ সম্পৰ্ক থকা জ্ঞানৰ সমন্বয় সাধন কৰিব লাগিব সেইটো স্থিৰ কৰিলেহে পাঠদান পদ্ধতি (lesson notes) উদ্ভাৱন কৰাত উজু হয়। বহু শিক্ষকে পাঠ্য পুথি লিখিছে। তেওঁলোকে এই পদ্ধতিৰে শিক্ষা দিব ধৰিলে— সেই পদ্ধতিৰ পাঠ্য পুথি প্ৰণয়ন সহজ হৈ উঠিব। অনুশীলন বুলি যিখিনি কথা পাঠ্যপুথিত লিখে, সেইখিনিতে অভিজ্ঞতালব্ধ পাঠ দান পদ্ধতি

লিখিলে ক্ৰমে ক্ৰমে পাঠ্যপুথিৰ ক্ৰমো পৰিবৰ্ত্তিত হৈ আহিব। এইটো এটা জটিল বিষয় সন্দেহ নাই , কিন্তু অসম্ভৱ একো নহয়। ইয়াৰ গৱেষণা আৱশ্যক। একে দিনাই সৰ্বাঙ্গ সুন্দৰ 'লেছন নোট' নহ'ব পাৰে ; কিন্তু মূল সূত্ৰটো গ্ৰহণ কৰিলে ক্ৰমশঃ উন্নত হৈ আহিব। পাঠ্যপুথি বোৰক একমাত্ৰ আশ্ৰয় নকৰি শিক্ষকে নিজৰ 'লেছন নোট'ৰ ওপৰত নিৰ্ভৰ কৰিলে এইদৰে শিক্ষাদান সহজ হৈ উঠিব।

স্কুলবিলাকত উদ্যান পতাৰ লগত কৃষি বিজ্ঞান আৰু ভূগোল বিজ্ঞানৰ সম্পৰ্ক ৰাখি লেছন নোট উদ্ভাৱন কৰাৰ চেষ্টা কৰাটো প্ৰথমতে ল'ব পাৰি। হাতৰ কামো লগে লগে সমন্বিত হৈ আহিব। কোনো এজন উদ্যোগী শিক্ষকে যত্ন কৰিলে দেখা পাব যে এই উপদেশ অকাৰ্য্যকৰী নহয়।

উদ্যান পতাৰ লগত প্ৰকৃতি বিজ্ঞানৰ সমন্বয় কৰি পাঠ দি ছাত্ৰ-ছাত্ৰী সকলৰ মন আকৰ্ষণ কৰিব পাৰিলে পূৰ্বে উল্লেখ কৰা অভিনিবেশ বা ৰাপ বা ধাউতি সৃষ্টি হ'ব আৰু বিজ্ঞান শিক্ষাৰ প্ৰতি মনোযোগ আকৰ্ষিত হ'ব।

শিশুসকলৰ খাদ্য বস্তুৰ প্ৰতি যি লোভ, সেই লোভৰ সুবিধা লৈ স্কুলৰ উদ্যানত ফল-মূলৰ বাগিচা সিহঁতৰ দ্বাৰাই পতাই ল'ব পাৰি। টিয়ঁহ, বাঙী, মিঠা আলু, মটৰ, মাহ ইত্যাদিৰ খেতি কৰি আৰু আন ফালে আমৰ পুলি, মধুৰী আমৰ পুলি, কঠালৰ পুলি, লিচুৰ পুলি ইত্যাদি ৰুই শিশুসকলৰ ৰাপ বা অভিনিবেশৰ সৃষ্টি কৰিব পাৰি। আমাৰ দেশত কাৰ্য্যতঃ একো কৰিবলৈ কোনেও আগ নাবাঢ়ে আৰু আন্তৰিকতাৰ সঁহাৰি কৰ্ত্তৃপক্ষ বা ৰাইজৰ পৰা সহজতে নাহে ; কিন্তু সেইটো যাতে পাব পৰি সঙ্ঘবদ্ধ ভাৱে শিক্ষক সকলে প্ৰযত্ন কৰা উচিত।●

# বিষয় শিক্ষাদানত শিক্ষকৰ কৰ্ত্তব্য

যি কোনো বিষয়কে শিক্ষা নিদিয়ক কিয়, শিক্ষকৰ প্ৰধান কৰ্ত্তব্য যে ছাত্ৰক জ্ঞান দান কৰা সেই কথা সৰ্বদায় শিক্ষকৰ মনত জাগৃত হৈ থাকিব লাগে। স্কুলৰ নিৰ্দ্ধাৰিত পাঠ্যপুথি যদি ভুল থাকে তাকো যদি শিক্ষকে শুদ্ধ বুলি ধৰি লৈ শিক্ষা দিয়ে তেতিয়া শিক্ষকক দোষে স্পৰ্শ কৰে। ভুল কথা যদি শিক্ষা দিয়ে, শিক্ষকৰ বিষয়টোৰ বিষয়ে যে জ্ঞান নাই সেইটোহে বুজা যায়। শিক্ষকে নিজে যিটো কথা স্পষ্টকৈ নাজানে পাঠ্যপুথিত লিখা আছে বুলিয়েই যদি সেই কথাটো শিক্ষা দিবলৈ প্ৰবৃত্ত হয়, শিক্ষাদানত দোষত্ৰুটী নিশ্চয় থাকি যায় ; অন্ততঃ শিক্ষাদান কাৰ্য্যত শিক্ষকৰ সন্তুষ্টি নাহে। যিটো বিষয় শিক্ষকে শিকাব লাগিব, সেই বিষয়টোৰ শিকাবলগীয়া পাঠবোৰ শিক্ষকে নিজে খৰচি মাৰি আয়ত্ত কৰি ল'ব লাগিব। তাৰ বাবে যিখন পাঠ্যপুথি শিক্ষকে পঢ়াব সেইখন পাঠ্যপুথিৰ পাঠবোৰ সেই পাঠ্যপুথিখনত বাদেও উচ্চতৰ মানৰ পুথিৰ পৰা নাইবা কোনো এজন জনা শিক্ষক বা বিদ্যানুৰাগী লোকৰ পৰা শিকি ল'ব লাগিব। এইদৰে শিক্ষা কৰাৰ পৰা শিক্ষকৰ নিজৰ জ্ঞানো বাঢ়িব আৰু ভৱিষ্যৎ জীৱনৰ শিক্ষকতা কাৰ্য্যৰ সমলো আহৃত হ'ব। পাঠ্যপুথি লিখকৰ জ্ঞান আৰু বুদ্ধি অনুসাৰে পাঠ্যক্ৰমৰ ওপৰত ভিত্তি কৰি লিখকে পাঠবোৰ সজাই লয়। বিভিন্ন লিখকে বিভিন্ন ধৰণে একেটা পাঠকে পাঠ্যপুথিত সজাই দিয়ে। শিক্ষকজনে যে পাঠ্যপুথিত থকা ধৰণেহে শিক্ষা দিব লাগে তেনে কোনো কথা নাই। পাঠ্যক্ৰমত থকা মান অনুসাৰে পাঠটোৰ বিষয়ে জ্ঞান দান কৰাহে শিক্ষকৰ কৰ্ত্তব্য। শিক্ষকৰ নিজৰেই শিক্ষাদান বিষয়ে এটা সুকীয়া পদ্ধতি-আপোনা-আপুনি গঢ়ি উঠে। সেই পদ্ধতি হে বেছি কাৰ্য্যকৰী। প্ৰশিক্ষণ বিদ্যালয়ত শিকোৱা পদ্ধতিহে যে মাথোন একমাত্ৰ উত্তম পদ্ধতি, সেই কথা কেতিয়াও নহয়। চিন্তাশীল শিক্ষকে এই কথাৰ তাৎপৰ্য্য বুজি পাব। প্ৰশিক্ষণ বিদ্যালয়ত শিক্ষা কৰা পদ্ধতি নাইবা পাঠ্যপুথিত দিয়া শিক্ষা পদ্ধতিত বাদে যদি আন কোনো প্ৰকাৰ পদ্ধতিৰে শিক্ষকে শিক্ষা দিব নোৱাৰে, তেতিয়া বুজা যায় যে, শিক্ষকে শিক্ষাদান কাৰ্য্যৰ বিষয়ে নিজে অকণো চিন্তা কৰা নাই। তেনে শিক্ষক কেতিয়াও ভাল শিক্ষক হৈ উঠিব নোৱাৰে ; কাৰণ তেনে শিক্ষকৰ শিক্ষাদান কাৰ্য্যত আগ্ৰহ বৰ কম। আগ্ৰহ থাকিলে স্বকীয় চিন্তা স্বভাৱতঃ নিশ্চয় আহিব। গতিকে দেখা যায় যে শিক্ষক শিক্ষকতা কাৰ্য্যৰ বাবে আগ্ৰহশীল, জ্ঞান উপাৰ্জ্জনৰ বাবে উৎসুক আৰু উত্তৰোত্তৰ শিক্ষকতা কাৰ্য্যত অধিকতৰ সাফল্য অৰ্জ্জনৰ বাবে যত্নপৰ হ'ব লাগিব।

এই কথাখিনি অলপ বিতংকৈ কোৱা যাওক। ভূগোল, ব্যাকৰণ, জ্যামিতি, পৰিমিতি আদি শিক্ষা দিয়াৰ সময়ত আমি বহুতে সংজ্ঞাবোৰ মুখস্থ কৰাওঁ। সংজ্ঞাখিনি মুখস্থ হ'লেই শিক্ষাদান কাৰ্য্য সম্পূৰ্ণ হোৱা বুলি ভাবি লওঁ। আমাৰ ভিতৰত কিছুমানে সংজ্ঞা মুখস্থ কৰোৱাৰ পাছত সংজ্ঞাটোৰ বিষয়ে উদাহৰণৰে শিক্ষা দিবলৈ যত্ন কৰো। উদাহৰণেৰে শিক্ষা দিয়াটো নিশ্চয় অলপ উন্নত পদ্ধতি, কিন্তু সংজ্ঞাবোৰ মুখস্থ কৰোৱাৰ পূৰ্বে যদি উদাহৰণেৰে সংজ্ঞাটোত থকা বিষয় বস্তুৰ শিক্ষা দিয়া হয়, সেই পদ্ধতি বেছি উত্তম হয়। এই ধৰণে শিক্ষাদান কৰিলে সংজ্ঞাটোৰ ভাষা ছাত্ৰবিলাকে নিজে নিজেও দিব পৰা হয়। উপযুক্ত ভাষাৰে ছাত্ৰই প্ৰকাশ কৰিব নোৱাৰিলে শিক্ষকে শুধৰাই দিলে ছাত্ৰই সংজ্ঞাটো ভালদৰে বুজি পাব পাৰে আৰু চিৰদিনলৈ মনত থাকাকৈ শিকিব পাৰে। পাঠ্যপুথিত ইমান বিতংকৈ পাঠ দান পদ্ধতি দিয়া নাথাকিলেও শিক্ষকে এই পদ্ধতি গ্ৰহণ কৰিব লাগে। কোনো কোনো পাঠ্যপুথিৰ লিখকে লিখিলেও সম্পূৰ্ণকৈ সকলোবোৰ পাঠ হয়তো লিখা নাই। এইখিনিতে শিক্ষকৰ স্বকীয় কৰ্ত্তব্য আছি পৰে। মনত ৰাখিব লাগে যে ছাত্ৰবিলাকে যিটো কথা উপলব্ধি কৰিব পাৰে সেই কথাটো ভাষাৰে বৰ্ণনাও কৰিব পাৰে। এই পদ্ধতিত ছাত্ৰসকলৰ চিন্তাশক্তি বৰ্দ্ধিত হয় আৰু বিষয়বস্তুটোৰ প্ৰতি আগ্ৰহ আহে। তেতিয়া শ্ৰেণীৰ গণ্ডগোলৰ প্ৰশ্নও নাহে।

পুনশ্চঃ— যিবিলাক বিষয়ে শিশুসকলে কোনো ধাৰণা কৰিব নোৱাৰে, যিবোৰ বস্তু সিহঁতে দেখা নাই বা যিবোৰ বিষয় সিহঁতৰ দৈনন্দিন অভিজ্ঞতাত অহা নাই, সেইবোৰ বিষয় শিক্ষা দিয়া কঠিন কথা। শিক্ষকে এইফালে তীক্ষ্ণ দৃষ্টি ৰাখিহে পাঠদানত আগবাঢ়িব লাগিব। পাঠ্যপুথিত থকা বৰেই বুজক বা নুবুজক পাঠ্যপুথিত আছে যেতিয়া শিকাবই লাগিব বুলি ভাবি পুথিত যেনেদৰে লিখিছে তেনেদৰে শিকাবলৈ গ'লে পাঠদান কাৰ্য্য হৃদয়গ্ৰাহীও নহ'ব আৰু পাঠদানো সফল নহ'ব। পাঠটোৰ বিষয়বস্তু শিক্ষাদানৰ সময়ত কেনেকৈ শিশুৰ দৈনন্দিন অভিজ্ঞতাৰ পৰিধিলৈ আনিব পাৰি বা শিশুৰ ধাৰণা শক্তিৰ সক্ষমতাৰ ভিতৰলৈ আনিব পাৰি, পাঠ্যপুথিত নাথাকিলেও শিক্ষকে নিজ চিন্তাৰ সহায়ত এনে কেতবোৰ কথাৰ অৱতাৰণা কৰিব লাগিব যাৰ দ্বাৰা শিশুৰ মনত দৈনন্দিন অভিজ্ঞতাৰ পৰিবেশ সৃষ্টি হয় আৰু শিশুৱে সহজে ধাৰণা কৰি লব পাৰে। ছাত্ৰৰ বৰ্ণনা সংজ্ঞাত থকা পুথিৰ ভাষাতকৈ বেছি ফলদায়ক হৈ উঠিব— যদিহে বিষয়টো ভালদৰে বুজি পায়। ধৰি লওক— নদীৰ সংজ্ঞা শিকাব লাগিব। পুথিৰ ভাষাৰে নদীৰ সংজ্ঞা শিকালে, যিবিলাক ল'ৰা-ছোৱালী নদী কোনো দিন দেখাই নাই, পাহাৰ পৰ্বতো দেখা নাই; নদীত নাও চলাচল, মাছমৰা, নদীৰ ওপৰৰ দলং আদি দেখা নাই, নদীৰ পৰা নলা কাটি কেনেকৈ পানী নি খেতি পথাৰত লগোৱা হৈছে তাকো দেখা নাই; তেনেবিলাক ল'ৰা-ছোৱালীক নদী নেদেখুৱাকৈ নদীৰ সংজ্ঞা

বা নদীৰ বিষয়ে সম্যক ধাৰণা দিয়া সম্ভৱ নহয়। সকলো মানুহে দেখি হে শিকে। কোনো নতুন বস্তু দেখিলে সেই বিষয় নানা প্ৰকাৰ প্ৰশ্ন আপো-আপুনি উদয় হয়। সেই প্ৰশ্নবোৰ আৰু তাৰ যথাযথ উত্তৰ বোৰেই শিক্ষাদানৰ প্ৰধান সহায়ক। পুথিত থকা সংজ্ঞাটোৱে বা তাত লিখা নদীবিষয়ক বিৱৰণীয়ে নদীৰ বিষয়ে সকলো জ্ঞান দিব নোৱাৰে। পুথিত লিখা কথাখিনি মুখস্থ কৰি ল'লেও সেই কথাখিনি সদায় মনত ৰাখিব নোৱাৰে। কিন্তু যদি শিশুৱে নদী দেখাৰ পাছত শিক্ষকৰ মুখৰ পৰা নদীৰ বিষয়ে বিবিধ প্ৰশ্নৰ উত্তৰ পায়, সেই কথা সদায় মনত ৰাখিব পাৰিব। সেয়ে হে প্ৰকৃত জ্ঞানদান। এই কথাৰ ওপৰতে ভিত্তি কৰিয়েই শিক্ষামূলক ভ্ৰমণৰ আঁচনি চৰকাৰে গ্ৰহণ কৰিছে, কিন্তু মূল উদ্দেশ্য কিমান দূৰ সফল হৈছে সেই বিষয়ে বহুতো সন্দেহৰ অৱকাশ আছে। সি যি নহওক, শিক্ষকসকলে নিজ নিজ স্কুলৰ পৰিবেশ অনুসাৰে দৃশ্য আৰু দৰ্শনীয় বস্তুবিলাকৰ সহায়েৰে শিশুৰ কৌতূহল নিবৃত্তি কৰি শিক্ষাদান কৰা অৱশ্য কৰ্ত্তব্য বুলি ভবা উচিত।

বহু সময়ত প্ৰকৃত দৃশ্য বা বস্তু দেখুৱাব নোৱাৰি আমি ছবিৰ আৰু নক্সাৰ সহায় লওঁ। কোনো কোনো সময়ত কোনো এখন ৰাজ্যৰ বিষয়ে শিক্ষা দিবৰ সময়ত আমি ছবি আৰু বৰ্ণনাৰ সহায় লওঁ। ছবি বা নক্সাই বৰ্ণনামূলক ব্যাখ্যাৰ স্থান ল'ব নোৱাৰে। ইয়াৰ দুটা কাৰণ আছে। প্ৰথম কাৰণ হৈছে আমি প্ৰকৃতিত যি দৃশ্য দেখা পাওঁ ছবিত গোটেইখিনি দেখুৱাব নোৱাৰি। এটা ধুনীয়া আৰু মনোৰম সূৰ্য্যাস্তৰ বিষয়ে যদি আমি বিবেচনা কৰো এই কথা বুজা যাব। তেনে সূৰ্য্যাস্ত হয়তো বহুতে দেখিছে আকৌ বহুতে দেখা নাই। সূৰ্য্যাস্তৰ সময়ত গোটেই আকাশখন আমি দেখা পাওঁ। আৰু হয়তো দেখা পাওঁ পশ্চিম আকাশৰ পৰা মূৰৰ ওপৰলৈ গোটেইখিনি আকাশ ৰামধেনুৰ সকলোবোৰ ৰঙেৰে ৰঞ্জিত হৈছে আৰু সেই ৰঙবোৰ সকলো ঠাইতে সমানে ডাঠ বা পাতল হিচাবে দেখা যোৱা নাই আৰু যি ঠাইত সূৰ্য্যাস্ত হ'ব ধৰিছে সেই ঠাইত ৰঙা আৰু হালধীয়া ৰঙৰ বিশেষ ঔজ্জ্বল্য দেখা গৈছে আৰু মূৰৰ ওপৰত হয়তো পাতল বেঙুনীয়া ৰঙ দেখা হৈছে ; তদুপৰি প্ৰতি মুহূৰ্ত্তত পাতল ৰঙবোৰ ক্ৰমে ক্ৰমে বেছি পাতল হৈ নাইকিয়া হৈ গৈছে আৰু ডাঠ ৰঙবোৰ বহল হৈ গৈ থাকি বেছি পাতল হৈ যাব ধৰিছে। সূৰ্য্যাস্ত হয়তো ২০ বা ২৫ মিনিট হে থাকিব আৰু এইখিনি সময়ৰ ভিতৰতে বিভিন্ন পৰিবৰ্ত্তন এনেদৰে ঘটি থাকে। এই দৃশ্যটো দেখি দৰ্শক মুগ্ধ হয় আৰু এইদৰে মোহিত হোৱাৰ বিশেষ কাৰণ হয়, পূৰ্বে যি সূৰ্য্যাস্ত দেখিছে, এতিয়া যি সূৰ্য্যাস্ত দেখিছে আৰু এতিয়া যিবোৰ পৰিবৰ্ত্তন প্ৰতি মুহূৰ্ত্ততে দেখিছে তাৰ তুলনামূলক ভাব এটি স্বতঃভাৱে মনত উদয় হয়। গতিকে বিভিন্ন মুহূৰ্ত্তত বিভিন্ন দৃশ্য দৰ্শকে দেখা পায়, ছবিত মাথোন এক মুহূৰ্ত্তৰ এটা দৃশ্যহে অঙ্কিত

কৰিব পাৰি। সূৰ্য্যাস্তৰ বহুছবি আমাৰ ঘৰে ঘৰে আঁৰি থোৱা দেখিবলৈ পোৱা যায় কিন্তু তাৰ দ্বাৰা সূৰ্য্যাস্তৰ পূৰ্ণ প্ৰতিচ্ছবি তাত পোৱা যাব নোৱাৰে। এনে ধৰণৰ সূৰ্য্যাস্ত বুজিবলৈ বা বুজাবলৈ হ'লে কবি মনৰ বৰ্ণনামূলক বিৱৰণীৰ আৱশ্যকতা আহি পৰে। সূৰ্য্যাস্ত দেখা নাপালে ছবিও অঙ্কিত কৰিব নোৱাৰি আৰু বৰ্ণনাও কৰিব নোৱাৰি। গতিকে ছবিৰো আৱশ্যক, বৰ্ণনাৰো আৱশ্যক। এই ক্ষেত্ৰত শিক্ষকৰ কৰ্ত্তব্য কি— সহজে অনুমান কৰি লব পাৰি।

শিক্ষামূলক ভ্ৰমণ, প্ৰাকৃতিক দৃশ্য আৰু প্ৰকৃত বস্তুৰ সহায়ত শিক্ষা দিয়াৰ মূল্য কিমান তাকো অনুমান কৰি ল'ব পাৰি. শিক্ষকসকলে এইবোৰ কথা গভীৰ বাবে চিন্তা কৰিব লাগে।

দ্বিতীয় কাৰণ হৈছে যে, ছবিবোৰত যদি প্ৰাকৃতিক দৃশ্যটো সম্পূৰ্ণ ভাৱে প্ৰতিফলিত কৰি তুলিবও পাৰি তাৰ লগত অনুৰূপ প্ৰাকৃতিক দৃশ্যৰ বিষয়ে আগতে যি শুনা গৈছে বা তেনে দৃশ্য দেখি যি অনুভৱ কৰা গৈছে সেই পূৰ্বস্মৃতি আৰু অনুভূতিৰ লগত কিমানখিনি সামঞ্জস্য আছে সেই সম্পৰ্কে প্ৰকৃত দৃশ্যটো দেখা দৰ্শকৰ বৰ্ণনাৰ আৱশ্যকতা আহি পৰে। শিল্পীমনে প্ৰাকৃতিক দৃশ্য দেখি প্ৰকৃতিতকৈও হয়তো বেছি সুস্পষ্ট ছবি আঁকি দিব পাৰে বা বেছি সুস্পষ্ট বৰ্ণনা দিব পাৰে ; কিন্তু আমি আমাৰ ছবিৰ সহায়ত শিশুসকলক শিক্ষা দিয়াৰ বিষয়েহে আলোচনা কৰিছো। শিশুবিলাকে তেনে দৃশ্য কাহানিও দেখা নাই। দেখিলেও উপলব্ধি কৰিব পৰা নাই আৰু আমি শিক্ষক হিচাবে সূৰ্য্যাস্ত সম্পৰ্কে লিখা কবিৰ কবিতা বা চিত্ৰকৰে অঁকা চিত্ৰ শিশুক বুজাব লাগিব। এই খিনিতে শিক্ষক হিচাবে আমাৰ কৰ্ত্তব্য কিমান গধুৰ আৰু কিমান কঠিন এই কথা আমি উপলব্ধি কৰা উচিত। ছবিৰ সহায়ত শিক্ষা দিবলৈ যাওঁতে যদিহে সেই ছবি শিশুৱে প্ৰথমবাৰৰ বাবে হে দেখিছে আৰু তেনে দৃশ্য বা বস্তু কাহানিও দেখা নাই, তেতিয়া সেই পাঠদান আৰু কঠিন আৰু জটিল হৈ পৰে।

এনেবোৰ গভীৰ তত্ত্বৰ বিষয়ে শিক্ষকৰ কোনো জ্ঞান বা চিন্তা নাথাকিলে শিশুৰ মনত কোনো বিষয়ৰে সুস্পষ্ট জ্ঞান দিব আৰু বিষয় বস্তুৰ পৰিচয়ৰ সুস্পষ্ট ছবি অঙ্কিত কৰিব নোৱাৰি। এনেবোৰ কাৰণতে শিশুকালতে শিশুমনত শিক্ষকসকলৰ পাঠদানৰ দোষত প্ৰকৃত জ্ঞানৰ পৰিবৰ্ত্তে অশুদ্ধ জ্ঞানৰ ছায়া পৰি শিশু এফালে যেনেকৈ জ্ঞানৰ ভুল পথে পৰিচালিত হয়, আনফালে সৎ চৰিত্ৰ গঠনতো বাধা পায়। তেতিয়া শিক্ষা সু-সংস্কাৰ হৈ নুঠি কু-সংস্কাৰ ৰূপে শিশুমনত উদয় হয়।

পাঠ্য পুথিবোৰ এটা মান (standard) ৰক্ষা কৰি লিখা হয়। পাঠ্যক্ৰমো বয়স অনুসাৰে স্থিৰ কৰা হয়। পাঠ্যক্ৰম আৰু পাঠ্যপুথিৰ উত্তম সমন্বয় থাকিলেও শিক্ষকৰ বুদ্ধি বিবেচনাত সেই সমন্বয় বা সামঞ্জস্য ৰক্ষাৰ বিষয়ে যত্ন লাগে।

প্ৰাইমেৰী স্তৰৰ পাঠ্যক্ৰম স্থিৰ কৰা যিমানেই কঠিন নহওক, তথাপি এটা মান স্থিৰ কৰি ল'ব পাৰি, কিন্তু সেই মান ৰক্ষাৰ দায়িত্ব থাকে শিক্ষকৰ শিক্ষাদানৰ ওপৰত। যি কেনো স্তৰতেই নহওক পাঠ্যক্ৰমৰ মান অনুসাৰে লিখিত পাঠ্যপুথিবোৰৰ পাঠদান প্ৰশিক্ষণ বিদ্যালয়ত পোৱা পদ্ধতিৰে দিলেই নহ'ব। পাঠবোৰ গ্ৰহণ কৰিবৰ শক্তি শ্ৰেণীটোৰ কিমান দূৰ আছে আৰু বিভিন্ন প্ৰকৃতিৰ শিশুবিলাকে ধৰাবন্ধা পদ্ধতিৰে শিক্ষা দিলে উপকৃত হ'ব নে নহয়, সেই বিষয়ে-বিবেচনা কৰা শিক্ষকৰ প্ৰধান কৰ্ত্তব্য। শিশুবিলাকক যি পদ্ধতিৰে বা যি উপায়েৰে মান অনুসাৰে শিক্ষা দিয়া সহজ হয় সেই পদ্ধতিহে শিক্ষকে গ্ৰহণ কৰিব আৰু প্ৰশিক্ষণত প্ৰাপ্ত মনস্তাত্ত্বিক কথবোৰলৈ আৰু ধৰাবন্ধা পদ্ধতিৰ মূলনীতিৰ ভিত্তিত শিক্ষকৰ নিজৰ শিক্ষাদান পদ্ধতি স্থিৰীকৃত কৰিব লাগিব। এনেবোৰ সমস্যাৰ সন্মুখীন হ'বলৈ অনিচ্ছুক হোৱা শিক্ষক উপযুক্ত শিক্ষক হ'ব নোৱাৰে।

তদুপৰি উপৰত সূৰ্য্যাস্তৰ উদাহৰণেৰে যি পদ্ধতিৰ ইঙ্গিত দিয়া হৈছে, সেই পদ্ধতিও প্ৰশিক্ষণ বিদ্যালয়বোৰত বহল ভবে ইঙ্গিত বা বুজনি দিলেও ধৰা বন্ধা ভাবে সেই নীতি পাঠদান প্ৰণালীত বিধিবদ্ধ কৰিব পৰা নাই বা কৰা নাই ; হয়তো বা সম্ভৱো নহয়। এই কথা যে সৰ্বত্ৰ সকলো প্ৰকাৰ পাঠদানৰ ক্ষেত্ৰত প্ৰযোজ্য সেই কথাও শিক্ষকে পাহৰিলে নচলিব। শিক্ষকে শ্ৰেণীৰ মান অনুসাৰে, ছাত্ৰ-ছাত্ৰীসকলৰ বুদ্ধিৰ পৰিমাপ অনুসাৰে নিজৰ নিজৰ শিক্ষাদান প্ৰণালী উদ্ভৱ কৰিব পৰিব লাগিব— এই কথাও প্ৰশিক্ষণ বিদ্যালয়বোৰত শিক্ষা দিয়া হয়। এই কথা পাহৰিলে বা অৱহেলা কৰিলেও উত্তম শিক্ষক হ'ব নোৱাৰিব। ব্যক্তিগত মনোযোগৰ বিষয়েও প্ৰশিক্ষণ বিদ্যায়ত শিক্ষা দিয়া হয়। ব্যক্তিগত মনোযোগ দিয়াৰ পটভূমিত শিক্ষকৰ ব্যক্তিগত পদ্ধতি উদ্ভাৱনৰ বহল ক্ষেত্ৰ আছে।

মুঠতে শিক্ষকৰ শিক্ষকতা কাৰ্য্যৰ প্ৰতি আগ্ৰহ আৰু যত্ন থাকিব লাগিব আৰু নিজৰ নিজৰ স্কুলৰ বা শ্ৰেণীটোৰ ছাত্ৰ-ছাত্ৰীৰ স্বভাৱ, প্ৰকৃতি পূৰ্ণভাৱে অধ্যয়ন কৰিব লাগিব।

পৰিদৰ্শক সকল শিক্ষক-সকলতকৈ বেছি বিদ্বান, বেছি অভিজ্ঞ আৰু বেছি দায়িত্বশীল ব্যক্তি। তেওঁলোকৰ প্ৰধান কৰ্ত্তব্য শিক্ষক সকলক পৰিচালিত কৰা, কেৱল ছেমিনাৰৰ যোগেদি ব্যক্তিগত শিক্ষকৰ গুণ-দোষ নুবুজি আৰু স্কুল বিশেষৰ সামাজিক পৰিবেশ আদি নুবুজাকৈ সামুহিক ভাৱে উপদেশ দিলে বিশেষ উন্নতি হ'ব পাৰে বুলি আশা কৰিব নোৱাৰি।●

# প্ৰাথমিক স্তৰত শিক্ষাৰ অপচয় ঘটাৰ কাৰণ আৰু নিবাৰণৰ উপায়

চহৰৰ স্কুল আৰু গাৱঁৰ স্কুলৰ স্বাভাৱিক মান সমান স্তৰৰ নহয়। ৰাজ্যৰ আটাইবোৰ প্ৰাথমিক স্কুল সমান স্তৰৰ আৰু সৰ্ব্বত্ৰ সামাজিক পৰিস্থিতি একে নহয়। বিভিন্ন পৰিস্থিতিত যে শিক্ষাৰ মান বিভিন্ন হ'ব তাত কোনো সন্দেহ নাই। সকলোবোৰ স্কুল সমপৰ্য্যায়ৰ হলেহে কি কাৰণত অপচয় ঘটে স্পষ্টকৈ ফুটি উঠে। সামাজিক পৰিস্থিতিয়ে যে বিভিন্ন ফল দিয়ে তাত কাৰো সন্দেহ নাই। বৰ্ত্তমান পৰিস্থিতিত সাধাৰণতঃ যিবোৰ মুখ্য কাৰণত শিক্ষাৰ অপচয় ঘটে তাৰ উল্লেখ কৰা হ'ল।

(১) ল'ৰা-ছোৱালীক শিক্ষা দিয়া মাক-বাপেকৰ কৰ্ত্তব্য। এই বিষয়ে অনুন্নত সম্প্ৰদায়ৰ আৰু অশিক্ষিত সমাজৰ মানুহৰ মাজত সম্পূৰ্ণ দায়িত্বজ্ঞান অহা নাই। শিশু জন্মিলেই খাবলৈ দিব লাগে আৰু কাপোৰ পিন্ধিব পৰা হলেই যেনেকৈ কাপোৰ দিব লাগে সেইদৰে উপযুক্ত বয়সত শিক্ষা দিব লাগে সেই দায়িত্বজ্ঞান মাক-বাপেকৰ থাকিব লাগে।

(২) স্কুলত আহিলা-পাতিৰ অভাৱ, উপযুক্ত স্কুলঘৰ হোৱা নাই ইত্যাদি কাৰণত শিক্ষাৰ অপচয় ঘটা বুলি যিবিলাক কথা কোৱা হয়, সেইবিলাক কথা সম্পূৰ্ণ সত্য নহয়। আগতকৈ স্কুলঘৰৰ অৱস্থাও বহুগুণে ভাল হৈছে আৰু আহিলা-পাতিৰ অভাৱো বহুগুণে কমিছে। যি অনুপাতে এই অভাৱ পূৰণ হৈছে সেই অনুপাতে শিক্ষাৰ উন্নতি হোৱা নাই। সেই বুলি এইটোও সঁচা কথা যে প্ৰাইমেৰী স্কুলবোৰ এতিয়াও যথোপযুক্তৰূপে আহব-বহল আৰু নিৰাপদ হোৱা নাই।

(৩) পৰিদৰ্শকৰ সংখ্যা বাঢ়িলেই স্কুলৰ উন্নতি হ'ব পাৰে তেনে কথা নহয়। সংখ্যা বাঢ়িলেই নহয়, পৰিদৰ্শনৰ যি দায়িত্ব সেই দায়িত্ব পালন কৰিবলৈ পৰিদৰ্শকৰ যোগ্যতা, সুবিধা আৰু ক্ষমতা লাগে।

প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষকৰ বা পৰিদৰ্শকৰ সংখ্যা বাঢ়িলেই যে শিক্ষাৰ উন্নতি হ'ব তেনে কথাও নহয়।

(৪) স্কুলৰ সংখ্যা বাঢ়িলেই যে শিক্ষাৰ বিস্তাৰত সহায় হয় নাইবা শিক্ষাৰ উন্নতি হয় তেনেও নহয়।

(৫) শিক্ষাৰ লক্ষ্য কেৱল চাকৰি কৰা— এনে মনোভাৱ সমাজৰ পৰা

আঁতৰি যোৱা নাই। চাকৰিৰ লক্ষ্যই শিক্ষাৰ লক্ষ্য পূৰণ নকৰে। আমাৰ লক্ষ্য শতকৰা ১০০ জন মানুহ শিক্ষিত হওক ; কিন্তু শতকৰা ১০০ জনৰ বাবে চাকৰি থাকিব নোৱাৰে। নিতান্ত যদি থাকেও কুটিৰ শিল্প নাইবা যান্ত্ৰিক শিল্পৰ উন্নতি হ'ব নোৱাৰে। বেহা-বেপাৰ বা খেতিৰ উন্নতিও হ'ব নোৱাৰে। শিক্ষাৰ লক্ষ্য অনুসাৰে শিক্ষানীতিও স্থিৰ থাকিব লাগে। শিক্ষানীতিৰ পুনঃ পুনঃ পৰিবৰ্ত্তন ঘটিলে শিক্ষাৰ উন্নতিত ব্যাঘাত ঘটে। খেতি, শিল্প, ব্যৱসায় আৰু যান্ত্ৰিকতাৰ উন্নতি সাধন কৰিব লাগিলে, শিক্ষা নীতিৰো উদ্দেশ্য একে প্ৰকাৰৰ হ'ব লাগে। যি শিক্ষাই কেৱল চাকৰি মনোভাৱৰ হে সৃষ্টি কৰে তেনে শিক্ষা বাদ দিব লাগে। গাৱঁলীয়া মানুহৰ লগত কথা পাতিলেই বুজা যায়।

গাৱঁত বিশেষকৈ অসমৰ গাৱঁত এজন নিৰক্ষৰ কৃষকে আগৰ দিনত দৈনন্দিন জীৱনৰ আৱশ্যকীয় কি কাম কৰিব নাজানিছিল? খেতি কৰিব জানিছিল, ঘৰ সাজিব জানিছিল, মাছ মাৰিব জানিছিল আৰু বহুতে কাপোৰ বুবও জানিছিল— ইত্যাদি ৰকমে আৱশ্যকীয় সকলো কাম মোটামুটিভাৱে কৰিব জানিছিল। আজিৰ শিক্ষিত ডেকাই সেইদৰে পাৰেনে? চাকৰি নাপালে জীৱন নৈৰাশ্যপূৰ্ণ হৈ পৰে। গতিকে শিক্ষানীতিৰ পৰিবৰ্ত্তন আৱশ্যক।

শিক্ষাৰ লক্ষ্য, শিক্ষানীতি আৰু শিক্ষানুষ্ঠানবোৰৰ মাজত সম্পূৰ্ণ সামঞ্জস্য ৰক্ষিত হ'ব লাগে। আজিৰ দিনত সেইটো হোৱা নাই।

(৬) যি নীতিকেই গ্ৰহণ নকৰক সেই নীতিৰ সম্পূৰ্ণ সুফল পাবলৈ হ'লে কৰ্ত্তৃপক্ষ, পৰিদৰ্শক শ্ৰেণী আৰু শিক্ষক শ্ৰেণীৰ সম্পূৰ্ণ আগ্ৰহ স্কুলবিলাকত প্ৰতিফলিত হ'ব লাগে। আমাৰ স্কুলবোৰ দেখিলে বুজা যায় যে তাৰ প্ৰতি কাৰো বিশেষ যত্ন বা আদৰ নাই।

## নিবাৰণৰ উপায় ঃ

নকলেও সকলোৱে জানে বহুত মানুহ দুখীয়া কাৰণে শিক্ষাৰ প্ৰতি আগ্ৰহ নেদেখুৱায়। অন্তৰত দুখ থাকে যে ধনী মানুহৰ নিচিনা নিজৰ নিজৰ ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষা দিব নোৱাৰে। ভৱিষ্যৎ আশা নাই কাৰণে প্ৰাথমিক স্তৰতো কোনো আগ্ৰহ প্ৰকাশ নকৰে। বাপেক-মাকৰ আগ্ৰহ নাথাকিলে শিশু অৱস্থাত কেতিয়াও ল'ৰা-ছোৱালীৰ পঢ়া-শুনা হ'ব নোৱাৰে।

যিবিলাকৰ সংস্থান আছে সেইবিলাকৰ মনতো গাৱঁত এখন স্কুল হ'লে গাওঁখনৰ গৌৰব বাঢ়ে, এই ধাৰণা যিমান প্ৰবল নিজৰ ল'ৰা-ছোৱালীৰ শিক্ষা ভাল হ'ব লাগে সেই ধাৰণা সিমান প্ৰবল নহয়। গাৱঁৰ অভাৱ-অভিযোগৰ ভিতৰত প্ৰাইমেৰী স্কুল প্ৰধান বুলি সদায় প্ৰচাৰ কাৰ্য্য চলোৱা হয় ; কিন্তু গাৱঁত থকা তাতকৈও ডাঙৰ অভাৱ পৰিলক্ষিত নহয় — যেনে পানীৰ যোগান, মাছ-গাখীৰৰ যোগান, খেতিৰ যোগান, যাতায়াতৰ সুবিধা ইত্যাদি ৰকম এশ একোটা অভাৱ

আছে। ৰাজনীতি প্ৰচাৰৰ মাজত স্কুলৰ ব্যৱস্থা কৰা আৰু শিক্ষকৰ পদ বঢ়াই নিবনুৱা সমস্যাৰ সমাধান কৰা সহজ কাম বুলি ধৰি লোৱা হয় কাৰণে এনে অৱস্থাৰ সৃষ্টি হৈছে। নতুন নতুন স্কুল নাপাতি এজনীয়া শিক্ষকৰ স্কুলবোৰ দুইজনীয়া, তিনিজনীয়া বা দহজনীয়া কৰাৰ ব্যৱস্থা কৰি স্কুলঘৰ আৰু আচবাবপাতিৰ উন্নতি সাধন কৰা উচিত। প্ৰাইমেৰী স্কুল যে ধুনীয়া, পকী আৰু আহৱ-বহুল হ'ব লাগে এই বিষয়ে আমাৰ ধাৰণা এতিয়াও সংকীৰ্ণ হৈ আছে। স্কুলখন ল'ৰা-ছোৱালীৰ গৌৰৱৰ, আনন্দৰ আৰু ক্ৰীড়াৰ স্থান হোৱা উচিত। এখন স্কুলতে শিক্ষকৰ সংখ্যা বাঢ়িলেও নিবনুৱা সমস্যাৰ সমাধান হয়। তাকে কৰিব লাগিলে গাৱঁৰ দলাদলি আৰু অৰিয়া-অৰি নিৰ্ম্মূল কৰিব লাগিব। স্কুলখনকে কেন্দ্ৰ কৰি ৰাজনীতি চৰ্চ্চাৰ সুবিধা গ্ৰহণ কৰা বন্ধ কৰিব লাগিব। তাৰ বাবে বে-চৰকাৰী সমিতি হ'ব লাগে— গাৱেঁ গাৱেঁ নহয়— মৌজাই মৌজাই বা অঞ্চলে অঞ্চলে। চৰকাৰী সমিতিবোৰত ৰাজনীতি সোমায় ; কিন্তু শিক্ষা বিভাগৰ ফালৰ পৰাই এনে সমিতি গঢ়ি উঠাত সহায় কৰিব লাগে। এই সমিতিবোৰ ৰাজনীতিৰ দলীয় প্ৰভাৱৰ পৰা মুক্ত থাকিব লাগে। ই অসম্ভৱ নহয় নাইবা অকাৰ্য্যকৰীও নহয়। খৰচো নাই। শিক্ষাৰ প্ৰতি গাঁৱলীয়া সমাজৰ আগ্ৰহ জন্মাবলৈ ই এটি কাৰ্য্যকৰী পন্থা হ'ব।

(২) স্কুলৰ আচবাব আৰু আহিলা-পাতি স্কুলবোৰ্ডে দিব নালাগে। স্কুলবোৰ্ডে অৰ্থ সাহায্য দান কৰিব লাগে। সেই অৰ্থ সাহায্য যথানুৰূপে খৰচ কৰা হৈছেনে নাই সেই বিষয়ে কৰ্ত্তৃপক্ষৰ দৃষ্টি লাগে। অনাৱশ্যক আহিলা-পাতি দি নাইবা নিৰাপদ স্কুলঘৰ নহ'লে মূল্যৱান আচবাব-পাতি দিয়াৰ পৰা লাভ নহয়। আৱশ্যকতা অনুভৱ নকৰিলে দিয়া আচবাব-পাতিৰ সদ্ব্যৱহাৰ নহয়। স্কুলঘৰ আৰু স্কুলৰ আচবাব-পাতি গাৱঁলীয়া ৰাইজৰ সম্পত্তি বুলি বিবেচনা কৰা উচিত।

(৩) পৰিদৰ্শন কৰিব নজনা পৰিদৰ্শকৰ সংখ্যা বাঢ়ি গৈছে। কেনেকৈ পৰিদৰ্শন কৰিব লাগে পৰিদৰ্শকসকলক শিক্ষা দিব লগে। বি, টি, পাছ কৰিলেই পৰিদৰ্শন কৰিব জনা নহয়। অভিজ্ঞ শিক্ষাবিদৰ হাতত পৰিদৰ্শক মণ্ডলীক শিক্ষা দিব লাগে। পৰিদৰ্শকসকলে নিজ দায়িত্ব পালনত অৱহেলা কৰিব নালাগে। আন্তৰিকতা নাথাকিলে কোনো নীতি বা উপায় বা কৌশলেই ফলদায়ক হ'ব নোৱাৰে।

শিক্ষকসকলৰ প্ৰশিক্ষণত নানা প্ৰকাৰ কেৰোণ আছে। প্ৰশিক্ষণ পদ্ধতি সলাব লাগে। ৰাজ্যৰ বিভিন্ন শিক্ষাবিদৰ মত গ্ৰহণ কৰি প্ৰশিক্ষণ শিক্ষাক্ৰমৰ (Syllabus and curriculum) পৰিবৰ্ত্তন ঘটাব লগে। বাগিচা পতা আৰু কেতৰ কাম, বাঁহৰ কাম ইত্যাদি কুটীৰ শিল্পৰ স্থান কোন ক্ষেত্ৰত উপযোগী আৰু শিক্ষানীতিৰ লগত ইয়াৰ সম্বন্ধ কিমানখিনি তাৰ নিৰ্ণয় হ'ব লাগে। আমাৰ

শিক্ষকসকলৰ প্ৰশিক্ষণ ৱাৰ্দ্ধাৰ শিক্ষকসকলৰ প্ৰশিক্ষণ একে প্ৰকাৰৰ নহলেও চলিব পাৰে। উদ্যোগ আৰু ক্ৰীড়াৰ মাজত সমন্বয় ৰক্ষা কৰি পাঠ্যক্ৰম বা প্ৰশিক্ষণক্ৰমৰ নীতি নিৰ্দ্ধাৰণ কৰিব লাগে।

(৪) ৰাজ্যত হাইস্কুলৰ আৰু কলেজৰ সংখ্যা যি গতিত বঢ়িছে তাৰ দ্বাৰা চাকৰি মনোভাৱ বাঢ়িছে নে কমিছে ভাবি চাব লাগে। শিক্ষকৰ উপযুক্ততা কমি আহিছে কিয়? এই বিষয়ে বিশেষ গৱেষণা লাগে। প্ৰাথমিক স্কুলৰ শিক্ষকৰ স্তৰৰ পৰা কলেজৰ শিক্ষকৰ স্তৰলৈকে এই বিষয়ে এটি বিশেষ অনুসন্ধান লাগে। প্ৰাথমিক শিক্ষকৰ স্তৰতেই শিক্ষাৰ অপচয় হৈছে এনে নহয়— মাধ্যমিক স্তৰতো হৈছে। মেট্ৰিক ফেল কৰা বহুতো নিবনুৱা ডেকাই প্ৰাথমিক স্কুলত শিক্ষকৰ স্থান অধিকাৰ কৰিছে। এইবিলাক শিক্ষকৰে বহুতৰে শিক্ষকতা কামত ৰাপ নাই। এই যে এটা সমস্যা তাৰ সমাধান আৱশ্যক।

(৫) দেশত কাৰিকৰী বিদ্যাৰ স্কুলৰ সংখ্যা বাঢ়িলে আৰু সমাজত ভূমি সমস্যাৰ সমাধান হ'লেহে চাকৰি মনোভাৱ কিছুদুৰ কমিব। মেট্ৰিক পাছ কৰিব নোৱাৰা যুৱকসকলৰ ববে উপযুক্ত কৰ্ম্মক্ষেত্ৰ লাগে। চাকৰিৰ উপযুক্ততা অৰ্জ্জন কৰিবৰ বাবে একোজন ল'ৰাই ৭/৮ বাৰকৈ মেট্ৰিক পৰীক্ষা দিয়ে। ই এটি প্ৰধান অপচয়। ব্যৰ্থ মনোৰথ হৈ প্ৰাইমেৰী স্কুলৰ শিক্ষক হয়।

সকলোতকৈ ডাঙৰ কথা হৈছে— শিক্ষকসকলৰ শিক্ষকতা কাৰ্য্যত ধাউতি থাকিব লাগে। তেতিয়াহে প্ৰশিক্ষণৰ সাৰ্থকতা থাকে। আন কোনো উপায় নাপাই যিসকলে শিক্ষকতা কামত সোমায় সেইসকলৰ পৰা নিশ্চয় শিক্ষক নোলায়— যদিহে কামত মন নবহুৱায়।

(৬) বিভিন্ন স্কুলবোৰ্ডৰ বিভিন্ন নীতি, বিভিন্ন পৰিদৰ্শকৰ বিভিন্ন পৰিদৰ্শন পদ্ধতি আৰু বিভিন্ন শিক্ষকৰ বিভিন্ন কৰ্ম পদ্ধতি কেনেকৈ সুনিয়ন্ত্ৰিত কৰিব পাৰি তাৰ বাবে অনুসন্ধান আৱশ্যক। স্কুলবোৰ্ডৰ চেয়াৰমেনজন শিক্ষাবিদ হ'ব লাগে। ৰাজনীতি ক্ষেত্ৰত সাফল্য অৰ্জ্জা মানুহজন উপযুক্ত শিক্ষাবিদ নহবও পাৰে।

ৰাইজৰ লগত সহযোগিতা কৰি চলিব পৰাটো শিক্ষকৰ কাৰণে এটি প্ৰধান সমস্যা। শিক্ষকৰ আগ্ৰহ, কৰ্ম্ম-কুশলতা আৰু পৰিদৰ্শকসকলৰ সহযোগিতাই ৰাইজৰ আগ্ৰহ বৰ্দ্ধিত কৰে। এইফালে এতিয়া একেবাৰে পাচ দিয়া হৈছে যেন অনুমান হয়। পৰিদৰ্শকসকলক কেৰানীৰ কামৰ পৰা যথাসম্ভৱ অব্যাহতি দিব লাগে আৰু তেওঁলোকক ৰাইজৰ সহযোগিতা স্থাপন কৰা কাৰ্য্যত বিশেষ মনোযোগ দিবলৈ নিৰ্দ্দেশ দিব লাগে।

কৰ্ত্তব্যপৰায়ণ লোকৰ চৰিত্ৰৰ জেউতি বাঢ়ে। চৰিত্ৰবান লোকে সমাজত প্ৰতিষ্ঠা পায়। পৰিদৰ্সক মণ্ডলীয়ে আৰু শিক্ষক মণ্ডলীয়ে শিক্ষাৰ এই ফালটোলৈ দৃষ্টি দিব লাগে।●

# শিক্ষাৰ বৰ্ত্তমান সমস্যা

*"A bad education or education based on false principles and widely extended, leads to disastrous results"*– **Lecomte Du Noiy.**

## শিক্ষাৰ আদৰ্শ আৰু শিক্ষা পদ্ধতিৰ লক্ষ্য

শিক্ষাৰ প্ৰধান আদৰ্শ হৈছে যে শিক্ষাই ব্যক্তিৰ উন্নতি সাধন কৰিব লাগে ; কাৰণ ব্যক্তিৰ উন্নতি সাধনৰ দ্বাৰা সৰ্ব্বসাধাৰণৰ তথা সমাজৰ ক্ৰমোন্নতি আৰু সুখ শান্তি হ'ব। এই উন্নতি সাধনৰ ভিত্তি হ'ব লাগিব— উচ্চ আদৰ্শ আৰু পৰম নৈতিকতাৰ নিয়মাবৰ্ত্তী অনুশাসন। নৈতিকতা হীন শিক্ষা শিক্ষাই নহয়— সি কুশিক্ষা। শিক্ষিত লোক যদি সৎ নহয়, শিক্ষিত লোক যদি সদাচাৰী নহয়, শিক্ষিত লোক যদি সত্যবাদী নহয়, শিক্ষিত লোক যদি জিতেন্দ্ৰিয় নহয় আৰু শিক্ষিত লোক যদি সমাজ কল্যাণকামী নহয় আত্মকেন্দ্ৰিক হয় তেন্তে শিক্ষা পদ্ধতিৰ ক্ৰমত বা শিক্ষা দান ব্যৱস্থাত কোৰোণ আছে বুলি বুজিব লাগিব। আন ফালে ব্যক্তিক সামাজিক কল্যাণৰ বাবে আত্মসুখ বা নিজ স্বাৰ্থ বলিদানৰ বাট অৰ্থাৎ আত্মকেন্দ্ৰিক মনোভাৱ পৰিহাৰ কৰাৰ বাট দেখুৱাই দিব লাগিব। এনে এটি আদৰ্শ গ্ৰহণ কৰোতে মানুহে উপলব্ধি কৰিব পৰিব লাগিব যে এই আদৰ্শৰ মূল্য কি? শিক্ষানুষ্ঠান বিলাকৰ নিয়মনীতিৰ মাজত এই আদৰ্শৰ স্থান থাকিলেই নহ'ব আৰু সেই আদৰ্শগত নিয়মনীতি থকা শিক্ষানুষ্ঠান বিলাকত অভিভাৱক সকলে ছাত্ৰ-ছাত্ৰীক ভৰ্ত্তি কৰি দিলেই নহ'ব। প্ৰকৃততে এই আদৰ্শৰ প্ৰকৃত মৰ্ম্ম অভিভাৱক সকলেও বুজিব লাগিব আৰু শিক্ষা পদ্ধতিৰ ব্যৱস্থাৰ দ্বাৰা ছাত্ৰ-ছাত্ৰীও তাক উপলব্ধি কৰিব পাৰিব লাগিব। সেই কাৰণে শিক্ষা আদৰ্শ আৰু শিক্ষা পদ্ধতিৰ ক্ৰম সমাজৰ আৰু ব্যক্তিৰ ক্ৰমোন্নতিৰ পন্থা বুলি ধৰিব পাৰি।

এটা জাতিৰ নৈতিক উন্নতি সাধনৰ বাবে শিশুৰ শিক্ষাই হৈছে মূল ; কিন্তু যুগে যুগে শিশুৰ শিক্ষা ৰাজনৈতিক আৰু সামাজিক বিপ্লৱৰ দ্বাৰা প্ৰভাৱান্বিত হৈ আহিছে। কুশিক্ষা বা অসত্য নীতিৰ ভিত্তিত গঠিত শিক্ষা যদি ব্যাপক ভাৱে প্ৰচলিত হয় তেন্তে তাৰ ফল ধ্বংসাত্মক নহৈ নাথাকে। বৰ্ত্তমান ভাৰতবৰ্ষত যি শিক্ষা প্ৰচলিত হৈ আহিছে, সেই শিক্ষাই ব্যক্তিক পঙ্গু কৰিছে আৰু জাতিৰ অধঃপতন ঘটাইছে। এই শিক্ষাই শিশুৰ কৰ্ম্ম শক্তিৰ বিলোপ ঘটাইছে — শাৰীৰিক শ্ৰমৰ পৰা শিশুক বিমুখ কৰিছে। স্বাধীন জীৱিকা উপাৰ্জ্জনৰ বাটত

নিঃসাহস কৰি তুলিছে আৰু চাকবিহীন জীৱন অসাৰ এনে মনোভাৱ গঢ়ি তুলিছে। প্ৰাকবৃটিছ যুগৰ শিক্ষা বহুগুণে ভাল আছিল ; কিন্তু সেই শিক্ষা সাৰ্বজনীন নাছিল। সাৰ্বজনীন নহ'লেও অতীতৰ শিক্ষাৰ এটা মহৎ গুণ আছিল এই যে যি স্তৰৰ মানুহে এই শিক্ষা পাইছিল সেই স্তৰৰ মানুহৰ স্বভাৱ চৰিত্ৰ আৰু সমাজ উন্নয়নৰ স্পৃহাই শিক্ষাৰ গণ্ডীত নপৰা লোক সকলৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু সমগ্ৰ মানৱ সমাজ এটা নৈতিকতাৰ বন্ধনত আবদ্ধ হৈ আছিল। ধৰ্ম্মীয় নীতি বা শাস্ত্ৰীয় আচাৰ দেখা দেখি কৈ কোনেও উলঙ্ঘা কৰিবলৈ সাহ নকৰিছিল। শিক্ষা আৰু সংস্কৃতি সাৰ্বজনীন কৰাৰ ধাৰণা আৰু আদৰ্শ অতি উত্তম তাত কোনো সন্দেহ নাই কিন্তু সাৰ্বজনীয় শিক্ষাৰ নীতি দেশৰ জলবায়ু জাতিৰ স্বভাৱ চৰিত্ৰ, নীতি আৰু যুগৰ পৰম্পৰা মতে চলি থকা নিৰ্দ্দোষ সামাজিক ৰীতি নীতিৰ পটভূমিত ৰচিত হ'ব লাগিব। ভিনদেশৰ আৰ্হিত গঢ়া শিক্ষানীতি সৰ্ব্বসাধাৰণ ৰাইজৰ কাৰণে হিত সাধন কৰিব নে নকৰে তালৈ দৃষ্টি দিব লাগিব আৰু এই শিক্ষা নীতি সৰ্ব্বসাধাৰণ ৰাইজে গ্ৰহণ কৰেনে নকৰে তাকো চাব লগিব। আন ফালে চাব লাগিব যে শিক্ষা নীতি যিমানেই নিৰ্দ্দেষ বা কল্যাণকৰ নহওক, সেই শিক্ষানীতিৰ ধৰণ আৰু গুণ সৰ্ব্ব সাধাৰণ ৰাইজে যদি গ্ৰহণ কৰিবলৈ সাজু নাথাকে তেন্তে শিক্ষা প্ৰচলন আবতৰীয়া হয় (premature)। যি শিক্ষা নীতি নৈতিক ভিত্তিত গঠিত নহয়, যি শিক্ষানীতিৰ পদ্ধতি কেৱল মাথোন উপদেশমূলক হৈ হয়, মস্তিস্ক বিকাশৰ বাবে উপদেশ দানেই একমাত্ৰ শিক্ষা দান পদ্ধতি হয়, সেই শিক্ষাৰ ভিত্তি হয় কেঁচা। সেই শিক্ষা যিমান বিস্তাৰ কৰিবলৈ যোৱা হয়, জাতিৰ ধ্বংসৰ বাট যিমান প্ৰশস্ত হৈ উঠে।

প্ৰকৃততে এই বাটে দি হে শিক্ষাৰ গতি সকলো দেশত হ'বলৈ ধৰা দেখা যায়। তাৰ প্ৰধান কাৰণ হৈছে শিক্ষাৰ আদৰ্শ আৰু শিক্ষা পদ্ধতিৰ মাজত সমন্বয় নথকাটো। শিশুৰ নৈতিক চৰিত্ৰ গঠনৰ উদ্দ্যেশ্যই হৈছে শিক্ষাৰ মূল আদৰ্শ। নৈতিকতাৰ আদৰ্শৰ যি বোৰ মূলনীতি সেই নীতিবোৰ সকলো দেশতে একে আৰু সেই নীতিবোৰ সৰ্ব্ববাদী সন্মত। সেই নীতিবোৰ শিক্ষা দিয়াই হৈছে প্ৰকৃত শিক্ষা। শিশু কালৰে পৰা শিশুৰ মনত মানৱীয়তা বা মানৱ-মৰ্য্যাদা জগাই তোলাটোৱে হৈছে শিক্ষা।

আনফলে সকলো দেশৰে মানুহে যুগ যুগ ধৰি যি জ্ঞান আহৰণ কৰি আহিছে সেই জ্ঞানৰ লগত শিশুক পৰিচিত কৰি দিয়া আৰু সেই জ্ঞান আহৰণ কৰিবলৈ পথ দেখুৱাই দিয়া পদ্ধতিয়েই হৈছে শিক্ষা পদ্ধতি। শিক্ষা পদ্ধতিয়ে বা শিক্ষানুষ্ঠান বিলাকৰ কৰ্ম্ম পদ্ধতিয়ে যদি শিক্ষাৰ্থীসকলক মূল উদ্দেশ্যৰ পৰা আঁতৰাই নি শিক্ষাৰ নতুন আদৰ্শ স্থাপনৰ যত্ন কৰে সি তেতিয়া ধ্বংসাত্মক হৈ পৰে।

শিক্ষাই (শিক্ষাৰ আদৰ্শে) শিক্ষাৰ্থীৰ কৰ্ম্ম পদ্ধতি নিয়ন্ত্ৰণ কৰে, মানৱ জতিৰ সংস্পৰ্শত শিশুৰ ব্যৱহাৰ কেনে ধৰণৰ হ'ব লাগে সেই বিষয়ে অনুপ্ৰেৰণা যোগায় আৰু শিশুক আত্ম সংযম বা ইন্দ্ৰিয় সংযমত সহায় কৰে। শিক্ষা পদ্ধতিয়ে এই অৰ্থে বুদ্ধিবিকাশৰ কৰ্ম্ম পদ্ধতিৰ সূত্ৰ দিয়ে আৰু সভ্যতাৰ প্ৰকৃত ৰূপটো দাঙি ধৰে। শিক্ষাৰ আদৰ্শে জীৱন যাত্ৰা নিৰ্ব্বাহৰ বাবে এটি স্থায়ী ভিত্তি গঠন কৰি দিয়ে আৰু শিক্ষাৰ উপদেশ বা শিক্ষা পদ্ধতিয়ে জীৱনৰ বিভিন্ন ক্ষেত্ৰত বিভিন্ন পৰিবেশত নিজক খাপ খুৱাই ল'বলৈ সমৰ্থ কৰে আৰু অতীত জীৱন আৰু ভৱিষ্যৎ জীৱনৰ সামঞ্জস্য ৰক্ষা কৰিবলৈ শিক্ষা দিয়ে। অতীত জীৱনৰ পদ্ধতিত কোনো প্ৰকাৰ পৰিবৰ্ত্তন সাধন কৰা সম্ভৱ নহয় কিন্তু অতীত জীৱনৰ ভুল ত্ৰুটী সংশোধন কৰি বৰ্ত্তমান জীৱন পদ্ধতি অৱস্থা বিশেষে পৰিবৰ্ত্তন কৰা সম্ভৱ হয় আৰু ভৱিষ্যৎ জীৱনৰ বাবেও শিক্ষা পদ্ধতিয়ে সাজু হ'বলৈ সুযোগ দান কৰে।

## বৰ্ত্তমান পৰিস্থিতিত শিক্ষা সমস্যা

উপৰোক্ত আলোচনাৰ পৰা এইটো স্পষ্ট বুজা যায় যে ব্যক্তিৰ চৰিত্ৰ গঠনৰ দ্বাৰা জাতীয় চৰিত্ৰ গঠিত হয় আৰু ব্যক্তিৰ চৰিত্ৰ গঠনেই শিক্ষাৰ মূল আদৰ্শ। আজি সমাজত যিবোৰ সমস্যাৰ উদ্ভৱ হৈছে সেই সমস্যাবোৰৰ বিষয়ে দকৈ চিন্তা কৰি চালে বুজা যায় শিক্ষাৰ আদৰ্শ বা শিক্ষা পদ্ধতিৰ কৰ্ম্ম প্ৰণালীয়ে মানৱ সমাজত যথোপযুক্ত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। শিক্ষাই শিক্ষাৰ্থীক সবল মনোভাৱ বা পবিত্ৰ চৰিত্ৰ দান কৰা নাই। শিক্ষা পদ্ধতিয়ে মানুহক স্বাধীন ভাৱে আৰু সদুপায়ে জীৱিকা অৰ্জ্জনৰ বাট দেখুৱাই দিব পৰা নাই। ই অকল ভাৰতবৰ্ষৰ কথাই নহয় — আন আন দেশতো বিভিন্ন প্ৰকাৰে একেধৰণৰ সমস্যাই দেখা দিছে। শিক্ষাৰ গতিধাৰা কেৱল যে আমাৰ দেশতেহে পৰিবৰ্ত্তন কৰিবৰ আৱশ্যক হৈছে এনে নহয়, আন আন দেশবোৰতো তাৰ পৰিবৰ্ত্তনৰ আৱশ্যক হৈছে। অতীত কালত ধৰ্ম্মান্ধতাৰ ভিত্তিত পাশ্চাত্য দেশবোৰত যুদ্ধবিগ্ৰহ সংঘটিত হৈছিল ; কিন্তু সাধাৰণ নীতিবোৰৰ উৎকৰ্ষ সাধনত যি সহনশীলতা আৰু উদাৰতাৰ আৱশ্যক তেনে সহনশীলতা আৰু উদাৰতা উৎকৰ্ষণৰ প্ৰগতিমূলক শাসন পদ্ধতি প্ৰচলন কৰাৰ উদাহৰণ বৰ কম। দাৰ্শনিক পণ্ডিতসকলে আৰু শিক্ষাবিদ সকলে যি উদাৰ নীতিত শিক্ষা দৰ্শনৰ ভিত্তি স্থাপন কৰিবলৈ যত্ন কৰিছিল, সেই প্ৰচেষ্টাও ৰাজনীতিবিদসকলৰ আৰু প্ৰশাসনীয় কৰ্ত্তা সকলৰ অপচেষ্টাৰ ফলত সম্যক পৰিস্ফুট হৈ উঠিব নোৱাৰিছিল। দেশৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক অৱস্থাৰ পৰিবৰ্ত্তনৰ আন্দোলন যেতিয়াই দেশবোৰত আৰম্ভ হৈছিল, তেতিয়া শিক্ষাৰ আদৰ্শ আৰু শিক্ষানীতি কাৰ্য্যকৰী কৰাৰ পদ্ধতিৰ প্ৰগতিৰ বাটত বাধা উপস্থিত হৈছিল। প্ৰশাসনীয় আৰু ধৰ্ম্মীয় অনুষ্ঠানবোৰৰ কৰ্ত্তাসকলৰ কটকটীয়া শাসনৰ পৰা যদিও শিক্ষাবিদসকলে শিক্ষাক নিৰ্মুক্ত কৰিব পাৰিছিল,

তথাপি শিক্ষানীতিৰ সৰ্ব্বতোমুখী প্ৰচেষ্টা চলোৱাত সদায় বাধা পাই আহিছিল। সেইবাবে শিক্ষানীতিয়ে শিক্ষাবিদসকলৰ কল্পনাৰ শিক্ষাজগৎ কেতিয়াও সৃষ্টি কৰিব নোৱাৰিলে। ভাৰতবৰ্ষৰ শিক্ষাৰ ধাৰা আছিল সুকীয়া। ভাৰতবৰ্ষৰ শিক্ষাৰ ধাৰা প্ৰৱাহিত হৈছিল বৈদিক কৃষ্টিৰ যি প্ৰৱাহ সেই প্ৰৱাহৰ অনুকূলে আৰু পৰিপূৰক হিচাবে। সেইবাবে শিক্ষাবিদ পণ্ডিতসকলৰ বা মুনি ঋষি সকলৰ দাৰ্শনিক মতধাৰা প্ৰস্ফুটিত কৰাত সমাজৰ পটভূমি যদিও অনুকূলে আছিল তথাপি ৰাজনৈতিক জগতত বিভিন্ন ৰাজ্যৰ ৰজাসকলৰ ক্ষমতা লোভৰ অবাঞ্ছনীয় আশা আকাঙ্খা আৰু যুদ্ধবিগ্ৰহৰ পৰিস্থিতিৰ কাৰণে সমাজৰ সকলো স্তৰতে শিক্ষাৰ পোহৰ পৰাত যথেষ্ট অন্তৰায় উপস্থিত হৈছিল। কালৰ গতিত মুনি ঋষিসকলৰ প্ৰজ্ঞাপ্ৰসূত শিক্ষানীতিৰ অপব্যাখ্যা হ'বলৈ ধৰিলে আৰু সমাজ কল্যাণৰ যি সদুদ্দেশ্য ভাৰতীয় শিক্ষানীতিৰ ভিতৰত নিহতি আছিল তাক উপলব্ধি কৰিব পৰা দূৰদৃষ্টি সমাজৰ মানুহৰ নোহোৱা হৈ আহিল। সেই পৰিস্থিতিয়ে জাতীয় চৰিত্ৰত কঠোৰ আঘাত কৰিলে, শিক্ষানীতিৰ পবিত্ৰ উদ্দেশ্যত বাধা পৰিল।

ইতিমধ্যে ভাৰতবৰ্ষত ৰাজনৈতিক অৱস্থা ঘনাই পৰিবৰ্ত্তিত হ'ল। মুছলমান ৰাজত্বৰ কালত বৈদিক কৃষ্টি সভ্যতাৰ লগত ইছলাম ধৰ্ম্মৰ সংঘাত হ'ল। সেই সংঘাতৰ ফলস্বৰূপে এটি নতুন কৃষ্টিৰ ধাৰা প্ৰৱাহিত হ'ল কিন্তু হিন্দুৰ জাতিভেদৰ পৱিত্ৰ পৰিবেশ কটকটীয়া আৰু অবাঞ্ছনীয় পথেদি গতি কৰিব ধৰিলে। জাতি ভেদৰ কল্যাণজনক পৰিবেশৰ ধ্বংস হ'ল। এটা অপৱিত্ৰ আৰু পাৰস্পৰিক বিদ্বেষমূলক পৰিবেশৰ সৃষ্টি হ'ল। দেশৰ ৰাজনৈতিক অৱস্থা সুস্থিৰ নথকাত কোনো ৰজা মহাৰজা বা নবাব বাদছাহে শিক্ষাৰ গতি বাঞ্ছিত কল্যাণৰ বাটেদি বোৱাব নোৱাৰিলে বা তাৰ চেষ্টাও বিশেষ কৰা নহ'ল। ক্ৰমে বৃটিছ যুগ আহিল। বৃটিছ যুগৰ প্ৰশাসনীয় শিক্ষাধাৰা ব্যক্তিৰ বা সমাজৰ উন্নতিমুখী নাছিল— আছিল প্ৰশাসনীয় সুবিধামুখী।

তদুপৰি আৰবী আৰু সংস্কৃত শিক্ষাৰ মাজেদি হিন্দু মুছলমানৰ মাজত বিদ্বেষ ভাৱ জগাই তুলি শিক্ষাৰ পৰিবেশ অপৱিত্ৰ কৰি তুলিলে শাসক সম্প্ৰদায়ে। তাৰ ফলত ভাৰতীয় কৃষ্টি উন্নতিমুখী হোৱাত বাধা পালে। আৰবী আৰু সংস্কৃত শিক্ষাৰ বিদ্বেষ ভাৱ আজিও নাতঁৰিল। অথচ মুছলমান ৰাজত্বত আৰবীৰ পণ্ডিতে সংস্কৃত শিক্ষা কৰিছিল। আৰবী আৰু সংস্কৃতৰ মাজত আজি যি বিপৰীতমুখী আৰু বিদ্বেষপূৰ্ণ ভাৱধাৰা চলি আছে তেনে ভাৱধাৰা তেতিয়া নাছিল। বৃটিছৰ শিক্ষানীতিয়ে শিক্ষাৰ প্ৰকৃত আদৰ্শ ৰূপায়িত কৰাত কেতিয়াও চেষ্টা কৰা নাছিল অৰ্থাৎ শিক্ষাৰ মাধ্যমত ব্যক্তিৰ আৰু জাতিৰ চৰিত্ৰ গঠনত কোনো আঁচনি গ্ৰহণ কৰা নাছিল। ইংৰাজী শিক্ষাৰ মাধ্যমত বিষয় শিক্ষাৰ আৰু আধুনিক বিজ্ঞানৰ চৰ্চ্চাৰ পৰিসৰ যদিও ক্ৰমশঃ বঢ়াই নিছিল তথাপি ভাৰতীয় জাতিৰ অতীত কৃষ্টি

আৰু ঐতিহ্যৰ ভিত্তিত কোনো শিক্ষা পদ্ধতি প্ৰচলন কৰা নাছিল। ৰাজা ৰামমোহন ৰায়, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ, গোপাল কৃষ্ণ গেখলে আৰু মহামান্য তিলক প্ৰমুখ্যে কেইগৰাকীমান প্ৰতিভাশালী মহৎ ব্যক্তিয়ে ভাৰতীয় কৃষ্টি ৰক্ষাৰ বাবে প্ৰাণপণে যত্ন কৰিছিল যদিও, স্বাধীন ভাৰতত মহাত্মা গান্ধীয়ে যদিও শিক্ষা নীতি পৰিবৰ্ত্তনৰ উদ্দেশ্য লৈ শিক্ষাৰ আঁচনি দেশত উপস্থাপিত কৰিলে তথাপি বৃটিছ যুগত প্ৰবৰ্ত্তিত শিক্ষা ধাৰাৰ কোনো পৰিবৰ্ত্তন সাধন কৰিব নোবাৰিলে। আক্ষেপৰ বিষয় এয়ে যে বৃটিছ যুগত প্ৰবৰ্ত্তিত শিক্ষা ধাৰাৰ দোষ সমূহৰ বিষয় স্বাধীনোত্তৰ যুগৰ প্ৰশাসক মণ্ডলী আৰু শিক্ষাবিদ সকলৰ মাজত যদিও কোনো মতভেদ নাই আৰু যদিও উভয় দলে একবাক্যে সেই দোষ সমূহৰ কথা স্বীকাৰ কৰে, তথাপি যথোপযুক্ত পৰিবৰ্ত্তন সাধনৰ উপায় উদ্ভাৱন কৰিব পৰা নাই। তাৰ ফলত ভাৰতীয় শিক্ষাৰ্থীয়ে ভাৰতীয় চৰিত্ৰ গঠন কৰিব পৰা নাই। ভাৰতবৰ্ষৰ অতীত ঐতিহ্যৰ পৰিচয় পালেও তাক সম্যক উপলব্ধি কৰিব পৰা নাই আৰু পশ্চিমীয়া সভ্যতাৰ চাকচিক্যত মুগ্ধ হৈয়েই আছে। ভাৰতীয় শিক্ষা আঁচনিৰ প্ৰধান লক্ষ্য হোৱা উচিত ভাৰতীয় জতিৰ লুপ্ত ৰত্ন উদ্ধাৰ কৰা, কাৰণ শিক্ষাৰ বৰ্ত্তমান সমস্যা হৈছে ব্যক্তিৰ আৰু জাতিৰ চৰিত্ৰ উন্নীত কৰা।

আজি দেশত ব্যৱসায় বাণিজ্যৰ ক্ষেত্ৰ কলুষিত হৈছে। ব্যৱসায়ী সকলৰ কৰ্ম্ম ক্ষেত্ৰৰ মাজত কৰ্ম্মচাৰী সকল আৰু ৰাজনৈতিক পুৰুষসকল জড়িত আছে। ব্যৱসায়ী, কৰ্ম্মচাৰী আৰু ৰাজনৈতিক পুৰুষসকলৰ সম্বন্ধ ঘনিষ্ঠ ভাৱে পৰস্পৰ জড়িত। সকলোবিলাকেই শিক্ষাপ্ৰাপ্ত লোক ; কিন্তু ব্যৱসায় ক্ষেত্ৰত দুৰ্নীতি ইমান বেছি কিয় ? শিক্ষানীতিৰ এইটো প্ৰধান সমস্যা। দেশাত্মবোধ থকা লোক, নীতিজ্ঞ আৰু কৰ্ত্তব্য পৰায়ণ লোক আৰু প্ৰকৃত শিক্ষিত বা জ্ঞানী লোক কেতিয়াও দুৰ্নীতিপৰায়ণ হ'ব নোৱাৰে, কিন্তু আমি যেতিয়া দেখিছো যে শিক্ষাপ্ৰাপ্ত লোকসকল প্ৰকৃত শিক্ষিত হোৱা নাই, কৰ্ত্তব্যপৰায়ণ আৰু দুৰ্নীতিমুক্ত হোৱা নাই আমি বুজিব লাগিব যে আমাৰ শিক্ষানীতিত এটা ত্ৰুটী আছে। অৱশ্যে স্বীকাৰ কৰিব লাগিব যে শিক্ষানীতিৰ সাফল্য নিৰ্ভৰ কৰে সামাজিক পৰিবেশৰ ওপৰত কিন্তু আনফালে স্বীকাৰ কৰিব লাগিব যে শিক্ষাপ্ৰাপ্ত লোকসকলে হে সামাজিক পৰিবেশৰ উন্নতি সাধন কৰিব লাগিব।

## ব্যক্তি আৰু সমাজ

শিক্ষাই ব্যক্তিৰ চৰিত্ৰ সুগঠিত কৰিব লাগে— এয়ে শিক্ষাৰ মূল উদ্দেশ্য। আন কথাত ব্যক্তিত্ব গঠন কৰা শিক্ষাৰ লক্ষ্য। ব্যক্তিয়ে সমাজ গঠন কৰে। ব্যক্তিত্বসম্পন্ন লোকে এখন সৎ সমাজ গঠন কৰে। তেনে সমাজৰ পৰিবেশ সদায় সমাজ কল্যাণকামী হয়। সমাজৰ কল্যাণৰ কাৰণে ব্যক্তিয়ে নিজ স্বাৰ্থ পৰিত্যাগ কৰে। যেতিয়া দেখা যায় যে ব্যক্তিয়ে নিজ স্বাৰ্থ পূৰণৰ কাৰণে

সমাজৰ সৎ আদৰ্শ, সমাজ বন্ধনৰ নীতি আৰু সমাজ কল্যাণৰ চিৰাচৰিত নিয়মানুবৰ্ত্তিতা ভঙ্গ কৰি সমাজ বিগৰ্হিত তথা মানবীয়তাহীন কৰ্ম্ম পন্থা গ্ৰহণ কৰে তেতিয়া বুজিব লাগিব যে ব্যক্তিৰ আত্ম কেন্দ্ৰিক মনোবাৱে সামাজিক পৰিবেশ কলুষিত কৰিছে। এনে ক্ষেত্ৰত প্ৰশাসনীয় আইনৰ সহায়ত সেই ব্যক্তিৰ আত্মকেন্দ্ৰিকতা ধ্বংসৰ যত্ন কৰা একো অন্যায় কথা নহয়। অৱশ্যে যি সমাজত আইনৰ আশ্ৰয় নোলোৱাকৈ সমাজদ্ৰোহিতাৰ বিৰুদ্ধে উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰাৰ উপায় আছে, সেই সমাজত প্ৰশাসনীয় আইনৰ আশ্ৰয় লোৱাৰ আৱশ্যক নকৰে। আনফালে প্ৰশাসনীয় আইনৰ কৰ্ত্তাসকল যদি তেনে আইন প্ৰয়োগৰ ক্ষেত্ৰত শিথিল মনোভাৱ গ্ৰহণ কৰে আৰু সামাজিক শাসনো যদি দুৰ্ব্বল বা অকৰ্ম্মণ্য হৈ পৰে, তেতিয়া ব্যক্তিৰ উচ্ছৃঙ্খলতা দমন কৰা কঠিন হয় আৰু সমাজ কল্যাণৰ আদৰ্শ জাতিৰ প্ৰাণ কেন্দ্ৰৰ পৰা আঁতৰি যায়। এনে এটি অৱস্থাৰ যেতিয়া উদ্ভৱ হয় অৰ্থাৎ প্ৰশাসনীয় আইন আৰু সামাজিক বন্ধনে উভয়ে যদি শিথিলতাৰ বাটেদি গমন কৰে, তেতিয়া বুজিব লাগিব যে সমাজ বা দেশ ধ্বংসৰ বাটত আগবাঢ়িছে। আমি তেতিয় কবলৈ বাধ্য হওঁ যে দুৰ্ঘোৰ কলিকাল পৰিছে। শ্ৰীমদ্ভাগৱতত আৰু অন্যান্য পুৰাণত লিখা আছে যে কলিৰ প্ৰাবল্য হ'লে সজ্জন ব্যক্তিৰ কষ্ট হয় আৰু দুৰ্জ্জন ব্যক্তিৰ প্ৰতিপত্তি বাঢ়ে। (সাধুঃ সীদতি দুৰ্জ্জনঃ প্ৰভৱতি।) আমি যেন বুজি পাইছো যে বৰ্ত্তমান অৱস্থাত আমি এনে এটি সামাজিক পৰিস্থিতিত উপস্থিত হৈছো। এনে ক্ষেত্ৰত আমাৰ কৰ্ত্তব্য কি? আমাৰ কৰ্তব্য হ'ল সমাজৰ কল্যাণ কামনাৰ আদৰ্শত সংঘশক্তি গঢ়ি তোলা কাৰণ গণতান্ত্ৰিক দেশত সংঘশক্তিয়েই প্ৰধান বল। যেতিয়া দেখা যাব সদুদ্দেশ্যে গঠিত সংঘবিলাকে অসৎ অভিপ্ৰায়ৰ বাটেদি গতি কৰে, তেতিয়া বুজা যাব যে দেশৰ ধ্বংসৰ পথ নিষ্কণ্টক হৈ আহিছে। তাক ৰোধ কৰিবলৈ আৱশ্যক হ'ব স্বাৰ্থত্যাগী পুৰুষ বা পুৰুষসকলৰ (যি তাকৰ্ সংখ্যাৰ সৎ লোক তেতিয়াও সমাজত থাকে সেইসকলৰ) আত্মবলিদান অৰ্থাৎ কোনো দুখ কষ্ট পীড়ন নিপীড়নক ভয় নকৰি ধ্বংসোন্মুখ সমাজৰ বিৰুদ্ধে সাহসেৰে থিয় দিব পৰা শক্তি। যদিহে এনে প্ৰচেষ্টাও বিফল হয় তেতিয়া সামাজিক বিপ্লৱ অৱশ্যম্ভাবী। এনে এটি অৱস্থা বিপৰ্যয়ৰ মাজত শিক্ষা সমস্যা বা তাৰ সমাধান কি হ'ব?

এনে এটা পৰিস্থিতিৰ কথা চিন্তা কৰিবলৈ যাওঁতে বহু সমস্যাই চকুৰ আগত পৰে। সামাজিক পৰিবেশৰ পৱিত্ৰতা আনিবলৈ হ'লে দুৰ্নীতি ধ্বংস কৰিব লাগিব। দুৰ্নীতি ধ্বংসৰ উপায় চিন্তা কৰিবলৈ যাওঁতে অসাধু ঠিকাদাৰ, ব্যৱসায়ী, চৰকাৰী কৰ্ম্মচাৰীসকলৰ সংশোধন বা বিতাৰণ আৱশ্যকীয় কথা হৈ পৰে। এওঁলোকে কম সময়ৰ ভিতৰতে আৰু কম পৰিশ্ৰমৰ মাজেদি অধিক চহকী হোৱাৰ লোভ সামৰিব পাৰিব লাগিব। পৰৰ ধন, চৰকাৰৰ ধন আৰু ৰাইজৰ ধন

লোষ্ট্ৰবৎ জ্ঞান কৰা মনোভাৱ এওঁলোকৰ হ'ব লাগিব। দেশাত্মবোধ অন্তৰত থকিব লাগিব বা জানিব লাগিব। ভৱিষ্যৎ বংশধৰসকলক সৎ শিক্ষা দিবলৈ এনেবোৰ সমস্যা সমাধানৰ নীতি শিক্ষাৰ আঁচনিত থকিব লাগিব। সেই আঁচনি মতে শিক্ষা পদ্ধতি গ্ৰহণ কৰিলে শিক্ষাৰ মূল আদৰ্শ যে নৈতিক চৰিত্ৰ গঠন সেই আদৰ্শত উপনীত হ'ব পৰা যাব। ভিন দেশৰ শিক্ষাপদ্ধতিৰ আঁচনিৰ আদৰ্শ নলৈ দেশৰ বৰ্ত্তমান পৰিস্থিতিৰ সম্যক সমিধান আগত লৈ শিক্ষা পদ্ধতি গ্ৰহণ কৰা সমীচীন। বিদেশৰ শিক্ষাবিদে ভাৰতীয় সমস্যা সমাধানত যথোপযুক্ত পৰামৰ্শ দিবলৈ সম্যক ভাবে সমৰ্থ হোৱা টান ; কাৰণ এইবোৰ সমস্যা সমাধানৰ দৃষ্টিভঙ্গী তেওঁলোকৰ গঢ়ি উঠিছে নিজ নিজ দেশৰ পৰিস্থিতিৰ ভিত্তিত। একে দৃষ্টিভঙ্গীৰে ভাৰতীয় শিক্ষাপদ্ধতি ৰচনা কৰাত দোষ ক্ৰটী থকাটো সম্পূৰ্ণ সম্ভৱ, কাৰণ বিভিন্ন দেশত সম পৰ্য্যয়ৰ পৰিস্থিতিৰ উদ্ভৱ হয় বিভিন্ন কাৰণত। ভাৰতভূমিৰ অতীত কালৰ শিক্ষা-দীক্ষা, কৃষ্টি সংস্কৃতি আৰু ঐতিহ্যৰ ওপৰত ভিত্তি কৰি ভাৰতৰ জাতীয় সমস্যাৰ সমাধান ভাৰতীয় লোকেহে কৰিব পাৰে। বিদেশৰ শিক্ষাবিদে সমান পাৰদৰ্শিতাৰে ভাৰতীয় শিক্ষানীতি নিৰ্দ্ধাৰণ কৰিব নোৱাৰে। এজনৰ ঘৰ গৃহস্থালি আন এজনে সম্পূৰ্ণ নিয়াৰিকৈ কেতিয়াও চলাব নোৱাৰে। পশ্চিম ফালৰ কৃষ্টি সভ্যতা হুবহু নকল কৰা অভ্যাস পৰিত্যাগ কৰিব লাগিব, কাৰণ শিক্ষা ক্ষেত্ৰত যিবোৰ পদ্ধতিয়ে পশ্চিমৰ দেশবোৰত নানা প্ৰকাৰ জটিল সমস্যাৰ সৃষ্টি কৰিছে— সৰ্বসাধাৰণ ৰাইজৰ মাজত নিবনুৱাৰ সংখ্যা বঢ়াইছে আৰু বস্তুতান্ত্ৰিকতাৰ ভোগ বিলাসৰ ক্ষেত্ৰ মুকলি কৰি মনুষ্য জাতিৰ নৈতিকতা ধ্বংস কৰি জাতিয়ে জাতিয়ে দেশে দেশে বিদ্বেষৰ বহ্নি জ্বলাই তুলিছে তেনে শিক্ষানীতিৰ মাধ্যমত ভাৰত ভূমিত উদ্ভুত সমাজ কল্যাণৰ দৃষ্টিভঙ্গী আৰু সহ অৱস্থানৰ নীতিৰ পথ অনুসৰণ কৰিব পৰা শিক্ষা পদ্ধতি প্ৰৱৰ্তন কৰা সম্ভৱ নহয়। দুটা সমান্তৰাল ৰেখা যেনেকৈ লগ লাগিব নোৱাৰে, দুটা বিভিন্ন মুখী শিক্ষানীতি কেতিয়াও মিলিব নোৱাৰে। ভোগৰ আদৰ্শত গঠিত সমাজে, ত্যাগৰ আদৰ্শত গঠিত সমাজৰ দৃষ্টিভঙ্গী গ্ৰহণ কৰিব নোৱাৰে।

বৰ্ত্তমান সময়ৰ ভাৰতৰ শিক্ষানীতিয়ে সুস্থিৰ পন্থা গ্ৰহণ কৰিব পৰা নাই। শিক্ষাৰ বুৰঞ্জী আলোচনা কৰিলে বুজা যায় যে পাশ্চাত্য দেশত শিক্ষানীতিৰ ঘনাই পৰিবৰ্তন ঘটি আহিছে। কোনো শিক্ষানীতি স্থিৰতা লাভ কৰি বেছি দিনলৈ সমাজৰ কল্যাণ সাধিব পৰা নাই। অৱশ্যে পাশ্চাত্য শিক্ষানীতি পাশ্চাত্য দৃষ্টিভঙ্গীৰে ক্ৰমাৎ উন্নতি লাভ কৰি আহিছে। কিন্তু ভাৰতীয় শিক্ষানীতি বৈদিক যুগৰ পৰা আৰম্ভ কৰি বৃটিছ শাসনৰ যুগলৈকে স্থিৰ ভাৱে থকি সমগ্ৰ দেশৰ জনসাধাৰণৰ কল্যাণ সাধন কৰি আহিছিল। বৃটিছ যুগৰ শিক্ষানীতিয়ে ব্যক্তিক চাকৰিজীৱী কৰিলে. দেশৰ শিল্প-কলাৰ ধ্বংস সাধন কৰিলে আৰু শিক্ষাপ্ৰাপ্ত জনসাধাৰণৰক

শ্ৰম বিমুখ কৰিলে। দেশৰ লোকৰ স্বাধীন জীৱিকাৰ বাট ধ্বংস কৰি দিলে। আক্ষেপৰ বিষয় এয়ে যে স্বাধীনোত্তৰ যুগতো সেই একে নীতিয়েই চলি থাকিল আৰু যিটো গতিত নতুন নতুন বিশ্ববিদ্যালয় আৰু কলেজ একে প্ৰথাৰ শিক্ষাদানৰ বাবে স্থাপিত হ'ব লাগিছে তাৰ দ্বাৰা নিবনুৱা সংখ্যা ইমান বেছিকৈ বাঢ়িব লাগিছে যে দেশৰ ভৱিষ্যৎ উন্নতি যে অন্ধকাৰাচ্ছন্ন হৈ আহিব লাগিছে তাক নিঃসন্দেহে ক'ব পৰি। আটাইতকৈ দুখ লগা কথা হৈছে যে হাইস্কুলৰ শেষ পৰীক্ষাত উত্তীৰ্ণ বা অনুত্তীৰ্ণ হৈ যিবিলাক ছাত্ৰ-ছাত্ৰী বিশ্ববিদ্যালয়ত স্থান পোৱা নাই সেইবিলাকৰ অৱস্থা পানীত হাঁহ নচৰা হৈছে। স্নাতক আৰু স্নাতকোত্তৰ পৰীক্ষা পাছ কৰা যুৱক-যুৱতীসকলৰ সৰহ সংখ্যকে আনকি ইঞ্জিনিয়াৰিং পাছ কৰা যুৱকসকলৰ বহুতে নিবনুৱা হৈ বহি থাকিব লগা হৈছে। এই গড্ডলিকা প্ৰবাহ যদি বন্ধ নহয় দেশৰ ভৱিষ্যত অন্ধকাৰময়।

গান্ধীজীয়ে যেনেকৈ পৰিকল্পনা কৰিছিল আৰু অতীত ভাৰতত যেনে আছিল তেনে নীতিৰে স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ পন্থা দেখুৱা শিক্ষানীতিৰ আবিষ্কাৰ নহ'লে দেশৰ কল্যাণ সুদূৰ পৰাহত বুলি বুজিব লাগিব।

আনফালে আধুনিক ধৰণে পদাৰ্থ বা ৰসায়ন বা আন আন বিজ্ঞানৰ চৰ্চ্চাৰ দ্বাৰা এখন দেশৰ সকলো বিলাক লোককে আহাৰ, বস্ত্ৰ আৰু গৃহৰ সংস্থান সমানে দিব নোৱাৰে নাইবা সাংসাৰিক জীৱনৰ সকলো প্ৰয়োজনীয় দ্ৰব্য দিব নোৱাৰে, কাৰণ ভোগৰ বাটত মানুহৰ অভাৱ বাঢ়ি যায়, ত্যাগৰ বাটতহে কমি আহে। কৃষি, কুটিৰ শিল্প আদিৰ দ্বাৰা উৎপাদন বঢ়াইহে অভাৱ মোচনৰ বাট পোৱা যায়, তদুপৰি জনসংখ্যাৰ আৰু যান্ত্ৰিক শিল্পৰ বৃদ্ধিয়ে নতুন নতুন সমস্যাৰ সৃষ্টি কৰিছে। জীৱন ধাৰণৰ মান নিৰ্ণয় ভোগধৰ্ম্মী শিক্ষা নীতিয়ে কেতিয়াও স্থিৰ কৰি দিব নোৱাৰিব, কাৰণ এই বাটেদি নৈতিকতা অৰ্জন আকাশ কুসুমত পৰিণত হ'ব আৰু সহ-অৱস্থান নীতিৰ মূল্য কোনেও নুবুজিব। কৃত্ৰিম উপায়ে অৰ্থাৎ বৈষয়িক স্বাৰ্থজড়িত চুক্তি, সামৰিক চুক্তি বা স্বাৰ্থ প্ৰণোদিত বন্ধুত্বৰ চুক্তিয়ে বিভিন্ন দেশৰ মাজত সাময়িক বন্ধুত্ব গঢ়ি দিব পাৰে, স্থায়ী বন্ধুত্ব গঢ়ি দিব নোৱাৰে কিন্তু নৈতিকতা আৰু আধ্যাত্মিকতাত উন্নত জাতিসকলৰ মাজত স্থায়ী বন্ধুত্ব সম্ভৱ হ'ব পাৰে, কাৰণ সেই বন্ধুত্ব ত্যাগৰ মন্ত্ৰেৰে অঙ্কুৰিত হৈ ত্যাগৰ মন্ত্ৰেৰে সঞ্জীৱিত হৈ থাকিব। সেই বাবে নৈতিকতা আৰু আধ্যাত্মিকতা অৰ্জন শিক্ষানীতিৰ মূল মন্ত্ৰ হ'ব লাগিব। শিক্ষা ক্ষেত্ৰত বৰ্তমান প্ৰধান সমস্যা এইটোৱেই।

আজি ধৰ্মনিৰপেক্ষ ভাৰত ৰাষ্ট্ৰৰ শিক্ষানুষ্ঠানবিলাকত ধৰ্মীয় শিক্ষাৰ বাট বন্ধ হৈ গৈছে; ধৰ্ম নিৰপেক্ষতাৰ প্ৰকৃত অৰ্থ লুকাই পৰিছে। ধৰ্মনিৰপেক্ষতাৰ প্ৰধান আৰু মূল অৰ্থ হৈছে কোনো ধৰ্মৰ মানুহে আন আন ধৰ্মাৱলম্বী মানুহৰ ধৰ্মৰ প্ৰতি কোনো প্ৰকাৰ বিদ্বেষমূলক ভাৱ পোষণ কৰিব নোৱাৰিব। সকলো

ধৰ্মৰ মানুহে সহ-অৱস্থান নীতিত ভাৰতবৰ্ষত বাস কৰিব পাৰিব লাগিব আৰু নিজ নিজ ধৰ্মমত আচৰণ আৰু পোষণ কৰিব পাৰিব নিৰ্বিবদে। এই কথাৰ এই অৰ্থ নহয় যে হিন্দু জাতিয়ে হিন্দুৰ সংস্কাৰ পৰিত্যাগ কৰিব লাগিব— হিন্দুৱে হিন্দু ধৰ্মৰ নীতিবোৰ আচৰণ কৰিব নালাগিব আৰু হিন্দুৱে হিন্দু ধৰ্মৰ চৰ্চ্চা বা শিক্ষা স্কুল-কলেজত কৰিব নোৱাৰিব। এই কথাৰ এই অৰ্থ নহয় যে হিন্দুৱে যদি হিন্দুৰ ধৰ্মীয আচাৰ নীতি নিজ নিজ সম্প্ৰদায়ৰ মাজত পালন কৰে সেই আচৰণৰ অৰ্থ বিদ্বেষমূলক সাম্প্ৰদায়িকতা হয। এই কথাৰ এই অৰ্থ নহয় যে হিন্দু ধৰ্ম্ম এৰি তথাকথিত মানৱ ধৰ্ম্মৰ পক্ষপাতী হ'ব লাগে। দৰাচলতে কি হিন্দু ধৰ্ম্ম, কি ইচলাম ধৰ্ম্ম, কি খৃষ্টান ধৰ্ম্ম সকলো ধৰ্ম্মই মানৱ ধৰ্ম্ম। সকলো প্ৰকাৰ ধৰ্মৰ সংমিশ্ৰণত এটা বেলেগ মানৱ ধৰ্ম্মৰ উদ্ভাৱনাৰ কল্পনা কৰা বাতুলতা মাত্ৰ। সকলো ধৰ্ম্মৰে ৰীতি-নীতি পালনৰ একোটি সুকীয়া ধৰণ আছে, এটা সুকীয়া বৈশিষ্ট্য আছে। সংমিশ্ৰণ কেতিয়াও সম্ভৱ নহয কিন্তু সকলো ধৰ্ম্মৰে মূলনীতিবোৰ এক। ঈশ্বৰ মাথোন এটাহে এই ধাৰণা সকলো ধৰ্ম্মৰে কথা কিন্তু উপাসনা পদ্ধতি বেলেগ। এক ধৰ্মৰ উপাসনা পদ্ধতি বাদ দি আন ধৰ্মৰ উপাসনা পদ্ধতি গ্ৰহণ কৰা সম্ভৱ নহয় নাইবা আটাইবোৰ উপাসনা পদ্ধতিও পালন কৰা সকলোৰে পক্ষে সম্ভৱ নহয। পৰমহংস ৰামকৃষ্ণ দেৱে মুছলমান, খৃষ্টান আদি সকলো ধৰ্মৰে উপাসনা পদ্ধতিৰে সাধনা কৰি ঈশ্বৰৰ দৰ্শন পাইছিল বা সিদ্ধি লাভ কৰিছিল ; কিন্তু সৰ্ব সাধাৰণে সেইদৰে নোৱাৰে। কোনোবাই যদি পাৰে তাত কাৰো আপত্তি থাকিবও নোৱাৰে কিন্তু সাম্প্ৰদায়িকতাৰ অজুহাতত যদি ধৰ্ম্মোপাসনা বাদ দি ধৰ্মচ্যুত হয়, তেতিয়া ব্যক্তিৰ কল্যাণো নহয় সুখ শান্তিও নহয়। বৰ্ত্তমান দেশত সেই অৱস্থাৰ সৃষ্টি হৈছে। সেইবাবে নৈতিকতা আৰু আধ্যাত্মিকতা শিক্ষা দিবলৈ হ'লে ধৰ্মীয় শিক্ষাৰ ব্যৱস্থা কৰিবই লাগিব।●

# শিক্ষাৰ বৰ্ত্তমান সমস্যা আৰু প্ৰতিকাৰ

দেশত আজি কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাৰ আৱশ্যক হৈছে আৰু সেইবাবে শিক্ষাৰ ৰাষ্ট্ৰীয় নীতি তদনুসাৰে নিৰ্দ্ধাৰণ কৰিব লাগে।

কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাৰ নীতি নিৰ্দ্ধাৰণ কৰাৰ উদ্দেশ্য যে কেৱল জীৱিকা উপাৰ্জনৰ পথৰ নিৰ্দ্দেশ দিয়া মাথোন সেইটো নহয়; কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাৰ মাধ্যমত শিক্ষাৰ প্ৰধান লক্ষ্যবোৰ যেনে চৰিত্ৰ গঠন, নৈতিকতা অৰ্জ্জন আৰু সৎ নাগৰিকত্ব লাভ ইত্যাদিও ৰূপায়িত কৰিব পাৰি।

যুগে যুগে দেশে দেশে ৰাজনীতিৰ কৰাল গ্ৰাসত পৰি শিক্ষানীতি পূৰ্ণভাবে ৰূপায়িত হোৱাত বাধা পাই আহিছে; কিন্তু ভাৰতবৰ্ষত বৰ্ত্তমান অৱস্থাত শিক্ষানীতি ৰাজনীতিৰ লগত ইমান জড়িত হৈ পৰিছে যে পাঠ্যকাল ছোৱাত ছাত্ৰছাত্ৰী সকলক দলীয় ৰাজনীতি আৰু বিজাতৰীয়া সমাজতন্ত্ৰবাদৰ আদৰ্শ ৰূপায়ণত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ পৰা মুক্ত কৰি ৰাখিব নোৱাৰিলে শিক্ষা-দৰ্শনৰ নীতি সমূহ সম্যক ভাবে প্ৰয়োগ কৰা সম্ভৱপৰ হৈ নুঠিব - ই ধ্ৰুৱ নিশ্চয়। তাৰ প্ৰধান কাৰণ হৈছে যে বৰ্ত্তমান প্ৰচলিত শিক্ষাই ছাত্ৰসকলক নৈৰাশ্যৰ পথত আগুৱাই দিছে। সেইবাবে যুৱশক্তি বিপথে পৰিচালিত হ'ব ধৰিছে। কৰ্ম্ম-কেন্দ্ৰিক শিক্ষানীতি গ্ৰহণ কৰিলে আৰু শিক্ষাৰ অন্তত স্বাধীন ভাবে কৰ্ম্ম সংস্থানৰ যোগ্যতা দিব পাৰিলে যুৱশক্তিক সৎ পথেদি পৰিচালিত কৰাৰ উপায় ওলাব। কোনো এটা অস্বস্তিকৰ অৱস্থাৰ সন্মুখীন হোৱাৰ পাছত সেই অৱস্থাৰ পৰা কেনেকৈ ৰক্ষা পৰিব পাৰি তাৰ উপায় চিন্তা কৰিব লগা হ'লে যুৱশক্তিক ৰক্ষা কৰাৰ চেষ্টাত পুনঃ অযথা কালক্ষয়ৰ পথ ওলায় আৰু জাতীয় অৰ্থৰে অপচয় ঘটে। আৰ্থিক সাহায্য দানেৰে সাময়িক সহায়তা কৰিব পৰা যায় সঁচা কিন্তু সেই অৰ্থ সাহায্য ব্যাপক ভাবে বিতৰণ কৰিব লগা অৱস্থা হ'লে অৰ্থ সাহায্যৰ পৰিমাণ নিচেই তাকৰ হয় আৰু আনফালে যুৱশক্তিৰ কৰ্ম্মবিমুখতা সহায় কৰা হয়। সেইবাবে সুদৃঢ় শিক্ষানীতিৰ আৱশ্যক আৰু সেই শিক্ষানীতি দূৰদৰ্শিতাৰ ভিত্তিত গঠিত হোৱা আৱশ্যক। এতিয়াও যদি আমি তেনে এক প্ৰকাৰ শিক্ষানীতিৰ বিষয়ে চিন্তা নকৰো, তেন্তে ভাৰতবৰ্ষৰ ভৱিষ্যৎ আৰু বেছি অন্ধকাৰাচ্ছন্ন হৈ পৰিব। আজি যুৱশক্তি নৈৰাশ্যৰ মাজত পৰি দিগ্‌বিদিগ্ জ্ঞান হেৰুৱাই পেলাইছে। দেশৰ স্বাৰ্থ কি, জাতীয়তা কি আৰু দেশপ্ৰেম কাক বোলে তাকো বুজিব নোৱাৰা হৈ পৰিছে। বিদেশী জাতি সমূহে আমাৰ সমাজৰ এই দুৰ্ব্বলতা লক্ষ্য কৰি আমাৰ যুৱশক্তি বিপথে পৰিচালিত কৰি আমাৰ জাতিৰ নৈতিকতা যেনেকৈ লুপ্ত কৰিবৰ প্ৰয়াস

পাইছে, ঠিক তেনেকৈ গোটেই দেশখনক পৰমুখাপেক্ষী কৰি ৰাখি আমাক স্বাধীনতা আনন্দ উপভোগৰ পৰা বঞ্চিত কৰি ৰাখিব পাৰিছে। অৰ্থনৈতিক ফালৰ পৰা যদি দেশ দুৰ্ব্বল হয়, তাত দুৰ্নীতি আৰু স্বাৰ্থান্বেষীপৰায়ণ লোকৰ সংখ্যা বাঢ়ি যায়। অৰ্থনৈতিক স্বচ্ছলতা অকল উৎপাদন বঢ়াই বা শিল্প উদ্যোগৰ বৃদ্ধি কৰিলেই আহিব নোৱাৰে। নৈতিকতা লাভ নকৰিলে, স্বাৰ্থত্যাগৰ মনোবৃত্তি গঢ়িব নোৱাৰিলে, বিলাসভোগৰ আকাঙ্খা ত্যাগ কৰিব নোৱাৰিলে, উৎপাদন বঢ়াৰ লগে লগে বিলাস আৰু অভাব-অভিযোগৰ মাত্ৰাও বাঢ়ি থাকে। পাশ্চাত্য শিক্ষা-দৰ্শনে জড়বাদী বিজ্ঞানে নাইবা ভোগাকাঙ্খী জাতিয়ে ত্যাগৰ আদৰ্শ ৰূপায়িত কৰি তুলিব নোৱাৰে আৰু সেই শিক্ষাই শিক্ষাৰ প্ৰকৃত লক্ষ্য যে চৰিত্ৰ গঠন আৰু সু-সভ্য নাগৰিক সৃষ্টি কৰা তাক ৰূপায়িত কৰিব নোৱাৰে। পাশ্চাত্য জাতি বিলাকৰ প্ৰতি দৃষ্টি দিলে এই সত্য জ্বল্‌জ্বল্ পট্‌পটকৈ ওলাই পৰে। আজি ধনী দেশ আমেৰিকাই জাতিক শান্তি দিব পৰা নাই। তাৰ দ্বাৰা বুজা যায়, যে পাশ্চাত্য বিজ্ঞান জগতে জগৎবাসীৰ সামুহিক কল্যাণ সাধন কৰিব পৰা নাই। তাৰ কাৰণ হৈছে বৰ্ত্তমান কালৰ বিজ্ঞানৰ যি উন্নতি সাধন হৈছে সেই উন্নতি জড়বাদী দৃষ্টিভঙ্গীৰ হৈছে। আত্মাৰ উন্নতিৰ দৃষ্টিভঙ্গী তাত নাই। ৰাজনৈতিক মতবাদ বোৰতো আধ্যাত্মিক বিজ্ঞানৰ স্থান নাই। সেই মতবাদবোৰৰ লক্ষ্য হৈছে ধন আৰু বিলাস। সমাজতন্ত্ৰবাদৰ মতবাদ বোৰৰ ভিতৰতো আছে একে প্ৰকাৰৰ কথা। ধনৰ আকাঙ্খা আগত ৰাখি অৰ্থাৎ উৎপাদিত ধন সমানে ভাগ বটোৱাৰৰ প্ৰশ্ন লৈ ধনিকতন্ত্ৰৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা হয়, কিন্তু ধনৰ মূল্য যে আধ্যাত্মিক উন্নতিৰ ক্ষেত্ৰত কোনো প্ৰকাৰে আকাঙ্খাৰ বস্তুৱেই নহয়— সেই কথা জড়বাদী জগতে বা জড়বাদী বৈজ্ঞানিকে বুজিবলৈ টান পায়। স্কুল-কলেজৰ শিক্ষাও সমগ্ৰ জগতৰে শিক্ষানুষ্ঠানবোৰত সেই প্ৰকাৰ দৃষ্টিভঙ্গীৰে হৈছে; কিন্তু পৃথিৱীৰ আন আন দেশবোৰত কায়িক শ্ৰমৰ প্ৰতি হেয় ভাব নাই। শিক্ষাৰ মাধ্যম ভাষা সাহিত্য থাকিলেও শিল্প উদ্যোগৰ উন্নয়নত বি. এ., এম. এ., ডিগ্ৰীৰ মোহ ভাৰতৰ তুলনাত বহু কম। কায়িক শ্ৰমৰ প্ৰতি অনিচ্ছা বা হেয়ভাৱ নাথাকিলে ভাৰতৰ বহু প্ৰকাৰ কুটিৰ শিল্প ধ্বংসৰ হাতৰ পৰা ৰক্ষা পৰিলহেঁতেন। পৃথিৱীৰ অন্যান্য স্বাধীন দেশবোৰত যান্ত্ৰিক বিদ্যাৰ সমানে সমানে কুটিৰ শিল্পৰ বিদ্যা শিক্ষাৰ ব্যৱস্থা আছে আৰু কুটিৰ শিল্পজাত বহু সমগ্ৰী বাণিজ্যিক ক্ষেত্ৰত ৰপ্তানী আমদানীৰে বিভিন্ন দেশবোৰৰ মাজত আদান-প্ৰদান হৈ থাকে।

শিক্ষাৰ দৃষ্টিকোণৰ পৰা বিবেচনা কৰিব লগা কথা এইখিনিতে যে উৎপাদন ক্ষেত্ৰত কুটিৰ শিল্পবিদ্যাও বৈজ্ঞানিক পদ্ধতিত শিক্ষা দান কৰা আৰু শিক্ষা লাভ কৰা প্ৰথা ক্ৰমাত উন্নততৰ হৈ আহিব ধৰিছে। আমাৰ দেশতো কোনো কোনো ক্ষেত্ৰত যেনে বয়নবিদ্যা শিক্ষা আৰু কুটিৰ শিল্প প্ৰচাৰে কিছু কিছু উন্নতৰ ব্যৱস্থা

গ্ৰহণ কৰা হৈছে কিন্তু জাতিৰ চাহিদা হিচাবে সিও যথেষ্ট পৰিমাণে হোৱা নাই।

আমাৰ কুটিৰ শিল্পৰ ভিতৰত পূৰ্ব্বৰ যিবোৰ কঁাহ পিতলৰ বাচন, বিশেষকৈ ৰজাদিনীয়া যুগত কঁাহ পিতলৰ যিবোৰ তৈজস সামগ্ৰী প্ৰস্তুত হৈছিল সেই কুটিৰ শিল্প আজি লোপ পাই আহিছে। কমাৰ, কুমাৰ আদিৰ কুটিৰ শিল্পৰ সামগ্ৰী ভাৰতৰ বিভিন্ন ৰাজ্যৰ পৰা অহা কিছুমান লোকে অসমত প্ৰস্তুত কৰি ধন ঘটিছে আৰু প্ৰতিযোগিতাত অসমৰ তেনে ধৰণৰ কুটিৰ শিল্প ব্যৱসায় ক্ৰমে লোপ কৰি পেলাইছে। বহিৰাগত লোক সকল ভাৰতীয় হ'লেও তেওঁলোকৰ অসমৰ স্থানীয় লোকৰ লগত পাৰস্পৰিক সম্বন্ধ ঘটি নুঠাত যেই সেই কুটিৰ শিল্পৰ উন্নয়নৰ ক্ষেত্ৰত অসমীয়া লোক আৰু বহিৰাগত লোকৰ ভিতৰত সেই সেই বিদ্যা শিক্ষাৰ পথত কোনেও কাকো সহায় কৰিব পৰা নাই। অসমৰ কমাৰ, কুমাৰ, কাঠমিস্ত্ৰী ইত্যাদিৰ কাম বহু উন্নত ধৰণৰ আছিল। বহিৰাগত সকলে তেনে উন্নত ধৰণৰ সামগ্ৰী প্ৰস্তুত কৰিব পৰা নাই কাৰণ অসমীয়া মানুহৰ পৰা সেই বিদ্যা শিক্ষা কৰিব পৰা নাই। বহিৰাগত সকলে আধুনিক ৰুচি অনুসাৰে আৰু সৰ্ব্বসাধাৰণৰ সহজলভ্য হিচাবে সস্তাত বহু সামগ্ৰী দিব পাৰিছে কিন্তু মজবুদ বা দীৰ্ঘকাল স্থায়ী বস্তু প্ৰস্তুত নকৰে আৰু বহুতে নোৱাৰে। অসমৰ যেই সেই কুটিৰ শিল্প জনা মানুহ বা মিস্ত্ৰী বিলাকে বাণিজ্যিক বা বেপেৰুৱা মনোভাবেৰে সামগ্ৰীবোৰ উৎপাদন কৰাত অভ্যস্ত নাছিল— স্থানীয় চাহিদা মিটোৱা হিচাবেহে কুটিৰ শিল্প সামগ্ৰীবোৰ উৎপাদন কৰিছিল— বিশেষকৈ নিজ নিজ পৰিয়ালৰ প্ৰয়োজন অনুসৰি। অসমৰ সকলো পৰিয়ালৰ লোকেই নিজৰ ঘৰ-গৃহস্থীৰ লাগতিয়াল বস্তুবোৰ নিজে নিজে তৈয়াৰী কৰি ল'বলৈ অভ্যস্ত আছিল। বেপেৰুৱা মনোবৃত্তি নথকাত উৎপাদিত সামগ্ৰী উৎকৃষ্ট ধৰণৰ হৈছিল আৰু লাহে ধীৰে কৰিছিল কাৰণে সেইবোৰ শিল্পকাৰ্য্য মাধ্যমত সৌন্দৰ্য্য অনুভূতিৰ বিকাশ ঘটিছিল। তাৰ উপৰিও স্বাৱলম্বিতাৰ এটা সামাজিক পৰিবেশ ঘৰে ঘৰে বিৰাজ কৰিছিল। বহিৰাগত সকলৰ ভিতৰত সকলোৱে পাৰিবাৰিক জীৱন যাপনৰ সকলোবোৰ বস্তু নিজৰ নিজৰ প্ৰয়োজন অনুসাৰে প্ৰস্তুত কৰি ল'ব নোৱাৰিছিল কিন্তু কোনো কোনো সামগ্ৰীৰ বিশেষজ্ঞ হিচাবে বজাৰত সস্তা দামত লাগতিয়াল বস্তুবোৰ উলিয়াই দিয়া বাবে অসমৰ গৃহস্থলোকৰ মাজৰ পৰা নিজে নিজে প্ৰয়োজনীয় সামগ্ৰী কৰি লোৱা প্ৰথা লাহে লাহে উচ্ছেদ হৈ আহিল। স্থানীয় লোকৰ শিল্পজ্ঞান আৰু বহিৰাগত লোকৰ শিল্পজ্ঞানৰ কোনো সংমিশ্ৰন নঘটিল। ই জনে সিজনৰ আৰ্হিত শিল্পজ্ঞানৰ উন্নতি সাধনৰ যত্ন নকৰাত অসমৰ কুটিৰ শিল্পবোৰৰ অধঃপতন ঘটিল আৰু বহিৰাগত লোক সকলৰ শিল্পজ্ঞান আৰু উৎপাদিত সামগ্ৰীৰ ভিতৰত অসমীয়া জাতিৰ পুৰণি সৌন্দৰ্য্যবোধৰ পৰিচয় পাবলৈ নাই। আনফালে পাশ্চাত্য সভ্যতা আৰু শিক্ষাৰ প্ৰভাৱ সমাজত বাঢ়ি গৈ থকা কাৰণে শিক্ষিত সমাজে সেই কুটিৰ

শিল্পবোৰৰ শিক্ষা লাভ কৰাৰ প্ৰয়োজনীয়তা অনুভৱ নকৰি বজাৰৰ ওপৰত নিৰ্ভৰ কৰি ধৰিলে ; আনকি সেই কুটিৰ শিল্পবোৰ প্ৰস্তুত কৰা কৰ্ম্মটোক হেয় কৰ্ম্ম বুলি ভবা বাবে কোনো শিক্ষিত বা সম্ভ্ৰান্ত লোকে সেইবোৰ কৰ্ম্ম নকৰা হ'ল। যেতেৰ বিচনী, মূঢ়া, জপা, জাপী, চক্‌ঢাৰি ইত্যাদি বোৰ আজিও বিলুপ্ত হোৱা নাই সঁচা কিন্তু তাৰ পূৰ্ব্ব ইতিহাস আলোচনা কৰিলে সৰ্ব্বসাধাৰণ অসমীয়া মানুহৰ মাজৰ পৰা এইবোৰ শিল্পৰ জ্ঞান কেনেকৈ আঁতৰি গ'ল তাক বুজা যায় আৰু এই বস্তুবোৰৰ মাধ্যমত সৌন্দৰ্য্য অনুভূতিৰ বিকাশ কেনেকৈ ঘটিছিল তাক উপলব্ধি কৰিব পৰা যায়। বহিৰাগত সকলে এই ধৰণৰ বস্তু সাজিব নোৱাৰে। সেইবাবে বহিৰাগত সকলৰ শিল্পজ্ঞান আৰু অসমীয়া লোকৰ শিল্পজ্ঞানৰ সংমিশ্ৰণ নঘটিল আৰু আগলৈ ঘটাৰো কোনো আশা দেখা নাযায়। আনফালে ব্যৱসায় হিচাবেও কমাৰ, কুমাৰ আদিৰ অসমীয়া কুটিৰ শিল্পৰ বিলুপ্তি ঘটিছে বুলি ক'লে অত্যুক্তি কৰা নহয়। আজি বজাৰত সেইবোৰ ব্যৱসায় অসমীয়া লোকৰ হাতত নাই আৰু বহিৰাগত সকলে উৎপাদন কৰা সামগ্ৰীৰ ভিতৰত অসমীয়া লোকৰ শিল্পজ্ঞানৰ পৰিচয় তাত নাই। উদাহৰণ স্বৰূপে কব পৰি যে অসমীয়া 'ফলি কোদাল' আজি পাবলৈ নাই, তাৰ ব্যৱহাৰ আজি বিলাতী নমুনাৰে প্ৰস্তুত কৰা কোদালেৰেহে হয়। এইখিনি কথা প্ৰাদেশিক মনোবৃত্তিৰে লেখা নাই। ভাৰতত স্থানীয় শিল্পকলা কেনেকৈ বিলুপ্তি ঘটিছে তাৰহে আলোচনা কৰি দেশৰ শিক্ষা ব্যৱস্থাৰ প্ৰয়োজনীয়তা কোন খিনিত তাকে হে দেখুৱাবলৈহে লিখা হৈছে।

বয়ন-বিদ্যাৰ উন্নতি অৰ্থাৎ ঘৰুৱা তাতশালৰ পৰিবৰ্ত্তে টনা তাতশালৰ প্ৰচলন আগতকৈ বেছি হোৱা দেখা গৈছে কিন্তু মানুহৰ দৈনন্দিন জীৱনৰ লাগতিয়াল সকলো প্ৰকাৰৰ কাপোৰৰ উৎপাদন এতিয়াও হোৱা নাই। গামোছা, চাদৰ, ৰিহা মেখেলা আদিৰ উৎপাদন কিছু পৰিমাণে হৈছে যদিও, বজাৰত তাৰ চাহিদা বঢ়া নাই। মিলৰ কাপোৰ আৰু আমেৰিকা, জাপানৰ পৰা অহা কাপোৰৰ চাহিদা বাঢ়ি গৈছে আৰু পৰিধান বস্ত্ৰৰ ৰুচিৰ সলনি হোৱাত বয়ন বিদ্যাৰ উন্নতিও ব্যাহত হৈছে। শিক্ষা ব্যৱস্থাত ইয়াৰ স্থান যে অতি আৱশ্যকীয় কথা তাক আমি ভাবিবই পৰা নাই। বহিৰাগত সকলেও অসমীয়া তাতশালত বস্ত্ৰ-বয়ন-পদ্ধতি এতিয়াও গ্ৰহণ কৰা নাই। ভাৰতৰ ভিতৰতে থকা বিভিন্ন শিল্পৰ জ্ঞান বিভিন্ন ৰাজ্যৰ শিল্পী সকলেও এতিয়াও আগ্ৰহে গ্ৰহণ কৰা নাই ; কিন্তু বাতৰি পোৱা যায় ইউৰোপ, আমেৰিকাত ৰিহা, মেখেলা আৰু শাৰীৰ আদৰ বাঢ়িব ধৰিছে আৰু সেইবোৰ দেশে উৎপাদন আৰম্ভ কৰিছে। দেশৰ অৰ্থনৈতিক অৱস্থা উন্নত কৰিবলৈ এইবোৰ শিল্পৰ জ্ঞান ভাৰতৰ ছাত্ৰ ছাত্ৰী সকলে পোৱা উচিত নহয় জানো? ই জানো শিক্ষা ব্যৱস্থাৰ বিষয় নহয়? আজি কালি কৃষি-বিদ্যা, বয়ন-বিদ্যা ইত্যাদি ৰকমৰ বিদ্যাত জ্ঞান স্কুল-কলেজত হে দিয়াৰ আৱশ্যক হৈছে।

পূৰ্ব্বৰ সামাজিক পৰিবেশ, বস্ত্ৰ পৰিধানৰ ৰুচি, খাদ্যৰ ৰুচি জীৱনযাত্ৰাৰ পদ্ধতিৰ সলনি হৈছে আৰু দেশত নিবনুৱা সমস্যাৰ আলমত সন্ত্ৰাসবাদী লোকৰ সংখ্যা বাঢ়ি যোৱাত ভাৰতভূমিত বিজাতৰীয়া ৰাজনৈতিক বাদে প্ৰভাৱ বিস্তাৰ কৰিছে। গান্ধীবাদৰ মৃত্যু ঘটিছে বুলি ক'ব লাগিব। গান্ধীবাদৰ ভিতৰতে ভাৰতীয় ৰাজনীতি, সমাজনীতি, শিল্পনীতি ইত্যাদি প্ৰকাৰৰ ভাৰতীয় নীতি অন্তৰ্নিহিত আছিল। সেইবাবে গান্ধীবাদ ধ্বংস নকৰিলে ভাৰতক সম্পূৰ্ণভাৱে পৰমুখাপেক্ষী কৰি ৰাখিব পৰা নাযাব কাৰণে গান্ধীবাদ ধ্বংসৰ আপ্ৰাণ চেষ্টা চলিছে। ভাৰতীয় শিক্ষা-পদ্ধতিয়ে এইবোৰ সমস্যাৰ সমাধান কৰিব লাগিব সেয়েহে আমি পূৰ্ব্বৰ প্ৰৱন্ধত কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাৰ আৱশ্যকতাৰ বিষয়ে আলোচনাৰ সূত্ৰ উনুকিয়াইছিলো।

স্কুল-কলেজৰ সংখ্যা বঢ়িলেই শিক্ষাৰ বিস্তাৰ হোৱা বুলি বুজিব নোৱাৰি ; কাৰণ স্কুল-কলেজৰ সংখ্যা যিমান বঢ়িছে দেশৰ পৰা কৃষিবিদ্যা, বয়নবিদ্যা, কমাঁৰ-কুমাৰ শিল্প বিদ্যা আদি নানা প্ৰকাৰৰ বিদ্যাৰ জ্ঞান সমাজৰ পৰা অন্তৰ্হিত হ'ব ধৰিছে। এই সমস্যা একাষৰীয়া কৰি থৈ শিক্ষাৰ উন্নতিৰ কথা ভাবিব নোৱাৰি। এনে ধৰণৰ কুটিৰ শিল্পৰ জ্ঞান লাভ কৰিবলৈ মনোবৃত্তি গঠিত নহয়। সাধাৰণ শিক্ষানুষ্ঠান বোৰ একেবাৰে উঠাই দি যদি কেৱল শিল্প-বিদ্যাৰ শিক্ষানুষ্ঠান পতা যায়, সেই শিল্প বিদ্যালয়ৰ অনুস্থানবোৰৰ মাজেদিয়ে নৈতিকতা জ্ঞানৰ শিক্ষা দি চৰিত্ৰ গঠনৰ জ্ঞান দিব পাৰি. আনহতে ছাত্ৰছাত্ৰী সকলৰ সহজতে বুদ্ধিবৃত্তিৰ পৰীক্ষা কৰি লৈ কোন কোন বিদ্যাৰ উপযোগী তাক নিৰ্ণয় কৰা পদ্ধতি গ্ৰহণ কৰি বিশ্ববিদ্যালয়ৰ উপযোগী ছাত্ৰ-ছাত্ৰী বাছি উলিয়াব পাৰি। এই নিৰ্ব্বাচন বৰ্ত্তমান সময়ত অত্যন্ত আৱশ্যক হৈ পৰিছে। ই কাল্পনিক বা আদৰ্শবাদী কথা নহয়। ই জলন্ত সমস্যাৰূপে আমাৰ সন্মুখত উপস্থিত হৈছে।

সকলো স্বাধীন দেশতে দেশৰ কৃষ্টি-সংস্কৃতিৰ পৰিচয়মূলক জ্ঞান প্ৰধানতঃ দিয়া হয়। দেশৰ বুৰঞ্জী, অতীত ঐতিহ্য আৰু বৰ্ত্তমান সমস্যা সমূহৰ সমাধানৰ উদ্দেশ্যৰ ভিত্তিত শিক্ষানীতি ৰচিত হয়। আমাৰ দেশত এতিয়াও দেশৰ অতীত গ্ৰন্থ সমূহৰ অধ্যয়নৰ আৰু অধ্যাপনাৰ ব্যৱস্থাই আন্তৰিকতাৰে গ্ৰহণ কৰা হোৱা নাই। বিদেশী লেখকৰ ৰচিত বুৰঞ্জী সমূহৰ অধ্যয়নৰ ফলত আমাৰ দেশৰ অতীত বুৰঞ্জীমূলক ঘনটাবোৰ বিকৃত দৃষ্টিভঙ্গীৰে চোৱা হয়। সামবেদৰ মন্ত্ৰবোৰ এতিয়াও কৃষকৰ গান বুলিহে ধৰা হয়। আমাৰ বিশ্ববিদ্যালয় আৰু স্কুল কলেজ বোৰতো আমাৰ দেশৰ ধৰ্ম্মনীতি, ৰাজনীতি, সমাজনীতি, অৰ্থনীতিকে আদি কৰি বেদ, উপনিষদ, গীতা, ভাগৱত আদি গ্ৰন্থৰ লগত সম্যক পৰিচয় ঘটোৱাৰ ব্যৱস্থা মূল পদ্ধতি ৰূপে গৃহীত হোৱা নাই আৰু সেইবাবে বিকৃত ইতিহাসে আমাৰ জাতিৰ ওপৰত এতিয়াও প্ৰভাৱ বিস্তাৰ কৰি আছে আৰু সেইকাৰণে নব নৱ আবিষ্কৃত প্ৰত্নতত্ত্বৰ সামগ্ৰীবোৰৰ পূৰ্ণ তথ্য গ্ৰহণৰ যোগ্যতাও এতিয়াও গঢ়ি

উঠা নাই। এইবোৰ শিক্ষাৰ বৰ্ত্তমান সমস্যা। পুৰণি ঐতিহ্যক আধুনিকতাৰ দৃষ্টিভঙ্গীৰে একাষৰীয়া কৰি থ'লে জাতিৰ অগ্ৰগতিত বাধা হে হয়— এই কথা উপলব্ধি কৰলে ভাৰতৰ অগ্ৰগতি বৈদ্যুতিক গতিৰে প্ৰসাৰ লাভ কৰিব তাত কোনো সন্দেহ নাই।

প্ৰবন্ধ দীঘলীয়া হৈ যোৱাৰ ভয়ত বিস্তৃত আলোচনা নকৰি কেৱল সমস্যা সমূহৰ বিষয়ে দুই এটিহে উনুকিয়াই দিয়া হ'ল। স্ত্ৰীজাতিৰ অধিকাৰ, স্ত্ৰীশিক্ষাৰ সমস্যা, ইত্যাদি বিষয়বোৰো ভাৰতীয় দৃষ্টিভঙ্গীৰে লক্ষ্য কৰা হোৱা নাই। তাৰ ফলস্বৰূপে একেখন স্কুল-কলেজতে একোবোৰ বিষয়কে স্ত্ৰীপুৰুষ উভয়ে অধ্যয়ন কৰি একে প্ৰকাৰ চাকৰি লোলুপতা অৰ্জন কৰিব ধৰিছে আৰু কৰ্ম্মসংস্থানৰ ক্ষেত্ৰ সঙ্কীৰ্ণতৰ কৰি তুলিছে। আনফলে ভাৰতীয় কৃষ্টি-সংস্কৃতিৰ প্ৰগতিৰ বা অগ্ৰসৰৰ পথ দ্ৰুততৰ ভাবে অৱৰুদ্ধ কৰিব ধৰিছে। যিখন দেশে আনৰ দেশক অনুকৰণ কৰে, সেইখন দেশে পাছে পাছে হে অনুসৰণ কৰি যাব লাগিব। স্বাধীন পথ ধৰিলেহে অগ্ৰসৰৰ সুবিধা পোৱা যায়। এইবোৰো শিক্ষাৰ বৰ্ত্তমান সমস্যা।●

# আমি আজি-কালি কিতাপ পঢ়োঁ ঃ কিন্তু কি পঢ়োঁ?

অসমত এতিয়াও পঢ়ুৱৈ সমাজ গঢ়ি উঠা নাই— এই কথা আজিকালি মই বিশ্বাস কৰিবলৈ টান পাওঁ। এইটো অৱশ্যে সঁচা কথা যে স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীৰ মাজত পঢ়া অভ্যাস গঢ়ি উঠিছে— গল্প উপন্যাসৰ মাজেদিহে। নগ্ন সাহিত্য যিবিলাকে সৃষ্টি কৰিছে এনে ধৰণৰ পঢ়ুৱৈ সমাজ তেওঁলোকৰেই সৃষ্টি বুলি কব পাৰি। নগ্ন সাহিত্যৰ ৰুচি কিশোৰ বয়সতে দেখা দিয়ে। যৌন বিজ্ঞান শিক্ষা দিয়াৰ ব্যৱস্থা আমাৰ দেশত যে নাছিল এনে নহয়। বাৎস্যায়নৰ কামসূত্ৰই কামশাস্ত্ৰ শিক্ষা দিছিল। এতিয়া তেনে শিক্ষাৰ ব্যৱস্থা নাই। আজি কালি কিশোৰ কিশোৰীক যৌন বিজ্ঞান শিক্ষাৰ পৰা আঁতৰ কৰি ৰখা আমাৰ সমাজৰ শিক্ষক আৰু অভিভাৱক সকলৰ এটা স্বভাৱগত অভ্যাস। যৌন বিজ্ঞানৰ ওপৰত অশ্লীলতাৰ এটা ঢাকনি দি ৰখা বাবে কিশোৰ বয়সৰ ল'ৰা আৰু ছোৱালীৰ মাজত এই বিষয়টোৱে এটা অদম্য কৌতুহলৰ সৃষ্টি কৰে। এই কৌতুহল পূৰণৰ সুযোগ সিহঁতে পায়— নগ্ন সাহিত্যৰ মাজেদি। গতিকে নকৈ ওলোৱা যৌন বিজ্ঞানৰ কিতাপত আৰু অশ্লীল গল্প উপন্যাসত যৌন সম্বন্ধ থকা আদিৰসৰ উলঙ্গ বৰ্ণনাই যৌন অনুভূতিৰ ৰসাস্বাদনত সিহঁতক ব্ৰিত কৰি তোলে। ৰসময় আনন্দময় শ্ৰীভগৱানৰ সৃষ্টিৰ মাজত যেয়ে যিমান মধুৰ ৰস পান কৰিব পাৰে সেয়ে তেওঁক পায় আৰু কোনো কোনোৱে আপাত-মধুৰ ৰসাস্বাদনত মুগ্ধ হৈ তামসিকতাত লিপ্ত হৈ তেওঁৰ সান্নিধ্যৰ পৰা বহু আঁতৰত অপসৰণ কৰি অতল জলধিত নিমগ্ন হয়। সেইবাবে বিচাৰ কৰিব লাগে একফালে যেনেকৈ যৌন বিজ্ঞান শিক্ষা দিয়া আৱশ্যক, শৃঙ্গাৰ ৰসৰ মধুৰ আস্বাদনৰ পন্থা নিৰ্দ্দেশ যেনে আৱশ্যক, আনফালে তামসিক শৃঙ্গাৰ উপভোগৰ পৰা তৰুণ শিক্ষাৰ্থীক আঁতৰত ৰখা তেনে আৱশ্যক। প্ৰেম স্বৰ্গীয় কিন্তু প্ৰেম আকৌ নৰকৰ দ্বাৰ। যি প্ৰেমে ভগৱানৰ লগত মিলন ঘটায় সেই প্ৰেম আৰু যাক আমি সাধৰণতে প্ৰেম বুলি কওঁ সেই প্ৰেম একে নহয়। সেইবাবে শৃঙ্গাৰ ৰসৰ বৰ্ণনা থকা কালিদাসৰ 'ঋতু সংহাৰ' আৰু 'কুমাৰ সম্ভৱ'ক অশ্লীলতাপূৰ্ণ গ্ৰন্থ বুলি আখ্যা নিদিয়ে, কিন্তু তাতকৈ বহুগুণে কম উলঙ্গ বৰ্ণনা থকা গল্প উপন্যাসক অশ্লীল আখ্যা দিয়ে। নগ্ন সাহিত্যৰ আৱশ্যক বিজ্ঞান হিচাবে আৰু বাস্তৱ জীৱনৰ সৃষ্টিৰ সৌন্দৰ্য্যৰ উপলব্ধিৰ বাবে। যি সাহিত্যৰ বিষয়বস্তু উদ্দাম প্ৰকৃতি সৃষ্টি কৰিব পাৰে, যৌৱনৰ অদম্য উন্মাদনা কোনো দোষৰ কথা নহয় বুলি সাধাৰণ পাঠকৰ মনত ধাৰণা সৃষ্টি কৰে, সেই সাহিত্য নিশ্চয় কাম্য নহয়। এনে ধৰণৰ নগ্ন

সাহিত্য কিছুমান অসমীয়া ভাষাত সৃষ্টি হৈছে। ৰমক্-জমক্ বেটুপাতেৰে ধুনীয়া আখৰেৰে ছপাই অসমীয়া সমাজত প্ৰকাশ কৰা হয় আৰু বিয়াবিবাহকত দ'ৰা-কইনাক উপহাৰ দিয়া হয়। সাহিত্যৰ সোৱাদ কিশোৰ-কিশোৰীয়ে লাভ কৰে আৰু অসমীয়া ভাষাত ৰচিত গল্প উপন্যাসৰ সেৱক হয়। ক্ৰমে বঙলা সাহিত্য আৰু ইংৰাজী সাহিত্যৰো উপাসক হয়— কিন্তু গল্প উপন্যাসৰহে মাথোন। বঙলা সাহিত্যত নগ্ন সাহিত্য ইমান পোনপটীয়া নহয় আৰু ভাষাও পোনছে বহুতে নুবুজে। স্কুল কলেজত ইংৰাজী শিক্ষা দিয়া হয়। ইংৰাজীৰ পৰিবেশ আছে— ইংৰাজী ভাষাৰ গল্প উপন্যাসৰ প্ৰতি মন আকৃষ্ট হয়। ক্ৰমে বি, এ, এম, এ, পাছ কৰে ; শিক্ষক বা অধ্যাপক হয়— লেখকো হয়। ইংৰাজী সাহিত্যৰ প্ৰভাৱত ইংৰাজ সমাজৰ, ফ্ৰান্স, আমেৰিকাৰ সমাজৰ আদৰ্শত ৰচিত গল্প উপন্যাসৰ প্ৰভাৱত অসমীয়া ভাষাতো অনুৰূপ গল্প সাহিত্যৰ সৃষ্টি হয়। এইদৰে ইংৰাজী গল্প উপন্যাসৰ প্ৰভাৱত পৰি অসমীয়া গল্প উপন্যাসে ৰূপ লৈছে। স্কুলীয়া জীৱনৰ পৰা গধূৰ সাহিত্য নপঢ়া কাৰণে গধূৰ সাহিত্যৰ প্ৰতি ৰাপ নজন্মে। অসমীয়া ভাষাত গধূৰ সাহিত্য ওলোৱা নাই এনে নহয়। গল্প উপন্যাসে অসমীয়া সাহিত্যৰ সমৃদ্ধি বঢ়োৱা নাই এনেও নহয় ; বৰঞ্চ আজি কালি বহুল প্ৰকাশনৰ মাজেদি অসমীয়া ভাষা আগতকৈ বেছি জীৱন্ত কৈ উঠিছে আৰু নগ্ন সাহিত্যৰ লেখক সকলো সমাজত সমাদৃত হৈছে। কিন্তু গধূৰ সাহিত্য লেখা লোক এতিয়াও মুষ্টিমেয় আৰু গধূৰ সাহিত্য পঢ়ুৱৈ আছে আৰু আগতকৈ বাঢ়িছে। বঙলা আৰু অসমীয়া ডিটেক্টিভ উপন্যাস আৰু ইংৰাজী ডিটেক্টিভ উপন্যাসৰ বঙলা অনুবাদ হোৱা কিতাপবোৰেও কিশোৰ-কিশোৰীৰ মন আকৰ্ষণ কৰে আৰু অৰ্দ্ধশিক্ষিত স্কুল কলেজৰ পৰা ওলোৱা অনেক ডেকা-ডেকেৰীয়ে ডিটেক্টিভ্ উপন্যাসত পোৱা কল-কৌশলবোৰ বাস্তব জীৱনত খটুৱাই জীৱিকা অৰ্জ্জন কৰাৰ সংবাদো আজি কালি পোৱা যায়। যি গল্প উপন্যাসে মধুৰ সৌন্দৰ্য্যৰ সৃষ্টি কৰে, বাস্তব জীৱনৰ প্ৰতিচ্ছবি ফুটাই তোলে, পাঠকৰ হৃদয়-তন্ত্ৰীত অনুৰূপ ভাৱ অনুভূতিৰ সৃষ্টি কৰে, সহানুভূতি আৰু সমবেদনা জগাই তোলে, সেই গল্প উপন্যাস (সামাজিকেই হওক বা ডিটেক্টিভেই হওক) পাঠকৰ মনত ৰসৰ অনুভূতি স্থায়ী কৰি তোলে। নগ্ন সাহিত্যই কি ভাৱ স্থায়ী কৰে ? নিশ্চয় নগ্নতাৰ ৰূপ।

তিৰোতা সমাজৰ মাজতো পঢ়ুৱৈ সমাজ বিস্তাৰিত ভাৱে গঢ়ি উঠিছে আৰু তেওঁলোকে আজৰি সময়ত যথেষ্ট গল্প উপন্যাসৰ কিতাপ পঢ়ে ; কিন্তু বৰ দুখৰ কথা— অসমীয়া ডেকা-গাভৰুৱে আজি কালি ৰামায়ণ, মহাভাৰত ধৰকৈ নপঢ়ে। নামঘৰত কীৰ্ত্তন পাঠ হয়। অসমীয়া শ্ৰীমদ্ভাগৱতো পাঠ হয়। কিছুমানে ৰাতিপুৱা ৰাতিপুৱা কীৰ্ত্তনৰ পদ গায়, কিছুমানে বহু সময়লৈকে পঢ়েও, কিন্তু আমি যেনেকৈ অভ্যাসবশতঃ সন্ধ্যা-পূজা কৰো, অৰ্থ উপলব্ধি নকৰো আৰু সন্ধ্যা গায়ত্ৰীৰ মন্ত্ৰৰ তাৎপৰ্য্য নুবুজো, ঠিক তেনেদৰে পঢ়ে। ৰামায়ণ মহাভাৰত নপঢ়িলে

নাইবা অন্যান্য ধৰ্ম্ম-পুৰাণ নপঢ়িলে কীৰ্ত্তন আৰু দশমৰ সকলোবিলাক পদৰ অৰ্থ বোধগম্য হৈ নুঠে। কিশোৰ বয়সৰ ল'ৰা-ছোৱালীবিলাকে ৰামায়ণ মহাভাৰত একেবাৰে নপঢ়ে। মৌ-মহাভাৰত, মহাভাৰত কথা, ৰামায়ণৰ কথা ইত্যাদি নামৰ বহুতো সংক্ষিপ্ত ৰামায়ণ মহাভাৰত অসমীয়া ভাষাত ওলাইছে, কিন্তু তাকো এই বয়সৰ ল'ৰা-ছোৱালীয়ে নপঢ়ে- পঢ়ে আধুনিক গল্প উপন্যাস— বিশেষকৈ নগ্নচিত্ৰৰ আশাত। ৰামায়ণ মহাভাৰত পঢ়িলে ভাৰতীয় সাহিত্যৰ প্ৰতি ৰাপ বাঢ়িলহেঁতেন, সংস্কৃত পঢ়িবৰ মন গ'লহেঁতেন আৰু কীৰ্ত্তন দশমৰ পদৰ সৎ অৰ্থ বুজিলেহেঁতেন। আজি কালি বহুতে কীৰ্ত্তন দশমৰ পদৰ অৰ্থ বিকৃত কৰে। অৰ্থ নুবুজি কীৰ্ত্তন পাঠ কৰাৰ ফল আছে কিন্তু অৰ্থ বুজি পঢ়িব পাৰিলে বেছি ফল হয়। কীৰ্ত্তনৰ পদবোৰত বহুতো কথা লুকাই আছে আৰু তাৰ ব্যাখ্যাৰ বাবে বহুতো কথা জানিব লাগে। সেই কথাবোৰ জানিবৰ কাৰণে মহাভাৰত ৰামায়ণ আৰু বিভিন্ন পুৰাণ পঢ়িব লাগে। কীৰ্ত্তন দশমৰ প্ৰকৃত অৰ্থ নুবুজাৰ বাবে সমাজত বহুতো ক্ষতি হৈছে।

ৰামায়ণ মহাভাৰতৰ পৰা কিছুমান পদ বেলেগে বেলেগে বাছি তৃতীয় মানৰপৰা একাদশ মানলৈকে ক্ৰমিক স্তৰত ভাগ কৰি পাঠ্য হিচাবে নিৰ্দ্ধাৰিত কৰিব লাগে। ৰামায়ণ মহাভাৰত পঢ়াৰ অনুৰাগ যদি ল'ৰা-ছোৱালীৰ জন্মি যায়, নগ্ন সাহিত্য পঢ়াৰ অনুৰাগ আপোনা আপুনি আঁতৰি যাব ; কাৰণ ৰামায়ণ মহাভাৰতত থকা নগ্নতাই কৈশোৰৰ যৌনজ্ঞান বিষয়ে হোৱা কৌতূহল নিবাৰিত কৰিব আৰু ঈশ্বৰ ভক্তিৰ বীজ অঙ্কুৰিত হ'ব ; চৰিত্ৰ গঠন হ'ব আৰু শিক্ষাৰ মহান উদ্দেশ্য সফল হ'ব।

তিৰোতা সকলৰ ভিতৰত যিবিলাক আধুনিক ধৰণে শিক্ষিতা হৈ উঠিছে, তেওঁলোকেও সৰহ সংখ্যকে ৰামায়ণ মহাভাৰত নপঢ়ে। গল্প উপন্যাস পঢ়াতহে তেওঁলোকৰ ৰাপ বেছি। দুই এগৰাকী আধুনিক শিক্ষাত শিক্ষিতা মহিলাক (ডাঙৰ ডাঙৰ বিষয়াৰ ঘৰণী তেওঁলোক) লগ পাইছো যি সকলে ৰামায়ণ মহাভাৰতৰ কথা বঢ়িয়াকৈ জানে আৰু সেই মহিলা সকলে পঢ়া কথাৰ গভীৰ অৰ্থ বুজিব পাৰে, সাংসাৰিক জীৱনত প্ৰয়োগ কৰিব জানে আৰু আজি কালি অসমীয়া তিৰোতাই এইবিলাক গ্ৰন্থ নপঢ়ে বুলি দুখ প্ৰকাশ কৰে। (আগেয়ে মহাভাৰত-ৰামায়ণৰ কথা তিৰোতা সমাজে আনে পঢ়া শুনিয়ে জানিছিল।) সেইবিলাক মহিলা সঁচাকৈয়ে আদৰ্শ গৃহিণী, উপযুক্তা মাতৃ আৰু আধুনিক প্ৰগতিৰ যুগত নেতৃস্থানীয়া আৰু নেত্ৰী। এনে মহিলাৰ সংখ্যা বৰ তাকৰ নহয়, কিন্তু তেওঁলোকৰ বহুতে সভা সমিতিত নাইবা ৰাজহুৱা অনুষ্ঠানবোৰত যোগদান দিবলৈ সময়ো নপায় আৰু বৰকৈ ইচ্ছাও নকৰে। এই সকলৰ সংস্পৰ্শত আহিলে বিমল আনন্দ উপভোগ হয় আৰু দেশত এতিয়াও ভাৰতীয় আদৰ্শত গঢ়া স্ত্ৰী, মাতৃ, ভগিনী আৰু বান্ধৱী আছে প্ৰত্যক্ষ হয়। দেশৰ এতিয়া যি সমাজ, সেই পৰিস্থিতিত এই আদৰ্শ নাৰীসকলৰ প্ৰভাৱ উঠি অহা ছোৱালী বিলাকৰ চৰিত্ৰত প্ৰতিফলিত হোৱা দেখা নাযায়। এয়ে

হৈছে আমাৰ আক্ষেপৰ বিষয়। সেইবাবে কওঁ যে ৰামায়ণ মহাভাৰত আমাৰ ছোৱালীবিলাকে পঢ়িব লাগে। স্কুল-কলেজত ৰামায়ণ মহাভাৰতৰ গদ্য পদ্যাংশ বাছি পাঠ্য কৰি দিব লাগে, পৰীক্ষাত প্ৰশ্ন দিব লাগে আৰু আৱশ্যক বুজি ৰামায়ণ মহাভাৰতৰ কথা জনা ল'ৰা-ছোৱালীক বঁটাও দিব লাগে।

নাটক নভেল গল্প পঢ়িব নালাগে বুলি মই নকওঁ ; কিন্তু উপযুক্ত বয়স লাগে তাৰ বাবে। স্কুল-কলেজত কিতাপবোৰ শ্ৰেণীৰ মান হিচাবে ভগাই বেলেগ বেলেগ লাইব্ৰেৰী কৰিব লাগে। শিক্ষক-শিক্ষয়িত্ৰীৰ নিৰ্দ্দেশ মতে কিতাপ লোৱাৰ ব্যৱস্থা থকিব লাগে। পুৰণি শিক্ষক-শিক্ষয়িত্ৰী স্কুল-কলেজত কমি আহিছে, সেইবাবে শিক্ষক শিক্ষয়িত্ৰীৰো এই বিষয়ে প্ৰশিক্ষণ লাগে।

এসময়ত মই নগ্ন সাহিত্য লিখাৰ বিৰুদ্ধে মত প্ৰকাশ কৰা বাবে দুই এজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিকে মোক নিন্দা কৰিছিল ; কিন্তু এতিয়া দেখা গৈছে যে নগ্ন সাহিত্যৰ বিৰুদ্ধে জনমত গঢ়ি উঠিব লাগিছে। ই শুভ লক্ষণ ; কিন্তু কোমল মতি ল'ৰা-ছোৱালীক নগ্ন সাহিত্য দি কিতাপ বিক্ৰিৰ সংখ্যা বঢ়োৱা মনোবৃত্তি থকা লেখক আৰু প্ৰকাশক আমৰ সমাজত গঢ়ি উঠিছে। গল্প উপন্যাসৰ কিতাপৰ প্ৰকাশক যিমান সোনকালে পোৱা যায়, অন্য কিতাপৰ প্ৰকাশক সিমান সোনকালে পোৱা নাযায়। সেইবাবে কিতাপ ভাল হ'লেও দুই চাৰিজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিকত বাদে আন গ্ৰন্থকাৰে কিতাপ প্ৰকাশ কৰিবলৈ প্ৰকাশক নাপাই নিৰুৎসাহ হ'বলগীয়া হৈছে। নগ্ন সাহিত্য লিখকক পাৰ্য্যমানে নিৰুৎসাহ কৰি উচ্চতৰ সাহিত্য লিখকক উদ্গনি দিব লাগে। দেশৰ প্ৰসিদ্ধ প্ৰকাশক সকলে যেই সেই কিতাপ ছপাব নালাগে। তেওঁলোকে দেশৰ সাহিত্যত বহু বৰঙণি যোগাইছে। সু-সাহিত্যৰ যোগেদি দেশৰ অশেষ কল্যাণ হয়।

নগ্ন সাহিত্য সংস্কৃত সাহিত্যতো বহুল পৰিমাণে আছে কিন্তু সেই সাহিত্যবোৰত দৃষ্টিভঙ্গী বেলেগ কাৰণে নগ্নতাই বেছি অপকাৰ কৰিব নোৱাৰে। সেই কিতাপবোৰত একোটি মহান উদ্দেশ্য প্ৰকট হৈ উঠে। সেই উদ্দেশ্যই পাঠকৰ মনত প্ৰবলভাৱে ক্ৰিয়া কৰে। তদুপৰি এইবোৰ সাহিত্য বুজনভাগ লোকেহে পঢ়ে। সেইবাবে নগ্নতাই কিশোৰ মনত ছাপ বহুৱাব নোৱাৰে। ৰামায়ণ মহাভাৰততো অশ্লীলতা আছে কিন্তু সেই অশ্লীলতাই বাস্তৱক চেৰ পেলাই নাযায়, ধৰ্ম্মৰ প্ৰতি অনুৰাগ জগায় আৰু অশ্লীলতাৰ মাধ্যমত শ্লীলতা শিকায়।

স্কুল কলেজৰ ল'ৰা-ছোৱালীয়ে, গাৱঁৰ শিক্ষিত আৰু অৰ্দ্ধশিক্ষিত লোকে কিতাপ পঢ়ে আৰু মাহেকীয়া আলোচনীও ৰাখে। গাৱঁলীয়া লাইব্ৰেৰী বিলাকে এই বিষয়ে বহুত সহায় কৰিছে ; কিন্তু আমাৰ পঢুৱৈ সমাজৰ ভিতৰত বহুতে নিজে কিতাপ নিকিনে। কিছুমান শিক্ষিত ডেকা কৰ্ম্মচাৰী আছে তেওঁলোকে কিতাপ কিনাত বহুত টকা খৰছ কৰে, কিন্তু সৰহভাগ লোকে কিতাপ কিনি নপঢ়ে। অৱশ্যে সকলোবোৰ কিনা সম্ভৱ নহয়, কিন্তু নিজৰ সুবিধাৰ বাবে কিছুমান কিতাপ

কিনিবলগা হয়। যিমানেই সৰু নহওক প্ৰত্যেক শিক্ষিত লোকৰ একোটি লাইব্ৰেৰী থাকিব লাগে, কিন্তু আমাৰ দুৰ্ভাগ্য যে বহুতৰ ঘৰতে এনে মনোবৃত্তিৰ অভাৱ। কিতাপ কিনে যদিও যত্ন কৰি নাৰাখে আৰু তেওঁলোকৰ পৰা ধাৰে নিয়া মানুহে কিতাপ ঘূৰাই নিদিয়ে। স্কুল কলেজৰ লাইব্ৰেৰীৰ পৰা আৰু গাৱঁলীয়া লাইব্ৰেৰীৰ পৰা যে কিমান কিতাপ হেৰায়। বহু জনা-বুজা মানুহে কিতাপ নি পাহৰাই ৰাখে—ঘূৰাই নিদিয়ে ; বহুতে আকৌ সঁচাকৈয়ে কিতাপ ঘূৰাই দিবলৈ পাহৰে।

মই পোনতে কৈছো যে পঢ়ুৱৈ সমাজ গঢ়ি উঠা নাই এনে কথা নহয়। নিজে কিতাপ কিনা লোকৰ সংখ্যা কম। কিতাপ কিনিবলৈ যিবিলাকৰ টকা নাই সেই বিলাকে কিতাপ নিকিনে, তাত কবলগীয়া বিশেষ নাই ; কিন্তু যিবিলাকে চাহ-দোকানত নিতৌ ৫-১০ টকা খৰচ কৰে, চিগাৰেটত নিতৌ ২-৩ টকা খৰছ কৰে, সেই বিলাকে অৰ্থ থাকিলেও কিতাপ নিকিনে, এনেদৰে অপব্যয় কৰে। এনে ধৰণৰ যিবিলাক লোক, সেই বিলাকৰ ভিতৰত বহুতে কিতাপ নপঢ়েও আৰু পঢ়িলেও কিতাপ কিনাটো অপব্যয় বুলি ভাবে ; কাৰণ তেতিয়া হ'লে নিজৰ মনত যিটো সদ্ব্যয় (চাহ খোৱা, চিগাৰেট খোৱা, চিনেমা চোৱা) তাত নাটনি পৰে।

প্ৰত্যেক শিক্ষিত ব্যক্তিযে নিজৰ এটি সৰু লাইব্ৰেৰী ৰাখিবলৈ যত্ন কৰিলে কিতাপৰ প্ৰতি মায়া জন্মিব আৰু জ্ঞান উপাৰ্জ্জনৰ বাট মুকলি হ'ব। এনে লোক আমাৰ ভিতৰত আছে যিবিলাকে অসমীয়া কিতাপৰ প্ৰত্যেকখনকে কিনিব খোজে, কিন্তু অৰ্থৰ অভাৱত নোৱাৰে। তদুপৰি পঢ়িবলৈ দি ঘূৰাই নোপোৱা বাবে নিৰুৎসাহ হয়। তথাপি এনে মনোভাৱ আৰু প্ৰচেষ্টা বৰ প্ৰশংসনীয়। ধাৰে নিয়া মানুহে যে কিতাপ ঘূৰাই নিদিয়ে এই কথাটোৱে তেওঁলোকৰ মনত বৰ আঘাত দিয়ে, কাৰণ কোনো কোনো কিতাপ দুনাই বজাৰত পোৱা নাযায় আৰু কিনিবলৈকো অৰ্থৰ অভাৱ নিশ্চয় হয়।

গাৱঁৰ লাইব্ৰেৰী বিলাকৰ বৰ দুখলগা অৱস্থা। নাই তাত প্ৰকৃত হিচাবৰ বহী, নাই লোন (Loan) বুক নাইবা প্ৰকৃত ৰেজিষ্টাৰ। চৰকাৰে গ্ৰাণ্ট দিছে, ৰাইজৰ পৰাও ধন তুলিছে, কিন্তু লাইব্ৰেৰী সংগঠিত হৈ উঠা নাই। চাওঁতাও নাই; হিচাব লওঁতাও নাই। এই অনুষ্ঠানবিলাক সুদৃঢ় হ'লে, সুপৰিচালিত হ'লে আৰু প্ৰত্যেকখন অসমীয়া কিতাপ এই লাইব্ৰেৰী বিলাকত ৰাখিলে প্ৰথম সংস্কৰণত ৪০০০/৫০০০ কিতাপ বিক্ৰী কৰা একো কথাই নহ'লহেঁতেন, ২০০০ বা ১০০০ কিতাপ থুপতে আদায় হ'লহেঁতেন। এতিয়া দেশত বহু লাইব্ৰেৰী হৈছে, বহু প্ৰকাশক হৈছে আৰু চৰকাৰে কিতাপ প্ৰকাশনত বহু টকাৰ ব্যৱস্থা কৰিছে। সুপৰিকল্পিত ভাবে লাইব্ৰেৰী সংগঠিত হ'লে প্ৰকাশক বিলাকৰ কিতাপ বিক্ৰী সহজ হৈ উঠিলেহেঁতেন। লাইব্ৰেৰীবিলাক সুগঠিত হ'ব লাগে এই বিষয়ে লেখক আৰু প্ৰকাশক সকলে মিলি সুস্থ জনমত গঢ়ি তুলিব লাগে।●

# শিক্ষাৰ মান উন্নয়ন আৰু জাতীয়তাৰ প্ৰভাৱ

বৰ্ত্তমান আমি এনে শিক্ষা পদ্ধতিত চলিছোঁ যি শিক্ষাই মানৱতাৰ দিক্ দৰ্শন নকৰে, যি শিক্ষাই নিবনুৱা সমস্যাৰ বৃদ্ধি কৰে, যি শিক্ষাই জাতীয় সংস্কৃতি ৰূপায়িত নকৰে আৰু যি শিক্ষাৰ আদৰ্শৰ পৰিবৰ্ত্তন ঘটাবলৈ আজি পৃথিবীৰ জ্ঞানীলোক সকলে দৃঢ়মত প্ৰকাশ কৰিব ধৰিছে।

বৰ্ত্তমান শিক্ষাই পুৰুষৰ যি অকৰ্মন্যতাৰ সৃষ্টি কৰিছে, সেই একে ধৰণৰ শিক্ষাই নাৰীৰ অকৰ্মণ্যতা সৃষ্টিৰ বাট মুকলি কৰাৰ দিহা আমি কৰিছোঁ।

শিক্ষাৰ মান উন্নয়নত আমাৰ ভিতৰত সূক্ষ্ম দৰ্শিতাৰ অভাৱ দেখা গৈছে। বৰ্তমান শিক্ষা পদ্ধতিয়ে জাতীয়তাৰ আদৰ্শ প্ৰতিফলিত কৰিব পাৰা নাই, জাতিক কৰ্মণ্য কৰি তুলিব পাৰা নাই, জাতিৰ কৰ্মশক্তিৰ বিকাশ হ'বলৈ উপযুক্ত ক্ষেত্ৰ সৃষ্টি কৰিব পাৰা নাই, পৃথিৱীৰ আন আন জাতিৰ মাজত বাঞ্ছিত স্থান জাতিয়ে গ্ৰহণ কৰিবৰ সমৰ্থতা দিয়া নাই আৰু জাতীয় ঐক্য ৰক্ষাতো সামৰ্থ্য দিয়া নাই। শিক্ষা ক্ষেত্ৰত জগতৰ আন আন দেশতো দুৰতিক্ৰমনীয় সমস্যা সমূহে দেখা দিছে আৰু আন আন দেশৰ সমস্যাৱলী যে সেই সেই দেশৰ শিক্ষাৰ ফলস্বৰূপে দেখা দিছে সেই সূক্ষ্মদৰ্শিতাৰ অভাৱ আমাৰ দেশত দেখা যায় ; কাৰণ যি শিক্ষাই মানৱতাৰ দিক্‌দৰ্শন নকৰে, যি শিক্ষাই জাতীয় সংস্কৃতি ৰূপায়িত নকৰে, যি শিক্ষাই নিবনুৱা সমস্যাৰ বৃদ্ধি হে কৰে আৰু যি শিক্ষাৰ আদৰ্শৰ পৰিবৰ্তন ঘটাবলৈ পৃথিৱীৰ জ্ঞানী লোক সকলে দৃঢ়মত প্ৰকাশ কৰিব ধৰিছে, সেই শিক্ষাৰ বিস্তাৰ ঘটাবলৈহে আমি যত্নবান হৈছোঁ। বৰ্তমান শিক্ষাই পুৰুষৰ যি অকৰ্মণ্যতাৰ সৃষ্টি কৰিছে সেই একে ধৰণৰ শিক্ষাই নাৰীৰ অকৰ্মণ্যতা সৃষ্টিৰ বাট মুকলি কৰাৰ দিহা আমি কৰিছোঁ। চাকৰি ক্ষেত্ৰত পুৰুষৰ স্থান সঙ্কীৰ্ণ হৈ আহিছে আৰু স্ত্ৰীসকলেও একে প্ৰকাৰৰ চাকৰিৰ বাবে লালায়িত হোৱা বাবে চাকৰিৰ ক্ষেত্ৰও ক্ৰমে সঙ্কীৰ্ণতৰ হৈ অহাত স্ত্ৰী-পুৰুষ উভয়ৰে নৈৰাশ্য বৃদ্ধি কৰা হৈছে। পুৰুষ আৰু স্ত্ৰীৰ কৰ্মক্ষেত্ৰৰ যি সীমা ৰেখা প্ৰকৃতিৰ নিয়ম অনুসৰি ভাৰতীয় সংস্কৃতিত ৰক্ষিত হৈ আহিছিল সেই সীমা ৰেখা বৰ্তমান শিক্ষা পদ্ধতিয়ে উঠাই দিছে। প্ৰাচীন ভাৰততো স্ত্ৰী শিক্ষাৰ ব্যৱস্থা আছিল কিন্তু গাৰ্হস্থ্য ধৰ্ম শিক্ষাৰ ব্যৱস্থা বাধ্যতামূলক আৰু সামাজিকভাৱে প্ৰচলিত আছিল। গাৰ্হস্থ্য ধৰ্ম শিক্ষা প্ৰত্যেক নাৰীৰেই অৱশ্যে কৰ্তব্য আছিল। গাৰ্হস্থ্য কৰ্তব্যবোৰ স্ত্ৰী-পুৰুষৰ পূৰক ধৰ্মী আছিল আৰু সেই পূৰকধৰ্ম সমাজৰ স্বীকৃত ধৰ্ম আছিল। আজি সেই ধৰ্মৰ পৰা আঁতৰি অহাত শিক্ষাৰ প্ৰকৃত মান নামি আহিছে। শিক্ষাৰ মান মানে পৰীক্ষা পাছ বা কোনো এটা

পঠনীয় বিষয়ত উচ্চ নম্বৰ পোৱা নহয়। আগৰ দিনত শিক্ষাৰ মান শিক্ষাই গাৰ্হস্থ্য ধৰ্ম পালনত মনুষ্যৰ জীৱন যুদ্ধৰ যোগ্যতা অৰ্জনত আৰু সৎচৰিত্ৰ গঠনত কিমান খিনি বৰঙণি যোগাইছে তাৰ পৰিমাণ লৈ হে নিৰ্দ্ধাৰিত হৈছিল আৰু তাৰ পৰীক্ষা কাগজত প্ৰশ্নৰ উত্তৰৰ নম্বৰ দি কৰা হোৱা নাছিল। বৰৰ বাপেক বা অভিভাৱক সকলে সম্পূৰ্ণ সুকীয়া পদ্ধতিৰে ছোৱালীৰ গুণাগুণ বিচাৰ কৰিছিল, আজিৰ দৰে বি. এ. পাছ্ এম. এ. পাছ নাইবা স্কুলত কোন শ্ৰেণীত পঢ়ে তাৰ দ্বাৰা নিৰ্ণয় কৰিবৰ আৱশ্যকতাও নাছিল আৰু তেনেধৰণৰ সামাজিক পৰিৱেশো নাছিল। ভাৰতীয় সমাজত নাৰী জাতিৰ শিক্ষাৰ ব্যৱস্থাত সেইবাবে নিবনুৱা সমস্যাৰ প্ৰশ্নও নাছিল। মনত ৰাখিব লাগিব যে ভাৰতীয় সমাজত গাৰ্হস্থ্য জীৱনৰ আৰু সন্ন্যাস জীৱনৰ সকলো শিক্ষা বিধিবদ্ধ আছিল আৰু মানুহৰ গোটেই জীৱনটো সেই বিধিবদ্ধতাৰ মাজত পৰিচালিত হৈছিল। ইয়াৰ সামূহিক ফল স্বৰূপে ভাৰতীয় সংস্কৃতি গঢ়ি উঠিছিল। সেই সংস্কৃতি বা পূৰ্বৰ সেই সংস্কাৰবোৰ আজিৰ ভাৰতীয় লোকৰ প্ৰাণত সচেতনভাৱে আৰু অৱচেতনভাৱে বৰ্তি আছে আৰু সেইবাবে শিক্ষাৰ মান জোখাত দৃষ্টিভঙ্গীৰ বিভিন্নতা হয় আৰু ভ্ৰান্তিও উপস্থিত হয়। আন দেশৰ শিক্ষাৰ প্ৰভাৱত আমাৰ শিক্ষাৰ আদৰ্শৰ চ্যুতি ঘটিছে কিন্তু আমাৰ মনৰ পৰা পুৰুষানুক্ৰমিক চলি অহা সংস্কাৰবোৰ এতিয়াও সম্পূৰ্ণভাৱে গুচি যোৱা নাই, সেইবাবেহে সংস্কৃতি ৰক্ষাৰ ক্ষেত্ৰত আমাৰ সংঘাত হয় আৰু সেই সংঘাত সমাজগত ভাৱে সিমান দৃষ্ট নহয় কাৰণ ব্যক্তিয়ে মানসিক অন্তৰ্দ্বন্দ্ব নাইবা পাৰিবাৰিক বৈষম্যবোৰ সমাজৰ দৃষ্টিৰ পৰা আঁতৰত ৰাখে। এই যে সংঘাত চলি আছে ঘাইকৈ পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত আৰু পাশ্চাত্য ৰাজনীতিৰ প্ৰভাৱত সেই সংঘাতৰ ফলস্বৰূপে নীতিভ্ৰংশতাত মানুহ আজি সঙ্কুচিত নহৈ গৌৰৱান্বিত বোধ কৰে আৰু নীতি ভ্ৰংশতাকো মানুহৰ মৌলিক অধিকাৰ আৰু বিবেকৰ মত বুলি ঘোষণা কৰে। গণতন্ত্ৰত দলীয় ৰাজনীতিৰ নীতি নিয়ম প্ৰত্যেক জন দলৰ সদস্যৰ অৱশ্য পালনীয়। দলৰ মতৰ বিৰুদ্ধে যোৱা কাৰ্য্যক বিবেকৰ মত বুলি প্ৰচাৰ কৰিলে দলীয় নীতি ৰক্ষিত নহয়। সেই দৰে প্ৰচাৰ কৰিলে দলীয় ৰাজনীতিৰ যি সংস্কাৰ, যি শিক্ষা সমাজত প্ৰচাৰিত হৈ থাকিছিল সেই শিক্ষা আৰু সংস্কাৰৰ লগত সংঘাত হয়। সেই সংঘাতত সমাজৰ ক্ষতি হয়, দেশৰ অভূতপূৰ্ব হানি হয়। যি শিক্ষা আৰু সংস্কৃতিয়ে সমাজত বৈধভাৱে স্থায়িত্ব লাভ কৰি থাকে সেই শিক্ষা আৰু সংস্কৃতিত যদি দলীয় ৰাজনীতিৰ কাৰ্য্য পদ্ধতি পৰম্পৰা বিৰোধী হয় তেতিয়াও সমাজৰ হানি হয়, সমাজত সংঘাত উপস্থিত হয় আৰু বিপ্লৱৰ সূচনা কৰে। বৈপ্লৱবাদী সকলৰ বাবে সেই সংঘাতে সুযোগ আনি দিব পাৰে কিন্তু দেশৰ সমূহ ৰাইজৰ শান্তি ধ্বংস কৰে। সমাজৰ শান্তি ভঙ্গ কৰা দলীয় ৰাজনীতিৰ উদ্দেশ্য নহয়, শান্তি ৰক্ষা কৰা হে দলীয় ৰাজনীতিৰ উদ্দেশ্য আৰু কৰ্ত্তব্য। আজি ভাৰতৰ

মূল ক্ষেত্ৰতে প্ৰধানতম পদ নিৰ্বাচনৰ ক্ষেত্ৰতে যি পৰিস্থিতিৰ উদ্ভৱ হৈছে এই পৰিস্থিতিৰ মূলতে শিক্ষাৰ দোষ, জাতীয় সংস্কৃতিৰ প্ৰতি অশ্ৰদ্ধা, পৰম্পৰাগত কৃষ্টি সভ্যতাৰ প্ৰতি বিদ্বেষ পৰিলক্ষিত হয়। প্ৰকৃত শিক্ষা প্ৰাপ্ত কোনো এজন নেতাই স্বেচ্ছা মতে, সুবিধা চাই বা ক্ষমতা ৰক্ষা কৰাৰ প্ৰলোভনত নৈতিকতা ত্যাগ কৰিব নোৱাৰে। এতিয়া আমি শিক্ষাৰ মান জুখিম কিহেৰে? তদুপৰি আন এটি কথা লক্ষ্য কৰিলে শিক্ষাই আমাৰ বিবেচনা বোৰ কোন বাটেদি লৈ গৈছে সেইটো ধৰা পৰিব। আজি ৰাজনৈতিক পৰিস্থিতিত প্ৰধানতম প্ৰশ্ন হৈছে যে ইন্দিৰা গান্ধীৰ দলৰ লোকসকলৰ চিন্তাধাৰা শুদ্ধ নে নিজলিঙ্গপ্পাৰ দলৰ লোকসকলৰ চিন্তাধাৰা শুদ্ধ। ক্ষমতাপ্ৰাপ্ত দলৰ ভিতৰত এই মতদ্বৈধ কিয় আহিল? বিবেক সম্মত ভোট যদি ব্যক্তিয়ে দিব লাগে দলীয় ৰাজনীতি ৰক্ষিত হ'ব নে? আজি ৰাষ্ট্ৰপতি নিৰ্বাচনত যদি এই নীতি গৃহীত হয়, কাইলৈ পাৰ্লমেণ্টত প্ৰধানমন্ত্ৰীৰ বিৰুদ্ধে যেতিয়া অনাস্থা প্ৰস্তাৱ উঠিব (এনে প্ৰস্তাৱ সঘনে উঠি আছে) তেতিয়া দলীয় ভাৱে ভোট দান কৰা হ'ব নে বিবেক সম্মতভাৱে ভোটদান কৰা হয়? উভয় ফালৰ পৰা বহু যুক্তিপূৰ্ণ ভাষণ শুনা যাব ধৰিছে কিন্তু ইয়াৰ ভিতৰত সমাজৰ ওপৰত কি প্ৰতিক্ৰিয়া হ'ব পাৰে? সৰ্ববাদী সম্মত মত এটা আমি এই সম্পৰ্কে নাপাম সেইটো যেনে সঁচা, এই বিভেদমূলক মতবাদে যে ভৱিষ্যৎ বিপ্লৱৰ সূচনা কৰিছে সেইটোও তেনে সঁচা। আৰু এটা দলে এই বিপ্লৱৰে আকাঙ্খা কৰি আছে। এই যে এটা অভাৱনীয় পৰিস্থিতি হৈছে আৰু এই পৰিস্থিতিৰ প্ৰতিক্ৰিয়া যে কিমান সুদূৰ প্ৰসাৰী হৈছে— এই পৰিস্থিতিয়ে ছাত্ৰ সমাজৰ শিক্ষাৰ পৰিবেশ কিমান দূষিত কৰিছে সেই কথা বিচাৰ কৰি চালে বুজা যাব শিক্ষাৰ মান নিৰ্ণয়ৰ ক্ষেত্ৰত শিক্ষা পদ্ধতি গ্ৰহণ কৰা ক্ষেত্ৰত কি সাৱধানতা আৰু সচেতনতাৰ আৱশ্যক হৈছে।

আজিৰ দেশত যি অৱস্থাৰ সৃষ্টি হৈছে, ছাত্ৰ সমাজে সেই অৱস্থাৰ পৰিবেশত কি শিক্ষা আহৰণ কৰিব? এনেয়ে সমগ্ৰ পৃথিৱীত ছাত্ৰ শক্তিৰ যি উচ্ছৃংখলা উপস্থিত হৈছে, তাতে বিধানসভা বিলাকত আমাৰ সদস্যসকলে দেশপ্ৰেমৰ যি পৰাকাষ্ঠা দেখুৱাব লাগিছে তাৰ দ্বাৰা ভৱিষ্যৎ কি হ'ব তাক নিৰ্ণয় কৰিবৰ উৎসাহ, উদ্দীপনা আৰু সূক্ষ্মদৃষ্টি আমাৰ ভিতৰত কেইজনৰ আছে? প্ৰধানমন্ত্ৰীৰ পৰা আৰম্ভ কৰি বিভিন্ন ৰাজ্যৰ মন্ত্ৰীসকলকে ধৰি বিধানসভাৰ সদস্য বিলাকৰ দেশসেৱাৰ কি দৃষ্টান্ত ছাত্ৰসকলে পাব ধৰিছে? নীৰৱ দ্ৰষ্টা হিচাবেও ছাত্ৰসকলে স্কুল-কলেজত অধ্যয়ন কৰি থকা নাই। বিভিন্ন নেতাৰ পদানুসৰণ কৰি আৰু নিজে নিজেও সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰি কি শিক্ষা পাব লাগিছে? ভাৰতীয় জাতীয়তাকে বা কাক বোলে আৰু ভাৰতীয় জাতীয়তাৰ প্ৰভাৱে বা কিমান খিনি সেই ছাত্ৰসকলৰ ওপৰত ক্ৰিয়া কৰিছে তাৰ নিৰ্ণয় কোনে কৰিব?

যোৱা ২২ বছৰে আমাৰ ছাত্ৰ সমাজ এনে ধৰণৰ পৰম্পৰা বিৰোধী পৰিস্থিতিৰ সম্মুখীন হৈ আহিছে। শিক্ষকসকলেও পৰম্পৰা বিৰোধী পৰিস্থিতিত শিক্ষকতা কাৰ্য্য কৰি আহিছে।

বহু কেইজন শিক্ষাবিদৰ লগত (অসমৰ বাহিৰৰো) শিক্ষা সমস্যা আলোচনা কৰি 'দেখিছোঁ যে তেওঁলোকে আন্তৰিক যি মত পোষণ কৰে সেই মত প্ৰকাশ কৰিবৰো ক্ষেত্ৰ নাই আৰু নিজ নিজ কৰ্তব্যৰ মাজতো ৰূপায়িত কৰিবৰ ক্ষেত্ৰ নাপায়। দুই-এজন বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ লগতো আলোচনা কৰি দেখিছোঁ যে তেওঁলোকেও ক্ষমতা প্ৰাপ্ত দলৰ হেঁচাত পৰি প্ৰকৃত পথ নিৰ্দেশ কৰিবৰ সুযোগ নাপায় আৰু সুকীয়া ভাৱে নিজ নিজ বিদ্যালয়বোৰত পণ্ডিত মালবীয় বা আশুতোষ মুখাৰ্জীৰ দৰে কৰ্তব্য পন্থা নিৰ্দ্ধাৰণ কৰিব নোৱাৰে। তাৰ ফলত ভাৰতীয় মনীষাৰ অপঘাত মৃত্যু হ'ব ধৰিছে।

এনে পৰিস্থিতিত দেশবাসীৰ কৰ্তব্য কি? দেশপ্ৰেমৰ নামত দেশ সেৱাৰ নামত যি তাণ্ডৱ নৃত্য সমগ্ৰ দেশ জুৰি চলিব লাগিছে, তাৰ ওৰ কাহানি পৰিব? বিদেশৰ প্ৰভাৱত হে ভাৰতীয় ৰাজনীতি প্ৰভাৱান্বিত হ'ব ধৰিছে— সেই বিষয়েও সাৱধান হোৱাৰ আৱশ্যকতা বিশেষ ভাৱে আহি পৰা নাইনে?●

# শিক্ষা-সংস্কাৰ

## সংস্কাৰ কি ?

সংস্কাৰ শব্দটোৰ অৰ্থ কি? সাধাৰণতঃ সংস্কাৰ শব্দৰ অৰ্থ আমি বুজো— মেৰামতি কৰা। পূৰ্বে থকা বস্তুটোৰ কালক্ৰমত জীৰ্ণতা অহাৰ পাছত মেৰামতি কৰা কৰ্ম- যাৰ দ্বাৰা সেই বস্তুটোৰ পূৰ্ব্বৰূপ দিয়াৰ চেষ্টা কৰা হয় নাইবা পূৰ্ব ৰূপৰ কিছু পৰিবৰ্ত্তন ঘটাই আধুনিক ৰুচিসম্মত ৰূপ দান কৰাৰ প্ৰচেষ্টা। যেনে গৃহ সংস্কাৰ। সেইদৰে ভাৱৰো সংস্কাৰ কৰা হয়। কোনো কোনো ভাৱত ভুল ক্ৰটি থাকে। সময়ৰ লগে লগে সেই ভুল ক্ৰটিবোৰ ধৰা পৰে আৰু ক্ৰমে ক্ৰমে সেইবোৰ সংশোধন কৰা হয়। এইদৰে ভাৱৰ সংস্কাৰ সাধিত হয়। ইয়াক আভিধানিক ভাষাত নিৰ্মলীকৰণ বোলা হয়। ব্যক্তিৰ ভাৱৰ সংস্কাৰৰ দ্বাৰা ব্যক্তিৰ স্বভাৱ-চৰিত্ৰৰ উন্নতি সাধন হয় আৰু ব্যক্তিৰ ভাৱ সংস্কাৰৰ দ্বাৰা বা ব্যক্তিৰ চৰিত্ৰ ক্ৰমে উন্নতি পথত আগবঢ়াৰ লগত সমাজৰ সংস্কাৰ সাধিত হ'বলৈ ধৰে।

ইয়াত বাজেও সংস্কাৰ শব্দৰ আৰু অৰ্থ আছে। পূৰ্বে আমি যিবোৰ কৰ্ম কৰি আহিছো সেই কৰ্মবোৰৰ স্মৰণৰ পৰা এক প্ৰকাৰ মানসিক শক্তিৰ উদ্ভৱ হয়। এই শক্তিৰ মূল উৎস হৈছে পূৰ্বকৃত কৰ্মৰ বাসনা। শাস্ত্ৰ আদি ধৰ্মগ্ৰন্থ পঢ়িও মানুহৰ মনত কিছুমান বাসনাৰ উদ্ভৱ হয় সেইবোৰকো সংস্কাৰ বোলা হয়। প্ৰত্যেক ব্যক্তিৰ কিছুমান জন্মগত প্ৰবৃত্তি থাকে সেই প্ৰবৃত্তিকো সংস্কাৰ বোলা হয়— ইংৰাজীত যাক (Instinct) ইন্‌ষ্টিংক্ট্ বোলা হয়। প্ৰস্তুতকৰণ, উদ্দীপ্ত কৰণ, শাস্ত্ৰাভ্যাসজনিত ব্যুৎপত্তি ইত্যাদি ক্ৰমে সংস্কাৰৰ বিভিন্ন অৰ্থ আছে। আমাৰ ভাষাত স্থল বিশেষে এই বিভিন্ন অৰ্থত সংস্কাৰ শব্দৰ ব্যৱহাৰ দেখা যায়।

শিক্ষা সংস্কাৰৰ ক্ষেত্ৰত আমি কি কি বিষয় বিবেচনা কৰা উচিত হ'ব সেই বিষয়ে চিন্তা কৰা বিশেষ প্ৰয়োজন। সেই বাবে আমাৰ ভাৰতীয় শাস্ত্ৰত সংস্কাৰৰ বিষয়ে কি কৈছে তাক উল্লেখ কৰা যাওক।

## সংস্কাৰ বিভাজন

ভাৰতীয় ন্যায় শাস্ত্ৰত সংস্কাৰক তিনি ভাগত বিভক্ত কৰিছে। অৰ্থাৎ সংস্কাৰ তিনি প্ৰকাৰে উৎপন্ন হয়।

(১) পূৰ্ব জন্মৰ কৰ্ম অনুসাৰে মানুহে জন্মগত সংস্কাৰ পায়। এইবোৰ সংস্কাৰ এই জন্মৰ কৰ্মৰ দ্বাৰা বৃদ্ধি বা নাশ প্ৰাপ্ত হয়। পূৰ্ব জন্মৰ কৰ্মৰ ফলত মানুহৰ যি বিলাক অসৎ প্ৰবৃত্তি গঠিত হয়, তাক এই জন্মৰ কৰ্মৰ দ্বাৰা নাশ কৰিব

লাগিব। শিক্ষাদানৰ কৰ্ত্তব্যতা এইখিনিতে আছে। মানুহৰ জন্মগত সংস্কাৰ স্বভাৱ ৰূপে প্ৰতিফলিত হয়। শিক্ষাই সৎ স্বভাৱৰ বৃদ্ধি আৰু অসৎ স্বভাৱৰ নাশ সাধন কৰিব লাগিব।

(২) স্থিতি স্থাপক সংস্কাৰ — পৃথিৱীৰ গুণ অনুসাৰে (কাৰো কাৰো মতে— ক্ষিতি, জল, তেজ আৰু বায়ু— এই চাৰি পদাৰ্থৰ গুণ অনুসাৰে) এক প্ৰকাৰ সংস্কাৰ জন্মে। যেনে গছৰ ডাল এটা টানি আনি হেলাব পাৰি কিন্তু এৰি দিলে পুনঃ পূৰ্বৰ অৱস্থা পায়। পূৰঠ ডাল এডালক কোনো মতে টানি আনি ইচ্ছামতে হেলাই ৰাখিব নোৱাৰি; কিন্তু কুমলীয়া ডাল এডালক ইচ্ছা মতে হেলাই ৰাখি তাক বেলেগ ধৰণে ৰখাৰ ব্যৱস্থা কৰিব পাৰি অৰ্থাৎ স্বাভাৱিক স্থিতিস্থাপকৰ অৱস্থাটোৰ পৰিবৰ্ত্তন কৰিব পাৰি কিন্তু স্থিতিস্থাপক গুণটো গছৰ ডাললত থাকি যাব। এই ক্ষেত্ৰতো শিক্ষাৰ কৰ্ত্তব্যতা আছে। কুমলীয়া মনটোক ইচ্ছামতে গঢ় দিয়াৰ প্ৰশ্ন ইয়াৰ ভিতৰত আছে। এই প্ৰশ্ন যথেষ্ট জটিল।

(৩) ভাৱনাখ্য সংস্কাৰ— ই আত্মাৰ অতীন্দ্ৰিয় গুণ। আমি জগতৰ বহু পৰিবৰ্তন বা বহু ঘটনা সচৰাচৰ দেখো। সকলোবোৰৰ প্ৰতি আমি সমানে দৃষ্টি বা মনোযোগ নিদিও। কিন্তু সকলোবোৰ দৃশ্য ঘটা নাই আমাৰ স্মৃতিপটত অজ্ঞাতে থাকি যায়। তাৰপৰাও সংস্কাৰ জন্মে। কোনো ঘটনা দেখি মানস পটত সেই স্মৰণ উপস্থিত হয়। 'এইটো সেই' বুলি মনত ধৰণা হয়। পূৰ্বজ্ঞানৰ পুনৰাবৃত্তি হয়। পূৰ্বজ্ঞানৰ পুনৰাবৃত্তিয়ে শিক্ষাদান কাৰ্যত যথেষ্ট সহায়ক হয়; আকৌ কুসংস্কাৰ ধ্বংসৰ পথত যথেষ্ট বাধা সৃষ্টি কৰে।

এই পৰিপ্ৰেক্ষিতত আমি শিক্ষাৰ সংস্কাৰৰ কথা বিবেচনা কৰিব লাগিব।

## শিক্ষাৰ এই বিশেষ লক্ষ্য থাকিব লাগে

বৰ্তমান সময়ত আমাৰ দেশত শিক্ষা সংস্কাৰ সাধনৰ আৱশ্যকতা উপলব্ধি কৰা হৈছে আৰু চৰকাৰৰ পক্ষৰ পৰা বহু প্ৰকাৰ প্ৰচেষ্টাও চলোৱা হৈছে; কিন্তু যি পথেদি শিক্ষাৰ সংস্কাৰ সাধনৰ প্ৰচেষ্টা চলোৱা হৈছে সেই পথেদি সংস্কাৰ সাধিত হ'ব বুলি বুজা নাযায়, কাৰণ উপৰত উল্লেখ কৰা সংস্কাৰৰ ভিত্তিত শিক্ষাৰ প্ৰথম কৰ্ত্তব্য হৈছে নৈতিকতা শিক্ষাৰ ব্যৱস্থা কৰা। বৰ্তমান শিক্ষা পদ্ধতিত নৈতিকতা শিক্ষা দিয়া বিষয়টোকে সন্নিবেশিত কৰা হোৱা নাই। যিটো বিষয়ৰ স্থানেই শিক্ষাৰ কাৰ্যক্ৰমত নাই তাৰ সংস্কাৰ সাধন হোৱা পথ ক'ত? বৰ্তমান শিক্ষাৰ লক্ষ্য আছিল দেশত এক শ্ৰেণীৰ লোকক চৰকাৰী কাৰ্যৰ বাবে আমোলা সৃষ্টি কৰা। বৰ্তমান শিক্ষাৰ সংস্কাৰ কৰিব লাগিলে প্ৰথমতঃ শিক্ষাৰ লক্ষ্য কি তাকে হে নিৰ্দ্ধাৰণ কৰিব লাগিব। শিক্ষাৰ লক্ষ্য নিৰ্দ্ধাৰণ নকৰি পূৰ্বৰ লক্ষ্য সাধনৰ শিক্ষা পদ্ধতিকে গ্ৰহণ কৰি থাকি অব্যৱহাৰিক মনোবিজ্ঞানৰ তথ্যবোৰ

মুখস্থ কৰোৱাৰ পৰা অৰ্থাৎ শিশুৰ জন্মগত প্ৰবৃত্তি, সামাজিক পৰিবেশ, সহজাত বুদ্ধিবৃত্তি ইত্যাদি বিষয়বোৰ সাহিত্যে সুলভ আলোচনাৰ দ্বাৰা প্ৰকৃত শিক্ষাৰ সংস্কাৰ সাধন কৰিব নোৱাৰি। নাইবা যান্ত্ৰিক যুগত সময়োপযোগী বিজ্ঞান চৰ্চ্চাৰ বিষয়বোৰ পাঠ্যক্ৰমত যোগ দি তাৰে শিক্ষা, চৰ্চ্চা বা গৱেষণাৰ ব্যৱস্থা মাথোন কৰিলেও শিক্ষাৰ সংস্কাৰ হ'ব নোৱাৰে। শিক্ষাৰ লক্ষ্য নিৰ্দ্ধাৰণত প্ৰস্তাৱনা বা মুখবন্ধত (Preamble অত) মাথোন নৈতিকতা অৰ্জন, চৰিত্ৰ গঠন, স্বাধীন ভাৱে ব্যৱসায় কৰাৰ সামৰ্থ্য অৰ্জন ইত্যাদি লিখি থলেই নহ'ব ; কাৰণ পূৰ্বৰ শিক্ষাৰ যি নীতি সেই নীতি মূলতঃ পৰিবৰ্তন নকৰিলে প্ৰস্তাৱনাত উল্লেখ কৰা লক্ষ্য সাধন কেতিয়াও নহ'ব। পাঠ্যক্ৰমৰ পৰিবৰ্তন, শ্ৰেণী বিভাগৰ পৰিবৰ্তন পৰীক্ষা পদ্ধতিৰ পৰিবৰ্তন ইত্যাদি পূৰ্বৰ শিক্ষানীতিৰে অন্তৰ্ভুক্ত কথা।

## সংস্কৃতিৰ মূল

ব্যক্তিৰ শিক্ষা সাধনা লভ্য। ব্যক্তিয়ে আনৰ সংসৰ্গত সমাজ সৃষ্টি কৰে, সমাজত ব্যক্তিত্বৰ প্ৰভাৱ বিস্তাৰ কৰে। মনুষ্য জাতিৰ ক্ৰমোন্নতিত অৰিহণা যোগায়। পৰবৰ্তী ব্যক্তিসকলৰ বাবে দৃষ্টান্ত হৈ যায়। জাতীয় সংস্কৃতি গঢ়ি তোলে আৰু বুৰঞ্জীত অমৰ কীৰ্ত্তি ৰাখি যায়। প্ৰকৃতি অধ্যয়ন আৰু সমাজৰ সংস্পৰ্শত মানুহে জ্ঞান আহৰণ কৰিছিল। সেই জ্ঞানৰ পটভূমিৰে পৰবৰ্তী সকলৰ শিক্ষাৰ সমল গোটাইছিল আৰু মানৱ সমাজত সংস্কৃতিৰ সৃষ্টি কৰিছিল। ব্যক্তিয়ে অভিজ্ঞতাৰ সংস্পৰ্শত, চিন্তাৰ সহায়ত আৱিষ্কাৰ কৰিছিল যে ব্যক্তিৰ জীৱনত সংগ্ৰাম অনিবাৰ্য। সমগ্ৰ সৃষ্টিতে দুই প্ৰকাৰ পৰস্পৰ বিৰোধমুখী শক্তিয়ে ক্ৰিয়া কৰে। এই বিৰোধৰ মাধ্যমতে সৃষ্টিৰ ক্ৰমোন্নতি হয়। সংস্কৃতি গঢ়ি উঠে মনুষ্য সমাজত। দেৱাসুৰৰ যুদ্ধ, সাধু চয়তানৰ বিৰোধ, ভাল বেয়াৰ ক্ৰিয়া প্ৰতিক্ৰিয়া ইত্যাদিৰ মাধ্যমত সংস্কৃতিৰ উদ্ভৱ হয়। কেতিয়াবা মানুহৰ কুপ্ৰবৃত্তিবোৰৰ জয় হয়, কিন্তু মানুহে শান্তি পায় সু প্ৰবৃত্তিবোৰৰ জয়ৰ উল্লাসত। সেইবাবে শিক্ষাৰ মূল ভিত্তি হয়— সু-সংস্কাৰ অৰ্জনৰ পথ নিৰ্দেশত। সু-সংস্কাৰেহে সংস্কৃতি গঢ়ি তোলে। এই সু-সংস্কাৰ অৰ্জনৰ পথেই শিক্ষাৰ সাধনাৰ পথ। সমাজৰ কৰ্তব্য হৈ পৰে ব্যক্তিক এই সাধনাৰ পথ দেখুৱাই দিয়া।

অতীতৰ পৰা এই সাধনা চলি আহিছে মনুষ্য সমাজত আৰু সেই সাধনাৰ কেন্দ্ৰ হৈ আহিছে কৰ্ম। কৰ্মইহে এই সাধনাৰ পথ নিৰ্দ্দেশ কৰে। কৰ্মইহে শিক্ষাৰ একমাত্ৰ সুগম পন্থা। কৰ্মৰ মাধ্যমত হে মানৱ জাতি শিক্ষিত হৈ উঠিছে। কৰ্মইহে অন্ন, বস্ত্ৰ আৰু গৃহ নিৰ্মাণৰ পথ আৱিষ্কাৰ কৰিছে— আৰু এই আৱিষ্কাৰেই কৰিছে— সংস্কৃতি সৃষ্টি, চৌষষ্টি প্ৰকাৰ কলাবিদ্যা আৰু বিজ্ঞানৰ ক্ৰমোন্নতিৰ নতুন নতুন উদ্ভাৱনা। সমগ্ৰ জাতিৰ সংস্কৃতিসভ্যতা গঢ়ি উঠিছে স্বাভাৱিক কৰ্ম

প্ৰেৰণাৰ মাধ্যমত। শিক্ষা ক্ষেত্ৰত এই বাবে কৰ্ম প্ৰাধান্য সৰ্বপ্ৰথম।

আমি দেখি আহিছো যে বহুকালৰ পৰা পৰম্পৰাগতবাৱে চলি অহা কিছুমান অভ্যাস সামাজিক সংস্কাৰত পৰিণত হয়। সেই অভ্যাসবোৰ পৰিস্ফুট কৰ্মৰ যোগেদি হৈ উঠে। মানুহে যি কামকে নকৰক তাৰে ভিতৰত ব্যক্তিৰ সংস্কাৰ ফুটি ওলায় আৰু যিমানে এলেহুৱা নহওক একে বাৰে নিষ্কৰ্মা জীৱন কোনেও যাপন কৰিব নোৱাৰে। ব্যক্তিৰ কৰ্মৰ মাধ্যমতে এখন সমাজৰ বা জাতিৰ সংস্কাৰ ফুটি ওলায়। এইদৰে সমাজৰ পৰিবেশৰ মাজত ব্যক্তিৰ কৰ্মৰ অভ্যাসত ব্যক্তিৰ চৰিত্ৰ গঠিত হয় আৰু সামূহিক ভাৱে জাতিৰ চৰিত্ৰ গঠিত হয়। ব্যক্তিৰ চৰিত্ৰৰ সামগ্ৰিক প্ৰতিফলনেই জাতীয় চৰিত্ৰ গঠন কৰে।

## শিক্ষানুষ্ঠান কেনে হোৱা উচিত

শিশুৱে পিতৃ-মাতৃৰ পৰা যেনেকৈ শৰীৰৰ অৱয়ব জন্মগত ভাৱে পায় সেই দৰে কিছুমান মানসিক প্ৰবৃত্তিও উত্তৰাধিকাৰ সূত্ৰ মতে পোৱাৰ নিচিনাকৈ পায়। সমাজত দেখা যায় যে সকলো মানুহেই সমান বুদ্ধি বৃত্তি বা সমান সহজাত প্ৰবৃত্তি লৈ জন্ম গ্ৰহণ নকৰে ; আকৌ যিবিলাক শিশুৰ সহজাত প্ৰবৃত্তিবোৰৰ স্বাভাৱিক পৰিবৰ্দ্ধন বা উন্মেষৰ ক্ষেত্ৰত সামাজিক পৰিবেশ প্ৰতিকূল হয় সেই বিলাক শিশুৰ শিক্ষা অপেক্ষাকৃত বাৱে কঠিন বা জটিল হৈ পৰে। এই কাৰণে শিক্ষানুষ্ঠান বিলাকত শিক্ষাৰ অনুকূল সামাজিক পৰিবেশৰ সুযোগ গ্ৰহণ কৰিব লাগিব আৰু প্ৰতিকূল সামাজিক পৰিবেশ নিৰ্মুল কৰিবৰ পন্থা গ্ৰহণ কৰিব লাগিব। সেই বাবে সকলো শিশুৰ একে প্ৰকাৰৰ শিক্ষানুষ্ঠান হ'ব নোৱাৰে।

ওপৰত কোৱা হৈছে যে পৰম্পৰাগত সামাজিক সংস্কাৰবোৰে জাতীয় অভ্যাস গঠনত তথা জাতীয় চৰিত্ৰ গঠনত বহুলভাৱে অংশ গ্ৰহণ কৰে। সেই বাবে শিক্ষানীতি সংস্কাৰৰ ক্ষেত্ৰত চিন্তা কৰি চাব লাগিব যে শিক্ষানীতি সংস্কাৰৰ বৰ্তমান সমস্যাৰ উদ্ভৱ ক'ৰ পৰা হৈছে। তাৰ মূল্য ক'ত? এই অন্বেষণৰ পথত আমি দেখিবলৈ পাম জাতিগত সংস্কাৰ আৰু ব্যক্তিগত সংস্কাৰৰ মূল উৎপত্তি স্থল ক'ত? সেই উৎপত্তি স্থলৰ অন্বেষণ আৰু তাৰ লগত সম্যক পৰিচয়ৰ আৱশ্যক হৈছে। ভাৰতীয় ন্যায় শাস্ত্ৰই এই বিষয়ে নিৰ্ভুলভাৱে আলোচনা কৰিছে আৰু উপৰোক্ত ভাবে তাক সূত্ৰবদ্ধ কৰিছে।

## ব্যক্তিগত সংস্কাৰৰ লগত শিক্ষাৰ সম্বন্ধ

এতিয়া বিবেচনা কৰিবৰ আৱশ্যক হৈছে যে শিক্ষাৰ বা শিক্ষানুষ্ঠান বিলাকৰ লগত ইয়াৰ সম্বন্ধ কি বা ক'ত?

জন্মগত সংস্কাৰৰ পৰিবৰ্তন হ'ব পাৰেনে নোৱাৰে সেই বিষয়ে পূৰ্বতে উনুকিওৱা হৈছে। শিক্ষাই জন্মগত সংস্কাৰ পৰিবৰ্তন কৰিব পাৰে আৰু সংস্কাৰ

গঢ়িব পাৰে। কেনেকৈ? জন্মগত কুসংস্কাৰবোৰ ধ্বংস কৰি সু-সংস্কাৰ গঢ়ি তোলাৰ প্ৰধান পথ হৈছে— শাস্ত্ৰ বিহিত বা মহাপুৰুষ সকলে নিৰ্দ্ধাৰণ কৰা সৎকৰ্ম কৰা। শাস্ত্ৰ বিহিত কৰ্মবোৰেই যে সৎ পুণ্য কৰ্ম, সেই কৰ্মবোৰৰ ফল দৃশ্য নহ'লেও সন্দিহান হ'ব নালাগে। পুণ্য কৰ্ম কৰাকেই ধৰ্ম আচৰণ কৰা বোলে। ধৰ্মৰ অৰ্থ বুজাত আমাৰ ভুল হয় কাৰণে আমাৰ বুদ্ধিৰো ভুল হয়। তথাকথিত সাম্প্ৰদায়িক ধৰ্মবোৰৰ মূল নীতিত ভেদ নাই। সেই অবিসম্বাদিত মূল নীতিবোৰ আচৰণ কৰাই প্ৰকৃত মানৱ ধৰ্ম। শাস্ত্ৰ যদি বুজিব নোৱাৰি তেন্তে মহাপুৰুষসকলে আৰু পিতৃ-পিতামহসকলে যিবোৰ সৎ কৰ্ম কৰি গৈছে বা সৎ স্বভাৱৰ পৰিচয় দি গৈছে সেই ধৰ্ম বা কৰ্ম অনুসন্ধান কৰি জন্মগত কু-সংস্কাৰ পৰিবৰ্তন আৰু সু-সংস্কাৰ গঠন কৰিব পাৰি।

শিক্ষা নীতিত ইয়াৰ স্থান থকাটো অতি আৱশ্যক।

## প্ৰবৃত্তি অনুসাৰে শিক্ষা

স্থিতি স্থাপক গুণ বা সংস্কাৰৰো পৰিবৰ্তন ঘটিব পাৰে। জড় বিজ্ঞানৰ উন্নতিয়ে তাক স্পষ্টকৈ দেখুৱাই দিয়ে। প্ৰকৃতিৰ স্বাভাৱিক গতি, পৰিবৰ্তন আৰু ক্ৰিয়াবোৰ অধ্যয়ন কৰি মানুহ যে চন্দ্ৰলোকলৈকো যাব পাৰিছে—সেইটোৱে প্ৰমাণ কৰে অনুৰূপ অধ্যয়নৰ দ্বাৰা মানৱ চৰিত্ৰত থকা স্থিতি স্থাপক গুণবোৰৰো পৰিবৰ্তন ঘটাব পাৰি নাইবা ব্যক্তিৰ প্ৰবৃত্তি অধ্যয়ন কৰি সজ গুণবোৰৰ বৃদ্ধি সাধন কৰিব পাৰি। শিক্ষা পদ্ধতিত যাৰ যেনে প্ৰবৃত্তি, যেনে বুদ্ধি যেনে ৰতি, সেইদৰে শিক্ষা দানৰ ব্যৱস্থাৰ নীতি যে গৃহীত হৈছে (Individual attention) তাৰ মূল তত্ত্ব ইয়াতে নিহিত আছে। সকলো ছাত্ৰ-ছাত্ৰীৰ বাবে একে প্ৰকাৰৰ স্কুল পাতি দিলে শিক্ষাৰ সুফল পোৱা নাযায়। সেই বাবে বিদ্যাক নানা প্ৰকাৰে ভাগ কৰা হৈছে। যাৰ যেনে প্ৰকৃতি, যেনে প্ৰবৃত্তি বা যেনে অভিৰুচি সেইদৰে শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব পাৰি আৰু সেইটোহে লাগে। ইয়াৰ দ্বাৰা স্বাধীন মনোবৃত্তি যেনেকৈ গঢ়ি উঠে সেইদৰে অৰ্থ উপাৰ্জনৰ পথো মুকলি কৰে।

ভাৱনাখ্য সংস্কাৰ বা পূৰ্ব জ্ঞানৰ পুনৰাবৃত্তিৰ দ্বাৰা মানুহৰ জ্ঞানৰ পথ মুকলি কৰে— এই কথা সৰ্বজন স্বীকৃত। শিক্ষা পদ্ধতিত (Direct Method) বস্তুৰ পৰিচয়ৰ লগত শিক্ষা দিয়া যিটো পদ্ধতি নাইবা This is water (এয়া পানী) বুলি পানী খিনি দেখুৱাই দি মাতৃ ভাষাত পানীৰ যি জ্ঞান সেই জ্ঞানৰ ব্যৱহাৰ কৰি ইংৰাজী শিক্ষা দিয়াৰ যি পদ্ধতি সেই পদ্ধতিৰ মূলত এই কথা নিহিত আছে। গতিকে শিক্ষা পদ্ধতি সংস্কাৰত এই নীতি যে প্ৰকৃতিগত এই কথাৰ মূল্য দিয়া যথেষ্ট প্ৰয়োজন। শিশুৱে যাতে সৎ আদৰ্শ দেখা পায়— সেই

নীতি ইয়াত নিহিত আছে।

এই তিনি প্ৰকাৰ সংস্কাৰ মনোবিজ্ঞানৰ লগত সম্পৰ্কিত। শিক্ষা-বিজ্ঞানবিদ্ সকলে এই কথা জানে।

## বৰ্তমান শিক্ষাৰ ত্ৰুটি কি?

বৰ্তমানে সৰ্ব্বসাধাৰণৰ শিক্ষা শিক্ষাৰ প্ৰকৃত লক্ষ্যৰ পৰা আঁতৰি আহিছে। বৰ্তমান শিক্ষা মনোবিজ্ঞানৰ ভিত্তিতো প্ৰতিষ্ঠিত হোৱা নাই। মনোবিজ্ঞানৰ শিক্ষা দিয়া হয় উচ্চতৰ স্তৰ বিলাকত কিন্তু নিম্নতৰ বিলাকত পাঠ্যক্ৰমত তাৰ প্ৰয়োগৰ সুব্যৱস্থা কৰা হোৱা নাই। যি তিনি প্ৰকাৰ সংস্কাৰৰ কথা উল্লেখ কৰা হ'ল সেই তিনি প্ৰকাৰ সংস্কাৰৰ প্ৰতি লক্ষ্য ৰাখি শিক্ষণীয় বা পঠনীয় বিষয় নিৰ্দ্ধাৰণ কৰা নহ'ব। বৰ্তমান শিক্ষানীতিত সেই বাবে চৰিত্ৰ গঠন হৈ নুঠে, ব্যক্তিৰ আত্মানুসন্ধানৰ পথ মুকলি নহয় নাইবা নিজ নিজ স্বভাৱৰ উপযুক্ততা অনুসাৰে জীৱিকা অৰ্জনৰ বিদ্যা ব্যক্তিয়ে শিকি ল'ব নোৱাৰে। সামূহিক ভাবেও জাতীয় চৰিত্ৰ গঠন নহয়। পূৰ্বপুৰুষ সকলৰ সংস্কৃতি, দেশৰ অতীত সংস্কৃতি আৰু জলবায়ুৰ প্ৰভাৱ প্ৰত্যেক ব্যক্তিৰ মজ্জায় মজ্জায় সোমাই আছে। পূৰ্বৰ সংস্কৃতি অনুসাৰে যিবোৰ সৎ প্ৰবৃত্তি ব্যক্তিৰ অন্তৰত আছে বৰ্তমানৰ প্ৰতিকূল অৱস্থাত বা প্ৰতিকূল শিক্ষা ব্যৱস্থাত সেই প্ৰবৃত্তিবোৰ ক্ষীণ হৈ ক্ৰমে ক্ষীণতৰ হয় আৰু অৱশেষত ধ্বংসপ্ৰাপ্ত হয়। সেইদৰে অসৎ প্ৰবৃত্তিবোৰ বৰ্তমানৰ অনুকূল অৱস্থাত বৃদ্ধি প্ৰাপ্ত হয় আৰু ব্যক্তিৰ চৰিত্ৰত অবনতি ঘটায়। সামূহিকভাৱে জাতীয় চৰিত্ৰ ধ্বংস হয়।

ব্যক্তিৰ শিক্ষা ব্যক্তিৰ সাধন ফল। ব্যক্তিক সাধনা পথত নিযুক্ত কৰিব লাগিব। সাধনাৰ পথ দেখুৱাই দিব লাগিব। ইয়াৰ প্ৰধান ব্যৱস্থা হ'ব লাগিব কৰ্মকেন্দ্ৰিক শিক্ষা। শিক্ষাৰ অতীত বুৰঞ্জীতো পোৱা যায় যে কৰ্মই হে শিক্ষাৰ একমাত্ৰ সুগম পন্থা। কৰ্মৰ মাধ্যমতহে মানৱ জাতি শিক্ষিত হৈ উঠিছে।

## কৰ্মৰ আৱশ্যকতানুসৰি স্কুল

বৰ্তমান দেশত যিবিলাক নিবনুৱা যুৱক-যুৱতী আছে সেইবিলাকৰ বাবে কৰ্মৰ সংস্থান হ'ব লাগিব। তাৰ বাবে কৰ্মকেন্দ্ৰিক স্কুল পতাটো অপৰিহাৰ্য পন্থা। নানাবিধ শিল্প বিদ্যা শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। যন্ত্ৰ শিল্পৰ উন্নতিত কুটিৰ শিল্পই বাধা পায়। নিবনুৱা সমস্যা বৃদ্ধি পায়, ব্যক্তিৰ হস্ত বিদ্যা শিক্ষাৰ আগ্ৰহ আৰু আৱশ্যকতা নাইকিয়া কৰে। হস্তবিদ্যা শিক্ষাৰ মাধ্যমত হে ব্যক্তিৰ স্বাভাৱিক বুদ্ধি বৃত্তিৰ উন্মেষ হয়। সেইবাবে যন্ত্ৰ-শিল্পৰ প্ৰতিযোগিতাত ব্যক্তিৰ শিক্ষাত বাধা পায়, ব্যক্তিৰ শিক্ষাত এইদৰে বাধাপ্ৰাপ্ত হ'লে কুসংস্কাৰৰ আক্ৰমণৰ পৰা ব্যক্তিক উদ্ধাৰ কৰিব নোৱাৰি আৰু ব্যক্তিৰ অন্তৰত সুসংস্কাৰ গঢ়ি দি জাতীয় চৰিত্ৰৰ উন্নতি সাধন কৰি. ৰি।

নিপুণ শিল্পীৰ হতুৱাই হাতে-কলমে শিক্ষা দিব লাগিব। সেই সেই স্কুলবোৰ পৰিচালনাত উচ্চ শিক্ষিত লোক নিয়োগতো সাৱধান হ'ব লাগিব আৰু শিক্ষা দান কাৰ্যৰ বাবে সকলো ক্ষেত্ৰতে বি. এ., এম. এ. বা ইঞ্জিনিয়াৰিং পাছ শিক্ষক নিৰ্বিচাৰি নিপুণ কাঠ মিস্ত্ৰী, কমাৰ, কুমাৰ, তাঁত শি পিনী, মটৰ মেকানিক ইত্যাদি বিচাৰিব লাগিব। শিক্ষানীতি এই পথেদি নিৰ্দ্ধাৰণ কৰিব লাগিব। এই ধৰণৰ হস্তশিল্পবোৰ শিক্ষা দিয়াৰ লগতে ব্যক্তিৰ চৰিত্ৰ গঠনৰ আৰু জাতীয়তা ভাব বৃদ্ধিৰ ব্যৱস্থা থাকিব লাগিব। বৰ্তমান দেশত যুৱ শক্তিৰ যি অপচয় ঘটিব লাগিছে, সেই অপচয়ৰ প্ৰতিৰোধ কৰিব লাগিব। দেশৰ অৰ্থনৈতিক সমস্যা ইয়াৰ ভিতৰতে নিহিত আছে। গতানুগতিকভাৱে পাশ্চাত্য দেশবোৰে যান্ত্ৰিকতাৰ মাধ্যমত এই সমস্যাৰ সমাধান বিচাৰি সাফল্য লাভ কৰিব পৰা নাই আনফালে আধ্যাত্মিকতা হেৰুৱাই পেলাইছে। ধন থাকিও আমেৰিকাৰ মানুহে মানসিক শান্তি ভোগ কৰিব পৰা নাই। আন আন দেশৰ মানুহৰো বাস্তৱ সাংসাৰিক জীৱন সুখৰ হোৱা নাই— জড়বাদ মাত্ৰ উপাসনা কৰা বাবে। নৈতিকতা লাভ বা চৰিত্ৰ গঠনত উন্নতি কৰিব নোৱাৰাত বহিৰ্দ্বন্দ্ব আৰু অন্তৰ্দ্বন্দ্ব জাতিবিলাকৰ মাজত বহুলভাৱে বিস্তাৰ লাভ কৰিছে। স্বদেশ প্ৰেম আৰু জাতীয়তাৰ ভাৱত মানৱতাৰ প্ৰতি অৱহেলা কৰিছে। মানৱতাৰ লাভেই ধৰ্ম চৰ্চা এই কথা তেওঁলোকে সহজে বুজিব নোৱাৰে। সকলো মানৱেই এক পিতৃৰ সন্তান এই ভাৱ জাগৰিত নহয়। বুজিব পাৰিলেও তেওঁলোকৰ শিক্ষানীতিত ইয়াৰ স্থান নাই। মানৱতা লাভৰ পথেই ভাৰতীয় শিক্ষাৰ পথ, ভুক্তি আৰু মুক্তিৰ পথ। ভাৰতীয় শিক্ষানীতিত সাম্প্ৰদায়িক বিদ্বেষৰ স্থান নাই। মানৱ জাতিৰ ঐক্যস্থাপনৰ পথ ভাৰতীয় শাস্ত্ৰত পোৱা যাব।

বৰ্তমান যুগৰ শিক্ষাৰ সংস্কাৰৰ ক্ষেত্ৰত ভাৰতীয় কৃষ্টি আৰু সংস্কৃতিমূলক কাব্য, মহাকাব্য, দৰ্শন, নৃত্যকলা, সঙ্গীত কলা, স্থাপত্যবিদ্যা আৰু নানাবিধ শিল্প বিদ্যা চৰ্চাৰ অন্তৰ্ভুক্তি নহ'লে শিক্ষাৰ প্ৰকৃত সংস্কাৰ হ'ব নোৱাৰে। সেই বাবে প্ৰকৃত শিক্ষানীতি নিৰ্দ্ধাৰণ আগকথা। সেই নীতি গ্ৰহণ কৰি তদনুৰূপ পাঠ্যক্ৰম সৃষ্টি কৰি উপযুক্ত শিক্ষানুষ্ঠান, বিদ্যালয়, মহাবিদ্যালয় স্থাপনৰ দিহা কৰিব লাগিব বা প্ৰতিষ্ঠাপিত শিক্ষানুষ্ঠান বিলাকত প্ৰয়োজনীয় সংস্কাৰ সাধন কৰিব লাগিব।●

# পাঠ্যপুথি ৰচনা

ইতিপূৰ্ব্বে আলোচনা কৰা হৈছে যে দেশৰ সংস্কৃতি আৰু ঐতিহ্য, অৰ্থনৈতিক পৰিস্থিতি সমাজ সংস্কাৰ ইত্যাদি বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি পাঠ্যক্ৰম প্ৰস্তুত কৰা উচিত। পাঠ্যক্ৰম প্ৰস্তুত হোৱাৰ পাছত সেই পাঠ্যক্ৰম ৰূপায়িত কৰিবলৈ পাঠ্য পুথি ৰচনা কৰা বিধেয়।

কৰ্মকেন্দ্ৰিক শিক্ষাৰ বাবে গৃহীত উদ্যোগ সমূহৰ শিক্ষাদানৰ বাবে পাঠ্যক্ৰমত কৈ কাৰ্যক্ৰমৰ আঁচনি হে বেছি প্ৰয়োজনীয়। মাধ্যমিক স্তৰত সাধাৰণ বুদ্ধিৰ ল'ৰা ছোৱালীৰ শিক্ষা সম্পূৰ্ণাঙ্গ হৈ উঠিব লাগে। এই কথাও আলোচনা কৰা হৈছে যে সকলোবিলাক ল'ৰা-ছোৱালীকে একে প্ৰকাৰ পাঠ্যক্ৰমৰ দ্বাৰা শিক্ষা দিয়া সম্ভৱ নহয় আৰু সেইবাবে ল'ৰা-ছোৱালী বিলাকক তিনি ভাগত বুদ্ধি বৃত্তিৰ পৰীক্ষা কৰি ভাগ কৰি লৈ প্ৰত্যেক ভাগকে পৃথক পৃথক ভাৱে শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে। স্ত্ৰী শিক্ষাৰ আঁচনিও পুৰুষৰ শিক্ষাতকৈ বেলেগ হ'ব লাগে এই বিষয়েও যৎসামান্য আলোচনা কৰা হৈছে।

ৰাজ্য চৰকাৰ আৰু শিক্ষাবিদ সকলৰ দৃষ্টি এই ফালে আকৰ্ষণ কৰাও হৈছে। এইখিনিতে আৰু এটা কথালৈ মন কৰিব লাগে যে শিক্ষা ৰাজ্যিক বিষয় কিন্তু বৰ্ত্তমান সময়ত ৰাজ্যবোৰত বিভিন্ন ৰাজনৈতিক দলৰ সংযুক্ত মৰ্চ্চা গঠন কৰি মন্ত্ৰী সভা গঠন হ'ব ধৰিছে। বিভিন্ন ৰাজনৈতিক দলৰ শিক্ষা সম্বন্ধে বিভিন্ন দৃষ্টিভঙ্গী পৰিলক্ষিত হৈছে। সেই বাবে সৰ্ব্বভাৰতীয় নীতি এটা থকা উচিত বুলি ভাবি ভাৰত চৰকাৰে শিক্ষা বিষয়টো সম্পূৰ্ণ ভাৱে ৰাজ্যিক চৰকাৰবোৰৰ হাতত এৰি দিবলৈ টান পাইছে আৰু সেইবাবে এটা সৰ্ব্বভাৰতীয় নীতিত শিক্ষা বিষয়টো একৰূপত পৰিবৰ্ত্তনৰ (Uniform Pattern) পক্ষপাতী হৈছে। সেইটো যুক্তিযুক্ত কথা সন্দেহ নাই কিন্তু তাতো দলীয় ৰাজনৈতিক মতবাদৰ স্থান থাকিলে সৰ্ব্বভাৰতীয় নীতি গ্ৰহণত যথেষ্ট বিঘ্নি উপস্থিত হয়। শিক্ষাৰ মূলনীতি অকল সৰ্ব্বভাৰতীয় নহয়, সমগ্ৰ মনুষ্য জাতীয়। মনুষ্যজাতীয় উৎকৰ্ষ সাধনেই শিক্ষাৰ প্ৰধান নীতি হ'ব লাগিব। মনুষ্য জাতীয় উৎকৰ্ষ সাধনৰ নীতি গ্ৰহণ কৰাৰ পাছতো সমগ্ৰ দেশ হিচাবে আৰু দেশৰ ভিতৰতে বিভিন্ন ৰাজ্যৰ সমস্যা হিচাবে কিছুমান সমস্যা সুকীয়াকৈ সমাধানৰ প্ৰশ্ন আহি পৰে নীতি নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত। পৃথিৱীৰ বিভিন্ন দেশত, দেশৰ বিভিন্ন ৰাজ্যত বিভিন্ন সমস্যা সদায় থাকে। সেই সমস্যাবোৰ সমাধানত দেশৰ বা বিভিন্ন ৰাজ্যৰ পৰিস্থিতি অনুসাৰে দেশৰ অতীত বুৰঞ্জী, সংস্কৃতি, ঐতিহ্য আৰু বৰ্তমান অভাৱ অভিযোগ আৰু চাহিদাৰ ওপৰত নিৰ্ভৰ

কৰি শিক্ষা নীতি নির্দ্ধাৰণ কৰি পাঠ্যক্রম স্থিৰ কৰি পাঠ্যপুথি ৰচনাৰ আৱশ্যকতা আহি পৰে। সেই নীতি, পাঠ্যক্রম আৰু পাঠ্যপুথি ৰচনা দলীয় ৰাজনীতিৰ উৰ্দ্ধত থাকিব লাগিব ; আন পক্ষে শিক্ষা উদাৰ নীতিত, বিশ্বৰ সমগ্ৰ মানৱ জাতিৰ স্বভাৱ চৰিত্র আৰু মানৱ জাতিৰ জীৱন লক্ষ্য আদি একজাতীয় নীতিৰ ওপৰত নির্ভৰ কৰা বাবে সকলোবোৰ ৰাজনৈতিক দলৰ সত্যপূর্ণ নীতিবোৰ তাত নিশ্চয় বৰ্ত্তমান থাকিব, সেই বিষয়ে সন্দেহ নাই। সংবিধান সম্মত নীতিৰ ওপৰত নির্ভৰ কৰি বিভিন্ন ৰাজনৈতিক দলৰ নীতি নির্দ্ধাৰিত কৰিলে শিক্ষা বিষয়ত বিভিন্ন দলৰ ভিতৰত বিৰোধ উপস্থিত হোৱাৰ প্ৰশ্ন নুঠে। স্কুল কলেজৰ ছাত্র-ছাত্রীসকলক অর্থাৎ সকলো অনুষ্ঠানৰ শিক্ষাৰ্থী সকলক সক্রিয় ৰাজনৈতিক চৰ্চাৰ পৰা আঁতৰত ৰাখিব লাগিব এই কথা সর্ববাদী সন্মত। কাৰ্য ক্ষেত্ৰত সমগ্ৰ পৃথিৱীতে আজি এই নীতি উলঙ্ঘন কৰা হৈছে কিন্তু নীতিগত ভাৱে যে ই শুদ্ধ নীতি তাত কোনো সন্দেহ নাই ; সেইবাবে শিক্ষা নীতি এই উদাৰ নীতিৰ ওপৰত নির্ভৰ কৰিব লাগিব।

ৰাজ্যসমূহৰ বিভিন্ন চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি শিক্ষানুষ্ঠান পাতিব লাগিব। অসমত তেল বিশেষজ্ঞৰ আৱশ্যক। তৈল পুঙত বা তৈল শোধনাগাৰত কৰ্মীৰ আৱশ্যক। সেই অনুসাৰে অসমত তৈল সম্বন্ধীয় শিল্প বিজ্ঞান বা প্রযুক্তি বিদ্যাৰ (Technology) শিক্ষানুষ্ঠান পতা আৱশ্যক। এইটো এটা ৰাজ্যিক বিষয়। দেশ হিচাবেও ভাৰতীয় সমস্যা ; কিন্তু সেইবিষয়ে দেশে বা ৰাজ্যই কোনো নীতি গ্রহণ নকৰিলে শিক্ষানীতি নির্দ্ধাৰণত ত্রুটি ঘটে।

মানৱ চৰিত্ৰ গঠন, নৈতিকতা উপাৰ্জন পৰস্পৰৰ লগত ভ্ৰাতৃত্ব স্থাপন এইবোৰ শিক্ষাৰ আদৰ্শ আৰু মৌলিক নীতি ; কিন্তু একোখন ৰাজ্যৰে খাছিয়া, গাৰো, মিকিৰ ইত্যাদি পাৰ্ব্বত্য জাতিৰ লোক সকলৰ মাজত পৰস্পৰ ভ্ৰাতৃত্ব স্থাপন অসমৰ সুকীয়া সমস্যা। সৰ্ব্বভাৰতীয় মৌলিক নীতিৰ অন্তৰ্ভুক্ত কথা এইটো, কিন্তু ৰাজ্যিক শিক্ষা নীতি আন ৰাজ্যৰ শিক্ষা নীতিৰ লগত সুকীয়া ৰূপ গ্রহণ কৰিব এই ক্ষেত্ৰত। ৰাজ্যিক শিক্ষা দপ্তৰৰ এই বিষয়ে সুকীয়া দায়িত্ব আৰু স্বাধীনতা আছে। এই কথা পাহৰিলে ৰাজ্য এখনৰ পক্ষে উপযুক্ত শিক্ষানীতি গ্রহণ কৰা হৈ নুঠিব।

এইদৰে শিক্ষা নীতি গ্রহণ কৰি পাঠ্যক্রম স্থিৰ কৰিব লাগিব। পাঠ্যক্রম স্থিৰ কৰাৰ পাছত উপযুক্ত পাঠ্যপুথি ৰচনা কৰিব লাগিব। স্বাধীন দেশ এখনে স্বাধীন ভাৱে শিক্ষানীতি গ্রহণ নকৰি পৰাধীন দেশত প্ৰচলিত শিক্ষা নীতিৰে যৎসামান্য অদল বদল কৰি শ্ৰেণী সমূহৰ নামাকৰণ পৰিবৰ্ত্তন বা শিক্ষা কালৰ বছৰৰ সংখ্যা কম বেছি কৰি মাথোন উপযুক্ত শিক্ষা নীতি বা পাঠ্যক্রম স্থিৰ হ'ব নোৱাৰে আৰু সেই অনুসাৰে পাঠ্যপুথি ৰচনা কৰিলেও শিক্ষাৰ মান উন্নয়ন হ'ব নোৱাৰে।

পাঠ্যপুথি ৰচনাত ঘাইকৈ তলত দিয়া বিষয় কেইটালৈ লক্ষ্য ৰাখিব লাগিব।

(১) পাঠ্যক্ৰম অনুসাৰে শ্ৰেণীৰ মান স্থিৰ ৰাখিব লাগিব।

(২) জাতীয় সংস্কৃতি আৰু দেশৰ ঐতিহ্যৰক্ষাৰ ধাৰাবাহিকত্ব ৰক্ষিত হ'ব লাগিব। দেশৰ উৎপন্ন বস্তু সমূহৰ লগত পৰিচয়ৰ পাঠ, ৰাজ্যৰ সুকীয়া সমস্যা সমাধানৰ ক্ষেত্ৰত ৰাজ্যিক শিক্ষা নীতি ৰূপায়ন কৰাৰ প্ৰচেষ্টা আৰু দেশৰ আৰু ৰাজ্যৰ বিভিন্ন জাতি বা সম্প্ৰদায়ৰ লগত ভ্ৰাতৃত্ব স্থাপনৰ নীতিগত পাঠ।

(৩) বিকৃত বুৰঞ্জীৰ তথ্য সমূহৰ শুদ্ধ পাঠ আৰু বিদ্বেষ মূলক পাঠ পৰিবৰ্জন।

(৪) স্বাধীনভাৱে জীৱিকা অৰ্জনৰ মনোবৃত্তি গঠনৰ যথেষ্ট উদগনিমূলক পাঠ।

(৫) ভাৰতৰ বেদ উপনিষদ পুৰাণ আদি গ্ৰন্থ সমূহৰ লগত সম্যক পৰিচয়-মূলক পাঠ।

ইতিপূৰ্বে আমাৰ বিভিন্ন প্ৰবন্ধত আমি কৈ আহিছো যে আমাৰ পুৰণি সভ্যতাৰ গ্ৰন্থৰাজিৰ পৰা বিভিন্ন জ্ঞান আহৰণ কৰি আধুনিক যুগত পৃথিৱীৰ বিভিন্ন দেশ উন্নতি পথত আগবাঢ়িছে আৰু আমি পাশ্চাত্য দেশৰ আৰ্হিত আমাৰ শিক্ষা নীতি আৰু পঠনীয় বিষয়বোৰ নিৰ্ব্বাচন কৰাত আমাৰ দেশৰ অমূল্য গ্ৰন্থৰাজিৰ প্ৰতি (বেদ উপনিষদ, ৰামায়ণ, মহাভাৰত আদি গ্ৰন্থৰ প্ৰতি) অৱহেলা দেখুৱাই আহিছো। এই গ্ৰন্থবোৰ অধ্যয়ন অধ্যাপনাৰ সুযোগ যদি আমাৰ শিক্ষানুষ্ঠান বিলাকত নাথাকে তেতিয়া দেশৰ ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰা ৰক্ষিত হ'ব নোৱাৰে।

সেইদৰে আয়ুৰ্বেদৰ অধ্যয়ন অধ্যাপনাৰ প্ৰতি আমি অৱহেলা দেখৱাত আজি দেশৰ কবিৰাজ সকলে আয়ুৰ্বেদীয় ঔষধৰ উপাদান বা বস্তু সংগ্ৰহৰ অসুবিধা পাইছে। কিছুমান উদ্ভিদক গছ-গছনি দেশত নোহোৱা হৈ গৈছে আৰু আয়ৰ্বেদীয় চিকিৎসা বিলুপ্তি ঘটাৰ পথত আগবাঢ়িছে। দেশীয় গো-চিকিৎসাৰ ক্ষেত্ৰত ততোধিক দুৰ্গতি দেখা গৈছে ; কাৰণ দেশীয় ঔষধেৰে গো-চিকিৎসা একবোৰে নোহোৱা কথা হৈ যোৱাৰ নিচিনা হৈছে। অথচ আয়ুৰ্বেদীয় চিকিৎসা আৰু গো-চিকিৎসা সম্পূৰ্ণ বৈজ্ঞানিক পদ্ধতিত উদ্ভূত হৈছিল আৰু ভাৰতীয় লোকৰ দৈনন্দিন জীৱন যাত্ৰাৰ সহচৰ আছিল।

এই প্ৰবন্ধতি উল্লেখিত শিক্ষা নীতি পাঠ্যক্ৰম আৰু পাঠ্যপুথি ৰচনাৰ বাবে যি নীতি গ্ৰহণৰ ইঙ্গিত কৰা হৈছে। সেইনীতি গ্ৰহণ একো জটিল সমস্যা নহয়। দেশৰ পুৰণি শ্ৰদ্ধাৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিলেই অতি সহজ হৈ পৰিব।●

(আলোক)

# শিক্ষা ব্যৱস্থাৰ পৰিকল্পনাৰ অপপ্ৰয়োগ

গান্ধীজীয়ে স্পষ্টতঃ কৈছে যে সকলো মানুহৰ বুদ্ধি-বৃত্তি সমান নহয়। শিক্ষা বিজ্ঞানেও এই কথা স্বীকাৰ কৰি আহিছে আৰু সেই অনুসাৰে বিভিন্ন বুদ্ধিৰ ল'ৰা-ছোৱালীৰ কাৰণে বিভিন্ন কৰ্মৰ নিৰ্দ্দেশ দিছে। দেশৰ সকলো বিলাক ল'ৰা-ছোৱালীৰ কাৰণে একে প্ৰকাৰ শিক্ষানুষ্ঠানত নিপুণতাৰে শিক্ষা দিব নোৱাৰি। এই কথা স্বীকাৰ কৰিব লাগিব— যে একে সাঁচতে বিভিন্ন মূৰ্ত্তি গঢ়িব নোৱাৰি। বি, এ, এম, এ, নাইবা ইঞ্জিনিয়াৰিং বা ডাক্তৰী শিক্ষাও আটাইবিলাক ল'ৰা-ছোৱালীকে শিক্ষা দিব নোৱাৰি। যদিওবা ই সম্ভৱ হয়, মানুহৰ সাংসাৰিক জীৱনৰ বা জাতীয় জীৱনৰ আন আন কৰ্মবোৰ কোনে সাধন কৰিব?

যদিওবা সকলো মানুহৰে বুদ্ধি বৃত্তি সমান নহয়, তথাপি সকলো মানুহে সকলো প্ৰকাৰ সা-সুবিধা বা স্বত্ত্ব অধিকাৰ সমানে ভোগ কৰিব পাৰিব লাগিব। ই গান্ধীজীৰ স্পষ্ট মত আৰু শাস্ত্ৰৰো নিৰ্দ্দেশ। প্ৰকৃতিৰ দান সমূহ সকলোৰে কাৰণে সমানে উপভোগ্য কিন্তু সকলোৱে সমানে ভোগ কৰিবলৈ নাপায় কিয়?

তাৰ প্ৰধান কাৰণ হৈছে যে সকলো মানুহে নিজ নিজ কৰ্ম শক্তি সমানে ব্যৱহাৰ নকৰে। কৰ্মৰ ফলহে মানুহে ভোগ কৰে। যিজন মানুহৰ কৰ্মশক্তি বা বুদ্ধি বৃত্তি নিয়োগ কৰে, তেওঁ সাফল্য অৰ্জন কৰিব নোৱাৰিব পাৰে— তাত আচৰিত হ'বলগীয়া কথাও নাই বা সাফল্য লাভ কৰা ব্যক্তি সকলৰ লগত প্ৰতিযোগিতা চলোৱাৰো সকাম নাই বা তেওঁলোকৰ প্ৰতি বিদ্বেষ ভাব পোষণ কৰাৰো কোনো কাৰণ নাই।

চকুৰ আগতে আমি দেখা পাব লাগিছো যে নিৰক্ষৰ বা অলপ শিক্ষিত লোক সকলে বহু বি, এ, এম, এ পাছ কৰা লোকতকৈ বেছি চহকী, বেছি সফল হৈছে কৰ্ম জীৱনত। এইবোৰ দেখি শুনিও স্বাধীন ব্যৱসায়ৰ পথেদি আমি আমাৰ ল'ৰা-ছোৱালীক শিক্ষিত কৰিবৰ প্ৰয়াস নকৰি কেৱল মাথোন চাকৰিমুখী শিক্ষা দিবৰ আকাঙ্খা কৰো কিয়?

সকলো মানুহৰ প্ৰকৃতিত পূৰ্বজন্মৰ কৰ্মৰ সংস্কাৰ বৰ্তি থাকে আৰু পিতৃ-পিতামহৰ কৰ্ম প্ৰবৃত্তিৰ বীজ নিহিত থাকে। ব্যক্তিৰ জন্মগত সংস্কাৰ এয়ে। এই সংস্কাৰ অনুসৰি ব্যক্তি বিশেষক যদি প্ৰকৃতিগত কৰ্মৰ প্ৰশিক্ষণ দিয়া যায়, তেতিয়া সেই জন ব্যক্তিয়ে জীৱনত সফলতা অৰ্জন কৰিব পাৰিব বুলি আশা কৰা যায়। তেতিয়া স্বাধীন ব্যৱসায়ৰ বাবে সুনিশ্চিত পথ স্থিৰ হয়। এই পৰম্পৰা ভাৰতীয় সমাজত আছিল— আৰু সেইবাবে গান্ধীজীয়ে পৈতৃক ব্যৱসায় ত্যাগ কৰিবলৈ

নিষেধ কৰিছিল। কোনো কৰ্মই হীন নহয়। কোনো কোনো কৰ্মক যদি হেয় বুলি কোৱা হয়, তেন্তে সেই হেয় কৰ্ম কৰিব কোনে? সেই বাবে কৰ্মভেদে মানুহ উচ্চ বা নীচ হ'ব নোৱাৰে। কোনো কোনো কৰ্মক (যেনে চাকৰি কৰা কৰ্মক) উচ্চ বুলি ভবা কাৰণে সমাজত আজি শূন্য অৱস্থাৰ (Vacuum) সৃষ্টি হৈছে আৰু সেইবাবে বহিৰাগত সকলে সেই শূন্য স্থান পূৰণ কৰিবৰ সুবিধা পাইছে। অসমত বিশেষকৈ এই অৱস্থাৰ সৃষ্টি হোৱাত, আজি অসমীয়া মানুহৰ মাজত নৈৰাশ্য আৰু নিবনুৱাৰ সৃষ্টি হৈছে। গোটেই ভাৰতবৰ্ষ খনতে (Technical know how.) কাৰিকৰী কৰ্ম কুশলতা নথকা কাৰণে পৰিকল্পনাবোৰত অধিক অৰ্থব্যয় হ'ব ধৰিছে আৰু কোনো কোনো ক্ষেত্ৰত সকলো অৰ্থ অথলে যাব ধৰিছে।

সেই বাবে দেশৰ প্ৰয়োজন বুজি দেশৰ শক্তি সামৰ্থ্য বুজি, অৰ্থৰ বল হিচাব কৰি পৰিকল্পনা গ্ৰহণ কৰা উচিত। নিজৰ ক্ষুদ্ৰ সাংসাৰিক জীৱনৰ লগত ৰিজাই চালেই এই কথা স্পষ্ট হৈ উঠে। তাকে নকৰি কোটি কোটি টকা বিদেশী ঋণ লৈ পৰিকল্পনা কৰাৰ সাৰ্থকতা ক'ত? তদুপৰি যি ঠাইত যিটো অনুষ্ঠানৰ আৱশ্যকতা নাই তাত সেই অনুষ্ঠআন পাতি, যি ঠাইত অনুষ্ঠানৰ আৱশ্যক থাকে তাত নাপাতি অৰ্থৰ অপব্যৱহাৰ কৰাৰ অৰ্থ কি? শোধানাগাৰ অসমত নাপাতি অসমৰ তেল শোধন কৰিবলৈ বাৰুউনিত শোধানাগাৰ পাতি অসমত এটা অবাঞ্ছনীয় অৱস্থাৰ সৃষ্টি কৰাৰেই বা অৰ্থ কি হয়? ইয়াৰ অন্তৰালত চাকৰিমুখী জীৱন যাত্ৰাৰ প্ৰৱাহৰ উদ্‌গনি, থলুৱা মানুহক ন্যায্য প্ৰাপ্তিৰ পৰা বঞ্চিত কৰাৰ মনোবৃত্তি লুকাই থকা নাই নে? এইদৰে জানো সমাজবাদ প্ৰতিষ্ঠা হ'ব পাৰে?

শিক্ষা নীতিৰ পৰিবৰ্ত্তনৰ আৱশ্যক এই কথাবোৰৰ ভিতৰত আছে। ভাষা আৰু সাহিত্য মাথোন শিক্ষাই মানুহক কৰ্ম আৰু চৰিত্ৰবান কৰি নোতোলে। দেশৰ কৃষ্টি, সংস্কৃতি আৰু ঐতিহ্য ৰক্ষাতো সহায় নকৰে। যি মানুহৰ যেনে কৰ্ম প্ৰবৃত্তি বা যোগ্যতা সেই অনুসাৰে সেই মানুহক নিয়োগ কৰাৰ ব্যৱস্থাৰ বাবে শিক্ষানীতি সেই দৰে উদ্ভাৱিত হ'ব লাগিব, তেতিয়া হ'লে অবাঞ্ছনীয় প্ৰতিযোগিতাৰ উদ্ভৱ নহয়— আৰু ভাষাগত, প্ৰদেশগত বিদ্বেষৰো সৃষ্টি নহয়।

গান্ধীজীয়ে স্পষ্টতঃ কৈছে যে এজন নিৰক্ষৰ ব্যক্তিও শিক্ষিত আৰু 'চৰিত্ৰবান হ'ব পাৰে আৰু কৰ্মৰ মাধ্যমত মানুহ শিক্ষিত হ'ব পাৰে। ভাষা সাহিত্য শিক্ষাই মানুহক শিক্ষিত কৰি নোতোলে। তাৰ প্ৰমাণ আজি বৰ্ত্তমান পৰিস্থিতিলৈ লক্ষ্য কৰিলেই স্পষ্ট হৈ উঠে। আমাৰ দেশত লিখা পঢ়া নজনা সাধাৰণ পুৰুষ তিৰোতা সকলে ৰামায়ণ মহাভাৰত, বেদ উপনিষদত থকা জ্ঞান-গৰ্ভ বিষয়বোৰ জানিছিল কিন্তু আজি তথাকথিত বহু শিক্ষিত মানুহে সেইবোৰ কথা নাজানে। এইবোৰ কথাই ইয়াকেহে প্ৰমাণ কৰিছে যে বৰ্ত্তমান শিক্ষাই

মানুহক শিক্ষিত কৰি তোলা নাই, অশিক্ষিত কৰিহে তুলিছে। ব্যৱসায় ভেদে শিক্ষা নোপোৱাত সমাজৰ লাগতিয়াল কৰ্মবোৰৰ বাবে সমাজৰ মানুহৰ অসুবিধা যেনেকৈ হৈছে তেনেকৈ আন ফালে নিবনুৱা সমস্যাৰ সৃষ্টি হৈছে আৰু বহিৰাগত লোক সকলৰ বাবে শূন্য স্থান পূৰণৰ সুবিধা হৈছে। অসমৰ সমাজৰ পৰা কিছুমান ব্যৱসায়ীৰ জাতিগত কৰ্ম লোপ পোৱা বাবে বহিৰাগত লোক সকলে সেই শূন্য স্থান পূৰণ কৰিছে। প্ৰকৃততে কোনো কোনো কৰ্মৰ ওপৰত হেয় ভাৱ থকা কাৰণে এনে অৱস্থাৰ সৃষ্টি হৈছে। কৰ্মৰ মৰ্য্যাদা সমাজত নথকা বাবে নিবনুৱা অসমীয়া ডেকাই কিছুমান কাম কৰিবলৈ লাজ পোৱা বাবে তেনে শূন্য স্থানৰ সৃষ্টি হৈছে আৰু বহিৰাগত লোক সকলে অসমৰ ধন শোষণ কৰিবলৈ সুযোগ পাইছে। সেইদৰে খেতিয়কৰ সংখ্যা কমি যোৱা বাবে বহিৰাগত লোক সকলে ভূমি গ্ৰহণৰো সুযোগ পাইছে।

সেইবাবে বৰ্ত্তমান শিক্ষানুষ্ঠান বিলাকৰ ৰূপ সলাই দিব নোৱাৰিলে পৰিকল্পনাৰ সাফল্য আশা কৰা নাযায়। শিক্ষাৰ পৰিকল্পনা হ'ব লাগিব ভাৰতীয় সংস্কাৰৰ ভিত্তিত বৰ্ত্তমানৰ দূষিত সমাজৰ সংস্কাৰৰ পথেদি। ভাৰতৰ মনীষি সকলৰ জ্ঞানপ্ৰসূত ভাৰতীয় শাস্ত্ৰৰ ভিত্তিত সেই সংস্কাৰ সাধন কৰিব লাগিব। পাশ্চাত্য দৃষ্টিভঙ্গীৰে ভাৰতীয় সমাজ সংস্কাৰ কৰা সম্ভৱ হৈও নুঠিব আৰু বৰ্ত্তমান দুৰৱস্থাৰো অন্ত নপৰিব।●

# ভাৱৰ বুৰবুৰণি

শ্ৰীমতী নয়নতাৰা ছায়গলে যোৱা ১৯ মাৰ্চ তাৰিখৰ ষ্টেটচ্‌ম্যান দৈনিক পত্ৰিকাত এটা প্ৰবন্ধত উল্লেখ কৰিছে যে— আমি শিক্ষাৰ ক্ষেত্ৰত গতানুগতিক ভাৱে সম্পূৰ্ণ ভুল পথ গ্ৰহণ কৰি চলিছোঁ। শিক্ষাও বিশেষ লোকৰ হে বিষয় বস্তু। ই এমেচাৰ (Amateur) অৰ্থাৎ অবিশেষজ্ঞ বা যিজন শিক্ষক বা শিক্ষাবিদ লোক নহয় তেনে লোকৰ তৰ্কৰ বিষয় বস্তু নহয়। যোৱা কেইবা বছৰো ধৰি শিক্ষা এবিধ তৰ্কমূলক আৰু বিবাদমান বিষয় বস্তু হৈ পৰিছে সেই বিলাকৰ ভিতৰত যিবিলাকৰ শিক্ষা বিষয়ে কোনো স্থিৰ সিদ্ধান্ত ল'বলৈ কোনো গুণ বা অধিকাৰ নাই। লেখিকাই কৈছে যে মই ইমন দূৰ কৰলৈ ইচ্ছা কৰো যে শিক্ষাৰ সকলো স্তৰতে সকলো লোককে শিক্ষা দিয়াটো এটা অপচয়ৰ পথ উন্মুক্তহে কৰা হৈছে। বৰ্ত্তমান আমাৰ শিক্ষাৰ্থী সংখ্যা যিমানখিনি হৈছে তাৰ আধাখিনিকো বিশ্ববিদ্যালয়ৰ ডিগ্ৰিৰ বাবে শিক্ষা দিব নালাগে। কিন্তু সমাজত অন্ন সংস্থানৰ বাবে যিমানখিনি সা-সুবিধা পোৱা যাব পাৰে সেই অনুপাতে আৰু শিক্ষাৰ্থীৰ বুদ্ধিবৃত্তি আৰু মানসিক স্পৃহা আৰু যোগ্যতা অনুসাৰে শিক্ষাদানৰ ব্যৱস্থা কৰিব লাগে। বিশ্ববিদ্যালয়ৰ শিক্ষা বেছি কঠিন কৰিব লাগে আৰু বেছি ব্যয়সাধ্য কৰিব লাগিব আৰু এই ব্যয়বহনৰ বাবে গুণ অনুসাৰে বৃত্তি দানৰ ব্যৱস্থা থাকিব লাগে। বিনামূল্যৰ বা সহজলভ্য বস্তুৰ মূল্য সাধাৰণতে কম হয়। আমাৰ উচ্চ শিক্ষাৰ ক্ষেত্ৰত সেয়ে হৈছে। দুধ বিনামূল্যে আৰু সহজে পোৱা হ'ব লাগে কিন্তু শিক্ষা এটা স্তৰত ইমান সহজলভ্য হ'ব নালাগে। আমি যদি মূল্যবোধ জ্ঞানৰ সহায়ত এই খিনি বিচাৰ বুদ্ধি দেখুৱাব পাৰিলোহেঁতেন তেন্তে বিশ্ববিদ্যালয়বোৰত যি অবাঞ্ছনীয় সংখ্যা বৃদ্ধিৰ বাবে অস্বাভাৱিক পৰিস্থিতি হৈছে সেইটো হ'ব নোৱাৰিলেহেঁতেন আৰু শিক্ষাই শিক্ষাৰ মূল লক্ষ্য ৰূপায়িত কৰি কৰ্মপ্ৰৱণতা বৃদ্ধিৰ পথ দেখুৱাব পাৰিলেহেঁতেন।

শিক্ষা বুলিলে আমি কি বুজো আৰু শিক্ষাৰ পৰা আমি কি আশা কৰো তাৰ এটা স্পষ্ট ছবি আমাৰ আগত নাৰাখি ক্ৰমাগত কলেজৰ সংখ্যা দ্ৰুতগতিত বঢ়াই যোৱা আৰু সেই কলেজবোৰ সম্পূৰ্ণাঙ্গ কৰাৰ প্ৰচেষ্টাৰ দ্বাৰায়ে এটা বৰ্বৰ ধৰণৰ ৰাজনৈতিক বা সামাজিক আন্দোলন সৃষ্টিৰ পথ খুলিব ধৰিছোঁ সেই কথা আমি কিয় বুজি নেপাও। লেখিকাৰ এই উক্তিক ভিত্তি কৰি আমি বিচাৰ কৰি চোৱা উচিত যে আমি এই এক ধৰণৰ শিক্ষা দানৰ বাবে শিক্ষানুষ্ঠান বিলাকৰ বিভিন্ন পৰিবৰ্ত্তন সাধন কৰি, পাঠ্যক্ৰমৰ আৰু স্কুলীয়া শিক্ষাৰ বছৰবোৰ ভাগ

বিভাগ কৰি বিভিন্ন পৰীক্ষা মূলক ব্যৱস্থা গ্ৰহণ কৰি জাতীয় আদৰ্শ, সামাজিক অভাৱ অভিযোগ আৰু মৌখিক বক্তৃতাৰ দ্বাৰা সমাজৰ আগত দাঙি ধৰা আশা আকাঙ্খাবোৰ পূৰণৰ ৰূপ দান কৰিব পাৰিম নে?

(২)

শিক্ষা ক্ষেত্ৰত যেনেদৰে আমাৰ নিৰ্দ্দিষ্ট লক্ষ্য আৰু সেই সাধনৰ পন্থাৰ কোনো স্পষ্ট ছবি নাই সেইদৰে সমাজ সংস্কাৰৰ পথতো আমাৰ কোনো স্পষ্ট লক্ষ্য বা আদৰ্শ নাই। হিন্দুৰ বৈবাহিক প্ৰথা বিবাহৰ শাস্ত্ৰীয় নীতি উলঙ্ঘা কৰি পাশ্চাত্য সমাজৰ আদৰ্শত ৰেজিষ্ট্ৰেচন বিবাহৰ পদ্ধতি যেনেদৰে সংসদত ভোটৰ বলত গ্ৰহণ কৰিলে— তাৰ দ্বাৰা হিন্দু সমাজৰ আৰু ভাৰতীয় জাতিৰ চৰিত্ৰত কি অধঃপতনৰ পথ উন্মুক্ত কৰিছে— তাৰ লেখ আইন কৰ্ত্তা সকলে লৈছে নে? ৰেজিষ্টাৰ বিবাহ কিমান হ'ল তাৰ ভিতৰত কিমানবোৰ দম্পতি সুখী হৈছে তাৰ এটি গণনা আৰু অধ্যয়নৰ আৱশ্যক নাই জানো? ৰেজিষ্টাৰী বিবাহৰ সংখ্যা বছৰি বৃদ্ধি পোৱাটোৱে আইনৰ সাফল্য বুজাব নে সেই ৰেজিষ্টাৰী বিয়াবোৰে সমাজৰ বিশৃঙ্খলা অনাৰ সাফল্য বুজাব? নতুন নতুন আইনে সমাজত কি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে, বিশৃঙ্খলিত সমাজ সংস্কাৰ কৰিছে নে সুশৃঙ্খলিত সমাজ বিশৃঙ্খলিত কৰিছে সেই তত্ত্ব উদ্ঘাটন কৰা জানো চৰকাৰৰ কাৰ্য্য নহয়। যদি সুশৃঙ্খল সমাজত উচ্ছৃঙ্খলতা অনাই আইন প্ৰণয়নৰ উদ্দেশ্য আছিল, তেন্তে হয়তো বা ক্ৰমে সাফল্যৰ প্ৰতিক্ৰিয়াই হে দেখা দিছে। সেইবাবে তথ্য পাতি যোগাৰ কৰা নিশ্চয় আৱশ্যক।

(৩)

ভূমি আইন সংস্কাৰ ক্ষেত্ৰত আধিয়াৰ আইনে সমাজত কিমান শৃঙ্খলা আনিছে আৰু সেই আইন প্ৰয়োগত আধিয়াৰ আইনৰ ধাৰাবোৰ মনা হৈছে নে নাই, সেই সম্পৰ্কেও জানো চৰকাৰী পক্ষৰ পৰা তথ্য সংগ্ৰহ আৰু অধ্যয়নৰ আৱশ্যক নাই?●

# শিক্ষানীতিৰ পঙ্গুতা

উচ্চতৰ মাধ্যমিক স্কুলবোৰ যেতিয়া আৰম্ভ কৰা হয়, উচ্চ ইংৰাজী স্কুবোৰত এটি অস্থিৰ অৱস্থাৰ সৃষ্টি হৈছিল। আটাইবোৰ উচ্চ ইংৰাজী স্কুল যে উছ্চতৰ মাধ্যমিক স্কুলত পৰিণত কৰিব পৰা নাযাব এই সম্বন্ধে বহুতৰে মনত সন্দেহ উপস্থিত হৈছিল। সেই সন্দেহ বাস্তৱত পৰিণত হৈছে। এতিয়া পুনৰায় উচ্চতৰ মাধ্যমিক স্কুলবোৰ পূৰ্ব্বৰ লেখীয়া হাইস্কুলত পৰিণত কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। এই ব্যৱস্থা সম্পূৰ্ণকৈ সুস্থিৰ কৰাত কিমান দিন অতিবাহিত হয়, সেইটো কল্পনাৰ হে বিষয়, কিন্তু ইতিমধ্যে শিক্ষক সকলৰ অদল বদল, স্কুল-কলেজৰ শ্ৰেণী নিৰ্দ্ধাৰণ আৰু চৰকাৰী আৰু বে-চৰকাৰী খণ্ডত লবলগীয়া ব্যৱস্থা সমূহে পুনঃ এটি অস্থিৰ অৱস্থাৰ সৃষ্টি কৰিব। খৰচৰ ক'থা আমি নকওঁৱেই, মাথোন শিক্ষাৰ দৃষ্টিভঙ্গীৰে এই বিষয়টো আলোচনা কৰিলেও ইয়াৰ দ্বাৰা যে প্ৰভূত ক্ষতি সাধন হ'ব— সি নিশ্চিত।

উচ্চ মাধ্যমিক স্কুলেই হওঁক বা উচ্চতৰ মাধ্যমিক স্কুলেই হওঁক স্বাধীনোত্তৰ ভাৰতত এই স্কুলবোৰৰ উপযোগিতা কিমান খিনি? স্বাধীনতাৰ পূৰ্ব্বে শিক্ষানীতিৰ যিবোৰ সমালোচনা কৰি এই শিক্ষাৰ অনুপযোগিতা প্ৰমাণ কৰা হৈছিল, সেই সমালোচনাৰ পৰিপ্ৰেক্ষিতত আমাৰ নেতৃবৃন্দই বা শাসক সম্প্ৰদায়ে কিমান খিনি পৰিবৰ্ত্তন আনি প্ৰগতিৰ পথত পদক্ষেপ আগবঢ়ালে? উচ্চ মাধ্যমিক স্কুলৰ পাঠ্যক্ৰম কঠিন আৰু জটিল কৰি কলেজত শিকোৱা বিষয় কিছুমান জাপি দি যি পৰিবৰ্ত্তন সাধন কৰি প্ৰগতিৰ প্ৰচেষ্টা কৰা হ'ল, সেই প্ৰচেষ্টাই মেকলে চাহাবে প্ৰৱৰ্ত্তন কৰা শিক্ষা নীতিৰ কিবা পৰিবৰ্ত্তন ঘটালে নে? চাকৰী মুখী শিক্ষিত ছাত্ৰ-ছাত্ৰীক চাকৰিজীবি পথৰ পৰা আন কিবা পথৰ সন্ধান দিব পাৰিলে নে? সকলোকে চাকৰিও দিব নোৱাৰিলে, আনফালে সকলো ক্ষেত্ৰত অকৰ্ম্মন্য কৰি তোলা হ'ল। এই অৱস্থা স্বাধীনতা যুগৰ পূৰ্ব্বৰ পৰা স্বাধীনোত্তৰ যুগৰ যোৱা ২২ বছৰে পুৰ্ণোদ্যমে চলিল। এই নীতি যে শুদ্ধ নহয় আৰু এই নীতিৰ বিৰুদ্ধে যে পূৰ্ব্বৰ পৰা বিৰূপ সমালোচনা কৰি থকা হৈছিল— তাক ক্ৰমে কাৰ্যক্ষেত্ৰত পাহৰি যোৱা হ'ল। নতুন নতুন হাইস্কুল, কলেজ আৰু বিশ্ববিদ্যালয় স্থাপিত হ'ল আৰু ইতিমধ্যে তথাকথিত শিক্ষ বিস্তাৰৰ লগে লগে দেশৰ পৰা শ্ৰমৰ মৰ্যাদা আঁতৰি গ'ল আৰু চাকৰি কৰাৰ বাহিৰে আন কোনো প্ৰকাৰ স্বাধীন জীৱিকাৰ পথ গ্ৰহণ কৰা মনোবৃত্তি নাইকিয়া হৈ গ'ল। সকলো প্ৰকাৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে প্ৰাইমেৰী খাপৰ পৰা বিশ্ববিদ্যালয়ৰ শিক্ষা মুকলি হৈ থাকিল

আৰু বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ ভিত্তিত চাকৰিৰ উপযুক্ততা নিৰ্ণয় কৰা কাৰণে সেই পথেদিহে শিক্ষা বিস্তাৰ হৈ থাকিল। জনসংখ্যা আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যানুসাৰে কাৰীকৰী শিক্ষাৰ অনুষ্ঠান পতা নহ'ল আৰু আন কোনো পথ খোলা নথকাত বিশ্ববিদ্যালয়ৰ শিক্ষা লাভৰ দাবী ক্ৰমে বাঢ়ি থাকিল আৰু এতিয়াও বাঢ়ি আছে। দেশৰ এই যে এনে এটি পৰিস্থিতি হৈছে এই কথা বুজিবলৈ কাৰো বাকী নাই অথচ ইয়াৰ প্ৰতিকাৰৰ বাবে বলিষ্ঠ পদক্ষেপ ল'বলৈ কাৰো সাহস নাই। আনফালে নিৰ্ব্বাচনত জয়লাভ কৰিবলৈ সেই একে ধৰণৰ স্কুল-কলেজ পাতিবলৈ সংসদ আৰু বিধান সভাত থকা আৰু ভৱিষ্যতে হ'বখোজা সদস্য সকলে ৰাইজক উৎসাহ উদ্‌গনি দিয়েই আছে। কাৰিকৰী স্কুল নাইবা কুটিৰ শিল্প উন্নয়নৰ স্কুল কলেজ পতাত সেই ধৰণৰ উৎসাহ উদ্‌গনি দিয়া দেখা নাযায় আৰু ৰাইজেও সেইফালৰ পৰা কোনো দাবী জোৰেৰে উপস্থাপিত নকৰে। শিক্ষাৰ মান নামি গৈছে, বেছি সংখ্যক ল'ৰা-ছোৱালী পৰীক্ষাত ফেল হয়— পৰীক্ষা টান হয় ইত্যাদি ধৰণৰ আন্দোলনত হে যথেষ্ট সঁহাৰি পোৱা যায়। শিক্ষানীতি সম্বন্ধে আলোচনা কৰোঁতে শিক্ষাৰ দুটা ফাল চাবৰ আৱশ্যক হৈ পৰিছে— সেইবাবে।

শিক্ষাৰ মান উন্নয়ন অৰ্থাৎ বৰ্ত্তমান নীতিত চলোৱা শিক্ষানুষ্ঠান বিলাকৰ শিক্ষাৰ উন্নতি কেনেকৈ কৰিব পাৰি সেই বিষয়ে কৰ্ত্তৃপক্ষ, ৰাইজ আৰু শিক্ষাবিদ সকলৰ মনোযোগ আকৰ্ষিত হৈছে। বাতৰি কাকতবোৰৰ জৰিয়তে সেই বিষয়ে গম পোৱা যায়। শিক্ষকৰ উপযুক্ততা কেনেকৈ বাঢ়ে, শিক্ষক বিলাকক কেনেকৈ সন্তুষ্ট ৰখা যায়, স্কুলঘৰ উপযুক্ত ভাৱে কেনেকৈ সাজিব পাৰি, শিক্ষাদানৰ সা-সঁজালিৰ অভাব কেনেকৈ দূৰীভূত কৰিব পাৰি, সেই বিষয়ে যথেষ্ট আলোচনা হোৱা দেখা যায়, কিন্তু আমাৰ মনেৰে এটা কথাৰ ওপৰত বিশেষ দৃষ্টি বা মনোযোগ দিয়া দেখা নাযায়।

সেইটো হৈছে সকলো ল'ৰা-ছোৱালীৰ কাৰণে একে প্ৰকাৰ স্কুল পতা অৰ্থাৎ একে স্কুলতে বা একে শ্ৰেণীতে অতি বুদ্ধিমান, সাধাৰণ বুদ্ধিমান আৰু কম বুদ্ধিমান ল'ৰা-ছোৱালীক পঢ়োৱা হয়। শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী সকলক শিক্ষকে আগবঢ়া বা পাছ পৰি থকা ল'ৰা-ছোৱালী বিলাকক গ্ৰুপ কৰি শিক্ষা দিয়া বিধি প্ৰচলিত আছে যদিও কাৰ্যত সেইটো নানা কাৰণত হৈ নুঠে। আজি কালি স্কুলৰ সংখ্যাও বেছি আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও বেছি। বহু পুৰুষৰ পৰা নিৰক্ষৰ হৈ থকা বা লেখা পঢ়া শিক্ষাৰ অভ্যাস নথকা পৰিয়ালৰ পৰা অহা ল'ৰা-ছোৱালীৰ সংখ্যা এতিয়া সৰহ কিন্তু পাঠ্য পুথিৰ মান অনুসাৰে সকলোকে সমান শিক্ষা দিয়া সম্ভৱ হৈ নুঠে। ইয়াৰ উপৰিও আন এটি গুৰুতৰ প্ৰশ্ন এই ক্ষেত্ৰত নিহিত আছে।

সেইটো হৈছে— শিশুৰ বয়স অনুসাৰে মানসিক বুদ্ধিৰ বয়স সমান হয়, বয়স সমানে বাঢ়ে কিন্তু মানসিক বুদ্ধি সমানে নাবাঢ়ে। কি অনুপাতে বাঢ়ে তাৰ

সঠিক নিৰ্ণয় কৰিব নোৱাৰিলেও শিক্ষাবিদ সকলে এটা নিৰ্ণয় কৰিছে যাৰ সত্যতাৰ প্ৰমাণ পোৱা গৈছে। সেইটো হৈছে— সৰহ ভাগ ল'ৰা-ছোৱালীৰ মানসিক বুদ্ধি ১৬ বছৰ বয়সলৈকে বাঢ়ে অৰ্থাৎ ১৬ বছৰৰ ল'ৰা এজনৰ মানসিক বুদ্ধিৰ বয়স ১৬ হয়। ইয়াৰ পাছত মানসিক বুদ্ধি নাবাঢ়ে। ৪০/৫০ বা ৬০ বছৰীয়া লোক এজনৰ মানসিক বুদ্ধি ১৬ বছৰীয়া ল'ৰা এজনতকৈ বেছি নহ'ব? বেছি যেন দেখা যায়— জীৱনৰ অভিজ্ঞতাৰ লগত বুদ্ধিৰ যোগ সাধন হোৱাত।

যিবিলাক ল'ৰা-ছোৱালীৰ বুদ্ধি বেছি তীক্ষ্ণতৰ, সৰ্ব্বসাধাৰণতকৈ বেছি সেইবিলাক ল'ৰা-ছোৱালীৰ বুদ্ধি ২২ বছৰলৈকে বাঢ়ে। অৰ্থাৎ সাধাৰণ ল'ৰা ছোৱালীৰ বয়স যেতিয়া ২২ বছৰ, তেতিয়াও সেইবিলাকৰ মানসিক বুদ্ধিৰ বয়স ১৬ থাকি যায়, কিন্তু অতি বুদ্ধিমান ল'ৰা-ছোৱালীৰ বয়সযেতিয়া ২২ বছৰ সেইবিলাকৰ মানসিক বুদ্ধি বয়স ২২ হয়। তাৰ পাছত আৰু বুদ্ধি নাবাঢ়ে।

আকৌ কিছুমান ল'ৰা-ছোৱালীৰ বুদ্ধি ৯ বছৰ বয়সলৈকেহে বাঢ়ে। তাৰ পাছত বয়স বাঢ়ি গ'লেও বুদ্ধি নাবাঢ়ে।

এতিয়া ভাবি চাব লাগে যে যিবিলাক ল'ৰা-ছোৱালীৰ মানসিক বুদ্ধি ৯ তকৈ বেছি নহয়, সেই বিলাক ল'ৰা-ছোৱালীয়ে নিম্ন মাধ্যমিক (এম, ই, ভি) স্কুলৰ পাঠ্যক্ৰমকে ভালদৰে আয়ত্ত কৰিব নোৱাৰে। এই বিলাক ল'ৰা-ছোৱালীক যদি অনুগ্ৰহৰ ওপৰত ক্ৰমান্বয় প্ৰমোচন দি থকা যায়, প্ৰবেশিকা পৰীক্ষাত নিশ্চয় উত্তীৰ্ণ হ'ব নোৱাৰিব। অৱশ্যে অধ্যবসায়ৰ গুণত ২/৪ জনে মুখস্থ কৰি উত্তীৰ্ণ হ'বও পাৰে— কিন্তু সৰহ ভাগে নোৱাৰে আৰু সেই কাৰণে ফেলৰ সংখ্যা বাঢ়ি যায়। যি দুই চাৰিজন উত্তীৰ্ণ হয়, সেই বিলাকেও বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰম বুজিব পৰা নহয়। এই নিম্ন বুদ্ধিৰ ল'ৰা-ছোৱালী বিলাকক সাধাৰণ বুদ্ধিৰ (Average Inteligence থকা) ল'ৰা-ছোৱালীৰ লগত সমানে পাঠ দিয়া হয়, সিহঁতে বুজি নাপায়। সিহঁতৰ প্ৰতি বেছি মনোযোগ দিলে সিহঁততকৈ বেছি বুদ্ধিমান ল'ৰা-ছোৱালী বিলাকৰ শিক্ষাৰ ব্যাঘাত জন্মে। অতি বুদ্ধিমান যিবিলাক ল'ৰা-ছোৱালী সিহঁতৰ ক্ষতি বেছি হয়। ফলত শিক্ষাৰ মান উন্নয়নত বাধা উপস্থিত হয়। শিক্ষাদানৰ দোষত, প্ৰশ্ন কাকতৰ দোষত বা তদনুৰূপ কোনো দোষত ফেলৰ সংখ্যা বাঢ়িলে তাক নিবাৰণ কৰাৰ উপায় পোৱা টান নহয়, কিন্তু একে শ্ৰেণীতে তিনিও প্ৰকাৰ বুদ্ধিৰ ল'ৰা-ছোৱালীক শিক্ষা দিয়া দোষত ফেলৰ সংখ্যা যদি বাঢ়ে তাক নিবাৰণ কৰিবৰ উপায় কি? পাঠ্যক্ৰম পৰিবৰ্ত্তন কৰা নাইবা পৰীক্ষা লোৱা পদ্ধতি পৰিবৰ্ত্তন কৰাৰ পৰা এই দোষৰ নিবাৰণ নহ'ব। আমাৰ মতে এই দোষ তলত দিয়া ধৰণে কিছুপৰিমাণে নিবাৰণ কৰিব পৰা যায় —

ল'ৰা-ছোৱালী বিলাকৰ বুদ্ধি পৰীক্ষা কৰা কিছুমান নীতি স্থিৰ কৰিব লাগিব। বুদ্ধি পৰীক্ষা কৰা পদ্ধতি উদ্ভাৱিত হৈছে আছে। তাকে প্ৰয়োগ কৰি

ল'ৰা-ছোৱালী বিলাকক ভাগ কৰি পোলাব লাগিব। শিক্ষানুষ্ঠানবোৰো বেলেগ হ'ব লাগিব— কাৰণ এতিয়া ছাত্ৰ-ছাত্ৰীৰ সংখ্যা সৰহ। কিছুমান ল'ৰা-ছোৱালীক ছাত্ৰবৃত্তি খাপৰ ওপৰত শিক্ষা দিয়া বন্ধ কৰিব লাগিব। ইয়াৰ ওপৰত সাধাৰণ শিক্ষা বন্ধ কৰাৰ ব্যৱস্থা কৰি সিহঁতক এৰি দিলে নহ'ব। কিন্তু সিহঁতৰ বুদ্ধিৰ প্ৰখৰতা নাথাকিব পাৰে, মস্তিষ্কৰ দুৰ্বলতা থাকিব পাৰে, কিন্তু সিহঁতৰ স্বাস্থ্য আছে, শৰীৰত শক্তি আছে, উৎপাদন বৃদ্ধি কৰাৰ ক্ষমতা আছে, সিহঁতক তদনুৰূপ স্কুল পাতি বা কুটিৰ শিল্পৰ অনুষ্ঠান পাতি জীৱিকা অৰ্জনৰ পথ দেখুৱাই দিব লাগিব। প্ৰচলিত শিক্ষানীতি পৰিবৰ্ত্তনৰ এয়ে হ'ব লাগিব প্ৰথম পদক্ষেপ বা প্ৰথম সূত্ৰ।

যি বিলাক ল'ৰা-ছোৱালী অতি বুদ্ধিমান সেই বিলাকক বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে উপযুক্ত কৰি তুলিব লাগিব। সেই বিলাকৰ বাবেও তদনুৰূপ সুকীয়া অনুষ্ঠান পাতিব লাগিব। সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীৰ বাবে যিবোৰ শিক্ষানুষ্ঠান পাতিব তাৰ শিক্ষা শেষ হৈ যোৱাৰ পিচত বেছি সংখ্যক ল'ৰা-ছোৱালীৰে যাতে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ প্ৰতি ধাউতি কমি যায় তাৰ বাবে কাৰিকৰী বিদ্যালয় বা কৃষি বিদ্যালয় পাতি স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ পথ মুকলি কৰি দিব লাগিব।

যন্ত্ৰিক উদ্যোগে সৰ্বসাধাৰণ ৰাইজৰ মাজত নিবনুৱা সমস্যাৰ সৃষ্টি কৰে. গান্ধীজীয়ে এই বিষয় যথেষ্ট যুক্তি আৰু সকীয়নি দিছে। গান্ধীবাদৰ এই ফালটো অৱহেলা কৰিলে দেশৰ নিবনুৱা সমস্যা কাহানিও সামাধান নহ'ব। কৃষি বিষয়ে গৰুৰে হাল বোৱা প্ৰথা উচ্ছেদ কৰিবলৈ গান্ধীজীয়ে নিষেধ কৰিছে। যন্ত্ৰৰ সহায়েৰে মাটি চহ কৰিলে সৰহ সংখ্যক কৃষক নিবনুৱা হ'ব বুলি তেওঁ সকিয়াই দিছে। বৈজ্ঞানিক ধৰণে গৰুৰে হালবাই খেতিৰ উন্নতি কৰিবলৈ তেওঁ উপদেশ দিছে। কাকো পৈতৃক ব্যৱসায় এৰিবলৈ তেওঁ কোৱা নাই। আৰু উন্নত ধৰণে বৈজ্ঞানিক উপায়ে সকলো ব্যৱসায় কৰিবলৈ কৈছে। কোনো কাম হীন নহয়। কৰ্ম ভেদে জাতি ভেদ হ'ব নোৱাৰে বুলি কৈছে। শ্ৰমৰ মৰ্যদা এই খিনিতে তেওঁ বিস্তৃত ভাৱে ব্যাখ্যা কৰিছে। উন্নত ধৰণে আৰু বৈজ্ঞানিক উপায়ে কেনেকৈ পৈতৃক ব্যৱসায় ৰক্ষা কৰিব পাৰি তাকে শিক্ষা দিয়া নীতিৰ অন্তৰ্ভুক্ত কথা হ'ব লাগে। শিক্ষানীতি পৰিবৰ্ত্তনৰ এয়ে হ'ব লাগে দ্বিতীয় সূত্ৰ। কুটিৰ শিল্প উন্নয়নৰ এয়ে একমাত্ৰ উপায়।

বৰ্ত্তমানৰ প্ৰচলিত শিক্ষা পদ্ধতিয়ে চাৰিত্ৰিক দৃঢ়তা আনি নিদিয়ে। সুবিধাবাদী মনোভাৱৰ সৃষ্টি কৰে। চৰিত্ৰৰ দৃঢ়তা যি শিক্ষাই আনি নিদিয়ে সেই শিক্ষা অচিৰে পৰিত্যাগ কৰা বিধেয়। ভোগৰ পথেদি চাৰিত্ৰিক দৃঢ়তা অৰ্জন কৰিব নোৱাৰি। ত্যাগৰ পথেদিহে চাৰিত্ৰিক দৃঢ়তা অৰ্জন কৰিব পাৰি। ভাৰতীয় শিক্ষাৰ আদৰ্শ আছিল সমাজৰ কল্যাণৰ অৰ্থে নিজৰ স্বাৰ্থ ত্যাগ কৰিবৰ মনোবৃত্তি

গঠন কৰা। পৰক বঞ্চিত কৰি নিজে লাভবান হ'বলৈ যত্ন কৰিলে সমাজ দুষিত হৈ পৰে। আজি সমাজত যি আত্মকেন্দ্ৰিক মনোভাৱ জাগৃত হৈছে তাক নিৰ্ম্মূল কৰিবলৈ শিক্ষা পদ্ধতিৰ সংস্কাৰ অত্যাৱশ্যকীয় কথা। সমাজৰ দোষবোৰ শিক্ষাই হে আঁতৰ কৰে। পাশ্চাত্য দেশবোৰৰ (ভাৰতৰ কথাকেই নকওঁ) শিক্ষা বুৰঞ্জী অধ্যয়ন কৰিলে আমি দেখিবলৈ পাওঁ— শিক্ষাই হে সমাজ সংস্কাৰ কৰি আহিছে। সমাজ সংস্কাৰৰ নীতি শিক্ষা-নীতিৰ অন্তৰ্ভুক্ত কৰাটো অপৰিহাৰ্য। এই খিনিতে স্বাধীনতাৰ পূৰ্ব্বে ভাৰতৰ সামাজিক শিক্ষাৰ দৃঢ়তা কিমান খিনি আছিল তালৈ লক্ষ্য কৰা উচিত হ'ব। আমাৰ দেশত আজিও যিবিলাক কাঠ মিস্ত্ৰি, কমাৰ, বাঁঢ়ৈ, বোৱনী ইত্যাদি শিল্পী আছে তেওঁবিলাক বি, এ, বা এম, এ পাছ লোক নহয়। আজি কালি এনে ধৰণৰ শিল্পৰ যিবোৰ বিদ্যালয় স্থাপিত হৈছে, তাৰ পৰা পাছ কৰি অহা ছাত্ৰ সকলে সেই নিৰক্ষৰ মিস্ত্ৰী বা কাৰিকৰৰ সমান নিপুণ কিয় হ'ব নোৱাৰে? এই নিৰক্ষৰ মিস্ত্ৰী বা কাৰিকৰ বিলাকৰ লগত আলপৈছান ধৰা ল'ৰা বিলাকে সময়ত উপযুক্ত মিস্ত্ৰী বা কাৰিকৰ হৈ স্বাধীন জীৱিকা অৰ্জনৰ পথ উলিয়াব পাৰে। কিন্তু চৰকাৰী বিদ্যালয়ত পঢ়ি বা প্ৰশিক্ষণ লৈ অহা ছাত্ৰই স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ পথ নাপাই কিয় চাকৰি বিচাৰে আৰু চাকৰি নাপালে কিয় হতাশ হৈ পৰে? আন ফালে নিৰক্ষৰ মিস্ত্ৰী বা কাৰিকৰ সকলৰ লগত কথা বতৰা পাতিলে বুজা যায় যে তেওঁলোকে কিতাপ পঢ়িব নোৱাৰিলেও তেওঁলোক জ্ঞানী মানুহ, ন্যায় অন্যায় বিচাৰ জ্ঞান তেওঁলোকৰ আছে। সমাজ কল্যাণৰ মনোবৃত্তি তেওঁলোকৰ আছে আৰু ৰাষ্ট্ৰ আৰু ঈশ্বৰৰ প্ৰতি কৃতজ্ঞতা পূৰ্ণ অন্তৰ তেওঁলোকৰ আছে। এইবোৰ কথাৰ পৰা আমি এইটো উপলব্ধি কৰিব নোৱাৰো নে যে ভাৰতৰ সামাজিক শিক্ষা (Social Education) যি ধৰণে চলি আছিল, তাত কোনো ব্যয় নাছিল, তাৰ বাবে সুকীয়া অনুষ্ঠান পাতিব লগা হোৱা নাছিল আৰু সেই শিক্ষাত স্বাধীন জীৱিকা অৰ্জনৰ পথো পোৱা গৈছিল। আন ফালে সামাজিক শিক্ষাৰ মূল কথা নিৰক্ষৰতা বৰ্জন মাথোন নাছিল, আছিল জ্ঞান আহৰণ, দেশৰ কৃষ্টি সভ্যতা সংৰক্ষণ আৰু সমাজ সেৱাৰ মনোবৃত্তি। গান্ধীজীয়েও কৈছে যে নিৰক্ষৰ ব্যক্তি এজনো শিক্ষিত হ'ব পাৰে। আমৰ সমাজত তেনে লোকৰ অভাৱ নাই। আজি আমাৰ শিক্ষাৰ দৃষ্টিভঙ্গী আদৰ্শচ্যুত হোৱা বাবে দেশৰ শিল্প, কলা ঐতিহ্য প্ৰভৃতিৰ মূল্যবোধ আমাৰ নাইকিয়া হৈ গৈছে। এই সামাজিক মূল্যবোধ উদ্ধাৰৰ পথেদিহে সমাজ সংস্কাৰৰ নীতি পোৱা যাব। শিক্ষানীতি পৰিবৰ্ত্তনৰ এয়ে হোৱা উচিত চতুৰ্থ সূত্ৰ। প্ৰথম দ্বিতীয় ক্ৰমে এই সূত্ৰবোৰ উল্লেখ কৰিলেও কোনোটো সূত্ৰই অপ্ৰধান নহয় বুজিব লাগিব।

আমাৰ দেশ গণতান্ত্ৰিক। গণতান্ত্ৰিক দেশ বুলি কৈ আমি গৌৰৱ অনুভৱ কৰোঁ কিন্তু প্ৰকৃত গণতন্ত্ৰৰ পথেদি আমি গৈছো নে? সৰ্ব্বসাধাৰণ ৰাইজৰ

কল্যাণকামী ৰাষ্ট্ৰ আমি গঠন কৰিব পাৰিছোনে? পৰা হ'লে দেশত আজি এই হাহাকাৰ, বিশৃঙ্খলা, পৰস্পৰৰ প্ৰতি পৰস্পৰৰ বিদ্বেষ ইমান নহ'লহেঁতেন। পাশ্চাত্য দেশৰ প্ৰভাৱৰ পৰা আমি মুক্ত হ'ব পৰা নাই। নিজৰ দেশত গণতন্ত্ৰৰ যি আদৰ্শ আছে, নিজৰ দেশতে ৰাজনীতি, অৰ্থনীতি, সমাজনীতিৰ যিবোৰ অভ্ৰান্ত গ্ৰন্থ আছে তাক অৱহেলা কৰি আমি পাশ্চাত্য দেশৰ গণতন্ত্ৰৰ নীতি, ৰাজনীতি অৰ্থনীতি, সমাজনীতিৰ ভ্ৰান্ত গ্ৰন্থবোৰৰ সূত্ৰবোৰ প্ৰয়োগ কৰি সুস্থিৰ ভাৰতবৰ্ষত অস্থিৰতা আনি দিছো। ভাৰতবৰ্ষ ৰজা মহাৰজাৰ দেশ আছিল। অত্যাচাৰী ৰজা মহাৰজা ভাৰতবৰ্ষত বহু আছিল কিন্তু কোনো কালেই গণতন্ত্ৰৰ নীতি আজিৰ দৰে লুপ্ত হোৱা নাছিল। অত্যাচাৰিত, নিপীড়িত জনগণৰ প্ৰাণতো দেশ প্ৰেমৰ সোঁত ইমান ক্ষীণ হোৱা নাছিল। তাৰ কাৰণ আছিল আজি আমি যি সামাজিক মূল্যবোধ হেৰুৱাইছো, সেই সামাজিক মূল্যবোধ তেওঁলোকৰ পূৰ্ণমাত্ৰাৰে আছিল। যি দেশৰ যি ঐতিহ্য, যি সংস্কৃতি, যি পৰম্পৰা তাৰ ভিত্তিত হে শিক্ষানীতি সংগঠিত হয়। আন দেশৰ শিক্ষানীতি আমদানি কৰিলে দেশৰ কৃষ্টি, সংস্কৃতি, ঐতিহ্যৰ লগত সংঘাত হয়। সেয়ে হে বিশৃঙ্খলাৰ সৃষ্টি হয়। মহামহা শিক্ষাবিদ্ সকলে স্বীকাৰ কৰিছে এখন দেশৰ শিক্ষা সংস্কৃতি আন এখন দেশলৈ আমদানি কৰিব নোৱাৰি। শিক্ষা দৰ্শনৰ এই কথাবোৰ আমি আমাৰ শিক্ষানীতি নিৰ্দ্ধাৰণ কৰাত কিয় পাহৰি যাওঁ? গণতন্ত্ৰৰ আদৰ্শ ভাৰতৰ ৰাজতন্ত্ৰত সুস্পষ্ট হৈ আছে। ৰজা ৰামচন্দ্ৰ বা যুধিষ্ঠিৰৰ শাসন গণতান্ত্ৰিক আছিল। সুপণ্ডিত ৰাজনীতিবিদ ৰাৱণ ৰজাও গণতান্ত্ৰিক ৰজা আছিল। মহাভাৰতত থকা ভীষ্মৰ ৰাজনীতি, যোগবাশিষ্ঠ ৰামায়ণত থকা বশিষ্ঠৰ ৰাজনীতি (যি ৰাজনীতি ৰামচন্দ্ৰই শিক্ষা কৰিছিল) আৰু ৰাৱণ ৰজাৰ গণতান্ত্ৰিক নীতিয়েই ভাৰতৰ ঐতিহ্যৰ নিদৰ্শন। সেই ঐতিহ্যৰ ভিত্তিত আধুনিক গণতান্ত্ৰিক নীতি শিক্ষানীতিত অন্তৰ্ভুক্ত কৰিব নোৱাৰি জানো?

উচ্চ ইংৰাজী স্কুলবোৰ উচ্চতৰ মাধ্যমিক স্কুললৈ পৰিবৰ্ত্তন কৰি, নাইবা উচ্চতৰ মাধ্যমিক স্কুলবোৰ উচ্চ ইংৰাজী স্কুললৈ পৰিবৰ্ত্তন কৰি নাইবা এককে পাঠ্যক্ৰমকে ১০ বছৰীয়া বা ১২ বছৰীয়া কৰি অদল বদল কৰাৰ পৰা শিক্ষানীতিৰ পৰিবৰ্ত্তন সাধিত নহয়; পৰীক্ষা লোৱা পদ্ধতি পৰিবৰ্ত্তন কৰিলেও শিক্ষানীতি পৰিবৰ্ত্তন নহয় বা শিক্ষাৰ মান উন্নয়ন নহয়।

বৰ্ত্তমান পৰিস্থিতিত দেশৰ অভাৱ অভিযোগ জাতীয় চৰিত্ৰ ইত্যাদিৰ ফালে লক্ষ্য ৰাখিহে শিক্ষানীতি নিৰ্দ্ধাৰণ কৰিব লাগিব। গড্ডলিকা প্ৰৱাহত গতি কৰিলে নচলিব। ভাৰতীয় ৰাজনীতি, অৰ্থনীতি, সমাজনীতি সকলো নীতি সত্যৰ ওপৰত প্ৰতিষ্ঠিত, সেয়ে হে ভাৰতীয় শাস্ত্ৰবোৰ অভ্ৰান্ত। ভাৰতীয় শাস্ত্ৰবোৰৰ প্ৰতি শ্ৰদ্ধাহীন হ'লে ভাৰতীয় সংস্কৃতি ৰক্ষিত হোৱাৰ আশা নাই। প্ৰত্যেক

ভাৰতবাসীৰ অন্তৰত ভাৰতীয় কৃষ্টি সংস্কৃতিৰ বীজ নিহিত আছে। সেই বীজ অঙ্কুৰিত কৰাহে শিক্ষানীতিৰ উদ্দেশ্য হ'ব লাগে। সেই বীজ ধ্বংস কৰি নতুন বীজ ৰোপন কৰিবলৈ যত্ন কৰিলে প্ৰগতিৰ পথ ৰুদ্ধ হ'ব— ই সহজেই অনুমেয়। ভাৰত ভূমিত, ভাৰতীয় জলবায়ুত ভাৰতীয় শিক্ষা ভাৰতীয় লোকৰ উপযোগী হ'ব লাগিব। পাশ্চাত্য শিক্ষানীতিয়ে এতিয়াও স্পষ্ট গঢ় ল'ব পৰা নাই কিন্তু ভাৰতীয় শিক্ষানীতিৰ স্পষ্ট ছবি আছে। বিজ্ঞানৰ যি উন্নতিয়ে আজি সমগ্ৰ জগতত চমকপ্ৰদ পৰিস্থিতিৰ সৃষ্টি কৰিছে— ভাৰতবৰ্ষত সি একো নতুন কথা নহয়। ভাৰতীয় সভ্যতাৰ দিক্ দৰ্শন কৰিলে সেইটো স্পষ্ট প্ৰতীয়মান হ'ব। পাশ্চাত্য বিজ্ঞান আৰু ধৰ্ম্মগ্ৰন্থ বাইবেলত পোৱা যায় যে আজিৰ পৰা ৪০০ বছৰ আগলৈকে সূৰ্যহে পৃথিৱীৰ চাৰিও ফালে ঘূৰি আছিল কিন্তু ভাৰতীয় বিজ্ঞানত কতো এনে কথা পাবলৈ নাই। পাশ্চাত্য বিজ্ঞানৰ বয়স কিমান? ভাৰতীয়ই আজি নিজক পাহৰিব ধৰিছে। ই বুদ্ধিভ্ৰংশই অধঃপতনৰ কাৰণ হয়। 'বুদ্ধিভ্ৰংশাৎ বিনশ্যতি'— ই ভগৱান শ্ৰীকৃষ্ণৰ সকীয়নি।●

# শিক্ষাৰ দোষ

ভাৰত ভূমিত ভাৰতীয় সংস্কৃতিৰ ভিত্তিত শিক্ষা নীতি ৰচিত আজিও নহ'ল। আজিও প্ৰবল প্ৰচেষ্টা চলি আছে ভাৰতীয় সংস্কৃতিক সম্পূৰ্ণ লুপ্ত কৰি দিবলৈ। আজি আমাৰ ভাৰতীয় পোছাক পৰিচ্ছদত ৰুচি নাই। ভাৰতীয় খাদ্যত ৰুচি নাই আৰু ভাৰতীয় সামাজিকতাৰ নীতি নিয়মত শ্ৰদ্ধা নাই। ধুতি চাদৰ উঠি গ'ল, হিন্দুজাতিৰ গোমাংস খোৱাত সংকোচ নোহোৱা হৈ আহিছে। ভাৰতীয় সংসদত গো-হত্যা নিবাৰণ কৰিলে খাদ্য সমস্যাই দেখা দিব বুলি উচ্চ কণ্ঠে বক্তৃতা দিয়া শুনা যায়। গোৰক্ষা বা গোপালনৰ বিষয় সেই সদস্যাই যদি সেই উষ্মা বা উৎসাহেৰে বক্তৃতা দিলেহেঁতেন বুজিব পৰা গ'লহেঁতেন যে খাদ্য উৎপাদন কৰিলেহে অৰ্থাৎ গো-ৰক্ষা আৰু গো-পালন কৰিলেহে গো-মাংস খাদক সকলৰ সেই ধৰণৰ খাদ্য সমস্যা সমাধানৰ পথ ওলায়। কৃষি বিভাগে ঘাঁহ ৰুই দেখুৱাই দিছে গো-পালনৰ বাবে সহজ পদ্ধতি কি? কেইজন অসমীয়া মানুহে ঘাঁহৰ খেতি কৰিসেই ঘাঁহ গৰুক খুৱাই গৰুৰ যত্ন কৰিছে? কিন্তু নিৰ্ব্বাচনৰ প্ৰতীক 'গৰু হাল' লৈ আজি উভয় কংগ্ৰেছ দলত বিৰোধ উপস্থিত হৈছে। গৰুৱে ঘিউ, মাখন, দুধ, দৈ দিব, মৰিলে তাৰ ছালেৰে জুতা আৰু অন্যান্য সামগ্ৰী তৈয়াৰৰ যোগান ধৰিব, হাড়েৰে চেনি নিমখ পৰিস্কাৰ কৰাৰ সমল যোগাব। গোবৰেৰে উৎকৃষ্ট সাৰ যোগান ধৰিব আৰু হালত বাই খাদ্য শস্য উৎপাদন কৰি দিব। সেই গৰুক হত্যা কৰি খাদ্য সমস্যা সমাধান কৰাৰ আৰু কিবা উত্তম উপায় আছে নে? উপকাৰীৰ উপকাৰ স্বীকাৰ কৰাৰ বা কৃতজ্ঞতা প্ৰকাশ কৰাৰ অন্য কিবা উপযুক্ততৰ পন্থা আছে নে?

এনে ধৰণৰ মনোবৃত্তি হিন্দুৰ কিয় হয়? ই শিক্ষাৰ দোষ নহয় নে? গো-হত্যা নিবাৰণৰ পথত বাধা কি? খাদ্য সমস্যা নে হিন্দুত্ব লোপৰ ব্যৱস্থা? উৎপাদিত শস্যৰ লুকাই থোৱা শস্য কিমান সমুদ্ৰগৰ্ভত বিলীন হৈ গ'ল, চৰকাৰী গুদামত পচি গ'ল। পচি যাব ধৰিছে। কিমান শস্য চোৰাং কাৰবাৰীয়ে বিদেশলৈ ৰপ্তানি কৰিব ধৰিছে তাৰ তুলনাত যতবোৰ গো-হত্যা হৈছে সেই গো-মাংসই বেছি পৰিমাণৰ খাদ্যৰ যোগান ধৰিছে নে? সেই পৰিসংখ্যা বিচাৰৰ আৱশ্যক নাই নে কি?

আজিৰ দিনত খবৰৰ কাগজখন খুলি ললেই পোৱা যায়, নাৰী ধৰ্ষণ, পিতৃহত্যা, ভ্ৰাতৃহত্যা, সন্তান হত্যাৰ খবৰ। সংযমহীনতাৰ চৰম অৱস্থা। তথা

কথিত আধুনিক শিক্ষাত শিক্ষিত লোকৰ, প্ৰগতিমূলক শিক্ষাৰ ধ্বজাধাৰী সকলৰ এয়েহে প্ৰগতি। আন দেশৰ বিবাহটো চুক্তি মাথোন। কাৰণ উপস্থিত হ'লে আদালতত প্ৰমাণিত হ'লে সেই চুক্তিৰ হাতৰ পৰা যেতিয়াই তেতিয়াই সাৰিব পাৰি ; কিন্তু হিন্দুৰ বিবাহ ধৰ্মীয় অনুষ্ঠান। ইহ জীৱনত তাক ভঙ্গ কৰিবৰ বাট নাছিল। সেইবাবে ৰেজিষ্ট্ৰি বিবাহ আইন সঙ্গত কৰা হ'ল এতিয়া পিতৃমাতৃৰ বিনানুমতিত পৰস্পৰৰ সম্বন্ধ বিচাৰ নকৰি, জাতি কুল বিচাৰ নকৰি বিবাহ হৈ যায়। সংযমৰ কোনো ধাৰ নধৰে কোনেও। এই বিষয়ে আইনৰ দোষ দিয়া হ'ব নে শিক্ষাৰ দোষ দিয়া হ'ব?●

# ভাবৰ বুৰবুৰণি

**পৰীক্ষাৰ ফলাফল ঃ**

উচ্চমাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক স্কুলবিলাকৰ শেষ পৰীক্ষাত সৰহ ভাগ ল'ৰা-ছোৱালী ইংৰাজীত ফেল হৈছে। তাৰ কাৰণ বিশ্লেষণ কৰিলে পোৱা যায়—

(১) বিদেশী ভাষা শিক্ষাৰ বাবে মাতৃভাষাৰ জ্ঞান থাকিব লাগে। মাতৃভাষাৰ কোন শব্দৰ কি অৰ্থ সেই অৰ্থৰ তুলনাতহে বিদেশী শব্দৰ লগত পৰিচিত হ'ব পাৰি। মাতৃভাষাৰ ব্যাকৰণ জ্ঞান হ'লেহে বিদেশী ভাষাৰ ব্যাকৰণ বুজিব পাৰি। সেইবাবে প্ৰাইমেৰী স্কুলৰ তৃতীয় শ্ৰেণীত কৰ্ত্তা, কৰ্ম, ক্ৰিয়া, উদ্দেশ্য, বিধেয় ইত্যাদি বিষয়ে ব্যাকৰণৰ জ্ঞান দিব লাগে। কাৰ্য্যত দেখা যায় যে সেইখিনি জ্ঞান হোৱাৰ পূৰ্বে ইংৰাজী ভাষা হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত শিক্ষা দিবলৈ আৰম্ভ কৰা হয়। ৫ম শ্ৰেণীত ইংৰাজী ভাষাৰ গ্ৰামাৰ শিক্ষা দিবৰ সময়ত মাতৃভাষাৰ ব্যাকৰণৰ জ্ঞান নহয়েই ; কিন্তু ৫ম শ্ৰেণীত মাতৃভাষাৰ ব্যাকৰণ জ্ঞান যথেষ্ট পৰিমাণে আগবাঢ়িব লাগে।

(২) আজি কালি স্কুলবিলাকত ইংৰাজী শিক্ষা দিয়া পদ্ধতিত বহুতো ভুল-ক্ৰটী অবহেলা আছে। ভাষা এটিক বৈজ্ঞানিক ধৰণে— ব্যাকৰণগত ভাৱে শিক্ষা নিদিলে সেই ভাষা শিকাব নোৱাৰি।

(৩) কোনো শ্ৰেণীতে পাঠ্যক্ৰম শেষ নহয় বা খৰচিমাৰি শিক্ষা দিয়া নহয়। শ্ৰেণীটোৰ উপযুক্ত জ্ঞান নোহোৱাকৈ ওপৰ শ্ৰেণীলৈ প্ৰমোচন পায়।

(৪) যি বিলাক শিক্ষকে ইংৰাজী বিষয়টো শিক্ষা দিয়ে তেওঁলোকৰ ভিতৰতো বহুতে শুদ্ধ ইংৰাজী লিখিব নাজানে।

(৫) শিক্ষা দানৰ পুৰণি পদ্ধতিবোৰ এৰি পেলোৱা হৈছে— তাত পৰিশ্ৰম আছে বুলি ভাবি ; কিন্তু তাতকৈ নতুন সহজ পদ্ধতি এতিয়াও ওলোৱা নাই বা গ্ৰহণ কৰা নাই। এতিয়া প্ৰশ্নোত্তৰ ধৰণে (পৰীক্ষাৰ প্ৰশ্ন আৰু উত্তৰ হিচাবে) হে শিক্ষা দিয়া হয়। শিক্ষা দানৰ পূৰ্ব্বে বা শিক্ষা গ্ৰহণৰ পূৰ্ব্বে প্ৰশ্ন কৰি পৰীক্ষা লোৱাৰ বা ছাত্ৰই প্ৰশ্নৰ উত্তৰ দিয়াৰ প্ৰশ্ন কেনেকৈ উঠে? ইংৰাজী বাক্যটোৰ ভাঙনি কৈ দি বা ল'ৰাক অসমীয়া অনুবাদ শিকাই মাত্ৰ শিকাই ইংৰাজী ভাষা শিক্ষা দিব নোৱাৰি।

(৬) বহী-চাবৰ ভাতত লিখা কাম [illegible] নহয়, [illegible]।

চাই দিয়া বহীতো অশুদ্ধকৈ শিক্ষকে লিখি দিয়া প্ৰমাণ পোৱা যায়। বহী চালে শিক্ষকৰ নজনা দোষ ওলাই পৰিব বুলিও ল'ৰাৰ লিখা বহীবোৰ চোৱা নহয়। নিয়মিত ভাবে বহী চাই ভুল শুদ্ধ কৰি দি অশুদ্ধ বিলাকৰ বিষয়ে শ্ৰেণীত আলোচনা নকৰিলে শিক্ষাদান সম্পূৰ্ণ নহয়। সকলো কাম ধাৰাবাহিক ভাবে নিয়াৰিকৈ নিয়মিত ক্ৰমত কৰিলেহে হয়।

(৭) ইংৰাজী ভাষা, মাতৃভাষা বা অন্যান্য বিষয়বোৰৰ শ্ৰেণীৰ মান হিচাবে জ্ঞান নোহোৱাকৈ বছৰি ওপৰি শ্ৰেণীলৈ গৈ থাকি বজাৰৰ নোট মুখস্থ কৰি শেষ পৰীক্ষা পাছ কৰা টান।

## সাম্প্ৰদায়িকতাৰ অভিশাপ —

ধৰ্ম্মৰ নামত আজি দেশত লুট. গৃহদাহ আৰু হত্যা অবাধে চলিব লাগিছে। দেশ বিভাজন হ'ল তথা কথিত ধৰ্ম্মৰ বিভেদজ্ঞানৰ ভিত্তিত ; কিন্তু ধৰ্ম্মৰ নামত ব্যক্তিগত, জাতিগত আৰু সম্প্ৰদায়গত বিদ্বেষৰ ওৰ নপৰিল। গুজৰাটৰ আহমেদাবাদত, বিহাৰৰ চৈবাছাত আৰু মহাৰাষ্ট্ৰৰ ভিৱাণ্ডী আৰু জলগাৱত তাৰেই তাণ্ডৱ লীলা সংঘটিত হৈ গ'ল। বোমা বা এচিড্ বাল্ব্ গছত নফলে যে তাক ইচ্ছামতে পাৰি আনি সামান্য উত্তেজনাময় বিভেদৰ উপলক্ষমাত্ৰকে আশ্ৰয় কৰি প্ৰতিপক্ষৰ বিৰুদ্ধে নিক্ষেপ কৰিব পাৰি। যেতিয়া সামান্য আলমতে এইবোৰ ব্যৱহৃত হয়, তেতিয়া বুজিবলৈ বাকী নাথাকে যে ইয়াৰ বাবে পূৰ্ব্ব প্ৰস্তুতি আছিল। প্ৰধান মন্ত্ৰীয়ে ইয়াৰ ভিতৰত সংখ্যাগৰিষ্ঠ আৰু সংখ্যালঘিষ্ঠ দুই সম্প্ৰদায়ৰ মাজত ভাৰতীয় জনগণক বিভাগ কৰি লৈ সংখ্যালঘিষ্ঠ সম্প্ৰদায়ৰ ৰক্ষাকৰ্ত্ৰীৰ ভূমিকা গ্ৰহণ কৰিছে। এই বিভাজন আৰু এটা সম্প্ৰদায়ক ৰক্ষা কৰাৰ ভূমিকাত যে সাম্প্ৰদায়িকতাৰ বিদ্বেষ নকমে বাঢ়ি যায় সেই বিষয়ে ৰক্ষাকৰ্ত্ৰীৰ দৃষ্টি নাই।

আন ফালে ভাৰতবৰ্ষত তাতোকৈ বেছি বিপজ্জনক হিংসাত্মক দলসমূহৰ আৰ্বিভাৱ হৈছে। সেই দলবোৰ দমনৰ বিৰুদ্ধে প্ৰধান মন্ত্ৰীৰ অনুভূতি বা কাৰ্য্যপন্থাৰ অভাৱ দেখা গৈছে। নক্সালপন্থীৰ হিংসাত্মক কাৰ্য্যপন্থাই আঞ্চলিক বিদ্বেষৰ ভিত্তিত হিংসাত্মক ঘটনা সমূহে নাইবা ভাষাৰ ভিত্তিত হোৱা হিংসাত্মক কাৰ্য্যসমূহে প্ৰধান মন্ত্ৰীৰ মনত কোনো প্ৰকাৰ উদ্বিগ্নতা প্ৰকাশ কৰিছে বুলি অনুমিত নহয় আৰু তাক দমনৰ বাবে কাৰ্য্যপন্থা গ্ৰহণৰ চিন্তা কৰা বুলিও বুজা নাযায়। আকৌ ভূমি সংক্ৰান্ত যিবোৰ সমস্যাই ভাৰতীয় সমাজত দেখা দিছে নাইবা মজদুৰ সন্থাবিলাকৰ মাজত যিবোৰ সমস্যাৰ উদ্ভৱ হৈ দেশখনক হিংসা আৰু বিদ্বেষৰ বহ্নিত জাপি দিছে, তাৰ বিৰুদ্ধে কোনো প্ৰকাৰ কাৰ্য্যকৰী পন্থা গ্ৰহণৰ প্ৰযত্নও পৰিলক্ষিত নহয়। আজি সমগ্ৰ দেশতে সাম্প্ৰদায়িক আৰু ৰাজনৈতিক হত্যা হাংগামা অবাধে অনুষ্ঠিত

হ'ব লাগিছে। দেশত কাৰো মনত শান্তি নাই, আছে ভয়, উদ্বিগ্নতা আৰু অশান্তি। সৰ্বোপৰি বিৰাজ কৰিছে বস্তু-মূল্য বৃদ্ধিৰ আক্ৰমণত জনগণৰ দৈনন্দিন জীৱন যাত্ৰাৰ দুশ্চিন্তা আৰু উদ্বেগ।

দেশৰ এই অশান্তি বিশৃঙ্খলাৰ সুযোগ লৈ বৈদেশিক শত্ৰুসকলে দেশদ্ৰোহী ভাৰতীয় এদল লোকৰ সহায়ত পঞ্চম বাহিনী গঠন কৰি সমস্যা জুৰুলা দেশখনক আৰু জুৰুলা কৰিব ধৰিছে। এই সমস্যাৰ সমাধান কোন পথেদি হ'ব?

কোনো অভিজ্ঞতাই আমাক কোনো শিক্ষাকে নিদিয়ে নেকি?

দেশৰ জনগণৰ কল্যাণতকৈ ক্ষমতা লাভ, স্বকীয় ক্ষমতা আৰু গাদীৰক্ষাই হৈছে বেছি আকাঙ্খাৰ ধন। ভাৰতৰ প্ৰশাসনীয় শক্তি বা ৰাজনৈতিক অধঃপতনৰ সীমা আৰু কিমান দূৰত?●

# শিক্ষা আৰু প্ৰশাসনৰ ব্যৰ্থতা

শিক্ষা ব্যৱস্থাৰ মূলনীতি কি হ'ব লাগে? শিক্ষা বিজ্ঞানৰ আদৰ্শ আৰু মনস্তাত্বিক ভিত্তিত বাদেও শিক্ষা ব্যৱস্থাই সামাজিক প্ৰয়োজনীয়তাৰ পটভূমিত থিয় দিব লাগে।

বৰ্তমান সমাজৰ যি অৱস্থা হৈছে সেইটো শিক্ষাবিদৰ দৃষ্টিভঙ্গীৰে নেচালেও সৰ্বসাধাৰণ শিক্ষিত লোকৰ দৃষ্টিত জ্বল্ জ্বল্ পট্ পট্কৈ ওলাই পৰিছে যে—

(১) দেশৰ মানুহৰ জীৱন যাত্ৰাত নানা আলৈ আহুকালে দেখা দিছে আৰু তাৰ কাৰণ হৈছে—

(২) সৰহভাগ মানুহে কৃষ্টি সভ্যতাৰ তথা মানৱীয়তাৰ মূল নী তিবোৰ হেলাৰঙে ভঙ্গ কৰিব ধৰিছে আৰু তাৰ কাৰণ হৈছে প্ৰথমতঃ ভোগ বিলাসৰ অদম্য তৃষ্ণা আৰু দ্বিতীয়তঃ আত্মকেন্দ্ৰিক মনোভাৱ অৰ্থাৎ সমাজ কল্যাণৰ বাবে সমাজত পূৰ্বৰ পৰা প্ৰচলিত হৈ থকা ত্যাগ নীতিৰ সম্পূৰ্ণভাৱে পৰিবৰ্জন, তৃতীয়তঃ সমাজৰ মানুহৰ দ্বাৰাই সমাজত অভাৱ-অনাটন সৃষ্টিৰ মনোবৃত্তি গ্ৰহণ আৰু চতুৰ্থতঃ ব্যক্তিৰ ব্যক্তি চৰিত্ৰৰ আদৰ্শৰ পৰা স্খলন— আৰু এইবিলাকৰ কাৰণ হৈছে—

(৩) প্ৰশাসনীয় ব্যৱস্থাৰ কৰ্তাসকলৰ দেশৰ পৰাম্পৰা ভঙ্গ কৰি, দেশৰ কৃষ্টি সভ্যতাক উলাই কৰি ভিন্ দেশৰ আৰ্হিত নতুন পৰাম্পৰা সৃষ্টিৰ অজুহাতত নিজৰ নিজৰ ক্ষমতা অক্ষুণ্ণ ৰখাৰ তীব্ৰ আকাঙ্খাৰ বশৱৰ্তী হৈ মৌলিক স্বত্ব অধিকাৰ আৰু সাংবিধানিক ধাৰাৰ নতুন ৰূপদানৰ অক্ষম প্ৰচেষ্টা।

শিক্ষা ব্যৱস্থা নিৰ্দ্ধাৰণ কৰিবৰ সময়ত এইবোৰ বিষয়ৰ প্ৰতি দৃষ্টি নিদিলে শিক্ষা ব্যৱস্থা সাৰ্থক হ'ব নোৱাৰে ব্যৰ্থ হয়। এই সম্পৰ্কত গান্ধীজীৰ কি মত আছিল সেইটো বিচাৰ কৰাৰ আৱশ্যক আছে।

"ভাৰতবৰ্ষই ভাৰতবৰ্ষৰ জলবায়ু, ভাৰতবৰ্ষৰ প্ৰাকৃতিক দৃশ্য বা ভাৰতত বিদ্যমান থকা প্ৰকৃতি আৰু ভাৰতীয় সাহিত্যৰ ওপৰত ভিত্তি কৰি বৃদ্ধি পাব লাগিব। আমি আৰু আমাৰ শিশু বিলাকে আমাৰ দেশৰ পৰাম্পৰাৰ ভিত্তিত শিক্ষিত হ'ব লাগিব। আমি যদি আনৰ পৰা পৰাম্পৰা ধাৰ কৰি আনোঁ, আমি আমাৰ নিজৰ পৰম্পৰাক দুখীয়া বা দুৰ্বল কৰিম। আমি ভিন দেশে যোগোৱা খাদ্যদ্ৰব্যৰ ওপৰত নিৰ্ভৰ কৰি কেতিয়াও বৰ্তি থাকিব নোৱাৰিম।" **(India has to flourish in her own climate and scenery and her own literature. We and our children must build on our own heritage. If we borrow another we impoverish our own. We can never grow on**

foreign victuals.)

আমি জাতিৰ জনক বুলি গান্ধীজীক আখ্যা দিওঁ এই জনকক আমি স্বীকৃতি দিছোঁ নে? তেওঁৰ কথা মতে আমি শিক্ষা ব্যৱস্থাৰ প্ৰচলন কৰিছোঁ নে? যি দেশত পিতৃবাক্য পালনৰ বাবে পৰশুৰামে মাতৃহত্যা কৰিছিল আৰু শ্ৰীৰামচন্দ্ৰই ৰাজপাট এৰি চৈধ্য বছৰৰ বাবে বনবাসী হৈছিল সেই দেশত জাতিৰ জনকৰ কথা আমি কিমান খিনি পালন কৰিছোঁ? ব্যক্তি চৰিত্ৰই জাতীয় চৰিত্ৰ— ব্যক্তিয়ে যেনেদৰে পিতৃবাক্য পালনৰ আদৰ্শ দেখুৱাই দেশৰ পৰম্পৰা সৃষ্টি কৰিছিল, জাতিটোৱেও জাতিৰ জনকৰ বাক্য পালন কৰি সেই পৰম্পৰা ৰক্ষা কৰিব নালাগে নে?

গান্ধীজীয়ে কৈছিল যে মিছা শিক্ষাৰে ভাৰতীয় শিক্ষাক অভাৰতীয় কৰি আমাৰ দেশৰ কোটি কোটি মানুহৰ প্ৰতি অন্যায় কৰি থকাৰ প্ৰমাণ মই নিতৌ পাব লাগিছোঁ। (I find daily proof of the increasing and continuing wrong being done to the millions by our false de-Indianising education) ।

একে শিক্ষাকে আমি চলাই থকা নাইনে? চাকৰিমুখী শিক্ষাটো চলাই থকা কাৰণে আমি দৰিদ্ৰৰ পৰা দৰিদ্ৰতৰ অৱস্থালৈ দ্ৰুতভাৱে গতি কৰি থকা নাইনে— আৰু তাৰ বাবে আমি ব্যক্তি চৰিত্ৰ আৰু মূল আদৰ্শৰ পৰা ভ্ৰষ্ট হোৱা নাইনে?

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে দেশৰ সৰ্বপ্ৰকাৰ ছাত্ৰ-ছাত্ৰীক উপযুক্ত কৰি তুলিবৰ প্ৰচেষ্টা কৰা উচিত হৈছে নে, তাৰ বাবে (বিশ্ববিদ্যালয়ৰ শিক্ষাৰ লগত সমন্বয় ৰক্ষাৰ বাবে) বৰ্তমান ধৰণৰ মাধ্যমিক আৰু উচ্চ মাধ্যমিক স্কুলবোৰ বঢ়াই যোৱাৰ কিবা অৰ্থ আছেনে? এই সম্পৰ্কে গান্ধীজীয়ে কি কৈছে চোৱা যাওক। গান্ধীজীয়ে কৈছে— "শিক্ষাৰ ক্ষেত্ৰত যি অপৰাধমূলক অপচয় হ'ব ধৰিছে তাতকৈ উচ্চ শিক্ষাৰ ক্ষেত্ৰত এটা সাময়িক অন্ধকাৰ সৃষ্টিকো মই সমৰ্থন কৰিম।" (I would prefer termporary chaos in higher education to the criminal waste that is daily accumulating) ।

জাপানৰ শিক্ষাৰ উদাহৰণ দি গান্ধীজীয়ে কৈছে যে— "জাপানত জাপানীবিলাকৰ দ্ৰুত উন্নতিৰ কাৰণ হৈছে জাপানৰ শিক্ষা ব্যৱস্থাই পাশ্চাত্য শিক্ষা কেইজনমান নিৰ্বাচিত লোকৰ বাবে ৰাখি সৰ্বসাধাৰণৰ শিক্ষাত বাধা আৰোপ কৰিছিল আৰু পাশ্চাত্য শিক্ষাত যদি কিবা নতুন শিক্ষাৰ বিষয় থাকে সেইটো সৰ্বসাধাৰণে সেই কেইজন নিৰ্বাচিত লোকৰ পৰা নিজৰ মাতৃ ভাষাত শিক্ষা কৰিব বা জানি ল'ব।" (The rapid progress of the Japanese was due to the restriction of the learning of the western mode to a select

few and using them for transmission of the new knowledge among the Japanese through their own mother tongue) ।

আমাৰ প্ৰশাসনৰ কৰ্তৃপক্ষই এই পথেদি চিন্তা কৰিছে নে?

আমাৰ দেশৰ বৰ্তমান প্ৰয়োজন হৈছে ব্যক্তি চৰিত্ৰ উন্নত কৰা ঃ তাৰ বাবে সৎলোকৰ হাতত ক্ষমতা আৰোপ কৰা ; সেই বিলাক লোকৰ হাতত মন্ত্ৰী পদ থকা উচিত, যিবিলাকে নিজৰ গাদি ৰক্ষাৰ বাবে ব্যস্ত নহৈ দেশৰ কল্যাণ চিন্তা কৰে। তেনে লোক মন্ত্ৰী পদৰ বাবে পোৱা যাব নে?

আজি প্ৰশাসনীয় ব্যৱস্থা ব্যৰ্থ হৈছে মৌল নীতি ৰক্ষা নকৰি নিজৰ স্বাৰ্থ ৰক্ষাৰ বাবে ব্যস্ত থকা মানুহৰ হাতত মন্ত্ৰী পদ থকা বাবে। দেশত যদি আন্দোলন কৰিবৰ আৱশ্যক হয়, বিভিন্ন পৰ্যায়ত বিভিন্ন সমস্যাৰ ভিত্তিত আন্দোলন নকৰি একমাত্ৰ এই সমস্যাটোৰ ওপৰত ভিত্তি কৰি আন্দোলনৰ কাৰ্য্য-পদ্ধতি নিৰ্মাণ কৰি নিৰুপদ্ৰৱে অহিংস নীতিত শান্তিপূৰ্ণভাৱে আন্দোলন আৰম্ভ কৰিব লাগে। নিজৰ নিজৰ স্বাৰ্থৰ বাবে আন্দোলন কৰাৰ পৰা দেশৰ বা সৰ্বসাধাৰণ ৰাইজৰ স্বাৰ্থৰ হকে কৰা নহয়, তেনে আন্দোলনৰ সাৰ্থকতা বৰ্তমান দেশৰ পৰিস্থিতিত অযোগ্য। জাতীয় চৰিত্ৰ নিৰ্মাণৰ আন্দোলন হে আৱশ্যক হৈছে। ৰাইজৰ কল্যাণ সাধনৰ বাবে আন্দোলন লাগে।●

# চৰিত্ৰই ভাগ্য— ছাত্ৰ-ছাত্ৰীসকললৈ উপদেশ

## মূল ঃ ডঃ ৰাধাকৃষ্ণন (অসমীয়ালৈ অনুবাদ কৰা হৈছে)

আমাৰ অদূৰ ভৱিষ্যতত যি সময় আগবাঢ়ি আহিব ধৰিছে, সেই সময়ে অতি জটিল আৰু কঠিন ৰূপ লৈ আহিব ধৰিছে। যেই শতাব্দীমানৰ ভিতৰত আন আন দেশত যিবোৰ আন্দোলন বা জনজাগৰণ সংঘটিত হৈছিল, প্ৰায় একে সময়তে কম-বেছি পৰিমাণে তেনে আন্দোলন আমাৰ দেশতো সংঘটিত হৈছে। চতুৰ্দশ শতাব্দীৰ পৰা ষোড়শ শতাব্দীলৈকে ইউৰোপত যি শিল্প আৰু সাহিত্যৰ পুনৰভ্যুদয় বা নৱজাগৰণ হৈছিল, ষোড়শ শতাব্দীত যি ধৰ্ম-বিপ্লব হৈছিল আৰু যি ঔদ্যোগিক আৰু ৰাজনৈতিক আন্দোলন হৈছিল, সেই বিপ্লৱ আৰু আন্দোলনসমূহে আমাৰ স্বাধীনতাৰ এই কেইবছৰৰ ভিতৰতে আমাৰ চকুৰ আগত কি শিক্ষা দাঙি ধৰিছে? আমি যদি ৰাজনৈতিক বিপ্লৱ সাধনৰ লগে লগে সামাজিক আৰু অৰ্থনৈতিক বিপ্লৱৰো অনুসূচনা কৰোঁ, তেন্তে আমি আমাৰ বিশ্ববিদ্যালয়সমূহৰ পৰা বৈজ্ঞানিক, যন্ত্ৰবিদ, যন্ত্ৰ শিল্পী, কৃষি শিল্পবিদ ইত্যাদি ধৰণৰ লোক দলে দলে বাহিৰ কৰিব লাগিব। আমাৰ দেশৰ বৰ্তমান অৱস্থা পৰিবৰ্তনৰ উদ্দেশ্যে অৰ্থাৎ আমাৰ সামাজিক চৰিত্ৰ পৰিবৰ্তনৰ উদ্দেশ্যে এইবিলাক লোকৰ নিতান্ত আৱশ্যক হৈছে ; কিন্তু আমি বিশ্বাস কৰিব নালাগে যে বিজ্ঞান আৰু যন্ত্ৰ শিল্পই তাৰ কাৰণে যথেষ্ট।

পৃথিবীৰ ভিতৰত এনে বহু দেশ আছে বহু উন্নততৰ দেশ আছে যিবিলাক দেশে বিজ্ঞান আৰু যান্ত্ৰিক শিল্পৰ পৰা বহু প্ৰকাৰ আশ্চৰ্যজনক উন্নতি সাধন কৰিছে ; কিন্তু তেওঁলোকে অন্তৰ্বিবাদ আৰু বহিৰ্বিবাদৰ মাজত হাবাথুৰি ভোগ কৰিছে আৰু নিজৰ নিজৰ দেশবাসীৰ মাজত শান্তি, নিৰাপত্তা আৰু উদ্বেগবিহীন নিশ্চয়তা আনি দিব পৰা নাই। এইটোৱে প্ৰমাণ কৰে যে বিজ্ঞান আৰু যন্ত্ৰ-শিল্পত বাদেও আন আন কিবা গুণ আৰ্জি ল'ব লাগে।

বিজ্ঞান দৰ্শনৰ এটি শাখা বুলি স্বীকাৰ কৰা হয়। যন্ত্ৰ-শিল্পত নিপুণতা আৰু বৃত্তিগতভাৱে দক্ষতা সম্পন্ন লোক বাহিৰ কৰি দিয়াই বিশ্ববিদ্যালয় বিলাকৰ একমাত্ৰ কৰ্তব্য নহয়। বিশ্ববিদ্যালয় বিলাকে সেই লোক বিলাকৰ স্বভাৱত অপৰৰ দুঃখত দুঃখিত হোৱা গুণ উৎপন্ন কৰাই দিব লাগিব— যি গুণে ব্যক্তিক প্ৰকৃত গণতান্ত্ৰিক নিয়মে পৰস্পৰৰ প্ৰতি ব্যৱহাৰ কৰিবলৈ শিক্ষা দিব। আমাৰ দেশৰ ধৰ্মই প্ৰথমৰে পৰা ঘোষণা কৰি আহিছে যে প্ৰত্যেকজন মানুহৰ সত্তাত ভগৱৎ

সত্তাৰ অংশ বৰ্তমান আছে। 'তৎ ত্বম্ অসি'— সেইটোৱে তুমি— এয়ে উপনিষদৰ বাণী। বৌদ্ধসকলে ঘোষণা কৰিছে যে প্ৰত্যেক ব্যক্তিৰ ভিতৰত ঐশ্বৰিক শক্তিকণা আছে আৰু প্ৰত্যেক ব্যক্তি বোধিসত্ত্ব হ'ব পাৰে। এই তত্ত্ববোৰ কেৱল ঘোষণা কৰিলেই বা প্ৰচাৰ কৰিলেই যথেষ্ট নহয়। মানুহৰ মন আৰু হৃদয়ৰ পৰিবৰ্তন ঘটিব লাগিব। আমি কেৱল ৰাজনৈতিক অৰ্থত গণতান্ত্ৰিক হ'বলৈ চেষ্টা কৰিলে নহ'ব, আমি সামাজিক আৰু অৰ্থনৈতিক অৰ্থতো গণতান্ত্ৰিক হ'ব লাগিব। এই ধৰণৰ গণতান্ত্ৰিক পৰিবৰ্তন অনাটো নিতান্ত আৱশ্যক হৈ পৰিছে। আমি আমাৰ দেশবাসীৰ মানসত এই প্ৰকাৰ গণতান্ত্ৰিক মনোবৃত্তি আৰু দৃষ্টিভংগী গঢ়ি তুলিব লাগিব। এনে ধৰণৰ পৰিবৰ্তন সাধনৰ বাবে লাগিব দৰ্শন আৰু ধৰ্মকে ধৰি সমাজ-বিজ্ঞানৰ প্ৰকৃত অধ্যয়ন। আমাৰ ধৰ্ম-শাস্ত্ৰৰ এটা শ্লোকত আছে যে সংসাৰ নামৰ বিষবৃক্ষৰ অতি উত্তম আৰু অতুলনীয় দুটি ফল আছে— সেই দুইটি হৈছে সদ্‌গ্ৰন্থ পাঠৰ আৰু সৎসংগ লাভৰ সুখ ভোগ কৰা। আমি যদি সেই মহৎ গ্ৰন্থ সমূহৰ পাঠৰ ফল ভোগ কৰিব খোজোঁ, তেন্তে আমি সেই গ্ৰন্থসমূহ অধ্যয়ন কৰিব লাগিব। ক্ৰিকেট খেলৰ গল্পবোৰ যেনেকৈ পঢ়োঁ, তেনেকৈ পঢ়িলে নহ'ব। নিষ্ঠা আৰু মনোযোগৰে সেই গ্ৰন্থসমূহ পঢ়িব লাগিব। আমাৰ এই পুৰুষৰ মানুহ বিলাক দ্ৰুত ভ্ৰমণত অভ্যস্ত হৈছে— সেই কাৰণে আমাৰ দেশৰ প্ৰাচীন গ্ৰন্থবোৰ তেওঁলোকৰ স্বভাৱত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। আমাৰ সংবিধানত থকা মূল তত্ত্ববোৰ যদি আমাৰ মানসিক অভ্যাসত আৰু স্বাভাৱিক ব্যৱহাৰত পৰিণত কৰিব লাগে, তেন্তে সেই তত্ত্ববোৰ দাৰ্শনিক গ্ৰন্থ আৰু ধৰ্ম গ্ৰন্থবোৰৰ সম্যক্ অধ্যয়নৰ পৰাহে আয়ত্ত কৰি ল'ব পৰা হ'ব। সেই কাৰণে যদিও আমাৰ দেশত ডাঙৰ ডাঙৰ যন্ত্ৰশিল্পীৰ আৱশ্যক হৈছে, তথাপি আমি তেওঁলোকক মানৱ-চৰিত্ৰ সম্বন্ধে অভিজ্ঞ কৰি তোলাত অৱহেলা কৰিব নালাগে। যদিও আমি বিজ্ঞান আৰু যান্ত্ৰিক বিদ্যা অধ্যয়নত গুৰুত্ব দিছোঁ, তথাপি আমি মনত ৰখা উচিত হ'ব যে আমি যদি পৰস্পৰৰ প্ৰতি সহানুভূতিশীল হোৱাটো শিক্ষাৰ মাধ্যমত আৰ্জি ল'ব নোৱাৰোঁ, কেৱল লিখা আৰু পঢ়া শিক্ষা লাভ কৰি শিক্ষিত হওঁ, তেন্তে আমি দানৱীয় চৰিত্ৰৰ মানুহহে হৈ উঠিম। যি বিশ্ববিদ্যালয়ে ছাত্ৰ-ছাত্ৰী সকলক শিক্ষিত কৰি তোলাৰ লগে লগে সিহঁতৰ প্ৰাণত ক্লিষ্ট নৰনাৰীৰ প্ৰতি অনুকম্পা আৰু সহানুভূতি জগাই তুলিব পাৰে, সেয়েহে আচল বিশ্ববিদ্যালয়। এইটো নহ'লে বিশ্ববিদ্যালয়ৰ শিক্ষা সম্পূৰ্ণ নহয়।

চৰিত্ৰই ভাগ্য। চৰিত্ৰৰ ভিত্তিতে দেশৰ ভাগ্য গঢ়ি উঠে। আমি যদি মহান জাতি গঢ়ি তুলিব খোজোঁ, তেন্তে আমি অধিক সংখ্যক ছাত্ৰ-ছাত্ৰীক চৰিত্ৰবান হোৱাৰ প্ৰশিক্ষণ দিব লাগিব। ক্ষুদ্ৰ চৰিত্ৰৰ মানুহে মহান জাতি গঢ়ি তুলিব নোৱাৰে। আমাৰ ছাত্ৰ-ছাত্ৰী সমূহে নিজৰ সুখ-দুখৰ দৰে আনৰো সুখ-দুখ বুজি পাব লাগিব।

আমাৰ ধৰ্মশাস্ত্ৰবোৰে এই কথাকে ঘোষণা কৰি আহিছে। ছাত্ৰ জীৱনতে হওক বা সামাজিক জীৱনতে হওক, আমাৰ যদি চাৰিত্ৰিক গুণৰ অভাৱ হয়, আমি কেতিয়াও উচ্চ স্থান অধিকাৰ কৰিব নোৱাৰিম। আমাৰ ভৰিৰ তলৰ মাটি যদি খহি গৈ থাকেআমি কেতিয়াও পৰ্বতৰ ওপৰত উঠিব নোৱাৰিম। আমাৰ যদি মূল ভিত্তিয়েই দুৰ্বল হয়, আমি কেনেকৈ আমাৰ উচ্চ আৰু মহান লক্ষ্যত উপনীত হ'ব পাৰিম?

আমি আমাৰ দেশখন গঠন কৰাত ব্ৰতী হৈছোঁ। আমি যি কামকে নকৰোঁ কিয়, আমাৰ কামৰ বাবে কি অৰ্থমূল্য পাওঁ, তালৈ দৃষ্টি দিব নালাগে। আমি আমাৰ কামটো সম্পন্ন কৰিবলৈ কিমানখিনি শক্তি প্ৰয়োগ কৰিব পাৰোঁ, তালৈহে দৃষ্টি দিব লাগে। এই মূল নীতিয়ে হে আমাৰ তৰুণ-তৰুণীসকলক প্ৰেৰণা যোগাব লাগিব। আমাৰ দেশখন অতি বৃহৎ আৰু মহান। বহু শতাব্দী ধৰি আমাৰ দেশৰ ঐতিহ্য গঢ়ি উঠিছে। মহেঞ্জোদাৰো হৰপ্পা সভ্যতাৰ দিনৰে পৰা ভাৰতবৰ্ষই আমাক যি শিক্ষা দি আহিছে, সেই শিক্ষাৰ প্ৰতিনিধিত্ব আমি কৰিব লাগিব। আমাৰ ভাৰতীয় ক্ষেত্ৰতে হওক বা আন্তৰ্জাতিক ক্ষেত্ৰতেই হওক আমাৰ এটা সুকীয়া আৰু স্বাধীন আদৰ্শ থাকিব লাগিব। ভাৰতীয় তৰুণ-তৰুণীসকলৰ প্ৰতি মোৰ উপদেশ এই যে— ভাৰত মাতৃয়ে আশা কৰে যে তোমালোকৰ জীৱন পবিত্ৰ হওক, নিৰ্মল হওক, মহৎ হওক আৰু নিঃস্বাৰ্থ কৰ্মৰ বাবে উৎসৰ্গিত হওক।●

# শিক্ষাৰ পৰিবেশ

আমোলাতান্ত্রিক চৰকাৰৰ কৰ্মচাৰীসকলৰ কাৰ্য্যকৰণৰ পূৰ্ণ ক্ষমতা আছিল নিৰ্দিষ্ট পৰিধিৰ মাজত। সৰ্বোচ্চ কৰ্মচাৰীৰ পূৰ্ণ ক্ষমতা প্ৰয়োগ আইন সঙ্গত আছিল। বিভাগীয় সঞ্চালক (Directors) বিলাকে আইন বিৰোধী কৰ্ম কৰিলে গভৰ্ণৰৰ ওচৰত জবাব দি আছিল। গভৰ্ণৰ সকলৰ কাৰ্য্যাৱলী সদায় ন্যায় নিষ্ঠতাপূৰ্ণ আৰু সন্দেহাতীত আছিল। তাৰ ভিতৰতো দুই-এক ব্যতিক্ৰম আছিল তাৰ বাবেও পাৰ্লামেণ্টৰ শাসন সদায় কঢ়া আছিল। বৃটিছ সাম্ৰাজ্য প্ৰতিষ্ঠাতা ওৱাৰেণ হেষ্টিংছে সেই শাসনৰ বহিৰ্ভূত হ'ব পৰা নাছিল, তেওঁকো অভিযুক্ত কৰা হৈছিল। অত্যাচাৰী ৰজা ভঙ্গা-পতা সকলো দেশৰ বুৰঞ্জীয়ে সাক্ষ্য দিয়ে। ন্যায়-নিষ্ঠতা আৰু সত্যপৰায়ণতা সমগ্ৰ মানৱ জাতিৰ স্বভাৱ-চৰিত্ৰত, সামাজিক আচৰণত আৰু প্ৰশাসনীয় পদ্ধতিত প্ৰকট হৈ আছিল। আজি কিন্তু কোনো দেশৰ কোনো জাতিৰ ভিতৰতে সেই স্বভাৱগত, মনুষ্যোচিত গুণৰ কোনো প্ৰভাৱ কোনো ক্ষেত্ৰতে পৰিলক্ষিত নহয়। সেইবাবে কোনো দেশৰ শিক্ষাতে সভ্যতাৰ লক্ষণবোৰ পৰিস্ফুট হৈ নুঠে। উঠে কপটতা, হিংসা, পাৰস্পৰিক বিদ্বেষ আৰু অশান্তিৰ ঘনঘটাচ্ছন্ন পৰিবেশ।

ভাৰতীয় ইতিহাস গ্ৰন্থ, পুৰাণ আৰু শাস্ত্ৰসমূহত কুনীতিৰ বিৰুদ্ধে হে যুদ্ধ সংঘটিত হৈছিল সুনীতিৰ প্ৰতিষ্ঠাৰ বাবে যিবোৰ সুনীতি আছিল মানুহৰ স্বভাৱগত আৰু পৰীক্ষিত। কাল্পনিক সুখ-শান্তিৰ আদৰ্শত তাৰ কোনো ভিত্তি নাছিল। আজি তাৰ পৰিবৰ্তন যি দৰে ঘটিছে, সেই বিষয়ে চিন্তা কৰিলে স্তম্ভিত হ'ব লাগে।

অন্যায়-অবিচাৰৰ বিৰুদ্ধে হে যুদ্ধ সজ্জা হৈছিল। যুদ্ধৰ ক্ষেত্ৰতো যুদ্ধৰ ধৰা-বন্ধা নীতি ৰক্ষা কৰা হৈছিল। যিপক্ষই অন্যায় যুদ্ধ কৰে সেই পক্ষক নিন্দা কৰা হৈছিল, সেই নিন্দাক উভয় পক্ষই ভয় কৰিছিল। ব্ৰহ্মাস্ত্ৰ, আগ্নেয়াস্ত্ৰ ইত্যাদি নিক্ষেপ কৰাৰ নীতিও আছিল। গদাযুদ্ধত নাভিদেশৰ তলত আঘাত কৰা নীতি বিৰুদ্ধ। সভাস্থলত দ্ৰৌপদীক বিজিতা নাৰী বুলি শালীনতাৰ সীমা ৰক্ষা নকৰি দুৰ্যোধনে নিজৰ উৰুত বহুৱাবলৈ যেতিয়া আহ্বান জনাইছিল, ভীমসেনে তেতিয়া প্ৰতিজ্ঞা কৰিছিল যে সমুখ সমৰত ভীমসেনে গদাৰ আঘাতত দুৰ্যোধনৰ সেই উৰু ভঙ্গ কৰিব। তথাপিতো সমুখ সমৰত গদা যুদ্ধত যুদ্ধৰ নীতি অনুসাৰে ভীমসেনে যেতিয়া দুৰ্যোধনৰ উৰুত আঘাত কৰা নাছিল, শ্ৰীকৃষ্ণই ভীমসেনক তেওঁৰ পূৰ্বৰ প্ৰতিজ্ঞা সোঁৱৰাই দিছিল আৰু উৰুত আঘাত কৰিবলৈ উদগনি দিছিল। তাৰ পাছত যেতিয়া ভীমসেনে নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰিলে— তেতিয়া

ভীমসেনে বা শ্ৰীকৃষ্ণই নিন্দাৰ হাত সাৰিব পৰা নাছিল। আজিও মানুহে নিন্দা কৰে। সেইদৰে কুৰুক্ষেত্ৰৰ যুদ্ধত অভিমন্যু বধ, জয়দ্ৰথ বধ, শ্ৰীকৃষ্ণৰ অস্ত্ৰ ধাৰণ, ভীষ্মৰ শৰশয্যাত শিখণ্ডীক আগত থৈ অৰ্জুনৰ শৰ নিক্ষেপ, ৰাম-ৰাৱণৰ যুদ্ধৰ পূৰ্বে শ্ৰীৰামচন্দ্ৰৰ সৈন্য সংগ্ৰহত বালি বধ ইত্যাদি নানা প্ৰকাৰ ঘটনাৰ মাজত ন্যায়নীতি, ৰাজনীতি, ধৰ্মনীতিৰ যিবোৰ সূক্ষ্ম বিচাৰ মূলক আদৰ্শ নিহিত আছিল তাৰ অধ্যয়ন কেইজনে কৰে? সকলো ক্ষেত্ৰতে দেখা যাব যে পূৰ্বে সত্য পৰায়ণতা আৰু ন্যায় নিষ্ঠাৰ আদৰ্শ ক'তো অবলুপ্ত হোৱা নাই। বহু ক্ষেত্ৰতে সংঘৰ্ষ উপস্থিত হৈছে কিন্তু সত্য আৰু ন্যায়ৰ বিজয় সৰ্বত্ৰ আছে। আজি সত্য আৰু অহিংসাৰ প্ৰতীক যাত্ৰী ভাৰতে হিংসা আৰু অসত্যৰ বাটত বাট বুলিছে পাশ্চাত্য দেশৰ অনুকৰণত।

যি পৰিস্থিতিত ৰুছিয়াৰ জাৰৰ নিপীড়ন নিস্পেষণৰ মাজত, পাশ্চাত্য দেশবোৰত মজদুৰ আৰু কৃষক সকলৰ ওপৰত কৰা যি শোষণ নীতিৰ বিৰুদ্ধে লেনিনবাদ আৰু মাৰ্ক্সবাদৰ উদ্ভৱ হ'ল, সেই পৰিস্থিতি ভাৰতত কাহানিবা উপস্থিত হৈছিল নে নাই আৰু বৰ্তমানেও আছে নে নাই তাক বিচাৰ নকৰি ৰোগ নৌহওঁতেই ঔষধৰ ব্যৱস্থা কৰি ৰুছিয়াৰ আৰু চীনৰ আদৰ্শবাদী লোক সকলে ভাৰতীয় সমাজতন্ত্ৰবাদৰ নীতি পৰিহাৰ কৰি বিদেশী সমাজতন্ত্ৰবাদৰ আদৰ্শ গ্ৰহণ কৰিছে। তাৰ ফলত নক্সালপন্থীৰ অত্যাচাৰ নিপীড়ন এফালে বাঢ়ি যাব ধৰিছে আনফালে তাৰ আবৰণত সাম্প্ৰদায়িক সংঘৰ্ষ বাঢ়ি যাব ধৰিছে। হিন্দু আদৰ্শ ৰক্ষাকাৰী, হিন্দুৰ হিন্দুত্ব অৰ্থাৎ মানবোচিত আদৰ্শ ৰক্ষাকাৰী লোকসকলৰ বিৰুদ্ধে আৰু ৰাষ্ট্ৰীয় স্বয়ংসেৱক সঙ্ঘ আৰু জনসঙ্ঘ দলৰ বিৰুদ্ধে বিষোদগাৰ হ'ব ধৰিছে— যদিও ২৩ টা সাম্প্ৰদায়িক সংঘৰ্ষৰ ভিতৰত ২২ টা সংঘৰ্ষ হিন্দুৰ বিৰুদ্ধে হে সংঘটিত হৈছিল। ৰাজনীতিত যদি এনে ধৰণৰ অসত্য আৰু হিংসামূলক কাৰ্য্যৰ নিদৰ্শন লোৱা যায়, সমাজত শান্তি থাকিব কেনেকৈ? এনে ধৰণৰ ব্যৱস্থা বা পৰিস্থিতিত শিক্ষাৰ পৰিবেশ শুদ্ধ আৰু নিৰ্মল থাকিব নোৱাৰে আৰু ভৱিষ্যৎ বংশধৰ সকলক সুশিক্ষা দিয়াও সম্ভৱ হ'ব নোৱাৰে। ভাৰতীয় শাস্ত্ৰ গ্ৰন্থবোৰ অধ্যয়ন কৰিলে সকলোৱে পৰিস্কাৰ ভাৱে বুজি পাব যে ভাৰতবৰ্ষ চিৰকালেই সমাজতন্ত্ৰবাদী হৈ আহিছে। ভাৰতবাসীৰ জীৱন যাত্ৰাৰ পদ্ধতি কি আছিল, আজিও সেই পদ্ধতি যি কিয়দংশ লুপ্ত হোৱা নাই সেই বিষয়ে লক্ষ্য কৰিলে দেখা যাব ভাৰতবৰ্ষৰ আদৰ্শ আৰু নীতিত সমাজতন্ত্ৰবাদ পৰিস্ফুট হৈ আছে আৰু ভাৰতবাসীৰ মজ্জায় মজ্জায় সেই বীজ সন্নিহিত হৈ আছে। সৰ্বে তু সুখিনঃ সন্তু সৰ্বে সন্তু নিৰাময়াঃ। সৰ্বে ভদ্ৰানি পশ্যন্তু ন কশ্চিৎ দুঃখভাগ ভবেৎ।।

সকলো সুখী হওক, সকলোৱে নিৰোগ হওক, (অশান্তি মুক্ত হওক), সকলোৱে মঙ্গলময় আদৰ্শ দেখক। (সকলোৱে সকলোৰে মঙ্গল চিন্তা কৰক)

কোনো যেন দুঃখভাগী নহয়। ই কেৱল পুথিগত নীতি মাথোন নহয়। ভাৰতীয় জীৱনত এই নীতি সুস্পষ্ট হৈ আছে আজিও।

অসত্য, হিংসা আৰু পাৰস্পৰিক বিদ্বেষৰ পথেদি এই সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা কৰিব নোৱাৰি সেয়েহে গান্ধীজীয়ে কৈছিল— যে ময়ো এজন কম্যুনিষ্ট কিন্তু অহিংসাৰ পথেদি। আজি গান্ধীবাদ উৰি গৈছে, গান্ধী সাহিত্য পুৰি পেলাব ধৰিছে। গান্ধীৰ প্ৰতিকৃতিৰ অৱমাননা হ'ব ধৰিছে। ইয়াৰ অৰ্থ এয়ে যে গান্ধীবাদ তিষ্ঠি থাকিলে অসত্য, হিংসা আৰু পাৰস্পৰিক বিদ্বেষ প্ৰচাৰ কৰি সংঘৰ্ষ ঘটাব নোৱাৰি। সংঘৰ্ষ ঘটোৱাই হৈছে আধুনিক সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠাৰ মূল নীতি। এনে এটা পৰিস্থিতিত শিক্ষাৰ পৰিবেশ কি হ'ব পাৰে? যি ছাত্ৰ সমাজ আৰু শিক্ষক সমাজৰ সহায়ত গান্ধীয়ে সত্য আৰু অহিংসাৰ মূল মন্ত্ৰ সমগ্ৰ জগতত প্ৰচাৰ কৰিলে, সেই ছাত্ৰ সমাজক আৰু শিক্ষক সমাজক বিপথে পৰিচালিত কৰা হৈছে নাইবা শিক্ষক সমাজক ছাত্ৰৰ হতুৱাই অপমানিত আৰু প্ৰহৃত কৰিহে সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠাৰ ৰাস্তা দেখিছে— আজিৰ যুব সমাজে। হত্যা, লুণ্ঠন একো বাদ নাই সেই পথত। গৃহদাহ মহাপাপ, আজিও গৃহদাহকাৰীক হত্যাপৰাধীৰ সমানে শাস্তি দিয়া প্ৰথা আইনগত হৈ আছে কিন্তু গৃহদাহকাৰী সকল অবাধে সমাজত বিচৰণ কৰি আছে। এই পৰিবেশত শিক্ষাৰ আদৰ্শ ৰূপায়িত হৈ উঠিব পাৰে নে?

মাৰ্ক্স আৰু লেনিনে জনসাধাৰণক নিপীড়ন নিষ্পেষণৰ পৰা উদ্ধাৰ কৰিছে— ই সঁচা কথা ; কিন্তু সেই সময়ত সেই অৱস্থাত সেয়ে একমাত্ৰ পথ। সেই অৱস্থা বা পৰিস্থিতি য'ত নাই, ত'ত সেই পথ অনুসৰণৰ সাৰ্থকতা কি? সংঘৰ্ষৰ মাজেদি এদিন পৃথিৱীখন জনগণৰ হাতলৈ সম্পূৰ্ণভাৱে আহিব, সমস্ত ক্ষমতা জনগণৰ হাতলৈ আহিব এই কল্পনাৰ বশৱৰ্তী হৈ দেশৰ সমস্ত ঐতিহ্য সংস্কৃতি, জ্ঞান বিজ্ঞান আৰু সা-সম্পত্তি ধ্বংস কৰাৰ কিবা যুক্তি বা সাৰ্থকতা আছেনে? আজি নিবনুৱা সমস্যাৰ সুযোগত এনে ধৰণৰ অলীক কল্পনা আৰু প্ৰলোভন যুৱ শক্তিৰ সমুখত দাঙি ধৰা হৈছে। যিবিলাকে এনে ধৰণৰ প্ৰচাৰ কাৰ্যত ৰত হৈছে সেই লোকবিলাকক নিয়ন্ত্ৰণ কৰিবৰ ক্ষমতা ক্ষমতাধিষ্ঠিত দলৰ কিয় নোহোৱা হৈছে? এই অশান্ত পৰিস্থিতিত শিক্ষাদান কাৰ্য চলিব নোৱাৰে। সমগ্ৰ শক্তি আজি নিয়োগ কৰা উচিত এই অশান্ত পৰিস্থিতি দমনৰ বিৰুদ্ধে। তেতিয়াহে শিক্ষাৰ শান্ত পৰিবেশ স্থাপিত হোৱাৰ আশা কৰা যায়।●

(আলোক)

# শিক্ষাৰ মান উন্নয়ন

শিক্ষাৰ মান উন্নয়ন স্কুলীয়া বছৰ কম-বেছি কৰাৰ পৰা নহ'ব। পাঠ্যপুস্তক কঠিন বা সহজ কৰাৰ পৰা নহ'ব, পাঠ্যক্রম কম-বেছি কৰাৰ পৰা নহ'ব, শিক্ষকৰ দৰমহা আশানুৰূপ ভাৱে বঢ়ালেও নহ'ব— স্কুলৰ সা-সঁজুলি প্রয়োজনীয়ভাৱে যোগান ধৰিলেও নহ'ব।

**শিক্ষাৰ মান উন্নয়ন কৰিবলৈ হ'লে—** (১) ছাত্র-ছাত্রীসকলক কম বুদ্ধিমান, সাধাৰণ বুদ্ধিমান আৰু বেছি বুদ্ধিমান এই তিনি শ্রেণীত ভাগ কৰি লোৱাৰ পৰীক্ষা পদ্ধতি নির্ণয় কৰিব লাগিব আৰু সেই পৰীক্ষা অনুসাৰে ভাগ কৰি ল'ব লাগিব। ইয়াত কোনো অনুগ্রহ নিগ্রহৰ প্রশ্ন থাকিব নোৱাৰিব। প্রাইমেৰী খাপৰ পৰা উচ্চতৰ মাধ্যমিক স্কুলৰ শেষ স্তৰলৈকে এই তিনিভাগত শিক্ষার্থী সংখ্যা ভাগ কৰিব লাগিব। প্রাইমেৰী খাপত অর্থৰ ফালৰ পৰা হিচাব কৰি সম্ভৱ নহ'ব বুলি ভাবি এৰি দিলে নহ'ব। আজি কালি যিমানবোৰ প্রাইমেৰী স্কুল হৈছে আৰু যিমান ওচৰে ওচৰে হৈছে দৃঢ়তাৰে কৰিলে ই সম্ভৱ হ'ব। এই তিনি ভাগৰ ছাত্র-ছাত্রীৰ কাৰণে প্রাইমেৰী স্তৰৰ পৰা উচ্চতৰ মাধ্যমিক স্তৰলৈ তিনিপ্রকাৰ স্কুল থাকিব। প্রথমতে পৰীক্ষা লওঁতে শ্রেণী নির্ণয়ত ভুল ভ্রান্তি থাকিব পাৰে, কাৰণ যি হেতুকে সকলো বিলাক শিশুৰ বুদ্ধি, বয়স অনুসাৰে সমানে উন্মেষিত নহয় আৰু কিছুমান শিশুৰ বুদ্ধি বয়স বাঢ়িলেহে উন্মেষিত হয়, সেই হেতুকে এনে ভুল-ভ্রান্তি হোৱা স্বাভাবিক। ক্রমে ক্রমে এই ভুল ধৰা পৰিব আৰু তেতিয়া শ্রেণী পৰিবর্তনৰ ব্যৱস্থা কৰিব লাগিব। উচ্চতৰ মাধ্যমিক স্তৰৰ শেষ পৰীক্ষাৰ পাছত বেছি বুদ্ধিমান ছাত্র-ছাত্রীসকল হে বিশ্ববিদ্যালয়ত পঢ়িবৰ অনুমতি পাব পাৰিব। আনে নোৱাৰিব। ইয়াতো অনুগ্রহ নিগ্রহৰ প্রশ্ন থাকিব নোৱাৰিব। মানৱ সমাজত কম বুদ্ধিমান, সাধাৰণ বুদ্ধিমান, আৰু বেছি বুদ্ধিমান শিশু আছে। সেই কথা অবিসম্বাদিত সত্য আৰু মনস্তাত্ত্বিক পণ্ডিতসকলে বৈজ্ঞানিক উপায়েৰে তাক পৰীক্ষা কৰি সিদ্ধান্ত কৰিছে। সকলোবিলাক শিশুৰ কাৰণে এক প্রকাৰ শিক্ষা প্রণালী, পাঠ্যক্রম আৰু পাঠ্যপুস্তক নির্ণীত হ'ব নোৱাৰে সমান সমান শ্রেণী বা বর্গ বিভাগ অনুসাৰে— যিটো পদ্ধতি বর্তমান চলি আছে।

(২) ইতিমধ্যে দেশত কাৰিকৰী বিদ্যাৰ স্কুল যথেষ্ট পৰিমাণে স্থাপিত কৰিব লাগিব। মাধ্যমিক স্কুলৰ দশমমান পর্যন্ত পঢ়িবলৈ সকলো ছাত্র-ছাত্রীক সা-সুবিধা দান কৰি পাছ হোৱা বা ফেল হোৱা ছাত্র-ছাত্রীৰ কাৰণে এনে ধৰণৰ কাৰিকৰী বিদ্যাৰ স্কুল দেশত থাকিবই লগিব। নহ'লে নিবনুৱা সমস্যাৰ সমাধানৰ

পথ পোৱা নাযাব। সেইটো অৱশ্যে দেশৰ অৰ্থনৈতিক সমস্যা সমাধানৰ প্ৰশ্ন। আমাৰ আলোচ্য বিষয় হৈছে শিক্ষাৰ মান উন্নয়নৰ প্ৰশ্ন। বিশ্ববিদ্যালয়লৈ সকলো ছাত্ৰ-ছাত্ৰীক যাবলৈ দিয়াৰ বাধা নিষেধৰ প্ৰশ্নত হে ঘাইকৈ এই কথা অৱতাৰণা কৰা হৈছে।

(৩) আন্তৰিকতা (seriousness) নাথাকিলে কোনো কাৰ্য সুসিদ্ধ নহয়। বুনিয়াদী শিক্ষা প্ৰৱৰ্তনৰ নিচিনাকৈ আন্তৰিকতাবিহীন হৈ (Half heartedly) কোনো নীতি ৰূপায়িত কৰি তুলিব নোৱাৰি। এই কথা পাহৰিলে নচলিব। শিক্ষক শিক্ষয়িত্ৰী সকলেও শিক্ষা দান কৰিছে ছাত্ৰ-ছাত্ৰীসকলক উপযুক্ত ভাৱে শিক্ষা দিবলৈ এই আন্তৰিকতা তেওঁলোকৰ থাকিব লাগিব। পৰিদৰ্শকসকলৰো সেই আন্তৰিকতা আৰু শিক্ষক শিক্ষয়িত্ৰীসকলক উপযুক্ত পথেদি পৰিচালিত কৰিবৰ যোগ্যতা আৰু ক্ষমতা থাকিব লাগিব। এতিয়া পৰিদৰ্শকসকলৰ এই তিনিওটা গুণৰে যথেষ্ট অভাৱ দেখা গৈছে। বিধান সভাৰ সদস্যসকলে অভিজ্ঞ শিক্ষা-বিদৰ ভাব লৈ শিক্ষক শিক্ষয়িত্ৰী আৰু পৰিদৰ্শকমণ্ডলীক অযথা বিপথে পৰিচালিত কৰিব নোৱাৰিব। এইবোৰ দুৰ্নীতি চলি থাকিলে শিক্ষাৰ মান উন্নয়ন সম্ভৱ নহয়।

(৪) পৰীক্ষকসকলে আৰু পৰীক্ষাৰ প্ৰশ্ন কৰ্ত্তাসকলেও আন্তৰিকতাৰে নিজ নিজ কৰ্তব্য কৰা উচিত। পৰীক্ষা নিয়ন্ত্ৰণকাৰী বোৰ্ডৰ সভ্য সকলেও প্ৰশ্ন কাকতবোৰ ভালদৰে পৰীক্ষা কৰি চোৱা উচিত। বৰ্তমানে তেওঁলোকৰ ফালৰ পৰাও আন্তৰিকতাৰ ত্ৰুটী দেখা গৈছে। বৰ্তমানে একাধিক ক্ষেত্ৰত পাছ হোৱা ছাত্ৰ-ছাত্ৰীৰ নাম নুঠে পাছ নোহোৱা ছাত্ৰ-ছাত্ৰীৰ নাম উঠে। কোনো এটি ল'ৰাই আন আন বিষয়ত প্ৰথম বিভাগৰ নম্বৰ পায় আৰু কোনো এটা বিষয়ত মাত্ৰ ১০।১৫ পায়। ই সম্ভৱপৰ কথা নহয়। এইবিলাক ছাত্ৰৰ পৰীক্ষাৰ কাকতবোৰ সূক্ষ্ম পৰীক্ষাকাৰীসকলে (Scrutiniser) ভালদৰে নোচোৱাৰ প্ৰমাণ পোৱা যায়। আনকি পাবলগীয়া ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি নাপায় আৰু নাপাবলগীয়া ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি পায়— ৬১ নম্বৰক ১৬ কৰা, ৩২ নম্বৰক ২৩ কৰা দোষত নাইবা পৰীক্ষকসকলে ভালদৰে পৰীক্ষা কৰি নম্বৰ নিদিয়া দোষত। নম্বৰবোৰ বহীত তুলিবৰ সময়তো হেনো নানা প্ৰকাৰ দুৰ্নীতি থাকে। এনেবোৰ কাৰ্যৰ কাৰণে শিক্ষাৰ মান উন্নয়ন সম্পৰ্কে প্ৰকৃত ব্যৱস্থা লোৱাত বা প্ৰকৃত পৰিস্থিতি অধ্যয়ন কৰাত যথেষ্ট ত্ৰুটী ঘটি যায়।

(৫) শিক্ষাৰ মান-উন্নয়নৰ অৰ্থ মাথোন ইংৰাজী, মাতৃভাষা ভালদৰে লিখিব পৰা, সাহিত্য গ্ৰন্থ, ৰাজনীতি বা অৰ্থনীতিৰ গ্ৰন্থ ভালদৰে বুজিব পৰা বা যি কোনো বিষয়ত চমকপ্ৰদ বক্তৃতা দিব পৰাটো নহয়। শিক্ষাৰ মান-উন্নয়নত শিক্ষাৰ্থীৰ নাগৰিকত্ব জ্ঞান বঢ়া, স্বাধীনভাৱে জীৱিকা অৰ্জনৰ ক্ষমতা অৰ্জন কৰা, অন্যায়, অবিচাৰৰ বিৰুদ্ধে নিৰ্ভীক ভাৱে থিয় দিব পৰা শক্তি লাভ কৰা, অৰ্থৰ

বিনিময়ত নিজত্ব বিক্ৰী নকৰা, ব্যক্তিগত স্বাৰ্থৰ খাতিৰত সমাজৰ অকল্যাণ সাধনৰ মনোবৃত্তি গঠন নকৰা, পিতৃ-মাতৃৰ প্ৰতি থকা দায়িত্ব এৰাই নোযোৱা স্বভাৱ গঢ়ি লোৱা, পৈতৃক সম্পত্তিৰ পৰা সহোদৰ ভাইসকলক বঞ্চিত নকৰা মনোবৃত্তি গঢ়ি লোৱা, সামাজিক কৰ্মৰ নামত নিজৰ পূৰ্তি নকৰা ইত্যাদি ধৰণৰ গুণ অৰ্জনৰ পৰিবৰ্তে যে এশ এটা দোষ সমাজত আজি সোমাইছে সেইবোৰ দোষত নিজে দূষিত হৈ নপৰি ব্যক্তিগত চৰিত্ৰ উন্নতি কৰাটোৱেই শিক্ষাৰ মান-উন্নয়নৰ অৰ্থ। ব্যক্তিগত চৰিত্ৰই জাতীয় চৰিত্ৰৰ ভিত্তি।

আজি দেশৰ আৰু সমাজৰ যিটো পৰিস্থিতি হৈছে গণতন্ত্ৰৰ নামত গণতন্ত্ৰৰ মূল ভিত্তি ব্যক্তিৰ মৌলিক অধিকাৰ বোৰৰ পৰা ব্যক্তিক বঞ্চিত কৰাৰ যি প্ৰচেষ্টা চলিব ধৰিছে, সমাজবাদৰ নামত একনায়কত্ববাদৰ তথা কৃষ্টি বিৰোধী সাম্যবাদৰ যি ধ্বনি আৰু ক্ৰিয়া-কলাপ বিস্তাৰ হ'ব ধৰিছে, সেইবোৰ কাৰ্য প্ৰণালীৰ মাজত জাতীয় চৰিত্ৰৰ যেনেদৰে ধ্বংস হ'ব ধৰিছে— সেই আদৰ্শৰ পৰা শিশুসকলক কেনেকৈ ৰক্ষা কৰিব পাৰি, শিক্ষাৰ মান উন্নয়নৰ সমস্যাত সেই কথা গভীৰভাৱে চিন্তা কৰা উচিত। কিন্তু যিবিলাক লোকে নিজৰ ক্ষমতা আৰু গাদী ৰক্ষাৰ বাবে দেশৰ স্বাৰ্থ আৰু জাতীয় লক্ষ্য সাধনত কোনো গুৰুত্ব নিদিয়ে বৰঞ্চ সেই স্বাৰ্থ আৰু লক্ষ্য বলি দিবলৈও কুণ্ঠিত নহয়, সেইবিলাক লোকৰ হাতত শিক্ষাৰ মান উন্নয়ন আৰু জাতীয় চৰিত্ৰ উন্নয়নৰ কাৰ্য্য প্ৰণালী আশা কৰিব পাৰি জানো?●

# শিক্ষাৰ ৰূপ পৰিবৰ্তন (১)

ব্যক্তিৰ আধ্যাত্ম জীৱনৰ ক্ৰমোন্নতিৰ লগে লগে চৰিত্ৰ বিকশিত হ'বলৈ ধৰে, সজ চৰিত্ৰই জীৱন যাত্ৰাৰ সাৰ্থকতা আনি দিয়ে। সেই কাৰণে সজ চৰিত্ৰ গঠনেই শিক্ষাৰ মুল উদ্দেশ্য হোৱা উচিত। চৰিত্ৰ গঠনেই শিক্ষাৰ মূল কথা বুলি ভাৰতীয় পৰম্পৰাত ই প্ৰথম স্থান অধিকাৰ কৰি আছিল। আমাৰ শিক্ষানুষ্ঠান বোৰত আধুনিক যুগত এই মূল নীতিক অনুসৰণ কৰি ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠনৰ উপযুক্ত শিক্ষা দিয়াৰ ব্যৱস্থা ক্ৰমান্বয়ে শিথিল হৈ অহাত সকলো পিনে বিশৃঙ্খলাৰ সৃষ্টি হৈছে। পৰীক্ষাৰ হলত পৰীক্ষাৰ্থীয়ে পৰীক্ষাৰ নিয়ম নামানি উচ্ছৃঙ্খল ব্যৱহাৰ কৰি নিৰীক্ষক সকলক ব্যতিব্যস্ত কৰি তোলে ; আনকি নিৰীক্ষকসকলৰ জীৱনাশঙ্কাও আহি পৰে। এইবিলাক ছাত্ৰ-ছাত্ৰীয়েই আমাৰ গৌৰৱমণ্ডিত ভাৰতবৰ্ষৰ ধৰণী— আশা ভৰসাৰ স্থল। ছাত্ৰ বিশৃঙ্খলাৰ শত সহস্ৰ উদাহৰণ অপকীৰ্ত্তিৰ চূড়ান্ত নিদৰ্শন ছাত্ৰ সমাজৰ মাজত দেখিবলৈ পোৱা যায়। জাতীয় সা-সম্পত্তি ধ্বংসৰ নিদৰ্শনে বুজায় এই দেশখন যেন এই ছাত্ৰ-ছাত্ৰীসকলৰ নহয়। ইয়াৰ কাৰণ কি? কাৰণ হৈছে চাকৰি পাবৰ কাৰণে ডিগ্ৰী লাগে— পঢ়া-শুনা কৰি ডিগ্ৰী পোৱাৰ উপযুক্ততা অৰ্জন কৰিব নোৱাৰি পৰীক্ষাত নকল কৰি ডিগ্ৰী লাভ কৰিব খোজে। সেয়েহে নিৰ্দোষ নিৰীক্ষকৰ প্ৰতি অযথা দুৰ্ব্যৱহাৰ হয়। এয়ে এটি চিত্ৰ যিটো চিত্ৰই গুৰুভক্ত ভাৰতীয় ছাত্ৰৰ অধঃপতনৰ চিনাকি দিয়ে। এই কথাবোৰ মনত পেলালে যোৱা দুই দশকৰ ছাত্ৰ-ছাত্ৰীৰ উচ্ছৃঙ্খলতাৰ প্ৰতি অধ্যয়নমূলক দৃষ্টি দিলে যিকোনো শিক্ষাবিদে নিশব্দে ক'বলৈ বাধ্য হ'ব যে শিক্ষাই চৰিত্ৰ গঠন কাৰ্য্যৰ পৰা স্খলিত হৈছে আৰু ছাত্ৰ-ছাত্ৰীৰ চৰিত্ৰ গঠনৰ পাঠ্যক্ৰম আৰু কাৰ্যক্ৰমৰ নিপুণ আঁচনিৰ আৱশ্যক হৈছে।

সেই ধৰণৰ আঁচনি যদি প্ৰস্তুত কৰাৰ সিদ্ধান্ত লোৱা হয়— তেন্তে আঁচনি প্ৰস্তুত কাৰকসকলে ভালদৰে বিবেচনা কৰা উচিত হ'ব— শিক্ষক ছাত্ৰ আৰু শিক্ষাবিদসকলে সক্ৰিয় ৰাজনীতিত যোগ দিয়া উচিত হ'ব নে নহয়, নিৰ্বাচন যুদ্ধত দলীয় ৰাজনীতিৰ মেৰপাকত সোমাই কাৰ্য্য কৰা উচিত হ'ব নে নহয়? যদিহে সক্ৰিয় ৰাজনীতিত বা নিৰ্বাচন যুদ্ধত যোগদানৰ পৰা কোনো ব্যক্তিক অধিকাৰ চ্যুত কৰিব নোৱাৰি তেন্তে সীমা নিৰ্দ্ধাৰণ কৰিব পাৰি নে নোৱাৰি সেই বিষয়ে বিবেচনা কৰা উচিত হ'ব। বৰ্তমান সময়ত আমাৰ দেশত যি পদ্ধতিত স্বাৰ্থজড়িত লোক সকলে আমাৰ স্কুল কলেজৰ ছাত্ৰসকলক নিয়োজিত কৰে,

সেই লোকসকলক কিদৰে নিয়ন্ত্ৰণ কৰিব পাৰি সেই বিষয়েও চিন্তা কৰা উচিত হ'ব। ছাত্ৰ-ছাত্ৰীসকলৰ চৰিত্ৰ গঠন সম্পৰ্কত এনেবোৰ কথা নিশ্চয় সংশ্লিষ্ট আছে। সেয়েহে এইবোৰ কথা উল্লেখযোগ্য হৈছে।

ভাৰতবৰ্ষত শিক্ষাৰ মূল নীতি আছিল ধৰ্ম আৰু ঈশ্বৰ ভক্তি বা ঈশ্বৰান্বেষণৰ বিষয়ে শিক্ষা দান। তাৰ মাধ্যমতে চৌষষ্টি প্ৰকাৰ শিল্প বিদ্যা শিক্ষা দিয়া হৈছিল আৰু সৰ্বসাধাৰণ লোকৰ চৰিত্ৰ গঠন কৰা হৈছিল। নিৰক্ষৰ লোক বিলাকো চৰিত্ৰ বলত যিমান বলীয়ান আছিল, তেনে চৰিত্ৰ বল আজি সৰ্বসাধাৰণ শিক্ষিত লোকসকলৰ নাই। কিয় নাই, তাৰ কাৰণ নিৰ্দ্ধাৰণ কৰি শিক্ষাদানৰ বিষয় আৰু পাঠ্যক্ৰম স্থিৰ কৰিবৰ আৱশ্যকতা আছে।

শিক্ষাৰ পাঠ্যক্ৰম সৃষ্টি কৰাৰ ক্ষেত্ৰত যথেষ্ট জটিলতা আছে। চৰিত্ৰ গঠন সম্পৰ্কে পাঠ্যক্ৰমত কোনো ব্যৱস্থা নাথাকিলে, মুধাফুটা পণ্ডিত বা বৈজ্ঞানিক লোকসকলেও সজ চৰিত্ৰ গঠন কৰি ল'ব নোৱাৰিব।

সমাজত আত্মহত্যা, পিতৃ-মাতৃ হত্যা, অবৈধ যৌন মিলন, স্ত্ৰী, পুত্ৰ, কন্যা হত্যাৰ হাৰ কিদৰে বাঢ়ি যাব লাগিছে তালৈ লক্ষ্য কৰি এই মহাপাপবোৰ সংঘটিত হোৱাৰ কাৰণ কি তাৰ অনুসন্ধান নকৰিলে সেই বিষয় উপযুক্ত পাঠ্যক্ৰম সৃষ্টিত সাফল্য লাভ কৰিব পৰা নাযাব, চৰিত্ৰ গঠনৰ উপযুক্ত পাঠ্যক্ৰম সৃষ্টি নহ'ব আৰু আধ্যাত্ম জীৱন যাপনৰ উদগণি বা প্ৰেৰণা পোৱাৰো কোনো বাট নাথাকিব।●

# শিক্ষাৰ ৰূপ পৰিবৰ্তন (২)

প্ৰত্যেক ব্যক্তিৰ তিনি প্ৰকাৰ আভ্যন্তৰিক জীৱন আছে- বৈক্তিক, সামাজিক আৰু আধ্যাত্মিক। জীৱন যাত্ৰাৰ বিভিন্ন পৰিস্থিতিত বা বিভিন্ন প্ৰকাৰ সমস্যা সমাধানৰ ক্ষেত্ৰত ব্যক্তিয়ে যি ভূমিকা গ্ৰহণ কৰে, সেই ভূমিকাই ব্যক্তিৰ বৈক্তিক জীৱনৰ ধাৰাৰ পৰিচয় দাঙি ধৰে। সমাজৰ পৰিস্থিতিত সমাজৰ বিভিন্ন সমস্যা সমাধানত সমাজ ৰক্ষাৰ অৰ্থে ব্যক্তিয়ে সমাজৰ আন আন লোকৰ প্ৰতি যি ব্যৱহাৰ কৰে সেই ব্যৱহাৰে আৰু সমাজ ৰক্ষাত নিজে কি বৰঙনি আগবঢ়ায়, সেই বৰঙনিয়ে ব্যক্তিৰ সামাজিক জীৱনৰ পৰিচয় দাঙি ধৰে। ব্যক্তিৰ বৈক্তিক জীৱনৰ লগত সামাজিক জীৱন ওতঃপ্ৰোতভাৱে সম্বন্ধিত হৈ থাকে, সেই বিষয়ে কোনো সন্দেহ নাই। তদনুৰূপ ব্যক্তিৰ ৰাজনৈতিক জীৱনৰ লগতো প্ৰত্যক্ষ নাথাকিলেও পৰোক্ষ সম্পৰ্ক আছে। সেই বাবে বৈক্তিক, সামাজিক আৰু ৰাজনৈতিক জীৱনত ব্যক্তিৰ আচৰণৰ ওপৰত সমাজৰ কল্যাণ নিৰ্ভৰ কৰে। সামাজিক জীৱন আৰু ৰাজনৈতিক জীৱন উভয়ে অঙ্গাঙ্গী ভাৱে পৰস্পৰ জড়িত থকা বাবে আমি ব্যক্তিৰ ৰাজনৈতিক জীৱনকো সামাজিক জীৱনৰ অন্তৰ্ভুক্ত কৰি ল'ব পাৰো।

ব্যক্তিৰ আধ্যাত্মিক জীৱনৰ পৰিচয় সকলো সময়তে পোৱা নাযায়। আধ্যাত্মিক জীৱনৰ ধাৰা দুই প্ৰকাৰ— অন্তৰ্মুখী আৰু বহিৰ্মুখী। অন্তৰ্মুখী বিকাশৰ কিছু পৰিচয় ব্যক্তিৰ বাহ্যিক আচৰণত প্ৰকাশ হ'লেও সি নিৰ্ভুল পৰিচয় নহ'বও পাৰে। বহিৰ্মুখী বিকাশৰ পৰিচয় সামাজিক জীৱনত পৰিস্ফুট হয়। কেতিয়াবা কেতিয়াবা বিপৰীত আচৰণৰ মাজতো প্ৰকাশ পায়।

ব্যক্তি জীৱনৰ পৰিপূৰ্ণতা এই তিনি প্ৰকাৰ জীৱন যাত্ৰাৰ ওপৰত নিৰ্ভৰ কৰে। তাৰ বাবে ব্যক্তিয়ে শিক্ষা লাভ কৰিব নিজ নিজ গৃহত। নিজ নিজ সমাজত আৰু শিক্ষানুষ্ঠানবোৰত। গতিকে গৃহ, সমাজ আৰু শিক্ষানুষ্ঠানবোৰৰ পৰিবেশ পৰস্পৰৰ সম্পূৰক হ'ব লাগিব।

ঘৰখনত মূল মানুহ দুজনৰ ইচ্ছা আৰু জীৱন যাত্ৰাৰ পদ্ধতিয়ে শিশুৰ শিক্ষাৰ ক্ষেত্ৰত প্ৰভুত প্ৰভাৱ বিস্তাৰ কৰে। সেই বাবে গৃহৰ পৰিবেশ ব্যক্তিৰ ভৱিষ্যৎ গাৰ্হস্থ্য জীৱন, সামাজিক জীৱন আৰু আধ্যাত্মিক জীৱনৰ অনুকূলভাৱে সৃষ্টি কৰাৰ দায়িত্ব মূল মানুহ দুজনৰ (পিতৃ আৰু মাতৃৰ ওপৰত)।

সামাজিক পৰিবেশ শিক্ষাৰ অনুকূল কৰি গঢ়িবলৈ সামাজিক বন্ধন দৃঢ় হ'ব লাগিব। পৰস্পৰৰ মাজত সামাজিক বন্ধন দৃঢ় হ'ব পাৰে প্ৰত্যেক ব্যক্তিৰ ত্যাগ আৰু নিস্বাৰ্থতাৰ ভিত্তিত। সমাজ কল্যাণৰ বাবে ব্যক্তিয়ে নিজৰ স্বাৰ্থ ত্যাগ কৰিব

লগা হ'ব পাৰে আৰু সামাজিক কৰ্মসমূহৰ মাজত ব্যক্তিয়ে নিজৰ স্বাৰ্থ উদ্ধাৰৰ পৰা ৰহিত থাকিব লগা হ'ব পাৰে। ব্যক্তিৰ এনে মনোভাব সুষ্ঠ হ'ব পাৰে নিজ নিজ আধ্যাত্ম জীৱনৰ প্ৰভাৱত।

আধ্যাত্মিক জীৱনৰ বহিৰ্মুখী প্ৰকাশে সমাজত এটি পৰম্পৰাৰ ঐতিহ্য সৃষ্টি কৰে। সেই পৰম্পৰা অনুসাৰে প্ৰত্যেক ব্যক্তিয়ে সামাজিক জীৱন-যাপন কৰিলে নিজৰ আৰু সমাজৰ কল্যাণ সাধিত হয়।

বৰ্তমান সময়ত ভাৰতবৰ্ষৰ পৰম্পৰাৰ ধাৰা ছিন্ন-বিচ্ছিন্ন হৈ গৈছে। সেইবাবে ব্যক্তিৰ আধ্যাত্ম জীৱনৰ বহিৰ্মুখী প্ৰকাশে সমাজত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই আৰু সেই বাবে সমাজৰ লোক সৰহ ভাগেই নীতিভ্ৰষ্ট হৈ পৰিছে। নীতিভ্ৰষ্ট সমাজত কোনো শিক্ষাৰ আঁচনিয়ে সুফল দিব নোৱাৰে।

বৰ্তমান সমাজৰ সকলো ক্ষেত্ৰতে দুৰ্নীতি বিস্তাৰ লাভ কৰিছে। চৰকাৰৰ পক্ষৰ পৰা দুৰ্নীতি নিবাৰণৰ বহু প্ৰকাৰ প্ৰচেষ্টা আৰু আইন প্ৰণয়ন হৈছে কিন্তু আশানুৰূপ ফল পোৱা নাই। কিয় পোৱা নাই?

ইতিপূৰ্বে আমি কৈছো যে সমাজৰ পূৰ্ব পৰম্পৰা ছিন্ন-বিচ্ছিন্ন হৈছে। দ্বিতীয়তে ক'ব লাগিব যে ব্যক্তিৰ আধ্যাত্ম জীৱনৰ অৱনতি ঘটিছে। তৃতীয়তে ক'ব লাগিব যে সামাজিক জীৱনত যিমানে দুৰ্নীতি প্ৰবেশ কৰিছে, সিমানেই সামাজিক সমস্যাই জটিলতৰ ৰূপ ধাৰণ কৰিছে। এই পৰিপ্ৰেক্ষিতত উপায় কি?

এই পৰিপ্ৰেক্ষিতত নিবনুৱা সমস্যা সমাধানো কঠিনতৰ হৈছে। চৰকাৰে আইন-প্ৰণয়ন কৰিছে আৰু দুৰ্নীতি নিবাৰণৰ বাবে যথা সম্ভৱ প্ৰচাৰ কৰিছে। চৰকাৰে শিক্ষানীতি পৰিবৰ্তনৰো প্ৰচেষ্টা চলাই আছে। কি শিক্ষানীতিৰে অভীষ্ট ফল পোৱা যাব পাৰে সেইটোৱে পূৰ্ণাঙ্গ ৰূপ ল'ব পৰা নাই।

বৰ্তমান শিক্ষানীতিয়ে যে বৰ্তমান সমস্যা সমাধানৰ পথ নিৰ্দ্ধাৰণ কৰিব লাগিব আৰু কৰ্মমুখী শিক্ষা দিব লাগিব সেই বিষয়ে কোনো দ্বি-মত হ'ব নোৱাৰে এইটো সঁচা কথা কিন্তু দেশৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিব যাইকৈ দুটা কথাত— (১) আধ্যাত্ম জীৱনৰ উন্নতি সাধন আৰু (২) শিক্ষাক কেৱল চাকৰিমুখী দৃষ্টিভংগীৰ পৰা আঁতৰাই অনা।

আধ্যাত্ম জীৱনৰ উন্নতিৰ বাবে এক বলিষ্ঠ আদৰ্শ গ্ৰহণ কৰিব লাগিব আৰু চৰকাৰ, সমাজ, শিক্ষকবৃন্দ আৰু ছাত্ৰসকলে বিনা দ্বিধাই তাক মানি চলিব লাগিব। এনে এখনি আঁচনিৰহে আৱশ্যক।

আমাৰ দেশৰ উঠি অহা যুৱক-যুৱতীসকলে পৰিশ্ৰম আৰু আয়াস বৰ্জন কৰি চাকৰি কৰি নিজ্জাস জীৱন যাপনৰ প্ৰত্যাশী হয়। সকলো বিলাক ছাত্ৰ-ছাত্ৰীয়ে চাকৰি পাব নোৱাৰে এইটো দেখ্ দেখ্ কথা। চাকৰিমুখী শিক্ষাৰ দৃষ্টিভঙ্গীয়ে দেশৰ প্ৰভূত অনিষ্ট সাধন কৰিছে। তাৰ ওৰ পেলাব লাগিব। ছাত্ৰ-ছাত্ৰীসকলে আত্ম-নিৰ্ভৰ হ'ব পাৰিব লাগিব। ●

# শিক্ষাৰ ৰূপ পৰিবৰ্তন (৩)

গান্ধীজীয়ে এসময়ত কৈছিল যে—

"পৃথিৱীৰ ভিতৰত ইংৰাজ জাতিৰেই সৰ্বোত্তম সৎ উদ্দেশ্য থকা সত্বেও ইংৰাজ জাতিৰ শিক্ষক বা শিক্ষাবিদসকলে ইংৰাজ জাতি আৰু ভাৰতীয় জাতিৰ শিক্ষাৰ প্ৰয়োজনীয়তাৰ প্ৰভেদ সম্পূৰ্ণ ভাৱে বুজিব পৰা নাছিল।"

গান্ধীজীৰ মতে ইংৰাজ জাতিৰ ল'ৰা-ছোৱালীবিলাকক প্ৰধানতঃ চহৰীয়া জীৱনৰ প্ৰয়োজনীয়তাৰ লক্ষ্যত শিক্ষা দান কৰা হৈছিল। ভাৰতীয় ল'ৰা-ছোৱালীবিলাকৰ শিক্ষাৰম্ভ কৰিবৰ সময়ত চিলেঠ, পেঞ্চিল আৰু পুথিৰে শিক্ষা আৰম্ভ কৰিবৰ আৱশ্যক নাই। সিহঁতক গাঁৱলীয়া জীৱনৰ সা-সঁজুলি আৰু অস্ত্ৰ পাতিৰে শিক্ষা দিবলৈ পাতনি মেলিব লাগে— যাতে সিহঁতে স্বাধীনভাৱে সেই সা-সঁজুলি বা অস্ত্ৰ-পাতি ব্যৱহাৰ, উৎপাদন কৰা ক্ষমতা আৰ্জি ল'ব পাৰে। সেই বুলি ইংৰাজ জাতিৰ ল'ৰা-ছোৱালীৰ দৰে লিখা-পঢ়া আৰু সাধাৰণ গণিত শিক্ষা যে ভাৰতীয় শিশুবিলাকে পাব নালাগে সেই কথা গান্ধীজীয়ে কোৱা নাই। লিখা-পঢ়া আৰু গণিতৰ শিক্ষা দিব লাগিব সেইটো স্তৰত, যিটো স্তৰত তেনে শিক্ষাৰ প্ৰয়োজনীয়তা বোধ কৰা হ'ব। প্ৰধানতঃ এই সূত্ৰ চকুৰ আগত ৰাখি মহাত্মাজীয়ে বুনিয়াদী শিক্ষাৰ পৰিকল্পনা কৰিছিল। গান্ধীজীয়ে এই উদ্দেশ্য আৰু পৰিকল্পনাৰ ভিত্তিত শিক্ষাৰ পৰিবৰ্তন আশা কৰিছিল আৰু আশা কৰিছিল যে শিক্ষা দাতাসকলৰ আশাশুধীয়া যত্ন, চেষ্টা আৰু গৱেষণাৰ ফল স্বৰূপে বুনিয়াদী শিক্ষাৰ মূল নীতিবোৰ ৰূপায়িত আৰু প্ৰস্ফুটিত হৈ শিক্ষাজগতত এক নীৰৱ বিপ্লৱ সংঘটিত কৰিব। শিশুবিলাকে শিল্প বিদ্যা, সাহিত্য শিক্ষা বা লিখা-পঢ়া, স্বাস্থ্য বিজ্ঞান ইত্যাদি যাৱতীয় বিষয় প্ৰয়োজনীয়তাৰ মাধ্যমত ব্যক্তিগত অভিজ্ঞতাৰে বা নিজ নিজ— কৰ্মক্ষেত্ৰৰ বা শিক্ষাৰ পৰিবেশৰ মাজত শিক্ষা কৰিব। এই পদ্ধতিৰে শিক্ষা লাভ কৰিলে এই পদ্ধতিৰে শিক্ষিত শিশুবিলাকেই নিৰৱ বিপ্লৱৰ নিচান লৈ যেন সমাজ জীৱনত প্ৰৱেশ কৰিব।

দুঃখৰ বিষয় এই বিষয়ে আমাৰ দেশৰ শিক্ষাত বা শিক্ষানুষ্ঠানবিলাকত বুনিয়াদী শিক্ষাৰ কোনো প্ৰকাৰ সুস্থ প্ৰয়োগ বা উপযুক্ত গৱেষণা হ'বলৈ নাপালে। ইংৰাজ বিলাকৰ দৃষ্টিভংগীৰে শিক্ষাৰ মাধ্যম, শিক্ষাৰ লক্ষ্য আৰু শিক্ষাৰ পদ্ধতি চলি থাকিল। দেশ পাশ্চাত্য ভাৱ ধাৰাৰে প্লাৱিত হৈ গ'ল।

সুখৰ কথা আমাৰ প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে এই বিষয়ে অনুভৱ কৰিছে আৰু বক্তৃতাৰ মাধ্যমত তাক প্ৰকাশ কৰিছে। তেওঁ কৈছে যে—

"শিক্ষা অৰ্থকৰী কৰ্মমুখী হ'ব নোৱাৰে। শিক্ষাই কোনো এজন লোকক অৰ্থকৰী কৰ্মৰ সংস্থান হয়তো দিব পাৰে কিন্তু সেই অৰ্থকৰী কৰ্ম (Job) সেই ব্যক্তিৰ জীৱন যাত্ৰাৰ মাজত অছেদ্যভাৱে নিহিত হৈ যাব লাগিব।" প্ৰধানমন্ত্ৰীৰ এই বাণীৰ সাৰ্থকতা আনিবলৈ হ'লে গান্ধীজীৰ পৰিকল্পিত বুনিয়াদী শিক্ষাৰ দৰে কোনো এক শিক্ষা পদ্ধতিৰ পৰিকল্পনা নিশ্চয় আৱশ্যক হ'ব ; কিন্তু বুনিয়াদী শিক্ষাৰ প্ৰয়োগ আৰু গৱেষণামূলক কাৰ্য্য পদ্ধতিয়ে এই দিশ নিৰ্ভুলভাৱে নিৰ্দ্ধাৰিত কৰিব পাৰে। ই নিঃসন্দেহ।

আন এটি বক্তৃতাত প্ৰধানমন্ত্ৰীয়ে ভাৰতীয় জীৱনত ভাৰতীয় সংস্কৃতি ৰক্ষাৰ পথ নিৰ্দেশ দিছে। তেওঁ কৈছে যে—

"সমাজ বিজ্ঞান, অৰ্থবিজ্ঞান আৰু আন আন বিষয়ে লিখা গ্ৰন্থবোৰ যদিও ভাৰতীয় গ্ৰন্থকাৰেই লিখিছে, সেই গ্ৰন্থবোৰ প্ৰধানতঃ পাশ্চাত্য ভাৱধাৰা আৰু পাশ্চাত্য মতবাদৰ ভিত্তিত লিখা হৈছে। ভাৰতীয় জীৱন যাত্ৰাৰ পদ্ধতিৰ লগত তাৰ কোনো সম্বন্ধ নাই।"

পাশ্চাত্য ভাৱধাৰাৰ ভিত্তিত বা পাশ্চাত্য সংস্কৃতিৰ লক্ষ্যত লিখিত গ্ৰন্থসমূহে যে দেশবাসীক পাশ্চাত্য অভিমুখী কৰিব বা কৰিছে তাত কোনো সন্দেহ নাই। এই কাৰণেই ভাৰতীয় সমাজবাদ বা সাম্যবাদৰ লগত সংঘৰ্ষ উপস্থিত হৈছে। মুনি ঋষিসকলৰ যুগৰ পৰা ভাৰতীয় আদৰ্শত সমাজবাদ বা সাম্যবাদ চলি আহিছে। আনফালে এইটোও সঁচা যে সেই আদৰ্শৰ পৰা লোক-সমাজ স্খলিত হৈছে। এই স্খলন ৰোধ কৰিবৰ আৱশ্যক হৈছে আৰু তাৰ বাবে ভাৰতৰ চৌষষ্টি প্ৰকাৰ শিল্পবিদ্যাৰ পুনৰুদ্ধাৰৰ আৱশ্যক হৈছে আধুনিক যুগোপযোগী কৰি। কুটিৰ শিল্পৰ উদ্ধাৰেই বহু সমস্যাৰ সমাধান ঘটাব— তাত কোনো সন্দেহ নাই।

প্ৰধানমন্ত্ৰীয়ে পুনঃ এঠাইত কৈছে যে—"পুৰণি শিক্ষা ৰক্ষা কৰিব লাগিব।"

নিৰৱ বিপ্লৱৰ বা শিক্ষাৰ ৰূপ পৰিবৰ্তনৰ খাতিৰত যেনেকৈ দেশৰ প্ৰাচীন সম্পদ সংস্কৃতি ৰক্ষাৰ পথ ৰুদ্ধ হ'ব নোৱাৰে তেনেকৈ আধুনিক যুগৰ স্কুল-কলেজ আৰু বিশ্ববিদ্যালয়বোৰ ৰক্ষাৰ পথো ৰুদ্ধ হ'ব নোৱাৰে। কিন্তু ভাৰতীয় সংস্কৃতিৰ ভিত্তিত শিক্ষাৰ যে এটি স্থায়ী নৱৰূপ দান কৰিব লাগিব সেই বিষয়ে কোনো সংশয় ৰখা উচিত নহয়। কালোপযোগী আৰু প্ৰয়োজনপযোগী সংস্কাৰ বা পৰিবৰ্তনৰ আৱশ্যক হৈছে যে ই ধ্ৰুৰূপ। শিক্ষা সমস্যা সমাধানৰ ক্ষেত্ৰত এনে চিন্তাধাৰাৰ আৱশ্যক হৈছে। ●

# শিক্ষাৰ পুৰ্নগঠন

পূৰ্বৰ আই, এ, আৰু আই, এছ, ছি, পৰীক্ষা উঠাই দি তিনি বছৰীয়া ডিগ্ৰী কোৰ্ছ প্ৰৱৰ্তন কৰা হ'ল। লাভ কি হ'ল? মেট্ৰিকুলেচন আৰু ডিগ্ৰী পৰীক্ষাৰ মধ্যভাগত চাৰিবছৰৰ ভিতৰত প্ৰত্যেক দুই দুই বছৰে শিক্ষাৰ একোটা মান নিৰ্দ্ধাৰিত হৈ আছিল আৰু সমগ্ৰ দেশখনতে প্ৰশাসনীয় ক্ষেত্ৰতো সেই অনুসাৰে পদবোৰৰো মান নিৰ্দ্ধাৰিত আছিল। তিনি বছৰীয়া ডিগ্ৰী কোৰ্ছ প্ৰৱৰ্তন কৰি আৰু হাইস্কুলবিলাকক উচ্চতৰ মাধ্যমিক স্কুলত সম্পূৰ্ণভাৱে পৰিবৰ্তন কৰিব নোৱাৰি এটা প্ৰাক্‌বিশ্ববিদ্যালয় পৰীক্ষাৰ প্ৰৱৰ্তন কৰি অধিকতৰ বিশৃঙ্খলাৰ সৃষ্টি কৰিলে। মেট্ৰিক পাছ কৰাৰ পাছত আৰু ডিগ্ৰী পোৱাৰ পূৰ্বত এই স্তৰত যি এটা মান আছিল তাকো ভঙ্গ কৰি দিয়া হ'ল। প্ৰশাসনীয় বিভাগবোৰতো অনাৱশ্যক এটা পৰিবৰ্তনৰ শৃঙ্খলা ৰক্ষা কৰাত কিছু বেগ পালবগীয়া হ'ল। ডিগ্ৰী পৰীক্ষা আৰু প্ৰৱেশিকা পৰীক্ষাৰ মাজ ছোৱাত এই পৰিবৰ্তনৰ লাভ কি হ'ল আৰু শিক্ষা আৰু অৰ্থৰ ফালৰ পৰা কিমান ক্ষতি সাধন হ'ল তাৰ হিচাপ লৈ বৰ্তমান পৰিবৰ্তন সাধনৰো দিহা কৰা নহ'ল। পুনঃ এটা পৰিবৰ্তনৰ আঁচনি গ্ৰহণ কৰি স্কুলবিলাকৰো শৃঙ্খলা ভঙ্গ কৰাৰ সূত্ৰপাত কৰিছে। এই পৰিবৰ্তনেও যে শিক্ষাৰ মান উন্নয়ন কৰিব নোৱাৰিব তাক এতিয়াই অনুমান কৰিব পাৰি। শ্ৰেণীবোৰ বিভিন্ন ধৰণে ভঙ্গাভঙ্গি কৰিলে শিক্ষাৰ মান উন্নত নহয়, বৰঞ্চ নতুন পদ্ধতিত শিক্ষকক, ছাত্ৰ আৰু পাঠ্যক্ৰমৰ সমন্বয় সাধনত সাময়িকভাৱে ক্ষতি হোৱাৰহে সম্ভাৱনা। সাময়িকভাৱে যি ক্ষতি হয়, তাক পূৰণ কৰাও এটা সমস্যা হৈ পৰে। ফলত দেখা গৈছে যে ক্ষতি পূৰণতো নহয়েই ক্ষতিৰ মাত্ৰা বাঢ়িহে যায়। পাঠ্যক্ৰম শ্ৰেণী অনুসাৰে স্থিৰ কৰাৰ পূৰ্বে শ্ৰেণীৰ ক্ৰম ভঙ্গ কৰিলে শিক্ষাদানত বিশৃঙ্খলা ঘটে। হাইস্কুলবিলাকৰ পৰা তৃতীয় শ্ৰেণীটো উঠাই দিয়াৰ পাছত ৮ বছৰৰ পাঠ্যক্ৰম ৭ বছৰত শেষ কৰাৰ বাবে আৱশ্যকীয় পৰিবৰ্তন সংঘটিত নহ'ল। এতিয়া ১২ বছৰীয়া পাঠ্যক্ৰম ১০ বছৰত শেষ কৰিব লাগিলে পাঠ্যক্ৰমৰ যথাযুক্ত পৰিবৰ্ত্তনৰ আৱশ্যকতা আছে। পাঠ্যক্ৰমৰ উপযুক্ত পৰিবৰ্ত্তন ঘটোৱাৰ পূৰ্বে যদি নতুন আঁচনি গ্ৰহণ কৰা হয় তেন্তে শিক্ষাদানৰ ক্ষেত্ৰত যি বিশৃঙ্খলাৰ সৃষ্টি হ'ব সেই বিশৃঙ্খলা বহুদিন চলিব আৰু শিক্ষাৰ মান উন্নীত হোৱাতকৈ অৱনতহে হ'ব। বৰ্ত্তমান আঁচনি মতে যদি সুশৃঙ্খলভাৱেও পৰিবৰ্ত্তন ঘটোৱা হয় তথাপি যে শিক্ষাৰ মান উন্নয়ন হ'ব সেইটো আশা কৰিব নোৱাৰি। কাৰণ শিক্ষাৰ মান যে অৱনত হৈছে

তাৰ কাৰণ অন্যত্ৰ আছে। তদুপৰি এই আঁচনি স্থায়ী হোৱাৰ কিম্বা নিশ্চয়তা আছে জানো। শিক্ষাৰ অৱনতিৰ—

প্ৰথম কাৰণ হৈছে— পাঠ্যক্ৰমত ধাৰাবাহিকত্ব ৰক্ষিত হোৱা নাই আৰু পাঠ্যক্ৰম শ্ৰেণীৰ মান হিচাপে গধুৰ হৈছে।

দ্বিতীয় কাৰণ হৈছে— শ্ৰেণীবিলাকত যিবিলাক ছাত্ৰ-ছাত্ৰী থাকে সেইবিলাক ছাত্ৰ-ছাত্ৰী সেই সেই শ্ৰেণীৰ উপযুক্ত হৈ প্ৰমোচন নাপায়।

তৃতীয় কাৰণ হৈছে— পাঠবোৰ খৰচি মাৰি শিক্ষা দিয়া নহয়। তলৰ শ্ৰেণীত শিকিব লগা কথা ওপৰ শ্ৰেণীত শিকাব লগা হ'লে শিক্ষা দিয়াৰ অগ্ৰগতিত বাধা পৰে।

চতুৰ্থ কাৰণ হৈছে— পৰিদৰ্শকসকলে বা স্কুলৰ প্ৰধান শিক্ষকসকলে শিক্ষকবিলাকৰ কাম পৰ্যবেক্ষণ নকৰে। উপযুক্ত উপদেশ নিদিয়ে বা ভাল কামৰ বাবে পুৰস্কাৰ দিয়াৰ আৰু বেয়া কামৰ বাবে তিৰস্কাৰ কৰাৰ ব্যৱস্থা নকৰে। পূৰ্বে শিক্ষকসকলৰ কাম ভাল-বেয়া নিৰ্দ্ধাৰণ কৰিছিল শ্ৰেণীৰ মাহেকীয়া মেৰিট লিষ্টে (Merit list), শিক্ষকৰ স্কিমবুকে আৰু বছৰেকীয়া পৰীক্ষাত বিষয় হিচাপে পাচ-ফেলৰ সংখ্যা চাই। এতিয়া এইবোৰ ব্যৱস্থা উঠি গৈছে।

পঞ্চম কাৰণ হৈছে— ছাত্ৰবিলাকক শিকোৱা পাঠবোৰৰ যথেষ্ট অনুশীলন কৰোৱা নহয়। লিখা কাম যথেষ্ট পৰিমাণে দিয়া নহয়। লিখা কামবোৰ নিয়মিত সময়ত চাই শুধৰাই দিয়াও নহয়। ষষ্ঠ কাৰণ হৈছে (ষষ্ঠ স্থানত দিলেও ই এটা প্ৰধান কাৰণ প্ৰথম কাৰণ বুলিও ক'ব পাৰি) যে পৰিদৰ্শকসকলে শিক্ষকবিলাকৰ কাম ভালদৰে চাই যথাসময়ত মন্তব্য নিদিয়ে। মন্তব্যবোৰ যে শিক্ষাবিধি আৰু শিক্ষাপদ্ধতিৰ অনুযায়ী হ'ব লাগে এইবোৰ বিষয় বহু পৰিদৰ্শকৰ জ্ঞানেই নাই যেন লাগে। বহু পৰিদৰ্শক শিক্ষাপদ্ধতিত প্ৰশিক্ষণ পোৱা লোক নহয়। সেইবাবেও স্কুল পৰিদৰ্শন কাৰ্যত দোষ ঘটিছে। স্কুলবিলাকৰ পূৰ্বৰ পৰাম্পৰা (Tradition) ভাঙি গৈছে। নতুন পৰাম্পৰা সৃষ্টি কৰিবলৈ হ'লে পৰিদৰ্শকসকল বিশেষজ্ঞ (শিক্ষা পদ্ধতিত বিশেষকৈ) হ'ব লাগিব আৰু সকলো বিষয়ৰে শিক্ষা দিয়াৰ মূলনীতিবোৰ জানিব লাগিব। বিষয় জ্ঞান কম থাকিলেও শিক্ষাদান পদ্ধতি পৰিদৰ্শকৰ অৱশ্যে জনা থাকিব লাগিব ; নহ'লে পৰিদৰ্শক নামৰ উপযুক্ত হ'ব নোৱাৰে।

সপ্তম কাৰণ হৈছে যে স্কুলৰ কাৰ্যদান আৰু কাৰ্যদিনৰ ভিতৰত শিক্ষা দানৰ "পিৰিয়ড্ (Period)" বোৰত নানা ৰকম বাধা উপস্থিত হয়। আজিকালি স্কুলত বহু দিবস পালন কৰা হয়। পাঠ্যক্ৰমৰ বহিৰ্ভূত (Extra Curricular Activities) কাম-আজিকালি বহু বেছি। এইবোৰ কাৰণত শিক্ষক আৰু ছাত্ৰৰ উভয়ৰেই প্ৰকৃত শিক্ষাদানত পূৰ্ণ মনোযোগ দিব নোৱাৰে। কাৰ্য্য দিনৰ অভাৱত পাঠ্যক্ৰম বছৰেকত সম্পূৰ্ণ শেষ কৰাত

ইয়াৰ উপৰিও অন্যান্য বহু কাৰণ আছে। যেনে ঃ— শিক্ষকসকলে শিক্ষকতা কামকে প্ৰধান অৱলম্বন বুলি ধৰি নলয়। শিক্ষকতা কামত সন্তুষ্ট নাথাকে। চৰকাৰী বিধি ব্যৱস্থাতো শিক্ষকসকল অসন্তুষ্ট হৈ থাকে। আন্দোলনমুখী মনোভাৱ সদায় থাকে। কাৰণ চৰকাৰে দিবলগীয়াখিনিও সহজতে নিদিয়ে। দিব নোৱাৰোঁ বুলি ডাঠকৈ আৰু যুক্তিৰে ক'ব নোৱাৰে। শিক্ষকসকলৰ মনত যদি শান্তি বা সন্তোষ নাথাকে শিক্ষাদান ভাল হ'ব নোৱাৰে। যিবিলাক লোকৰ শিক্ষকতা কাৰ্যত ৰাপ নাই, কেৱল চাকৰি কৰি ধন ঘটিবলৈ আহে তেনে লোকসকলে শিক্ষকসকলৰ মাজত সুস্থিৰ পৰিবেশ ধ্বংস কৰি দিয়ে আৰু শিক্ষানুষ্ঠানৰ পবিত্ৰতাও ধ্বংস কৰি পেলায়। শিক্ষক নিযুক্তি নানা কাৰণত হয়। সুস্থিৰ নীতি ৰক্ষা কৰি শিক্ষক নিযুক্তি নহয়। ৰাজনৈতিক দলভুক্ত হোৱা শিক্ষকবিলাকে শিক্ষাৰ আভ্যন্তৰীণ আৰু সামাজিক পৰিবেশ ধ্বংস কৰি পেলায়। শিক্ষা-নীতি আৰু ৰাজনীতিৰ ভিতৰত সীমা ৰক্ষা কৰি এনে শিক্ষকবিলাকে কাম কৰিব নোৱাৰে।

শিক্ষাৰ মান উন্নয়ন কৰিবলৈ হ'লে এনেবোৰ সমস্যাৰ সমাধান বিচাৰিব লাগিব। পিছে আমি বৰ্তমান শিক্ষাৰ উন্নতিৰ ফালে লক্ষ্য ৰাখিহে এই সমালোচনা কৰিলো। বৰ্তমান সময়ত এই শিক্ষাৰ আমূল পৰিবৰ্তনৰ আৱশ্যক হৈছে ; কাৰণ এই শিক্ষাৰ শিক্ষাৰ্থীৰ নৈতিক চৰিত্ৰ গঠনতো সহায় কৰা নাই নাইবা স্বাধীনভাৱে জীৱিকা উপাৰ্জনৰ পথৰো নিৰ্দেশ দিয়া নাই। শিক্ষাৰ্থীসকলৰ নৈতিক চৰিত্ৰ গঠন নহ'লে জাতীয় চৰিত্ৰ উন্নত হোৱাৰ আশা নাই আৰু জীৱিকাৰ পথ নাপালে অৰ্থনৈতিক সমস্যা সমাধানৰো আশা নাই। দেশত পূৰ্বৰ সামাজিক পৰিবেশৰ পবিত্ৰতা ধ্বংস হৈ গৈছে আৰু দেশ দুৰ্নীতিগ্ৰস্ত হৈছে। শিক্ষাৰ ক্ষেত্ৰত এয়ে প্ৰধান সমস্যা।

যোৱা অধিবেশনত ৰাজ্যিক বিধান সভাত এটা প্ৰশ্নৰ উত্তৰত শিক্ষামন্ত্ৰীয়ে জনাইছে যে— ৰাজ্যত এতিয়া প্ৰাইমেৰী স্কুলৰ সংখ্যা হৈছে ১৯,৬৩২ খন আৰু ১৯৪৭ চনত আছিল ৭,৫৭৪ খন, সেইদৰে— মজলীয়া স্কুল এতিয়া— ৭,৯৪৩ খন, তেতিয়া আছিল ৭৪২ খন, হাইস্কুল এতিয়া— ১১৮৮ খন, তেতিয়া ১৯১ খন, কলেজ— এতিয়া ৯৪ খন তেতিয়া আছিল ১৬ খন কাৰিকৰী স্কুল এতিয়া ১০ খন তেতিয়া আছিল ৭ খন। সাধাৰণৰ শিক্ষানুষ্ঠান কি গতিত বাঢ়িছে কিন্তু দেশৰ অৱস্থা সেই গতিত ক্ৰমে বেয়া হৈ হে আহিছে। শিক্ষিতৰ সংখ্যা বাঢ়িছে মানে নিবনুৱাৰ সংখ্যা বাঢ়িছে। নৈতিক চৰিত্ৰ অৱনতিৰ ফালে ঢাল লৈছে। আকৌ মন কৰিব লগা কথা এইটোৱেই যে কাৰিকৰী শিক্ষানুষ্ঠান আজি ২২ বছৰে মাত্ৰ ৩ খনহে বাঢ়িছে। স্বাধীন জীৱিকা অৰ্জনৰ পথ তেন্তে কোন প্ৰকাৰ অনুষ্ঠানে দিব? সমালোচনা নিৰৰ্থক। শিক্ষা বিষয় যিবিলাকৰ হাতত, তেওঁলোক আমাতকৈ বেছি বিজ্ঞ আৰু বেছি চিন্তাশীল। তেওঁলোকে যদি দেশৰ এই দুৰৱস্থাৰ কথা

চিন্তা নকৰে, শিক্ষাৰ উন্নতি কেনেকৈ হ'ব?

আমি কওঁ যে বৰ্তমান শিক্ষানীতি সম্পূৰ্ণভাৱে বৰ্জন কৰিব লাগিব। প্ৰাইমেৰী স্কুলবোৰৰ পৰা আৰম্ভ কৰি হাইস্কুলৰ শেষ শ্ৰেণীলৈকে নানা প্ৰকাৰ শিল্পবিদ্যা শিক্ষা দিব লাগিব। শিল্প বিদ্যা প্ৰধান কৰি লগে লগে ভাষা সাহিত্য শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব। ভাষা, সাহিত্য কলা আৰু বিজ্ঞানৰ পাঠ্যক্ৰম হাইস্কুলবিলাকত কমাই আনিব লাগিব। যিকোনো এটা শিল্প বিদ্যাত ছাত্ৰবিলাকক পাৰদৰ্শী কৰি তুলিব লাগিব। কৃষি বিদ্যাত বিশেষকৈ বেছি প্ৰাধান্য দিব লাগিব। উন্নত ধৰণৰ কৃষি বিদ্যা শিক্ষা দিয়াহে বৰ্তমান অৱস্থাত বেছি আৱশ্যকীয় হৈ পৰিছে। শিল্প বিদ্যা শিক্ষা দিয়াৰ মাধ্যমত নৈতিক চৰিত্ৰৰো উন্নতি হ'ব আৰু স্বাধীনভাৱে জীৱিকা অৰ্জনৰ পথো ওলাব।●

# পুৰস্কাৰ প্ৰদান

স্কুলবিলাকৰ প্ৰমোচনী পৰীক্ষাৰ ফলৰ ওপৰত নিৰ্ভৰ কৰি বঁটা বিতৰণী সভা পাতি প্ৰথম, দ্বিতীয়, তৃতীয় হোৱা ছাত্ৰ-ছাত্ৰী সকলক বঁটা দান প্ৰথা বহুদিনীয়া। সেই সভাবোৰত নিয়মিত ভাৱে স্কুলত উপস্থিত থকা ছাত্ৰ-ছাত্ৰীক আৰু সংস্বভাৱ সদ্ ব্যৱহাৰ সম্পন্ন ছাত্ৰ-ছাত্ৰীকো বটা দিয়া প্ৰথা প্ৰচলিত হৈ আহিছে। খেল-ধেমালিত পটুতা থকা ছাত্ৰ-ছাত্ৰীকো আজিকালি বঁটা দিয়া হয়। প্ৰকৃততে দেখা গৈছে যে খেল-ধেমালিৰ বাবে দিয়া বঁটাৰ সংখ্যা ক্ৰমাগত বাঢ়ি গৈছে, কাৰণ খেল-ধেমালিৰ পৰিধিও কেৱল ফুটবল, ক্ৰিকেটৰ পৰিধিতে আৱদ্ধ থকা নাই, নানা প্ৰকাৰ জাতীয় খেল-ধেমালিৰো সংযোগ স্কুলৰ খেল পথাৰত স্কুল সপ্তাহত কৰা হৈছে।

গুণীৰ গুণ স্বীকাৰ কৰা এটা স্বাভাৱিক মানৱীয় গুণ। উপযুক্ত গুণৰ আদৰ হ'লে সৰ্বসাধাৰণৰ মাজত উৎসাহ পৰিবৰ্দ্ধিত হয় — যিটো পুৰস্কাৰ প্ৰদানৰ এটা লক্ষ্য। নীতিগত ভাৱে ইয়াৰ মূল্য যথেষ্ট; কিন্তু প্ৰকৃততে সেই নীতি অনুসৰণ কৰি পুৰস্কাৰৰ বাবে উপযুক্ত লোক বছা হয় নে নহয়? তাত কোনো কোনো ছাত্ৰ-ছাত্ৰীৰ ক্ষোভ থাকে নে নেথাকে — উপযুক্তজন বাদ পৰাত আৰু অনুপযুক্তজন নিৰ্ব্বাচিত হোৱাত? পৰীক্ষাবোৰ লোৱাত উপযুক্ত অৰ্থাৎ ছাত্ৰ-ছাত্ৰীৰ মাজত উপযুক্ত ছাত্ৰ-ছাত্ৰী নিৰ্ব্বাচনৰ ক্ষেত্ৰত উপযুক্ত ছাত্ৰ-ছাত্ৰী নিৰ্ব্বাচন হৈ উঠে নে নুঠে? তেনেবোৰ ক্ষেত্ৰত ভুল-ভ্ৰান্তি হোৱাটো অস্বাভাৱিক নহয়; কিন্তু পৰীক্ষক সকলৰ ইচ্ছাকৃত কোনো ভুল-ভ্ৰান্তি বা পক্ষপাতিত্ব দোষ থাকে নে নেথাকে? আজিকালি প্ৰতিযোগিতামূলক বৃত্তি দানৰ ক্ষেত্ৰত উপযুক্ত ছাত্ৰ-ছাত্ৰীয়ে বৃত্তি নোপোৱাত আৰু সেইসকল ছাত্ৰ-ছাত্ৰীৰ প্ৰাপ্ত নম্বৰৰো সালসলনি হোৱাৰ প্ৰমাণ কিয় পোৱা যায় আৰু তাৰ বাবে বাতৰি কাকতবোৰতো বাদ-প্ৰতিবাদ কিয় হয়? দেশৰ মেধাবী ছাত্ৰ-ছাত্ৰী সকলক বিভিন্ন ধৰণে প্ৰশিক্ষণ দিবৰ বাবে যিবোৰ নিৰ্ব্বাচনী পৰীক্ষা পতা হয় তাতো নানা প্ৰকাৰ স্বাৰ্থ জড়িত থকা বুলি শুনা যায়। উপযুক্ত ছাত্ৰ-ছাত্ৰীক বঞ্চিত কৰি স্বাৰ্থ জড়িত ছাত্ৰ-ছাত্ৰীক বাছি উলিওৱা হয়। সৎউদ্দেশ্য ভ্ৰষ্ট কৰি অসৎ পথ অৱলম্বনৰ পদ্ধতি ধৰা পেলোৱা কঠিন হৈ পৰিছে। বাদ-প্ৰতিবাদ নকৰা আৰু প্ৰমাণ দিব নোৱাৰা কাৰণতো বহুতো ক্ষুব্ধ ছাত্ৰ-ছাত্ৰীৰ ক্ষোভ মনতে মাৰ নিওৱা উদাহৰণো নথকা নহ'ব।

কৰ্ম্ম-কৰ্ত্তা সকলৰ মাজত যে দুৰ্নীতি আছে সেইটো সৰহ সংখ্যক লোকে বিশ্বাস কৰিব ধৰিছে। জাতীয় উন্নতিত ই শুভ লক্ষণ নুসূচায় আৰু পুৰস্কাৰ

প্ৰদানৰ নীতিও ভংগ হয়। বিভিন্ন ক্ষেত্ৰত বয়োজ্যেষ্ঠ লোক সকলৰ এনে ধৰণৰ দুৰ্নীতিপূৰ্ণ কৰ্ম্ম সমূহৰ প্ৰতিক্ৰিয়া স্বৰূপে ছাত্ৰ সমাজত নৈতিকতা ভংগৰ দোষে প্ৰৱেশ কৰিছে। ব্যক্তিগত ঈৰ্ষা পৰিবৰ্দ্ধিত হৈছে। নিজ নিজ শক্তি স্ফুৰণত বাধা উপস্থিত হৈছে। এই ধৰণৰ প্ৰতিক্ৰিয়া সমাজত বহুদূৰপ্ৰসাৰী হৈ পৰিছে। প্ৰায় সকলো ক্ষেত্ৰতে উপযুক্ত লোক উপযুক্ত স্থানৰ বাবে নিৰ্বাচিত হৈ নিজ নিজ শক্তি স্ফুৰণৰ সুবিধা পোৱাৰ পৰা বঞ্চিত হৈ পৰিছে। গণতন্ত্ৰত এনেকুৱাই হয় বুলি কোৱা হয়, কিন্তু যি গণতন্ত্ৰৰ গৃহীত নীতি হৈছে উপযুক্ততাৰ মূল্য দান কৰা, সেই গণতন্ত্ৰত এনে ধৰণৰ কাৰ্য্য প্ৰণালীৰ দ্বাৰা গণতন্ত্ৰক প্ৰকৃতভাৱে ৰূপায়িত কৰি প্ৰকৃত পথত পৰিচালিত কৰিব নোৱাৰি।

### উপায় কি?

ইয়াৰ উপায় নিৰ্দ্ধাৰণ কৰা জটিল সমস্যা নহয়। ব্যক্তিগত লোভ সম্বৰণ কৰাহে কঠিন সমস্যা। ভাৰতীয় কৃষ্টিত ভাৰতীয় শাস্ত্ৰত ইয়াৰ উপায় নিৰ্দ্ধাৰণ কৰাই আছে। ব্যক্তিৰ চৰিত্ৰ গঠনৰ শিক্ষা প্ৰণালীও নিৰ্দ্ধাৰিত আছে। ভাৰতীয় শিক্ষা পদ্ধতিৰ পুনৰুত্থান নহ'লে ব্যক্তিৰ চৰিত্ৰ গঠনত সহজ পন্থা উদ্ধাৰ কৰা কঠিন। ব্যক্তিৰ চৰিত্ৰই সামাজিক বা জাতীয় চৰিত্ৰ গঠন কৰে। শিক্ষকৰ চৰিত্ৰত ঘুণ থাকিলে ব্যক্তিৰ চৰিত্ৰ গঠনত শিক্ষাই সহায় কৰিব নোৱাৰে। পুৰস্কাৰ প্ৰাপ্তিৰ ক্ষেত্ৰত পুৰস্কাৰ পোৱা বস্তুৰ অৰ্থ মূল্যতকৈ পুৰস্কাৰ পোৱা জনৰ গুণৰ মূল্যহে অধিক আদৰণীয়। এই তত্ত্ব পাহৰি গৈ শিক্ষক, পৰীক্ষক আৰু ছাত্ৰ-ছাত্ৰী সকলে পুৰস্কাৰ বিতৰণৰ অৰ্থ মূল্যত অধিক গুৰুত্ব দি প্ৰতিযোগিতামূলক কৰ্ম্ম পদ্ধতিত উদগনি দিয়া উচিত নহয়। প্ৰকৃত আদৰ্শ লুপ্ত হৈ যোৱা নাই যদিও, তথাপি ছাত্ৰ-ছাত্ৰী সকলৰ মনত বস্তু মূল্যৰ প্ৰভাৱ পৰিলক্ষিত হৈছে আৰু পক্ষপাতিত্ব দোষে শিক্ষাৰ ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰাৰ লক্ষণ দেখা গৈছে।

শাস্ত্ৰ বাক্য উলংঘন কৰি ভাৰতীয় সমাজ ধ্বস্ত-বিধ্বস্ত কৰি সমাজৰ বিশৃঙ্খলা আনয়ন কৰি ক্ষমতাৰ গাদী হয়তো কিছুকাল (চিৰকাল নহয়) ৰক্ষা কৰিব পৰা যাব পাৰে। কিন্তু নিজৰ আৰু সমাজৰ শান্তি স্থাপন আশা কৰা ভ্ৰম মাথোন। এই সত্য উপলব্ধি কৰিলেই উপায় ওলায়। ৰাজকৰ্ম্মচাৰী সকলে আৰু ক্ষমতাসম্পন্ন লোক সকলে যেনেদৰে আচৰণ কৰে তেনেদৰে সমাজ গঠিত হয়। বয়োজ্যেষ্ঠ সকলে, মন্ত্ৰী সকলে, বিধান সভাৰ সদস্য সকলে, উচ্চ পদস্থ কৰ্ম্মচাৰী সকলে, শিক্ষক আৰু অভিভাৱক সকলে যেনে আদৰ্শ নিজ নিজ কৰ্ম্মৰ দ্বাৰা ছাত্ৰ সমাজৰ আগত দাঙি ধৰিছে তাৰ প্ৰতিক্ৰিয়া স্বৰূপে ছাত্ৰসমাজ গঠিত হৈছে। গতিকে পুনৰায় যদি শান্তি স্থাপনৰ আশা থাকে তেন্তে সকলোৱে মনত ৰখা উচিত — গীতাৰ মহাবাক্য —

যদ্ যদাচৰতি শ্ৰেষ্ঠস্তত্তদেবেতৰো জনঃ।
সযৎ প্ৰমাণং কুৰুতে লোকস্তদনুবৰ্ত্ততে।।

শ্ৰেষ্ঠ ব্যক্তিয়ে যি যি কৰ্ম্মক আচৰণ কৰে, সাধাৰণ লোকেও তাকেই অনুসৰণ কৰে। কি কি কৰ্ম্ম কৰা উচিত, কেনেধৰণৰ কৰ্ম্ম কৰা উচিত নহয়, তাৰ প্ৰমাণ শ্ৰেষ্ঠ ব্যক্তি সকলে যেনেদৰে সমাজত দাঙি ধৰে, অন্য লোকে তাকে অনুসৰণ কৰে।

আজি ছাত্ৰ বিশৃঙ্খলাৰ আৰু সমাজ বিশৃঙ্খলাৰ বাবে একমাত্ৰ দায়ী ক্ষমতাপন্ন লোক সকল। তেওঁলোকৰ ক্ষমতা লোভৰ বেদীত নীতি-নিয়ম বলি দিয়া হৈছে। তেওঁলোকৰ আচৰণ যদি শুদ্ধ হয়, তেওঁলোক যদি নীতি পৰায়ণ হয়, এই দুৰ্নীতি পৰায়ণ সমাজৰ গতি ক্ৰমে ক্ৰমে পুনঃ সদাচৰণমুখী হ'ব পাৰে নহ'লে অদূৰ ভৱিষ্যতত গৃহযুদ্ধ (Civil war) অৱশ্যম্ভাৱী। সেইবাবে কোৱা হৈছে যে শাস্ত্ৰবাক্য উলঙ্ঘন কৰা দোষৰ পাপে সমাজক স্পৰ্শ কৰিছে আৰু সেইবাবে আজি সমাজত শান্তি নাই। ভগৱান শ্ৰীকৃষ্ণই গীতাত স্পষ্টকৈ কৈছে যে —

যঃ শাস্ত্ৰবিধিমুৎসৃজ্য বৰ্ত্ততে কামচাৰতঃ।
ন স সিদ্ধিমবাপ্নোতি ন সুখং নপৰাংগতিম্।।

শাস্ত্ৰবাক্য উলঙ্ঘন কৰি স্বেচ্ছাচাৰী ব্যক্তিৰ সুখো নহয়। মুক্তিও নহয়।

আঠ বছৰীয়া নও বছৰীয়া ল'ৰা-ছোৱালীক বৃত্তি দিয়া দুৰ্নীতিৰ যদি অন্ত নহয়, ছাত্ৰ সকলৰ পৰীক্ষা কাৰ্য্যত যদি দুৰ্নীতি, অৱজ্ঞা, সহানুভূতিহীনতা বৰ্ত্তি থাকে, উপযুক্ত লোকক যদি কৰ্ম্ম সংস্থানৰ পৰা বঞ্চিত কৰি অনুপযুক্ত লোকৰ কৰ্ম্মসংস্থান নীতি প্ৰৱৰ্ত্তিত হৈ থাকে তেন্তে, সমাজৰ শান্তি স্থাপন যেনে অসম্ভৱ কথা, মন্ত্ৰী আৰু ডা-ডাঙৰীয়া সকলৰ ক্ষমতাত দীৰ্ঘকাল অৱস্থান কৰি থকা বা গৃহ শান্তিত থকাও অসম্ভৱ কথা।

যি সৎ নীতিৰে আৰু সৎ প্ৰৱন্ধৰে পুৰস্কাৰ ঘোষণা কৰা হয় সেই নীতি আৰু প্ৰৱন্ধ অনুযায়ী পুৰস্কাৰ প্ৰদান নীতি যদি অৱলম্বন কৰা হয় তেন্তে একমাত্ৰ এই কৰ্ম্মানুষ্ঠানৰ প্ৰভাৱতেই সমাজৰ বহু শৃঙ্খলা ঘূৰি অহাৰ আশা কৰা যাব।●

# বৰ্ণমালা সঙ্কোচ

নতুন কিবা এটা কৰিবলৈ সকলোৰে মনত আগ্ৰহ হয়। কবি আৰু গ্ৰন্থকাৰ সকলে হাস্য পৰিহাসপূৰ্ণ ব্যঙ্গ ৰচনাৰে নতুনত্বৰ মোহ বৰ্ণনা কৰি গৈছে। বৃদ্ধৰ জীৱন কালতে এই বৃদ্ধইও কেইবা বেলিও অক্ষৰ সংখ্যা কমোৱাৰ বা নকমোৱাৰ বাক্ বিতণ্ডা কাগজে-পত্ৰে দেখা পাইছে। নতুনকৈ শিক্ষা লাভ কৰি শিক্ষিত যুৱক সকলে যেতিয়া জ্ঞান-বিজ্ঞানৰ দুৱাৰ দলিত থিয় হৈ জ্ঞানৰ অক্ষয় ভাণ্ডাৰত থকা ৰত্নৰাজিৰ চক্‌মকনিৰ পোহৰৰ সন্ধান পায়, তেতিয়া তেওঁলোকৰ মন আৰু বুকু আনন্দ উৎসাহত উখল-মাখল কৰে আৰু কিবা এটা নতুন কাম কৰিবৰ বাবে খৰধৰ লগায়। একো নতুন বস্তুৰ যেতিয়া সন্ধান নাপাই তেতিয়াই অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে বৰ্ণমালা সঙ্কোচৰ.ঢৌউ তোলে।

উচ্চাৰণৰ দোষ সকলো জাতিৰ ভিতৰতে আছে। সেইবুলি বৰ্ণমালাৰ সংখ্যা কমোৱাৰ পৰিৱৰ্ত্তনৰ দ্বাৰা সেই দোষ আঁতৰাব পাৰি বুলি কোনেও নাভাবে। বঙ্গদেশত এসময়ত দুটা 'ব' অনাৱশ্যক বুলি এটা 'ব' বঙ্গভাষাৰ বৰ্ণমালাৰ পৰা উঠাই দিবলৈ যত্ন কৰিছিল। কিন্তু নোৱাৰিলে; শেষত অসমীয়া 'ৱ' ৰ উদাহৰণত তেওঁলোকে 'ব' ৰ পেট কাটি 'ৱ' ৰ স্থান মুকলি কৰিলে। তেওঁলোকৰ 'ৰ' ৰ তলত বিন্দু দিয়া হয় কাৰণে 'ব' ৰ তলত আঁচ দিলে ভৱিষ্যত খেলিমেলিৰ সম্ভাৱনা হ'ব পাৰে বুলি তেওঁলোকে উচ্চাৰণৰ শুদ্ধতা আনয়নৰ পথহে উন্মুক্ত কৰিলে যদিও শুদ্ধ উচ্চাৰণ বহুত নকৰে। তেওঁলোকে বুজি পাইছে যে এটা 'ব' যদি কমাই দিয়া হয় বঙ্গলা অভিধান আৰু ব্যাকৰণ সংস্কৃত ভাষাৰ ব্যাকৰণ আৰু অভিধানৰ পৰা আঁতৰি আহিব, তেতিয়া বঙ্গালী ভাষাৰ খেলিমেলি হ'ব আৰু উন্নতি পথত নগৈ অৱনতিৰ পথেহে যাব লাগিব।

আমি যদি তিনিটা শ, ষ, স ৰ ঠাইত এটাহে গ্ৰহণ কৰো — তেতিয়া কি হ'ব? ধৰক আমি শ আৰু ষ এই দুটা বাদ দিলো। তেতিয়া মাত্ৰ 'স' টো থাকিব। 'স' ৰে আমি 'সাৰ (Mnaure) লিখো। 'ষাৰ (Bull) লিখাত 'সাৰ' বুলি লিখিব লাগিব। অসমীয়া ভাষাত 'ষাড় আৰু ষাৰ' উভয়ে শুদ্ধ। অভিধান চাওঁক। 'সাৰ' লিখি এটা নতুন বিশৃঙ্খলা অনা হ'ব।

'ত' বৰ্গ আৰু 'ট' বৰ্গৰ ভিতৰত যদি এটা বৰ্গ উঠাই দিওঁ তেতিয়া কি হ'ব? যিকোনো শব্দ এটা বিচাৰ কৰি চাওঁক। (ভুল) উচ্চাৰণ অনুসাৰে 'ট' বৰ্গ ৰাখি 'ত' বৰ্গৰ বিলোপ কৰাই স্বাভাৱিক হৈ উঠিব। তেতিয়া 'তত' ত ধৰিলে

সকলোৱে বেয়া পায়' — ইয়াত 'তত' শব্দই দুৰ্ব্বলতাক বুজাইছে। তেতিয়া আমি লিখিব লাগিল 'তট' ত ধৰিলে বুলি। কিন্তু 'তট' মানে নদীৰ পাৰ। টট্ শব্দই তেতিয়া দুৰ্ব্বলতা আৰু নদীৰ পাৰ উভয়কে বুজায়। অক্ষৰ আৰু শব্দৰ মাজত যে এটা নিত্য সম্বন্ধ আছে সেইটোৰ বিলোপ সাধন হ'ব। নিত্য সম্বন্ধৰ বিলোপ হ'লে যে ন্যায় শাস্ত্ৰ বুজাত কিমান কঠিন হ'ব — নৈয়ায়িক পণ্ডিত সকলক সুধি চাওঁক। কাৰো লগত যদি কাৰো নিত্য সম্বন্ধ নাথাকে ব্যৱহাৰিক জীৱনত কি বিশৃঙ্খলাই দেখা দিব সেইটোও বিচাৰ কৰি চাওঁক।

উদাহৰণ বঢ়াই বিস্তৃত আলোচনাৰ আৱশ্যক নকৰে। এতিয়াও বহু স্বৰ বা শব্দৰ ধ্বনি আছে যাক বৰ্ত্তমান বৰ্ণমালাইয়ো শুদ্ধকৈ প্ৰকাশ কৰিব নোৱাৰে। বৰ্ণমালা বঢ়াবৰহে পথ আছে। কমাবৰ পথ নাই।

উচ্চাৰণ শুদ্ধ কৰিবৰ যত্ন কৰা নহয় কিয়? সেইটোহে সহজ পন্থা। সৰ্ব্ব ভাৰতীয় উচ্চাৰণৰ পথেদি ভাৰতীয় শাস্ত্ৰৰ লগত সামঞ্জস্য বিধান কৰিবৰ উদ্দেশ্যে উচ্চাৰণৰ শুদ্ধতা আনিবলৈ আন্দোলন কৰা নহয় কিয়?

**বৰ্ণৰ অৰ্থ ঃ**

বৰ্ণ বিলাকৰ উচ্চাৰণৰ প্ৰভেদ মাথোনহে বিচাৰ্য্য সেইটো নহয়। বৰ্ণ বিলাকৰ ভিতৰত প্ৰত্যেকটো বৰ্ণৰ অৰ্থও আছে। আমি শ, ষ আৰু স এই তিনিটা বৰ্ণৰ অৰ্থকেই বিচাৰ কৰি চাওঁহক।

শ = সুখ। স = খেদ (শঃ সুখং খেদম্) ষ = শ্বতবৰ্ণ, বাসুদেৱ, পৰমেশ্বৰী, বামবাহু, শ্ৰেষ্ঠ, গৰ্ভবিমোচন, লম্বোদৰ, সুশ্ৰী, বৃষ, লজ্জা, প্ৰিয়, শিৱ, বক্ষ ইত্যাদি। আৰু কেইবাটিও অৰ্থ আছে। সাধাৰণতে দুৰ্ব্বোধ্য কাৰণে উল্লেখ কৰা নহ'ল।

এতিয়া বিচাৰ্য্য এয়ে যে এই তিনিটা আখৰৰ কোনোটো যদি বাদ দিয়া যায় তেন্তে আমাৰ শাস্ত্ৰ বিচাৰত কিমান জটিলতাৰ সৃষ্টি হ'ব। শাস্ত্ৰবোৰ বোধগম্যই নহ'ব। এইদৰে বৰ্ণমালাৰ প্ৰত্যেকটো বৰ্ণৰ অৰ্থ আছে। পঞ্চাশটা বৰ্ণৰ কোনোটো বাদ দিয়াৰ উপায় নাই। নতুন ভাষা, নতুন অভিধান সৃষ্টি কৰিহে বৰ্ণ বাদ দিব পৰা কথা কল্পনা কৰিব পাৰি। সেইটো সম্ভৱ জানো? ●

# শিক্ষা ব্যৱস্থাত সঙ্গীতৰ স্থান আৰু নলবাৰীৰ সঙ্গীত বিদ্যালয়

কৈশোৰ কালত ল'ৰা-ছোৱালীৰ অনুভূতিমূলক আবেগ সমূহৰ স্ফুৰণ হয়। কিশোৰ বয়স্কৰ ল'ৰা-ছোৱালীৰ মন বৰ অনুভূতিপ্ৰৱণ হয় আৰু উদ্দাম গতিত মানসিক আবেগসমূহ স্ফুৰিত হ'বলৈ ধৰে। সেইবাবে এই সময়ত সিহঁতৰ চঞ্চল প্ৰকৃতি প্ৰকাশ পায়। নানা প্ৰকাৰ দুষ্টালি আৰু অশোভন কাৰ্য্যও সিহঁতে এই বয়সত কৰে। অন্তৰত উদ্ভৱ হোৱা আবেগসমূহক সংযত কৰি ৰখা সিহঁতৰ পক্ষে সহজ নহয়, তদুপৰি আবেগিক চাঞ্চল্যত বহু সময়ত সিহঁতৰ ন্যায়-অন্যায়, ভাল-বেয়া, বা আপোন-পৰ জ্ঞান নাথাকে। আমি সাধাৰণতে এই বয়সৰ ল'ৰা-ছোৱালীয়ে কৰা দোষবোৰ ল'ৰালি মাথোন বুলি ভাবি সেই দুষ্টালিৰ কাৰ্য্যবোৰ সংযত কৰিবলৈ বৰ মনোযোগ নিদিওঁ। ইয়াৰ ফলত কিছুমান ল'ৰা-ছোৱালীৰ উচ্ছৃঙ্খল স্বভাৱ গঢ়ি উঠে আৰু সিহঁতৰ মানসিক জগতত সেই উচ্ছৃঙ্খল স্বভাৱ খোপনি পুতি থাকে। ক্ৰমে উচ্ছৃঙ্খল ল'ৰা-ছোৱালীবোৰে শিক্ষক আৰু অভিভাৱক সকলৰ অবাধ্য হৈ উঠে। বেছি বুদ্ধিমান ল'ৰা-ছোৱালীবিলাক যদি উচ্ছৃঙ্খল স্বভাৱৰ হয় তেতিয়া সিহঁতে সমাজৰ বেছি অনিষ্ট সাধন কৰে। ফুটবল, ভলীবল আৰু ক্ৰিকেট খেলাই ল'ৰাবিলাকৰ সেই উচ্ছৃঙ্খল স্বভাৱ কিছু সংযত কৰি লয় বুলি শিক্ষাবিদসকলে ফুটবল, ক্ৰিকেট আদি খেলাক শিক্ষাৰ অঙ্গ বুলি গ্ৰহণ কৰিছে, কিন্তু ফলত দেখা গৈছে যে সি আশানুৰূপ ফল দিয়া নাই, তাৰ কাৰণ হৈছে শিক্ষণীয় বিষয় সমূহৰ লগত এইখেল-ধেমালিবোৰৰ সমন্বয় নাই। শিক্ষাৰ অঙ্গ হিচাবে খেল-ধেমালিবোৰ গ্ৰহণ কৰিলে বিষয় শিক্ষাৰ লগত ইয়াৰ সমন্বয় সাধন কৰিব লাগিব, যেনেকৈ বুনিয়াদী শিক্ষা পদ্ধতিত উদ্যোগৰ লগত শিক্ষণীয় বিষয়বোৰৰ সমন্বয় সাধন কৰিব লাগে। তাকে নকৰাত খেল-ধেমালিৰ মাজেদি উচ্ছৃঙ্খলতাৰ শাম নাকাটি কোনো কোনো ক্ষেত্ৰত বৃদ্ধি হোৱাৰহে প্ৰমাণ পোৱা যায়। সেইদৰে Boy Scout আৰু N.C.C. প্ৰশিক্ষণবোৰো শিক্ষণীয় বিষয়বোৰৰ লগত সমন্বিত হ'ব লাগে। তেনে আঁচনি বা পৰিকল্পনা আজিলৈকে হোৱা নাই আৰু সেইবাবে শিক্ষণীয় বিষয়, N.C.C. প্ৰশিক্ষণ Boy Scout movement, ফুটবল, ভলীবল আদি খেলবোৰ বিভিন্ন পৰিবেশত অনুষ্ঠিত হয়। শিক্ষক সকলৰ তেনে প্ৰশিক্ষণৰ বাবেও কোনো আঁচনি কৰা হোৱা নাই। স্কুলৰ সকলোবোৰ কথা গতানুগতিক ধৰণে খেলিমেলি ভাবে চলি আছে। ল'ৰাবিলাকৰ আবেগ

স্ফুৰণৰ সহায়ক হিচাবে, অতিৰিক্ত শক্তি আৰু উৎসাহৰ যথাযথ প্ৰশিক্ষণ নিতান্ত আৱশ্যক। তেনে কাৰ্য্যকৰী আঁচনি আৰু প্ৰশিক্ষণ পদ্ধতি গৃহীত হ'লে, ফুটবল, ভলীবল, ক্ৰিকেটবল খেলা, N.C.C. প্ৰশিক্ষণ আৰু Boy Scout movement শিক্ষা আঁচনিৰ লগত সমন্বিত হ'লে ছাত্ৰসকল নিয়ম আৰু প্ৰশিক্ষণৰ মাধ্যমত সংযত হ'লহেঁতেন আৰু অনিয়মানুবৰ্ত্তিতাৰ মনোবৃত্তি গঢ়িবৰ সুযোগ-সুবিধা নাপালেহেঁতেন। শিক্ষা ব্যৱস্থাৰ কৰ্ম্মকৰ্ত্তা সকলৰ এই বিষয়ে যথেষ্ট দায়িত্ব আছে। ছোৱালী বিলাকৰ ক্ষেত্ৰতো ল'ৰা বিলাকৰ দৰে খেল-ধেমালি, N.C.C., Girls guide প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হৈছে। ছোৱালীবিলাকৰ কাৰণে সি গ্ৰহণীয় হ'ব নোৱাৰে; কিন্তু দিয়া হৈছে। ছোৱালীৰ শিক্ষা আৰু ল'ৰাৰ একেধৰেণে হোৱা যিমান আপত্তিজনক তাতকৈ এনে ব্যৱস্থা বেছি আপত্তিজনক। লৰ'াৰ শাৰীৰিক গঠন আৰু মানসিক প্ৰবৃত্তি সমূহৰ লগত ছোৱালীৰ শাৰীৰিক গঠন আৰু মানসিক প্ৰবৃত্তি সমূহৰ বহু পাৰ্থক্য আছে। সেইবাবে শিক্ষা পদ্ধতি বেলেগ হ'ব লাগে আৰু খেল-ধেমালি বা অতিৰিক্ত সময়ৰ কাৰ্য্য ক্ৰমনিকাও বেলেগ হ'ব লাগে।

কিশোৰ বয়স্ক ল'ৰা-ছোৱালীৰ বাবে কিন্তু সঙ্গীত বিদ্যা সমানে শিক্ষা দিয়া আৱশ্যক, কিন্তু দুখৰ বিষয় আমাৰ স্কুল বিলাকত সঙ্গীত বিদ্যা শিকোৱাৰ কোনো ব্যৱস্থাই নাই। সঙ্গীত বিদ্যাৰ ভিতৰত গীত-বাদ্য-নৃত্য-নাট্য। আজি দেশত এই চাৰিবিধ কলাৰ উৎকৰ্ষ সাধনৰ বাবে যথেষ্ট প্ৰযত্ন কৰা হৈছে দেখা যায়। চৰকাৰেও যথেষ্ট উৎসাহ দিছে কিন্তু চৰকাৰী সাহায্য আৰু সামাজিক উৎসাহ উদ্দীপনা যত্ন প্ৰচেষ্টা সুনিয়ন্ত্ৰিত হোৱা বুলি ক'ব নোৱাৰি। স্কুলীয়া শিক্ষাৰ অঙ্গীভূত নকৰিলে ল'ৰা-ছোৱালীৰ সঙ্গীত শিক্ষা সুনিয়ন্ত্ৰিত হোৱা সম্ভৱ নহয়। ঠায়ে ঠায়ে সঙ্গীত বিদ্যালয় সমূহৰ উদ্ভৱ হৈছে আৰু চৰকাৰী সাহায্য সহানুভূতিও পাইছে। সেই বিদ্যালয় সমূহত সকলো বিলাক ল'ৰা-ছোৱালীৰ শিক্ষা দান সম্ভৱ নহয়; আকৌ স্কুল সমূহৰ কৰ্ত্তৃপক্ষৰ অধীনত নথকা বাবে সঙ্গীত বিদ্যালয় সমূহৰ লগত সমন্বয় স্থাপন কৰাও সম্ভৱ নহয়। সঙ্গীত বিদ্যা শিক্ষাই কিশোৰ বয়স্ক ল'ৰা-ছোৱালীৰ আবেগসমূহ সুনিয়ন্ত্ৰিত কৰে। অতিৰিক্ত কৰ্ম্ম প্ৰৱণতাৰ শক্তি সঙ্গীত সাধনাত নিয়োজিত হ'লে উচ্ছৃঙ্খলতা আৰু অনিয়মানুবৰ্ত্তিতাৰ পৰিসৰ সঙ্কীৰ্ণ হৈ আহে। আজিৰ দিনৰ ছাত্ৰ-ছাত্ৰী সমূহৰ উচ্ছৃঙ্খলতা আৰু অনিয়মানুবৰ্তিতা সংযত কৰিবলৈ হ'লে সঙ্গীত বিদ্যা বাধ্যতামূলক হিচাবে শিক্ষা দিয়াৰ ব্যৱস্থা কৰা উচিত। বিভিন্ন ঠাইত যিবোৰ সঙ্গীত বিদ্যালয় স্থাপিত হৈছে সেই বিদ্যালয়বোৰ স্কুল-কলেজৰ অঙ্গ বিশেষ কৰি লোৱা উচিত। অন্ততঃ স্কুল-কলেজ বিলাকৰ স্বীকৃত অনুষ্ঠান কৰি লোৱা উচিত।

তাৰ পূৰ্ব্বে এটা কথা মন কৰিবলগীয়া হৈছে যে যিবোৰ সঙ্গীত বিদ্যালয় আপোনা-আপুনি উদ্ভৱ হৈছে সঙ্গীত প্ৰেমী সকলৰ আপোন চেষ্টাত সেই সঙ্গীত

বিদ্যালয়বোৰে চৰকাৰী নীতি-নিয়ম মানি চলি যাতে চৰকাৰী সাহায্য আৰু সহানুভূতি পায় তাৰ বাবে এটি সুস্থিৰ নীতি চৰাকাৰে গ্ৰহণ কৰা উচিত। কোনো কোনো সঙ্গীত বিদ্যালয়ে চৰকাৰী সহায়-সহানুভূতি পায়ো বহু বছৰ নানা প্ৰকাৰ বাধা-বিঘিনি পাই আহিছে। নলবাৰী চহৰত এখন সঙ্গীত বিদ্যালয় হ'বৰ আজি দহ বছৰ হ'ল, এজন বিশেষ সঙ্গীত প্ৰেমীৰ আশাশুধীয়া চেষ্টাত। দুই বাৰ চৰাকাৰী সাহায্যও পাইছে। সম্প্ৰতি মাটি এডোখৰো দান পোৱা গৈছে; কিন্তু এতিয়াও সঙ্গীত বিদ্যালয়খন গঢ়ি তুলিব পৰা নাই। ৰাইজৰ উদাসীনতা আৰু পক্ষাপক্ষতাও ইয়াৰ ভিতৰত সংশ্লিষ্ট আছে, কিন্তু চৰাকাৰী নীতিৰ মাধ্যমত ইয়াৰ কাৰ্য্যপ্ৰণালী নিয়ন্ত্ৰিত হ'লে এই বিষয়ে বহু বাধা-বিঘিনি অতিক্ৰম কৰিব পাৰিলেহেঁতেন। এতিয়া এই ক্ষেত্ৰত চৰকাৰৰ বিশেষ সুদৃষ্টিৰ আৱশ্যক হৈছে।

বিভিন্ন নাট্যমঞ্চত স্কুলীয়া ল'ৰা-ছোৱালীবিলাকে অবাধে যোগ দিয়াৰ ফলত নানা প্ৰকাৰ অবাঞ্ছনীয় ঘটনা ঘটে। সেইবাবে আজি দেশত সঙ্গীত কলাৰ যিদৰে প্ৰসাৰ লাভ কৰিছে সেই গতি যাতে উত্তৰোত্তৰ বাধামুক্ত হ'ব পাৰে তাৰ বাবে শিক্ষা ব্যৱস্থাৰ মাধ্যমত সেই গতি সুনিয়ন্ত্ৰিত কৰা উচিত আৰু ক্ৰমে ক্ৰমে সকলো বিলাক ল'ৰা-ছোৱালীয়ে যাতে শৃঙ্খলা আৰু বিধি-নিয়মৰ মাজেদি সঙ্গীত চৰ্চ্চাৰ সুবিধা গ্ৰহণ কৰিব পাৰে তাৰ বাবে ৰাইজৰ সহযোগত চৰকাৰে এটি নীতি গ্ৰহণ কৰা উচিত।

দৃশ্যমান বিশ্বৰ উদ্ভিদ জগতকে ধৰি সমস্ত চেতন জীৱ আৰু সমস্ত অচেতন পদাৰ্থ, আকাশত ওলমি থকা গ্ৰহ, নক্ষত্ৰ আদি জ্যোতিষ্কমণ্ডল, শূন্যৰ ওপৰত শূন্য তদুপৰি যি মহাশূন্য — এই সমস্তকে একত্ৰিত কৰি যি এটা বিৰাট মহাকাশময় প্ৰকৃতিৰ কল্পনা মানৱ হৃদয়ত প্ৰতিফলিত হয়, সেই প্ৰকৃতিৰ অন্তৰত স্পন্দন তুলি এটি সুৰ প্ৰবাহ নিৰবচ্ছিন্ন ভাৱে অনবৰত চলি আছে। সেই সুৰ প্ৰবাহৰ যেন দুটি গতি। আমাৰ পৰা যেন দূৰ দূৰান্তলৈ শূন্য মহাশূন্য ভেদ কৰি অনন্ত পথত গতি কৰিছে — কোনো এক মহান সত্তাৰ সন্ধানত আৰু যেন দূৰ-দূৰান্তৰ পৰা কোনো এক মহান সত্তাৰ পৰা উদ্ভূত হৈ ক্ষুদ্ৰাতি ক্ষুদ্ৰ জীৱৰ প্ৰাণ কেন্দ্ৰৰ ফালে গতি কৰিছে, এই একে সুৰৰ প্ৰবাহ মানৱ প্ৰাণত স্পন্দিত হয়, একে সুৰেই বিপৰীত মুখী বুলি ধাৰণা জগায়। সুৰৰ এই মন্দাকিনী প্ৰবাহ, উৎপত্তি আৰু সঙ্গম স্থল আবিষ্কাৰ কৰিছিল, অন্তৰ্দৃষ্টিৰে প্ৰত্যক্ষ কৰিছিল — এই সুৰৰ ছন্দ মানৱ প্ৰাণত ঝঙ্কৃত হৈ থকাৰ অনুভূতি লাভ কৰিছিল — এই জগতৰ মানুহেই আৰু সেই সুৰবেই ৰূপ দান কৰি শ্ৰুতি গোচৰ কৰিছিল এই জগতৰে বিজ্ঞানী মানুহে, আৰু সেই সুৰবিজ্ঞানেই মানৱ প্ৰাণত থকা ৰসানুভূতিৰ সন্ধান দিছে তাঁকো আবিষ্কাৰ কৰিছিল — ধ্বনিৰ পথ অনুসৰণ কৰি, এই সুৰ বিজ্ঞানী সকলে ধ্বনিৰ পথেদি নাদানুসন্ধানৰ পথেদি ছন্দাত্মক সাম্যৰ সৃষ্টি কৰি সাৰ নিৰ্যাসক

সকলো জীৱজন্তুৰ প্ৰাণত ৰসানুভূতিৰ বোধ জগাই তুলিলে। সেই একে প্ৰকাৰ সাম নিনাদৰ প্ৰতিধ্বনি পোৱা যায় — একে প্ৰকাৰ সুৰ প্ৰৱাহৰ নীৰৱ গতি অন্তৰ্দৃষ্টিৰে প্ৰত্যক্ষ কৰাৰ প্ৰমাণ পোৱা যায় — ৰবীন্দ্ৰ নাথৰ গীতত। ৰবীন্দ্ৰ নাথে গাইছিল —

বিশ্ব যখন নিদ্ৰামগন গগন অন্ধকাৰ।
কে দেয় মোৰে বীণাৰ তাৰে এমন ঝঙ্কাৰ।।

সেই সুৰৰ প্ৰৱাহৰ গতি সকলো মানুহে বিচাৰি নাপায়। কোনো কোনোৱে হয়তো বা পায়, সেই সুৰৰ মধুৰ ছন্দৰ ঝঙ্কাৰ মানুহে হয়তো বা শুনিবলৈ নাপায়, হয়তো বা পায়, কোনো কোনো মানুহে; কিন্তু ভক্ত হৃদয় কবিৰ প্ৰাণত তাৰ ঝঙ্কাৰ উঠে, সেই সুৰৰ গীত কবিয়ে শুনে —

তুমি কেমন কৰে গান কৰ হে গুণী,
আমি অবাক হয়ে শুনি কেবল শুনি।
মনে কৰি অমনি সুৰে গাই,
অন্তৰে সুৰ খুজেঁ নাপাই।

সঙ্গীতৰ সৃষ্টি হৈছে নাদ ব্ৰহ্মাৰ পৰা। এই নাদৰ ধ্বনি সাধক যোগী ঋষিয়ে শুনিছিল বুলিয়েই সামগান কৰি হৃদয়ত উদ্ভূত হৈছিল — সামবেদৰ উদ্ভৱ হৈছিল। বিজ্ঞানী দাৰ্শনিক ঋষিয়ে যি সুৰ প্ৰৱাহ উপলব্ধি কৰি ভাষাত, ছন্দত, গীতত ৰূপ দান কৰিছে, সুৰ বিজ্ঞানী সকলে সেই সুৰ প্ৰৱাহকে বিজ্ঞানৰ কষ্টি পাথৰত যাচাই কৰি সেই জ্ঞান বা সেই বিদ্যাক নানা প্ৰকাৰে ভাগ-বিভাগ কৰি কলাবিদ্যাৰ সাধনা কৰিলে। সেই সুৰ প্ৰবাহ বায়ুৰ প্ৰৱাহত ধ্বনিত হয়, চৰাইৰ গীত-মাতত ধ্বনিত হয়, কুকুৰৰ ভুক্‌ভুক্‌নিত, হস্তীৰ নাদ ধ্বনিত, অশ্বৰ হ্ৰেষাৰৱত, মৌমাখিৰ গুঞ্জনত আনকি শোকগ্ৰস্ত লোকৰ ক্ৰন্দনতো ধ্বনিত হয়। সেই ধ্বনি উঠে মানুহৰ হাঁহি, কান্দোন, বিলাপ-প্ৰলাপৰ মাজতো। দৃশ্যমান প্ৰকৃতিৰ নানা প্ৰকাৰ দৃশ্যৰ মাধ্যমত যি অদৃশ্য শক্তিয়ে ক্ৰীড়া কৰি আছে বিজ্ঞানীয়ে সেই শক্তিৰ অনুসন্ধানত নানা প্ৰকাৰ কলাবিদ্যাৰ সন্ধান পালে, তাক বিশ্লেষণ কৰি বিজ্ঞানীয়ে ৰূপদান কৰিলে।

এই কলাবিদ্যা ৬৪ প্ৰকাৰ। তাৰে ভিতৰত প্ৰথম চাৰিটা হৈছে গীত, বাদ্য, নৃত্য আৰু নাট্য। গীত, বাদ্য আৰু নৃত্য এই তিনি বিধ কলাক সঙ্গীত বোলে। (গীতং বাদ্যং নৰ্ত্তনঞ্চ এয়ং সঙ্গীতমুচ্যতে)। এই তিনি বিধৰ ভিতৰত কণ্ঠ সঙ্গীতেই প্ৰধান। সঙ্গীতজ্ঞ সকলে সঙ্গীতক দুই ভাগত ভাগ কৰিছে — কণ্ঠ সঙ্গীত আৰু যন্ত্ৰ সঙ্গীত। আমাৰ শাস্ত্ৰত আছে যে নাদেই সঙ্গীতৰ উৎপত্তি স্থান। এটা বস্তুৰ লগত আন এটা বস্তুৰ সংঘৰ্ষ হ'লে আকাশৰ পৰা নাদৰ উৎপত্তি হয়। নাদ দুই প্ৰকাৰ — ধ্বন্যাত্মক আৰু বৰ্ণাত্মক। দুটা বস্তুৰ ঘাত-প্ৰতিঘাতত যি স্বৰ

উৎপন্ন হয়, সেই স্বৰ ধ্বন্যাত্মক আৰু মনুষ্য আদি জীৱজন্তুৰ কণ্ঠ আৰু তালুৰ ঘাত-প্ৰতিঘাতত যি স্বৰ উৎপন্ন হয় সেই স্বৰ বৰ্ণাত্মক। ধ্বন্যাত্মক স্বৰেই যন্ত্ৰ সঙ্গীত আৰু বৰ্ণাত্মক স্বৰেই কণ্ঠ সঙ্গীত।

সঙ্গীত শাস্ত্ৰ সাধাৰণতঃ সাত ভাগ বা অধ্যায়ত বিভক্ত। সেই সাত অধ্যায়ৰ নাম — (১) স্বৰ-অধ্যায়, (২) ৰাগ-অধ্যায়, (৩) নৃত্য-অধ্যায়, (৪) তাল-অধ্যায়, (৫) ভাব-অধ্যায়, (৬) কোক-অধ্যায় আৰু (৭) হস্ত-অধ্যায়।

সঙ্গীত শাস্ত্ৰত যিসকল পাৰদৰ্শী পণ্ডিত তেওঁলোকে নিৰ্দ্দেশ কৰিছে যে সাতোটা কাৰণত মানুহৰ সঙ্গীতৰ প্ৰতি অনুৰাগ হয়। সেই সাতোটা কাৰণ হৈছে — শৰীৰ সঞ্চালন, নাদ-সম্ভূতি, স্থান বা তাল শ্ৰৱণ, শুদ্ধ সপ্তস্বৰ, বিকৃত দ্বাদশস্বৰ, বাদ্যৰ চাৰি প্ৰকাৰ ভেদ প্ৰভৃতি সঙ্গীতত অনুৰাগ জন্মোৱাৰ কাৰণ। (শাৰীৰং নাদ-সম্ভূতিঃ স্থানানি শ্ৰুতয়ো স্তথা। ততঃ শুদ্ধাঃ স্বৰাঃ সপ্ত বিকৃতা দ্বাদশাপ্যমী বাদ্যাদি ভেদশ্চত্বাৰো ৰাগোৎপাদন হেতবঃ।।)

শুদ্ধ স্বৰ সাতোটা। সেই সাতোটা স্বৰৰ নাম — ষড়্জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত, নিষাদ। এই সাতোটা স্বৰৰ পৰা ৰাগ-ৰাগিনীৰ মূল সা, ঋ, গা, মা, পা, ধা, নি, এই সাতোটা সুৰ গ্ৰহণ কৰা হৈছে। এই সাতোটা স্বৰৰ উৎপত্তিৰ মূল আকৌ সাতোটা জন্তুৰ কণ্ঠ স্বৰ। অৱশ্যে কোন জন্তুৰ স্বৰৰ পৰা কোন স্বৰ গ্ৰহণ কৰা হৈছে সেই বিষয়ে মতান্তৰ আছে। তথাপি সাধাৰণতঃ মৈৰা চৰাইৰ মাতৰ পৰা সা, বৃষ (ষাঁড় গৰুৰ) ৰবৰ পৰা ঋ, ছাগলিৰ মাতৰ পৰা গা, ক্ৰৌঞ্চ চৰাইৰ মাতৰ পৰা মা, কোকিলৰ মাতৰ পৰা পা, হাতীৰ মাতৰ পৰা ধা আৰু ঘোৰাৰ হ্ৰেষা ধ্বনিৰ পৰা নি লোৱা হৈছে বুলি কোৱা হয়।

এই সাতোটা স্বৰৰ সংযোগৰ তাৰতম্য অনুসাৰে প্ৰধানতঃ ছয় ৰাগ আৰু ছয়ত্ৰিশ ৰাগিনীৰ পৰা অসংখ্য উপৰাগ আৰু উপৰাগিনীৰ সৃষ্টি হৈছে। সঙ্গীত দামোদৰ গ্ৰন্থত পোৱা যায় যে শ্ৰীকৃষ্ণৰ ওচৰত সঙ্গীত আলাপ কৰিবৰ সময়ত গোপীসকলে ষোল হাজাৰ ৰাগৰ আলাপ কৰিছিল। (গোপিভিৰ্গীতমাৰব্ধমেকৈকং কৃষ্ণসন্নিধৌ। তেন জাতানি ৰাগাণাং সহস্ৰাণি তু ষোড়শঃ)।

সঙ্গীতে ৰস সৃষ্টি কৰে। কাব্য শাস্ত্ৰ মতে ৰস নও বিধ। এই নও বিধ ৰসৰ কোন ৰস সৃষ্টি কৰিবলৈ কোন প্ৰকাৰ স্বৰৰ সহায় আৱশ্যক তাক সঙ্গীত শাস্ত্ৰত নিৰ্দ্দেশ কৰা আছে। (স ৰী বীৰেহদ্ভূতে ৰৌদ্ৰে ধো বীভৎসে ভয়ানকে। কাৰ্য্যে গ নী তু কৰুণে হাস্য শৃঙ্গাৰয়ো মপৌ।।) মূৰ্চ্ছনা, তান, তাল, মান, গমক প্ৰভৃতি সঙ্গীতৰ অঙ্গ।

সঙ্গীত শাস্ত্ৰৰ নিয়ম অনুসাৰে সেই ৰাগ-ৰাগিনী ভিন্ ভিন্ সময়ত গাব লাগে। এই নিয়ম প্ৰকৃতিৰ কাল পৰিবৰ্ত্তনৰ লগত সম্পৰ্কিত। আমাৰ দেশত এসময়ত সঙ্গীতৰ ইমান উন্নতি হৈছিল যে গায়কে সঙ্গীতৰ মূৰ্চ্ছনাত প্ৰকৃতিৰ

বিশেষ বিশেষ পৰিবৰ্ত্তন সাধন কৰিব পাৰিছিল। দীপক ৰাগ আলাপ কৰিলে নুমাই যোৱা চাকি আপোনাআপুনি জ্বলি উঠে। দীপক ৰাগ আলাপকাৰী গায়কে নিজৰ সঙ্গীতৰ পৰা উৎপন্ন হোৱা অগ্নিত নিজেই পুৰি মৰিছিল। তানসেন সেইদৰে মৰিছিল। অৱশ্যে দীপকৰ আলাপত উৎপন্ন হোৱা অগ্নি মেঘমল্লাৰ ৰাগৰ বিশুদ্ধ আলাপ যদি কোনোবা অন্য গায়কে কৰে তেতিয়া সেই অগ্নি নুমাই যায়, কিন্তু ইয়াৰ ভিতৰত আন এটি কথাও আছে। গায়ক পৱিত্ৰ মনৰ হ'ব লাগিব। নহ'লে ৰাগৰ পূৰ্ণ মূৰ্চ্ছনা বা স্ফূৰ্ত্তি নহয়। সম্ৰাট আকবৰ বাদচাহৰ আদেশত তানসেনে দীপক ৰাগৰ আলাপ কৰিছিল। আৰু কথা আছিল যে বৈজু বাওৰাই মেঘ মল্লাৰ আলাপ কৰি সেই অগ্নি নিৰ্বাপিত কৰিব; কিন্তু বৈজু বাওৰাৰ অন্তৰত তানসেনৰ প্ৰতি ঈৰ্ষা বহ্নি আছিল। সেইবাবে বৈজু বাওৰাই যেতিয়া মেঘমল্লাৰ আলাপ কৰিলে, তেতিয়া আকাশত মেঘ উঠিল — মেঘৰ ঘনঘটাত আকাশ আচ্ছন্ন হৈ পৰিল — কিন্তু বৰষুণ নহ'ল। বৈজু বাওৰাৰ অন্তৰ ঈৰ্ষাৰে কলুষিত থকা কাৰণে মেঘ মল্লাৰৰ পূৰ্ণ আলাপ কৰা তেওঁৰ পক্ষে সম্ভৱ নহ'ল। মেঘ মল্লাৰ ৰাগৰ আলাপনৰ দ্বাৰাহে দীপক ৰাগৰ অগ্নি নিৰ্বাপিত হয়। সাধাৰণ উপায়ে পানী ঢালি তাক নুমাব নোৱাৰি। গোপাল নায়ক নামে এজন গায়কে সম্ৰাট আকবৰৰ অনুৰোধত যমুনাত আকণ্ঠ জলমগ্ন হৈ থাকি দীপক ৰাগৰ আলাপন কৰিছিল কিন্তু দীপক ৰাগৰ অগ্নিয়ে নদীৰ মাজতে গোপাল নায়কক পুৰি দগ্ধ কৰিলে।

সঙ্গীতৰ যি সাতোটা সুৰৰ কথা কোৱা হৈছে সেই সুৰৰ সাতোটা অধিষ্ঠাতৃ দেৱ-দেৱী আছে।

সা — অগ্নি, ঋ — ব্ৰহ্মা, গা — সৰস্বতী, মা — মহাদেৱ, পা — লক্ষ্মী, ধা — গণেশ আৰু নি — সূৰ্য্য।

নিৰ্দ্দিষ্ট সময়ত নিৰ্দ্দিষ্ট ৰাগ-ৰাগিনীৰ অধিষ্ঠাতৃ দেৱ-দেৱীৰ ধ্যানত তন্ময় হৈ সেইবিলাক ৰাগ-ৰাগিনীৰ আলাপ কৰিলে সেই দেৱ-দেৱী সকল প্ৰত্যক্ষ হয়। তানসেনৰ শিক্ষা গুৰুৰ নাম আছিল — হৰিদাস স্বামী। তেওঁ সংসাৰ ত্যাগী সন্ন্যাসী আছিল। সঙ্গীত সাধনাৰ দ্বাৰা নিৰ্বান লাভ কৰাই তেওঁৰ উদ্দেশ্য আছিল। তানসেনে একদিন তেওঁক বাদছাহৰ দৰবাৰলৈ লৈ যায়। সেই সময়ত বাদছাহৰ দৰবাৰত হৰিদাস স্বামীয়ে দুই এটি ৰাগ-ৰাগিনীৰ আলাপ কৰিছিল আৰু হৰিদাস স্বামীৰ সেই আলাপত ৰাগ-ৰাগিনীৰ মূৰ্ত্তি বাদছাহে প্ৰত্যক্ষ দেখা পাইছিল। হৰিদাস স্বামীয়ে বাদছাহক বুজাই দিছিল যে বিজ্ঞানসম্মতভাৱে ৰাগ-ৰাগিনীৰ আলাপ কৰিব পাৰিলে অধিষ্ঠাতৃ দেৱতা সকলে মূৰ্ত্তি পৰিগ্ৰহ কৰে।

লক্ষ্মণ সেনৰ ৰাজসভাত বুঢ়ন মিশ্ৰই পটমঞ্জৰী ৰাগ আলাপ কৰি ৰাজসভাৰ দ্বাৰ বিলাকত যিবিলাক শুকনী গছ আছিল সেই গছ বিলাকৰ পাত সজাই দিছিল। তেওঁৰ উদ্দেশ্য আছিল দিগ্বিজয়ৰ সম্মান লাভ কৰা। জয়দেৱৰ

পত্নী পদ্মাৱতীয়ে সেই সময়ত স্নানৰ বাবে ঘাটলৈ গৈছিল। তেওঁ জানিব পাৰি ৰাজসভাত প্ৰৱেশ কৰি ক'লে যে মোক আৰু মোৰ স্বামীক সঙ্গীতত্ত পৰাস্ত নকৰাকৈ বাংলাদেশৰ পৰা জয়পত্ৰ লৈ যাব নোৱাৰে। জয়দেৱক মাতি অনা হ'ল। জয়দেৱে বুঢ়ন মিশ্ৰক প্ৰত্যাহ্বান জনালে যে তেওঁ যিবিলাক গছৰ পৰা পাতবোৰ সৰুৱাই পেলাইছে, সেই গছবোৰ পুনৰায় পাতেৰে পল্লৱিত কৰক। বুঢ়ন মিশ্ৰই অসম্ভৱ বুলি ক'লে। জয়দেৱে বসন্ত ৰাগৰ আলাপ কৰি সেই গছবোৰৰ শুকান ডালবোৰ নতুন সেউজীয়া পাতেৰে পল্লৱিত কৰি তুলিলে আৰু জয়পত্ৰ গ্ৰহণ কৰিলে।

ভক্ত কবি কবীৰে গীতিবদ্ধ কৰি মনুষ্য সমাজত প্ৰচাৰ কৰিছে যে এই বিশ্বজগতৰ সৃষ্টিৰ মূল উপাদান হৈছে সঙ্গীত। এই সৃষ্টি সঙ্গীতৰ সুৰতে ধৃত হৈ আছে। বিশ্বৰ সকলো কাৰ্য্য কাৰণৰ মূলতে আছে সঙ্গীতৰ সুৰ, সঙ্গীতৰ মূৰ্চ্ছনা, সঙ্গীতৰ তান, তাল-লয়। সেই সঙ্গীতৰ সাধনাই হৈছে ভগৱৎ সাধনা।

শাস্ত্ৰমতে সঙ্গীত মুক্তিৰ এটি প্ৰধান সোপান। জপ কোটী গুণং ধ্যানং, ধ্যান কোটী গুণং লয়ঃ। লয় কোটী গুণং গানং গানাৎ পৰতৰং নহি। জপতকৈ ধ্যান কোটি গুণে শ্ৰেষ্ঠ, ধ্যানতকৈ লয় কোটি গুণে শ্ৰেষ্ঠ, লয়তকৈ গান কোটি গুণে শ্ৰেষ্ঠ, গানতকৈ শ্ৰেষ্ঠ একো নাই। সেইবাবে ভগৱান শ্ৰীকৃষ্ণই নাৰদৰ আগত কৈছে যে — হে নাৰদ! মই বৈকুণ্ঠত নাথাকো, যোগীসকলৰ হৃদয়তো নাথাকো, য'ত মোৰ ভক্তসকলে মোৰ গুণ গান কৰিছে, তাতেহে মই থাকো। (নাহং বসামি বৈকুণ্ঠে যোগিনাং হৃদয়ে নচ। মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ।) ভক্তিমূলক লোকগীতত, শঙ্কৰ-মাধৱৰ বৰগীতত, মীৰাৰ ভজনত এই গান নিনাদিত হয়। সকলো প্ৰকাৰ লোকগীতত বা সকলো প্ৰকাৰ আধুনিক গীতত এই গানৰ লক্ষণ নাই। সেইবাবে সকলোবোৰ লোকগীত আৰু সকলোবোৰ আধুনিক গীত গানৰ শাৰীত নপৰে। আধুনিক জগতত আধুনিক সঙ্গীতৰ চৰ্চ্চা বহুলভাৱে হৈছে। তাৰ কাৰণ হৈছে মূল ছয় ৰাগ আৰু ছয়ত্ৰিশ ৰাগিনীৰ পৰা নানা প্ৰকাৰ উপৰাগ আৰু উপৰাগিনীৰ সৃষ্টি হয়। এই উপৰাগ আৰু উপৰাগিনীৰ বহুল চৰ্চ্চাৰ মাধ্যমতে এনেবোৰ সঙ্গীতৰ সৃষ্টি হৈছে যে মানুহে সঙ্গীতক সাধনা হিচাবে গ্ৰহণ নকৰাত স্বল্পায়াসেৰে সঙ্গীত উপভোগ কৰিবৰ স্পৃহা মানুহৰ মনত জাগি গৈছে। মানুহৰ সুকোমল অনুভূতিবোৰৰ বিকাশত সঙ্গীতে যেনেকৈ প্ৰভাৱ বিস্তাৰ কৰে, নৱবিধ ৰস অনুভূতিৰ আনন্দ মূৰ্ত্ত কৰি তোলে সেইদৰে কোনো কোনো উপৰাগ উপৰাগিনীয়ে পবিত্ৰ অনুভূতিবোৰৰ ধ্বংস সাধনো কৰে।

সঙ্গীত চৰ্চ্চাত গীত-মাতবোৰৰ ভাব আৰু ৰাগ-ৰাগিনীৰ নিৰ্বাচন অতি আৱশ্যকীয় কথা। শাস্ত্ৰীয় সঙ্গীতৰ পৰা আঁতৰি গৈ সস্তীয়া কামোদ্দীপক ভাৱ আৰু গীত-মাতৰ চৰ্চ্চাত কোমলমতি ল'ৰা-ছোৱালীৰ পবিত্ৰ অনুভূতিবোৰ ধ্বংস

কৰি চৰিত্ৰ ধ্বংসৰ পথ মুকলি কৰে। শুনিবলৈ ভাল হ'লেই সঙ্গীত নহয়। যি সঙ্গীতে শাস্ত্ৰীয় নৱবিধ ৰসৰ উৎপাদন নকৰে, যি সঙ্গীতে সাধনা পথৰ নিৰ্দ্দেশ নিদিয়ে, যি সঙ্গীতে কামনা-বাসনাবোৰ হৃদয়পটত প্ৰজ্জ্বলিত কৰি যৌন আকৰ্ষণ সৃষ্টি কৰি ব্ৰহ্মচৰ্য্যৰ সংযম ধ্বংস কৰে সেই অনভিজ্ঞ কৰ্ণত শ্ৰুতিমধুৰ হ'লেও সঙ্গীত নামৰ উপযুক্ত নহয়।

কৰ্ণৰ অভিজ্ঞতা আৰু অনভিজ্ঞতাৰ অৰ্থ কি? সকলো গান সকলো মানুহে শুনি ভাল নাপায়। তাৰ কাৰণ কি? গান শুনিবৰ অভিজ্ঞতা অৰ্জ্জন কৰিব লাগে। চিত্তবৃত্তি সেইদৰে গঠিত হ'ব লাগে। গান শুনিবলৈ কৰ্ণ অভিজ্ঞ হৈ উঠিব লাগে। কৰ্ণৰ অভিজ্ঞতা আৰু অনভিজ্ঞতা লৈ ৰুচিভেদ হয়। সুৰুচি সম্পন্ন লোকৰ কাণত শব্দ, তাল, লয়, সুৰ সমন্বিত হ'লেও সকলো গানে আনন্দ নিদিয়ে। চিত্তবৃত্তি কুৰুচি সম্পন্ন হৈ থাকিলে ভক্তি মূলক গানে আনন্দ নিদিয়ে, কামনা-বাসনামূলক গানেহে আনন্দ দিয়ে। সুৰৰ প্ৰকৃত মূল্যবোধ যে সেই শ্ৰোতাৰ নাই, সেই কথা সহজে বুজা যায়। সেই লোকৰ কৰ্ণ অভিজ্ঞ হৈ উঠা নাই। সেইবাবে কুৰুচি সম্পন্ন সঙ্গীত শিক্ষা দি ল'ৰা-ছোৱালীৰ চৰিত্ৰ ধ্বংস কৰাতকৈ সঙ্গীত শিক্ষা নিদিয়াও ভাল। সঙ্গীতৰ নামত কুৰুচি প্ৰবৃত্তিবোৰ জগাই তোলাত সমাজৰ কল্যাণ সাধন নহয়। পূৰ্ব্বে আলোচনা কৰা হৈছে যে সঙ্গীত স্বৰ্গীয় আৰু প্ৰাকৃতিক বস্তু। ইয়াৰ অৱমাননা কৰা নিতান্ত অন্যায়। ই সাধনাৰ বস্তু, কামলীলাৰ উপকৰণ মাথোন নহয়। ল'ৰা-ছোৱালীক সঙ্গীত শিক্ষা দিবলৈ বিজ্ঞানসম্মত পদ্ধতি গ্ৰহণ কৰা উচিত। সঙ্গীত শাস্ত্ৰজ্ঞ লোকে শিক্ষা ক্ৰম নিৰ্দ্ধাৰণ কৰি সমাজত প্ৰচাৰ কৰিব লাগে। শিক্ষা বিভাগেও স্কুল-কলেজত তাক অতি যত্ন আৰু সাৱধানতাৰে শিক্ষা দিবৰ ব্যৱস্থা কৰিব লাগে আৰু সামাজিক শিক্ষাৰ অভিযানতো সঙ্গীতে জাতীয় চৰিত্ৰ গঠনত সহায় কৰা পন্থা গ্ৰহণ কৰিব লাগে।

সৰ্বে তু সুখিনঃ সন্তু সৰ্বে সন্তু নিৰাময়াঃ।  
সৰ্বে ভদ্ৰানি পশ্যন্তু ন কস্যচিৎ দুঃখভাগ ভবেৎ।।●

# আদৰ্শগত শিক্ষা সামাজিক পৰিবেশৰ ওপৰত নিৰ্ভৰ কৰে

কোনো এজন ছাত্ৰ যদি প্ৰাইমেৰী স্কুলৰ পৰা পাছ কৰি হাইস্কুলত নাম লগাবলৈ যায় তেতিয়া ভৰ্ত্তিৰ সময়ত সেই ছাত্ৰজনৰ পৰা আমি কিমানখিনি জ্ঞান বা বিদ্যা আশা কৰো? যিমানখিনি জ্ঞান বা বিদ্যা আশা কৰো সিমানখিনিৰ এটা বদ্ধমূল ধাৰণা আমাৰ মনত পূৰ্ব্বৰে পৰা হৈ থাকে। প্ৰাইমেৰী পাছ কৰি অহা সৰহভাগ ল'ৰা-ছোৱালীৰে কৃতিত্বৰ নিদৰ্শন আমাৰ সেই ধাৰণাৰ লগত নিমিলে আৰু সিহঁতৰ বিষয়, জ্ঞান আগৰ দিনৰ প্ৰাইমেৰী পাছ কৰা ল'ৰা-ছোৱালীতকৈ বহুত পিছপৰা আৰু হস্তাক্ষৰ, মেপ অঙ্কন আদি আশাতীত ৰূপে লেতেৰা। প্ৰাইমেৰী শ্ৰেণীৰ যিবিলাক পঠণীয় বিষয় সেইবিলাক বিষয়ৰ যিমানখিনি জ্ঞান হোৱা উচিত তাৰ যদি অভাৱ দেখা পাওঁ তেতিয়া আমি ভাবিবলৈ বাধ্য হওঁ যে প্ৰাইমেৰী স্কুলবিলাকৰ শিক্ষাৰ মান আগৰ দৰে থকা নাই আৰু বহু তললৈ নামি গৈছে। তাৰবাবে আমি শিক্ষক আৰু পৰিদৰ্শক সকলক দায়ী কৰো কিন্তু আমি ভাবি নাচাওঁ যে শিক্ষাৰ অৱনতিৰ কাৰণে অকল শিক্ষক আৰু পৰিৰ্দশক সকল দায়ী নহয়। কমবেছি পৰিমাণে আমি প্ৰত্যেকেই দায়ী। আমি যদি দুই এখন ভাল প্ৰাইমেৰী স্কুল আৰু দুই এখন বেয়া প্ৰাইমেৰী স্কুল পৰিদৰ্শন কৰি চাওঁ - তেতিয়া আমি বুজিব পাৰো যে এয়ে সৰ্ব্বসাধাৰণ প্ৰাইমেৰী স্কুলৰ মান হৈ পৰিছে। সামাজিক পৰিবেশ এই অৱস্থাৰ কাৰণে বহু পৰিমাণে দায়ী। সামাজিক পৰিবেশৰ কাৰণে বহুক্ষেত্ৰতে ভাল শিক্ষক ভাল শিক্ষক হৈ থাকিব পৰা নাই, ভাল পৰিদৰ্শক ভাল পৰিদৰ্শক হৈ থাকিব পৰা নাই। শিক্ষক আৰু পৰিদৰ্শক সকলে সামাজিক পৰিবেশত নিজ নিজ কৰ্ত্তব্য স্থিৰেৰে ৰাখিব পৰা নাই। নৈতিকতা শিক্ষা দিয়া শিক্ষাৰ এটি প্ৰধান অঙ্গ। নৈতিকতা বিহীন শিক্ষা কু-শিক্ষা। নৈতিকতাপূৰ্ণ শিক্ষাৰ বাবে ধৰ্ম্মীয় অনুশাসনৰ প্ৰয়োজন বিবেচনা কৰি মনীষী সকল ধৰ্ম্মীয় অনুশাসন শিক্ষাৰ লগত জড়িত কৰি থৈছিল। এই অনুশাসন মানৱ জাতিৰ অভিজ্ঞতা প্ৰসূত আৰু সেইবাবে কল্যাণকৰ।

ধৰ্ম্মীয় অনুশাসনে সমাজ পৰিচালনা কৰে, সামাজিক আইন, সামাজিক নীতি-নিয়ম আৰু জীৱন-যাত্ৰাৰ পদ্ধতিৰ নিৰ্দ্দেশ দিয়ে। এইদৰে এটা সামাজিক পৰিবেশৰ সৃষ্টি কৰে আৰু তেনে পৰিবেশৰ মাজত শিক্ষাৰ বিস্তাৰ হয়। শিক্ষাৰ বিস্তাৰৰ ইতিহাস আলোচনা কৰিলে দেখা যায় যে সকলো দেশতে শিক্ষাৰ

মূলনীতিবোৰ ব্যাপকভাৱে পৰিচালনা কৰা হোৱা নাছিল। সমাজৰ ভিতৰত যিসকল লোকৰ বুদ্ধি-বৃত্তি প্ৰখৰ আছিল আৰু ধৰ্ম্মীয় অনুশাসনৰ কৰ্ত্তা আৰু প্ৰয়োজক হিচাবে আছিল, পোনতে তেনে লোকৰ ভিতৰত আবদ্ধ আছিল। আনকি বৈজ্ঞানিক গৱেষণা আদিও গোপনীয় ভাবেহে চলি আছিল। অকল ভাৰতবৰ্ষতে নহয়, গ্ৰীচ, মিচৰ আদি দেশতো তেনে ব্যৱস্থা আছিল। এতিয়া ঐতিহাসিক সকলে এনে ব্যৱস্থাত সঙ্কীৰ্ণতা আৰু স্বাৰ্থপৰতাৰ ৰহন সানিবলৈ বিচাৰিছে কিন্তু ইয়াৰ ভিতৰত জনকল্যাণ আৰু জনসেৱাৰ আঁচনিও যে আৱদ্ধ আছিল সেই কথা সুবিধা বুজি পাহৰি যায়; কিন্তু শিক্ষা বা ধৰ্ম্মৰ ইতিহাস আলোচনা কৰিলে এইটো স্পষ্টকৈয়ে প্ৰতীয়মান হয় যে জনসেৱা আৰু জনকল্যাণেই ধৰ্ম্মীয় জীৱনৰ আৰু নৈতিক জীৱনৰ উদ্দেশ্য আৰু প্ৰধান লক্ষ্য আছিল। সেই অনুসাৰে সাহিত্যৰ সৃষ্টি হৈছিল। এই উদ্দেশ্য আগত লৈ যিবিলাক নীতিৰ সহায় লৈ হাজাৰ হাজাৰ বছৰ ধৰি যি সামাজিক পৰিবেশ গঢ়ি তোলাত ব্যস্ত আছিল অতীত মনীষী, ধৰ্ম্মাচাৰ্য্য আৰু শিক্ষাবিদ সকল, সেই নীতিবোৰ ভঙ্গ হ'লে যুগ পৰাম্পৰায় গঢ়ি উঠা সমাজ ব্যৱস্থা বিশৃঙ্খল হোৱা স্বাভাৱিক আৰু শিক্ষাৰ পৰিবেশো বিশৃঙ্খল হোৱা স্বাভাৱিক। বিজ্ঞান শিক্ষাত ধৰ্ম্মৰ বা নৈতিকতাৰ স্থান নাই বুলি কোৱা ভুল আৰু বৈজ্ঞানিক যুগত ধৰ্ম্মীয় শাসনৰ মূল্য নাই বুলি কোৱা তাতোকৈ ভুল। তাৰ প্ৰমাণ পোৱা যায় বিভিন্ন দেশৰ প্ৰশাসনীয় আইনবোৰ আলোচনা কৰি চালে। যিবিলাক সামাজিক ব্যৱস্থা ধৰ্ম্মীয় অনুশাসনৰ গুণত আপোনাআপুনি চলি আছিল আৰু তাৰ সাময়িক সংস্কাৰ আৰু পৰিবৰ্ত্তনো ঘটি আছিল, আজিকালি সেইবোৰ ব্যৱস্থা প্ৰৱৰ্ত্তন কৰিব খুজিলে বা তদনুৰূপ সংস্কাৰ বা পৰিবৰ্ত্তন ঘটাব খুজিলে আইনৰ আশ্ৰয় ল'ব লগা হয়। আইনৰ ইতিহাস আলোচনা কৰিলেও আমি পাওঁ যে আইনবিলাক ধাৰাবদ্ধ (Codified) হয় বহুতো পাছত আৰু সেই আইনবিলাক ধাৰাবদ্ধ কৰোতে সামাজিক প্ৰথা আৰু আচৰণৰ ওপৰত ভিত্তি কৰিহে ধাৰাবদ্ধ কৰা হৈছিল। সামাজিক প্ৰথা, সামাজিক পৰিস্থিতি আৰু স্বাভাৱিক সামজিক আচৰণৰ আমূল পৰিবৰ্ত্তন ঘটাবলৈ যদি আইনৰ ধাৰাৰ সৃষ্টি কৰা হয় তেতিয়া সামাজিক শৃঙ্খলা ভঙ্গ হয় আৰু সামাজিক আচৰণে বিভিন্ন গতি লয় আৰু আদৰ্শগত শিক্ষাৰ পৰিবেশ ধ্বংস কৰে। স্কুল-কলেজৰ শিক্ষা, ঘৰৰ শিক্ষা আৰু সমাজৰ পৰা পোৱা শিক্ষা বিভিন্নমুখী হয়। শিক্ষাৰ সাধাৰণ অৱনতিৰ এইটো এটা প্ৰধান কাৰণ।

ঘৰত যেনেকৈ পিতৃ-মাতৰ আদৰ্শত ল'ৰা-ছোৱালীৰ প্ৰকৃতি গঠিত হয়, স্কুলত যেনেকৈ শিক্ষক সকলৰ আদৰ্শত ছাত্ৰ-ছাত্ৰীৰ অভ্যাস গঠিত হয়, ঠিক তেনেকৈ সমাজৰ আদৰ্শ স্থানীয় মানুহৰ স্বভাৱ-চৰিত্ৰ সমাজত প্ৰতিফলিত হয়। তথাকথিত ডাঙৰ মানুহে যিবোৰ কাম কৰে সমাজত সেইবোৰ কামেই আদৰ্শ

হৈ পৰে। সেইবাবে বয়সিয়াল আৰু নেতৃবাচ্য লোকসকল চৰিত্ৰবান হ'ব লাগে। যদি ঘৰৰ মুৰব্বী মানুহজনৰ স্বভাৱ-চৰিত্ৰ বেয়া হয়, তেন্তে সেইখন ঘৰৰ ল'ৰা-ছোৱালীৰ গাত সেই বেয়া চৰিত্ৰৰ প্ৰভাৱ পৰে। সেইদৰে সমাজৰ দায়িত্বশীল, নেতৃস্থানীয় আৰু বয়সিয়াল মানুহ বিলাকৰ স্বভাৱ-চৰিত্ৰ বেয়া হয় আৰু আদৰ্শজ্ঞান নাথাকে তেন্তে সমাজত কিশোৰ বয়স্ক ল'ৰা-ছোৱালীৰ স্বভাৱ-চৰিত্ৰৰ ওপৰত কু-প্ৰভাৱ পৰে। ইয়াৰ দ্বাৰা সামাজিক পৰিবেশ নষ্ট হয় আৰু শিক্ষাৰ অৱনতি ঘটে।

সেইদৰে ধৰ্ম্মীয় শাসন যিসকল লোকৰ হাতত তেওঁলোকে যদি শাস্ত্ৰ বিগৰ্হিত আৰু নীতিবিগৰ্হিত কাম কৰে তেওঁলোকে ধৰ্ম্মীয় শাসন ৰক্ষা কৰিব নোৱাৰে। তাৰ দ্বাৰা সমাজত ধৰ্ম্মীয় অনুষ্ঠানবোৰ কলুষিত হয়। সমাজত অধৰ্ম্মৰ ছায়া পৰে আৰু সৰ্ব্বসাধাৰণ ৰাইজৰ ধৰ্ম্মীয় জীৱনত, আধ্যাত্মিক জীৱনত আৰু সংসাৰ যাত্ৰা নিৰ্ব্বাহত অধৰ্ম্মই স্থান পায়। ইয়াৰ দ্বাৰাও সামাজিক পৰিবেশ নষ্ট হয় আৰু সুশিক্ষাৰ ব্যাঘাত ঘটে। আমাৰ দেশৰ প্ৰাইমেৰী স্কুলৰ শিক্ষকবিলাক অৱস্থাপ্ৰাপ্ত নহয়, শাস্ত্ৰজ্ঞ বা বিদ্বানো সিমান নহয় আৰু সামাজিক প্ৰতিষ্ঠাও কম; গতিকে এনে ধৰণৰ ধৰ্ম্মীয় অধঃপতনে তেওঁলোকৰ স্বভাৱ-চৰিত্ৰতো প্ৰভাৱ পেলায় আৰু ছাত্ৰ-ছাত্ৰীৰ লগত সৎচৰিত্ৰ আৰু সৎস্বভাৱৰ আদৰ্শ ৰক্ষা কৰি চলিব নোৱাৰে। ই সুশিক্ষাৰ অন্তৰায়।

প্ৰশাসনীয় ক্ষেত্ৰত সুবিচাৰ থাকিব লাগে সকলো ক্ষেত্ৰতে। ন্যায় বিচাৰ পোৱাটো সকলো মানুহৰে জন্মগত স্বত্ব। যদি এই ন্যায় বিচাৰৰ পৰা মানুহ বঞ্চিত হয়, সমাজত বিশৃঙ্খলা ঘটে। সেইবাবে উচ্চ পদস্থ কৰ্ম্মচাৰী সকলৰ প্ৰশাসন আদৰ্শ স্থানীয় আৰু ন্যায় বিচাৰ সম্পন্ন হ'ব লাগে। তলতীয়া কৰ্ম্মচাৰী সকলক উপযুক্ত শাসন আৰু সহানুভূতিমূলক আচৰণৰ মাজত ৰাখিব লাগে আৰু অসৎ কৰ্ম্মৰ পৰা তেওঁলোকক আঁতৰত ৰাখিবৰ যত্ন কৰিব লাগে। প্ৰশাসনীয় ক্ষেত্ৰত কৰ্ম্মচাৰীসকল দুৰ্নীতি পৰায়ণ হ'লে সমাজৰ নৈতিক অধঃপতন হয় আৰু সিয়ে শিক্ষাৰ পৰিবেশ ধ্বংস কৰি পেলায়।

সেইবাবে শিক্ষক, পৰিদৰ্শক আৰু শিক্ষা বিভাগৰ কৰ্ম্মচাৰী সকলৰ প্ৰধান কৰ্ত্তব্য — সামাজিক পৰিবেশ যাতে দুৰ্নীতিৰ পৰা মুক্ত হ'ব পাৰে তাৰ বাবে যত্ন কৰা; উপযুক্ত আঁচনি কৰি দুৰ্নীতি ধ্বংসৰ বাবে নীৰৱ আৰু উদ্দেশ্যমূলক অভিযান চলোৱা আৰু প্ৰগতিমূলক দেশৰ পৰিবেষ্টনৰ মাজত নতুন নতুন চিন্তাধাৰাৰ সামঞ্জস্য ৰক্ষা কৰা।

**বৰ্ত্তমান পৰিস্থিতি ঃ**

বৰ্ত্তমান পৰিস্থিতিত শিক্ষানুষ্ঠান বিলাকত যি পৰিবেশৰ সৃষ্টি হৈছে আৰু শিক্ষাৰ যি-ফল দেখা গৈছে তাৰ দ্বাৰা এইটো প্ৰতীয়মান হয় যে শিক্ষাবিদ বা

শিক্ষক সকলে ছাত্ৰ-ছাত্ৰী সকলক কিমানখিনি স্বাধীনতা দিয়া উচিত আৰু কিমানখিনি নৈতিকতা শিক্ষা দিয়া উচিত — এই সমস্যাৰ সমাধা কৰিব পৰা নাই। আজিৰ শিক্ষাৰ লগত জীৱনৰ লক্ষ্যৰ ব্যৱধান ৰচিত হৈছে। ব্যক্তি জীৱনৰ আশা-আকাঙ্খাৰ লগত সামাজিক পৰিবেশ আৰু শিক্ষানুষ্ঠান বিলাকৰ ব্যৱধান গঢ়ি উঠিছে। একফালে জাতীয়তাৰ ভিত্তিত শিক্ষানুষ্ঠান গঢ়িবলৈ যত্ন কৰা হৈছে কিন্তু আনফালে তাৰ ফলত ধৰ্ম্ম, দেশৰ ঐতিহ্য আৰু নৈতিকতা শিক্ষা জীৱনৰ পৰা আঁতৰি গৈছে। দেশ গঠন আৰু উন্নয়নৰ পৰিকল্পনাৰ মাজত শিক্ষাৰ প্ৰকৃত উদ্দেশ্য অন্তৰ্হিত হৈছে। কৃষি প্ৰধান দেশক শিল্প প্ৰধান কৰিবৰ আকুল প্ৰয়াস দেখা গৈছে। তাৰ ফলত শিক্ষাৰ্থী সকলৰ মাজত দেখা গৈছে — স্বাধীন ব্যৱসায়ৰ প্ৰতি বিমুখতা আৰু উচ্চ দৰ্মহাৰ চাকৰি লাভৰ বিপুল উদ্যম। আজিৰ শিক্ষাই ব্যক্তিক স্বীয় বুদ্ধি বিকাশৰ ক্ষেত্ৰও খুলি দিয়া নাই। নৈতিক গুণ অৰ্জ্জনৰ সুবিধাও দিয়া নাই। আজিৰ শিক্ষাই ব্যক্তিক নিৰপেক্ষ বিচাৰ ধাৰা দিয়া নাই, প্ৰতিবেশীসকলৰ প্ৰতি দয়াৰ্দ্ৰ মনোভাৱ দিয়া নাই। দেশৰ প্ৰতি প্ৰকৃত প্ৰেম জগাই তোলা নাই আৰু আত্মসংযম শিক্ষা নিদি আত্মকেন্দ্ৰিক মনোভাৱ গঢ়ি তুলিছে। সামাজিক ক্ষেত্ৰত দেখা গৈছে যে বৰ্ত্তমান শিক্ষাই দেশৰ বা ৰাষ্ট্ৰৰ আইনৰ প্ৰতি শ্ৰদ্ধা জগাই তোলা নাই। ফলত শিক্ষানুষ্ঠান বিলাকত শিক্ষাৰ্থী সকলৰ মাজত নিয়মানুবৰ্ত্তিতাৰ অভাৱ দেখা গৈছে। শিক্ষক সকলেও বহুক্ষেত্ৰত শিক্ষাৰ্থী সকলৰ এই দুৰ্ব্বিনীত আৰু স্বেচ্ছাচাৰী ব্যৱহাৰত ইন্ধন যোগাইছে। দেশত ডাক্তৰ, ইঞ্জিনিয়াৰৰ সৃষ্টি হৈছে। জাতীয় পৰিকল্পনাৰ ফালৰ পৰা ই শুভ লক্ষণ যেন দেখা গৈছে কিন্তু এই লোক সকলে সামাজিক কল্যাণ সাধনত কিমান সহায় কৰিছে তাক অনুসন্ধান কৰা আৱশ্যক হৈছে। সামাজিক কল্যাণৰ ক্ষেত্ৰত দুৰ্নীতিৰ অৱতাৰণা কৰি আত্মকেন্দ্ৰিক মনোভাৱৰ সৃষ্টি কৰিছে আৰু দেশৰ অতীত ধৰ্ম্মীয় আৰু নৈতিক পৰিবেশ ধ্বংস কৰি পশ্চিমীয়া কৰ্ম্মহীনতাৰ সৃষ্টি কৰি স্বেচ্ছাচাৰী মনোভাৱ গঢ়ি তুলিছে। যেতিয়া সামাজিক জীৱনত আনন্দতৃপ্তিৰ বাতাবাৰণ অদৃশ্য হৈ গৈছে, পাৰস্পৰিক মনোমালিন্য, বিবাদ আৰু মতদ্বৈধতাৰ সৃষ্টি হৈছে, তেতিয়া বুজা যায় যে শিক্ষাই সামাজিক চৰিত্ৰ গঠন কৰা নাই, ব্যক্তিগত চৰিত্ৰৰ স্খলন হৈছে, জাতীয় জীৱনৰ ধাৰা সুপথে চলা নাই আৰু জীৱনৰ লক্ষ্যৰ প্ৰকৃত ধাৰণা মানসপটত প্ৰতিফলিত হোৱা নাই।

দেশৰ স্বাধীনতা অৰ্জ্জনৰ পাছত ছাত্ৰ সমাজত স্বাধীনতাৰ নামত স্বেচ্ছাচাৰিতাই স্থান পাইছে। ছাত্ৰ সমাজৰ স্বেচ্ছাচাৰিতা যিমানেই সহ্য কৰা হৈছে আৰু সিহঁতৰ দাবী দাওয়া যিমানেই মানি লোৱা হৈছে — ছাত্ৰসকলৰ নিয়মানুবৰ্ত্তিতাৰ অভাৱ সিমানেই দেখা গৈছে। আনফালে কৰ্ত্তৃপক্ষ আৰু শিক্ষক মণ্ডলীয়ে ন্যায় বিচাৰ, কৰ্ত্তব্য পৰায়ণতা, নৈতিকতা আৰু স্বদেশ প্ৰেমৰ উজ্জ্বল

আদৰ্শ দাঙি ধৰিব নোৱাৰাত ছাত্ৰসকল বিক্ষুব্ধ হৈছে আৰু বিপথগামী হৈছে। তৰুণসকলে নিজৰ নিজৰ সমাজত নেতৃত্ব গ্ৰহণ কৰি, প্ৰধান সকলক ব্যতিব্যস্ত কৰি তুলিছে। যি শিক্ষাই গেলিলিওৰ দৰে বিদ্ৰোহী ছাত্ৰ সৃষ্টি কৰিবৰ আকাঙ্খা কৰে, সেই শিক্ষাই দুৰ্বিনীত, আইন আৰু শৃঙ্খলা ভঙ্গকাৰী আৰু উদ্ধত ছাত্ৰ নেতাৰ সৃষ্টি কৰিছে।

এনে অৱস্থাত ছাত্ৰ সকলক দোষাৰোপ নকৰি দোষাৰোপ কৰিব লাগিব — শিক্ষা বিজ্ঞানৰ ধাৰাক, শিক্ষানুষ্ঠান বিলাকৰ পৰিচালনাৰ ক্ৰটী আৰু অনিয়মক আৰু শিক্ষাৰ প্ৰকৃত লক্ষ্যৰ পৰা আঁতৰি গৈ অপ্ৰকৃত জাতীয় লক্ষ্য স্থাপনৰ চেষ্টাক।

বৰ্ত্তমান জগতত দাৰ্শনিক চিন্তাধাৰৰ দ্বাৰা প্ৰখ্যাত আৰু আজিও জীৱিত প্ৰধান শিক্ষাবিদ বাৰ্ট্ৰেণ্ড ৰাছেলে স্পষ্টতঃ কৈছে যে জাতীয়তাৰ ভিত্তিত প্ৰতিষ্ঠিত শিক্ষাধাৰাতকৈ তেওঁ ধৰ্ম্মৰ ভিত্তিত, নৈতিকতাৰ ভিত্তিত প্ৰতিষ্ঠিত শিক্ষাধাৰাৰ পক্ষপাতী। কিয়নো শিক্ষাই নৈতিকতা অৰ্জ্জনত প্ৰধানতঃ সহায় কৰিব লাগিব।

অকল সেয়ে নহয় সমগ্ৰ জগতৰ শিক্ষাৰ ক্ৰমানুগত ঐতিহাসিক পৰ্য্যায়বোৰ সমালোচনা কৰি আৰু বৰ্ত্তমান আমাৰ দেশত প্ৰচলিত শিক্ষানুষ্ঠান বিলাকৰ আদৰ্শ আৰু লক্ষ্য কি তাক ৰিজাই চালে বুজা যাব যে বৰ্ত্তমান শিক্ষাধাৰা প্ৰকৃত শিক্ষাৰ উদ্দেশ্যৰ পৰা বহুখিনি আঁতৰি গৈছে। শিক্ষানুষ্ঠান বিলাকত ঘটি থকা বিশৃঙ্খলা আৰু অনিয়মানুবৰ্ত্তিতাৰ মূল কাৰণ পোৱা যাব — এই ধৰণৰ অনুসন্ধানত। দেশৰ শিক্ষাবিদ আৰু নেতা সকলে এই ফালটো অৱহেলা কৰা যেন দেখা গৈছে।

অনুসন্ধান কৰি প্ৰকৃত ৰোগ নিৰ্ণয় জাতিক শিক্ষাৰ মাজেদি দ্ৰুততৰ উন্নয়ন কৰিবলৈ প্ৰয়াস নকৰি, জাতীয় শিক্ষাৰ মূল ভেটি স্থাপনৰ প্ৰয়াস কৰিব লাগিব — ছাত্ৰৰ নৈতিক জীৱন গঠন, সংযত চৰিত্ৰ গঠন আৰু দেশৰ ঐতিহ্যৰ প্ৰতি বিশ্বাস স্থাপনৰ লক্ষ্যত। গান্ধীজীয়ে কৈছে যে "ফল সময়তহে পকে"। এই কথাৰ পৰা বুজা যায় যে সকলো চেষ্টাৰ ফল সময়তহে পোৱা যায়। সময়ৰ আগতে পাবলৈ চেষ্টা কৰিলে পূৰ্ণ ফল কেতিয়াও পোৱা নাযায় আৰু দ্ৰুততৰ চেষ্টাত যি ফল পোৱা যায় সেই ফল কেতিয়াও পূৰ্ণ আনন্দদায়ক নহয়, বহু ক্ষেত্ৰত নিৰানন্দদায়কহে হয়। সেইবাবে দ্ৰুততৰ উন্নয়নৰ লক্ষ্য প্ৰধান হ'ব নোৱাৰে; কিয়নো ই প্ৰকৃতিৰ নিয়মৰ বিৰুদ্ধ কথা। পৰিকল্পনা বিলাকৰ সুফল নোপোৱাৰ ই এটি প্ৰধান কাৰণ। উপায় যদি শুদ্ধ হয়, উদ্দেশ্য সফল হ'বলৈ বাধ্য। অশুদ্ধ উপায় গ্ৰহণ কৰি দেশক দ্ৰুততৰ উন্নীত কৰিব নোৱাৰি। আত্মকেন্দ্ৰিক মনোভাৱৰ সৃষ্টি কৰি, নৈতিকতা ধ্বংস কৰি দুৰ্নীতি নিবাৰণ কৰিবও নোৱাৰি শাসনযন্ত্ৰ সবল কৰিবও নোৱাৰি। প্ৰকৃত সমাজসেৱা কি, দেশসেৱা কি, জনকল্যাণ কাক বোলে

ইত্যাদি কথা বুজি পালেহে সেই পথেদি কাম কৰিব পাৰি। এইবোৰ কথা বুজাবৰ আৱশ্যক নকৰে। শিক্ষাই যদি ব্যক্তি বিশেষৰ বুদ্ধি বিকাশ কৰে তেন্তে ব্যক্তিয়ে তাক স্বভাৱতে বুজি পায়। সেইবাবে ব্যক্তি বিশেষৰ বুদ্ধি বিকাশৰ লক্ষ্যই হ'ব লাগে শিক্ষাৰ এটা প্ৰধান লক্ষ্য। বুদ্ধিৰ বিকাশ হ'লে ব্যক্তিয়ে সমাজ সংস্কাৰ কৰিব, সমাজ গঠন কৰিব আৰু দেশৰ উন্নয়নত পূৰ্ণ সমল যোগাব। শিক্ষাৰ এই ফালটো দৃষ্টি দিয়া সম্পূৰ্ণ আৱশ্যক হৈছে।

ভাৰতীয় শিক্ষা পদ্ধতি জাতীয়তাৰ ভিত্তিতো গঠিত হোৱা নাই আৰু ধৰ্ম্মৰ ভিত্তিতো গঠিত হোৱা নাই। জাতীয়তাৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতিৰ লক্ষ্য হ'ব লাগিব জাতীয়তাৰ বৈশিষ্ট্য ৰক্ষা কৰা, বৃদ্ধি কৰা নাইবা সংস্কাৰ কৰা। জাতীয় বৈশিষ্ট্য ৰক্ষা কৰিববলৈ হ'লে অতীত ঐতিহ্য, ভাষা, সাহিত্য আৰু কৃষ্টি ৰক্ষা কৰিববলৈ শিক্ষা পদ্ধতি আৱিষ্কাৰ কৰিব লাগিব। সম্প্ৰতি জাতীয় ঐতিহ্য, ভাষা, সাহিত্য আৰু কৃষ্টি ৰক্ষাৰ যি প্ৰচেষ্টা চলোৱা হৈছে সেই প্ৰচেষ্টা চৰকাৰৰ মন্ত্ৰী দপ্তৰৰ ফালৰ পৰাহে প্ৰধানতঃ হোৱা দেখা যায়। শিক্ষানুষ্ঠান বিলাকৰ শিক্ষণীয় বিষয়ৰ ভিতৰত তাৰ স্থান নিচেই কম। ৰাইজৰ ফালৰ পৰা জম্মুত চাণক্যৰ প্ৰতিমূৰ্ত্তি স্থাপিত হৈছে কিন্তু কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ শিক্ষাৰ ব্যৱস্থা হোৱা নাই। ইয়াৰ পৰা বুজা যায় ভাৰতীয় ৰাজনীতিত শিক্ষাৰ প্ৰতি অৱহেলা আছে; কিন্তু ৰাইজে চাণক্যৰ অৰ্থশাস্ত্ৰৰ প্ৰতি শ্ৰদ্ধা ৰাখে।

দেশত বুৰঞ্জী শিক্ষাৰ ব্যৱস্থা এতিয়াও পৰাধীন অৱস্থাৰ শিক্ষা দিয়া পদ্ধতিত চলি আছে। সেই সময়ৰ আদৰ্শত ৰচিত পাঠ্যপুথি এতিয়াও চলি আছে। পৰাধীন অৱস্থাত ৰচিত পাঠ্যপুথিৰ ঐতিহাসিক তথ্য চলি আছে। পৰাধীন অৱস্থাত ৰচিত পাঠ্যপুথিত ঐতিহাসিক তথ্য বিকৃত কৰা হৈছিল — তাৰ প্ৰমাণ ভাৰতীয় বুৰঞ্জীবিদে নিৰ্ভুলভাৱে দাঙি ধৰিছে — কিন্তু সেইবোৰ কথা শিক্ষা দিয়াৰ ব্যৱস্থা এতিয়াও নিৰ্ভুল হোৱা নাই। পাঠ্যপুথি ৰচনা এতিয়াও এনেবোৰ ক্ষেত্ৰত বিশুদ্ধ হোৱা নাই।

সেইদৰে অতীত আৰ্য্য সভ্যতা, বৈদিক যুগৰ সভ্যতা, দেশত জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা (যেনে সূৰ্য্য বিজ্ঞান, বিমান বিজ্ঞান আদি পূৰ্ব্বৰ কি সূত্ৰত কেনেদৰে চলিছিল তাৰ অনুসন্ধান) আৰু ধৰ্ম্মীয় ভিত্তিত ৰচিত শিক্ষা পদ্ধতিয়ে যে মানুহৰ প্ৰকৃত জ্ঞানৰ ফালে পৰিচালিত কৰিছিল সেই ফালে ছাত্ৰ সমাজৰ অনুৰাগ বঢ়াবলৈ যত্ন কৰা হোৱা নাই। সংস্কৃত শিক্ষাৰ প্ৰতি অৱহেলা কৰাই আমাৰ এই কথাৰ প্ৰকৃষ্ট প্ৰমাণ দিয়ে। আমি ভাবো এই বাবেই প্ৰকৃত স্বদেশ প্ৰেমত আমাৰ ছাত্ৰ-ছাত্ৰী সকল উদ্বুদ্ধ নহয়। ভৌগোলিক সীমাৰেখাৰ মাজত আবদ্ধ ভূখণ্ডক শাসনাধীন কৰিব পৰাই স্বদেশ প্ৰেমৰ নিদৰ্শন নহয়। দেশৰ মাটিক, দেশৰ নদ-নদীক, পাহাৰ-পৰ্ব্বতক অতীত যুগৰ পূৰ্ব্বপুৰুষ সকলৰ কি বাৰ্ত্তা বহন কৰি আছে — তাৰ

অনুসন্ধান কৰা আৰু উপলব্ধি কৰাহে প্ৰকৃত স্বদেশ প্ৰেম। ভাৰতীয় স্বদেশ প্ৰেমৰ আদৰ্শ হৈছে — সমগ্ৰ জগৎবাসী এক মাৰ সন্তান (মাতা চ পাৰ্ব্বতী দেৱী) এক পিতাৰ ঔৰসত জন্ম (পিতা দেবো মহেশ্বৰঃ), ভগবদভক্ত সকলোৱেই বন্ধু (বান্ধবাঃ শিৱভক্তাশ্চ) আৰু স্বৰ্গ, মৰ্ত্ত্য, পাতাল এই ত্ৰিভুৱনেই স্বদেশ (স্বদেশো ভুৱন ত্ৰয়ম)। জাতীয়তাৰ ভিত্তিত গঠিত হোৱা বুলি যি শিক্ষা পদ্ধতি সম্প্ৰতি প্ৰৱৰ্ত্তিত হৈ আছে, সেই শিক্ষা পদ্ধতি প্ৰধানতঃ লক্ষ্যহীন আৰু অংশতঃ যান্ত্ৰিক শিল্প বিস্তাৰৰ নীতি বুলি স্পষ্ট প্ৰতীয়মান হৈছে। লক্ষ্যহীন শিক্ষা পদ্ধতিয়ে শিক্ষিত নিবনুৱাৰ সৃষ্টি কৰে। বি. এ., এম. এ. পাছ ছাত্ৰৰ কাৰণে সংখ্যানুযায়ী চাকৰিৰ পদ নাই; সেয়েহে এটা পদৰ কাৰণে বহুসংখ্যক দৰখাস্ত পোৱা যায়। বুনিয়াদী শিক্ষা পদ্ধতি দেশত জনপ্ৰিয় হ'ব নোৱাৰাটোৱে তাৰ এটি প্ৰমাণ; তদুপৰি বুনিয়াদী শিক্ষা পদ্ধতিৰ যি প্ৰকৃত লক্ষ্য আছিল সেই লক্ষ্যৰ পৰা আঁতৰি আহি নতুন সংস্কৰণৰ শিক্ষা পদ্ধতি গ্ৰহণ কৰাটো আন এটি প্ৰমাণ বুলি ক'ব পাৰি। মাধ্যমিক স্তৰৰ পাঠ্যক্ৰম প্ৰস্তুত কৰা হৈছে যান্ত্ৰিক শিল্পৰ উন্নতি বিধানৰ অৰ্থতহে যেন বুলি বুজা যায়। স্বাধীন ব্যৱসায় কৰি জীৱিকা অৰ্জ্জনৰ পন্থা এই শিক্ষা পদ্ধতিৰ মূলনীতি নহয়। মাধ্যমিক স্তৰৰ শিক্ষা পদ্ধতিৰ শিক্ষাই স্বাধীন ব্যৱসায়ৰ মনোবৃত্তি আৰু উপযুক্ততা গঢ়ি তোলাৰ সহায়ক হোৱা উচিত আছিল। যেনে হয় বিলাতত আৰু আন আন দেশত আৰু যেনে হৈছিল অতীত ভাৰতত। আনফালে নৈতিকতা শিক্ষা দিয়াৰ কোনো ব্যৱস্থা হোৱা নাই। উচ্চ মাধ্যমিক স্কুলৰ ছাত্ৰ সকলৰ ব্যক্তিগত গুণ নিৰ্ণয়ৰ বাবে যি আঁচনি তৈয়াৰ কৰা হৈছে তাক প্ৰয়োগ কৰাৰ সেই সেই গুণ অৰ্জ্জনৰ শিক্ষাৰ কোনো ব্যৱস্থা দেখা যোৱা নাই আৰু শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰবোৰতো তাৰ প্ৰশিক্ষণৰ কোনো ব্যৱস্থা নাই। ধৰ্ম্মৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতি নৈতিকতা শিক্ষা দিয়া এটা অৱশ্য কৰ্ত্তব্য নীতি; কিন্তু ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰ বুলি কোনো ধৰ্ম্মৰে ভিত্তিত শিক্ষা পদ্ধতি গঠন কৰা নাই। ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰতো নৈতিকতা শিক্ষা দিয়া বাদ পৰিব নোৱৰে কিন্তু আমাৰ শিক্ষা পদ্ধতিত ই বাদ পৰিছে। নৈতিকতাবিহীন শিক্ষাই শক্তিশালী জাতি গঠন কৰিব নোৱাৰে; গতিকে জাতিৰ ভৱিষ্যৎ যুৱক-যুৱতী সকলে দেশৰ শাসন যন্ত্ৰত উপযুক্ত অংশ গ্ৰহণ কৰিব পাৰিব বুলি আশা কৰিব নোৱাৰি। নৈতিকতা শিক্ষা গ্ৰহণ কৰাত বৰ্ত্তমান পৰিবেশত ছাত্ৰ-ছাত্ৰী সকলৰ পূৰ্ণ স্বাধীনতা আছে। এই পূৰ্ণ স্বাধীনতা কিমান দূৰ কাৰ্য্যকৰী হৈছে? দেশৰ সামাজিক পৰিবেশ নৈতিকতা শিক্ষাৰ উপযোগী হয় নে নহয়? সমাজ যদি দুৰ্নীতিপৰায়ণ হয়, শিক্ষানুষ্ঠানত যদি নৈতিকতা শিক্ষা দিয়াৰ ব্যৱস্থা নাথাকে, নিয়মানুবৰ্ত্তিতা তিষ্টিব কোন ভিত্তিত? ছাত্ৰ সমাজৰ মাজৰ পৰা স্বেচ্ছাচাৰিতা আৰু অনিয়মানুবৰ্ত্তিতা দূৰ কৰিবৰ বাবে আইন প্ৰৱৰ্ত্তন কৰা হয় কিন্তু সমাজত যদি আইনৰ প্ৰতি শ্ৰদ্ধা নাথাকে, আইন

অমান্য কৰাই যদি ৰীতি হয়, শিক্ষাৰ সাফল্য সামাজিক ক্ষেত্ৰতো পৰাহত হয় আৰু ছাত্ৰ সমাজতো নিয়মানুবৰ্ত্তিতা অনাত বিফল হয়।

সমাজত যেনেকৈ আইনৰ প্ৰতি শ্ৰদ্ধা নাই, ঠিক তেনেকৈ পৰস্পৰৰ প্ৰতি পৰস্পৰৰ ন্যায়পৰায়ণ ব্যৱহাৰ নাইকিয়া হৈ আহিছে। আত্মকেন্দ্ৰিক মনোভাৱ পাৰস্পৰিক সহানুভূতি আৰু ন্যায়পৰায়ণ ব্যৱহাৰ লুপ্ত কৰি পেলাব ধৰিছে।

**শিক্ষা পদ্ধতিৰ সংস্কাৰ ঃ**

শিক্ষা পদ্ধতিৰ সংস্কাৰ কৰিব খুজিলে শিক্ষাৰ লক্ষ্য হ'ব লাগিব গান্ধীজীয়ে কোৱা মতে স্বাধীনভাৱে জীৱিকা অৰ্জ্জনৰ পথ পৰিষ্কাৰ কৰা আৰু স্বাধীনভাৱে জীৱিকা অৰ্জ্জনৰ ক্ষেত্ৰত ব্যক্তিগত প্ৰয়াস (Initiative) সফল হোৱাৰ পৰিবেশ সমাজত সৃষ্টি কৰা। সকলো ক্ষেত্ৰতে চৰকাৰৰ মুখাপেক্ষী হ'ব লাগিলে ব্যক্তিগত প্ৰয়াস সফল হ'ব নোৱাৰে। সেইবাবে স্বাধীন ব্যৱসায়ৰ ক্ষেত্ৰ দেশত উন্মুক্ত হৈ থাকিব লাগিব। সকলো ধৰ্ম্মৰেই নৈতিক নিয়ম দিয়া আছে। কোনো ধৰ্ম্মৰ লগত কোনো ধৰ্ম্মাৱলম্বী লোকৰ বিৰোধ নোহোৱাকৈ নৈতিক নিয়ম শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। বিভিন্ন ধৰ্ম্মৰ ছাত্ৰ-ছাত্ৰীয়ে একেলগে যেনেকৈ নৈতিক নিয়মৰ শিক্ষা গ্ৰহণ কৰিব তেনেকৈ নিজ নিজ ধৰ্ম্ম নীতিশিক্ষা পোৱাৰ ব্যৱস্থাও শিক্ষা পদ্ধতিত থাকিব লাগিব।

এই ব্যৱস্থাৰ দ্বাৰা সমাজত দুৰ্নীতি নিবাৰণ হ'ব, ছাত্ৰ সকলৰ উচ্ছৃঙ্খলতা নাইকিয়া হ'ব আৰু জাতীয় জীৱনত উপযুক্ত শাসক মণ্ডলীৰ সৃষ্টি হ'ব। পশ্চিমীয়া সভ্যতাৰ ফালে দৃষ্টি কৰি কেৱল যন্ত্ৰ-শিল্পৰ উন্নতি বিধান কৰাকেই একমাত্ৰ লক্ষ্য কৰি আৰু ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰ বুলি ধৰ্ম্মনীতি শিক্ষা দিয়াৰ পৰা বিৰত থাকি ভাৰতীয় শিক্ষা পদ্ধতি গঢ়িব পৰা নাযাব। কৃষি প্ৰধান ভাৰতবৰ্ষত কৃষিজাত বস্তু উৎপাদনৰ যিমান চেষ্টাৰ আৱশ্যক সিমান চেষ্টা কৰিব লাগিব। বস্ত্ৰ শিল্প উন্নয়ন আৱশ্যক হ'লেও কৃষি শিল্প উন্নয়ন তাতকৈ বেছি আৱশ্যক। শিক্ষাই ছাত্ৰক কৃষি কাৰ্য্যৰ পৰা বিমুখ নকৰি যাতে কৃষি কাৰ্য্যত উৎসাহী কৰে তাৰ ব্যৱস্থা কৰিব লাগিব আৰু শিক্ষা পদ্ধতিত ঘাইকৈ এই নীতিয়ে বলবৎ হ'ব লাগিব।

জীৱিকা উপাৰ্জ্জনৰ বাট সুলভ হ'লে, শিক্ষাৰ পৰা যে কেৱল চাকৰিহে উপজীৱ্য এই ধাৰণা আঁতৰি গ'লে, সামাজিক পৰিবেশ নৈতিকতাপূৰ্ণ হ'লে আৰু কি চৰকাৰী আদালত, কি সামাজিক মেল-পঞ্চায়ত তাত ব্যক্তিগত অধিকাৰ অনাধিকাৰৰ ন্যায় বিচাৰ হ'লে সমাজৰ পৰা দুৰ্নীতি আঁতৰিব আৰু ছাত্ৰৰ উচ্ছৃঙ্খলা আঁতৰিব। চৰকাৰী আদালত আৰু গাৱঁৰ মেল-পঞ্চায়তত ন্যায় বিচাৰ ৰক্ষিত নহ'লে সমাজত শিক্ষাৰ নৈতিক পৰিবেশ সৃষ্টি কৰা সম্ভৱ নহ'ব। ন্যায় বিচাৰে আত্মকেন্দ্ৰিক মনোভাৱ আঁতৰ কৰি পৰস্পৰৰ প্ৰতি পৰস্পৰৰ ন্যায়পৰায়ণ আচৰণৰ পৰিবেশ সৃষ্টি কৰিব। আদালত পঞ্চায়তত যদি অন্যায়কাৰীয়েহে সুবিধা পায়,

তেতিয়া সমাজৰ বিশৃঙ্খলা বাঢ়ি যায়।

এই আটাইবোৰ কথা বিবেচনা কৰি ব্যক্তিগত বুদ্ধি বিকাশ আৰু সামাজিক ন্যায়পৰায়ণ পৰিবেশ সৃষ্টিৰ বাবে যেনে শিক্ষা পদ্ধতিৰ আৱশ্যক তেনে শিক্ষা পদ্ধতিহে গঢ়িব লাগিব। বৰ্ত্তমান শিক্ষা পদ্ধতি যিমানেই ভাল বুলি কোৱা নহওঁক ছাত্ৰৰ নিয়মানুবৰ্ত্তিতা আৰু সামাজিক ন্যায়পৰয়ণতা যেতিয়া দেখা পোৱা নাই তাক ভাল বুলি আমি ক'ব নোৱাৰো।

আমাৰ বিশ্বাস আৰু দৃঢ়মত এই যে বিদেশৰ শিক্ষাবিদ সকলে যন্ত্ৰ শিল্প উন্নতিৰ দৃষ্টিভঙ্গীত আৰু পাশ্চাত্য সভ্যতাৰ আদৰ্শত শিক্ষা পদ্ধতি আৱিষ্কাৰ কৰিব পাৰিব, কিন্তু ভাৰতীয় কৃষ্টি, ঐতিহ্য আৰু সভ্যতাৰ ভিত্তিত কৃষি প্ৰধান ভাৰতবৰ্ষৰ শিক্ষা পদ্ধতি ভাৰতীয় শিক্ষাবিদ সকলেহে আৱিষ্কাৰ কৰিব লাগিব। পাশ্চাত্য পণ্ডিত সকলৰ ভিতৰতো যি সকলে প্ৰকৃততে ভাৰতবৰ্ষক চিনি পায় তেনে শিক্ষাবিদ আয়োগৰ সভ্য হ'লে হয়তো কিছু আশা কৰিব পাৰি; কিন্তু তেনে শিক্ষাবিদ বিচাৰি উলিওৱা এটা কথা আৰু তেওঁলোকক নিৰ্ভৰ কৰাৰ মনোবৃত্তি আমাৰ আছে নে নাই সি এটা কথা। বিশেষকৈ দলীয় ৰাজনীতিৰ পৰা শিক্ষাক মুক্ত কৰা উদ্দেশ্য আমাৰ আছে নে নাই?

এনে পৰিস্থিতিত ভাৰতীয় জাতিৰ শিক্ষা সমস্যা জটিলৰ পৰা জটিলতৰ ৰূপ ধাৰণ কৰিছে। ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰত ধৰ্ম্ম শিক্ষা বাদ দিয়াৰ পৰা সাম্প্ৰদায়িকতাবাদী সকলক পূৰ্ণ স্বাধীনতা দিয়া হৈছে — সাম্প্ৰদায়িক বিদ্বেষৰ প্ৰচাৰৰ বাবে আৰু সাম্প্ৰদায়িক অনুষ্ঠান গঢ়ি তুলিবৰ বাবে। আনফালে প্ৰকৃততে দেখা গৈছে যে ভাৰতবৰ্ষত হিন্দুৰ ধৰ্ম্মালোচনা কৰা, হিন্দু শাস্ত্ৰৰ চৰ্চ্চা কৰা, বেদ-উপনিষদৰ শিক্ষাৰ যত্ন কৰা, হিন্দুৰ আচাৰ-ব্যৱহাৰ ৰক্ষা কৰা ইত্যাদি কথাহে সাম্প্ৰদায়িক আৰু সংৰক্ষণশীলতা বা গোড়ামি (Conservatism) বুলি কোৱা হয়। হিন্দুৱে গীতা-ভাগৱত বেদ-উপনিষদ চৰ্চ্চা কৰা যদি সাম্প্ৰদায়িকতা হয় সেই সাম্প্ৰদায়িকতা কাম্য নে অকাম্য? বেদৰ ধৰ্ম্মই ভাৰতৰ মূল ধৰ্ম্ম। বেদ বিৰোধী ধৰ্ম্ম হিন্দুৰ পালনীয় নহয়; কিন্তু বেদ বিৰোধী ধৰ্ম্ম যদি অহিন্দুৱে পালন কৰে তাক বৈদিক হিন্দুৱে ভাৰতত নিৰ্ব্বিবাদে সহ্য কৰিছে, তাত বাধা দিয়া নাই। বৈদিক ধৰ্ম্মৰ নীতি হিন্দুৱে হিন্দুৰ ওচৰতহে প্ৰচাৰ কৰে, আনৰ ওচৰত নকৰে। ই কি সাম্প্ৰদায়িকতা? এনে এটি সমস্যাৰ সমাধানৰ বাবে যত্নবান নহ'লে ভাৰতীয় সামাজিক পৰিস্থিতিয়ে ভয়াবহ ৰূপ ধাৰণ কৰিব।

আনফালে শিক্ষা বিস্তাৰৰ লগে লগে আজি আমাৰ দেশৰ ছাত্ৰসকলৰ কৰ্ম্মক্ষেত্ৰত সম্পূৰ্ণ স্বাধীনতা বিৰাজ কৰিছে। তাৰ প্ৰধান কাৰণ হৈছে — ঘৰত সৰহভাগ অভিভাৱকে ছাত্ৰ সকলক যথোপযুক্তভাৱে শাসন কৰিব নোৱাৰে বা নাজানে। সৰহ সংখ্যক ছাত্ৰৰ পিতা-মাতা বা অভিভাৱক নিৰক্ষৰ বা অনভিজ্ঞ।

আনকি প্ৰাইমেৰী স্কুলৰ ছাত্ৰকো এই অভিভাৱক সকলে যথাযুক্ত দৃষ্টি দি সিহঁতৰ চৰিত্ৰ গঠনত সহায় কৰিব নোৱাৰে। সিহঁতো শিক্ষাৰ ক্ষেত্ৰত স্বাধীন। সিহঁতে কি পঢ়ে, কি কৰে বা নকৰে আমি নাচাওঁ। সেইদৰে হাইস্কুলতো সেইবিলাক ছাত্ৰ-ছাত্ৰী স্বাধীন। স্কুলত নাম লগাই দিয়াৰ পৰাই পিতা-মাতাক সহায় নকৰা মনোভাৱ গঢ়ি লয় আৰু স্বাধীনভাৱে চলে। হাইস্কুলত পঢ়া বয়সত সেইবাবে ছাত্ৰ সকলৰ চৰিত্ৰ গঠিত হ'ব নোৱাৰে। হোষ্টেল প্ৰায় নাইকিয়া হৈ গৈছে — থাকিলেও শাসনৰ কড়া-কড়ি নিয়ম আগৰ নিচিনা নাই। আজিকালি সঙঘবদ্ধতাই বল (সঙঘশক্তিঃ কলৌ যুগে)। সৰহ সংখ্যক ল'ৰাই স্বেচ্ছাচাৰী হোৱাত আৰু স্কুল-কলেজৰ ছাত্ৰ ইউনিয়ন আদিৰ যোগেদি সঙঘবদ্ধ হোৱাত যথা নিয়মে শাসন কৰিব নোৱাৰে। এই স্বাধীন বা স্বেচ্ছাচাৰী মনোবৃত্তিৰ ছাত্ৰসকলে কলেজত গৈ বেছি স্বাধীন বা স্বেচ্ছাচাৰী মনোবৃত্তি গঢ়ি লয়। শিক্ষা বিভাগৰ শাসন প্ৰণালীয়ে এই ছাত্ৰ বিলাকক শাসন কৰিব নোৱাৰে; তদুপৰি আজিকালি কোনো ক্ষেত্ৰতে অধ্যক্ষ বা গভৰ্ণিংবডিৰ নাইবা হেডমাষ্টৰ বা মেনেজিং কমিটিৰ সিদ্ধান্তই শেষ সিদ্ধান্ত নহয়। হাইকোৰ্ট পৰ্য্যন্ত কেছ চলে। কৰ্ত্তৃপক্ষও সেইবাবে আগৰ দৰে কড়া নহয়। যিবিলাক ছাত্ৰৰ প্ৰতি অভিভাৱকৰ দৃষ্টি থাকে বা যিবিলাক ছাত্ৰৰ অভিভাৱকে ঘৰৰ পৰিবেশত সিহঁতক সম্পূৰ্ণ শাসনত ৰাখিব পাৰে, তেনে ছাত্ৰই ছাত্ৰ সমাজত ব্যক্তিত্ব খটাব নোৱাৰে। অভিভাকৰ শাসনত নথকা স্বেচ্ছাচাৰী ছাত্ৰই ছাত্ৰ সমাজৰ নেতৃত্ব গ্ৰহণ কৰি ছাত্ৰ সকলক বিপথে পৰিচালিত কৰে, ছাত্ৰৰ অধ্যয়ন মনোবৃত্তি ধ্বংস কৰি পেলায়, আইন অমান্য কৰি আন্দোলনমুখী কৰে আৰু স্কুল-কলেজত ছাত্ৰৰ মাজত সম্পূৰ্ণ অনিয়মানুবৰ্ত্তিতাই দেখা দিয়ে। প্ৰধান শিক্ষক, শিক্ষক, অধ্যক্ষ, অধ্যাপক সকলোৱে নিৰুপায় হৈ পৰে। তেওঁলোকেও সুনীতি অৱলম্বন কৰি শাসন আনিব নোৱাৰে। ছাত্ৰ সকলৰ দুৰ্ব্বলতাৰ আশ্ৰয় লৈ কোনো কোনো ক্ষেত্ৰত শাসন অনা হয় সঁচা, কিন্তু সেই শাসন সুনীতি বা প্ৰকৃত নিয়মৰ বলত অনা হয়।

গতিকে দেখা যায় — ছাত্ৰ সকলৰ সামাজিক পৰিবেশত যি পূৰ্ণ স্বাধীনতা বিৰাজ কৰিছে, সেই পৰিবেশৰ উন্নতিমূলক পৰিবৰ্ত্তন সাধন কৰি ছাত্ৰক কিছু পৰিমাণে সংযত কৰিব নোৱাৰিলে ছাত্ৰ সকলক নিয়মানুবৰ্ত্তী কৰা সমস্যাৰ সমাধান দুৰূহ হৈ পৰিছে। এই ক্ষেত্ৰতে ৰাজনীতিক নেতা সকলৰ নৈতিক কৰ্ত্তব্য আহি পৰে। দেশৰ স্বাৰ্থক অৰ্থাৎ ছাত্ৰৰ ভৱিষ্যৎ শিক্ষা-দীক্ষাক পাছ কৰি, নিৰ্ব্বাচন যুদ্ধত হয় লাভ কৰিবৰ আশাত সৰ্ব্বসাধাৰণ ৰাইজক যি পথে পৰিচালিত কৰে, সেয়ে শিক্ষাৰ পৰিবেশ ধ্বংস কৰি পেলায়। যিবিলাক নীতিৰ দ্বাৰা নিৰ্ব্বাচন যুদ্ধ চলায়, সেই নীতি বিলাকেই সামাজিক শিক্ষাৰ আদৰ্শনীয় নীতি হৈ পৰে। সামাজিক শিক্ষাৰ চৰকাৰী আঁচনিৰ উদ্দেশ্য ব্যৰ্থ হৈ যায়। তদুপৰি সামাজিক শিক্ষাৰ আঁচনিও

ক্ষমতা প্ৰাপ্ত দলৰ ৰাজনৈতিক মতবাদৰ পৰা মুক্ত নহয়। সামাজিক শিক্ষাই দলীয় ৰাজনীতিৰ শিক্ষা দি অভিভাৱক সকলক যি প্ৰকাৰে শিক্ষিত কৰি তোলে, সেই অভিভাৱক সকলৰ ল'ৰা বিলাকক স্কুল-কলেজৰ নিৰপেক্ষ বা দলীয় ৰাজনীতি— মুক্ত শিক্ষা ব্যৱস্থাই নিয়মাধীন কৰি ৰাখিব নোৱাৰে। গতিকে সামাজিক শিক্ষাই সমাজত নৈতিকতাৰ শিক্ষাও দিব নোৱাৰে।

যিবিলাক স্বেচ্ছাচাৰী বা বিদ্ৰোহী মনোবৃত্তিৰ ছাত্ৰনেতা সেই বিলাক ছাত্ৰ, শিক্ষক বা অধ্যাপক হৈ ছাত্ৰ সকলক প্ৰভাৱান্বিত কৰি তোলে আৰু স্কুল-কলেজত আৰু বিশ্ববিদ্যালয় বিলাকত ছাত্ৰসকলক শৃঙ্খলা ভঙ্গ কৰাৰ ইন্ধন যোগায়। বাৰ্ট্ৰেণ্ড ৰাছেলে এই বিষয়ে দৃঢ়মত পোষণ কৰিছে, তাক আগতে উল্লেখ কৰা হৈছে। সেইবাবেহে আমি আগতে উল্লেখ কৰিছো যে ছাত্ৰ সকলক কিমানখিনি স্বাধীনতা শিক্ষা দিয়া উচিত আৰু কিমানখিনি নৈতিকতা শিক্ষা দিয়া উচিত এই সমস্যাৰ সমাধান শিক্ষাই কৰিব পৰা নাই। সামাজিক শিক্ষা, গণতান্ত্ৰিক সংবিধানৰ সভ্য নিৰ্ব্বাচন পদ্ধতি আৰু স্কুল-কলেজৰ শিক্ষাৰ এটি পৰিপক্ক সমন্বয় সাধন কৰাই বৰ্ত্তমান শিক্ষা সমস্যা। এই সমস্যাৰ সমাধান হ'ব পাৰে সভ্যতা অৰ্জ্জনৰ আঁচনি আৰু শিক্ষা প্ৰণালী উদ্ভাৱন কৰাত তাক নিৰপেক্ষভাৱে কাৰ্য্যকৰী কৰি তোলাত। নীতিৰ ওচৰত স্বাৰ্থ বলি দিব লাগিব — স্বাৰ্থৰ ওচৰত নীতি ভঙ্গ কৰা পদ্ধতি পৰিহাৰ কৰিব লাগিব। নীতিৰ কথা বক্তৃতাত উল্লেখ কৰিলে নহ'ব, সমাজগত জীৱনত পালন কৰিব লাগিব।

আমি বক্তৃতাৰ সময়ত সংস্কৃত শ্লোক আওৰাই আমাৰ বক্তৃতা শ্ৰুতিমধুৰ কৰিবলৈ যত্নবান হওঁ কিন্তু আমাৰ ভিতৰত কেইজনে শ্লোকগত অৰ্থৰ অনুসাৰে চৰিত্ৰ গঠন কৰি নিজৰ ব্যক্তিগত আৰু সামাজিক জীৱন মধুৰ কৰি তুলিবলৈ যত্নবান হওঁ? আমাৰ বক্তৃতাবোৰ সাধাৰণত কেনেকুৱা হয়? এজন সংস্কৃতজ্ঞ ধাৰ্ম্মিক পণ্ডিতে সভাত একাদশী মাহাত্ম্যৰ কথা বিশদ আলোচনা কৰি একাদশী উপবাস কৰা যে স্বাস্থ্যৰ কাৰণে আৰু ধৰ্ম্মৰ কাৰণে বৰ আৱশ্যকীয় তাক প্ৰতিপন্ন কৰিছে। সভাৰ পাছত তেওঁ বাহিৰলৈ আহি খবৰ কৰিছে যে তেওঁৰ ভোজনৰ কি ব্যৱস্থা কৰা হৈছে? সিদিনা আছিল একাদশী। গৃহস্থই জলযোগৰ ব্যৱস্থা কৰা বুলি ক'লে। তেতিয়া সেই পণ্ডিত মহাশয়ে ভাতৰ ব্যৱস্থা নকৰাৰ কাৰণ কি সুধিলে। গৃহস্থই সোঁৱৰাই দিলে যে সিদিনা একাদশী আৰু তেখেতে একাদশী পালনৰ যি উপযোগী শাস্ত্ৰীয় আৰু মধুৰ বক্তৃতা দিছে তেনে ক্ষেত্ৰত ভাতৰ যোগাৰ কৰিবলৈ আৰু সাহ কৰা নাই। পণ্ডিতে তেতিয়া উত্তৰ দিছে যে তেওঁৰ বক্তৃতা শ্ৰোতাৰ কাৰণেহে, নিজৰ কাৰণে নহয়। আমাৰ বক্তৃতাবোৰ এনেকুৱাই হয়। কৰ্ম্ম পদ্ধতিও ঠিক বক্তৃতাৰ প্ৰতিকূলে ৰচিত হয়। ই প্ৰকৃত শিক্ষাৰ পৰিবেশো নহয়, আদৰ্শও নহয়।●

# প্ৰাইমেৰী স্কুলৰ শিক্ষক

প্ৰাইমেৰী স্কুলৰ শিক্ষক সকল আমাৰ দেশত সমাজৰ প্ৰধান অঙ্গ বুলি অতীজৰ পৰা বিবেচিত হৈ আহিছে। তেওঁলোকৰ মান-মৰ্য্যাদা দৰমহাৰ তুলাচনীত কোনো কালেই জোখা হোৱা নাছিল। এই মান-মৰ্য্যাদা শিক্ষক শ্ৰেণীৰ উপজীব্য হৈ আছিল আৰু সমাজত তেওঁলোকক সদায় উচ্চ স্থান দিয়া হৈছিল; কিন্তু আজিৰ দিনত সমাজৰ গাঁঠনি পূৰ্ব্বৰ দৰে নাই আৰু সমাজ ব্যৱস্থা পৰিবৰ্ত্তিত হৈছে। এই পৰিবৰ্ত্তনৰ মাজত শিক্ষক সকলে পূৰ্ব্বৰ মান-মৰ্য্যাদাৰ স্থান ক্ৰমে হেৰুৱাই আহিব ধৰিছে। এই পৰিস্থিতিত শিক্ষক সকলৰ ব্যক্তিগত জীৱন-যাপনৰ পদ্ধতি কেনে ধৰণৰ হোৱা উচিত সেই বিষয়ে আলোচনা কৰাৰ আৱশ্যক বোধে দুই-চাৰিষাৰ কথা ইয়াত কোৱা হ'ব।

প্ৰাইমেৰী শিক্ষক সকলৰ ভিতৰত বহু প্ৰতিভাশালী লোক আছে। এই শিক্ষক সকলৰ ভিতৰত এনে প্ৰতিভাসম্পন্ন লোক কিছুমান আছে যে সেই সকলে যদি পাঠ্যাৱস্থাত যথোপযুক্ত সহায় বা সুবিধা পালেহেঁতেন, হয়তো তেওঁলোকৰ ভিতৰত বহুতে সমাজৰ ভিতৰত গণ্যমান্য হৈ উঠিব পাৰিলেহেঁতেন। অৰ্থৰ অভাৱত, পাৰিবাৰিক দুৰৱস্থাৰ মাজত বহুতে অনিচ্ছা সত্ত্বেও প্ৰাইমেৰী স্কুলত শিক্ষকতাৰ কাম ল'বলগীয়া হৈছে। এই কামত সোমাওতেও তেওঁলোকে যথেষ্ট বেগ পাব লগা হৈছিল। যিবোৰ প্ৰচেষ্টাৰে তেওঁলোকে শিক্ষক বাচনি পৰীক্ষা আদি পাছ কৰি শিক্ষকতা কামৰ উপযুক্ততা অৰ্জ্জন কৰিছে আৰু চাকৰিত সোমাই যিবোৰ আলৈ আহুকালৰ সম্মুখীন হৈছে তাৰ দ্বাৰা তেওঁলোকৰ বহুতৰে নিজৰ ভিতৰত শুই·থকা বহু সদগুণৰ বিকাশত বাধা পালে।

তেওঁলোক সমাজসেৱী আৰু সদায় সামাজিক কামবোৰত জড়িত হ'ব লাগে; কাৰণ তেওঁলোকৰ সদগুণ বিলাক বিকাশ নোহোৱাত অকল তেওঁলোকৰেই ক্ষতি হোৱা নাই, দেশৰো যথেষ্ট ক্ষতি হৈছে। তেওঁলোকৰ ভিতৰত থকা সদগুণ ৰাশিৰ প্ৰকৃত উন্মেষ সাধনৰ প্ৰয়োজন দেশৰ প্ৰশাসনীয় কৰ্ত্তৃপক্ষৰ, সমাজৰ মানুহৰ আৰু শিক্ষক সকলৰ নিজৰ ফালৰ পৰা বোধ কৰিব লাগে।

প্ৰশাসনীয় কৰ্ত্তৃপক্ষৰ ফালৰ পৰা প্ৰশিক্ষণ কেন্দ্ৰ বিলাকৰ জৰিয়তে তেওঁলোকক শিক্ষানীতি গ্ৰহণৰ আৰু সমাজসেৱা পদ্ধতি গ্ৰহণৰ কিছুমান পন্থা শিকাই দিয়ে। সেই নীতি আৰু পদ্ধতি ৰূপায়ন কৰাত বহু ক্ষেত্ৰতে তেওঁলোকে সামাজিক পৰিবেশ অনুকূল নাপায় আৰু বহু ক্ষেত্ৰতে প্ৰশাসনীয় দোষ-ত্ৰুটীৰ বাবেও তেওঁলোকে কাৰ্য্য সম্পাদনত সুচল নাপায়। এনে ধৰণৰ পৰিস্থিতিত

শিক্ষকে নিজৰ ব্যক্তিত্ব বিকাশৰ বাবে আৰু সমাজৰ এজন মুখ্য নাগৰিক হিচাবে তেওঁ নিজৰ বৰঙণি যোগাবলৈ নিজৰেই বিদ্যা বুদ্ধিৰ বলত সুযোগ-সুবিধাৰ পথ পৰিষ্কাৰ কৰি ল'ব লাগিব; কাৰণ তেওঁৰ ওপৰত এটা মহান দায়িত্ব দিয়া হৈছে যি দায়িত্ব তেওঁ স্বেচ্ছায় গ্ৰহণ কৰিছে। এতিয়া তেওঁ কোন পথেদি সেই দায়িত্ব সুচাৰুৰূপে বহন কৰিব সেইটোৱেই হৈছে প্ৰশ্ন। এই প্ৰশ্ন সমাধান কোন পথেদি কৰিব লাগিব তাক বিচাৰ কৰি উলিয়াব নোৱাৰি বহু শিক্ষকে গতানুগতিক ভাৱে চাকৰি কৰি যায়। তাৰ ফলত নিজৰ অন্তৰত নিহিত থকা সদ্বৃত্তিবোৰ উন্মেষিত নহয় আৰু সমাজৰ কোনো প্ৰয়োজনীয় কামত নালাগে। সেইবাবে নিজৰ আৰু দেশৰ ক্ষতি হয়।

প্ৰথমতে আমি বিচাৰ কৰি চাওঁহক শিক্ষকে নিজৰ কৰ্ত্তব্য সাধনৰ পথত কি কি উপায় অৱলম্বন কৰা উচিত, কাৰণ কোনো এজন শিক্ষকৰ ক্ষেত্ৰত যদি কোনো প্ৰকাৰ প্ৰশাসনীয় বা সামাজিক অসুবিধা নাথাকে তেতিয়ানো তেওঁ কিয় সন্তোষজনক ভাৱে (নিজৰ সন্তোষ লাভৰ বাবেও) কাম কৰিব নোৱাৰিব? তেনে ক্ষেত্ৰত শিক্ষকজনে নিজে বিচাৰ-বিবেচনা কৰি চাব লাগিব যে তেওঁৰ পূৰ্ব্ব অৰ্জ্জিত বিদ্যাৰে স্কুলীয়া পাঠ্যপুস্তকবোৰ ভালদৰে বুজি পায়নে নেপায়। যদি বুজি নাপায় তেন্তে পাঠ্যপুস্তকত থকা পাঠবোৰ তেওঁ এনেদৰে আয়ত্ত কৰিব লাগিব যাতে পাঠ্যপুস্তকত থকা কথাখিনি তেওঁ কিতাপ নোচোৱাকৈ শিক্ষাৰ্থী সকলক শিকাব পাৰে। তেতিয়াহে শিক্ষাৰ্থী সকলে ঘৰত কিতাপ নপঢ়াকৈও শিক্ষকৰ শিক্ষা দানৰ পৰা লাভৱান হ'ব পাৰিব আৰু শিক্ষাৰ্থী সকলে ঘৰত কিতাপ পঢ়িলে পঢ়াৰ লগে লগে শিক্ষকৰ শিক্ষা দানৰ কৃতকাৰ্য্যতাৰ ফলত কিতাপ পঢ়ি আনন্দ পাব। যদি পাঠ্যপুস্তকৰ পাঠবোৰ শিক্ষকে ভালদৰে বুজি পায় আৰু সকলো কথা নিজৰ আয়ত্তত থাকে তেতিয়া তেওঁ প্ৰশিক্ষণ কেন্দ্ৰত শিক্ষা কৰি অহা শিক্ষা প্ৰণালী অতি সহজে প্ৰয়োগ কৰিব পাৰিব। পুনঃ অৱস্থা বুজি তেওঁ যদি চিন্তাশীল আৰু আগ্ৰহশীল শিক্ষক হয় তেন্তে নিজেই সুকীয়া ধৰণে শিক্ষা প্ৰণালী আৱিষ্কাৰ কৰিব পাৰিব। প্ৰত্যেক শিক্ষকৰেই নিজৰ নিজৰ শিক্ষা প্ৰণালী বৈজ্ঞানিক পদ্ধতিত আৱিষ্কাৰ কৰা কৰ্ত্তব্য। এনেদৰে চিন্তা কৰি আৰু প্ৰস্তুত হৈ শিক্ষা দিলে কোনো শিক্ষকে অকৃতকাৰ্য্য হ'ব নোৱাৰে।

নিজৰ নিজৰ কৰ্ত্তব্য এইদৰে সুচাৰুৰূপে সম্পন্ন কৰিলে সমাজৰ লোক সকলে স্বাভাৱিকতে সেই শিক্ষকজনক ভাল পাব, মৰম কৰিব, শ্ৰদ্ধা কৰি আৰু মান-মৰ্য্যাদা দিব। যেতিয়া শিক্ষকজনৰ মান-মৰ্য্যাদা সমাজত প্ৰতিষ্ঠাপিত হ'ব, তেতিয়া তেওঁৰ ব্যক্তিত্বৰ প্ৰভাৱ সমাজত জিলিকি উঠিব। তেনে অৱস্থাত তেওঁৰ কৰ্ত্তব্য হ'ব আৰু বেছিকৈ নিজৰ বিদ্যা-বুদ্ধি আৰু জ্ঞান বঢ়োৱাৰ। তাৰবাবে কিতাপ-পত্ৰ, বাতৰি কাকত আদি পঢ়িব লাগে। প্ৰাইমেৰী স্কুলৰ শিক্ষক সকলৰ

স্কুলীয়া বিদ্যা বেছি নহয়; সেইবাবে তেওঁলোকৰ বিদ্যাৰ মান বঢ়োৱা নিজৰ কাৰণে বেছি আৱশ্যক। গাৱঁৰ লাইব্ৰেৰীটো (আজিকালি প্ৰায় গাৱেঁ গাৱেঁ লাইব্ৰেৰী আছে) টনকিয়াল কৰিবলৈ শিক্ষকে যত্ন কৰিলে তাত গাৱঁৰ মানুহৰ পৰা সহায়-সহানুভূতি নিশ্চয় পাব। লাইব্ৰেৰীত কোন কোন কিতাপ থাকিব লাগে, দেশৰ কৃষ্টি-সংস্কৃতি বুজিবলৈ কি কি গ্ৰন্থৰ আৱশ্যক, সেইবোৰ গ্ৰন্থৰ সংগ্ৰহ কেনেকৈ কৰিব পাৰি — এইবোৰ কথা শিক্ষকজনে চিন্তা কৰি উপায় উদ্ভাৱনৰ যত্ন কৰিব লাগে। আজিকালি দেখা গৈছে বহুতো গাঁৱলীয়া লাইব্ৰেৰীত ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, নামঘোষা আদি পুথি নাই আৰু পাঠক সকলৰ পঢ়িবৰো ইচ্ছা নাই। তাত বাজেও আধুনিক গ্ৰন্থকাৰ সকলে যিবোৰ কৃষ্টিমূলক আৰু সংস্কৃতিমূলক গ্ৰন্থ লিখিছে সেই গ্ৰন্থবোৰো গাৱঁলীয়া লাইব্ৰেৰী বিলাকত নাথাকে; থাকে সস্তীয়া আৰু যিবোৰ উপন্যাস আৰু গল্পৰ পুথি পঢ়ি কোনো বিদ্যা উপাৰ্জ্জন কৰিব নোৱাৰি অথচ মনবোৰ চঞ্চল আৰু অসংযত হয় তেনে পুথিবোৰ। গাৱেঁ গাৱেঁ লাইব্ৰেৰী দিয়াৰ উদ্দেশ্য হৈছে — গাৱঁৰ মানুহক দেশৰ কৃষ্টি আৰু সংস্কৃতিৰ লগত পৰিচয় কৰি দিয়া আৰু দেশৰ উন্নয়নমূলক কাৰ্য্যত সহায়তা লাভ কৰা। তেনে ধৰণৰ পুথি যদি পঢ়ুৱৈ সকলে নাৰাখে আৰু নপঢ়ে তাৰ দ্বাৰা লাইব্ৰেৰীবোৰ স্থাপনৰ উদ্দেশ্য ব্যৰ্থ হৈ যায়। এই ফালেও প্ৰাইমেৰী স্কুলৰ শিক্ষক সকলৰ কৰ্ত্তব্য আছে। স্কুল-কলেজৰ উতনুৱা ছাত্ৰ সকলৰ উদ্ভণ্ডালি এনে ক্ষেত্ৰত শিক্ষকৰ কৰ্ত্তব্য কাৰ্য্যত বাধা জন্মাব পাৰে কিন্তু যিজন শিক্ষকৰ ব্যক্তিত্বৰ প্ৰতিভা সমাজত আগতে কোৱাৰ দৰে প্ৰতিষ্ঠিত হৈছে তেনে শিক্ষকে গাৱঁৰ মানুহৰ সমৰ্থন পাব পাৰে আৰু তেওঁৰ কাৰ্য্যকৰণৰ বাধা তেতিয়া আপোনাআপুনি আঁতৰি যাব।

দ্বিতীয় কথা হৈছে যে শিক্ষকৰ উচ্চাকাঙ্খা থাকিব লাগে। ভাল শিক্ষক হ'ম, শিক্ষকতা কামত যশ আৰ্জ্জিম, ৰাইজৰ প্ৰিয়পাত্ৰ হ'ম আৰু ছাত্ৰৰ প্ৰতি নিজৰ কৰ্ত্তব্য সুচাৰুৰূপে কৰি দেশৰ সেৱা কৰিম এনেবোৰ আশা-আকাঙ্খা সদায় মনত বান্ধি ৰাখিব লাগে আৰু সেই উদ্দেশ্যে নিজে পঢ়িশুনি বুজি আৰু জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে অভিজ্ঞতা অৰ্জ্জন কৰি ক্ৰমে উৰ্দ্ধমুখী গতিৰে নিজৰ, দহৰ আৰু দেশৰ কল্যাণ সাধন কৰিব। আজি আমাৰ দেশ গণতান্ত্ৰিক দেশ। প্ৰাইমেৰী স্কুলৰ শিক্ষক এজন মন্ত্ৰী হ'ব নোৱাৰাৰ কোনো কাৰণ নাই। অৱশ্যে ৰাজনীতি ক্ষেত্ৰত নামিলে শিক্ষকৰ শিক্ষকতা কামত ব্যাঘাত ঘটিব তাত সন্দেহ নাই, কিন্তু আজিকালি যি বাটেদি ক্ষুদ্ৰ স্বাৰ্থত পৰি ৰাজনৈতিক দলৰ নেতৃস্থানীয় লোক সকলৰ পাছে পাছে কিছুমান লোকে ঘূৰি ফুৰি ৰাজনীতি চৰ্চ্চা কৰা দেখা যায়, তেনে ৰাজনীতি কৰিবলৈ ইয়াত কোৱা হোৱা নাই। নিজ কৰ্ত্তব্যৰ মাধ্যমত নিজৰ বিদ্যা-বুদ্ধি উপাৰ্জ্জন কৰা বাটত সমাজ কল্যাণ সাধনৰ পথত এনে এটি পৰিস্থিতি আহিব যেতিয়া নিজৰ জনপ্ৰিয়তাৰ বাটেদি শিক্ষকতাৰ কাৰ্য্য এৰি

ৰাজনীতিৰ পথেদি নিজে ইচ্ছা নকৰিও গতি কৰিব লগা হ'ব পাৰে। 'মন্ত্ৰী হ'ম' এই আকাঙ্খা কৰি শিক্ষকতা পদবী বজাই ৰাখি গাৱঁৰ বিভিন্ন ধৰণৰ পদবীৰ কাৰণে নিৰ্ব্বাচন যুদ্ধ খেলাই দোপতদোপে উধাবলৈ যত্ন কৰাৰ চেষ্টা কৰিবলৈ ইয়াত কোৱা নাই। কোৱা হৈছে — সৎভাৱে জীৱন-যাপন কৰি নিজ কৰ্ত্তব্য পালন কৰি সমাজ সেৱাৰ আদৰ্শত নিজ কৰ্ত্তব্যৰ ভিতৰত কৰিব পৰা সংস্কৃতিমূলক কামবোৰ কৰি গ'লেই ৰাইজে নিজৰ স্বাৰ্থৰ খাতিৰতে শিক্ষকজনক আগুৱাই দিব। তেতিয়া শিক্ষকতাৰ মোহ এৰি শিক্ষকতাৰ গণ্ডী বা ক্ষেত্ৰৰ পৰা বৃহত্তৰ গণ্ডী বা ক্ষেত্ৰত প্ৰৱেশ কৰিব লাগিব। সেই সময়ত দুয়োটা কাম একেলগে কৰিব নালাগে। সমাজ সেৱাৰ বাট শিক্ষক সকলৰ বেছি প্ৰশস্ত। সমাজ সেৱাৰ বাটত এম. এল. এ বা মন্ত্ৰী নহ'লেও নিজৰ প্ৰতিষ্ঠা আৰু জ্ঞান বাঢ়িব। নিজৰ মনত সন্তোষ আহিব। আনফালে ভাবি চাব লাগে যে বিহগী কবি ৺ ৰঘুনাথ চৌধাৰী বা অসম কেশৰী ৺ অম্বিকা গিৰী ৰায় চৌধুৰী নাইবা কংগ্ৰেছ প্ৰেছিডেণ্ট কামৰাজ আদি মহান পুৰুষ সকলৰ স্কুলীয়া বিদ্যা প্ৰাইমেৰী শিক্ষক এজনৰ স্কুলীয়া বিদ্যাতকৈ বেছি নাছিল কিন্তু নিজৰ অধ্যৱসায়ৰ বলেৰে সমাজ সেৱা আৰু দেশ প্ৰেমৰ ভাৱেৰে উদ্বুদ্ধ হৈ তেওঁলোকে শীৰ্ষস্থান অধিকাৰ কৰিছিল বা কৰিছে। গতিকে প্ৰাইমেৰী স্কুলৰ শিক্ষক হ'লেই যে সকলো ফালৰ উন্নতিৰ বাট বন্ধ হৈ গৈছে এনে কল্পনা কেতিয়াও কৰিব নালাগে। সাহিত্য বা ৰাজনীতিৰ ক্ষেত্ৰত লাগে নিজৰ বিদ্যা, জ্ঞান আৰু বুদ্ধিৰ উৎকৰ্ষ সাধন আৰু লাগে উচ্চাকাঙ্খা। উচ্চাকাঙ্খাৰ বাটেদি নিজক উন্নততৰ কৰাৰ যি প্ৰচেষ্টা সি অথলে নাযায়। একো নহ'লেও নিজৰ জীৱন-যাত্ৰাটো উন্নততৰ কৰি লৈ এটা আনন্দময় আৰু প্ৰতিষ্ঠা সম্পন্ন জীৱন নিৰ্ব্বাহৰ পথ নিশ্চয় পোৱা যাব। সেইবাবে জ্ঞান উপাৰ্জ্জনৰ প্ৰচেষ্টা বৃদ্ধ কাললৈকে মানুহৰ থাকিব লাগে। শিক্ষক সকলে যদি এনে আদৰ্শ গ্ৰহণ কৰে তেওঁলোকে নিশ্চয় সমাজৰ পৰা হেৰোৱা মান-মৰ্য্যাদা পুনৰুদ্ধাৰ কৰিব পাৰিব।

তদুপৰি আজি সমাজত যি দুৰ্নীতি আৰু বিশৃঙ্খলাই সমাজক ধ্বস্ত-বিধ্বস্ত কৰি পেলাইছে সেই সমাজৰ শৃঙ্খলা আৰু শান্তি পুনৰায় ঘূৰাই আনিবলৈ এচাম স্বাৰ্থত্যাগী সমাজ সেৱকৰ আৱশ্যক হৈ পৰিছে। সঙ্ঘবদ্ধ সমাজহিতৈষী এচাম লোকৰ নিতান্ত আৱশ্যক হৈ পৰিছে। সদায় সমাজত যিসকল লোকৰ অৱস্থান আৰু কৰ্ম্মক্ষেত্ৰ, তেনে এচাম লোকে দৃঢ়বদ্ধ হৈ দুৰ্নীতিৰ বিৰুদ্ধে সক্ৰিয়, অহিংস আৰু সুনীতি সম্পন্ন সমাজ সেৱাৰ কাৰ্য্যত আগ নাবাঢ়িলে দেশৰ শান্তি ঘুৰি অহা সম্ভৱ নহয়। প্ৰাইমেৰী স্কুলৰ শিক্ষক সকলৰ সঙ্ঘবদ্ধতাপূৰ্ণ ক্ৰিয়াকলাপেৰে এই উন্নতি আনয়ন কৰা সম্ভৱ হ'ব পাৰে। প্ৰত্যেক শিক্ষকে যদি নিজৰ ব্যক্তিগত জীৱনত আৰু নিজ নিজ কৰ্ম্মক্ষেত্ৰত দেশৰ পৰম্পৰাগত নীতি মানি চলিব ধৰে

আৰু দুৰ্নীতিমূলক কাৰ্য্যৰ মৌনভাৱে সমৰ্থন নকৰি বা সক্ৰিয় সহযোগ নকৰি সঙ্ঘবদ্ধভাৱে দুৰ্নীতি বিলাকৰ বিৰুদ্ধে অহিংস প্ৰতিবাদ আৰু অভিযান চলায় দুষ্ট মানুহৰ দুৰ্নীতিমূলক কাৰ্য্যবোৰ ক্ৰমে সঙ্কুচিত হৈ আহিব। ইয়াৰ বাবে লাগিব এখনি নীতিমূলক আঁচনি। সেই আঁচনি শিক্ষক সংস্থাত গৃহীত হ'ব লাগিব আৰু সেই আঁচনিৰ নীতিসমূহ কাৰ্য্যত পৰিণত কৰিব লাগিব। ইয়াৰ দ্বাৰা শিক্ষক সকলৰ নিজ কৰ্ত্তব্যত অৰ্থাৎ শিক্ষকতা কাৰ্য্যত বাধা হ'ব নোৱাৰিব ; কাৰণ ভৱিষ্যৎ বংশধৰ সকলৰ শিক্ষাৰ দ্বাৰাহে ভৱিষ্যৎ সমাজৰ সৃষ্টি হ'ব। সেইবাবে এফালে সমাজৰ দুৰ্নীতিৰ বিৰুদ্ধে স্পষ্ট প্ৰতিবাদ যেনেকৈ চলি থাকিব আনফালে নিজৰ নিজৰ কৰ্ম্ম ক্ষেত্ৰত প্ৰত্যেক শিশুৰ চাৰিত্ৰিক উন্নয়নৰ প্ৰচেষ্টা চলি থাকিব। সেইবাবে এনে ধৰণৰ কাৰ্য্য সাফল্যমণ্ডিত কৰিবলৈ হ'লে প্ৰত্যেক শিক্ষকক নিজৰ নিজৰ জ্ঞান বঢ়াবলৈ কোৱা হৈছে আৰু সাধু জীৱন-যাপনৰ আৰ্হি সমুখত ৰাখিবলৈ কোৱা হৈছে। সমাজৰ নেতৃস্থানীয় লোক সকলৰ সমৰ্থন পাবৰ কাৰণে সমাজ কল্যাণৰ আঁচনি শিক্ষক সংস্থাৰ অনুমোদিত হ'ব লাগিব। নিৰ্ব্বাচন যুদ্ধৰ সময়ত দলীয় নীতিত যোগদান নকৰি তেওঁলোকে যদি আদৰ্শগত নীতিৰ প্ৰচাৰত সক্ৰিয় অংশ গ্ৰহণ কৰে আৰু সেই নীতিবোৰ যদি শিক্ষক সংস্থাৰ দ্বাৰা অনুমোদিত হয়, তেতিয়া প্ৰকৃত জনমত আপোনাআপুনি সংগঠিত হ'ব। দেশত দুৰ্নীতিমূলক বাতাৱৰণ সংস্কাৰৰ পথেদি আহিব।

"শিক্ষাৰ মূল লক্ষ্য অন্যায়-অবিচাৰৰ অহিংস প্ৰতিৰোধ" বুলি গান্ধীজীয়ে স্পষ্টতঃ কৈ গৈছে। শিক্ষাৰ প্ৰকৃত উদ্দেশ্য সাধনত সেইবাবে দুৰ্নীতিৰ বিৰুদ্ধে অহিংস প্ৰতিৰোধৰ কাৰণে শিক্ষক সংস্থাই আঁচনি গ্ৰহণ কৰা উচিত বুলি শিক্ষক সকলক এইখিনি কথাৰে ইঙ্গিত দিয়া হ'ল। তাকে কৰিলে শিক্ষক সকলৰ মূল স্বাৰ্থতো আঘাত নপৰে অথচ শিক্ষাৰ উদ্দেশ্য ৰূপায়িত হৈ উঠে।●

# বুনিয়াদী শিক্ষা, শিক্ষা পদ্ধতিৰ ক্ৰমবিকাশ মাথোন

মহাত্মা গান্ধী বুনিয়াদী শিক্ষাৰ উদ্ভাৱক; কিন্তু আমি দেখিবলৈ পাওঁ বুনিয়াদী শিক্ষাৰ পাতনি মানৱ সভ্যতাৰ আৰম্ভণিৰে পৰা। পুৰুষানুক্ৰমে অৰ্জ্জন কৰা অভিজ্ঞতাৰ পৰা শিশুৱে স্বাভাৱিক আৰু সামাজিক জীৱন-যাপনৰ সমল গোটাই লৈছিল আৰু তাৰ ব্যৱস্থাও মানৱ সমাজত আছিল। আহাৰ, বস্ত্ৰ, আৰু গৃহ নিৰ্ম্মাণৰ বস্তু সংগ্ৰহৰ প্ৰয়োজনীয়তাই শিক্ষাৰ সমল গোটাইছিল। শিশুৱে অনুকৰণ কৰি এই শিক্ষা লাভ কৰিছিল। সমাজৰ বয়সিয়াল লোকসকলৰ আদৰ্শত তৰুণসকলে শিক্ষা লাভ কৰিছিল। সেইবাবে আজিও সমাজৰ অভিভাৱক আৰু নেতৃস্থানীয় লোকসকলে আদৰ্শনীয় জীৱন-যাপন কৰিব লাগে। গীতাত ভগৱানে কৈছে —

যদ্ যদাচৰতি শ্ৰেষ্ঠস্তত্তদেবেতৰো জনঃ।
স যৎ প্ৰমাণং কুৰুতে লোকস্তদনুবৰ্ত্ততে।। ৩/২১

কোনো সম্প্ৰদায়ৰ শ্ৰেষ্ঠ ব্যক্তিয়ে যেনে আচৰণ কৰে সেই সম্প্ৰদায়ৰ সাধাৰণ লোকে তাকেই অনুকৰণ কৰে।

শিক্ষাৰ উপযুক্ত পৰিবেশৰ সৃষ্টি কৰাৰ এয়ে প্ৰথম কথা। আত্মৰক্ষাৰ বাবে যুদ্ধবিদ্যাও এই আদৰ্শতে গঢ়ি উঠিছিল। আদিম যুগৰ আৰম্ভণিত এই শিক্ষা অজ্ঞাতসাৰে স্বাভাৱিক গতিত গঢ়ি উঠিছিল। কিন্তু কালক্ৰমত এই অনুকৰণ প্ৰিয়তাৰ মাজেদি শিশুৱে যি শিক্ষা লাভ কৰিছিল তাৰ আলমত প্ৰয়োজনমূলক উদ্দেশ্যযুক্ত হৈ পৰিল। ঘৰৰ জ্যেষ্ঠসকলে কামৰ সমায়ৰ বাবে ল'ৰা-ছোৱালীক নিয়োগ কৰিছিল। বয়স আৰু শক্তি অনুসৰি যেয়ে যিমানখিনি কাম কৰিব পাৰে সিমানখিনি কামত লগাই দিছিল আৰু এইদৰে কৰ্ম্মই শিক্ষাৰ বাহন হৈ পৰিল। ইয়াৰ দ্বাৰা এফালে সিহঁত যেনেদৰে গৃহকাৰ্য্যৰ সহায়ক হৈছিল আনফালে তেনেকৈ সিহঁতৰ ভৱিষ্যৎ জীৱনৰ বাবে প্ৰস্তুতি হৈছিল।

সঙ্গীত, নৃত্য, পৰ্ব্বপালন, দেওপূজা, গছ-গছনিৰ পূজা ইত্যাদি সামাজিক অনুষ্ঠান মাজেদি ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰিছিল।

বুনিয়াদী শিক্ষাৰ ধাৰাত ইয়াৰ স্থান আছে। গতিকে দেখা যায় আহাৰ সংগ্ৰহ, বস্ত্ৰ সংগ্ৰহ, গৃহ নিৰ্ম্মাণৰ বস্তু সংগ্ৰহ, আত্মৰক্ষাৰ বাবে যুদ্ধবিদ্যা, চিকাৰ কৰা আৰু আত্মাৰ তুষ্টিৰ বাবে অনুষ্ঠিত সামাজিক আৰু ধৰ্ম্মীয় অনুষ্ঠানবোৰ শিক্ষাৰ বাহন হৈছিল। শ্ৰম, অভ্যাস, বিভিন্ন কৰ্ম্মৰ অনুশীলন আৰু শ্ৰেষ্ঠ আৰু জ্যেষ্ঠজনৰ অনুকৰণেই শিক্ষাৰ মাধ্যম হৈছিল। পৃথিৱীৰ সকলোবিলাক আদিম জাতিৰ ভিতৰত ল'ৰা-ছোৱালীৰ শিক্ষাৰ ব্যৱস্থা এনে ধৰণৰ আছিল।

# বুনিয়াদী শিক্ষাৰ মাধ্যম — কৰ্ম্ম বা উদ্যোগ

লিখা-পঢ়াৰ ব্যৱস্থা প্ৰথমতে নাছিল। খাদ্য সংগ্ৰহ, গৃহ নিৰ্ম্মাণ, বস্ত্ৰ সংগ্ৰহ আৰু আত্মৰক্ষাৰ প্ৰচেষ্টাত নাইবা আত্মাৰ সন্তুষ্টিৰ কাৰণে কৰা সামাজিক আৰু ধৰ্ম্মীয় অনুষ্ঠানৰ মাজত তেওঁলোকে এটা অদৃশ্য শক্তিৰ বা আত্মাৰ বৰ্ত্তমানতা অনুভৱ কৰিছিল। এই শক্তি বা আত্মাই জগতৰ সকলো পদাৰ্থতে বিয়পি আছে সেই পদাৰ্থ চেতনেই হওঁক বা অচেতনেই হওঁক। এই আত্মাৰ অন্বেষণত পূৰ্ব্বজন্ম আৰু পৰজন্মৰ বিশ্বাস স্থাপিত হৈছিল। পূৰ্ব্বপুৰুষ সকলৰ আত্মাৰ উন্নতিৰ কাৰণে বা শান্তিৰ কাৰণে শ্ৰাদ্ধাদিও অনুষ্ঠিত হৈছিল। এই বিশ্বাসৰ কাৰণে দেওপূজা আৰু গছ-গছনিৰ পূজা কৰিছিল। চেতন বা অচেতন পদাৰ্থৰ ভিতৰত যি শক্তি বা আত্মাৰ বৰ্ত্তমানতা বিশ্বাস কৰিছিল সেই বিশ্বাসৰ ওপৰত অদ্বৈত দৰ্শনৰ মূল ভেটি স্থাপিত হৈছিল। সেই আত্মা আৰু নিজৰ আত্মাত কোনো প্ৰভেদ নাই বুলি বিশ্বাস কৰিছিল। এয়ে অদ্বৈত দৰ্শনৰ প্ৰতিষ্ঠাৰ মূল কাৰণ। ভগৱান শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদৰ লগত এই অদ্বৈতবাদৰ মূলতঃ প্ৰভেদ নাই। ক্ৰমে ক্ৰমে এই বিশ্বাসৰ বলত এইবোৰ অনুষ্ঠান সম্পাদনৰ বাবে আৰু পৰবৰ্ত্তী বংশধৰসকলৰ আধ্যাত্মিক উন্নতিৰ বাবে পুৰোহিত শ্ৰেণীৰ উদ্ভৱ হ'ল আৰু লিখা-পঢ়াৰ ব্যৱস্থা হ'বলৈ ধৰিলে। গতিকে মহাত্মা গান্ধীয়ে কোৱাৰ দৰে লিখা-পঢ়া শিক্ষাৰ আৰম্ভণিও নহয় চৰম পৰিণতিও নহয়।

প্ৰাচ্য জাতিসমূহৰ ভিতৰত প্ৰথমতে চীনত লিখা-পঢ়াৰ ব্যৱস্থা হ'ল। ভাৰতবৰ্ষতো প্ৰথমতে লিখা-পঢ়াৰ ব্যৱস্থা নাছিল। প্ৰাচীন ভাৰতত ঋষি-মুনিসকলে নিজ নিজ তপস্যা আৰু সাধনাৰ বলত যি জ্ঞান লাভ কৰিছিল সেই জ্ঞান মুখে মুখে শিষ্যসকলক শিক্ষা দিছিল। এই শিক্ষা সমাজত বিভিন্ন পৰিবাৰৰ মাজত বিস্তৃত হৈ শিষ্য পৰম্পৰায় ৰক্ষিত হৈ আহিছিল। যেতিয়া এই প্ৰথাই বহুল বিস্তৃতি লাভ কৰিলে, তেতিয়া বিভিন্ন মতবাদৰ বিভিন্ন শিক্ষাধাৰাৰ আৰু বিভিন্ন বিষয়ৰ জ্ঞানৰ সমন্বয় ৰক্ষা কৰিবৰ আৱশ্যক হৈ পৰিল। বংশানুক্ৰম হিচাবে জ্ঞান, বিজ্ঞান, ধৰ্ম্ম, কৰ্ম্ম, ৰাজনীতি, সমাজনীতি, লোকাচাৰ আৰু বিশ্বাস মানুহৰ মুখে মুখে আৰু দৈনন্দিন জীৱনৰ পদ্ধতিৰ আচাৰৰ মাজেদি চলি আহিছিল। ইয়াৰ সমন্বয়ৰ বাবে দেশৰ বিভিন্ন ঠাইৰ বিশেষজ্ঞ পণ্ডিতসকলে নিজা নিজাকৈ দেশৰ বিভিন্ন ঠাইত প্ৰচলিত শিক্ষাৰ ধাৰা আৰু প্ৰত্যেক বিষয়ৰ বিভিন্ন মতবাদ সংগ্ৰহ কৰিবলৈ যত্নবান হ'ল। সংগৃহীত এই তথ্যৰাশিও প্ৰণালীবদ্ধভাবে পুনৰায় মুখে মুখে শিক্ষা দিয়াৰ ব্যৱস্থা চলি থাকিল। লিপিবদ্ধ কৰাৰ ব্যৱস্থা তেতিয়াও হোৱা নাছিল। সেইবাবে আজিকালি একে গ্ৰন্থৰে পাঠ দুই প্ৰকাৰৰ হৈ বিস্তৃত আলোচনাত বিভিন্ন হোৱা দেখা যায়। সংগ্ৰাহকসকলৰ ভিতৰতো এইদৰে মতবিৰোধ হৈ বিভিন্ন মতবাধ প্ৰতিদ্বন্দ্বিতা আৰু প্ৰতিযোগিতাৰ মাজত তিষ্ঠি

থাকিবলৈ প্ৰয়াস পায়। এইদৰে কোনো কোনো ক্ষেত্ৰত সংগ্ৰাহকৰ সংগৃহীত তথ্যৰ স্বাভাৱিক মূল্যৰ আধিক্যৰ বাবে আৰু কোনো কোনো ক্ষেত্ৰত কালোপযোগী দৃষ্টিভঙ্গী আৰু স্বকীয় ব্যক্তিত্বৰ প্ৰভাৱত তিষ্ঠি থাকে। সকলো ক্ষেত্ৰতেই সেই সময়ৰ ধৰ্ম্মৰ প্ৰভাৱেই শক্তিশালী হৈ উঠিছিল। এইদৰে পৰাজিত মতবাদ কালক্ৰমত অদৃশ্য হৈ যায়। যিবিলাক মতবাদ তিষ্ঠি থাকে সেইবিলাকে কালক্ৰমত পূৰ্ব্ববৰ্ত্তী মতবাদবিলাক সম্পূৰ্ণৰূপে উচ্ছেদ কৰে।

পূজ্যপাদ মধুসূদন সৰস্বতীয়ে কৈছে যে বেদৰ কোনো কোনো শাখাৰ যে বিভিন্ন পাঠ পোৱা যায় তাৰ কাৰণ হৈছে শিক্ষা দিয়াৰ পদ্ধতিৰ ভেদৰ বাবে। লিখিত কোনো সাহিত্য তেতিয়া নাছিল। বৈদিক স্তোত্ৰাদিৰ গ্ৰন্থ হিচাবে দৃশ্যমান কোনো অস্তিত্ব নাছিল। যেয়ে শুনিছিল সেয়ে মনত ৰাখিছিল। যিজনেই এই স্তোত্ৰবিলাক আয়ত্ত কৰিছিল তেৱেঁই গ্ৰন্থৰূপ হৈ পৰিছিল আৰু তেওঁৰ পৰাই আনে শিক্ষা কৰিছিল। শিক্ষা বিস্তাৰৰ এয়ে আছি প্ৰথম অনুষ্ঠান প্ৰাচীন ভাৰতত। এইদৰে বিভিন্ন সম্প্ৰদায়ৰ সৃষ্টি হৈছিল। ক্ৰমে ক্ৰমে এই স্তোত্ৰ বা গ্ৰন্থবিলাক লিপিবদ্ধ হ'ব ধৰিলে আৰু হাতে লিখা পুথি বিভিন্ন সম্প্ৰদায়ৰ ভিতৰত বংশ পৰম্পৰায় আৰু শিষ্য পৰম্পৰায় দেশৰ বিভিন্ন ঠাইত প্ৰচলিত হৈ থাকিল।

এইদৰে বেদৰ শাখাৰ প্ৰতিশাখা স্বৰূপে কিছুমান সাহিত্যৰ সৃষ্টি হ'ল আৰু একে শাখাৰেই উচ্চাৰণ ভেদ হ'ল দেশৰ বিভিন্ন ঠাইত আৰু বিভিন্ন পৰিবাৰত। এইদৰে নিজ নিজ পৰিবাৰৰ ধৰ্ম্মবিশ্বাস, উপদেষ্টা আৰু কুলাচাৰ অনুসাৰে একে শাখাে বিভিন্ন উচ্চাৰণ স্থাপিত হ'ল। প্ৰতিশাখা বিলাকত সেইবাবে উচ্চাৰণৰ শুদ্ধতা ৰক্ষা কৰিবলৈ কিছুমান সাধাৰণ বিধি নিষেধ আবিষ্কাৰ কৰিলে। যাতে বৈদিক ভাষাত শুদ্ধতা ৰক্ষিত হয় তাৰ বাবে এই ব্যৱস্থাৰ আৱশ্যক হৈ পৰিছিল; কাৰণ ইতিমধ্যে মানুহৰ কথিত ভাষাৰ লগত বৈদিক ভাষাৰ বহুতো গড়মিল হৈ পৰিল। সেইবাবে শুদ্ধ উচ্চাৰণ ৰক্ষা কৰিবলৈ ছন্দ, স্বৰ আৰু সংযোগ আদি প্ৰতিৰক্ষাৰ নিয়ম বা বিধি নিষেধবোৰ লিপিবদ্ধ হ'ব ধৰিলে। ঋষি-মুনিসকলে বা পুৰণি গুৰুসকলে কোন শব্দ বা কোন স্তোত্ৰ কেনেকৈ উচ্চাৰণ বা পাঠ কৰিছিল তাক ৰক্ষা কৰিবলৈ এই ব্যৱস্থা হৈছিল। আজিকালি যদিও এই সম্প্ৰদায়বিলাকৰ অস্তিত্ব লোপ হৈছে তথাপিতো পুৰণি গুৰুসকলৰ নাম কিছুমান শব্দ বা আখৰ উচ্চাৰণৰ ক্ষেত্ৰত প্ৰামাণ্য বুলি ধৰা হয়। এয়ে হৈছে শিক্ষা বিস্তাৰৰ শাখা অনুষ্ঠানৰ উৎপত্তি। এই শাখা অনুষ্ঠানবিলাকে বেদৰ বিভিন্ন পাঠ আৰু উচ্চাৰণৰ ওপৰত ভিত্তি কৰিছিল। শাখাৰ মূলগত অৰ্থ হৈছে — সাহিত্যিক চৰণা; যেনে "শাখামধীতে" অৰ্থাৎ তেওঁ বেদৰ এটা বিশেষ পাঠ অধ্যয়ন কৰিছে। কালক্ৰমত ই মূল বেদ তিনিখনৰ ( ঋক,যজুৰ, সাম) বিভিন্ন শাখা ৰূপে পৰিগণিত হৈছিল আৰু এই অৰ্থত শাখাৰ নামান্তৰ হৈ "চৰণত" পৰিণত হৈছিল। এই

পৰিবৰ্ত্তনৰ কাৰণ হ'ল যে শাখা লিখিত গ্ৰন্থ হিচাবে নাছিল আৰু চৰণ লিখিত গ্ৰন্থ হিচাবে আছিল যেনে আজিকালি কোনো পুস্তকৰ এটা অবিকল নকল। এইদৰে শাখা আৰু চৰণ সম্প্ৰদায় বুজোৱা শব্দত পৰিণত হ'ল যেনে বাইবেলৰ ওল্ডটেষ্টামেণ্ট্ বুলিলে আমি ইহুদীসকলৰ কথা ভাবো আৰু কোৰাণ বুলিলে মুছলমানবিলাকক ভাবো। বৈয়াকৰণ পাণিনীয়ে শাখাৰ প্ৰকৃত অৰ্থ কৰিছে বেদৰ এটি ভাগ আৰু এইভাগ যিসকলে পাঠ কৰে অৰ্থাৎ শাখাধ্যায়ীসকল হ'ল চৰণ। গতিকে চৰণবিলাক হ'ল প্ৰকৃততে এক এক প্ৰকাৰৰ শিক্ষানুষ্ঠান বা সম্প্ৰদায় বেদৰ বিভিন্ন মূল বচনবোৰ চৰ্চ্চা আৰু বিস্তাৰৰ অৰ্থে।

জ্ঞান চৰ্চ্চা আৰু জ্ঞান বিস্তাৰৰ তৃতীয় অনুষ্ঠান হ'ল পৰিষদ। এই পৰিষদত দৰ্শনৰ বিষয়ে পৰামৰ্শ দিবৰ বাবে উপদেষ্টাসকল উপস্থিত হৈছিল। বিভিন্ন পৰিষদত গঠিত হৈছিল যদিও, উপৰোক্ত চৰণবিলাকৰ সদস্যবিলাকে এইসকল বিভিন্ন পৰিষদৰ সদস্য হ'ব পাৰিছিল। সংক্ষেপতে ক'বলৈ গ'লে এই পৰিষদ বিলাক বৰ্ত্তমান যুগৰ বিশ্ববিদ্যালয়ৰ নিচিনা আছিল।

(৩)

ভাৰতীয় প্ৰাচীন কৃষ্টিৰ বিকাশ আলোচনা কৰি আমি পাওঁ যে বিভিন্ন সমাজৰ বিভিন্ন প্ৰয়োজন অনুসৰি শিক্ষাৰ বিভিন্ন অনুষ্ঠান গঢ়ি উঠিছিল। বস্তুতঃ আধ্যাত্মিকতা শিক্ষাৰ মূল কেন্দ্ৰ আছিল। বৰ্ত্তমান যুগত বিভিন্ন স্বাৰ্থৰ প্ৰয়োজনত, বিভিন্ন দেশৰ লোকৰ লগত সমন্বয় ৰক্ষাৰ প্ৰয়োজনৰ অৰ্থত আৰু কালৰ বিভিন্ন প্ৰভাৱত শিক্ষানীতিৰ বিভিন্ন পৰিবৰ্ত্তন আৱশ্যক হৈছে। সমগ্ৰ পৃথিৱীৰ বিভিন্ন জাতিৰ লগত, বিভিন্ন কৃষ্টিৰ লগত আৰু বিভিন্ন মতবাদৰ লগত সমন্বয় ৰক্ষা কৰিবৰ আৱশ্যক হৈ পৰিছে। এই সমন্বয় ৰক্ষাৰ বাবে বিভিন্ন পৰিষদ দেশত গঠিত হৈছে আৰু সমগ্ৰ জগতৰ বাবে ইউনেস্কো (Unesco) গঠিত হৈছে। প্ৰাচীন ভাৰতৰ শিক্ষা বিস্তাৰৰ যি ইতিহাস সেই ইতিহাসৰ পুনৰাবৃত্তিৰ সূচনাই দেখা দিছে।

পৰাধীন ভাৰতবৰ্ষত ভাৰতীয় কৃষ্টি আৰু সভ্যতাৰ অনাদৰ হোৱাত পাশ্চাত্য সভ্যতাৰ প্ৰভাৱ সমাজত এটি নীৰৱ অথচ সক্ৰিয় বিপ্লৱৰ সূচনা কৰে। শিক্ষাৰ স্বাৱলম্বী মনোবৃত্তিৰ লয় পায় আৰু প্ৰশাসনত অংশ গ্ৰহণ কৰিবৰ উপযুক্ততা অৰ্জ্জনেই শিক্ষাৰ মূল উদ্দেশ্য হৈ পৰে। ইয়াৰ ফলত দেশৰ প্ৰাচীন শিক্ষাৰ ধাৰা প্ৰতিহত হয়, কুটিৰ শিল্পৰ অৱনতি ঘটি ধ্বংস প্ৰায় হয় আৰু শিক্ষাক্ষেত্ৰৰ পৰা আধ্যাত্মিকতা আঁতৰি যায়। একফালে যেনেকৈ স্বাধীনভাৱে জীৱিকা অৰ্জ্জনৰ পথ বন্ধ হয়, আনফালে তেনেকৈ আধ্যাত্মিক চৰ্চ্চাৰ পথত প্ৰতিবন্ধকে দেখা দিয়ে। পুৰণি শিক্ষাৰ ধাৰা, ধৰ্ম্মৰ ধাৰা আৰু কৰ্ম্মৰ ধাৰা কেৱলমাত্ৰ অন্তঃসাৰশূন্য ক্ৰম ৰক্ষাতহে পৰিণত হয়। জাতিৰ প্ৰাণ নিস্তেজ হৈ

পৰে আৰু সামাজিক জীৱন-যাপন লক্ষ্যহীন হৈ পৰে। দেশাচাৰ, লোকাচাৰ আৰু সামাজিক ৰীতিনীতিত মলিনতা আৰু আৱৰ্জ্জনা জন্মে। নীৰৱ বিপ্লৱৰ দ্বাৰা যেনেকৈ ভাৰতীয় কৃষ্টিৰ আৰু বৈদিক সভ্যতাৰ অধঃপতন ঘটিল, ঠিক তেনেকৈ নীৰৱ বিপ্লৱৰ দ্বাৰা ভাৰতৰ চিৰন্তন কৃষ্টিৰ পথত, সত্যান্বেষণৰ পথত ভাৰতবাসীক আগুৱাই নিব লাগিব। ভাৰতবাসীৰ প্ৰাণত স্বাধীন মনোবৃত্তি জগাই তুলিব লাগিব, জীৱিকা অৰ্জ্জনৰ পথ প্ৰধান আৰু সুগম কৰি তুলিব লাগিব, ভাৰতবাসীৰ ধৰ্ম্মীয় জীৱনত আত্মাৰ পূৰ্ণ বিকাশ হ'ব লাগিব।

মানসিক, শাৰীৰিক আৰু আধ্যাত্মিক পূৰ্ণতা লাভেই বুনিয়াদী শিক্ষাৰ লক্ষ্য। শিক্ষাক্ষেত্ৰত বুনিয়াদী শিক্ষা জাতীয় ক্ৰম বিকাশৰ এটা সোপান মাথোন। ভাৰতভূমিত বিজাতৰীয়া বীজে অঙ্কুৰ নেমেলে জীণ যায়। ভাৰত বুৰঞ্জীত অতীতৰে পৰা বিভিন্ন ধৰ্ম্মৰ ধাৰাৰ মাজেদি সত্যান্বেষণৰ কাহিনী স্পষ্ট হৈ ফুটি উঠিছে আৰু সৃষ্টিৰ আদি ধাৰাৰ লগত সামঞ্জস্য ৰক্ষা কৰি শিক্ষা পদ্ধতি গঢ় লৈছে। আধ্যাত্মিকতাই সমগ্ৰ দেশৰ ঐক্যবদ্ধতাৰ মূল সূত্ৰ আৰু আধ্যাত্মিকতাৰ চৰ্চ্চাৰ দ্বাৰাই — সাম্প্ৰদায়িক ধৰ্ম্ম-বিদ্বেষৰ দ্বাৰা নহয় — সাৰ্বজনীন ঐক্য স্থাপিত হ'ব। সৰ্ব্বধৰ্ম্মে সমানত্ব বুনিয়াদী শিক্ষা বিস্তাৰৰ এটি ব্ৰত আৰু সেয়েহে বুনিয়াদী শিক্ষা শিক্ষা পদ্ধতিৰ ক্ৰমবিকাশ মাথোন।●

# স্কুল আৰু সমাজ

শিক্ষাদানৰ বাবে প্রকৃত অনুষ্ঠান যেনেকৈ গঢ়িব লাগে, সামাজিক আদর্শ আৰু ব্যক্তিগত আদর্শও তদনুকূল হ'ব লাগে। পাঠ্যপুথিত পোৱা আদর্শমূলক উপদেশৰ সার্থকতা বাস্তৱ জীৱনত শিশুৱে উপলব্ধি কৰিবৰ ক্ষেত্র আৰু অৱকাশ লাগে। স্কুলীয়া শিক্ষা আৰু সামাজিক জীৱনৰ বিভিন্ন পৰিস্থিতিত শিক্ষাই সার্থকতা লাভ কৰিব নোৱাৰে। শিক্ষক, অভিভাৱক আৰু সমাজৰ শ্রেষ্ঠ লোকসকলৰ জীৱন-যাত্ৰাৰ পদ্ধতিয়ে শিশু জীৱনত যিমান প্রভাৱ বিস্তাৰ কৰে, পাঠ্যপুথিত লিখা আদর্শমূলক উপদেশে সিমান প্রভাৱ বিস্তাৰ কৰিব নোৱাৰে। আদর্শচ্যুত ব্যক্তিয়ে আৰু আদর্শচ্যুত সমাজে শিশুৰ শিক্ষাদানত সার্থকতা আনিব নোৱাৰে। শিশুৱে পৰৱৰ্ত্তী জীৱনত গ্রহণ কৰিবলগীয়া জীৱন পদ্ধতি শিক্ষানুষ্ঠানত গঢ়ি লয়। সেইবাবে শিক্ষানুষ্ঠানবিলাকত জাতীয় জীৱনৰ প্রকৃত ৰূপ আৰু সৎ আদর্শ পৰিস্ফুট ভাৱে প্রতিফলিত হ'ব লাগে। লক্ষ্যহীন শিক্ষানুষ্ঠানৰ শিক্ষাই লক্ষ্যপূর্ণ জীৱন-আদর্শ গঢ়ি তুলিব নোৱাৰে।

মহাভাৰতত ধৰ্ম্মবকৰ প্রশ্নৰ উত্তৰত ধৰ্ম্মৰাজ যুধিষ্ঠিৰে কৈছিল যে নানা মুনিৰ নানা মত থাকিব পাৰে, মানুহে সমস্যাত পৰি কি কৰা উচিত বুজি নাপাব পাৰে; কিন্তু মহাজনসকলে যি বাটেদি নিজৰ নিজৰ সমস্যা সমাধান কৰিছে সেই বাট লক্ষ্য কৰি নিজৰ সমস্যা সমাধান কৰিব লাগে। সেয়ে একমাত্র পথ।

ভাৰতীয় শিক্ষাৰ আদর্শ এই বাটেদি গঢ়ি উঠিছিল। শাস্ত্রবাক্য আৰু সমাজৰ আচৰণ অর্থাৎ শিক্ষানুষ্ঠানৰ শিক্ষা সমাজত সম্পূর্ণ প্রতিফলিত হৈছিল। সমাজত যদি আদর্শবাদী আৰু সৎ লোকৰ অভাৱ ঘটে শিক্ষাৰ আদর্শ পুথিগত বা শাস্ত্রগত হৈ থাকিলেই শিক্ষাৰ উন্নতি হ'ব নোৱাৰে।

গ্রীক্ সমাজত খৃষ্টপূৰ্ব্ব পঞ্চম শতাব্দী হৈছে ব্যক্তিগত জীৱন উন্নয়নৰ আৰু জাতীয় উন্নতিৰ এটা উজ্জ্বল যুগ। এই যুগৰ ক্রিয়াৰ তুলনা বুৰঞ্জীত আৰু ক'তো পোৱা নাযায়। ইয়াৰ পূৰ্ব্বৰ সমাজত শিক্ষাৰ আদর্শ আছিল যে ল'ৰা-ছোৱালীয়ে কৰ্ম্মৰ মাধ্যমত শিক্ষা লাভ কৰিব, অভ্যাস গঠন কৰিব,সজ আচৰণ শিকিব, মন আৰু বাক্যৰ সংযম শিক্ষা কৰিব, ইন্দ্রিয় দমন শিকিব আৰু এইদৰে সমাজত এটা সুষ্ঠ আৰু বৈষম্যহীন ধৰ্ম্মীয় বা নৈতিক জীৱন গঢ়ি তুলিব। যেতিয়া এনে অভ্যাস গঠন হ'ব, তেতিয়াহে উপদেশৰ দ্বাৰা স্বেচ্ছাচাৰী মনৰ প্রভাৱ যুক্তিৰে আঁতৰ কৰিব পাৰিব। উপযুক্ত ক্ষেত্র নহ'লে উপদেশ সফল হ'ব নোৱাৰে।

এৰিষ্টোট্‌ল খৃষ্টপূৰ্ব্ব চতুৰ্থ শতাব্দীৰ গ্ৰীক্ দাৰ্শনিক আৰু শিক্ষাবিদ (৩৮৪-৩২২ খৃঃ পূঃ)। এৰিষ্টোটলৰ ঠিক পূৰ্ব্ববৰ্ত্তী বা প্ৰায় সমসাময়িক আছিল প্লেটো (খৃঃ পূঃ ৪২০-৩৪৮) আৰু চক্ৰেটিচ্ আছিল প্লেটোৰ ঠিক পূৰ্ব্ববৰ্ত্তী বা সমসাময়িক (খৃঃ পূঃ ৪৬৯-৩৯৯)। গ্ৰীক্ সভ্যতাৰ উজ্জ্বল যুগ আনিছিল এই তিনিজন শিক্ষাবিদ দাৰ্শনিক পণ্ডিতে।

চক্ৰেটিচে কৈছিল যে প্ৰত্যেক মানুহে আগে নিজক চিনি পাব লাগে। তাৰ ফলত গ্ৰীক্‌বিলাকে মানুহৰ ব্যক্তিত্ব বিকাশৰ ধাৰাণা লয়। প্ৰত্যেক মানুহে নিজৰ জীৱনৰ লক্ষ্য নিজে স্থিৰ কৰিব আৰু তাক লাভ কৰিবৰ অৰ্থে নিজৰ উদ্যম থাকিব। বিজ্ঞান, কলাবিদ্যা, দৰ্শন আৰু ধৰ্ম্মই এই লক্ষ্যত উপনীত হ'বলৈ সহায় কৰিব। সেইবাবে গ্ৰীক্ জাতিৰ শিক্ষাৰ আদৰ্শ আছিল ব্যক্তিত্ব গঠন। প্ৰত্যেক ব্যক্তিয়ে যাতে নিজৰ নিজৰ অন্তৰ্নিহিত শক্তিৰ পূৰ্ণ উন্মেষ কৰিব পাৰে তাৰ বাবে সম্পূৰ্ণ সুযোগ-সুবিধা দিবৰ চেষ্টা কৰিছিল। তাৰ ফলত সমাজ সুগঠিত হৈছিল আৰু প্ৰত্যেক ব্যক্তিয়ে ব্যক্তিত্ব গঠনত কৃতকাৰ্য্য হ'বলৈ চেষ্টান্বিত হৈছিল। গ্ৰীক্‌বিলাকেই প্ৰথমতে দেশৰ ৰাজনৈতিক স্বাধীনতাৰ ধাৰণা লয় আৰু স্বাধীন ৰাজ্যৰ উপযুক্ত নাগৰিকত্ব গঠনৰ বাবে শিক্ষাৰ আদৰ্শ লয়। গ্ৰীকবিলাকেই প্ৰথমতে জ্ঞানাৰ্জ্জন কেৱল জ্ঞানৰ বাবেহে হ'ব লাগে এই ধাৰণা লয় আৰু প্ৰকৃতিৰ অধ্যয়ন, মনুষ্য জাতিৰ অধ্যয়ন আৰু অলৌকিক শক্তিৰ অধ্যয়ন নিঃশঙ্কচিত্তে কৰিবলৈ ধৰে। জ্ঞানক ধৰ্ম্মৰ ওপৰৰ স্থান দিছিল আৰু পুৰোহিত শ্ৰেণীৰ বিশেষ অধিকাৰৰ ভিতৰত আৱদ্ধ নাৰাখিছিল। মানুহ জ্ঞান, বুদ্ধি থকা জীৱ। প্ৰত্যেক ব্যক্তিয়ে নিজৰ বিচাৰ-বুদ্ধি আৰু যুক্তিৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগিব।

চক্ৰেটিচ্ আৰু প্লেটোৰ মতে ব্যক্তি জীৱনৰ স্বাৰ্থ আৰু সামাজিক জীৱনৰ স্বাৰ্থৰ সমন্বয় সম্পাদনেই শিক্ষাৰ লক্ষ্য হ'ব লাগে। গতিকে জ্ঞানেই শিক্ষাৰ লক্ষ্য। চক্ৰেটিচৰ মতে জ্ঞান লাভৰ দ্বাৰা মানুহৰ ব্যক্তিগত গুণ জন্মে আৰু প্লেটোৰ মতে সুখ আৰু সাধুতা লাভৰ দ্বাৰা ব্যক্তিগত গুণ জন্মে।

পৰৱৰ্ত্তী দাৰ্শনিক এৰিষ্টোটলে কয় যে ব্যক্তিগত গুণ অৰ্জ্জন কৰা মূল জ্ঞান নহয়, এটা মানসিক ইচ্ছাশক্তি মাথোন। ইচ্ছাশক্তিৰ ৰূপ এটা মানসিক অৱস্থা বিশেষ নহয় বৰঞ্চ এটা পদ্ধতি মাথোন। গতিকে মানুহৰ উচ্চতম উন্নতি লাভৰ উদ্দেশ্য যে সাধুতা অৰ্জ্জন সেই সাধুতাৰ ৰূপ এটা অৱস্থা বিশেষ নহয়, এটা ক্ৰিয়াশীলতাৰ অনুশীলন মাথোন। এই ক্ৰিয়াশীলতাৰ অনুশীলনেই উদ্যোগ। সুখ এনে এটি ক্ৰিয়াশীল মনৰ ফল মাথোন। এইদৰে মানৱ মনৰ সুপ্ৰবৃত্তিৰ অনুশীলনেই মানুহৰ ব্যক্তিগত জীৱনত আৰু সামাজিক জীৱনত জীৱন সমস্যাৰ আৰু শিক্ষাদানৰ সমস্যাৰ সমাধান এৰিষ্টোটলে গ্ৰীক্‌সকলক দান কৰিছিল।

ভাৰতীয় শিক্ষা বেলেগ বাটে চলিছিল। সেই বিষয়ে আলোচনা কৰা এই

প্ৰবন্ধৰ উদ্দেশ্য নহয়। ভাৰতীয় শিক্ষাৰ বা সভ্যতাৰ পুৰ্ব্বে গ্ৰীক্ সভ্যতা গঢ়ি উঠিছিল নে নাই সেই বিষয়েও মতভেদ আছে। সেই বিষয়েও ইয়াত আলোচনা কৰা নহয়। এই প্ৰবন্ধত ক'বলগীয়া কথা এইখিনিয়েই যে বৰ্ত্তমানৰ ভাৰতীয় শিক্ষাৰ উদ্দেশ্য যিয়েই নহওঁক, সমাজত বা স্কুল-কলেজত ছাত্ৰৰ মাজত শিক্ষাৰ উদ্দেশ্য চাকৰি লাভেই যেন একমাত্ৰ বুলি দৃষ্টিগোচৰ হৈছে। এই মনোবৃত্তি পৰিবৰ্ত্তনৰ আৱশ্যক হৈ পৰিছে। গ্ৰীক্সভ্যতাৰ উজ্জ্বলতম যুগৰ নিদৰ্শনত আমি এনে কথা নাপাওঁ। গান্ধীজীয়েও পুনঃ পুনঃ স্বাধীনভাৱে জীৱিকা উপাৰ্জ্জনৰ পথ শিকাই দিব লাগে বুলি কৈ গৈছে। চাকৰি কৰা মনোবৃত্তিৰে কৰ্ম্মক্ষম ব্যক্তিত্বৰ সৃজন নহয়। আমি কোৱা নাই যে এনে এটি সমস্যাৰ বিষয়ে ভাৰতীয় শিক্ষানুষ্ঠানৰ কৰ্ত্তৃপক্ষই বুজি পোৱা নাই। আমি কৈছোঁ আন্তৰিকতাপূৰ্ণ আৰু কাৰ্য্যকৰী পৰিবেশ সমাজত সৃষ্টি হোৱা নাই — যাৰ দ্বাৰা শিক্ষাই সুফল দান কৰিব পাৰে। জাতীয় জীৱনৰ লক্ষ্য স্থিৰ কৰি লৈ দৃঢ়তা আৰু আন্তৰিকতাৰে শিক্ষাদানত ব্ৰতী হ'ব লাগে। ইতস্ততঃ মনোভাৱ পৰিত্যাগ কৰিব লাগে। মানসিক ভীতি পৰিহাৰ কৰিব লাগে। জাতীয় কৃষ্টি আৰু সভ্যতাৰ প্ৰকৃত ৰূপ কি তাক সম্যক উপলব্ধি কৰিব লাগে জাতীয় জীৱনৰ লক্ষ্য স্থিৰ কৰিবলৈ। যি ভূমিত যি শস্যৰ উৎপাদন হ'ব পাৰে তাক চিনি পাবলৈ যত্নবান হ'ব লাগে।

আজি ভাৰতীয় শিক্ষানুষ্ঠান বিলাকৰ সামাজিক পৰিবেশ ৰাজনীতিৰ প্ৰভাৱৰ দ্বাৰা পৰিবেষ্টিত হৈছে। পৰিচালক সমিতিৰ সভ্যসকল ৰাজনীতি মতবাদৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে। শিক্ষা আৰু শিক্ষানুষ্ঠানবিলাক ৰাজনীতিৰ দলীয়ভাৱৰ পৰা মুক্ত ৰাখিব নোৱাৰিলে শিক্ষাৰ মূল উদ্দেশ্য সাধনত ব্যাঘাত ওপজা স্বাভাৱিক। ৰাজনীতি ক্ষেত্ৰত সুখ্যাতি অৰ্জ্জন কৰা লোক বিখ্যাত শিক্ষাবিদ হোৱা যেনে স্বাভাৱিক কথা তেনেদৰে ৰাজনীতিৰ ধাৰাৰ সমন্বয় ৰক্ষা কৰাও স্বাভাৱিক হোৱা উচিত। অথবা আত্মকেন্দ্ৰিক মনোভাৱেৰে যদি পৰিচালক সমিতিৰ সদস্যসকলে শিক্ষানুষ্ঠান পৰিচালিত কৰিব খোজে তাৰ দ্বাৰা শিক্ষানীতিৰ অনুসৰণত ব্যাঘাত উপস্থিত হ'বই।

আকৌ কোনো কোনো ক্ষেত্ৰত সুখ্যাতি অৰ্জ্জন কৰা ৰাজনীতিজ্ঞ পুৰুষজন প্ৰকৃত শিক্ষাবিদ নহ'বও পাৰে, তেনে লোকে শিক্ষাবিদৰ দৰে নিজৰ মত ক্ষমতাৰ জোৰেৰে শিক্ষানুষ্ঠান বিলাকত অনুপ্ৰবেশ কৰাবলৈ গ'লে শিক্ষানীতিৰ ব্যাঘাত জন্মাব।

এনেবোৰ সমস্যাৰ সমাধান হ'ব পাৰে ৰাজনীতি ক্ষেত্ৰত নিৰপেক্ষ শিক্ষাবিদ সকলেৰে গঠিত আঞ্চলিক সভাই পৰিচালনা কাৰ্য্য সম্পাদন কৰাৰ পৰা। প্ৰত্যেক ব্যক্তি যদি ৰাজনৈতিক দলভুক্ত হয়, তেতিয়া শিক্ষানীতিৰ ওপৰত দলীয় মতবাদ অনুপ্ৰবেশৰ পথ যাতে ৰুদ্ধ কৰিব পৰা যায়, তেনে আইন প্ৰচলন কৰা উচিত।

এই অৰ্থে জাতীয় চৰিত্ৰ সংশোধনৰ প্ৰশ্ন আহি পৰে। পৰিচালক সমিতিৰ সদস্য সকলক বিভাগীয় নীতি, শিক্ষাৰ নীতি আৰু শিক্ষানুষ্ঠানবিলাকৰ উদ্দেশ্য বুজাবলৈ বিভাগীয় কৰ্ত্তব্য হোৱা উচিত আৰু শিক্ষাবিভাগৰ নীতি ৰক্ষা কৰাত আইনৰ বিধি নিষেধৰ আশ্রয় গ্রহণ কৰা উচিত। শিক্ষানুষ্ঠানবিলাক যে উমৈহতীয়া অনুষ্ঠান, কোনো দলবিশেষৰ একচেটিয়া অনুষ্ঠান নহয় - সমগ্ৰ জাতিৰ উন্নতি বিধায়ক অনুষ্ঠান এই পৰিবেশৰ সৃষ্টিৰ আৱশ্যক হৈ পৰিছে। ৰোগৰ মূল ধ্বংস কৰিব নোৱাৰিলে উপসৰ্গ নিবাৰণৰ দ্বাৰা সাময়িক নিৰাময়তা আহিব পাৰে, সম্পূৰ্ণ নিৰাময়তা আহিব নোৱাৰে। শিক্ষানুষ্ঠানবিলাক উমৈহতীয়া অনুষ্ঠান এই কথা বুজিও নুবুজা লোকৰ কাৰণে বা অসৎ মনোবৃত্তিৰ লোকৰ শাসনৰ কাৰণে আইন প্ৰণয়ন নিতান্ত আৱশ্যক।

শিক্ষানুষ্ঠানবিলাকত সাহায্য দান, সাময়িক অনুদান, বিভাগীয় মঞ্জুৰী ইত্যাদি বিলাক ক্ষেত্ৰতো ৰাজনৈতিক দলৰ প্ৰভাৱ পৰা উচিত নহয়। শিক্ষাবিভাগৰ ন্যায় পৰায়ণতা ৰক্ষা কৰা, যোগ্যতা অনুসাৰে সমনীতি ৰক্ষা কৰা আৰু অযথা হস্তক্ষেপ নকৰা নীতি ৰক্ষিত হ'ব লাগে। হস্তক্ষেপ কৰিলে সেই বিচাৰ ন্যায়নীতিৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে।●

# জাতীয় ঐক্য সাধন আৰু দলীয় ৰাজনীতি

গণতন্ত্ৰত জনমতৰ প্ৰতি অৱহেলা কৰাৰ অৰ্থ হয় গণতন্ত্ৰৰ বিৰোধিতা কৰা। স্বাধীনোত্তৰ যুগত জনমত প্ৰকাশৰ বাবে বহুসংখ্যক বাতৰি কাকত, (দৈনিক, দ্বিসাপ্তাহিক, সাপ্তাহিক আৰু পাক্ষিক) বহুসংখ্যক মাহেকীয়া, দ্বিমাসিক, ত্ৰৈমাসিক, ষান্মাসিক আৰু বাৰ্ষিক আলোচনী প্ৰকাশ হৈ আছে; কিন্তু আজিও দেশৰ দুৰ্নীতি আঁতৰাবৰ বাবে বলিষ্ঠ জনমত গঠিত হোৱা নাই, প্ৰশাসনীয় ক্ষেত্ৰত যিবোৰ দুৰ্নীতিয়ে গা কৰি উঠিছে তাৰ বিৰুদ্ধে যুঁজ দিবৰ বাবে সাহস কৰি সৰ্বসাধাৰণৰ ভিতৰত কোনো বুদ্ধিজীৱী লোক আগবাঢ়ি অহা নাই, ৰাজনীতিৰ ক্ষেত্ৰত কোনো দলৰ কোনো কৰ্ম্মীয়ে এই বিষয়টোৰ প্ৰতি প্ৰকৃত মনোযোগ দিয়া নাই; কাৰণ নিজৰ স্বাৰ্থৰ হানি হ'ব বুলি আৰু ত্যাগ স্বীকাৰ কৰিবৰ যথেষ্ট মনোবল নথকা বাবে জনগণে সাধাৰণ ভাৱে গোপন আলোচনাত যিবোৰ মত প্ৰকাশ কৰে সেই মতবোৰ ৰাজহুৱাভাৱে প্ৰকাশ কৰিবলৈ টান পায়। সত্য কথা গোপন কৰা স্বভাৱ হৈ পৰিছে জনগণৰ। ৰাজনীতি আলোচনা হৈ পৰিছে স্বাৰ্থ অন্বেষণৰ পন্থা মাথোন। দেশৰ কল্যাণ সাধনৰ ভিত্তিৰ আৱশ্যক হ'লে নিজৰ স্বাৰ্থৰ বিপক্ষে হ'লেও যে ৰাজনীতি চৰ্চ্চা, ৰাজনীতিৰ হকে জনমত গঠন কৰাৰ চেষ্টা নাইবা দেশপ্ৰেমৰ বেদীত আত্মবলিদানৰ সঙ্কল্প আজি জনসমাজৰ পৰা অন্তৰ্হিত হৈছে। আজিকালি প্ৰকৃত ৰাজনীতিৰ চৰ্চ্চা সক্ৰিয় নেতাসকলে নকৰে। ঘৰৰ ভিতৰত আৰামী চকীত বহি ৰাজনীতি চৰ্চ্চা কৰা লোকৰ অভাৱ নাই, কিন্তু ঘৰৰ ভিতৰত দুৱাৰ বন্ধ কৰি যিবোৰ ৰাজনৈতিক বিষয় আলোচনা-বিলোচনা কৰে সেইবোৰ কথা প্ৰকাশ্যে কবৰ সাহস আজিকালি বুদ্ধিজীৱী লোকসকলৰ নাইকিয়া হৈ আহিছে। যদিহে গণতন্ত্ৰ বাচি থাকিব লাগে, যদিহে জাতীয় ঐক্য সাধিত হ'ব লাগে আৰু যদিহে দলীয় ৰাজনীতি কৃতকাৰ্য্য হ'ব লাগে, দেশৰ কল্যাণৰ বেদীত কৰ্ম্মীয়ে নিজৰ স্বাৰ্থবলি দিবলৈ সাজু হ'ব লাগিব। সত্যৰ লগত অসত্যৰ মিশ্ৰণ কৰিব নালাগিব। গোপনে এক কথা, প্ৰকাশ্যে আন কথা কোৱাৰ স্বভাৱ ত্যাগ কৰিব লাগিব। আমাৰ শাস্ত্ৰত এষাৰ কথা আছে যে "মনস্যেকং বচস্যেকং কৰ্ম্মন্যেকং মহাত্মনাম্" অৰ্থাৎ মনেৰে যি চিন্তা কৰে, বাক্যেৰেও তাকেহে প্ৰকাশ কৰে আৰু কাৰ্য্যতো তাকেহে কৰে — এয়ে হৈছে মহাত্মা ব্যক্তি সকলৰ স্বভাৱ। "মনস্যন্যৎ বচস্যন্যৎ কৰ্ম্মণ্যন্যৎ দুৰাত্মনাম্" — মনেৰে একৰকমে চিন্তা কৰে, বাক্যত আন ৰকমেৰে প্ৰকাশ কৰে আৰু কাৰ্য্যত আন ৰকমে কৰে — এইয়ে হৈছে দুৰাত্মা ব্যক্তিসকলৰ স্বভাৱ।

দুৰ্নীতিৰ বিষয়ে দেশত যে আলোচনা, আন্দোলন আদি হোৱা নাই তেনে নহয়; বাতৰি কাকতবোৰে যে দুৰ্নীতিৰ বিৰুদ্ধে যুঁজা নাই তেনেও নহয় আৰু অনুসন্ধানকাৰী কৰ্ম্মচাৰী সকলে যে দুৰ্নীতিগ্ৰস্ত লোকসকলক ধৰা পেলোৱা নাই তেনেও নহয়; কিন্তু প্ৰকৃত ক্ষেত্ৰত দেখা গৈছে যে এইবোৰ কাৰ্য্যৰ দ্বাৰা জাতীয় চৰিত্ৰ উন্নত কৰাত সামৰ্থ্য অহা নাই। বহুবোৰ বাতৰি কাকতে প্ৰকৃত দোষীক সাব্যস্ত কৰি ধাৰাবাহিক প্ৰবন্ধ লিখিছে, জনমত গঠন কৰিবৰ আপ্ৰাণ চেষ্টা কৰিছে তথাপি সুস্থ আৰু বলিষ্ঠ জনমত গঠিত হোৱা নাই। তাৰ কাৰণ কি?

স্বাধীনতা পোৱাৰ পাছত সংবিধানত নানা প্ৰকাৰ আদৰ্শমূলক নীতি আৰু উদ্দেশ্য অন্তৰ্ভুক্ত কৰা হ'ল। জনগণৰ মনত আশাৰ সঞ্চাৰ হ'ল। পৰাধীনতাৰ নিষ্পেষণৰ পৰা মুক্ত হৈ সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত ন্যায় বিচাৰ পাব, প্ৰত্যেক ব্যক্তিয়ে সমাজত সমান সা-সুবিধা, স্বত্ব-অধিকাৰ পাব, বাক-স্বাধীনতা আৰু নিৰ্ভীক ভাৱে নিজ নিজ মত প্ৰকাশৰ সুবিধা পাব ইত্যাদিবোৰ অধিকাৰৰ কথা সংবিধানত লিপিবদ্ধ কৰা হ'ল আৰু সৰ্বসাধাৰণ ৰাইজৰ প্ৰাণত আনন্দৰ উচ্ছাস বৈ গ'ল। ৰাজনীতিক পুৰুষসকলে আৰু ক্ষমতাপ্ৰাপ্ত লোকসকলে এইদৰে আশাৰ বাণী প্ৰচাৰ কৰিলে আৰু প্ৰতিশ্ৰুতি দি জনগণৰ মাজত বিচৰণ কৰি ফুৰিলে; কিন্তু আজি জনগণৰ এই আশা আকাঙ্খাত নৈৰাশ্যই দেখা দিছে., ৰাজনীতিক পুৰুষসকলে জনগণৰ বিশ্বাস হেৰুৱাইছে। কোনো এটি মূলনীতি অনুসৰণ কৰি প্ৰশাসনীয় কাৰ্য্য নচলাত ৰাইজৰ ভিতৰত বিক্ষোভ প্ৰকাশ পাইছে। তদুপৰি সংবিধানৰ মূল নীতিবোৰে দলীয় ৰাজনীতিত প্ৰভাব বিস্তাৰ কৰা নাই। সংবিধানত গৃহীত মূলনীতিবোৰৰ অন্তৰালত যি উদ্দেশ্য আছিল, সেই উদ্দেশ্য ব্যৰ্থ কৰিবৰ প্ৰয়াস সকলো ক্ষেত্ৰতে দেখা গৈছে। পূৰ্বৰ প্ৰতিশ্ৰুতি অনুসাৰে যেতিয়া ক্ষমতাপ্ৰাপ্ত দলে জনগণৰ আঁশা-আকাঙ্খা ৰূপায়িত কৰিব নোৱাৰিলে, কোনো কোনো ক্ষেত্ৰত পাৰিও নকৰিলে, ৰাইজৰ বিক্ষোভ প্ৰকাশ পাবলৈ ধৰিলে। বিৰোধী দলসকলে সুবিধা পাই জনগণৰ বিশ্বাস ভাঙি পেলালে, লগে লগে জনগণৰ নৈতিক সাহসকো ধ্বংস কৰি পেলালে। প্ৰকাশ্যভাৱে জনগণৰ সা-সুবিধা স্বত্ব-অধিকাৰৰ আলোচনা সকলোবিলাক ৰাজনৈতিক দলে সম্মিলিত ভাৱে কৰিলেও দোষ নাই আৰু বেলেগে বেলেগে কৰিলেও সংবিধানৰ ধাৰা বা মূলনীতিৰ ওপৰত ভিত্তি কৰি কৰিলেহে প্ৰকৃত গণতন্ত্ৰৰ নীতি ৰক্ষিত হয়। প্ৰকাশ্যভাৱে দেশৰ ৰাজনৈতিক অৱস্থা সুস্থিৰভাৱে, সংবিধানগতভাৱে আৰু দেশৰ কল্যাণ সাধনৰ ভিত্তিত নকৰি, ব্যক্তিৰ ভৱিষ্যৎ উন্নতিৰ আকাঙ্খাত ক্ষমতা পোৱাৰ লোভত গোপনে একৰকম আলোচনা, প্ৰকাশ্যভাৱে একপ্ৰকাৰ ঘোষণা আৰু কাৰ্য্যত আন প্ৰকাৰে তাৰ প্ৰতিফলনত ব্যক্তিয়ে চৰিত্ৰ হেৰুৱালে, জাতীয় স্বাৰ্থৰ ক্ষতিসাধন কৰিলে আৰু জাতীয় চৰিত্ৰ ধ্বংসৰ পথ উন্মুক্ত কৰিলে।

যোৱা ২০ বছৰৰ এই কাৰ্য্যকলাপে ভৱিষ্যৎ বংশৰ যি ক্ষতিসাধন কৰিলে সি অপূৰণীয় হৈ উঠিল। বিশ বছৰ পূৰ্ব্বৰ শিশু আজি নাগৰিক। এই শিশুবিলাকে যি আদৰ্শ পালে, শিক্ষা ক্ষেত্ৰত যি পৰিবেশ পালে, তাৰ দ্বাৰা শিশুৰ চৰিত্ৰ ধ্বংস হৈ গ'ল। জাতীয়তা গঠনৰ আদৰ্শত জাতীয়তা ধ্বংসপ্ৰাপ্ত হ'ল; ৰাইজৰ প্ৰাণত স্বাধীনতা লাভৰ আনন্দৰ উচ্ছাস প্ৰশমিত হ'ল আৰু নৈৰাশ্যই তাৰ স্থান অধিকাৰ কৰিলে। আনফালে দলীয় ৰাজনীতিত বিভেদ আহিল। ক্ষমতাপ্ৰাপ্ত দলে সংঘবদ্ধতা হেৰুৱালে, বিৰোধী দলসকলে সুস্থিৰ নীতি গ্ৰহণত অপাৰগ হ'ল। সংযুক্তমৰ্চ্চা বা সংযুক্ত বিধায়নী দলে শাসনকাৰ্য চলাবলৈ অসমৰ্থ হ'ল; ৰাজনৈতিক দলবিলাকৰ ভিতৰত মতবিৰোধ আৰু দ্বন্দ্বমূলক কথাবোৰ যেতিয়া ৰাইজৰ আগত প্ৰকাশ পালে তেতিয়া ৰাইজক সংঘবদ্ধ কৰা কঠিন সমস্যা হৈ পৰিল; কাৰণ এই মতবিৰোধ আৰু দ্বন্দ্ব বিলাকৰ উৎপত্তি হ'ল ব্যক্তিৰ স্বাৰ্থ পূৰণৰ প্ৰতিদ্বন্দ্বিতাৰ আলমত। ব্যক্তিৰ স্বাৰ্থ পূৰণৰ প্ৰচেষ্টাত আদৰ্শগত জাতীয় স্বাৰ্থ অন্তৰ্হিত হ'ল। কথাত আৰু কাৰ্য্যত যেতিয়া দুৰ্ঘোৰ বৈসদৃশ্য দেখা গ'ল তেতিয়া আদৰ্শগত সৎ নীতিৰ মুল্য অনাদৃত হ'বলৈ ধৰিলে আৰু তাৰ ফলত দুৰ্নীতিয়ে শিপা গজালে। লগে লগে অৰ্থনীতি দুৰ্বল হৈ পৰিল। আজি মুদ্ৰামূল্য হ্ৰাস হোৱা বাবে দেশৰ অৰ্থনৈতিক যি দুৰৱস্থা হৈছে তাতকৈ বেচি দুৰৱস্থাৰ সৃষ্টি হৈছে আদৰ্শচ্যুত হোৱা বাবে অৰ্থাৎ সৎ কথাবোৰৰ মূল্য হ্ৰাস হোৱা বাবে। দুৰ্নীতিগ্ৰস্ত লোকসকলৰ কাৰ্য্যকলাপবোৰ সুপ্ৰমাণিত ভাৱে ৰাইজৰ আগত বাতৰি কাকতবোৰে প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে; কিন্তু দেশৰ বুদ্ধিজীৱী লোকসকলে সুনীতি গ্ৰহণৰ ব্যৱস্থা গ্ৰহণ কৰিব পৰা নাই। ব্যক্তিৰ স্বাৰ্থই, ক্ষমতা লোভৰ আকাঙ্খাই, ত্যাগ স্বীকাৰৰ অনিচ্ছাই বাটত হেঙাৰ দিছে। ব্যক্তি ইমান আত্মকেন্দ্ৰিক হৈ পৰিছে যে যেতিয়া লগৰ আন কোনো এজন লোকৰ যদি অভ্যুদয় দেখা পায়, তেতিয়া হিংসাৰ জুইত দগ্ধ হ'বলৈ ধৰে, ব্যক্তিৰ অভ্যুদয়ত অন্তৰায় সৃষ্টি কৰিবলৈ দলবদ্ধ ভাবে এই ধৰণৰ প্ৰতিদ্বন্দ্বিতাই সমাজত এনে এটি পৰিবেশৰ সৃষ্টি কৰে যে সি দেশৰ, জাতিৰ আৰু ব্যক্তিৰ কল্যাণ সাধনত অন্তৰায় হৈ পৰে।

প্ৰশাসনীয় ক্ষেত্ৰত সৎ কৰ্ম্মচাৰীসকলে নীতিগত ভাৱে চৰকাৰী কাৰ্য্য কৰিব নোৱাৰা হ'ল। যি কৰ্ম্মচাৰীৰ কৰ্ম্মক্ষেত্ৰত যি ক্ষমতা প্ৰয়োগৰ অধিকাৰ আছে, সেই ক্ষমতা প্ৰয়োগ কৰিব নোৱাৰা হ'ল। ন্যায়গত ভাৱে নিয়মানুসাৰে আৰু দায়িত্ব পালনৰ সদুদ্দেশ্যৰ কৰ্ম্মচাৰীয়ে নিজৰ কাৰ্য্য সুচাৰুৰূপে কৰিব নোৱাৰা হ'ল। তাৰ ফলত দুৰ্নীতিয়ে স্থান অধিকাৰ কৰিছে। যাৰ যিখিনি কৰ্ত্তব্য সেইখিনি যদি কৰ্ম্মচাৰীজনে নকৰে সেই কৰ্ম্মচাৰীজনক দুৰ্নীতিগ্ৰস্ত বুলি ক'ব লাগিব, কাৰণ কৰ্ত্তব্যৰ পৰা চ্যুত হোৱাটো দুৰ্নীতিৰ লক্ষণ। আনফালে কোনো এজন কৰ্ম্মচাৰীয়ে যদি ন্যায় মতে কাৰ্য্য কৰিবলৈ যায়, তাত কেইবাফালৰ পৰাও হস্তক্ষেপ

হয়, তেওঁ নানা প্ৰকাৰ কৈফিয়ৎ দিব লগা হয়; আনকি অনাহকত নাভূত-নাশ্ৰুত দুৰ্নামৰ ভাগী হয়। ফলত কৰ্ম্মচাৰীজনে অশান্তি ভোগ কৰে। অশান্তিৰ ভয়ত হয় ন্যায় মতে কাম নকৰে নাইবা চৰকাৰী নথি হয় তলতীয়া কৰ্ম্মচাৰীলৈ পঠাই দিয়ে, নহয় বা উপৰিস্থ কৰ্ম্মচাৰীৰ আদেশ, নিৰ্দ্দেশ বা অনুমতি বিচাৰে। ইও এক প্ৰকাৰ দুৰ্নীতি। এই দুৰ্নীতিৰ ফলত ৰাইজৰ দুখ-দুৰ্গতি হয়, ব্যক্তি হাৰাশান্তি হয়, নিৰাশ হয় আৰু জাতীয় চৰিত্ৰ ধ্বংস হয়। নিপুণ, সৎ আৰু দেশপ্ৰেমিক কৰ্ম্মচাৰীসকলৰ কাৰ্য্যৰ ফল ৰাইজে ভোগ কৰিব নাপায়। সমাজত বিশৃঙ্খলাৰ সৃষ্টি হয়, কাৰণ চৰকাৰৰ পৰা ন্যায় বিচাৰৰ পৰা বঞ্চিত হয়।

এনে ক্ষেত্ৰত আজি আৱশ্যক হৈছে, যিসকল ন্যায়ধৰ্ম্মী লোক সেই সকলে মুখ ফুটাই উচিত কথা ক'বলৈ আগবাঢ়ি আহিব লাগিব নীতিগত ভাৱে। ব্যক্তিৰ আক্ৰোশত উচিত কথা কোৱা উদ্দেশ্য হ'ব নালাগে। দুৰ্নীতিৰ বিৰুদ্ধেহে উচিত কথা ক'ব লাগিব। তেতিয়াহে সুস্থ জনমত গঠিত হ'ব, জাতীয় ঐক্য সাধন হ'ব আৰু দলীয় ৰাজনীতি পৰিপুষ্ট হ'ব। এই ক্ষেত্ৰতো ন্যস্ত স্বাৰ্থৰ লোকবিলাকৰ পৰা যথেষ্ট বাধা পোৱা যাব, কিন্তু সেই বাধাৰ সম্মুখীন হ'বলৈ সাহস গোটাব লাগিব। ভৱিষ্যৎ বংশধৰসকলৰ ভালৰ বাবে নিজৰ স্বাৰ্থ হানি কৰিব লাগিব। তদুপৰি সুনীতিৰ কাৰ্য্য কৰিলে জয় অৱশ্যম্ভাৱী।●

# ৰাষ্ট্ৰীয় শিক্ষানীতি

১৯৪৭ চনৰ পৰা ১৯৬৮ চনলৈ ২১ বছৰ হ'ল। ১৯৪৭ চনত ওপজা ল'ৰা-ছোৱালীবিলাকে আজি পূৰ্ণ নাগৰিকত্ব পাইছে। এই সময়ছোৱাৰ ভিতৰত কি নীতিৰে কি উদ্দেশ্যেৰে বা কি লক্ষ্য স্থিৰ কৰি আমাৰ ৰাষ্ট্ৰই শিক্ষা দিলে আৰু এই শিক্ষাত শিক্ষিত হৈ এই নাগৰিকসকলে জাতীয়তা গঠনত বা সমগ্ৰ জগতৰ প্ৰগতিৰ বাটত কিমান দূৰ আগবাঢ়িলে তাক ভালদৰে গমিপিতি চাবৰ সময় হৈছে। দেশ গঠনৰ ক্ষেত্ৰত সৰ্বপ্ৰধান সমস্যা বা কৰ্ত্তব্য এইটোৱেই কাৰণ আজি যিসকলৰ বয়স ২১ বছৰ তেওঁলোকৰ ভৱিষ্যত যুগ স্বাধীনতোৰ কালৰ শিক্ষাৰ পৰিণতিৰ যুগ হ'ব। এজন শিক্ষাবিদে কৈছে যে শিক্ষাৰ যিটো দাৰ্শনিক লক্ষ্য, সেই অনুসাৰে পাঠ্যক্ৰম নিৰ্দ্ধাৰিত হয় আৰু সেই অনুসাৰে জাতিয়ে গঢ় লয়। এই কথাৰ লগত দ্বিমত হোৱাৰ কোনো বাট নাই; গতিকে বিশ্লেষণ কৰিবৰ আৱশ্যক হৈছে প্ৰথমতঃ ভাৰতীয় শিক্ষাৰ ধাৰা, শিক্ষিত লোকৰ নিবনুৱা সমস্যা, জাতিৰ কৰ্ম্মবিমুখতা জাতিৰ চৰিত্ৰভ্ৰষ্টতা আৰু ছাত্ৰ-ছাত্ৰীৰ অনিয়মানুবৰ্ত্তিতা বা উচ্ছৃঙ্খলতাৰ আলমত জাতীয় সম্পত্তিৰ ধ্বংস সাধন ইত্যাদি কথাবোৰৰ বিষয়ে গভীৰভাৱে চিন্তা কৰিলে দেখা যাব যে শিক্ষানীতিত যথেষ্ট দোষ আছে; ইমান দোষ আছে যে ইয়াৰ আমূল পৰিবৰ্ত্তন সাধন কৰিব লাগে। যোৱা কুৰি বছৰৰ শিক্ষাই যুৱক সমাজক কি আদৰ্শ কি প্ৰেৰণা বা কি কৰ্ম্মপটুতা দিলে? দেখা যায়, যান্ত্ৰিকতাবাদ আধুনিক বিজ্ঞানৰ প্ৰগতি আৰু ভোগ-বিলাসৰ স্পৃহাই জাতীয়তাবাদৰ আদৰ্শ হৈ পৰিছে। সেইবাবে জাতিৰ কৃষ্টি, ঐতিহ্য আৰু দেশৰ কি প্ৰয়োজন তাৰ প্ৰতি বাস্তৱ দৃষ্টি মলিন হৈ পৰিছে। ই শুভ লক্ষণ নহয়।

সঁচা কথা যে বৰ্ত্তমান শিক্ষা পদ্ধতিত থকা দোষ প্ৰত্যেকে দেখা পাইছে আৰু শিক্ষানীতি কৰ্ম্ম-কেন্দ্ৰিক হ'ব লাগে বুলি বক্তৃতা দিয়াও শুনা যায়; কিন্তু কৰ্ম্ম-কেন্দ্ৰিক শিক্ষানীতি কোনে আৱিষ্কাৰ কৰিব, কোনে প্ৰচলন কৰিব আৰু কিহৰ ভিত্তিত সেই শিক্ষানীতি ৰচিত হ'ব? এই কথাৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে দেশৰ প্ৰশাসনীয় নীতিৰ কথা স্বাভাৱিকতে আহি যায়।

শিক্ষাই দিব লাগে চৰিত্ৰ আৰু অৰ্থনৈতিক স্বচ্ছলতা। কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাই চৰিত্ৰও দিব পাৰে আৰু অৰ্থনৈতিক স্বচ্ছলতাও দিব পাৰে।

শিক্ষানীতি নিৰ্দ্ধাৰণ কৰাৰ পূৰ্ব্বে দেশৰ অৰ্থনৈতিক অৱস্থাৰ বিষয়ে সম্যক আৰু স্পষ্ট ধাৰণা ল'ব লাগিব। এতিয়া দেশৰ অৰ্থনৈতিক অৱস্থা কি তাক নিৰ্দ্ধাৰণ কৰিব কোনে? নিশ্চয় স্বাধীন, নিৰপেক্ষ আৰু প্ৰশাসনীয় প্ৰভাৱ মুক্ত অৰ্থনীতিবিদ

সকলে সেইটো কৰিব লাগিব। বিধান সভাৰ বা সংসদৰ সদস্য সকলে সেই নীতি স্থিৰ কৰিব নোৱাৰে। তাৰ বাবে লাগিব নিৰপেক্ষ অৰ্থনীতিবিদ সকলৰ এখন আয়োগ। দেশৰ অভাৱ কি, দেশৰ সেই অভাৱ পূৰণৰ পন্থা কি, যান্ত্ৰিকতাবাদে সেই অভাৱ পূৰণ কৰিব পাৰিব নে কুটীৰ শিল্পই সেই অভাৱ পূৰণ কৰিব ইত্যাদি বিষয়ে অৰ্থনীতিবিদ আয়োগে সুস্পষ্ট মত দাঙি ধৰিব লাগিব আৰু প্ৰশাসনে তাক গ্ৰহণ কৰিব লাগিব। গৃহীত হোৱাৰ পাছত বিৰোধী দল বিলাকেও তাত বিৰোধিতা কৰা উচিত নহ'ব। সেই সিদ্ধান্ত কাৰ্য্যকৰী কৰি তুলিবলৈ সময় আৰু সুযোগ দিব লাগিব।

অৰ্থনীতিবিদ সকলৰ সেই সিদ্ধান্ত শিক্ষাবিদ সকলৰ দৃষ্টিভঙ্গীৰে নিৰীক্ষণ কৰিবৰ বাবে নিৰপেক্ষ শিক্ষাবিদ সকলক লৈ আয়োগ গঠন হ'ব লাগিব। শিক্ষানীতিৰ মাজেদি তাক ৰূপায়িত কৰাৰ বাবে শিক্ষাবিদ আয়োগৰ দ্বাৰা মূল নীতি নিৰ্দ্ধাৰিত হ'ব লাগিব। সেই মূল নীতি ৰক্ষা কৰি অৰ্থনৈতিক সমস্যা সমাধানৰ বাটত কি পধ্যে ক্ৰম গৃহীত হ'ব লাগিব তাকো স্থিৰ কৰিব শিক্ষা আয়োগে। সেই পাঠ্যক্ৰম স্কুল-কলেজ বিলাকত প্ৰচলন কৰিব লাগিব। পৃথিৱীৰ বিভিন্ন দেশত এই পদ্ধতিৰেই শিক্ষানীতিৰ সংস্কাৰ কৰা হৈছে। যান্ত্ৰিকতাবাদ, কুটীৰ শিল্প আৰু কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাৰ বিষয়ে গান্ধী দৰ্শনত যথেষ্ট উপদেশ পৰামৰ্শ আৰু সিদ্ধান্তমূলক ব্যাখ্যা আছে। গান্ধীবাদ গ্ৰহণ কৰিও সেই মতবাদ উলঙ্ঘন কৰা হৈছে। মন্ত্ৰী বিশেষৰ মতামতৰ ওপৰত প্ৰশাসনীয় নীতি নিৰ্ভৰ কৰা উচিত নহয়। বিশেষজ্ঞৰ মতামতৰ ওপৰতহে নিৰ্ভৰ কৰা উচিত। ভাষা-সাহিত্যৰ শিক্ষাই অৰ্থনীতিৰ সমস্যাবোৰ সমাধান কৰিব নোৱাৰিব নাইবা কলেজ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষক-ছাত্ৰৰ মাজত অৰ্থনীতি, ৰাজনীতি, সমাজনীতিৰ আলোচনা অধ্যয়ন বা সমালোচনাই দেশৰ প্ৰকৃত সমস্যা সমাধান দিব নোৱাৰিব — যদিহে সেই অনুসাৰে প্ৰশাসনীয় নীতি নিৰ্দ্ধাৰিত নহয়।

প্ৰশাসনীয় নীতিত ৰাজনীতিৰ পণ্ডিতে দিয়া মত গৃহীত নহ'লে প্ৰশাসনীয় নীতি শুদ্ধ হ'ব নোৱাৰে। সেইদৰে অৰ্থনীতিবিদ পণ্ডিতে দিয়া অৰ্থনীতি প্ৰশাসনীয় নীতিত গৃহীত নহ'লে অৰ্থনৈতিক অৱস্থাৰ উন্নতি হ'ব নোৱাৰে। কৰৰ মাত্ৰা বঢ়াই গ'লেও অৰ্থনৈতিক অৱস্থা সবল হ'ব নোৱাৰে। কৰৰ মাত্ৰা বঢ়াই গ'লে প্ৰশাসনীয় ক্ষমতাৰ বল হ্ৰাস হৈ আহে, সেইদৰে শিক্ষাদৰ্শনৰ মত গৃহীত নহ'লে প্ৰকৃত পাঠ্যক্ৰম নিৰ্দ্ধাৰিত হ'ব নোৱাৰে। শিক্ষাই তেতিয়া চৰিত্ৰ গঠনো কৰিব নোৱাৰে। অৰ্থনৈতিক সমস্যাও সমাধান কৰিব নোৱাৰে। ফলত শিক্ষিত নিবনুৱাৰ সমস্যা ক্ৰমাৎ বৃদ্ধি হৈ গৈ দেশত অতি সোনকালে এটা বৰ্ত্তমানতকৈ অধিকতৰ অবাঞ্ছিত পৰিস্থিতিৰ সৃষ্টি কৰিব। তাৰবাবে সকলোৱে সতৰ্ক হোৱা উচিত।

আজি দেশত কি শিক্ষানীতি, কি অৰ্থনীতি, কি ৰাজনীতি, কি সমাজনীতি

একোৱেই বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে ৰচিত হোৱা নাই। সেইবাবে দেশত এই নৈৰাস্যজনক অৱস্থাৰ সৃষ্টি হৈছে। কিয়নো এতিয়া দলীয় ৰাজনীতিৰ প্ৰভাৱত সকলো প্ৰকাৰ বিজ্ঞান সন্মত শিক্ষানীতি বৰ্জ্জিত হৈ আহিছে। এতিয়া জনমতৰ আৱশ্যক যে দেশৰ দূৰৱস্থা দূৰ কৰিবলৈ হ'লে প্ৰকৃত শিক্ষনীতি আৱিষ্কাৰ কৰিব লাগিব যাতে দেশৰ জাতীয় চৰিত্ৰ উন্নতি হোৱাৰ লগতে অৰ্থনৈতিক অৱস্থাৰো উন্নতি হয়।●

# শিক্ষা বনাম সমাজ

(১)

ভাৰতবৰ্ষত আজি বহু সসম্যাই দেখা দিছে। স্বাধীনোত্তৰ যুগত স্বাধীনতা যুগৰ পূৰ্ব্বৰ ধাৰণাবোৰ ভাঙি গ'ল, লক্ষ্য বা আদৰ্শ ধ্বংসৰ পথেদি গতি কৰিলে। সমগ্ৰ ভাৰতবৰ্ষৰ স্বাধীনতাই আছিল ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ লক্ষ্য বা আদৰ্শ। সেই আদৰ্শ ধ্বংস কৰিলে অখণ্ড ভাৰতক দ্বিখণ্ডিত কৰা কাৰ্য্যই দেশৰ বিভাজনে। ধৰ্ম্মৰ ভিত্তিত (হিন্দু সম্প্ৰদায় আৰু মুছলমান সম্প্ৰদায়ৰ ভিত্তিত) দেশ বিভক্ত হ'ল; সেই বিভাজনৰ নীতিত খুঁত থাকি গ'ল। যি নীতিত দেশ বিভাজন হ'ল সেই নীতিও সম্পূৰ্ণভাৱে প্ৰয়োগ নহ'ল। পাকিস্থান দেশ গঠিত হ'ল। ধৰ্ম্মৰ অৰ্থাৎ মুছলমান সম্প্ৰদায়ৰ ভিত্তিত বিভক্ত হৈ দুটা অংশ বিচ্ছিন্ন হৈ গ'ল ভাৰতৰ পৰা কিন্তু ভাৰতবৰ্ষ থাকিল ধৰ্ম্মনিৰপেক্ষ ৰাষ্ট্ৰ হিচাপে। সকলো ধৰ্ম্মৰ লোকে ভাৰতত নিৰাপদে বাস কৰিব পাৰিব এই নীতি গৃহীত হ'ল। পাকিস্থান যদিও মুছলমান দেশ হিচাপে ভাৰতৰ পৰা বিচ্ছিন্ন হৈ গ'ল — তাতো আন আন ধৰ্ম্মৱলম্বী মানুহৰ নিৰাপত্তা ৰক্ষিত হ'ব বুলি স্বীকৃত হৈছিল। কাৰ্য্যত হিন্দু ধৰ্ম্মৰ ওপৰত নিপীড়ন হ'ল। অখণ্ড ভাৰতবৰ্ষত কেৱল হিন্দ আৰু মুছলমান ধৰ্ম্মাবলম্বী মানুহেই আছিল এনে নহয়, খৃষ্টান ধৰ্ম্মৰ মানুহো আছিল। আন ধৰ্ম্মৰ মানুহো আছিল আৰু এতিয়াও আছে। প্ৰধানতঃ হিন্দু ধৰ্ম্ম, মুছলমান ধৰ্ম্ম আৰু খৃষ্টান ধৰ্ম্মৰ মানুহ বিলাককে লক্ষ্য কৰা হৈছিল। সি যি নহওঁক ধৰ্ম্ম বা সম্প্ৰদায়ৰ ভিত্তিত দেশ বিভাজন হ'ল; কিন্তু যি নীতিৰে দেশ বিভাজন হ'ল সেই নীতিৰ তাৎপৰ্য্য জনসাধাৰণক শিক্ষা দিয়াৰ ব্যৱস্থা গ্ৰহণত ক্ৰটী থাকি গ'ল। পাকিস্থানতো একে প্ৰকাৰ ক্ৰটী বা তাতোকৈ বেছি গুৰুতৰ ক্ৰটী থাকি গ'ল। ভাৰতবৰ্ষত ক্ষমতাপ্ৰাপ্ত ৰাজনৈতিক দলে বা ৰাজনৈতিক নেতা সকলে ধৰ্ম্ম নিৰপেক্ষতাৰ বিষয়ে বক্তৃতা দিছিল সঁচা কিন্তু শাসন কাৰ্য্যত বিভেদ ভাবৰ বীজ ৰোপণ কৰিলে। সংখ্যালঘিষ্ঠ সম্প্ৰদায়ৰ বিশেষকৈ মুছলমান সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব স্বীকৃত হ'ল। উপযুক্ততাৰ ভিত্তিত প্ৰতিনিধিত্ব কাৰ্য্যকৰী কৰা নহ'ল। খৃষ্টান ধৰ্ম্মাবলম্বী লোকৰ পৰাও প্ৰতিনিধিত্ব স্বীকৃত হ'ল। ইয়াৰ উপৰিও নতুন নতুন ধৰণৰ বিভেদমূলক প্ৰতিনিধিত্ব স্বীকৃত হ'ল। ব্যক্তিৰ উপযুক্ততা স্বীকাৰ কৰাতকৈ এই প্ৰকাৰ বিভিন্ন ধৰণৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব স্বীকাৰ কৰা বাবে ঐক্যৰ সম্ভাৱনা নোহোৱা হৈ গ'ল। ৰক্ষা কৱচ বিলাকৰ প্ৰাধান্য বাঢ়ি গ'ল আৰু সম্প্ৰদায়ৰ সংখ্যাও বাঢ়ি গ'ল। স্বাধীন ভাৰতবৰ্ষৰ শিক্ষানীতি ঐক্য সাধনৰ বাটেদি উদ্ভাৱিত নহ'ল, আনফালে

শাসন কাৰ্য্যৰ প্ৰতিনিধিত্বৰ সদস্য নিৰ্বাচন আৰু নিয়োগৰ নীতি অৱহেলিত হ'ল — সম্প্ৰদায়ৰ ভিত্তিত নিৰ্বাচন আৰু নিয়োগ ব্যৱস্থা প্ৰৱৰ্ত্তিত হ'ল। সকলো ভাৰতীয়কে সমানে সা-সুবিধা দিয়াৰ মূল লক্ষ্য স্বাভাৱিকতে অন্তৰ্হিত হৈ আহিব ধৰিলে, কাৰণ সমানে সা-সুবিধা দিয়াৰ একমাত্ৰ মূল নীতি হ'ব লাগিব উপযুক্ততা আৰু প্ৰতিযোগিতাৰ নীতি স্বীকাৰ কৰা। ৰক্ষা কবচ বিলাকে ভাৰসাম্যও ৰক্ষা কৰিব নোৱাৰিলে আৰু ঐক্য সাধনো কৰিব নোৱাৰিলে। সংখ্যালঘু সম্প্ৰদায় বিলাকক সা-সুবিধা দিয়াৰ উদ্দেশ্যে ৰক্ষা কবচ বিলাকৰ ব্যৱহাৰে বা প্ৰয়োগে দেশত অনৈক্যৰ সৃষ্টি কৰিলে।

তদুপৰি ভাষাৰ ভিত্তিত ৰাজ্য গঠন কৰাৰ নীতি গ্ৰহণ কৰাত ভাষাৰ মাধ্যমতো অনৈক্যৰ সৃষ্টি হ'ল। সম্প্ৰদায় ভেদে ভাষা ভেদে আৰু ৰক্ষা কবচ বিলাকৰ ধাৰা অনুসাৰে ঐক্য আৰু অনৈক্যৰ দ্বন্দ্ব বাঢ়ি গ'ল; পূৰ্ণ বয়স্ক লোকৰ মাজৰ পৰা সামাজিক শিক্ষাৰ পদ্ধতিয়ে এই দ্বন্দ্ব দূৰীভূত কৰিবলৈ অক্ষম হ'ল আৰু স্কুলীয়া আৰু কলেজীয়া শিক্ষাৰ নীতিয়েও ভৱিষ্যত বংশধৰ বিলাকৰ মাজত ঐক্য ভাবৰ সৃষ্টি কৰিব নোৱাৰিলে। মাদ্ৰাজ, তামিলনাডু আৰু অন্ধ্ৰ বিভক্ত হ'ল, বোম্বে বিভক্ত হৈ মহাৰাষ্ট্ৰ আৰু গুজৰাট ৰাজ্যৰ সৃষ্টি হ'ল। যি অসমত নগালেণ্ড যুক্ত হৈ আছিল অতীতৰ সম্বন্ধত সেই নগালেণ্ড ভিন্ন হৈ গ'ল। নেফা বেলেগে সৃষ্টি হ'ল। মণিপুৰ, ত্ৰিপুৰা বেলেগ ৰাজ্য হৈ গ'ল। পৰিকল্পিত অসমৰ ঐক্য স্থাপনত বাধা সৃষ্টি হৈ এতিয়া পুনঃ অসম খণ্ড-বিখণ্ড হৈ যোৱাৰ উপক্ৰম হৈছে। অকল অসমেই নহয় পুনঃ অন্ধ্ৰ প্ৰদেশত টেলেঙ্গানা ৰাজ্য সৃষ্টিৰ সম্ভাৱনাই দেখা দিছে। পঞ্জাব মূল বিভাজনৰ পাছতো পুনঃ বিভক্ত হ'ল। অখণ্ড ভাৰতবৰ্ষ খণ্ড-বিখণ্ড হৈ যোৱাৰ পথেদি আগবাঢ়িছে। দেশৰ অখণ্ডতা ৰক্ষা কৰি স্বাধীনতা অৰ্জ্জন কৰিব নোৱাৰাৰ গুণত দেশৰ এই অনৈক্য বাঢ়ি গ'ল। তদুপৰি ঐক্য ৰক্ষাৰ বাবে দূৰদৰ্শী নীতি গৃহীত নহ'ল আৰু শিক্ষানীতিও সেইদৰে গঠিত হৈ নুঠিল। পৰাধীন দেশত বিদেশী শক্তিৰ উপস্থিতিত যি ঐক্য আছিল সেই ঐক্যও অন্তৰ্হিত হ'ল। হিন্দী এটা আঞ্চলিক ভাষা। আঞ্চলিক ভাষা হ'লেও এটি প্ৰধান ভাৰতীয় ভাষা। হিন্দী ভাষা যেতিয়া ৰাষ্ট্ৰীয় ভাষা হিচাপে গৃহীত হ'ল, তাক নিৰ্ব্বিবাদে গ্ৰহণ কৰা মনোবৃত্তি আমাৰ গঠিত নহ'ল। দেশৰ ঐক্য সাধনকাৰী সংস্কৃত ভাষাৰ স্থান নাইকিয়া হোৱাৰ নিচিনা হ'ল আৰু পৰৱৰ্ত্তী ভাষা ইংৰাজীৰো স্থান দুৰ্বল কৰি পেলালে। আঞ্চলিক ভাষা বিলাকৰ মাধ্যমত বিশ্ববিদ্যালয়ৰ শিক্ষা দিব ধৰিলে অনৈক্য বাঢ়িহে যোৱাৰ সম্ভাৱনা। বিশ্ববিদ্যালয়ৰ শিক্ষা যদি আঞ্চলিক ভাষাত নহৈ ইংৰাজীৰ পৰিবৰ্ত্তে হিন্দী ভাষাতো দিয়াৰ ব্যৱস্থা হ'লহেঁতেন তেতিয়া ঐক্য সাধনৰ এটা সুগম বাট ওলালহেঁতেন। শিক্ষানীতিৰ দুৰ্বলতা এইখিনিতেই। যি সংস্কৃত ভাষা পৃথিৱীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ ভাষা, যি ভাষাত

বিপুল জ্ঞানৰ ভাণ্ডাৰ লুকাই আছে, যি ভাষাই দেশৰ ঐতিহ্য আৰু সংস্কৃতি বহন কৰি আছে আবহমান কালৰ পৰাই, সেই ভাষাৰ প্ৰতি ইমান অৱহেলা কিয়? সংস্কৃত ভাষাক পৰিবৰ্ত্তিত যুগৰ অনাৱশ্যক বুলি ভৱা হ'ল কিয়? এতিয়া যিবোৰ অনৈক্যৰ বীজ সিঁচা হ'ল সেই বীজে সমাজৰ অনৈক্যৰ সৃষ্টি কৰিছে। এই অনৈক্য দূৰ কৰিবলৈ হ'লে শিক্ষানীতি (সামাজিক শিক্ষাৰ নীতি, স্কুল-কলেজৰ শিক্ষানীতি, বিশ্ববিদ্যালয়ৰ শিক্ষানীতি) দূৰদৰ্শী দৃষ্টিভঙ্গীৰে সমাজ সংস্কাৰৰ পথেদি গতি কৰিব লাগিব। সমাজ সংস্কাৰ কৰাৰ প্ৰশ্ন উঠিলেই সমাজৰ ৰূপ কি সেই কথা সততে উদ্ভৱ হয়। আমাৰ কল্পিত সমাজ কি? সমগ্ৰ পৃথিৱীৰ মানৱ-সমাজৰ যিবোৰ সাধাৰণ নীতি; মানৱতাৰ যিবোৰ গুণ (কোনো দেশ বিদেশৰ সুকীয়া গুণ বা নীতি নহয়)। সেই নীতি আৰু গুণবোৰৰ উৎকৰ্ষ সাধন কৰাৰ নীতি শিক্ষানীতিত থাকিব লাগিব। সেই সাধাৰণ নীতি হৈছে নৈতিকতা অৰ্জ্জনৰ নীতি, ব্যক্তিৰ আৰু জাতিৰ চৰিত্ৰ গঠনৰ নীতি। ভাৰতবৰ্ষৰ স্বদেশ হৈছে স্বৰ্গ, মৰ্ত্ত্য, পাতাল। ভাৰতবৰ্ষৰ স্বদেশৰ যি ধাৰণা তেনে ধাৰণা আন কোনো দেশৰ জাতিৰ ভিতৰত নাই। ভাৰতবৰ্ষৰ স্বদেশ প্ৰেমত সমগ্ৰ মানৱ জাতি অন্তৰ্ভুক্ত সেয়েহে ভাৰতৰ ধৰ্ম্ম মানৱ ধৰ্ম্ম, বিশ্বধৰ্ম্ম, সনাতন বৈদিক ধৰ্ম্ম। এই উদাৰ নীতিত ভাৰতীয় শিক্ষা প্ৰতিষ্ঠিত আছিল। আজিৰ দিনতো শিক্ষানীতিত এই উদাৰতা ৰক্ষা কৰা উচিত আছিল। কিন্তু ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত খণ্ড-বিখণ্ড হোৱা আৰু আঞ্চলিক ভাষাত মাতৃভাষা ৰূপে গ্ৰহণ কৰা শিক্ষাৰ পটভূমিত এনে উদাৰ দৃষ্টিভঙ্গীৰ স্থান নাই।

(২)

ভাৰতৰ নানা জাতি; নানা শ্ৰেণী আৰু নানা ধৰ্ম্মাৱলম্বী মানুহৰ বিভিন্ন সামাজিক আচাৰ-নীতিৰ মাজতো ঐক্য আছিল। ভাষা আৰু কৃষ্টি সভ্যতাক লৈ হিংস যুদ্ধ হোৱা নাছিল। সনাতন বৈদিক ধৰ্ম্মৰ ভিতৰতো নানা প্ৰকাৰ পন্থা আবিৰ্ভূত হৈছিল। কিন্তু দেশৰ শাস্ত্ৰৰ অনুশাসনত এই পন্থাবোৰৰ আবিৰ্ভাৱ হৈছিল। ভাষাৰ প্ৰাধান্য বিচাৰি হিংস আন্দোলনৰ মতবাদ গঢ়ি নুঠিছিল। বৌদ্ধ ধৰ্ম্মৰ লগত বৈদিক ধৰ্ম্মৰ সংঘাত হৈছিল — তাতে শাস্ত্ৰ বিচাৰৰ প্ৰাধান্য আছিল। দেশৰ সামাজিক প্ৰথাবোৰ উচ্ছন্ন হোৱা নাছিল — সমাজবদ্ধতাতো ৰক্ষিত হৈছিলেই — বিভিন্ন ধৰ্ম্মাৱলম্বী মানুহৰ সমাজৰ লগতো পৰস্পৰে বন্ধুত্ব সূত্ৰত আবদ্ধ হৈছিল। তাৰ প্ৰধান কাৰণ আছিল ভাৰতীয় বৈদিক দৰ্শন, উপনিষদ, কাব্য-মহাকাব্যৰ প্ৰতি সকলোৱে শ্ৰদ্ধাৰ চকুৰে চাইছিল — মনোযোগেৰে অধ্যয়ন কৰিছিল আৰু অধ্যাপনাৰ ব্যৱস্থাত আছিল। আজিৰ শিক্ষানীতিত এইবোৰ অধ্যয়ন-অধ্যাপনাৰ ব্যৱস্থাত গুৰুত্ব নাই, অৱহেলা আছে। জাতিৰ মজ্জাগত কৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ বন্ধনজৰী শিথিল হৈ যোৱাত সমাজ বিশৃঙ্খল হৈ পৰিছে। সেই বিশৃঙ্খল সমাজ শৃঙ্খলাবদ্ধ কৰিবলৈ দুৰ্নীতিগ্ৰস্ত সমাজক সুনীতিৰ শৃঙ্খলাৰে বন্ধন

কৰিবলৈ শিক্ষানীতিৰ সংস্কাৰৰ আৱশ্যক হৈছে। ভাষা লৈ বাদানুবাদ আৰু হিংস আন্দোলন কৰিলে সেই সুনীতি প্ৰতিষ্ঠাপিত কৰিব নোৱাৰে। যিকোনো ভাষাৰ মাধ্যমতে কৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ সূত্ৰ আৱিষ্কাৰ কৰিব পাৰি আৰু অতীত ঐতিহ্য ৰক্ষা কৰিব পাৰি। বিভিন্ন দেশীয় ভাষাৰ ঐক্য সূত্ৰ আছিল দেশৰ উমৈহতীয়া কৃষ্টি-সংস্কৃতি। অৱশ্যে তেতিয়া সংস্কৃত ভাষা আছিল ঐক্য সাধনৰ ভাষা। আজি সংস্কৃত ভাষাই ৰাষ্ট্ৰীয় ভাষাৰ স্থান গ্ৰহণ কৰা নাই, ইংৰাজী ভাষাই যদিও বিভিন্ন ৰাজ্যৰ লোকৰ মাজত যোগসূত্ৰ ৰক্ষা কৰি আছে, ইংৰাজী ভাষাকো ঐক্য বন্ধনৰ সূত্ৰ হিচাপে গ্ৰহণ কৰা নাই। ৰাষ্ট্ৰীয় ভাষা হিন্দীৰ স্থানো পূৰ্ব্বে সংস্কৃত ভাষাই যি স্থান অধিকাৰ কৰি আছিল সেই পৰ্য্যায়ৰ হৈ উঠা নাই। ইতিমধ্যে এই বিশৃঙ্খলাই শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট ক্ষতি সাধন কৰিলে। সেইবাবে বিশ্ববিদ্যালয় পৰ্য্যায়ত যদিহে ইংৰাজী গৃহীত নহয়, হিন্দী ভাষাকেই সকলো বিশ্ববিদ্যালয়ে গ্ৰহণ কৰিলেও ঐক্যৰ সূত্ৰ লোৱা হ'লহেঁতেন। হাইস্কুল বিলাকৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা হোৱাত ইতিমধ্যে বহু ছাত্ৰ-ছাত্ৰীয়ে কলেজীয়া শিক্ষা নিজ নিজ ৰুমৰ বাহিৰত ল'বলৈ অসুবিধা পাইছে। এনে ব্যৱস্থাৰ পৰা সমগ্ৰ ভাৰতৰ সমাজৰ লোকৰ লগত সম্পৰ্ক স্থাপনত বাধাৰ উৎপত্তি হৈছে। শিক্ষানীতি নিৰ্দ্ধাৰণ কৰোতে এনেবোৰ সমস্যাৰ বিষয় বিবেচনা কৰা নিতান্ত উচিত। আবেগিক ঐক্যবদ্ধতা বেলেগে বেলেগে নিজ নিজ মাতৃভাষাত বিশ্ববিদ্যালয়ৰ শিক্ষা লাভৰ পৰা হোৱা সম্ভৱ হৈ নুঠিব। শিক্ষানীতি নিৰ্দ্ধাৰণ কৰাত যিবোৰ গভীৰ তত্ত্ব নিহিত থাকে সেইবোৰ তত্ত্ব কৰ্ত্তৃপক্ষই যেনেকৈ বিচাৰ কৰিব লাগে, তেনেকৈ সৰ্বসাধাৰণ ৰাইজেও তাক নুবুজি অনাহকত বিৰুদ্ধ মতবাদ প্ৰচাৰ কৰিব নালাগে। দেশৰ আৰু সমাজৰ কল্যাণ সাধন কৰাই হ'ব লাগে শিক্ষানীতিৰ উদ্দেশ্য।

(৩)

অসমৰ সমস্যাকে বিচাৰ কৰি চোৱা হওক। অসমৰ বিশ্ববিদ্যালয়ৰ শিক্ষা যদি আঞ্চলিক ভাষাত হয় আৰু ইংৰাজী শিক্ষা যদি উন্নত স্তৰৰ নহয়, অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে বিদেশত শিক্ষা লাভ কৰাত টান পাব। ইংৰাজী ভাষাত দখল নাথাকিলে আন্তঃৰাষ্ট্ৰীয় অনুষ্ঠানবোৰত যোগ দিবলৈ টান পাব। জগতৰ আন আন জাতিৰ লগত ঐক্য সম্বন্ধ গঢ়ি তুলিবলৈকো যথেষ্ট বাধাৰ সৃষ্টি হ'ব। এই শিক্ষানীতিৰ প্ৰভাৱত ভৱিষ্যত অসমীয়া সমাজে কি গঢ় ল'ব তাৰ স্পষ্ট ছবি আমাৰ চকুৰ আগত এতিয়াও ভাহি উঠা নাই। আবেগিক ঐক্য স্থাপন কৰাৰ লক্ষ্য লৈ মাতৃভাষাৰ প্ৰতি আবেগিক প্ৰেমে ভৱিষৎ সমাজত সেই লক্ষ্য উজ্জ্বল কৰি তুলিব নে অনুজ্জ্বল কৰি তুলিব সেইটো নিশ্চয় চিন্তনীয়। তদুপৰি সমাজৰ জনাবুজা লোকসকলে বৰ্ত্তমান গৃহীত নীতি সমৰ্থন কৰে নে নকৰে তাৰ উমান

কাহানিও লোৱা নাই। আঞ্চলিক ভাষাৰে বিশ্ববিদ্যালয়ৰ শিক্ষা দিয়াটোকে প্ৰধান লক্ষ্য বুলি ধৰি লোৱাত আনুষঙ্গিক কি বিলাক আহুকাল আহিব পাৰে তালৈ সম্যক দৃষ্টি দিয়া হোৱা নাই। ইংৰাজী ভাষাৰ পাঠ্যপুথিবোৰ অনুবাদ কৰি যথেষ্ট অৰ্থ ব্যয় কৰা হ'ব; কিন্তু শিক্ষাৰ মান তাৰ দ্বাৰা কমিব নে বাঢ়িব তাক অনুমান কৰি লোৱাৰ বাহিৰে আন কোনো উপায় নাই। পৰীক্ষা কৰি চোৱাৰ সুবিধাও সৃষ্টি কৰিব নোৱাৰি। সেই দৃষ্টিভঙ্গীৰে বিষয়টো বিচাৰ কৰিও চোৱা নাই। শিক্ষানীতিৰ পৰিবৰ্ত্তন আনিব খুজিলে যে আগেয়ে তাক পৰীক্ষা কৰি চোৱা উচিত, দুই-এখন অনুষ্ঠানত কাৰ্য্যতঃ প্ৰয়োগ কৰি গুণাগুণ বিচাৰ কৰা উচিত এইবোৰ নীতি আজিকালি গ্ৰহণ কৰা নহয়। জনমতে প্ৰতিকূলে যায়।

আন এটা কথালৈ আমি পিঠি দি আছোঁ। বৰ্ত্তমান শিক্ষানীতিত শিক্ষিত নিবনুৱা লোকৰ সংখ্যা বাঢ়ি গৈয়ে আছে। এই শিক্ষানীতি বৰ্জ্জনীয় — এই কথা স্পষ্ট হৈ উঠিছে। ইংৰাজী ভাষাৰ পৰা পাঠ্যপুথিবোৰ তৰ্জমা কৰি অসমীয়া ভাষাত শিক্ষা দিলে বৰ্ত্তমান শিক্ষানীতিৰ সমস্যাৰ সমাধান হ'ব নে? বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা হোৱাৰ প্ৰয়োজনীয়তা যিমান বেছি, মাধ্যমিক স্তৰৰ শিক্ষানীতি কৰ্ম্ম-কেন্দ্ৰিক কৰি তোলাৰ প্ৰয়োজনীয়তা তাতকৈ বেছি নহয় নে? বিশ্ববিদ্যালয়বোৰলৈ যাতে কম মেধাবী ছাত্ৰ নাহে, তেওঁলোকৰ কৰ্ম্ম সংস্থান যাতে পূৰ্ব্বেই হৈ যায়, সেয়েহে শিক্ষাৰ প্ৰধান সমস্যা। প্ৰধান সমস্যা সমাধানত গুৰুত্ব নিদি অপ্ৰধান সমস্যাৰ প্ৰতি গুৰুত্ব দিয়া নাইবা পৰিবৰ্ত্তনৰ মাধ্যমেদি নতুন সমস্যা সৃষ্টি কৰা জানো উচিত? তদুপৰি যদি ইংৰাজী ভাষাৰ বাবে মাধ্যমিক স্তৰৰ পৰীক্ষাবোৰত বেছি সংখ্যক ছাত্ৰ ফেল হয়, অসমীয়া ভাষাৰে শিক্ষা দিয়াৰ পৰা যদি বেছি ছাত্ৰ পাছ হোৱাৰ আশা কৰা যায়, বিশ্ববিদ্যালয়ত শিক্ষাৰ্থীৰ সংখ্যা বাঢ়ি অধিক শিক্ষিত নিবনুৱাৰহে সৃষ্টি কৰাত সহায় কৰে। এই কথাৰে এইটোকে ক'বলৈ বিচৰা হৈছে যে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম মাতৃভাষা কৰাটো যিমান জৰুৰী বুলি ভবা হৈছে, তাতকৈ বেছি জৰুৰী হৈছে আৰু বেছি প্ৰয়োজনীয় কথা হৈছে মাধ্যমিক স্তৰৰ শিক্ষা কৰ্ম্ম-কেন্দ্ৰিক কৰাটো আৰু সেই পথ বিশ্ববিদ্যালয়ত থকা প্ৰধান শিক্ষাবিদসকলেহে নিৰ্দ্দেশ কৰিব লাগিব। শিক্ষাবিদ সকলৰ মতামতৰ ওপৰত নিৰ্ভৰ কৰিহে কেন্দ্ৰীয় আৰু ৰাজ্যিক প্ৰশাসনে শিক্ষানীতি নিৰ্দ্ধাৰণ কৰিব লাগে। মন্ত্ৰীসকলে শিক্ষাবিদসকলৰ পৰামৰ্শ আৰু অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰিহে শিক্ষানীতি নিৰ্দ্ধাৰণ কৰা উচিত। বৰ্ত্তমান সময়ত দেশৰ প্ৰধান সমস্যা কি, সেই সমস্যা সমাধানৰ পথ কি? ভৱিষ্যৎ সমাজৰ কল্যাণ কোন পথেদি আহিব পাৰে তাক নিৰ্দ্ধাৰণ কৰা কৰ্ত্তব্য শিক্ষাব্ৰতী আৰু শিক্ষাবিদ সকলৰ।●

# আমাৰ শিক্ষা সমস্যা

আমাৰ দেশত শিক্ষা সমস্যা বহুতো আৰু নানা প্ৰকাৰৰ। প্ৰথম সমস্যা হৈছে — দেশত সাধাৰণ শিক্ষাৰ বিস্তৃতি লাভৰ লগে লগে নিবনুৱা সমস্যাৰ বৃদ্ধি হৈছে আৰু এই সমস্যা ক্ৰমে জটিলতৰ হৈ উঠিব লাগিছে। এই সমস্যা সমাধানৰ বাবে দেশত কুটীৰ শিল্প আৰু ক্ষুদ্ৰায়তনৰ যান্ত্ৰিক শিল্পৰ প্ৰতিষ্ঠান বহুল পৰিমাণে গঢ়াৰ আৱশ্যক হৈছে। সাধাৰণ শিক্ষাত শিক্ষিত লোকৰ বাবে চাকৰিত বাদে আন কোনো উপায় নাই। সাধাৰণ শিক্ষাত শিক্ষিত লোক পৰিশ্ৰমবিমুখ আৰু শিল্পবিদ্যাত সামৰ্থ্যহীন হৈ পৰে। স্বাধীন ব্যৱসায়ৰ অৰ্হতা অৰ্জ্জন কৰিবলৈ অনুৰূপ প্ৰতিষ্ঠান গঢ়াৰ আৱশ্যকতা নিশ্চয় আছে। যিহেতুকে স্কুল-কলেজৰ শিক্ষা সাং কৰি স্কুল-কলেজত কিছুদূৰ শিক্ষা লাভ কৰি ওলোৱা ছাত্ৰ-ছাত্ৰীসকলে ক্ষুদ্ৰ বা বৃহৎ কোনো স্বাধীন ব্যৱসায়ক অৱলম্বন কৰিবলৈ অৰ্হতা সম্পন্ন হ'ব নোৱাৰে; সেই হেতুকে দেশত দুখ-দাৰিদ্ৰ্য বাঢ়ি যাব ধৰিছে; কাৰণ দেশৰ যুৱক-শক্তিৰ প্ৰচুৰ অপচয় হ'ব ধৰিছে। কৃষি প্ৰধান দেশত উঠি অহা তৰুণ-তৰুণী কৃষিবিমুখ হোৱাত খাদ্য সমস্যাই জটিল আকাৰ ধাৰণ কৰিছে। স্বীকাৰ কৰিব লাগিব যে সাধাৰণ শিক্ষাত শিক্ষিত তৰুণ-তৰুণীয়ে স্বাধীন ভাৱে কৃষিকামত লাগিবলৈ নাইবা সমবায় পদ্ধতিত কৃষিকাৰ্য্য কৰিবলৈ উপযুক্ত পৰিবেশ, উদগনি আৰু ক্ষেত্ৰ চৰকাৰৰ ফালৰ পৰা সৃষ্টি কৰিব লাগিব। ভূমি সংস্কাৰ বা সমবায় পদ্ধতিৰ সমস্যা শিক্ষা সমস্যাৰ লগত জড়িত আছে, সেইবাবে আমাৰ শিক্ষা সমস্যা জটিলতৰ হৈ পৰিছে। দেশত স্বাধীন ব্যৱসায় অৱলম্বন কৰিবলৈ উপযুক্ত ক্ষেত্ৰ আৰু সা-সুবিধা থাকিলেহে বিশ্ব-বিদ্যালয়ৰ শিক্ষাৰ বাবে অনুপযুক্ত ল'ৰা-ছোৱালীয়ে সাধাৰণ শিক্ষাৰ কলেজ আৰু বিশ্ববিদ্যালয়বোৰত সংখ্যা নবঢ়ালেহেঁতেন। শিক্ষাৰ সমস্যা সমাধানৰ বাটত এইবোৰ সমস্যা সমাধানৰ গুৰুত্ব বহুত বেছি।

দ্বিতীয় সমস্যা হৈছে প্ৰাথমিক শিক্ষাৰ পাছত শিক্ষানুষ্ঠানবিলাকৰ শিক্ষাৰ মাধ্যম মাতৃভাষা হ'ব, নে হিন্দী হ'ব, নে ইংৰাজী হ'ব? হিন্দীয়ে সমগ্ৰ দেশত এতিয়াও ইংৰাজীৰ স্থান গ্ৰহণ কৰিবৰ যোগ্যতা অৰ্জ্জন কৰিব পৰা নাই। আনফালে ইংৰাজী নপঢ়িলে দেশ-বিদেশৰ লগত যোগসূত্ৰ ৰক্ষা কৰা কঠিন আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাত ইংৰাজী মাধ্যমৰ আৱশ্যকতা এতিয়াও দূৰীভূত হোৱা নাই; কাৰণ পাঠ্যপুথি আদি এতিয়াও হিন্দী বা আঞ্চলিক ভাষাত ৰচিত হোৱা নাই। এই সমস্যা সমাধানৰ বাটত আগবাঢ়িবলৈ দেশৰ শিক্ষাবিদ আৰু কেন্দ্ৰীয় শিক্ষামন্ত্ৰী দপ্তৰে বিশেষভাৱে

চিন্তা কৰিছে যদিও কোনো এটি সুস্থিৰ নীতি গ্ৰহণ কৰিব পৰা নাই। শিক্ষামন্ত্ৰীসকলৰ সন্মিলনত ত্ৰিভাষা আৰু দ্বিভাষা সূত্ৰৰ বহুল আলোচনা কৰিও সৰ্ব্ববাদী সন্মত নীতি গ্ৰহণ কৰিব পৰা নাই। হিন্দী ৰাষ্ট্ৰভাষা হোৱা বাবে আৰু ইংৰাজী আধুনিক জগতৰ সৰ্ব্বপ্ৰধান ভাষা হোৱা বাবে সমস্যাৰ জটিলতা বাঢ়ি গৈছে। জ্ঞানৰ ভাণ্ডাৰ সংস্কৃত ভাষা শিক্ষাৰ ব্যৱস্থা কিদৰে হ'ব পাৰে সেই সমস্যাও এই বাবে জটিলতৰ হৈ গৈছে। সংস্কৃত ৰাষ্ট্ৰভাষা হ'লে হয়তো এই সমস্যা সৰল হৈ উঠিলহেঁতেন; কাৰণ সংস্কৃত ভাষা শিক্ষাৰ আগ্ৰহ আৰু সংস্কৃত ভাষাত ৰচিত গ্ৰন্থ অধ্যয়নৰ পিপাসা বিশ্বৰ সকলো উন্নত দেশতে জাগি উঠিছে। কম সময়ৰ ভিতৰতে একমাত্ৰ সংস্কৃত ভাষাই ইংৰাজী ভাষাৰ স্থান অধিকাৰ কৰিব পাৰিলেহেঁতেন। ভাৰতবৰ্ষৰ ঐতিহ্য বৈশিষ্ট্য আৰু জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা ৰক্ষা কৰিবলৈ সংস্কৃত ভাষা অধ্যয়ন কৰা অপৰিহাৰ্য্য। দ্বৈভাষিক বা ত্ৰৈভাষিক সূত্ৰ গ্ৰহণ কৰিও সংস্কৃত শিক্ষাৰ স্থান প্ৰাথমিক শিক্ষাৰ পাছত থকাটো নিতান্ত বাঞ্ছনীয়। সুখৰ বিষয়, সংস্কৃত শিক্ষাৰ প্ৰয়োজনীয়তা এতিয়া চৰকাৰ আৰু ৰাইজৰ বহু সংখ্যক শিক্ষাবিদে উপলব্ধি কৰিছে। চৰকাৰী অনুদান আগতকৈ বহু প্ৰকাৰে বঢ়াইছে আৰু সংস্কৃত শিক্ষাক উৎসাহিত কৰিবলৈ যত্নবান হোৱা যেন বুজা যায়। পুৰণি গ্ৰন্থবোৰ উদ্ধাৰ কৰি প্ৰকাশ কৰাত আৰু অনুবাদ সাহিত্যৰ জৰিয়তেও জাতীয় কৃষ্টিৰ পুনৰুজ্জীৱন কৰা ক্ষেত্ৰত উৎসাহ দিয়া যেন বুজা যায়। বিবিধ সমস্যাৰ মাজত সংস্কৃতে যদিও যথাযুক্ত স্থান লাভ কৰিব পৰা নাই, তথাপি সংস্কৃতৰ প্ৰতি পূৰ্ব্বতকৈ অনুৰাগ বঢ়া যেন বুজা যায়। দ্বিভাষাৰ সূত্ৰ বা ত্ৰিভাষাৰ সূত্ৰ যি সূত্ৰকেই গ্ৰহণ নকৰক, দেশৰ যিটো অৰ্থনৈতিক সমস্যা সেই বাস্তৱ সমস্যাৰ সন্মুখীন নোহোৱাকৈ শিক্ষাৰ কৰ্ণধাৰসকল কেনেকৈ থাকিব? শিক্ষাইহে অন্ন, বস্ত্ৰৰ সমস্যা সমাধান কৰিব লাগিব। দ্বৈভাষিক সূত্ৰই ত্ৰৈভাষিক সূত্ৰৰ জটিলতা হ্ৰাস কৰাৰ সমাধানৰ বাটত আগবাঢ়িব পাৰে, কিন্তু দেশৰ অন্ন, বস্ত্ৰৰ সমস্যা সমাধানৰ ক্ষেত্ৰত একো বৰঙণি যোগাব নোৱাৰিব। তদুপৰি বিশ্ববিদ্যালয় বিলাকৰ শিক্ষাৰ মাধ্যম যদি আঞ্চলিক ভাষা হয়, আমাৰ আশঙ্কা হৈছে যে শিক্ষাক্ষেত্ৰত কিছুদিনৰ বাবে এটা বিষম পৰিস্থিতিৰ উদ্ভৱ হ'ব। উপাচাৰ্য্যসকলৰ সন্মিলনত ইংৰাজীকেই বিশ্ববিদ্যালয়বিলাকৰ শিক্ষাৰ মাধ্যম হ'ব লাগে বুলি মত প্ৰকাশ কৰিছে। হিন্দী বা ইংৰাজী বা সংস্কৃত ভাষা যদি বাধ্যতামূলক ভাৱে বিশ্ববিদ্যালয়বিলাকত শিক্ষা দিয়া নহয়, দেশৰ ভিতৰতে বিশ্ববিদ্যালয়বিলাকৰ যোগসূত্ৰ নোহোৱা হ'ব। আনফালে মাতৃভাষাৰ বা আঞ্চলিক ভাষাৰে শিক্ষা দিয়াৰ উপযোগিতাৰ গুৰুত্বত প্ৰকৃত মতভেদ কাৰো থাকিব নোৱাৰে। চীন, ৰাছিয়া আদি দেশতো বিশ্ববিদ্যালয়বিলাকৰ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষাবিলাকহে। কিন্তু সেই দেশবিলাকত ইংৰাজী ফ্ৰেঞ্চ, জাৰ্মান, লেটিন ইত্যাদি ভাষাৰ যিকোনো দুটা ভাষা শিক্ষা কৰা একপ্ৰকাৰ বাধ্যতামূলক।

শিক্ষাবিদসকলে মত প্ৰকাশ কৰা দেখা যায় যে ৭/৮ বছৰৰ পৰা ১২/১৩ বছৰৰ ভিতৰতে ল'ৰা-ছোৱালী ২/৩ টা বিদেশী ভাষা অনায়াসে শিক্ষা কৰিব পাৰে আৰু বয়স বাঢ়িলেহে আন বিদেশী ভাষা শিক্ষা কৰাত টান হৈ পৰে। গতিকে দেখা যায়, ইংৰাজী ভাষা বাদ নিদিয়াকৈও আঞ্চলিক ভাষাৰ মাধ্যমত বিশ্ববিদ্যালয়ৰ শিক্ষা সফল হ'ব পাৰে; অৱশ্যে উপযুক্ত পাঠপুথি ৰচনা কৰা আৱশ্যক আৰু সুচিন্তিত পাঠ্যক্ৰম স্থিৰ কৰা অতি প্ৰয়োজনীয় কথা। পাঠ্যক্ৰম কঠিন বা ভাৰবাহী হ'লেই যে শিক্ষা ভাল হ'ব পাৰে তেনে নহয়, সহজ আৰু লঘু পাঠ্যক্ৰমৰ মাধ্যমতে শিক্ষা ভাল হ'ব পাৰে। ইতিপূৰ্ব্বে কলিকতা বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰম সহজ আৰু লঘু আছিল আৰু সেই পাঠ্যক্ৰমৰ মাধ্যমতে বিশিষ্ট বৈজ্ঞানিক, সাহিত্যিক, বুৰঞ্জীবিদ, অৰ্থনীতিবিদ বা প্ৰত্নতাত্ত্বিকৰ উদ্ভৱ হৈছিল।

তৃতীয় সমস্যা হৈছে যে শিক্ষানুষ্ঠানবিলাকৰ মান নিৰ্ণয় কৰি বিশেষকৈ প্ৰাইমাৰী স্কুলবিলাকৰ মান নিৰ্ণয় কৰি উচ্চ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক শিক্ষাৰ অনুষ্ঠানবোৰ পুনৰ্গঠন কৰা। গান্ধীজীয়ে কৈছিল যে আমাৰ প্ৰাইমাৰী স্কুলবিলাকৰ মান হ'ব লাগে বৰ্ত্তমান চলিত হাইস্কুলবিলাকৰ সমান — ইংৰাজী শিক্ষাক বাদ দি, কিন্তু দেশত শিক্ষানীতি সেই বাটেদি গতি কৰা নাই। চতুৰ্থ মানতে ইংৰাজী শিক্ষা আৰম্ভ কৰা হয় আৰু প্ৰাইমেৰী স্কুলৰ শিক্ষাৰ মান তৃতীয় শ্ৰেণী পৰ্য্যন্তহে। ছাত্ৰবৃত্তি আৰু মাইনৰ স্কুলবিলাকৰ অৱস্থান বিসদৃশ হৈ আছে। চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ শ্ৰেণীলৈ হাইস্কুল বিলাকৰ যি পাঠ্যক্ৰম সেই পাঠ্যক্ৰম মাইনৰ স্কুলবিলাকত আছে আৰু সেয়েহে এই স্কুলবিলাক ক্ৰমে হাইস্কুলবিলাকত পৰিণত হ'বলৈ প্ৰয়াস পায়। আনফালে প্ৰাইমেৰী শ্ৰেণীবিলাকেৰে সৈতে মাইনৰ স্কুলবিলাকৰ নিচিনাকৈ চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ শ্ৰেণী কেইটিলৈ ছাত্ৰবৃত্তি স্কুলবিলাক চলি আছে। ছাত্ৰবৃত্তি স্কুলবিলাকত ইংৰাজী সোমাই দিয়াৰ পৰা এই স্কুলবিলাকৰ মান মাইনৰ স্কুলবিলাকৰ মানৰ সমপৰ্য্যায়ৰ হৈছে। ওখ সাহিত্য আৰু ওখ গণিত বুলি দুটা বিষয় থাকিলেও পূৰ্ব্বৰ ছাত্ৰবৃত্তি স্কুলবিলাকৰ মান আজি ৰক্ষিত হোৱা নাই। এইখিনি পাৰ্থক্যৰ মূল্য আগেয়ে যিমান আছিল — এতিয়া সিমান নাই। ছাত্ৰবৃত্তি স্কুলবিলাক প্ৰাথমিক শিক্ষাৰ উচ্চতৰ শিক্ষানুষ্ঠান বুলি ধৰা হৈছিল আৰু এতিয়াও ধৰা হয়। পূৰ্ব্বে তাত ইংৰাজী শিক্ষাৰ ব্যৱস্থা নাছিল, এতিয়া তাতে ইংৰাজী শিক্ষাৰ ব্যৱস্থা কৰা হৈছে। মাইনৰ স্কুলবিলাকত ইংৰাজী শিক্ষা দিয়া হৈছিল কাৰণে সেই স্কুলবিলাক হাইস্কুলৰ অঙ্গ বুলি ধৰা হৈছিল। আকৌ পূৰ্ব্বৰ — মাইনৰ স্কুলবিলাকত মাছুল দিব লাগিছিল আৰু ছাত্ৰবৃত্তি স্কুলবিলাকত মাছুল নাছিল। ছাত্ৰবৃত্তি স্কুলবিলাকতো এতিয়া বিনা মাছুলে ইংৰাজী পঢ়িব পাৰে। পূৰ্ব্বৰ শিক্ষানীতিবোৰ দেশৰ যি পৰিস্থিতিত গৃহীত হৈছিল, দেশত এতিয়া সেই পৰিস্থিতি নাই। সেইবাবে স্কুলবিলাকৰ পুনৰ্গঠন আৱশ্যক হৈছে।

সুখৰ বিষয়, চৰকাৰৰ ফালৰ পৰা এই বিষয় চিন্তা কৰিছে আৰু দহ বছৰৰ ভিতৰত স্কুলীয়া শিক্ষা সাং কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিব খুজিছে।

আমাৰ মতে বৰ্ত্তমান অষ্টমমান শ্ৰেণীলৈকে শিক্ষাৰ যি মান সেই মান প্ৰাইমাৰী শিক্ষাৰ মান হোৱা উচিত আৰু এই শিক্ষা বিনা মাছুলীয়া আৰু বাধ্যতামূলক হোৱা উচিত।

প্ৰথমতঃ সেইবাবে বৰ্ত্তমান স্কুলবিলাকৰ পুনৰ্গঠনেই হৈছে মূল কথা আৰু এই পুনৰ্গঠন বেছি জটিলো নহয়। আমি ভাবো যে ষষ্ঠমানলৈকে থকা স্কুলবিলাকত অষ্টম মানলৈকে থকাৰ ব্যৱস্থা কৰিব লাগিব। মাইনৰ স্কুলবিলাকত যেনেকৈ অষ্টম মানলৈকে থকাৰ ব্যৱস্থা কৰিব লাগিব, তেনেকৈ তাৰ লগতে ওচৰতে থকা প্ৰাইমাৰী স্কুল এখন লগ লগাই দিব লাগিব। উদ্দেশ্য হ'ব লাগিব যে যেতিয়ালৈকে আটাইবোৰ প্ৰাইমাৰী স্কুলকে অষ্টমমান শ্ৰেণীলৈকে উন্নীত কৰিব পাৰা নাযাব, তেতিয়ালৈকে প্ৰাইমাৰী স্কুলবিলাকৰ পুনৰ্গঠন সম্পূৰ্ণ নহ'ব। অৱশ্যে চাব লাগিব যে একে সময়তে যাতে প্ৰাইমাৰী স্কুলবোৰ সমপৰ্য্যায়ত আনিবৰ যত্ন কৰা নহয়। তেনে কৰিলে হঠাতে এটা বিশৃঙ্খলা সৃষ্টি হোৱাৰ সম্ভাৱনা আছে। আনফালে হাইস্কুল আৰু হায়াৰ চেকেণ্ডাৰী স্কুলবিলাকৰ অষ্টমমান শ্ৰেণীৰ পৰা তলৰ শ্ৰেণীবিলাক বিভাগ কৰি এজন বেলেগ প্ৰধান শিক্ষকৰ তলত ৰাখি মাইনৰ স্কুলবিলাকৰ সমপৰ্য্যায়ত আনিব লাগিব আৰু সুবিধা বুজি প্ৰাইমাৰী স্কুল একোখন লগ লগাই দিব লাগিব। নতুন স্কুলঘৰৰ সমস্যা তেতিয়া সিমান জটিল হৈ নপৰিব আৰু হাইস্কুলবিলাকত নৱম আৰু দশম শ্ৰেণী আৰু হায়াৰ চেকেণ্ডাৰী স্কুলবিলাকত নৱম, দশম আৰু একাদশ শ্ৰেণী থাকিব। প্ৰত্যেক হাইস্কুলতে ক্ৰমে ক্ৰমে একাদশ শ্ৰেণী খুলিবৰ যত্ন কৰিব লাগিব। আনফালে অষ্টমমান শ্ৰেণীৰ শেষ পৰীক্ষা পাছ হোৱাৰ পাছত ইচ্ছা কৰিলে যাতে কোনো শিল্প-শিক্ষানুষ্ঠানত যোগ দিব পাৰে তাৰ বাবে কিছুমান শিল্প শিক্ষাৰ অনুষ্ঠান (Technical & vocational schools) পাতিব লগিব। এই ব্যৱস্থা শিক্ষা আয়োগে আৰু শিক্ষামন্ত্ৰীসকলৰ সন্মিলনৰ অনুমোদিত নীতি; কিন্তু স্কুলবিলাক পুনৰ্গঠনৰ বাটেদি কাৰ্য্য আৰম্ভ নকৰিলে এই নীতি কাৰ্য্যকৰী কৰি তোলা সম্ভৱ হৈ নুঠিব। পুনৰ্গঠনৰ প্ৰথম পদক্ষেপ হ'ব লাগিব অষ্টমমান শ্ৰেণী পাছ কৰা ল'ৰা-ছোৱালীবিলাকৰ বাবে শিল্প শিক্ষাৰ অনুষ্ঠান পতা। শিল্প শিক্ষাৰ অনুষ্ঠানবোৰ গঢ়ি উঠিলে ওপৰত উল্লেখ কৰা নিয়মে শিক্ষানুষ্ঠানবোৰ পুনৰ্গঠিত কৰা সম্ভৱ হ'ব আৰু পুৰণি ধৰণে নতুন নতুন হাইস্কুল পতা প্ৰথাও বন্ধ হ'ব। তদুপৰি বিশ্ববিদ্যালয়বোৰত ছাত্ৰসংখ্যা যি হাৰত বৃদ্ধি হৈছে, সেই হাৰ হ্ৰাস হৈ আহিব। এই উদ্দেশ্যে কোনো কোনো মাধ্যমিক স্কুল শিল্প শিক্ষাৰ অনুষ্ঠানত পৰিণত কৰা অনুচিত নহ'ব।

চতুৰ্থ সমস্যা হৈছে স্ত্ৰী শিক্ষা। পুৰুষ আৰু স্ত্ৰীৰ প্ৰকৃতিগত পাৰ্থক্য আছে। এটা পুৰুষ আৰু এগৰাকী স্ত্ৰী লগ লাগিলেহে এটা সম্পূৰ্ণ মানৱ হয়। সেইবাবে হস্তপদাদিৰ কাৰ্য্য যেনেকৈ পৃথক, এই দুইটি অঙ্গৰ (পুৰুষ আৰু স্ত্ৰীৰ) কাৰ্য্যও পৃথক পৃথক। গতিকে শিক্ষা পদ্ধতিও পৃথক পৃথক হ'ব লাগিব। যাৰ বাবে যি কাৰ্য্য নিৰ্দ্ধাৰিত কৰি দিছে — প্ৰকৃতিয়ে আৰু সমাজে, তাক সেই কাৰ্য্যৰ বাবে উপযুক্ত কৰিবলৈ যি ব্যৱস্থা গ্ৰহণ কৰা হয়, সেয়ে শিক্ষাব্যৱস্থা। স্ত্ৰী-পুৰুষৰ অধিকাৰ সদায় সমান হৈ আহিছে। অতীত ভাৰতত বা বৈদিক সংস্কৃতিৰ ভিতৰত স্ত্ৰী-পুৰুষৰ অধিকাৰ সদায় সমান হৈ আছিল; বৰঞ্চ স্ত্ৰীৰ আসন উচ্চতৰহে আছিল। সম-অধিকাৰ থকা যুক্তিত শিক্ষাও সমান ব্যৱস্থাৰে অৰ্থাৎ একে পাঠ্যক্ৰমত যে হ'ব লাগিব তেনে কোনো যুক্তি নাই। স্ত্ৰী সকলেও যে পুৰুষৰ কাৰ্য্যক্ষেত্ৰত পুৰুষৰ দৰে সকলো কাৰ্য্যতে অৱতীৰ্ণ হৈছে — তাৰ দ্বাৰা এইটো স্পষ্ট প্ৰতীয়মান হয় যে স্ত্ৰীশিক্ষাৰ ব্যৱস্থা স্ত্ৰীসুলভ গুণ-প্ৰকৃতি অনুসাৰে হোৱা নাই। স্ত্ৰীশিক্ষাৰ যিটো সমস্যা সেই সমস্যা সুস্থভাৱে মীমাসাং হ'লে পুৰুষৰ শিক্ষাব্যৱস্থাৰ সমস্যা বহু পৰিমাণে সৰল হৈ আহিব। স্ত্ৰী আৰু পুৰুষৰ শিক্ষা একে ঠাচতে গঢ় দিয়া বাবে জাতিৰ উন্নতিত বাধা পৰিছে আৰু সমাজত গাৰ্হস্থ্য জীৱনৰ প্ৰকৃত সুখ-শান্তি বিৰাজ কৰা নাই। সেইবাবে দেশৰ শিক্ষা সমস্যাবোৰ যি দৃষ্টিকোণেৰে চোৱা হৈছে, সেই দৃষ্টিকোণৰ সম্ভাব্য পৰিবৰ্ত্তন ঘটিব লাগে। স্ত্ৰী আৰু পুৰুষে যদি একে শিক্ষাকে লাভ কৰে — গাৰ্হস্থ্য জীৱনত অত্যাৱশ্যকীয় সকলোবোৰ কাৰ্য্যৰ নিপুণতা অৰ্জ্জনত উভয়ৰে ত্ৰুটী থাকি যায়। সেইবাবে গাৰ্হস্থ্য জীৱনৰ পূৰ্ণ সুখ-শান্তি লাভ কৰিবৰ বাবে এজনৰ ত্ৰুটী আনজনে পূৰণ কৰিব পৰা নিপূণতা থাকিব লাগিব। স্ত্ৰী-পুৰুষ উভয়ে চাকৰি কৰিলে ঘৰৰ সৌষ্ঠৱ, শান্তি আৰু পূৰ্ণাঙ্গতা বিৰাজ নকৰে। উভয়ে উভয়ৰ কাৰ্য্যৰ পৰিপূৰকতা আনিব পাৰিলেহে গাৰ্হস্থ্য জীৱন সুখৰ আৰু শান্তিৰ হ'ব পাৰে। সকলো ব্যৱস্থাৰে ব্যতিক্ৰম সদায় থাকে আৰু থাকিব। পুৰুষৰ কাম স্ত্ৰীয়ে কৰে·আৰু স্ত্ৰীৰ কামো পুৰুষে কৰে; কিন্তু পুৰুষৰ শাৰীৰিক অৱয়ব আৰু স্ত্ৰীৰ শাৰীৰিক অৱয়বত যেনেকৈ পাৰ্থক্য আছে, উভয়ৰ প্ৰকৃতিগত চৰিত্ৰতো পাৰ্থক্য আছে। সেইবাবে শিক্ষা ব্যৱস্থাতো পাৰ্থক্য থাকিব লাগে।

পঞ্চম সমস্যা হৈছে শিক্ষানুষ্ঠান বিলাকৰ পৰিচালনাৰ দায়িত্ব কেৱল চৰকাৰৰহে; এনে মনোভাৱ ৰাইজৰ মনৰপৰা আঁতৰ কৰা। চৰকাৰী নীতি ৰূপায়িত কৰাত পৰিচালনা সমিতি বিলাকৰ দায়িত্ব অতি গধূৰ। বৰ্ত্তমান অৱস্থাত পৰিচালনা সমিতিবোৰে যথাযথ ভাৱে কাৰ্য্য সম্পাদন কৰাত ত্ৰুটী দেখা গৈছে। পৰিচালনা সমিতিবোৰ গঠন কৰাত চৰকাৰৰ মনোনীত সদস্য সংখ্যা সৰহ থকা বাবে আৰু ৰাইজৰ নিৰ্ব্বাচিত সদস্য সংখ্যা তাকৰ হোৱা বাবে পৰিচালনা সমিতিবোৰে কাৰ্য্য সুকলমে চলাব পৰা নাই। দায়িত্ববোধ পৰিচালনা সমিতিবোৰত যথাযোগ্যভাৱে

গঢ়ি উঠা নাই। বহু ক্ষেত্ৰত চৰকাৰী ধনৰ অপব্যয় আৰু অৱলোপ ঘটিছে। পৰিচালনা সমিতিবোৰ গঠনৰ নিয়ম সলনি কৰিব লাগে। শিক্ষানুষ্ঠানবিলাকত যদি ৰাইজৰ দায়িত্ব থাকে, তেন্তে সদস্যসকলো নিৰ্ব্বাচিত হ'ব লাগে। যদি চৰকাৰৰ সম্পূৰ্ণ দায়িত্ব থাকে তেন্তে আটাইবোৰ সদস্য মনোনীত হ'ব লাগে। ১১/১২ জনৰ ভিতৰত মাত্ৰ ২ জন বা ৩ জন সদস্য নিৰ্ব্বাচিত হোৱাৰ পৰা কোনো লাভ নহয়। শিক্ষা বিভাগৰ মেনুৱেল (Education Departments Rules and Orders) খন পৰিবৰ্ত্তিত, পৰিবৰ্দ্ধিত আৰু সংশোধিত কৰাৰ দিন কেতিয়াবাই উকলিল। বৃটিছ যুগৰ প্ৰৱৰ্ত্তিত শিক্ষা মেনুৱেলখনকে আৱশ্যক অনুযায়ী তাৎকালিক নিয়মৰ পৰিবৰ্দ্ধন কৰি চলাই থকা হৈছে। সুস্থিৰ নীতিৰে নিৰ্দ্দিষ্ট লক্ষ্য আগত ৰাখি এখন নতুন মেনুৱেল ৰচনা কৰা আৱশ্যক হৈ পৰিছে। চলি থকা মেনুৱেলত কোন কৰ্ম্মচাৰীৰ কি কৰ্ত্তব্য তাক পৰিষ্কাৰ ভাৱে লিপিবদ্ধ কৰা হোৱা নাই। ৰাইজৰ ফালৰপৰা এই সম্পৰ্কে দাবী উত্থাপিত হোৱা উচিত আৰু চৰকাৰৰ ফালৰ পৰাও ইয়াৰ সংস্কাৰ কৰাৰ কৰ্ত্তব্য বুজা উচিত। বিশেষকৈ কোনজন স্কুল-পৰিদৰ্শকৰ কি কাম আৰু কেনেদৰে কৰা উচিত, তাক নিয়মৰ অন্তৰ্ভূক্ত কৰা উচিত। পৰিদৰ্শক সকলক মাজে সময়ে পৰিদৰ্শন পদ্ধতি শিক্ষা দিয়াৰ বা প্ৰশিক্ষণ দিয়াৰ আৱশ্যকতাও আছে। তাৰ ব্যৱস্থা কৰিবলৈ চৰকাৰে যত্ন কৰা উচিত।

আটাইতকৈ গুৰুতৰ সমস্যা হৈছে — শিক্ষাই ছাত্ৰ-ছাত্ৰীসকলৰ সুচৰিত্ৰ গঠন কৰি দিব লাগিব। সম্প্ৰতি সামাজিক পৰিবেশ যিটো হৈছে, জাতীয় চৰিত্ৰৰ মান যি স্তৰলৈ নামি গৈছে, ব্যক্তিৰ আত্মকেন্দ্ৰিক মনোভাৱ যিমান দূৰ প্ৰসাৰ লাভ কৰিছে, পাৰস্পৰিক হিংসা, কুৰ্চ্চুট, কপটতা আৰু পৰশ্ৰীকাতৰতা জাতীয় জীৱনৰ প্ৰত্যেক স্তৰতে যেনেকৈ অনুপ্ৰৱেশ কৰিছে, তাৰ উদাহৰণ দিবলৈ গ'লে যেনে শ্ৰুতিকটু হয়, তেনে আক্ষেপৰ বিষয় হয়। পথাৰৰ পকা ধান ৰাতি মানুহে চুৰ কৰি কাটি লয়, আলুখেতিৰ পৰা আলুশস্যৰ সম্পূৰ্ণকৈ উৎপাদন হোৱাৰ আগতে যেনেকৈ সমস্ত আলু ৰাতি তুলি লৈ যায়, বাৰীৰ তামোল-পাণ, নাৰিকল, আম, কঠাল আৰু শাক-পাচলিৰ উৎপাদন অৱৰক্ষণ কৰা যিমান কঠিন হৈ পৰিছে — তাৰ দ্বাৰা মানুহৰ শ্ৰমলব্ধ ফল উপভোগ কৰাত বাধা পৰিছে আৰু সেইবাবে বহুতো মানুহ নিৰুৎসাহ হৈ পৰিছে। আইনৰ শাসনৰ দ্বাৰা জাতীয় চৰিত্ৰৰ এনে অধঃপতনত বাধা দিয়া যেনে অসম্ভৱ যেন দেখা যায়, আইনৰ শাসন প্ৰয়োগ কৰাতো তেনে দুৰ্নীতি পৰিলক্ষিত হয়। সেইবাবে স্কুল-কলেজৰ শিক্ষাৰ মাধ্যমত যদি নৈতিকতাৰ শিক্ষা দিব নোৱাৰি, প্ৰশাসনীয় ক্ষেত্ৰৰ পৰা দুৰ্নীতি দূৰীভূত কৰি, দুষ্টৰ দমন শিষ্টৰ পালন এই চিৰন্তন প্ৰশাসনীয় নীতি মৃতপ্ৰায় অৱস্থাৰ পৰা সঞ্জীৱিত কৰি তুলিব নোৱাৰি, তেন্তে শিক্ষাৰ কোনো আঁচনিয়ে বাঞ্ছিত ফল দিব নোৱাৰিব — ই ধ্ৰুব নিশ্চয়।

ইতিপূৰ্ব্বে পৃথিৱীৰ বিভিন্ন দেশত য'তবোৰ ৰাজনৈতিক আৰু সামাজিক বিপ্লৱ সংঘটিত হৈছে — তাৰ এটি শেষ সমাধান হোৱাৰ প্ৰমাণ পোৱা যায়; কিন্তু বৰ্ত্তমান বিপ্লৱ বিলাকৰ শেষ সমাধান ক'তো পোৱা নাযায়। তাৰ প্ৰধান কাৰণ হৈছে — মনুষ্যৰ সমাজত নৈতিকতাৰ আদৰ্শৰ মূল্য নোহোৱা হৈছে— নৈতিকতাৰ পটভূমিত কোনো সমাজ গঢ়ি নুঠে।

সেইবাবে শিক্ষা ক্ষেত্ৰত এই দিশটোলৈ বিশেষকৈ মনোযোগ দিবৰ আৱশ্যক হৈছে। শিক্ষানীতিয়ে সামাজিক পৰিস্থিতিৰ উন্নতি সাধনত সহায় কৰিব লাগিব আৰু সমাজত পাৰস্পৰিক সহানুভূতি পুনৰুজ্জীৱিত কৰিব পাৰিলেহে সমাজবাদ প্ৰতিষ্ঠাত সহায় হ'ব।

**শিক্ষাৰ মান উন্নয়ন**

বৰ্ত্তমান শিক্ষাৰ যি অৱনতি ঘটিছে তাৰ প্ৰধান কাৰণ হৈছে স্কুলত ল'ৰা-ছোৱালীবিলাকৰ বিষয় শিক্ষাত যি পৰিমাণে অনুশীলন (Practice বা Drilling) হ'ব লাগে, সেই পৰিমাণে অনুশীলন নহয়। উদাহৰণ স্বৰূপে ক'ব পাৰি যে ব্যাকৰণ শিক্ষাৰ সময়ত পাঠ্য পথিত অনুশীলন কৰিবলগীয়া যিবোৰ পাঠ দিয়া হয়, সেইবোৰ মুঠেও কৰোৱা নহয়। কৰালেও আংশিক ভাৱে কৰোৱা হয়। শিক্ষকসকলে চাই সংশোধন কৰি আলোচনা নকৰে। জ্যামিতিৰ কৰিবলগীয়া অনুশীলনাত্মক পাঠবোৰৰ পৰা ৰাইডাৰবোৰ (riders) নকৰায়। উপপাদ্য বা সম্পাদ্যবোৰৰ মূল-সূত্ৰবোৰ ছাত্ৰ-ছাত্ৰীৰ মনত পৰিষ্কাৰ হৈ নুঠে। মুখস্থও ভালদৰে নকৰে। মূল সূত্ৰবোৰৰ প্ৰয়োগ ক'ত কেনেকৈ কৰিব লাগে তাকো নবুজে। পাটীগণিত বা বীজগণিতৰ পৰা যথেষ্ট পৰিমাণে অঙ্ক নকৰায়। ঘৰত কৰিবলৈ দিয়া অঙ্কবোৰ চাই দিয়া নহয়। ইংৰাজী বিষয় শিক্ষা দিওঁতে অনুবাদ শিক্ষাৰ প্ৰথি যথেষ্ট পৰিমাণে জোৰ দিয়া নহয়। জতুৱা ঠাঁচবোৰ (Idioms and Phrases) শিকাবলৈ যত্ন কৰা নহয়। মুঠৰ ওপৰত কোনো বিষয়কে প্ৰণালীবদ্ধ ভাৱে শিক্ষা দিয়া নহয়। সেইবাবে তলৰ শ্ৰেণীবোৰত শিক্ষাৰ ত্ৰুটী থাকি যায়। ফলত দেখা যায় ওপৰ শ্ৰেণীবোৰত পাঠ্যপুথিৰ পাঠবোৰ ভালদৰে বুজি নাপায়। পৰীক্ষাৰ কাৰণে বাছি বাছি প্ৰশ্নৰ উত্তৰ মুখস্থ কৰে আৰু প্ৰকৃত জ্ঞান সিহঁতৰ কোনো বিষয়তে নহয়। পাঠ্য তালিকা আৰু বছৰটোৰ কাৰ্য্যদিনৰ সামঞ্জস্য নথকাত বহু পাঠ অপঠিত হৈ থাকি যায়। তাৰ ফলত শেষ পৰীক্ষাত বহু ছাত্ৰ-ছাত্ৰী ফেল হয়। এই অৱস্থাৰ উন্নতি কৰিব লাগিলে পাঠ্য তালিকা কিছু কমাব লাগিব আৰু বিষয় শিক্ষা খৰচি মাৰি দিব লাগিব। ঘৰত আৰু শ্ৰেণীত লিখা কামৰ মাত্ৰা বঢ়াব লাগিব।

শিক্ষাদান পদ্ধতি, পাঠ্য তালিকা, কাৰ্য্যদিনৰ হিচাব আৰু শ্ৰেণীৰ মানৰ পৰস্পৰ সামঞ্জস্য নোহোৱা হৈছে। সেই সামঞ্জস্য অনাটোৱেই হৈছে শিক্ষাৰ

মান উন্নয়নৰ প্ৰথম সমস্যা। তাকে নকৰি প্ৰশ্ন কাকতৰ ধৰণ পৰিবৰ্ত্তন কৰিলে ফেল কৰাৰ সংখ্যা বাঢ়িবহে — নকমে। গোটেই সমস্যাটো পৰীক্ষা কৰি চাব লাগিব — এই চাৰিটা কথাৰ বিশ্লেষণ কৰি। তাকে নকৰি বিভিন্ন ধৰণে চিন্তা কৰিলেও বা বিভিন্ন আলোচনা চক্ৰ (Seminar) পাতিলেও শিক্ষাৰ মান উন্নয়ন নহ'ব। পৰীক্ষাত ফেল কৰা সংখ্যা কমিলেও প্ৰকৃত মান উন্নয়ন নহ'ব; কাৰণ শিক্ষাদানত মূলগত অসামঞ্জস্য থাকি যাব — যদিহে এই চাৰিটা বিষয়ত সমন্বয় ৰক্ষা কৰা নহয়। ●

# আগে কাম পাছতহে লেখা-পঢ়া

কৰ্ম্ম-কেন্দ্রিক শিক্ষাদানৰ প্রথম উদ্যোক্তা পাশ্চাত্য শিক্ষাবিদ্ জন হেন্‌ৰী পেষ্টালঝ্‌জীৰ (John Henry Pestalozzi) জন্ম হৈছিল খৃঃ ১৭৪৬ চনত আৰু মৃত্যু ঘটিছিল ১৮২৭ খৃষ্টাব্দত। এই গৰাকী শিক্ষাবিদৰ জীৱন কাহিনী বৰ দুখ লগা। চুইজাৰলেণ্ডৰ জুৰিক্ (Zurich) চহৰত এওঁৰ জন্ম হৈছিল। এওঁৰ ৫ বছৰ বয়সতে পিতৃ ঢুকায়। তেওঁক আৰু তেওঁৰ এজনা ককায়েকক আৰু এজনী ভনীয়েকক তেওঁৰ মাতৃয়ে অশেষ দুখ কষ্ট ভুগি লালন-পালন কৰিছিল। সহায় আছিল তেওঁলোকৰ এজন ভৃত্য যিজন ভৃত্যাক মৃত্যুৰ সময়ত তেওঁৰ পিতাকে "এই তিনিজন ভাই-ভনীক গতাই দিছিল আৰু ভৃত্যজনেও, যাৰ নাম আছিল বেবেলি (Babeli) প্রভুৰ পৰিয়ালৰ লগত থাকিম বুলি প্রতিশ্রুতি দিছিল। পিতৃহীন হ'লেও পৰিয়ালটোৰ পৰিবেশ পেষ্টালঝ্‌জীৰ কাৰণে বৰ স্নেহময় আছিল; গতিকে বুদ্ধিৰ বিকাশতকৈ পেষ্টালঝ্‌জীৰ অনুভূতি প্রৱণতাৰ বিকাশ বেছি হৈছিল। সেইবাবে পেষ্টালঝ্‌জী যেতিয়া স্কুললৈ যায়, তেতিয়া স্কুলৰ ছাত্র-ছাত্রীবিলাকে আৰু শিক্ষকসকলে তেওঁক এটা নিৰ্বোধ শিশু বুলি ধৰি লৈছিল আৰু নিৰ্বোধ শিশু হিচাবে তেওঁ সকলোৰে হাঁহিয়াতৰ পাত্র হৈ উঠিছিল; কিন্তু কিছুমান দিনৰ পাছতে পেষ্টালঝ্‌জীৰ অনুভূতি প্রৱণ অন্তৰৰ উদাৰতা আৰু নিঃস্বাৰ্থতা সম্পৰ্কে যেতিয়া সকলোৱে বুজি পালে তেতিয়া তেওঁৰ প্রতি সকলোৰে সদ্‌ভাৱ প্রকাশ পাবলৈ ধৰিলে। এবাৰ ভূমিকম্প হোৱাত শিক্ষক আৰু ছাত্র-ছাত্রীসকলো বিলাকে স্কুলৰ পৰা ওলাই লৰি গুচি গৈছিল আৰু লগৰ ছাত্র-ছাত্রীবিলাকে স্কুলৰ পৰা সিহঁতৰ মূল্যবান সামগ্রীবোৰ গোটাই নিবলৈ পেষ্টালঝ্‌জীক ঘূৰাই পঠাইছিল। পেষ্টালঝ্‌জীয়ে আনবিলাকৰ দৰে কাকো ভয় শঙ্কা নকৰি ঘূৰি গৈ সকলোখিনি গোটাই আনিছিল। এই ঘটনাৰ পৰা তেওঁ সকলোৰে প্রিয়পাত্র হৈ উঠিছিল। বন্ধৰ সময়ত জুৰিক চহৰৰ পৰা তিনি মাইল আঁতৰত এখন গাৱঁত তেওঁ তেওঁৰ ককাকৰ লগত থাকিছিল। তেওঁৰ ককাক আছিল এজন গাৱঁলীয়া ধৰ্ম্মযাজক; সেই সম্পৰ্কত গাৱঁৰ মানুহবিলাক প্রায়েই তেওঁৰ ওচৰলৈ আহিছিল। পেষ্টালঝ্‌জীয়ে এই সুযোগতে গাৱঁৰ মানুহবিলাকৰ অৱস্থাৰ কথা বুজিব পাৰিছিল আৰু সেয়ে তেওঁৰ শিক্ষাৰ বাবে এটা প্রধান সুযোগ আছিল, সেই কথা তেওঁ পাছত অনুভৱ কৰিছিল। ভাল মানুহৰ পৰা ভাল উপদেশ পালে আৰু ধৰ্ম্মৰ কথা শুনিলে যে শিশুৰ মনত ইশ্বৰ ভক্তি উদয় হয় এই তত্ত্ব তেওঁ তেওঁৰ ককাকৰ জীৱনাদৰ্শৰ পৰা উপলব্ধি কৰিব পাৰিছিল। সেইবাবে সেই বয়সত তেওঁ ধৰ্ম্মযাজক

হোৱাৰ বাঞ্ছা হৃদয়ত পোষণ কৰিছিল। এই বাসনা বাল্যকালৰ আছিল যদিও ইয়াৰ পৰাও পেষ্টালঝ্‌জীৰ উদাৰ আৰু সৰল মনৰ পৰিচয় পোৱা যায়।

চুইজাৰলেণ্ডৰ ক্ষুদ্ৰ বিশ্ববিদ্যালয়টিত তেতিয়া যিখিনি ছাত্ৰই অধ্যয়ন কৰিছিল সেই ছাত্ৰ সমাজৰ মাজত পেষ্টালঝ্‌জী এজন সাধাৰণ বা নগণ্য ছাত্ৰ হিচাবে থকা নাছিল। আনপক্ষে সেই সময়ত জ্ঞানবুদ্ধি আৰু নৈতিকতা বিকাশৰ ক্ষেত্ৰও যথেষ্ট বহল হৈ আহিছিল। সেই সময়ত পেষ্টালঝ্‌জীৰ স্থান যথেষ্ট ওপৰত আছিল। তেওঁৰ জীৱনৰ আগডোখৰ সময়ত লিখা ৰচনাৱলীৰ পৰা বুজা যায় যে তেওঁ এজন উচ্চাকাঙ্খী লোক আছিল। ১৯ বছৰীয়া ডেকা এজনৰ প্ৰাণত উচ্চ আকাঙ্খাই স্বাভাৱিকতে খেলা কৰে। সেই ১৯ বছৰ বয়সতে পেষ্টালঝ্‌জীয়ে যিবোৰ ইচ্ছা আকাঙ্খাৰ কথা প্ৰকাশ কৰিছিল তাৰ বিৰুদ্ধে কাৰো একো আপত্তি কৰিবৰ অৱকাশ নাছিল। এই বয়সতে তেওঁ আন আন নানা প্ৰকাৰ উচ্চ ভাৱৰ আকাঙ্খা প্ৰকাশ কৰাৰ লগতে কৈছিল যে কোনো এজন শিক্ষাবিদে শিক্ষাৰ এনে প্ৰকাৰ নীতি উদ্ভাৱন কৰা উচিত যি নীতিৰে সৰ্বসাধাৰণ লোকে শিক্ষা লাভ কৰিব পাৰে আৰু এনে কিছুমান সদাশয় লোকে সেই নীতিবোৰ নিজ খৰচত ছপাই বিনামূল্যে নাইবা নামমাত্ৰ মূল্যত ৰাইজৰ ওচৰত বিতৰণ কৰি দিয়া উচিত। গীৰ্জাৰ ধৰ্ম্মযাজক সকলক মুদ্ৰিত সেই কিতাপবোৰ দিলে তেওঁলোকে গাৱঁৰ ল'ৰা-ছোৱালীৰ পিতৃ-মাতৃক বিতৰণ কৰি দিব পাৰে। এইদৰে ধৰ্ম্মজ্ঞান দিয়াৰ লগে লগে শিক্ষা বিস্তাৰৰো কাম হ'ব পাৰে।

সেই সময়ত ন্যস্তস্বাৰ্থ কিছুমান লোকে জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰ হোৱাটো ইচ্ছা নকৰিছিল। সেইবাবে তেওঁ মেমোৰিয়েল (Memorial) নামৰ এখন সাপ্তাহিক কাকতত প্ৰবন্ধ লিখিছিল। সেই পত্ৰিকাত জনসাধাৰণৰ উন্নতি বিষয়ক কথাবোৰৰ আলোচনা হৈছিল বাবে ন্যস্ত স্বাৰ্থ লোকসকলৰ প্ৰৰোচনাত সেই পত্ৰিকাখন বন্ধ কৰি দিয়া হৈছিল। পেষ্টালঝ্‌জীয়ে এইটো এটা নিছক্ নিপীড়ন বুলি গণ্য কৰিছিল। মূক জনসাধাৰণক শিক্ষাৰ স্বাভাৱিক সা-সুবিধাৰ পৰা বঞ্চিত নকৰি ন্যস্ত স্বাৰ্থ লোকসকলে জনসাধাৰণৰ লগত পাৰস্পৰিক সম্বন্ধ স্থাপন কৰিবৰ বাবে জনগণৰ লগত সমানে মিলা-মিচা কৰিলেহে তেওঁলোকৰ স্থান আৰু মান ৰক্ষিত হ'ব — এই সূত্ৰত তেওঁ সেই পত্ৰিকাত প্ৰবন্ধ লিখিছিল। এই বয়সত তেওঁ ধৰ্ম্মীয় জ্ঞানৰ বাবে ধৰ্ম্ম শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু ক্ৰমে আইন শাস্ত্ৰ পঢ়িবলৈ ধৰে। তাৰ অলপ দিন পাছতে তেওঁ ৰুছোৰ (Rousseau) দৰ্শনৰ লগত পৰিচিত হয় যে মানুহে সৰল আৰু সাধাৰণ ভাৱে স্বাভাৱিক জীৱন-যাপন কৰিবৰ সুবিধা পাব লাগে। ৰুছোৰ ৰচনাবোৰ পঢ়ি তেওঁ নিজৰ লিখা ৰচনাবোৰ পুৰি পেলালে আৰু সাধাৰণ খেতিয়কৰ জীৱন আৰম্ভ কৰিলে। সেই সময়ত এজন ৰাজনীতিজ্ঞ পুৰুষে নতুন নতুন পদ্ধতি অৱলম্বন কৰি কৃষি কাৰ্য্য

কৰিছিল। তেওঁৰ ওচৰত তেওঁ কৃষি কাৰ্য্য ভালদৰে শিক্ষা কৰিলে।

এই সময়ৰ ভিতৰতে তেওঁ পৰিণয় সূত্ৰত আৱদ্ধ হ'বলগীয়া হোৱাৰ পৰিস্থিতিৰ উদ্ভৱ হ'ল। বিবাহ হোৱাৰ পূৰ্ব্বে তেওঁ তেওঁৰ প্ৰেমিকালৈ এখন পত্ৰ দিলে যিখন পত্ৰত তেওঁ নিজৰ দোষবোৰৰ কথাহে উল্লেখ কৰিলে। তাৰ উদ্দেশ্য আছিল তেওঁৰ প্ৰেমিকাক তেওঁৰ বিষয়ে আগধৰি সাৱধান কৰি দিয়া। সাধাৰণতঃ তেওঁৰ বন্ধুবান্ধৱ আৰু আন আন প্ৰতিবেশীয়ে তেওঁক যিবোৰ দোষৰ কথা কৈ সকিয়াই দিছিল সেইবোৰ দোষৰ কথা তেওঁ অকপটে সেই চিঠিত বিবৃত কৰিলে। তেওঁ লিখিলে — হে মৰমী! মোৰ পৰৱৰ্ত্তী জীৱনত যিবোৰ সমস্যাই দেখা দিব তাৰ ভিতৰত হৈছে ভৱিষ্যত জীৱনৰ বাবে সংস্থানহীনতা, ব্যক্তিগত অসাৱধানতা আৰু মোৰ ভৱিষ্যত জীৱনত উদ্ভৱ হ'বপৰা অপ্ৰত্যাশিত ভাগ্য বিপৰ্য্যয়ত মোৰ উপস্থিত বুদ্ধিৰ অভাৱ। শিষ্টাচাৰ-সঙ্গত স্বভাৱ আৰু ব্যৱহাৰো মোৰ শৰীৰত নাই। মোৰ ব্যৱহাৰ তেনেই পোনপটীয়া আৰু সৰল। কপটতা নাই। সেইবুলি মোৰ প্ৰিয়াৰ প্ৰতি মোৰ স্বাভাৱিক প্ৰেম আৰু মৰমৰ ত্ৰুটী কেতিয়াও নাথাকিব আৰু কৰ্ত্তব্যজ্ঞানো সদায় থাকিব। মোৰ প্ৰিয়া হ'ব মোৰ অন্তৰৰ অতি বিশ্বস্ত বান্ধৱী আৰু সকলো প্ৰকাৰ গোপন পৰামৰ্শৰ অংশ-ভাগিনী। মোৰ ঘৰখনত বিৰাজ কৰিব এটা মহান আৰু স্বাভাৱিক সৰলতাৰ পৰিবেশ। ইয়াৰ উপৰিও আন এটি কথা আছে — সেইটো হৈছে মোৰ জীৱনত জটিলতাপূৰ্ণ বহু সমস্যাই দেখা দিব আৰু বহু প্ৰকাৰ সমস্যাপূৰ্ণ কাৰ্য্য পদ্ধতি মই জীৱনত গ্ৰহণ কৰিব লগা হ'ব পাৰে। কিন্তু সৰ্বোপৰি বিৰাজ কৰিব মোৰ জীৱনটো দেশ মাতৃকাৰ সেৱাত আৱদ্ধ ৰখাটো মোৰ দৃঢ়পণ আৰু সেয়ে হ'ব মোৰ জীৱনৰ দৃঢ়ব্ৰত। দেশবাসীৰ কাৰণে হিতকৰ বাক্য যদি মই কৱলগীয়া হওঁ কোনো মানুহৰ ভয়ত তাক মই নোকোৱাকৈ নাথাকিম। মোৰ দেশৰ মানুহৰ কল্যাণৰ কাৰণে মোৰ যথাসৰ্ব্বস্ব ত্যাগ কৰিবলৈও মই সাজু থাকিম। এনেবোৰ পৰিস্থিতিত মোৰ শক্তি কিমান সীমিত হ'ব পাৰে আৰু ভৱিষ্যত বিপদ কিমান হ'ব পাৰে সেই কথা এতিয়াই সম্পূৰ্ণণ ভাৱে কল্পনা কৰি স্থিৰ কৰা সম্ভৱ নহয়। হে প্ৰিয়তমে! মোৰ ভৱিষ্যৎ আশা-আকাঙ্খা আৰু মোৰ ব্যক্তিগত চৰিত্ৰৰ বিষয়ে তোমাক পৰিষ্কাৰ ভাৱে সকলো কথা বুজাই দিলো। তুমি গভীৰ ভাৱে চিন্তা কৰি চাবা। এইখিনি কথা তোমাক বুজাই দিয়া মোৰ কৰ্ত্তব্য। ইয়াৰ দ্বাৰা যদি মোৰ প্ৰতি তোমাৰ শ্ৰদ্ধা আৰু ভালপোৱা কমিও যায়, তথাপি মোৰ আন্তৰিকতাৰ পৰিচয় দিয়া বাবে নিশ্চয় তুমি ইয়াৰ যথোপযুক্ত মূল্য দিবা আৰু মোৰ বিষয়ে তুমি নিশ্চয় কোনো প্ৰকাৰ নিম্নতৰ ধাৰণা পোষণ নকৰিবা যিহেতুকে মোৰ চৰিত্ৰ আৰু আশা-আকাঙ্খাৰ বিষয়ে তোমাৰ নজনা কোনো সুবিধা মই গ্ৰহণ কৰিব খোজা নাই।

পেষ্টালজ্জীৰ প্ৰেমিকা গাভৰু নাৰীগৰাকীয়ে এই চিঠিৰ উপযুক্ত উত্তৰ

দিছিল — এই মহত্ত্বই আৰু চৰিত্ৰৰ এনেধৰণৰ মৰ্য্যাদাই মোৰ অন্তৰ স্পৰ্শ কৰিছে। সমস্তৰৰ মহত্ত্বেৰে তেওঁ পেষ্টালঝ্জীক উৎসাহিত কৰিলে — জীৱনৰ আশা-আকাঙ্খাৰ সংকল্প পূৰণৰ বাবে আৰু ৪৬ বছৰৰ বিবাহিত জীৱন নানা প্ৰকাৰ দুখ-দুৰ্গতি আৰু অভাৱ-অনাটনৰ মাজেদি উভয়ে বিনাদ্বন্দ্বে অকণমানো ক্ষোভ প্ৰকাশ নকৰাকৈ যাপন কৰিলে।

পেষ্টালঝ্জী নতুন উদ্যম আৰু নতুন পদ্ধতিৰে কৃষিকাৰ্য্যত নামিল — ভাগ্য অন্বেষণৰ পথেদি। বেঙ্কৰ পৰা টকা ধাৰ কৰি জমি কিনিলে আৰু শাক-পাঁচলিৰ খেতি আৰম্ভ কৰিলে; লগতে ৰঙা ৰং উৎপাদনকাৰী এবিধ গছ লগালে। ইতিমধ্যে বিবাহো কৰিলে; কিন্তু বেঙ্কে হঠাতে সকলোখিনি টকা উঠাই ল'লে। তাৰ ফলত পেষ্টালঝ্জীৰ সমস্ত পৰিকল্পনা ব্যৰ্থ হ'ল। পেষ্টালঝ্জী আৰ্থিক দুৰ্দ্দশাত পৰিল।

তেওঁৰ কৃষি পৰিকল্পনা যে সফল নহ'ব এনে কোনো প্ৰকাৰ আশঙ্কা হোৱাৰ পূৰ্বেই তেওঁৰ মনত এটা আত্ম-অনুশোচনাই দেখা দিছিল। সেইটো হৈছে যে তেওঁ কৃষিকাৰ্য্যত বেছিকৈ মনোনিবেশ কৰি সম্পূৰ্ণভাৱে জড়িত হৈ পৰিছে আৰু তেওঁ জনসেৱা আৰু দেশসৱাৰ কথা একেবাৰে পাহৰি গৈছে। তেওঁ যেন নিজৰ আৰ্থিক উন্নতিৰ বাবে সকলো শক্তি প্ৰয়োগ কৰিছে। এই আত্মগ্লানি বিশেষকৈ তেওঁৰ মনত পৰিস্ফুট হৈ উঠিল — যেতিয়া তেওঁ এটি পুত্ৰ সন্তান লাভ কৰিলে। শিশুৰ শিক্ষাৰ বিষয়ে পিতৃ-মাতৃ উভয়ৰে মনত এটা উদ্বিগ্নতাই দেখা দিলে। সেই সময়ত দেশৰ কৃষক সমাজৰ দুৰৱস্থাৰ এটা স্পষ্ট ছবি তেওঁৰ মনত ফুটি উঠিল। দুৰ্গত এই কৃষক সমাজক কেনেকৈ উন্নতিৰ পথত আগুৱাই আনিব পৰা যায় এয়ে হ'ল তেওঁলোকৰ মনত উদয় হোৱা প্ৰধান সমস্যা।

পেষ্টালঝ্জীৰ মনত এই সমস্যা সমাধানৰ একমাত্ৰ উপায় উদিত হ'ল — জনসাধাৰণক শিক্ষিত কৰি তোলা। আজি আমি দেখিছোঁ (অকল ভাৰততে নহয় পৃথিৱীৰ আন আন দেশতো) যে শিক্ষিত হোৱা মানে এজন শ্ৰমিক কৃষক বা মজদুৰৰ ল'ৰাই শিক্ষা পাই শ্ৰমিক, মজদুৰ বা কৃষক নহৈ এজন কেৰাণী হয়। শিক্ষাৰ মূল্য ইমানখিনিয়ে। পেষ্টালঝ্জীৰ ধাৰণা তেনে নাছিল। ৰুছোৰ শিক্ষাদৰ্শনে তেওঁক এই ধাৰণাৰ পৰা সম্পূৰ্ণৰূপে মুক্ত কৰি তুলিছিল। কেৱল লিখিব-পঢ়িব পাৰিলেই বা গ্ৰন্থ অধ্যয়ন কৰিব পাৰিলেই শিক্ষা শেষ নহয়। পুথিগত জ্ঞান আহৰণৰ পৰা কৃষক শ্ৰেণী বা নিম্নস্তৰত থকা জনগণ উপকৃত হ'ব নোৱাৰে। সিহঁতে যিটো কথা নাজানে সেইটো কথা জনাৰ পৰা সিহঁতৰ উপকাৰ নহ'ব; আনপক্ষে সিহঁতে যে উপযুক্ত ধৰণে জীৱন-যাপন কৰিব নাজানে অৰ্থাৎ জীৱন-যাপনৰ প্ৰকৃত পদ্ধতি জনাটোৰ পৰাহে আৰু হৃদয়ৰ আবেগ অনুভূতিৰ মাধ্যমত কৰ্ম্ম পদ্ধতি নিৰ্ণয় কৰিব পৰা জ্ঞানেহে সিহঁতক উপকাৰ কৰিব।

কৃষক শ্ৰেণীৰ এই ল'ৰা-ছোৱালীবিলাকক কি ধৰণে শিক্ষা দিব লাগিব? প্ৰথম কথা পেষ্টালঝ্‌জীয়ে কৈছে যে ল'ৰা-ছোৱালীবিলাকে বুজি পাব লাগিব যে সিহঁতক আমি ভাল পাওঁ; সিহঁতৰ প্ৰতি আমাৰ মৰম আছে আৰু সিহঁতৰ ভাল-বেয়াৰ প্ৰতি আমি দৃষ্টি ৰাখো। তেতিয়া সিহঁতৰ মনৰ দুৱাৰ মেল খাব আৰু সিহঁতেও তেতিয়া আমাক মৰমৰ প্ৰতিদান স্বৰূপে আমাক মৰম আৰু শ্ৰদ্ধা দিব। ইয়াৰ উপৰিও সিহঁতক শিক্ষা দিব লাগিব যে বয়সিয়াল লোক আৰু গুৰুজন সকলকহে মাথোন শ্ৰদ্ধা-ভক্তি কৰিব লাগিব এনে নহয় পৰস্পৰে পৰস্পৰৰ প্ৰতি শ্ৰদ্ধা জনাবলৈকো শিক্ষা দিব লাগিব। সিহঁতক শিক্ষা দিব লাগিব যে সিহঁতে নিজে নিজৰ ভৰিত থিয় দি নিজৰ ভৰণ-পোষণৰ বাট মুকলি কৰিব লাগিব।

এই নীতি অৱলম্বন কৰি পেষ্টালঝ্‌জীয়ে কেইটিমান অতি দুখীয়া ল'ৰা-ছোৱালীক তেওঁৰ ঘৰলৈ আনি স্নেহ মৰমৰ পৰিবেশত কৃষিকাৰ্য্য আৰু সূতা কটাৰ শিক্ষা দিবলৈ মনস্থ কৰিলে। ইয়াৰ দ্বাৰা আংশিক ভাৱে হ'লেও সিহঁতৰ ভৰণ-পোষণৰ এটা উপায় ওলাব। এই সকল্প কাৰ্য্যত পৰিণত কৰাত পেষ্টালঝ্‌জীয়ে যথেষ্ট আলৈ-আহুকাল ভোগ কৰিব লগা হৈছিল। তেওঁৰ পৰিয়ালৰ অভাৱ-অনাটনৰ মাজত এনে এটি কাৰ্য্য পদ্ধতিয়ে যথেষ্ট দুখ-কষ্ট ভোগৰ বাট মুকলি কৰিলে; কিন্তু তেওঁলোক স্বামী-স্ত্ৰী উভয়ে এই সংকল্পৰ পৰা বিচলিত নহ'ল। প্ৰথম অৱস্থাত তেওঁ বিশ জনতকৈ বেছি সংখ্যক ল'ৰা-ছোৱালী সংগ্ৰহ কৰা নাছিল। সেই ল'ৰা-ছোৱালীবিলাকক তেওঁ নিজৰ সন্তানৰ দৰে মৰম যত্ন কৰিছিল। এই ল'ৰা-ছোৱালীবিলাকে বাৰিষা কালত তেওঁক পথাৰত আৰু শীত কালত ঘৰত সহায় কৰিছিল। পুথিৰ পাঠ দিবলৈ তেওঁ বিশেষ যত্ন কৰা নাছিল। সিহঁতে হাতেৰে যেতিয়া কাম কৰিছিল তাৰ লগে লগে তেওঁ সিহঁতক শিক্ষা দিছিল। পেষ্টালঝ্‌জীৰ মত আছিল যে ল'ৰা-ছোৱালীক লিখা-পঢ়া শিক্ষা দিয়াৰ পূৰ্বে সিহঁতৰ লগত যথেষ্ট কথা পাতিব লাগে। যিবোৰ বিষয় সিহঁতৰ দৈনন্দিন জীৱনত আৱশ্যকীয় সেইবোৰ বিষয়ে কথা-বতৰাৰ মাজেদি তেওঁ শিক্ষা দিছিল। বাইবেলৰ পৰা কেইবাটিও অনুচ্ছেদ তেওঁ পুনঃ পুনঃ আওৰাইছিল যাতে সেই অনুচ্ছেদবোৰ সিহঁতৰ মুখস্থ হৈ যায়।

কেইমাহমানৰ পাছতে এই ল'ৰা-ছোৱালী বিলাকৰ চেহেৰা সম্পূৰ্ণ পৰিবৰ্ত্তিত হৈ গ'ল। সিহঁতৰ আহাৰ যদিও কেৱল মাথোন ৰুটী আৰু সজ্জীহে আছিল, তথাপি সিহঁতক যথেষ্ট বলিষ্ঠ আৰু আনন্দিত দেখা গৈছিল। সিহঁতৰ মুখত প্ৰফুল্লতাই দেখা দিছিল। পূৰ্ব্বে সিহঁতে মন খুলি কথা ক'ব নোৱাৰিছিল, বুদ্ধিও প্ৰকাশ নাপাইছিল। এতিয়া সিহঁতে মন খুলি কথা ক'ব পৰা হৈছিল আৰু বুদ্ধিও সিহঁতৰ বিকশিত হ'ব ধৰিছিল। সিহঁতে হাতেৰে যি কাম কৰিছিল তাৰ ভিতৰত নিপুণতা দেখা গৈছিল আৰু লগে লগে কামৰ মাধ্যমত যেই সেই

বিষয়ৰ পাঠ ল'ব পৰাও হৈছিল। উ[illegible] [illegible] এতে সিহঁতে আনন্দ পাইছিল।

পেষ্টালঝ্জীৰ জীৱনত [illegible] সদায় ব্যৰ্থতাৰ সন্মুখীন হ'ব লগা হৈছিল। দুৰন্ত দাৰিদ্ৰ্যৰ মাজত জীৱন কটাব লগা হৈছিল। মধ্য বয়সত যি সময়ত মানুহে অৰ্থ উপাৰ্জ্জনৰ কৰ্ম্মজীৱন-যাপন কৰে সেই সময়ত তেওঁ পুৰা ১৮ বছৰ দাৰিদ্ৰ্যৰ লগত যুদ্ধ কৰি কাল কটাব লগা হৈছিল। তথাপি তেওঁ নিৰাশ হোৱা নাছিল আৰু তেওঁ লোকৰ দাম্পত্য প্ৰেমৰো হানি-বিঘিনি হোৱা নাছিল। সম্প্ৰতি আমি এই প্ৰৱন্ধতে তেওঁৰ সাংসাৰিক জীৱনৰ পূৰ্ণ আলোচনা কৰিব খোজা নাই নাইবা এইজন শিক্ষাবিদ দাৰ্শনিক পণ্ডিতে কাৰ্য্যতঃ শিক্ষানীতি কিদৰে প্ৰয়োগ কৰিছিল তাৰো সম্পূৰ্ণ আলোচনা কৰিব খোজা নাই। ওপৰত উল্লেখ কৰা তেওঁৰ জীৱনৰ আংশিক ভাগখিনিৰ পৰা শিক্ষা তত্ত্বৰ দুই এটি কথা আলোচনা কৰিব খুজিছো; কাৰণ প্ৰৱন্ধ দীঘলীয়া কৰাৰ পৰিসৰ নাই। পাছলৈ হয়তো পুনঃ চেষ্টা কৰা যাব পাৰে।

প্ৰথমতঃ তেওঁৰ জীৱন চৰিতৰ এই অংশখিনিৰ পৰা আমি পাওঁ যে তেওঁৰ প্ৰাণত আছিল দেশ প্ৰেম সজাগ আৰু সমাজৰ কল্যাণ সাধন কৰা আছিল তেওঁৰ স্বভাৱগত ধৰ্ম্ম। দ্বিতীয়তে আমি পাওঁ মানুহৰ জীৱনৰ মান উন্নত কৰিবলৈ হ'লে লাগে শিক্ষা আৰু সেই শিক্ষা পুথিগত বিদ্যা অৰ্জ্জন মাথোন নহয়। সেই শিক্ষাই দিব প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীক নিজৰ কায়িক পৰিশ্ৰমৰ দ্বাৰা কৰ্ম্মৰ মাধ্যমত নিজৰ ভৰিত নিজে থিয় দিব পৰা শক্তি। সেই শিক্ষাই দিব সামাজিক জীৱনত পৰস্পৰে পৰস্পৰক ভাতৃ প্ৰেমৰ ডোলেৰে বান্ধিব পৰা মানসিক প্ৰস্তুতি আৰু দিব বয়সস্থ লোকক আৰু গুৰুজনক শ্ৰদ্ধা ভক্তি কৰিব পৰা মনোবৃত্তি। এইদৰে চৰিত্ৰ গঠন কৰি সুসভ্য নাগৰিকত্ব দান কৰিব সেই শিক্ষাই।

সেই শিক্ষাৰ আৰম্ভণি হ'ব — মৰম আৰু কৰ্ম্মৰ মাধ্যমত। আগে চিলঠত লিখা বা অক্ষৰ পৰিচয় কৰোৱা নহয়। শিক্ষাৰ আৰম্ভণি হ'ব কথা-বতৰা আৰু কৰ্ম্ম মাধ্যমত। কাম কৰি যোৱাৰ লগে লগে কৰ্ম্মৰ স্তৰে স্তৰে শিক্ষা লাভ হ'ব। লিখা বা পঢ়া কাম বাদ পৰিব নোৱাৰে। লিখা আৰু পঢ়াৰ কথা আহিব যিটো কৰ্ম্ম কৰে সেই কৰ্ম্মত কিছু নিপুণতা অৰ্জ্জন কৰাৰ পাছত। সেই অনুসাৰে শিক্ষকজনো প্ৰশিক্ষণপ্ৰাপ্ত হ'ব লাগিব।

আমি পূৰ্ব্বে দুটাও প্ৰৱন্ধত আলোচনা কৰিছো "আবৃত্তিঃ সৰ্বশাস্ত্ৰাণাং বোধাদপি গৰীয়সী"। পেষ্টালঝ্জীয়ে বাইবেলৰ অনুচ্ছেদ কেনেদৰে মুখস্থ কৰাইছিল তাৰ উল্লেখ এই প্ৰৱন্ধত ইতি পূৰ্ব্বে কৰা হৈছে। উপযুক্ত কবিতা বা গদ্যাংশ মুখস্থ কৰিলে চৰিত্ৰ গঠনতো সহায় কৰে আৰু নীতিজ্ঞানো হয়। কবিতা আৰু বিশেষ বিশেষ গদ্যাংশৰ অন্তৰ্নিহিত ভাৱসমূহ কথা কোৱাৰ ছলেৰে শিশুৰ মনত অঙ্কিত কৰি দিব লাগিব। শব্দৰ ধ্বনি, বাক্যাংশৰ অৰ্থ আৰু মূল উপদেশৰ

তাৎপৰ্য্য সন্মিলিত হৈ শিশুৰ মানসিক উন্নতি বিধানত সহায়ক হয়। গোটেই জীৱনত সকলো কৰ্ম্মৰ ক্ষেত্ৰত সেই কবিতা বা গদ্যাংশৰ তত্ত্বসমূহে প্ৰতিধ্বনি তুলিব।

গান্ধীজীয়ে পৰিকল্পিত যি বুনিয়াদী শিক্ষা আমি সাফল্যমণ্ডিত কৰিব নোৱাৰিলো — সেই বুনিয়াদী শিক্ষাৰ মূল ভিত্তিও ইয়াতেই। গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ কথাবোৰ পেষ্টালঝ্জীৰ শিক্ষাতত্ত্বৰ প্ৰতিধ্বনি স্বৰূপে কাণত উপস্থিত হয়।

গান্ধীজীয়ে কৈছেল শৰীৰ, মন আৰু আত্মাৰ উন্নতি কৰা ব্যৱস্থাই শিক্ষা ব্যৱস্থা। পেষ্টালঝ্জীয়েও কৈছিল যে শাৰীৰিক, মানসিক আৰু নৈতিক উন্নতিৰ ব্যৱস্থাহে শিক্ষা ব্যৱস্থা। পেষ্টালঝ্জীয়ে নিজে শিক্ষক হৈ সেই শিক্ষা দান কৰি সফলতা অৰ্জ্জন কৰিছে তেনেদৰে কৈছিল। ই পৰীক্ষিত আৰু প্ৰমাণিত সত্য তত্ত্ব। গান্ধীজীয়ে বুনিয়াদী শিক্ষাৰ মাধ্যমত ব্যক্তিগতভাৱে শিক্ষাৰ্থীয়ে তাক উপাৰ্জ্জন কৰিব বুলি কৈছিল। পেষ্টালঝ্জীয়ে কাৰ্য্যতঃ সেই কথা প্ৰমাণ কৰিছিল।

আজি দেশত নিবনুৱা সমস্যাই যি বিকট আকাৰে দেখা দিছে, সেই সমস্যাৰ সমাধান হ'ব লাগিব শিক্ষাৰ পথেদি। উপযুক্ত শিক্ষা ব্যৱস্থা উদ্ভাৱন কৰাহে প্ৰকৃত সমস্যা। উদ্ভাৱন কৰাতকৈ কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাত আস্থা স্থাপনৰ মনোবৃত্তি গঢ়াহে সমস্যা। উপযুক্ত শিক্ষা ব্যৱস্থাৰ নীতি পেষ্টালঝ্জীয়ে দেখুৱাই গৈছে আৰু গান্ধীজীয়ে তাক দোহাৰি গৈছে।

প্ৰাচীন ভাৰতবৰ্ষৰ শিক্ষানীতিও কৰ্ম্ম-কেন্দ্ৰিক শিক্ষানীতি আছিল। ভাৰতভূমিত শিক্ষানীতি উদ্ভাৱন কৰা সমস্যা নহয়। আস্থা স্থাপন কৰি তাক গ্ৰহণৰ ব্যৱস্থা কৰাহে মাথোন কথা। যিকোনো উপায়ে বৰ্ত্তমানৰ চাকৰিমুখী শিক্ষা পদ্ধতিৰ অৱসান ঘটাব লাগিব; নহ'লে দেশৰ কেতিয়াও মঙ্গল সাধন নহয়। কৰ্ম্মমুখী শিক্ষাহে স্বাভাৱিক শিক্ষা। কৰ্ম্মৰ প্ৰেৰণাই মানৱ জীৱনৰ শ্ৰেষ্ঠ প্ৰেৰণা। এই শিক্ষাই গীতাৰ শিক্ষা, ভগৱান শ্ৰীকৃষ্ণৰ বাণী আৰু আমাৰো সকলোৰে উপলব্ধিৰ বিষয়। ইউৰোপতো অষ্টাদশ শতাব্দীত জনকল্যাণ সাধনৰ লক্ষ্যত পেষ্টালঝ্জীৰ নিচিনা শিক্ষাবিদে একে প্ৰকাৰ বাণীকে প্ৰচাৰ কৰিছে — যে গ্ৰন্থ অধ্যয়নৰ শিক্ষাই শিক্ষা নহয়। যি শিক্ষাই মানুহক কৰ্ম্মবিমুখ কৰি কৃষিকাৰ্য্য, বয়ন কাৰ্য্য, কমাৰ, কুমাৰ আদিৰ কাৰ্য্যৰ পৰা শিক্ষাৰ্থীক আঁতৰাই আনে সেই শিক্ষা শিক্ষা নহয়।●

# বৰ্ত্তমান পৰিস্থিতিত শিক্ষাৰ ঘাই সমস্যা কি

বৰ্ত্তমান পৰিস্থিতিত শিক্ষাৰ ঘাই সমস্যা দুটা। প্ৰথমতঃ হৈছে ব্যক্তিৰ চৰিত্ৰ গঠন আৰু দ্বিতীয়তঃ হৈছে স্বাধীন ভাৱে জীৱিকা অৰ্জ্জনৰ যোগ্যতা উপাৰ্জ্জন।

শাস্ত্ৰজ্ঞান বা পুথিগত বিদ্যা আৰু চাকৰিৰ বাবে যোগ্যতা অৰ্জ্জনেই শিক্ষাৰ মূল উদ্দেশ্য নহয়। শাস্ত্ৰজ্ঞ বা বিশ্ববিদ্যালয়ৰ উপাধিধাৰী বহু পণ্ডিত লোকক চৰিত্ৰহীন হোৱা দেখা গৈছে বা বহু উচ্চ শিক্ষিত আৰু উচ্চ পদস্থ লোকক চৰিত্ৰহীন আৰু কৰ্ত্তব্য জ্ঞানহীন হোৱা দেখা গৈছে। আজি সমাজৰ যি অধঃপতন হৈছে সেই অধঃপতনৰ মূল কাৰণ হৈছে — কি উচ্চ পদস্থ কৰ্ম্মচাৰী, কি সংসদ আৰু বিধান সভাৰ সদস্য. কি মন্ত্ৰী-উপমন্ত্ৰী বা কি সাধাৰণ জনগণ সকলোৱে কৰ্ত্তব্য জ্ঞানহীনতাৰ আৰু চৰিত্ৰহীনতাৰ পৰিচয় দিব ধৰিছে। ব্যাপক শিক্ষা ব্যৱস্থাই এই দোষ আঁতৰ কৰিবলৈ সক্ষম হোৱা নাই, বৰঞ্চ জাতীয় চৰিত্ৰৰ ক্ৰমশঃ অধঃপতনৰ পথহে খুলি দিব ধৰিছে। বৰ্ত্তমান সময়ত নীতিজ্ঞান পাহৰি যাব ধৰিছে, আইনৰ শাসন আৰু প্ৰশাসনীয় ব্যৱস্থা উলঙ্ঘন কৰিব ধৰিছে আৰু স্বেচ্ছাচাৰ অৱলম্বন কৰি সামাজিক অকল্যাণৰ পথেদি চলিব ধৰিছে। বিভিন্ন দেশৰ জাতি সমূহে সমাজবাদৰ যি আদৰ্শৰ কথা উচ্চ কণ্ঠে ক'ব ধৰিছে, সেই সমাজবাদৰ ৰূপায়ণত প্ৰকৃত পন্থা কোনো জাতিয়ে গ্ৰহণ কৰিব পৰা নাই কাৰণে ব্যক্তিৰ মৌলিক স্বত্ব অধিকাৰ আৰু স্বাভাৱিক ন্যায়-নীতি পৰিবৰ্জন কৰি অপ্ৰাকৃত ৰাজনীতিৰ চৰ্চ্চাত মানুহে মনোনিবেশ কৰিছে। ভাৰতীয় জাতিৰ ঐতিহ্য অতি প্ৰাচীন আৰু মহত্তম আৰু অন্যান্য জাতিৰ ঐতিহ্য এতিয়াও পূৰ্ণভাৱে গঢ়ি উঠা নাই। আন আন দেশৰ ৰাজনীতিত ধৰ্ম্মীয় নীতিৰ প্ৰভাৱ ক্ষীণ কিন্তু ভাৰতীয় ৰাজনীতিত ধৰ্ম্মীয় নীতিৰ প্ৰভাৱ বলবত্তম হৈ আছিল। সেইবাবে যোৱা ১২০০ বছৰ পূৰ্ব্বৰ পৰা বিদেশী আক্ৰমণেও ভাৰতীয় ঐতিহ্য সম্পূৰ্ণ ভাৱে ধ্বংস কৰিবলৈ সক্ষম হোৱা নাছিল। বৰ্ত্তমান অৱস্থাত কিন্তু ভাৰতৰ ওপৰত ভাৰতৰ ঐতিহ্য আৰু সংস্কৃতিৰ ওপৰত তীব্ৰভাৱে আক্ৰমণ চলোৱা হৈছে। বিদেশৰ সমাজবাদৰ আদৰ্শই ভাৰতীয় ৰাজনীতিক পুৰুষ সকলক প্ৰভাৱান্বিত কৰি তেওঁলোকক ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিৰ প্ৰতি সন্দিহান আৰু বিদ্বেষ ভাৱাপন্ন কৰি তুলিছে। ই জাতিৰ পক্ষে কল্যাণসূচক হোৱা নাই। যিবিলাক জাতিৰ ভাষা, সাহিত্য আৰু সমাজনীতিৰ দ্বাৰা আমি প্ৰভাৱান্বিত হ'ব ধৰিছো, সেইবিলাক

জাতিৰ ধৰ্ম্মজ্ঞান নাই আৰু ধৰ্ম্মীয় নীতিৰ ওপৰতো কোনো আস্থা নাই। ধৰ্ম্মীয় নীতি নাথাকিলে সমাজ বন্ধন হ'ব নোৱাৰে আৰু সমাজ বন্ধন নহ'লে সমাজবাদৰ আদৰ্শ ৰূপায়িত হ'ব নোৱাৰে। ধৰ্ম্মৰ বা ধৰ্ম্মীয় নীতিৰ অৰ্থ পূজা-পাতল, নামাজ-প্ৰাৰ্থনা মাথোন নহয়। সমাজ বন্ধনৰ, অৰ্থ হৈছে পাৰস্পৰিক প্ৰেম, দয়া, সহায়-সহানুভূতিৰ বন্ধন আৰু সেয়ে ধৰ্ম্ম। যিবোৰ নীতিয়ে পাৰস্পৰিক প্ৰেম, দয়া আৰু সহায়-সহানুভূতিৰ উৎকৰ্ষ সাধন কৰে সেয়ে ধৰ্ম্মীয় নীতি আৰু ৰাজনীতি সেইবোৰ ধৰ্ম্মীয় নীতিৰ ওপৰতে প্ৰতিষ্ঠিত হ'ব লাগে। সেই ধৰ্ম্মীয় নীতিৰ সূত্ৰ স্থিৰ কৰাটো সূক্ষ্ম বিচাৰৰ ওপৰত নিৰ্ভৰ কৰে। ভাৰীতয় সূত্ৰ সাহিত্য সৰ্ব্বোত্তম। সেই সূত্ৰবোৰ নেওচি ৰাজনীতিৰ সূত্ৰ উদ্ভাৱন কৰা অসম্ভৱ বুলি কলেও অত্যুক্তি নহয়। কিন্তু বৰ দুখ আৰু আক্ষেপৰ বিষয় যে সেই সূত্ৰ ৰচনা কৰা ঋষি সকলৰ ওপৰত পক্ষপাতিত্ব আৰু স্বাৰ্থ পৰতাৰ কলঙ্ক আৰোপ কৰি জাতীয় ঐতিহ্য আৰু সংস্কৃতিৰ অৱমাননা হ'ব ধৰিছে আজিৰ ভাৰতবৰ্ষত — ই কেতিয়াও ভৱিষ্যত উন্নতিৰ পৰিচায়ক নহয়। দেশৰ ঐতিহ্য সংস্কৃতি ধ্বংস কৰি কোনো দেশে উন্নতি কৰিব নোৱাৰে।

তাৰ ফলত ব্যক্তিৰ চৰিত্ৰ ধ্বংসৰ পথেদি আগবাঢ়ি যাব ধৰিছে আৰু জাতীয় চৰিত্ৰৰ দেহত সেইবাবে ঘুণে বাঁহ লৈছে। সেইবাবে আমাৰ শিক্ষানীতি সুপৰিকল্পিত হৈ উঠিব পৰা নাই। আমাৰ স্কুল-কলেজবোৰত ছাত্ৰ-ছাত্ৰী সকলৰ ব্যক্তিগত চৰিত্ৰ শিক্ষক-শিক্ষয়িত্ৰী সকলে গঠন কৰি দিব পৰা নাই। চৰিত্ৰ গঠন কৰি দিব নোৱাৰিলে সমাজৰ শৃঙ্খলা ৰক্ষা কৰা সম্ভৱ নহয়। সেইবাবে স্কুল-কলেজত ক-ক, ম-ম বা শ্বেক্চপিয়েৰ, মিল্টনৰ সাহিত্য বা মাৰ্ক্সবাদ লেলিনবাদ শিকক বা নিশিকক প্ৰথম কথা হৈছে ব্যক্তিৰ চৰিত্ৰ গঠন আৰু শিক্ষাৰ সংস্কাৰ সেই পথেদিহে হ'ব লাগিব। ব্যক্তিৰ চৰিত্ৰ গঠন হ'লেহে সমাজবাদ কৰায়ত্ত হৈ পৰিব। আইন প্ৰণয়ন বা ভূমি সংস্কাৰ পথেদিহে মাথোন সমাজবাদ প্ৰতিষ্ঠাৰ আৱশ্যকতা অনুভূত নহ'ব। শিক্ষানীতি প্ৰতিষ্ঠা কৰাৰ এয়ে হ'ব লাগিব প্ৰথম বিচাৰ্য্য বিষয়। এইটোৱে প্ৰথম সমস্যা। দ্বিতীয় সমস্যা হৈছে ব্যক্তিয়ে শিক্ষা সমাপন কৰি স্বাধীন ভাবে চৌষট্টি প্ৰকাৰ কলা বিদ্যাৰ ভিতৰত এক প্ৰকাৰ শাস্ত্ৰ আৰু এক কলা বিদ্যাত বিশেষ পাৰদৰ্শিতা অৰ্জ্জন নকৰিলে ব্যক্তিৰ শিক্ষা সম্পূৰ্ণ নহয় আৰু জীৱিকা অৰ্জ্জনৰ বাবে স্বাধীন পথ নিৰ্বাচন কৰাৰ মানসিক সাহস ব্যক্তিয়ে আহৰণ কৰিব নোৱাৰে। শিক্ষা সমাপন কৰি কাৰ্য্য ক্ষেত্ৰত অৱতীৰ্ণ হোৱাৰ পূৰ্ব্বে ব্যক্তিয়ে শিক্ষাৰ লগে লগে ভৱিষ্যত জীৱনত যি কৰ্ম্ম অৱলম্বন কৰি জীৱিকা অৰ্জ্জন কৰিব সেই কৰ্ম্মৰ অভ্যাস কৰিব লাগিব। শিক্ষানুষ্ঠানবোৰ সেইদৰে গঢ়িব লাগিব। তাৰ বাবে দেশৰ পৰম্পৰা আৰু জাতীয় সংস্কৃতিৰ ধাৰা নিৰ্ণয় কৰি শিক্ষা নীতি স্থিৰ কৰিব লাগিব; কাৰণ দেশৰ পৰাম্পৰা আৰু জাতীয়

সংস্কৃতিৰ ধাৰা ছিন্ন হ'লে জাতীয় উন্নতি পশ্চাৎপদ হৈ পৰে।

কৰ্ম্ম-কেন্দ্ৰিক শিক্ষাৰ আৱশ্যকতা অনুভৱ কৰি অপৰিকল্পিত ভাৱে কেইটামান শিল্প বিদ্যা বৰ্ত্তমান চলি থকা স্কুলবোৰত সুমাই দিলে মাথোন নহ'ব আৰু ইতিপূৰ্ব্বে হোৱা যে নাই সেই অভিজ্ঞতা পায়ো অৱহেলা কৰিলে নহ'ব। শিক্ষানীতিৰ আঁচনিত বিষয় ভাগ বা বিষয় শিক্ষাৰ বাবে বছৰ নিৰ্দ্ধাৰণ কৰা গৌণ কথা মুখ্য প্ৰশ্ন হৈছে কোনজন ব্যক্তিৰ মেধা, বুদ্ধি, কৰ্ম্মশক্তি, স্পৃহা, ধাউতি কেনে, তাক নিৰ্ণয় কৰাহে। দেশৰ অভাৱ পূৰণৰ অৰ্থে উৎপাদন বৃদ্ধিৰ আঁচনিলৈ দেশৰ লোকক ঋণ দানৰ ব্যৱস্থা কৰি জ'ধে-ম'ধে অনুপযুক্ত ব্যক্তিক উৎপাদন কাৰ্য্যত উৎসাহ-উদ্দীপনা আৰু নিযুক্তি দিলেও নহ'ব। এনে কৰাৰ পৰা যে দেশৰ যথেষ্ট ধন, বুদ্ধি আৰু সময়ৰ অপচয় হৈছে সেইটো উপলব্ধি কৰিব লাগিব। শিক্ষানুষ্ঠানবোৰত শিক্ষা পাবৰ বাবে সকলোৰে অধিকাৰ থাকিলেও, ব্যক্তিৰ বুদ্ধি-বৃত্তিয়ে নাইবা স্পৃহা-ধাউতিয়ে যিকোনো শিক্ষানুষ্ঠানত শিক্ষা ল'বৰ বাবে উপযুক্ততাৰ অভাৱ থাকিব পাৰে সেই কথা পাহৰিলে নচলিব।●

# ।। ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা ।।

## (শিক্ষাব্ৰতী)

## ছাত্ৰ উচ্ছৃঙ্খলতাৰ প্ৰধান কাৰণ

ভাৰতবৰ্ষই পৃথিৱীৰ একমাত্ৰ দেশ য'ত গুৰু শিষ্যৰ সম্বন্ধ আছিল অতি মধুৰ - অতি মাননীয়। এই সম্বন্ধৰ গুণতে ছাত্ৰ-উচ্ছৃঙ্খলতা আছিল ভাৰতত অজ্ঞাত। আজি কালি ছাত্ৰ-ছাত্ৰী বিলাকৰ সেই গুৰুভক্তি শিক্ষক সকলৰ প্ৰতি নাই। তাৰ বাবে ছাত্ৰ সমাজেই অকল দায়ী নহয় - দায়ী শিক্ষক সকল, দায়ী সমাজ, দায়ী কৰ্তৃপক্ষ আৰু দায়ী ভাৰতক প্ৰভাবান্বিত কৰা পাশ্চত্য শিক্ষা-সংস্কৃতি। এই বিষয়ে ভাৰতৰ গুৰুকৰণৰ প্ৰথা কিয় মহত্বপূৰ্ণ, প্ৰয়োজনীয় আৰু অপৰিহাৰ্য্য আছিল সেই বিষয়ে ভাৰতীয় শাস্ত্ৰ, পুৰাণ ইতিহাসৰ পৰা বহু প্ৰকাৰ উদাহৰণ আঙুলিয়াই দিব পাৰি। তাৰে এটি উদাহৰণ মাত্ৰ ইয়াত উল্লেখ কৰা হ'ল।

এটি নহয়, এটিৰ লগতে দুটি উদাহৰণৰ কথা কোৱা হৈ যাব -

দশৰথৰ পুত্ৰ ৰামচন্দ্ৰ নিজে নিজে অতিশয় জ্ঞানী আৰু তত্ত্বজ্ঞ পণ্ডিত হৈ উঠিছিল। বাল্যাৱস্থাত ইমান জ্ঞানী আৰু তত্ত্বজ্ঞ হোৱা সম্ভৱ নাছিল কাৰো পক্ষে। জ্ঞান আৰু বুদ্ধিৰ বলত সংসাৰ যে মিছা, তাত যে সুখ নাই, জগৎ মিথ্যা, ব্ৰহ্মাই হে সত্য পদাৰ্থ এইবোৰ তত্ত্ব বুজিব পাৰিছিল। সেই কাৰণে তেওঁৰ মনত বৈৰাগ্য উদয় হৈছিল। তেওঁ কিমান জ্ঞানী কিমান তত্ত্বজ্ঞ সেই কথা পৰীক্ষা কৰিবলৈ বিশ্বমিত্ৰ প্ৰভৃতি মহা মহা ঋষি সকল দশৰথ ৰজাৰ সভাত উপস্থিত হৈ ৰামক বহু প্ৰকাৰ জটিল আৰু দুৰ্জ্জেয় প্ৰশ্ন সুধি তেওঁৰ পৰা যথাযথ বিশুদ্ধ উত্তৰ পাই সকলো বিস্মিত হৈ গৈছিল।

ৰামচন্দ্ৰ ৰাজপুত্ৰ। আযোধ্যাৰ ৰাজত্ব তথা ভাৰতৰ শাসন ৰামচন্দ্ৰই বহন কৰিব লাগিব। তেওঁ যদি বৈৰাগ্য অৱলম্বন কৰি তপস্বী হয়, সেইটো দেশৰ কাৰণে শুভ নহয়। এনে ধৰণৰ সমস্যাই দশৰথ ৰজাক উদ্বিগ্ন কৰি তুলিছিল। সেইবাবে ঋষি সকল সমাগত হৈ ৰামচন্দ্ৰক পৰীক্ষা কৰি বুজিলে যে তেওঁৰ জানিব লগা বা বুজিব লগা একো নাই। বৈৰাগ্যই জীৱৰ মুক্তিপথ - এই পথৰ পৰা ৰামচন্দ্ৰক বিচলিত কৰা সুকঠিন হৈ পৰিল।

এনে অৱস্থাত বিশ্বামিত্ৰ ঋষিয়ে ৰামচন্দ্ৰক ক'লে - ৰামচন্দ্ৰ! তোমাৰ

নিচিনাকৈ ব্যাস পুত্ৰ শুকদেৱো নিজে নিজে বিশেষ জ্ঞানী আৰু তত্ত্বজ্ঞ হৈ উঠিছিল। তেওঁ নজনা কথা একো নাছিল কিন্তু তথাপি তেওঁ শান্তি পোৱা নাছিল; তেৱোঁ গুৰুৰ ওচৰত শিক্ষা লাভ কৰিবৰ আৱশ্যক হৈছিল। তেতিয়া ৰামচন্দ্ৰই শুক দেৱৰ বিষয়ে সোধাত বিশ্বামিত্ৰ ঋষিয়ে উত্তৰ দিছিল - ব্যাস পুত্ৰ শুকদেৱৰ বৃত্তান্ত তোমাৰ বৃত্তান্তৰ অনুৰূপ। কওঁ শুনা - এই ফালে চোৱা - এৱেঁই ব্যাসদেৱ (ব্যাস দেৱো সেই সভাত উপস্থিত আছিল)। শুক নামে এওঁৰ এক মহাপ্ৰাজ্ঞ পুত্ৰ হৈছিল - তেওঁ সৰ্ব্বশাস্ত্ৰতে বিশাৰদ আছিল। তেওঁৰ পৰমাৰ্থ তত্ত্বৰ জ্ঞান বিশুদ্ধ ভাবে হৈছিল - তথাপি তেওঁৰ মনত শান্তি নহৈছিল। তেতিয়া তেওঁ পিতৃ ব্যাসদেৱৰ ওচৰত উপস্থিত হৈ সুধিলে - পিতা! এই মিছা সংসাৰখন কেতিয়াৰ পৰা আৰম্ভ হ'ল। জীৱক আত্মজ্ঞানৰ পৰা বঞ্চিত কৰি ৰাখিবলৈ এই কৃত্ৰিম উপায়টো কেতিয়াৰ পৰা প্ৰৱৰ্ত্তন হৈছে? এই সংসাৰখন কাৰ? দেহৰ নে প্ৰাণ মন আৰু বুদ্ধিৰ সংসাৰ? নে আত্মাৰ সংসাৰ? এই সংসাৰ উপভোগৰ বাবেনে? নে আত্মাক প্ৰকৃত সুখৰ পৰা বঞ্চিত কৰিবৰ উপায় মাথোন? এই সংসাৰ কেতিয়া অন্ত পৰিব?

তেতিয়া ব্যাসদেৱে পুত্ৰক বুজালে; কিন্তু সেই বুজনি শুকদেৱৰ মনত নালাগিল; কাৰণ ব্যাসদেৱে শুকদেৱে নজনা কথা একো ক'ব পৰা নাছিল। ব্যাসদেৱে শুকদেৱৰ মনৰ ভাব বুজিব পাৰি উপদেশ দিলে যে মিথিলাত জনক নামে এজন প্ৰসিদ্ধ নৰপতি আছে - তেওঁ বেদজ্ঞ আৰু ব্ৰহ্মজ্ঞ। তেওঁৰ ওচৰলৈ গৈ এই প্ৰশ্নৰ মিমাংসা কৰাগৈ।

শুকদেৱ জনক ৰজাৰ ওচৰলৈ গ'ল আৰু তেওঁ যে আহিছে সেই খবৰ দৌব্যৰিকৰ হতুৱাই দিয়ালে; কিন্তু ৰজা জনকে শুকদেৱৰ জ্ঞান পৰীক্ষা কৰিবৰ উদ্দেশ্যে সাতদিন বহুৱাই ৰাখিলে - দৰ্শন নিদিলে। সাতদিন সাতৰাতি পাৰ হোৱাৰ পাছত দৰ্শন দিলে; কিন্তু পুনঃ সাতদিন অদৃশ্য হৈ থাকিল। শুকদেৱৰ ওচৰলৈ কিন্তু ৰূপ লাৱণ্যৱতী যুৱতী ৰমণীবিলাকৰ হাতত নানা প্ৰকাৰ ভোজ্য পেয় বস্তু পঠাই দি শুকদেৱক সেৱা যত্ন কৰিবলৈ আদেশ দিছিল। আচৰিত কথা শুকদেৱে একোকে গ্ৰহণ নকৰিলে। চৈধ্য দিন উপবাসে থাকি তেওঁ কেৱল ধ্যানস্থ আৰু আত্মসমাধিস্থ হৈ থাকিল। জনক ৰজাই বুজিলে যে শুকদেৱ আত্মানন্দত বিভোৰ।

জনক ৰজা তেতিয়া ওলাই আহি শুকদেৱক দৰ্শন দি প্ৰণাম জনালে আৰু ক'লে - হে শুক! তুমিতো সৰ্ব্বজ্ঞ, তোমাৰতো জানিব লগা একো বাকী নাই। তুমি মোৰ ওচৰলৈ কিয় আহিছা কোৱা।

শুকদেৱে জনক ৰজাক গুৰু বুলি সম্বোধন কৰি পিতৃ ব্যাসদেৱক যি কেইটা প্ৰশ্ন কৰিছিল সেই প্ৰশ্ন কেইটা কৰিলে আৰু কাতৰ মিনতি জনালে যে মই এই প্ৰশ্নৰ উত্তৰ কি তাক জানিবলৈ নিতান্ত ব্যাকুল হৈছোঁ। তেতিয়া জনক

ৰজাই ব্যাসদেৱে যিবোৰ উত্তৰ দিছিল অবিকল তেনে ধৰণে উত্তৰ দিলে। উত্তৰ শুনি শুকদেৱে ক'লে মই বিবেক বুদ্ধিৰ সহায়ত এইবোৰ কথা জানোঁ; কিন্তু মোৰ সংশয় হৈছে যে অজ্ঞানৰ পৰা এই সংসাৰৰ উৎপত্তি হৈছে আৰু অজ্ঞান ক্ষয় পালেই সংসাৰ ক্ষয় পাব। এই কথা সত্য নে? এই সংসাৰ স্বকল্পিত। সেই কল্পনাৰ শেষ হ'লেই সংসাৰ ক্ষয় হৈ যাব। এইটো সত্য হয় নে নহয় তাকেই মোক স্থিৰ কৰি কৈ মোৰ সংশয় নিবাৰণ কৰক।

জনক ৰজাই ক'লে - তুমি যি বুজিছা সকলো সত্য। এক চিন্ময় পৰমাত্মাই সত্য, আন সকলো মিথ্যা। পৰমাত্মা নিজেই নিজৰ সঙ্কল্পৰ বশ্যহৈ সংসাৰী আৰু জীৱ ভাৱে আবদ্ধ হৈছে। তেওঁ যেতিয়া নিঃসঙ্কল্প হ'ব, তেতিয়া তেওঁ এই সংসাৰ বন্ধনৰ পৰা মুক্ত হ'ব, সংসাৰ ক্ষয় হৈ যাব।

শুকদেৱৰ সংশয় ছিন্ন হ'ল। শুকদেৱ ব্ৰহ্মজ্ঞ হৈও মনৰ মালিন্য বা সংশয় নিজে নিজে দূৰ কৰিব পৰা নাছিল। আন এজন তৃতীয় ব্যক্তি গুৰুৰ আশ্ৰয় ল'ব লগা হৈছিল।

বিশ্বামিত্ৰ ঋষিয়ে ৰামচন্দ্ৰক এই আখ্যান কৈ বশিষ্ঠ দেৱক গুৰুত্বত বৰণ কৰি নিজৰ জ্ঞান পৰিমাৰ্জ্জিত কৰি ল'বলৈ উপদেশ দিলে।

ভাৰতবৰ্ষত গুৰু শিষ্যৰ এয়ে সম্বন্ধ - তাত উচ্ছৃঙ্খলতাৰ বীজৰ ক্ষেত্ৰ নাই। এই পৰম্পৰা ধ্বংস হৈ গৈছে বা ধ্বংসপ্ৰাপ্ত হৈছে। ইয়াক উদ্ধাৰৰ একমাত্ৰ পথ হৈছে গুৰু সকল, শিক্ষক সকল নিজে জ্ঞানী আৰু উপযুক্ত হ'বলৈ যত্ন কৰা আৰু শিষ্য সকলে, ছাত্ৰ সকলে জিজ্ঞাসু হৈ পৰম ভক্তি সহকাৰে গুৰুৰ পৰা, শিক্ষক সকলৰ পৰা নিজ নিজ সংশয় অপনোদন কৰি লোৱা - শিক্ষক সকলৰ বা ছাত্ৰ সকলৰ এয়ে কৰ্ত্তব্য। স্ব কৰ্ত্তব্যৰ পৰা উভয়ে চ্যুত হোৱাৰ পৰা ছাত্ৰ সমাজৰ মাজত এই উচ্ছৃঙ্খলতা, যি উচ্ছৃঙ্খলতাই সমাজ আৰু দেশ ধ্বস্ত বিধ্বস্ত কৰিব ধৰিছে। শিক্ষক সকলক, পিতৃ-মাতৃক অৱমাননা কৰিবৰ বাবে শিক্ষক সকলৰ ভিতৰতো উচটনি দিয়া লোক আছে। বাহিৰতো ৰাজনীতি কৰা লোক সকলৰ উচটনি আছে।

এই সমস্যাৰ সমাধান অতি আৱশ্যকীয় হৈ পৰিছে। আজিৰ পৰিবৰ্ত্তিত পৰিবেশত এনে এটি সূত্ৰ উদ্ভাৱন কৰিব লাগিব যি সূত্ৰই ছাত্ৰসকলক জ্ঞানী কৰি তুলিব, নৈতিকজ্ঞান সম্পন্ন কৰি তুলিব আৰু শিক্ষক-ছাত্ৰৰ সম্পৰ্ক মধুৰ কৰি তুলিব।●

# শিক্ষাৰ মান উন্নয়ন

শিক্ষাৰ মান উন্নয়নৰ বাবে চিন্তা কৰিবলৈ যাওঁতে শিক্ষাৰ পাঠ্যক্ৰমৰ আৰু পৰীক্ষাৰ নীতিৰ বিষয়ে সাধাৰণতঃ দৃষ্টি পৰে। শিক্ষাৰ পাঠ্যক্ৰমৰ বিষয়ে ইতিপূৰ্বে আমি সমালোচনা কৰিছোঁ। পৰীক্ষা নীতি পৰিবৰ্তনৰ বিষয়ে সমালোচনা কৰিবলৈ গ'লে বহুতো জটিল প্ৰশ্নৰ উদ্ভৱ হয়, সেইবাবে এই বিষয়েও বৰ্তমান প্ৰবন্ধত আমি সমালোচনা কৰিব খোজা নাই। বৰ্তমান পৰিস্থিতিত যি পাঠ্যক্ৰম নিৰ্দ্ধাৰিত আছে আৰু যি পৰীক্ষাৰ নীতি প্ৰচলিত হৈ আছে তাৰ ভিতৰত কিমান খিনি যত্ন প্ৰচেষ্টাৰ মাজত শিক্ষাৰ মান উন্নয়ন কৰিব পাৰি সেই বিষয়ে ৰাজ্যিক চৰকাৰ ক্ষমতাৰ গণ্ডীত কি কৰ্তব্য আমি সেই বিষয়ে দুই-চাৰিটা কথা আলোচনা কৰিব খুজিছোঁ।

প্ৰথম কথা ৰাজ্যৰ ভিতৰত সকলোবোৰ স্কুলকে সমান মানদণ্ডেৰে জুখিব নোৱাৰি ; কিন্তু স্কুলবিলাকৰ স্বীকৃতি বন্ধ কৰা নীতি বা চৰকাৰী সাহায্য বন্ধ কৰা নীতিৰ মানদণ্ড সকলো স্কুলৰ কাৰণে সমানে প্ৰযোজ্য হ'ব লাগিব— নিৰপেক্ষতা ৰক্ষা কৰিবৰ অৰ্থে। ন্যায় দৃষ্টিৰে তেনে নীতি অন্যায়জনক নহ'লেও কোনো কোনো ক্ষেত্ৰত ৰাইজৰ কাৰণে নিৰুৎসাহজনক হৈ পৰে। সেইবাবে ৰাইজৰ মাজত অসন্তুষ্টিয়ে দেখা দিয়ে।

সেইবাবে স্কুলবিলাকৰ পুনৰ্গঠন সম্বন্ধে দুই-এটি কথা চৰকাৰ আৰু শিক্ষানুৰাগী ৰাইজৰ ওচৰত দাঙি ধৰা সমীচীন হ'ব বুলি ভাবি সেই সম্পৰ্কে এই প্ৰবন্ধত আলোচনা কৰিবৰ ইচ্ছা কৰিছোঁ।

শিক্ষাৰ মান প্ৰধানতঃ নিৰ্ভৰ কৰে দুটা কথাৰ ওপৰত। (১) সাংগঠনিক প্ৰচেষ্টা আৰু (২) শিক্ষাদানৰ নিপুণতা। এই প্ৰসঙ্গত আমি সাধাৰণতঃ হাইস্কুল বিলাকৰ সম্বন্ধেহে আলোচনা কৰিম। প্ৰসঙ্গতঃ প্ৰাইমেৰী আৰু মজলীয়া স্কুলৰ কথাও হয়তো আহিব পাৰে।

**সাংগঠনিক প্ৰচেষ্টা (Organisational Step) :**

সকলো বিলাক হাইস্কুলৰে ছাত্ৰ সংখ্যাৰে এটি নিৰ্দিষ্ট সংখ্যা নিৰ্দ্ধাৰিত কৰিব লাগে। আমাৰ মতে কোনো এখন হাইস্কুলৰে ছাত্ৰ সংখ্যা ৫০০ তকৈ বেছি হ'ব নালাগে। যদিহে এই কথাটো মানি লোৱা হয় তেতিয়াহ'লে বৰ্তমান স্কুল বিলাকত ৫০০ শতকৈ বেছি থকা ছাত্ৰ-ছাত্ৰী বিলাক ক'লৈ পঠোৱা হ'ব?

আমি ভাবোঁ যে বৰ্তমান পৰিস্থিতিত হাইস্কুল বিলাকক দুখন দুখন স্কুলত পৰিণত কৰিব লাগে।

সপ্তমমানৰ পৰা দশম মানলৈ ৪ টা শ্ৰেণীত প্ৰত্যেক শ্ৰেণীত তিনিটাকৈ শাখাৰ ব্যৱস্থা থাকিলে মুঠ ছাত্ৰ সংখ্যা ৪৮০ হ'বগৈ— প্ৰত্যেক শ্ৰেণীৰ প্ৰত্যেক শাখাত ৪০ জনকৈ ছাত্ৰ ৰাখিলে। ৪ × ৪০ = ১৬০, ১৬০ × ৩ = ৪৮০। ২০টা ছিট— প্ৰধান শিক্ষকৰ বিবেচনাৰ ওপৰত থৈ দিলে মুঠ সংখ্যা ৫০০ হ'ব। তিনিটাকৈ শাখাৰে একোটা শ্ৰেণী গঠিত হ'লে— ১২ টা শ্ৰেণী হ'বগৈ। তাতকৈ বেছি সংখ্যাৰ ছাত্ৰ আৰু বেছি শ্ৰেণী কোনো স্কুলতে থকা উচিত নহয়। বৰ্তমান ক্ষেত্ৰত কিছুমান স্কুলত চতুৰ্থ শ্ৰেণীৰ পৰা তিনিটাকৈ শাখা থকা বাবে ৮০০/৯০০/১০০০ ছাত্ৰ সংখ্যা আছে। এজন হেড্‌মাষ্টৰ বা অধ্যক্ষৰ তলত ইমান ছাত্ৰ থকা উচিত নহয়। স্কুলৰ শৃঙ্খলা ৰক্ষা কৰা জটিল হৈ পৰে। শিক্ষকৰ সংখ্যাও সেই অনুপাতে বেছি হৈ যায়।

এম. ই. স্কুলবিলাক বৰ্তমান ষষ্ঠমান শ্ৰেণীলৈকে আছে। হাইস্কুল বিলাকত এম. ই. ভাগটো বেলেগ এজন হেডমাষ্টৰৰ তলত সুকীয়া এখন স্কুল কৰি দিব লাগে। সেই শ্ৰেণী কেইটাত প্ৰত্যেক শাখাত— ৩০ জনকৈ ছাত্ৰ ৰাখিব লাগে। চতুৰ্থমান, পঞ্চমমান আৰু ষষ্ঠমানত সেইদৰে ৩০ × ৩ = ৯০, ৯০ × ৩ = ২৭০ জন। এখন মাইনৰ স্কুলত ৩০০ জনতকৈ বেছি ছাত্ৰ-ছাত্ৰী ৰাখিব নালাগে। বাকী ৩০ জন ছাত্ৰ ভৰ্তি কৰা নকৰা হেড্‌মাষ্টৰৰ বিবেচনাধীনত থাকিব।

বৰ্তমান যিবোৰ ঘৰ-দুৱাৰ আছে তাকেই ভাগ কৰি ল'ব লাগিব। অতিৰিক্ত ঘৰ-দুৱাৰৰ আৱশ্যক হ'ব, এজন হেড্‌মাষ্টৰৰ সুকীয়া অফিচ ৰুম আৰু শিক্ষক বিলাকৰ এটা সুকীয়া কমন ৰুম। ঘৰৰ সমস্যা আৰু বাঢ়িব ; কিন্তু তাৰ বাবে সাংগঠনিক সুবিধা বাদ দিয়া উচিত নহ'ব।

ইয়াৰ দ্বাৰা শৃঙ্খলা ৰক্ষা কৰা সহজ হ'ব— আৰু শিক্ষাৰ মান উন্নয়নত সহায় হ'ব। চিন্তাধাৰা এই পথেদি পৰিচালিত কৰিলে ভৱিষ্যতে বহু বিশৃঙ্খল অৱস্থাৰ হাত সাৰিব পৰা যাব।

এইদৰে স্কুল সংগঠন কৰিলে প্ৰধান শিক্ষকৰ তত্ত্বাৱধান লোৱা সহজ হ'ব। শিক্ষাৰ মান উন্নয়নত শিক্ষকসকলৰ পাঠ দান উন্নত হ'ব।

মাইনৰ স্কুল বিলাকক হাইস্কুলত পৰিণত কৰাৰ প্ৰশ্ন নুঠিব আৰু মাইনৰ স্কুল বিলাকৰ হেডমাষ্টৰ সকলে হাইস্কুল খুলিবলৈ যত্ন কৰাত এম. ই. স্কুল বিলাকৰ শিক্ষাত যি ব্যাঘাত হয় সেই ব্যাঘাতৰ বাট বহু পৰিমাণে বন্ধ হ'ব। শিক্ষাৰ মান উন্নয়নত সেই কথাই সহায় কৰিব।

এম. ভি. স্কুল, এম. ই., মাদ্ৰাছা, মিডল মাদ্ৰাছা সকলো বিলাকৰ স্কুল এম. ই. স্কুলত পৰিণত কৰিব লাগে। একেধৰণৰ স্কুল বিভিন্ন পৰ্য্যায়ৰ কৰিব নালাগে। মাদ্ৰাছা বিলাকৰ বাবে যদি বাধা বিপত্তি আছে, তেতিয়াহ'লে অন্ততঃ এম্. ভি. আৰু এম. ই. স্কুল বিলাক একে শ্ৰেণীৰ স্কুল কৰিব লাগে। ৰাইজে যদি এম. ই. মাদ্ৰাছা, মিডল মাদ্ৰাছা, এম. ই. স্কুল হিচাবে পৰিণত কৰিব নোখোজে,

সেই প্ৰশ্নটো লৈ আশান্তি সৃষ্টি কৰাৰ আৱশ্যক নাই।

গাঁৱৰ বহু হাইস্কুল এই পদ্ধতিত সু-সংগঠিত হ'ব। শিক্ষাৰ মান উন্নয়নত সহায় হ'ব, কাৰণ ছাত্ৰ সংখ্যা কম আছে হাইস্কুলৰ শ্ৰেণী বিলাকত— আৰু মাইনৰ স্কুলৰ শ্ৰেণী বিলাকৰ বাবে এজন নতুন হেড্‌মাষ্টৰক দায়ী কৰা বাবে দায়িত্ব ভাগ হৈ যোৱাত শিক্ষাৰ মান উন্নত হ'ব বুলি আশা কৰা যায়।

কোনো ঠাইত যদি নতুন হাইস্কুল খুলিবৰ আৱশ্যক হয়, নতুন ঘৰ সাজি নতুন হেড্‌মাষ্টৰৰ অধীনত প্ৰথমতে সপ্তমমান শ্ৰেণী খুলিব। মাইনৰ স্কুলৰ শিক্ষকক সেই স্কুলত কাম কৰিবলৈ সুবিধা নিদিব। চৰকাৰে এই বিষয়ে দৃঢ় নীতি অৱলম্বন কৰিব লাগিব। মাইনৰ স্কুলৰ শিক্ষকৰ দ্বাৰা হাইস্কুল শ্ৰেণী খুলিলে মাইনৰ স্কুলৰ ছাত্ৰ বিলাকৰ শিক্ষাত ব্যাঘাত ঘটে। এইটো সচাৰচৰ হৈ আহিছে। সকলো ক্ষেত্ৰতে শিথিল নীতি গ্ৰহণ কৰিলে শিক্ষাৰ মান উন্নয়ন কেনেকৈ হ'ব?

তিনিটা শাখা পূৰ্ণ হৈ গ'লে যদি পুনৰায় স্কুল খোলাৰ আৱশ্যক হয়, তেতিয়া নতুনকৈ খুলিব। পুৰণি স্কুলত সংখ্যা নবঢ়াব।

কিছু খৰচ হয়তো বাঢ়িব। সেই খৰচত কৃপণতা কৰিলে নচলিব। শিক্ষাৰ মান উন্নয়নৰ বাবে চৰকাৰে সৰ্ব্ব প্ৰথমে এই প্ৰচেষ্টা হাতত ল'ব লাগিব।

এইদৰে স্কুল বিলাক সংগঠন কৰাত বেছি জটিলতা উদ্ভৱ নহয়। নতুন হাইস্কুল খোলোঁতে মাইনৰ স্কুল বিলাকত সপ্তমমান খুলিবলৈ এতিয়াও শিক্ষা বিভাগৰ অনুমতি লাগে। এই নিয়মৰ কোনো সাল-সলনিৰ আৱশ্যক নাই— নতুন হাইস্কুল খোলাৰ ক্ষেত্ৰত। মাইনৰ স্কুলৰ শিক্ষক সকলক হাইস্কুলত ক্লাছ ল'বলৈ দিয়া চৰকাৰী নিয়ম এতিয়াও নাই।

পূৰ্ণ পৰ্য্যায়ৰ হাইস্কুল বিলাক দুভাগ কৰিবলৈ হয়তো বিধান সভাত বিল দাঙি ধৰিব লাগিব। চৰকাৰে জনমত গ্ৰহণৰ ব্যৱস্থা কৰি শিক্ষাৰ মান উন্নয়ন সমস্যা আন্তৰিকতাৰে পূৰণ কৰিবলৈ দিহা কৰা উচিত।

পাঠদান উন্নত কৰিবলৈ সাংগঠনিক সমস্যা আগেয়ে সমাধান কৰিব লাগিব। প্ৰাইমেৰী স্তৰ, মজলীয়া স্তৰ আৰু উচ্চ মাধ্যমিক স্তৰ এই তিনিটা স্তৰ এতিয়া আছে। হাইস্কুল বিলাকত মজলীয়া স্তৰ আৰু উচ্চ মাধ্যমিক স্তৰ একত্ৰ ৰাখিব নালাগে। বিভিন্ন স্তৰৰ বাবে বিভিন্ন শিক্ষক মণ্ডলী থাকিব লাগে। এই প্ৰশ্নটোৰ মীমাংসাৰ হে আৱশ্যক হৈছে। গতানুগতিকতাত চলি থাকিলে উন্নতি কোনো ক্ষেত্ৰতে নহয়। যেতিয়া নতুন সমস্যাৰ উদ্ভৱ হয়, তেতিয়া সমস্যা অনুসাৰে সমাধান চিন্তা কৰিব লাগিব। প্ৰত্যেক খন এম. ই. স্কুলকে হাইস্কুলত পৰিণত কৰাৰ চেষ্টাত এম. ই. স্কুলবিলাকৰ শিক্ষাত এটা পূৰ্ণ গঢ় ল'ব নোৱাৰে স্থিৰতা নথকাত। মাইনৰ স্কুল চিৰদিনেই মাইনৰ স্কুল হৈ থাকিব— হাইস্কুল আৱশ্যক অনুসাৰে সুকীয়াকৈ পাতিব লাগিব। নীতিৰ সামঞ্জস্য বিধানৰ বাবে বৰ্তমান হাইস্কুল বিলাক দুভাগ কৰিব লাগিব। শিক্ষাবিদৰ দৃষ্টি ভঙ্গীৰে এই কথাত যথেষ্ট মুল্য আছে।●

# স্ত্রীশিক্ষাৰ পাঠ্যক্রমৰ কেইটিমান নীতি

'গাঁৱলৈ ঘূৰি যাব লাগে' বুলি যি ধ্বনি আজি ভাৰতৰ আকাশত প্রতিধ্বনিত হ'ব লাগিছে সেই বিষয়ে ৰুক্মিণী দেৱী আৰুন্দেলে এইদৰে কৈছে — স্বামী বিবেকানন্দ, ডাঃ এনিবেছান্ট, ৰবীন্দ্রনাথ ঠাকুৰ, গান্ধীজী আৰু অন্যান্য বিলাকে যে এই কথা কৈছে তাৰ অৰ্থ হৈছে যে ভাৰতীয় জীৱন গাঁওবিলাকত হে শিপাই আছে। সেই কথাটোৰ ভুল অৰ্থ আমি সৰ্বসাধাৰণে এইদৰে কৰিছোঁ যে চহৰ বিলাকেহে গাঁওবিলাকৰ শিক্ষাৰ ভাৰ ল'ব লাগে; কিন্তু প্রকৃত পক্ষে ভাৰতীয় জীৱনৰ জ্ঞানৰ পোহৰ বিকীৰিত হ'ব ধৰিছে। যদিহে আমি এই কথাটো বুজি নাপাওঁ (আৰু চহৰৰ ভাৱধাৰা গাঁওবিলাকত সুমাই দিওঁ) তেন্তে আমাৰ নিজৰ অজ্ঞতা আৰু অহমিকাহে গাঁওবিলাকত সুমাই দি জনসাধাৰণৰ কল্যাণ সাধন নকৰি ঘোৰতৰ অকল্যাণ হে সাধন কৰিম।

তেখেতে আৰু কৈছে যে এতিয়াও আমাৰ সমাজত কিছুমান বয়সস্থা মাতৃ জীয়াই আছে আৰু আমাৰ ভিতৰত বহুতে কয় যে সেই মাতৃসকলেহে আমাৰ সমাজত নাৰীৰ আদৰ্শ ৰক্ষা কৰি আছে। বৰ্তমান যুগৰ মাতৃসকল শিক্ষিতা হ'ব পাৰে কিন্তু তেওঁলোকৰ শিক্ষাৰ মূল তত্ত্বৰ বিষয়ে একো নাজানে। আমাৰ আইতাসকলে আমাক ৰামায়ণ-মহাভাৰতৰ গল্প শুনাইছিল আৰু তাৰ মাধ্যমত আমাক ভৱিষ্যৎ জীৱন-যাত্রাৰ মূল নীতিবোৰৰ শিক্ষা দিছিল। এনেধৰণৰ শিক্ষা আজি আমি আমাৰ ছোৱালী স্কুলবোৰত নিদিওঁ। এইটো এটা মহা অপৰাধ হৈছে। প্রকৃততে আমাৰ ছোৱালী স্কুলবোৰ আজি পাশ্চাত্য শিক্ষাৰ আৰ্হিত গঠিত হৈছে।

সহ শিক্ষাৰ সম্বন্ধে তেখেতে কৈছে যে সহ-শিক্ষাৰ মূল্য আছে এই বুলি যে সহ-শিক্ষাই পুৰুষ আৰু স্ত্রীৰ মাজত পৰস্পৰে পৰস্পৰক বুজি পাবৰ বাবে প্রকৃত মনোবৃত্তি গঠন কৰি দিয়ে কিন্তু সেইটোৱে সন্তোষজনক ফল নিদিয়ে কাৰণ ছোৱালীবিলাকে যদি ল'ৰাৰ স্কুলত পঢ়ে তেতিয়া সিহঁতে নাৰী সুলভ গুণবিলাক হেৰুৱাই পেলায়। ল'ৰাৰ কলেজলৈ ছোৱালীবিলাক পঢ়িবলৈ যোৱাটো আৰু বেছি বিপজ্জনক।

যাতে ল'ৰা আৰু ছোৱালী উভয়ে পৰস্পৰৰ সঙ্গী আৰু সঙ্গিনী হ'ব পাৰে তাৰ বাবে উভয়ে শিক্ষিতা হ'ব লাগে এই কথাত কাৰো মতভেদ নাই কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে সকলো বিষয়তে উভয়ৰ শিক্ষা সমান হ'ব লাগে। কোনো কোনো বিষয়ত উভয়ৰ শিক্ষা সমান হ'ব পাৰে আকৌ কোনো কোনো বিষয়ত

সম্পূর্ণ বেলেগ হ'ব লাগে। তিৰোতা গৰাকীয়ে ঘৰখনৰ কর্ত্রী। সেইবাবে ঘৰখন গঢ়ি তোলাত তিৰোতা গৰাকী অধিক নিপুণা হ'ব লাগিব। অর্থ উপার্জন কৰি ঘৰখন গঢ়ি তোলাৰ বাবে উপযুক্ত ব্যৱসায় গ্রহণ কৰি পুৰুষে অর্থৰ যোগান ধৰিব লাগিব। শিশুবিলাকক উভয়ে শিক্ষা দিব লাগিব কাৰণে উভয়ে শিশুৰ লালন-পালনৰ শুদ্ধনীতি শিক্ষা কৰিব লাগিব।

এই পৰিপ্রেক্ষিতত এইটো কথা বুজা যায় যে ল'ৰাৰ আৰু ছোৱালীৰ পাঠ্যক্রম একে ধৰণৰ হ'ব নোৱাৰে— বিভিন্ন ধৰণৰ হ'ব লাগিব ; কিন্তু আমাৰ দেশত এতিয়াও একে ধৰণৰ পাঠ্যক্রমেই চলি আছে। সেই পাঠ্যক্রমৰ বিভিন্নতা কেনেকৈ আনিব পাৰি সেইবাবে স্ত্রী জাতিৰ প্রকৃতিগত আৰু শৰীৰগত মৌলিক বিভিন্নতাও অধ্যয়ন কৰা আৱশ্যক।

জন্মগত হিচাবে স্ত্রী আৰু পুৰুষৰ ভিতৰত প্রকৃতিগত পার্থক্য আছে। এটা বুট মাহৰ বাকলিটোৰ ভিতৰত যেনেকৈ দুটা দাইল সংযুক্ত হৈ থাকে সেইদৰে এটা অণ্ডৰ ভিতৰতে পুংবীজ আৰু স্ত্রী-শক্তি নিহিত আছিল। সেই অণ্ড ফাটি যেতিয়া সৃষ্টিৰ আৰম্ভণি হয় তেতিয়া পুৰুষ আৰু স্ত্রী এই দুই ভাগত বিভক্ত হৈ যায়। বিভক্ত হোৱাৰ পাছত সৃষ্টিৰ ক্রমোন্নতিৰ লগে লগে উভয়ৰে প্রকৃতিৰ বিভিন্নতা প্রকট হৈ উঠে।

এই সম্পর্কে পাশ্চাত্য পণ্ডিত ডঃ বুথে মন্তব্য কৰিছে যে বহুযুগৰ ক্রমোন্নতিৰ ফল স্বৰূপে পুৰুষ আৰু স্ত্রীৰ স্থূল আৰু সূক্ষ্ম উভয় প্রকৃতিৰ অর্থাৎ শাৰীৰিক আৰু মানসিক ভাৱৰ পার্থক্য স্বভাৱতে গঢ়ি উঠিছে। তেওঁ প্রমাণ স্বৰূপে উল্লেখ কৰিছে যে পুৰুষ আৰু স্ত্রীৰ ভিতৰত ওখ-চাপৰৰ পার্থক্য আছে। শৰীৰৰ ওজনৰ পার্থক্য আছে। মস্তিষ্কৰ আকৃতি আৰু গঠনত পার্থক্য আছে। তেজৰ কণিকাবোৰত পার্থক্য আছে আৰু মাংসপেশীবোৰতো পার্থক্য আছে। স্ত্রীৰ নখ নথকা মাংসপেশীবোৰৰ গ্রন্থিসমূহ (Ductless Glands) আছে। ক্রমোন্নতিৰ পথত পুৰুষৰ মস্তিষ্ক আৰু ৰাজহাড় সম্বন্ধীয় স্নায়ু কেন্দ্রৰ উন্নতি বেছি হৈ যোৱাৰ প্রমাণ পোৱা যায় আৰু যিবোৰ স্নায়ুকেন্দ্রই মানসিক বৃত্তি সমূহৰ পুষ্টি সাধন কৰে, সেইবোৰ স্নায়ুকেন্দ্রৰ উন্নতি স্ত্রীসকলৰ বেছি হোৱাৰ প্রমাণ পোৱা যায়। মানুহৰ জীৱন যাত্রাৰ পদ্ধতিত দেখিবলৈ পোৱা যায় যে নাৰীসকলৰ মানসিক বুদ্ধি অন্তর্মুখী আৰু আত্মিক ভাৱত প্রকাশিত হয়। বিচাৰ-বুদ্ধিতা যথেষ্ট ত্রুটী-বিচ্যুতি হোৱা দেখা যায়। পুৰুষৰ মনোবৃত্তি বিচাৰ-বুদ্ধি সম্পন্ন হয়। পুৰুষৰ বৈষয়িক বুদ্ধি বেছি হয় আৰু বিশ্লেষণকাৰী বুদ্ধি বেছি প্রকট হৈ উঠে। স্বভাৱতঃ স্ত্রী জাতিৰ অনুভৱ প্রৱণতা বেছি, দয়া মৰম বেছি। পুৰুষ বুদ্ধিজীৱী প্রত্যক্ষদর্শী আৰু বিচাৰ প্রধান জীৱ।

আন এগৰাকী পাশ্চাত্য পণ্ডিত আর্ণেষ্টি হেকেলে তেওঁৰ গ্রন্থত (Evo-

lution of Man) লিখিছে যে পুৰুষৰ অস্থি পঞ্জৰৰ সক্ৰিয়তা (Mascular activity) বেছি আৰু নিম্নাঙ্গ শ্ৰোনী চক্ৰৰ বিশেষতা স্ত্ৰীৰ বেছি। মজ্জা আৰু মাংসপেশীৰ ক্ৰিয়া পুৰুষৰ বেছি, স্ত্ৰীৰ কম। মস্তিষ্ক তথা বুদ্ধি সম্বন্ধীয় ক্ৰিয়া পুৰুষৰ অধিক আৰু ধাৰণা শক্তি আৰু সেই শক্তিৰ সূক্ষ্মাতিসূক্ষ্ম ক্ৰিয়া বেছি। জন্মৰ পৰাই উভয়ৰ লিঙ্গ ভেদ থকা বাবে মানসিক গুণ আৰু শাৰীৰিক লক্ষণতো উভয়ৰ মাজত থকা প্ৰভেদ প্ৰকৃতিত আৰু স্বভাৱত দেখা যায়। সমস্যাসমূহৰ মৌলিক সিদ্ধান্তসমূহৰ প্ৰতি দৃষ্টি ৰখাটো পুৰুষৰ প্ৰকৃতি। পুৰুষৰ দৰে মৌলিক দৃষ্টিৰে সিদ্ধান্ত গ্ৰহণ কৰাতকৈ বস্তু বিশেষৰ বা যিকোনো বিষয়ৰ বিভিন্ন লক্ষণবোৰৰ সূক্ষ্মাতিসূক্ষ্ম বিচাৰ কৰাটো স্ত্ৰীৰ প্ৰকৃতি। স্মৰণ শক্তিও স্ত্ৰীৰ বেছি। ধৈৰ্য্য, সহনশীলতা আৰু আদৰ্শবাদ পুৰুষৰ বেছি। ধৈৰ্য্য, সহনশীলতা আৰু ত্যাগ ধৰ্ম স্ত্ৰীৰ প্ৰকৃতিত বেছি প্ৰতিফলিত হোৱা দেখা যায়। এইবোৰ স্বভাৱগত গুণ আৰু লক্ষণেই হৈছে পুৰুষ আৰু স্ত্ৰীৰ ক্ৰমোন্নতিৰ মূল কাৰণ।

এই প্ৰভেদমূলক লক্ষণবোৰ বিচাৰৰ ক্ষেত্ৰত স্বভাৱতঃ প্ৰশ্ন উঠে যে এক অণুৰ পৰা সৃষ্টি হোৱা দুই প্ৰকাৰ জীৱৰ মাজত বিভিন্ন স্বভাৱ আৰু প্ৰকৃতিৰ উদ্ভৱ হোৱাৰ অৰ্থ কি? ইয়াৰ উত্তৰ বিচাৰি পোৱা যায় যে উভয়ে উভয়ৰ পৰিপূৰক।

মানসিক শক্তিসমূহৰ উভয়ৰ মাজত যেতিয়া তুলনা কৰা হয় তেতিয়া সাধাৰণতঃ এটা ভুল কৰা হয়। সাধাৰণ প্ৰবৃত্তি বা মানসিক বুদ্ধি সমানে বৃদ্ধি প্ৰাপ্ত হোৱা দেখা যায় উভয়ৰ ক্ষেত্ৰত কিন্তু অসাধাৰণ প্ৰবৃত্তি বা মানসিক বুদ্ধি অৰ্থাৎ যাৰ ভিতৰত যিটো প্ৰবৃত্তিৰ পৰিমাণ কম বা একেবাৰে অভাৱ সেই প্ৰবৃত্তি বা মানসিক বুদ্ধি আনৰ স্বভাৱত বা প্ৰকৃতিত পৰিস্ফুট হোৱাৰ সম্ভাৱনা কম বা নাই। উদাহৰণ স্বৰূপে ক'ব পাৰি যে কোনো কোনো ক্ষেত্ৰত পুৰুষৰ স্তনৰ পৰা দুগ্ধ নিঃসৰণ হোৱা প্ৰমাণ পোৱা যায় কিন্তু তাৰ দ্বাৰা সন্তান পালন কৰিব নোৱাৰি নাইবা সেই শক্তি পুৰুষৰো আছে বুলি সাধাৰণ ভাৱে গ্ৰহণ কৰিব নোৱাৰি। যদিও দুই এজন পুৰুষে শিশুৰ মাতৃৰ মৃত্যুৰ পাছত নিজৰ স্তনৰ পৰা নিঃসাৰিত দুগ্ধেৰে সন্তান পালন কৰাৰ উদাহৰণ পোৱা যায় তথাপি সেইটো সকলোবিলাক পুৰুষৰ পক্ষে সম্ভৱ নহয়। আন পক্ষে এইটোও দেখা গৈছে যে বহু নাৰীয়ে পুৰুষতকৈ বেছি বুদ্ধিমত্তা আৰু শক্তি সাহসৰ পৰিচয় দি পুৰুষৰ স্বভাৱজাত শক্তি আৰু প্ৰকৃতিক চেৰ পেলাইছে। স্ত্ৰী জাতিৰ ভিতৰত এই যে অসাধাৰণ বিকাশ সেইটো স্ত্ৰী সুলভ বা স্ত্ৰীজনোচিত মনোবৃত্তিৰ বিকাশ বুলি ধৰিব নোৱাৰি। সেই শক্তি পুৰুষ জনোচিত আৰু সেই বুদ্ধি বা শক্তিৰ বিকাশ সকলো স্ত্ৰীৰ ক্ষেত্ৰতে হোৱা সম্ভৱ নহয়।

আন এগৰাকী পাশ্চাত্য বিজ্ঞানী মিঃ এ. এ. ফিলিপে কৈছে যে মনুষ্যজাতিৰ

ক্ৰম বিকাশৰ দুটা নিৰ্দিষ্ট কাৰ্যাপদ্ধতি আছে। সেই দুটা হৈছে যে সৃষ্টিত বিভিন্ন ৰূপৰ বিকাশ আৰু তাৰ অৱৰক্ষণ (Variations and preservations)। পুৰুষ আৰু স্ত্ৰীৰ প্ৰভেদ ৰক্ষাৰ কাৰণে একজনৰ প্ৰাধান্যৰ ভিত্তিত আন জনৰ অপ্ৰধান শক্তিৰ সামঞ্জস্য ৰক্ষাৰ ব্যৱস্থা কৰা। সৃষ্টিৰ মূলতে এই নীতি নিহিত আছে। সেইবাবে বিবাহ বন্ধনৰ দ্বাৰা সৃষ্টি প্ৰৱাহ ৰক্ষা কৰাৰ বিধান অৰ্থাৎ একজন আনজনৰ পৰিপূৰক হৈ সাংসাৰিক জীৱন যাত্ৰাৰ ব্যৱস্থা কৰা হৈছে।

এইদৰে বহু তথ্যপূৰ্ণ তত্ত্ব, পুৰুষ আৰু নাৰীৰ স্বাভাৱিক শাৰীৰিক গঠন, মানসিক স্ফূৰ্তি আৰু ক্ৰমোন্নতিৰ মূলীভূত কাৰণ— সেই সেই সম্বন্ধীয় বিজ্ঞান শাস্ত্ৰবোৰত পোৱা যায়।

যি হেতুকে শিক্ষাই এই ক্ৰমোন্নতিত সহায় কৰে, সেই হেতুকে উভয়ৰ শিক্ষা প্ৰণালী একে প্ৰকাৰ হোৱা বাঞ্ছনীয় নহয়। এই ক্ষেত্ৰত স্ত্ৰী-পুৰুষৰ সমান অধিকাৰৰ প্ৰশ্নও নুঠে। প্ৰকৃতিগত শিক্ষা দানৰ প্ৰশ্নহে উঠে।

পাশ্চাত্য দেশৰ শিক্ষা-নীতিত এই প্ৰকাৰ ভেদ ৰক্ষা কৰা নাই— যদিও পাশ্চাত্য দাৰ্শনিক আৰু বৈজ্ঞানিক পণ্ডিতসকলে সূক্ষ্ম যুক্তি আৰু বিজ্ঞানসম্মত পৰীক্ষাৰে আৰু চিকিৎসা বিজ্ঞানৰ সহায়েৰে নিৰ্ভুলভাৱে প্ৰমাণ কৰিছে যে স্ত্ৰী আৰু পুৰুষৰ শৰীৰৰ আৰু মনৰ গঠন বিভিন্ন প্ৰকৃতিৰ। ভাৰতৰ শিক্ষানুষ্ঠান বিলাকত স্ত্ৰী-পুৰুষক একে প্ৰকাৰ শিক্ষা দিয়াৰ নিয়ম নাছিল। যি শিক্ষাই ব্যক্তিৰ ক্ৰমোন্নতিত সহায় কৰে সেই শিক্ষা হে স্পৃহণীয় আৰু আৱশ্যকীয়। একেপ্ৰকাৰ শিক্ষা দান কৰিলে ওপৰত উল্লেখ কৰা কাৰণ সমূহৰ কাৰণে পুৰুষৰ বাবে নিৰ্বাচিত শিক্ষাই স্ত্ৰীৰ ক্ৰমোন্নতিত বাধাৰ সৃষ্টি কৰে তাত কোনো সন্দেহ নাই। ফলতঃ আজি সেইটোৱে দেখা গৈছে। একে কৰ্মক্ষেত্ৰতে স্ত্ৰী-পুৰুষৰ প্ৰতিদ্বন্দ্বিতা হোৱাৰ কাৰণ যে এয়ে সেইটো বুজিবলৈ কাৰো টান নহয়। পুৰুষৰ লগত স্ত্ৰীজাতিৰ এই প্ৰতিযোগিতাত স্ত্ৰীৰ স্বাভাৱিক ক্ৰমোন্নতিত সহায় কৰিছে নে নাই, পুৰুষ আৰু স্ত্ৰীয়ে সংসাৰ ক্ষেত্ৰত উভয়ে উভয়ৰে যে পৰিপূৰক সেই পৰিপূৰকতা সাধিত হৈছে নে নাই, উভয়ে সাংসাৰিক জীৱনৰ পূৰ্ণতা পাইছে নে নাই সেইটো গভীৰভাৱে বিবেচনা কৰিবৰ সময় উপস্থিত হৈছে। শিক্ষা বিজ্ঞানৰ দৃষ্টিভঙ্গীৰে বা মনস্তাত্ত্বিক দৃষ্টিভঙ্গীৰে বিচাৰ কৰি চালে এইটো স্পষ্টতঃ ওলাই পৰে যে একে শিক্ষা পদ্ধতিত শিক্ষিত হৈ স্ত্ৰী-পুৰুষ একে প্ৰকাৰ উদ্দেশ্য সাধনৰ উপযোগী হৈ উঠে কিন্তু উভয়ৰে কৰ্মক্ষেত্ৰ যে সুকীয়া আৰু বিবাহ বন্ধনৰ দ্বাৰা বাস্তৱ ক্ষেত্ৰত যে স্বভাৱতঃ কৰ্মৰ ভাগ হৈ যায় সেই কথা গাৰ বলেৰে অস্বীকাৰ কৰিলে নহয়।

দেহতত্ত্ব সম্বন্ধে আলোচনা কৰি ডঃ ইৰ্‌বিন চাহাবে অখিল ভাৰতীয় স্ত্ৰী কন্‌ফাৰেন্স এখনত কৈছে যে পৃথিৱীৰ আন আন দেশৰ শিক্ষা পদ্ধতিৰ এই

ত্ৰুটীৰ পৰা ভাৰতে শিক্ষা গ্ৰহণ কৰা উচিত যে স্ত্ৰী আৰু পুৰুষৰ শিক্ষা বেলেগ হ'ব লাগে। তিৰোতা সকলক গৃহস্থালি সম্পৰ্কীয় আৰু স্বাস্থ্যবিজ্ঞান সম্পৰ্কীয় বিষয়বোৰৰ শিক্ষা হে দিব লাগে যাতে তেওঁলোক উপযুক্ত গৃহিনী আৰু উপযুক্ত মাতৃ হ'ব পাৰে। পুৰুষ আৰু স্ত্ৰী একেখন পৃথিবীত থাকিলেও উভয়ে উভয়ৰ কাৰ্য্য পৰিপূৰক হিচাবেহে গ্ৰহণ কৰিব লাগিব। বহু দেশতে স্ত্ৰী শিক্ষা পুৰুষৰ শিক্ষাৰ ধৰণো প্ৰৱৰ্ত্তন কৰিছে— ই হীন মনোবৃত্তিৰে গৃহীত অনুকৰণ প্ৰিয়তা মাথোন। সেইবাবে আমি আমাৰ ভিতৰত থকা সকলো শক্তি প্ৰয়োগ কৰিব লাগে যাতে সৰ্বসাধাৰণ ৰাইজৰ মাজত আৰু ছোৱালীবিলাকৰ মাজতো এনে এটি প্ৰবৃত্তি জাগি উঠে যে স্ত্ৰী শিক্ষা বিভিন্ন ধৰণৰ হ'ব লাগে যাতে স্ত্ৰীৰ স্বভাৱগত বুদ্ধি বৃত্তি আৰু কাৰ্য্যদক্ষতাৰ সম্পূৰ্ণ বিকাশ হয়।

আমিও সকলোৱে উপলব্ধি কৰিছোঁ যে— স্ত্ৰী স্ত্ৰীৰ স্বভাৱগত আৰু প্ৰকৃতিগত শিক্ষা নোপোৱাত নিজৰ কৰ্মক্ষেত্ৰত সুনিপুণা হৈ নুঠে আৰু পুৰুষৰ কৰ্মক্ষেত্ৰত উভয়ে উপযোগী হৈ উঠাত পুৰুষৰ কৰ্মৰ প্ৰতিদ্বন্দ্বিনী হৈ উঠে। স্ত্ৰী আৰু স্ত্ৰীৰ কৰ্মক্ষেত্ৰত কাৰো উপযোগিতা পূৰ্ণভাৱে নথকাত সেই ক্ষেত্ৰত অশান্তিৰ সৃষ্টি হয়। বিবাহ বন্ধনৰ পবিত্ৰতা, আন্তৰিকতা, নিবীড়তা শিথিল হৈ প্ৰেমৰ বন্ধন শিথিল হয় আৰু সাংসাৰিক জীৱনৰ সুখ শান্তি উভয়ৰে মনৰ পৰা বিদূৰিত হয় আনকি বিবাহ বিচ্ছেদো সংঘটিত হয়। প্ৰশাসনীয় আইনে সেই বিবাহ-বিচ্ছেদত সমৰ্থন যোগোৱাত বিবাহ-বিচ্ছেদ ঘটনা বাঢ়ি গৈছে— পাশ্চাত্যৰ দেশবোৰৰ দৰে আমাৰ ভাৰততো। বিবাহৰ যি প্ৰকৃত আদৰ্শ সেই আদৰ্শৰ মহিমাৰ লগত কোনো দিনেই পৰিচয় নোহোৱাত, সেই আদৰ্শৰ বিষয়ে কোনো শিক্ষা লাভ নকৰাত নৰ-নাৰীৰ এই পৱিত্ৰতম সম্বন্ধৰ ক্ষেত্ৰতো এনে ধৰণৰ পৰিণতি ঘটিব ধৰিছে। ভাৰতীয় আদৰ্শ হৈছে—

অৰ্দ্ধং ভাৰ্য্যা মনুষ্যস্য ভাৰ্য্যা শ্ৰেষ্ঠতমঃ সখা।
ভাৰ্য্যাৱন্তঃ ক্ৰিয়াৱন্তো ভাৰ্য্যাৱন্তঃ শ্ৰিয়াহন্বিতাঃ।।
সখায়ঃ প্ৰবিবিক্তেষু ভৱন্তেতাঃ প্ৰিয়ম্বদাঃ।
পিতৰো ধৰ্মকাৰ্য্যেষু ভবন্ত্যাৰ্ত্তস্যঃ মাতৰঃ।।

এই সংসাৰত স্ত্ৰী-পুৰুষৰ অৰ্দ্ধাঙ্গিনীস্বৰূপিণী পৰম মিত্ৰ। যাৰ ভাৰ্য্যা আছে সেই পুৰুষৰ সকলো ধৰ্মকাৰ্য্য সফল হোৱাত তেওঁৰ সকলো শ্ৰীবৃদ্ধি সাধন হয়। একান্ত প্ৰিয়বাদিনী সখী স্বৰূপা পত্নীয়ে পিতৃৰ নিচিনাকৈ সকলো ধৰ্মকাৰ্য্যতে সহায়তা কৰে। (সকলো ধৰ্ম কাৰ্য্যতে অৰ্থাৎ সকলো ভাল কাৰ্য্যতে)। দুঃখময় সংসাৰত পুৰুষৰ যদি কিবা গাৰ্হস্থ্য শান্তি থাকে সেয়া হৈছে সখীস্বৰূপা পত্নী যি পত্নীয়ে মাতৃৰ নিচিনা ৰোগৰ সময়ত শুশ্ৰূষা কৰি ৰোগৰ দুখ-কষ্ট নিবাৰণৰ যত্ন কৰে। পুৰুষৰ এই গাৰ্হস্থ্য শান্তিৰ মহিমা অপাৰ। সম্পদৰ সময়ত পত্নীয়ে অধিক

আনন্দ দান কৰে আৰু বিপদৰ সময়ত দুঃখ-কষ্টৰ অংশ গ্ৰহণ কৰি দুঃখৰ বোজা লাঘৱ কৰি দিয়ে। বিবাহিতা পত্নীৰ এয়ে প্ৰকৃত ধৰ্ম। সহধৰ্মিনীৰ স্বভাৱেই হৈছে সুদিনত আনন্দবৰ্দ্ধিনী হোৱা আৰু দুৰ্দিনত প্ৰাণত আশাৰ বাণীৰ সঞ্চাৰ কৰি নৈৰাশ্যৰ ভাৱ আঁতৰ কৰি দিয়া। সুখে-দুখে উভয়ে একে সূত্ৰত আৱদ্ধ হৈ জীৱনটো পৰিপূৰ্ণভাৱে ভোগ কৰাই হৈছে বিবাহৰ উদ্দেশ্য আৰু কাম্য পৰিণতি। এই আদৰ্শৰ পৰা বিচ্যুত হৈ বিবাহ-বিচ্ছেদৰ মাধ্যমত সুখ-শান্তি লাভ কৰা সহজ কথা নহয় বৰঞ্চ সৰহভাগ ক্ষেত্ৰতে অশান্তি আৰু অবাঞ্ছিত পৰিস্থিতিৰ মাজত জীৱনটো দুঃখময় হৈ হে উঠে দেখা গৈছে। বিবাহ কাৰ্য্যটো ভাৰতীয় সকলৰহে ধৰ্মীয় অনুষ্ঠান। আনদেশত বা আন ধৰ্মত এইটো এটা চুক্তি মাথোন। ধৰ্মীয় অনুষ্ঠানৰ পৱিত্ৰতা সেইবোৰ বিবাহত নাই।

পাশ্চাত্যৰ গাৰ্হস্থ্য ধৰ্মই এই আদৰ্শ গ্ৰহণ নকৰা বাবে পাশ্চাত্য দেশত পাৰিবাৰিক জীৱনত কি অবাঞ্ছিত সামাজিক পৰিস্থিতিৰ সৃষ্টি হৈছে সেই কথা ডঃ বুথে এইদৰে কৈছে— যে বহুসংখ্যক যুৱক-যুৱতী আজি ইন্দ্ৰিয় চৰিতাৰ্থৰ পথত কাম চৰিতাৰ্থ কৰিবৰ উদ্দেশ্যে ধাবিত হোৱা দেখা গৈছে কিন্তু গাৰ্হস্থ্য জীৱনৰ দায়িত্ব, পিতৃত্ব বা মাতৃত্বৰ দায়িত্ব বহন কৰিবলৈ অনিচ্ছুক হৈছে। ইয়াৰ ফল স্বৰূপে এ্যাংলো চেক্সন জাতিৰ পাৰিবাৰিক জীৱনত যে কি অবাঞ্ছিত পৰিস্থিতিৰ উদ্ভৱ হৈছে? ইংৰাজী ভাষা যি দেশতে ব্যৱহাৰ হৈছে তাতে এই পৰিস্থিতিৰ সৃষ্টি হৈছে। হোটেলৰ সংখ্যাতকৈ পৰিবাৰ-গৃহ সৰ্বত্ৰ কমি গৈছে ; বিবাহ বিচ্ছেদ বেছি হৈছে, সতি-সন্ততিৰ সংখ্যা কম হৈছে। এ্যাংলো চেক্সন জাতি বিলাকৰ ভিতৰত ছোৱালীবিলাকৰ গৰ্ভধাৰণৰ ক্ষমতা হ্ৰাস পাইছে কাৰণ সিহঁতে শাৰীৰিক ব্যায়াম চৰ্চা আৰু খেলপথাৰৰ ক্ৰীড়াবোৰত বেছি যোগদান কৰে। আন এগৰাকী মহিলা ডাক্তৰ আৰাবেলা কেনিয়ালীয়ে (Dr. Arabella Keneally) তেওঁৰ এখন প্ৰসিদ্ধ গ্ৰন্থত কৈছে যে এজনী ছোৱালীয়ে হকি ভালকৈ খেলিব পাৰে বা তেওঁৰ শৰীৰৰ মাংসপেশীবোৰ বেছি পুষ্ট সেই কাৰণে যে তেওঁ বেছি স্বাস্থ্যৱতী সেইটো নহয়। হিষ্টিৰিয়া আৰু স্নায়বিক দুৰ্বলতাৰ যিবোৰ টান ৰোগিণী সেই বিলাকৰ ভিতৰত সৰহ সংখ্যকেই শাৰীৰিকভাৱে বলিষ্ঠা আৰু খেল-ধেমালি ভাল পোৱা। ডঃ ঈঙ্গলমেনে (Dr. Engle Mane) কৈছে যে যিবিলাক ছোৱালীৰ মাংসপেশীবোৰ পৰিপুষ্ট সেইবিলাক ছোৱালীয়ে প্ৰসৱৰ সময়ত বেছি কষ্ট পায়। ডঃ বুথে সাৱধান কৰি দিছে যে যিবিলাক লোকে ভাবে যে শাৰীৰিক ব্যায়াম সম্বন্ধীয় ক্ৰীড়াবোৰৰ চৰ্চাৰ পৰা স্ত্ৰী জাতিয়ে উন্নত ধৰণৰ জাতিৰ সৃষ্টি কৰিব সেই বিলাকে চিন্তা কৰি চোৱা উচিত যে ভিয়েনা চহৰত এটা হিচাব কৰি চোৱা হৈছে যে অষ্ট্ৰিয়াৰ যিবিলাক তিৰোতাই ব্যায়াম চৰ্চা আৰু সেই সম্বন্ধীয় ক্ৰীড়াবোৰৰ চৰ্চা বেছি কৰিছে— তেওঁলোকৰ প্ৰজনন শক্তি তেনে

ধৰণৰ ব্যায়াম আৰু ক্ৰীড়া নকৰা তিৰোতা সকলতকৈ এক পঞ্চমাংশ কমি গৈছে। তেনে এটি হিচাব ইংলণ্ডতো লোৱা হৈছিল। সেই হিচাব মতে ১৯২২ চনৰ পৰা ১৯২৮ চনৰ ভিতৰত ইংলণ্ডৰ জন্ম হাৰ শতকৰা ১৬ ভাগ কমি গৈছে।

এইবোৰ কথাৰ পৰা আমি বিচাৰ কৰি চোৱা উচিত যে আজি ভাৰতবৰ্ষত ল'ৰাবিলাকৰ নিচিনাকৈ ছোৱালীবিলাকৰ খেল প্ৰতিযোগিতা, দৌৰা আৰু আন আন ধৰণৰ শাৰীৰিক ব্যায়াম চৰ্চাৰ প্ৰতিযোগিতা বৃদ্ধি হোৱাত দেশৰ কল্যাণ সূচায়নে অকল্যাণ সূচাইছে।

বৈজ্ঞানিক ডাক্তৰ সকলে নিজ নিজ অভিজ্ঞতাৰ পৰা যিবোৰ মন্তব্য কৰিছে সেইবোৰ মন্তব্যই পূৰ্বে উল্লিখিত স্ত্ৰী-পুৰুষৰ শৰীৰৰ ভেদ বুজাইছে আৰু সেই অনুসাৰে শাৰীৰিক শ্ৰমৰো ভেদ থকা নিশ্চয় উচিত। অঙ্গৰ বিভিন্নতা অনুসাৰে শ্ৰমৰো বিভিন্নতা থকা উচিত।

ডঃ বুথে কৈছে যে হোটেলৰ সংখ্যা হে বাঢ়িছে গৃহৰ সংখ্যা কমি গৈছে। সেই মন্তব্যৰ পৰা বুজা যায় যে এযোৰা বনৰ চৰাইয়ে যেনেকৈ নিজৰ এটা বাঁহ তৈয়াৰী কৰি লৈ পাৰিবাৰিক জীৱন-যাপন কৰে, পাশ্চাত্য দেশৰ সৰহভাগ মানুহে তাকো নকৰে। হোটেলতে গোটেই জীৱন কটাই দিয়ে। নিজৰ সতি-সন্ততিৰ বাবেও সেই একেৰকম ব্যৱস্থাকে স্থিৰ কৰি লয়। আমাৰ দেশত যে কয় 'গৃহিণী গৃহমুচ্যতে'— এই ভাৱ সিহঁতৰ নাই। পাশ্চাত্য দেশত ল'ৰাবিলাকৰ নিচিনা ছোৱালী বিলাকো একে প্ৰকাৰ শৰীৰ চৰ্চা আৰু ক্ৰীড়াৰ অভ্যাস কৰা বাবে তেওঁলোকৰ শৰীৰৰ মাংসপেশীবোৰ বৰ্দ্ধিত হয় আৰু সেই হেতুকে হিষ্টিৰিয়া, স্নায়বিক দুৰ্বলতা আদি বেমাৰত তেওঁলোকক চিকিৎসা কৰা কঠিন হৈ পৰে। তদুপৰি প্ৰজনন শক্তিৰ হ্ৰাস হয়, স্বভাৱিক সৃষ্টিৰ পথত বাধা উপস্থিত হয়। প্ৰসৱৰ সময়তো বেছি কষ্ট পায়।

পশ্চিম দেশৰ পণ্ডিত লোকসকলে ভাৰতীয় নাৰীৰ আদৰ্শৰ বিষয়ে বহু প্ৰশংসা কৰিছে। বিবাহ পদ্ধতিয়ে যাতে সমাজৰ ঐক্য আৰু ব্যক্তি জীৱনৰ শান্তি আৰু সমতা ৰক্ষা কৰে হিন্দু ধৰ্মই সেই পদ্ধতি আৱিষ্কাৰৰ যত্ন কৰিছে। (What is the kind of marriage that will preserve the integnity and keep the stable equilibrium of society - that is what Hinduism tried to discover.) ৰেভাৰেণ্ড টাইছুল ডেভিছে (Rev.I.Tyssul Davis) এইদৰে কৈছে। তেওঁ আৰু কৈছে যে ইউৰোপৰ ৰজা-মহাৰজা সকলৰ বিবাহ যেনেকৈ ৰাজ্যৰ মঙ্গলৰ কাৰণে সম্পাদিত হয়, (Eugenics) সু প্ৰজনন বিজ্ঞানে যেনেকৈ উন্নত মানৱ জাতি সৃষ্টি কৰাৰ বিধান দিয়ে সেইদৰেই হিন্দুধৰ্ম্মই বিবাহ বিধি সৃষ্টি কৰিছে। অৰ্থাৎ ইউৰোপৰ ৰজা-মহাৰাজা সকলে ৰাজ্যৰ মঙ্গলৰ কাৰণে যেনেকৈ নিজৰ সুখ-সুবিধা বিসৰ্জ্জন দিও বিবাহ বন্ধনত আবদ্ধ হয়, যেনেকৈ সুপ্ৰজনন

বিজ্ঞানে মানন জাতিৰ উন্নতি সাধনৰ বাবে ব্যক্তিগত সুখ আৰু স্বার্থ ত্যাগৰ উপদেশ দিয়ে তেনেকৈ হিন্দুৱে হিন্দুৰ বিবাহবিধি ৰচনা কৰিছে। হিন্দুৰ বিবাহ বিধিত সমগ্র মানৱ জাতিৰ কল্যাণৰ বিধান আছে আৰু সেই উদ্দেশ্যে ব্যক্তিৰ জীৱন যাতে সুখময় হৈ উঠে তাৰ বাবে হিন্দুৱে প্রলোভনৰ মুখত ব্যক্তিয়ে যাতে আত্মবলি দান নিদিয়ে তাৰ ব্যৱস্থা আছে হিন্দুৰ বিবাহ বিধিত। ব্যক্তিগত বৈষয়িক সুখত মগ্ন হৈ যাতে উদাৰ সামাজিক জীৱনৰ হানি নহয় তাৰ বাবে ব্যক্তিয়ে সুখ লালসা পৰিত্যাগ কৰাৰ ব্যৱস্থা আছে হিন্দু বিবাহ বিধিত। হিন্দু মাতৃয়ে নিজৰ ত্যাগ ধৰ্ম্মৰ দ্বাৰা ইন্দ্রিয়ৰ সুখ লালসা পৰিত্যাগ কৰি সমাজৰ কল্যাণৰ বাবে জীৱন উৎসর্গ কৰে।

আন এগৰাকী পাশ্চাত্য পণ্ডিত এমিয়েলে (Amiel) কৈছে যে হিন্দু মাতৃ আৰু হিন্দু পত্নীয়ে নিজৰ গাৰ্হস্থ্য জীৱনত যি আদর্শ গ্রহণ কৰে, নিজৰ সাংসাৰিক জীৱনৰ যি দৃষ্টিভঙ্গী আৰু কৰ্ত্তব্য স্থিৰ কৰি লয়, সেই আদর্শত, জীৱনৰ সেই দৃষ্টিভঙ্গীত আৰু সাংসাৰিক জীৱনত কৰ্ত্তব্যৰ মাজত সমাজৰ ভৱিষ্যৎ ভাগ্যোন্নতি নিৰ্ভৰ কৰে। হিন্দু ৰমণীৰ দাম্পত্য প্রেমত অগাধ বিশ্বাস স্থাপিত হয় আৰু সেই দাম্পত্য প্রেম নিজ নিজ পৰিবাৰবৰ্গৰ মাজত প্রাণ শক্তিৰ আধাৰ স্বৰূপ হৈ প্রত্যেকৰে জীৱনত সঞ্জীৱনী শক্তিৰ সঞ্চাৰ কৰে। হিন্দু ৰমণীয়ে ঘৰখনৰ ভাগ্য বিধাত্রী, সুখ-শান্তি বিধায়িনী। হিন্দু ৰমণীয়ে যেন তেওঁৰ শাৰীৰ আঁচলত গৃহৰ সুখ শান্তি বান্ধি ৰাখে।

আন এগৰাকী পাশ্চাত্য পণ্ডিত ফাদাৰ আব্বে ডুবই (Father Abbe Dubois) কৈছে যে হিন্দু ৰমণীৰ শৰীৰ অতি পবিত্র বুলি জ্ঞান কৰা হয়। প্রকাশ্য স্থানত কোনোলোকে তেওঁৰ শৰীৰৰ এটা আঙুলিও স্পর্শ কৰিব নোৱাৰে। হিন্দু ৰমণীৰ অৱস্থা যিমানেই হীন নহওক, অতি সম্ভ্রান্তশালী লোকেও তেওঁক মাতৃ সম্বোধনেৰে সম্বোধন কৰিব লাগিব।

চাৰ জৰ্জ বাৰ্ডউডে (Sir Gerge Birdwood) কৈছে যে হিন্দু ৰমণীয়ে ত্যাগময় সংযমপূর্ণ হিন্দু আদর্শক অনুসৰণ কৰি আদর্শ কন্যা, আদর্শ সতী পত্নী আৰু আদর্শ মাতৃ হয়। এই মৰ্য্যাদা ৰক্ষা কৰি, সম্পূর্ণ শালীণতা ৰক্ষা কৰি হিন্দু ৰমণীয়ে গৃহকাৰ্য্য সম্পাদন কৰি অন্তেষপুৰতে প্রচ্ছন্নভাৱে বাস কৰে আৰু স্বামীৰ প্রতি শ্রদ্ধা প্রদর্শন আৰু স্বামীৰ সেৱা পূজাই তেওঁৰ অমৰ মহিমা।

আৰ্য্য শাস্ত্ৰত বিবাহক স্থূল শৰীৰৰ ভোগ মাত্ৰকে লক্ষ্য কৰা হোৱা নাই। তাৰ কাৰণ ভোগৰ স্পৃহা কেতিয়াও শান্ত নহয়। ই উত্তৰোত্তৰ বৃদ্ধি হৈ আৰ্য্যত্ব তথা মানৱত্ব ধ্বংস কৰে। ভোগৰ দ্বাৰা মানুহ পশুত পৰিণত হয়।

আজি আমাৰ দেশত গাৰ্হস্থ্য জীৱনাদর্শৰ পৰা লাহে লাহে হিন্দু ৰমণীৰ এই আদৰ্শৰ বিলুপ্তি ঘটিব ধৰিছে। আজি আমাৰ স্ত্রীসকল প্রগতিৰ বাটত আগবাঢ়ি

যাব ধৰিছে বুলি সৰহ সংখ্যক শিক্ষিত ভাৰতবাসীয়ে মত প্ৰকাশ কৰে এই বুলিযে নাৰী জাতিৰ ভিতৰত আইনজীৱী, সংসদী সদস্য, পৰ্বত আৰোহন কাৰিণী, নাট্য আৰু চিত্ৰ তাৰাকা আদি সকলো প্ৰকাৰৰ নিপুণা মহিলা ভাৰতবৰ্ষত সৃষ্টি হৈছে। এই ধৰণৰ নিপুণতাৰ মাপকাঠীৰে প্ৰগতি জোখা হ'ব ধৰিছে। প্ৰকৃততে এই প্ৰগতি পাশ্চাত্য নাৰীৰ জীৱনাদৰ্শৰ মাপকাঠীৰেহে জোখা হয়। প্ৰকৃততে ভাৰতীয় আদৰ্শ আৰু সংস্কৃতিৰ উত্তৰোত্তৰ উন্নতি হৈছে নে নাই সেই কথা বিচাৰ কৰিহে প্ৰগতি জোখাৰ আৱশ্যক। পূৰ্ব্বে ভাৰতীয় সংস্কৃতি আৰু ভাৰতীয় আদৰ্শ যদি অতি উচ্চ স্তৰত থকা বুলি পাশ্চাত্য পণ্ডিতসকলে মত প্ৰকাশ কৰে, তেতিয়া বৰ্ত্তমান জীৱনাদৰ্শ আৰু নাৰী শিক্ষাৰ পদ্ধতি প্ৰগতিৰ পথেদি গতি কৰিছে নে নাই সেইটো বিচাৰ কৰিবৰ সময় নিশ্চয় উপস্থিত হৈছে। আমাৰ দেশত পুৰুষৰ শিক্ষা পদ্ধতি বা শিক্ষানীতিয়েই প্ৰকৃত গঢ় লোৱা নাই। আজি যি পাশ্চাত্য দেশৰ শিক্ষানীতিয়ে পশ্চিমৰ দেশবোৰতে অশান্তি, নিবনুৱা সমস্যা আৰু পাৰিবাৰিক বিশৃঙ্খলাৰ সৃষ্টি কৰিছে, সেই শিক্ষানীতিৰে আমাৰ যুৱকবৃন্দক শিক্ষিত কৰি প্ৰাচ্য আদৰ্শ ধ্বংস কৰি সমাজৰ বিশৃঙ্খলা সৃষ্টি কৰিব ধৰিছো, সেই শিক্ষানীতিৰেই পুনঃ স্ত্ৰী সমাজকো ধ্বংসৰ বাটেদি নিবৰ ব্যৱস্থা কৰিব ধৰিছো। এই সচেতনতা আমাৰ কাহানি আহিব?

কোনো এটা জাতিৰ সভ্যতা সংস্কৃতি বা সমাজব্যৱস্থা নিম্নস্তৰৰ থাকিলেহে উচ্চস্তৰৰ সভ্যতা সংস্কৃতি বা সমাজ ব্যৱস্থা থকা দেশৰ আদৰ্শ গ্ৰহণ কৰিব লাগে। ভাৰতবৰ্ষৰ সভ্যতা, সংস্কৃতি বা সামাজিক ব্যৱস্থা নিম্নস্তৰৰ নহয় বা নাছিল। এই বিষয়ে আৰ্য্যজাতিৰ সামাজিক ৰীতি-নীতিৰ শ্ৰেষ্ঠতা উপলব্ধি কৰি ফ্ৰেডাৰিক পিন্‌কটে (Frederick Pincott) কি কৈছে চোৱা যাওক। তেওঁ কৈছে যে যি জাতিৰ হাজাৰ হাজাৰ বুদ্ধিমান লোকবিলাকে হাজাৰ হাজাৰ বছৰ ধৰি যিবোৰ ৰীতি-নীতি মানি আহিছে সেই জাতিৰ সেই ৰীতি-নীতিবোৰে যে মানৱ জাতিৰ অজ্ঞানতা আৰু বৰ্ব্বৰতা, মূৰ্খতা বা পাশবিকতাৰ হাতৰ পৰা মানুহক মুক্ত কৰিবলৈ যত্ন কৰিছে সেই কথা নিৰাপদে স্বীকাৰ কৰি ল'ব পাৰি। ভাৰতৰ হিন্দু বিলাকৰ বিষয়ে এই কথা মুক্তকণ্ঠে স্বীকাৰ কৰিব পাৰি আৰু সেইবাবেই প্ৰফেছৰ ম্যাক্সমুলাৰে হিন্দু জাতিটোক প্ৰকৃত দাৰ্শনিক জাতি বুলি স্বীকাৰ কৰিছে। এই উক্তি সমীচীন হৈছে। এইটো এটা নিশ্চিত সত্য কথা যে হিন্দু জাতিৰ সমস্ত ধৰ্ম্মীয় আৰু সামাজিক প্ৰথাবোৰ বহু শতাব্দীৰ গভীৰ চিন্তা আৰু অভিজ্ঞতাৰ ফল স্বৰূপে সাৱধানতাৰে লিপিবদ্ধ কৰা হৈছে। ইংৰাজ জাতিয়ে ভাৰতীয় লোকক শিল্প কলা বা আধুনিক বিজ্ঞানৰ বিষয়ে যদি কিবা শিক্ষা দিবও পাৰে কিন্তু সামাজিক বিজ্ঞানত ভাৰতীয়ক শিকাবলৈ একো নাই। সমাজৰ শান্তি আৰু কল্যাণৰ বাবে সকলো ৰীতি-নীতি বা প্ৰথা হিন্দুয়ে সম্পূৰ্ণভাৱে বিধিবদ্ধ কৰি থৈছে আৰু

সেই বিধিসমূহ প্ৰকৃতিৰ বা সৃষ্টিৰ অপৰিবৰ্ত্তনীয় সত্যৰ ওপৰত প্ৰতিষ্ঠা কৰিছে। হিন্দু সমাজত আমাৰ অসংস্কৃত আৰু অপৰিপক্ক ভাৱধাৰাৰ প্ৰৱৰ্ত্তন কৰিলে তাৰ ফল বিষময় হ'ব আৰু হিন্দু জাতিটোকো পৰস্পৰ আত্মবিৰোধী অৰিয়াঅৰিৰ পথেদি আমাৰ দেশক (পাশ্চাত্য দেশৰ) সামাজিক বিশৃঙ্খলা আৰু হীনতাৰ পৰিস্থিতিলৈ লৈ যাব।

এইদৰে পশ্চিম দেশৰ বিজ্ঞ বিজ্ঞ পণ্ডিতসকলে হিন্দুৰ সামাজিক ৰীতি-নীতিৰ ভুৰি ভুৰি প্ৰশংসা কৰিছে। উপৰোক্ত পণ্ডিত গৰাকীৰ ভৱিষ্যত বাণী যে আমাৰ সমাজত প্ৰতিফলিত হ'ব ধৰিছে সেইটো আমি সকলোৱে উপলব্ধি কৰিব পাৰিছোহক।

ভাৰতবৰ্ষত পূৰ্ব্বে স্ত্ৰী শিক্ষাৰ ব্যৱস্থা নাছিল বুলি কোৱাটো ভুল। 'কন্যামপি পালনীয়া শিক্ষানীয়া প্ৰযত্নতঃ।' কন্যাকো অতি যত্ন সহকাৰে শিক্ষা দিব লাগে এইটো মনুৰ ব্যৱস্থা। ভাৰতত স্ত্ৰী শিক্ষাৰ পদ্ধতি দুই প্ৰকাৰৰ দেখা যায়। স্ত্ৰী জাতিৰ ভিতৰত দুই প্ৰকাৰৰ স্ত্ৰী দেখা যায়। এক প্ৰকাৰৰ হৈছে - ব্ৰহ্মবাদিনী আৰু আন প্ৰকাৰৰ হৈছে সদ্যোবধূ। ব্ৰহ্মবাদিনী সকলৰ পতি হৈছে পৰমপতি পৰমব্ৰহ্ম। ব্ৰহ্মবাদিনী তিৰোতা সকলে লৌকিক বিবাহত আৱদ্ধ হৈ স্বামীবৰণ কৰিলেও তেওঁলোকে নিজ নিজ পতিৰ মাধ্যমতে পৰমপিতা বিশ্বপতিক পতি হিচাবে ধাৰণা কৰিছিল। ভক্তিমাৰ্গতো তেনে উদাহৰণ আছে। ৰাসলীলাৰ গোপীসকলেও তেনে ধৰণে শ্ৰীকৃষ্ণক পতিৰূপে ভাৱনা কৰিছিল। তাত পতিভক্তিৰ কোনো হানি-বিঘিনি হোৱা নাছিল। যাজ্ঞবল্ক্য পত্নী মৈত্ৰেয়ীও তেনে ৰমণী আছিল। স্বামী যাজ্ঞবল্ক্যই সন্ন্যাস গ্ৰহণৰ মানসে যেতিয়া তেওঁ বিপুল সম্পত্তি তেওঁৰ দুই স্ত্ৰী মৈত্ৰেয়ী আৰু কাত্যায়নীৰ মাজত ভগাই দিব খুজিছিল তেতিয়া মৈত্ৰীয়ে স্বামীক প্ৰশ্ন কৰিছিল যে এইবোৰৰ দ্বাৰা অমৃতত্ত্ব পোৱা যাব নেকি? যাজ্ঞবল্ক্যই উত্তৰ দিছিল বিত্তৰ দ্বাৰা অমৰ হোৱা নাযায় অৰ্থাৎ মুক্তি পোৱা নাযায়। তেতিয়া মৈত্ৰীয়ে বিত্তৰ অংশ গ্ৰহণ নকৰি স্বামীৰ লগত সন্ন্যাসিনী হৈ গৈছিল ব্ৰহ্মোপসনাৰ কাৰণে। এই ব্ৰহ্মবাদিনী স্ত্ৰী সকল সৰ্ব্বসাধাৰণ স্ত্ৰীৰ পৰ্য্যায়ৰ নহয়। সাধাৰণতঃ স্ত্ৰী জাতিৰ সন্ন্যাসৰ ব্যৱস্থা নাই কিন্তু এই ক্ষেত্ৰত ব্যতিক্ৰম। ব্যতিক্ৰমবোৰ সাধাৰণ নিয়ম নহয়। ব্ৰহ্মবাদিনীসকলে বেদ চৰ্চ্চা কৰিছিল। গাৰ্হস্থ্য ধৰ্ম্ম পালন কৰিবৰ আৱশ্যক নাছিল; কাৰণ তেওঁলোকে এক অদ্বৈত ব্ৰহ্মতে মন প্ৰাণ দেহ সমৰ্পন কৰিছিল। পৌৰাণিক যুগত গাৰ্গী আৰু মৈত্ৰেয়ীক ব্ৰহ্মবাদিনীৰ শাৰীত আৰু আধুনিক যুগত মীৰাবাইক সেই শাৰীত পেলাব পাৰি। মনুৰ বিধানমতে যে কন্যা সকলকো শিক্ষা দিব লাগে, সেই কথা সদ্যোবধূ বিলাকক অৰ্থাৎ যি বিলাকে গাৰ্হস্থ্য ধৰ্ম্ম পালন কৰিব সেই বিলাকক লক্ষ্য কৰি কোৱা হৈছে। গাৰ্হস্থ্য ধৰ্ম্মই উত্তম ধৰ্ম্ম গতিকে গাৰ্হস্থ্য ধৰ্ম্ম পালনৰ

বাবে ল'ৰাক যেনেকৈ শিক্ষাৰ দ্বাৰা উপযুক্ত কৰি তুলিব লাগে ছোৱালীকো শিক্ষাৰ দ্বাৰা উপযুক্তা কৰি তুলিব লাগে। স্ত্ৰী পুৰুষক একে প্ৰকাৰৰ শিক্ষাৰ ব্যৱস্থা দিয়া নাই কাৰণে স্ত্ৰীক সমান অধিকাৰৰ পৰা বঞ্চিত কৰা হৈছে বুলি কোৱা ভুল। নিজ গৃহত বা বিদ্যানুষ্ঠানত স্ত্ৰী শিক্ষাৰ পদ্ধতি পুৰুষৰ শিক্ষাতকৈ বেলেগ আছিল। মনুৰ বচনত 'অপি' শব্দ আৰু 'প্ৰযত্নতঃ' শব্দৰ প্ৰতি লক্ষ্য কৰিলে বুজা যায় স্ত্ৰী শিক্ষাৰ প্ৰতি কিমান গুৰুত্ব দিয়া হৈছে। সতী, সাবিত্ৰী, সীতা, দ্ৰৌপদী ইত্যাদি আৰ্য্য ৰমণী সকলক সদ্যোবধূ বা গৃহস্থ ধৰ্মাৱলম্বী স্ত্ৰী সকলৰ শাৰীত পেলাব পাৰি। এওঁলোকৰ জীৱন কাহিনী পঢ়িলে ভাৰতীয় নাৰীৰ আদৰ্শ আৰু শিক্ষাৰ আদৰ্শ ভালদৰে বুজা যায়। অকল সেয়ে নহয়, এই বিলাক চৰিত্ৰৰ মাধ্যমত সমগ্ৰ ভাৰতীয় কৃষ্টি স্পষ্ট হৈ উঠে।

সৰ্বাঃ প্ৰকৃতি সম্ভুতা উত্তমা২ধমমধ্যমাঃ।
যোষিতামৱমাপেন প্ৰকৃতেশ্চ পৰাভবঃ।।

উত্তমা স্ত্ৰীয়েই হওক বা মধ্যমা স্ত্ৰীয়েই বা অধমা স্ত্ৰীয়েই হওক সকলো স্ত্ৰী প্ৰকৃতিৰ অংশ স্বৰূপা। সেইবাবে স্ত্ৰী জাতিৰ প্ৰতি অনাদৰ বা অৱমাননা দেখুৱালে প্ৰকৃতি মাতৃ কোপিতা হয়। স্ত্ৰী জাতিক সমান অধিকাৰ দিয়া প্ৰশ্নই নাই — স্ত্ৰী জাতিক আমাৰ ধৰ্ম্মই উচ্চতৰ আসনত স্থান দিছে।

ৰমনী পূজিতা যেন পতিপুত্ৰৱতী সতী।
প্ৰকৃতিঃ পূজিতা তেন বস্ত্ৰালঙ্কাৰ চন্দনৈঃ।।

বস্ত্ৰ, অলঙ্কাৰ আৰু চন্দনৰ দ্বাৰা যিজনে পতি পুত্ৰৱতী সতী ৰমণীৰ পূজা কৰে, তেওঁৰ দ্বাৰা প্ৰকৃতি দেৱী (অৰ্থাৎ জগন্মাতৃৰ) পূজা হয়। এনে ক্ষেত্ৰত স্ত্ৰী জাতিক সমান অধিকাৰ দিয়া প্ৰশ্ন উঠিবই নোৱাৰে।

স্ত্ৰী জাতিৰ কমনীয়তা ৰক্ষাৰ অৰ্থে, সতীত্ব ৰক্ষাৰ অৰ্থে নাইবা পতি সেৱাৰ মাধ্যমত নিজ আত্মাৰ মুক্তিৰ অৰ্থে যিবোৰ শাস্ত্ৰীয় বাধা নিষেধ স্ত্ৰী জাতিৰ ক্ষেত্ৰত বিধান কৰা হৈছে তাৰ অৰ্থ স্ত্ৰী জাতিক হেয় প্ৰতিপন্ন কৰা নহয়। কাৰণ সেই বাধা নিষেধৰ যিজনা প্ৰধান স্মৃতিকাৰ মনু তেৱেঁই কৈছে - 'নাৰ্য্যস্তু যত্ৰ পূজ্যন্তে ৰুমন্তে তত্ৰ দেৱতাঃ।' - যি গৃহত নাৰী সকলৰ পূজা হয় আৰু বস্ত্ৰ অলঙ্কাৰ আদিৰ দ্বাৰা সন্তোষ বিধান কৰা হয়, সেই গৃহত দেৱতা সকলে আনন্দমনে বাস কৰে। বিধি নিষেধবোৰৰ উদ্দেশ্য কি তাক ভালদৰে নুবুজি, অজ্ঞ মানুহে স্ত্ৰী জাতিৰ ওপৰত অযথা অত্যাচাৰ কৰাৰ মিথ্যা আলমত পুৰুষ জাতিৰ ওপৰত অন্যায় আক্ৰোশ অনা উচিত নহয়; কাৰণ তাৰ দ্বাৰা বৈবাহিক জীৱনত সংসাৰ ধৰ্ম্ম পালন কৰাত অশান্তিৰ সৃষ্টি হয়। অশান্তি কেতিয়াও কাম্য নহয়, শান্তিহে কাম্য। অৰ্দ্ধাঙ্গ পুৰুষ আৰু অৰ্দ্ধাঙ্গিনী নাৰীৰ ভিতৰত সহযোগ, সহানুভূতি আৰু সমানুভূতি নাথাকিলে শান্তিৰ কামনা কৰিব নোৱাৰি।

স্ত্ৰীৰ অৱয়ব আদি পৰিবৰ্ত্তিত হৈ পুৰুষ হোৱা খবৰ আৰু পুৰুষৰ অৱয়বাদি পৰিবৰ্ত্তিত হৈ স্ত্ৰী হোৱা খবৰ আমি সঘনাই পাই আহিছো। সৃষ্টিৰ আদি অন্বেষণ কৰিলে আমি বুজি পাওঁ যে স্ত্ৰী আৰু পুৰুষৰ উভয়ৰে শৰীৰত পুংবীজ আৰু স্ত্ৰীৰজঃ কম বেছি পৰিমাণে বিদ্যমান আছে। আধুনিক বিজ্ঞানীয়েও সেইকথা প্ৰমাণ কৰিছে। সেইবাবে স্ত্ৰীয়ে যদি পুৰুষত্ব কামনা কৰি একমন একপ্ৰাণ হৈ সেই বিষয়ে ধ্যান, চিন্তা কৰে, কালক্ৰমত পুৰুষ হৈ যায় আৰু পুৰুষেও অনুৰূপ ধৰণে স্ত্ৰীত্ব প্ৰাপ্ত হয়। এই পৰিবৰ্ত্তন একাগ্ৰ কামনাৰ ফল। এই বৈজ্ঞানিক তত্ত্বৰ পৰা আমি এই কথা সহজে আহৰণ কৰিব পাৰো যে পুৰুষৰ প্ৰকৃতিগত স্বভাৱ চৰিত্ৰৰ উন্নয়নৰ যি শিক্ষা পদ্ধতি গ্ৰহণ কৰো, সেই শিক্ষা পদ্ধতি যদি স্ত্ৰী সকলৰ ক্ষেত্ৰতো গ্ৰহণ কৰো তেতিয়া স্ত্ৰীৰ প্ৰকৃতিগত স্বভাৱ চৰিত্ৰৰ গুণ হ্ৰাস হৈ স্ত্ৰীৰ শৰীৰত যি পুংবীজ আছে তাৰ বৃদ্ধিপ্ৰাপ্ত হৈ স্ত্ৰীৰ স্বভাৱ চৰিত্ৰ পুৰুষৰ দৰে হৈ যাব। বৰ্ত্তমান যুগত আমি তাৰ প্ৰমাণ পাব ধৰিছো।

এইদৰে শীৰৰ তত্ত্ব আৰু মনস্তত্ত্বৰ ফালৰ পৰা বিচাৰ কৰি চালে আমাৰ চকুৰ আগত এইটো স্পষ্ট হৈ উঠে যে মানৱ জীৱনৰ পূৰ্ণতা প্ৰাপ্তিৰ কাৰণে সাংসাৰিক জীৱনত পূৰ্ণ সুখ শান্তি পাবলৈ হ'লে স্ত্ৰী আৰু পুৰুষৰ কাৰ্য্যক্ষেত্ৰ বেলেগ হ'ব লাগিব আৰু নিজ নিজ কাৰ্য্য ক্ষেত্ৰত পূৰ্ণ সাফল্য অৰ্জন কৰিবলৈ হ'লে ব্যক্তিৰ প্ৰকৃতিগত আৰু অন্তৰ্নিহিত শক্তি সমূহৰ উন্মোচনৰ বাবে স্ত্ৰী পুৰুষ ভেদে শিক্ষা পদ্ধতি বেলেগ হ'ব লাগিব। তাৰ দ্বাৰাহে উভয়ৰ মাজত সমান অধিকাৰৰ পৰিপূৰ্ণতা দৃঢ় ভাৱে স্থাপিত হ'ব। একে প্ৰকাৰ শিক্ষা পদ্ধতিয়ে সেই পূৰ্ণতা কেতিয়াও আনি দিব নোৱাৰে।●

# মানৱ ধৰ্ম তথা মানৱীয় মূল্যবোধ আৰু জাতীয় শিক্ষাৰ আদৰ্শ

স্বামী বিবেকানন্দই আমাৰ দেশত প্ৰচলিত শিক্ষা সম্পৰ্কে এই প্ৰকাৰে কৈছিল— "আমাৰ জাতীয় শিক্ষা হ'ব লাগিব আধ্যাত্মিকতা আৰু ধৰ্ম নিৰপেক্ষতাৰ ভিত্তিত প্ৰতিষ্ঠিত। এই বিষয়ে আমি কল্পনা কৰিব লাগিব, চিন্তা কৰিব লাগিব, পৰস্পৰ আলোচনা কৰিব লাগিব আৰু কৰ্মত প্ৰবৃত্ত হ'ব লাগিব, নহলে জাতিৰ উন্নতি সুদূৰপৰাহত। আমাৰ দেশত আজি যি শিক্ষা চলি আছে সেই শিক্ষাৰ যে কোনো গুণ নাই তেনে নহয় কিন্তু ইয়াৰ পটভূমিত ইমানবোৰ দোষ আছে যে এই শিক্ষাই মানুহ তৈয়াৰ নকৰে ; এই শিক্ষা মনুষ্যত্ব অৰ্জনৰ ক্ষেত্ৰত সম্পূৰ্ণ বিপৰীতমুখী। যি শিক্ষাই মনুষ্যত্ব অৰ্জ্জনৰ শিক্ষা নিদিয়ে সেই শিক্ষা লোৱাতকৈ মৃত্যু বৰণ কৰাও ভাল। এটা শিশুক স্কুললৈ পঠিয়াই দিয়া হ'ল। তাত গৈ সি প্ৰথম কথা এয়ে শিকে যে তাৰ পিতৃ এজন মূৰ্খ ব্যক্তি, দ্বিতীয়তে শিকে যে তাৰ পিতামহ আছিল বুদ্ধিভ্ৰষ্ট এজন উন্মত্ত ব্যক্তি আৰু তৃতীয় কথা শিকিব যে এই দেশৰ যিবিলাক শিক্ষক আছিল সেই বিলাক আছিল কপটী লোক। চতুৰ্থতে শিক্ষা কৰিব লাগিব যে দেশৰ যিবোৰ ধৰ্মশাস্ত্ৰ আছে সেইবোৰ মিছা কথাৰে ভৰপূৰ। এইদৰে যেতিয়া তাৰ ১৬ বছৰ হয়, সেই শিশু হৈ পৰে এডোখৰ মাংসপিণ্ড, য'ত প্ৰাণ নাই আৰু য'ত হাড় নাই অৰ্থাৎ একেবাৰে বিপৰীত বস্তু।"

আমি সাধাৰণত কওঁ যে এই শিক্ষাৰ মাজেদিয়েই আমাৰ দেশত ডাঙৰ ডাঙৰ মানুহ সৃষ্টি হৈছে। এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ তেওঁ লগতে দিছে যে— "বম্বে, মাদ্ৰাজ আৰু বঙ্গ প্ৰেছিডেন্সিত যোৱা ৫০ বছৰে এজন মানুহো এই শিক্ষাই সৃষ্টি কৰা নাই। যি কেইজন ডাঙৰ মানুহৰ সৃষ্টি হৈছে সেই কেইজনৰ শিক্ষা হয় অন্য দেশত হৈছে, নহয় এই শিক্ষাত শিক্ষিত হৈ এই কুশিক্ষাৰ কু-সংস্কাৰৰ পৰা মুক্ত হ'বলৈ দেশৰ প্ৰাচীন শিক্ষানুষ্ঠানত শিক্ষা গ্ৰহণ কৰিছে।" তেওঁ কৈছে যে কিছুমান খবৰৰ সমষ্টি তোমাৰ মগজুত সুমাই দিয়াটোৱেই শিক্ষা নহয়, যিবোৰ খবৰে তোমাৰ ওৰেই জীৱনত ওৱাটাৰ্লুৰ যুদ্ধৰ সৃষ্টি কৰি তুলিব আৰু যিবোৰ খবৰ তুমি কোনো দিনেই হজম কৰিব নোৱাৰিবা। "আমাৰ শিক্ষাত থাকিব লাগে এনেধৰণৰ ভাৱৰ সমষ্টি যিবোৰ ভাৱে আমাৰ জীৱন গঢ়ি তুলিব, মানৱতা শিক্ষা দিব, চৰিত্ৰ গঠন কৰিব আৰু যিবোৰ ভাৱ আমাৰ প্ৰকৃতিত সম্পূৰ্ণৰূপে লীন হৈ যাব। তুমি যদি সূক্ষ্ম আৰু নিৰ্মল ভাৱৰাশি আহৰণ কৰিব

পাৰিছা আৰু তাৰ দ্বাৰা তোমাৰ জীৱন আৰু চৰিত্ৰ গঢ়িব পাৰিছা তেতিয়া হ'লে তোমাৰ শিক্ষা এখন গ্ৰন্থাগাৰৰ সমস্ত কিতাপ মুখেৰে আওৰাব পৰা মানুহজনতকৈ বেছি হৈছে। গাধ এটাই চন্দনকাঠ বৈ লৈ যাওঁতে তাৰ ওজনৰ হে গম পায়, চন্দন কাঠৰ মূল্য নুবুজে। শিক্ষা যদি কেৱলমাত্ৰ খবৰ সংগ্ৰহেই হয় তেন্তে গ্ৰন্থাগাৰ বিলাক গোটেই পৃথিৱীৰ ভিতৰত বেছি জ্ঞানসম্পন্ন আৰু বিশ্বকোষ বিলাকেই ঋষি। গতিকে আমাৰ শিক্ষাৰ আদৰ্শ হোৱা উচিত আধ্যাত্মিকতাময় আৰু ধৰ্ম নিৰপেক্ষ আৰু সেই শিক্ষা আমাৰ দেশৰে শিক্ষকৰ হাতত ন্যস্ত হ'ব লাগিব আৰু জাতীয় জীৱনৰ উপযোগী প্ৰণালীৰে সেই শিক্ষা দান কৰিব লাগিব।"

ইতিপূৰ্বে আমি এটা প্ৰবন্ধত লিখিছিলো যে "এখন দেশৰ শিক্ষাৰ লক্ষ্য আন এখন দেশলৈ আমদানি কৰিব নোৱাৰি।" ইউৰোপৰ সমাজ আৰু ইউৰোপীয় জাতিবিলাকৰ অৰ্থনৈতিক সমস্যা আৰু তাৰ সমাধানৰ দৃষ্টিভঙ্গী ভাৰতবৰ্ষৰ লগত কেতিয়াও মিলাব নোৱাৰি, নিমিলে — সেই প্ৰবন্ধত আমি এই দৰেও মন্তব্য কৰিছিলো। আন এটি প্ৰবন্ধত আমি কৈছিলো ভাৰতীয় শিক্ষা পদ্ধতি ভাৰতীয় কৃষ্টি সংস্কৃতি আৰু ভাৰতীয় সভ্যতাৰ আদৰ্শত গঢ়িব লাগিব।

আজি আমি ভাৰতীয় সভ্যতাৰ আদৰ্শৰ বিষয়ে অলপ অচৰপ আলোচনা কৰিব খুজিছো, কাৰণ স্বামী বিবেকানন্দইয়ো সেই কথাকেই কৈছে।

ৰামায়ণ মহাকাব্য পৃথিৱীৰ ভিতৰতে আদি মহাকাব্য আৰু এতিয়াও শ্ৰেষ্ঠ মহাকাব্য হিচাবে পৰিগণিত হৈ আছে। সেই মহাকাব্যৰ দুটি এটি চৰিত্ৰৰ বিষয়ে আলোচনা কৰি চাওঁহক, কাৰণ তাৰ দ্বাৰা আমি সহজে বুজিব পাৰিম যে শিক্ষাৰ প্ৰধানতম লক্ষ্য যে চৰিত্ৰ গঠন সেই চৰিত্ৰ গঠনৰ নীতি সমূহ কি দৰে সেই মহাকাব্যত চিত্ৰিত হৈছে।

দুটা অভিলসিত বৰ দিবৰ কাৰণে ৰজা দশৰথ কৈকেয়ীৰ ওচৰত প্ৰতিশ্ৰুতি বদ্ধ হৈ আছিল। কাৰণ কৈকেয়ীয়ে পত্নীসুলভ পৰিচৰ্য্যাৰে ৰোগগ্ৰস্ত দশৰথক সন্তুষ্ট কৰি তুলিছিল। সেৱা, শুশ্ৰূষা আৰু পৰিচৰ্য্যা মানৱীয় ধৰ্ম, স্ত্ৰী ধৰ্ম হিচাবেও অৱশ্য পালনীয়। স্বামীক সেৱা কৰা স্ত্ৰী ধৰ্ম আৰু সেই সেৱাৰ দ্বাৰা পৰিতুষ্ট হোৱাটো মানৱ ধৰ্ম কিন্তু ৰজা দশৰথে পৰিতুষ্ট হৈ পত্নী কৈকেয়ীক দুটা বৰ দিবলৈ মান্তি হ'ল। কিয়? ৰজা দশৰথৰ আন বহু মহিষী আছিল, বিশেষকৈ আছিল আৰু দুগৰাকী প্ৰধানা মহিষী। আন বিলাক মহিষীও ৰজা দশৰথৰ প্ৰতি অনুৰক্তা আছিল কিন্তু কৈকেয়ী নিজৰ যৌৱনৰ গুণতেই হওক বা অতিৰিক্ত পতিপ্ৰেমেই হওক ৰজা দশৰথৰ বেছি প্ৰিয়পাত্ৰী হৈ উঠিছিল। সেই প্ৰেম সেৱাৰ মাধ্যমত বেছি পৰিস্ফুট হৈ উঠিল আৰু ৰজা দশৰথো বেছি সন্তুষ্ট হৈ উঠিল। ইয়াত কোনো দোষৰ কথা নাই, কিন্তু ৰাণী কৈকেয়ী তেতিয়াই সেই বৰ গ্ৰহণ নকৰিলে। সাঁচি থ'লে— ভৱিষ্যতলৈ। তাতো দোষ ধৰিব লগা একো নাই, কিন্তু

যেতিয়া সেই বৰ খুজিলে, যেতিয়া জ্যেষ্ঠ পুত্ৰ ৰামচন্দ্ৰক ৰাজ্যৰ পৰা বঞ্চিত কৰি, চৈধ্য বছৰ বনলৈ পঠিয়াৰ আৰু ভৰতক ৰাজ্য দিয়াৰ ব্যৱস্থা কৰিলে সেই বৰ দুটাৰ বলত, তেতিয়া যে দোষ হ'ল আৰু ৰজা দশৰথৰ স্ত্ৰৈণতা প্ৰকাশ পালে এই কথা আমি আজিও পাহৰা নাই আৰু ই অন্যায় ব্যৱস্থা বুলি আমি গৰিহণা দি আহিছো। যাদিও ৰজা দশৰথৰ এই কাৰ্য্যত আমি সৰ্বসাধাৰণে দোষ দেখা পাওঁ, তথাপি আমি আমাৰ অন্তৰত দশৰথ ৰজাৰ প্ৰতি এটি সম্ভ্ৰমসূচক অনুভূতিও বোধ নকৰাকৈ নাথাকো আৰু তেতিয়া সৰ্বতোভাৱে মহিষী কৈকেয়ীকে দোষ দি থাকোহক। ইয়াৰ ভিতৰত বিচাৰ কৰি চাবলগীয়া বহু কথা আছে।

ৰামচন্দ্ৰ ৰজাৰ জ্যেষ্ঠ পুত্ৰ। ৰাজ্যৰ ভৱিষ্যত সিংহাসন তেওঁৰ। দেশৰ প্ৰজা, ৰাজবংশৰ প্ৰথা আৰু সৰ্বসাধাৰণ প্ৰজাৰ ইচ্ছা, আনুগত্য আৰু প্ৰৱল জনমত নেওচি জ্যেষ্ঠ ৰাজকুমাৰ ৰামচন্দ্ৰই হেলাৰঙে ৰাজ্য এৰি চৈধ্য বছৰ কালৰ বাবে 'বনলৈ ওলাল, কিয়? ৰজা দশৰথৰ এই বৰদান অনুচিত। ন্যায়তঃ এই বৰদানে ৰামচন্দ্ৰক পিতৃৰাজ্যৰ পৰা বঞ্চিত কৰিব নোৱাৰে কাৰণ ই ৰামচন্দ্ৰৰ জন্মগত অধিকাৰ। দেশৰ প্ৰথাগত মৌলিক দাবী আৰু এই অধিকাৰৰ পৰা এই দাবীৰ পৰা বঞ্চিত কৰিবৰ ক্ষমতা স্বয়ং দশৰথৰো নাই। তথাপি ৰামচন্দ্ৰই সেই অধিকাৰ সেই দাবী সাব্যস্ত নকৰি নিজৰ নিৰ্বাসন দণ্ড বাছি ল'লে কিয়— এই কথা বিচাৰ কৰিবৰ আৱশ্যক আছে। ই কবিৰ কল্পনা নহয়, কাব্যৰ ৰসাত্মক ৰচনা মাথোন নহয়, ই অতি সত্য ঘটনা, ঐতিহাসিক সত্য।

যাৰ যৌৱৰাজ্য অভিষেকৰ বাবে কৈকেয়ীৰ এই ষড়যন্ত্ৰ, এই কপট আচৰণ, সেই কৈকেয়ী কুমাৰ ভৰতে কৰিলে কি? ৰাম বনবাসলৈ গ'ল। ভৰতে মাতুলগৃহৰ পৰা ঘূৰি আহি নিষ্কণ্টক ৰাজ্য অধিকাৰ নকৰি, ৰামচন্দ্ৰক ঘূৰাই আনিবলৈ গ'ল। ৰামচন্দ্ৰ ঘূৰি নাহিল? নাহিলেই বা কিয়? ভৰতে যেতিয়া নিজ ইচ্ছাত সেই বৰৰ পৰা পোৱা অধিকাৰ গ্ৰহণ নকৰি, ৰামচন্দ্ৰক পুনঃ প্ৰতিষ্ঠিত কৰিবৰ বাবে যত্ন কৰিলে তেতিয়া যদি ৰামচন্দ্ৰই সিংহাসন গ্ৰহণ কৰিলেহেঁতেন তেতিয়া জানো ৰামচন্দ্ৰৰ ন্যায়তঃ কিবা দোষ ঘটিলেহেঁতেন? ৰামচন্দ্ৰ ঘূৰি নহাত ভৰতে যদি সিংহাসন দখল কৰিলেহেঁতেন, তেতিয়া জানো ভৰতৰ কিবা দোষ হ'লহেঁতেন? ভৰতে সিংহাসনত নবহি, ৰামচন্দ্ৰৰ দৰে বনবাসীৰ পৰিচ্ছদেৰে, ৰামৰ পাদুকা সিংহাসনত স্থাপন কৰি ৰাজ্য শাসন কৰিলে— ৰামচন্দ্ৰৰ প্ৰত্যাৱৰ্ত্তন অপেক্ষা কৰি থাকিল— কিয়? ন্যায়তঃ জানো ভৰতৰ অধিকাৰ সাব্যস্ত হোৱা নাছিল? আৰু কথা আছে, আৰু প্ৰশ্ন আছে, আৰু দ্বিধা আছে, আৰু সংশয় আছে। আমি প্ৰথমত এই কেইটি কথাকে বিচাৰ কৰি চাওঁহক।

ৰজা দশৰথ অজ্ঞ পুৰুষ নাছিল। মহাশক্তিধৰ পুৰুষ। ইন্দ্ৰতকৈও বলৱান। বৃহস্পতিৰ দৰে জ্ঞানবান পুৰুষ আছিল ৰজা দশৰথ। ৰজা দশৰথ স্ত্ৰৈণ আছিল

বুলি আমি কওঁ কিন্তু সঁচাকৈয়ে ৰজা দশৰথৰ চৰিত্ৰত এই স্ত্ৰৈণ দোষৰ ছাপ পৰিছে নে আন কোনো আদৰ্শৰ ছাপ পৰিছে? ন্যায় বিচাৰক ৰজা দশৰথে ৰামচন্দ্ৰক আদেশ দি, ৰাজ আজ্ঞা দি ৰামচন্দ্ৰক নিৰ্বাসিত কৰিছিল নে? ৰজা দশৰথে জানিছিল, যে ই ৰাজ আজ্ঞা হ'ব নোৱাৰে। কোনো ন্যায়পৰায়ণ ৰজাই কাকো ন্যায় অধিকাৰৰ পৰা বঞ্চিত কৰিব নোৱাৰে। ধাৰ্মিক ৰজা দশৰথে ৰাজ ধৰ্ম পাহৰা নাছিল। ৰামচন্দ্ৰক ৰাজ আজ্ঞাৰে নিৰ্বাসিত কৰিবৰ ন্যায় অধিকাৰ ৰজা দশৰথৰ নাই এই কথা ৰজা দশৰথে সম্পূৰ্ণ জ্ঞাত আছিল। সেইবাবে ৰামৰ বনবাস ৰাজ আজ্ঞাত হোৱা নাছিল। ৰজা দশৰথে নিজমুখে ৰামৰ বনবাসৰ কথা কবও নোৱাৰিলে।

পিতৃৰ আগত আছে ৰামচন্দ্ৰ
কৰিয়া অতি ভকতি।
ৰামক নিষ্ঠুৰ বুলিতে ৰজাৰ
নভৈল কছু শকতি।।

ৰজা দশৰথ মহাদুঃখে কৈকেয়ীৰ লগত বহি আছে ; ৰামচন্দ্ৰই উপস্থিত হৈ উভয়কে প্ৰণতি জানালে কিন্তু ৰজা দশৰথে ৰাম বুলি সম্বোধন মাত্ৰ কৰিলে, ৰামৰ মুখৰ ফালে চাবও নোৱাৰিলে আৰু আন কোনো কথা উচ্চাৰণ কৰিবও নোৱাৰিলে। তেওঁৰ চক্ষু অশ্ৰুভাৰাক্ৰান্ত হ'ল।

(ৰামেত্যুক্ত্বা তুবচনং বাস্পপৰ্য্যাকুলেক্ষণঃ।
শশাক নৃপতিৰ্দীনো নেক্ষিতুং নাভিভাবিতুম্।।)

কতক্ষণে ৰাজা ৰাম হেন বুলি
বিমন্যু আতি কৰিল।
মহা মনোদুখে কিছু নুবুজিলে
কণ্ঠত শোক ধৰিল।।
আতিশয় শোকে অথাকে নয়নে
লোতক বহে ৰাজাৰ।

ৰাচন্দ্ৰৰ চৈধ্য বছৰৰ বনবাসৰ কথা কৈকেয়ীহে ৰামক শুনায়। কৈকেয়ীয়েহে কৈছে ঃ

শুন পুত্ৰ ৰাম তই বোলো তোত কাজ।
হেন আজ্ঞা কৰন্ত তোমাত মহাৰাজ।।

ৰজা দশৰথে কৈকেয়ীৰ পতিসেৱাত সন্তুষ্ট হৈ মানৱীয় ধৰণে পত্নীক সন্তুষ্ট কৰিবলৈ বৰ দিবলৈ ইচ্ছা কৰিছিল মাথোন ; সেই নিৰ্দোষ ইচ্ছাৰ পৰিণতি যে ইমান কঠোৰ হ'ব পাৰে সেই কথা দশৰথ ৰজাই বুজিব নোৱাৰিছিল। তেনে ক্ষেত্ৰত কোনো মানুহে স্বাভাৱিকতে বুজি পোৱা সম্ভৱ নহয়। কৈকেয়ীৰ অভিসন্ধি

যেতিয়া বুজি পালে তেতিয়া ৰজা দশৰথ কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছিল আৰু শোক দুঃখত অভিভূত হৈ পৰিছিল। ই মানৱীয় দুৰ্বলতা মাথোন, কাৰণ সেই প্ৰতিশ্ৰুতিত আৱদ্ধ হোৱাৰ পৰা নিজক মুক্ত কৰিবৰ ক্ষমতা ৰজাৰ আছিল আৰু যুক্তিও আছিল। সেই প্ৰতিশ্ৰুতিৰ এনে পৰিণাম স্বভাৱিকতে কোনো মানুহে কল্পনা কৰিব নোৱাৰে আৰু অস্বাভাৱিক ধৰণৰ বৰ প্ৰাৰ্থনাক বৰদাতাই অস্বীকাৰ কৰিবও পাৰে। ৰজা দশৰথৰ প্ৰতিশ্ৰুত বৰদানে যুৱৰাজ ৰামচন্দ্ৰক সিংহাসন চ্যুত কৰি চৈধ্য বছৰলৈ বনবাস দিয়াৰ অধিকাৰ ধৰ্ম আৰু ন্যায়ত বা আইনত ৰজা দশৰথৰ যেনেকৈ নাই, ৰামচন্দ্ৰই তাক মানি নল'লেও দূষণীয় হ'ব নোৱাৰে। লক্ষ্মণেও সেই যুক্তিকেই দিছে।

কথং ত্বং কৰ্ম্মণা শক্তঃ কৈকেয়ী বশবৰ্ত্তিনঃ।
কৰিষ্যসি পিতুৰ্বাক্যমধৰ্ম্মিষ্ঠং বিনাৰ্হিতম্।।

তুমি সকলো কাৰ্য্য কৰিবলৈ সমৰ্থ হৈও কিয় কৈকেয়ীৰ বশৱৰ্ত্তী পিতা দশৰথৰ লোক নিন্দিত অধৰ্ম্ম্য কথা প্ৰতিপালন কৰিবা।

আনকি লক্ষ্মণে বাহুবলেৰে লক্ষ্মণৰ সহায়ত ৰাজ্য দখল কৰিবলৈকো কৈছিল। সেই বাবে ৰজা দশৰথে সেই আদেশ দিব পৰা নাছিল কিন্তু ব্যক্তিগত হিচাবে ৰজা দশৰথ প্ৰতিশ্ৰুতিবদ্ধ হোৱাত মৰ্মান্তিক দুঃখ পাইছিল। দশৰথ ৰজাই যেতিয়া ৰামচন্দ্ৰক পূৰ্বৰ দৰে স্নেহ কৰি ৰামচন্দ্ৰৰ লগত কথা পতা নাছিল, ৰামচন্দ্ৰ বিচলিত হৈ পৰিছিল আৰু নিজকে দোষী বুলি ভাবি এইদৰে চিন্তা কৰিছিল আৰু কৈকেয়ীক প্ৰশ্ন কৰিছিল—

অপ্ৰসন্ন মনাঃ কিং নু সদা মাংপ্ৰতি বৎসলঃ।
বিষণ্ণবদনো দীনো নহি মাংপ্ৰতি ভাষতে।।
অতোৰথন্ মহাৰাজমকুৰ্বন্ বা পিতুৰ্বচঃ।
মুহূৰ্ত্তমপি নৈচ্ছেয়ং জীৱিতুং কুপিতে পৃপে।।

ৰাঘৱে বোলন্ত শুনিয়োক মাৱ
কোনবা মিলিল দোষ।
কহিওক তুমি কি কাৰণ ইটো
কৰে বাপ অসন্তোষ।

মহাৰাজক সন্তুষ্ট নকৰাকৈ বা পিতৃবাক্য পালন নকৰাকৈ মই এক মুহূৰ্ত্তও বাঁচি থাকিব নোখোজা।

তেতিয়া কৈকেয়ীয়ে উত্তৰ দিছে—

ন ৰাজা কুপিত্তো ৰাম ব্যসনং নাস্য কিঞ্চন।
কিঞ্চিন্মনো গতং তস্য ত্বদ্‌ভয়ান্নানু ভাষতে।।
প্ৰিয়ং ত্বামপ্ৰিয়ং বক্তুং বাণী নাস্য প্ৰৱৰ্ত্ততে।

তদবশ্যং ত্বয়া কাৰ্য্যং যদনেনাশ্রুতং মম।।

ৰজাই কোপ কৰা নাই আৰু ৰজাৰ কোনো বিপত্তিও হোৱা নাই ; কেৱল মাথোন তেওঁ তোমাৰ মনত দুখ হ'ব বুলি ভয় কৰি তেওঁৰ মনৰ কথা তোমাৰ আগত খুলি কোৱা নাই। তোমাৰ নিচিনা মৰমৰ পুত্ৰক অপ্ৰিয় বাক্য ক'বলৈ তেওঁ ভাষা পোৱা নাই। গতিকে তেওঁ মোক যেনেদৰে প্ৰতিশ্ৰুতি দিছিল, সেইদৰে তুমি তোমাৰ কাৰ্য্য কৰা উচিত।

কৈকেয়ী ৰামচন্দ্ৰক ৰজা দশৰথৰ আজ্ঞা বুলি জনাইছে—

শুন পুত্ৰ ৰাম তই বোলো তোত কাজ।
হেন আজ্ঞা কৰন্ত তোমাক মহাৰাজ।।
তোমাৰ বাপক সেৱা কৰিলো বিস্তৰ।
যিকালত ৰাজা মোক দিলা দুইবৰ।।
এক বৰ লৈলো ভৰতক দিবো ৰাজ।
তুমি বন যাইবাক বুলিলো আৰু কাজ।।
(সংনিদেশে পিতুস্তিষ্ঠ যথানেন প্ৰতিশ্ৰুতম্।
ত্বয়াৰণ্যং প্ৰবেষ্টব্যং নব বৰ্ষানি পঞ্চচ।।
ভৰতশ্চাভিষিচ্যেত তদেতদভিষেচনম্।
ত্বদৰ্থে বিহিতং ৰাজ্ঞা তেন সৰ্বেণ ৰাঘব।।
সপ্ত সপ্ত চ বৰ্ষাণি দণ্ডকাৰণ্যমাশ্ৰিতঃ।
অভিষেকমিমং ত্যক্ত্বা জটাচীৰধৰো ভব।।)

ই জানো ৰাজ আজ্ঞা?

এই কথাত ৰজা দশৰথ অতি দুঃখিত হ'ল কিন্তু ৰামচন্দ্ৰৰ মনত অলপো দুখ হোৱা নাছিল।

ইতীব তস্যাং পৰুষং বদন্ত্যাং নচৈব ৰামঃ প্ৰবিবেশ শোকম
প্ৰবিবেশ চাপি মহানুভাবো ৰাজা চ পুত্ৰব্যসনাভিতপ্তঃ।

আমাৰ বিচাৰ্য্য বিষয় এয়ে যে ৰামচন্দ্ৰই ৰাজ আজ্ঞাও পোৱা নাই, পিতৃ আজ্ঞাও পোৱা নাই। দশৰথ ঠেকত পৰিছে। মনত দুখ হৈছে, কিন্তু ৰজা বা পিতৃ হিচাবে ৰামচন্দ্ৰক আদেশ দিবৰ কোনো অধিকাৰ দশৰথৰ নাই। গতিকে ৰামচন্দ্ৰই এই আদেশ পালন নকৰিলে কি দোষ হ য়? দোষ হয়। পিতৃক সেই ঠেকৰ পৰা ৰক্ষা কৰা, পিতৃৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰা পুত্ৰৰ কৰ্তব্য। পুত্ৰৰ পুত্ৰোচিত আদৰ্শৰ আগত আন কোনো যুক্তি নাখাটে। কোনো আইন নাখাটে। কোনো স্বত্ব বা অধিকাৰৰ কথা নুঠে। এয়ে ভাৰতীয় আদৰ্শ। ভাৰতীয় কৃষ্টি। এই আদৰ্শৰ ৰক্ষাৰ বাবেই ভৰতে অনুৰোধ কৰা সত্বেও ৰামচন্দ্ৰ ঘূৰি নাহিল আৰু একে আদৰ্শৰ অনুপ্ৰেৰণাতে ভৰতেও ৰাজ্য নল'লে। পিতৃক হত্যা কৰি বা পিতৃক বন্দী কৰি

ৰাজ সিংহাসন দখল কৰা উদাহৰণ বুৰঞ্জীত বহুতো পোৱা যায় কিন্তু যি আৰ্য্যোচিত বা ভাৰতীয় কৃষ্টিৰ পৰিচায়ক নহয়। দশৰথৰ মনোগত ইচ্ছা নাছিল যে ভৰত ৰজা হওক। সেয়েহে ৰামচন্দ্ৰৰ ৰাজত্ব ৰামৰ হৈ হে জটাবল্কল ধাৰী হৈ পালন কৰিলে।

স্ত্ৰীৰ সেৱাত পৰিতুষ্ট হৈ যিকোনো মানুহেই কয় যে তুমি যি খোজা তাকে দিম। সেই বুলি স্ত্ৰীয়ে যে অসম্ভৱ ধৰণৰ কিবা এটা খুজিব তেনে সন্দেহ কৰিলে যি খোজে তাকে দিবলৈ প্ৰতিশ্ৰুতি নিদিয়ে, কিন্তু প্ৰতিশ্ৰুতি ৰক্ষা কৰিবলৈ যদি স্ত্ৰীৰ অসম্ভৱ দাবীও পূৰণ কৰা হয় তাক স্ত্ৰৈণ বুলি কব নোৱাৰি। আনহাতে প্ৰতিশ্ৰুতি ৰক্ষা নকৰিলে নিজৰ কথাৰ মূল্য নাথাকে — অন্যায় হ'লেও, ক্ষতি হ'লেও সত্যপৰায়ণ লোকে সেই প্ৰতিশ্ৰুতি পালন কৰে — নিজৰ কথাৰ মূল্য ৰাখে। চৰিত্ৰ অৰ্জনৰ সৎ আদৰ্শ — সৰ্ব্বোত্তম আদৰ্শ হৈছে নিজৰ কথা ৰক্ষা কৰা। ৰজা দশৰথে নিজে আদেশ নিদিলেও ৰামচন্দ্ৰক নিজ কৰ্ত্তব্যৰ পৰা বিৰত কৰিবৰ যত্ন কৰা নাই। বিলাপ কৰিছে আনকি শোকত প্ৰাণত্যাগো কৰিছে।

পৈত্ৰিক জগতত আইনগত স্বত্ব অধিকাৰৰ প্ৰশ্ন নাই। পিতৃ প্ৰত্যক্ষ দেৱতা— পিতা স্বৰ্গঃ পিতা ধৰ্মঃ পিতা হি পৰমং তপঃ। ৰাজ্য লাভতকৈও পৰম লাভ হৈছে পিতৃসেৱা, পিতৃ সন্তুষ্টি। পিতৃক ঋণমুক্ত কৰা। এই আদৰ্শৰ পৰা চ্যুত হোৱা মানৱীয় ধৰ্ম নহয়, সনাতন ধৰ্ম নহয়; তদুপৰি যি কোনো ব্যক্তিয়েই নহওক নিজৰ কথা সৰ্বপ্ৰকাৰে ৰক্ষা কৰিব লাগিব, নহ'লে সমাজত ব্যভিচাৰিতাই দেখা দিয়ে। ধৰ্ম পৰায়ণ ৰজা দশৰথে নিজ বাক্যত বন্দী হৈ কিংকৰ্ত্তব্যবিমূঢ় হৈছে। পুত্ৰৰ কৰ্ত্তব্য পিতৃক সেই সঙ্কটৰ পৰা ৰক্ষা কৰা, নিজৰ সুখভোগ জলাঞ্জলি দি হ'লেও; তেতিয়াহে সমাজৰ আদৰ্শ, ব্যক্তিৰ আদৰ্শ আৰু পুত্ৰৰ কৰ্ত্তব্যৰ আদৰ্শ ৰক্ষিত হ'ব। এয়েহে মানৱীয় মূল্যবোধ, আইনৰ দৃষ্টিত বা নিজৰ স্বত্ব অধিকাৰৰ দৃষ্টিত যদিওবা সি সুসঙ্গত নহয়। এই দৃষ্টিভঙ্গী নাথাকিলে সমাজত দোষ প্ৰবেশ কৰে— যিটো আজিৰ সমাজত ঘটিছে।

ভৰতৰ চৰিত্ৰতো সেই আদৰ্শৰে প্ৰতিচ্ছবি দেখা যায়। ৰামচন্দ্ৰ বনলৈ যোৱাৰ পাছত— ৰজা দশৰথে পুত্ৰশোকত প্ৰাণত্যাগ কৰিলে— ভৰত তেতিয়াও কেকয় ৰাজ্যৰ পৰা (মোমায়েকৰ ঘৰৰ পৰা) ঘূৰি অহাই নাই। বশিষ্ঠ মুনিয়ে ভৰতক আনিবলৈ দূত পঠাইছে। ভৰতে ঘূৰি আহি পিতৃক আৰু ৰামচন্দ্ৰকদেখা নাপালে। সকলো কথা মাকৰ পৰা জানিলে আৰু মাকৰ হৰ্ষ আৰু সান্ত্বনা বাক্যৰ উত্তৰত এইদৰে ক'লে— "কিং নু কাৰ্য্যং হতস্যেহ মম ৰাজ্যেন শোচতঃ। বিহীনস্যাথ পিত্ৰা চ ভ্ৰাতা পিতৃসমেন চ।।" পিতৃহীন হৈ আৰু পিতৃসম ভ্ৰাতৃহীন হৈ মোৰ নিচিনা হতভাগ্য ব্যক্তিৰ ৰাজ্যেৰে কি হ'ব?" ভৰতে কৈকেয়ীক ভৰ্ৎসনা কৰিলে আৰু কৌলিক প্ৰথা, দেশ প্ৰথা আৰু শাস্ত্ৰ বিধিৰ নজীৰ দি ক'লে—

সততং ৰাজপুত্ৰেষু জ্যেষ্ঠো ৰাজা ভিষিচ্যতে।
ৰাজ্ঞামেতৎ সমং তৎ স্যাদিক্ষ্বাকুনাং বিশেষতঃ।।

ৰাজপুত্ৰ সকলৰ ভিতৰত জ্যেষ্ঠ জনেহে ৰাজ্য পায়। বিশেষকৈ ইক্ষ্বাকুবংশত এই ৰীতি হে চলি আছে। ভৰতৰ বাক্যৰ পৰা বিচাৰ কৰি চালেও এইটো স্পষ্ট প্ৰতীয়মান হয় যে দশৰথ ৰজাৰ কৈকেয়ীৰ প্ৰতি যি প্ৰতিশ্ৰুতি সেই প্ৰতিশ্ৰুতিয়ে ৰামক অধিকাৰৰ পৰা বঞ্চিত নকৰে, কিন্তু তথাপি ৰামচন্দ্ৰ মান্তি নহ'ল আৰু ভৰতো ৰজা নহ'ল। ক্ষমতাৰ লোভতকৈ আদৰ্শ মহত্তৰ। সমাজ ৰক্ষাৰ বাবে কোনো সাধু ব্যক্তিয়ে আদৰ্শৰ অৱমাননা নকৰে, নিজৰ স্বত্ব অধিকাৰকে আদৰ্শৰ ওচৰত বলি দিয়ে। ৰাচন্দ্ৰই পিতৃসত্য পালনৰ বাবে কৌশল্যাৰ আগত কি যুক্তি দিছে? কৌশল্যা দেবীয়ে ৰামক কৈছে— ৰজা দশৰথ তোমাৰ যেনে পূজনীয় মই তোমাৰ ততোধিক পূজ্যতমা, মই তোমাক বনলৈ যোৱাৰ অনুমতি নিদিও। ৰামচন্দ্ৰই উত্তৰ দিছে— মই অকলে পিতৃবাক্য পালন কৰিবলৈ ওলোৱা নাই. বিত্তু কাণ্ডুঋষিয়ে পিতৃবাক্য পালনৰ কাৰণে গোবধ কৰিছিল। আমাৰ পূৰ্বপুৰুষ সগৰ ৰজাৰ পুত্ৰ সকলে পিতৃৰ আদেশত পৃথিৱী খান্দি নিজে বধ হৈছিল আৰু জমদগ্নি পুত্ৰ ৰামচন্দ্ৰই পিতৃআদেশত মাতৃবধ কৰিছিল। মই নতুন ধৰ্ম প্ৰৱৰ্ত্তিত কৰিব খোজা নাই. হে মাতৃ! পিতৃবাক্য পালন কৰি কোনো লোকে ধৰ্মচ্যুত নহয়। ভূমণ্ডলত সকলোৰে পিতৃবাক্য পালন কৰা বিধেয়।

ৰামচন্দ্ৰই লক্ষ্মণৰ আগত যুক্তি দিছে— এই জগতত ধৰ্মই পৰম পুৰুষাৰ্থ। ধৰ্মতেই সত্য প্ৰতিষ্ঠিত আছে আৰু মই অনুত্তম পিতৃবাক্যও ধৰ্মসমন্বিত। পিতৃমাতৃৰ বাক্য পালন কৰাই সাধুসকলৰ আচৰণ কৰা পথ।

ইয়াৰ উপৰিও ৰামচন্দ্ৰই লক্ষ্মণক কৈছিল যে মই যদি পিতৃবাক্য পালন নকৰো তেন্তে আনলোকেও নকৰিব। তেতিয়া সমস্ত জগৎ ধ্বংস হ'ব। গীতাত শ্ৰীভগৱানেও এই যুক্তিকে দিছিল অৰ্জ্জুনক। সমাজৰ শ্ৰেষ্ঠ লোকসকলে যেনে আচৰণ কৰে, যি কৰ্ম কৰে, ইতৰ লোকেও তাকেই অনুকৰণ কৰে।

পিতৃবাক্য পালন কৰাটো প্ৰধান ধৰ্ম আৰু পিতৃআজ্ঞাত নিষিদ্ধ কৰ্ম কৰিলেও মানুহ ধৰ্মচ্যুত নহয়। পিতৃআজ্ঞা পালন কৰাত নিজৰ প্ৰাণহানি হ'লেও মানুহ পশ্চাৎপদ হোৱা উচিত নহয়। এয়ে ভাৰতীয় ধৰ্ম, এয়ে ভাৰতীয় কৃষ্টি আৰু এয়ে ভাৰতীয় জাতীয় আদৰ্শ। ৰামৰাজ্য স্থাপনৰ বাবে এয়ে প্ৰধান শিক্ষণীয় বিষয়। শিক্ষাৰ প্ৰধান লক্ষ্যও হোৱা উচিত এয়ে। নিজৰ স্বত্ব অধিকাৰতকৈ ধৰ্ম পালন কৰাৰ শিক্ষা হোৱা উচিত প্ৰথম কথা।

আজিৰ যুগৰ ৰাজনীতি চৰ্চাৰ নজীৰ দেখুৱাই, গণতন্ত্ৰৰ নামত আদৰ্শচ্যুত হৈ জাতিবিলাকে গোটেই পৃথিৱী খনতে অশান্তিৰ সৃষ্টি কৰিছে। অবিকাৰী সত্যৰো বিকাৰ ঘটাবলৈ পৰাঙ্মুখ হোৱা নাই— ক্ষমতালোভৰ বশৱৰ্ত্তী হৈ। সংখ্যাধিক্যই

হে বল। আদৰ্শ আৰু মৌলিক নীতি বিসৰ্জন দি ক্ষমতা লাভেই হৈ পৰিছে একমাত্ৰ লক্ষ্য। জাতীয় কৃষ্টি, সংহতি আৰু ঐক্যৰ কথা চিঞৰি চিঞৰি কয় কিন্তু স্বাৰ্থান্বেষনেই হে একমাত্ৰ লক্ষ্য। সংখ্যাধিক্য লাভ কৰি ক্ষমতা হস্তগত কৰাই হৈছে সেই লক্ষ্য সাধনৰ উপায়।

যদি ৰামৰাজ্য স্থাপন কৰাই উদ্দেশ্য হয়, ৰামৰ চৰিত্ৰৰ কি গুণ তাক অধ্যয়ন কৰিব লাগিব। সেই মতে নিজ নিজ চৰিত্ৰ গঠন কৰিব লাগিব আৰু জাতীয় চৰিত্ৰ সেইদৰে গঠনৰ বাবে শিক্ষা পদ্ধতি নিৰ্ণয় কৰিব লাগিব। অকল ৰামৰ চৰিত্ৰই নহয়, লগে লগে ৰামায়ণৰ আন আন চৰিত্ৰবোৰৰ বৈশিষ্ট্যও অধ্যয়ন কৰিব লাগিব।

মহাকাব্য ৰামায়ণৰ চৰিত্ৰবোৰত খুঁত উলিওৱা সহজ কথা নহয়, কিন্তু আমি নিজৰ নিজৰ ভাৱৰ দ্বাৰা প্ৰণোদিত হৈ আবেগিকতাৰ ফালৰ পৰা ৰামৰ চৰিত্ৰত, দশৰথৰ চৰিত্ৰত আৰু আন আন চৰিত্ৰত দোষ দেখা পাওঁ। আদৰ্শ হিচাবেই হওক বা সাহিত্য হিচাবেই হওক এইবোৰ চৰিত্ৰত কোনো দোষ নাই, বৰঞ্চ আমাৰ আবেগিক আকাঙ্খাত হে দোষ আছে।

ৰজা দশৰথক আমি স্ত্ৰৈণ বুলি কওঁ, কিন্তু সেই সময়ত অযোধ্যাবাসী সকলে তেওঁক স্ত্ৰৈণ বুলি কোৱা নাছিল — কৈছিল ভূতাবিষ্ট হোৱা বুলি।

অদ্য নূনং দশৰথঃ সত্বমাবিশ্য ভাষতে।

নহি ৰাজা প্ৰিয়ং পুত্ৰং বিবাসয়িতুমৰ্হতি।। অযোধ্যা ৩৩/১০

ৰজা দশৰথ স্ত্ৰৈণ নাছিল, আছিল সত্যত আৱদ্ধ। সেই সত্যৰ দোহাই দিহে ৰাণী কৈকেয়ীয়ে দশৰথ ৰজাক কাবু কৰি পেলাইছিল। কৈকেয়ীয়ে ৰজাক কৈছে— সত্যই ব্ৰহ্ম। সত্যতে ধৰ্ম প্ৰতিষ্ঠিত। সত্যই বেদৰ প্ৰতিপাদ্য বিষয়, সত্যৰ দ্বাৰাই মানুহৰ মুক্তি হয়। এতএব হে ৰাজন্ তোমাৰ যদি ধৰ্মত আস্থা থাকে তুমি সত্য ৰক্ষা কৰা। (সত্যমেকপদং ব্ৰহ্ম সত্যে ধৰ্মঃ প্ৰতিষ্ঠিতঃ। সত্যমেবাক্ষয়া বেদাঃ সত্যেনাবাপ্যতে পৰম্

সত্যং সমনুবৰ্ত্তস্ব যদি ধৰ্মে ধৃতা মতিঃ। স ৰৰঃ সকলোমেহস্তু ৰৰদো হ্যসি সত্তম— অযোধ্যা ১৪/৮/৯)

ৰাম বনবাসী হ'ব, ভৰত ৰজা হ'ব— ই নাভূতনাশ্ৰুত কথা। কৈকেয়ীৰ কল্পনাতো নাছিল। তেনে অৱস্থাত দশৰথ ৰজা স্ত্ৰৈণ হৈ হে ৰামক বনবাস দিলে ই তেনেই মিছা। সত্যত আৱদ্ধ দশৰথ ৰজা যেতিয়া নিৰুপায় অৱস্থাত পৰিছে— তেতিয়া কৈকেয়ীক যৎপৰোনাস্তি ভৰ্ৎসনা কৰিছে আৰু পৰিত্যাগ কৰিছে।

যস্তে মন্ত্ৰকৃতঃ পণিৰগ্নৌ পাপে ময়াধৃতঃ।

সংত্যাজামি স্বজং চৈব তব পুত্ৰং সহ ত্বয়া।। (অযোধ্যা ১৪/১৫)

মই অগ্নি সাক্ষী কৰি মন্ত্ৰপাঠ কৰি তোৰ যে পাণিগ্ৰহণ কৰিছো তাক পৰিত্যাগ কৰিলো আৰু তোত মোৰ যি পুত্ৰ উৎপন্ন হৈছে তাকো তোৰ লগতে

পৰিত্যাগ কৰিলো।

অকলে সেয়ে নহয়— ৰজা দশৰথে পুনঃ কৈছে— হে অশুভচাৰে। বশিষ্ঠ আদি কৰি গুৰুজন সকলে ৰামৰ অভিষেকৰ বাবে উপকল্পিত উপকৰণৰ দ্বাৰা মোৰ মৃত্যু হ'লে— (ৰামৰ অভিষেক নহ'লে যে ৰজাৰ মৃত্যু হ'ব এই কথা কোৱাৰ পাছত এই কথা কৈছে) মোৰ জল তৰ্পণ ৰামৰ দ্বাৰা কৰাব আৰু তইঁতে তই বা তোৰ পুত্ৰই যেন মোৰ উদ্দেশ্যে কোনো জল তৰ্পণ নকৰে।

ৰামাভিষেক সম্ভাৰৈস্তদৰ্থমুপকল্পিতৈঃ। ৰামঃ কাৰয়িতব্যো মে গতস্য সলিল ক্ৰিয়া স পুত্ৰয়া ত্বয়া নেব কৰ্ত্তব্যা সলিল ক্ৰিয়া। ১৪/১৫

এনে কথা স্ত্ৰৈণ লোকৰ হ'ব নোৱাৰে।

কৈকেয়ী সঁচাকৈয়ে ইমান বেয়া আছিল নে? ৰামায়ণ কাব্যত পোৱা যায় যে ৰামচন্দ্ৰই কৈকেয়ীক কৌশল্যতকৈও বেছি ভক্তি কৰিছিল আৰু কৈকেয়ীয়েও ৰামচন্দ্ৰক ভৰতকৈ বেছি ভাল পাইছিল। কৈকেয়ীয়ে আচলতে ৰামৰ বনবাস আৰু ভৰতৰ ৰাজ্যাভিষেকৰ উদ্দেশ্য লৈ বৰ দুটা সাঁচি থোৱা নাছিল। দুষ্টবুদ্ধি মন্থৰাৰ বুদ্ধিত হে এনেকুৱা হ'বলৈ পালে। অসৎ লোকৰ বুদ্ধিত কি দুৰ্ঘোৰ পৰিণাম হ'ব পাৰে তাৰ জ্বলন্ত প্ৰমাণ। ই লোক শিক্ষাৰ বাবে এটি মহান দৃষ্টান্ত, কিন্তু বৰ্তমান যুগত গোপন আলোচনাৰে খলুৱা আৰু দুষ্ট বুদ্ধি লোকৰ পৰামৰ্শ অনুসাৰে হে সকলো কাম নিষ্পন্ন হয়। বৰ্তমান পৰিস্থিতিত শিক্ষা ক্ষেত্ৰত এই চৰিত্ৰ দুটাই (কৈকেয়ী আৰু মন্থৰাৰ চৰিত্ৰই) জাতীয় চৰিত্ৰ গঠনত কি অমূল্য বৰঙনি যোগাব পাৰে তালৈ ভ্ৰূক্ষেপ নকৰি আমি যেন সকলোৱে মন্থৰাৰ নীতিহে অৱলম্বন কৰিছো। আমি প্ৰত্যেকে এই কথা ভাবি চোৱা উচিত। এই ধৰণৰ আমাৰ জাতীয় সাহিত্য শিক্ষা দিয়া জাতীয় চৰকাৰৰ উচিত হয় নে নহয় বাৰু? আমি পূৰ্বতে কৈছো যে ৰামায়ণ মহাকাব্য সঁচা কিন্তু ইয়াৰ ঘটনা সম্পূৰ্ণ ঐতিহাসিক। ইতিহাস শিক্ষা দিয়া যদি অতি আৱশ্যকীয় বিষয় হয়, তেন্তে এই ইতিহাস আমাৰ ল'ৰা-ছোৱালী বিলাকে নিশ্চয় জানিব লাগিব।

এটা জাতিৰ বৈশিষ্ট্য ৰক্ষা কৰিবলৈ হ'লে, এটা জাতিৰ পুৰণি স্মৃতি-ৰক্ষা কৰিবলৈ হ'লে জাতিৰ যি সাহিত্য তাক অৱহেলা কৰিলে নচালিব আৰু পাশ্চাত্য শিক্ষাৰ আদৰ্শত প্ৰাচ্যৰ সভ্যতা জুখিব পৰা নাযাব। বৰঞ্চ পাশ্চাত্য শিক্ষাৰ আদৰ্শও পৰিবৰ্ত্তিত হে হ'ব লাগিব আৰু আমাৰ এই প্ৰকাৰৰ জাতীয় শিক্ষাৰ আদৰ্শত গঠিত হ'ব লাগিব। নহ'লে গণতন্ত্ৰৰ সুফল কোনো দেশে নাপাব। তাৰ প্ৰমাণ পৃথিৱীৰ বিভিন্ন দেশত প্ৰস্ফুটিত হৈ উঠিছে। হিংসাৰ মাধ্যমত গণতন্ত্ৰ প্ৰস্ফুটিত নহয়। হিংসাৰ ধ্বংস সাধনত হে গণতন্ত্ৰ প্ৰস্ফুটিত হয়। ৰাম-ৰাৱণৰ যুদ্ধ বা কুৰুক্ষেত্ৰৰ যুদ্ধ হৈছে অধৰ্ম আৰু হিংসাৰ বিৰুদ্ধে হিংস প্ৰতিৰোধ। ই ৰাজতন্ত্ৰৰ মাধ্যমত গণতন্ত্ৰৰ ৰূপায়ণৰ পথ। দলীয় ৰাজনীতিতো হিংস প্ৰতিৰোধৰ আৱশ্যক

আছে ; কিন্তু প্ৰত্যেক দলৰে মানৱীয় মূল্যবোধ সমান জোখেৰে নিৰ্ণয় হ'ব লাগিব অৰ্থাৎ কোনো দলেই সত্য বা ধৰ্মৰ বিৰুদ্ধে হিংসা আচৰণ কৰিব নালাগিব। যি সকল ৰাজনীতিবিদে বা যিবিলাক ৰাজনৈতিক দলে এই সত্য আৰু ধৰ্মৰ বিৰোধিতা কৰে তেওঁলোকৰ দেশপ্ৰেম বা মানৱ প্ৰেম নাই। প্ৰকৃত দেশপ্ৰেমী আৰু মানৱ প্ৰেমী লোকে সত্য আৰু ধৰ্মৰ বিৰুদ্ধে অভিযান চলাব নোৱাৰে, কিন্তু দলীয় ৰাজনীতিৰ প্ৰচাৰত দেখা যায় সদায় সত্য গোপন কৰি মিথ্যা প্ৰচাৰ কৰা হয়। অপৰ পক্ষক হেয় প্ৰতিপন্ন কৰা উদ্দেশ্য সদায় তাত থাকে। এইবোৰ অপপ্ৰচাৰে জাতীয় চৰিত্ৰ ধ্বংস কৰি পেলায়। আজি তাৰ প্ৰসঙ্গ প্ৰত্যক্ষ হৈ পৰিছে। স্কুল কলেজ বিলাকতো অনুৰূপ ধৰণৰ প্ৰশিক্ষণ হ'ব ধৰিছে। এইবোৰ কথা নিশ্চয় শিক্ষানীতিৰ বহিৰ্ভূত হ'ব নোৱাৰে। গান্ধী-নীতিৰ লগতে ৰামায়ণৰ নীতিৰ কোনো প্ৰভেদ নাই। গান্ধীজীৰ মতে শিক্ষাৰ প্ৰধান লক্ষ্য হোৱা উচিত অন্যায়ৰ বিৰুদ্ধে অহিংস প্ৰতিৰোধ। দলীয় ৰাজনীতিৰ মাধ্যমত যদি গণতন্ত্ৰ ৰূপায়িত কৰা উদ্দেশ্য হয় তেন্তে ৰাজনীতি চৰ্চাত ইটো দলে সিটো দলৰ প্ৰতি অহিংসা আচৰণ কৰিব লাগিব। দলগত যি বিৰোধ সি হোৱা উচিত ৰাজনীতিৰ আদৰ্শগত বিৰোধ। সেই বিৰোধৰ মাধ্যমত হে অন্যায়ৰ প্ৰতিৰোধ কৰিব লাগিব। দলগত হিংসা বা ব্যক্তিগত হিংসাৰ মাধ্যমত অহিংস প্ৰতিৰোধৰ স্থান নাই বা গণতন্ত্ৰ ৰূপায়ণৰ পথ নাই। গান্ধীনীতি শিক্ষানীতিত গ্ৰহণ নকৰা বাবে হে সমস্যা জটিলতৰ হৈ গৈয়ে আছে।

দেশে সত্য আৰু অহিংসাৰ পথ বাছি লৈছে। দেশে ধৰ্মনিৰপেক্ষতাৰ পথ বাছি লৈছে। স্বামী বিবেকানন্দই যি শিক্ষানীতিৰ কথা কৈছিল তাৰ লগতো ইয়াৰ বিৰোধ নাই। সত্য ধৰ্মত হে প্ৰতিষ্ঠিত। সেই ধৰ্ম মানৱ ধৰ্ম— যি ধৰ্ম ৰামায়ণত চিত্ৰিত হৈছে। ৰামায়ণ বুলি নহয় হিন্দুৰ সমস্ত শাস্ত্ৰতে এই ধৰ্মৰ কথা কৈছে। ইয়াত সাম্প্ৰদায়িক বিৰোধৰ প্ৰশ্ন নাই. এই ধৰ্ম পালনত নিজৰ স্বাৰ্থত্যাগৰ, স্বত্ব অধিকাৰ ত্যাগৰ প্ৰশ্নহে আহি পৰে, ৰামে যেনেকৈ সত্যৰ নামত, ধৰ্মৰ নামত ৰাজ্যৰ স্বত্ব অধিকাৰ ত্যাগ কৰিছিল, প্ৰজাৰ ৰঞ্জনৰ বাবেও স্বাৰ্থত্যাগৰ আৱশ্যক আছে, যেনেকৈ ৰাম ৰজাই নিজৰ ৰাণীকো ত্যাগ কৰিছিল। সীতাক যে বনবাস দিছিল তাৰ দ্বাৰা ৰামচন্দ্ৰই ৰাণীক হে ত্যাগ কৰিছিল। পত্নী ত্যাগ কৰা নাছিল। অশ্বমেধ যজ্ঞত স্বৰ্ণসীতা নিৰ্মাণ কৰি বাওঁফালে বহুৱাই যজ্ঞ কাৰ্য্য সমাপন কৰিছিল। এই সূক্ষ্ম বিচাৰ ৰাজনীতিবিদ্ সকলৰ থকা উচিত।

দলীয় ৰাজনীতৰ পৰা কেনেকৈ দলগত হিংসা বৰ্জন কৰিব পাৰি, দলগত বিৰোধ কেনেকৈ ব্যক্তিগত হিংসাত পৰিণত নহয়, অন্যায় কাৰ্য্যৰ বিৰুদ্ধে কেনেকৈ অহিংস প্ৰতিৰোধ কৰিব পাৰি, শিক্ষানীতি নিৰ্ণয়ৰ এয়ে প্ৰথম আৰু প্ৰধান সমস্যা আৰু সেয়েহে জাতীয় শিক্ষাৰ আদৰ্শ। তেতিয়া ছাত্ৰৰ উচ্ছৃঙ্খলতা আৰু নিবনুৱা সমস্যা সমাধানৰ পথ শিক্ষাৰ মাধ্যমতে পোৱা যাব।●



স্কুল পৰিদৰ্শক দেবেন্দ্ৰ নাথ
১৯৩৫ চন

(বিদ্যালয় পৰিদৰ্শন কৰা প্ৰতিবেদনৰ কেইটামান নমুনা ইয়াত সন্নিৱিষ্ট কৰা হৈছে। তাৰ পৰাই স্পষ্টভাৱে বুজিব পৰা যাব স্বৰ্গীয় দেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কিমান নিষ্ঠাৰে পৰিদৰ্শন কাৰ্য্য সম্পন্ন কৰিছিল। — সম্পাদক)

## 737, B . C. Memorial Assamese L. P. School.

16-5-51

| | লঃ | ছোঃ | মুঠ | উপস্থিত |
|---|---|---|---|---|
| ৩য় মান - | ১১ | ১৮ | ২৯ | ২৫ |
| ২য় মান - | ১২ | ১৫ | ২৭ | ২৫ |
| ১ম মান - | ৮ | ১৬ | ২৪ | ২৪ |
| খ মান - | ১৫ | ১৭ | ৩২ | ২৯ |
| ক মান - | ২৩ | ১৯ | ৪২ | ৩৬ |
| | ৬৯ | ৮৫ | ১৫৪ | ১৩৯ |

যোৱা ৩ মাহৰ দৈনিক উপস্থিতিৰ গড় — ১২৮ জনকৈ শিক্ষক। আৰু শিক্ষয়িত্ৰীৰ নামঃ-

(১) শ্ৰীদীনেশ চন্দ্ৰ দাস — এম, ই পাছ — ৬৩
(২) শ্ৰীজ্ঞানদা বালা দাস — এম, ভি আৰু এম, ই পাছ — ৪০
(৩) শ্ৰীৰেখা ঘোষ — মেট্ৰিক ফেল — ৩০
(৪) শ্ৰীৰঞ্জিতা অধিকাৰী — মেট্ৰিক ফেল — ৩০
(৫) মিচ্ আমিনা খাতুন — মেট্ৰিক পাছ — ৩৫

আজি সদৰ চাৰ্কোলৰ চাব ইন্সপেক্টৰ মহোদয়ৰ লগত এই স্কুল চালো। কামৰ শৃঙ্খলা দেখা পাই সন্তোষ পালো।

বিষয়বোৰ ৰুটীনৰ পালমতে শিকাবলৈ যত্ন কৰিছে। বিষয় শিক্ষা দিয়াৰ পদ্ধতি আলোচনা কৰি বুজাই দিলো।

এই বছৰৰ ১নং লগবুক চাৰ্কুলাৰ মতে শিক্ষা দিবলৈ উপদেশ দিয়া হ'ল। মিশ্ৰ অঙ্ক চোৱা, ছাৰে আৰু পৌণে হিচাবে যাতে শুদ্ধকৈ লিখিব পাৰে তালৈ দৃষ্টি দিব।

ভূগোল — আগে টোকা নিলিখিব। ছপা মেপত আলোচনা কৰি নিজে অঁকা মেপত যথা স্থানত যি বস্তুৱাব লাগে বস্তুৱাই ল'ব; তাৰ পাছত নম্বৰ দি টোকা লিখিব।

শ্রুতলিপি — পদ্ধতি ভালেই হৈছে। পোনতে টান টান শব্দবোৰ বোর্ডত আলোচনা কৰি ল'ব।

অহা পৰিদৰ্শনত সকলো বিষয় চোৱা হ'ব।

**D. N. Bhattachayya**
**D. I. of Schools. 16-5-51**

---

## No 5903 of 20-8-51
## Dev Nagri Hindi School.

Date of inspection - the 18th August

I inspected this school today with S. I. of Schools, Sadar Circle and S. I. of schools, Golakganj Circle.

| Class | VI | V | IV | III | II | I | B | A | Total |
|---|---|---|---|---|---|---|---|---|---|
| Enrolment | 5 | 2 | 4 | 10 | 14 | 21 | 14 | 75 | 145 |
| Attendance | 5 | 1 | 2 | 6 | 7 | 13 | 11 | 36 | 81 |

Attendance in class A is very low. Average attendance for the last 3 months :-

July ...... 71, June ...... 69, May ...... 87.

It is a primary school, maintained by the School Board with the following staff :-

1. Shri Ganga Prasad Singha - Matriculate ..... 35/-
2. Shri Ram Dayal Pande - Class VIII ...... 30/-
3. Shri Sibendra Narayan Barman, I. A. ...... 35/-
(On leave)

In the M. E. Section - the following staff has been maintained by the Managing Committee :-

1. Shri Ramjas Sing ...... Class X ...... 50/-
2. Shri Narbedeswar Sukla

V-isarad ...... Matriculate ...... 50/-

There are only 11 Students in the M.E. Section. If the Committee can afford to pay Rs. 100/- they can easily maintain a graduate who can alone take up these 3 classess.

The school building is not at all fit for holding 8 classess; it has a proper look of a school building. It is kept very untidy two storied building is necessary as there is no room for a big house in this plot. A general meeting of the guardians should be convened to discuss this matter.

**Teaching** : Of teaching, I am pleased to see that sincere attempts have been made by the teachers to bring the children upto average standard. From class B the children read both Assamese and Hindi and from class IV they read Assamese, Hindi and English. If the work is done a little more methodically, the teaching will marvellously improve. At present they are a little behind the standard in English and Assamese. Two periods a day in English need not be devoted. Let there be more periods in Assamese -say 10 periods a week. In the higher classess boys are much too deficient both in English and Assamese. It is Hindi school in the main but other subjects have not been properly attended to, specially in the higher classess.

I want to see better methods of teaching, cleanlier habits of the children and tidier housing arrangements.

**D. N. Bhattachayya**
**Deputy Inspector of**
**Schools, Dhubri.**

## স্কুলৰ নাম ঃ বি. চি. মেমোৰিয়েল প্ৰাইমাৰী স্কুল, ধুবুৰী

### পৰিদৰ্শনৰ তাৰিখ — ২৯-১-৫৩

| | মুঠ ছাত্ৰ সংখ্যা | | | | ২৯-১-৫৩ তাৰিখৰ মুঠ উপস্থিতি | | | |
|---|---|---|---|---|---|---|---|---|
| | হিন্দু | | মুছলমান | | | | | |
| শ্ৰেণী | ল'ৰা | ছোৱালী | ল'ৰা | ছোৱালী | ল'ৰা | ছোৱালী | ল'ৰা | ছোৱালী |
| ৩য় মান | ১২ | ১৭ | ৮ | ১০ | ৪ | ৭ | ৭ | ৯ |
| ২য় মান | ৮ | ১৩ | ৬ | ১২ | ২ | ১ | ৭ | ৯ |
| ১ম মান | ১৫ | ২৩ | ১১ | ১১ | ৪ | ১২ | ১৪ | ১৬ |
| খ মান | ১৬ | ১৬ | ৯ | ১৪ | ৭ | ২ | ১২ | ১১ |
| ক মান | ২২ | ১৮ | ১৫ | ১০ | ৭ | ৮ | ১৬ | ১৬ |
| মুঠ | ৭৩ | ৮৭ | ৪৯ | ৫৭ | ২৪ | ৩০ | ৫৬ | ৬১ |
| | | ১৬০ | | | | | | ১১৭ |

| যোৱা তিনি মাহৰ ছাত্ৰ সংখ্যাৰ উপস্থিতি গড়। | শিক্ষক-শিক্ষয়িত্ৰীৰ নাম | উপযুক্ততা | মাহিলি বেতন |
|---|---|---|---|
| ১৩১.৪ | ১। শ্ৰীদীনেশ চন্দ্ৰ দাস | এম. ই. পাছ | ৬৩৲+১০৲ |
| | ২। শ্ৰীজ্ঞানদা বালা দাস | এম ভি আৰু এম. ই. পাছ | ৪০৲+১০৲ |
| | ৩। শ্ৰীবীণাপানি ঘোষ | জি. টি পাছ | ৩৬৲+১০৲ |
| | ৪। শ্ৰীৰেখা ঘোষ | মেট্ৰিক ফেল | ৩১৲+১০৲ |
| | ৫। মিচ্ আমিনা খাতুন | মেট্ৰিক পাছ | ৩৬৲+১০৲ |

আজি এই স্কুল পৰিদৰ্শন কৰিলোঁ। স্কুলৰ কাম পৰিপাটি ভাবে চলিছে। তলত লিখা কথাখিনিলৈ মন কৰিব ঃ-

**(১) শব্দৰ বানান — সাধাৰণ সাধাৰণ শব্দৰ বানান তলৰ শ্ৰেণীৰ পৰাই শুদ্ধকৈ শিকাব লাগে। তলত লিখা শব্দবোৰৰ বানান সাধাৰণতে ভুল হয়।**

**ভুল, ছবি, দ্বিতীয়, পুণ্য, পূৰ্ণ, সাহায্য, পৰ্য্যন্ত, ভুবন, দুৰ্গা, পূজা, ত্ৰিভুজ, অন্তৰ্ভুজ, চূণ, পাণ, কাকুতি। এইবোৰলৈ বিশেষ দৃষ্টি দিব।**

(২) সংখ্যা পাতন — কুৰি হিচাবে আৰু দহকীয়া হিচাবে সংখ্যাবোৰ পতাত যাতে ভুল নহয় তালৈ দৃষ্টি দিব।

চোৱা, ছাৰে আৰু পৌণে হিচাবে মিশ্র অঙ্ক পাতিব পাৰিছে। ২/১ জনৰ ভুল হয়। পুনঃ দৃষ্টি দিব।

সূতা কটা — সূতা কটা বিশেষ বিষয় বুলি লৈছে। টাকুৰীত সূতা কাটিছে, পাঁজি কৰিলৈ কাটিব জনা নাই। নেওঠনিত কপাহ চেপি লৈ ধেনুৰে ধুনি ললেহে কপাহ ভাল হ'ব।

চাবোন তৈয়াৰ কৰা শ্রেণীটো নিয়মমতে চলা নাই। চলিব লাগে।

**D. N. Bhattachayya**
**D. I. of Schools.**
**29-1-53**

## স্কুলৰ নাম ঃ বি. চি. মেমোৰিয়েল প্ৰাইমাৰী স্কুল, ধুবুৰী

### পৰিদৰ্শনৰ তাৰিখ — ১৪-৯-৫৩

By - D. I. of School, Dhubri.

| | মুঠ ছাত্র সংখ্যা | | | | ১৪-৯-৫৩ তাৰিখৰ মুঠ উপস্থিতি | | | |
|---|---|---|---|---|---|---|---|---|
| | হিন্দু | | মুছলমান | | | | | |
| শ্ৰেণী | ল'ৰা | ছোৱালী | ল'ৰা | ছোৱালী | ল'ৰা | ছোৱালী | ল'ৰা | ছোৱালী |
| ৩য় মান | ১২ | ১৮ | ৬ | ১৩ | ৬ | ৫ | ৭ | ১৭ |
| ২য় মান | ১৮ | ২২ | ১১ | ৯ | ৭ | ১৩ | ১৫ | ১৬ |
| ১ম মান | ১১ | ১৭ | ৬ | ১৪ | ৫ | ৩ | ১০ | ১৪ |
| খ মান | ১৯ | ২০ | ১১ | ১২ | ৮ | ৮ | ১৭ | ১৬ |
| ক মান | ১৮ | ২৩ | ৭ | ১৫ | ১১ | ৮ | ১৩ | ১৭ |
| মুঠ | ৭৮ | ১০০ | ৪১ | ৬৩ | ৩৭ | ৩৭ | ৬২ | ৮০ |
| | | ১৭৮ | | | | | | ১৪২ |

| যোৱা তিনি মাহৰ ছাত্র সংখ্যাৰ উপস্থিতি গড়। | শিক্ষক-শিক্ষয়িত্ৰীৰ নাম | উপযুক্ততা | মাহিলি বেতন |
|---|---|---|---|
| ১৫২.২৪ | ১। শ্ৰীদীনেশ চন্দ্ৰ দাস | এম. ই. পাছ | ৬৩৲+১০৲ |
| | ২। শ্ৰীজ্ঞানদা বালা দাস | এম. ভি আৰু এম. ই. পাছ | ৪০৲+১০৲ |
| | ৩। শ্ৰীবীণাপানি ঘোষ | জি. টি পাছ | ৩৭৲+১০৲ |
| | ৪। শ্ৰীঅবলা বালা দাস | এম. ভি. পাছ | ৩০৲+১০৲ |
| | ৫। শ্ৰীআমিনা খাতুন | মেট্ৰিক পাছ | ৩৬৲+১০৲ |

আজি স্কুল চাই তলত লিখা কথা কেইটি চকুত পৰিল ঃ-

(১) ভুগোলৰ টোকা আগে লিখা অভ্যাস এতিয়াও আছে।

(২) সূতা কটা আৰু চাবোন তৈয়াৰ কৰা বিষয় দুটাত অন্যান্য বিষয়ৰ নিচিনা গুৰুত্ব দিয়া নাই। এই দুটা বিষয়ত যথেষ্ট ৰকমৰ উন্নতি দেখুৱাব পাৰিলেহে আদৰ্শ স্থানীয় স্কুল হ'ব পাৰিব। বুনিয়াদী শিক্ষা পদ্ধতিৰ আদৰ্শত এই স্কুল গঢ়িব লাগিব। এই অৰ্থে শ্ৰীৰেখা ঘোষক ট্ৰেইনিঙলৈ পঠোৱা হৈছে। হেড পণ্ডিতক

পঠাব খোজা হৈছিল; তেওঁ এইবছৰ নগ'ল। অহা বছৰ যাব বুলি কৈছে। শিক্ষক-শিক্ষয়িত্ৰী সকলে বুনিয়াদী শিক্ষা পদ্ধতিৰ কিতাপ পঢ়া উচিত। নিজে নিজে কিনি পঢ়িব। আগ্ৰহ দেখা পালে অন্যান্য আৰু কিতাপ আমি দিম।

পৰিষ্কাৰ-পৰিচ্ছন্নতা বিষয়ে সন্তোষ পাইছোঁ। শাৰীৰিক শিক্ষা পদ্ধতিৰ প্ৰতি দৃষ্টি আছে। "সত্য পথৰ যাত্ৰী আমি" গানটো মাৰ্চ সঙ্গীত ৰূপে অভ্যাস কৰাব। ২/১ মাহৰ ভিতৰত পুনৰায় স্কুল চাবৰ ইচ্ছা থাকিল।

**D. N. Bhattachayya**
**D. I. of Schools.**
**14-9-53**

পৰিদৰ্শনৰ তাৰিখ ঃ- ৭-৮-৫৪ By D. I. of Schools. Dhubri.

যোৱা পৰিদৰ্শনৰ তাৰিখ ঃ-

(১) ডি. আই. .............. ১৪-৯-৫৩

(২) এচ. আই. ............ ২৩-৩-৫৪

(৩) এ. এচ. আই

| শ্ৰেণী | ছাত্ৰ সংখ্য | ছাত্ৰী. সংখ্যা | মুঠ |
|---|---|---|---|
| ৩য় মান | ২০/২১ | ২০/২২ | ৪০/৪৩ |
| ২য় মান | ১৬/১৭ | ১৪/১৮ | ৩০/৩৫ |
| ১ম মান | ১৯/২৪ | ২৫/২৬ | ৪৪/৫০ |
| খ মান | ১২/১৪ | ১৬/১৮ | ২৮/৩২ |
| ক মান | ১১/১৩ | ৯/১১ | ২০/২৪ |
| মুঠ | ৭৮/৮৯ | ৮৪/৯৫ | ১৬২/১৮৪ |

যোৱা তিনি মাহৰ দৈনিক উপস্থিতিৰ গড় —

মাহৰ নাম

১। মে ................ ১৪৬.১২

২। জুন .............. ১৪২.৮

৩। জুলাই .......... ১৪৮

| শিক্ষক সকলৰ নাম | কি পাছ | দৰ্ম্মহা | কিমান বছৰ চাকৰি |
|---|---|---|---|
| ১। শ্ৰীদীনেশ চন্দ্ৰ দাস | এম. ই. পাছ | ৬৩৲+১০৲ | ১৫ বছৰ ৫ মাহ |
| ২। শ্ৰীজ্ঞানদা বালা দাস | এম. ভি আৰু এম. ই. পাছ | ৪০৲+১০৲ | ৬ বছৰ ৪ মাহ |
| ৩। শ্ৰীৰেখা ঘোষ | মেট্ৰিক ফেল | ৩৩৲+১০৲ | ৪ বছৰ |
| ৪। শ্ৰীআমিনা খাতুন | মেট্ৰিক পাছ | ৩৮৲+১০৲ | ৩ বছৰ ৮ মাহ |

৫। শ্ৰীবীণা ঘোষৰ ঠাইত নতুন শিক্ষয়িত্ৰী সোনকালে দিয়া হ'ব।

প্ৰেচিডেণ্টৰ নাম — শ্ৰীপ্ৰতুল চন্দ্ৰ ৰায় চৌধুৰী

চেক্ৰেটৰীৰ নাম — শ্ৰীসুধীৰ চন্দ্ৰ চক্ৰৱৰ্ত্তী

পৰীক্ষাৰ ফল — যোৱা ৩ বছৰৰ ভিতৰত কেইজন ছাত্ৰই বৃত্তি পাইছে।

| বছৰৰ নাম | ছাত্ৰ | ছাত্ৰী |
|---|---|---|
| ১৯৫১-৫২ ............... | ৩ | ১ |
| ১৯৫২-৫৩ ............... | ২ | ১ |
| ১৯৫৩-৫৪ ............... | ১ | ২ |

স্কুলবোৰ্ডৰ পৰা মেৰামতিৰ বাবে কিমান টকা পাইছে — পোৱা সজুঁলি কি কি আছে — বছৰত ১৪০০ টকা পোৱা হৈছে।

| | |
|---|---|
| ১। চেয়াৰ | ৫ খন |
| ২। টেবিল | ৫ খন |
| ৩। ডেক্স | ১ খন |
| ৪। বেঞ্চ | ৮৬ খন |
| ৫। মেপ | অসম, ভাৰতবৰ্ষ, গোৱালপাৰা ইত্যাদি ক্ৰমে। |
| ৬। ব্লেক বোৰ্ড | ৫ খন |

স্কুলঘৰ মেৰামতিৰ টকাৰ হিচাব আজি চাব নোৱাৰিলোঁ। শ্ৰীযুত ক্ষিতিনাথ দাসে সমস্ত হিচাব উপায়ুক্ত মহোদয়ৰ ওচৰত দাখিল কৰা বুলি ক'লে। এই হিচাবৰ নকল এটি আমাৰ ওচৰত দাখিল কৰিব। বৰ্ত্তমান যি ঘৰ আছে তাৰে নাটে। কমিটিয়ে এই বিষয়ে চিন্তা কৰা উচিত হ'ব। নতুন ৰুমটোত এতিয়াও শ্ৰেণী বহুৱা নাই। বহুৱা উচিত, কাৰণ এম. ই. স্কুলৰ বাবে স্থানৰ অভাৱ হৈছে। সেই ৰুমটোত প্ৰাইমেৰী শ্ৰেণী বহুৱাব। এম. ই. স্কুল ঘৰটো ক্ৰমে এৰি দিব লাগিব।

**শিক্ষা** ঃ- তলৰ শ্ৰেণীবোৰত শিক্ষাৰ মান বেছি উন্নত হোৱা নাই। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বেছি কাৰণে অনেক অসুবিধা ঘটিছে। এই স্কুলৰ ঘৰত নানা প্ৰকাৰ সভা-সমিতি হয়। ই এই স্কুলৰ প্ৰতি ৰাইজৰ সুদৃষ্টিৰ পৰিচয় দিয়ে, কিন্তু অনেক ক্ষেত্ৰত পঢ়া শুনাৰ ক্ষতি হয়। মেনেজিং কমিটিয়ে যেন অনুগ্ৰহ কৰি এই বিষয়ে বিশদ আলোচনা কৰে। কামৰ ভাগ তলত দিয়া অনুসাৰে কৰিব।

| | |
|---|---|
| (১) ৩য় মান | এগৰাকী শিক্ষক বা শিক্ষয়িত্ৰী |
| (২) ২য় মান | এগৰাকী |
| (৩) ১ মান | ($\frac{১}{২}$ + $\frac{১}{২}$ ক মান) এগৰাকী |
| (৪) খ মান | এগৰাকী |
| (৫) ক মান | (কমানৰ বাকী আধা + ১ম মানৰ বাকী আধা) এগৰাকী |

১ম মানটো এগৰাকী শিক্ষয়িত্ৰীৰ হাতত ৰখা উচিত নহয়। সূতা কটা আৰু চাবোন তৈয়াৰ কৰা কাম একো হোৱা নাই। বুনিয়াদী শিক্ষা পদ্ধতিৰ অনুসাৰে কাম চলাবলৈ শ্ৰীৰেখা ঘোষে স্কিম দাখিল কৰিব আৰু যিকোনো এটা শ্ৰেণী তেওঁ সম্পূৰ্ণকৈ ল'ব। 'খ' মান টোকে তেওঁ লোৱা ভাল হ'ব। 'ক' মান ল'বও পাৰে। তেতিয়াহ'লে 'ক' মান দুভাগ নকৰি, 'খ' মান আৰু ১ম মান দুভাগ কৰিব।

বুনিয়াদী শিক্ষাৰ পদ্ধতিত কাম আৰম্ভ নকৰিলে শ্ৰীৰেখা ঘোষক এই স্কুলত ৰখা নহ'ব। গাৱঁৰ এখন বুনিয়াদী স্কুললৈ বদলি কৰা হ'ব। মই পুনঃ এই বিষয়ে তদন্ত কৰিম।

**D. N. Bhattachayya**
**D. I. of Schools.**
**7-8-54**

# ধুবুৰী স্কুল বোৰ্ড

## লগ বুক চাৰ্কুলাৰ

নং — ১

১৯৫১ — ৫২ চন

এই মহকুমাৰ পৰিদৰ্শক সকলে এই বছৰ তলত দিয়া বিষয় দুটালৈ আৰু সেই বিষয়ৰ অন্তৰ্গত নিম্নলিখিত কথাখিনিলৈ দৃষ্টি ৰাখি পৰিদৰ্শন কৰিব ঃ-

(১) স্কুলঘৰ, স্কুল কম্পাউণ্ড আৰু ফুলনি বা শাক-পাচলিৰ বাগিচা।

সকলো গাৱঁতে স্কুল ঘৰটো এটা আদৰৰ আৰু গৌৰবৰ বস্তু। এই স্কুল ঘৰটো যাতে — ভালকৈ সজা হয়, উপযুক্ত মেৰামতি কৰা হয় আৰু তাৰ প্ৰতি উপযুক্ত যত্ন লোৱা হয় সেইবাবে সকলো গাৱঁলীয়াৰে মনোযোগ আৰু দৃষ্টি থাকিব লাগে। স্কুল বোৰ্ডে সাহায্য দিবলৈ যত্ন কৰিব কিন্তু সাহায্য পালেও নাপালেও গাৱঁলীয়াই স্কুল ঘৰৰ প্ৰতি যত্ন ল'ব — এই বিষয়ে চৰকাৰে আৰু স্কুল বোৰ্ডে আশা ৰাখে।

স্কুলৰ মাটি ৩ বিঘা হ'লে ভাল হয়। য'ত মাটিৰ নিতান্ত অভাৱ তাত অন্ততঃ ১ বিঘা মাটি থাকিব লাগে। স্কুলৰ গোটেইটো কম্পাউণ্ডৰ চাৰিউফালে বেৰা থাকিব লাগে। এই কামত স্কুলৰ ছাত্ৰ সকলেও কাম কৰিব; কিন্তু ৰাইজৰ সহায়-সহানুভূতি আৰু শিক্ষকৰ আগ্ৰহ আৰু কৰ্ত্তব্যজ্ঞানৰ বিশেষ আৱশ্যক।

বেৰা দিয়া হ'লে কম্পাউণ্ডত ফুলনি বা শাক-পাচলিৰ বাগিচা শিক্ষকসকলে ছাত্ৰৰ হতুৱাই কৰাব। বেৰা বিলাক যাতে সোনকালে ভাঙি নাযায় তাৰ বাবে শিক্ষক আৰু ছাত্ৰই উপযুক্ত যত্ন ল'ব; তেতিয়াহে ফুলনি বা বাগিচা থাকিব। যি ঠাইত পানী উঠে তাত মাটি তুলি দিবৰ ব্যৱস্থা কৰিব।

স্কুলঘৰ, স্কুল কম্পাউণ্ড আৰু ফুলনি বা বাগিচাৰ প্ৰতি যাতে ছাত্ৰ সকলৰ মৰম ওপজে তাৰ বাবে শিক্ষকসকলে যথাবিহিত ব্যৱস্থা হাতত ল'ব। আনন্দ আৰু উৎসাহৰ মাজেদি এই কাম উজু হয়। বাধ্যতামূলক ভাৱে কৰিবলৈ গ'লে নিৰানন্দ আৰু অনুৎসাহ জন্মে।

**(২) সাহিত্য পাঠ ঃ**

ক শ্ৰেণীত কাৰ্ডত লিখা আখৰৰ সহায়েৰে আখৰ পৰিচয় কৰাই ল'ব। বৰ্ণমালাৰ সকলোবোৰ আখৰ চিনাৰ পাছতহে লিখিবলৈ দিব। প্ৰথমতে বালি বোৰ্ডত হাত অহাব। তাৰ পাছত চিলঠত লিখিবলৈ দিব।

খ শ্ৰেণীত পাঠ্যপুথিত থকা শব্দবোৰৰ উচ্চাৰণ প্ৰথমতে শিক্ষা দিব। এটা এটাকৈ শব্দ বোৰ্ডত লিখি দি শিক্ষকে উচ্চাৰণ কৰি সমস্বৰে ল'ৰা-ছোৱালীহঁতক উচ্চাৰণ কৰিবলৈ দিব। তাৰ পাছত শব্দৰ বানানটো ভাঙি দি বুজাই দিব। তাৰ পাছত বোৰ্ডত চাই চিলঠত লিখিবলৈ দিব। এইদৰে নিতৌ অন্ততঃ ৫টা শব্দ শিকাব। পাছদিনা নতুন শব্দ শিকোৱাৰ আগতে পুৰণি শব্দবোৰ মনত আছে নে না পৰীক্ষা কৰি চাব।

১ম, ২য়, ৩য় শ্ৰেণীত তলত লিখা ক্ৰমত শিক্ষা দিব ঃ-

(১) প্ৰত্যেক পাঠৰ পৰা শিক্ষকে নতুন নতুন আৰু টান টান শব্দবোৰ বাছি ল'ব। প্ৰত্যেক শব্দৰ উচ্চাৰণ (বোৰ্ডত লিখি দি) খ শ্ৰেণীত শিক্ষা দিয়াৰ নিচিনাকৈ শিকাব। তাৰ পাছত বানান শিকাব, তাৰ পাছত অৰ্থ কৈ দিব। শব্দৰ অৰ্থবোৰ ছাত্ৰই নিজ নিজ বহীত (খাতাত) লিখি ল'ব।

(২) শব্দৰ শুদ্ধ উচ্চাৰণ হ'লে শিক্ষকে প্ৰথমতে আৰ্হি পাঠ দিব। আৰ্হি পাঠ দিওঁতে এবাৰত এটা, দুটা বা তিনিটাকৈহে শব্দ পঢ়িব। দাঁড়ি, কমা নাথাকিলেও এটা, দুটা বা তিনিটা শব্দৰ পাছত যৎকিঞ্চিৎ থামি পঢ়িব লাগে। আৰ্হি পাঠ দিয়াৰ পাছত এটা এটা হৈ পঢ়িবলৈ দিব। যদি আৰ্হি পাঠ দিয়াৰ পাছতো ভালকৈ পঢ়িব নোৱাৰে তেন্তে শিক্ষকে পঢ়ি দিয়াৰ পাছত (এটা এটা বাক্যকৈ বা ২/৩ টা শব্দকৈ) ছাত্ৰক সমস্বৰে পঢ়িবলৈ দিব। সুৰ নলগাব। স্বাভাৱিক কথা কোৱাৰ দৰে পঢ়িব।

(৩) পঢ়া কথা বুজি পাইছে নে নাই বুজিবৰ কাৰণে পাঠটোৰ পৰা ধাৰাবাহিক চুটি চুটি প্ৰশ্ন কৰিব।

(৪) তাৰ পাছত শিক্ষকে সমস্ত পাঠটোৰ সাৰাশং চমুকৈ ক'ব।

(৫) তাৰ পাছত দীঘলীয়া প্ৰশ্ন এটি কৰি ছাত্ৰক লিখিবলৈ দিব।

(৬) বুৰঞ্জীমূলক পাঠৰ চমুটোকা দিব।

মন্তব্য ঃ- টান টান শব্দবোৰ আৰু চুটি চুটি প্ৰশ্নবোৰ শিক্ষকে স্কিম বুকত প্ৰত্যেক পাঠৰ লগতে লিখি ল'ব।

**সাধাৰণ উপদেশ ঃ-**

(১) এই বছৰ পৰিদৰ্শক সকলৰ পৰিদৰ্শনৰ সময়ত বিশেষ মনোযোগৰ বিষয় সাহিত্য-পাঠ আৰু বাগিচাৰ কাম। সেইবুলি যে আনবোৰ বিষয় নাচাব তেনে নহয়। আন বিষয়বোৰৰ প্ৰতিও পৰিদৰ্শক আৰু শিক্ষক সকলে মনোযোগ দিব লাগিব।

(২) প্ৰত্যেক বছৰৰ আৰম্ভণিতে স্কিম কৰি ল'ব লাগে। স্কিম নাথাকিলে শিক্ষক সকল জগৰীয়া হ'ব। স্কিম কৰোঁতে প্ৰথমতে ৩ মাহৰ, তাৰ পাছত ১ মাহৰ স্কিম কৰিব। পুনৰালোচনা বুলি লিখি থ'লে নহ'ব। পুনৰালোচনাতো বিষয়ৰ

নাম লিখিব লাগিব। স্কিম কৰোঁতে বন্ধৰ দিনৰ হিচাব কৰি ল'ব।

(৩) ৰুটিনৰ পালমতে সকলো কাম কৰিব লাগিব। ৰুটিনৰ পালমতে কাম কৰিছে নে নাই, ল'ৰাৰ বহীত কামৰ তাৰিখ, ল'ৰাজনৰ উপস্থিতি — (হাজিৰা বহীত) আৰু ৰুটিনৰ পালমতে বিষয় মিলাই চাই পৰিদৰ্শকে বুজিব পাৰিব। চাব ইন্সপেক্টৰ আৰু এচিষ্টেণ্ট চাব ইন্সপেক্টৰ মহাশয় সকলে এইমতে স্কুল চাই মন্তব্য লিখিব। ডেপুটি ইন্সপেক্টৰ মহোদয়ে মন্তব্য পঢ়ি বুজি পাব যে তেওঁৰ তলতীয়া পৰিদৰ্শক সকলে তেওঁৰ নিৰ্দ্দেশ মতে স্কুল চাইছে নে নাই।

(৪) ৰুটিনৰ পালমতে হাতৰ কাম আৰু বাগিচাৰ কাম কৰিব।

(৫) শাৰীৰিক ব্যায়াম নিয়মমতে কৰাব।

(৬) ভৰ্ত্তি বহীত নাম নিলিখাকৈ হাজিৰা বহীত নাম নিলিখিব। হাজিৰা বহীত প্ৰমোচনৰ তাৰিখ, ভৰ্ত্তিৰ তাৰিখ লিখি ৰাখিব।

(৭) নেওঁতা বাহিৰত পালমতে উচ্চস্বৰে মুখস্থ কৰাব। কুৰি হিচাবে আৰু দহক হিচাবে অঙ্ক পাতন শিকাব। এককৰ তলত একক ৰাশি, দহকৰ তলত দহক ৰাশি ঠিক তলে তলে লিখিব।

(৮) পৌণে, চোৱা, ছাৰে হিচাবে টকা অনা পাই আৰু মোণ সেৰৰ অঙ্ক পাতন শিকাব।

(৯) ভূগোলৰ টোকা আগে নিলিখিব। আগে ছপা মেপ চাই নিজৰ মেপত যথাস্থানত যি বস্তুবাব লাগে বস্তুৱাই ল'ব। তাৰ পাছতহে নম্বৰ দি টোকা লিখিব।

(১০) বহীবোৰ পৰিষ্কাৰ-পৰিচ্ছন্নকৈ ৰাখিব। লেবেল লগাই বিষয় আৰু নিজৰ নাম লিখিব।

(১১) দাঁত, নখ, চুলি পৰিষ্কাৰ ৰাখিব। ল'ৰাই দাঁত ঘহেঁ নে নঘহেঁ, নিতৌ গা ধোৱে নে নোধোৱে শিক্ষকে পৰীক্ষা কৰি চাব।

(১২) স্কুলৰ কাগজপত্ৰ, আচবাব আদি যত্ন কৈ ৰাখিব।

(১৩) মেপবোৰ সময়মতে মেৰামতি কৰি ল'ব।

(১৪) **সময়মতে স্কুল বহিব লাগিব আৰু সময়মতে স্কুল ছুটি দিব। পলমকৈ বহিলে বা সোনকালে ছুটি দিলে শিক্ষক জগৰীয়া হ'ব।** স্কুল বহাৰ সময় পৰিবৰ্ত্তন নকৰিব। বিনা কাৰণে স্কুল সোনকালে ছুটি দিব নোৱাৰিব আৰু বন্ধৰ সাল-সলনি কৰিব নোৱাৰিব।

(১৫) পৰিদৰ্শকে দিয়া বন্ধ পাছ দিনাই দিব।

(১৬) পৰিদৰ্শনত লিখা উপদেশ নামানিলে পৰিদৰ্শকে ৰিপোৰ্ট দিব আৰু সেই অনুসাৰে যথাবিহিত ব্যৱস্থা হাতত লোৱা হ'ব।●

# ধুবুৰী স্কুল বোৰ্ড
## লগ বুক চাৰ্কুলাৰ
নং — ২

১৯৫২ — ৫৩ চন

১। ইয়াৰ লগতে যোৱা বছৰৰ ১নং লগবুক চাৰ্কুলাৰ ছপাই দিয়া হ'ল; কাৰণ যোৱা বছৰ কোনো কোনো শিক্ষকে পোৱা নাই বুলি আপত্তি কৰিছিল।

২। যোৱা বছৰৰ ১নং লগবুক চাৰ্কুলাৰখন বহুত শিক্ষকে পঢ়ি আৰু বুজি চোৱা নাই। যদি বুজি নাপায় তেন্তে যিকোনো এজন পৰিদৰ্শকক (ডি, আই, এচ, আই নাইবা এ, এচ, আই, ক) সুধি ল'ব।

৩। এই বছৰো (১) স্কুলঘৰ, স্কুল কম্পাউণ্ড আৰু ফুলনি বা শাক-পাচলিৰ বাগিচা আৰু (২) সাহিত্য পাঠ এই দুই বিষয় বিশেষ মনোযোগৰ বিষয় বুলি কোৱা হৈছে।

**৪। স্কুলঘৰ, স্কুল কম্পাউণ্ড আৰু ফুলনি বা শাক-পাচলিৰ বাগিচা —**

(১) বৰ আনন্দৰ কথা যে অনেক শিক্ষকে স্কুলঘৰ আৰু স্কুল কম্পাউণ্ড পৰিষ্কাৰে ৰাখিবৰ যত্ন কৰিছে আৰু অনেক স্কুলৰ কম্পাউণ্ডৰ বেৰা হৈছে; কিন্তু দুখৰ কথা অনেক স্কুলৰ কম্পাউণ্ডৰ বেৰ ভাঙি যাব ধৰিছে। শিক্ষক মহাশয় সকলে ছাত্ৰৰ হতুৱাই এই বেৰবোৰ ৰক্ষা কৰাব লাগে।

(২) কম্পাউণ্ডৰ ভিতৰত যি মাটি পোৱা যায় সেই মাটি শ্ৰেণী হিচাবে নাইবা গাইগুটীয়া ছাত্ৰ হিচাবে ভাগ কৰি দি ফুলনি বা শাক-পাচলিৰ বাগিচা কৰাব লাগে। জনে প্ৰতি বা শ্ৰেণীয়ে প্ৰতি একো জোপা আমগছ বা কঠালগছ বা যিকোনো মূল্যবান গছৰ যত্ন ল'লেও বহুত হয়।

(৩) স্কুল ঘৰৰ সামান্য মেৰামতি অনেক স্কুলত ল'ৰাৰ দ্বাৰা কৰোৱা দেখি আমি বৰ সন্তোষ পাইছোঁ। ল'ৰাই মেৰামতি কৰি থকা অৱস্থাত দেখা পোৱাত আমি দুখন স্কুলত পুৰস্কাৰো দিছো। এই অভ্যাস যদি সমস্ত স্কুলতে গঢ়ি উঠে তেন্তে বৰ আনন্দৰ কথা হ'ব।

৫। **সাহিত্য পাঠ** — যোৱা বছৰৰ পৰিদৰ্শনৰ পৰা জানিব পৰা গৈছে যে —

(১) ল'ৰাৰ বহী (খাতা) বোৰ পৰিষ্কাৰ-পৰিচ্ছন্ন নহয়।

(২) ছাত্ৰ-ছাত্ৰীসকল বজাৰৰ পৰা এক্সাৰচাইজ বুক কিনে। এইটো দূষণীয়। নিজে বহী বান্ধি ল'ব। বহী বন্ধা হাতৰ কামৰ ভিতৰৰ এটা বিষয়।

(৩) শব্দাৰ্থ বহীত লিখা শব্দবোৰৰ অৰ্থ ল'ৰাৰ হৃদয়ঙ্গম নহয়। এই শব্দবোৰ খটুৱাই বাক্য ৰচনা কৰোৱা নহয়। একে শব্দকে পুনঃ পুনঃ লিখে। শব্দাৰ্থ বহীবোৰ অনেক শিক্ষকে চাই নিদিয়ে। টান টান শব্দবোৰ শিক্ষক সকলৰ “স্কিম-বুকত” লিখি নলয়।

(৪) পঢ়া কথা বুজি পাইছে নে নাই বুজিবৰ কাৰণে পাঠটোৰ পৰা ধাৰাবাহিক চুটি চুটি প্ৰশ্ন শিক্ষকে স্কিম বহীত লিখি নলয় আৰু তেনে ধৰণৰ কোনো প্ৰশ্ন শিক্ষকে ছাত্ৰ-ছাত্ৰীক নোসোধে।

(৫) দীঘলীয়া প্ৰশ্নৰ উত্তৰ ছাত্ৰ-ছাত্ৰীক লিখিবলৈ নিদিয়ে।

(৬) বুৰঞ্জীমূলক পাঠৰ টোকা নিদিয়ে।

**৬। সাধাৰণ উপদেশ —**

(১) বঁটা বিতৰণী সভা নাইবা স্কুলৰ বছৰেকীয়া অধিবেশন স্কুল বিলাকত পতা নহয়। তাৰ দ্বাৰা গাৱঁৰ অভিভাৱক সকলৰ সহযোগ আঁতৰি যায়। প্ৰত্যেক স্কুলতে কৃষ্টিমূলক সভা এখন এক বছৰৰ ভিতৰত যেনে তেনে হ'ব লাগে। তাত প্ৰত্যেক শিক্ষকে স্কুলৰ বছৰেকীয়া ৰিপোৰ্ট এখন দাখিল কৰিব লাগে। আমি সম্ভৱ হ'লে এনেকুৱা সভাত উপস্থিত থাকিম। স্কুলৰ এনেকুৱা সভাৰ জৰিয়তে সাহিত্য, সামাজিক শিক্ষা আৰু শাৰীৰিক ব্যায়াম শিক্ষাৰ বিষয়েও আলোচনা কৰিব লাগে।

(২) শাৰীৰিক ব্যায়াম শিক্ষাৰ বিষয়ে অৱহেলা কৰা দেখা গৈছে। এইটো দোষৰ কথা হৈছে। পৰিদৰ্শক সকলে যাতে এই বিষয়ে দৃষ্টি দিয়ে তালৈ নিৰ্দ্দেশ দিয়া হৈছে।

(৩) ৰুটিনৰ পালমতে কাম নকৰাৰ প্ৰমাণ পোৱা গৈছে। আশাকৰা হৈছে যে আগলৈ এই দোষ নাথাকিব।

(৪) অভিভাৱকৰ পৰা দৰখাস্ত পালে শিক্ষকে ৭ দিনৰ ভিতৰতে (বছৰৰ যেতিয়াই তেতিয়াই) ট্ৰান্সফাৰ চাৰ্টিফিকেট দিবলৈ বাধ্য। ৬ষ্ঠ আৰু তৃতীয় শ্ৰেণীত নাম লগাবলৈ ডেপুটি ইন্সপেক্টৰ মহোদয়ৰ পৰা হুকুম ল'ব লাগে; কাৰণ বৃত্তিৰ কাৰণে একেখন স্কুলতে ল'ৰাজনে দুবছৰ পঢ়িব লাগে। হুকুম পালে এই দোষ কটা যায়। প্ৰাইমেৰী আৰু ছাত্ৰবৃত্তি স্কুলত ট্ৰান্সফাৰ চাৰ্টিফিকেট পালে যেতিয়াই তেতিয়াই নাম লিখিব পাৰিব।

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**
ডেপুটি ইন্সপেক্টৰ আৰু স্কুল বোৰ্ডৰ চেক্ৰেটাৰী
ধুবুৰী।

Forwarded to the Head Pandit/Asst. Pandit

Shri ————————————————

of ———————————————— M. V. School.
L. P.

Sub-Inspector of Schools.

———————— Circle.

সুকুমাৰী প্ৰেছ, ধুবুৰী।

# ধুবুৰী স্কুল বোৰ্ড

## লগ বুক চাৰ্কুলাৰ

### নং — ৩

### ১৯৫৩ — ৫৪ চন

যোৱা দুই বছৰৰ ১নং আৰু ২নং চাৰ্কুলাৰ অনুসাৰে অনেক স্কুলত কাম হ'বলৈ ধৰা দেখি আমি সন্তোষ পাইছোঁ। যিবিলাক স্কুলে এতিয়াও সেই অনুসাৰে কাম কৰা নাই, সেইবিলাক স্কুলৰ শিক্ষকসকলক পুনঃ অনুৰোধ জনোৱা হ'ল।

**সংগঠন —**

১। অনেক স্কুলঘৰ নতুনকৈ সাজিব ধৰা দেখি আমি ভাল পাইছোঁ। অনেক স্কুলঘৰৰ উপযুক্ত মেৰামতি হৈছে দেখিও আমি ভাল পাইছোঁ। স্কুলঘৰৰ বাবে স্কুল বোৰ্ডে যথেষ্ট টকা দিছে। ৰাইজৰো যথেষ্ট সহানুভূতি পোৱা গৈছে। শিক্ষক সকলে যত্ন কৰি ছাত্ৰ সকলৰ দ্বাৰা সাধাৰণ মেৰামতিবোৰ কৰাবৰ যত্ন কৰিব। তাত ছাত্ৰ সকলৰ হাতৰ কামৰ শিক্ষা হয়।

২। স্কুল কম্পাউণ্ডৰ বেৰা অনেক স্কুলত হৈছে। এতিয়াও অনেক স্কুলত হোৱা নাই। ফুলনি আটাইবিলাক স্কুলতে হোৱা নাই। ২/৪ খন স্কুলতহে ফুলনি হৈছে। এই বিষয়ে শিক্ষক সকলৰ বিশেষ দৃষ্টি আৰু যত্ন লাগে। বৃক্ষ ৰোপণৰ প্ৰতি উপযুক্ত যত্ন ল'ব। গাইগুটীয়া ভাবে ছাত্ৰক গছ ৰুবলৈ দায়িত্ব ভগাই দিব।

**শিক্ষা —**

১। সাহিত্য পাঠঃ- এতিয়াও এই বিষয়ে উন্নতিৰ যথেষ্ট বাকী আছে। সেইবাবে এই বছৰো পুনঃ এই বিষয়কে লোৱা হ'ল।

(ক) উচ্চাৰণ শুদ্ধ কৰিবলৈ যত্ন কৰিব। অনেক শিক্ষকে নিজেও উচ্চাৰণ নাজানে। শিক্ষক সকলে যত্ন কৰিলে শিকিব নোৱাৰাৰ কোনো কাৰণ নাই। গুৰু ট্ৰেইনিং পাছ শিক্ষক সকলে উচ্চাৰণ নজনা লাজৰ কথা।

(খ) শব্দাৰ্থবোৰ হৃদয়ঙ্গম হোৱা দেখা নাযায়।

**শাৰীৰিক ব্যায়্যাম শিক্ষা —**

শ্ৰেণীৰ ৰুটীন অনুসাৰে যেনেভাবে শিক্ষা দিব লাগে তাক যেন অবহেলা কৰা নহয়। গোটেইখন স্কুলৰ ব্যায়াম একেলগে কৰিব পৰাকৈ ৰুটীন কৰিলেও ভাল হয়।

**সাধাৰণ উপদেশ —**

(১) শিক্ষকে চাই দিয়া কামবোৰত যেন অশুদ্ধ একো পোৱা নাযায়।

(২) সাহিত্য পাঠ সম্পৰ্কে ১৯৫১-৫২ চনৰ ১নং চাৰ্কুলাৰত সম্পূৰ্ণ উপদেশ দিয়া আছে। সেই অনুসাৰে পুনঃ পুনঃ যত্ন কৰিব।

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**
ডেপুটি ইন্সপেক্টৰ আৰু স্কুল বোৰ্ডৰ চেক্ৰেটাৰী
ধুবুৰী। ১৮-৩-৫৩

Forwarded to the Head Pandit/Asst. Pandit

Shri ———————————————— of

———————————————— M. V. School.
L. P.

Sub-Inspector of Schools.
Asstt. Sub-Inspector of Schools.

———————— Circle.

..............................................
VIJOYA PRESS

# মঙ্গলদৈ স্কুলবোৰ্ড

## ১৯৫৪-৫৫

### চাৰ্কুলাৰ নং ১/ ১/১২/৫৪

১। যোৱা ১/১১/৫৪ তাৰিখৰ পৰা বুনিয়াদী শিক্ষা পদ্ধতি অসম ৰাজ্যৰ আটইবিলাক স্কুলবোৰ্ডৰ অধীনত থকা প্ৰাইমেৰী স্কুলবিলাকত চলাবৰ আদেশ পোৱা গৈছে।

সেই মৰ্ম্মে যোৱা ১৯/১১/৫৪ তাৰিখে স্থানীয় নেতা শ্ৰীপুৰন্দৰ শৰ্ম্মা, এম, এ, বি, এল, এম, এল, এ মহোদয়ৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত শিক্ষক, শিক্ষানুৰাগী লোক আৰু সৰ্ব্বসাধাৰণ ৰাইজক বুনিয়াদী শিক্ষাৰ প্ৰয়োজনীয়তা আৰু উপকাৰিতা সম্পৰ্কে বুজাই কোৱা হৈছে।

২। এতিয়া ইয়াৰ দ্বাৰা সকলোবোৰ স্কুলতে এই শিক্ষা প্ৰৱৰ্ত্তনৰ বাবে সকলোকে অনুৰোধ জনোৱা হয়। যিবিলাক স্কুলত বুনিয়াদী প্ৰশিক্ষণ পোৱা শিক্ষক আছে তেওঁলোকে সেই অনুসাৰে সকলো কাম কৰিব। যথোপযুক্ত দিহা পৰামৰ্শ আমি দিবলৈ ৰাজী আছো। পৰিদৰ্শক সকলেও সেই অনুসাৰে পৰিদৰ্শন কৰিব আৰু শিক্ষক সকলক উপদেশ দিব। ঠায়ে ঠায়ে সভা-সমিতি পাতি পৰিদৰ্শক আৰু শিক্ষক সকলে বুনিয়াদী শিক্ষাৰ বিষয়ে ৰাইজক বুজাই দিব।

আন বিলাক স্কুলত সম্প্ৰতি তলত লিখা অনুসাৰে কাম আৰম্ভ কৰিব ঃ-

(১) প্ৰাৰ্থনা — ১৫ মিনিট।

(ক) অসতো মা সদ্ গময়
তমসো মা জ্যোৰ্তি গময়
মৃত্যোৰ্মা অমৃতং গময়।।

মধু দানৱ দাৰণ দেৱ বৰম্।
বৰ বাৰিজ লোচন চক্ৰধৰম্।।
ধৰণী ধৰ ধাৰণ ধ্যেয় পৰম্।
পৰমাৰ্থ বিদ্যাশুভ নাশ কৰম্।।

ওঁ শান্তিঃ। ওঁ শান্তিঃ। ওঁ শান্তিঃ।

(খ) ৰঘুপতি ৰাঘৱ ৰাজা ৰাম
পতিত পাৱন সীতা ৰাম
মঙ্গল পৰশন ৰাজা ৰাম
পতিত পাৱন সীতা ৰাম

ঈশ্বৰ আল্লা তেৰে নাম
সৱকো সম্মতি দে ভগৱান
যোহি আল্লা সোহি ৰাম
পতিত পাৱন সীতা ৰাম।।

স্কুল বহাৰ লগে লগে সকলো বিলাক ছাত্ৰ-ছাত্ৰীয়ে স্কুলঘৰত ঢাৰিত বা কঠত নাইবা বাহিৰৰ চোতালৰ ঘাহঁনিৰ ওপৰত সুস্থিৰ ভাৱে সংযত মনে বহিব। প্ৰাৰ্থনা গাবৰ সময়ত হাতজোৰকৈ বহিব।

স্কুলৰ প্ৰধান মন্ত্ৰীয়ে প্ৰাৰ্থনা আৰম্ভ কৰিবৰ বাবে কোনো এজন ছাত্ৰ বা ছাত্ৰীক প্ৰাৰ্থনা সঙ্গীত লগাই দিবলৈ ঘোষণা দিব।

**মন্তব্য** ঃ- স্কুলঘৰ বা চোতাল সম্পূৰ্ণ পৰিষ্কাৰ-পৰিচ্ছন্ন থাকিব লাগিব। যদি পৰিষ্কাৰ নাথাকে তেন্তে ছাফাই মন্ত্ৰীৰ নিৰ্দ্দেশ অনুসাৰে শিক্ষকৰ তত্বাৱধানত আগেয়ে ছাফাই কাম কৰি লব। তাৰ পাছত হাত, ভৰি, মুখ আদি ধুই আহি প্ৰধান মন্ত্ৰীৰ নিৰ্দ্দেশ অনুসাৰে প্ৰাৰ্থনাত বহিব। আচলতে প্ৰাৰ্থনাৰ পাছতহে স্কুলৰ সকলো কাম আৰম্ভ কৰিব লাগে।

(২) ছাফাই, কৃষি বা শিল্পকাম। — ১ ঘণ্টা।

ছাফাই কাম যদি আগতে কৰে তেন্তে যিটো উদ্যোগ লোৱা হয় সেই উদ্যোগ বা শিল্প কাম প্ৰত্যেক বৰ্গই (শ্ৰেণীয়ে) বৰ্গমন্ত্ৰীৰ নিৰ্দ্দেশ অনুসাৰে শিক্ষকৰ তত্বাৱধানত কৰিব।

(৩) তাৰ পাছত শিক্ষকে সমন্বয় পাঠ দিব। ৩ ঘণ্টা এই অৰ্থে শিক্ষকে আগতে চিন্তা কৰি আহিব। সকলো স্কুলতে ছাত্ৰ বা ছাত্ৰীৰ ভিতৰৰ পৰা এজন

(১) প্ৰধান মন্ত্ৰী — ভোটৰ দ্বাৰা নিৰ্ব্বাচিত হ'ব।

(২) ছাফাই মন্ত্ৰী — ভোটৰ দ্বাৰা নিৰ্ব্বাচিত হ'ব।

(৩) কৃষি বা শিল্পমন্ত্ৰী — ভোটৰ দ্বাৰা নিৰ্ব্বাচিত হ'ব।

শিক্ষকে ছাত্ৰ-ছাত্ৰী সকলৰ সভা পাতি সিহঁতৰে ভিতৰৰে এজনক ছাত্ৰ-ছাত্ৰীহঁতৰ প্ৰস্তাৱ আৰু সমৰ্থন হিচাবে সভাপতি পাতি দি এই মন্ত্ৰীসকল নিৰ্ব্বাচিত কৰিব। সকলো কাম শৃঙ্খলা আৰু নিয়মৰ মাজেদি কৰিব।

প্ৰত্যেক বৰ্গৰ বাবে (শ্ৰেণীৰ বাবে) একোজন বৰ্গ মন্ত্ৰী (আগৰ কেপ্তেনৰ নিচিনা) থাকিব। তেওঁৰ নিৰ্দ্দেশ অনুসাৰে গোটেইটো বৰ্গ (শ্ৰেণী) চলিব।

প্ৰধান মন্ত্ৰী, ছাফাই মন্ত্ৰী, কৃষি বা শিল্প মন্ত্ৰী আৰু প্ৰত্যেক বৰ্গৰে বৰ্গ মন্ত্ৰী সকলক লৈ গোটেইখন স্কুলত এখন মন্ত্ৰী সভা বা শাসন পৰিষদ গঠিত হ'ব। তাত স্কুলৰ শাসন, শৃঙ্খলা আৰু স্কুলৰ উন্নতিৰ বিষয়ে সকলো আলোচনা হ'ব। মেল মোকৰ্দ্দমাও তাত বিচাৰ হ'ব। প্ৰধান মন্ত্ৰীয়ে মাহেকত এবাৰ বা দুবাৰ বা তাতোকৈ অধিক অধিবেশনো পাতিব। এবাৰকৈ হ'বই লাগিব। শিক্ষকৰ তত্বাৱধানত

সকলো কাম হ'ব লাগিব।

**উপদেশ** ঃ- সমন্বয় পাঠ আৰু অন্যান্য বিষয়ে পাছত উপদেশ দিয়া হ'ব। সম্প্ৰতি সকলো শিক্ষকে এই কামখিনি কৰিব। পৰিদৰ্শক সকলে পৰিদৰ্শনত হৈছেনে নাই চাব।

৩। স্কুল ঘৰ, স্কুল কম্পাউণ্ড আৰু ফুলনি বা শাক-পাচলিৰ বাগিচা।

বুনিয়াদী শিক্ষাত যদি কৃষি কৰ্ম্মকে উদ্যোগ কৰি লোৱা হয় তেন্তে স্কুল কম্পাউণ্ডত মাটি ১০ বিঘামান হ'লে ভাল হয়। ১০ বিঘা নাপালেও যিমান পৰিমাণ সম্ভৱ মাটি যোগাৰ কৰি ল'বলৈ যেন মেনেজিং কমিটিয়ে চেষ্টা কৰে।

সূতা কটা উদ্যোগ কৰি ল'লেও নাইবা আন কোনো শিল্পকে উদ্যোগ কৰি ল'লেও স্কুল কম্পাউণ্ড ৩ বিঘামান মাটি হ'লে ভাল।

সকলো গাৱঁতে স্কুল ঘৰটো এটা আদৰৰ আৰু গৌৰবৰ বস্তু। এই স্কুল ঘৰটো যাতে ভালকৈ সজা হয়, উপযুক্ত মেৰামতি কৰা হয় আৰু তাৰ প্ৰতি উপযুক্ত যত্ন লোৱা হয় সেইবাবে সকলো গাৱঁলীয়াৰে মনোযোগ আৰু দৃষ্টি থাকিব লাগে। স্কুলবোৰ্ডে সাহায্য দিবলৈ যত্ন কৰিব কিন্তু সাহায্য পালেও নাপালেও গাৱঁলীয়া লোকে স্কুল ঘৰৰ প্ৰতি যত্ন ল'ব বুলি চৰকাৰে আৰু স্কুলবোৰ্ডে আশা ৰাখে।

স্কুলৰ গোটেইটো কম্পাউণ্ডৰ চাৰিওফালে বেৰা থাকিব লাগে। এই কামত স্কুলৰ ছাত্ৰসকলেও কাম কৰিব; কিন্তু ৰাইজৰ সহায়-সহানুভূতি আৰু শিক্ষকৰ আগ্ৰহ আৰু কৰ্ত্তব্য জ্ঞানৰ বিশেষ আৱশ্যক।

বেৰা দিয়া হ'লে কম্পাউণ্ডত ফুলনি আৰু শাক-পাচলিৰ বাগিচা উদ্যোগ হিচাবে নাইবা হাতৰ কাম হিচাবে শিক্ষক সকলে ছাত্ৰৰ হতুৱাই কৰাব। বেৰাবিলাক যাতে সোনকালে ভাঙি নাযায় তাৰ বাবে শিক্ষক আৰু ছাত্ৰই উপযুক্ত যত্ন ল'ব; তেতিয়াহে ফুলনি বা বাগিচা থাকিব। যি ঠাইত পানী উঠে তাত মাটি তুলি দিয়াৰ ব্যৱস্থা কৰিব।

স্কুলঘৰ, স্কুল কম্পাউণ্ড আৰু ফুলনি বা বাগিচাৰ প্ৰতি যাতে ছাত্ৰসকলৰ মৰম ওপজে তাৰ বাবে শিক্ষকসকলে যথাবিহিত ব্যৱস্থা হাতত ল'ব। আনন্দ আৰু উৎসাহৰ মাজেদি এই কাম উজু হয়। বাধ্যতামূলক ভাবে কৰিবলৈ গ'লে নিৰানন্দ আৰু অনুৎসাহ জন্মে।

**৪। জাতীয় সঙ্গীত ঃ- ( ১০ মিনিট)**

**জন গণ মন অধিনায়ক জয়হে**

**ভাৰত ভাগ্য বিধাতা।**

**মন্তব্য ঃ- বহুতে "কামৰূপ" শব্দ দিয়ে, এইটো নিষেধ।**

**পঞ্জাব, সিন্ধু, গুজৰাট, মাৰাঠা**

দ্ৰাবিড়, উৎকল, বঙ্গ;
বিন্ধ্য, হিমাচল, যমুনা, গঙ্গা,
উচ্ছল জলধি তৰঙ্গ।
তব শুভ নামে জাগে, তব শুভ আশীষ মাগে।
গাহে তব জয় গাথাঁ।
জনগণ মঙ্গল দায়ক জয়হে, ভাৰত ভাগ্য বিধাতা।
জয়হে জয়হে জয়হে, জয় জয় জয় জয়হে।।

(অসমীয়াৰ জাতীয় সঙ্গীতটো ছাত্ৰসকলে জানিব লাগে)

অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুণী দেশ
এনেখন সুৱলা, এনেখন সুফলা
এনেখন মৰমৰ দেশ।
অ' মোৰ সুৰীয়া মাত
অসমৰ সুৱদী মাত
পৃথিৱীৰ ক'তো বিচাৰি নোপোৱা
জনমটো কৰিলও পাত।।
অ' মোৰ ওপজা ঠাই
অ' মোৰ অসমী আই
চাই লওঁ তোমাৰ, মুখনি এবাৰ
হেপাহ মোৰ পলোৱা নাই।

৫। **ছুটী** ঃ- বৰ্গৰ (শ্ৰেণীৰ) সকলো ছাত্ৰ-ছাত্ৰীয়ে শৃঙ্খলাবদ্ধ ভাবে বৰ্গমন্ত্ৰীৰ নিৰ্দ্দেশ অনুসাৰে ঢাৰি, কঠ আদি লৈ যথাস্থানত থৈ এটা এটাকৈ ওলাই যাব।

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**
**মঙ্গলদৈ মহকুমাৰ ডেপুটি ইন্সপেক্টৰ আৰু**
**স্কুলবোৰ্ডৰ চেক্ৰেটৰী।**

# মঙ্গলদৈ স্কুলবোৰ্ড
# লগ বুক চাৰ্কুলাৰ
## নং — ২
## ১৯৫৫-৫৬
## মঙ্গলদৈ মহকুমা

১/৬/৫৫

১৯৫৪ চনৰ ১ নবেম্বৰৰ পৰা সকলোবোৰ প্ৰাইমেৰী আৰু মজলীয়া স্কুল বুনিয়াদী শিক্ষাৰ স্কুলত পৰিবৰ্ত্তিত হৈছে। পুৰণি পদ্ধতিৰ ঠাইত বুনিয়াদী শিক্ষাপদ্ধতিৰে সকলো স্কুলতে শিক্ষা দিব লাগে। একেদিনাই ই সম্ভৱ নহয়। শিক্ষা পদ্ধতিৰ চাৰ্কুলাৰ ক্ৰমে ক্ৰমে চৰকাৰে প্ৰকাশ কৰিব। সম্প্ৰতি ল'ৰা-ছোৱালীবিলাকৰ হতুৱাই স্কুল ঘৰ আৰু কম্পাউণ্ড পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ৰাখিব, জেওৰা দিয়াব আৰু ফুলনি পাতিব। প্ৰাৰ্থনা সঙ্গীত আৰু জাতীয় সঙ্গীত গাবলৈ শিক্ষা দিব। "অ' মোৰ আপোনাৰ দেশ" - এইটো জাতীয় সঙ্গীত নহয়। জাতীয় সঙ্গীত হিচাবে এই সঙ্গীতটো নোগোৱাব; কিন্তু অসমীয়া সমাজত এই সঙ্গীতৰ যি স্থান আৰু সম্মান আছে সেই স্থান আৰু সম্মান সদায় দিব। ১ নং চাৰ্কুলাৰ মতে কাম কৰিব।

২। প্ৰত্যেক স্কুলতে একোখনি অফিচ আৰু একোটি পুথিভঁৰাল আছে। তাক সযত্নে ৰক্ষা কৰিব। পৰিদৰ্শক সকলে হাজিৰা বহী, ভৰ্ত্তি বহী আদি চোৱাৰ লগে লগে মালৰ তালিকা বহী, কিতাপৰ লিষ্ট আৰু পুথিভঁৰাল চাব। প্ৰত্যেক শিক্ষকে যেন মালৰ তালিকা ৰাখে। অফিচৰ পৰা নিয়া ডেস্ক, বেঞ্চ, মেপ, কিতাপ, দাও, কোদাল আদিৰ লিষ্ট মালৰ তালিকাৰ বহীত লিখি ৰাখিব। পৰিদৰ্শনৰ সময়ত যেন কোনো ত্ৰুটি পোৱা নাযায়। শিক্ষক বদলি হোৱাৰ সময়ত বদলি হোৱা শিক্ষকে চাৰ্জ্জ বুজাই দিব।

৩। ছাত্ৰ-ছাত্ৰীৰ হাতৰ কামৰ তালিকা ৰাখিব। বুনিয়াদী প্ৰশিক্ষণ পোৱা শিক্ষকসকলৰ স্কুলত ছাত্ৰ-ছাত্ৰীসকলৰ "ডায়েৰী" থাকিব লাগিব। কেনেকৈ ডায়েৰী ৰাখিব লাগিব প্ৰশিক্ষণ পোৱা শিক্ষকসকলে কেন্দ্ৰীয় সভাত বুজাই দিব। বিক্ৰীহোৱা বস্তুৰ হিচাব ৰাখিব।

৪। মাজে মাজে অভিভাৱকসকলক মাতি আনি ছাত্ৰসভাৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীসকলৰ হাতৰ কাম আৰু শিক্ষাৰ উন্নতি বিষয়ক কথাৰ আলোচনাৰ

বাবে সভা পাতিব।

৫। প্ৰত্যেক স্কুলতে বৰ্গমন্ত্ৰী পাতি শাসন পৰিষদ পাতিব।

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**
প্ৰতি-পৰিদৰ্শক
মঙ্গলদৈ মহকুমা, ১/৬/৫৫

# মঙ্গলদৈ স্কুলবোৰ্ড
## লগ বুক চাৰ্কুলাৰ
নং — ৩

১৯৫৫ চন

## মঙ্গলদৈ মহকুমা

১। পূৰ্ব্বৰ শ্ৰেণী বিভাগ গুচাই বৰ্গ বিভাগ কৰিব। ক, খ, ১ম, ২য়, ৩য়, ৪ৰ্থ, ৫ম আৰু ৬ষ্ঠ শ্ৰেণী গুচাই ১ম, ২য়, ৩য়, ৪ৰ্থ, ৫ম, ৬ষ্ঠ, ৭ম, ৮ম বৰ্গ কৰিলব। ১/৭/৫৫ তাৰিখৰ পৰা সকলোবোৰ স্কুলতেই এই পৰিবৰ্ত্তন হ'ব লাগিব।

২। ৰুটিণৰ আৱশ্যকীয় সাল-সলনি কৰিব।

(১) প্ৰথমতে ১০ বা ১৫ মিনিত — চাফাই কাম।

(২) তাৰ পাছত হাত-মুখ, ভৰি ধুই আহি সকলোৱে প্ৰাৰ্থনা সভাত বহিব। ১০ বা ১৫ মিনিট।

(৩) প্ৰাৰ্থনাৰ পাছত — শিল্প বা কৃষি কাম ৪৫ মিনিট বা ১ ঘণ্টা। প্ৰত্যেক শ্ৰেণীৰ শিক্ষকৰ তত্ত্বাৱধানত বৰ্গ মন্ত্ৰীৰ নিৰ্দ্দেশত নিয়ম আৰু শৃঙ্খলাৰ মাজত সকলো কাম হ'ব লাগিব। প্ৰাৰ্থনা সভাতে বৰ্গ মন্ত্ৰীয়ে নিজ নিজ বৰ্গৰ কামৰ ঘোষণা দিব।

(৪) শিল্প কাম (হাতৰ কাম) বা কৃষি কামৰ অভিজ্ঞতাৰ জৰিয়তে শিক্ষক সকলে বিষয় শিক্ষা দিব।

(৫) বিষয়বোৰৰ পিৰিয়ড্ ভাগ — চাফাই কাম, প্ৰাৰ্থনা আৰু শিল্প কামৰ পাছত কৰিব। ৩৫ মিঃ বা ৪০ মিনিটত একোটি বিষয় শিক্ষা দিব পাৰিব লাগে। হাতৰ কাম নকৰাকৈ কোনো শিক্ষা দিয়া বুনিয়াদী শিক্ষা পদ্ধতিৰ কথা নহয়। একোটা একোটা বৰ্গৰ দায়িত্ব এজন এজন শিক্ষকৰ হাতত থাকিব লাগে। বিষয় হিচাবে শিক্ষক দিলে — কামত অসুবিধা হ'ব। এজন শিক্ষকৰ অধীনত কেইবাটিও বৰ্গ থাকিব পাৰিব।

৩। **স্কিম** ঃ- (১) শিক্ষক সকলে — প্ৰকৃতি, সমাজ আৰু হাতৰ কামৰ অভিজ্ঞতাৰ সহায়ত যেনেকৈ পাঠবোৰ শিক্ষা দিব পাৰি — তেনেকৈ স্কীম কৰিব।

(২) প্ৰত্যেক দিনৰ পাঠৰ টোকা শিক্ষকে ৰাখিব।

(৩) এবিধ হাতৰ কামৰ মাধ্যমত আটাইবোৰ বিষয় শিকাবলৈ আৱশ্যকীয় কৌশল শিক্ষকে আৱিষ্কাৰ কৰিব লাগিব।

(৪) হাতৰ কামৰ লগত পঠনীয় বিষয়ৰ সম্পৰ্ক স্থাপিত কৰিব পাৰিলে — বিষয় শিক্ষা পুৰণি ধৰণে দিব পাৰিব — কিন্তু হাতৰ কামৰ অভিজ্ঞতা নোহোৱাকৈ কোনো শিক্ষা দিব নোৱাৰিব।

**ডায়েৰী** ঃ- ৩য় বৰ্গৰ পৰা সকলো ল'ৰা-ছোৱালীয়ে দৈনিক ডায়েৰী ৰাখিব।

ফুলস্কেপ কাগজৰ ১—৪ অংশ কৰিলে যিমান ডাঙৰ বহী হ'ব পাৰে সিমান ডাঙৰ বহী কৰিব।

**ছুটী** ঃ- দিনটোৰ কাম আৰু শিক্ষা দান শেষ হ'লে জাতীয় সঙ্গীত গাই নিয়ম আৰু শৃঙ্খলাৰ মাজত স্কুল ছুটী দিব। প্ৰাৰ্থনা সভাতো জাতীয় সঙ্গীত গাব পাৰিব।

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**
প্ৰতি-পৰিদৰ্শক
মঙ্গলদৈ মহকুমা, ১/৭/৫৫

# মঙ্গলদৈ স্কুলবোৰ্ড

## লগ বুক চাৰ্কুলাৰ

নং — ৪

১৯৫৫ চন

(To all M.E, M.V. & L. P. Schools)

(নতুন দিল্লীৰ কেন্দ্ৰীয় শিক্ষা সচিবৰ চিঠিৰ মৰ্ম্মানুসাৰে)

১। (ক) দৈনিক অসাম্প্ৰদায়িক প্ৰাৰ্থনা সভাৰ অনুষ্ঠান।

(খ) মাজে সময়ে বিশেষ বিশেষ উপলক্ষ্যত জাতীয় পাতাকা উত্তোলন কৰা আৰু জাতীয় সঙ্গীত গোৱা।

(গ) সামাজিক সাংস্কৃতিক আৰু শিক্ষামূলক অনুষ্ঠান আদিৰ আয়োজন, শিক্ষামূলক ভ্ৰমণ আৰু বনভোজ আদিৰ আয়োজন।

(ঘ) ছাত্ৰ-ছাত্ৰী সকলক নিজে নিজে কিতাপ পঢ়াত আৰু সৃজনমূলক ৰচনাত উদগনি দিয়া। স্কুলীয়া পুথিভঁৰালৰ সু ব্যৱহাৰ, দৈনিক বাতৰি কাকত পঢ়া, দিনলিপি (ডায়েৰী) লিখা আৰু পুথি সংগ্ৰহ কৰা। স্কুলীয়া খা-খবৰাদি দৈনিক বাতৰি কাকতৰ আৰ্হিত লিখি সকলোৱে পঢ়িব পৰাকৈ বেৰত আঁৰি থোৱা। হাতে লিখা আলোচনী প্ৰকাশ কৰা। স্কুলত বছৰেকীয়া প্ৰদৰ্শনী পতা আৰু স্কুল "মিউজিয়ম" স্থাপন আৰু সংৰক্ষণ কৰা, তৰ্ক সভা আৰু সাধুকথা কোৱাৰ কাৰণে বিশেষ শ্ৰেণীৰ ব্যৱস্থা কৰা।

২। (ক) এক বা তাতোধিক উদ্যোগৰ (শিল্প) ব্যৱস্থা কৰা। ওচৰৰ কোনো শিল্প কেন্দ্ৰ আৰু কৃষিৰ ক্ষেত পৰিদৰ্শন কৰি জ্ঞান আহৰণ কৰা।

(খ) শাক-পাচলি আৰু ফুলৰ বাগিচা পতা।

(গ) ব্যক্তিগত আৰু পাৰিপাৰ্শ্বিক চাফাই আৰু তাৰ কাৰণে আৱশ্যকীয় সা-সঁজুলি ছাত্ৰ-ছাত্ৰী বিলাকে তৈয়াৰ কৰা।

৩। খেল-ধেমালি আৰু শাৰীৰিক ব্যায়াম চৰ্চ্চা কৰা।

৪। স্কুলত সমবায় অনুষ্ঠানৰ সংগঠন আৰু বেঙ্ক আদি চলোৱা, স্কুল চলোৱা কাৰ্য্যত ছাত্ৰ-ছাত্ৰীৰ সহযোগিতা, সমাজ নীতিৰ অধ্যয়ন আৰু সমাজ সেৱা কৰা।

৫। অভিভাৱক আৰু শিক্ষকৰ মাজত সভা-সমিতি পাতি স্কুলৰ উন্নতিৰ হকে তেওঁবিলাকৰ মনোযোগ আকৰ্ষণ কৰা।

৬। প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰ দৈনন্দিন কাৰ্য্যৰ তালিকা শিক্ষকে ৰাখি সেই বিলাকৰ ওপৰত ভিত্তি কৰি প্ৰমোচনৰ সময়ত বিবেচনা কৰা। ওপৰত উল্লিখিত কাৰ্য্য বিলাকত বিশেষ ব্যুৎপত্তি দেখুৱা ছাত্ৰ-ছাত্ৰীৰ কাৰণে সন্মান পত্ৰ আৰু পুৰস্কাৰাদিৰ ব্যৱস্থা ৰখা। তেনে ছাত্ৰ-ছাত্ৰীৰ নাম স্কুলত লিপিবদ্ধ কৰি ৰখা।

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**
চেক্ৰেটৰী
স্কুল বোৰ্ড, মঙ্গলদৈ।

আৱাহন
১৮৫৩ শক, ৩য় বছৰ, ২য় সংখ্যা

# অসম ৰত্ন মহা মহোপাধ্যায় ঁ ধীৰেশ্বৰচাৰ্য্য

দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য

মহাপুৰুষ পণ্ডিত প্ৰৱৰ মহামহোপাধ্যায় ঁ ধীৰেশ্বৰ আচাৰ্য্য কবিৰত্ন ঢুকাবৰ আজি কেবা বছৰো হ'ল। ধীৰেশ্বৰাচাৰ্য্য অসমৰ এটি উজ্জ্বল ৰত্ন আছিল। তেওঁৰ ঠাই অসমত আজিও পূৰ হোৱা নাই আৰু কেতিয়াবা যে পূৰ হ'ব, তাৰো আশা বৰ কম। স্বৰ্গীয় পণ্ডিতৰ গুণ আৰু পাণ্ডিত্যৰ প্ৰভাব অকল অসমত নহয়; ভাৰততো নানা ঠাইত বিয়পি পৰিছিল আৰু সেই প্ৰভাৱ আকৌ দুগুণ তেজেৰে জ্বলি উঠিব, যেতিয়া তেওঁৰ ৰহস্যময়ী কবিত্বশালিনী 'বৃত্তমঞ্জৰী'য়ে কাব্য জগতৰ সাহিত্য ভড়াল চহকী কৰিব। এতিয়ালৈকে প্ৰত্যেক অসম বাসীয়ে জানে যে তেখেত এজন শক্তিশালী সংস্কৃতজ্ঞ বক্তা আছিল।

আচাৰ্য্যদেৱৰ ছাত্ৰাৱস্থা বৰ ৰহস্যপূৰ্ণ। তেওঁ কোনো এখন টোলতেই স্থায়ী ভাবে থাকি পঢ়া-শুনা কৰিব পৰা নাই। বাধা-বিপত্তি অতিক্ৰম কৰি তেওঁ কোনোমতে ৰত্নমালা ব্যাকৰণৰ নিগুঢ় তত্ত্বৰ কিছু সম্ভেদ লয়। কামৰূপত পঢ়া-শুনাৰ অধ্যাপনাত সন্তুষ্ট নহৈ কোচবিহাৰলৈ গৈ খাগৰাবাৰীৰ ঁ সিদ্ধ নাথ বিদ্যাবাগীশ মহাশয়ৰ টোলত কিছুদিন পঢ়িছিল। তাতো নৰিয়াত পৰি নানা দুখ কষ্ট ভুগি ঘৰলৈ উভতি আহে আৰু ঘৰত কিছুদিন থাকি আৰোগ্য হোৱাৰ পিছত পৰিণয় সূত্ৰত আৱদ্ধ হয়। গতিকে পঢ়া-শুনা ভালদৰে হোৱাৰ আগতে জীৱিকা নিৰ্ব্বাহত লাগিবলগীয়া হ'ল। এই উদ্দেশ্যে তেওঁ কিছুদিন উত্তৰ গুৱাহাটীত থাকি তাৰ পাছত নগাওঁলৈ গুচি যায়। নগাওঁতেই তেখেতৰ দৈৱিক শক্তি বিকাশৰ সূত্ৰপাত হয়।

এই হেন কলিকালত যে কালিদাসৰ নিচিনা দৈৱ বলত বিদ্যানিধি লাভ কৰিব পাৰি তাক কোনে বিশ্বাস কৰিব? মহাকবি কালিদাসে তপস্যা কৰিও সৰস্বতী আইৰ দৰ্শন নাপাই বিদ্যাহীন জীৱন কীটাদপি ঘৃণনীয় ভাবি আত্মহত্যা কৰিবলৈ ওলোৱাতহে সৰস্বতী আইৰ বৰ লাভ কৰিছিল, কিন্তু পণ্ডিত ধীৰেশ্বৰ আচাৰ্য্যই স্বপ্নাদেশত সৰস্বতী দেৱীৰ কৃপা লভিছিল। নগাওঁত থাকোতে এদিনাখন ৰাতি টোপনিত তেওঁ সপোন দেখিলে যে বিৰাট পুৰুষ এজন তেওঁৰ মূৰ শিতানত

থিয় দিছেহি। সেই মহাপুৰুষৰ মূৰত দীৰ্ঘজট, ককালত বাঘৰ ছাল আৰু গাত যজ্ঞসূত্ৰৰে দীঘল উত্তৰীয় হাতত কমণ্ডলু আৰু ত্ৰিশূল, ভৰিত খৰম। এনেহেন বিৰাট মহাপুৰুষৰ দৰ্শনত আচাৰ্য্যদেৱ কঁপিবলৈ ধৰিলে — একোকে মাতিব নোৱাৰিলে। মহাপুৰুষে পণ্ডিতক ভীত হোৱা যেন দেখি মৰম সনা মাতেৰে মাত লগালে "বোপা! তই ৰত্নমালা পঢ়ি ভাল পাইছ নে?" মহাপুৰুষৰ আদৰুৱা মৰম সনা মাত শুনি পণ্ডিতৰ ভয় কেনিবা গ'ল — ভক্তিয়ে ভয়ৰ ঠাই অধিকাৰ কৰিলে। আচাৰ্য্যদেৱে ততাতৈয়াকৈ বিছনাৰ পৰা নামি ভৰিত দীঘল দি দণ্ডব্য হৈ প্ৰণাম কৰিলে আৰু অতি নম্ৰ ভাৱে উত্তৰ দিলে "ৰত্নমালাত মই সুখ পোৱা নাই"। পণ্ডিতৰ উত্তৰ শুনি মহাপুৰুষে আন একো কথা নকৈ "মোৰ লগত আহ" বুলি তেওঁক অনুসৰণ কৰিবলৈ ক'লে। পণ্ডিত প্ৰৱৰ যেন সেই দিব্য পুৰুষৰ লগে লগে গৈ আছে — ক'ত হাবি-বননি পাৰ হৈছে তাৰ সীমা-সংখ্যা নাই। মন্ত্ৰমুগ্ধ সাপৰ নিচিনা পাছে পাছে গৈ আছে। গৈ গৈ এখন সমুদ্ৰ পাৰত থিয় দিলে। এই সমুদ্ৰৰ টৌৱেপতি গছৰ পাতৰ নিচিনা অসংখ্য পুথিৰ পাত আধা বুৰগৈ আধা মূৰ উলিয়াই ভাহি ফুৰিছে। মহাপুৰুষে আচাৰ্য্যদেৱক ক'লে "যা, তাৰ পৰা যিমান পাৰ পুথিৰ পাত গোটাই আন" আচাৰ্য্যদেৱে যথাদিষ্ট হৈ কেইটামান পুথিৰ পাত গোটাই আনি সেই মহাপুৰুষৰ হাতত দিলে। মহাপুৰুষে পাত কেইটা হাতত লৈ এটি এটিকৈ চিজিল কৰি হাঁহি মাৰি ক'লে — "তই বৰ ভাগ্যৱান। তই পানিনি ব্যাকৰণ গোটাই আনিছ"। এই বুলি তাৰে শ্লোক এটি পণ্ডিতক বুজাব ধৰিলে, কিন্তু পণ্ডিতে একোকে বুজি নাপায় — তেতিয়া মহাপুৰুষে "কিয় বুজি নাপাৱ" বুলি মূৰতে ত্ৰিশূল পাতেৰে এটা কোব মাৰি দিলে।

পণ্ডিত প্ৰবৰে সাৰ পালে আৰু শিয়ঁৰি উঠিল। তেওঁ মূৰত দুখ পোৱা যেন পালে আৰু এঠাইত যেন দ' হৈ গৈছে এনে বোধ হ'ল। তেওঁৰ মৰণ সময়লৈকে এই ঠাইডোখৰ কথা প্ৰসঙ্গত মানুহক দেখুৱাইছিল।

সপোনৰ কথা ভাবি পণ্ডিত বিস্ময় আৰু আনন্দত পুলকিত হ'ল। ৰাতি তেতিয়া প্ৰায় শেষ; আৰু টোপনি নগ'ল। ৪।। বজাত উঠি নৈলৈ গা ধুবলৈ গ'ল। গা ধুই সন্ধ্যাহ্নিক কৰি ফিৰি আহোতে ৬ কি ৬।। মান বাজিছে। বাটত এজন বঙালী ভদ্ৰলোকৰ লগত তেওঁৰ দেখা হয়। বঙালী ভদ্ৰলোকজনে পণ্ডিতক দেখি প্ৰাতঃ প্ৰণাম জনাই তেখেতৰ নাম-ধাম সুধিলে। আচাৰ্য্যদেৱে প্ৰশ্নৰ যথাযথ উত্তৰ দি যাবলৈ খোজোতে ভদ্ৰলোকজনে প্ৰশ্ন কৰিলে "আপুনি কি ব্যাকৰণ পঢ়িছে?" দেৱে উত্তৰ দিলে "প্ৰয়োগ ৰত্নমালা"। ভদ্ৰলোকজনে ক'লে — "আপোনালোকৰ ইয়াত পাণিনি ব্যাকৰণৰ প্ৰচলন নাই নেকি?" আচাৰ্য্যদেৱে চক খাই উঠিল। সপোনত পাণিনি — দিঠকত পাণিনি। পণ্ডিতে এইখিনিত অলপ বুধি খটাই ক'লে — "মহাশয়! মোৰ পাণিনি ব্যাকৰণ পঢ়িবৰ বৰ মন

গৈছে; মোক এখন পুথি অনাই দিব নোৱাৰেনে?" সেই ভদ্রলোকজনে বোম্বাইৰ পৰা এখন পাণিনি ব্যাকৰণ অনাই আচাৰ্য্যদেৱক দিয়ে। সেইখন পুথি লৈ আহি আচাৰ্য্যদেৱে আকৌ উত্তৰ গুৱাহাটীলৈ উভতি আহি টোল পাতে আৰু নিজে নিজে পাণিনি ব্যাকৰণ পঢ়ে। কোনো সূত্ৰ তেওঁ নুবুজাকৈ থকা নাছিল, কোনো সূত্ৰৰ অৰ্থ তেওঁ কাকো সুধিব লগাও হোৱা নাছিল। কিছুদিনৰ ভিতৰত তেওঁ পাণিনি ব্যাকৰণত অগাধ পণ্ডিত হ'ল।

পাণিনি ব্যাকৰণৰ পাণ্ডিত্যৰ বলত আচাৰ্য্যদেৱৰ সকলো শাস্ত্ৰতে অধিকাৰ জন্মিছিল। তেওঁ সদায় কৈছিল পাণিনি ব্যাকৰণ পঢ়িলে মানুহৰ ন্যায় দৰ্শন আদি সকলো শাস্ত্ৰতে অধিকাৰ জন্মে। তাৰ প্ৰমাণৰ বাবে দূৰলৈ বিচাৰি যাব নালাগে। আচাৰ্য্যদেৱেই তেওঁৰ উক্তিৰ প্ৰমাণ। এসময়ত আচাৰ্য্যদেৱ তেওঁৰ জ্ঞাতিভাই আৰু অন্তৰঙ্গ বন্ধু ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু ৰায়বাহাদুৰ শ্ৰীযুত কালীচৰণ সেন ধৰ্ম্মভূষণ মহাশয়ৰ লগত তীৰ্থ ভ্ৰমণলৈ ওলায়। তীৰ্থস্থানত তীৰ্থ সম্বন্ধীয় ধৰ্ম্মকাৰ্য্য সফল কৰাৰ লগে লগে তেওঁৰ প্ৰধান উদ্দেশ্য আছিল বিদেশৰ প্ৰখ্যাত পণ্ডিত সকলৰ সাক্ষাত দৰ্শন। আচাৰ্য্যদেৱ যলৈকে গৈছিল তাতেই প্ৰসিদ্ধ পণ্ডিত সকলৰ লগত শাস্ত্ৰালোচনা নকৰাকৈ নুঘূৰিছিল। তীৰ্থ ভ্ৰমণত আচাৰ্য্যদেৱৰ জ্ঞানাৰ্জ্জন আৰু জ্ঞান বিস্তাৰ উভয় কাৰ্য্যই সিদ্ধ হৈছিল।

নানা তীৰ্থ ভ্ৰমণ কৰি প্ৰয়াগলৈ আহি আচাৰ্য্যদেৱে শুনিবলৈ পালে যে তাত এজন অতি প্ৰাচীন আৰু সৰ্বশাস্ত্ৰ বিশাৰদ পণ্ডিত আছে। তাকে শুনি তীৰ্থ কৃত্য শেষ কৰি তেওঁৰ সহযাত্ৰী বন্ধুদ্বয়ৰ সৈতে পণ্ডিতৰ ঘৰলৈ যায়। উক্ত পণ্ডিতৰ ঘৰ দেখিয়েই বুজিব পাৰিলে যে এওঁ যেই সেই পণ্ডিত নহয়। এওঁ থাকে অট্টালিকাত, দ্বাৰত থাকে দাৰোৱান। ভিতৰত টোল গৃহ — ছাত্ৰ আছে প্ৰায় ২৫ জন মান। ছাত্ৰ সকলৰ বয়স ২৫/২৬ বছৰৰ কম নহয়। ৪০ বছৰ বয়স হোৱা ছাত্ৰও হোনো তাত আছিল। দাৰোৱানক সুধি ভিতৰ সোমাই ছাত্ৰসকলক যথাযথ নমস্কাৰ জনাই আচাৰ্য্যদেৱে উপাধ্যায়ৰ কথা সংস্কৃতত সোধে। ছাত্ৰসকলে স্নানৰ বাবে সৰযুলৈ যোৱা বুলি ক'লে। সৰযুত এবুক পানীত নামি হোনো সেই পণ্ডিতে বহুত সময়লৈকে জপ কৰি থাকে। উপাধ্যায় স্নান-সন্ধ্যা আদি কৰি ঘূৰি অহাত পলম হ'ব জানি ৰায় বাহাদুৰ শ্ৰীযুত কালীচৰণ সেন ডাঙৰীয়া বাহালৈ উভতি আহিল। আচাৰ্য্যদেৱ আৰু ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য মহোদয়ে উপাধ্যায়ক অপেক্ষা কৰি ছাত্ৰ সকলৰ লগত শাস্ত্ৰ আলোচনাত ৰত হ'ল। চাওঁতে চাওঁতে পাণিনি সূত্ৰ এটিৰ ৰাখ্যা লৈ উভয় পক্ষৰ ঘোৰতৰ তৰ্কযুদ্ধ আৰম্ভ হ'ল। তাৰ মাজতে ছাত্ৰসকলে আচাৰ্য্যদেৱক ক'ৰ পৰা আহিছে, কিয় আহিছে আৰু তেখেতে কি ব্যাকৰণ পঢ়াইছে ইত্যাদি কথা সুধিছিল। আচাৰ্য্যদেৱে যদিও ৰত্নমালা ব্যাকৰণ ভাল নাপাইছিল তথাপি ৰত্নমালাৰ পণ্ডিত বুলিহে গৰ্ব্ব অনুভব কৰিছিল। ৰত্নমালাৰ

নাম শুনি ছাত্ৰসকলে হাঁহি মাৰি উঠিল আৰু আটাই বিলাকক "কঃ কবিঃ — কঃ কবিঃ" বুলি সমস্বৰে সুধিব ধৰিলে। আমাৰ আচাৰ্য্যদেৱ কোনো তৰ্কতে ধৈৰ্য্য হেৰোৱা বিধৰ মানুহ নাছিল। তেখেতে ৰত্নমালা ব্যাকৰণ যে অতি সৰলভাৱে ডাঙৰ পণ্ডিতৰ দ্বাৰা ৰচিত, এই বিষয়ে ছাত্ৰ সকলৰ কোনো জ্ঞান নথকা বাবে তেওঁবিলাকৰ প্ৰতি বিস্ময় প্ৰকাশ কৰিছিল; আৰু ৰত্নমালা পঢ়িও যে অধ্যবসায় আৰু যত্নৰ ফলত পাণিনিত প্ৰৱেশ কৰিব পাৰি সেই বিষয়ে তেওঁবিলাকক বুজাই কৈ সেই সূত্ৰটিৰ বাখ্যা এনে প্ৰাঞ্জলভাবে সংস্কৃত ভাষাৰে বুজাই দিছিল যে সূত্ৰৰ বাখ্যা ছাত্ৰাসকলে স্বীকাৰ নকৰিলেও আচাৰ্য্যদেৱৰ সংস্কৃতত ইমান প্ৰাঞ্জলভাবে ক'ব পৰা শক্তি দেখি সকলো বিলাকে আচৰিত মানিছিল। তেতিয়াও তৰ্কৰ কোনো সিদ্ধান্ত নহ'ল। এনেতে প্ৰায় ২ কি ২।। মান বজাৰ সময়ত উপাধ্যায় সৰযুৰ পৰা স্থানাহ্নিক শেষ কৰি ঘূৰি আহিল। ঘূৰি আহিলত থিয়ৈ থিয়ৈ ছাত্ৰ সকলে কামৰূপৰ পণ্ডিতৰ পৰিচয় দি সূত্ৰৰ বাখ্যাৰ মীমাংসা কৰিবলৈ উপাধ্যায়ক মধ্যস্থ কৰিলে। উপাধ্যায়ক মধ্যস্থ কৰাত আচাৰ্য্যদেৱ বৰ সন্তুষ্ট হ'ল। তেওঁবিলাকৰ ভিতৰৰে এজন ওঝা ছাত্ৰই দুয়ো পক্ষৰ তৰ্ক যুক্তিখিনি উপাধ্যায়ৰ ওচৰত ভালদৰে উত্থাপিত কৰিছিল। উপাধ্যায়ে আধা ঘণ্টামান তলমূৰকৈ থাকি অৱশেষত ক'লে "বোপাসকল! তোমালোকৰ ভুল হৈছে, এই পণ্ডিতৰহে ঠিক হৈছে। এওঁ যেই সেই পণ্ডিত বুলি মোৰ মনে নধৰে"। এই বুলি কোৱাত আটাইবিলাক শিক্ষক দেউৰ ভৰিত দীঘল দি পৰিল। কিন্তু দেৱে অতি নম্ৰভাবে তেওঁবিলাকক ক'লে "মই শিক্ষাৰ্থী ভাৱেহে ইয়ালৈ আহিছোঁ, মই মোৰ কোনো গৌৰব কৰিবলৈ বা বিজয় ডঙ্কা বজাবলৈ অহা নাই"। তেতিয়া উপাধ্যায়ে আচাৰ্য্যদেৱক তেওঁৰ গোঁসাই ঘৰলৈ লৈ গ'ল। তাত • নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু আচাৰ্য্যদেৱক উপযুক্ত আসন পাতি দি পূজাহ্নিক শেষ কৰি দেৱতাৰ প্ৰসাদেৰে অতিথি অভ্যৰ্থনা আৰু জলযোগ কৰাই শাস্ত্ৰালোচনা আৰম্ভ কৰিলে। শাস্ত্ৰালোচনাত উপাধ্যায় আচাৰ্য্যদেৱৰ প্ৰতি ইমান সন্তুষ্ট হৈছিল যে তেখেতক এটি উপাধিৰে ভূষিত কৰিব খুজিছিল; কিন্তু আচাৰ্য্যদেৱে উপাধিৰে বিখণ্ডিত হৈ পাণ্ডিত্যৰ বিজ্ঞাপন জাহিৰৰ পক্ষপাতী নাছিল। গতিকে সেই উপাধি তেওঁ অতি বিনীতভাবে প্ৰত্যাখ্যান কৰিলে। অযোধ্যাবাসী পণ্ডিতে আচাৰ্য্যদেৱৰ সংস্কৃতত ক'ব পৰা শক্তি দেখি হেনো সুধিছিল সংস্কৃত কামৰূপৰ মাতৃভাষা নেকি? আচাৰ্য্যদেৱে উত্তৰত কৈছিল, "সংস্কৃত কামৰূপৰ মাতৃভাষা নহয়, কিন্তু মোৰ নিচিনা নগণ্য পণ্ডিত কামৰূপত বহুত আছে আৰু মোতকৈ জনা পণ্ডিতৰ সংখ্যাও অনেক। প্ৰয়াগৰ পৰা আচাৰ্য্যদেৱ পুৰীলৈ তীৰ্থ ভ্ৰমণত গৈছিল। তাতো হেনো তিনিজন ডাঙৰ পণ্ডিতৰ লগত আচাৰ্য্যদেৱৰ সাক্ষাৎ হয় আৰু নানা তৰ্কালোচনা হয়। সেই তিনিজন পণ্ডিতৰ ভিতৰত এজন ষড় দৰ্শনৰ, এজনৰ ন্যায়ৰ আৰু এজন ব্যাকৰণৰ পণ্ডিত।

আচাৰ্য্যদেৱে অকল পাণিনিৰ বলতে ষড় দৰ্শন আৰু ন্যায়ৰ প্ৰশ্ন উত্তৰ দি পণ্ডিত কেইজনক মুগ্ধ কৰিছিল। বাটত আহোঁতে হেনো ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যক কৈছিল "দলৈ! মই যে ষড়দৰ্শন আৰু ন্যায় নপঢ়াকৈ কেনেকৈ প্ৰশ্নৰ উত্তৰ কৰিলো মই নিজেই চোন একোকে ক'ব নোৱাৰে।" মহামহোপাধ্যায় ধীৰেশ্বৰ আচাৰ্য্যৰ জিহ্বাগ্ৰত সৰস্বতী বাহ লৈছিল বুলি ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যই সদায় মানুহৰ আগত কৈছিল। এই প্ৰবন্ধৰ সপোনটো লিখকে মহামহোপাধ্যায়ৰ নিজ মুখৰ পৰা আৰু তীৰ্থ ভ্ৰমণৰ কথাখিনি লিখকৰ (নিজ পিতামহৰ কনিষ্ঠ ভাই ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য) দলৈ আতাৰ মুখৰ পৰা শুনিছিল।●

আৱাহন

১৮৫৩ শক, ২য় বছৰ, ৭ ম সংখ্যা

# মিলন

## (গল্প)

সিদিনা হঠাতে দেখা হ'ল শিলপুখুৰী পাৰত। উপেন্দ্ৰই কেতিয়াও ভবা নাছিল যে এনে অচমকাতে দুয়ো আকৌ লগালগি হ'ব। প্ৰভা যে কেতিয়া গুৱাহাটীলৈ আহিছে উপেন্দ্ৰই ক'ব নোৱাৰে। প্ৰভাৰ খবৰ উপেন্দ্ৰই বহুদিন ৰখাও নাই। উপেন্দ্ৰক দেখি প্ৰভা আঁতৰি যাব ধৰিছিল, কিন্তু উপেন্দ্ৰই ঘপহ কৰে মাত লগালে "ৰবা, প্ৰভা, নাযাবা।" আমন্ জিমনকৈ থিয় হ'ল। উপেন্দ্ৰ ওচৰ চাপিল। উপেন্দ্ৰই দেখিলে প্ৰভাৰ এতিয়া সেই প্ৰভা নাই, প্ৰভা এতিয়া বৰ নিষ্প্ৰভ। প্ৰভাৰ ওচৰ চাপি উপেন্দ্ৰই সুধিলে "প্ৰভা! তুমি ইয়াত! তোমাৰ কিবা অসুখ হৈছে?

প্ৰভা গাৱঁৰ ছোৱালী — উপেন্দ্ৰই ভাবিছিল কিবা অসুখ-বিসুখৰ কাৰণে চিকিৎসাৰ বাবে প্ৰভা মিতিৰৰ ঘৰলৈ চিকিৎসা কৰাবলৈ আহিছিল। প্ৰভাই ক'লে—

"মোৰ একো অসুখ হোৱা নাই। মই আজি কেইমাহমানৰ পৰা ইয়াত আছোঁয়েই।"

"কিয়! তুমি ইয়াত কি কৰিছা?"

"কিয়! আপুনি নাজানে নে সৌ বামুণময়দানত এখন বালিকা স্কুল খোলা হৈছে?"

"ক'ত? বামুণময়দানত বালিকা স্কুল? নাজানো তো। তাত তুমি কি কৰিছা?"

"আপুনি শ্ৰীযুত শৌৰীনাথ শৰ্ম্মাক জানে। তেওঁ ইয়াত আৰ্য্য হিন্দু সমাজৰ শুদ্ধি আন্দোলন চলাইছে। তেওঁ বৰ অমায়িক লোক আৰু নীচ জাতিৰ ভিতৰত শিক্ষা প্ৰচাৰ তেওঁৰ জীৱনৰ ব্ৰত কৰি লৈছে। তেওঁ নিজৰ সকলো সম্পত্তি এই কাৰ্য্যত উছৰ্গা কৰি দিছে, নীচ জাতিৰ মাজত স্কুল পাতি ফুৰিছে। মোৰ কেও নাই দেখি আৰু ময়ো এইবোৰ কাম ভাল পাওঁ দেখি মোক সেই স্কুলৰ শিক্ষয়িত্ৰী কৰি দিছে।"

"তুমি এই কামটো কেনে পাইছা?"

"কাম কৰি ভালেই পাইছো, বিশেষকৈ গাৱঁৰ ল'ৰা-ছোৱালীৰ মাজত

আৰু সৰল হোজা প্ৰকৃতিৰ মিকিৰ-মিকিৰণীৰ মাজত ভালেই লাগিছে। কিন্তু স্কুল ছুটীৰ পিছত চহৰলৈ আহি বৰ অকলশৰীয়া যেন লাগে। এজন লগ পালে কাম কৰি ভাল লাগিলহেঁতেন।"

"অকল কামৰ লগৰীয়া বিচাৰিয়েই সন্তুষ্ট থাকিব খুজিছা নে? জীৱনৰো তো লগৰীয়া লাগে?"

কথাৰ চালত আৰু প্ৰভাৰ প্ৰতি সহানুভূতিৰ আবেগত উপেন্দ্ৰই হঠাতে কথাটো কৈ পেলালে; ভাবি নাচালে এই কথা প্ৰভাৰ অন্তৰত কিমান দকৈ বহি যাবগৈ। প্ৰভাই উপেন্দ্ৰৰ প্ৰশ্নৰ উত্তৰত এটি সকৰুণ আৰু অভিমানী দৃষ্টি হানিলে। তাৰ অৰ্থ "উপেন্দ্ৰ! তুমিয়েইতো ইচ্ছা কৰিলে প্ৰভাৰ জীৱনৰ লগৰীয়া হ'ব পাৰিলাহেঁতেন আৰু তুমিয়েইতো প্ৰভাক অবিবাহিতা থাকিবলৈ বাধ্য কৰাইছা।" উপেন্দ্ৰৰ সকলো কথাৰ ওৰ পৰিল, একোকেই ক'ব নোৱাৰিলে। উপেন্দ্ৰ উচপ খাই উঠিল, যেতিয়া প্ৰভাই ক'লে "এবাৰ মোৰ কুঠৰীত পদাৰ্পণ কৰিব নে? আপোনাক বৰ ভাগৰুৱা যেন বোধ হৈছে। যদি নিঘিণায় তেন্তে অলপ অচৰপ ফলমূল গ্ৰহণ কৰিব পাৰে। কমলা টেঙা নাইবা আখৰোট বাদাম খোৱাত বোধহয় আপোনাৰ একো আপত্তি নাই।" উপেন্দ্ৰই ক'লে 'কি কৈছা প্ৰভা! ফলমূল কিয় তোমাৰ হাতে ভাত খোৱাতনো কি আপত্তি হ'ব পাৰে?"

"মই যে পতিতা" বুলি কৈ প্ৰভাই আত্মসম্বৰণ কৰিব নোৱাৰি কান্দি পেলালে।

"নিশ্চয় নহয়, প্ৰভা, ব'লা তোমাৰ থকা ঠাইখিনিকে চাই আহোঁ।"

শিলপুখুৰীৰ ওচৰতে এটি সৰু খেৰি ঘৰত প্ৰভা থাকে। ঘৰটি বৰ ধুনীয়াকৈ সজা আৰু আধুনিক ৰুচি মতে সজোৱা। ঘৰটি দেখি বৰ ভাল লাগে। ঘৰটিৰ চাৰিওফালে ইকৰাৰ বেৰেৰে ঢকা। দেখিলে বোধ হয় যেন কোনো ভদ্ৰলোক সপৰিবাৰে ইয়াত থাকে। পদূলিমুখত এটি ঘণ্টা আৰু এখন 'চাইনবোৰ্ড' আঁৰা আছে। ঘণ্টাটো বজাইহে প্ৰভাক মানুহে মাতে। কেতিয়াবা যদি কোনোবা দৰ্শকে বেছি সময় কথা হ'বলৈ বিচাৰে তেন্তে শিলপুখুৰীৰ পাৰতে বহি কথা-বতৰা হয়। যাকে তাকে ভিতৰলৈ সোমাবলৈ দিয়া নহয়। উপেন্দ্ৰক প্ৰভাই ভিতৰলৈ লৈ গ'ল। ঘৰৰ ভিতৰত এখনি ঢাৰিৰ ওপৰত সৰু বিছনা এখনি তুলি থোৱা আছে, প্ৰভাই ৰাতি ইয়াতে শোৱে। বিছনাৰ ওচৰত এখনি ওখ পিৰা। ঢাৰিখনত বহি প্ৰভাই ইয়াতে লিখা-পঢ়া কৰে। ঘৰটোৰ এটি কোণত এখনি সৰু মেজ — তাত কেইখনমান কিতাপ, ওচৰতে এখন সৰু চৌকী আৰু বেৰত ঢাকি থোৱা এখনি ছবি। ছবিখন ঢকা আছে কিন্তু প্ৰভাৰ অসাৱধানতাৰ বাবে 'To Prabha' শব্দ কেইটি ঢকা যোৱা নাই। ঢাকনি কাপোৰখনৰ ওপৰৰ চুক এটি ছবিৰ কোণত লাগি আছিল — সেইবাবে তলৰ চুক এটি ভালদৰে ঢকা যোৱা নাছিল। উপেন্দ্ৰৰ

বুজিবলৈ বাকী নাথাকিল যে এই ছবিখনকেই উপেন্দ্ৰই 'Presented to Prabha' বুলি উপহাৰ দিছিল। উপেন্দ্ৰৰ মনত পুৰণি স্মৃতি জাগিল, অন্তৰত জুই জ্বলি উঠিল। মনত তীব্ৰ অনুতাপ হ'ল। সমাজৰ ওপৰত খং উঠিল। পিতাকলৈ অভিমান হ'ল। উপেন্দ্ৰই ভাবিলে হিন্দুৰ সমাজ আজি নাই। প্ৰেম, স্নেহ, দয়া, মমতা হিন্দুয়ে সমাজৰ পৰা আঁতৰ কৰি থৈছে। উপেন্দ্ৰৰ ইচ্ছা হ'ল এই সমাজৰ বিৰুদ্ধে থিয় দি নতুন সমাজ গঠন কৰে। এনেতে প্ৰভাই এখন ৰেকাবীতকৈ কেতখিনিমান ফলমূল আনি টেবিলৰ ওপৰত দিয়াত উপেন্দ্ৰই ক'লে "নহয় প্ৰভা, এতিয়া তুমি চাহ লুচি কৰা আৰু কাইলৈ মোক ভাত খাবলৈ মাতিবা।" প্ৰভা আচৰিত আৰু মলিন হ'ল, কিন্তু উপেন্দ্ৰৰ স্বৰৰ কঠিনতা আৰু সঙ্কল্পৰ দৃঢ়তা অনুভৱ কৰি প্ৰভাই সঁচাকৈ চাহ লুচি কৰিবলৈ ধৰিলে। উপেন্দ্ৰয়ো প্ৰভাৰ ওচৰত সৰু পিৰা এখনিত বহি প্ৰভাৰ সৈতে কথা পাতিবলৈ ধৰিলে।

"প্ৰভা! তুমি মোক ক্ষমা কৰা। মই তোমাৰ প্ৰতি অন্যায় আচৰণ কৰিছো, মোক ক্ষমা কৰা, প্ৰভা।"

প্ৰভাই একোকে নামাতিলে।

উপেন্দ্ৰই আকৌ ক'লে — "প্ৰভা! মোৰ দোষৰ ক্ষমা হ'ব নোৱাৰে নেকি? মানুহে ভুল কৰে আকৌ সংশোধনতো কৰে? মোক তুমি ক্ষমা কৰা, প্ৰভা।"

"আপুনি অধীৰ হৈছে কিয়? আপুনি প্ৰকৃতিস্থ হ'ক। সেইবোৰ কথা পিছত হ'ব, আপুনিতো মোৰ ওচৰত কোনো দোষ কৰা নাই যে মই আপোনাক ক্ষমা কৰিম।"

"মই একো দোষ কৰা নাই? তেন্তে কোনে দোষ কৰিছে, প্ৰভা! তোমাৰ কি দোষ, প্ৰভা! তোমাৰ জন্মৰ বাবে — প্ৰকৃতিৰ নিয়মৰ বাবে তুমি দায়ী নোহোৱা। দৰিদ্ৰতাৰ বাবে নাইবা প্ৰাকৃতিক নিয়মৰ বাবে সংসাৰত কোনো দায়ী নহয়; কিন্তু নিজৰ আচৰণৰ বাবে সকলো দায়ী। মই মোৰ আচৰণৰ বাবে সম্পূৰ্ণ দায়ী। মোক ক্ষমা কৰা, প্ৰভা।"

"আপুনি ইমান উত্তেজিত হৈছে কিয়? মই কৈছোঁ আপুনি কোনো দোষ কৰা নাই। আপুনি মোৰ ওচৰত কোনো দোষ কৰিব নোৱাৰে।"

"কি কৈছা। কি কৈছা। প্ৰভা মই তোমাৰ ওচৰত কোনো দোষ কৰিব নোৱাৰো। উঃ প্ৰভা। তুমি ইমান মহান আৰু মই ইমান ক্ষুদ্ৰ। প্ৰভা সঁচাকৈ তুমি মোক ক্ষমা কৰিছা।"

"আপুনি প্ৰকৃতিস্থ হ'ক। দোষ-গুণ বিচাৰৰ এতিয়া সময় নহয় — দোষ-গুণৰ বিচাৰ কৰি পিছত ক্ষমা বোহ কৰা হ'ব। এতিয়া আপুনি প্ৰকৃতিস্থ হ'ক। বাৰু চাওকচোন মই কেনেকৈ চাহ-লুচি কৰো।"

"কাৰ বাবে চাহ-লুচি কৰা প্ৰভা।" বুলি শৌৰীনাথ বাবু ঘৰৰ ভিতৰলৈ সোমাই আহিল।

"আহক আহক, দেউতা, আজি মোৰ কি সৌভাগ্য যে দুইজন অতিথি মোৰ ক্ষুদ্ৰ কুটিৰত পদাৰ্পণ কৰিছেহি।"

"এওঁ কোন প্ৰভা।"

"এখেতৰ নাম আপনি জানে। নামে মানুহে একেলগে চিনি পোৱা নাই। মই নকলেও অনুমানত চিনিব পাৰিব, দেউতা।" "মোৰ এই বুঢ়া বয়সত মগজু ইমান প্ৰখৰ থকা নাই, প্ৰভা, যে মই অনুমানেৰে মানুহ চিনিব পাৰো, তথাপিতো অনুমান কৰিছো এৱেঁই উপেন্দ্ৰ নেকি?"

"হয় মহাশয়। মোৰ নামেই শ্ৰীউপেন্দ্ৰ নাথ গোস্বামী।"

এনেতে প্ৰভাই দুই কাপ চাহ আৰু দুই প্লেট লুচি মোহন ভোগ টেবিলৰ ওপৰত থৈ ওখ মূঢ়া এটি ওচৰতে পাৰি দিলে। উপেন্দ্ৰই মূঢ়াটোত বহি শৌৰীনাথ বাবুক চৌকিত বহিবলৈ ক'লে।

"বুঢ়াৰ আজি বৰ সৌভাগ্য দেখিছোঁ। আহিয়েই লুচি, মোহন ভোগ।" বুলি শৌৰীনাথ বাবুয়ে হেঃ হেঃ কৈ হাঁহিবলৈ ধৰিলে।

উপেন্দ্ৰয়ো উত্তেজিত হৈ ক'লে — "দেউতা, লুচি, মোহন ভোগ, কাইলৈ আকৌ ভাতৰো নিমন্ত্ৰণ আছে।"

শৌৰীনাথ বাবু আচৰিত হ'ল। সুধিলে "হয় নেকি প্ৰভা?"

"আপোনাকো আকৌ কি নিমন্ত্ৰণ কৰিব লাগে দেউতা। এখেতকো মই নিমন্ত্ৰণ কৰা নাই তেখেতেইহে ——" প্ৰভাই তলমূৰ কৰিলে।

"কি, প্ৰভা। উপেন্দ্ৰই তোমাৰ হাতে ভাত খাব খুজিছে? উপেন্দ্ৰ! প্ৰভাৰ হাতে তুমি ভাত খাব খুজিছা?"

"হয় মহাশয়! প্ৰভাতো মোৰ অস্পৃশ্যা নহয়।"

"অস্পৃশ্যা নহয় সচাঁ। কিন্তু উপেন্দ্ৰ তোমাৰ আচৰণৰ দ্বাৰা প্ৰভাৰ জীৱনৰ উদ্দেশ্য ঢিলা হৈ যাব পাৰে, প্ৰভাই জীৱনত বৰ কষ্ট পাইছে। এতিয়া জীৱনৰ এটি উদ্দেশ্য ঠিক কৰি লৈছে। এনে সময়ত হৃদয়ৰ সবলতা ভাঙি দিয়া তোমাৰ পক্ষে উচিত হ'বনে? ভাবি চোৱা উপেন্দ্ৰ।"

"মই একোকে বুজিব পৰা নাই। যদি মই প্ৰভাৰ হাতে ভাত খোৱাৰ পৰা প্ৰভাৰ কিবা অনিষ্ট হ'ব পাৰে তেন্তে প্ৰভাই মোক ভাত খোৱাব নালাগে। মই মোৰ পাপৰ কথঞ্চিৎ প্ৰায়শ্চিত্ত স্বৰূপেহে প্ৰভাৰ হাতে ভাত খাব খুজিছিলো।"

"তুমি একো পাপ কৰা নাই, উপেন্দ্ৰ। পাপ সমাজত। এই সমাজ নতুনকৈ গঢ়িব নোৱাৰিলে হিন্দুৰ হিন্দুত্বত ভগৱানৰ অভিসম্পাত পৰিব।"

"মই এই সমাজৰ বিৰুদ্ধে থিয় হ'ম আৰু সমাজ নতুনকৈ গঢ়ি তুলিম।"

"পাৰিবানে উপেন্দ্ৰ?"

"সমাজৰ বিৰুদ্ধে থিয় হ'ব কিয় নোৱাৰিম, হয়তো অকৃতকাৰ্য্য হম কিন্তু সাহ কৰি সমাজৰ বিৰুদ্ধে থিয় হ'ব পাৰিম।" "তোমাৰ চকু মুখৰ চেহাৰা দেখি বোধ হৈছে তুমি পাৰিবা। উপেন্দ্ৰ, তুমি মোৰ কথা শুনিবানে? মোৰো উদ্দেশ্য এই সমাজ সংস্কাৰ কৰা। তুমি মোৰ সহায় হোৱা, দুজনে সমাজৰ কুসংস্কাৰৰ মূলত কুঠাৰাঘাত কৰোঁ, চাওঁচোন গছ বাগৰি পৰেনে নপৰে।"

"মই কি কৰিব লাগিব?"

"তুমি এতিয়া বিশেষ একোকে কৰিব নালাগে। মাথোন তিনটি নিয়ম মানিব লাগিব; প্ৰথমটি, তুমি আজিৰ পৰা তিনি মাহলৈ প্ৰভাৰ লগত সাক্ষাৎ হ'ব নোৱাৰা আৰু প্ৰভালৈ কোনো চিঠি-পত্ৰাদি দিব নোৱাৰা, দ্বিতীয়টি, তুমি গাৰো মিকিৰ আদি পৰ্ব্বতীয়া জাতিবিলাকৰ আচাৰ-ব্যৱহাৰ লক্ষ্য কৰিবা; তৃতীয়টি, তুমি মোক গুৰু বুলি মানিব পাৰানে নোৱাৰা সেই কথা তোমাৰ মনে মনে চিন্তা কৰিবা। তিনি মাহৰ মূৰত মই তোমাক পৰীক্ষা কৰি চাম— যদি তুমি সেই পৰীক্ষাত উত্তীৰ্ণ হোৱা আৰু তুমি ৰাজী হোৱা তেন্তে মই তোমাক দীক্ষা দিম।"

"উত্তম। প্ৰভা আজিলৈ বিদায়। নমস্কাৰ মহাশয়।"

(২)

"শৌৰীনাথ বাবু, সি কেতিয়াও হ'ব নোৱাৰে। মই মোৰ পুত্ৰক কেতিয়াও বিপথগামী হ'ব দিব নোৱাৰো। মই ভাল গোঁসাই বংশত উপেন্দ্ৰৰ বিয়াৰ ঠিক কৰিছোঁ। এই মাহতে উপেন্দ্ৰৰ বিয়া। আপোনালোকে যেন তাক বিপথে নচলায়, এয়ে মোৰ ঐকান্তিক অনুৰোধ।"

"মই আপোনাৰ ল'ৰাক কেতিয়াও বিপথে চলাব খোজা নাই। আপোনাৰ ল'ৰাৰ ভাববোৰ আপোনাতকৈ বিভিন্ন। উপেন্দ্ৰই সমাজৰ কু-সংস্কাৰবোৰৰ পৰা আঘাত পাইছে — সমাজ সংস্কাৰকেই সি জীৱনৰ উদ্দেশ্য কৰি ল'ব খোজে। মই উপেন্দ্ৰক চিন্তা কৰিবলৈ আৰু মনটো ডাঠকৈ বান্ধিবলৈ তিনি মাহ সময় দিছোঁ। ইয়াৰ ভিতৰত যদি আপুনি আপোনাৰ ল'ৰাক আপোনাৰ বশৱৰ্ত্তী কৰি ল'ব পাৰে, উত্তম, নহ'লে আপুনি পিছত মোক দোষ দিব নোৱাৰিব। মই আজিৰ পৰা তিনি মাহৰ ভিতৰত উপেন্দ্ৰৰ লগত কোনো কথা-বতৰা নাইবা কোনো চিঠি-পত্ৰাদিৰ আদান-প্ৰদান নকৰো। আপনি বোধহয় মোৰ এইখিনি কথাত বিশ্বাস কৰিব পাৰে?"

"উত্তম! মই এই সময়ৰ ভিতৰতে উপেন্দ্ৰৰ বিয়া সমাধা কৰি উপেন্দ্ৰক সংসাৰী কৰিম।"

(৩)

উপেন্দ্ৰৰ আজি বিয়া। উপেন্দ্ৰৰ নানা ওজৰ-আপত্তিৰ ভিতৰতো বিয়াৰ

দিন ঠিক হৈছে। উপেন্দ্ৰই কোনো দিন পিতাকৰ কথাৰ অবাধ্য হোৱা নাই। উপেন্দ্ৰই যেতিয়াই পিতাকৰ কথাৰ অবাধ্য হ'বলৈ বিচাৰে তেওঁৰ মনত্ উদয় হয়—

পিতা স্বৰ্গঃ পিতা ধৰ্ম্মঃ পিতাহি পৰমন্তপঃ।
পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্ব্বদেৱতাঃ।।

উপেন্দ্ৰৰ পিতাক সদানন্দ বাবুৱে গুৰু গম্ভীৰ স্বৰে উপেন্দ্ৰৰ আগত কৈছে— উপেন্দ্ৰ। মই তোৰ পিতা। মই যি কৰিছো — সি কেৱল তোৰ মঙ্গলৰ বাবেহে। পিতাকতকৈ মঙ্গলাকাঙ্খী জগতত কোন আছে? তাৰ উপৰি পুত্ৰই যদি পিতাৰ কথা নুশুনে তেনেহ'লে সমাজ টিকিব নোৱাৰে। সমাজৰ শৃঙ্খলতা ঢিলা হৈ যাব।"

উপেন্দ্ৰই ভাবে — "পিতাৰ অবাধ্য মই কেনেকৈ হওঁ? পিতাৰ ঋণ কোন সন্তানে শুজিব পাৰে? ময়েই বা কেনেকৈ পিতৃ ঋণ শুজিম?" উপেন্দ্ৰই একোকে ঠিক কৰিব নোৱাৰি মনে মনে থাকে। এদিন দুদিনকৈ বিয়াৰ দিন উপস্থিত হ'লহি। উপেন্দ্ৰ বৰ উদ্বিগ্ন হ'ল। অন্য উপায় নাপায় উপেন্দ্ৰই পিতাকলৈ এখন চিঠি দি বিয়াৰ দিনা আঁতৰি পৰিল। পিতাকে ৰাতি পুৱা শুই উঠিয়েই গম পালে যে উপেন্দ্ৰ নাই। উপেন্দ্ৰৰ চিঠিখন পঢ়ি চালে।

পিতা!

মই আজি বিদায় হ'লো। নাভাবিব যে মই আপোনাৰ অবাধ্য হৈ আজি বিদায় হৈছো। মই আকৌ ঘূৰি আহিম। মই আপোনাক মনৰ বেদনা জনাইছো। ঈশ্বৰৰ ওচৰত ভক্তই প্ৰাৰ্থনা কৰে আৰু মনস্কামনা জনায়। ময়ো পিতৃ দেৱতাৰ ওচৰত মোৰ প্ৰাৰ্থনা জনাইছো। প্ৰাৰ্থনা কৰাৰ বাবে মই পিতৃ দেৱতাৰ ওচৰত জগৰীয়া হ'ব নোৱাৰো।

আপুনি আজি মোৰ বিয়া পাতিছে। মই কম কম কৈ কেইবাদিনো মোৰ মনৰ কথা আপোনাক ভাঙি ক'ব পৰা নাই আৰু আপুনি মোক ক'বলৈ সুবিধাও দিয়া নাই। আপুনি জানে, মোৰ মনত বেদনা আছে, সেইবাবে ততাতৈয়াকৈ বিয়াখন সমাধা কৰিব খুজিছে। কোনো পুত্ৰই পিতাকৰ আদেশ অমান্য কৰা উচিত নহয়। পিতাকতকৈ শুভাৰ্থী জগতত কোনো নাই। পিতাকৰ শুভ ইচ্ছা, বয়স আৰু অভিজ্ঞতাৰ ওচৰত পুত্ৰৰ যৌৱনৰ অপৰিপক্ক মত আৰু বিবেচনা অযুক্তিকৰ, কিন্তু পিতাকৰ ওচৰত পুত্ৰৰ যি ন্যায়সঙ্গত ওজৰ থাকিব পাৰে তাৰ বিচাৰ হোৱাটোও বাঞ্ছনীয়। মোৰ মনত দাৰুণ যন্ত্ৰণা আছে, সেইবাবে আপোনাৰ শ্ৰীচৰণত জগৰীয়া হৈছো। পিতাৰ চৰণত হেজাৰ দোষত দোষী হ'লেও পুত্ৰ মাৰ্জ্জনীয়।

প্ৰভা মোৰ ধৰ্ম্মপত্নী। প্ৰভাক মই বৰ ভাল পাওঁ। প্ৰভা বামুণৰ ছোৱালী। প্ৰভাৰ দোষ যে বিয়াৰ আগেহে প্ৰভা পুষ্পিতা হ'ল। যাৰ পিতা নাই, মাতা নাই

সংসাৰত মোৰ বুলিবলৈ যাৰ কোনো নাই তাৰ বিয়াৰ বাবে সমাজে কি কৰিছে? বয়স বা যৌৱন ৰৈ নাথাকে। প্ৰভাৰ মাক যিদিনা মৰে মই প্ৰভাৰ মাকৰ ওচৰত স্বীকাৰ কৰিছিলো যে মই প্ৰভাক গ্ৰহণ কৰিলো। মই ভবা নাছিলো যে আপুনি মোৰ অৱস্থা নুবুজিব আৰু প্ৰভাৰ প্ৰতি সদয় নহ'ব। আজিকালি ছৰ্দ্দা আইন মতে ১৪ বছৰৰ কমে ছোৱালীৰ বিয়া হ'ব নোৱাৰে। ১৪ বছৰৰ আগে বহুত ছোৱালী শান্তি হয়। আইন মানিব নে সমাজ মানিব, পিতা! সমাজৰ উৎপীড়নত দাৰিদ্ৰ্যৰ হেঁচাত প্ৰভাৰ মাকে প্ৰভাক সময়মতে বিয়া দিব নোৱাৰিলে। প্ৰভাৰ ধন নাই, সম্পত্তি নাই কিন্তু প্ৰভাৰ ৰূপ আছে, গুণ আছে, হৃদয় আছে। প্ৰভা সদ্বংশৰ ছোৱালী। প্ৰভা কি দোষত দোষী পিতা? আপুনি সমাজৰ এজন মুখ্য নেতা, আপুনি ইচ্ছা কৰিলে প্ৰভাক আপোনাৰ চেনেহৰ বোৱাৰীয়েক কৰি ল'ব পাৰে আৰু সমাজ সংস্কাৰৰ বাট দেখুৱাই দিব পাৰে।

আতুৰা বিধৱাৰ মৰণ কালৰ ইচ্ছা পুৰণ হ'বলৈ দিয়ক পিতা, প্ৰভাক গ্ৰহণ কৰক। প্ৰভা নিষ্কলঙ্কা, প্ৰভাক গ্ৰহণ কৰাত কোনো দোষ হ'ব নোৱাৰে।

মোৰ প্ৰাৰ্থনা মোৰ পিতৃ দেৱতাৰ চৰণত নিবেদন কৰিলোঁ। আজি মই কলিকতালৈ ওলালোঁ। আপেনাৰ ইচ্ছাৰ ওচৰত মোৰ সকলো আশা-আকাঙ্খা বলি দিবলৈ ৰাজী থাকিলো। শ্ৰীচৰণত নিবেদন

সেৱকাধম — শ্ৰীউপেন্দ্ৰ

সদানন্দ বাবুৱে উপেন্দ্ৰৰ চিঠি পাই পঞ্জিকা খুলি ১৫ দিনৰ পাছত বিয়াৰ দিন ঠিক কৰি কন্যা পক্ষলৈ খবৰ দি সিদিনাই কলিকতালৈ ৰাওনা হ'ল। উপেন্দ্ৰক ধৰি আনি আকৌ বিয়াৰ বন্দোবস্ত কৰিলে।

(৪)

বিয়াৰ সকলো বন্দোবস্ত ঠিক হৈছে। সদানন্দ বাবুৱে শ্ৰাদ্ধাদি সমাপন কৰি বৰ লৈ যাত্ৰা কৰিব, এনেতে কন্যা পক্ষৰ পৰা খবৰ আহিল যে বিয়া হ'ব নোৱাৰে। কাৰণ কোনেও একো ক'ব নোৱাৰে। সদানন্দ বাবুৱে কন্যাৰ পিতাকৰ চিঠিখন পঢ়িব ধৰিলে।

মহাশয়!

বৰ দুখেৰে জনাবলগীয়া হৈছে যে বিয়া হ'ব নোৱাৰে। মোৰ ছোৱালীৰ মত যে তাই কুমাৰী জীৱন-যাপন কৰিব। মোৰ ছোৱালীৰ মতৰ বিৰুদ্ধে তাইৰ জীৱনৰ শ্ৰেষ্ঠতম গ্ৰন্থি বান্ধি দিব নোৱাৰো। মোৰ অতীত ভুলৰ বাবে ক্ষমা কৰিব। আপোনাৰ অভিৰুচি হ'লে আপুনি মোৰ পৰা ক্ষতিপূৰণ দাবী কৰিব পাৰে।

বিনীত

শ্ৰীপ্ৰিয়নাথ দেব গোস্বামী

সদানন্দ বাবু বজ্ৰাহত হ'ল। এনে অৱস্থাত তেওঁ কি কৰে? শ্ৰাদ্ধাদি সম্পন্ন হৈ গ'ল। বৰ ধুওৱা হ'ল। বামুণৰ বৰ বাহী হ'ব নোৱাৰে। এটি অনাৱশ্যক গণ্ডগোল লাগি পৰিল। বহুতে সুবিধা বুজি ছোৱালী দিবলৈ আগবাঢ়িল, কিন্তু সদানন্দ বাবুৱে কাকো মত নিদিলে। উপেন্দ্ৰক মাতি আনি সুধিলে "উপেন্দ্ৰ! এতিয়া কি কৰা যায়?"

উপেন্দ্ৰই উত্তৰ দিলে "পিতা! মই আপোনাৰ মতৰ বিৰুদ্ধে কাহানিও যোৱা নাই — আপুনি যি ভাল দেখে তাকে কৰক, মোৰ কোনো আপত্তি নাই।"

সদানন্দ বাবু বিচলিত হ'ল। কিন্তু সদানন্দ বাবু কোনো বিপদত ধৈৰ্য্য হেৰোৱা বিধৰ মানুহ নহয়। তেওঁ প্ৰভাক আনিবলৈ দোলা মানুহৰ বন্দোৱস্ত কৰি উপেন্দ্ৰক প্ৰভালৈ বিয়াৰ সম্মতি জনাই চিঠি লিখিবলৈ ক'লে। উপেন্দ্ৰই চিঠি দিলে "প্ৰভা! শৌৰীনাথ বাবুৰ ওচৰত প্ৰতিজ্ঞা কৰিছিলো যে তিনিমাহৰ ভিতৰত তোমাৰ লগত সাক্ষাৎ বা কোনো প্ৰকাৰ চিঠি-পত্ৰাদিৰ আদান-প্ৰদান কৰিব নোৱাৰিম; কিন্তু তুমি জানা পিতাৰ ইচ্ছাৰ বিৰুদ্ধে মই কোনো দিন কোনো কামকে কৰা নাই। পিতাৰ আদেশ মতে মই তোমালৈ লিখিলো। তুমি যেন এই বিয়াত অসম্মতি নিদিয়া। ধৰ্ম্মমতে তুমি মোৰ পত্নী। তোমাৰ মাৰ মৰণৰ সময়ত মই তোমাক গ্ৰহণ কৰিছোঁ। লৌকিকতাৰ বাবে যি বিয়াৰ দৰকাৰ ভগৱানৰ অনুগ্ৰহত ঘটনা চক্ৰত সেই বিয়াৰ সুযোগ উপস্থিত হৈছে। তুমি তাত নিশ্চয় বাধা দিয়া উচিত নহয়। তুমিও মোক ধৰ্ম্মমতে পতিৰূপে বৰণ কৰিছা। আশা কৰো তুমি বিনা আপত্তিৰে এই দোলাতেই গুচি আহিবা।"

প্ৰভা আহিল। বিয়া হৈ গ'ল। ফুলশয্যাৰ দিনা ৰাতি উপেন্দ্ৰই প্ৰভাক ক'লে "প্ৰভা সপোনতো ভবা নাছিলো যে এনেভাবে আমাৰ মিলন হ'ব। সঁচাকৈ প্ৰভা মই আজি বৰ সুখী। ই কি। প্ৰভা তুমি কান্দিছা। তুমি এই বিয়াত ভাল পোৱা নাই?" বুলি প্ৰভাক দুই হাতে আকোঁৱালি ধৰি দুই গালত দুটি চুমা খাই চকুৰ পানী মচি দি সুধিলে "কোৱা প্ৰভা! তুমি কান্দিছা কিয়?"

প্ৰভা নিৰুত্তৰ।

"মোক নোকোৱা কিয়, প্ৰভা। তোমাৰ যদি সঁচাকৈ এই বিয়াত মত নাছিল তুমি কিয় আহিলা?"

প্ৰভা তথাপি নিৰুত্তৰ।

উপেন্দ্ৰই আকৌ সুধিলে, "প্ৰভা। মই কি কৰিলে তুমি সুখী হোৱা, প্ৰভা। তুমি যদি ইচ্ছা কৰা তোমাৰ শিক্ষয়িত্ৰী কাম লৈ তুমি এতিয়াও থাকিব পাৰা। আগেয়েও ধৰ্ম্মসম্পদৰূপে তুমি মোৰ পত্নী আছিলা এতিয়াও সেয়েই। লৌকিকতাৰ বাহিৰেও অৱস্থাৰ আন একো পৰিবৰ্ত্তন হোৱা নাই।"

প্ৰভা নিৰুত্তৰ।

"ভাল তেন্তে, প্ৰভা। তুমি যদি সঁচাকৈ অসুখী হৈছা — তেন্তে তোমাৰ যেনে ইচ্ছা তেনে কৰিব পাৰা। তোমাৰ ইচ্ছাৰ বিৰুদ্ধে মই যাব নোখোজো। তোমাৰ কৰ্ত্তব্য তুমি ঠিক কৰি লোৱা। এতিয়া মই বিদায় হ'ও। তোমাৰ কৰ্ত্তব্য চিন্তাত বাধা জন্মাই মই ইয়াত থাকিব নোখোজো।"

"আপুনি নাযাব।"

"তেন্তে কোৱা প্ৰভা। তুমি কিহত বেয়া পাইছা?"

"মই আপোনাক একোতে বেয়া পোৱা নাই। মোৰ অন্যায় হৈছে, মোক ক্ষমা কৰক।"

"তেন্তে তুমি কিয় কান্দিছিলা, প্ৰভা?"

প্ৰভা আকৌ নিৰুত্তৰ হ'ল।

"ভাল প্ৰভা। তোমাৰ যদি কোৱাত ইমানেই আপত্তি তেন্তে মোক কিয় যাবলৈ নিদিলা? তোমাৰ কোনো ৰকম মনৰ অসুখৰ কাৰণ মই হ'ব নো ােজো। তোমাৰ স্বাধীন চিন্তা আৰু কামৰ বাট মই মুকলি কৰি দিছোঁ। তোমাৰ যেনে অভিৰুচি তেনে কৰিব পাৰা।"

প্ৰভাৰ কান্দোনৰ বেগ বাঢ়িহে গ'ল। কাৰণ উপেন্দ্ৰৰ এই কেইষাৰ কথা প্ৰভাৰ অন্তৰত বৰ দকৈ বহিলগৈ। প্ৰভাৰ আচৰণত উপেন্দ্ৰ কিংকৰ্ত্তব্যবিমূঢ় হ'ল। উপেন্দ্ৰৰ মনত নানা চিন্তা উপস্থিত হ'ল। হয়তো প্ৰভাই এই বিয়াত সুখী হোৱা নাই এই ভাবটোৱে উপেন্দ্ৰৰ মনত নানা চিন্তা তুলি দিলে। তেওঁ বিমোঢ়ত পৰিল। এনে অৱস্থাত কিছু সময় থকাৰ পিছত প্ৰভা কিছু প্ৰকৃতিস্থ হ'ল আৰু উপেন্দ্ৰৰ বিপদ বুজিলে। প্ৰভাই ক'লে, "ৰাতি ভালেখিনি হৈছে আপুনি শোওক।" উপেন্দ্ৰই একোকেই নকৈ বিছনাত শুই পৰিল। প্ৰভায়ো ইলেকট্ৰীক চুইচ্ছ টিপি চাকি নুমাই শুলে। উপেন্দ্ৰৰ চিন্তাত গতি ফিৰিল। প্ৰভাক আকৌ সুধিলে "কোৱা প্ৰভা কিহে তোমাক ইমান অসুখী কৰিছে? আজিৰ দিনত তোমাৰ চকুৰ পানী দেখি সচাঁকৈ মই বৰ বেজাৰ পাইছো।"

প্ৰভাই তেতিয়া সুধিলে "ভাৰতী কোন?" উপেন্দ্ৰই বুজিলে প্ৰভাই ভাৰতীৰ কথা সুধিছে। উপেন্দ্ৰই আশঙ্কাও কৰিব পৰা নাছিল যে ইমান কম সময়ৰ ভিতৰত প্ৰভাই ভাৰতীৰ কথা জানিব পাৰিব। উপেন্দ্ৰই তেতিয়া আদ্যোপান্ত ভাৰতী সম্বন্ধীয় সকলো কথা ব্যক্ত কৰিলে।

প্ৰভাই ক'লে "আপুনি ভাৰতীৰ প্ৰতি যথেষ্ট অন্যায় কৰিছে। আপুনি ভাৰতীকো গ্ৰহণ কৰিব লাগিব।"

"সেইটো কেনেকৈ হ'ব প্ৰভা? ভাৰতী চিৰকুমাৰী ব্ৰত গ্ৰহণ কৰিছে।

"ই ভাৰতীৰ চিৰকুমাৰী ব্ৰত নহয় — চিৰ অভিমানিনী ব্ৰত। মই বুজিছো আপুনি পুৰুষ, নাৰীৰ অন্তৰৰ বেদনা কি বুজিব। ভাৰতীৰ হৃদয় [illegible] ভাৰতীয়ে

আপোনাক বৰ ভাল পায়। ভাৰতীৰ জীৱনটো এনেয়ে যাব নোৱাৰে। ভাৰতী বনৰ ফুল নহয় যে এনেয়ে শুকাই যাব। তাই উদ্যান লতা। ভাৰতীক শুকাই যাবলৈ দিব নোৱাৰি। তাইৰ ত্যাগ মহান — ভাৰতীৰ ত্যাগৰ আদৰ্শত অনুপ্ৰাণিত হৈ তাইক সুখৰ পথলৈ আনিব লাগিব। আপুনি ভাৰতীৰ প্ৰতি যথেষ্ট অবিচাৰ কৰিছে। এই অবিচাৰৰ বিধান হ'বই লাগিব। মই আপোনাৰ যেনে পত্নী ভাৰতীও আপোনাৰ তেনে পত্নী। ভাৰতীক আপুনি গ্ৰহণ কৰিব লাগিব।"

"সেইটো কেনেকৈ হ'ব, প্ৰভা? হয়তো পিতা সন্মত হ'লেও ভাৰতীৰ পিতাক সন্মত নহ'ব আকৌ ভাৰতীওতো অসন্মত হ'ব পাৰে। হয়তো ভাৰতী নিজে অসন্মত হ'ব।"

"আপুনি সন্মত হ'লে সকলো সন্মত হ'ব।"

"এক স্বামীৰ দুই পত্নী হ'ব নোৱাৰে।"

"সেইবোৰ তৰ্কৰ কথা। যুক্তিৰ কথা নহয়।"

"হয় প্ৰভা, তুমি যদি মোক ভাল নোপোৱা তাকে কোৱা এইবোৰ অবান্তৰ কথাৰ কি প্ৰয়োজন?"

"মই হ'বলা তাকেই কৈছোঁ। আপুনি ইমান নিষ্ঠুৰ। ভাৰতীৰ কি দোষ যে তাই চিৰকুমাৰী থাকিব লাগিব?"

"ভাৰতীক কোনে চিৰকুমাৰী হৈ থাকিবলৈ কৈছে? ভাৰতীৰতো আন ঠাইত বিয়া হ'ব পাৰে।"

"পুৰুষ জাতিটো যে নিতান্ত স্বাৰ্থপৰ তাৰ দৃষ্টান্ত আপুনিয়েই। কি স্বাৰ্থপৰ।" 'প্ৰভা' বুলি উপেন্দ্ৰই প্ৰভাৰ গালত দুটি চুমা খালে।

"যাওক আপুনি বৰ নিষ্ঠুৰ — বৰ স্বাৰ্থপৰ।"

"হয় প্ৰভা মই বৰ নিষ্ঠুৰ, মোৰ যেন এই নিষ্ঠুৰতা চিৰকাল থাকে।"

(৫)

তাৰ পিছত তিনি বছৰ অতীত হ'ল। প্ৰভাৰ এটি দুবছৰীয়া ল'ৰা। ভাৰতীৰ লগত প্ৰভাৰ চিঠি-পত্ৰ চলে। প্ৰভা এবাৰ ভাৰতীহঁতৰ ঘৰলৈ গৈছিলো। কিন্তু ভাৰতীক প্ৰভাই প্ৰভাহঁতৰ ঘৰলৈ আনিব পৰা নাই। প্ৰভাই আজি ভাৰতীৰ পৰা চিঠি পাইছে।

বাইদেউ,

বিধাতাৰ বিধান আৰু নিয়তিৰ নিয়ম কোনে খণ্ডাব পাৰে? তোমাৰ মৰম মই নাপাহৰো — পাহৰিব নোৱাৰোঁ। তোমাৰ মৰমে মোৰ ভৱিষ্যৎ পথত সহায় কৰিব বুলি মোৰ বিশ্বাস। পিতাৰ মনত দুখ যে মই চিৰকুমাৰী; কিন্তু মই তেওঁক সান্ত্বনা দিছো যে বনৰ এটাইবোৰ ফুলতো দেৱতাৰ পূজাত নালাগে, তথাপিতো

বনৰ ফুলৰ সাৰ্থকতা আছে। চৰায়েতো আপোন মনে গান গায়। সিতো কাহানিও কাকো গান শুনাবলৈ ব্যস্ত নহয়। কি নিস্বাৰ্থতা চৰাইৰ গান গোৱাত, কিন্তু মানুহ কি স্বাৰ্থক বিচাৰি ফুৰে। আজিলৈ বিদায়। সেৱা লবা। ইতি —

তোমাৰ মৰমৰ ভনীটি
— ভাৰতী —

(৬)

"দেউতা, ভাৰতীৰতো কোনো দোষ নাই।"

"হয় মা, ভাৰতীৰ কোনো দোষ নাই।"

"তেন্তে কিয় ভাৰতীক গ্ৰহণ নকৰিব দেউতা?"

সদানন্দ বাবু নীৰৱ হ'ল।

"মই আপোনাৰ চকুত দোষী আছিলো — সমাজৰ চকুত হয়তো এতিয়াও দোষী, মোক গ্ৰহণ কৰিলে, ভাৰতীক গ্ৰহণ কিয় নকৰিব দেউতা?"

"মা নিয়তিৰ লগত কেনেকৈ যুজিম? ভাৰতীৰ হয়তো নিয়তি যে ভাৰতী কুমাৰী থাকিব।"

"নিয়তি নহয় দেউতা, ভাৰতী যদি সম্মত হয়, ভাৰতীৰ পিতাক যদি সম্মত হয় তেন্তে ভাৰতীৰ সৈতে আপোনাৰ ল'ৰাৰ বিয়া পাতিবনে?"

"সি কেনেকৈ হ'ব মা?"

"কিয় হ'ব নোৱাৰে পিতা? ভাৰতীৰ এই কুমাৰী অৱস্থাৰ বাবে দায়ী আপুনি — নিয়তি নহয়। আপুনি ভাৰতীক গ্ৰহণ কৰা নিতান্ত উচিত। বৰ টান কথা কৈছোঁ পিতা আজলী ছোৱালী বুলি ক্ষমা কৰিব।"

সদানন্দ বাবু নীৰৱ হ'ল।

"খং কৰিলে পিতা?"

"উপেন্দ্ৰৰো একেই মত নেকি মা?"

"আপোনাৰ ল'ৰাৰ মতৰ বাবে কিয় ভাবিছে পিতা?"

"কিন্তু ভাৰতীৰ পিতাকৰ মত? ভাৰতীৰ মত?"

"আপুনি সম্মত হ'ক পিতা, সকলো ভাৰ মোৰ। আপুনি সম্মত হ'ক আৰু মোক তিন দিনৰ ছুটী দিয়ক।"

"কিয় মা তুমি ক'লৈ যাব খুজিছা?"

"ময়ে ভাৰতীৰ পিতাকৰ ওচৰলৈ যাব খুজিছো।"

"উ হুঁ হুঁ। নহয় মা, সেইটো হ'ব নোৱাৰে ময়ে যাম মা।"

(৭)

বিয়া হৈ গ'ল। বিয়াৰ পিছ দিনা ৰাতি প্ৰভাই ভাৰতীক লৈ উপেন্দ্ৰৰ ঘৰলৈ গ'ল।

"এই যে ভনীটি তোমাৰ চিৰকুমাৰী ব্ৰত যাপন কৰা বৰ আৰু এই তোমাৰ ব্ৰতৰ নিৰ্ম্মালি আৰু তোমাৰ বাইদেউৰ বিয়াৰ উছৰ্গা।" বুলি প্ৰভাই ভাৰতীক উপেন্দ্ৰৰ ওচৰত বহুৱাই দি দুয়োজনৰ কোলাত জ্যোতিৰিন্দ্ৰক বহুৱাই দিলে।

বিয়াৰ এক সপ্তাহ পিছত প্ৰভাই শৌৰীনাথ বাবুক মতাই আনি আকৌ শিক্ষয়িত্ৰী কামত ভৰ্ত্তি হ'ল, কিন্তু এতিয়া স্কুল বহে সদানন্দ বাবুৰ চ'ৰা ঘৰত।●

আৱাহন

১৮৫৮ শক, ত্রয় নং— ১০২৪

# অসমীয়া সাহিত্যৰ ওপৰত বঙালী প্ৰভাৱ

পুৰণি অসমীয়া আখৰ প্ৰচলনৰ সপক্ষে আৰু বিপক্ষে অনেকে মত প্ৰকাশ কৰিছে। যুক্তি আৰু মতবোৰ পঢ়ি বুজা যায় যে অসমীয়া ভাষা জীৱন্ত কৰি তুলিবলৈ অসমীয়া সাহিত্যিক সকলৰ মাজত এটি তীব্ৰ আকাঙ্খা জাগি উঠিছে। সেইবাবে এদলে ভাবিছে যে পুৰণি অসমীয়া আখৰ প্ৰচলন কৰিলে পুৰণি সাহিত্যবোৰৰ উদ্ধাৰ হ'ব, অসমীয়া সাহিত্যৰ উন্নতি হ'ব আৰু বৰ্ত্তমান বঙালী সাহিত্যই অসমীয়া সাহিত্যৰ ওপৰত যিদৰে প্ৰভাৱ বিস্তাৰ কৰিছে সেই প্ৰভাৱৰ পৰা অসমীয়া সাহিত্য মুক্ত হ'ব। আন এদলে ভাবিছে যে পুৰণি আখৰ প্ৰচলনকাৰী সকলে কেৱল ভাৱপ্ৰৱণতাৰ ফালৰ পৰাহে পুৰণি আখৰ প্ৰচলন কৰিব খুজিছে। আজিকালি অসমত বঙালী বিদ্বেষ জাগি উঠিছে বুলি অনেক অসমীয়া আৰু বঙালীৰ ধাৰণা। যদি সঁচাকৈয়ে বঙালী বিদ্বেষ জাগি উঠিছে, সেইটো দুখৰ কথা; কিয়নো বঙালী জাতিও ভাৰতীয় জাতিৰ অঙ্গ। ভাতৃ বিচ্ছেদ হ'লে নাইবা একে পৰিয়ালৰ ভিতৰত খৰিয়াল লাগিলে সেই পৰিয়ালৰ যে উন্নতি নাই সেইটো ধ্ৰুব সত্য; কিন্তু বঙালী আৰু বঙালী সাহিত্যৰ যেনেকৈ সুকীয়া সত্ত্বা আছে, অসমীয়া আৰু অসমীয়া সাহিত্যৰো তেনেকৈ সুকীয়া সত্ত্বা আছে। সেইবাবে অসমীয়াৰ অসমীয়াত্ব ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে সি যেনেকৈ বঙালী বিদ্বেষ নহয় তেনেকৈ ভাৱপ্ৰৱণতাও নহয়। অসমীয়া সাহিত্যৰ লাভ-লোকচানৰ ফালৰ পৰা বিচাৰ কৰিহে এনেবোৰ কথা আলোচনা কৰা উচিত হ'ব। ভাৱপ্ৰৱণতাও জাতীয় ভাৱৰ লক্ষণ আৰু ভাৱপ্ৰৱণতা এৰি দিলে জাতীয়তা জীৱন্ত অৱস্থাত নাথাকে। সি যি কি নহওক, বঙালী সাহিত্যইনো অসমীয়া সাহিত্যৰ ওপৰত কেনে ভাৱে প্ৰভাৱ বিস্তাৰ কৰিছে, সেই বিষয়ে কিছু কথা আলোচনা কৰা যাওক।

অসমীয়া ভাষাৰ সুকীয়া ঠাঁচ আছে। অসমীয়া ভাষাৰ খণ্ডবাক্য; জতুৱা ঠাঁচ আৰু অব্যয় শব্দবোৰৰ ব্যৱহাৰ বঙালী ভাষাৰ পৰা সুকীয়া। এই 'সুকীয়াত্ব' ৰক্ষা কৰিবলৈ হ'লে অসমীয়া লিখকৰ যত্ন আৰু দৃষ্টি লাগে। এই চেষ্টা আৰু দৃষ্টিৰ অভাৱত অসমীয়া ঠাঁচ নষ্ট হৈ যাব ধৰিছে।

'ও' যোজক অব্যয়। 'ই' ওপৰঞ্চি ভাবত ব্যৱহাৰ হয়। 'আৰু' শব্দটো তেনে ভাবত ব্যৱহাৰ নহয়। (বহল ব্যাকৰণ) কিন্তু আজিৰ অসমীয়া সাহিত্যত

উদাহৰণৰ অভাৱ নাই যে য'ত 'আৰু' শব্দৰ ব্যৱহাৰ হ'ব লাগে তাত 'ও' ব্যৱহাৰ কৰা হয়। 'ও' শব্দৰ ব্যৱহাৰ কৰিলে অসমীয়া ভাষাত ক'ত সুকীয়া ঠাঁচ ৰক্ষা পৰে, বহল ব্যাকৰণত সুন্দৰকৈ দেখুৱা আছে। এই 'ও' অব্যয়টিৰ অপব্যৱহাৰৰ পৰা অসমীয়া ঠাঁচ নষ্ট হোৱা নাই বুলি ক'ব নোৱাৰি।

দুৰ্ উপসৰ্গ। এই উপসৰ্গৰ পৰা দুৰ্ব্বোধ, দুৰ্ঘোৰ ইত্যাদি হৈছে। কিন্তু আজিকালি সভাই-সমিতিয়ে 'দোৰ্ঘোৰ' প্ৰতিবাদ কৰা দেখা যায়। উপসৰ্গৰ বিকাৰ ব্যাকৰণৰ সূত্ৰত নাই। ভাষাৰ ব্যভিচাৰিতা এইদৰে হয়। এই কথাৰ লগত আমাৰ সাহিত্যৰ কি সম্বন্ধ থাকিব পাৰে বুলি প্ৰশ্ন উঠিব। এই কথা কোৱাৰ উদ্দেশ্য এই যে ব্যাকৰণ বা ভাষাৰ শুদ্ধতালৈ দৃষ্টি নাৰাখিলে ভাষাৰ ঠাঁচ নষ্ট হৈ যায়।

'বেপাৰ-খামাৰ' অসমীয়া ভাষাত ব্যৱহাৰ হ'ব ধৰিছে। অসমীয়া ভাষাৰ জতুৱা ঠাঁচ বেপাৰ-বণিজ বা বেহা-বেপাৰহে।

লিখা আৰু লেখা ক্ৰিয়াৰ প্ৰভেদ অসমীয়া ভাষাত আছে; কিন্তু প্ৰবীণ আৰু শ্ৰেষ্ঠ সাহিত্যিক বেজবৰুৱা ডাঙৰীয়াৰ লিখাতো লেখা ক্ৰিয়া লিপিবদ্ধ কৰা অৰ্থত লিখা দেখা যায়। লেখা আৰু লিখা ক্ৰিয়াৰ এই প্ৰভেদখিনিতে অসমীয়া ঠাঁচ আছে বুলি সাহিত্য সেৱী ৺ সত্যনাথ বৰাই কেতিয়াও লিখা অৰ্থত লেখা ক্ৰিয়া ব্যৱহাৰ কৰা নাই।

"মোটৰ ওপৰত" ভুল অসমীয়া। "মুঠৰ ওপৰত"হে হ'ব লাগে বুলি বহল ব্যাকৰণত পোৱা যায়।

সেইদৰে "কাজেই" শব্দই "এতেকে" বা "গতিকে" অসমীয়া শব্দৰ ঠাই অধিকাৰ কৰিছে।

নিজৰ ভাষা চহকী কৰিবলৈ আন ভাষাৰ পৰা শব্দ গ্ৰহণ কৰাত আপত্তি নাই; কিন্তু চাউল শব্দৰ ঠাইত "ৰাইচ" শব্দ ল'লে আপত্তি নহ'বনে?

ইংৰাজী ভাষাত অনেক বিদেশী শব্দ সোমাইছে। যিটো শব্দৰ প্ৰতিশব্দ ইংৰাজী ভাষাত নাই সেই শব্দটোৱেহে ইংৰাজী ভাষাত ঠাই পাইছে। অহিংসা শব্দটো ইংৰাজী ভাষাত (Ahimsa) পোৱা যায়। এই শব্দটো সুমাই লোৱাৰ পৰা ইংৰাজী শব্দাৱলী চহকী হৈছে; কিয়নো বৌদ্ধ ধৰ্ম্মৰ সাৰ নীতি বুজাবলৈ অহিংসা শব্দতকৈ ভাৱ প্ৰকাশক শব্দ ইংৰাজী ভাষাত নাই; কিন্তু "কাজেই" শব্দ সুমাই লোৱাৰ পৰা অসমীয়া ভাষা চহকী হোৱা বুলি আমি ভাবিব পৰা নাই; কিয়নো শব্দৰ প্ৰতিশব্দ "গতিকে", "এতেকে", "সেইবাবে", "সেইকাৰণে" ইত্যাদি শব্দবোৰ অসমীয়াত আছে। ই বঙালী সাহিত্যৰ প্ৰভাৱ।

অনতি পলমে শব্দটো অনতি বিলম্বে শব্দৰ অনুবাদ। অনতি পলমে শব্দটো ভাল হৈছে, কিন্তু অনতি বিলম্বে শব্দটোও অসমীয়া। অনুবাদ কৰিবলৈ যে এটা স্পৃহা আছে, সেই স্পৃহাটো প্ৰশংসনীয় নহয়। অনেকে আকৌ অবিলম্বে

শব্দৰ পৰিৱৰ্ত্তে "অনতি পলমে" লিখে। অবিলম্বে শব্দৰ পৰিৱৰ্ত্তে অপলমেহে হ'ব লাগে। ন + অতি + বিলম্ব = অনতি বিলম্ব; ন + অতি + পলম = অনতি পলম, সেইদৰে ন + বিলম্ব = অবিলম্ব। ন + পলম = অপলম। এই সৰু সৰু কথাবোৰত বঙালী ভাষাৰ প্ৰভাৱ আছে নে নাই অলপ দকৈ ভাবি চাবলগীয়া।

"যাহওক", "যি হওক" এই খণ্ড বাক্যবোৰ "যাহা হউক" খণ্ড বাক্যৰ অনুবাদ। সাহিত্যৰথী ৺ সত্যনাথ বৰাই এই খণ্ড বাক্যবোৰ স্বীকাৰ কৰা নাই। তেখেতৰ মতে "সি যি কি নহওক" ইত্যাদিহে হ'ব লাগে। বঙালী ভাষাৰ প্ৰভাৱ এই কথাবোৰত আছে।

এনে ধৰণৰ বেছি শব্দ আৰু খণ্ড বাক্যৰ উদাহৰণ দিয়াৰ প্ৰয়োজন নাই। বিছনা শব্দ আজিকালি চহৰত আৰু শিক্ষিত মানুহৰ মাজতহে ব্যৱহাৰ হয। নামনি অসমত (কামৰূপত) গাৱেঁ-ভূয়েঁ এতিয়াও শেতেলি আৰু উজনি অসমত এতিয়াও ঢাৰি-পাটী বা শোৱা পাটী ব্যৱহাৰ হয়। কথিত শব্দ লিখিত ভাষাত ব্যৱহাৰ নকৰিলে ভাষাৰ শুদ্ধতা আৰু সুকীয়া ঠাঁচ নষ্ট হৈ যায়। শেতেলি শব্দই এতিয়াও অসমীয়া অভিধানত ঠাই পোৱা নাই।

'গা' সংজ্ঞা শব্দৰে গঠিত ৩৪ টি নিভাঁজ অসমীয়া খণ্ড বাক্য বহল ব্যাকৰণত দিয়া আছে; কিন্তু এই খণ্ড বাক্যবোৰ সৰহ ভাগ লিখকে মুখত ক'লেও লিখাত ব্যৱহাৰ নকৰে। সেইদৰে মূৰ, কপাল, কাণ, চকু, দাঁত, মুখ, হাত, পেট, ককাল, আঠু, মন, ঘৰ, পানী, ভাত আৰু মাটি শব্দৰে গঠিত যিবোৰ খণ্ড বাক্য দিয়া আছে, এই বাক্যবোৰৰ ব্যৱহাৰ কথিত ভাষাত প্ৰচলিত আছে, কিন্তু লিখিত ভাষাত তাৰ প্ৰচলন কমিছে। কিছুমান খণ্ড বাক্যৰ মূলত কোনো বিশেষ সংজ্ঞা শব্দ নাই। সেই শ্ৰেণীৰ খণ্ড বাক্যৰ উদাহৰণ কিছুমান বহল ব্যাকৰণত দিছে; কিন্তু তাত বাজেও সেইধৰণৰ কথিত খণ্ড বাক্য অসমীয়া ভাষাত অনেক আছে, কিন্তু লিখিত ভাষাত ব্যৱহাৰ কৰা নহয়। প্ৰত্যেক শিক্ষিত অসমীয়াই ইংৰাজী বা বঙালী ভাষাৰ কিতাপ পঢ়ে আৰু যেনে তেনে ভাষাৰ প্ৰতি দৃষ্টি নকৰাকৈ অসমীয়া ভাষাৰ ভাব প্ৰকাশ কৰে। সেইবাবে অসমীয়া ভাষাৰ ঠাঁচ আৰু 'সুকীয়াত্ব' নষ্ট হ'ব ধৰিছে। অসমীয়া লিখকেও বঙালী শব্দ আৰু অসমীয়া শব্দৰ মাজত বিভিন্নতা বুজি নাপায়।

বীৰ ৰস অসমীয়া ভাষাত নাই বুলি অনেকে কয়। আমি এই কথা বিশ্বাস নকৰোঁ। লিখকৰ শক্তিয়েই ভাষাক শক্তিমন্ত কৰে। ভাবৰ গধুৰত্ব লৈ ৰচনা গধুৰ হয় আৰু গধুৰ ৰচনাৰ ভাষাও গধুৰ হয়। বীৰ ৰস থকা ৰচনা লিখিবলগীয়া হ'লেও লিখকৰ ভাবৰ তেজ আৰু গধুৰতাৰ ওপৰত নিৰ্ভৰ কৰিব। লিখক শক্তিমন্ত হ'লেও বঙালী ভাষাৰ শব্দৰ আৰু বঙালী ঠাঁচৰ আকৰ্ষণত পৰিলে অসমীয়া ভাষা শক্তিমন্ত হ'ব' নোৱাৰে। একে ঘটনা লৈ "জয়মতী" আৰু "জেৰেঙাৰ

সতী" পালাৰ অসমীয়া ৰেকৰ্ড কৰা হৈছে। জয়মতী পালা অসমীয়া ঠাঁচত গঢ় দিয়া হৈছে আৰু জেৰেঙাৰ সতী বঙালী ঠাঁচত গঢ় দিয়া হৈছে। সেইবাবে জেৰেঙাৰ সতীয়ে অসমীয়া সাহিত্যৰ গৌৰৱ বৰ্দ্ধন নকৰি বঙালী সাহিত্যক অসমীয়া সাহিত্যৰ ওপৰত অনাহকত প্ৰভাৱ বিস্তাৰ কৰিবলৈ সুবিধা দিছে আৰু প্ৰকাৰান্তৰে অসমীয়া ৰেকৰ্ডৰ মাজেদি বঙালী সঙ্গীত কলা বা আৰ্টৰ আদৰ অসমীয়া সমাজত প্ৰচাৰ কৰা হৈছে। বঙালী সঙ্গীত বা আৰ্টৰ উপাসনা কৰাত অসমীয়াৰ দোষ হয় বুলি ক'ব নোৱাৰি; কিন্তু বিদেশী বস্তুক অসমীয়া বুলি আদৰ কৰাত দোষ হয়। 'জেৰেঙাৰ সতী' পালা বেয়া হোৱা বুলি কোৱা নাই; 'জেৰেঙাৰ সতী' অসমীয়া ঠাঁচত গঢ় নোলোৱা বুলি কোৱা অসমীয়া মানুহৰ সংখ্যা বৰ কম নহয়। এই এটি কথাৰ পৰা বুজা যায়, বঙালী ভাষা বা সাহিত্যই অসমীয়া সমাজত কিদৰে শিপা মেলিছে। কিছুমান দিন আগেয়ে অসমীয়া গানৰ কোনো আদৰ নাছিল। অসমীয়া গান আৰু সুৰৰ আদৰ আজিকালি হৈছে আৰু অসমীয়া সঙ্গীতৰ চৰ্চ্চা দোপকদোপে ওপৰলৈ উঠিছে। সেইদৰে ভাল নাটক লিখক ওলালে অসমীয়া ভাষাতো বীৰ ৰসৰ সৃষ্টি হ'ব পাৰিব। বঙালী নাটকৰ আদৰ্শত অনুপ্ৰাণিত হৈ বঙালী ভাষা আৰু নাটকৰ তৰ্জ্জমা কৰি নিভাঁজ অসমীয়া নাট বুলি ৰাইজৰ আগত দাঙি ধৰা উচিত নহয়। বঙালী নাটক অনুবাদ কৰি অভিনয় কৰাত বা বঙালী নাটকৰ অসমীয়া অনুবাদ ছপাই দিয়াতো আমাৰ আপত্তি নাই; কিন্তু বঙালী নাটকৰ কথা আৰু দৃশ্য গোপনে অনুবাদ কৰি নিভাঁজ অসমীয়া নাট বুলি ছপাই দিলে এফালে যেনেকৈ জাতীয় অৱনতি হয়, আনফালে সেইদৰে বঙালী ভাষাই অসমীয়া ভাষাৰ ওপৰত অযথা প্ৰভাৱ বিস্তাৰ কৰিবলৈ সুবিধা পায়। অসমীয়াৰ মাজৰ পৰা এই দোষ আঁতৰাব লাগে।

শ, ষ, স এই আখৰ তিনিটাৰ উচ্চাৰণ অসমীয়া আৰু কাশ্মিৰী ভাষাত আছে। তালু, মূৰ্দ্ধা আৰু দাঁতৰ পৰা এই আখৰ কেইটি যথাক্ৰমে উচ্চাৰণ কৰা সহজ কথা নহ'লেও অসম্ভৱ নহয়। অসমীয়া জাতিৰ উচ্চাৰণত দোষ আছে বুলি অনেকে কয়। আমাৰ বিশ্বাস, উচ্চাৰণৰ দোষ সকলো জাতিৰ মাজতে আছে। ইংলণ্ডৰ বেলেগ বেলেগ ঠাইত একে শব্দৰে বেলেগ বেলেগ উচ্চাৰণ, ভাৰতবৰ্ষৰ ভিন্ ভিন্ প্ৰদেশত ভিন্ ভিন্ উচ্চাৰণৰ দোষ আছে। বঙ্গদেশৰ কোনো জিলাৰ উচ্চাৰণৰ লগত কোনো জিলাৰ উচ্চাৰণ নিমিলে। অসমীয়াৰ ত বৰ্গ, ট বৰ্গ আৰু চ, ছৰ উচ্চাৰণ শুদ্ধ হ'লেই ভাৰতৰ সকলো দেশৰ উচ্চাৰণতকৈ অসমীয়াৰ উচ্চাৰণ শুদ্ধ হ'ব যেন লাগে।

অসম ৰত্ন মহামহোপাধ্যয় • ধীৰেশ্বৰ কবিৰত্ন দেৱে তীৰ্থ পৰ্য্যটনৰ সময়তে ভাৰতৰ বিভিন্ন প্ৰদেশৰ পণ্ডিতৰ উচ্চাৰণৰ ভুল ধৰিছিল আৰু নিজে শুদ্ধ উচ্চাৰণ কৰি কৰি সুখ্যাতি অৰ্জ্জন কৰিছিল।

আজিকালি বহুতে 'সাজ-পাৰ' শব্দৰ ঠাইত 'পোষাক-পৰিচ্ছদ' আৰু 'সাজ-পোযাক' লিখে। ছিনেমা নিলিখে সিনেমা লিখে। এই শব্দবোৰ অসমীয়া মতে উচ্চাৰণ কৰিলে কি হয়? অসমীয়া মতে উচ্চাৰণ নকৰিলে বঙালীৰ প্ৰভাৱ নহ'লনে?

ডাইৰেক্টৰী আৰু গুপ্ত প্ৰেছ পঞ্জিকা অসমত বিক্ৰী গ'লেও কামৰূপৰ মানুহে আজিলৈকে এইবোৰ পঞ্জিকাৰ মতে নচলে। গুপ্ত প্ৰেছ বা ডাইৰেক্টৰী পঞ্জিকাক আশ্ৰয় কৰি প্ৰাচীন আৰু কৌলিক প্ৰথা মতেহে কামৰূপৰ পণ্ডিত সকলে তিথি-পৰ্ব্বাদি বিচাৰ আৰু পালন কৰে। কামৰূপীয় পণ্ডিতে শাওন মাহত জন্মাষ্টমী পালন নকৰে। গুপ্ত প্ৰেছ আৰু ডাইৰেক্টৰী পঞ্জিকাত শাওনত জন্মাষ্টমী তিথি দিয়া আছে বুলি আজি অসমত এই জন্মাষ্টমী তিথি পালন সম্পৰ্কে মতভেদ হৈছে। ধৰ্ম্মানুষ্ঠানতো বঙালী প্ৰভাৱ সোমাইছেহি। এতিয়া আশঙ্কা হৈছে যে বঙালী মতে অসমীয়া ব্ৰাহ্মণ ল'ৰাৰ উপনয়ন প্ৰথা চলিবলৈ বেছি দিন বাকী নাই। পূজা পদ্ধতিও আজিকালি প্ৰাচীন কামৰূপীয় মতে নচলে। ডাইৰেক্টৰী পঞ্জিকা মতে চলিবলৈ আৰম্ভ কৰিছে। ধৰ্ম্মানুষ্ঠানবোৰো যদি বঙালী মতে চলে তেন্তেনো অসমীয়াৰ নিজত্ব থাকে ক'ত? অসমীয়া আখৰ পৰিৱৰ্ত্তনৰ সম্বন্ধ এই কথাত আছে নে নাই অলপ ভাবি চালেই বুজা যাব।

অলপতে "ভাৰতবৰ্ষে অন্ধত্ব নিবাৰণ" বুলি ইণ্ডিয়ান ৰেডক্ৰছ ছোছাইটিৰ দ্বাৰা প্ৰকাশিত এখনি পুস্তিকা আমাৰ হাতত পৰিছে। এই পুস্তিকাবোৰ প্ৰায়েই অসমীয়া ভাষাত লিখা নহয়। বঙালী ভাষাৰে লিখিত পুস্তিকা, জাননী আদি বিতৰণ কৰাৰ সুবিধা অসমীয়াৰ মাজত কি কাৰণে হৈছে? একে আখৰ বুলিহে এইদৰে অসমীয়াৰ মাজত বঙালী বিজ্ঞাপন আদি বিতৰণ হোৱা বাবে বঙালী শব্দই অসমীয়া ভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ সুবিধা পাইছে। উদাহৰণৰ স্বৰূপে চোৱা যাওক — নয়া দিল্লী আৰু ন দিল্লী — NEW DELHI ৰ অনুবাদ বঙালীয়ে নয়া দিল্লী কৰিছে, সেইবাবে আমাৰ ভাষাতো নয়া দিল্লী গৃহীত বুলি গৃহীত হৈ গৈছে। ন দিল্লীত নতুন দিল্লী হ'লে নিশ্চয় নয়া দিল্লীতকৈ বেয়া নহ'লহেঁতেন।

ৰেল গাড়ী, জাহাজ গাড়ী, তীৰ্থস্থান আৰু অন্যান্য সৰ্ব্বসাধাৰণৰ দৃষ্টি গোচৰ ঠাইত জাননী আদি বঙালী ভাষাৰে বা ভুল অসমীয়া ভাষাৰে দিয়া বুলি অনেকে ওজৰ আপত্তি কৰা দেখা যায়। অসমীয়া আখৰ যদি বঙালী আখৰতকৈ ভিন হ'লহেঁতেন তেতিয়া অসমীয়া ভাষাৰ ওপৰত ইমান ব্যভিচাৰ হ'ব নোৱাৰিলেহেঁতেন।

পুৰণি আখৰ প্ৰচলন কৰিলে নাইবা বঙালী আখৰতকৈ বেলেগ আখৰ হ'লে জাতিৰ লাভ আছে নে নাই সেইটোহে বিচাৰ কৰিব লাগে। চাহ বাগিছাৰ

কুলীৰ মাজত স্কুল পাতিলেই সিহঁতক অসমীয়া ভাৱাপন্ন কৰি তোলা টান। অসমীয়া ভাষাৰ মাজেদি লিখা-পঢ়া শিকি এতিয়াও অনেক মৈমন ছিঙীয়া মুছলমান অসমীয়া ভাৱাপন্ন হোৱা নাই। তাৰ প্ৰধান কাৰণ, বঙালী সাহিত্য পঢ়িবলৈ যি সুবিধা আমাৰ ভাষাত আছে সেই সুবিধা। অসমীয়া আখৰ বিভিন্ন হ'লে অসমীয়া আখৰেৰে লিখা-পঢ়া শিকি অসমীয়া ভাষাৰ প্ৰতি অশ্ৰদ্ধা আৰু অসমীয়া জাতিৰ প্ৰতি বিদ্বেষ ভাব পোষণ কৰিব নোৱাৰিব। চাহ বাগিছাৰ কুলী বিলাক যি যি প্ৰদেশৰ পৰা আহিছে সেই সেই প্ৰদেশৰ আখৰ অসমীয়া আখৰৰ লগত নিমিলে। সেইবাবে অসমীয়া আখৰ পঢ়ি যিমান সোনকালে বঙালী ভাৱাপন্ন হ'ব পাৰে, সিমান সোনকালে নিজ দেশৰ ভাবত অনুপ্ৰাণিত হ'ব নোৱাৰে। সস্তা বঙালী নাটক, উপন্যাসে সিহঁতক এই সুবিধা দান কৰে।

সামৰণিত আমি কওঁ, অসমীয়া আখৰ পৰিবৰ্ত্তনেই অসমীয়া সাহিত্য আৰু জাতিৰ উন্নতিৰ একমাত্ৰ উপায় নহয়। আজি অসমীয়া ভাষা যিদৰে বঙালী সাহিত্যৰ কবলত পৰিছে সেই কবলৰ পৰা ৰক্ষা কৰিবলৈ হ'লে অসমীয়া সাৱধান হোৱা উচিত। বঙালী বিদ্বেষ ভাবত অসমীয়া সাহিত্য ৰক্ষা নপৰিব। আত্ম-সংৰক্ষণ ভাবত ৰক্ষা পৰিব। নিজৰ সাহিত্য ৰক্ষা কৰিবলৈ হ'লে যিবোৰ উপায় অৱলম্বন কৰা উচিত সেই উপায়ৰ ভিতৰত হৰফ পৰিৱৰ্ত্তনো এটা বুলি আমি ধৰিছোঁ। ৰাষ্ট্ৰীয় হৰফৰ কথা এতিয়া নুঠে; কিয়নো সমগ্ৰ ভাৰতত যি হৰফ চলিব সেই হৰফ অসমীয়াই তেতিয়া গ্ৰহণ কৰিলেই হ'ব। বৰ্ত্তমান সময়ত ৰাষ্ট্ৰীয় হৰফ যে এবিধ হ'ব আৰু সেইবিধ কি হ'ব তাক কোনেও এতিয়াও ক'ব নোৱাৰে। এবিধ হৰফ যে সমগ্ৰ ভাৰতত সোনকালে চলিব সেই বিষয়ে আমাৰ ঘোৰ সন্দেহ আছে। সমগ্ৰ পৃথিৱীত যে ৰোমান আখৰ চলিব সেই বিষয়েও আমাৰ সন্দেহ ইমান বেছি যে আমাৰ জীৱনত নালাগে আমাৰ পো, নাতিৰ দিনতো হয় নে নহয় আমি ভাবিব পৰা নাই; অৱশ্যে এই বিষয়ে আমাৰ দৃষ্টি ক্ষীণ হ'ব পাৰে। গতিকে অসমীয়া ভাষাৰ স্বকীয়াত্ব বজাই ৰাখিবলৈ যদি স্বকীয়া হৰফৰ দৰকাৰ হৈছে তেন্তে ৰাষ্ট্ৰীয় হৰফৰ কথা চিন্তা কৰিলে অসমীয়া ভাষাৰ উন্নতিৰ বিষয়ে চিন্তা কৰা নহ'ব। তথাপি যদি ৰাষ্ট্ৰীয় হৰফৰ কথা চিন্তা কৰা হয়, তেতিয়াহ'লে দেৱনাগেৰী গ্ৰহণ কৰাহে উচিত হ'ব; কিন্তু সাহিত্য সভাৰ প্ৰস্তাৱ মতে পুৰণি আখৰৰ প্ৰচলনৰ কাৰ্য্যকৰী পন্থাহে বিচাৰিব লাগে।

পুৰণি আখৰ প্ৰচলন কৰাৰ বিশেষ বাধা হৈছে কোনো শতিকাৰ আখৰৰ লগত কোনো শতিকাৰ আখৰ নিমিলে। শ্ৰীযুত সৰ্ব্বেশ্বৰ কটকী ডাঙৰীয়াৰ "অসমীয়া প্ৰাচীন লিপি" পুস্তিকাখনিয়েও আমাক বিশেষ সহায় নকৰিব। তেৰ শতাব্দীৰ পৰা ওঠৰ শতাব্দীলৈ পুৰণি আখৰবোৰৰ ক্ৰমবিকাশ সেই পুস্তিকাত দেখুৱা নাই আৰু তেখেতে সেই ক্ৰমবিকাশ যোগ্যতৰ ব্যক্তিৰ পৰা আশা কৰিছে।

পুৰণি আখৰ প্ৰচলন কৰিবলৈ হ'লে এটি কমিটি স্থিৰ কৰি সেই কমিটিৰ দ্বাৰা পুৰণি পুথিবোৰৰ পৰা আখৰ বাচি উলিয়াই বেলেগ বৰ্ণমালা প্ৰস্তুত কৰিব লাগিব। বৰ্ণমালা প্ৰস্তুত কৰিবৰ সময়ত পুৰণি পুথিবোৰৰ পাঠ উদ্ধাৰত যাতে সুবিধা হয় তাৰ.প্ৰতিও দৃষ্টি ৰাখিব লাগিব আৰু টাইপ ৰাইটিং আৰু ছপাখানাৰ সুবিধাৰ বাবে সেই বৰ্ণমালাৰ সময়োপযোগী সালসলনিও কৰিব লাগিব; কিন্তু বৰ্ত্তমান বৰ্ণমালাতকৈ ভিন্ হ'ব লাগিব। বৰ্ত্তমান বৰ্ণমালা পৰিবৰ্ত্তনৰ মূলত দুটা কথা আছে। পুৰণি পুথি উদ্ধাৰ কৰা আৰু বঙালী আখৰৰ পৰা বিভিন্ন হোৱা। দুয়োটা যদি সম্ভৱ নহয় এটা এৰিবই লাগিব। এই প্ৰস্তাৱ যদি কাৰ্য্যকৰী নহয় আন কোনো কাৰ্য্যকৰী প্ৰস্তাৱ গ্ৰহণ কৰা উচিত হ'ব।●

# উপন্যাস-সাহিত্য

উপন্যাস-সাহিত্য সমাজৰ দৰ্পণ। উপন্যাস-সাহিত্য সামাজিক সাহিত্য। প্ৰত্যেক যুগৰ সামাজিক পৰিবেশ, সামাজিক কৃষ্টি আৰু সামাজিক আচাৰ-নীতিৰ পটভূমিত ৰচিত হয় উপন্যাস-সাহিত্য। সমাজৰ লগত এই সাহিত্যৰ ঘনিষ্ঠ-সম্বন্ধ। উপন্যাসৰ নায়ক-নায়িকাসকল প্ৰকৃত মানৱ সমাজৰ কাল্পনিক কিন্তু স্বাভাৱিক চৰিত্ৰৰ প্ৰতিকৃতি। উপন্যাসৰ চৰিত্ৰবোৰ কাল্পনিক হয় সঁচা কিন্তু এই চৰিত্ৰবোৰৰ বিচৰণভূমি যি সমাজ সেই সমাজৰ চিত্ৰ কাল্পনিক হ'ব নোৱাৰে। যদি উপন্যাসৰ চৰিত্ৰৰ বিচৰণভূমি কাল্পনিক সমাজ হয় তেন্তে পঢ়ুৱৈ সমাজক উপন্যাস সাহিত্য হিচাবে সেই সাহিত্যই ৰস বিতৰণ কৰিব নোৱাৰে, কিম্বা সেই সাহিত্যই উপন্যাসৰ শাৰীত ঠাই নাপায়। কাল্পনিক সমাজৰ চৰিত্ৰই যি সাহিত্যৰ সৃষ্টি কৰে সেই সাহিত্য অৱাস্তৱ আৰু অস্বাভাৱিক হৈ উঠে।

উপন্যাসে পঢ়ুৱৈৰ মনত সহানুভূতি আৰু সমানুভূতি জগাই তোলে। চৰিত্ৰৰ সুখৰ লগত পঢ়ুৱৈ নিজৰ মনৰ জোখাৰে সুখ উপভোগ কৰে আৰু দুখৰ লগত সেই অনুপাতে দুখ ভোগ কৰে। উপন্যাসত যি চৰিত্ৰ ঔপন্যাসিকে সৃষ্টি কৰে সেই চৰিত্ৰৰ অনুৰূপ দৃষ্টান্ত সমাজত পোৱা যায়। দুৰ্বোধ্য-মানৱ চৰিত্ৰ। সমাজত চকুৰ আগতে বিচৰণ কৰি ফুৰা মানুহৰ চৰিত্ৰ সম্পূৰ্ণৰূপে বোধগম্য হৈ নুঠে। মানৱ চৰিত্ৰৰ সকলো ফাল দৃশ্যমান হৈ নুঠে বাস্তৱ দৃষ্টিত। উপন্যাসত কোনো কোনো চৰিত্ৰৰ সম্পূৰ্ণফাল পৰিস্ফুট হৈ নুঠিলেও প্ৰধান নায়ক-নায়িকাৰ চৰিত্ৰৰ সম্পূৰ্ণ চিত্ৰ এটি পাঠকৰ মনত ভাহি উঠে। নায়ক-নায়িকাৰ চৰিত্ৰৰ চিত্ৰ যিমান স্পষ্টকৈ ফুটাই তুলিব পাৰে ঔপন্যাসিক সিমান সফল হয় উপন্যাস ৰচনাত।

বিচিত্ৰ সংসাৰ। বিচিত্ৰ ঘটনা বহুল মানুহৰ জীৱন। বিচিত্ৰ সামাজিক পৰিবেশৰ মাজত মানুহৰ অৱস্থান। এই বিচিত্ৰতাৰ মাজত মানুহৰ যি আচৰণ (behaviour) সেই আচৰণৰ যি প্ৰকৃত চিত্ৰ ফুটি উঠে লেখকৰ ৰচনাত সি সাহিত্যৰ ৰূপ লয় আৰু ধাৰাবাহিক ঘটনাৰ সমাবেশত মৰ্মস্পৰ্শী হৈ উপন্যাস সাহিত্যত পৰিণত হয়। ধাৰাবাহিক মৰ্মস্পৰ্শী জীৱন-যাত্ৰাৰ ঘটনা বৈচিত্ৰ্যৰ মাজত নায়ক-নায়িকাৰ প্ৰকৃত মানৱীয় আচৰণৰ যি ৰূপ ফুটি উঠে সেই ৰূপ হয় উপন্যাস সাহিত্যৰ আত্মস্বৰূপ আৰু সামাজিক পটভূমি হয় তাৰ দৰ্পণ। উপন্যাসৰ সামাজিক পটভূমিত নায়ক-নায়িকাৰ চৰিত্ৰ প্ৰতিবিম্বিত হৈ পাঠকৰ মনত জগাই তোলে সহানুভূতি আৰু সমানুভূতি— পাঠকৰ নিজৰ সমাজৰ অনুৰূপ পটভূমিৰ স্বাভাৱিক আৰু স্বতঃপ্ৰণোদিত তুলনাত— পাঠকৰ অজ্ঞাতসাৰে। যি যুগত যি সমাজ থাকে

সেই যুগৰ সেই সমাজৰ অনুৰূপ চৰিত্ৰৰ সৃষ্টি কৰিছে কবিসকলে কাব্য-সাহিত্যত, নাট্যকাৰসকলে নাটকত। সমাজৰ লগত বিচ্ছিন্ন কৰি কোনো চৰিত্ৰ সৃষ্টি কৰা নাই— কোনো কবিয়ে বা কোনো ঔপন্যাসিকে।

চৰিত্ৰ সৃষ্টিত বিভিন্ন উপায় অৱলম্বন কৰিছে সাহিত্যিকে। আদৰ্শ চৰিত্ৰৰ, দুৰ্বল চৰিত্ৰৰ, স্বাভাৱিক চৰিত্ৰৰ, আকৌ অস্বাভাৱিক চৰিত্ৰৰো সৃষ্টি কৰিছে। আদৰ্শ চৰিত্ৰৰ সৃষ্টি কৰিছে মানৱ সমাজত অনুৰূপ চৰিত্ৰৰ আদৰ্শ দাঙি ধৰিবলৈ, দুৰ্বল চৰিত্ৰৰ সৃষ্টি কৰিছে— আদৰ্শ চৰিত্ৰক সাহিত্যত পৰিস্ফুট কৰিবলৈ। স্বাভাৱিক চৰিত্ৰৰ সৃষ্টি কৰিছে সমাজৰ প্ৰকৃত ছবি দেখুৱাবলৈ আৰু অস্বাভাৱিক চৰিত্ৰৰ সৃষ্টি কৰিছে স্বাভাৱিক চৰিত্ৰৰ তুলনাত সামাজিক চিত্ৰ বেছিকৈ পৰিস্ফুট কৰি তুলিবলৈ। যি চৰিত্ৰই সৃষ্টি নকৰক সাহিত্যিকৰ লক্ষ্য থাকে সমাজৰ অকৃত্ৰিম ৰূপৰ ফালে, পাঠকৰ মনত কি প্ৰতিক্ৰিয়া হ'ব পাৰে আৰু ৰস সৃষ্টিত সাহিত্যিকে পাঠকৰ মনত কিমানখিনি ৰসাস্বাদনৰ অনুভূতি যোগাব পাৰিছে। চৰিত্ৰ সৃষ্টি যদি নিখুঁত হয়, সামাজিক পটভূমি যদি স্বাভাৱিক হয় আৰু ঘটনা বৈচিত্ৰ্য যদি সংসাৰ চিত্ৰৰ অনুৰূপ হয়— লেখকে ৰসসৃষ্টি কৰিব পাৰে পাঠকৰ মনত।

উপন্যাস পঢ়ি যোৱাৰ লগে লগে পাঠকে নায়ক-নায়িকাৰ চৰিত্ৰৰ মাজেদি আশা কৰে ভৱিষ্যতত চৰিত্ৰবিলাকে কি ৰূপ ল'ব। পৰিণামত নায়ক-নায়িকাৰ আশা-আকাঙ্খাই কি ফল ধৰে তালৈ এটি আগ্ৰহপূৰ্ণ কৌতূহল জাগি উঠে পাঠকৰ মনত। উপন্যাসৰ সফলতা আৰু বিফলতা নিৰ্ভৰ কৰে পাঠকৰ মনত এই আশা-আকাঙ্খাৰ পৰিণাম আশানুৰূপ হোৱা নোহোৱাৰ লগত। পাঠকৰ নৈৰাশ্য যদি হয় নায়ক-নায়িকাৰ সুখ-দুখ বা মিলন বিয়োগৰ লগত— উপন্যাসৰ সফলতা তেতিয়াও থাকে যদি পাঠকৰ নৈৰাশ্য সংসাৰৰ স্বাভাৱিক ঘটনাৰ অনুৰূপ হয়। শেষ মুহূৰ্তত যদিও পাঠকৰ নৈৰাশ্য উপস্থিত হয়, উপন্যাসৰ পৰিণতি যেনেদৰে হ'ব লাগিছিল তেনেদৰে যদিও নহ'ল তথাপিও উপন্যাসৰ সফলতা নিৰ্ভৰ কৰে পাঠকৰ মনত ৰস সৃষ্টিত। পাঠকে তেতিয়া উপন্যাসৰ পৰিণতিত ৰসাপ্লুত হৈ আনন্দ উপভোগ কৰে ঔপন্যাসিকৰ ৰচনা কৌশলৰ মাধুৰ্য্যত আৰু সংসাৰৰ স্বাভাৱিক পৰিবেশৰ মাজত। পৰিণামত যেতিয়া পাঠকে এটি স্থায়ী মাধুৰ্য্যৰ আস্বাদ পায়— উপন্যাসে তেতিয়া সফলতা লাভ কৰে। ৰসিক পাঠকৰ মনত নৈৰাশ্যই কেতিয়াবা বেছি আনন্দ দান কৰে।

মানৱ চৰিত্ৰত দোষ আৰু গুণ উভয়েই বৰ্তমান থাকে। কোনো এটি চৰিত্ৰত যদি সকলোবোৰ গুণেই বৰ্তি যায় আৰু দোষৰ লেশমাত্ৰও নাথাকে সেই চৰিত্ৰ আদৰ্শ-চৰিত্ৰ হ'ব পাৰে কিন্তু স্বাভাৱিক হৈ নুঠে। পাঠকৰ মনত সি আনন্দ দিব পাৰে কিন্তু সেই চৰিত্ৰত উপন্যাস-সাহিত্যৰ আদৰ্শৰ হানি ঘটে ; কিন্তু মানৱ মনত কোনো কোনো বিশেষ অনুভূতিৰ বিকাশ সম্পূৰ্ণ হৈ উঠিব পাৰে। প্ৰেম,

দয়া, কৰুণা, পতি-ভক্তি, পত্নী-প্ৰীতি, ঈশ্বৰ-ভক্তি, বন্ধুত্ব, উদাৰতা, নিষ্ঠুৰতা, বিশ্বাসঘাতকতা এই অনুভূতি আৰু প্ৰবৃত্তিবোৰৰ চৰম বিকাশ কোনো কোনো চৰিত্ৰত ঘটিব পাৰে। তেতিয়া সি উপন্যাসৰ আদৰ্শৰ পৰিপুষ্টি সাধন কৰে। দৰাচলতে বৰ্তমান যুগৰ পূৰ্ব্বক্ষণত এই দৃষ্টি-ভঙ্গীৰ দ্বাৰাই সমাজক উপন্যাস-সাহিত্যৰ দৰ্পণত প্ৰতিবিম্বিত কৰিবলৈ লেখকসকলে যত্ন কৰিছিল। সম্প্ৰতি এই দৃষ্টি-ভঙ্গীৰ পৰিবৰ্ত্তন ঘটিছে। কোনো এটা অনুভূতিক চৰম পৰিণতি দেখুৱাই চৰিত্ৰ সৃষ্টি কৰাত দোষ নাই কিন্তু সেই বিশেষ চৰিত্ৰৰ গাত যে স্বাভাৱিক মানৱীয় দুৰ্বলতাও থাকিব পাৰে তাৰ কোনো চিত্ৰ অঙ্কন নকৰিলে উপন্যাস-সাহিত্যৰ স্বাভাৱিকত্ব নষ্ট হৈ যায়। আনফালে সমাজৰ প্ৰকৃত ৰূপ উপন্যাসত প্ৰতিবিম্বিত হৈ নুঠে। পাঠকৰ মনত ৰস উপভোগৰ স্বাভাৱিক পৰিবেশৰ সৃষ্টি নহয়। পাঠকৰ যি সমাজ সেই সমাজৰ এটা প্ৰতিকৃতি তেওঁৰ মনত উপন্যাস পাঠৰ লগে লগে গঢ়ি উঠে। এই প্ৰতিকৃতি পাঠকৰ মনত যিমান স্পষ্ট হৈ উঠে সিমানেই তেওঁ ৰসবোধ কৰে, আনন্দ পায়।

কালৰ গতিত সামাজিক ৰীতি-নীতিৰ পৰিবৰ্ত্তন ঘটে। সমাজৰ শিক্ষা আৰু সভ্যতাৰ উন্নতিৰ লগে লগে সামাজিক সাহিত্যই ৰূপ সলায় কিন্তু মানৱীয় অনুভূতি বা প্ৰবৃত্তিৰ কোনো পৰিবৰ্ত্তন নঘটে ; সেইবাবে উপন্যাস-সাহিত্য সমাজৰ স্থায়ী সম্পদ।

দেশ-কাল-ভেদে সেই দেখি উপন্যাস-সাহিত্যৰ বিভিন্ন ৰূপ হোৱাটো স্বাভাৱিক। ভিন্ ভিন্ দেশৰ ভিন্ ভিন্ সমাজৰ পৰিবেশ, আদৰ্শ আৰু কৃষ্টি অনুসাৰে উপন্যাস-সাহিত্যৰ ৰূপ ভিন্ ভিন্ হয়। এক দেশৰ সমাজত আন দেশৰ চৰিত্ৰ পৰিস্ফুট হৈ উঠিব নোৱাৰে। সাহিত্যত দোষ ঘটি যায়।

প্ৰেম, নৰ-নাৰীৰ পৰস্পৰৰ আকৰ্ষণ আৰু যৌন-মিলনৰ আকাঙ্খা উপন্যাস-সাহিত্যৰ প্ৰধান উপাদান। প্ৰেম স্বৰ্গীয় ভাৱ। মানৱ মনৰ স্বাভাৱিক অনুভূতি। ভিন্ ভিন্ দেশৰ বিবাহ-পদ্ধতি ভিন্ ভিন্। আদি ৰসৰ উৎপত্তি প্ৰেম সম্ভাষণত, প্ৰেমৰ মধুৰ মিলনত। সমাজৰ ভিন্ ভিন্ পৰিবেশৰ মাজত কোনো কোনো ক্ষেত্ৰত প্ৰেমৰ বিকাশে বাধা পায়। দেশৰ বা জাতিৰ স্বাভাৱিক গণ্ডীৰ বাহিৰত প্ৰেমৰ অনুভূতি উদ্ভৱ হয় কোনো কোনো নৰ-নাৰীৰ মাজত। বহু ক্ষেত্ৰত এনে প্ৰেমৰ মিলনত বাধা হয়। নৰ-নাৰীৰ প্ৰাণত নৈৰাশ্য আহে। অসভ্য আৰু অশিক্ষিত নৰ-নাৰীৰ মাজতো থাকে শ্লীলতাৰ এটি আৱৰণ, সমাজৰ প্ৰতি এটি আন্তৰিক সমীহ বা লোক-চক্ষুৰ প্ৰতি এটি সলজ্জ ভাৱ। এই আৱৰণ, সমীহ বা সলজ্জভাৱৰ আঁৰালত সৃষ্টি হয় ৰস-সাহিত্য, উপন্যাস-সাহিত্য। সমাজৰ গড় ভাঙি, শ্লীলতাৰ গণ্ডী নেওচি, লোক-চক্ষুৰ বিসদৃশ দৃষ্টিক অৱমাননা কৰি যি সাহিত্য ৰচিত হয় সেই সাহিত্য সমাজৰ দৰ্পণ হ'ব নোৱাৰে, সাহিত্যৰ শাৰীত তাৰ স্থান নহয় আৰু

যুগে যুগে মানুহৰ মনত সেই সাহিত্যই ৰস সৃষ্টি কৰিব নোৱাৰে। সমাজৰ গণ্ডী ভাঙি শ্লীলতাৰ গণ্ডী নেওচি মানৱ-মনৰ যি নগ্ন মূৰ্তি চিত্ৰিত হয় উপন্যাসত, সেই উপন্যাসে অপৰিবৰ্দ্ধিত, অমাৰ্জিত মনত ৰস সৃষ্টি কৰে উদ্দাম ভাৱে— কিন্তু তাৰ স্থান হয় উদ্দাম যুৱকৰ প্ৰাণত। এই প্ৰকাৰ সাহিত্যই ক্ষণিক উত্তেজনা আনি দিব পাৰে— কিন্তু সমাজৰ বিৰাট কৃষ্টিৰ প্ৰৱাহত তাৰ স্থান লোপ পায়।

বৈৱাহিক অনুষ্ঠানৰ মাজত, ফুলশয্যাৰ ৰাত্ৰিৰ আমোদ-প্ৰমোদৰ মাজত এটি নিৰ্দোষ আনন্দই সমাজত আৰু বৰ-কন্যাৰ মাজত খেলা কৰে। বিবাহ-পদ্ধতি সমাজৰ ৰুচি, সভ্যতা আৰু কৃষ্টিৰ পৰিচায়ক। যি দেশৰ যি বিবাহ-পদ্ধতি সেই দেশৰ সেই বিবাহ-পদ্ধতিমতে নৰ-নাৰীৰ মিলন হয় সামাজিক অনুষ্ঠানৰ মাজেদি। এক দেশৰ সামাজিক বিবাহ-পদ্ধতিৰ আদৰ্শত যদি আন দেশৰ যুৱক-যুৱতীৰ প্ৰেমৰ আকাঙ্খাৰ পৰিণতি ঘটে সেই পৰিণতিৰ ফল ব্যক্তিগত জীৱনত যেনেকৈ সামাজিক সন্মতিৰ অভাৱত দুখৰ হয় আনফালে সি সুস্থ সমাজক পীড়া দিয়ে। সমাজৰ পট-ভূমিত সাহিত্যৰ সৃষ্টি হয় ; কিন্তু ভিন্ সমাজৰ পট-ভূমিত সাহিত্যই ৰূপ সলায় আৰু সমাজৰ কৃত্ৰিমতাৰ আমদানি কৰে।

সমাজ গতিশীল। সমাজৰ গতিত আচাৰ-নীতিৰ পৰিবৰ্ত্তন হয়। এই পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যৰ সৃষ্টি হয়। এই প্ৰকাৰ সাহিত্যই সমাজৰ গতিৰ পৰিচয় দিয়ে, ই সমাজক পীড়া নিদিয়ে। সমাজৰ প্ৰগতিত বিবাহ-পদ্ধতিৰ পৰিবৰ্ত্তন হয় ; কিন্তু পৰিবৰ্ত্তন হোৱাৰ পূৰ্ব্বে, সমাজত পৰিবৰ্ত্তিত নীতি গৃহীত হোৱাৰ পূৰ্ব্বে, সমাজ-বিৰোধী মিলনে পায়— উচ্ছৃঙ্খলতাৰ অপযশ আকৌ একে মিলনেই সমাজ-বিৰোধী নহ'লে পায়— সমাদৰ। স্বৰ্গীয় প্ৰেমৰ অনুভূতি এই অপযশ বা সমাদৰ উভয়ৰ মাজতে থাকে।

আদৰ্শ চৰিত্ৰ সৃষ্টি কৰা আধুনিক উপন্যাসৰ উদ্দেশ্য নহয়— পূৰ্বে কোৱা হৈছে। মানৱ মনৰ দুৰ্বল মুহূৰ্তৰ প্ৰকটময় বিকাশ কৰাও আধুনিক উপন্যাসৰ উদ্দেশ্য হোৱা উচিত নহয়। লজ্জা স্ত্ৰীৰ ভূষণ। এই লজ্জাৰ আলমত কবিয়ে কবিতা লিখে, চিত্ৰকৰে চিত্ৰ আঁকে, সাহিত্যিকে উপন্যাস ৰচনা কৰে। স্ত্ৰী যদি লজ্জাহীনা হয়, কবিৰ কবিত্বৰ নিজৰা শুকাই যায়, চিত্ৰকৰৰ আদৰ্শ ভঙ্গ হয় আৰু সাহিত্যিকৰ উপাদান হেৰাই যায়।

প্ৰকৃতি, সমাজ আৰু মানৱ-চৰিত্ৰ উপন্যাস-সাহিত্যৰ উপাদান। মানৱ-প্ৰকৃতিৰ গৰ্ভত জনম লয়, সমাজত পৰিবৰ্দ্ধিত হয় আৰু চৰিত্ৰৰ বিকাশৰ দ্বাৰা মানৱত পৰিণত হয়। গোলাপফুল ফুলে, বতাহত সৌৰভ বিতৰণ কৰে, মানুহৰ প্ৰাণত সৌন্দৰ্য্য-অনুভূতিৰ সঞ্চাৰ কৰে, শুকাই যায়, কিন্তু সৌৰভ আৰু সৌন্দৰ্য্যৰ যি অৱদান গোলাপ ফুলত— তাৰ সাৰ্থকতা ৰৈ যায়। স্বাভাৱিক গতিত, প্ৰকৃতিৰ নিয়মত ইয়াৰ উৎপত্তি, বিকাশ আৰু বিলয় ঘটে বাহ্য দৃষ্টিত কিন্তু তাৰ স্থায়িত্ব

আবহমান কালৰপৰা— সৌৰভ আৰু সৌন্দৰ্য্য বিকীৰণত মানৱ সমাজৰ ভিতৰত। গোলাপ ফুলৰ গছ জোপাৰো সৌন্দৰ্য্য আছে। জীৱন্ত আৰু ফুলন্ত অৱস্থাত সিও মানুহৰ মনত আনন্দ দিয়ে কিন্তু মানুহৰ মনত থাকে— গোলাপ ফুলটো কি সুন্দৰ, কি তাৰ গন্ধ।

প্ৰকৃতি আৰু সমাজৰ পট-ভূমিত মানৱ চৰিত্ৰৰ যি বিকাশ উপন্যাস-সাহিত্যত সৃষ্টি হয়, সেই সাহিত্যৰ সৌৰভ বৈ যায়। যুগে যুগে বিভিন্ন সমাজৰ পৰিবেশৰ মাজত মানৱ চৰিত্ৰৰ বিকাশ হয়। বিকশিত চৰিত্ৰৰ সৌৰভ আৰু সৌন্দৰ্য্যই উপন্যাস-সাহিত্যত স্থান পায়। পৰবৰ্ত্তী যুগতো আৰু পৰবৰ্ত্তী সমাজতো সি সৌৰভ বিলায় আৰু সৌন্দৰ্য্যৰ বাতাৱৰণৰ সৃষ্টি কৰে।

নগ্নজাতিৰ লোকসকলৰ মাজতো প্ৰেমৰ সলজ্জতা, প্ৰেমৰ শ্লীলভঙ্গী আৰু মিলনৰ একনিষ্ঠতাই ৰসবোধৰ সৃষ্টি কৰে। নগ্নতাৰ মাজতো যি শ্লীলভঙ্গী, সেই শ্লীলভঙ্গীয়ে আনি দিয়ে, সাহিত্যৰ উপাদান, যোগান ধৰে উপন্যাসৰ সম্ভাৰ। শ্লীলতা ভঙ্গ হ'লে সাহিত্যৰ মৰণ হয়। প্ৰবৃত্তিৰ উদ্দাম চঞ্চলতা প্ৰকাশৰপৰা সাহিত্যৰ জেউতি নাবাঢ়ে, কমে। প্ৰবৃত্তিৰ তাড়ণাত মানুহৰ প্ৰাণত যি প্ৰতিক্ৰিয়াই দেখা দিয়ে, প্ৰকৃতিৰ নিয়মত তাৰ যি গতি লয় আৰু সমাজৰ গণ্ডীত তাৰ যি উপভোগ বা দুৰ্ভোগ হয় সেই উপভোগ বা দুৰ্ভোগৰ পূৰ্ব্বাৱস্থাৰ যি ৰূপ সেই ৰূপ পৰিস্ফুট হৈ উঠে, উপন্যাস সাহিত্যৰ চৰিত্ৰৰ বিশ্লেষণৰ মাজেদি। মাংস দেখিলে কুকুৰৰ জিভাত পানী পৰে— ই স্বাভাৱিক। মাংস উপভোগৰ যি লোলুপতা, কুকুৰটোৰ সতৃষ্ণ-নয়নৰ যি আকাঙ্খা, মাংসডোখৰ পাবৰ কাৰণে যি ব্যগ্ৰতা— এই পৰিস্থিতিৰ মাজত যি এটি দৃশ্যৰ বিকাশ— সেয়ে হৈছে সাহিত্যৰ সমল। কুকুৰ, মাংস, জিভাৰ পানী, সতৃষ্ণ-নয়ণ সকলোবোৰৰ একত্ৰিত পৰিস্থিতি এই সৌন্দৰ্য্য বিকাশৰ পট-ভূমি— নৰ-নাৰীৰ ৰূপ, নৰ-নাৰীৰ সৌন্দৰ্য্য, নৰ-নাৰীৰ পৰস্পৰৰ আকাঙ্খাৰ ধন। এই আকাঙ্খা উপলব্ধিৰ যি প্ৰয়াস, পাৰস্পৰিক আকৰ্ষণৰ যি বিকাশ, যি গতি— তাৰেই আলমত গঢ়ি উঠে উপন্যাস-সাহিত্য, সামাজিক অৱস্থাৰ পট-ভূমিত। মধু যামিনীৰ মিলনৰ দৃশ্যৰপৰা যদি সামাজিক পট-ভূমি আঁতৰাই থোৱা যায়, শ্লীলভঙ্গীৰ আৱৰণ গুচাই দিয়া যায় উপভোগৰ নগ্নতা সৰ্বসাধাৰণৰ দৃষ্টিভূত কৰা যায়— উপন্যাস-সাহিত্য ৰচনাৰ উপাদান আহৰণৰ কোনো সুযোগ পোৱা নেযাব।

নায়কৰ জীৱন যুদ্ধৰ মাজত বিভিন্ন পৰিস্থিতিত, নায়কৰ চৰিত্ৰত কি প্ৰতিক্ৰিয়াই খেলা কৰে, সংসাৰৰ বিভিন্ন পৰিস্থিতিৰ ঘাত-প্ৰতিঘাতত কোন চৰিত্ৰই কি প্ৰতিক্ৰিয়া প্ৰদৰ্শন কৰে— তাৰ উপযুক্ত আবেষ্টন সৃষ্টি কৰাত ঔপন্যাসিকৰ কৌশল পৰিস্ফুট হৈ উঠে। উপন্যাস-সাহিত্যত নায়কৰ চৰিত্ৰৰ অনুৰূপ ভাবাবেগ আকাঙ্খা অনুসৰি ঔপন্যাসিকে ৰস-সৃষ্টিৰ প্ৰয়াস কৰে।

ঔপন্যাসিক মানৱ-চৰিত্ৰৰ বিশ্লেষক, মনস্তত্ত্বৰ আবিস্কাৰক। সাহিত্যত সৌন্দৰ্য্যবিধাতা, সাহিত্য জগতৰ সকলো প্ৰকাৰ উপাদান ব্যৱহাৰ কৰে— ঔপন্যাসিকে ; বিজ্ঞান, ভূগোল, ৰসায়ন, বুৰঞ্জী কোনো প্ৰকাৰ জ্ঞানৰ সীমাত আবদ্ধ হৈ নাথাকে— স্বাধীনভাৱে জ্ঞান বিতৰণ কৰে ঔপন্যাসিকে। আহৰণ কৰে সকলো প্ৰকাৰৰ সামগ্ৰী— চৰিত্ৰ সৃষ্টিৰ বাবে।

কবিৰ কল্পনা থাকে ঔপন্যাসিকৰ। চিত্ৰকৰৰ সৌন্দৰ্য্য বোধ থাকে ঔপন্যাসিকৰ। স্ত্ৰী চৰিত্ৰৰ দুৰ্গম্য প্ৰদেশতো তাৰ গতি থাকে। স্ত্ৰী চৰিত্ৰৰ কুটিল গতিৰো অনুসৰণ কৰে ঔপন্যাসিকে— পুৰুষৰ দুৰ্দমনীয় গতিৰ পাছে পাছেও ধাবমান হয়। ৰাজ অন্তেষপুৰত যেনেকৈ প্ৰৱেশ কৰে, গণিকাৰ কপট অভিনয়ৰ কলা-কৌশলৰো স্পষ্ট ধাৰণা কৰিব পাৰে। মুনি-ঋষিৰ আশ্ৰমতো সোমায়, বিলাসী যুৱকৰ কুঞ্জবনতো অবাধে প্ৰবেশ কৰে। সূৰ্য্য ৰশ্মিৰ নিচিনা আলোকময়ী ঔপন্যাসিকৰ লেখনী। ফুলৰ পাহিতকৈও মৃদু, কোমল— ইন্দ্ৰৰ বজ্ৰতকৈয়ো কঠিন, নিষ্ঠুৰ। নায়ক-নায়িকাৰ সুখ-দুখত বিগলিত হৈ মধুৰ মিলনৰ আশা পাঠকে যেতিয়া কৰে— তেতিয়া হয়তো ঔপন্যাসিকে অসহনীয় বিৰহৰ সৃষ্টি কৰে। যাৰ জীৱনৰ মূল্য পাঠকৰ মনত অসীম, ঔপন্যাসিকে তাক হয়তো সংহাৰ কৰে।●

(সৰভি)

# সংস্কৃত সাহিত্য

সংস্কৃত সাহিত্য বিপুল জ্ঞানৰ ভাণ্ডাৰ। ভাৰতবৰ্ষ মুনি-ঋষিসকলৰ দেশ। মুনি-ঋষিসকলৰ অসীম সাধনাৰ বলত একালত ভাৰতবৰ্ষই জ্ঞান-বিজ্ঞানত চৰম উন্নতি সাধন কৰিছিল। পৃথিবীত আজিও সংস্কৃত সাহিত্যৰ সমকক্ষ হৈ কোনো সাহিত্য গঢ়ি উঠা নাই বুলিব পাৰি। এই বিজ্ঞানৰ যুগতো অতীত ভাৰতৰ বিজ্ঞানৰ মূল সূত্ৰকেই বিচাৰি উলিয়াবলৈ সক্ষম হোৱা নাই। এই উন্নতিৰ মূল কাৰণ আছিল ধৰ্ম্মৰ প্ৰভাৱ। ভাৰতবৰ্ষত যেতিয়াই যি বিদ্যাই চৰম বিকাশ পাইছিল, তাৰ মূলত আছিল ধৰ্ম্মৰ প্ৰভাৱ। ভাৰতবৰ্ষৰ জ্ঞানৰ পোহৰত সমগ্ৰ জগৎ উদ্ভাষিত হৈ উঠিছিল— তাৰ মূলত আছিল ধৰ্ম্মৰ প্ৰভাৱ। ধৰ্ম্মক ভিন্ন কৰি কোনো বিদ্যাৰ উৎকৰ্ষই হোৱা নাই। ইয়েই ভাৰতবৰ্ষৰ বিশেষত্ব।

এই ধৰ্ম্ম পৌত্তলিকতাৰ ধৰ্ম্ম নহয়। সত্যান্বেষণৰ ধৰ্ম্ম। পৰম সত্যই আছিল ধ্যান ধাৰণাৰ বস্তু।

ভাৰতবৰ্ষৰ সমাজ এই সত্য ধৰ্ম্মৰ ওপৰত প্ৰতিষ্ঠিত আছিল। আচাৰ-ব্যৱহাৰ, ক্ৰিয়া-কৰ্ম, জীৱন-মৰণ, সকলোতে ধৰ্ম্মৰ সংশ্ৰৱ আছিল। ভাৰতবৰ্ষৰ শিল্প, কলা, স্থাপত্য, নৃত্য, গীত সকলো বিদ্যাই ধৰ্ম্মৰ ভেটিত গঢ়ি উঠিছিল। ধৰ্ম্মৰ প্ৰভাৱত ভাৰতবৰ্ষৰ সংস্কৃত সাহিত্যও গঢ়ি উঠিছিল। এই সংস্কৃত সাহিত্যৰ কবিত্ব সম্পদ পৃথিবীৰ ভিতৰত শ্ৰেষ্ঠ সম্পদ। ভাৰতভূমিক কবিকুঞ্জ বুলি মনীষীসকলে আখ্যা দিছে। কি প্ৰাচ্য, কি পাশ্চাত্য সকলো পণ্ডিতে মুক্তকণ্ঠে স্বীকাৰ কৰিছে যে ভাৰতৰ কবিত্ব ভাণ্ডাৰ অনন্ত— অক্ষয়। ভাৰতবাসীৰ হৃদয় কবিত্বময়। ৰামায়ণ, মহাভাৰত পৃথিবীৰ সৰ্বশ্ৰেষ্ঠ মহাকাব্য। ভাৰতবৰ্ষৰ শাস্ত্ৰ-গ্ৰন্থ মাত্ৰেই কাব্য-মহাকাব্যৰ ভিতৰত অন্তৰ্নিবিষ্ট। সংস্কৃত সাহিত্যত এনে কাব্য-মহাকাব্য অসংখ্য। শাস্ত্ৰগ্ৰন্থক এৰি কাব্য-মহাকাব্যৰ ভিতৰত ছয়খন মহাকাব্যৰ স্থান প্ৰকৃষ্ট। কালিদাসৰ ৰঘুবংশ আৰু কুমাৰসম্ভৱ, ভৰ্ত্তৃহৰিৰ ভট্টি কাব্য, ভাৰবীৰ কিৰাতাৰ্জ্জুনীয়, মাঘৰ শিশুপালবধ আৰু শ্ৰীহৰ্ষৰ নৈষধ।

সংস্কৃত সাহিত্যত নাট্যকলাৰ পূৰ্ণ বিকাশ হৈছিল। কোন দূৰ অতীত কালৰ পৰা ভাৰতত নাট্যকলাৰ বিকাশ হৈছিল সি স্মৰণাতীত। আজিও কোনেও তাক নিৰ্ণয় কৰিব পৰা নাই— নোৱাৰিবও। কালিদাস, শ্ৰীহৰ্ষ, ভৱভূতি প্ৰভৃতিয়ে যিবিলাক নাটক প্ৰণয়ন কৰি গৈছে, সেই নাটকবিলাকৰ পূৰ্বে কোনো দেশতে কোনো সাহিত্যতে তেনে নাট্য সাহিত্য ৰচিত হোৱা নাই। নাট্য কলাৰ উৎকৰ্ষ

সাধনত ভাৰতবৰ্ষ যে কাৰো ওচৰত ঋণী নহয়, ভাৰতবিদ্বেষী লোকেও তাক স্বীকাৰ কৰিব লাগিব।

কাব্য-মহাকাব্য ভিন্ন ভাৰতত খণ্ডকাব্যও বহুত আছে। কালিদাস, ভৰ্ত্তৃহৰি, ঘটকৰ্পৰ প্ৰভৃতি ভাৰতীয় কবিসকলে খণ্ডকাব্যত অতুলনীয় কৃতিত্ব প্ৰকাশ কৰি গৈছে। কালিদাসৰ মেঘদূত আৰু ঋতুসংহাৰ খণ্ডকাব্যৰ ভিতৰত উজ্জ্বল ৰত্ন। ভৰ্ত্তৃহৰিৰ অমৰশতক, সূৰ্য্যশতক, শৃঙ্গাৰশতক, শান্তিশতক, নীতি শতক, বৈৰাগ্যশতক প্ৰভৃতি একোখনি অমূল্য ৰত্ন।

সংস্কৃত সাহিত্যৰ আৰু এটি প্ৰধান ৰত্ন পঞ্চতন্ত্ৰ। এনেকুৱা নীতিগৰ্ভ হিতোপদেশপূৰ্ণ উপাখ্যান কোনো দেশৰ ভাষাতে পোৱা নাযায়। ৰাজনীতি, ধৰ্মনীতি, অৰ্থনীতি, সমাজনীতি সকলো কথাকেই পণ্ডিত বিষ্ণুশৰ্মাই মহিলাৰোপ্য নগৰৰ অধিপতি ৰজা অমৰশক্তিৰ অলস আৰু নিৰ্বোধ তিনি পুত্ৰক গল্পৰ ছলেৰে শিক্ষা দিছিল। আজিৰ বৈজ্ঞানিক যুগত বিষ্ণুশৰ্মাৰ সমকক্ষ শিক্ষক কোনোবাই আঙুলিয়াই দেখুৱাব পাৰেনে?

সেইদৰে গদ্য কাব্যইও চৰম উন্নতি লাভ কৰিছিল। বাণভট্ট বিৰচিত 'কাদম্বৰী' গদ্য সাহিত্যৰ এক উৎকৃষ্ট নিদৰ্শন। দণ্ডী প্ৰণীত 'দশকুমাৰচৰিত' আন এখন প্ৰসিদ্ধ গদ্য কাব্য। সুবন্ধু প্ৰণীত 'বাসৱদত্তা' গদ্য কাব্যৰ আন এক অভিনৱ নিদৰ্শন। প্ৰাচীন কালত যে ভাৰতবৰ্ষত পাশ্চাত্য দেশৰ নিচিনা কাল্পনিক উপন্যাস প্ৰচলিত আছিল 'বাসৱদত্তা'ই তাৰ প্ৰমাণ।

ধৰ্মৰ আৰু নীতিৰ লগত সংশ্ৰৱ ৰাখি কবিতা ৰচনা কৰি গৈছে কাৰণে বহু কবি অমৰ হৈ আছে। ভগৱান শঙ্কৰাচাৰ্য্যই দৰ্শনশাস্ত্ৰ আলোচনাত অসাধাৰণ প্ৰতিভা দেখুৱাই গৈছে— তাত কাৰো সন্দেহ নাই। তেওঁ খণ্ড কবিতা ৰচনাতো অসাধাৰণ প্ৰতিভা দেখুৱাই গৈছে। বিবেক বৈৰাগ্যমূলক সঙ্গীতত শঙ্কৰাচাৰ্য্যৰ সমকক্ষ ব্যক্তি দ্বিতীয় নাই। ভৰ্ত্তৃহৰিৰ 'বৈৰাগ্যশতক'ত যি ভাৱ, শঙ্কৰাচাৰ্য্যৰ 'মোহমুদ্‌গৰ'ত সেই ভাৱ পূৰ্ণভাৱে প্ৰস্ফুটিত।

খণ্ডকাব্য আৰু নীতিমূলক উপাখ্যানসমূহৰ ভিতৰত অমূল্য শিক্ষা নিহিত আছে। জীৱনৰ গন্তব্য পথ দেখুৱাবলৈ এই দুই প্ৰকাৰৰ সাহিত্য অপূৰ্ব সহায়। এই সাহিত্যত সঞ্জীৱনী শক্তি আছে। প্ৰণয়ী আৰু প্ৰণয়িনীৰ প্ৰণয়ৰ পৰা প্ৰেমময় ভগৱানৰ প্ৰতি প্ৰেম সঞ্চাৰেই এই খণ্ডকাব্যবিলাকৰ লক্ষ্য। এই ক্ষেত্ৰত ভৰ্ত্তৃহৰিৰ শতক গ্ৰন্থসমূহৰ আৰু জয়দেৱৰ 'শ্ৰীশ্ৰীগীতগোবিন্দ'ৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। যি প্ৰেম কলুষিত, যি প্ৰেম অবিশুদ্ধ, সেই প্ৰেমৰ সম্বন্ধ পৰিত্যাগ কৰি বিশুদ্ধ প্ৰেমৰ সন্ধানৰ বাবে শতক গ্ৰন্থসমূহে শিক্ষা দিয়ে। 'শ্ৰীশ্ৰীগীতগোবিন্দ'ত সেই প্ৰেমৰ চৰম পৰিণতি। মানুহে যেতিয়া সৰ্বস্ব পৰিত্যাগ কৰি সেই প্ৰেমময়ৰ প্ৰেমত নিজক লীন কৰি দিব পাৰিব, তেতিয়া প্ৰেমৰ আস্বাদন লাভ কৰিব পাৰিব;

যি আনন্দৰ কাৰণে গোটেই জীৱন উদ্বাউল হৈ ফুৰিছে, তেতিয়াহে সেই আনন্দৰ আস্বাদ উপলব্ধি কৰিব পাৰিব। বাৰাঙ্গনা চিন্তামণিৰ কলুষ প্ৰেমত বিল্বমঙ্গল যেতিয়া আত্মহাৰা হৈ পৰে, তেতিয়া চিন্তামণিয়ে তেওঁক উপদেশ দিছিল— "যি প্ৰেম, যি প্ৰণয় তুমি মোক দেখুৱাইছা, সেই প্ৰেম, সেই প্ৰণয় যদি তুমি ভগৱানত অৰ্পণ কৰা, মই নাজানোঁ তুমি যে কিমান সুখী হ'বা।" চিন্তামণিৰ এই উপদেশ বিল্বমঙ্গলৰ কামাগ্নি ভস্মীভূত কৰিলে। তেওঁৰ অন্তৰত জ্ঞানৰ অগ্নি জ্বলি উঠিল। সংস্কৃত সাহিত্যৰ খণ্ডকাব্যবিলাকৰ ভিতৰত এই শিক্ষাই প্ৰকট হৈ আছে। এই শিক্ষাৰ প্ৰতি লক্ষ্য ৰাখি চলিব পাৰিলেই শিক্ষাৰ সাৰ্থকতা হয়।

ভাষা কেনেকৈ বৈজ্ঞানিক ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে সংস্কৃত সাহিত্যৰ ব্যাকৰণ, অলঙ্কাৰ শাস্ত্ৰ আৰু অভিধান গ্ৰন্থসমূহ তাৰ প্ৰমাণ। সংস্কৃত ভাষাত যি প্ৰণালীত ব্যাকৰণ আদি ৰচিত হৈছিল সি ভাষাৰ সৰ্বাঙ্গ পুষ্টিৰ প্ৰমাণ দিয়ে। সংস্কৃত ভাষাৰ ব্যাকৰণ, অলঙ্কাৰ শাস্ত্ৰ, অভিধানসমূহ কিমান দিন আগৰপৰা যে আছে তাক কোনেও নিৰ্ণয় কৰিব পৰা নাই। প্ৰাচীন বৈয়াকৰণিকসকলৰ ভিতৰত পাণিনিৰ পূৰ্ব্বৱৰ্তী কোনো বৈয়াকৰণিকৰ পৰিচয় পোৱা নাযায়। কিন্তু পাণিনিৰ সূত্ৰতেই প্ৰকাশ আছে যে তেওঁৰ পূৰ্ব্বৱৰ্তী আৰু চৌষষ্টিজন বৈয়াকৰণিকৰ বিষয়ে তেওঁ জানিছিল। এই চৌষষ্টিজনৰ সন্ধান পালে তেওঁলোকৰ পূৰ্ব্বৱৰ্তী আৰু কিমান আছিল তাকো হয়তো জানিব পৰা গ'লহেঁতেন। পাণিনিৰ দৰ্শন এখনো আছে। সেই দৰ্শনৰ প্ৰতিপাদ্য বিষয় হৈছে— "শব্দই ব্ৰহ্ম। শব্দ শাস্ত্ৰ আলোচনা কৰোঁতে কৰোঁতে জীৱৰ মুক্তি লাভ হয়"।

সাহিত্য সমাজৰ দৰ্পণ। সেই দৰ্পণত অতীতৰ ইতিহাস প্ৰতিফলিত হয়। বিভিন্ন সময়ৰ অতীত ইতিহাসৰ প্ৰতিচ্ছবি তাত পোৱা যায়। শ্ৰুতি, স্মৃতি, পুৰাণ দৰ্শন ইত্যাদিৰ পৰা ভাৰতৰ বিভিন্ন সময়ৰ ইতিহাস জনা যায়। ৰামায়ণ-মহাভাৰত মহাকাব্যসমূহতো এক এক সময়ৰ ইতিহাস পোৱা যায়। কালিদাস ভৱভূতি, মাঘ, ভাৰবী, শ্ৰীহৰ্ষ প্ৰভৃতিৰ কাব্য, মহাকাব্য, নাটক প্ৰভৃতিত এক এক সময়ৰ ইতিহাসৰ স্তৰ দেখা যায়। ইতিহাস লোপ পাব পাৰে, কিন্তু ধৰ্ম্মগ্ৰন্থসমূহ একেবাৰে বিলুপ্ত নহয়। এইবিলাক কাব্য, মহাকাব্য, নাটকৰ ভিতৰত ভাৰতৰ এটি প্ৰাচীন ঐতিহাসিক চিত্ৰ অঙ্কিত হৈছে আৰু এইবিলাক সাহিত্যৰ মাজেদি ভাৰতীয় সমাজৰ এটি জীৱন্ত চিত্ৰ দেখিবলৈ পোৱা যায়। সংস্কৃত সাহিত্যৰ দৰ্পণত ভাৰতবৰ্ষৰ অতীত ঐতিহ্যৰ এটি উজ্জ্বল চিত্ৰ প্ৰতিফলিত হৈছে।

সংস্কৃত ভাষা আৰু সাহিত্যই জাতীয় ঐক্য আৰু সাংস্কৃতিক ঐক্য ৰক্ষা কৰি আহিছে। যিবিলাক কাব্য, মহাকাব্য, নাটক সংস্কৃত সাহিত্যৰ উজ্জ্বলৰত্ন বুলি পৰিগণিত, সেই গ্ৰন্থসমূহ ভাৰতৰ বিভিন্ন ৰাজ্যত দ্ৰাবিড়, গুজৰাট, মহাৰাষ্ট্ৰ, পাঞ্জাব, মধ্যভাৰত, কাশ্মীৰ, নেপাল, অসম, বঙ্গদেশ সকলো ৰাজ্যতে সমানে

সমাদৃত।

যি দেশৰ সাহিত্য যিমান প্ৰাচীন, সেই দেশৰ সিমান দুৰ অতীতৰ ইতিবৃত্ত অনুসন্ধান কৰিব পাৰি। ভাৰতৰ শাস্ত্ৰগ্ৰন্থবিলাকৰ প্ৰাচীনত্ব অবিসম্বাদিত। শাস্ত্ৰগ্ৰন্থসমূহৰ ভিতৰত বেদ প্ৰাচীনতম। বেদত যি ইতিহাস নিহিত আছে, তাৰ প্ৰাচীনত্বৰ তুলনা নাই। পাশ্চাত্য পণ্ডিতসকলেও স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে বেদতকৈ প্ৰাচীন গ্ৰন্থ পৃথিবীত নাই। বেদ কিমান প্ৰাচীন তাক কোনেও নিৰ্ণয় কৰিব পৰা নাই আৰু নোৱাৰেও। ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ, পুৰাণ, তন্ত্ৰ সকলো শাস্ত্ৰই বেদৰ নিত্যত্ব স্বীকাৰ কৰিছে। ব্ৰাহ্মণ আৰু আৰণ্যক বেদৰ অংশ,— উপনিষদ বেদৰ সাৰ। বেদৰ মন্ত্ৰ আৰু ব্ৰাহ্মণভাগ হৃদয়ৰ বস্তু ; বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত, কিন্তু উপনিষদ বিচাৰ বিতৰ্কৰ নিদৰ্শন। উপনিষদৰ পৰাই দৰ্শন শাস্ত্ৰৰ উৎপত্তি। এই দৰ্শন শাস্ত্ৰই বেদ আৰু ঈশ্বৰৰ বিষয়ে সকলো সংশয়, সকলো সন্দেহ তিৰোহিত কৰিছে।

আৰ্য্য হিন্দুবিলাকৰ পৰিচয় পোৱা যায় শাস্ত্ৰ গ্ৰন্থবিলাকৰ পৰা। বেদ, বেদান্ত, উপনিষদ, দৰ্শন, পুৰাণ প্ৰভৃতি শাস্ত্ৰগ্ৰন্থবিলাকৰ দ্বাৰাই আৰ্য্য হিন্দুসকল পৰিচিত হৈ আছে। আৰ্য্য হিন্দুৰ আচাৰ-ব্যৱহাৰ, ধৰ্ম্ম-কৰ্ম্ম, ৰীতি-নীতি সকলোৰে নিদৰ্শন শাস্ত্ৰসমূহত জাজ্বল্যমান হৈ আছে। তেওঁলোকে কেনেকৈ জীৱন নিৰ্বাহ কৰিছিল, কেনেদৰে জ্ঞান-বিজ্ঞানৰ আলোচনা কৰিছিল, কেনেকৈ পৃথিবীৰ এক প্ৰান্তৰ পৰা অন্য প্ৰান্তলৈ প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু কেনেকৈ তেওঁলোকে ইহলোকৰ সকলো সুখৰ অধিকাৰী হৈ জীৱন অতিবাহিত কৰিছিল, শাস্ত্ৰসমূহত তাৰ নিগূঢ় তত্ত্ব পোৱা যায়। তেওঁলোকৰ সমাজ বন্ধন আৰু ধৰ্ম্ম-কৰ্ম্ম অনুষ্ঠানৰ সকলো বিবৰণ শাস্ত্ৰত নিহিত আছে। তেওঁলোকৰ মহত্ত্ব, বীৰত্ব, মনুষ্যত্ব প্ৰভৃতিৰ বিবৰণ শাস্ত্ৰগ্ৰন্থতেই পোৱা যায়। শাস্ত্ৰই তেওঁলোকৰ পুৰাবৃত্ত, শাস্ত্ৰই তেওঁলোকৰ ইতিহাস, শাস্ত্ৰই তেওঁলোকৰ চৰিত্ৰ চিত্ৰ। শাস্ত্ৰতত্ত্ব বুজিব পাৰিলেই আৰ্য্য হিন্দুক চিনিব পৰা যায়।

এই শশস্ত্ৰসকলৰ আদিভূত বেদ। ধৰ্ম্ম আৰু ব্ৰহ্মৰ প্ৰতিপাদক অপৌৰুষেয় বাক্য বেদ। বেদেই হিন্দুৰ সৰ্বস্ব, বেদেই হিন্দুৰ জনক আৰু বেদেই শাস্ত্ৰৰ চূড়ামণি।

তন্ত্ৰ কলিৰ শাস্ত্ৰ। শিৱ আৰু শক্তিৰ বা ব্ৰহ্ম আৰু ব্ৰহ্মশক্তিৰ প্ৰাধান্য কীৰ্ত্তন আৰু ব্ৰহ্ম আৰু ব্ৰহ্মশক্তিৰ আৰাধনাৰ পদ্ধতি প্ৰদৰ্শন কৰাই তন্ত্ৰৰ উদ্দেশ্য।

প্ৰধানতঃ পাৰ্বতীৰ প্ৰশ্নৰ উত্তৰত সদাশিৱৰ মুখত এই শাস্ত্ৰ বিবৃত হৈছে। "কলিকালত যেতিয়া ব্ৰাহ্মণাদি বৰ্ণ আচাৰশূন্য হ'ব, বেদোক্ত কৰ্মৰ দ্বাৰা শুদ্ধতা লাভ কৰিব নোৱাৰিব, পুৰাণ, সংহিতা আৰু স্মৃতিসমূহেও মানুহৰ ইষ্ট সাধন কৰিব নোৱাৰিব, তেতিয়া একমাত্ৰ তন্ত্ৰশাস্ত্ৰই জীৱৰ ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষৰ হেতু হ'ব"। এই ৰূপ ভূমিকাৰ পাছত সদাশিৱে তন্ত্ৰশাস্ত্ৰ বৰ্ণনা কৰিব ধৰে।

প্ৰসঙ্গক্ৰমে ভগৱান শিৱে কয় যে সত্যাদি যুগত যিসকল মন্ত্ৰ ফলদায়ক আছিল, কলিত সেইবিলাক মৃতপ্ৰায়,— নিষ্ফল। তন্ত্ৰোক্ত মন্ত্ৰ ভিন্ন অন্য মন্ত্ৰৰ দ্বাৰা কৰ্ম্মৰ অনুষ্ঠান কৰিলে ফল লাভ নহয়। তন্ত্ৰ নিৰ্দ্দিষ্ট পথেই এতিয়া সুখ আৰু মোক্ষৰ হেতু।

ফলতঃ শ্ৰুতি, স্মৃতি, পুৰাণ প্ৰভৃতিত জীৱৰ দুখ নিবৃত্তিৰ যি ভাৱে উপায় পৰম্পৰা দিয়া আছে, তন্ত্ৰসমূহতো প্ৰকাৰ ভেদে সেই উপায়ৰেই নিৰ্দেশ আছে।

শক্তি উপাসনা তন্ত্ৰৰ মূল লক্ষ্য। পুৰাণ উপপুৰাণত যাক ভগৱান, নাৰায়ণ, বিষ্ণু, কৃষ্ণ প্ৰভৃতি নাম বিশেষণৰ দ্বাৰা বিশেষিত কৰা হৈছে, তন্ত্ৰত তেৱেঁই পৰমা প্ৰকৃতি, আদ্যাশক্তি, কালী, তাৰা, মহাবিদ্যা প্ৰভৃতি নাম বিশেষণৰ দ্বাৰা বিশেষিত হৈছে।

তন্ত্ৰৰ মূলো বেদ। তন্ত্ৰ বেদৰ শাখা বিশেষ। অথৰ্ব বেদত যিবিলাক মন্ত্ৰ বীজ স্বৰূপে আছিল— তন্ত্ৰত সেই মন্ত্ৰবিলাকেই পল্লৱিত হৈ উঠিছে। সৃষ্টি, প্ৰলয়, দেৱপূজা, মন্ত্ৰ নিৰ্ণয়, আশ্ৰমধৰ্ম্ম তীৰ্থ-মাহাত্ম্য প্ৰভৃতি তন্ত্ৰৰ আলোচ্য বিষয়। তন্ত্ৰশাস্ত্ৰও অসংখ্য।

তন্ত্ৰশাস্ত্ৰৰ অৰ্থ বিকৃতিৰ বাবে নানা অনৰ্থ ঘটিছে। তন্ত্ৰশাস্ত্ৰ চিৰকাল গোপনীয় শাস্ত্ৰ হৈ চলি আহিছে। সেই কাৰণে তন্ত্ৰ কি, তন্ত্ৰৰ উদ্দেশ্য কি; তন্ত্ৰৰ আলোচ্য বিষয় কি আৰু তান্ত্ৰিক সাধনা কি বস্তু তাক ভালদৰে নজনাকৈ তন্ত্ৰৰ নিন্দা কৰা হয়।

আয়ুৰ্ব্বেদ শাস্ত্ৰ কিমান দিনৰ পৰা বিদ্যমান আছে তাক নিৰ্ণয় কৰা দুঃসাধ্য। সৃষ্টিৰ যেনেকৈ আদি নিৰ্ণয় কৰিব নোৱাৰি, আয়ুৰ্ব্বেদৰো তেনেকৈ মূল নিৰ্ণয় কৰিব নোৱাৰি। বেদত আয়ুৰ্ব্বেদ শব্দটো নাথাকিলেও আয়ুৰ্ব্বেদৰ আলোচ্য বিষয় চাৰিও বেদৰ ভিতৰত পোৱা যায়। আয়ুৰ্ব্বেদ বেদৰ এটি অঙ্গ বুলি পৰিগণিত হৈছে। ঋগবেদত অশ্বিদ্বয়ৰ চিকিৎসা শাস্ত্ৰৰ জ্ঞানৰ পৰিচয় আছে। অশ্বিদ্বয় এজন প্ৰসিদ্ধ ভেষজবিদ্ আৰু অস্ত্ৰ চিকিৎসক আছিল। গতিকে চিকিৎসা শাস্ত্ৰৰো উৎপত্তি ভাৰতবৰ্ষতে আৰু বেদৰ লগে লগে। আজি এই আয়ুৰ্ব্বেদ শাস্ত্ৰৰ প্ৰতি উদাসীনতা দেখি প্ৰাণত আঘাত লাগে।

এনে কোনো বিদ্যা নাই, যি বিদ্যাই ভাৰতবৰ্ষত উৎকৰ্ষ সাধন কৰা নাছিল। যিসকল বিদ্যাৰ প্ৰভাৱত মানুহ আজি মানুহ নামৰ উপযুক্ত, তেনে প্ৰকাৰ সকলো বিদ্যাই ভাৰতবৰ্ষত উন্নতি লাভ কৰিছিল। চৌষষ্টি প্ৰকাৰ কলা বিদ্যাৰ কথা শৈৱতন্ত্ৰত বিশেষ ভাৱে লিখা আছে। শ্ৰীমদ্ভাগৱতৰ টীকাত শ্ৰীধৰ স্বামীৰ শৈৱতন্ত্ৰোক্ত চৌষষ্টি প্ৰকাৰ কলা বিদ্যাৰ পৰিচয় দিছে। এই চৌষষ্টি কলাৰ স্বৰূপ তত্ত্ব আৰু উৎকৰ্ষৰ বিষয়ে আলোচনা কৰি চালে দেখা যায় যে— কোনো বিদ্যাত বা কোনো বিজ্ঞানত ভাৰতবৰ্ষ হীন নাছিল। এই চৌষষ্টি কলাৰ ভিতৰত

চাৰিটা কলা-বিদ্যাৰ নাম— গীত, বাদ্য, নৃত্য আৰু নাট্য। জাতি কিমানদূৰ সভ্য আৰু উন্নত হ'লে এই চাৰিটা বিদ্যাৰ উৎকৰ্ষ সাধন কৰিব পাৰে তাক সহজেই উপলব্ধি কৰিব পাৰি। সঙ্গীতৰ নিদৰ্শন বেদ। উদাত্ত, অনুদাত্ত আৰু স্বৰিত স্বৰ সংযোগত সাম-গান গোৱা হৈছিল। সাম শব্দই গীতকেই বুজায়। সামবেদৰ এখন উপবেদ আছিল। তাৰ নাম গান্ধৰ্ব্ব বেদ। গান্ধৰ্ব্ব বেদত গীত, বাদ্য, নৃত্য প্ৰভৃতিৰ বিষয়ে বিবৃত আছিল। মহামুনি ভৰতে এই বেদৰ প্ৰবৰ্ত্তন কৰে। গান্ধৰ্ব বেদ লোপ পাইছে, কিন্তু তাৰ মত পৰম্পৰা পৰৱৰ্ত্তী কালত সঙ্গীত শাস্ত্ৰসমূহত উদ্ধৃত হৈছে। গীত, বাদ্য, নৃত্য— এই তিনিৰ সাধাৰণ সংজ্ঞাই সঙ্গীত। 'গীতং বাদ্যং নৰ্ত্তনঞ্চ ত্ৰয়ং সঙ্গীতমুচ্যতে'। এই তিনিৰ ভিতৰত কণ্ঠ-সঙ্গীতৰ স্থান প্ৰধান। সঙ্গীত শব্দই প্ৰধানকৈ কণ্ঠ-সঙ্গীতকে বুজায়। সঙ্গীত শাস্ত্ৰবিশাৰদসকলে সঙ্গীতক সাধাৰণতঃ দুই ভাগত বিভক্ত কৰিছে। এক ভাগৰ নাম কণ্ঠ-সঙ্গীত, আন ভাগৰ নাম যন্ত্ৰ-সঙ্গীত। শাস্ত্ৰমতে নাদেই সঙ্গীতৰ মূল। একাধিক বস্তুৰ সংঘৰ্ষত আকাশৰ পৰা নাদৰ উৎপত্তি হয়। নাদ দুই প্ৰকাৰৰ— ধ্বন্যাত্মক আৰু বৰ্ণাত্মক। দুই বস্তুৰ ঘাত-প্ৰতিঘাতত যি নাদৰ উৎপত্তি হয় সি ধ্বন্যাত্মক আৰু মানুহ আদি জীৱৰ কণ্ঠ আৰু তালুৰ পৰা যি নাদৰ উৎপত্তি হয় সি বৰ্ণাত্মক। ইয়েই যন্ত্ৰ-সঙ্গীত আৰু কণ্ঠ-সঙ্গীত। সোমেশ্বৰ, ভৰত, হনুমন্ত, কল্লিনাথ এই চাৰিজনৰ এসময়ত বিশেষ প্ৰসিদ্ধি আছিল। এই চাৰিজনৰ চাৰিটা মত আছিল। তেতিয়া সঙ্গীত শাস্ত্ৰ প্ৰধানতঃ সাত ভাগত বিভক্ত আছিল। সেই সাত ভাগ বা অধ্যায় হৈছে— স্বৰাধ্যায়, ৰাগাধ্যায়, নৃত্যাধ্যায়, তালাধ্যায়, ভাবাধ্যায়, কোকাধ্যায় আৰু হস্তাধ্যায়। এই গ্ৰন্থবিলাক বিলুপ্ত হৈছে। কি পদ্ধতিত সেইবিলাক গ্ৰন্থত সঙ্গীত তত্ত্বৰ আলোচনা হৈছিল তাক এতিয়া বুজিবৰ উপায় নাই। এসময়ত এই দেশত সঙ্গীত বিদ্যাৰ ইমান উন্নতি সাধন হৈছিল যে— এক এক ৰাগৰ শক্তিত প্ৰকৃতিৰ এক এক বিশেষ পৰিবৰ্ত্তন ঘটিছিল। দীপক ৰাগ আলাপ কৰিলে নিৰ্বাপিত দীপ জ্বলি উঠিছিল। সঙ্গীত আলাপকাৰী সঙ্গীতৰ পৰা উৎপন্ন হোৱা জুইত দগ্ধ হৈছিল। সেইদৰে মেঘমল্লাৰ ৰাগ আলাপ কৰিলে অনাবৃষ্টিৰ সময়ত আকাশত মেঘৰ সঞ্চাৰ হৈছিল। ভৈৰব ৰাগ আলাপত ঊষাৰ আবিৰ্ভাব হৈছিল। হিন্দোল ৰাগ আলাপত নতুন বসন্তই দেখা দিছিল। শ্ৰীৰাগ আলাপ কৰিলে সন্ধ্যা সময়ৰ আবিৰ্ভাব হৈছিল। যেনেকৈ এক একোটি ৰাগিণীৰো অভিনৱ শক্তিৰ পৰিচয় পোৱা যায়।

ভিন্ন ভিন্ন সুৰ আৰু ৰাগ-ৰাগিণীৰ ভিন্ন ভিন্ন অধিষ্ঠাত্ৰী দেৱ-দেৱী আছে। নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট ৰাগ-ৰাগিণীৰ অধিষ্ঠাত্ৰী দেৱ-দেৱীৰ ধ্যানত তন্ময় হৈ সেইবিলাক ৰাগ-ৰাগিণীৰ আলাপ কৰিলে তাৰ প্ৰভাৱ প্ৰত্যক্ষ হয়। সেইদৰে বিভিন্ন মন্ত্ৰৰ বিভিন্ন শক্তি। বিভিন্ন মন্ত্ৰৰ বিভিন্ন দেৱতা। হিন্দুৰ তেত্ৰিশ কোটি দেৱতা বিভিন্ন মন্ত্ৰৰ বলত, বিভিন্ন সঙ্গীতৰ শক্তিত প্ৰত্যক্ষীভূত কৰা অসম্ভৱ

নাছিল। বাহুল্য ভয়ত নিদৰ্শন উল্লেখ কৰা নহ'ল। সেই বুলি এই দেৱতাবিলাক যে কাল্পনিক— সিও নহয়। নৰলোকৰ দৰে বিভিন্ন দেৱলোক, গন্ধৰ্ব্বলোক আছে। মুনি-ঋষিসকলে সাধনাৰ বলত দিব্যজ্ঞান আৰু শক্তিৰ বলত এইবিলাক লোকত বিচৰণ কৰিছিল। এয়ে ভাৰতীয় সভ্যতা। আজি পশ্চিমীয়া সভ্যতাৰ মোহত আমি মুগ্ধ হৈ নিজক পাহৰি গৈছোঁ। প্ৰকৃত বিজ্ঞানৰ উদ্ধাৰ কৰিব খুজিলে সংস্কৃত সাহিত্য মন্থন কৰিব লাগিব, প্ৰকৃত সাধনা লাগিব, মানুহ পশু ভাৱাপন্ন নহৈ দেৱ ভাৱাপন্ন হ'ব লাগিব।

উদ্ভিদ্-বিদ্যা, প্ৰাণী-বিদ্যা, খনিজ-বিদ্যা যি বিদ্যাৰেই অনুসন্ধান কৰা নাযায় কিয়, প্ৰাচীন ভাৰত সকলো বিদ্যাতেই বিশাৰদ আছিল। সোণ, ৰূপ, তাম, লো, পাৰদ, সীহ আদি সৰ্ববিধ ধাতুৰ ব্যৱহাৰত ভাৰতবৰ্ষ অভিজ্ঞ আছিল। সভ্য জগতত মণি-মুক্তাৰ সমাদৰ। প্ৰাচীন ভাৰতবৰ্ষত ক'ত প্ৰকাৰৰ মণি-মুক্তা ক'ত প্ৰকাৰে ব্যৱহৃত হৈছিল আৰু সেইবিলাকৰ গুণাগুণৰ বিষয়ে ভাৰতবাসী কিমানদূৰ অভিজ্ঞ আছিল তাক ভাবিলেও আচৰিত হ'ব লাগে।

প্ৰাচীন ভাৰতত যে প্ৰাণী-বিদ্যাৰ বিশেষ আলোচনা হৈছিল, মনু সংহিতাত তাৰ প্ৰমাণ আছে। মনু সংহিতা প্ৰবৰ্ত্তনৰ পূৰ্ব্বৰ পৰাই প্ৰাণী-বিজ্ঞানৰ চৰ্চা আছিল বুলি জনা যায়। সুশ্ৰুত-চৰক প্ৰভৃতি আয়ুৰ্ব্বেদীয় গ্ৰন্থত প্ৰাণী-বিজ্ঞানত প্ৰাচীন ভাৰতবৰ্ষৰ প্ৰকৃষ্ট নিদৰ্শন আছে। বৃক্ষাদিৰ চেতনাৰ বিষয় শ্ৰীমদ্ভাগৱতত আছে—

'অন্তঃসংজ্ঞা ভবন্ত্যেতে সুখ-দুঃখ সমন্বিতাঃ'।

মনুসংহিতা, অগ্নি-পুৰাণ, বৃহৎসংহিতা ইত্যাদি গ্ৰন্থত উদ্ভিদ্-বিদ্যাৰ বিশদ বিবৰণ আছে।

আয়ুৰ্ব্বেদ শাস্ত্ৰতো উদ্ভিদ্-বিদ্যাৰ (Botany) আলোচনাৰ যথেষ্ট নিদৰ্শন আছে।

প্ৰাচীন ভাৰতত যি যি বিদ্যাৰ বা বিজ্ঞানৰ আলোচনা হৈছিল, সকলো বিদ্যাৰ লগতে ধৰ্ম্মৰ অবিচ্ছিন্ন সম্বন্ধ আছিল। আজি জ্ঞান-বিজ্ঞানৰ আলোচনা চলিছে। তাৰ মূল লক্ষ্য হৈছে— সুখ-সম্পদ বৃদ্ধি। কিন্তু ভাৰতবৰ্ষৰ জ্ঞান-বিজ্ঞান, যুদ্ধ-বিদ্যা, আনকি আয়ুৰ্ব্বেদ পৰ্য্যন্ত ধৰ্ম্ম সাধনাৰ সহায়তাৰ বাবে সৃষ্ট আৰু পৰিপুষ্ট হৈছিল। আয়ুৰ্ব্বেদ শাস্ত্ৰৰ উৎপত্তিৰ ইতিহাস আলোচনা প্ৰসঙ্গত শাস্ত্ৰকাৰে কৈছে— জৰা-ব্যাধিগ্ৰস্ত হৈ মানুহে ধৰ্ম্মাচৰণৰ অসমৰ্থ হ'ব ধৰিছে। মানুহৰ সেই জৰা-ব্যাধি মোচন কৰি ধৰ্ম্ম সাধনাৰ সহায়তাৰ কাৰণে আয়ুৰ্ব্বেদ শাস্ত্ৰ প্ৰণীত হ'ল। চৰক সংহিতাত প্ৰথমেই এই বিষয়ে আলোচনা আছে। ৰোগবোৰ প্ৰাদুৰ্ভূত হোৱাত মানুহৰ তপস্যা, উপবাস, অধ্যয়ন, ব্ৰত আৰু আয়ুৰ বিঘ্ন উপস্থিত হ'ল। তেতিয়া অঙ্গিৰা, জমদগ্নি, কাশ্যপ, বশিষ্ঠ প্ৰভৃতি ঋষিসকল সমবেত হৈ মানুহৰ ৰোগমুক্তিৰ কাৰণে পৰামৰ্শ কৰিব ধৰিলে।

ধৰ্মাৰ্থকামমোক্ষাণামাৰোগ্যং মূলমুত্তমম্।
ৰোগাস্তস্যাপহৰ্ত্তাৰঃ শ্ৰেয়সো জীৱিতস্য চ।।
প্ৰাদুৰ্ভূতো মনুষ্যনামন্তৰায়ো মহানয়ম্।
কঃ স্যাৎ তেষাং শমোপায় ইত্যুক্তা ধ্যানমাস্থিতাঃ।।

ইয়াৰ পাচত ভৰদ্বাজ ঋষি ইন্দ্ৰৰ ওচৰলৈ গৈ আয়ুৰ্ব্বেদ শিক্ষা কৰি আহে।

গণিত, জ্যোতিষ প্ৰভৃতিৰো ধৰ্ম্মৰ লগত সম্বন্ধ। কোন নক্ষত্ৰ কিমান সময় স্থায়ী, কোন তিথিৰ কি ৰূপ হ্ৰাস-বৃদ্ধি ঘটে, গণিতৰ সহায়ত জ্যোতিষ শাস্ত্ৰই সেই তত্ত্ব নিৰ্দ্ধাৰণ কৰে। যজ্ঞবেদীৰ আকৃতি গঠন বিষয়েও গণিতৰ অঙ্গবিশেষৰ আৱশ্যক। ধৰ্ম্মানুষ্ঠানত কাল-গণনা এটি প্ৰধান অঙ্গ।

ভাৰতত যুদ্ধ-বিদ্যা বা সমৰ বিজ্ঞানো ধৰ্ম্মৰ কাৰণে উন্নতি লাভ কৰিছিল। ধৰ্ম্মৰ প্ৰতিষ্ঠা আৰু অধৰ্ম্মৰ উচ্ছেদ সাধনেই প্ৰাচীন ভাৰতত যুদ্ধ-বিদ্যাৰ সূচনা কৰে। কি গণিত বিদ্যা, কি জ্যোতিষ-বিজ্ঞান, কি যুদ্ধ-বিদ্যা, সকলো জ্ঞানৰ উন্মেষ ভাৰতত আপোনা-আপুনি সাধিত হৈছিল। এইসকল বিষয়ত ভাৰতবৰ্ষ কাৰো ওচৰত ঋণী নহয়। ইউৰোপীয় পণ্ডিতসকলৰ বহুতৰে বিশ্বাস যে গণিত-বিজ্ঞানৰ বীজ মিছৰৰ পৰা ইতস্ততঃ বিক্ষিপ্ত হৈছে ; সেইটো সত্য মত নহয়। গণিত বিজ্ঞানৰ জ্যামিতি আদি সকলো অঙ্গই স্মৰণাতীত কালৰ পূৰ্ব্বেই ভাৰতবৰ্ষত পৰিপুষ্ট হৈছিল। যেতিয়াৰ পৰাই বেদবিহিত কৰ্ম্মৰ অনুষ্ঠান আৰম্ভ হৈছে, তেতিয়াৰ পৰাই জ্যোতিষ আৰু গণিতৰ সৃষ্টি আৰু পৰিপুষ্টি হৈছে। বেদত এইবোৰ কথাৰ উল্লেখ আছে। বেদ যদি সৰ্ববাদীসম্মত পৃথিবীৰ প্ৰথম গ্ৰন্থ হয়, তেতিয়া গণিত আৰু জ্যোতিষ-বিজ্ঞান ভাৰতবৰ্ষৰ অৱদান নহৈ নোৱাৰে।

সামৰণিত কওঁ— আৰম্ভণিত কোৱাৰ দৰে সংস্কৃত সাহিত্যত অমূল্য সম্পদ আছে।

সুখৰ কথা যে— কিছুদিনৰ পৰা এইফালে অলপ দৃষ্টি পৰা যেন দেখা গৈছে। ভাৰতবাসীয়ে যদি ভাৰতবৰ্ষ চিনি নাপায়, ভাৰতীয় সাহিত্যৰ মোল নুবুজে, শিক্ষা আৰু দেশ ৰক্ষাৰ উদ্দেশ্য কি, মনুষ্য জীৱন ধাৰণৰ সাৰ্থকতা কি আৰু প্ৰকৃত বিজ্ঞানৰ মৰ্ম্ম কি তাক বুজি নাপায়, ভাৰতীয় কৃষ্টিৰ ওপৰত আৱৰ্জনাৰাশি স্তুপীকৃত হৈয়ে থাকিব। বৈদিক সাহিত্যৰ বা বৈদিক ধৰ্ম্মৰ মৰণ নহয়— ই সত্য কথা ; কিন্তু দৈৱিক ভাৱে দুষ্কৃত দমনৰ আৰু সাধুৰ পৰিত্ৰাণৰ আশাত আমি বহি থাকিলে নচলিব। যথাসাধ্যে আমাৰ বৰঙণি যোগাব লাগিব— আমাৰ ধৰ্ম্ম, আমাৰ সাহিত্য আৰু আমাৰ কৃষ্টিৰ পৰিপুষ্টি সাধনৰ বাবে*।●

---

*১৯৬২ চনৰ নলবাৰী-কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ সভাপতিৰ অভিভাষণৰ পৰা। —'সম্পাদক'

# মহিমামণ্ডিত ভাৰতীয় সঙ্গীত

[তেজপুৰৰ ব্ৰজেন বৰুৱা নাট্য সমাজৰ উদ্যোগত ব্ৰজেন বৰুৱা সোঁৱৰণী অৰ্ঘ্য ৰূপে প্ৰকাশিত 'সাংস্কৃতিকা'ত স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টচাৰ্য্যৰ এই প্ৰবন্ধ প্ৰকাশ হৈছিল।]

পৃথিবীৰ সকলো দেশতে সকলো সমাজতে গীত-বাদ্য-নৃত্য আদি কালৰ পৰাই প্ৰচলিত হৈ আছে— সেই সমাজ সভ্য সমাজেই হওক বা অসভ্য সমাজেই হওক। অৱশ্যে যি সমাজ যিমান সভ্য আৰু সমুন্নত, সেই সমাজৰ নৃত্য-গীত-বাদ্য সিমান বিজ্ঞান-সম্মত। ভাৰতবৰ্ষত সঙ্গীত ইমান বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠা লাভ কৰিছিল যে এতিয়াও অনেক সুসভ্য জাতিয়ে ভাৰতবৰ্ষৰ সমকক্ষতা লাভ কৰিব পৰা নাই। চাৰ উইলিয়াম জোন্সে হিন্দুজাতিৰ সঙ্গীত বিদ্যাৰ লগত ইউৰোপৰ সঙ্গীত বিদ্যাৰ তুলনামূলক সমালোচনা কৰি কৈছে যে— ইংৰাজ বিলাকৰ সঙ্গীত বিজ্ঞানতকৈ ভাৰতবৰ্ষৰ সঙ্গীত বিজ্ঞান বেছি সুশৃঙ্খলাবদ্ধ। "হিন্দু মাইথলজি" গ্ৰন্থৰ ভূমিকাত মিঃ কোলম্যানে চাৰ উইলিয়াম জোন্সৰ মত সমৰ্থন কৰিছে।

হিন্দুবিলাকৰ আবিস্কৃত স ঋ গ ম প ধ নি এই সাতৰকম স্বৰৰ আদৰ্শত প্ৰথমতে পাৰসিকবিলাকৰ ভিতৰত তাৰ পাছত আৰবত আৰু শেষত ইউৰোপত সুৰৰ প্ৰৱৰ্তনা হৈছে। খৃষ্টীয় একাদশ শতাব্দীৰ আৰম্ভনিতে ইটালীৰ গুইডো-ডি-আৰোজাই এই সাত প্ৰকাৰৰ সুৰৰ প্ৰৱৰ্তনা কৰে। চাৰ উইলিয়াম হাণ্টাৰ আৰু অধ্যাপক ওয়েবাৰে অনুসন্ধান কৰি এই সিদ্ধান্তত উপনীত হৈছে।[১]

পাণিনি খৃঃ পূঃ ষষ্ঠ শতকৰ প্ৰসিদ্ধ বৈয়াকৰণ আছিল। পাণিনিৰ পূৰ্ব্বৰে পৰা এই সপ্তসুৰৰ চৰ্চা ভাৰতবৰ্ষত হৈছিল। বস্তুতঃ সঙ্গীত বিদ্যাৰ উৎপত্তি আৰু ভাৰতবৰ্ষত তাৰ চৰ্চা আলোচনা কেতিয়াৰ পৰা হৈছিল সেই বিষয়ে স্থিৰ মত দাঙি ধৰা সম্ভৱপৰ নহয়।

ছয় ৰাগ আৰু ছয়ত্ৰিশ ৰাগিণীৰ চৰ্চা, আলোচনা বা সাধনা যে বিজ্ঞান সম্মত হৈ উঠিছিল সেই বিষয়ে প্ৰাচীন জাতিবিলাকৰ সঙ্গীত বিষয়ক গ্ৰন্থত মিঃ হুইটেনে ভাৰতবৰ্ষক প্ৰধান স্থান দি গৈছে। তেওঁৰ সেই গ্ৰন্থত তেওঁ লিখিছে যে সম্ৰাট আকবৰে গোপাল নামৰ এজন গায়কক দীপক ৰাগৰ আলাপ কৰিবলৈ

---

১A regular system of notation was worked out before the age of Panini, and seven notes were distinguished by their initial letters. This notation passed from the Brahmins through Persians to Arabia and was thence introduced into European music by Guido de Arizzo at the beginning of the eleventh century. (Sir W. W. Hunter, Indian Gazetteer and Weber's Indian Litteratute.)

আদেশ দিয়ে। গায়ক গোপালে যমুনা নদীত আকণ্ঠ পানীত থাকি দীপক ৰাগৰ আলাপ কৰে ; কিন্তু তাতো তেওঁৰ প্ৰাণ ৰক্ষা হোৱা নাই। দীপক ৰাগৰ পৰা উদ্ভব হোৱা জুইত তেওঁ পানীৰ মাজতে দগ্ধ আৰু ভষ্মীভূত হৈ যায়। মিঃ হুইটেনে সেই গ্ৰন্থতে লিখিছে যে সম্ৰাট আকবৰে তাৰ পাছতো এদিন তেওঁৰ সঙ্গীতজ্ঞ পাৰিষদ তানসেনকো দীপক ৰাগৰ আলাপ কৰিবলৈ আদেশ দিছিল। সেই কথা এইদৰে লিখা আছে— সম্ৰাট আকবৰে এদিন দিন দুপৰতে তানসেনক শ্ৰীৰাগৰ আলাপ কৰিবলৈ কৈছিল। তানসেনে সেই ৰাগৰ আলাপ কৰাত তানসেনৰ সঙ্গীতৰ স্বৰ যিমান দূৰ শুনা গৈছিল, সিমান দূৰলৈকে ৰাতিৰ অন্ধকাৰে আগুৰি পেলাইছিল। তেতিয়া সম্ৰাটে তানসেনক দীপক ৰাগৰ আলাপ কৰিবলৈ আদেশ দিয়ে। তানসেন হেনো আন এজন গায়ক বৈজুবাওৰাৰ ঈৰ্ষাত পৰিছিল। বৈজুবাওৰা ইৰ্ষান্বিত ভাৱ লৈ এদিন সম্ৰাট আকবৰক কৈছিল যে তানসেনে যদি দীপক ৰাগৰ আলাপ কৰে তেন্তে জুই জ্বলি উঠিব পাৰে। সম্ৰাট এই সংবাদত কৌতূহলী হৈ তানসেনক দীপক ৰাগৰ আলাপ কৰিবলৈ আদেশ দিয়ে। দীপক ৰাগৰ আলাপত প্ৰাণনাশৰ নিশ্চিত সম্ভাৱনা আছে জাতি তানসেনে আপত্তি কৰিছিল। কিন্তু সম্ৰাটে সেই আপত্তি গ্ৰাহ্য নকৰি ক'লে যে যদি জুইৰ উৎপত্তি হয়, তেন্তে তেওঁ পানী ঢালি সেই জুই নুমাই দিব। তেতিয়া তানসেনে সম্ৰাটক বুজাই ক'লে— যে পানী ঢালি সেই জুই নুমাব পৰা নাযাব। অৱশ্যে বৈজুবাওৰাই যদি মেঘমল্লাৰ ৰাগ আলাপ কৰি বৰষুণ দিয়াব পাৰে, তেতিয়া তেওঁৰ প্ৰাণ ৰক্ষা পৰিবও পাৰে। অৱশেষত সেয়ে স্থিৰ হ'ল। সম্ৰাটে বৈজুবাওৰাক যথা সময়ত মেঘমল্লাৰ ৰাগৰ আলাপ কৰিবলৈ আদেশ দিলে। নিৰ্দিষ্ট দিনত সঙ্গীত আলাপ আৰম্ভ হ'ল। তানসেনৰ দীপক ৰাগৰ আলাপৰ লগে লগে ভীষণ বহ্নিয়ে লেলিহান জিভা বিস্তাৰ কৰি তানসেনক গ্ৰাস কৰিবলৈ অগ্ৰসৰ হ'ল। বৈজুবাওৰাই যথাশক্তি মেঘমল্লাৰ আলাপ কৰিলে। তাৰ ফলত গোটেই আকাশ মণ্ডল মেঘৰ ঘৰ-ঘৰি দূৰদূৰণিত আচ্ছন্ন হ'ল। বিজুলী চমক আৰু বজ্ৰ নিনাদত পৃথিৱী কঁপি উঠিল ; কিন্তু বৰষুণ নহ'ল। ইয়াৰ কাৰণ হৈছে বৈজুবাওৰাৰ মন ঈৰ্ষাকলুষিত আছিল ; সেই কাৰণে তেওঁ অশেষ চেষ্টা কৰিও মেঘমল্লাৰ ৰাগৰ পূৰ্ণ আলাপ কৰিবলৈ সমৰ্থ নহ'ল। তানসেন দীপক ৰাগৰ অগ্নিত ভস্মীভূত হৈ গ'ল। (Mr. Whitten– Music of ancients)*

* তানসেন গৌড়ীয় ব্ৰাহ্মণ বংশত ১৫৫৮ খৃষ্টাব্দত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতাৰ নাম আছিল--- মকৰন্দ পাঁড়ে। তেওঁলোকৰ বাসস্থান আছিল গোয়ালিয়ৰ প্ৰদেশত। ওঠৰ বছৰ বয়সত এক মুছলমান যুৱতীৰ প্ৰণয়ত পৰি তানসেনে ইছলাম ধৰ্ম্ম গ্ৰহণ কৰে। তেওঁৰ আগৰ নাম আছিল— ৰামতনু পাঁড়ে। মুছলমান ধৰ্ম্মগ্ৰহণ কৰাৰ পাছত তেওঁ নাম সলনি কৰে। ১৫৭২ খৃষ্টাব্দত তেওঁ আকবৰ বাদচাহৰ দৰবাৰত গায়ক পদত নিযুক্ত হয়। তানসেনৰ গানত সম্ৰাট আকবৰ বৰ মোহিত হৈছিল আৰু গান শুনি মুগ্ধ হৈ সম্ৰাটে তেওঁক দুই লাখ টকা পুৰস্কাৰ দিয়ে আৰু তানসেন উপাধিৰে ভূষিত কৰে।

সঙ্গীত বিদ্যা অতি পৱিত্ৰ বিদ্যা। মলিন অন্তৰেৰে বা কলুষিত মনেৰে সঙ্গীত সাধনা হ'ব নোৱাৰে। শাস্ত্ৰমতে সঙ্গীত মুক্তিৰ এটি প্ৰধান সোপান। নাদেই সঙ্গীতৰ মূল। একাধিক বস্তুৰ সংঘৰ্ষত আকাশৰ পৰা নাদৰ উৎপত্তি হ'য়। নাদ দুই প্ৰকাৰ - ধ্বন্যাত্মক আৰু বৰ্ণাত্মক। দুটা বস্তুৰ ঘাত প্ৰতিঘাতত যি নাদ উপস্থিত হয়, সেইটো ধ্বন্যাত্মক আৰু মনুষ্য আদি জীৱ-জন্তুৰ কণ্ঠ তালুৰ ঘাত প্ৰতিঘাতত যি স্বৰ উৎপন্ন হয়, সি বৰ্ণাত্মক। এয়ে যন্ত্ৰসঙ্গীত আৰু কণ্ঠসঙ্গীত।

শুদ্ধস্বৰ সাতোটি - ষড়জ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত, নিষাদ। এই সপ্তস্বৰৰ পৰা ৰাগ-ৰাগিণীৰ মূল সঁ ঋ গ ম প ধ নি এই সাতোটা সুৰ গ্ৰহণ কৰা হৈছে। ময়ুৰ, বৃষ, অজ (ছাগলি), ক্ৰৌঞ্চ (বগলি), কোকিল, কুঞ্জৰ (হাতী) আৰু ঘোৰা - এই সাতোটা জন্তুৰ স্বৰৰ পৰা যথাক্ৰমে স ঋ গ ম প ধ নি সাতোটা স্বৰ গ্ৰহণ কৰা হৈছে। এই সাতোটা স্বৰৰ সংযোগৰ তাৰতম্যত প্ৰধানতঃ ছয়ৰাগ আৰু ছয়ত্ৰিশ ৰাগিণীৰ উৎপত্তি হয়। সেই ছয় ৰাগ আৰু ছয়ত্ৰিশ ৰাগিণীৰ পৰা পুনঃ অসংখ্য উপৰাগ আৰু উপৰাগিণীৰ সৃষ্টি হৈছে। সঙ্গীত দামোদৰে তেওঁৰ সঙ্গীত দামোদৰ গ্ৰন্থত কৈছে -

গোপীৰ্ভিগীতমাৰব্ধমেকৈকং কৃষ্ণ সন্নিধৌ।
তেন জাতানি ৰাগাণাং সহস্ৰাণি তুষোড়শ।।

শ্ৰীকৃষ্ণৰ ওচৰত সঙ্গীত আলাপৰ সময়ত গোপীসকলে ১৬ হাজাৰ ৰাগৰ আলাপ কৰিছিল।

মূৰ্ছনা তান, তাল, মান, গমক প্ৰভৃতি সঙ্গীতৰ অঙ্গ বুলি ধৰা হয়। জ্যোতিষ আদি শাস্ত্ৰৰ তত্ব নিৰ্ণয় কৰিবলৈ যেনেকৈ গণনা কৰাত অঙ্কৰ সহায় লোৱা হয়, তেনেকৈ তাল মান মূৰ্ছনা প্ৰভৃতিৰ দ্বাৰা ৰাগ ৰাগিণীৰ স্বৰূপ-তত্ব নিৰ্দিষ্ট হ'ব পাৰে।

ওপৰত যি ৰাগ-ৰাগিনীৰ বিষয়ে কোৱা হৈছে, সঙ্গীত শাস্ত্ৰৰ নিয়ম অনুসাৰে সেই ৰাগ-ৰাগিণীৰ ভিন ভিন সময়ত গোৱাটোহে প্ৰশস্ত। ভাৰতবৰ্ষত এসময়ত সঙ্গীত বিদ্যাৰ ইমান উন্নতি সাধন হৈছিল যে একোটা একোটা ৰাগৰ শক্তিত প্ৰকৃতিত একোটা একোটা বিশেষ পৰিবৰ্তন পৰ্য্যন্ত সাধিত হৈছিল। সঙ্গীত শাস্ত্ৰত পোৱা যায় যে দীপক ৰাগ আলাপ কৰিলে নুমাই যোৱা চাকি জ্বলি উঠে আৰু সঙ্গীত আলাপ কৰা গায়ক সঙ্গীতৰ পৰা উৎপন্ন হোৱা জুইত দগ্ধ হৈ যায়। মেঘমল্লাৰ ৰাগ আলাপ কৰিলে অনাবৃষ্টিৰ সময়ত আকাশত মেঘৰ সঞ্চাৰ হয়। বৰষুণ আহি দগ্ধ পৃথিৱী স্নিগ্ধ কৰি দিয়ে। ভৈৰৱ ৰাগ আলাপ কৰিলে উষাৰ আবিৰ্ভাব হয় আৰু মৃদু মন্দ গন্ধ বহন কৰা বায়ুৰ সঞ্চাৰ হয়, পক্ষীবিলাকে কলৰৱ কৰি প্ৰভাতকালৰ সুখস্পৰ্শত নাচি উঠে। হিন্দোল ৰাগ আলাপনত যেন নৱ বসন্তৰ সমাগম হয়। নৱ প্ৰস্ফুটিত ফুলৰ সৌৰভত দিগ্‌মণ্ডল আমোদিত হৈ

উঠে। শ্ৰীৰাগ আলাপ কৰিলে সন্ধ্যাকালৰ আগমন অনুভূত হয়। পশ্চিম আকাশত অস্তগামী সূৰ্য্যৰ ৰক্তিম ৰশ্মিৰ বিকাশ হয়। দিনৰ অন্তত যেন ৰাতিৰ নীৰৱতাৰে সংসাৰ আচ্ছন্ন কৰি পেলায়। মালকোষ ৰাগৰ আলাপ কৰিলে প্ৰাণৰ ভিতৰত এক অভিনৱ উত্তেজনাৰ সৃষ্টি হয়।

এক এক ৰাগৰ যেনেকৈ এক এক প্ৰকাৰ কাৰ্য্যকাৰিতা আছে, তেনেকৈ একোটি একোটি ৰাগিণীৰো অভিনৱ শক্তিৰ পৰিচয় পোৱা যায়। বেহাগ ৰাগিণীৰ আলাপত প্ৰাণত ঔদাস্যৰ সঞ্চাৰ হয়, আত্মবিস্মৃতি আহে। সেই ৰাগিণী গভীৰ নিশাত নিভৃতে গোৱাৰ ব্যৱস্থা আছে। অকল বেহাগ ৰাগিণী বুলি নহয়, ভিন্ন ভিন্ন ৰাগ ৰাগিণী ভিন্ ভিন্ সময়ত আলাপ কৰিবৰ নিয়ম সঙ্গীত শাস্ত্ৰই নিৰ্দিষ্ট কৰি দিছে। কোন ঋতুত কোন গান গোৱা উচিত সঙ্গীত শাস্ত্ৰই তাকো নিৰ্দেশ কৰি দিছে।

ভিন্ন ভিন্ন সুৰ আৰু ৰাগ-ৰাগিণীৰ ভিন্ন ভিন্ন অধিষ্ঠাতৃ দেৱ-দেৱী আছে। সঙ্গীত শাস্ত্ৰবিদ্ সকলে ৰাগ-ৰাগিণীৰ মূৰ্ত্তি প্ৰত্যক্ষ কৰিছিল।[১] নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট ৰাগ-ৰাগিণীৰ অধিষ্ঠাতৃ দেৱ-দেৱীৰ ধ্যানত তন্ময় হৈ সেই ৰাগ-ৰাগিণীৰ আলাপ কৰিলে, তাৰ প্ৰভাৱ প্ৰত্যক্ষীভূত হৈছিল। মোগল সম্ৰাটৰ সমুখত সঙ্গীতৰ এই অভিনৱ ক্ষমতাৰ বিষয়ে ইতিহাসে প্ৰত্যক্ষ কৰিছে।

তানসেনৰ শিক্ষাগুৰুৰ নাম আছিল— হৰিদাস স্বামী। তেওঁ সংসাৰ ত্যাগী সন্ন্যাসী আছিল। সঙ্গীত সাধনাৰ দ্বাৰা নিৰ্বাণ লাভ কৰাই আছিল তেওঁৰ লক্ষ্য। তানসেনে এদিন তেওঁক বাদচাহৰ দৰবাৰলৈ লৈ আহে। সেই সময়ত বাদচাহৰ দৰবাৰত হৰিদাস স্বামীয়ে দুই এটি ৰাগ ৰাগিণীৰ আলাপ কৰিছিল আৰু হৰিদাস স্বামীৰ সঙ্গীত আলাপনত ৰাগ ৰাগিণীৰ মূৰ্তি বাদচাহৰ প্ৰত্যক্ষীভূত হৈছিল।

লক্ষ্মণ সেনৰ ৰাজসভা। তাত ৰসৰ উৎসৱ হৈছে। সুবিখ্যাত নট গাঙ্গো তেওঁৰ বোৱাৰী বিদ্যুৎপ্ৰভাক লৈ সেই গুণী সভাত উপস্থিত হৈছে। গাঙ্গোয়ে নিজে তেওঁৰ প্ৰতিভাশালিনী পুত্ৰবধুক সঙ্গীত আৰু নৃত্য শিকাইছে। ৰাজসভাত বিদ্যুৎপ্ৰভাই 'সুইই' ৰাগ আলাপ কৰিছে। ৰাজসভাৰ ওচৰতে ৰজাই নিৰ্মাণ কৰি দিয়া এটি কুঁৱা আছিল। পুৰ মহিলাসকলে সেই কুঁৱাৰ পৰা পানী তুলি নিছিল। বিদ্যুৎপ্ৰভাই যেতিয়া সঙ্গীত আলাপ কৰি আছিল সেই সময়ত এক গৃহস্থৰ গৃহিনী শিশুপুত্ৰক কোলাত লৈ কুঁৱাৰ পৰা পানী নিবলৈ আহিছিল। বিদ্যুৎপ্ৰভাৰ গান শুনি সেই তিৰোতাজনী বিমুগ্ধ হৈ কাষৰ কলহটোৰ পৰিবৰ্তে কোলাৰ শিশুটিক কুঁৱাৰ পানীত অন্যমনস্কভাৱে নমাই দিয়ে।

---

(১) সপ্তসুৰৰ অধিষ্ঠাতৃ দেৱ-দেৱী—সা—অগ্নি, ঋ—ব্ৰহ্মা, গ—সৰস্বতী, ম—মহাদেৱ, প—লক্ষ্মী, ধ—গণেশ, নি—সূৰ্য্য।

বিদ্যুৎপ্ৰভাৰ গান শেষ হোৱাত গাবলৈ আৰম্ভ কৰিলে বিদ্যুৎপ্ৰভাৰ শহুৰেক বুঢ়ন মিশ্ৰ গাঙ্গোৱে। তেওঁ ভাৰতৰ এজন শ্ৰেষ্ঠ গায়ক হিচাবে উৰিষ্যাৰ পৰা নিমন্ত্ৰিত হৈ আহিছিল। বুঢ়ন মিশ্ৰই গাবলৈ ধৰিলে পটমঞ্জৰী ৰাগ। গান শেষ হোৱাৰ পাছত দেখা গ'ল ৰাজসভাৰ দুৱাৰ মুখত থকা সকলোবিলাক শোভা-বৃক্ষৰ পাত সৰি পৰিছে।

ৰাজসভাত ধন্য ধন্য পৰি গ'ল আৰু বাংলাদেশত এওঁলোকৰ নিচিনা যোগ্য শিল্পী নাই বুলি তেওঁলোকক জয়পত্ৰ দিব লাগে বুলি সভাৰ সিদ্ধান্ত হ'ল।

সেই সময়ত কবি জয়দেৱৰ পত্নী পদ্মাৱতী সেই পথেদি গঙ্গা নদীত স্নানৰ কাৰণে যাব ধৰিছিল। তেওঁ সেই কথা শুনি ৰাজ সভাত প্ৰবেশ কৰি শ্ৰদ্ধা সহকাৰে নমস্কাৰ কৰি ৰজাক ক'লে - মহাৰাজ! বালংদেশত এওঁলোকতকৈ যোগ্যতৰ গায়ক আছে।

ৰজা লক্ষ্মণ সেনে সুধিলে - হে কল্যাণি! কোন সেই গায়ক বা গায়িকা?

পদ্মাৱতীয়ে উত্তৰ দিলে যে মোক আৰু মোৰ স্বামী কবিশ্ৰেষ্ঠ জয়দেৱক পৰাজিত নকৰাকৈ বালাংদেশৰ পৰা জয়পত্ৰ কোনেও লৈ যাব নোৱাৰিব।

তেতিয়া মহাসমাদৰেৰে ৰজাই পদ্মাৱতীক গানৰ আসৰলৈ আহ্বান কৰিলে। পদ্মাৱতীয়ে গান্ধাৰ ৰাগ ধৰিলে। সেই সুৰৰ আকৰ্ষণত গঙ্গাৰ সিপাৰত থকা নাওবোৰ আপোনাআপুনি আহি ইপাৰত লাগিলহি। তেতিয়া সভাসদসকলে ক'বলৈ ধৰিলে যে জয়পত্ৰ পদ্মাৱতীয়েহে পোৱা উচিত।

বুঢ়ম মিশ্ৰই খঙেৰে ক'লে যে মই তিৰোতা মানুহৰ লগত প্ৰতিযোগিতা নকৰোঁ।

ইতিমধ্যে ৰজাৰ আহ্বানত কবিশ্ৰেষ্ঠ জয়দেৱ ৰাজসভাত উপস্থিত হৈ সমস্ত কথা শুনি ক'লে - বুঢ়ন মিশ্ৰৰ তো এনে কোনো কৃতিত্ব মই দেখা নাপাওঁ। বসন্ত কালত গছৰ পাত এনেয়ে সৰি পৰে। বুঢ়ন মিশ্ৰই প্ৰতিবাদ কৰি ক'লে যে একে সময়তে সকলোবোৰ পাত সৰি নপৰে। দিনে দিনে, প্ৰহৰে প্ৰহৰে সৰি পৰে। মোৰ গানৰ প্ৰভাৱত নিমিষতে সকলোবোৰ পাত সৰি পৰিছে।

জয়দেৱে তেতিয়া ক'লে তেন্তে তেওঁ সৰি পৰা গছৰ পাত পুনৰায় গানৰ প্ৰভাৱেৰে লৈ আহক।

বুঢ়ন মিশ্ৰই ক'লে সেইটো অসম্ভৱ। জয়দেৱে তেতিয়া বীণা হাতত লৈ বসন্তৰাগ ধৰিলে। বসন্তৰাগ আলাপৰ লগে লগে শুকান গছৰ ডালত নতুন সেউজীয়া পাতৰ অঙ্কুৰ গজি উঠিল।

সঙ্গীতৰ মহিমাৰ অন্ত নাই।●

# আলোচনা চক্ৰৰ অনুষ্ঠান

বিভিন্ন সভা-সমিতিৰ মাধ্যমত বিশেষকৈ আমাৰ শিক্ষিত সমাজৰ সাহিত্য চৰ্চা, ৰাজনীতি চৰ্চা, সমাজনীতি চৰ্চা কৰা স্থানীয় সভা, শাখা সভাবিলাকৰ মাহেকীয়া তিনিমহীয়া বৈঠক বিলাকত আৰু ছাত্ৰ-সভা, শিক্ষক-সভাবিলাকৰ কেন্দ্ৰীয় অধিবেশনবোৰত আলোচনাচক্ৰ সভা পতা হয়। ইয়াৰ অন্তৰালত থকা উদ্দেশ্য অতি মহৎ সন্দেহ নাই ; কিন্তু আমি কেইবাখনো আলোচনা চক্ৰত যোগদান কৰি সন্তোষ পোৱা নাই। কিয় সন্তোষ পোৱা নাই সেই বিষয়ে দুই-এটি কথা কোৱাৰ ইচ্ছা কৰিছোঁ।

আলোচনা চক্ৰত যি কোনো বিষয়কে লোৱা নহওক কিয় সেই বিষয়টো মুকলি কৰাৰ সময়ত উদ্বোধকে সমাজৰ বৰ্তমান পৰিস্থিতিত যিবোৰ সমস্যাই দেখা দিছে, সেহ সমস্যাবোৰৰ প্ৰধান প্ৰধান সমস্যা কেইটিমান উল্লেখ কৰি সেই সমস্যাবোৰৰ সমাধানৰ বিষয়ে আলোচনাৰ বাবে পথৰ নিৰ্দেশ দিব লাগে। সেই কাৰণে উদ্বোধকৰ দায়িত্ব ইয়াত যথেষ্ট পৰিমাণে আছে। যিকোনো সভাৰ পূৰ্ব্বৰৰ্তী কাৰ্য্য নিৰ্বাহক সভাত আলোচনা চক্ৰ পতাৰ সিদ্ধান্ত আৰু আলোচনা চক্ৰৰ বিষয় বস্তু নিৰ্দিষ্ট হোৱাৰ পাছত সভা সমিতিৰ সম্পাদক মহাশয়ে নিৰ্দিষ্ট উদ্বোধকৰ লগত সেই বিষয়টো আগ ধৰি আলোচনা কৰি তাৰ বিভিন্ন দিশৰ আলোচনাৰ ক্ৰম (points) স্থিৰ কৰি ল'ব লাগে আৰু স্থিৰ কৰি ল'ব লাগে কোনে কোন বিষয়ত অৰ্থাৎ নিৰ্দিষ্ট ক্ৰমৰ কোনটো বিষয়ত ক'ব বা ৰচনা লিখিব। আলোচনাত নিৰ্দিষ্ট অংশ গ্ৰহণকাৰী পাঁচজনতকৈ বেছি হ'ব নালাগে। উদ্বোধক আৰু সভাপতি দুজন থাকিব নালাগে। তৰ্ক সভা বিলাকত যেনেকৈ এজন অধ্যক্ষ (Speaker) থাকে, সেইদৰে— আলোচনা চক্ৰৰ অনুষ্ঠানতো কেৱল উদ্বোধক জনেই থাকিব। উদ্বোধকজনে অংশ গ্ৰহণ কৰা কোনজনে কিমান সময় ল'ব আৰু তেওঁ নিজৰ বক্তব্য নিজৰ বিষয়তে আবদ্ধ ৰাখিছে নে নাই সেই বিষয়ে নিয়ন্ত্ৰণ কৰিব। সভাপতি আৰু উদ্বোধক দুজন হ'লে এই বিষয়ে শৃঙ্খলা ৰক্ষা কৰা কিছু অসুবিধা হয়। ৰচনা থাকিলে বা বক্তাজনে লিখি আনিলে সেই ৰচনা যিমান সংক্ষিপ্ত হয়, সিমান ভাল হয় আৰু সেই ৰচনা সমস্যা ঘটিত আৰু নিজৰ বিষয় ঘটিত গণ্ডীৰ ভিতৰত আৱদ্ধ ৰাখিব লাগিব। নিৰ্দিষ্ট অংশ গ্ৰহণকাৰী সকলৰ নিজ নিজ ৰচনা আৰু বক্তৃতা শেষ হোৱাৰ পাছত উপস্থিত সমজুৱাৰ আলোচনা আৰম্ভ হ'ব। উপস্থিত সমজুৱাৰ বক্তৃতা আৰু আলোচনাতো তেওঁ সমস্যা ঘটিত আৰু আলোচ্য বিষয় সম্পৰ্কিত দুটি-এটি ক্ৰমত হে নিৰ্দিষ্ট সময়ৰ ভিতৰত আলোচনা শেষ কৰিব লাগিব।

সৰ্বশেষত উদ্বোধকৰ কৰ্তব্য হ'ব সভাপতিয়ে সভাৰ শেহত মন্তব্য প্ৰকাশ কৰাৰ দৰে আলোচনাৰ সংক্ষিপ্ত টোকা এটি দাঙি ধৰা। তাৰ পাছত তেওঁ উদ্বোধনী বক্তৃতাত যিবোৰ ক্ৰম বা বিষয় আলোচনাৰ বাবে দাঙি ধৰিছিল সেইবোৰ আলোচিত হৈছে নে নাই সেই বিষয়ে চমু মন্তব্য দি নিজৰ মত প্ৰকাশ কৰি আলোচনাৰ অন্ত পেলাব।

আলোচনা চক্ৰত প্ৰত্যেকজন অংশ গ্ৰহণকাৰীয়ে যাতে একে কথাৰে অৱতাৰণা নকৰে তাৰ বাবে এই সাৱধানতা ৰক্ষা কৰাৰ আৱশ্যক। আলোচনা চক্ৰবোৰ তৰ্ক সভাও নহয় আৰু সাধাৰণ সভাও নহয় ; কাৰণ ইয়াত অংশ গ্ৰহণকাৰীসকলৰ আলোচনাৰ গণ্ডী সীমাবদ্ধ কৰি দিয়া হয়। আনফালে প্ৰত্যেক জন অংশগ্ৰহণকাৰীৰ ৰচনা আৰু বক্তৃতা সমন্বিত কৰিলে এটি সম্পূৰ্ণ প্ৰৱন্ধ বা বক্তৃতাৰ সম্পূৰ্ণতা লাভ কৰিব।

সাধাৰণতঃ দেখা গৈছে প্ৰত্যেকজন অংশ গ্ৰহণকাৰীয়ে আলোচ্য বিষয়ৰ ভূমিকাত আৰু আলোচনাৰ মাজত বিষয়টো সম্পূৰ্ণকৈ আলোচনা কৰিবলৈ প্ৰয়াস কৰে। তাৰ ফলত প্ৰত্যেকজনে একে কথাকে কয় আৰু শ্ৰোতামণ্ডলী বিৰক্ত হয়। আলোচনাও দীঘলীয়া হয়। আলোচনা চক্ৰত আলোচ্য বিষয়টো বিভিন্ন দিশৰ পৰা বিভিন্ন আলোচকৰ আলোচনাৰ মাজত পূৰ্ণাঙ্গ হৈ উঠিব লাগে। উদ্বোধকৰ উদ্বোধনী বক্তৃতাতো সেই বিভিন্ন দিশৰ আলোচনাৰ বাবে আহ্বান থাকিব লাগে আৰু তেওঁৰ সামৰণিতো ক্ৰুটি বিচ্যুতিৰ, পূৰ্ণতা অপূৰ্ণতাৰ আৰু বৈশিষ্ট্যৰ মূল্যায়ন থাকিব লাগে। নিৰ্দিষ্ট বা উদ্বোধনত উল্লেখ কৰা বিষয়ৰ বহিৰ্ভূত কোনো বিষয় আলোচনাৰ স্থান আলোচনা চক্ৰত থাকিব নালাগে।

আলোচনাৰ উদ্দেশ্য হৈছে যে যি কোনো বিষয়ৰ জ্ঞান বিভিন্ন লোকে কেনেদৰে আহৰণ কৰিছে, সামাজিক পৰিস্থিতিত সমস্যা সমূহ কি দৃষ্টিভঙ্গীৰে লক্ষ্য কৰিছে আৰু বিভিন্ন লোকৰ দৃষ্টিভঙ্গীৰ মাজত ক'ত কি সমতা বা বৈষম্য আছে সেইটো প্ৰকাশিত হোৱা আৰু তাৰ পৰা ব্যক্তিৰ নিজ নিজ মতবাদ সংশোধন কৰা। আলোচনা চক্ৰৰ মাধ্যমত লিখক পাঠক আৰু শ্ৰোতাসকলৰ মাজত ভাৱৰ আদান-প্ৰদান আৰু বিষয় বস্তুটো খৰচি মাৰি বুজিবৰ সুযোগ ঘটিব লাগে। এজনৰ অধ্যয়নৰ ফল আনজনে লাভ কৰিবৰ সুযোগ ঘটিব লাগে। সমাজৰ বিভিন্ন সমস্যাৰ সমাধানৰ ক্ষেত্ৰত বক্তা শ্ৰোতাৰ পূৰ্ণ পৰিচয় হ'বৰ সুযোগ ঘটিব লাগে; তেতিয়াহে আলোচনা চক্ৰৰ সাফল্য অহা বুলি ক'ব পাৰি।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# সমাজ-তত্ত্ব

## (শিক্ষাব্ৰতী)

ভাৰত মাতাৰ ৰূপৰ পৰিবৰ্তন ঘটিব ধৰিছে। বসন্ত ঋতুৰ অন্ত পৰিছে শীতকালৰ আবিৰ্ভাৱ হৈছে। ইতিমধ্যে গ্ৰীষ্ম, বৰ্ষা, শৰৎ আৰু হেমন্তৰো অন্ত পৰিছে। কবি গুৰু ৰবীন্দ্ৰ নাথে 'শীতে ও বসন্তে' কবিতাত গাইছে—

উতলা পাগল বেশে
  দক্ষিণে বাতাস এসে
কোথা হ'তে হা হা হেসে
  প'ল যেন মদমত্ত।
লেখা পত্ৰ কেড়ে কুড়ে
  কোথা কী যে গেল উড়ে
ওই ৰে আকাশ জুড়ে
  ছড়ায় 'সমাজ তত্ত্ব'।

কবিয়ে সুদূৰ প্ৰসাৰী দূৰ দৃষ্টিৰে ভাৰত মাতাৰ চকুৱে-মুখে দক্ষিণা হাওৱাই ধুলি চটিয়াই ভাৰত মাতাৰ অনিন্দ্যসুন্দৰ ৰূপৰ বিকৃতি ঘটোৱাৰ দৃশ্যৰ অপচেষ্টা দেখিবলৈ পালে। দেশ মাতাৰ ভক্ত সন্তান সকলে আজি কবি গুৰুৰ এই ভৱিষ্যৎ বাণীৰ অৰ্থ মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিব ধৰিছে। আজি অন্ন-বস্ত্ৰৰ অভাৱ দেশত নাইকিয়া হোৱা নাই কিন্তু আজি ভাৰতবাসী অন্নৰ অভাৱত আৰু শীতৰ প্ৰকোপত প্ৰাণ ত্যাগ কৰিব ধৰিছে। আজি ভাৰতত 'সমাজ তত্ত্বৰ' বিভীষিকাই দেখা দিছে। এই বিভীষিকা কোন পথে দি আহি দেখা দিছে তাকো কবিয়ে নিৰ্ম্মল চক্ষুৰে দৃষ্টি কৰি নিষেধৰ বাণী উচ্চাৰণ কৰি স্পষ্ট ভাষাত ব্যক্ত কৰিছে। দেশৰ কৃষ্টি সংস্কৃতি পলায়নৰ পথত থিয় দিছে। কবিয়ে গাইছে—

গেল গেল ওকী কৰ
  আৰে আৰে ধৰো ধৰো।

তেওঁৰ এই নিষেধ বাণী ভাৰতৰ আকাশত উপহাসৰ ছবি ফুটাই তুলিছে সেইবাবে পিছ মুহূৰ্ত্ততে তেওঁ গাইছে—

হাসে বায়ু কলহাস্যে
  উঠে হাসি নদীজলে

ছল  ছল কল কলে
ভাসায়ে লইয়া চলে
'মনুর নতুন ভার্য্যে।

বেদ উপনিষৎ মনুসংহিতা পৰাশৰ সংহিতা গীতা-ভাগৱত আৰু তন্ত্ৰ শাস্ত্ৰৰ ক'ত প্ৰকাৰ অপব্যাখ্যামূলক ভাষ্য ভাৰতীয় আৰু ইংৰাজী ভাষাত প্ৰকাশ পাইছে তাৰ ইয়ত্তা নাই। আজি সেই অপব্যাখ্যামূলক সাহিত্যৰাজিয়ে ভাৰতীয় লোকৰ চৰিত্ৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি দেশমাতৃকাৰ মুখচ্ছবিৰ সলনি ঘটাইছে। বেদ জগতৰ আদি গ্ৰন্থ হৈও বৈদিক যুগৰ কাল নিৰ্ণয় কৰিবলৈ গৈ বৈদিক সভ্যতাক হীন প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিবলৈ ধৰিছে। বেদ বাক্যৰ সত্যতা উপলব্ধি কৰিও তাক মিথ্যা বুলি অপপ্ৰমাণ কৰিবৰ চেষ্টা কৰিব ধৰিছে। ভৰতীয় বিজ্ঞান আৰু দৰ্শনে আজিও উচ্চতম স্থান অধিকাৰ কৰি থকা সত্বেও তাক অৱহেলাৰ চকুৰে দৃষ্টি কৰিব ধৰিছে। গীতা সৰ্ব্বশ্ৰেষ্ঠ গ্ৰন্থ হৈও সমাজৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। গীতাত নথকা কথাবোৰ গীতাৰ বাক্য বুলি ইতিমধ্যে বহু প্ৰকাৰ অসমীয়া গীতাৰ সংস্কৰণ উলিয়াই জনসমাজক বিভ্ৰান্ত কৰি আধ্যাত্মিকতাৰ পৰা আঁতৰাই নিব ধৰিছে। নগ্ন মিথ্যা বাণী প্ৰচাৰৰ প্ৰাধান্যই বিস্তাৰ লাভ কৰিছে। সাহিত্যৰ হেনো এনে নৱ-ৰূপ দান!

ৰবীন্দ্ৰ নাথেও ভাৰতীয় প্ৰাচীন সাহিত্যৰ নৱৰূপ দান কৰিছে। কিন্তু ভাৰত মাতৃৰ মুখচ্ছবি তেওঁ উজ্জ্বলতৰ কৰি তুলিছে, বেছি প্ৰাণৱন্ত কৰি তুলিছে, সমগ্ৰ জগতৰ আগত তাৰ মহত্ব দাঙি ধৰিছে। আধুনিক জগতৰ আধুনিক সাহিত্যই প্ৰাচীন ভাৰতীয় সাহিত্যৰ কণ্ঠ চেপি ধৰিছে, প্ৰাণহানি উদযোগ কৰিছে। তিলক আৰু অৰবিন্দৰ গীতাৰ ভাষা যে আধুনিক অসমীয়া বিকৃত মস্তিস্কৰ অসমীয়া পদ গীতা লেখক সকলৰ বুজিবৰ বিদ্যা বা বুদ্ধি নাই তাকে প্ৰমাণিত কৰিছে। আচৰিত কথা এয়ে যে বহু লব্ধপ্ৰতিষ্ঠ পণ্ডিত লোকে সেই বিকৃত গীতাবোৰক আদৰণি জনাইছে। কিন্তু এই অপচেষ্টা বোৰ যে নিষ্ফল হ'ব তাত কোনো সন্দেহ নাই। ভাৰতৰ আত্মা অমৃত ৰসত সিঞ্চিত হৈ আছে, ভ াৰতৰ মুনি ঋষিৰ অমোঘ বাণী সদা সত্য হৈ ভূমণ্ডলৰ আকাশ বতাহত বিৰাজ কৰি আছে। ভাৰত প্ৰেমী চাৰ জন উড্ৰফৰ তন্ত্ৰশাস্ত্ৰ আৰু ম্যাক্সমূলাৰ আদি বিশিষ্ট পাশ্চাত্য পণ্ডিত সকলৰ গ্ৰন্থৰাজিয়েই তাক প্ৰমাণ কৰি থৈছে। ঈশ্বৰৰ সত্য স্বৰূপ-দ্বৈপায়ন ঋষিৰ শ্ৰীমদ্ভাগৱত গ্ৰন্থই যেনেকৈ প্ৰচাৰ কৰিছে, আধুনিক যুগৰ মহামানৱ মহাত্মাগান্ধীয়েও তাকেই স্বীকাৰ কৰিছে। আধুনিক যুগৰ আন এগৰাকী মহামানৱ স্বৰ্গীয় পৰম পূজনীয় গুৰুজীয়েও সেই সত্য প্ৰতিষ্ঠাৰ বাবেই চিৰজীৱন প্ৰয়াস কৰি আহি আত্মাহুতি দান কৰিছে।

আজি ভাৰতত যি শীত-ঋতুৰ আবিৰ্ভাৱ হৈছে সেই শীতকালৰ অন্তত

বসন্ত ঋতুৰ আবিৰ্ভাৱো যে সুনিশ্চিত তাত কোনো সন্দেহৰ অৱকাশ নাই। ভাৰতীয় সমজত যুগ যুগ ধৰি জমি অহা কুলুষৰাশিৰ মাজত নিষ্কলুষ জীৱনৰ অঙ্কুৰ গজি উঠিব আৰু বসন্তৰ পাছতে গ্ৰীষ্মৰ ৰৌদ্ৰ কিৰণে পুনৰ্জীৱন দান কৰিব। গ্ৰীষ্মৰ পাচত বৰ্ষা আহি কলুষ ৰাশি ধুই-পখালি নিয়াৰ পাচত শৰৎ কালত নিৰ্মল আকাশত ভাৰতীয় কৃষ্টি সংস্কৃতি পুত পৱিত্ৰ হৈ বিৰাজিত হোৱা দেখিবলৈ পোৱা যাব। ই মাত্ৰ সময় সাপেক্ষেহে। এই আশা বুকুত লৈ ভাৰতীয় ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই অদম্য উৎসাহেৰে অক্লান্ত পৰিশ্ৰমেৰে নীৰৱে কৰ্ম কৰি গৈ আছে। নীৰৱ এই কৰ্মীবৃন্দৰ প্ৰাণৰ উৎসাহ আৰু বুদ্ধিদীপ্ত জ্ঞানৰ প্ৰস্ফুৰণত ভীত হৈ দৈত্য দানৱ সকলে দেৱতাৰ দ্ৰোহ আচৰণ কৰাৰ দৰে বৰ্ত্তমান ভাৰতৰ মুখা পিন্ধা সত্যান্বেষী আৰু অহিংসাবাদী লোক সকলে আৰু হিংস্ৰ ভাৱাপন্ন লোক সকলে মিথ্যা প্ৰচাৰৰ দ্বাৰা এই নিঃস্বাৰ্থ কৰ্মীদলৰ টেটু চেপি ধৰিব খুজিছে কিন্তু দেৱতাসকলৰ যেনেকৈ যেনেকৈ জয় হৈ আহিছে, এই কৰ্ম্মীবৃন্দৰো যে জয় সুনিশ্চিত তাত কোনো সংশয় নাই।

ৰবীন্দ্ৰ নাথে গাইছে—

বাদ প্ৰতিবাদ যত
শুকনো পাতার মত
কোথা হ'ল অপগত
কেহ তাহে নহে ক্ষুণ্ণ।
ফুল গুলি অনায়াসে
মুচকি মুচকি হাসে,
সুগভীৰ পৰিহাসে
হাসিতেছে নীল শূণ্য।

কৱি সম্ৰাটৰ এই মহৎ বাণীৰ ভিতৰতে ৰাষ্ট্ৰীয় স্বয়ং সেৱক বৃন্দৰ অদম্য উৎসাহৰ তত্ত্ব লুকাই আছে।

প্ৰচীন ভারত বুঝি
আর পাইবনা খুঁজি।

কৱি গুৰুৰ এই আশঙ্কাৰ ভিত্তি হৈছে ৰুছিয়াৰ সমজ তত্ত্বই হয়তো এদিন ভাৰতবৰ্ষৰ ৰূপ সলাই দিব। সেই আশঙ্কাই আজি যেন বাস্তৱ ৰূপ গ্ৰহণ কৰিছে। সেই ৰূপৰ সলনিও নিশ্চয় হ'ব? কাৰণ ৰুছ সম্ৰাট জাৰৰ ৰুছিয়াৰ লগত, মাৰ্ক্সৰ পুঁজিবাদী ইউৰোপৰ লগত মুনিঋষি সকলৰ আধ্যাত্মিক ভাৰতবৰ্ষৰ আকাশ পাতাল প্ৰভেদ। দৃপ্তকণ্ঠে ভাগৱতৰ দ্বৈপায়ন ঋষিয়ে এটা দুই শাৰীৰ শ্লোকতে ভাৰতীয় সমাজ তত্ব ব্যাখ্যা কৰিছে।

যাৱদ ভ্ৰিয়তে জঠৰং তাৱৎ

স্বত্বং হি দেহিনাম।
যোহ ধিকমভিমন্যেত সস্তেনো
দণ্ডমইতি।।

যিমান খিনিৰে তোমাৰ পেটটো ভৰে অৰ্থাৎ যিমান খিনিৰে তোমাৰ সাধাৰণ ভাৱে ভৰণ পোষণ চলে সিমান খিনি মাত্ৰ হে তোমাৰ স্বত্ব তাৰ বেছি তুমি আকাংক্ষা কৰিব নোৱাৰা। যদিহে তুমি তাৰ বেছি আকাংক্ষা কৰা তেন্তে তুমি চোৰ, তোমাক শাস্তি দিব লাগে।

আজি ভাৰতবৰ্ষৰ সমাজবাদী নেতা সকল তেওঁলোকৰ আক্ৰমণৰ ব্যক্তি পুঁজিবাদী সকলতকৈ বেছি ধনী হয় নে নহয় সেইটো বিচাৰৰ সময় উপস্থিত হৈছে। তেওঁলোকৰ ধনৰ লোভ কোন পুঁজিবাদীতকৈ কম? নিঃস্বাৰ্থতা বা স্বাৰ্থত্যাগৰ নীতি তেওঁলোকৰ আন্দোলনবাদী মনত ঠাই পায় নে?●

# ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ এটি বৃহৎ শিক্ষানুষ্ঠান

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ ৰাজনৈতিক অনুষ্ঠান নহয়। দলীয় ৰাজনীতিৰ চৰ্চ্চা শিক্ষামূলক সমালোচনাৰ মাধ্যমত সদস্যসকলৰ ভিতৰত হোৱাত কোনো বাধা নাথাকিলেও ৰাষ্ট্ৰীয় স্বয়ং সেৱ সংঘৰ সদস্যসকল কোনো এটা ৰাজনৈতিক দলৰ অন্তৰ্ভুক্ত নহয়। বিভিন্ন ৰাজনৈতিক দলৰ সদস্য ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘত যোগদান কৰিব পাৰে আৰু নিজ নিজ দলৰ কাৰ্য্যসূচী অনুসাৰে সক্ৰিয় দলীয় ৰাজনীতিৰ চৰ্চ্চা কৰিব পাৰে, যিহেতুকে বিভিন্ন ৰাজনৈতিক দলৰ সদস্য ইয়াত থকাত কোনো বাধা নিষেধ নাই।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ হিন্দু সকলৰ সাংস্কৃতিক অনুষ্ঠান। প্ৰত্যেক হিন্দুৰ দৈহিক, মানসিক আৰু আধ্যাত্মিক উন্নতিৰ ববে কাৰ্য্যক্ৰমণিকাত শিক্ষা-মূলক কাৰ্য্যপদ্ধতি নিৰ্দ্ধাৰিত আছে। সেই কাৰ্য্যসূচীত উপাসনা পদ্ধতিৰ ব্যৱস্থাও আছে। সাৰ্বজনিক হিন্দুৰ বাবে সেই পদ্ধতি নিৰ্ণীয় হৈছে। হিন্দু, মুছলমান, খৃষ্টান আদি বিভিন্ন ধৰ্ম্মৰ উপাসনা পদ্ধতি বিভিন্ন ; সেইবাবে উমৈহতীয়া সৰ্ববাদী সন্মত উপাসনা পদ্ধতি গ্ৰহণৰ সম্ভাৱনা নথকাত হিন্দুৰ ব্যতিৰেকে আন ধৰ্ম্মৰ লোকৰ অন্তৰ্ভুক্তি ইয়াত সম্ভৱ নহয়। কেৱল হিন্দুধৰ্মৰ লোকৰ বাবেহে এই অনুষ্ঠান। সেইবুলি ইয়াক সাম্প্ৰদায়িক অনুষ্ঠান বোলা উচিত নহ'ব, কাৰণ হিন্দুৰ বাহিৰে আন আন ধৰ্মৰ মানুহৰ মাজতো এনে অনুষ্ঠান আছে। সেই বোৰ অনুষ্ঠান যদি সাম্প্ৰদায়িকতা দোষত দূষিত নহয়, ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ বা কিয় দূষিত হয়? যিবোৰ অনুষ্ঠানত আন ধৰ্ম বা আন সম্প্ৰদায়ৰ বিৰুদ্ধে বিদ্বেষ প্ৰচাৰ কৰা হয়, সেইবেৰ অনুষ্ঠানক সাম্প্ৰদায়িক অনুষ্ঠান বুলি ক'ব পৰা যায়। ভাৰতত এনে ধৰণৰ বহু অনুষ্ঠান আছে যিবোৰ অনুষ্ঠানত হিন্দুৰ প্ৰতি বিদ্বেষ প্ৰচাৰ কৰা হয়, হিন্দুৰ দেৱ-দেৱীৰ বিৰুদ্ধে নান প্ৰকাৰ দোষাৰোপ কৰা হয়, হিন্দুৰ মুৰ্ত্তিপূজাৰ প্ৰতি অসহনীয়, নিন্দা প্ৰচাৰ কৰা হয়। সেই, সেই অনুষ্ঠানবোৰক সাম্প্ৰদায়িকতাবাদী অনুষ্ঠান বুলি তাৰ ওপৰত বাধা নিষেধ আৰোপ কৰা নহয় আৰু তাক নিষিদ্ধও কৰা নহয়। হিন্দুৰ বিৰুদ্ধে হিন্দুধৰ্মৰ বিৰুদ্ধে আৰু হিন্দুৰ আচাৰ নীতিৰ বিৰুদ্ধে যিবোৰ অপপ্ৰচাৰ আৰু নিন্দাপ্ৰচাৰ কৰা হয়, সেই নিন্দা আৰু অপপ্ৰচাৰে হিন্দুৰ ল'ৰা ছোৱালীৰ মনত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। সেইবাবে হিন্দুৰ বাবে এনে এটি প্ৰতিষ্ঠানৰ আৱশ্যক, যি প্ৰতিষ্ঠানৰ কাৰ্য্যসূচী

হোৱা উচিত হিন্দুৰ ল'ৰা ছোৱালীক বিধৰ্মী লোকৰ অপপ্ৰচাৰৰ প্ৰতিক্ৰিয়াৰ পৰা ৰক্ষা কৰা। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই মুছলমানক ভাৰতৰ পৰা বিতাৰিত কৰিবলৈ নিবিচাৰে। মুছলমানক হিন্দু ধৰ্মলৈ ধৰ্মান্তৰিত কৰিবলৈ ইচ্ছা নকৰে। মুছলমান সকলে ভাৰতবৰ্ষত বিশুদ্ধ মুছলমান হৈ ভাৰতীয় বুলি নিজক বিবেচনা কৰক, হিন্দুৰ প্ৰতি বিদ্বেষ ভাৱ পৰিহাৰ কৰক, হিন্দুসকলক নিজদেশ ভাৰতবৰ্ষত সুখ শান্তিৰে বাস কৰাত প্ৰতিবন্ধক নজন্মাওক ইয়াকেহে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই আশা কৰে, কিন্তু আনৰ হিংসামূলক কাৰ্য্যৰ বিৰুদ্ধে হিন্দুৰ প্ৰতি অন্যায় আক্ৰমণৰ বিৰুদ্ধে কাপুৰুষৰ দৰে সহি নাথকি বীৰৰ দৰে প্ৰতিৰোধৰ চেষ্টা কৰে। সেই প্ৰতিৰোধৰ মূলনীতি হৈছে আত্মৰক্ষা, পৰহিংসা বা প্ৰতিশোধ নহয়। আত্মৰক্ষাৰ প্ৰত্যেক ব্যক্তিৰ, প্ৰত্যেক জাতিৰ স্বাভাৱিক অধিকাৰ আছে। সেই স্বাভাৱিক অধিকাৰৰ গণ্ডীৰ ভিতৰত থাকি ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই নিজকে, নিজৰ দেশক, নিজৰ সমাজক আৰু নিজৰ ধৰ্ম্মক সেৱা কৰিবলৈ বদ্ধপৰিকৰ। সেইটো দোষৰ কথা নহয়, গুণৰ হে কথা। নিজৰ সমাজ ৰক্ষা কৰা, নিজৰ নিজৰ কৃষ্টি সংস্কৃতি ৰক্ষা কৰা, নিজৰ দেশক প্ৰতিপক্ষৰ আক্ৰমণৰ পৰা ৰক্ষা কৰা প্ৰত্যেক ব্যক্তি আৰু জাতিৰ কৰ্তব্য পৰায়ণতাকেই দেশ প্ৰেম বোলা হয়। সত্য, অহিংসা আৰু ন্যায়বিচাৰৰ ভিত্তিত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই দেশপ্ৰেমৰ শিক্ষা দিয়ে।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই চৰিত্ৰ বলৰ ওপৰত বিশ্বাস ৰাখে। প্ৰত্যেক ভাৰতীয় চৰিত্ৰ বলত বলীয়ান হওক আৰু সামগ্ৰিক ভাৱে জাতীয় চৰিত্ৰত সৰ্বোত্তম জাতি হিচাবে পৰিগণিত হওক ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই তাকেহে কামনা কৰে। হিন্দুৰ আচাৰ নীতি, উপসনা পদ্ধতি, খাদ্যনীতি, সমাজ সেৱা সকলো কথাই আত্মোপলব্ধিৰ ভিত্তিত আবিষ্কৃত আৰু পৰিচালিত। এইবোৰ পদ্ধতি আধ্যাত্মিক বিজ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত। সেই আধ্যাত্মিক বিজ্ঞানৰ প্ৰতি হিন্দুৰ আস্থা বাঢ়ক, আধ্যাত্মিক বিজ্ঞান অনুশীলন কৰক আৰু হিন্দুৱে হিন্দুৰ ল'ৰা ছোৱালী বিলাকক বিধৰ্মীৰ বিৰুদ্ধ ৰীতি নীতি আৰু হিন্দু ধৰ্মৰ অপপ্ৰচাৰমূলক বাতাবৰণৰ পৰা ৰক্ষা কৰক ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই সেইটোহে বিচাৰে। পৱিত্ৰ হিন্দুধৰ্মৰ শাস্ত্ৰ, আদৰ্শ আৰু সংস্কৃতিৰ প্ৰভাৱত আন আন ধৰ্ম চিৰদিন প্ৰভাৱান্বিত হৈ আহিছে। হিন্দুৰ পৱিত্ৰ আদৰ্শৰ পৰা হিন্দুৰ অতীত ঐতিহ্য সংস্কৃতিৰ পৰা আজিৰ হিন্দুৰ স্খলন হৈছে। সেই স্খলনৰ পথ ৰোধ কৰি উন্নতিৰ পথত যদি আগুৱান হয়, আজিৰ দিনতে হিন্দু আন আন দেশৰ আৰু জাতিৰ আদৰ্শস্থল হ'ব পাৰিব. ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই তালৈহে লক্ষ্য কৰে। হিন্দুৰ আদৰ্শত অনুপ্ৰাণিত হৈ বহু অহিন্দু বিদেশী লোকে হিন্দু ধৰ্ম গ্ৰহণ কৰিছে। কোনো হিন্দুৱে অপপ্ৰচাৰ বা বল প্ৰয়োগৰ দ্বাৰা কাকো ধৰ্মান্তৰিত কৰা নাই। যি ধৰ্মৰ লোক, তেওঁ সেই ধৰ্মপথত আত্মোন্নতিত যদি অপাৰগ হৈ, হিন্দুধৰ্ম গ্ৰহণ কৰিব খোজে, গ্ৰহণ

কৰক। কিন্তু ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই এইটোকে কামনা কৰে আৰু প্ৰচাৰ কৰে যে হিন্দু, মুছলমান, খৃষ্টান আদি সকলো ধৰ্ম্মৰ লোকে নিজ নিজ ধৰ্ম্ম, নিজ ধৰ্ম্মশাস্ত্ৰমতে আচৰণ কৰক আৰু তাতেই তেওঁলোক শান্তি পাব ; সেই কথা ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই দৃঢ়তাৰে বিশ্বাস কৰে। যিবিলাকে নিজ ধৰ্ম্ম আচৰণ কৰিব নোৱাৰে, পৰৰ ধৰ্ম্মও তেওঁলোকে গ্ৰহণ কৰিব নোৱাৰে। নিজ নিজ ধৰ্ম্ম আচৰণ কৰিলে সকলোৱে সত্য, অহিংসা আৰু ন্যায় বিচাৰৰ পথ আপোনা আপুনি দেখা পাব। ধৰ্ম্মৰ নামত ভণ্ডামি, ধৰ্ম্মৰ নামত ৰাজনীতিৰ অপপ্ৰচাৰ, মানৱতাৰ বিৰুদ্ধে অভিযান ত্যাগ কৰক। তেতিয়া দেখিব সাম্প্ৰদায়িকতাৰ কোনো দোষেই কোনো সমাজক স্পৰ্শ কৰিব নোৱাৰে।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ সামাজিক অনুষ্ঠান। হিন্দু সমাজৰ ভিতৰত ই আৱদ্ধ। ই ধৰ্ম্মনিৰপেক্ষ ৰাষ্ট্ৰৰ ৰাজনৈতিক অনুষ্ঠান নহয় যে হিন্দু, মুছলমান, খৃষ্টান সকলোৱে ইয়াৰ সভ্য হ'ব পাৰে। হিন্দুত বাদে আন কাৰো বাবে ইয়াৰ সদস্যপদ মুকলি নহয় বাবে ই সাম্প্ৰদায়িক অনুষ্ঠান হ'ব নোৱাৰে। নিৰপেক্ষ দৃষ্টিৰে চালে এই সত্য উপলব্ধি কৰা কঠিন নহয়।●

# স্বৰাজোত্তৰ যুগৰ ২৫ বছৰ

ভাৰতবৰ্ষৰ স্বাধীনোত্তৰ যুগৰ যোৱা ২৫ বছৰে ৰাজনৈতিক ক্ষেত্ৰৰ অভিজ্ঞতাৰ পৰা আমি উপলব্ধি কৰা উচিত যে আমাৰ প্ৰশাসনীয় নীতিত কেৰোণ আছে। সাংবাদিক শ্ৰীগুণদা মজুমদাৰে যোৱা ৪ ফেব্ৰুৱাৰীৰ অমৃতবাজাৰ পত্ৰিকাৰ ৰাজনৈতিক অঙ্গনৰ (Political Forum) এটা প্ৰৱন্ধত উল্লেখ কৰিছে যে আমি যোৱা ২৫ বছৰে আমাৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত ব্যৰ্থতাৰ হে সন্মুখীন হৈছো। তাৰ প্ৰধান কাৰণ হৈছে যে ভাৰতবৰ্ষই বিনা বিচাৰে পাশ্চাত্য জগতক আৰু কম্যুনিষ্ট মতবাদী দেশ সকলৰ পথ অনুসৰণ কৰি আহিছে। আন কি ভাৰতীয় সংবিধানখনো বিদেশৰ সংবিধানবোৰৰ আৰ্হিত জোৰা তাপলি মাৰি ৰচনা কৰা হৈছিল। আজি গান্ধীবাদৰ অস্তিত্বই নোহোৱা হৈছে। তেওঁ লিখিছে যে গান্ধীজীৰ প্ৰভাৱ তেওঁৰ মৃত্যুৰ লগে লগে নাইকিয়া হৈ গৈছে। গান্ধীজীৰ মতে দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক উন্নয়নৰ সকলো ক্ষেত্ৰতে সকলো কাৰ্য্যৰ মাপকাঠি হ'ব লাগে— দৰিদ্ৰলোকৰ অদ্যতন (immediate) প্ৰয়োজনীয় অভাৱৰ (needs) প্ৰতি সৰ্ব্ব প্ৰথম প্ৰচেষ্টা। মোহিনী শক্তি সম্পন্ন নেহৰুৱে পশ্চিমীয়া জগতৰ ৰংচঙৰ ফালেহে ঢাল খালে যাৰ ফলত ধনীলোক সকল ধনী আৰু দৰিদ্ৰ লোকসকল আৰু দৰিদ্ৰ হ'ল। (Glamorous Nehru folowed the glittering West and the rich became richer and the poor poorer.)। চিন্তাশীল উক্ত সাংবাদিক জনে আৰু কৈছে যে বৃহৎ বৃহৎ উদ্যোগ স্থাপনৰ দ্বাৰা সাধাৰণ দৰিদ্ৰলোক সকলৰ সদ্যহতে চলি থকা দাৰিদ্ৰ্যৰ মোচন নহয়। বৃহৎ উদ্যোগ সমূহ বিকেন্দ্ৰীকৰণ পদ্ধতিৰে সমগ্ৰ দেশখনতে বিয়পাই দিব লাগিব, আৰু শক্তিচালিত (powerdriven) উদ্যোগৰ ক্ষুদ্ৰ ক্ষুদ্ৰ নিপুণ গোট (units) সমগ্ৰ দেশখনতে সৃষ্টি কৰিব লাগিব যাতে নিত্য-ব্যৱহাৰ্য্য সমস্ত বস্তু প্ৰত্যেক ঘৰতে নিৰ্মাণ হ'ব পাৰে। ইয়াৰ দ্বাৰা বৰ্তমান নিবনুৱা সমস্যাৰ প্ৰকটতা হ্ৰাস পাব আৰু দৰিদ্ৰলোক সকলৰ দাৰিদ্ৰ্য মোচনৰ পথ মুকলি হ'ব।

সন্তুষ্ট মনৰ দুঃখ নাই। নিত্য প্ৰয়োজনীয় বস্তু যদি প্ৰত্যেক জন ব্যক্তিয়ে নিজে নিজে তৈয়াৰ কৰি লৈ তাতে সন্তুষ্ট হৈ থাকে তেন্তে দুঃখ নাথাকে। গান্ধীবাদতো এই কথাই প্ৰধান স্থান অধিকাৰ কৰি আছে। খদ্দৰ ইউনিফৰ্ম হিচাবে ব্যৱহাৰ কৰাৰ কথা গান্ধীবাদত নাছিল। বৈজ্ঞানিক পদ্ধতিৰে কুটিৰ শিল্পৰ উন্নয়নৰ কথা হে গান্ধীবাদত আছিল। ৰেলগাড়ী, জাহাজ আদি নিৰ্মাণৰ বৃহৎ উদ্যোগৰ

কথা গান্ধীবাদত আছিল কিন্তু যিবোৰ শিল্প কুটিৰ শিল্পৰ অন্তৰ্ভুক্ত কৰিব পাৰি তাৰ বাবে বৃহৎ উদ্যোগ স্থাপনৰ কথা গান্ধীবাদত নাই।

স্বোপাৰ্জ্জিত ধনৰে যদি বিলাসবৰ্জ্জিত জীৱন যাপনত লোক অভ্যস্ত হয় তেতিয়া চুৰি ডকাইতি কৰা কাৰ্য্য কমি আহিব। সন্তুষ্ট মনেৰে সুখী জীৱন যাপন কৰা মানুহৰ দুৰ্নীতি অৱলম্বন কৰিবৰ আৱশ্যক নহয়, কিন্তু তথাপি পৰস্পৰ সংহতি সহানুভূতিৰ পৰিবেশ সৃষ্টি কৰাৰ আৱশ্যক আছে।

জীৱন পদ্ধতিৰ পুৰণি ধাৰা দ্ৰুত পৰিবৰ্ত্তিত হ'ব ধৰিছে। ডেকাদলে নতুন পদ্ধতিৰে জীৱন যাপনৰ ধাৰা প্ৰৱৰ্ত্তিত কৰিব ধৰিছে। পুৰণি চামৰ মানুহে পুৰণি পদ্ধতিৰ প্ৰতি অযথা মোহ দেখুৱালে নচলিব ; কিন্তু সত্যৰ ওপৰত প্ৰতিষ্ঠিত যিবোৰ নীতি সেই নীতিবোৰ যাতে ডেকাদলে ভঙ্গ নকৰে তাৰ প্ৰতি যদি পুৰণি চামৰ মানুহে দৃষ্টি ৰাখে তাতো ডেকাদল অসন্তুষ্ট নহৈ দেশৰ কৃষ্টি সংস্কৃতিৰ ৰক্ষাৰ বাবে এটি সুসমন্বিত নীতি তেওঁলোকে গ্ৰহণ কৰিব লাগিব। এইদৰে কৃষ্টি সংস্কৃতিৰ উজ্জ্বল আদৰ্শ আৰু সেই আদৰ্শ ৰূপায়ণৰ মাধ্যমত দেশক পুনঃ গৌৰৱৰ উচ্চ শিখৰত প্ৰতিষ্ঠিত কৰিব লাগিব।

শিক্ষা পদ্ধতিৰ নীতিৰ আমূল পৰিবৰ্তন কৰি, কৰ্ম্মকেন্দ্ৰিক শিক্ষা নীতিৰ মাধ্যমত ব্যক্তিৰ চৰিত্ৰ গঠন কৰি জাতীয় চৰিত্ৰ উন্নত কৰিব লাগিব। আত্মকেন্দ্ৰিক মনোবৃত্তিৰ পৰিবৰ্ত্তন সাধন কৰি সমাজ কেন্দ্ৰিক মনোবৃত্তিৰ যুৱশক্তিৰ মাজত গঢ়িব লাগিব। ধন, সোণ, ক্ষমতাৰ লোভৰ আধিক্য কমাই আনি ত্যাগৰ মনোবৃত্তি গঢ়িবৰ বাবে শিক্ষাৰ পৰিবেশ সৃষ্টি কৰিব লাগিব।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# কু-প্ৰশাসনৰ ফল

দেশৰ শাসন ঢিলা হ'লে নাইবা শাসনকৰ্ত্তা সকলৰ (ৰজাৰ) শাসনৰ দোষ ঘটিলে অৰ্থাৎ প্ৰজাবৰ্গক অবিধি পূৰ্ব্বক শাসন কৰিলে প্ৰজাবৰ্গৰ বিপদ হয়। দেশত অকাল মৃত্যুৰ প্ৰাদুৰ্ভাৱ হয়।

ৰাজ দোৰ্ষৈ বিপদ্যন্তে প্ৰজা
 হ্যবিধি পালিতাঃ।
অসদ্‌বৃত্তে হি নৃপতাবকালে
 ম্ৰিয়তে জনঃ।। (ৰামায়ণ, উত্তৰ কাণ্ড ১৬।৭৩ সৰ্গ)

ৰজাৰ মনোবৃত্তি যদি অসৎ হয় তেতিয়া মানুহৰ অকাল মৃত্যু হয়।

আজিকালি দেশত অকাল মৃত্যুৰ সীমা সংখ্যা আছে নেকি? ৰোগ নিবাৰণত অকাল মৃত্যু কিছু পৰিমাণে কমিছে সঁচা কিন্তু পানীত ডুবি, মটৰ দুৰ্ঘটনাত, এৰোপ্লেনত জুই লাগি কিমান লোকৰ যে অপমৃত্যু ঘটিব ধৰিছে,, সেই খবৰ দৈনিক বাতৰি কাকতত আমি পাই আছো। এই দুৰ্ঘটনাবোৰ নিবাৰণ কৰিবৰ উপায় কি?

প্ৰশাসনীয় দুৰ্নীতিৰ কাৰণে যে ৰাইজৰ দুৰ্গতিৰ (বিপদৰ) সীমা নোহোৱা হৈছে— এই কথা ৰাইজৰ কিছু কিছু সাধুলোক বুজিছে কিন্তু সকলোৱে বুজা নাই। প্ৰশাসক সকলে যে বুজিছে তাৰ প্ৰমাণ পোৱা নাযায় ; কাৰণ তেওঁলোকে দুৰ্নীতি নিবাৰণৰ বক্তৃতা দিয়ে সঁচা কিন্তু নিজে দুৰ্নীতি পৰায়ণ হৈ দুৰ্নীতিৰ বিস্তাৰ সাধন কৰে। অথবা দুৰ্নীতিৰ পৰা যে (অবিধিপূৰ্ব্বক প্ৰশাসন চলোৱা বাবে যে) ৰাইজৰ বিপদ হয়, ৰাইজ কুপথে পৰিচালিত হয় সেই কথা বুজিলেও ৰাইজক বিপদৰ পৰা মুক্ত কৰিবলৈ বা ৰাইজক সুখ শান্তি দিবলৈ তেওঁলোকৰ সহৃদয়তা বা সহ-অনুভূতি নাই। নিজে সুখ-স্বচ্ছন্দতাৰ মাজত থাকি আনৰ প্ৰতি, আনৰ দুঃখ অশান্তিৰ প্ৰতি অনুভৱ কৰা শক্তি তেওঁলোকে হেৰুৱাই পেলায়।

উচ্চতম ন্যায়লৰ মুখ্য ন্যায়াধীশ নিযুক্ত কৰাৰ পৰিপ্ৰেক্ষিতত সেই কথা সুপ্ৰমাণিত হৈছে। ভাৰতীয় শাস্ত্ৰৰ আন এটা কথা এই নিযুক্তিত সুপ্ৰমাণিত হৈছে। প্ৰণাণিত হৈছে যে এওঁলোকে লোকাপবাদক ভয় নকৰে আৰু লোকাপবাদক নিৰ্লজ্জ ভাৱে অযুক্তিকৰ প্ৰতিবাদেৰে বন্ধ কৰিবৰ প্ৰসায় কৰে। কিন্তু যি ৰাম ৰাজ্যৰ সপোন এওঁলোকে দেখে নাইবা যি ৰামৰাজ্যৰ অৰ্থহীন "বুলি" (Slogan)

এওঁলোকে আওৰায়, ৰামৰাজ্যৰ ৰাজ ৰামৰ চৰিত্ৰৰ আদৰ্শ আৰু প্ৰশাসনীয় নীতি এওঁএলাকে অধ্যয়ন কৰিবৰ আৱশ্যকতা বোধ কৰে নে? লোকাপবাদৰ ভয়ত ৰামচন্দ্ৰই নিজৰ প্ৰিয়তমা পত্নীক বিশুদ্ধ চৰিত্ৰা জানিয়ো পৰিত্যাগ কৰিছিল। সীতাক ত্যাগ কৰিবৰ সময়ত ৰাম চন্দ্ৰই নিজৰ ভ্ৰাতৃ সকলৰ আগত কৈছে যে প্ৰজাবৰ্গই মোৰ অত্যান্ত নিন্দা কৰি থাকে ; সেই অপবাদ আৰু কুৎসাই মোৰ মৰ্ম্মস্থান ছিন্ন কৰি পেলাইছে।

পৌৰাপবাদঃ সুমহাংস্তথা
জনপদস্য চ।
বৰ্ত্ততে ময়ি বীভৎসা সব
মে মৰ্মানি কৃন্ততি।। ৩। উত্তৰ-৪৫ সৰ্গ।

আৰু কৈছে ভাই লক্ষ্মণ! তুমি জানা— সীতা ৰাক্ষসৰ ঘৰত বাস কৰিছে, সীতাক মই কেনেকৈ গ্ৰহণ কৰি অযোধ্যালৈ লৈ যাওঁ— এই আশঙ্কা মই কৰিছিলো। তেতিয়া সীতাই স্বইচ্ছায় অগ্নিত প্ৰবেশ কৰি নিজৰ শুদ্ধতা প্ৰমাণ কৰিলে। সাক্ষাৎ দেৱৰাজ ইন্দ্ৰই সীতাক মোৰ হাতত সমৰ্পণ কৰিলে আৰু মোৰ অন্তৰাত্মাইয়ো সীতাক বিশুদ্ধা বুলি চিৰকাল জানে, সেই বাবেহে মই সীতাক অযোধ্যালৈ লৈ আহিলো।

লঙ্কাদ্বীপে মহেন্দ্ৰেণ মম
হস্তে নিবেশীতা।
অন্তৰাত্মা চ মে বেত্তি সীতাং
শুদ্ধাং যশশ্বিনীম্।। ১০ উত্তৰ ৪৫ সৰ্গ।

প্ৰজাবৰ্গই কি লোকাপবাদ কৰে? আৰু ৰামচন্দ্ৰই সীতাক শুদ্ধা বুলি জানিও কিয় সেই লোকাপবাদক ভয় কৰিছিল— নিজৰ অন্তৰাত্মাই সীতাক নিষ্পাপা বুলি জানিও কিয় ত্যাগ কৰিছিল?

প্ৰজাবৰ্গই নিন্দা কৰিব ধৰিছে যে সীতা ৰাক্ষসৰ ঘৰত আছিল তথাপি ৰামচন্দ্ৰৰ সীতাক গ্ৰহণ কৰাত ঘৃণা নুপজিল কিয়? এতিয়া আমিও আমাৰ স্ত্ৰীবিলাকৰ অপৰাধ সহ্য কৰিব লাগিব ; কাৰণ ৰজাই যেনে কৰে প্ৰজাসকলেও তাকেই অনুকৰণ কৰে।

অস্মাকমপি দাৰেসু
সহনীয়ং ভৱিষ্যতি।
যথা হি কুৰুতে ৰাজ্ঞা
প্ৰজাস্তমনুবৰ্ত্ততে।। ১৯। উত্তৰ ৪৩ সৰ্গ।

মুখ্য ন্যায়াধীশ নিযুক্তিত যি নীতি গ্ৰহণ কৰা হৈছে কেন্দ্ৰীয় চৰকাৰে যি নীতি গ্ৰহণ কৰিছে ৰাজ্য চৰকাৰ বিলাকেও সেই নীতিকেই গ্ৰহণ কৰিব। উচ্চ

ন্যায়ালয় বিলাকৰ ন্যায়াধীশ নিযুক্তিও সেই নীতিৰেই হ'ব আৰু চৰকাৰৰ বিভাগীয় অধিকাৰবিলাকতো সেই নীতিৰেই নিয়োগ কৰা হ'ব! নিম্নতম চাকৰি বিলাকৰ পৰা ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ বিষয়াবিলাকৰ পদোন্নয়ন ক্ষেত্ৰতো সেই নীতিকেই গ্ৰহণ কৰা হ'ব। ইয়াৰ বাবে পথ পৰিস্কাৰ হৈছে।

তদুপৰি আন এটি ইমান দিনে নোহোৱা পৰিবেশ দেশত সৃষ্টি হ'ব— হোৱাৰ সম্ভৱনাই দেখা দিছে। সেইটো হৈছে এই— ইমান দিনে বিধান সভাৰ আৰু সংসদৰ সদস্য সকলে বিষয়া সকলৰ নিযুক্তি বদলি আৰু পদোন্নয়নত হেতা ওপৰা কৰি আহিছে সেইটো সৰ্বজন বিদিত কথা ; কিন্তু উচ্চ আৰু উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ সকলৰ ওচৰত অন্যায় অনুৰোধ উপৰোধ লৈ তেওঁলোকৰ ওচৰ চাপিবৰ সাহস নকৰিছিল। এতিয়া সেই সাহস পাব। জজ আৰু ন্যায়াধীশ সকলে যে সৰ্বসাধাৰণ ৰাইজৰ লগত অবাধে মিলামিশা নকৰে সেই বিষয়েও বিভিন্ন মহলত অপ্ৰিয় সমালোচনা আৰম্ভ হৈছে।

এই সম্পৰ্কত এটি ব্যঙ্গ সংস্কৃত শ্লোক আমাৰ মনত পৰিছে।

ছেদ্যং চন্দন চুত চম্পক বনং
ৰক্ষা চ শাকোটকে (শাকোটকে— এৰাগছ)
হিংসা হংস ময়ূৰ গণে
কাকে চ বহ্বাদবঃ।
মাতঙ্গে তুৰগে খৰে চ সমতা
কৰ্পূৰ কৰ্পোসয়ো
ৰেষা সত্ৰ বিচাৰণা গুণীগণাঃ
দেশায় তস্মৈ নমঃ।।

ইয়াৰ অৰ্থ হৈছে— চন্দন গছ, আমগছ আৰু চম্পক ফুলৰ গছ কাটি পেলাব লাগে আৰু এৰাগছবোৰ ৰক্ষা কৰিব লাগে। হাঁহ আৰু মৈৰাচৰাই বিলাকক মাৰি পেলাব লাগে আৰু কাউৰী বিলাকৰ প্ৰতি বহু আদৰ দেখুৱাব লাগে। হাতী, ঘোৰা আৰু গাধক একে জাতীয় জন্তু বুলি আৰু কৰ্পূৰ আৰু কপাহ একেজাতীয় বস্তু বুলি ভাবিব লাগে। হে গুণী লোকসকল! যি দেশত এনে বিচাৰ পদ্ধতি সেই দেশক আমি নমস্কাৰ জনাইছো।

হে পাঠক সুধীবৃন্দ! আমাৰ যুক্তিত কিবা মূল্য আছে নেকি বিচাৰৰ দায়িত্ব আপোনালোকক দিলো।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

## পৰিয়াল পৰিকল্পনা

শাস্ত্ৰীয় নিয়মৰ ভিতৰতে পৰিয়াল পৰিকল্পনা বা জন্ম নিয়ন্ত্ৰণৰ ব্যৱস্থা আছে। শাস্ত্ৰীয় বিধানত সহধৰ্মিনীৰ ঋতু আৰম্ভ সময়ৰ পাছত ৬ দিন মাত্ৰ স্ত্ৰী সহবাসৰ পৰা বিৰত থকিলে কৃত্ৰিম উপায়ৰ ব্যৱস্থা নকৰিলেও চলে। মাহেকত ৬ দিন স্ত্ৰী সহবাস বৰ্জ্জন কৰা একো কঠিন নহয়। যিকোনো লোকে এই শাস্ত্ৰীয় নিয়ম পৰীক্ষা কৰি চালে তাৰ ফল পাব ঋতুৰ প্ৰথম চাৰিদিনৰ পাছত ৬, ৮, ১০, ১২, ১৪, ১৬— এই যুগ্ম ৰাত্ৰিবোৰ বাদ দি যিকোনো ৰাত্ৰিত সহধৰ্মিনীৰ সহিত যৌন নিয়ম ৰক্ষা কৰিলে তাত স্ত্ৰীৰ গৰ্ভত সন্তান নহয়।

অবাধ জন্ম নিয়ন্ত্ৰণত যে সকলো ফালে জাতীয় কল্যাণ সাধিত হ'ব সেই কথা সৰ্ম্পূণ ভাবে স্বীকাৰ কৰি ল'ব নোৱাৰি। ইয়াৰ প্ৰত্যক্ষ প্ৰমাণ এই যে ভাৰতবৰ্ষৰ যুগাৱতাৰ শ্ৰীকৃষ্ণৰ আবিৰ্ভাৱৰ পৰা বৰ্তমান সময়লৈকে ভাৰতবৰ্ষত বহু বিখ্যাত মনীষি মাতাৰ অষ্টম গৰ্ভৰ সন্তান ৰূপে আবিৰ্ভূত হৈছে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু দেশবৰেণ্য সুভাষ চন্দ্ৰ বসু মাতৃৰ পূৰ্ণ গৰ্ভৰ অষ্টম সন্তান।

নৰ-নাৰীৰ যৌন সমস্যা সততে দেহগত ক্ষুধাৰ দৰে চলি থাকে। সেই ক্ষুধা অসংযত ভোগত চালিত নকৰি সংযমৰ মাজেদি চালিত কৰিলে জন্মনিৰোধ আপোনাআপুনি হ'ব পাৰে।

## গান্ধীজীয়ে কি কৈছিল?

"নৰ-নাৰীৰ মাজত বন্ধ্যাকৰণ অমানুষিক বুলি মই ভাবো। লোকসংখ্যা বৃদ্ধি হোৱা বাবে যে জন্ম নিয়ন্ত্ৰণ জাতীয় উন্নতিৰ কাৰণে আৱশ্যক সেই কথাৰ লগত মোৰ মতভেদ আছে; কাৰণ এই কথা প্ৰমাণিত সত্য নহয়। মই ভাবো যে ভূমিসংস্কাৰ যদি উন্নত ধৰণে কৰিব পৰা যায়, উন্নত ধৰণে কৃষিকাৰ্য্য কৰা হয় আৰু আনুষঙ্গিক ভবে (পৰিপূৰক ৰূপ) শিল্পানুষ্ঠান গঢ়ি তোলা হয় বৰ্ত্তমান ভাৰতবৰ্ষত যিমান লোকসংখ্যা আছে তাতকৈ দুগুণ লোকক ভৰণ-পোষণ দিব পৰা হ'ব।

আচল কথা হৈছে যে আমি সংযমৰ মাজত থাকিব নিবিচাৰো। ইয়াৰ বাবে শিক্ষাৰ আৱশ্যক।

# প্ৰাদেশিকতাবাদ আৰু গান্ধীজী

গান্ধীজীয়ে কৈছিল যে সকলো প্ৰদেশেই ভাৰতবৰ্ষৰ অন্তৰ্ভুক্ত। সমগ্ৰ ভাৰতবৰ্ষ ভাৰতবাসীৰ। ইয়াত এটা চৰ্ত্ত আছে। সেইটো হৈছে যে এখন প্ৰদেশৰ পৰা আন এখন প্ৰদেশলৈ গৈ তাত নিগাজীকৈ বসবাস কৰি সেই প্ৰদেশৰ লোকক শোষণ কৰিব নোৱাৰিব, শাসন কৰিব (No one could rule it) নাইবা সেই প্ৰদেশৰ লোকৰ কোনো প্ৰকাৰে স্বাৰ্থৰ হানি নকৰিব। সকলো লোকেই ভাৰতবৰ্ষক সেৱা কৰিব আৰু তেওঁলোকে সেৱাৰ মনোভাৱেৰে বসবাস কৰিব।

বিহাৰৰ বাহিৰৰ পৰা গৈ যদি বিহাৰত বাস কৰে তেওঁ বিহাৰ প্ৰদেশক সেৱা কৰিবলৈকে যাব, বিহাৰী লোকসকলক শোষণ কৰিবলৈ নহয়।

চাকৰিৰ ক্ষেত্ৰত কি হ'ব? যদি প্ৰত্যেক প্ৰদেশে সকলোফালে সমানে উন্নতি কৰিব খোজে চাকৰিবোৰ সেই প্ৰদেশৰ লোকৰ কাৰণে সাধাৰণতঃ সীমাবদ্ধ থাকিব লাগিব। তেতিয়াহে সমগ্ৰ ভাৰবৰ্ষৰ স্বাৰ্থ ৰক্ষিত হ'ব।

যিসকল বাহিৰাগত লোক কোনো প্ৰদেশত গৈ বসবাস কৰে, তেওঁলোকে গৈ সেই প্ৰদেশত এটা উপনিবেশ (Colony) স্থাপন কৰি নিজক বিদেশী বুলি পৰিচয়ৰ চিনাকী দিবৰ পথ নাৰাখিব। ৰোমত বাস কৰিলে ৰোমবাসীৰ দৰে চলিবা। ( Live in Rome as the Romans do)। প্ৰগতিশীল সংমিশ্ৰণৰ পদ্ধতি হৈছে বেয়াটো পৰিত্যাগ কৰা আৰু ভালটো গ্ৰহণ কৰা। মই এজন গুজৰাটী হিচাবে যদি বঙ্গদেশত বাস কৰো, বঙ্গদেশত যিটো ভাল বঙ্গদেশৰ যিটো বৈশিষ্ট পূৰ্ণ সেইটো তৎক্ষণাৎ গ্ৰহণ কৰিম আৰু বঙ্গদেশৰ যিটো বেয়া সেইটো কেতিয়াও গ্ৰহণ নকৰো। মই বঙ্গদেশক সেৱা কৰিম, বঙ্গদেশৰ লোকক কেতিয়াও শোষণ নকৰো। আছুতীয়া প্ৰাদেশিকতাৰ ভাবেই সকলো সৰ্বনাশৰ মূল। মোৰ নিজৰ প্ৰাদেশিকতা বহল হৈ গৈ ভাৰতীয় সীমা পাব গৈ আৰু ক্ৰমে সমগ্ৰ পৃথিৱী ছুবগৈ। এই মনোভাৱ নাথাকিলে ধ্বংস অনিবাৰ্য্য।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা
# সমাজবাদ ৰূপায়ণৰ আঁচনি কি?

ব্যক্তি সাধাৰণৰ অধিক ধন উপাৰ্জ্জন আৰু অধিক ধন খৰচৰ প্ৰতিবন্ধকতা জন্মোৱা আৰু ব্যক্তি সাধাৰণক পৈত্রিক আৰু স্বোপাৰ্জ্জিত ধনৰ পৰা বঞ্চিত কৰাই মাথোন সমাজবাদ ৰূপায়ণৰ উপায় নেকি? মানুহক ব্যক্তিগত অধিকাৰৰ পৰা বঞ্চিত কৰি সমাজতন্ত্রবাদ ৰূপায়ণ কৰিব নোৱাৰি। যাৰ উদ্বৃত্ত ধন আছে তেনে ব্যক্তিৰ মনত সমাজ কল্যাণৰ বাবে ত্যাগ কৰিব পৰা মনোবৃত্তিৰ ভিত্তিত হে সমাজবাদ ৰূপায়ণ কৰিব পাৰি। পৰৰ হকে ত্যাগ কৰা মনোবৃত্তি মানুহৰ স্বভাৱগত প্রবৃত্তি। সেই প্রবৃত্তি অনুশীলন আৰু শিক্ষাৰ দ্বাৰাহে উন্মেষ হ'ভ। তেনে চৰ্চা অনুশীলনৰ বা শিক্ষা দানৰ অৰ্থেহে আইন প্রণয়ন আৱশ্যক। ব্যক্তিৰ স্বাভাৱিক উপাৰ্জন ক্ষমতাত বা সা-সুবিধাত প্রতিবন্ধকতা জন্মোৱাৰ বাবে আইন প্রণয়ন কৰা সমাজবাদ প্রতিষ্ঠাৰ পথ নহয়। ভাৰতীয় সংস্কৃতিত তেনে পথ নীতি-বিৰুদ্ধ। গান্ধীবাদতো তাৰ সমৰ্থন নাই।

পুৰ্বে ৰজাসকলে উদ্বৃত্ত ধন সমাজকল্যাণৰ বাবে খৰচ কৰা এটা নীতি আছিল। বছৰি উদ্বৃত্ত ধন খৰচ নকৰিলে তিনিবছৰৰ অন্তত সমস্ত উদ্বৃত্ত ধন সমাজ কল্যাণৰ বাবে খৰচ কৰা বাধ্যতামূলক নীতি হিচাবে চলি আছিল আৰু তাৰ বাবে কোনো আইন প্রণয়ন কৰা হোৱা নাছিল— আছিল শাস্ত্রীয় নির্দ্দেশ। শাস্ত্ৰৰ সেই নির্দ্দেশ ৰজা প্রজা সকলোৱে মানিছিল। সেই নির্দ্দেশ মনাতো আইনৰ বাধ্য-বাধকতা নাছিল— আছিল সামাজিক পৰিবেশ, সামাজিক স্বীকৃতি অস্বীকৃতি প্রশংসা আৰু নিন্দবাদ।

সামাজিক পৰিবেশ সৃষ্টিৰ বাবে শিক্ষাৰ ব্যৱস্থা অনাস্তৰূপ আছিল। সামাজিক স্বীকৃতি নাথাকিলে আইনৰ বল নাথাকে। (Law ceases to be law when it ceases to be obeyed by the people)। ব্যক্তি স্বাধীনতা, ব্যক্তিৰ স্বত্ব অধিকাৰ, উপাৰ্জ্জনৰ পথত অনাহক প্রতিবন্ধকতাত আইনৰ বল কমি যায়। প্রকৃততে মানুহ স্বাধীন জীৱ। সেই মানুহৰ শক্তি সামৰ্থ্য উন্মেষৰ বাবে সমাজত স্বাধীন পৰিবেশ লাগে। আইনে সেই স্বাধীনতা আৰু সামাজিক পৰিবেশত বাধা সৃষ্টি কৰিবৰ থল নাথাকে।

সেই বাবে সমাজবাদ প্রতিষ্ঠাৰ বাবে আৰু সামাজিক পৰিবেশ সৃষ্টিৰ উদ্দেশ্যে শিক্ষাব্যৱস্থা লাগে— শিক্ষানীতিত অনুৰূপ আঁচনি গ্রহণ কৰিব লাগে। পূৰ্ব্বৰ শাস্ত্র মানি চলা সমাজ ধ্বংস হৈ গৈছে। সেই সমাজৰ প্ৰভাৱ আজি ইচ্ছাকৃত

ভাৱে ধ্বংস কৰা হৈছে। কিছুমান ধ্বনি বা শ্লোগান তুলি বা অস্বাভাৱিক আইন প্রণয়ন কৰি সমাজবাদ প্রতিষ্ঠাৰ চেষ্টা বৈজ্ঞানিক পদ্ধতি নহয়। সি এফালে ভুৱা আনফালে সাময়িক উত্তেজনা মাথোন।

সমাজবাদ প্রতিষ্ঠাৰ বাবে যি ত্যাগৰ মনোবৃত্তি গঢ়িব লাগে তাৰ বাবে উপযুক্ত আঁচনি ল'ৰা-ছোৱালীৰ বাবে শিক্ষানুষ্ঠানবোৰ আৰু বয়স্ক সকলৰ শিক্ষাৰ বাবে সামাজিক শিক্ষা বিভাগৰ কৰ্ম পদ্ধতিত ঠাই পাব লাগে। সামাজিক শিক্ষাৰ মধ্যমত দলীয় ৰাজনৈতিক মতবাদ প্রচাৰ অন্যায়।

বিলাসিতা ভোগৰ পথ উন্মুক্ত কৰি, বিলাসিতা ভোগৰ বাবে শিক্ষা দি আইনেৰে সীমা নিৰ্দ্ধাৰণ (ceiling) কৰা বৈজ্ঞানিক পদ্ধতি হ'ব নোৱাৰে। সমাজ চৰিত্ৰই হে সেই সীমা নিৰ্দ্ধাৰণ কৰিব পাৰে। সমাজ চৰিত্ৰই নিৰ্দ্ধাৰণ কৰা সীমাহে স্বাভাৱিক আৰু বৈজ্ঞানিক।

প্রশাসনীয় ক্ষেত্রত দেখা যায় চৰকাৰী কাৰ্য্যালয়বোৰত কৰ্মচাৰী সকলে ন্যায় ধৰ্ম্মৰ পথ এফলীয়াকৈ থৈ অন্যায় ধৰ্ম্মৰ পথ কি উপায়ে গ্ৰহণ কৰিব পাৰি তাৰ বাবে সচেষ্ট হয়। সমাজৰ যিকোনো সমাজকলন্যাণকৰ আঁচনি ৰূপায়িত কৰিবলৈ সাধু আৰু ন্যায়পৰায়ণ কৰ্ম্মচাৰীৰ আৱশ্যকতা কোনেও নুই কৰিব নোৱাৰে। চৰকাৰী কৰ্ম্মচাৰীসকলৰ মাজত যি দুৰ্নীতিয়ে প্রবেশ কৰিছে, ন্যায় নীতিৰ প্ৰতি যি অৱহেলা আহিছে তাৰ কাৰণ বা মূল ক'ত সেইটো বিচাৰ কৰি স্থিৰ কৰিহে আঁচনিসমূহ ৰূপায়িত কৰিবলৈ অৰ্থ ব্যয় কৰিব লাগে। সুযোগ্য কৰ্ত্তা নাথাকিলে কৰ্ম্মৰ আঁচনি ৰূপায়িত কৰিব কোনে?

সমবায় পদ্ধতি সম্পৰ্কে গান্ধীজীৰ মত কি বুলি গান্ধীজীক সোধা হৈছিল। তাৰ উত্তৰত গান্ধীজীয়ে কৈছিল যে জমিদাৰ আৰু ৰায়ত উভয়ে পৰস্পৰৰ সহায় সহযোগত খেতি কৰিব। ইয়াৰ পৰা শ্ৰম, মূলধন আৰু আহিলাপাতিৰ খৰচ বাচিব। জমিদাৰেও কৃষিত সমানুপতে খৰচ কৰিব লাগিব। জমিদাৰ আৰু ৰায়ত উভয়ে পৰস্পৰৰ ৰক্ষক হৈ যেন এক পৰিয়ালৰ লোক তেনেভাবে চলিব।

যদি সূক্ষ্মভাৱে বিচাৰ কৰি চোৱা যায় এই পদ্ধতিৰ মূল ভাৰতীয় সংস্কৃতিত পূৰ্ব্বৰ পৰাই চলি আহিছে। ইয়াৰ পৰিবৰ্ত্তন ঘটাই জমিদাৰ আৰু ৰায়তৰ মাজত শত্রুতা সৃষ্টি কৰাত হে সকলো উদ্যোগী হৈছে। এইবাবে সমাজবাদ প্রতিষ্ঠা হোৱাত বাধা উপজিছে।

গান্ধীজীয়ে জমিদাৰ বিলাকক উদ্দেশ্য কৰি কৈছিল যে ন্যায়সঙ্গত কাৰণ নাথাকিলে মই কেতিয়াও আপোনালোকক ব্যক্তিগত সম্পত্তিৰ পৰা বঞ্চিত নকৰো মই আপোনালোকৰ হৃদ্যতাৰ ওচৰ চাপি আপোনালোকক মোৰ মতাৱলম্বী কৰিব খোজো। আপোনালোকৰ ব্যক্তিগত সম্পত্তি আপোনালোকৰ তলতীয়া ৰায়ত সকলৰ কল্যাণৰ বাবে ন্যাস স্বৰূপে থাকিব। মূলধন আৰু শ্ৰমৰ মাজত আৰু মাটিৰ মালিক আৰু ৰায়তৰ মাজত এটা সহযোগিতামূলক সমন্বয় স্থাপনৰ বাবেহে চেষ্টা কৰিছো।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

## জন্মাষ্টমীৰ উপলক্ষে

# আত্মপ্ৰশংসা আত্মহত্যাৰ সমান

বৰ্তমান যুগত আত্মপ্ৰশংসা কাৰ্য্য সিদ্ধিৰ এটা প্ৰধান উপায় হৈছে। নিজে নিজৰ গুণ গাই সমাজত প্ৰতিষ্ঠা লাভ কৰিব বিচাৰে আৰু প্ৰতিদ্বন্দ্বীক হেয় প্ৰতিপন্ন কৰি স্বাৰ্থ উদ্ধাৰৰ প্ৰচেষ্টা কৰে— আজিৰ যুগৰ মানুহে। নিৰ্বাচন যুদ্ধতেতো ই প্ৰধান অস্ত্ৰ ৰূপে ব্যৱহৃত হয়। এই বিষয়ে ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনক কি উপদেশ দিছিল মহাভাৰতৰ পাত মেলি চোৱা যাওক।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত এদিনাখন কৰ্ণই যুধিষ্ঠিৰক যুদ্ধক্ষেত্ৰত ভীষণ ভাৱে নিপীড়ণ কৰে।

অৰ্জ্জুনে সম্মুধি মাধৱ নিগদতি।<br>
যুধিষ্ঠিৰ নৃপতিৰ নজানো কিবাগতি।

অৰ্জ্জুনে যুদ্ধক্ষেত্ৰত যুধিষ্ঠিৰক বিচাৰি আহিল আৰু ভীমক লগ পাই সুধিলে—

ভীমক সম্মুধি মাতে ধনঞ্জয় বীৰ.<br>
কহিয়োক কৈত দাদা ৰাজা যুধিষ্ঠিৰ।।

ভীমে উত্তৰ দিছে—

ধনুশৰ সাৰথি সকলে ভৈলা হত।<br>
লাল কাল ভৈলা ৰাজা কৰ্ণৰ শৰত।।<br>
বৰ ভাগ্যে গৈলা ৰাজা গৃহক পলাই।<br>
প্ৰাণে যদি জীয়ে দেখিবাহা সেইঠাই।।

অৰ্জ্জুনে ৰজাক বিচাৰি শিবিৰলৈ আহিল। যুধিষ্ঠিৰে ভাবিলে অৰ্জ্জুনে কৰ্ণক বধ কৰি আনন্দৰ সংবাদ দিবলৈ তেওঁৰ ওচৰলৈ আহিছে।

বাপু ধনঞ্জয় তুমি কৰ্ণক বধিলা।<br>
মৰণ সময়ে আহি আমাক দেখিলা।।

অৰ্জ্জুনে উত্তৰ দিলে— মই আপোনাক যুদ্ধক্ষেত্ৰত দেখা নাপাইহে আপোনাৰ খবৰ লবলৈ আহিছো, কৰ্ণ বধ এতিয়াও হোৱা নাই। অৰ্জ্জুনৰ কথা শুনি যুধিষ্ঠিৰৰ অত্যন্ত খং উঠিল।

অৰ্জ্জুনৰ বচন শুনিয়া যুধিষ্ঠিৰ<br>
সমৰ কৰন্তে আছে কৰ্ণ মহাবীৰ।।<br>
তিৰস্কাৰ কৰিলন্ত অৰ্জ্জুনক চাই।

কৰ্ণক নবধি কিয় আহিলা মোৰ ঠাই।।

যুধিষ্ঠিৰৰ খণ্ডে ভৰিৰ পৰা মূৰৰ চুলি পালে গৈ। যুধিষ্ঠিৰে অৰ্জ্জুনক গাণ্ডীৱ ধনু ত্যাগ কৰি শ্ৰীকৃষ্ণক দিবলৈ ক'লে—

বীৰ্ৰেসে ধনু ইটো পৰম শোভণ।
কি কৰিবি তাক তই নপুংসকজন।।

যুধিষ্ঠিৰৰ তিৰস্কাৰত অৰ্জ্জুনৰ ধৈৰ্য্যচ্যুতি হ'ল ; বিশেষকৈ গাণ্ডীৱ ত্যাগ কৰিব কোৱাজনক তেওঁ তুৰন্তে বধ কৰিব বুলি পূৰ্ব্বৰ প্ৰতিজ্ঞা আছিল। অৰ্জ্জুনে তৎক্ষণাত খড়গ হাতত লৈ যুধিষ্ঠিৰক কাটিবলৈ গ'ল।

ত্ৰিভুৱন বিজয়ী গাণ্ডীৱ ধনু মোৰ।
আনক দিবাক বুলি কৰয় ধিক্কাৰ।।
খড়গ হানি তাহাক পেশিবো যমালয়।
এইহ বুলি অঙ্গীকাৰ কৰি আছো মই।।

কিন্তু শ্ৰীকৃষ্ণই উত্তোলিত খড়গ থাপ্ মাৰি ধৰিলে—

লৰৰিয়া খড়গত ধৰিলা নাৰায়ণে।

তেতিয়া অৰ্জ্জুনে কৃষ্ণক ক'লে— মই যদি আজি ৰজা যুধিষ্ঠিৰক বধ নকৰো তেন্তে মোৰ অঙ্গীকাৰ ৰক্ষা কৰো কেনেকৈ? শ্ৰীকৃষ্ণই ক'লে অঙ্গী কাৰ ৰক্ষাৰ উপায় আছে। মানীলোকৰ আৰু গুৰুজনৰ অপমানেই শিৰচ্ছেদৰ সমান হয়। তুমি যুধিষ্ঠিৰক অপমান কৰা। অৰ্জ্জুনে তীব্ৰ ভাষাত যুধিষ্ঠিৰক অপমান কৰিলে ; কিন্তু জ্যেষ্ঠ ভাতৃক অপমান কৰি অতিশয় অনুতপ্ত হৈ নিজেই আত্মহত্যা কৰিবলৈ ওলাল। শ্ৰীকৃষ্ণই তাতো বাধা দিলে। এই ক্ষেত্ৰত আত্মহত্যা কৰিবৰ আৱশ্যক নাই। তুমি আত্মপ্ৰশংসা কৰা।

মাধৱ বদতি নলাগয় মৰিবাক।
আছে প্ৰায়শ্চিত্ত আৰ শুনিয়োক তাক।।
গৌৰৱত প্ৰাণীক কৰিলে তিৰস্কাৰ।
গুৰুহত্যা পাতক মিলয় সিজনৰ।
গুৰুহত্যা পাতকৰ মৰণে প্ৰায়শ্চিত্ত।
মৰণ প্ৰকাৰে দুইবিধ যে বিহিত।।
আত্মশ্লাঘা আত্মহত্যা সম প্ৰায়শ্চিত্ত।
পৰম প্ৰখ্যাত দুয়ো যে বিহিত।

অৰ্জ্জুনে সেই কথা শুনি আপোনাৰ বীৰত্বৰ প্ৰশংসা কৰিব কৰিলে—

অৰ্জ্জুন বদতি দাদা শুনা যুধিষ্ঠিৰ
আমাৰ সমান কোন আছে মহাবীৰ।। ইত্যাদি।

এইদৰে জীৱনৰ ভিতৰত ঘটা সমস্ত বীৰত্বৰ কাহিনী নিজে গাই দি যুধিষ্ঠিৰৰ ওচৰত ক্ষমা ভিক্ষা কৰিলে।

শান্তি আহিল আৰু অৰ্জ্জুনে কৰ্ণবধৰ প্ৰতিজ্ঞা কৰিলে।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা
## ডঃ ৰাধাকৃষ্ণনৰ ৰচনাৰ পৰা বোটলা

### আমাৰ শত্ৰু কোন?

ধনিকতন্ত্ৰবাদ বা সাম্যবাদ আমাৰ শত্ৰু নহয়, আমাৰ শত্ৰু হৈছে— আমাৰ অজ্ঞতা, আধ্যাত্ম বিষয়ে আমাৰ অন্ধতা, আমাৰ ক্ষমতা লাভৰ প্ৰতি লোভ আৰু অপৰৰ ওপৰত প্ৰভুত্ব লাভৰ বাবে যে আমাৰ দুৰ্দ্দমনীয় আকাঙ্ক্ষা সেয়ে হে আমাৰ শত্ৰু।

(The enemy we have to fight is not capitalism or communism. It is our folly, our spiritual blindness, our love of power, our love for domination.)

স্বৰ্গগত পৰম পূজনীয় গুৰুজীয়ে এবাৰ গৈছিল যে ক্ষমতাই হে মানুহক একোটা জাতিক দুৰ্নীতিপৰায়ণ কৰি তোলে। তেখেতে আমাৰ শাস্ত্ৰৰ পৰা এটা উদ্ধৃতি দিওঁ বুজাইছিল। সেই উদ্ধৃত শ্লোকটো হৈছে—

যৌৱনং ধনসম্পত্তিঃ প্ৰভুত্বম অবিবেকতা।
একৈকমপ্যনৰ্থায় কিমু সত্ৰ চতুষ্টয়ম।।

যৌৱন, ধন সম্পত্তি, প্ৰভুত্ব আৰু অবিবেকতা— ইয়াৰ যি কোনো এটাই বিষম অনৰ্থ ঘটাব পাৰে— চাৰিউটা যেতিয়া সন্মিলিত তেতিয়াতো কোনো কথাই নাই।

ডঃ ৰাধাকৃষ্ণনজীয়ে কৈছে— The enemy is on the Seat of power, he is tyrant who uses to his own advantage his power and authority.

শত্ৰু ক্ষমতাৰ আসনত বহি আছে ঃ যিজন প্ৰশাসকে সেই ক্ষমতা আৰু প্ৰভুত্ব নিজৰ স্বাৰ্থৰ কাৰণে ব্যৱহাৰ কৰে তেৱেঁই অত্যাচাৰী প্ৰশাসক।

মানৱীয় জীৱনত ন-পুৰণিৰ সংঘাত অনবৰত চলি থাকে। এই সংঘাতৰ ফল স্বৰূপে কালৰ গতিত আপোনা-আপুনি যি সামাজিক পৰিস্থিতিৰ উদ্ভৱ হয়, সেই অনুকূল পৰিস্থিতিৰ নায়কত্ব কৰি স্বকীয় কৃতিত্বৰ গৌৰৱ প্ৰকাশ কৰাৰ কোনো অৰ্থ নাই। সামাজিক পৰিস্থিতি কেনেদৰে ৰূপ লোৱা উচিত, নিজৰ কৃতিত্বৰ বলেৰে প্ৰতিকূল অৱস্থাৰ লগত যুদ্ধ কৰি বাঞ্ছিত অনুকূল সামাজিক পৰিস্থিতি সৃষ্টি কৰিব পৰাটোৱেই নায়কত্বৰ গৌৰৱ। বৰ্তমান দুৰ্নীতি পৰায়ণ

দেশৰ যি পৰিস্থিতি সেই পৰিস্থিতি সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত এক ভীষণ দৈত্যৰূপে প্ৰকটমান হৈ উঠিছে, দুৰ্নীতিৰ চক্ৰব্যূহ ভেদ কৰি সেই দৈত্যক নিধন কৰি দেশক প্ৰগতিৰ পথেদি পৰিচালনা কৰা, সামাজিক পৰিস্থিতি সৰ্ব্বসাধাৰণ ৰাইজৰ বাবে অনুকূল কৰি তোলাই হৈছে কৃতিত্ব, সেই কৃতিত্বৰ গৌৰৱহে প্ৰশংসাৰ যোগ্য।

ব্যাপকভাৱে বা সন্মিলিত ভাৱে দলে দলে লোকে আত্মহত্যা কৰাৰ বা নিজ নিজ ধ্বংস আনয়ন কৰাৰ পথ অনেক আছে; কিন্তু ধ্বংসোন্মুখ মানৱ জাতিক উদ্ধাৰ কৰাৰ পথ আছে মাত্ৰ এটাহে। সেই পথটোৱে হৈছে ধৰ্ম্মবিশ্বাসৰ পথ— সুনীতি বা ধৰ্ম্মনীতিৰ পথ। সেই ধৰ্ম্ম বিশ্বাসৰ পথেদি হে মানুহক, জনসাধাৰণক উৎসাহিত কৰিব পাৰি, জনসাধাৰণক ভৱিষ্যত আশা আকাঙ্ক্ষাৰ বাণী শুনাব পাৰি আৰু মানৱ জাতিৰ মৰ্য্যাদা ৰক্ষা কৰিব পাৰি।

মানৱ জাতিৰ মানৱীয়তাৰ নামত, মানৱীয়তাৰ মৰ্য্যাদা উদ্ধাৰৰ নামতহে নৈতিক আৰু আধ্যাত্মিক বিপ্লৱ সংঘটন কৰিব পৰি।. সেই বিপ্লৱেহে দেশৰ অৰ্থনৈতিক উন্নয়ণ, উৎপাদনৰ বৃদ্ধি, শিল্প আৰু উদ্যোগৰ অনুষ্ঠান, সংগঠন, সাম্প্ৰদায়িক বিদ্বেষৰ বিলোপ সাধন আৰু জাতীয় জীৱনত ব্যক্তিৰ আত্মকেন্দ্ৰিক মনোভাৱ বৰ্জ্জন কৰাবলৈ সমৰ্থ হ'ব পাৰে।

ধৰ্ম্ম মানৱ জীৱনৰ অনাৱশ্যক পদাৰ্থ নহয়। ধৰ্ম্মীয় নীতিয়েহে একোটা যুগৰ মানুহক দুখ-দুৰ্গতি, নৈৰাশ্য আৰু ব্যৰ্থতাৰ অন্ধকাৰ কূপৰ পৰা উদ্ধাৰ কৰিব পাৰে অৰ্থাৎ তেনে দুৰ্দশা আৰু হতবুদ্ধিতাৰ অন্ত পেলাই উদ্ধাৰ হোৱাৰ প্ৰকৃত পথ দেখুৱাই দিব পাৰে। আজি মানুহৰ মনত ধৰ্ম্মীয় ভাৱ নাই। ই আনুমানিক উক্তি মাথোন নহয়। টাইমছ্ পত্ৰিকাই (The Times) সংবাদ পৰিবেশন কৰিছে যে ১৮ বছৰৰ পৰা ২৯ বছৰৰ বয়সৰ ২০০০ মানুহক সুধি চোৱা হৈছিল বাইবেলত তেওঁলোকৰ বিশ্বাস আছে নে নাই। তাৰ ভিতৰত শতকৰা ১৯ জন লেকে কৈছে যে তেওঁলোকে বাই বেলত বিশ্বাস কৰে। শতকৰা ৭৭ জনে কৈছে তেওঁলোকে বাইবেল পঢ়া নাই। এই কথা.আমেৰিকাতহে মাথোন সত্য তেনে নহয়— পৃথিৱীৰ আন আন দেশতো তেনে অৱস্থা।

আজিকালি আধুনিক বিজ্ঞান আৰু যান্ত্ৰিকতা হৈছে সাৰ্বজনীন ধৰ্ম্ম আৰু ধৰ্ম্ম হৈছে কোনো এজন যুগাৱতাৰ মহাপুৰুষৰ জড়বাদিতা মাথোন। ইয়াত কোনো সত্য নাই।

ধৰ্মীয় জীৱন আৰু নৈতিকতাহীন জীৱন একে পথে গতি নকৰে। আজি সমগ্ৰ পৃথিৱীৰ নৈতিক অধঃপতন হৈছে। এই অধঃপতনৰ পথ ৰুদ্ধ কৰিব পৰাটোৱেই হে হৈছে প্ৰকৃত নেতৃত্বৰ পৰিচয়। ক্ষমতাত অধিষ্ঠিতহৈ নিজৰ ক্ষমতা প্ৰদৰ্শনৰ পথেদি আৰু নিজৰ স্বাৰ্থ সিদ্ধিকৰণৰ পথেদি কোনো দেশে মানৱ

জাতিৰ মৰ্য্যাদা ৰক্ষা কৰিব নোৱাৰিব।

গুৰুজীয়ে কৈছে যে ৰাজনৈতিকি ক্ষমতা লাভৰ লোভৰ পৰা নিজক আঁতৰত ৰাখি ভ্ৰান্ত পথেদি চলা মানৱ সমাজক তথা ক্ষমতাধিষ্ঠিত ৰাজনৈতিক শক্তিক প্ৰকৃত পথ দেখুৱাৰ সংস্থা বা সমাজ গঢ়ি তুলিব লাগিব। ৰাজনৈতিক ক্ষমতাই কেনো মানুহৰ 'অন্তৰৰ মানুহজনক' (Inner man) জগাই তুলিব নোৱাৰে— কোনো আদৰ্শ তাৰ বাবে স্থাপন কৰিব নোৱাৰে। আইন প্ৰণয়ন কৰি মনুয্যত্ব গঠন কৰিব নোৱাৰি নাইবা মানুহৰ মানসিক গতি ধৰ্ম্মীয় পথেদি পৰিচালিত কৰিব নোৱাৰি। ৰাজনৈতিক ক্ষমতা এই বিষয়ে শক্তিহীন ক্ষমতাহীন।

আমাৰ শাস্ত্ৰই আইন প্ৰণয়নৰ সীমা নিৰ্দ্ধাৰণ কৰি দিছে। ৰাজনৈতিক ক্ষমতাই এনে আইন প্ৰণয়ন কৰিব লাগিব যে আইনে দেশৰ মানুহক বিদেশীৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিব, সমাজৰ আভ্যন্তৰিণ কলহ-বিবাদ ৰোধ কৰিব, পাৰস্পৰিক হিংসা, বিদ্বেষ, ঘৃণা আৰু ব্যক্তিৰ আত্মম্ভৰিতাৰ পথ ৰোধ কৰিব। যিদেশৰ প্ৰশাসনে এই সীমা অতিক্ৰম কৰে, সেই প্ৰশাসন দেশৰ শত্ৰু ; কাৰণ সেই প্ৰশাসনে জাতিৰ স্বভাৱগত আৰু অফুৰন্ত সম্ভাৱনাময় মনোবৃত্তিৰ স্বাভাৱিক পৰিস্ফুৰণত বাধা জন্মায় আৰু জতিটোক উচ্চ আদৰ্শৰ পৰা আঁতৰলৈ লৈ যায়।

ৰাছিয়াত আইন প্ৰণয়ন কৰি সামাজিক কল্যাণ সাধন কৰিব পৰা নাই। ক্ষমতাই যে দুৰ্নীতি পৰায়ণ কৰে আৰু পূৰ্ণ ক্ষমতাই যে দুৰ্নীতি পৰায়ণতাৰ পূৰ্ণতা আনয়ন কৰে (Power corrupts and absolute power corupts absolutely) সেইটোহে তাত প্ৰমাণিত হৈছে। ক্ষমতা পালে ক্ষমতাপ্ৰাপ্ত লোক বিলাকে ভাবে— "মই প্ৰভু— আৰু দেশৰ লোক মোৰ ক্ৰীতদাস"।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# আলৌকিকতাত বিশ্বাস-অবিশ্বাস

### (শিক্ষাব্ৰতী)

অষ্ট্ৰেলিয়াৰ হাওৱাৰ্ড মুৰফেটে (Howard Murphet) সত্যনাৰায়ণ ছাইবাবা সম্পৰ্কে তেওঁ নিজৰ অভিজ্ঞতা আৰু বিশ্বাসযোগ্য প্ৰমাণৰ ভিত্তিত ভাৰতলৈ আহি ছাই বাবৰ লগত থাকি সমল গোটাই লৈ এখনি গ্ৰন্থ লিখিছে। অলৌকিকতা সম্পৰ্কে পাতনিতে আলৌকিক ঘটনাসমূহ যে সত্য সেই বিষয়ে বহল আলোচনা কৰিছে। এই গ্ৰন্থখনিৰ আংশিক অনুবাদ অসমীয়াতো প্ৰকাশিত হৈছে। লিখিছে এগৰাকী মহিলাই।

শিক্ষাব্ৰতীয়ে ইংৰাজী মূল কিতাপখনি পঢ়ি তাৰ পৰা দুই এটি কথা উল্লেখ কৰিবৰ প্ৰয়াস পাইছে।

গ্ৰন্থকাৰে পাতনিত লিখিছে যে আলাদীনৰ লেম্পৰ ঐন্দ্ৰজালিক শক্তি বা যীশুখৃষ্টই ধুমুহাৰে আলোড়িত উত্তাল তৰঙ্গযুক্ত পানীৰ ওপৰতে' খোজ কাঢ়ি যোৱা বিচিত্ৰ, বিস্ময়কৰ বা অবিশ্বাস্য বিষয় নহয়।

আজিৰ দিনত টেলিভিশ্যন, আকাশ পথেদি গমন, চন্দ্ৰ গ্ৰহলৈ গমন আৰু তাত ভ্ৰমণ, জড়বস্তুক ভাঙি পাৰমানৱিক শক্তি উৎপাদন আৰু জড়বস্তুক ভাঙি অনুত পৰিণত কৰি, সেই অনুবোৰেৰে পুনঃ আন জাতীয় জড়বস্তু প্ৰস্তুতকৰণ সম্ভৱ হৈছে। এনে কাৰ্য্যবাৰ যদি মধ্যযুগত কোনো এজন মানুহে কৰিব পাৰিছিল বুলি ক'তো লিখা থাকে তাক আমি আলৌকিক আৰু মিছা বুলি ভাবো, কিন্তু আজি আমি এনেবোৰ কাৰ্য্য অলৌকিক আৰু মিছা বুলি নাভাবো। এই কাৰ্য্যবোৰ অলৌকিক বা ঐন্দ্ৰজালিক নহয় বুলিহে ভাবো। তেন্তে অলৌকিক বা অদ্ভুত ঘটনা কাক বোলে বা তাৰ নিয়মিত সংজ্ঞা কি হ'ব? ৰামচন্দ্ৰৰ দিনত পুষ্পক বিমানেৰে সাত দিন মানৰ ভিতৰতে অযোধ্যালৈ আকাশ পথেদি অহাটো যদি বিশ্বাস কৰিব নোখোজো আজি চন্দ্ৰলৈ যোৱাটো সম্ভৱ হৈছে বুলি কেনেকৈ বিশ্বাস কৰো? কিন্তু আমি আমাৰ চকুৰ আগতে এনেবোৰ ঘটনা ঘটা দেখা পাইছো বুলি বিশ্বাস কৰিছো আৰু ৰামৰ পুষ্পক বিমান আকাশেদি অহাটো আমি দেখা নাই কাৰণে বিশ্বাস নকৰো। তেন্তে অলৌকিক ঘটনাৰ সংজ্ঞা কি হ'ব পাৰে? অলৌকিক ঘটনা কাক বোলে? ইয়াৰ সংজ্ঞা কি হ'ব পাৰে? অলৌকিক ঘটনা কাক বোলে? ইয়াৰ সংজ্ঞা নিৰ্দ্ধাৰণ কৰিবলৈ আমি ইয়াকেহে পাওঁ যে

আমি যিবোৰ ঘটনা কোন নিয়মেৰে, কি কাৰণত সংঘটিত হৈছে সেই নিয়ম আৰু কাৰণ নাজানো আৰু আমাৰ আধুনিক যুগৰ বৈজ্ঞানিক বিলাকেও তাক এতিয়াও জনা নাই, সেই বাবে আমি ভাবো যে সেই ঘটনাবোৰ অলৌকিক বা অবিশ্বাস্য। ধৰ্ম্মাচাৰ্য্য সকলে ইমান দিনে যিবোৰ কথা কৈ আহিছে আৰু সকলো ধৰ্ম্মৰে ধৰ্ম্মগ্ৰন্থ বিলাকত থকা যিবোৰ কথা আমি অলৌকিক বুলি উৰাই দি আহিছো সেই কথাবোৰ আধুনিক যুগৰ বিজ্ঞানৰ পুৰোহিত বিলাকে কোৱা কাৰণে বিশ্বাস কৰো আৰু অলৌকিক বুলি নকও। বৈজ্ঞানিক সকলে অশেষ যত্ন কৰি সেই অলৌকিকত্ব স্বাভাৱিক ভাৱে সংঘটিত হ'ব পাৰে বুলি প্ৰমাণ কৰি দেখুৱাইছে কাৰণে আমি আধুনিক বিজ্ঞানৰ প্ৰগতি বুলি কৈছো আৰু তাক অলৌকিক বুলি নকও।

উক্ত গ্ৰন্থকাৰ হাওৱাৰ্ড মুৰফেটে সত্যনাৰায়ণ ছাইবাবাৰ জীৱনী গ্ৰন্থত উল্লেখ কৰিছে যে সত্যনাৰায়ণ ছাইবাবা অন্ধ্ৰ প্ৰদেশৰ পুত্তপাটি নামৰ এখন আওহতীয়া গাঁৱত ১৯২৬ চনত পেড্ডা ৰাজু নামৰ এজন লোকৰ ঘৰত তেওঁৰ পুত্ৰ হৈ জন্ম গ্ৰহণ কৰিছিল। এতিয়া তেঁওৰ বয়স ৪৭ বছৰ।

১৩ বছৰ বয়সত এবাৰ তেওঁক বৃশ্চিক পোকাই দংশন কৰে। সেই জাতীয় বৃশ্চিক দংশন বিষাক্ত সৰ্প দংশনৰ নিচিনা মাৰাত্মক ; কিন্তু যিদিনা বৃশ্চিক দংশন হয় সিদিনা তেওঁৰ একো হোৱা নাছিল, ৰাতিও ভালদৰে টোপনি হৈছিল। পাছদিনা তেওঁৰ শৰীৰৰ তাপমাত্ৰা বাঢ়ে আৰু তেওঁ দুই দিন অজ্ঞান হৈ পৰি থাকে। চিকিৎসা কৰা হ'ল আৰু তেওঁ সুস্থ হৈ উঠে। তেতিয়াৰ পৰা তেওঁৰ মনত পূৰ্ব্বজন্মৰ সংস্কাৰবোৰ জাগি উঠে। তেওঁ সৰ্ব্বসাধাৰণ ৰাইজৰ ওচৰত বেদান্ত দৰ্শনৰ বক্তৃতাবোৰ দিবলৈ ধৰে আৰু তেওঁৰ গতি বিধি লক্ষ্য কৰি বাপেক মাক আৰু অন্যান্য মানুহে তেওঁক পাগল হোৱা বুলি ঠাৱৰ কৰে আৰু চিকিৎসাৰ ব্যৱস্থা কৰে। তাৰ পৰা একো ফল পোৱা নাযায়।

এদিনাখন (সিদিনা ২৩ মে' তাৰিখ আছিল) তেওঁ ঘৰৰ আটাইবিলাক লোকক মাতি আনিলে কিন্তু দেউতাকক নামাতিলে। দেউতাক তেওঁলোকৰ শস্য ভৰাঁলত কিবা কামত ব্যস্ত আচিল। ছাইবাবাই একবাৰ তেওঁৰ হাতখন ঘূৰাই আকাশৰ পৰা কিছুমান মিছৰিৰ খণ্ড আৰু সুগন্ধি পুষ্প আহৰণ কৰি সকলোকে বিলাই দিয়ে। তাকে শুনি ওচৰ-চুবুৰীয়া সকলো আহি তাত উপস্থিত হ'ল। তেতিয়া তেওঁ আৰু কিছুমান ফুল আৰু মিছৰি খণ্ড আগৰ দৰে আকাশৰ পৰা আহৰণ কৰি সকলোকে বিলাই দিলে ; তদুপৰি গাখীৰত সিজোৱা একোটা পিঠাগুৰিৰ লাৰু প্ৰত্যেককে খাবলৈ দিলে।

তেওঁ এইদৰে মেজিক কৰি থকা বুলি দেউতাকে গম পাই তালৈ আহি ছাইবাবাক তিৰস্কাৰ কৰিব ধৰিলে। গত দুইমাহে এইবোৰ কাৰ্য্যৰ কথা শুনি শুনি

দেউতাক বিৰক্ত হৈ আছিল আৰু সিদিনা তেওঁৰ বৰকৈ খং উঠি এডাল শকত বেতৰ লাঠি লৈ পুতেকক মাৰিবলৈ আগবাঢ়ি যাব ধৰিছিল। তেতিয়া সমবেত লোক সকলে ক'লে যে আপুনি এই পৱিত্ৰ উপহাৰবোৰ গ্ৰহণ কৰিবৰ বাবে ভালদৰে হাত ধুই আহক। সেই কথাত তেওঁৰ খঙৰ মাত্ৰ বাঢ়িহে গ'ল। ভিৰ ঠেলি তেওঁ ১৩ বছৰীয়া পুত্ৰৰ ওচৰ পাই খঙেৰে চিঞৰি ক'লে— তোৰ বলিয়ালিৰ মাত্ৰা বাঢ়ি গৈছে। ইয়াক বন্ধ কৰিব লাগিব। তই ভূত নে প্ৰেত নে কোনো অপদেৱতা নে এটা বদ্ধ পাগল সেইটো খুলি কব লাগিব।

সত্য ছাইবাবাই তেওঁৰ দেউতাকক আৰু তেওঁৰ হাতত থকা লাঠীডালক যথাযোগ্য সন্মানেৰে প্ৰণাম কৰিলে, আৰু এক আষাৰ মাত্ৰ উত্তৰ দিলে— 'মই ছাই বাবা'। তেওঁৰ বাপেকে নীৰৱে পুতেকৰ মুখলৈ চাই থাকিল আৰু বেতডাল হাতৰ পৰা মাটিত পৰি গ'ল।

তাৰ পাছত সেই জনতাৰ পৰা নিজৰ পৰিয়ালৰে এজন আত্মীয় লোকে ছাই বাবাৰ ওচৰ চাপি সুধিলে— সত্য! তুমি 'মই ছাইবাবা' বুলি কি কৈছা? আমাক বুজাই কোৱা।

তেওঁ ৰহস্য জনক ভাৱে উত্তৰ দিলে যে আপোনালোকৰ স্বৰ্গগত আদি পুৰুষ বেঙ্কৱ অবধুতে প্ৰাৰ্থনা কৰিছিল যে মই যেন আপোনালোকৰ পৰিয়ালত জন্ম গ্ৰহণ কৰো। তেওঁলোকৰ পৰিয়ালটো বেঙ্কৱ অৱধুত নামৰ এজন ঋষিতুল্য সাধকৰ বংশ আছিল।

তেতিয়া তাত মুছলমান সাধক এজন কিছুদিন আগতে যে ছাইবাবা বুলি জনাজাত হৈছিল সেই কথা কাৰো জনা নাছিল। সেই বাবে তেওঁৰ বাপেকে 'বাবা' নামটো মুছলমান শব্দ কাৰণে কোনোবা মুছলমান ফকিৰৰ প্ৰেতাত্মাই পুত্ৰক অভিভূত কৰিছে বুলি ভাবিলে।

সেইটো সত্য ছাই বাবাই বুজিব পাৰি ফুলদানিত থকা এটা জুঁইফুলৰ তোড়া দেখুৱাই দি সেইটো আনিবলৈ ক'লে। কোনোবা এজনে আনি সেইটো তেওঁৰ হাতত দিলে। তেওঁ তৎক্ষণাৎ সেইটো মজিয়াত দলিয়াই দিলে। সকলোৱে বিস্ময় বিমুগ্ধ হৈ দেখিবলৈ পালে যে সেই ফুলবোৰ এনেদৰে সজ্জিত হৈ পৰিল যে তাত 'ছাইবাবা' নামটো তেলেগু ভাষাৰ বৰ্ণাক্ষৰেৰে স্পষ্ট হৈ উঠিল। এইদৰে তেওঁ 'ছিৰ্ডিৰ ছাই বাবা' আহি জন্ম গ্ৰহণ কৰা বুলি প্ৰমাণ কৰিলে। খবৰ কৰি জনা গ'ল যে ছিৰ্ডিৰ ছাই বাবা ১৯১৮ চনত ১১০ বছৰ বয়সত দেহ-ত্যাগ কৰে। তাৰে ৮ বছৰ পাছত ১৯২৬ চনত সত্য ছাই বাবাই জন্ম গ্ৰহণ কৰে।

সেই দিনাই পৰিয়ালৰ লোকবিলাকৰ পীড়া-পীড়িত তেওঁ স্বীকাৰ কৰিলে যে বৃশ্চিক দংশনৰ পৰা তেওঁৰ নিজৰ পূৰ্ব্ব জন্মৰ সংস্কাৰবোৰ স্মৃতি পথলৈ আহিছে আৰু সাধক জীৱন আৰম্ভ হৈছে। তেওঁ যে 'ছিৰ্ডিৰ ছাই বাবা' সেইটো

বহু প্ৰকাৰে প্ৰমাণ কৰিলে। ছিৰ্ডিৰ্ৰ ছাই বাবাই তেওঁৰ জ্বলি থকা ধুনিৰ পৰা অলপমান ছাই লৈ (যাক 'উৰি' বুলি কোৱা হয়) যাকে দিয়ে তেওঁৰে মনস্কামনা সিদ্ধি হৈছিল। প্ৰভেদ এইখিনিয়ে যে সত্য ছাইবাবাই ধুনি লৈ বহি নাথাকে, তেওঁ আৱশ্যক অনুসাৰে সেই ছাই আৰু অন্যান্য বস্তু যেনে— মিষ্টান্ন, সোণৰ অলঙ্কাৰ বা হীৰা-জহৰত ইত্যাদি হাতখন শূণ্যত ঘূৰাই আহৰণ কৰে। এতিয়ালৈকে মানুহৰ মনত ধৰ্ম্মবিশ্বাস স্থাপন কৰিবৰ বাবে আৰু অলৌকিক ঘটনামূলক সত্য ঘটনাবোৰ যে আধ্যাত্মিক বিজ্ঞানৰ ক্ৰিয়াহে মাথোন আৰু এইবোৰ অবিশ্বাস্য নহয় সেইটো প্ৰমাণ কৰি আহিছে আৰু এতিয়াও নিতৌ ৰোগী তাপীক দুঃখ যন্ত্ৰণা আৰু অশান্তিৰ পৰা উদ্ধাৰ কৰিয়েই আছে।

ভাৰতীয় যোগ দৰ্শনত অনিমা, লঘিমা, প্ৰাপ্তি, মহিমা প্ৰাকাম্য ঈশিত্ব, বশিত্ব আৰু কামাৱসায়িত্বৰ অলৌকিক ক্ৰিয়া আৰু ফলৰ কথা বৰ্ণনা কৰা আছে। এই অষ্টসিদ্ধিৰ ভিতৰত প্ৰাপ্তি সিদ্ধিৰ যোগেৰে সাধক শ্ৰেণীৰ লোকে লক্ষ লক্ষ সন্যাসী আৰু গাৱঁলীয়া ৰাইজক মাতি আন কোনো ঠাইৰপৰা কোনো বস্তু যোগাৰ নকৰি কেৱল মাত্ৰ নিজৰ জোলোঙাৰ পৰা সকলো প্ৰকাৰ বস্তু আহৰণ কৰি 'ভাণ্ডাৰা' দিয়ে, সেই কথা বহুজন সাধকৰ জীৱনত পোৱা যায়। আমি অবিশ্বাস কৰো কিন্তু সত্য ছাই বাবাই প্ৰত্যক্ষ ভাৱে সৰ্বসাধাৰণ ৰাইজৰ আগত দাঙি ধৰিছে।

তেওঁৰ আশ্ৰমত দৈনিক ৭০০ জন লোকে ভোজন কৰে, তদুপৰি বিশিষ্ট অতিথি অভ্যাগত আছে। সেই বিলাকক যোগ্যতা আৰু অভ্যাস অনুসৰি আধুনিক ধৰণে বাথৰূম থকা ঘৰত আধুনিক টয়লেট যোগান দি আধুনিক ধৰণে থাকিবলৈ দিয়ে, কেৱল মাছ, মাংস আৰু মদৰ ব্যৱহাৰ কৰিবলৈ নিদিয়ে। নিজে যিটো ঘৰত থাকে সেইটো এটা প্ৰকাণ্ড অট্টালিকা। তাত সভা, সমিতি পাতিবৰ বাবেও প্ৰকাণ্ড হল আছে আৰু সেই অট্টালিকাৰ চাৰিওফালে স্থায়ী বাৱে থাকিবৰ ববে আশ্ৰমবাসী বিলাকৰ বাবে আধুনিক ধৰণৰ বহু ঘৰ সাজি দিছে। তাত নিশ্চয় দৈনিক ভোজন কৰা ৭০০ জন মানুহৰ থকা ঠাইৰ ব্যৱস্থা আছে। সেই ঠাইত আয়ুৰ্ব্বেদিক আৰু এলোপ্যাথিক চিকিৎসালয় আৰু চিকিৎসকৰ ব্যৱস্থাও আছে। পিছে 'ছাইৰ' সহায়ত তেওঁ নিজেই এজন প্ৰধান চিকিৎসক। এইবোৰ খৰচ সত্য ছাইবাবাই পায় কৰ পৰা? তেওঁৰ কোনো প্ৰকাৰ সুকীয়া উপাৰ্জ্জন নাই, ভক্তসকলৰ পৰা দৰ্শন ফি নলয়, কোনো দান বৰঙণি নলয়, চৰকাৰী সাহায্য নলয় আৰু নিজে দান দিয়াত বাজে কোনো পৰিগ্ৰহো নাই। ই একমাত্ৰ প্ৰাপ্তি সিদ্ধিৰ ফল বুলি ক'লে জানো সত্য কোৱা নহয়?

স্বভাৱতঃ তেওঁ অত্যন্ত দানশীল আৰু দয়াশীল। প্ৰাণী হিংসা তেওঁ সহিব নোৱাৰে আৰু সকলো প্ৰাণীৰ দুখ-দুৰ্গতি নিবাৰণ কৰাই তেওঁৰ স্বভাব আৰু ধৰ্ম।

নিজে ওৰেই দিনটো হাজাৰ হাজাৰ মানুহক নিয়মিত ভাৱে দৰ্শন দি সান্ত্বনাৰ বাণী শুনোৱা আৰু দুৰাৰোগ্য ব্যাধিৰ পৰা মুক্ত কৰাটোৱে নিত্য কৰ্ম। ভাগৰ নাই, আমনি নাই, মানুহৰ অন্তৰৰ বিশ্বাস, অবিশ্বাস, আস্থা, সন্দেহ নোকোৱা কৈয়ে স্বভাৱতঃ তেওঁৰ বুজি পায়। উল্লেখ কৰা গ্ৰন্থৰ গ্ৰন্থকাৰজনে তেওঁৰ লগত সাক্ষাৎ হোৱাৰ পূৰ্বে তেওঁ ঠিকনা এজনক খুজিছিল। আচৰিত কথা যে সাক্ষাৎ হোৱাৰ দিনৰ পাছ দিনাই তেওঁ অযাচিতে আকাশত হাত ঘূৰাই 'বাবাৰ' নিজৰ প্ৰতিকৃতি থকা মূল্যৱান মুদ্ৰা এটি দান কৰি ক'লে— তুমি মোৰ ঠিকনা বিচাৰিছিলা নহয়— নিয়া, এয়ে মোৰ ঠিকনা। গ্ৰন্থকাৰ বিস্মিত আৰু স্তম্ভিত হৈছিল— যে তেওঁ সেই কথা জানিলে কেনেকৈ?

এনেবোৰ অলৌকিক দৃশ্য ঘটনা আজি জগৎবাসীৰ আগত প্ৰত্যক্ষ হৈছে। এই ছলতে আমি এই যুগৰে এজন সাধক পুৰুষৰ জীৱনীৰ এটি কথা উল্লেখ কৰিবলৈ ইচ্ছা কৰিছো। সেই সাধক পুৰুষ জনৰ নাম হৈছে বিশুদ্ধানন্দ স্বামী। পিতৃদত্ত নাম বংশীধৰ। এইজন মহাপুৰুষ, মহামহোপাধ্যায় ডঃ শ্ৰীগোপনীনাথ কবিৰাজ ডি, লিট্ মহাশয়ৰ দীক্ষা গুৰু বিশুদ্ধানন্দ স্বামী নহয়। এওঁৰ জন্ম হৈছিল দক্ষিণাৱৰ্ত্তৰ অন্তৰ্গত কল্যানী গ্ৰামত ১৮০৫ খৃষ্টাব্দত আৰু মৃত্যু হয় ১৮৯৮ খৃষ্টাব্দত— ৯৩ বছৰ বয়সত। বংশীধৰৰ বাল্য কালতে মৃগীৰোগ হয়। চাৰিবছৰ বয়সত তেওঁ এবাৰ মোৰ কিতাপখন ক'ত বুলি মাকক ত্যক্ত বিৰক্ত কৰে। মাক যমুনা দেৱীয়ে এখনি কিতাপ তেওঁৰ হাতত দিয়ে। তেওঁ সেই কিতাপখন মোৰ নহয় বুলি কান্দিবলৈ ধৰে। মাকে তেতিয়া ক'লে তুমি বালক— কিতাপ পঢ়িব তুমি নোৱাৰা। কিতাপেৰে তুমি কি কৰিবা? বংশীয়ে উত্তৰ দিছিল সেই কিতাপখন পালেই মোৰ ৰোগ ভাল হৈ যাব। তেতিয়া তেওঁৰ দেউতাক সৰসুখ ৰামে সুধিলে যে সেই কিতাপখন ক'ত আছে? বালক বংশীধৰে উত্তৰ দিছিল সেই কিতাপখন এটা পজা ঘৰত আছে। কোন পজা ঘৰত আৰু কাৰ পজা ঘৰত বুলি সোধাত— বালকে কোনো উত্তৰ নিদিলে।

কল্যানী গাৱঁৰ ২১/২২ মাইল দূৰৈত উৰাৎ নামৰ গাৱঁত কীৰ্ণা নদীৰ সঙ্গম স্থান। সেই নদী সঙ্গমত স্নানৰ বাবে প্ৰত্যেক চ'ত মাহত বহু যাত্ৰীৰ সমাগম হয়। সৰসুখ ৰাম সপৰিয়ালে তালৈ গৈছিল। বালক বংশীধৰে সেই সঙ্গম স্থানৰ নিকটবৰ্ত্তী এটা পজা ঘৰ দেখুৱাই দি তেওঁৰ মোমায়েকক ক'লে যে এই পজাঘৰটোত 'মোৰ কিতাপখন আছে'। তেতিয়া সকলোৱে আচৰিত হৈ সেই কুটিৰৰ দুৱাৰ মুখত উপস্থিত হ'ল। তাত এজন যোগী পুৰুষক দেখি সকলোৱে সাষ্টাঙ্গে প্ৰণাম কৰিলে আৰু ক'লে এই বালকটিয়ে কি কয় অনুগ্ৰহ কৰি শুনিলে বৰ কৃতাৰ্থ হ'ম। বালক বংশীয়ে অনিমেষ নয়নে যোগীক নিৰীক্ষণ কৰি কলে যে এই কুটিৰত মোৰ কিতাপ আছে। বালকৰ কথা শুনি যোগী মহাপুৰুষজনো

বৰ বিস্মিত হ'ল। যোগীৰ আদেশত বালকৰ পিতৃ সৱসুখ ৰামে ঘৰটোত অনুসন্ধান কৰি চালৰ বেচত এখনি পুৰণি হাতে লিখা তালপাতৰ পুথি পালে। সেই পুথিখন দেখা পাই বালক আনন্দত অধীৰ হৈ পৰিল।

এই ঘটনাত যোগী পুৰুষজন বৰ বিস্মিত হ'ল। সৱসুখ ৰামক লক্ষ্য কৰি ক'লে, মহাশয়! স্বৰ্গীয় গুৰুদেৱ তেতিয়া অত্যন্ত পীড়িত। তেওঁ মোক এইখন বিচাৰি উলিয়াবলৈ কৈছিল ; এইখন বিচাৰি পালেই তেওঁ উৎকট ৰোগৰ পৰা মুক্ত হ'ব বুলি কৈছিল ; কিন্তু দুৰ্ভাগ্যবশতঃ বহু অনুসন্ধান কৰিও মই পুথিখন বিচাৰি নাপালো। তাৰ পাছত গুৰুদেৱে জীৱনত হতাশ হৈ শেষ নিশ্বাস পোলালে। এই বালকৰ কথাত মোৰ বিশ্বাস হৈছে যে এই বালকেই মোৰ গুৰুদেৱ। এওঁৰ জন্মান্তৰীয় স্মৃতি অক্ষুণ্ণ ভাৱে বিদ্যামান আছে। এওঁ যে সময়ত এজন মহাপুৰুষ হ'ব তাত কোনো সন্দেহ নাই।

ভাৰতবৰ্ষত এইদৰে বহু মহাপুৰুষৰ আবিৰ্ভাৱ হৈছে আৰু তেওঁলোকে ভাৰতীয় কৃষ্টি-সংস্কৃতি বহন, প্ৰতিপালন আৰু ৰক্ষা কৰি আহিছে। ভাৰতীয় শাস্ত্ৰবোৰৰ মূল তত্ত্ববোৰ আমি বুজিব নোৱাৰিলেও এই মহাপুৰুষ সকলে সেইবোৰ অলৌকিক ভাৱে প্ৰতিপন্ন কৰি আহিছে। জন্মান্তৰবাদৰ, দৈব পুৰুষকাৰৰ, যোগধৰ্ম আৰু সাধনা ধৰ্মৰ মাহাত্ম্য সুপ্ৰমাণিত কৰি আহিছে। ভাৰতীয় সাধকমণ্ডলীৰ জীৱনীত তাৰ উল্লেখ আছে। আমি পথভ্ৰষ্ট ভাৰতবাসীয়ে অবিশ্বাসৰ বিতচকু পিন্ধি, সেইবোৰ অলৌকিক অথচ শুদ্ধ দৃষ্টিৰে যি অতি স্বাভাৱিক, সেই ঘটনা সমূহক সন্দেহ আৰু অবিশ্বাস কৰো।

বৰ সৌভাগ্যৰ বিষয় যে অবিশ্বাসী ভাৰতবৰ্ষত সত্য ছাই বাবাৰ আবিৰ্ভাৱ হৈছে।●

# সাহিত্য, সমাজ আৰু সাংবাদিকতা

সাহিত্যৰ লগত সমাজৰ সম্বন্ধ অতি ঘনিষ্ঠ। কোন সীমাৰ গণ্ডীত সাহিত্য আৰু সমাজ আৱদ্ধ হৈ থাকে তাক নির্ণয় কৰা সুকঠিন। বিশুদ্ধ ভাৱে অনুভৱ কৰাও সহজ নহয়। ওপৰা-ওপৰিকৈ এই বিষয়ে অহৰহ সুধী আৰু শিক্ষিত সমাজৰ মাজত আলোচিত হৈ থাকে কিন্তু তাক সকলোৰে সহজে বোধগম্য কৰি লিপিবদ্ধ কৰা তাতোকৈ টান। সাহিত্যই সমাজ গঠন কৰিব পাৰে, পৰিচালিত কৰিব পাৰে আৰু উত্তৰোত্তৰ উন্নতিৰ বাটত আগুৱাই দিব পাৰে। আনফালে সমাজে সৎ সাহিত্য সৃষ্টি কৰিব পাৰে। আকৌ সমাজেই কুসাহিত্যও সৃষ্টি কৰে।

সাংবাদিকতাই, বিশেষকৈ আলোচনী বিলাকে সু-সাহিত্যক গভীৰ ভাৱে অনুভৱ কৰিবৰ বা হৃদঙ্গম কৰিবৰ বাবে যেনেকৈ বৰঙণি যোগাব পাৰে, তেনেকৈ কু-সাহিত্য প্ৰচাৰত নির্মম ভাবে বাধা সৃষ্টি কৰিব পাৰে। বর্তমান সমাজত কু-সাহিত্যৰ বিপুল প্ৰচাৰ যেনেকৈ হ'ব ধৰিছে তাৰ দ্বাৰা সমাজ সু-সংবদ্ধ কৰাত ভীষণ জটিলতাৰ সৃষ্টি হৈছে। এই কু-সাহিত্যবোৰে সমাজৰ আগত নতুন নতুন সমস্যাৰ সৃষ্টি কৰিব ধৰিছে। আনফালে সমাজ এনে বিশৃঙ্খল হৈ পৰিছে যে এই সমাজক আইনৰ বলত শাসন কৰা দুৰূহ হৈ পৰিছে। সংবাদ পত্ৰ বিলাকত আজি-কালি যিবোৰ ঘটনাৰ সংবাদ পৰিবেশিত হয় সেইবোৰ সংবাদে সাধাৰণ ৰাইজক ভালদৰে বুজাই দিয়ে যে আমাৰ সমাজ উত্তৰোত্তৰ অধঃপতনৰ পথেদি গতি কৰি আছে। নহ'লেনো সঘনে সংবাদ পত্ৰবোৰত পিতৃ-হত্যা, মাতৃ-হত্যা, পত্নী হত্যা পাদি সংবাদ পঢ়িবলৈ পোৱা যায় নে? এই হত্যাবোৰ আইনৰ চকুত যিকোনো ব্যক্তিৰ হত্যাৰ শাৰীত বিচাৰ কৰা হয়। তাতকৈ সুকীয়াকৈ বিচাৰ কৰিবৰ কোনো আইন নাই। সুকীয়াকৈ বিচাৰ কৰিবৰ কোনো আইন বা উপায় থাকিলেও সমাজৰ বিশৃঙ্খলা সংযত কৰিবৰ সেই আইন আৰু উপায়ৰ কোনো স্বাভাৱিক সুকীয়া প্ৰভাৱ নাথাকিলহেঁতেন।

এই ধৰণৰ সমস্যাবোৰৰ বিষয়ে চিন্তা কৰিলে বুজা যায় দেশৰ ল'ৰা-ছোৱালীৰ শিক্ষা আৰু সমাজৰ বান্ধোনে সামাজিক সমস্যা সমাধানৰ পথত সহায় কৰিব পৰা নাই। গতিকে আমি দেখিবলৈ পাওঁ যে সমাজৰ লগত শিক্ষাৰ সমস্যাও ঘনিষ্ঠ ভাৱে সংশ্লিষ্ট আছে।

স্কুল কলেজলৈ গৈ পৰীক্ষা পাছ কৰি স্নাতক হৈ ওলাই আহিলেই সুশিক্ষিত হৈ আহিল বুলি আমি ধাৰণা কৰি লওঁ। প্ৰকৃততে যে সেইটো নহয়, স্নাতক সকলৰ পৰবৰ্ত্তী ব্যৱহাৰ আৰু কাৰ্য্য প্ৰণালীয়ে তাক প্ৰমাণ কৰে। আমাৰ সেই

ধাৰণা সত্য হ'লে চুৰি, ডকাইতি, লুট, বেঙ্ক বা অফিচৰ জমা টকা আত্মসাৎ কৰা অপৰাধবোৰ ইমান ঘনাই আৰু সচৰাচৰ নঘটিলহেঁতেন। এনেবোৰ ঘটনা নহ'বৰ বাবে আইনে আমাক একো সহায় কৰিব পৰা নাই। ব্যৱসায়মূলক দুৰ্নীতিবোৰ উত্তৰোত্তৰ বৃদ্ধি পাই গৈ আছে। জৰুৰীকালীন আইন ব্যৱস্থায়ো এই অপৰাধবোৰ দূৰীভূত কৰিব পৰা নাই। গতিকে শিক্ষাই আমাক সৎ নাগৰিক সৃষ্টি কৰাত সহায় কৰা নাই।

ইয়াৰ একমাত্ৰ উপায় হৈছে যে সমাজৰ আগত এটা সু-আদৰ্শ থাকিব লাগে আৰু সমাজ আৰু আইনেও সেই আদৰ্শ অনুযায়ী এক নিৰ্দ্দেশ আৰু পৱিত্ৰ পৰম্পৰা সৃষ্টি কৰিব লাগে। আমাৰ ভাৰতীয় সভ্যতাত পুৰণি কালৰ পৰা প্ৰায় এতিয়ালৈকে তেনে সু-আদৰ্শ আৰু পৰম্পৰা সমাজত আছিল। বৰ্তমান পৰিস্থিতিত আমি পাশ্চাত্য সভ্যতা আৰু পাশ্চাত্য আদৰ্শৰ ৰাজনীতি বিজ্ঞান গ্ৰহণ কৰা বাবে সেই আদৰ্শ আৰু পৰম্পৰাগত সমাজ ভাঙি গৈছে। এতিয়া নগৰে-চহৰে, গাৱেঁ-ভূৱেঁ সামাজিক শাসন নাই আৰু তেনে অনুষ্ঠানো নাই।

এতিয়া সমাজ আৰু শিক্ষানুষ্ঠানবোৰৰ কৰ্ত্তব্য হৈছে কেনেকৈ সমাজৰ চৰিত্ৰ উন্নত কৰিব পাৰি তেনে বিধানসন্মত এক পৰম্পৰা সৃষ্টি কৰা। দলীয় ৰাজনীতিৰ সংঘৰ্ষৰ মাজেদি তেনে পৰম্পৰা সৃষ্টি অসম্ভৱ যেন দেখা গৈছে; কাৰণ পূৰ্ব্বৰ পৰম্পৰাৰ সুনীতিবোৰৰ উপযুক্ত মূল্যায়ণ এতিয়া আমাৰ মানস পটত নাই।

সাংবাদিক আলোচনাত সামাজিক শাসন (Social control) আৰু সুদৃঢ় পৰম্পৰা সৃষ্টিৰ বাবে গভীৰ আৰু গধুৰ সাহিত্য সৃষ্টিৰ আৱশ্যকতা বৰকৈ অনুভৱ কৰা যায়। পুৰণি সাহিত্যৰ ভিত্তিত সাহিত্যৰ নৱ নৱ ৰূপ দান কৰিলে সু-আদৰ্শ আৰু পৰম্পৰা সৃষ্টি কৰিব পাৰি ; কিন্তু সেই নৱ নৱ ৰূপ সামাজিক সমস্যাবোৰৰ সমাধানৰ লক্ষ্যত দিব পাৰিব লাগিব।

শিক্ষানুষ্ঠান, সমাজ আৰু চৰকাৰে সমাজ চৰিত্ৰ উন্নত কৰাৰ আঁচনি সুদৃঢ় ভাৱে গ্ৰহণ কৰিব লাগিব আৰু চৰকাৰ সলনি হ'লেও নতুন নতুন চৰকাৰেও তাক শ্ৰদ্ধা আৰু দৃঢ়তাৰে অনুসৰণ কৰিব লাগিব। সাংবাদিকতাৰ সমুখত ই এক মহান কৰ্ত্তব্য ৰূপে উপস্থিত হৈছে— এই উদ্দেশ্যে জনমত সৃষ্টি কৰাৰ।●

# স্ত্ৰী শক্তি জাগৰণ

## (শিক্ষাব্ৰতী)

নাৰী জাগৰণ বা স্ত্ৰী শক্তি জাগৰণৰ অৰ্থ স্ত্ৰীসকলৰ পুৰুষৰ বিৰুদ্ধে কৰা আন্দোলন নহয়। স্ত্ৰীশক্তি জাগৰণৰ অৰ্থ হৈছে নাৰীসকলৰ অন্তৰত থকা সকলো প্ৰকাৰ শক্তিৰ বিকাশ ঘটোৱা। স্বামী-স্ত্ৰী পৰস্পৰে পৰস্পৰৰ পৰিপূৰক। উভয়ে যাতে সংসাৰত পৱিত্ৰ জীৱন-যাপন কৰি সতি সন্ততিক সৎ শিক্ষা দান কৰি জাতীয় জীৱনত তথা মানৱ জীৱনত সাৰ্থকতা লাভ কৰিব পাৰে সেই উদ্দেশ্যে তেওঁলোকৰ প্ৰধান শিক্ষণীয় বিষয় হৈছে উভয়ে উভয়ৰ প্ৰতি নিবিড় পৱিত্ৰতাময় আৰু অসন্দিগ্ধ দাম্পত্য প্ৰেমৰ সাধনা কৰা— কামনামূলক বা ইন্দ্ৰিয় বৃত্তি চৰিতাৰ্থ কৰা জীৱন নিৰ্বাহ কৰা মাথোন নহয়। প্ৰেম কাম নহয়, কাম প্ৰেম নহয়। অনুভূতিগত এই অৰ্থ সকলোৱে বুজিব পাৰে। ব্যাখ্যা বা উদাহৰণৰ আৱশ্যক নকৰে।

সংসাৰ যাত্ৰা নিৰ্বাহৰ বাবে উভয়ে উভয়ৰ কেনেদৰে সহায়-সহায়িকা হ'ব পাৰে, সেই নীতি গ্ৰহণৰ বাবে উভয়ে শিক্ষা পাব লাগিব। পুৰুষসকলৰ কৰিব লগা কাৰ্য্য পুৰুষ আৰু স্ত্ৰীয়ে কৰিব লগা কাৰ্য্য স্ত্ৰীয়ে কৰিবই লাগিব। উভয়ৰ প্ৰকৃতিদত্ত শৰীৰ আৰু প্ৰভাৱে তাক নিৰ্দ্ধাৰণ কৰিয়েই থৈছে। ব্যতিক্ৰম নিশ্চয় আছে। সেই ব্যতিক্ৰমৰ বাবেও উভয়ে সাজু থাকিব লাগিব। সাংসাৰিক জীৱনৰ কৰ্মক্ষেত্ৰৰ বিভাগ স্বভাৱগত ভাৱে যেনেকৈ নিৰ্দ্ধাৰিত আছে, সেই ভাৱে জীৱন যুদ্ধত অগ্ৰসৰ হ'ব লাগিব। সেই স্বভাৱগত হিচাবে উভয়ে উভয়ৰ পৰিপূৰকতা ৰক্ষা কৰিব লাগিব। সেৱা শুশ্ৰূষা আৰু সন্তান পালনত স্ত্ৰী জাতিৰ স্বভাৱগত নিপুণতা থকা বাবে সেই কৰ্ম্ম স্ত্ৰী জাতিয়ে পৰম্পৰাগতভাৱে সদায় কৰিয়েই আছে— তাৰ বাবে স্ত্ৰী-পুৰুষৰ দাসী নহয়। স্বভাৱগতভাৱে পুৰুষৰ শাৰীৰিক শ্ৰম বেছি কৰি আনি স্ত্ৰী-পুত্ৰক প্ৰতিপালন কৰা বাবে পুৰুষ স্ত্ৰীৰ দাস নহয়।

কিন্তু পুৰুষ হ'লেও স্বভাৱত যদি পুৰুষোচিত কোনো কৰ্ম্মৰ বাবে পুৰুষজন অপাৰগ হয় আৰু সেই কৰ্ম্ম আন কোনো উপায়ে সম্পাদন কৰিবৰ উপায় নাথাকে তাক যেনেকৈ স্ত্ৰীয়ে পাৰিলে কৰাত দোষ নাই, সেইদৰে স্ত্ৰী হ'লেও যিবোৰ স্ত্ৰীজনোচিত কৰ্ম্ম, তাক যদি তেওঁ কৰিব নোৱাৰে পুৰুষজনেই সেই কৰ্ম্ম কৰাত কোনো দোষ নাই। এই উভয় কৰ্ম্মৰ পৰা কাৰো প্ৰতি কাৰো কোনো প্ৰকাৰ আসোঁৱাহ থাকিব নালাগে।

ল'ৰাৰ সকলো প্ৰকাৰ মানসিক বৃত্তি পূৰ্ণভাৱে উন্মেষৰ বাবে যেনেকৈ শিক্ষা দিব লাগে, ছোৱালীৰো সেইদৰে সকলো প্ৰকাৰ মানসিক বৃত্তি উন্মেষৰ বাবে শিক্ষা দিব লাগে। প্ৰত্যেক ব্যক্তিৰ পূৰ্ণ ব্যক্তিত্ব ফুটাই তুলিবলৈ হ'লে স্ত্ৰী-পুৰুষ নিৰ্বিশেষে শিক্ষানীতি আৰু পদ্ধতি বিভিন্ন হ'ব লাগিব।

সেয়েহে স্ত্ৰী শক্তি জাগৰণৰ বাবে স্ত্ৰী শিক্ষা বেলেগ ধৰণৰ হ'ব লাগে। পুৰুষে কৰা বা কৰিব লগা কামৰ বাবে সময় বিশেষে স্ত্ৰী শক্তি জাগ্ৰত হ'ব লাগে আৰু সেই কৰ্ম্ম কৰিবও লাগে সঁচা কিন্তু সেই বুলি স্ত্ৰী জাতিয়ে পুৰুষৰ কৰ্ম্মৰ দ্বাৰা সমানে সমানে জীৱিকা অৰ্জ্জনাদি কৰ্ম্ম কৰিবই লাগে আৰু পুৰুষেও স্ত্ৰী সমোচিত কৰ্ম্ম কৰিবই লাগিব তেনে কথা নহয়।●

# নতুন সমাজ নিৰ্মাণ

বৃহৎ এক মানৱ সমাজৰ অন্তৰ্ভুক্ত হৈ বহু ক্ষুদ্ৰ ক্ষুদ্ৰ বা গণ্ডীভূক্ত মানৱ সমাজ সৃষ্টি হৈ আহিছে। ই একো নতুন তথ্যও নহয় বা পূৰ্বে অনাবিস্কৃত তত্ত্বও নহয়। একে নীতিৰে অনাদি কালৰ পৰা বৈৱাহিক সূত্ৰে আবদ্ধ হৈ বিভিন্ন গোষ্ঠী সৃষ্টি হৈ আহিছে। পৰম্পৰাগত ভাৱে এই গোষ্ঠী সমূহেই আপোন আপোন বৈশিষ্ট্য ৰক্ষা কৰি বিৰাট এক মানৱ সমাজৰ সাংস্কৃতিক বিকাশ ঘটাই আহিছে। দেশগত ভাৱে আৰু নিজ নিজ দেশৰ সীমাৰ ভিতৰত আৰু প্ৰাকৃতিক জলবায়ু আৰু শীততাপ বাতাৱৰণৰ মাজত দেশগত জাতীয়তাও সৃষ্টি কৰি আহিছে। এইবোৰ কথাৰ নিৰ্ভুল প্ৰমাণ কাল-পৰম্পৰাগতভাৱে সকলো মানুহৰ চকুৰ আগত স্পষ্ট হৈ আছে। বিভিন্ন গণ্ডীভূত সমাজৰ মাজত অলিখিত সমাজ বন্ধনৰ নীতি নিয়মো সকলো প্ৰকাৰ সমাজে আৰু গোষ্ঠীয়ে ৰক্ষা কৰি আহিছে। তাৰ চিন্ চাব্ কোনো ক্ষুদ্ৰ সমাজৰ ভিতৰত নাইকিয়া হৈও যোৱা নাই। বিশাল মানৱ সমাজ ভিন্ন ভিন্ন ক্ষুদ্ৰ ক্ষুদ্ৰ সমাজত বিভক্ত হৈ গ'লেও মানৱতাৰ এক সূত্ৰই সেই সমাজবোৰক বন্ধন কৰি ৰাখিছিল। সেই সূত্ৰই আছিল নীতিবন্ধনৰ সূত্ৰ, সেয়ে আছিল নৈতিকতা। এই নৈতিকতা যি নৈতিকতাক ভাৰতীয় শাস্ত্ৰ আৰু পৰম্পৰাই ধৰ্ম্ম বুলি অভিহিত কৰিছিল যেতিয়াই কোনো গণ্ডীভূত সমাজে এই ধৰ্ম্ম ভঙ্গ কৰিছে, তেতিয়াই মানৱ সমাজত বিক্ষোভ উপস্থিত হৈছে। বিভিন্ন দেশৰ বুৰঞ্জীয়ে তাৰ সাক্ষ্যও দি আহিছে।

আধুনিক যুগতো নৃত্য সন্মিলন, সঙ্গীত সন্মিলন, সাহিত্য সন্মিলন, কবি সন্মিলন, বুৰঞ্জী সন্মিলন, বিজ্ঞান সন্মিলন আদি স্বাভাৱিক ভাৱে সৃষ্ট হৈ কালৰ গতিত নতুন নতুন গোষ্ঠি বা গণ্ডীভূত সমাজ নিৰ্ম্মিত হৈ উঠিব ধৰিছে। কালৰ গতিত আৰু দেশৰ পৰম্পৰাত এই নতুন নতুন সমাজত বা গোষ্ঠীত নীতিগত বা নৈতিকতাৰ সূত্ৰ বৰ্তমান থকা বাবে কোনো বিৰোধ নাই। এইবোৰ নতুন সমাজ স্বতঃস্ফূৰ্ত্ত ভাৱে উদ্ভৱ হোৱা কাৰণে ই ধৰ্ম্মগত সমাজ বুলি কোৱাতো আপত্তি নাই ; কাৰণ এইবোৰ সমাজে বিৰাট মানৱ সমাজৰ কোনো নীতি-নিয়ম ভঙ্গ কৰি উদ্ভুত হোৱা নাই।

**কিন্তু ৰাজনীতিৰ বিভিন্ন সমাজ গোষ্ঠীয়ে যদি মানৱতাৰ চিৰন্তন ধৰ্ম্ম বা নৈতিকতা ভঙ্গ কৰি দুৰ্নীতিপৰায়ণ হৈ আন আন গোষ্ঠী আৰু স্বাভাৱিকভাৱে উদ্ভুত হোৱা গণ্ডীভূত সমাজৰ ওপৰত অবৈধ প্ৰভাৱ বিস্তাৰ কৰিবলৈ বিচাৰে,**

তাৰ দ্বাৰা সাম্প্ৰদায়িক ধৰ্ম্ম নিৰপেক্ষতাৰ মূল সূত্ৰ যেনেকৈ ছিন্ন কৰি পেলায়, সেইদৰে সেই সমাজৰ পৰাম্পৰাগত মানৱীয় নৈতিকতাৰ গণ্ডী আৰু সৰ্ব্বজন স্বীকৃত অশিক্ষিত নিয়ম-নীতিও ভঙ্গ কৰে। তাৰ পৰা বিৰোধ উপস্থিত হয়।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই পৰম্পৰাগত বিশাল মানৱ সমাজৰ নীতি-নিয়ম বা নৈতিকতা বা বিৰাট মানৱ ধৰ্ম্মৰ অলিখিত আৰু পৰম্পৰাগত কৃষ্টিৰ আলমত দেশৰ শিশুবিলাকক বিপথগামী হ'বলৈ নিদি চৰিত্ৰত বলীয়ান কৰি তুলি শিশুৰ জন্মগত সদগুণ ৰাশি বিকাশৰ যি প্ৰচেষ্টাৰে সংঘৰ কাৰ্য্য আৰু শিক্ষা নিয়ন্ত্ৰিত কৰি আহিছে, তালৈ লক্ষ্য নকৰি বিভিন্ন ৰাজনীতিক সকলে ৰাজনীতিৰ দূষিত, ভেদদৰ্শী আৰু বিদ্বেষযুক্ত দৃষ্টিৰে লক্ষ্য কৰি বিভিন্ন সমাজৰ সৰ্বসাধাৰণ ৰাইজৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰা হৈছে তাৰ দ্বাৰা নতুন সমাজ নিৰ্মাণ হ'ব নোৱাৰে ; কাৰণ তাৰ দ্বাৰা পৰম্পৰাগত বিশাল মানৱতাৰ নীতি-নিয়ম ৰক্ষা কৰি চলাৰ শৃঙ্খলা ভঙ্গ হৈ যায়। একদলীয় প্ৰশাসনে গণতন্ত্ৰ ৰক্ষা কৰিব নোৱাৰে। সকলো মানুহকে এক ছাঁচত গঢ়িবও নোৱাৰে। বিভিন্ন ৰাজনৈতিক দলে দেশৰ সমগ্ৰ জাতিটোক এক ছাঁচত গঢ়িব খুজিলে সেইটো কেনেকৈ সম্ভৱ হ'ব? কৰ্ম্মকৰ্ত্তা সকল বা বিভিন্ন ৰাজনৈতিক দলবোৰ বা তেওঁলোকৰ মতবাদবোৰ এক ছাঁচত ঢলা হোৱা নাই। এক ছাঁচত ঢালিব খুজিলেই পৰম্পৰাগত ভাৱে আৱহমান কালৰ পৰা চলি থকা নৈতিকতা বা মানৱৰ স্বাভাৱিক ধৰ্ম্ম মানি চলিব লাগিব। সাম্প্ৰদায়িক ধৰ্ম্মবোৰৰ মূল নীতিবোৰৰ অপব্যাখ্যা নকৰিলে সকলো সাম্প্ৰদায়িক ধৰ্ম্মই মূলতঃ এক ধৰ্ম্ম বুলি স্পষ্ট হৈ উঠিব। তাৰ কাৰণে নিজ নিজ সম্প্ৰদায়ৰ মাজত মনুষ্যত্ব অৰ্জনৰ শিক্ষা শিশুবিলাকক দিব লাগিব। এক জাতি সৃষ্টি কৰিবলৈ হ'লে শিশুবিলাকৰ স্বভাৱ মানৱতাৰ আৰ্হিত গঢ় দিব লাগিব। সমাজৰ বয়স্থ লোকসকলে আৰু অভিভাৱক সকলেও সেই আৰ্হি মানি চলিব লাগিব। এক দলে আন দলক দোষাৰোপ কৰি থাকিলে আৰু দেশৰ শিশুবিলাকৰ চৰিত্ৰ গঠনৰ একমাত্ৰ অনুষ্ঠান ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘক দোষাৰোপ কৰি থাকিলে নচলিব। সমাজত যেতিয়া গুপ্ত হত্যা, অবৈধ সংগ্ৰহ আৰু বিভিন্ন প্ৰকাৰ হিংসাত্মক আৰু পাৰস্পৰিক বিদ্বেষমূলক কাৰ্য্য চলিব ধৰিছে তাৰ দ্বাৰা জাতীয়তাবোধো জাগৃত নহ'ব আৰু নতুন সমাজো গঢ়ি নুঠিব। অমানৱীয় বিভিন্ন সমাজৰ বা বিভিন্ন দলৰহে সৃষ্টি হ'ব।●

# বৰ্ণাশ্ৰম ধৰ্ম অসৱৰ্ণ বিবাহ আৰু আধুনিক যুগ

জাতিভেদৰ ভিত্তিত বৰ্ণাশ্ৰম ধৰ্মৰ উদ্ভৱ হোৱা নাছিল— বৰ্ণৰ ভিত্তিত হে জাতি ভেদ সৃষ্ট হৈছিল। গুণ আৰু কৰ্ম অনুসাৰে যে চতুৰ্বৰ্ণৰ সৃষ্টি হৈছিল সেই কথা গীতা শাস্ত্ৰত শ্ৰীভগৱানে উল্লেখ কৰিছে। গুণ বুলিলে আমি পৰীক্ষা পাছ কৰা গুণক নাইবা সমাজত নেতৃত্ব স্থাপন কৰিব পৰা শক্তিক বুজিলে নহ'ব। গুণ মানে সত্ত্ব, ৰজ, তম এই তিনি গুণ। বিভিন্ন অনুপাতত এই তিনিগুণ প্ৰত্যেক সৃষ্ট জীৱ আৰু পদাৰ্থতে আছে। এই তিনিগুণেই ভগৱৎ শক্তি আৰু এই ত্ৰিগুণাত্মিকা শক্তিয়েই প্ৰকৃতি। এই প্ৰকৃতিয়েই সৃষ্টি কৰিছে ব্যক্তিৰ। প্ৰকৃতি ভেদেই জাতিভেদ সৃষ্টি কৰিছে? কাৰণ বিভিন্ন জীৱ আৰু বিভিন্ন লোকৰ বিভিন্ন প্ৰকৃতি। জীৱে নিজ নিজ প্ৰকৃতি অনুসাৰে কৰ্ম্ম কৰিবলৈ বাধ্য হয়। যিবিলাক লোক প্ৰকৃত জ্ঞানী তেনে লোক সকলেও নিজ নিজ প্ৰকৃতি অনুসাৰে কাৰ্য্য কৰিবলৈ বাধ্য হয়। মানৱ জাতিৰ প্ৰকৃতিগত কৰ্ম্মৰ ভিত্তিত অৰ্থাৎ কৰ্ম্মৰ স্পৃহাৰ সূত্ৰ নিৰ্ণয়ৰ ভিত্তিত জাতিভেদৰ সৃষ্টি হৈছিল আৰু সেই অনুসাৰে কৰ্ম্মৰ বিভাগ কৰা হৈছিল। প্ৰকৃতিৰ গুণতে কৰ্ম্মৰ বিভিন্ন স্পৃহাৰ উদ্ভৱ হৈছিল।

পুনঃ পৰিবৰ্তনশীল সৃষ্টিৰ মাজত জীৱৰ তথা মনুষ্য জাতিৰ বিভিন্ন প্ৰকৃতিৰো পৰিবৰ্তন দেখিবলৈ পোৱা যায়— কাৰো প্ৰকৃতি ক্ৰমে তমঃ প্ৰধানৰ পৰা ৰজঃ প্ৰধান আৰু ৰজঃ প্ৰধানৰ পৰা সত্ত্ব প্ৰধান হোৱা দেখা যায় আৰু কাৰো প্ৰকৃতি ক্ৰমে সত্ত্ব প্ৰধানৰ পৰা ৰজঃপ্ৰধান আৰু ৰজঃপ্ৰধানৰ পৰা তমঃ প্ৰধান হোৱা দেখা যায়। গুণৰ পৰিবৰ্ত্তন যাতে সদায় উৰ্দ্ধমুখী হয় অৰ্থাৎ তমো গুণৰ পৰা ৰজোমুখী আৰু ৰজো গুণৰ পৰা সত্ত্বমুখী হয় এই উদ্দেশ্যেৰে যজ্ঞাদি কৰ্ম্মৰ অনুষ্ঠানৰ মাধ্যমত আৰু বৈদিক সংস্কাৰ কৰ্ম্ম সমূহৰ মাধ্যমত ক্ৰমাগত উন্নতিৰ প্ৰচেষ্টা কৰা হৈছিল অথবা সত্ত্বগুণৰ অৱনতি আৰু তমোগুণৰ উন্নতি ৰোধ কৰাৰ প্ৰচেষ্টা কৰা হৈছিল। বৰ্তমান ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ চাৰিও জাতিৰে বৈদিক ক্ৰিয়াৰ অধিকাৰৰ মাজত ইয়াৰ ক্ৰিয়া প্ৰতিক্ৰিয়াৰ নিদৰ্শন পোৱা যায়। এই বৈজ্ঞানিক তত্ত্ব ভাৰতীয় সংস্কৃতিত নিহিত হৈ আছে আৰু ভাৰতীয় শাস্ত্ৰত সূত্ৰাকাৰে নিহিত আছে।

বৰ্তমান যুগত কিছুদিনৰ পৰা বৈদিক ক্ৰিয়াকল্পাপৰ প্ৰতি যে আস্থা কমি আহিব ধৰিছে, তাৰ দ্বাৰা এই নিদৰ্শন স্পষ্ট হৈ উঠিছে যে তমোগুণ উৰ্দ্ধমুখী

হৈছে আৰু সত্ত্বগুণ নিম্নমুখী হৈছে। এই কাৰণেও সামাজিক বিশৃঙ্খলাৰ সৃষ্টি হৈছে। সি যি নহওক— ব্ৰাহ্মণত বাজে (ব্ৰাহ্মণৰ ভিতৰতো সকলোৱেই নহয়) আন কোনো জাতিৰ লোকেই বৰ্ণাশ্ৰম ধৰ্ম্মৰো পক্ষপাতী নহয় আৰু জাতি ভেদৰো পক্ষপাতী নহয়। জাতিগত ব্যৱসায় যেতিয়াই পৰিত্যক্ত হৈছে তেতিয়াই জাতি-ভেদৰ মূল শিপা কটা গৈছে। জাতিভেদ নামৰ গছজোপাৰ পাতবোৰো লেৰেলিছে এতিয়া সেই পাতবোৰ সৰি পৰিবলৈকে হে বাকী আছে। শাস্ত্ৰগত ভাৱে আৰু বৰ্ণগতভাৱে জাতিভেদ এতিয়া নাই কিন্তু ৰাজনীতিৰ মেৰপাকত জাতিভেদ তিষ্ঠি আছে, কাৰণ ৰাজনীতিৰ যুদ্ধক্ষেত্ৰত ইয়াৰ আশ্ৰয় বহুতৰে কাৰণে জুৰ আৰু আশা আকাঙ্খাৰ তৃপ্তি সাধক।

বৰ্ণাশ্ৰম ধৰ্ম্ম সমাজৰ পৰা বিলুপ্ত হোৱাৰ পথত আগবাঢ়ি গৈছে। ইয়াক বাধা দিয়াৰ কোনো পথ নাই ; কিন্তু ভাৰতীয় কৃষ্টি, সংস্কৃতি বৈদিক ধৰ্ম্মৰ ভিত্তিত প্ৰতিষ্ঠিত। এই বৈদিক ধৰ্ম্ম ৰক্ষাৰ গৰাকী ৰাজশক্তি আৰু ব্ৰাহ্মণ জাতি। ৰাজশক্তিৰ চিন্তা ধাৰা বৈদিক ধৰ্ম্ম ৰক্ষাৰ অনুকূলে নহয়। যি নহওক, ব্ৰাহ্মণ জাতি যদি ব্ৰাহ্মণ হিচাবে তিষ্ঠি থাকিব পাৰে, আন কোনো শক্তিয়েই বৈদিক ধৰ্ম্মৰ পথত প্ৰতিবন্ধক জন্মাব নোৱাৰে। কিন্তু ব্ৰাহ্মণৰ শক্তি সামৰ্থ্য আজি অৰ্থনীতিৰ মেৰ পাকত পৰি অদৃশ্য হোৱাৰ পথত। কিন্তু কি উপায়ে বৈদিক ধৰ্ম্ম ৰক্ষা কৰা যাব পাৰে। ৰবীন্দ্ৰনাথে স্পষ্টতঃ কৈছে যে ব্ৰাহ্মণ যদি প্ৰকৃত ব্ৰাহ্মণ হ'ব পাৰে, ব্ৰাহ্মণ্য ধৰ্ম্ম ৰক্ষা স্বভাৱতঃ ৰক্ষিত হ'ব পাৰে। 'মই ব্ৰাহ্মণ' এই গৰিমাত ব্ৰাহ্মণ্য ধৰ্ম্ম ৰক্ষিত হ'ব নোৱাৰে। "মই ব্ৰাহ্মণ— কাৰণ মই ত্যাগী, কাৰণ মই বেদ মানো বেদ অধ্যয়ন কৰোঁ আৰু বৈদিক ক্ৰিয়া কৰ্ম্মৰ অনুষ্ঠান কৰোঁ— মোৰ ব্ৰাহ্মণত্ব মোৰ সুখ বিলাস ভোগৰ কাৰণে নহয়, মোৰ ধ্যান, ধাৰণা আৰু চিন্তা সমাজৰ কল্যাণ, সমাজৰ হিত সাধনৰ বাবেহে মাথোন"। মুঠ কথা এইটো স্বীকৃত সত্য যে বৰ্ণাশ্ৰম ধৰ্ম্ম এতিয়া নাই— বৰ্ণৰ নিৰ্দিষ্ট কৰ্ম্মও নাই। মৃতকৰ অন্তোষ্টি ক্ৰিয়া আৰু বিবাহৰ সময়ত ব্ৰাহ্মণৰ আৱশ্যক হয় আৰু বেদমন্ত্ৰৰ আৱশ্যক হয়।

কিন্তু— ব্ৰাহ্মণৰ ল'ৰাৰ অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আদি সংস্কাৰ লোপ হ'বলৈ ধৰাৰ পথত আগবাঢ়িছে। ব্ৰাহ্মণে যদি এই সংস্কাৰবোৰ উদ্ধাৰৰ পথ নেদেখে, জন্মৰ দাবীত ব্ৰাহ্মণত্ব ৰক্ষা কৰা সম্ভৱ নহয়। অৰ্থনৈতিক সমস্যাৰ অজুহাত এৰাই কেনেকৈ ব্ৰাহ্মণৰ ল'ৰাৰ সংস্কাৰ হ'ব পাৰে— তাৰ পথ বিচাৰিব লাগিব। অসবৰ্ণ বিবাহৰ যুগত জন্মগত ব্ৰাহ্মণৰ কোনো চিন চাবেই নাথাকিব।

ব্ৰাহ্মণ যদি ব্ৰাহ্মণ হৈ তিষ্ঠিব খোজে তেওঁ অসৱৰ্ণ বিবাহ স্বীকাৰ কৰি ল'ব লাগিব— এয়ে আজিৰ দিনত যুগধৰ্ম্ম হৈ পৰিছে আৰু বৈদিক সাহিত্যত দেখিবলৈ পোৱা যায় অসৱৰ্ণ বিবাহ শাস্ত্ৰ বহিৰ্ভূত নাছিল ; কিন্তু অসৱৰ্ণ বিবাহ

স্বীকাৰ কৰাৰ ভিতৰতো এটা বিষয়ত প্ৰতিবন্ধক আছিল। সেইটো হৈছে— উচ্চ বৰ্ণৰ কন্যা আৰু নিম্নবৰ্ণৰ বৰৰ মাজত অসৱৰ্ণ বিবাহ শাস্ত্ৰ সম্মত নহয়। এনে বিবাহক প্ৰতিলোম বিবাহ বোলে। নিম্নবৰ্ণৰ কন্যা আৰু উচ্চবৰ্ণৰ বৰ এনে অসৱৰ্ণ বিবাহ শাস্ত্ৰ সন্মত। এনে বিবাহক অনুলোম বিবাহ বোলে। এই প্ৰভেদৰ বিজ্ঞান সন্মত কাৰণ এই প্ৰৱন্ধৰ আদিতে ব্যাখ্যা কৰা হৈছে। প্ৰতিলোম বিবাহৰ দ্বাৰা ব্ৰাহ্মণৰ সত্ত্বগুণ অধোমুখী হয়; কাৰণ পুৰুষৰ শক্তিহে বলৱতী— নিম্নবৰ্ণৰ বাবে উচ্চবৰ্ণৰ কন্যাৰ ব্ৰাহ্মণী শক্তি গ্ৰহণ নকৰি নিজৰ ৰজো গুণ বা তমোগুণৰ শক্তি হে বৰ্দ্ধিত কৰে। সেইবাবে প্ৰতিলোম বিবাহ ব্ৰাহ্মণ কন্যাৰ বাবে উপযোগী নহয়— নিম্ন জাতিৰ বৰৰ কাৰণেও উন্নতি সূচক নহয়। নিম্নবৰ্ণৰ কন্যা উচ্চবৰ্ণ বৰৰ সংযোগত উচ্চবৰ্ণৰ গুণ সম্পন্ন সতি সন্ততিৰ সৃষ্টি কৰিব পাৰিব; কিন্তু প্ৰতিলোম বিবাহৰ ক্ষেত্ৰত পত্নী ব্ৰাহ্মণ কন্যা হ'লেও সতি সন্ততিয়ে উচ্চবৰ্ণৰ গুণ আহৰণ কৰিব নোৱাৰে।

বৰ্তমান সমাজত এটা বিশৃঙ্খলাৰ সৃষ্টি কৰিছে— এই অসৱৰ্ণ বিবাহ। আইনগত ভাৱে অসৱৰ্ণ বিবাহৰ সমৰ্থন আছে, সমাজগত ভাৱেও অসৱৰ্ণ বিবাহ অধিকাংশ লোকেই সমৰ্থন কৰে, যিবিলাকে সমৰ্থন নকৰে তেওঁলোকেও কোনো উচ্চ বাচ্য নকৰে; কিন্তু অন্তৰে অন্তৰে আৰু সমাজৰ পূৰ্ব্বৰ প্ৰথাকে মানি থাকি অসৱৰ্ণ বিবাহক স্বীকৃতিও নিদিয়ে। এনেদৰে সমাজৰ সক্ৰিয়তা ধ্বংস হৈ গৈছে। এই অৱস্থাও উন্নতিৰ পৰিচায়ক নহয়।

ব্ৰাহ্মণসকলৰ ভিতৰত যিবিলাক মুখ্য মুখ্য ব্যক্তি এতিয়াও সমাজত ব্ৰাহ্মণ্য ধৰ্ম্মৰ অস্তিত্ব আকাংক্ষা কৰে, তেওঁলোকৰ কৰ্তব্য হৈছে ইতিমধ্যে যিবিলাক ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ ল'ৰা-ছোৱালীৰ মাজত বিবাহ কাৰ্য্য সংঘটিত হৈ গৈছে, সেইবিলাক দম্পতীক আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীক ব্ৰাহ্মণ পৰিয়ালবোৰত আৰু হিন্দু সমাজৰ কোন পৰ্য্যায়ত স্থান দিয়া হ'ব অৰ্থাৎ এই ল'ৰা-ছোৱালী বিলাকক বৰ্ণসঙ্কৰ বুলি ধৰা হ'ব নে নহয়? পূৰ্ব্বে উল্লেখ কৰা অনুলোম বিবাহৰ পৰা জাত হোৱা ল'ৰা-ছোৱালী বিলাকক ব্ৰাহ্মণ বুলি গ্ৰহণ কৰাৰ আপত্তি কি? প্ৰতিলোম বিবাহৰ পৰা জন্ম পোৱা ল'ৰা ছোৱালী বিলাকক বৰ্ণসঙ্কৰ বুলি গ্ৰহণ কৰিব পাৰি ব্ৰাহ্মণৰ সমাজত তেওঁলোকক গ্ৰহণ কৰিব নোৱাৰি। পূৰ্ব্বাপৰ মানি অহা শাস্ত্ৰই এনে ব্যাখ্যা দিব; কিন্তু অসৱৰ্ণ বিবাহ শাস্ত্ৰই পূৰ্ব্বে মানিলেও কলি যুগত নিষিদ্ধ বুলিও শাস্ত্ৰ ব্যাখ্যা পোৱা যাব। ব্ৰাহ্মণ সমাজে এই সমস্যাৰ সমাধান কৰা অতি আৱশ্যক।

সহভোজন বিনা আপত্তিৰে চলি গৈছে; কিন্তু সহভোজনৰ নামত হিন্দুৰ অখাদ্য ভোজন চলিছে। খাদ্যাখাদ্যৰ বিচাৰ স্বয়ং ভগৱান শ্ৰীকৃষ্ণই গীতা শাস্ত্ৰত বিতংভাৱে কৰিছে। খাদ্যাখাদ্যৰ বিচাৰ নাথাকিলে দেশৰ ল'ৰা-ছোৱালীৰ স্বভাৱ,

চৰিত্ৰ আৰু মেধা শক্তি স্থিৰেৰে ৰখা সম্ভৱ নহ'ব।

বৈদিক বিবাহ যদি স্বীকাৰ কৰা হয় আৰু ৰেজিষ্টাৰ কৰা বিয়াতকৈ যদি বৈদিক বিবাহৰ প্ৰাধান্য দিয়া হয়, তেন্তে বৈদিক বিবাহৰ কাৰ্য্যবোৰ সম্পাদন কৰিবৰ বাবে কিছুমান লোকে পদ্ধতি আৰু মন্ত্ৰবোৰ জানিব লাগিব। কোনবোৰ লোক তাৰ বাবে উপযুক্ত হ'ব?

গাওঁবোৰত অসবৰ্ণ বিবাহৰ প্ৰতিক্ৰিয়া দৈনন্দিন অনুভূত হয়। সেই কাৰণে এতিয়াও দেশত আৰু গাৱঁত যিবিলাক ব্ৰাহ্মণ পণ্ডিত আছে, তেওঁলোকেই এই জীৱন্ত সমস্যাটোৰ এটা সমিধান নিৰাকৰণ কৰি নিৰ্দিষ্ট পথ উদ্ভাৱন কৰি সৰ্বসাধাৰণৰ অৱগতিৰ কাৰণে প্ৰচাৰ কৰা উচিত।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# ভূমিসংস্কাৰৰ প্ৰতিক্ৰিয়া কি হ'ব পাৰে?

**(শিক্ষাব্ৰতী)**

আমাৰ দেশৰ সমস্যা বহু। মুছলমানৰ আক্ৰমণৰ পূৰ্ব্বে যে দেশত সমস্যা নাছিল তেনে নহয়; কিন্তু মুছলমান ৰাজত্বৰ আৰু আক্ৰমণৰ সময়ৰ পূৰ্ব্বে দেশৰ শাসন চলিছিল, ভাৰতীয় শাসন বিধিৰ ওপৰত। সি যোৱা ১২০০ বছৰ আগৰ কথা। ১২০০ বছৰ পূৰ্ব্বে নাছিল দেশৰ ৰজাবিলাকৰ ভিতৰত ঐক্য। সেইকাৰণে দেশত ৰাজনৈতিক যুদ্ধ বিগ্ৰহ আৰু তাৰ লগতে লাগি থকা সমস্যাবোৰে দেশক জৰ্জ্জৰিত কৰিছিল। কিন্তু সামাজিক লোকৰ ভিতৰত আছিল এটা সংস্কৃতিৰ বন্ধন। সেই বন্ধনৰ মাজত আছিল পাৰস্পৰিক সহানুভূতি আৰু সহৃদয়তামূলক আচৰণ। এই সময়ত অৰ্থকে পৰমাৰ্থ বুলি লোকে সদায় নাভাবিছিল। নিজৰ দুখ দাৰিদ্ৰৰ মাজতো আনৰ উপকাৰৰ অৰ্থে ত্যাগ কৰা মনোবৃত্তি সৰহ সংখ্যক লোকৰে আছিল— অন্ততঃ সেইটো যে উচিত সেই বাতাৱৰণ আছিল। মুছলমান ৰাজত্বৰ পাছত বৃটিছ যুগতো সেই বাতাৱৰণ সমাজত বিদ্যমান আছিল।

মুছলমান ৰাজত্বৰ পূৰ্ব্বৰ পৰা দেশীয় ৰজাবিলাকৰ শাসনৰ দিনতো, মুছলমান ৰাজত্বৰ কালতো আৰু বৃটিছৰ ৰাজত্বতো— বৃদ্ধ লোকবিলাকৰ বৃদ্ধ কালত নিৰাপত্তাৰ কোনো আইনগত ব্যৱস্থা নাছিল; কাৰণ দেশত আছিল অন্নছত্ৰ; দৰিদ্ৰক দান কৰা মনোবৃত্তি আৰু সমাজৰ লোকৰ সহায়-সহানুভূতি। সকলোতকৈ বেছি নিৰ্ভৰযোগ্য আছিল যৌৱন কালৰ উপাৰ্জ্জিত ধনেৰে অৰ্জ্জন কৰা মাটি বৃত্তি সম্পত্তি। গতিকে নিৰাশ্ৰয়, নিঠৰুৱা হোৱাৰ আশঙ্কা নাছিল। ভিখাৰীৰ সংখ্যাও এনেদৰে বেছি নাছিল। পাছত ক্ৰমে ক্ৰমে অনাথ আশ্ৰম আৰু ধৰ্ম্মশালাবোৰ স্থাপিত হৈও কিছু সকাহ দিছিল— দুখীয়াবিলাকক।

বৰ্তমান দেশৰ পৰিস্থিতিত যৌৱন কালৰ উপাৰ্জ্জিত মাটি বৃত্তিৰ ওপৰত নিৰ্ভৰ কৰা দিন উকলিবৰ নিশ্চিত সম্ভাৱনাই দেখা দিছে। যিবিলাক লোকে মাটি-বৃত্তিৰ আয়ৰ ওপৰত নিৰ্ভৰ কৰি আছিল তেওঁলোকৰ অৱস্থা যে কি সঙ্কটাপূৰ্ণ হৈছে তাক অনুভৱ কৰা লোক দুই-এজন সমাজত থাকিলেও চৰকাৰ পক্ষৰ কৰ্ম্মচাৰী আৰু নেতৃবৃন্দৰ নাই বুলি ক'লেও অত্যুক্তি কৰা নহয়। আজি মাটি বৃত্তিক সম্পত্তি বুলি ক'ব নোৱাৰি আৰু সম্পত্তি নহয় বুলি স্পষ্টতঃ চৰকাৰী নীতিত ওলাই পৰিছে। স্থাৱৰ সম্পত্তি মাটি যদি সম্পত্তি নহয়, ই যদি বিয়াজ

(Real property) প্ৰপাৰ্টি নহয়, ৰিয়াল প্ৰপাৰ্টি কি?

সকলো দেশতে সকলো সময়তে (আজিৰ দিনলৈকে) মানুহৰ সম্পত্তি দুবিধ বুলি ভাবি অহা হৈছে।

(১) স্থাৱৰ সম্পত্তি মাটি আৰু অৱস্থাৰ সম্পত্তি ধন, সোণ আৰু মূল্যৱান সামগ্ৰী। আৰু (২) দেশৰ ঐতিহ্য আৰু সংস্কৃতি।

দেশৰ ঐতিহ্য আৰু সংস্কৃতিত কুঠাৰাঘাত পৰিছে। দেশৰ ঐতিহ্য আৰু সংস্কৃতিক চাৰিওফালৰ পৰা ধ্বংস কৰিবৰ প্ৰযত্ন কৰা হৈছে। এতিয়া ভাৰতীয় জাতিৰ ভাৰতীয়ত্বৰ চিনাকি নাই। সংস্কৃত চৰ্চাৰ পৰিবেশ নাই, বেদ উপনিষদ; ৰামায়ণ, মহাভাৰতৰ সামাজিক সংস্কৃতিৰ প্ৰভাৱ নাই। এই বিষয়ে বাহুল্যভাৱে কোৱাৰ আৱশ্যক ইয়াত নাই। ভাৰতবৰ্ষ ভাৰতীয় সংস্কৃতিৰ পৰা চ্যুত হোৱাৰ পথত।

কিন্তু স্থাৱৰ সম্পত্তিৰ স্থাৱৰত্বৰ ওপৰত যেতিয়া আক্ৰমণ চলিছে, তেতিয়া আনুষঙ্গিক বহু সমস্যাৰে উদ্ভৱ হোৱাৰ উপক্ৰম হৈছে।

(১) দুখীয়া মগনীয়া ফকিৰ সন্ন্যাসী বহুলোক মধ্যবিত্ত শ্ৰেণীৰ লোকক আশ্ৰয় কৰি আছিল। এই মধ্যবিত্ত শ্ৰেণীৰ লোকবিলাকৰ প্ৰধান অৱলম্বন আছিল মাটি। সেই মাটিৰ শস্য উৎপাদনত মাটিৰ মালিক আৰু মাটিৰ ৰায়তৰ মাজত সৰ্ব্বজন স্বীকৃত এটা স্নেহপূৰ্ণ, হৃদয়তাপূৰ্ণ সম্বন্ধ তিষ্ঠি আছিল সমবায় পদ্ধতিৰ নৈতিক আৰু স্বাভাৱিক ধৰ্ম্মীয় ৰীতিৰ ওপৰত। সেই সম্বন্ধ সম্পূৰ্ণৰূপে ধ্বংসৰ পথত।

(২) বৃদ্ধলোক, বাৰী বিধৱা আৰু ভৱিষ্যত আৰু আকস্মিক বিপদৰ সম্মুখীন হ'বলগীয়া লোকবিলাকৰ কোনো আশ্ৰয় নাইকিয়া হ'ব। মাটিয়েই আছিল সকলোৰে নিৰাপত্তা। এই নিৰাপত্তাৰ বৰ্তমান নাম হৈছে ন্যাস্তস্বাৰ্থ (Vested interest) ই যে এটা বৃহৎ ভ্ৰান্তি, সেইটো পাছতহে বুজা যাব।

(৩) মাটিবাৰী থকা লোকখিনি মাটিহীন হ'লে নিবনুৱা সমস্যা জটিল হ'ব— নিবনুৱাৰ সংখ্যা বাঢ়িব। তেতিয়া বাঢ়িব বুঢ়া, প্ৰৌঢ়, তিৰুতা নিবনুৱাৰ সমস্যা। ভিক্ষাৰীৰ সংখ্যা এতিয়াই অসহনীয়ভাৱে বৃদ্ধি পাইছে।

(৪) মাটিৰ ওপৰত মালিকীস্বত্ত্ব নাথাকিলে বিপদে আপদে মানুহৰ সহায় পোৱাৰ পথ ৰুদ্ধ হ'ব। এতিয়াই হৈছে।

(৫) মধ্যবিত্ত লোকসকলৰ ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাতো অভাৱনীয় বাধাৰ সৃষ্টি হ'ব— এতিয়াই হৈছে। বুদ্ধিমান ল'ৰা-ছোৱালীৰ শিক্ষাত বাধা পৰিলে দেশৰ কি পৰিমাণে ক্ষতি হ'ব তাক কল্পনাও কৰিব নোৱাৰি।

বহুদিনৰ পৰা চলি অহা সমস্যাবোৰ সমাধান নকৰাকৈ নতুন নতুন সমস্যাৰ সৃষ্টিৰ পৰা দেশ ধ্বংসৰ পথেদিহে যাব ; কাৰণ সমস্যা সৃষ্টি কৰি পুৰণি সমস্যা

সমাধান কৰা অসম্ভৱ।

এনেবোৰ ভৱিষ্যৎ বিপদৰ পথ ৰুদ্ধ কৰাৰ পূৰ্ব্বে অৰ্থাৎ সৰ্বসাধাৰণ লোক বিলাকৰ নিৰাপত্তাৰ পথ নিৰ্দ্দিষ্ট কৰাৰ পূৰ্ব্বে স্থাৱৰ সম্পত্তিৰ স্থাৱৰত্ব ধ্বংস কৰিলে— (আইনৰ বলত) দেশৰ প্ৰগতি হোৱাৰ সম্ভাৱনা নাই, অধোগতিৰ পথহে মুকলি হ'ব। সমস্যা সমাধানৰ উপায় চিন্তা কৰাৰ সময়ত, সেই উপায় কাৰ্য্যত প্ৰয়োগ কৰিলে কি অপায় আহে তাক বিজ্ঞ লোকসকলে চিন্তা কৰা উচিত। এই আইনৰ নৈতিক আৰু স্বাভাৱিক প্ৰতিক্ৰিয়া আপোনা-আপুনি কেনেদৰে সৃষ্টি হ'ব তাক সম্যক উপলব্ধি কৰি ব্যৱস্থা গ্ৰহণ নকৰিলে উপায় মঙ্গলজনক নহৈ অমঙ্গলজনক হ'ব তাত কোনো সন্দেহ নাই। প্ৰথমতঃ ভিক্ষাৰীৰ সমস্যাকে সমাধান কৰকচোন চৰকাৰে।

সামাজিক বিশৃঙ্খলাই যি বিপ্লৱ আনিব পাৰে তাক সংযত কৰা কিমান কঠিন সেই বিষয়ে ভৱিষ্যত দৃষ্টিৰ আৱশ্যক।●

# সমাজতন্ত্ৰবাদ আৰু সাম্যবাদ বনাম গান্ধীবাদ

কাৰ্লমাৰ্ক্স আছিল নিম্নতৰ আৰু মজদুৰ শ্ৰেণীৰ লোকৰ নেতা। তেওঁৰ এই নেতৃত্ব গঢ়ি উঠিছিল অস্তিনাস্তিৰ পৰিপ্ৰেক্ষিতত চিৰন্তন জড়বাদৰ ভিত্তিত। মানৱ ইতিহাসত ই এটা চিৰন্তন সত্য আৰু আকাঙ্ক্ষাৰ লক্ষ্য ৰূপে দেখা গৈছে যে জগতৰ সকলো মানুহে সুখ শান্তিত জীৱন যাপন কৰিব লাগে। জাগতৰ বিভিন্ন ধৰ্ম্মৰ উৎপত্তি হৈছে, এই লক্ষ্য আগত ৰাখিয়েই। মানৱ জাতিৰ দুঃখ নিবৃত্তিৰ পন্থা-অন্বেষণৰ পথেদি ধৰ্ম্মীয় জগতৰ উচ্চ আদৰ্শ আৰু ঈশ্বৰ বা সৃষ্টিকৰ্ত্তাৰ প্ৰাকৃতিক নিয়মৰ সম্যক আদৰ্শ আৰু উপলব্ধিৰ চেষ্টাই বিভিন্ন ৰূপ লৈ বিভিন্ন ধৰ্ম্মৰ উৎপত্তি হৈছে। সেয়েহে কোনো ধৰ্ম্মৰ লগত কোনো ধৰ্ম্মৰ মাজত ভেদভাৱৰ সৃষ্টি হয় জড়বাদৰ ভিত্তিত। জড়বাদে ধৰ্ম্মৰ পথ অন্ধকাৰাছন্ন কৰি তোলে। জগতৰ সকলো ধৰ্ম্ম শাস্ত্ৰৰে এয়ে মত বুলি কব পাৰি। গতিকে সমাজ কল্যাণৰ পথত জনগণৰ দুঃখ নিবৃত্তিৰ ক্ষেত্ৰত ধৰ্ম্মই পূৰ্ণ অৰিহনা যোগায় এয়ে চিৰন্তন বিশ্বাস। এই বিশ্বাসৰ বিৰুদ্ধে থিয় দিলে কাৰ্লমাৰ্ক্স। কাৰ্লমাৰ্ক্সৰ মতবাদ সমাজতন্ত্ৰবাদৰ আদৰ্শত বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত বুলি দাবী কৰা হৈছে।

এই বৈজ্ঞানিক ভিত্তিৰ মূল হৈছে হেগেলৰ (Hegel) দৰ্শন। হেগেলে কৈছিল যে ভাৱজগতত সকলো ভাৱৰ পৰিস্ফুৰণ বা চিন্তাধাৰাৰ পৰিবৰ্ত্তন এটা সিদ্ধ নিয়মৰ মাজেদি ঘটে। সেই যুক্তি সিদ্ধ নিয়মটো এনেকুৱা ঃ প্ৰথমত ঃ এটা ভাৱ প্ৰকাশ কৰা হ'ল বা এটা ভাৱৰ উদ্ভৱ হ'ল। এই প্ৰথম ভাৱটো জানিবা পূৰ্বপক্ষ বা প্ৰসঙ্গ (Thesis)। এই ভাৱৰ প্ৰতিপক্ষ বা বৈষম্য মূলক সম্পূৰ্ণ বিপৰীত ভাৱ এটি আছে। (Antethesis)। পূৰ্বপক্ষ আৰু প্ৰতিপক্ষৰ ভিতৰত সংযোগ সাধন হ'ল— উভয় ভাৱৰ কিছুমান অংশ লৈ সমন্বয় সাধন হ'ল। ইয়েই সমবায় (Synthesis) এই যে তৃতীয় ভাৱ সমবায় পদ্ধতিত সৃষ্টি হ'ল ইয়াৰ সমন্বয় ক্ৰিয়াত পূৰ্বৰ উভয় ভাৱৰ ভুল ত্ৰুটিবোৰ পৰিত্যক্ত হ'ল আৰু উভয় ভাৱত থকা সত্য বস্তুৰ সমন্বয় হ'ল। এই তৃতীয় ভাৱটি পূৰ্বৰ দুয়োটা ভাৱতকৈ উন্নত ধৰণৰ হ'ল। তৃতীয় ভাৱটো সৃষ্ট হোৱা মাত্ৰকে ই এটা নতুন পূৰ্বপক্ষ ৰূপে দেখা দিলে। নতুন প্ৰসঙ্গৰ উদ্ভৱ হ'ল আৰু পূৰ্বৰ নিয়মেৰে আন এটি বিৰুদ্ধ ভাৱৰ সংঘাতত পুনঃ এটি তৃতীয় ভাৱৰ সৃষ্টি কৰিলে। এই ধৰণে

অনন্তকাললৈ চলি থাকিল।

মাৰ্ক্সে হেগেলৰ এই দৰ্শনৰ যুক্তি গ্ৰহণ কৰি কলে যে মানুহৰ সকলো প্ৰকাৰ কৰ্ম্ম আৰু ইতিহাসৰ সকলো প্ৰকাৰ ঘটনা এই নিয়মেৰে চলে। ইয়াকে মাৰ্ক্সৰ বিৰোধ বিকাশ জড়বাদ বুলি (Dialectical materialism) আখ্যা দিলে। হেগেলৰ দাৰ্শনিক জড়বাদ (Philosophical materialism) আৰু মাৰ্ক্সৰ বিৰোধ বিকাশ জড়বাদ" একে পৰ্য্যয়ৰ বুলি আন কোনো দাৰ্শনিকে গ্ৰহণ কৰা নাই। মাৰ্ক্সবাদী কেইজনমানেহে মাথোন গ্ৰহণ কৰিছে।

বাৰ্ট্ৰাণ্ড ৰাছেলে নিৰ্দ্দেশ কৰিছে যে দাৰ্শনিক জড়বাদ আৰু বিৰোধ বিকাশ জড়বাদ পৰস্পৰ সমন্বিত নহয় আৰু ইটোৰ লগত সিটোৰ কোনো সম্বন্ধ নাই। যুক্তিৰ ফালৰ পৰা ইটোৰ লগত সিটোৰ কোনো প্ৰকাৰ যোগসূত্ৰ নাই। তেওঁ দেখুৱাইছে যে দাৰ্শনিক জড়বাদ যদি সত্য হয়, তাৰ দ্বাৰা এইটো প্ৰমাণিত নহয় যে অৰ্থনীতিৰ কাৰণবোৰ ৰাজনীতিৰ মূল কথা। উদাহৰণ স্বৰূপে যি কোনো ঐতিহাসিক ঘটনাৰ মূল কাৰণ হয় জলবায়ু বা ভৌগোলিক পৰিস্থিতি নাইবা যৌন আকৰ্ষণ আৰু এই কাৰণ সমূহ সমস্তই জড়বাদ সম্বন্ধীয় কিন্তু অৰ্থনীতি সম্বন্ধীয় নহয়। দাৰ্শনিক জড়বাদ যদি সত্য হয়, তথাপি বিৰোধ বিকাশ জড়বাদৰ ঐতিহাসিক ধাৰণা সঁচা নহ'ব পাৰে। আনহাতে যদি দাৰ্শনিক জড়বাদ ভ্ৰান্তিমূলকো হয়, তথাপি সকলো বোৰ ৰাজনৈতিক ঘটনা অৰ্থনীতি প্ৰসূত নহ'বও পৰে। কাৰণ অৰ্থনীতিৰ সমস্ত কাৰণৰ গুৰিতে থাকে মানুহৰ অৰ্থলাভ আৰু ক্ষমতা লাভৰ লোভ। যদিও অৰ্থনৈতিক কাৰণৰ বাবে অৰ্থলোভ আৰু ক্ষমতা লোভৰ উদ্ভৱ হয় তথাপি তাক জড়বাদৰ দৃষ্টিভঙ্গীৰে ব্যাখ্যা কৰিব নোৱাৰি। বৰঞ্চ বৌদ্ধিক আৰু আবেগিক দৃষ্টিভঙ্গীৰে ব্যাখ্যা কৰিব পাৰি। সকলোবোৰ লোভ আৰু আকাঙ্খাৰ মূল আৰু উদ্দেশ্য জৈৱিক নহ'বও পাৰে।

দাৰ্শনিক জড়বাদ আৰু বিৰোধ বিকাশ (ঐতিহাসিক) জড়বাদৰ ভিতৰত পৰস্পৰ সম্বন্ধ থকা বুলি কোৱা কথাৰ কোনো যুক্তি নাই আৰু ইটোৰ লগত সিটোৰ পৰস্পৰ কোনো সম্বন্ধও নাই ; তথাপি মাৰ্ক্সবাদী সকলে ভাৱে যে তেওঁ লোকৰ মতবাদ দাৰ্শনিক যুক্তি আৰু ঐতিহাসিক ঘটনা পৰম্পৰাৰ ভিত্তিত স্বতঃসিদ্ধ সত্য। মাৰ্ক্সবাদী সকলৰ এই বিশ্বাস ইমান দৃঢ় যে তেওঁ লোকে ইয়াক অন্ধভাৱে গ্ৰহণ কৰে আৰু প্ৰচাৰ কৰে। তথাপি ওপৰত কৈ অহা কাৰণসমূহৰ কাৰণে এই বিশ্বাস ভুল বা ভ্ৰান্ত বুলি ক'ব লাগিব।

হেগেলৰ দাৰ্শনিক মতবাদৰ ভিত্তি হৈছে যে যি কোনো এটা ভাৱৰ লগত বিৰুদ্ধ ভাৱৰ সমন্বয় ঘটি ঐতিহাসিক ঘটনাৰ সৃষ্টি কৰি আহিছে। মাৰ্ক্সে এই সমন্বয় অৰ্থনৈতিক ক্ষেত্ৰতো সঁচা বুলি গ্ৰহণ কৰিলে। মাৰ্ক্সৰ মতে অৰ্থনৈতিক সংগঠনবোৰ অৰ্থাৎ অৰ্থ স্বচ্ছলতা উপাৰ্জ্জনৰ পথবোৰে কোনো এটি দলক ক্ষমতাত

অধিষ্ঠিত কৰে। অৰ্থৰ বল থকা বাবে কোনো এটি শ্ৰেণীক ৰাজনীতি ক্ষেত্ৰত ক্ষমতা দান কৰে। অৰ্থ উপাৰ্জ্জনৰ পন্থাৰ যেতিয়া সলনি হয় তেতিয়া সেই পৰিবৰ্ত্তন অৰ্থনীতি ক্ষেত্ৰৰ শিল্প, বিজ্ঞানৰ উন্নতিৰ পথত পৰস্পৰ বিৰোধী ভাৱ সমূহৰ সমন্বয়ৰ নিচিনাকৈ আভ্যন্তৰীণ অনুকূল আৰু প্ৰতিকূল অভিজ্ঞতা বা পৰিস্থিতিৰ সমন্বয়ত গঢ়ি উঠে আৰু যেতিয়াই নতুন পৰিবৰ্ত্তন ঘটে তেতিয়াই সমাজত এঁকোটি নতুন অৰ্থনীতিক শ্ৰেণীৰ উদ্ভৱ হয় আৰু এই স্বচ্ছল শ্ৰেণীটোৱে ৰাজনৈতিক ক্ষমতা অধিকাৰ কৰে। এই নতুন শ্ৰেণীটো যেতিয়া সংখ্যাত আৰু ক্ষমতাত বেছি বলবান হৈ উঠে, তেতিয়াই পুৰণি ক্ষমতাপ্ৰাপ্ত দলটোৱে বাধা দিয়ে। যেতিয়া সেই বাধাৰ শক্তি অহিংস উপায়ে সফল নহয় তেতিয়া বল প্ৰয়োগৰ দ্বাৰা বা হিংসাত্মক কাৰ্য্যৰ দ্বাৰা সেই বাধা প্ৰদান কৰে। মাৰ্ক্সৰ মতে আদৰ্শবাদী সমাজতান্ত্ৰিক দলে এই সত্যটো উপলব্ধি কৰিব পৰা নাই। গতিকে মাৰ্ক্সৰ মতে অৰ্থনৈতিক স্বচ্ছলতা থকা শ্ৰেণীটোৱে নিজৰ স্বাৰ্থ আৰু ক্ষমতা হিংসাৰ পথেদিহে ৰক্ষ্য কৰিব পাৰে। এবাৰ এটা শ্ৰেণী যদি প্ৰতিষ্ঠিত হয়, আন এটা শ্ৰেণীৰ উদ্ভৱ হয় আৰু হেগেলৰ দাৰ্শনিক ভাৱ সমন্বয়ৰ দৰে ই চিৰকাল হিংসাৰ পথেদি চলি থাকে।

পাশ্চাত্য দেশৰ ইতিহাসত মাৰ্ক্সে দেখিলে যে এই পথেদিয়েই ভূমিৰ স্বত্ত্বাধিকাৰী প্ৰথা ক্ৰমে ক্ৰমে সমাজৰ পৰিবৰ্তনৰ লগে লগে ধনতন্ত্ৰবাদ প্ৰথাত পৰ্য্যবসিত হৈছে। ভূমিস্বত্বৰ অধিকাৰ প্ৰবল থকা সমাজত কৃষিৰ উৎপাদনেই সমগ্ৰ অৰ্থনৈতিক ক্ষেত্ৰ প্ৰভাৱান্বিত কৰে। সেই কাৰণে মাৰ্ক্সৰ মতে কৃষিশস্যৰ উৎপাদনৰ যিবিলাক পথ সেই পথ যাৰ হাতত আছে তেওঁলোকেই অৰ্থাৎ ভূমিৰ অধিকাৰী সকলেই হৈছে প্ৰকৃত ক্ষমতাপ্ৰাপ্ত শ্ৰেণী। গতিকে মাৰ্ক্সৰ মতে ভূমিৰ স্বত্বাধিকাৰ প্ৰথা থকা সমাজত আৰু ৰাজনৈতিক ক্ষমতা সংগঠনত এটা কু-অভিসন্ধি সদায় বৰ্তমান আছে আৰু সেইটো হৈছে যে প্ৰকৃত খেতিয়ক শ্ৰেণীক মাটিৰ লগত বান্ধি ৰাখি মুষ্টিমেয় ভূম্যধিকাৰী কেইজন মানৰ স্বাৰ্থ উপাৰ্জ্জনত নিয়োজিত কৰা। এইদৰে বিৰুদ্ধ মনোভাৱৰ সৃষ্টি হ'ল। যাতায়াতৰ বাবে উন্নত পদ্ধতি, ব্যৱসায়-বাণিজ্যৰ উন্নতি, কৃষিৰ ক্ৰমে বৰ্দ্ধমান শস্য উৎপাদন, ভোগ-বিলাসৰ সামগ্ৰীৰ উৎপাদনৰ ক্ৰম বৃদ্ধি ইত্যাদিৰ লগে লগে এইবোৰ অৱৰক্ষণৰ কাৰণে সৈন্য বাহিনীৰ আৱশ্যকতা আহিল আৰু তাৰ বাবে নগদ অৰ্থৰ আৱশ্যক হ'ল। ব্যৱসায় বাণিজ্যৰ বাবে এক শ্ৰেণী, শিল্প বিদ্যাৰ বাবে আন এটা শ্ৰেণী এইদৰে সমাজত বিভিন্ন শ্ৰেণীৰ উদ্ভৱ হ'ল আৰু অৰ্থৰ যোগান দিওতা শ্ৰেণীৰো উদ্ভৱ হ'ল। টাউন চহৰো গঢ়ি উঠিল। এই দৰে ধনতান্ত্ৰিক সমাজৰ সৃষ্টি হ'ল আৰু ভূমি স্বত্ত্বাধিকাৰী সমাজৰ লগত বিৰোধ উপস্থিত হ'ল।

নিজ নিজ স্বাৰ্থ ৰক্ষাৰ বাবে নতুন ধনতান্ত্ৰিক দলৰ শ্ৰমজীৱি লোকৰ

আৱশ্যক হ'ল আৰু ভূম্যধিকাৰী সকলৰো নিজ নিজ স্বাৰ্থ ৰক্ষাৰ বাবে কৃষক শ্ৰেণীৰ লগত সম্পৰ্ক ৰক্ষা কৰিবৰ আৱশ্যক হ'ল। এনে ক্ষেত্ৰত ৰাজ অনুগ্ৰহৰ আৱশ্যক হ'ল। ক্ৰমে ক্ৰমে ৰাজকীয় ক্ষমতাৰ বিৰুদ্ধেও আন্দোলনৰ সৃষ্টি হ'ল আৰু গণতান্ত্ৰিক মতবাদৰ ভিত্তিত শাসন যন্ত্ৰ প্ৰতিষ্ঠাৰ ধ্বনি আৰু আন্দোলনৰ সৃষ্টি হ'ল।

মাৰ্ক্সৰ মতে হিংসাত্মক কাৰ্য্যৰ মাধ্যমতহে পূৰ্বৰ অভিজাত সম্প্ৰদায়ক আৰু ভূম্যধিকাৰী সকলক ক্ষমতাচ্যুত কৰিব পৰা যাব।

মাৰ্ক্সৰ পাছত লেনিনে আহি ঘোষণা কৰিলে যে সকলো মানুহকে জমি, খাদ্য আৰু শান্তি লাগে। (Land, Bread and Peace) ৰাছিয়াৰ 'বলছেভিজমে' নতুন ৰূপ গ্ৰহণ কৰিলে— নাম হ'ল কম্যুনিজম। হিংসাত্মক কাৰ্য্যৰ মাধ্যমত, এই ধাৰণাই ৰূপ গ্ৰহণ কৰিব। যুদ্ধ তাৰ এটা অঙ্গহে মাথোন (War is part of the Whole) আৰু সম্পূৰ্ণ দেহটো হ'ল ৰাজনীতি (The whole is politics)। মাৰ্ক্সবাদত শেষ লক্ষ্য কি সি অস্পষ্ট কিন্তু লেনিন বাদত যি লক্ষ্য স্থিৰীকৃত হ'ল সিও অস্পষ্ট হৈ থাকিল। লেনিনে ঘোষণা কৰিলে যে পূৰ্ণাৱস্থাৰ ৰাজনীতিৰ অংশ হৈছে কৃষক সকল। ক্ৰমে বিভিন্ন আন্দোলনৰ পাছত ধ্বনি উঠিল সাম্ৰাজ্যবাদ আৰু ঔপনিবেশিকবাদৰ বিৰুদ্ধে।●

# ভাৱৰ বুৰবুৰণি

## (শিক্ষাব্ৰতী)

### (১)

মানুহে চুৰি কৰে, সমাজৰ আন আন মানুহে জানে কোনে কোনে চুৰি কৰিছে, কিন্তু সমাজৰ মানুহৰ শাস্তি বিধানৰ ক্ষমতা নাই ; কাৰণ সমাজৰ বন্ধন নাই। সাক্ষীয়ে সাক্ষী দিব নোৱাৰে। সাক্ষীৰ ওপৰত অত্যাচাৰ হয়। ৰবীন্দ্ৰ সৰোবৰৰ ঘটনাত প্ৰত্যক্ষ প্ৰমাণ পোৱা গৈছে। সামাজিক প্ৰভাৱ দুৰ্ব্বল হৈ যোৱাত দুৰ্নীতি পৰায়ণ মানুহে নিৰ্ভীক অন্তৰেৰে দুষ্কাৰ্য্য কৰি যাব লাগিছে।

শ্ৰীমদ্ভাগৱতৰ বাক্য— "সাধু সীদতি দুৰ্জ্জনঃ প্ৰভৱতি"— সাধু লোকৰ কষ্ট হয়, দুৰ্জ্জন লোকৰ প্ৰভাৱ বিস্তাৰ হয়— ঘোৰ কলিৰ প্ৰভাৱত— এই সত্য প্ৰমাণিত হৈছে।

### (২)

১৯৬৮ চনৰ ২৬ জানুৱাৰীৰ দিনা গুৱাহাটীত যি হিংসাত্মক দুষ্কাৰ্য্য সংঘটিত হৈ গ'ল, সেয়া হেনো ৰাছিয়াৰ পৰা অহা ধনৰ বলত হে সংঘটিত হৈছিল। অসমৰ ৰাইজৰ সৰল স্বভাৱৰ সুবিধানো ক'ত প্ৰকাৰে লোৱা হোৱা নাই? ভাষা আন্দোলনত কত যে অসমীয়া লোকে বঙ্গালী ভাই সকলক ৰক্ষা কৰিলে!! সেই সুকাৰ্য্যৰ সন্মান নাই, কিন্তু গুণ্ডাপ্ৰকৃতিৰ অভাৰতীয় লোক সকলে অসমীয়া লোকৰ সুনামত কলঙ্ক সানি কিমান স্বাৰ্থ উদ্ধাৰ কৰিলে— হোজা অসমীয়াই উমানকে নাপালে।

### (৩)

কলিকতাৰ প্ৰেচিডেন্সী কলজেৰ অধ্যক্ষই ছাত্ৰ সমাজৰ উৎপাতত তিষ্ঠিব নোৱাৰি অধ্যক্ষপদ এৰি দিবলৈ ওলাইছে। কেমিষ্ট্ৰীৰ প্ৰফেছাৰ ডঃ মিহিৰ কুমাৰ চৌধুৰীক কিছুমান উতনুৱা ছাত্ৰই টনা আজোৰা কৰি ক্লাছৰ ভিতৰতে অপদস্থ কৰে। আন কিছুমান ছাত্ৰ আৰু শিক্ষকেহে তেওঁক ৰক্ষা কৰে। মাওক নাইবা কোনো ৰাজনীতিৰ আদৰ্শৰ তেওঁ সমালোচনা কৰা নাছিল। বেৰত লিখি থোৱা কিছুমান অবাঞ্চিত বুলিক (Slogans) হে তেওঁ বেয়া আদৰ্শ বুলি কৈছিল— যাৰ দ্বাৰা পঢ়ুৱৈৰ মনোযোগ ভঙ্গ কৰিব পাৰে। শিক্ষকৰ মান সম্ভ্ৰম ইমান ঠুনুকা হৈ পৰিছে। ভাৰতৰ গুৰুভক্তিৰ আদৰ্শ কোন পথে?

(৪)

কলিকতাৰ ডকাইতি, নক্সালপন্থীৰ আৰু মাও পন্থীৰ অত্যাচাৰৰ সীমা চাগৈ পোৱা নাই। কেন্দ্ৰই হস্তক্ষেপ কৰিব নোৱাৰে বুলি কৈছে, ৰাজ্য চৰকাৰেও কোনো প্ৰতিবিধান হাতত লোৱাৰ প্ৰমাণ পোৱা নাযায়। 'প্ৰেম পূজাৰী' নামৰ চিনেমা এখনত চীনা বিৰোধী দৃশ্য থকা বাবে আৰু সেই চিনেমা দেখুৱা বাবে ৬টা চিনেমা ঘৰত বোমা নিক্ষেপ কৰি চিনোমা ঘৰৰ সা-সম্পত্তি ধ্বংস কৰে আৰু অফিচ ৰুম লণ্ডভণ্ড কৰে। নক্সাল পন্থী সকলৰ এই কাৰ্য্য বুলি ৰিপোৰ্ট পোৱা যায়— বাতৰি কাকতত। কলিকতাত কোনো আইন শৃঙ্খলা বা শাসনৰ বিধান ব্যৱস্থা নাই যেন লাগে। বাতৰি কাকতৰ যোগেদি অসমতো গোৱালপাৰা জিলাত নক্সালপন্থী সোমাইছে বুলি জনা যায়। গোৱালপাৰাৰ পুলিচ শাসনৰ প্ৰতি কৰ্ত্তৃপক্ষই কি দৃষ্টি দিছে?

(৫)

তেজপুৰৰ বিধানসভাৰ সমষ্টিৰ পৰা শ্ৰীবিজয় ভাগৱতীয়ে জয়মাল্য পাইছে। ই সঁচাকৈ তেওঁৰ আজীৱন পালন কৰি অহা নীতিৰ জয় নে? অসমৰ কংগ্ৰেছ দলৰ দুৰ্ব্বলতা এতিয়াহে ৰাইজৰ আগত প্ৰকাশ পাব ধৰিছে। যি বাৰজন বিধান সভাৰ সদস্য সাংগঠনিক কংগ্ৰেছৰ দলত আছিল তাৰে দহজনে কোনো উচ্চবাচ্য নকৰি শাসক কংগ্ৰেছত যোগ দিছে— বৃদ্ধ ৰাজনৈতিক পুৰুষ দুজন হে এতিয়া সাংগঠনিক কংগ্ৰেছৰ পক্ষত আছে। অসমত সাংগঠনিক কংগ্ৰেছৰ অৱস্থা শোচনীয় হৈ পৰিছে। জিলা আৰু গাঁও পৰ্য্যয়তো একে অৱস্থাৰ লক্ষণ পৰিলক্ষিত হ'ব ধৰিছে। ইন্দিৰাৰ ইণ্ডিকেটৰ জয় সূচনা কৰিছে নিশ্চয়; কিন্তু এই জয় কিমান দিন স্থায়ী হ'ব? ইতিমধ্যে অৱশ্যে দেশৰ প্ৰভূত ক্ষতি সাধিত হৈ যাব।

(৬)

অসমত সাহিত্য সভাৰ ভূতপুৰ্ব্ব সম্পাদক শ্ৰীআব্দুল মালিকৰ বিবৃতি (দৈনিক অসমত) পঢ়ি সাহিত্যিক সকলৰ মতিগতি আৰু সাহিত্য পৰিচালনাৰ কি নমুনা পোৱা যায়? ৰাজ্যৰ পৱিত্ৰতম অনুষ্ঠানৰ গতি কোন ফালে?●

# সমাজবাদ প্ৰতিষ্ঠা

(১) প্ৰচাৰধৰ্ম্মী প্ৰশাসন বা প্ৰশাসনীয় নীতি ব্যাখ্যা স্বাধীনতা লাভ কৰা দিনৰ পৰা বহুতো শুনা গ'ল। দেশৰ আভ্যন্তৰীণ অৱস্থা কি হৈছে সেই বিষয়ে বুজ লওতা স্বাৰ্থন্বেষী লোকৰ মত বলবত হৈ উঠিছে। মৌলিক অধিকাৰ, স্বত্ব বা নীতিৰ কোনো গুৰুত্ব কোনো ক্ষেত্ৰত দেখা পোৱা নাযায়। সেয়েহে মৌলিক স্বত্ব অধিকাৰ বিলোপৰ আইন সংসদত উত্থাপন কৰিবলৈ কোনো দ্বিধা বা সন্দেহ অকণো নোহোৱা হৈছে। যিবোৰ সামাজিক প্ৰথাই সমাজ বন্ধন কৰি ৰাখিছিল, সংৰক্ষণশীলতাৰ দোষ দেখুৱাই তাক বিনা বিচাৰে উলঙ্ঘন কৰা হ'ব লগিছে। মৌলিক স্বত্ব অধিকাৰ বা নীতি যে অপৰিবৰ্ত্তনীয় সংৰক্ষনীয় তাক পাহৰি যোৱা হৈছে। গণতন্ত্ৰৰ নীতি যদি মৌলিক স্বত্ব অধিকাৰ বা সৰ্ব্বজন গৃহীত প্ৰথাৰ ওপৰত নিৰ্ভৰ নকৰে, কিহৰ ওপৰত নিৰ্ভৰ কৰিব? সমাজ কল্যাণ কিহৰ ভিত্তিত তিষ্ঠি থাকে? গণতন্ত্ৰৰ ভিত্তি আইনৰ ওপৰত নহয় জানো? আইন কিহৰ ভিত্তিত গঢ়া হয়? ব্যক্তিৰ মৌলিক অধিকাৰ ৰক্ষা কৰা আইনৰ কৰ্ত্তব্য নহয় নে? দেশৰ বা জাতিৰ সংস্কৃতি আৰু ন্যায় ধৰ্ম্মৰ ভিত্তিত আইন গঢ়ি নুঠে নে? মৌলিক অধিকাৰ ভঙ্গ কৰিবলৈ বা জাতীয় কৃষ্টি-সংস্কৃতিৰ পৰিবৰ্ত্তন কৰিবলৈ আইনৰ ধাৰা ৰচিত হ'লে দেশৰ মৰ্য্যাদা বা মানৱতা ৰক্ষাৰ পথ পোৱা যায় নে? মৌলিক অধিকাৰ বা জাতীয় কৃষ্টি সংস্কৃতি ভঙ্গ কৰা বা পৰিবৰ্ত্তন কৰা কাৰ্য্যই দেশৰ উন্নতিত বাধা নজন্মায় নে?

(২) গণতন্ত্ৰ কাক বোলে সেই কথাৰ ব্যাখ্যা বহু হৈছে দেশত। এতিয়া উপলব্ধি কৰাহে আৱশ্যক। গণতন্ত্ৰ ৰূপায়ণৰ ক্ষেত্ৰত যদি স্বজন পোষকতা, দলীয় স্বাৰ্থ বা আত্মকেন্দ্ৰীয়তা দোষ থাকে গণতন্ত্ৰৰ প্ৰাণ বায়ু উৰি যায়। সমাজবাদ প্ৰতিষ্ঠা সুদূৰ পৰাহত। গণতন্ত্ৰ ৰূপায়িত হ'লে সমাজবাদ প্ৰতিষ্ঠাৰ কথা চিন্তা কৰিব নালাগে। সমাজবাদ আপোনা-আপুনি প্ৰতিষ্ঠিত হয়। মৌলিক নীতিবোৰ চিৰন্তন সত্যৰ ওপৰত প্ৰতিষ্ঠিত, সেই নীতিবোৰ ভঙ্গ কৰিবৰ কোনো পথ নাই নাইবা তাক পৰিবৰ্ত্তনো কৰিব নোৱাৰি। ৰূপায়ণ কৰা পদ্ধতিৰ মাথোন হে উন্নতি সাধন কৰিব পাৰি। নীতি ভঙ্গ কৰিলে বিৰোধ উপস্থিত হয়। বিৰোধী দলে দেখা উচিত যে ক্ষমতাধিষ্ঠিত দলে যাতে মৌলিক নীতিবোৰ ভঙ্গ নকৰে। মৌলিক নীতিবোৰ কোনো দলীয় নীতি হ'ব নোৱাৰে। সি সৰ্ব্বদলীয়। মানৱীয় আৰু সৰ্ব্ববাদী সন্মত। ক্ষমতাধিষ্ঠিত দলে যেতিয়া সংবিধান সন্মত কাৰ্য্যপন্থা হাতত লয়, তেতিয়া কাৰ্য্যপন্থাৰ দোষ ত্ৰুটী লৈ বিচাৰ বিবেচনা হ'ব পাৰে কিন্তু মৌলিক নীতিৰ বিৰুদ্ধে কোনো তৰ্ক উঠিব নোৱাৰে। ক্ষমতাধিষ্ঠিত দলে যেতিয়া প্ৰমাণ কৰিব পাৰে যে সংবিধানৰ কোনো সূত্ৰ বা ধাৰা মৌলিক স্বত্বাধিকাৰ বা ন্যায় নীতিৰ

ওপৰত প্ৰতিষ্ঠিত হোৱা নাই তেতিয়া সেই ধাৰা পৰিবৰ্ত্তন হ'ব পাৰে কিন্তু যিবোৰ ন্যায় নীতিৰ ওপৰত আৰু মানৱীয় স্বত্ব অধিকাৰৰ ভিত্তিত সংবিধানৰ ধাৰা ৰচিত হৈছিল, সেইবোৰ ন্যায় নীতি বা মৌলিক স্বত্ব অধিকাৰ দেশৰ কৃষ্টি সংস্কৃতিত তথা জাতিৰ প্ৰত্যেক মানুহৰ চৰিত্ৰত প্ৰতিফলিত হৈ আছে। তাৰ বিৰুদ্ধে ব্যৱস্থা হাতত ল'লে নিশ্চয় বিৰোধ উপস্থিত হ'ব— তাক কোনেও বাধা দিব নোৱাৰে। ৰজা, মহাৰজা সকলে একছত্ৰী ক্ষমতা প্ৰয়োগ কৰিও তাক বাধা দিব পৰা নাই। বাধা দিবলৈ গ'লেই বিশৃঙ্খলা আহে, বুৰঞ্জীয়ে তাৰ প্ৰমাণ দিয়ে।

উন্নত বা সুসংস্কৃত দেশ এখনক অনুন্নত বা অসংস্কৃত দেশৰ আৰ্হিত গঢ়িব নোৱাৰি নাইবা নিজৰ দেশৰ দোষ ক্ৰুটী শুধৰাই লোৱাৰ নামত নিজৰ সুসংস্কাৰবোৰ ত্যাগ কৰি আন দেশৰ কু-সংস্কাৰবোৰ গ্ৰহণ কৰি দেশ উন্নত কৰিব নোৱাৰি। আনকি কোনো এখন দেশৰ সংস্কৃতি আন এখন দেশলৈ আমদানি কৰিবও নোৱাৰি। আন দেশৰ কৃষ্টি সংস্কৃতি আমদানি কৰিবলৈ প্ৰয়াস কৰিলে দেশৰ জলবায়ু, অতীত বুৰঞ্জী সভ্যতা আৰু জাতীয় কৃষ্টি সংস্কৃতিৰ সহিত বিৰোধ হয়। জাতীয় কৃষ্টি সংস্কৃতিৰ ভাল বেয়া আৰু বিদেশী কৃষ্টি সংস্কৃতিৰ দোষ গুণ বিচাৰ পদ্ধতিৰ এটি স্থায়ী পদ্ধতি বা মৌলিক নীতি সৰ্ব্বজন স্বীকৃত হৈ আপোনা আপুনি বৰ্ত্তি থাকে। ক্ষমতাৰ বলত সেই পদ্ধতি বা নীতি ভঙ্গ কৰিলে দেশৰ শৃঙ্খলা নাথাকে। দলীয় ৰাজনীতিত বিবেক-ভোটে (Conscience vote) যি বিশৃঙ্খলাৰ সৃষ্টি কৰিছে, ইয়াৰ ফল কিমান দূৰলৈ বাঢ়ি যায় তাক কোৱা টান। ৰাষ্ট্ৰপতিৰ আসনৰ বাবে যি কোনো নিৰ্দ্দলীয় প্ৰাৰ্থীয়ে বিবেক ভোটৰ আবেদন জনাব পাৰে কিন্তু দলীয় কোনো মন্ত্ৰীয়ে সেই আবেনদ জনাবৰ অধিকাৰ নাই। এই মৌলিক নীতি যি বিলাকে ভঙ্গ কৰে সেই বিলাকলোকৰ হাতত ক্ষমতাৰ সদ্ব্যৱহাৰ আশা কৰিব নোৱাৰে।

(৪) ধনে বা ক্ষমতাই মানুহক শান্তি নিদিয়ে। শান্তি প্ৰতিষ্ঠা নহ'লে সমাজবাদ প্ৰতিষ্ঠা নহয়। আমেৰিকা ধনী দেশ। তাত শান্তি নাই। সমাজবাদো নাই। ভোগ-বিলাসে শান্তি নিদিয়ে। সেয়েহে যিসকল বিজ্ঞ আমেৰিকাবাসী সেই সকলে ভাৰতীয় শাস্ত্ৰ আৰু কৃষ্টি সংস্কৃতি অধ্যয়নৰ প্ৰয়াসী হৈছে। ভাৰতবাসীৰ শাস্ত্ৰ আৰু কৃষ্টি সংস্কৃতিয়ে কয় যে ধনৰ দ্বাৰা ধৰ্ম্ম (সমাজ কল্যাণ পুণ্য বা ন্যায় কাৰ্য্য সাধন) সাধন কৰিলেহে সুখ হয়। ধনাৎ ধৰ্ম্ম ততো সুখম্। ধন মানুহক লাগে। গৃহ সুখৰ বাবেও ধন লাগে আৰু সমাজ ৰক্ষাৰ বাবেও ধন লাগে। সমাজৰ লোকক বঞ্চিত কৰি (ন্যায্য প্ৰাপ্তিৰ পৰা বঞ্চিত কৰি) ধৰ্ম্ম সাধনো নহয়, সমাজ কল্যাণ সাধনো নহয় আৰু সমাজবাদ প্ৰতিষ্ঠাও নহয়। ৰাষ্ট্ৰীয় সা-সুবিধা দলীয় স্বাৰ্থত ব্যৱহাৰ কৰি আৰু বিৰোধী পক্ষক বা প্ৰতিবেশীক বঞ্চিত কৰিও সমাজবাদ প্ৰতিষ্ঠা নহয়। ৰাষ্ট্ৰীয় সা-সুবিধা সমগ্ৰ দেশৰ সকলো লোকে সমানে ভোগ কৰিবৰ অধিকাৰ পাব লাগে— উপযুক্ততা অনুসাৰে, উপযুক্ততা বিচাৰৰ তুলাদণ্ডও ন্যায় নীতিৰ ওপৰত নিৰ্ভৰ কৰিব লাগে।●

# ভাৱৰ বুৰবুৰণি

(১)

চৰকাৰৰ আৰু ৰাজনৈতিক দলৰ কাৰ্য্য প্ৰণালীবোৰ সন্দেহৰ উৰ্দ্ধত থাকিব লাগে ; তেতিয়া হে দেশত সুনীতিৰ পৰিৱেশ সৃষ্টি হয় আৰু ভৱিষ্যৎ বংশধৰ ছাত্ৰ-ছাত্ৰী সকলে শিক্ষাৰ ক্ষেত্ৰত সচ্চৰিত্ৰ গঠনৰ সুযোগ সুবিধা আৰু আদৰ্শ পায়। এইবাৰৰ পাৰ্লিয়ামেণ্টৰ অধিবেশনত শিল্প উন্নয়নৰ ৰাজ্য মন্ত্ৰী শ্ৰী কে. ডি. ৰঘুনাথ ৰেড্ডীয়ে স্বীকাৰ কৰিছে যে মোডি স্পিনিং আৰু উইভিং কোম্পানীয়ে শাসক কংগ্ৰেছ দলক ৬৭,১০০ টকা দান কৰিছে। আচাৰ্য্য এন. জি, ৰঙ্গই প্ৰশ্ন কৰে যে এই কোম্পানীটোক দুই তিনিখন লাইচেন্স কিয় দিয়া হৈছে? তাৰ উত্তৰত শিল্পোন্নয়নৰ মন্ত্ৰী শ্ৰীফখৰুদ্দীন আলি আহমেদে কৈছে যে কোনো কোম্পানীৰ বিৰুদ্ধে আইনৰ ফালৰ পৰা আপাত দৃষ্টিত (Prima facie) কোনো দোষ দেখা নাপালে লাইচেন্স দিয়াত কোনো বাধা নাই। এই কোম্পানীটোৰ পৰা শাসক কংগ্ৰেছ দলে ইমান টকা কিয় গ্ৰহণ কৰিলে? ই সুনীতিৰ পটন্তৰ নে দুৰ্নীতিৰ পটন্তৰ? চৰকাৰৰ সুযোগ সুবিধা গ্ৰহণৰ বাবে এই প্ৰকাৰ নীতি গ্ৰহণৰ প্ৰথা চৰকাৰী কৰ্মচাৰী সকলৰ ক্ষেত্ৰত ভোট লোৱা বুলি কোৱা নহয় জানো? ই জানো শিক্ষা ক্ষেত্ৰত পৱিত্ৰ পৰিৱেশ সৃষ্টি কৰে?

(২)

"সমাজবাদী" মন্ত্ৰীসকলৰ প্ৰতি কটাক্ষ নিক্ষেপ কৰি স্বতন্ত্ৰ দলৰনেতা শ্ৰীমিনু মাছানীয়ে সদনত কৈছে যে মন্ত্ৰীসকলে নিজ নিজ দৰ্মহা আৰু আন আন সা-সুবিধা দেশৰ লোকৰ জনমূৰি আয়ৰ ৭৫০ গুণ গ্ৰহণ কৰিছে আৰু সকলো প্ৰকাৰ খৰচ বাদ দি তেওঁলোকে জনমূৰি আয়ৰ ৬০ গুণ লাভ কৰিছে। এয়ে সমাজবাদ প্ৰতিষ্ঠাৰ আৰ্হি? সমাজবাদ প্ৰতিষ্ঠাৰ কাৰ্য্য প্ৰণালী কি হ'ব পাৰে— তাকে সাধাৰণ লোকে বিচাৰ কৰি বিমোৰত পৰে।

(৩)

শ্ৰীমিনুমাছানীয়ে চৰকাৰী হিচাবৰ ভিত্তিত কৈছে যে "পঞ্চম পঞ্চ বাৰ্ষিকী পৰিকল্পনাৰ অন্তত দেশত ২৮০ লক্ষ নিবনুৱাৰ সৃষ্টি হ'ব।" পৰিকল্পনাৰ ভিতৰত বাৰু এওঁলোকৰ কৰ্ম সংস্থাপনৰ ব্যৱস্থা কি লোৱা হৈছে? দেশৰ শিক্ষানুষ্ঠানৰ পৰা ওলোৱা ছাত্ৰ-ছাত্ৰী সকলৰ কৰ্ম-সংস্থান কোন বাটেদি হ'ব পাৰে তাৰ বাবে কিবা চিন্তা বা উদ্বিগ্নতা আছে নে? দেশত এই নিবনুৱা লোকৰ সংখ্যাৰ অনুপাতে কাৰিকৰী বিদ্যালয় স্থাপিত হৈছে নে? স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ পথ মুকলি

হৈছে নে? শিক্ষা বিস্তাৰৰ নামত যি গতিত হাইস্কুল, কলেজ আৰু সাধাৰণ বিশ্ব বিদ্যালয়বোৰ স্থাপিত হ'ব ধৰিছে সেই গতিত শিক্ষিত নিবনুৱা সৃষ্টি হ'ব ধৰিছে আৰু পৰীক্ষাত ফেলকৰা ছাত্ৰ ছাত্ৰীৰ সংখ্যাৰ হিচাব ল'লে দেখা যাব যে দেশত এটা ভয়াবহ অৱস্থাৰ সৃষ্টি হৈছে। যিবোৰ শিল্প বিদ্যা (হস্তশিল্প) অশিক্ষিত অথচ নিপুণ কাৰিগৰ সকলৰ হাতত আছিল আৰু এতিয়াও আছে, তেওঁলোকৰ মৃত্যুৰ লগে লগে সেই শিল্পবিদ্যাৰো মৃত্যু হোৱাৰ লক্ষণে দেখা দিছে ; কাৰণ শিক্ষিত লোকে সেইবোৰ হস্তশিল্প শিক্ষা নকৰে। এতিয়াও যি সকল তথা কথিত অশিক্ষিত বা অৰ্দ্ধশিক্ষিত শিল্পী আছে, তেওঁলোকক নিয়োগ কৰি হস্তশিল্পৰ কাৰিগৰী বিদ্যালয় স্থাপনৰ পৰিকল্পনা গ্ৰহণ কৰিব নোৱাৰি নে? পৈতৃক ব্যৱসায়বোৰ ভাৰতীয় লোক সকলে এৰি পেলাব ধৰিছে ; সেইবাবে হস্তশিল্পবোৰ লোপ পাই আহিব ধৰিছে আৰু লগে লগে নিবনুৱা সমস্যা বৃদ্ধি পাই আহিছে। শিক্ষা বিভাগৰ কৰ্ণধাৰ সকলে এই ফালে দৃষ্টি কাহানি দিব?

(৪)

চৰকাৰী পক্ষৰ সদস্য শ্ৰী এন, কে, চালভেই অহা বছৰ বাজেটত অৰ্থনৈতিক উন্নতি আৰু সমাজবাদ প্ৰতিষ্ঠাৰ আশা দেখিছে কিন্তু লগে লগে উদ্বিগ্নতা প্ৰকাশ কৰিছে যে এই বাজেটৰ প্ৰতিক্ৰিয়াত মুদ্ৰাস্ফীতি আৰু অস্বাভাৱিক ভাৱে বস্তুৰ মূল্য বৃদ্ধি হ'ব। এইখন বাজেটৰ তেন্তে সাফল্য কি? এই বাজেটৰ প্ৰতিক্ৰিয়া হিচাবে দেশৰ লোকৰ মঙ্গল সাধন কৰিব নে? এইটো অৱশ্যে ঠিক কথা যে একে বছৰতে দেশৰ বৰ্তমান অৰ্থনৈতিক পৰিস্থিতিৰ পৰিবৰ্ত্তন ঘটোৱা সম্ভৱ নহ'ব ; কিন্তু তথাপি যি সঙ্কটে দেশৰ লোকক ব্যতিব্যস্ত কৰিব ধৰিছে, সেই সঙ্কটৰ পৰা পৰিত্ৰাণৰ চেষ্টা আৰু ব্যৱস্থা বাজেটত পৰিলক্ষিত হোৱা উচিত বুলি ৰাইজে আশা কৰে।

(৫)

যোৱা ১১ মাৰ্চ তাৰিখে ৰাজ্যসভাত কেন্দ্ৰীয় মন্ত্ৰী শ্ৰী বৈদ্যচৰণ শুক্লাই জনসংঘদলক আবেদন জনায় যে জনসংঘই ভাৰতৰ মুছলমান সকলৰ "ভাৰতীয়কৰণৰ বুলি" ত্যাগ কৰিব লাগে আৰু সকিয়াই দিয়ে যে ধৰ্মনিৰপেক্ষ ভাৰতীয় ৰাষ্ট্ৰত সাম্প্ৰদায়িক ৰাজনীতিৰ স্থান নাই। জনসংঘৰ পাটনা অধিবেশনত গৃহীত নীতিৰ সমালোচনা কৰি মন্ত্ৰী গৰাকীয়ে কয় যে মুছলমান সকলৰ স্বদেশ প্ৰেমত সন্দিহান হৈ থাকিলে জাতীয় ঐক্য সাধনত বাধা উপজিব। ভাৰতীয়কৰণ কাক বোলে আৰু ভাৰতীয় জোখাৰ নীতি কি হ'ব পাৰে? এই বুলি প্ৰশ্ন কৰে।

এই প্ৰসঙ্গত আলোচনা হয়, জনসংঘৰ এই নীতি সমালোচনা প্ৰসঙ্গত শ্ৰী চি, ডি. পাণ্ডে (কংগ্ৰেছ সাংগঠনিক) কয় যে প্ৰকৃততে কমিউনিষ্ট বিলাকক হে ভাৰতীয় কৰিব লাগে। কোনো লোকক চীন বা ৰাছিয়াৰ প্ৰতি আনুগত্য দেখুৱাবলৈ

দিব নালাগে। ডঃ মহাবীৰে কয় যে ভাৰতৰ ৰোমাণ ক্যাথলিক সম্প্ৰদায়ে পৰ্য্যন্ত ভাৰতীয়কৰণ নীতি স্বীকাৰ কৰিছে আনফালে শ্ৰী জি, ৰামচন্দ্ৰনে কয় যে ভাৰতীয়কৰণ কৰাৰ অৰ্থ মুছলমান সকলক হিন্দুকৰণ হে। ইয়াত কৈ আৰু বিপজ্জনক কোনো কথা হ'ব নোৱাৰে। এতিয়া প্ৰশ্ন হৈছে যি সকল লোকে ভাৰতীয় বুলি দাবী কৰে— তেওঁলোকে চীন বা ৰাচিয়া বা পাকিস্তানৰ প্ৰতি আনুগত্য দেখুৱালে যদি কোনো এটি দলে ভাৰতীয়কৰণ অৰ্থাৎ স্বদেশৰ প্ৰতি আনুগত্য দেখুৱাবলৈ আবেদন জনায়— সেই আবেদনৰ অৰ্থ হিন্দুকৰণ হয় নে কি? যি সকল মুছলমান যোৱা ১২০০ বছৰ ধৰি ভাৰতত আছে নাইবা যি সকল মুছলমান আজি আহিও ভাৰতীয় জাতীয়তাৰ দাবী জনাইছে— তেওঁলোকক যদি পাকিস্তানৰ প্ৰতি আনুগত্য দেখুৱাবলৈ নিষেধ কৰা হয় সেইটো হিন্দুকৰণ হয় নে কি?

এই সম্পৰ্কে শ্ৰী এম্ চি চাগলাৰ মন্তব্য মন কৰিবলগীয়া। তেওঁ কয় যে— চৰকাৰে অনেক ক্ষেত্ৰতে কোনো এক বিশেষ সাম্প্ৰদায়ক সন্তুষ্ট কৰিবৰ বাবে সাম্প্ৰদায়িক মনোভাৱ গ্ৰহণ কৰা দেখা গৈছে। কোনো এটা বিশেষ সম্প্ৰদায়ক সন্তুষ্ট কৰা মনোভাৱ ত্যাগ কৰিবলৈ তেওঁ সকিয়াই দিছে আৰু কৈছে যে গুণৰ ভিত্তিত সকলো প্ৰকাৰ চাকৰি দিব লাগে ; কোনো ধৰ্ম বা সম্প্ৰদায়ৰ ভিত্তিত দিব নালাগে। মুছলমান সকলক তেওঁ সকিয়াই দিছে যে তেওঁলোকে জাতীয়তাৰ সোঁতত হে যোগদান কৰিব লাগে আৰু ভাৰতীয় পৰম্পৰাত হে গৌৰৱ অনুভৱ কৰিব লাগে।

শ্ৰীচাগলাৰ উক্তি আৰু জনসংঘৰ ভাৰতীয়কৰণৰ নীতিৰ ভিতৰত প্ৰভেদ ক'ত? আমাৰ চৰকাৰী নীতিৰ নিৰপেক্ষতাই বা ক'ত? ভাৰতীয় লোকে ভাৰতীয় বুলি গৌৰৱ বোধ কৰক বুলি কোৱাত দোষ ক'ত? আমাৰ নেতৃবৃন্দৰ ৰাজনীতিৰ খেলা এইদৰে চলিছে।

(৬)

পশ্চিম বঙ্গত ৰেজিষ্টাৰ ভুক্ত নিবনুৱা সকলক মাহে ৩০ টকাকৈ বানচ দিয়াৰ ব্যৱস্থা কৰিব খুজিছে। ইয়াৰ বাবে প্ৰথম বছৰত ১০ কোটি টকা খৰচ হ'ব আৰু দ্বিতীয় বছৰত ৩০ কোটি টকা খৰচ হ'ব। তাৰ পাছত কিমান কোটি টকা খৰচ হ'ব হিচাব পোৱা নাই। আমাৰ স্কুল কলেজবোৰৰ শিক্ষাই আন নহ'লেও নিবনুৱা ভাট্টা অৰ্জ্জনৰ যোগ্যতা দিব পাৰিব।●

# বিদ্যাসাগৰৰ চৰিত্ৰ বৈশিষ্ট্য

[ৰবীন্দ্ৰ ৰচনাৰ পৰা বোটলা]

## বিদ্যাসগৰৰ শিল্প প্ৰতিভা আৰু সৃষ্টি ক্ষমতা

"এজনে নিজৰ মনৰ ভাৱ আন এজনৰ আগত নানা প্ৰকাৰ শব্দ উচ্চাৰণ কৰি প্ৰকাশ কৰিলে তাক ভাষা বোলা যায়।"

ভাষা ভাৱৰ বাহন আৰু ভাষা ভাৱৰ আধাৰ ; কিন্তু সেইটো ব্যাকৰণ শুদ্ধ ভাষাৰ সংজ্ঞা হ'লেও পূৰ্ণ সংজ্ঞা নহয়। ভাষাৰ গুণ এই সংজ্ঞাৰ ভিতৰত নিৰদ্ধ হোৱা নাই। ভাষা ভাৱৰ আধাৰত উৎপত্তি লাভ কৰি বক্তব্যৰ মাধ্যমত প্ৰকাশ পায়, সেই বক্তব্য কিমান সুন্দৰ কৰি কিমান সুশৃঙ্খল কৰি প্ৰকাশ কৰিব পৰা যায় তাৰ উপৰত ভাষাৰ গুণ প্ৰকাশ পায়।

"সমাজ বন্ধন যেমন মনুষ্যত্ব বিকাশের পক্ষে অত্যাবশ্যক তেমনি ভাষাকে কলাবন্ধনের দ্বারা সুন্দর রূপ সংযমিত না করিলে সে ভাষা হইতে কদাচ প্রকৃত সাহিত্যের উদ্ভব হইতে পারে না।" (রবীন্দ্র নাথ)

বিদ্যাসাগৰে বাংলাভাষাক (গদ্য ভাষাক) অনাৱশ্যক সমাসবদ্ধ পদ সমূহৰ পৰা মুক্ত কৰিছিল আৰু ভাষাত সেই পদবোৰ ভাঙি তাৰ অংশবোৰ কেনেকৈ যোজনা কৰিব পাৰি তাৰ এটি সুন্দৰ নিয়ম বা আৰ্হি স্থাপন কৰিছিল ; কিন্তু তাতো ভাষা সুন্দৰ হৈ নুঠে। সেই গদ্য ভাষাৰ পদবোৰৰ মাজত ধ্বনিৰ এটা সামঞ্জস্য থাকিব লাগিব, গতিৰ এটা ছন্দশ্ৰোত অলক্ষ্যে থাকিব লাগিবআৰু শব্দ যোজনাত শ্ৰুতিমধুৰ আৰু সৰল শব্দবোৰ বাছি লব লাগিব। তেতিয়াহে গদ্য ৰচনাত সৌন্দৰ্য্য আৰু পৰিপূৰ্ণতা প্ৰকাশ পাব।

বিদ্যাসাগৰৰ পূৰ্ব্বে বাংলা গদ্যৰ যি অৱস্থা আছিল তাক আলোচনা কৰিলে বিদ্যাসাগৰৰ শিল্প প্ৰতিভা আৰু সৃষ্টি ক্ষমতাৰ প্ৰচুৰ পৰিচয় পোৱা যায়।

## বিদ্যাসাগৰৰ শ্ৰেষ্ঠতা চৰিত্ৰত

বিদ্যাসাগৰ প্ৰতিভা সম্পন্ন আছিল সঁচা কিন্তু তেওঁৰ গৌৰৱ আৰু সন্মান, প্ৰতিভাৰ গৌৰৱ বা সন্মানৰ নহয়। তেওঁ যি প্ৰতিভাৰে আনক প্ৰভাৱান্বিত কৰিছিল, সেই প্ৰতিভাৰ সোঁত স্বভাৱত সদায় প্ৰৱহমান হৈ থাকে। ব্যক্তি বিশেষত তাৰ প্ৰভাৱ বিভিন্ন ৰূপে বিকাশ পায়। সেই সোঁত নদীৰ স্ৰোতৰ দৰে। সেই প্ৰৱহমান প্ৰতিভাৰ সোঁতত প্ৰভাৱ দাতাৰ নাম চিহ্নিত কৰি ৰাখিব নোৱাৰি। বিশেষ, বিশেষ

গ্ৰন্থ বা চিত্ৰই বা মূৰ্ত্তিৰে চিৰ দিন নিজৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰি ৰচনা কৰ্ত্তাৰ নাম স্মৰণ কৰাই দিয়ে কিন্তু ভাষাৰ স্বাভাৱিক স্ৰোতে প্ৰভাৱকাৰীৰ নাম বিস্মৰণ কৰায় ; কাৰণ ভাষাই সৰু বৰ সকলো লোকৰ পৰা জীৱনী শক্তি লাভ কৰি পৰিব্যাপ্ত হয়। সেই বাবে ভাষাই কোন মূল উৎপত্তিৰ স্থানৰ পৰা ৰূপ গ্ৰহণ কৰে তাক নিৰ্ণয় কৰা সু-কঠিন হৈ পৰে। বাংলা ভাষাৰ বৰ্তমান ৰূপ গঠনত বিদ্যাসাগৰৰ অৱদান নিৰ্ণয় কৰা কঠিন হ'লেও বিদ্যাসাগৰৰ গৌৰৱ তেওঁৰ প্ৰতিভাৰ ওপৰতে মাথোন নিৰ্ভৰ কৰা নাই।

প্ৰতিভা বিকাশেই মানুহৰ পূৰ্ণ বিকাশ সাধন নকৰে। একাংশ মাথোনহে বিকাশ কৰে। প্ৰতিভা মেঘৰ মাজৰ বিজুলী যেন হে ; কিন্তু চৰিত্ৰ মানুহৰ দিনৰ পোহৰ। সেই পোহৰ সৰ্ব্বব্যাপী আৰু স্থিৰ। প্ৰতিভা মানুহৰ শ্ৰেষ্ঠ অংশ সন্দেহ নাই— কিন্তু মানুহৰ মনুষ্যত্ব বিকাশৰ যি চৰিত্ৰ সেই চৰিত্ৰই প্ৰতি মুহূৰ্ত্ততে সকলো কাৰ্য্যতে মানুহজনক ব্যক্ত কৰি থাকে।

দিনৰ পোহৰৰ দৰে এনে নিৰ্ম্মল চৰিত্ৰৰ পোহৰে বিদ্যাসাগৰৰ চৰিত্ৰৰ বৈশিষ্ট্য, এক বিশেষ প্ৰতিভা।

এই ধৰণৰ চৰিত্ৰ গঠন কোনো সাম্প্ৰদায়িক শাস্ত্ৰ মানি চলাৰ পৰা যে হয় তেনে নহয়। কবিয়ে অলঙ্কাৰ শাস্ত্ৰৰ বিধি নিষেধলৈ চাই কবিতা নিলিখে। কবিৰ কবিত্ব প্ৰতিভা অলংকাৰ শাস্ত্ৰৰ অতীত। প্ৰকৃত কবিত্ব যি কবিৰ আছে, তেওঁৰ কবিতা ৰচনা আপোনা আপুনি অলংকাৰ শাস্ত্ৰৰ নিয়মত নিয়মিত হৈ যায়। সেইদৰে যিবিলাক লোক প্ৰকৃত মানুহ, তেওঁলোকৰ অন্তৰতে শাস্ত্ৰীয় বাণী সমূহ স্বয়ং প্ৰস্ফুটিত হয় ; সেইবাবে তেনে মহান পুৰুষ সকলৰ চৰিত্ৰ বিকাশত কোনো শাস্ত্ৰীয় বিধি নিষেধ উলঙ্ঘন নহয়। এই যে স্বাতন্ত্ৰ্য বা অনন্যতন্ত্ৰত্ব বিদ্যাসাগৰৰ চৰিত্ৰত পূৰ্ণৰূপে প্ৰস্ফুটিত। সাহিত্য, শিল্প, বিজ্ঞান, দৰ্শন আদি বিষয়ত অনন্যতন্ত্ৰতা (ওৰিজিন্যালিটি) নাথাকিলেও বিদ্যাসাগৰে নিজৰ চৰিত্ৰক নিজৰ সমাজৰ আদৰ্শ স্বৰূপে যে প্ৰতিষ্ঠিত কৰিব পাৰিছিল, ই কম 'ওৰিজিন্যালিটি' বা অনন্যস্বতন্ত্ৰতা নহয়।

## অনন্য চৰিত্ৰ বংশগত ভাৱেও পোৱা যায়

বিদ্যাসগৰৰ পিতামহ ৰামজয় তৰ্কভূষণ এক অনন্য সাধাৰণ চৰিত্ৰৰ লোক আছিল। তেওঁ নিৰতিশয় তেজস্বী ব্যক্তি আছিল। তেওঁ কোনো ক্ষেত্ৰতে কাৰো ওচৰত অৱনত নহৈছিল। কোনো প্ৰকাৰে অনাদাৰ বা অৱমাননা সহ্য কৰিব নোৱাৰিছিল। তেওঁ সকলো ক্ষেত্ৰতে, সকলো বিষয়ে স্বীয় অভিপ্ৰায়ৰ অনুৱৰ্ত্তী হৈ চলিছিল। আনৰ অভিপ্ৰায়ৰ অনুৱৰ্ত্তন কৰা তেওঁৰ স্বভাৱ আৰু অভ্যাসৰ সম্পূৰ্ণ বিপৰীত আছিল। উপকাৰৰ প্ৰত্যাশাত অথবা আন কোনো কাৰণত তেওঁ

কেতিয়াও পৰক তোষামোদ কৰিব বা পৰৰ আনুগত্য স্বীকাৰ কৰিব নোৱাৰিছিল। এই বাবে তেওঁ একান্নবৰ্ত্তী পৰিবাৰৰ অন্তৰ্ভুক্ত হৈ থাকিব নোৱাৰিছিল। তাৰ বাবে তেওঁ যথেষ্ট দুখ দাৰিদ্র্য ভোগ কৰিছিল কিন্তু তথাপি তেওঁ স্বাধীন মন, স্বীয় স্বাতন্ত্র্য বা চৰিত্ৰৰ পৱিত্ৰতা হেৰুৱা নাছিল। কবিগুৰু ৰবীন্দ্ৰ নাথে এটি মাত্ৰ ঘটনা উল্লেখ কৰি ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ পিতামহ ৰামজয় তৰ্কভূষণৰ চৰিত্ৰ-চিত্ৰ অঙ্কন কৰিছে। তাৰ অনুবাদ—

১৭৪২ শকৰ ১২ আহিন মঙ্গলবাৰে বিদ্যাসাগৰৰ পিতা ঠাকুৰ দাস বন্দ্যোপাধ্যয়ে নিকটবৰ্ত্তী কোমৰগঞ্জলৈ দুপৰীয়া হাট কৰিবলৈ গৈছিল। ৰামজয় তৰ্কভূষণ পুত্ৰ ঠাকুৰ দাসক এটি শুভ সংবাদ দিবলৈ ওলাই গৈছিল। বাটত পুত্ৰৰ লগত দেখা হ'ল। পুত্ৰৰ লগত দেখা হোৱাত ক'লে— 'একেটি এঁড়ে বাছুৰ হয়েছে" (এটা দমৰা পোৱালী জন্মিছে)। তাকে শুনি ঠাকুৰ দাস ঘৰলৈ আহি গোহালিৰ ফালে যাবলৈ ধৰিছিল। তৰ্কভূষণে হাঁহি ক'লে— সেই ফালে নহয়, এই ফালে আহা, এই বুলি পোৱাতিৰ ঘৰলৈ নি নৱজাত শিশু ঈশ্বৰ চন্দ্ৰক দেখুৱাই দিলে।

এই কৌতুক হাঁহিৰ ৰশ্মিপাতত আমাৰ মনত ৰামজয়ৰ বলিষ্ঠ উন্নত চৰিত্ৰ প্ৰভাত কালৰ গিৰিশৃঙ্কৰ ন্যায় ৰমণীয় বোধ হয়। এই হাস্যময় তেজোময় নিৰ্ভীক সৰল স্বভাৱ পুৰুষৰ দৰে আদৰ্শ বাংলাদেশত বিৰল নহ'লে বাঙালিৰ ভিতৰত পৌৰুষৰ অভাৱ নহ'লহেঁতেন। এই দৰিদ্ৰ ব্ৰাহ্মণ তেওঁৰ পৌত্ৰক আন কোনো সম্পত্তি দান কৰিব পৰা নাই, কেৱল যি অক্ষয় সম্পদৰ উত্তৰাধিকাৰ দিয়াটো একমাত্ৰ ভগৱানৰ হাতত হে, সেই চৰিত্ৰ মাহাত্ম্য অখণ্ড ভাৱে তেওঁৰ জ্যেষ্ঠ পৌত্ৰৰ ভাগত দি গৈছিল।"

পৰৱৰ্ত্তী কালত বিদ্যাসাগৰে নিজেই কৈছে যে তৰ্কভূষণ মহাশয় নিৰতিশয় অমায়িক আৰু নিৰহঙ্কাৰ আছিল। কি সৰু, কি বৰ, সকলোবিধ লোকৰ লগত সমভাৱে সদয় আৰু সাদৰ ব্যৱহাৰ কৰিছিল। যাক তেওঁ কপটী বুলি ভাবিছিল, তেনে লোকৰ লগত পাৰ্য্যমানে আলাপ নকৰিছিল। তেওঁ স্পষ্টবাদী আছিল। কোনোবা ৰুষ্ট বা অসন্তুষ্ট হ'ব, তাকে ভাবি তেওঁ স্পষ্ট কথা কবলৈ ভয় বা সঙ্কোচ নকৰিছিল। তেওঁ যেনে স্পষ্টবাদী আছিল, তেনে যথাৰ্থবাদী আছিল। তেওঁ যাক আচৰণত ভদ্ৰ যেন দেখিছিল সেই লোককে ভদ্ৰ বুলি গণ্য কৰিছিল। যাৰ আচৰণ অভদ্ৰ যেন দেখিছিল, সেই লোক যদি বিদ্বান, ধনবান বা ক্ষমতাসম্পন্নও হয়, তথাপি সেই লোকক ভদ্ৰ বুলি গণ্য নকৰিছিল।

বিদ্যাসাগৰ মহাশয় পিতামহৰ এই চৰিত্ৰৰ উত্তৰাধিকাৰী হৈছিল। বিদ্যাসাগৰৰ পিতৃ ঠাকুৰ দাস বন্দ্যোপাধ্যায় মহাশয়ো সাধাৰণ লোক নাছিল। তেওঁ আছিল আত্মনিৰ্ভৰশীল। ১৪/১৫ বয়সৰ পৰা অৰ্থোপাৰ্জ্জন কৰিবৰ বাবে

কলিকতালৈ গৈছিল, কাৰণ তেওঁৰ মাতৃ দুৰ্গাদেৱীয়ে চৰকাত সূতা কাটি অকলে দুই পুত্ৰ আৰু চাৰি কন্যাৰ ভৰণ পোষণ কৰিছিল। কলিকতাত ঠাকুৰ দাসে বহু কষ্টে নিজে নিজে ইংৰাজী শিকি প্ৰথমতে মাহে ২ টকা দৰ্মহাত চাকৰি লৈছিল। ইমান দুঃখ দাৰিদ্ৰ্যৰ মাজতো আত্মসন্মান বজাই ৰাখি আত্মীয় জগমোহন তৰ্কালঙ্কাৰ মহাশয়ৰ আশ্ৰয়ত থাকি ধনোপাৰ্জ্জনৰ চেষ্টা কৰিছিল।

## মন্তব্য

চৰিত্ৰধন পুৰুষানুক্ৰমিক ভাৱেও উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা যায়। সেইবাবে সকলো ধনতকৈ এই ধনৰ মূল্য আৰু মাহাত্ম্য বেছি। সেই দৰে অসৎ চৰিত্ৰও মানুহে উত্তৰাধিকাৰ সূত্ৰে পায়। শিক্ষা জগতৰ মনস্তত্ত্ববিদ সকলে বহু সংখ্যক পৰিয়ালৰ সন্তান সন্ততিৰ জীৱন ইতিহাস অধ্যয়ন কৰি এই কথাৰ প্ৰমাণ পাইছে। ফলৱান বৃক্ষৰ ভাল বেয়া গছপুলিৰ কলম দি সেই কলম দিয়া গছ পুলিৰ ফল পৰীক্ষা কৰিও এই কথাৰ প্ৰমাণ কৰিছে।

সেয়েহে চৰিত্ৰবান লোক সমাজত থাকিলেহে দেশৰ জাতীয় চৰিত্ৰ উন্নত হয়। চৰিত্ৰৱান লোকৰ সতি-সন্ততিয়ে উত্তৰাধিকৰ সূত্ৰে পোৱা চৰিত্ৰ গুণৰ ফলত আৰু নিজৰ পৰিয়ালৰ পৰম্পৰা মানি চলাৰ গুণত বুদ্ধিমান আৰু সচ্চৰিত্ৰ সতি-সন্ততি এৰি থৈ যায় আৰু জাতীয় চৰিত্ৰৰ উন্নতি বিধায়ক বংশ গোষ্ঠী সৃষ্টি কৰি যায়। সেইদৰে অসচ্চৰিত্ৰ লোকৰ সতি-সন্ততিয়ে জাতীয় চৰিত্ৰৰ অৱনতি ঘটায়।

সেইবাবে শিক্ষানীতি এনেদৰে নিৰ্ণীত হ'ব লাগে যাতে অসৎ চৰিত্ৰ লোকৰ চৰিত্ৰ গঠন হ'ব পাৰে আৰু সচ্চৰিত্ৰ লোকে চৰিত্ৰৰ বল ৰক্ষা কৰিব পাৰে।●

# এটা সাহসী পদক্ষেপৰ আৱশ্যক হৈছে

দেশৰ শিক্ষা নীতি পৰিবৰ্তনৰ কাৰণে এটা সাহসী পদক্ষেপৰ আৱশ্যক হৈছে। শিক্ষা নীতি আৰু শিক্ষা ব্যৱস্থা পৰিবৰ্ত্তনৰ কাৰণে যতবোৰ প্ৰবন্ধ ৰচনা, যতবোৰ সমালোচনা আৰু বৰ্তমান শিক্ষা ব্যৱস্থাৰ যতবোৰ দোষ ত্ৰুটি উদ্ঘাটন হৈছে সেই সম্পৰ্কে নতুনকৈ কবলৈ একো নাই। অসমৰ বাতৰি কাকত আৰু আলোচনীবোৰতেই নহয় ভাৰতৰ বিভিন্ন বাতৰি কাকত আৰু আলোচনীতো একে কথাকে বিভিন্ন ভাষাত বিভিন্ন দৃষ্টিকোণৰ পৰা আলোচিত হৈছে। ইউনেস্কোৰ মতেও বৰ্তমানৰ শিক্ষা নীতি বাতলি হৈ গৈছে, কাৰণ এই নীতি সময়ৰ লগত খোজ মিলাই যাব পৰা নাই, যুৱ শক্তিৰ আশা-আকাঙক্ষা পূৰণ কৰিব পৰা নাই, ব্যক্তিৰ চৰিত্ৰ গঠন কৰিব পৰা নাই আৰু সেই বাবে জাতীয় চৰিত্ৰৰ মান সকলো দেশতে ক্ৰমে ক্ৰমে নামি যাব ধৰিছে, এই মত প্ৰকাশ কৰিছে আৰু প্ৰকাশ কৰিছে যে ছাত্ৰ সমাজৰ উচ্ছৃঙ্খলতাৰ এইবোৰেই প্ৰধান কাৰণ।

লক্ষ্ণৌ বিশ্ববিদ্যালয়ত যিবোৰ ঘটনা ঘটিল (বিশেষকৈ যোৱা ২০ মে' তাৰিখৰ পৰা ২২ মে' তাৰিখৰ ভিতৰত) সেইবোৰ ঘটনাই চৰকাৰক আৰু শিক্ষাবিদ্ সকলৰ আগত কি দৃশ্য দাঙি ধৰিছে, শিক্ষাৰ কোন ফালৰ ত্ৰুটি-বিচ্যুতিৰ প্ৰমাণ উপস্থাপিত কৰিছে, যি কোনো চিন্তাশীল ব্যক্তিয়ে সেইটো বুজি পাইছে। বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হোৱা যে কিমান দূৰ বিপজ্জনক হৈছে সেই বিষয়ে বহলাই কোৱাৰ আৱশ্যক নাই।

দুখৰ বিষয় এইটোৱে হৈছে যে শিক্ষা আৰু শিক্ষানুষ্ঠানক লৈ, পৰীক্ষা সংক্ৰান্তৰ বিষয়বোৰ লৈ, শিক্ষকসকলৰ দৰ্মহা আৰু অন্যান্য সা-সুবিধাক লৈ যিবোৰ আন্দোলন গঢ়ি উঠে তাত অবাঞ্ছনীয় ৰাজনীতিৰ খেলা যেনেদৰে অন্তৰ্নিহিত থাকে, সেইদৰে এই গণ্ডগোল, উচ্ছৃঙ্খলতা আৰু আন্দোলনৰ মূল কাৰণবোৰো দায়িত্বশীল চৰকাৰৰ আৰু ব্যক্তি বিশেষৰ মনত অন্তৰ্গুপ্ত হৈ থাকে।

আমি সকেলাৱে বুজা উচিত যে শিক্ষা ক্ষেত্ৰত যিবোৰ সমস্যাই দেখা দিছে, সেইবোৰ সমস্যা সমাধানৰ পৰিবেশ দেশত এতিয়া নাই। শিক্ষাৰ উন্নতি সাধনৰ বাবে ব্যক্তি চৰিত্ৰ গঠনৰ বাবে, জাতীয় চৰিত্ৰ গঠনৰ বাবে আৰু নিবনুৱা সমস্যা সমাধানৰ বাবে শিক্ষাই কিমানখিনি বৰঙণি যোগাব পাৰে আৰু লাগে তাৰ বাস্তব চিত্ৰ এটি সৰ্বসাধাৰণ ৰাইজৰ চকুত দাঙি ধৰিব লাগিব আৰু সেই চিত্ৰটো কেনেকৈ ৰূপায়িত কৰিব পাৰি তাৰ এখনি আঁচনি সৰ্ববাদীসম্মত ভাৱে

গৃহীত কৰাই ল'ব লাগিব। কাৰণ শিক্ষাৰ বাবে সমাজত এটি নতুন পৰিবেশৰ সৃষ্টি কৰিব লাগিব। আয়োগ সমূহৰ প্ৰতিবেদনৰ ওপৰত পূৰ্ণ আস্থা ৰাখি শিক্ষাৰ সংগঠনৰ সময় উকলি গৈছে। সমাজৰ অভাৱ-অভিযোগ, প্ৰয়োজন আদিৰ ওপৰত ভিত্তি কৰি সেই আঁচনি প্ৰস্তুত কৰি তাৰ ভিত্তিত কৰ্তব্য নিৰ্দ্ধাৰণ কৰিব লাগিব। ৰাজনৈতিক মতবাদে (দলীয় ৰাজনীতিৰ স্বাৰ্থজড়িত হেতা-ওপৰই) তাতে বাধা দিব নোৱাৰে, সেই উদ্দেশ্যে ৰাইজক সমস্ত কথা স্পষ্টকৈ বুজাই দিবলৈ গোটেইখন ৰাজ্যতে বা দেশতে সভা-সমিতিৰ জৰিয়তে এটি শান্ত আন্দোলন গঢ়ি তুলিব লাগিব। আৱশ্যাক হ'লে সদাশয় ধনী লোকৰ সহায়ত দুটি এটি শিক্ষানুষ্ঠান পাতি আদৰ্শ দেখুৱাবৰ ব্যৱস্থাও কৰিব লাগিব।

শিক্ষাক দলীয় ৰাজনীতিৰ বহিৰ্ভূত কৰি শিক্ষাৰ মূল উদ্দেশ্য পূৰণৰ পন্থা বাহিৰ কৰিব লাগিব। স্বাৰ্থত্যাগী কৰ্ম্মী নিশ্চয় ওলাব লাগিব। সঙ্ঘবদ্ধ হ'ব পাৰিলে কৰ্ম্মী ওলাব কাৰণ অভিভাৱকসকলেও নিৰুপায় অৱস্থাত কিংকৰ্ত্তব্যবিমূঢ় হৈ আছে। ৰাইজৰ ফালৰ পৰা শিক্ষাবিদ, শিক্ষা ব্ৰতী আৰু শিক্ষাপ্ৰেমী লোক নোলালে, ৰাইজৰ প্ৰয়োজনীয়তাৰ ভিত্তিত ৰাইজে শিক্ষা নীতি উদ্ভাৱন নকৰিলে বৰ্তমানৰ প্ৰচলিত শিক্ষা নীতিৰ পৰিবৰ্ত্তন সুদূৰ পৰাহত হৈছে।

ব্যক্তিৰ চৰিত্ৰ ধ্বংসৰ পথেদি নিৰক্ষৰতাও দূৰ কৰিব নোৱাৰি, শিক্ষাৰ মানো উন্নত কৰিব নোৱাৰি আৰু নিবনুৱা সমস্যাও সমাধান কৰিব নোৱাৰি। যুৱ শক্তিৰ অদম্য উৎসাহ, স্বাভাৱিক অনুপ্ৰেৰণা আৰু অফুৰন্ত কৰ্ম্ম শক্তিক শোষণ কৰি ৰাজনৈতিক দল সমূহ পৰিপুষ্ট হৈছে আৰু দুৰ্নীতিৰ পথ নিত্য নতুন ভাৱে উদ্ভাৱন কৰিব লাগিছে। দেশহিতৈষী আৰু দেশপ্ৰেমিক লোক সকল সঙ্ঘবদ্ধ হৈ যুৱ শক্তিক শোষণ কৰা দুৰ্নীতিৰ পৰা কেনেকৈ শান্ত বাৱে বিশ্বাসযোগ্য যুক্তিৰে আৰু নিৰাপদে ৰক্ষা কৰিব পাৰি তাৰ পথ বিচৰাহে ৰাইজৰ প্ৰধান কৰ্তব্য হৈ পৰিছে।

*এই সাহসী পদক্ষেপ এতিয়া ৰাইজৰ ফালৰ পৰা ৰাইজে কেনেকৈ গ্ৰহণ* কৰিব পাৰে গুৰিতে সেইটোৱে হৈছে সমস্যা।

শিক্ষা যে ৰাজনীতি, অৰ্থনীতি, সমাজনীতি, কূটনীতি আৰু দুৰ্নীতিৰ মেৰপাকত সোমাই পৰিছে, সেই মেৰপাকবোৰ খুলিবৰ উপায় নাই *নে?*

২৩ মে' তাৰিখৰ ষ্টেটছমেন কাকতৰ সম্পাদকীয় স্তম্ভত এই কথা শাৰী লিখিছে যে ছাত্ৰ সমাজৰ শৃঙ্খলা আনিবলৈ প্ৰত্যক্ষ শাসন ব্যৱস্থা গ্ৰহণ কৰিব লাগিব, কিন্তু আনহাতে সমগ্ৰ ভাৰতীয় জাতিয়ে আৰু ভাৰতীয় জাতিৰ প্ৰতিনিধিবৰ্গই বৰ্তমান প্ৰচলিত শিক্ষা নীতিৰ বিষয়ে পুনৰ্বিবেচনা কৰা উচিত হ'ব যে ছাত্ৰবিলাকক শ্ৰম বিমুখ কৰি ৰাখিবলৈ মাথোন সম্পূৰ্ণ অনুপযুক্ত ছাত্ৰবিলাকক বিশ্ববিদ্যালয়বোৰত ভৰ্তি কৰি ৰখা হয়।

এনে ধৰণৰ উক্তি ইতিপূৰ্বে বহু শিক্ষাবিদৰ মন্তব্যত শুনিবলৈ পোৱা গৈছিল আৰু শিক্ষা আয়োগবিলাকৰ মন্তব্যতো পোৱা যায় যে অনুপযুক্ত ছাত্ৰবিলাকক বিশ্ববিদ্যালয়ত ভৰ্তি কৰি নলবৰ উপায় নিৰ্দ্ধাৰণ কৰিব লাগিব। সেই বাবে এই বিষয়ে অকাৰ্য্যকৰ শিক্ষা সম্বন্ধীয় আলোচনাৰ সময় উকলি গৈছে।

লক্ষ্ণৌ বিস্ববিদ্যালয়ত ঘটা ঘটনাৱলীৰ বাবে কোন দায়ী, কাৰণ কি সমস্ত উদঘাটন কৰি ব্যক্তি বিশেষৰ স্বাৰ্থ হানি, মান হানি নাইবা যি কোনো কৰ্তৃপক্ষৰ সম্ভ্ৰম ৰক্ষাৰ কথা চিন্তা নকৰি উপযুক্ত শাস্তি বিধানৰ আৰু প্ৰচলিত শিক্ষা নীতিৰ আমূল পৰিবৰ্ত্তনৰ আৱশ্যকতা মূৰ্ত হৈ প্ৰকাশ পাইছে। তাকে কৰিবৰ বাবে যদি চৰকাৰ আৰু সংশ্লিষ্ট কৰ্তৃপক্ষ ৰাজী হয়, তেতিয়া দেশৰ বহু প্ৰকাৰ সমস্যা সমাধানৰ পথ স্পষ্ট হৈ উঠিব— ইয়াত সন্দেহ নাই। তেওঁলোকে যদি নকৰে, নিশ্চয় চিন্তাশীল ৰাইজৰ মাজৰ পৰা উপযুক্ত লোক প্ৰত্যক্ষ ভাৱে ওলাই আহিব লাগিব আৰু সঙ্ঘবদ্ধ হোৱাৰ যত্ন কৰিব লাগিব। দেশত সেই শুভক্ষণ আৰু শুভ পৰিস্থিতি উদ্ভৱৰ আশা কৰিব পাৰিনে?●

# নিবনুৱা সমস্যা সমাধানৰ উপায় বিচাৰি

নিবনুৱা সমস্যা সমাধানৰ বিষয়ে চিন্তা কৰিবলৈ যাওতে পোনতেই মনলৈ আহে কৰ্ম্মসংস্থানৰ প্ৰশ্নৰ মীমাংসা। কৰ্ম্মসংস্থানৰ প্ৰশ্নৰ আৰালত আছে শিক্ষা সমস্যা সমাধানৰ প্ৰশ্নৰ মীমাংসা ; কাৰণ নিবনুৱা সমস্যা আৰু শিক্ষা-সমস্যা ওতঃপ্ৰোত ভাৱে জড়িত।

শিক্ষা বিষয়টো এনে এটি বিষয় যাৰ লগত ব্যক্তি জীৱনৰ আৰু জাতীয় জীৱনৰ অবিচ্ছেদ্য সম্বন্ধ আছে। ব্যক্তিৰ ক্ষুধা তৃষ্ণা নিবাৰণৰ চেষ্টা শিশু ভূমিষ্ঠ হোৱাৰ লগে লগে দেখা দিয়ে। গতিকে খাদ্য সমস্যা আৰু খাদ্য আহৰণ সমস্যাৰ লগতো শিক্ষাৰ অবিচ্ছেদ্য সম্বন্ধ জড়িত হৈ আছে। প্ৰকৃততে শিক্ষা বুৰঞ্জীৰ পাত লুটিয়ালে আমি দেখিবলৈ পাওঁ যে খাদ্য সংগ্ৰহ আৰু গৃহ নিৰ্মাণৰ সমস্যালৈয়ে শিক্ষাৰ ভিত্তি স্থাপন হৈছে— ব্যক্তিৰ জীৱন নিৰ্বাহৰ বাবে।

জাতীয় জীৱনতো ব্যক্তি জীৱনৰ প্ৰসাৰৰ মাধ্যমত দেশপ্ৰেম আৰু দেশ ৰক্ষাৰ প্ৰশ্নৰ উদ্ভৱ হোৱা দেখা যায়। কালৰ গতিত যুদ্ধ-বিগ্ৰহ, সমাজ আৰু দেশোন্নয়ন আদিৰ প্ৰশ্নৰ মাধ্যমত আত্মৰক্ষা আৰু দেশ ৰক্ষা আদি শিক্ষাৰ বিষয় হৈ পৰিল। এইবোৰ অতি পুৰণি ইতিহাস আৰু শিক্ষিত ব্যক্তি মাত্ৰেই এইবোৰ কথা জানে? কিন্তু কালৰ গতিত দেশ-ভেদে আমি কি অৱস্থাত উপনীত হৈছো আৰু আমাৰ ব্যক্তি জীৱনত, জাতীয় জীৱনত কিবোৰ সমস্যাৰ সন্মুখীন হৈছো— সেই সমস্যা সমাধানৰ পথ বিচৰাহে এতিয়া আমাৰ মূল সমস্যা। এই সমস্যা সমাধানৰ বাবে আমাৰ শিক্ষা ব্যৱস্থাৰ পুনৰ্গঠনৰ প্ৰশ্ন আহি পৰে। তাৰ বাবে দুই প্ৰকাৰ ব্যৱস্থা গ্ৰহণৰ আৱশ্যকতা আহি পৰে— হ্ৰস্ব ম্যাদী আৰু দীৰ্ঘ ম্যাদী। নিবনুৱা সমস্যা সমাধানৰ বাবে আৰু দেশৰ উপস্থিত সমস্যা সমূহৰ আশু মীমাংসাৰ বাবে লাগিব হ্ৰস্বম্যাদী ব্যৱস্থা আৰু দেশ গঠন আৰু জাতীয়তা গঠনৰ ক্ষেত্ৰত লাগিব দীৰ্ঘম্যাদী ব্যৱস্থা।

বৰ্তমানে চলি থকা শিক্ষা ব্যৱস্থাৰ পৰা উদ্ভৱ হোৱা যিবোৰ দোষ সেই দোষবোৰ নিবাৰণ কৰিবৰ বাবে হ্ৰস্বম্যাদী ব্যৱস্থাৰ আৱশ্যক ; যাতে সেই দোষবোৰৰ ক্ৰমবৰ্দ্ধমান গতিত বাধা পৰে। সেই দোষবোৰৰ ভিতৰত উল্লেখযোগ্য প্ৰধান দোষবোৰ হৈছে— (১) এই শিক্ষাত শিক্ষিত লোক সকলৰ মনোগতি চাকৰিমুখী হৈ পৰিছে। (২) শ্ৰমসাধ্য স্বাধীন ব্যৱসায় গ্ৰহণৰ প্ৰতি অনিচ্ছা আৰু অসমৰ্থতা। (৩) জাতীয় চৰিত্ৰৰ বিলোপ সাধন— যাৰ ফলত আত্মকেন্দ্ৰিক মনোভাৱৰ সৃষ্টি হৈ মানুহৰ দেশপ্ৰেমৰ স্বৰূপ মনৰ পৰা আঁতৰি গৈছে। (৪) দেশৰ কুটীৰ শিল্পবোৰৰ

বিলুপ্তি ঘটিব ধৰিছে— যাৰ ফলত নিবনুৱা সমস্যা বৃদ্ধি হৈছে। (৫) লাহ-বিলাসৰ অনাৱশ্যকীয় চাক-চিক্যই সমগ্ৰ জাতিটোক নৈতিকতাৰ পৰা চ্যুত কৰিছে— ই হৈছে দেশৰ কৃষ্টি-সংস্কৃতি আৰু ঐতিহ্যৰ প্ৰতি উদাসীন হৈ বিদেশীয় কৃষ্টি-সংস্কৃতিৰ অনুকৰণ কৰা বাবে। ইত্যাদি প্ৰকাৰে এশ এটা দোষৰ উল্লেখ কৰিব পাৰি।

এনেবোৰ দোষৰ প্ৰতিকাৰৰ অৰ্থে এনে এটি ব্যৱস্থা গ্ৰহণ কৰিব লাগিব যাৰ দ্বাৰা একেলাগে বহুবোৰ দোষ আঁতৰি যাব— জাতীয় জীৱনৰ পৰা। এই ধৰণৰ এনে এটি ব্যৱস্থা গ্ৰহণৰ বাবে দেশৰ অভিজ্ঞ শিক্ষাবিদ সকলৰ উমৈহতীয়া প্ৰচেষ্টা গ্ৰহণৰ বাবে ভাল পৰামৰ্শ লাগে আৰু সৰ্ববাদীসন্মত ব্যৱস্থা উদ্ভাৱন কৰিব লাগে। আমাৰ প্ৰধান সমস্যা হৈছে— নিবনুৱা সমস্যাৰ জটিলতা বৃদ্ধিৰ পথত অন্তৰায় ঘটোৱা। তাৰ উপায় আমাৰ মতে হৈছে দুটা। প্ৰথমটো হৈছে অশিক্ষিত, অল্প শিক্ষিত আৰু অৰ্দ্ধ-শিক্ষিত লোকসকলক স্বাধীন ব্যৱসায়ত, বিভিন্ন শিল্প উদ্যোগত নিয়োগৰ ব্যৱস্থা কৰা। তাৰ বাবে এনে ধৰণৰ কিছুমান প্ৰশিক্ষণ কেন্দ্ৰ পাতিব লাগিব যাৰ দ্বাৰা এই লোক সকলে শিল্প উদ্যোগ স্বাধীন ভাৱে গ্ৰহণ কৰিব পাৰে। এই প্ৰশিক্ষণ কেন্দ্ৰবোৰত দেশত এতিয়াও তিষ্ঠি থকা বয়ন শিল্প, কাঁহ-পিতলৰ শিল্প, লৌহ শিল্প, মৃত্তিকা শিল্প, দাৰু শিল্প, স্থপতি বিদ্যা ইত্যাদি ধৰণৰ শিল্প প্ৰকৃত শিল্পীৰ দ্বাৰা অৰ্থাৎ বৰ্তমান পদ্ধতিত সাধাৰণ শিক্ষাত শিক্ষিত হওক বা নহওক তেনে ধৰণৰ ব্যৱসায়ী শিল্পীৰ অধীনত দিব লাগিব। এনে প্ৰথাৰ এতিয়াও বিলুপ্তি ঘটা নাই। আমি সচৰাচৰ দেখি আহিছো যে এজন কাঠ মিস্ত্ৰীৰ তলত বা এজন ৰাজমিস্ত্ৰীৰ তলত যোগালী হৈ থকা লোক বিলাকৰ ভিতৰত বহুতো ডেকা ল'ৰা সময়ত নিপুণ কাঠ মিস্ত্ৰী বা নিপুণ ৰাজমিস্ত্ৰী হৈ উঠে। ইয়াৰ কাৰণ হৈছে যে এনে ধৰণৰ শিক্ষাত বাস্তৱ অভিজ্ঞতা লাভ হয়। পুথিগত বিদ্যাতকৈ ই বেছি উপযোগী। ইঞ্জিনীয়াৰিং স্কুল-কলেজত যি প্ৰশিক্ষণ দিয়া হয় সেই প্ৰশিক্ষণত আনৰ হতুৱাই কাম কৰোৱাৰ যোগ্যতাহে অৰ্জন কৰা হয়। কিন্তু কাৰ দ্বাৰা? যিবিলাক শ্ৰমিকে কাম কৰিব তেওঁলোকৰ প্ৰশিক্ষণৰ ব্যৱস্থা নাই। যিজন লোকে নিজৰ শৰীৰিক শ্ৰমেৰে কামবোৰ শিক্ষা কৰে তেওঁ শ্ৰমিক হ'বও পাৰিব আৰু স্বাধীন ভাৱে ব্যৱসায় চলাবও পাৰিব। মন কৰিব লাগে এনে ধৰণৰ শিক্ষাৰ অভাৱতে বহিৰাগত লোকসকলে আমাৰ দেশত কৰ্ম নিয়োগৰ খালী ঠাইবোৰ পূৰ্ণ কৰিব ধৰিছে। আমাৰ মানুহ কুটীৰ শিল্পবোৰ এৰি দিব ধৰিছে। কমাৰ, কুমাৰ, কাঠ মিস্ত্ৰী ইত্যাদিৰ কাম হেয় কাম বুলি ভাবি কেৱল স্কুল-কলেজৰ শিক্ষাৰ প্ৰতি ধাউতি বঢ়াইছে আৰু মূল অৰ্থকাৰী বিদ্যাবোৰ এৰি পেলাব ধৰিছে। সেই খালী ঠাইবোৰ বহিৰাগত লোক সকলে আহি দখল কৰিছে; কিন্তু তেওঁলোকেও প্ৰকৃত প্ৰশিক্ষণৰ অভাৱত স্বাধীনবাৱে প্ৰয়োজনীয় বস্তুবোৰ

উৎপাদন কৰি সেইবোৰ ৰপ্তানি কৰি বিশ্বৰ লগত প্ৰতিযোগিতাত নামিব পৰা নাই। আমাৰ দেশৰ এড়ি-মুগাৰ কাপোৰ, পাটৰ ৰিহা-মেখেলা ; কাঁহ-পিতলৰ বাচন-বৰ্তন, শিলৰ কাঁহী-বাটি আৰু পুতলা আদি পৃথিৱীৰ আন আন দেশত আদৃত হৈছে। উত্তৰ প্ৰদেশৰ মোৰাদাবাদৰ বহু প্ৰকাৰ বাচন-বৰ্ত্তন বিদেশলৈ ৰপ্তানি হয়। চৰকাৰী সাহায্য আৰু উদ্গনি নোপোৱাকৈও দেশৰ শিল্পী সকলে এই বস্তুবোৰ উৎপন্ন কৰি দেশ-বিদেশত ৰপ্তানি কৰিছে। আমাৰ ৰাজ্যতো ঘৰে ঘৰে দোকানে দোকানে দি ফুৰিছে। চৰকাৰে ক্ষুদ্ৰ উদ্যোগ, বৃহৎ উদ্যোগবোৰ পতাৰ দিহা কৰিছে সেইটো সঁচা কথা কিন্তু সেই উদ্যোগবোৰ বেছি শক্তিশালী কৰিবৰ কাৰণে কৰ্ম্মী লাগে। উৎপন্ন বস্তু বঢ়াবলৈ কৰ্ম্মীৰ সংখ্যা বৃদ্ধি কৰিব লাগিব। সেই বাবে ব্যাপক ধৰণে শিক্ষাৰ ব্যৱস্থা লাগে। চৰকাৰী আঁচনিৰ ভিতৰত এনে ব্যৱস্থা থাকিলে নিশ্চয় ৰাইজে গ্ৰহণ কৰিব। এয়ে হ্ৰস্বম্যাদী ব্যৱস্থা।

## দীৰ্ঘম্যাদী ব্যৱস্থা

দ্বিতীয়টো হৈছে প্ৰাথমিক খাপৰ পৰা উচ্চ মাধ্যমিক শিক্ষালৈকে আমাৰ স্কুলবোৰ কৰ্ম্মকেন্দ্ৰিক কৰিব লাগিব। পাশ্চাত্য জগতত ঊনৈশ শতিকাত সকলোবোৰ স্কুল কৰ্ম্মকেন্দ্ৰিক স্কুল কৰি ২৫/৩০ বছৰৰ ভিতৰতে শিল্পজাত বস্তুৰ প্ৰাচুৰ্য্য বঢ়াই নিজ নিজ দেশৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি সাধন কৰিছিল— শিক্ষা বুৰঞ্জীয়ে তাৰ সাক্ষ্য দিয়ে। কৰ্ম্মকেন্দ্ৰিক স্কুলৰ যি শিক্ষা সেই শিক্ষাই বিশ্ববিদ্যালয়ত প্ৰবেশৰ বাধা নোপোজায়। স্কুলবোৰত যিবোৰ উদ্যোগ শিক্ষা দিয়া হয় সেই বিষয়বোৰৰ বৈজ্ঞানিক সূত্ৰ আদিক লৈ বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰম ৰচিত হ'ব লাগিব। বৰ্তমানে বিশ্ববিদ্যালয়বোৰৰ পাঠ্যক্ৰমৰ লগত সামঞ্জস্য ৰক্ষা কৰি স্কুলীয়া পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰা হয়— শিক্ষাৰ্থীৰ মানসিক বৃত্তিবোৰৰ উন্মেষণৰ ফালে লক্ষ্য ৰাখি ; কিন্তু শাৰীৰিক শ্ৰমৰ স্থান তাত নাই। আমি ক'বলৈ বিচাৰিছো যে দেশৰ অৰ্থনৈতিক অৱস্থাৰ প্ৰতি দৃষ্টি ৰাখি স্কুলৰ শিক্ষা কৰ্ম্মকেন্দ্ৰিক কৰিব লাগে আৰু পুথিগত বিদ্যাখিনি কৰ্ম্মক কেন্দ্ৰ কৰি শিক্ষা দিব লাগে। স্কুলত যিখিনি পুথিগত বিদ্যা আহৰণ কৰিলে আৰু যিটো শিল্প স্কুলত নিজ নিজ শ্ৰমেৰে শিক্ষা কৰিলে সেই জ্ঞানৰ ভিত্তিত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ পাঠ্যক্ৰম স্থিৰ কৰিব লাগে।

এইদৰে পাঠ্যক্ৰম স্থিৰ কৰিলে বিশ্ববিদ্যালয়ৰ ছাত্ৰ সংখ্যা লাহে লাহে কমি যাব আৰু আমাৰ আকাঙ্ক্ষিত উদ্দেশ্য (বিশ্ববিদ্যালয়ৰ ছাত্ৰ সংখ্যা কমোৱা) সফল হ'ব। কেনেকৈ?

(১) যিবিলাকৰ ল'ৰা-ছোৱালীৰ বুদ্ধি-বৃত্তি কম অথচ শাৰীৰিক অঙ্গ-প্ৰত্যঙ্গৰে সুস্থ, বলৱান আৰু কৰ্ম্মশক্তি সম্পন্ন সেই বিলাকে স্কুলৰ শিক্ষাত শিক্ষিত হৈ কেনো এবিধ শিল্প বিদ্যা শিক্ষা কৰাৰ পাচত স্বাভাৱিকতে

বিশ্ববিদ্যালয়লৈ নাযাব। নিজে স্বাধীন ব্যৱসায় কৰি নাইবা দেশত প্ৰতিষ্ঠিত শিল্প উদ্যোগৰ কাৰখানাবোৰত কোনো নহয় কোনো কামৰ উপযুক্ত হৈ চাকৰি পাব।

(২) যিবিলাক ল'ৰা-ছোৱালীয়ে বৈজ্ঞানিক দৃষ্টিভঙ্গী উদ্যোগৰ মাধ্যমত স্কুলত শিক্ষা কৰে বিশ্ববিদ্যালয়লৈ যাবলৈ স্বভাৱিকতে ইচ্ছা কৰিব।

(৩) ইতিমধ্যে স্কুলৰ শিক্ষাত উদ্যোগৰ মাধ্যমত শিক্ষা কৰা ছাত্ৰ সকলৰ বুৰঞ্জী, ভূগোল, সাহিত্য, ভাষা শিক্ষা ইত্যাদি মনোবৃত্তিৰ উন্মেষ হ'ব। যি বিলাক ল'ৰা-ছোৱালীৰ মন বেছি ভাবপ্ৰবণ, দাৰ্শনিক ভাবাপন্ন বা যি বিলাকৰ কবি মন সেই বিলাকেও শিল্প উদ্যোগাৰ মাধ্যমতে সেই সেই মনোবৃত্তি গঢ়ি ল'ব পাৰিব। ই স্বভাৱজ প্ৰকৃতি। ১৫/১৬ বছৰ বয়সত স্বভাৱিকতে তেনে মনোবৃত্তি গঠিত হ'ব। সকলোৰে যে এই বয়সত একে প্ৰকাৰ মনোবৃত্তিৰ উন্মেষ নহয় এইটো সহজে অনুমেয়।

(৪) যদিহে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ অনুপযোগী কোনো ছাত্ৰ-ছাত্ৰী বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাবে যায়— তেতিয়া বাছনি পৰীক্ষাত যে সেই বিলাক বাছনিত নুঠিব সেইটো নিৰ্ভৰ কৰিব বাছনি পৰীক্ষা লোৱা পদ্ধতিৰ ওপৰত। দুৰ্নীতিৰ পথ বন্ধ কৰা কঠিন কিন্তু সততাৰ ওপৰত নিৰ্ভৰ নকৰিলে কোনো নীতি প্ৰৱৰ্ত্তিত হ'ব নোৱাৰে। কৰ্ম্মকেন্দ্ৰিক শিক্ষাই সততাৰো শিক্ষা দিব। বিশ্ববিদ্যালয়ৰ বাছনি পৰীক্ষা নিশ্চয় দুৰ্নীতিমুক্ত হ'ব লাগিব।

চৰিত্ৰ গঠন, দেশ প্ৰেমৰ ভাৱ জগাই তোলা, দেশ ৰক্ষা ইত্যাদি বিষয়ে শিক্ষাদান কৰ্ম্মকেন্দ্ৰিক স্কুলবোৰতে শিক্ষা দিব পৰা হ'ব ; কেৱল পুথিগত বিদ্যা শিক্ষা দিয়াৰ পাঠ্যক্ৰম কমাব লাগিব।

দেশৰ ঐতিহ্য ৰক্ষা কৰা, কৃষ্টি সংস্কৃতি ৰক্ষা কৰা ইত্যাদি উদ্দেশ্যও কৰ্ম্মকেন্দ্ৰিক শিক্ষাৰ মাধ্যমতে সম্ভৱ হ'ব।

এইবোৰ বিষয়ে বহলাই লিখি প্ৰৱন্ধ দীঘলীয়া কৰিব খোজা নাই। কেন্দ্ৰীয় চৰকাৰে কৰ্ম্মকেন্দ্ৰিক শিক্ষা নীতি স্বীকাৰ কৰিছে। শিক্ষা ৰাজ্যিক বিষয়। ৰাজ্য চৰকাৰে কৰ্ম্মকেন্দ্ৰি শিক্ষা নীতি স্বীকাৰ কৰি চৰকাৰী ভাৱে গ্ৰহণ কৰি আঁচনি প্ৰস্তুত কৰিবৰ বাবে ৰাজ্যৰ ভিতৰতে বিশিষ্ট শিক্ষাবিদ সকলক লৈ ২৫/৩০ জনীয়া এটি সংস্থা স্থাপন কৰক আৰু সেই সংস্থাৰ অনুমোদনক্ৰমে বৰ্তমান স্কুলবোৰ কৰ্ম্মকেন্দ্ৰিক স্কুলত ৰূপান্তৰিত কৰাৰ ব্যৱস্থা কৰক। সকলোবোৰ স্কুল একে জাতীয় কৰক। সৈনিক স্কুল, পাব্লিক স্কুল, বুনিয়াদী স্কুল, এম-ই স্কুল, এম-ভি স্কুল, উচ্চ মাধ্যমিক স্কুল, উচ্চতৰ মাধ্যমিক স্কুল, মাদ্ৰাছা, হাই-মাদ্ৰাছা ইত্যাদি ধৰণৰ নানা প্ৰকাৰৰ স্কুল কৰাৰ আৱশ্যকতা একো নাই। এক জাতি এক দেশ— এই ভিত্তিত স্কুলবোৰ স্থাপিত হওক।●

# বৃহৎ শিল্প (যান্ত্রিক শিল্প) এক অভিসম্পাত

গান্ধীজীয়ে কৈছে যে যান্ত্রিক শিল্প মানৱ সমাজত অভিসম্পাতৰূপে দেখা দিছে ; কাৰণ যান্ত্রিক শিল্প সম্পূণভাৱে নির্ভৰ কৰে প্রথমত ঃ শোষণনীতিৰ সামর্থ্যৰ ওপৰত, দ্বিতীয়ত ঃ বৈদেশিক বজাৰ সহজলভ্য হোৱাৰ ওপৰত আৰু তৃতীয়ত ঃ প্রতিযোগিতাৰ অভাৱত। আজি বিলাতত নিবনুৱা সংখ্যা বাঢ়ি যাব ধৰিছে কাৰণ শোষণ নীতিৰ সক্ষমতা কমি আহিছে, বৈদেশিক বজাৰৰ সীমা কমি আহিছে অর্থাৎ বিদেশত বিলাতৰ বস্তুৰ চাহিদা কমি আহিছে আৰু প্রতিযোগী দেশৰ সংখ্যা বাঢ়ি আহিছে। ভাৰতে যে বিলাতী বস্তু বর্জন কৰিছে— সেই বর্জন এটা মহৰ কামোৰৰ নিচিনাহে মাথোন অর্থাৎ সি যে সিমান ক্ষতিকাৰক হৈছে তেনে নহয়। যদি ইংলণ্ডৰ নিচিনা বৃহৎ শিল্প প্রতিষ্ঠানৰ ক্ষুদ্র দেশ এখনৰে তেনে অৱস্থা হৈছে, এই বিশাল ভাৰতবর্ষই বৃহৎ শিল্পৰ দ্বাৰা লাভৱান হোৱাৰ আশা কৰিব নোৱাৰে। প্রকৃততে ভাৰতে যদি বৃহৎ শিল্প গঢ়ি তুলি পৃথিৱীৰ আন আন দেশবোৰক শোষণ কৰিবলৈ আৰম্ভ কৰে— বৃহৎ যান্ত্রিক শিল্প গঢ়িলে সেইটো হ'বই— তেতিয়া ভাৰতবর্ষ আন দেশৰ কাৰণে অভিশাপ স্বৰূপ হৈ উঠিব আৰু পৃথিৱীৰ কাৰণে ভয়ৰ কাৰণ হৈ উঠিব। গান্ধীজীয়ে কৈছে পৃথিৱীৰ আন আন জাতিক শোষণ কৰিবলৈ মই কিয় ভাৰতবর্ষত বৃহৎ বৃহৎ শিল্প গঢ়ি তুলিম? বৃহৎ শিল্পৰ দ্বাৰা ইংলণ্ডে ত্রিশ লাখ মানুহৰ কর্ম্মসংস্থান দিব পৰা নাই। আৰু আমি ত্রিশ কোটি (তেতিয়া অখণ্ড ভাৰতৰ জনসংখ্যা ত্রিশ কোটি আছিল— এতিয়া খণ্ডিত ভাৰতৰ জনসংখ্যা এশ কোটি হৈছে) মানুহৰ কর্ম্মসংস্থান দিব লাগিব। ইংলণ্ডৰ প্রধান প্রধান মনিষীসকল ত্রিশ লাখ মানুহৰ কর্ম্মসংস্থানৰ বাবে হতবুদ্ধি হৈ গৈছে— সেই তুলনাত আমাৰ সমস্যা কিমান গুৰুতৰ আৰু যন্ত্রনাদায়ক হ'ব? বৃহৎ শিল্প প্রতিষ্ঠানৰ ভৱিষ্যত অন্ধকাৰ।*

আমেৰিকা, জাপান, ফ্রান্স আৰু জার্মেনীয়ে ইংলণ্ডৰ লগত প্রতিযোগিতা কৰিছে। ভাৰতবর্ষৰো দুই এটা কাৰখানাই সেই প্রতিযোগিতাত যোগ দিবলৈ সমর্থ হৈছে। আজি ভাৰতবর্ষ জাগি উঠিছে, কাইলৈ দক্ষিণ আফ্রিকা জাগি উঠিব। দক্ষিণ আফ্রিকাত জনসম্পদ, প্রকৃতিজ সম্পদ আৰু খনিজ সম্পদ প্রচুৰ পৰিমাণে আছে। আজিৰ এই শক্তিশালী ইংৰাজ জাতি দক্ষিণ আফ্রিকাৰ শক্তিশালী

** আমাৰ দেশৰ স্মৃতিকাৰ সকলেও এই বিষয়ে নিষেধ কৰিছে—)*

জতিবোৰৰ তুলনাত বামন সদৃশ ; কিন্তু ইংৰাজ জাতি মহৎ জাতি, অসভ্য জাতি নহয়। কিন্তু কেই বছৰমান পাছতে পাশ্চাত্য জাতিবিলাকে আফ্ৰিকাত তেওঁলোকৰ প্ৰস্তুত কৰা দ্ৰব্য বিলাক অতি কম মূল্যতে দিবলৈ বাধ্য হ'ব। যদি বৃহৎ শিল্প প্ৰতিষ্ঠানৰ ভৱিষ্যৎ পাশ্চাত্য দেশবোৰৰ কাৰণে অন্ধকাৰময় হয়, ভাৰতবৰ্ষৰ কাৰণে বেছি অন্ধকাৰময় নহ'ব নে?

আমাৰ বৰ্তমান দাৰিদ্ৰ্য অসহনীয় হৈ উঠিছে। আমাৰ এই দেউলীয়া অৱস্থাৰ অৱসান ঘটাবই লাগিব কিন্তু বৃহৎ শিল্প প্ৰতিষ্ঠান তাৰ উপায় বা প্ৰতিকাৰ নহয়।

যন্ত্ৰৰ স্থান— যান্ত্ৰিকতাৰ স্থান আছে— থাকিব। কিন্তু যন্ত্ৰিকতাই মানুহৰ হাতৰ কাম বা শৰীৰৰ শ্ৰম কাঢ়ি নিবলৈ দিব নোৱাৰি। এখন উন্নত ধৰণৰ নাঙল যদি পোৱা যায় তেন্তে সি ভাল কথা, কিন্তু যদি কোনো যান্ত্ৰিক কৌশলেৰে এজন মানুহে গোটেইখন ভাৰতবৰ্ষৰ মাটি চহ কৰিব পাৰে আৰু কৃষিজাত দ্ৰব্য নিয়ন্ত্ৰিত কৰিব পাৰে আৰু দেশৰ কোটি কোটি মানুহৰ যদি কোনো ব্যৱসায় নাথাকে, সেই মানুহবিলাক অনাহাৰে মৰিব আৰু এলেহুৱা হৈ নিৰ্বোধ হৈ পৰিব। বহুতে ইতিমধ্যে হৈছেই আৰু ক্ৰমে ক্ৰমে আৰু হ'ব— সময়ৰ লগে লগে।

কুটীৰ শিল্পৰ যিবোৰ যন্ত্ৰ আমাৰ দেশত আছে সেইবোৰৰ উন্নতি সাধন কৰাটো মই আকাঙ্ক্ষা কৰো ; কিন্তু বৈদ্যুতিক শক্তিৰে পৰিচালিত যঁতৰৰ দ্বাৰা মানুহৰ হাতৰ কাম গুচাই দিয়াটো মই এটা মহা অপকাৰ বুলি বিবেচনা কৰো— যদিহে লগে লগে কোটি কোটি নৰনাৰীক তেওঁলোকৰ নিজৰ নিজৰ ঘৰতে আন কোনো ব্যৱসায়ৰ উপায় দিব নোৱাৰো।

যদি যন্ত্ৰৰ ব্যৱহাৰে সকলো জনৰে অগ্ৰগতিত সহায় কৰে তেতিয়া সি ন্যায়সঙ্গত। যদি যন্ত্ৰৰ ব্যৱহাৰৰ দ্বাৰা ভাৰতৰ দাৰিদ্ৰ্য বা দেউলীয়া অৱস্থা দূৰ কৰাৰ লগে লগে এলেহুৱা বা অকৰ্মণ্য হোৱাটো নিবাৰণ কৰিব পাৰে, তেতিয়া যন্ত্ৰ ব্যৱহাৰ কৰাটো মই আগ্ৰহেৰে সমৰ্থন কৰিব পাৰো। হাতেৰে সূতা কটাটোকে মই একমাত্ৰ সহজলভ্য উপায় বুলি ভবিছো। যাৰ দ্বাৰা দাৰিদ্ৰ্য দূৰীভূত হ'ব, নিবনুৱা সমস্যাৰ সমাধান হ'ব আৰু অৰ্থ সম্পদ বাঢ়িব। চৰখাটোৱেই এটা অতি মূল্যৱান যন্ত্ৰ আৰু মোৰ ক্ষুদ্ৰ শক্তিৰে ভাৰতৰ সময়োপযোগী হিচাবে ইয়াৰ উন্নতি সাধনত যত্নবান হৈছো।

গান্ধীজীক সোধা হৈছিল— আপুনি সকলো প্ৰকাৰ যান্ত্ৰিকতাৰ বিৰোধী নেকি?

গান্ধীজীয়ে উত্তৰত জোৰেৰে কৈছিল— নহয় ; কিন্তু মই অযথা আৰু জথেমথে যান্ত্ৰিকতা বঢ়োৱাৰ পক্ষপাতী নহয়। যান্ত্ৰিকতাৰ বাহ্যিক চাক-চিক্যতাৰ জয়োল্লাসত মুগ্ধ হ'বলৈ মই নিবিচাৰো। ধ্বংসমূলক সকলো প্ৰকাৰ যান্ত্ৰিকতাৰ মই সম্পূৰ্ণ বিৰোধী— এই কথাত মোৰ মনত কোনো আপোচ নাই ; কিন্তু

যিবিলাক সৰু সৰু যন্ত্ৰপাতিয়ে আৰু যি ধৰণৰ যান্ত্ৰিকতাই ব্যক্তিৰ শ্ৰমৰ লাঘৱ কৰে আৰু দেশৰ প্ৰত্যেকখন ঘৰৰ শ্ৰমৰ বোজা কমাই দিয়ে, তেনে যান্ত্ৰিকতা মই আগ্ৰহেৰে সমৰ্থন কৰো।

যান্ত্ৰিকতাৰ প্ৰতি যে এটা অযথা মোহ মই তাৰে হে বিৰোধী। মোহটো কি? মোহটো হৈছে যে শ্ৰম বিমুখতাৰ প্ৰতি যে এটা অত্যধিক বাতিক। মানুহে যদি শ্ৰম বিমুখতাক আদৰি লয়, তেতিয়া হাজাৰ হাজাৰ মানুহৰ কাম নাইকিয়া হৈ যাব আৰু অনাহাৰত খাবলৈ নাপাই বাটৰ ভিকহু হ'ব। মই মানৱ জাতিৰ অলপ সংখ্যক মানুহৰে শ্ৰম লাঘৱ কৰিব নোখোজো, সময় বচাব নোখোজো। মই সকলো মানুহৰে শ্ৰম কমাব খোজো আৰু সময় বচাব খোজো! মই কেৱল মাত্ৰ কেইজনমানৰ হাতত ধন জমা হোৱাটো নিবিচাৰো ; প্ৰত্যেকজন ব্যক্তিৰ হাতত ধন জমা হোৱাটোহে বিচাৰো। আজি যান্ত্ৰিকতাই কেইজন মানুহক কোটি কোটি মানুহৰ পিঠিত উঠিবলৈ সুবিধা দিছে। ইয়াৰ পছিত যি প্ৰেৰণা আছে সেই প্ৰেৰণা মানৱ জাতিৰ কল্যাণৰ উদ্দেশ্যে নহয়, সেই প্ৰেৰণা হৈছে একমাত্ৰ লোভ। ই প্ৰকৃতিৰ নিয়মৰ বহিৰ্ভূত আৰু সেইবাবে মই ইয়াৰ বিৰুদ্ধে এই যুদ্ধ দিছো?

প্ৰশ্ন কৰা হ'ল যে তেন্তে আপুনি যান্ত্ৰিকতাৰ বিৰোধী নহয়। যান্ত্ৰিকতাৰ অপব্যৱহাৰৰ হে বিৰোধী।

উত্তৰ দিছে গান্ধীজীয়ে— মই 'হয়' বুলি নিঃসন্দেহে আৰু বিনা দ্বিধাৰে কম, কিন্তু বৈজ্ঞানিক সত্য আৰু আৱিষ্কাৰ বিলাক লোভ পৰিপূৰণৰ যন্ত্ৰ যেন হৈ নুঠে। শ্ৰমিক সকলৰ যাতে অতিপাত পৰিশ্ৰম নহয়। যান্ত্ৰিকতাই শ্ৰমবিমুখতা সৃষ্টি নকৰি যেন শ্ৰমৰ সহায়ক হে হয় মাথোন। মই যান্ত্ৰিকতাৰ ধ্বংস সাধনৰ বাট মুকলি কৰিব খোজা নাই, মই তাক সীমাৰ ভিতৰত নিয়ন্ত্ৰণ কৰিবলৈ হে বিচাৰিছো।

পুনঃ প্ৰশ্ন কৰা হ'ল— আপোনাৰ কথা যুক্তিৰে বিচাৰ কৰিলে এইটো প্ৰতিপন্ন হয় যে সকলো প্ৰকাৰ শক্তি চালিত যান্ত্ৰিকতা থাকিব নালাগে।

গান্ধীজীয়ে উত্তৰ দিছে থাকক বা নাথাকক মোৰ কথা সেইটো নহয় ; মোৰ বিবেচনাত প্ৰধান স্থান মানুহৰ। যান্ত্ৰিকতাই মানুহক শক্তিহীন কৰি খোড়া কৰিব নোৱাৰিব। মই উদাহৰণেৰে বুজাই দিওঁ— চিলাইৰ কলটোৰ কথা বিবেচনা কৰক। চিঙ্গাৰ নামৰ মানুহ এজনে ঘৈনীয়েকৰ চিলাই কৰা পৰিশ্ৰম দেখি আৰু আমনিজনক পদ্ধতিৰে চিলাই কৰা পদ্ধতি দেখি ঘৈণীয়েকৰ প্ৰতি ভালপোৱা আৰু সহানুভূতিৰ দৃষ্টিৰে ঘৈণীয়েকৰ অযথা পৰিশ্ৰম লাঘৱ কৰিবৰ ইচ্ছা কৰি এই কলটো আৱিষ্কাৰ কৰিলে। এই কলটোৱে কেৱল চিঙ্গাৰৰ ঘৈণীয়েকৰে পৰিশ্ৰমৰ লাঘৱ নকৰিলে। যেয়ে চিঙ্গাৰ মেছিন কিনিব পাৰে তাৰে পৰিশ্ৰমৰ লাঘৱ কৰিলে।

কিন্তু চিঙ্গাৰ মেছিন তৈয়াৰ কৰিবলৈ ফেক্টৰী পতাৰ আৱশ্যক আহি যায়

আৰু সেই ফেক্টৰীত শক্তি চালিত যন্ত্ৰৰ আৱশ্যক হ'ব— আনুষঙ্গিক প্ৰশ্ন আহি গ'ল। গান্ধীজীয়ে উত্তৰ দিছে— হয়, কিন্তু মই সমাজবাদী লোক— মই ক'ম যে এনে ফেক্টৰী ৰাষ্ট্ৰীয়কৰণ কৰিব লাগিব নাইবা জাতীয়কৰণ কৰিব লাগিব। এই ফেক্টৰী লাভৰ বাবে পাতিব নোৱাৰিব, মানুহৰ কল্যাণৰ বাবেহে পাতিব লাগিব। লোভৰ পৰিবৰ্ত্তে মানৱ প্ৰেমেই ইয়াত প্ৰেৰণা যোগাব লাগিব। মানুহৰ শাৰীৰিক পৰিশ্ৰমৰ ই এটা বিকল্প ব্যৱস্থা হে মাথোন। অৰ্থৰ বৰে যি মত্ত অভিযান সেইটো বন্ধ হ'ব লাগে। শ্ৰমিকৰ জীৱনত উপযুক্ত মজুৰি মাত্ৰ যে নিশ্চিত হ'ব লাগে সেইটো নহয়, দৈনন্দিন কাৰ্য্যও নিশ্চিত হৈ থাকিব লাগে আৰু সেই কাৰ্য্যও যেন কঠোৰ মজুৰিগিৰি মাথোন নহয়। তেতিয়া যন্ত্ৰই মানুহৰ কাৰ্য্যত যেনেকৈ সহায় কৰিব, দেশৰ কাৰ্য্যতো সহায় কৰিব আৰু কলৰ মালিককো সহায় কৰিব। তেতিয়া অৰ্থ উপাৰ্জ্জনৰ বাবে সকলো পক্ষৰে এই মত্ততাৰ শাম কাটিব আৰু শ্ৰমিক সকলে এটা আকৰ্ষণীয় আৰু আদৰ্শনীয় পৰিবেশৰ মাজত কাম কৰিবলৈ পাব। মোৰ মনে বৰ্তমান পৰিস্থিতিৰ মাজত যিবোৰ ব্যতিক্ৰমৰ কথা ভাবিছে তাৰে ভিতৰত ইও এটা। চিলাইৰ কলটো উদ্ভাৱনৰ ক্ষেত্ৰত প্ৰেমৰ অনুভূতি আছে। ইয়াত মানুহ গৰাকী আছিল প্ৰধান বিবেচ্য। ব্যক্তিৰ শ্ৰম লাঘৱ কৰাটোৱে হ'ব লাগে একমাত্ৰ উদ্দেশ্য আৰু সেয়ে হ'ব লাগে সৎ আৰু নিৰ্দ্দোষ মানৱীয় দৃষ্টিভঙ্গী ; অৰ্থলোভৰ উদ্দেশ্য তাত থাকিব নালাগে। অৰ্থলোভৰ ঠাইত প্ৰেমৰ স্থান দিয়া, সকলো ঠিক হৈ যাব।

মই যান্ত্ৰিক যুগৰ বিৰোধী বুলি কলে মোৰ মতবোৰৰ ব্যঙ্গচিত্ৰ হে দাঙি ধৰা হয়। মই যান্ত্ৰিকতাৰ বিৰোধী নহয় কিন্তু যন্ত্ৰই যদি প্ৰভু বা মালিকৰ স্থান অধিকাৰ কৰে, তেতিয়া মই তাৰ সম্পূৰ্ণ বিৰোধী।

প্ৰশ্ন ঃ আপুনি ভাৰতত কল-কাৰখানাযুক্ত শিল্পানুষ্ঠান গঢ়ি তুলিব নোখোজে নে কি?

উত্তৰ ঃ শিল্পানুষ্ঠানৰ যি অৰ্থ মই দিছো, সেইদৰে নিশ্চয় মই শিল্পানুষ্ঠান গঢ়ি তুলিম। আগেয়ে ভাৰতৰ গাওঁবিলাকেহে ভাৰতৰ চহৰ বিলাকৰ বাবে বস্ত্ৰ উৎপাদন কৰিছিল আৰু চহৰবিলাকৰ অভাৱ পূৰণ কৰিছিল।

যেতিয়াৰ পৰা আমাৰ চহৰ বিলাকত বিদেশী বস্তুৰ আমদানী হ'ব ধৰিলে তেতিয়াৰ পৰা ভাৰতবৰ্ষ দুখীয়া হ'ব ধৰিলে আৰু যেতিয়াৰ পৰা সস্তা আৰু নিকৃষ্ট বস্তুবেৰ বিদেশৰ পৰা আহি আমাৰ গাওঁ বিলাকত সোমাব ধৰিলে তেতিয়াৰ পৰা আমাৰ গাওঁবিলাক শোষিত হ'ব ধৰিলে।

প্ৰশ্ন ঃ আপুনি তেন্তে স্বভাৱ বা প্ৰকৃতিৰ বুকুত তিষ্ঠি থকা অৰ্থনীতিলৈ ঘূৰি যাব খুজিছে?

উত্তৰ ঃ নিশ্চয় ; কিন্তু মই গাওঁবোৰত বেলেগ ধৰণে শিল্পানুষ্ঠান পাতিব খুজিছো। কোনো এটা কাপোৰৰ যান্ত্ৰিক শিল্পানুষ্ঠানে ভাৰতীয় বুলি দাবী কৰিব

পাৰে আৰু জাপান বা ল্যাঙ্কাছায়াৰৰ লগতো প্ৰতিযোগিতাৰ ফেৰ মাৰিবলৈকো সক্ষম ; কিন্তু সেই সক্ষমতা সত্ত্বেও এই যান্ত্ৰিক শিল্পানুষ্ঠানে ভাৰতীয় ৰাইজক শোষণ কৰিছে আৰু এই কাপোৰৰ কলটোৰে যি অনুপাতে খাদিক চেৰ পেলাই কৃতকাৰ্য্যতা লাভ কৰিছে, সেই অনুপাতে দেশখনক দুখীয়া কৰি তুলিছে। সমগ্ৰ দেশখনত বৃহৎ বৃহৎ যান্ত্ৰিক শিল্প গঢ়ি তোলাৰ মত্ততাত মোৰ শিল্পানুষ্ঠান পতাৰ পদ্ধতিত সন্দেহ কৰা হৈছে— যহিদে একাষৰীয়া কৰি থোৱা নাই। যান্ত্ৰিক শিল্পানুষ্ঠান গঢ়ি তোলাত আৰু তাৰ অগ্ৰসৰ উন্নতিৰ পথত সৰ্ব্বসাধাৰণ ৰাইজৰ দাৰিদ্ৰ্য বাঢ়িব সেইটো ঠিক কিন্তু সেইটো অপৰিহাৰ্য্য বুলি সহিব লাগিব, এই বুলি যুক্তি দেখুৱা হৈছে। কিন্তু মই কোনো অন্যায়কে অপৰিহাৰ্য্য বুলি নাভাবো— সেই অন্যায় কাৰ্য্য সহ্য কৰাটো দূৰৈৰ কথা। সৰ্ব্বভাৰতীয় শিপিনী সংঘই কৃতকৰ্য্যতাৰে দেখুৱাই দিছে যে জাতিটোৰ অৱসৰ সময়ত মাথোন সূতা কাটি আৰু পুৰণি নিয়মেৰেই, গোটেইখন ভাৰতবৰ্ষৰ কাপোৰৰ যোগান ধৰিব পাৰে।

মই ডাঙৰ ডাঙৰ যৌথ-ব্যৱসায় আৰু কেন্দ্ৰীভূত বৃহৎ বৃহৎ যান্ত্ৰিক শিল্পানুষ্ঠানৰ সম্পূৰ্ণ বিৰোধী। ভাৰতবৰ্ষই যদি খদ্দৰ গ্ৰহণ কৰে আৰু খদ্দৰৰ ভিতৰত নিহিত থকা সকলোবোৰ নীতি গ্ৰহণ কৰে তাৰ দ্বাৰা মই এই আশাটো নেৰো যে ভাৰতবৰ্ষই জীৱন যাত্ৰাৰ সুখ-সুবিধা আৰু শ্ৰম লাঘৱৰ বাবে মাথোন যিমানখিনি যান্ত্ৰিকতাৰ আৱশ্যক হয় সেইখিনি মাথোন হে গ্ৰহণ কৰিব।

গাওঁবোৰ সংগঠন কৰি জীৱন্ত কৰি তুলিবলৈ তেতিয়া হে সম্ভৱ হ'ব যেতিয়া গাওঁবোৰক শোষণ কৰা ক্ৰিয়া বন্ধ হ'ব। যান্ত্ৰিক শিল্প বিস্তৃত বাৱে স্থাপিত হ'লে গাওঁবোৰ প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে শোষিত হ'ব কাৰণ তাৰ লগে লগে প্ৰতিযোগিতা আৰু বজাৰ দৰৰ সমস্যাবোৰে দেখা দিব। সেইবাবে আমি মনোযোগ দিব লাগিব যাতে গাওঁবোৰে ব্যৱহাৰ্য্য বস্তুবোৰ উৎপন্ন কৰি স্বয়ংপূৰ্ণ হৈ উঠে। গাৱলীয়া শিল্প প্ৰতিষ্ঠানৰ এই আদৰ্শ যদি গৃহীত হয়, তেতিয়া আধুনিকতম যন্ত্ৰপাতি ব্যৱহাৰ কৰাত কোনো আপত্তি থাকিব নোৱাৰে, কেৱল মাথোন গাওঁবোৰে সেইবোৰ যন্ত্ৰপাতি কিনি ল'বলৈ সক্ষম হ'ব লাগিব আৰু ব্যৱহাৰ কৰিবলৈ জানিব লাগিব আৰু সেই যন্ত্ৰপাতিৰ ব্যৱহাৰৰ দ্বাৰা আনক শোষণ কৰিব নোৱাৰিব।

বহুল উৎপাদনৰ বৰে যে এই মত্ততা তাৰ বাবে দায়ী হৈছে গোটেই পৃথিৱীৰ সঙ্কটাপন্ন অৱস্থাটো— এয়ে মোৰ দৃঢ়-বিশ্বাস আৰু তাকে মই সুনিশ্চিত ভাৱে ক'বলৈ ইচ্ছা কৰো। সাময়িকভাৱে যদি এইটো স্বীকাৰ কৰিও লোৱা হয় যে যান্ত্ৰিক শিল্পই মানৱ জাতিৰ সকেলাবোৰ অভাৱ দূৰীভূত কৰিব, তথাপি এই উৎপাদন কোনো এটি নিৰ্দিষ্ট স্থানত হে আৱদ্ধ থাকিব আৰু উৎপাদিত বস্তু বিতৰণৰ বৰে অকাপকা বাটেদি গতি কৰিব লাগিব, কিন্তু যি বস্তু য'তে উৎপন্ন

হয়, সেই বস্তু সেই ঠাইতে যদি দৰকাৰ অনুযায়ী উৎপন্ন আৰু ব্যৱহৃত হয়, বিতৰণৰ সমস্যা তাত নাথাকে— স্বয়ংক্রিয় ভাৱে বিতৰিত হৈ যায় আৰু তাত প্রবঞ্চনাৰ স্থানো নাথাকে আৰু অধিক মূল্যত দ্রব্য বিক্রি কৰাৰ কল্পনাও নাথাকে।

ইউৰোপ আৰু আমেৰিকাৰ জাতি সমূহে তথা-কথিত দুৰ্ব্বল আৰু অসংগঠিত জাতি সমূহক শোষণ কৰিবলৈ সমৰ্থ হৈছে। এই দুৰ্ব্বল আৰু অসংগঠিত জাতি সমূহে যদি এবাৰ জ্ঞানৰ পোহৰ পায় (যদি পুজি পায়) আৰু যদি এইটো ঠিক কৰি লয় যে সিহঁত ভৱিষ্যতে আৰু শোষিত নহ'ব, তেতিয়া সিহঁতে নিজে নিজে যি উৎপাদন কৰিব পাৰে তাতে সন্তুষ্ট থাকিব। তেতিয়া বহুল পৰিমাণৰ উৎপাদন বিশেষকৈ অত্যাৱশকীয় নিত্য ব্যৱহাৰ্য্য বস্তুৰ উৎপাদন নাইকয়িা হৈ যাব।

যেতিয়া স্থানীয় উৎপাদন অনুপাতে হে মানুহে উপভোগ কৰিবলৈ শিকিব। তেতিয়া অ-হিচাবে উৎপাদন বঢ়োৱাৰ লোভ আৰু বস্তুৰ মূল্য বঢ়োৱা লোভ আপোনা-আপুনি নাইকিয়া হৈ যাব। বৰ্তমান অৱস্থাত অৰ্থনীতিৰ পদ্ধতিয়ে যিবোৰ অসংখ্য সমস্যা আৰু অসুবিধাৰ সৃষ্টি কৰিছে, সেইবোৰ নোহোৱা হ'ব।

তেতিয়া অস্বাভাৱিক ধৰণে মাথোন কেইজনমান লোকৰ হাতত ধন-সম্পত্তি গোট নাখাব আৰু বহু বস্তু থকাতো যে বাকী বিলাক মানুহে উপভোগ কৰিব সুবিধা নাপায় সেইটো হ'ব নোৱাৰিব।

গতিকে এইটো স্পষ্টকৈ প্রতীয়মান হোৱা দেখা যায় যে প্রচুৰ পৰিমাণৰ উৎপাদন ভাৰতবৰ্ষৰ আদৰ্শ হ'ব নোৱাৰে ; কিন্তু প্রচুৰ পৰিমাণৰ আৱশ্যক যে নাই তেনে নহয়। আছে সেই উৎপাদন বাধ্য-বাধকতাৰ ভিত্তিত হ'ব নোৱাৰিব। চৰখাৰ বাণী হৈছে প্রচুৰ উৎপাদন কৰিব লাগিব কিন্তু উৎপাদন হ'ব লাগিব প্রত্যেক ঘৰে ঘৰে। ঘৰে ঘৰে যদি শত সহস্র গুণে উৎপাদন বঢ়োৱা হয়, সেয়ে জানো প্রচুৰ উৎপাদনৰ পথ মুকলি নকৰিব ? প্রচুৰ উৎপাদনৰ (Mass Production) যে এটি পাৰিভাষিক (প্রয়োগিক) অৰ্থ আছে সেইটো মই বুজো আৰু সেইটো হৈছে জটিল যন্ত্রপাতিৰ সহায়ত কম সংখ্যক মানুহৰ দ্বাৰা প্রচুৰ উৎপাদন কৰা। কিন্তু মই নিজকে বুজাইছো যে সেইটো ভুল। মোৰ যন্ত্রপাতি হ'ব অতি সাধাৰণ আৰু সৰল ধৰণৰ, যাতে তেনে যন্ত্রই হাজাৰ হাজাৰ মানুহৰ ঘৰত ঠাই পায়।

প্রশ্ন ঃ গতিকে এইটো বুজা গ'ল যে আপুনি যান্ত্রিকতাৰ বিৰোধী এইবাবে যে যান্ত্রিকতাই উৎপাদন কাৰ্য্য কেৱল কেইজন মানুহৰ হাতত হে ন্যস্ত কৰে আৰু সেইদৰে উৎপাদিত বস্তু সেইজন মানুহে বিতৰণ কৰে। নহয় জানো ?

উত্তৰ ঃ সেইটো সঁচা। মই বিশেষ সুবিধা লোৱাটো আৰু একচেটিয়া ব্যৱসায় কৰাটো ঘৃণা কৰো। ৰাইজৰ লগত যিটো উপভোগ কৰিব নোৱাৰো সেইটো মোৰ কাৰণে নিষেধ। এই মাত্র।●

### ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# গান্ধীজীৰ পৰিকল্পিত সমাজ আৰু সেই সমাজ সেৱাৰ নীতি

ৰাস্কিনৰ "আনটু দিচ লাষ্ট" নামৰ (Unto This Last) কিতাপখনৰ পৰা গান্ধীজীয়ে তিনিটা শিক্ষণীয় বিষয়ৰ কথা উল্লেখ কৰিছে—

(১) সমাজৰ কল্যাণেই ব্যক্তিৰ কল্যাণ অৰ্থাৎ ব্যক্তিৰ কল্যাণ সমাজ— কল্যাণৰ অন্তৰ্ভুক্ত ;

(২) যিহেতুকে প্ৰত্যেক ব্যক্তিৰে নিজৰ নিজৰ জীৱিকা অৰ্জ্জনৰ সমান অধিকাৰ আছে, সেই হেতুকে এজন উকিলৰ আৰু এজন নাপিতৰ কামৰ মূল্য সমান ;

(৩) শ্ৰমিক জীৱন অৰ্থাৎ এজন খেতিয়কৰ বা এজন কাৰিকৰৰ জীৱন হে কাম্য।

সমাজ কল্যাণৰ অৰ্থত গান্ধীজীয়ে কৈছে— যে সমাজৰ প্ৰত্যেকজন লোকৰ কল্যাণৰ আদৰ্শ হে অহিংসা নীতি সেৱকৰ লক্ষ্য। সমাজৰ ভিতৰত বেছি সংখ্যক লোকৰ কল্যাণেই সমাজ কল্যাণৰ বুলি বা জনহিতকৰ কাৰ্য্য লক্ষ্য বুলি যি সকলে ধৰি লয় অহিংসা নীতিৰ সেৱক সকলৰ লগত তেওঁলোকৰ বহু ক্ষেত্ৰতে মিল পোৱা যায় কিন্তু কোনো কোনো ক্ষেত্ৰত তেওঁলোকৰ কাৰ্য্যপ্ৰণালী বিপৰীত মুখী হোৱাৰ যথেষ্ট সম্ভাৱনা আছে। যিবিলাক লোকে সমাজৰ সৰহ সংখ্যক লোকৰ কল্যাণেই সমাজ কল্যাণ বুলি ভাৱে, তেওঁলোকে সময় বিশেষে নিজৰ স্বাৰ্থ ত্যাগ কৰাত টান পাব, (কাৰণ সৰহ সংখ্যক লোকৰ স্বাৰ্থৰ লগত তেওঁৰ নিজৰ স্বাৰ্থও জড়িত আছে) কিন্তু যিবিলাকে সমাজৰ প্ৰত্যেকজন ব্যক্তিৰ কল্যাণকে সমাজ কল্যাণ বুলি বিবেচনা কৰে সেই বিলাকে আৱশ্যক অনুযায়ী নিজৰ স্বাৰ্থ ত্যাগ কৰাত ইতস্ততঃ নকৰে।

গান্ধীজীৰ পৰিকল্পিত সমাজৰ লক্ষ্য আছিল— আমি যদি গণতন্ত্ৰৰ সাফল্য কামনা কৰো, তেন্তে সমাজৰ যি কোনো লোকেই প্ৰসাশনীয় ক্ষেত্ৰত উচ্চতম পদত অধিষ্ঠিত হ'ব পাৰিব— অৱশ্যে তেওঁ যদি সেই পদবীৰ বাবে উপযুক্ততা বা পৱিত্ৰতা অৰ্জন কৰিব পাৰে আৰু সেই অনুসাৰে জ্ঞানীও হ'ব লাগিব। সম্প্ৰদায়

বিশেষে কোনো উচ্চ-নীচ ভেদাভেদ তাত নাথাকিব। ধনী আৰু দুখীয়াৰ সকলোৰে স্থান সমাজত সমান হ'ব লাগিব আৰু উভয়ে সৎ পথত থাকি কায়িক পৰিশ্ৰমৰ দ্বাৰা জীৱিকা অৰ্জ্জন কৰিব লাগিব। মানসিক বা বৌদ্ধিক আৰু শাৰীৰিক শ্ৰমৰ ভিতৰত কোনো হীন-ডেৰিৰ মূল্য নাথাকিব। এইটো ৰূপায়ণ কৰিবলৈহ'লে আমি স্বতঃপ্ৰবৃত্ত ভাৱে ময়লা ছাফা কৰাৰ কাম গ্ৰহণ কৰিব লাগিব। মানুহ যদি প্ৰকৃততে জ্ঞানী হয়, তেতিয়া তেওঁ কেতিয়াও কানি, মদ বা কোনো মাদক দ্ৰব্য গ্ৰহণ নকৰিব। স্বদেশ জাত বস্তু মাথোন ব্যৱহাৰ কৰিব সেয়ে হ'ব লাগিব জীৱনৰ ব্ৰত। নিজৰ স্ত্ৰীত বাজে আমি সকলো তিৰোতাকে বয়স অনুযায়ী নিজৰ মাতৃ বা ভনী বা ছোৱালী বুলি ভাবিব লাগিব। কাম ভাৱে এনে কোনো তিৰোতাৰ প্ৰতি মনেৰে দৃষ্টি দিব নোৱাৰিব। যদি আৱশ্যক হয়, নিজৰ প্ৰাণ বলি দিব কিন্তু কেতিয়াও আনৰ প্ৰাণ হত্যা নকৰিব।

এইবোৰ লক্ষ্য সাধনত কি কি উপায় অৱলম্বন কৰিব লাগিব সেই সম্পৰ্কে গান্ধীয়ে কৈছে—

(১) আমি যদি প্ৰত্যেকে নিজ নিজ স্বত্ব অধিকাৰৰ ওপৰত হে বেছি জোৰ দিওঁ আৰু নিজ নিজ কৰ্তব্য পালনৰ প্ৰতি জোৰ নিদিও, তেন্তে দেশত এটা ভীষণ বিশৃঙ্খলাৰ সৃষ্টি হ'ব আৰু সেই বিশৃঙ্খলাই এটা অবাঞ্ছনীয় অৰাজকতাৰ পাতনি মেলিব। আৰু যদি আমি প্ৰত্যেকে নিজ নিজ স্বত্ব অধিকাৰৰ দাবী নুতুলি নিজ নিজ কৰ্তব্য সুচাৰুৰূপে পৰিচালনা কৰো তেন্তে অচিৰে দেশত আৰু মানৱ সমাজত আইন শৃঙ্খলা প্ৰতিষ্ঠিত হ'ব। আমি যদি এই সৰল আৰু সাৰ্ব্বজনীন নীতি, নিয়োগকাৰী আৰু নিযুক্ত ব্যক্তিৰ মাজত (শ্ৰমিকৰ মাজত), জমিৰ মালিক আৰু ৰায়তৰ মাজত, ৰজা জমিদাৰ আৰু সাধাৰণ প্ৰজাৰ মাজত, অযথা হিন্দু আৰু মুছলমানৰ মাজত প্ৰচলন কৰো, তেতিয়া আমাৰ জাতীয় জীৱনৰ সকলো ক্ষেত্ৰতে এটা মধুৰ সম্বন্ধ গঢ়ি উঠিব আৰু কোনো ক্ষেত্ৰতে অৰ্থাৎ দৈনন্দিন জীৱন যাত্ৰা আৰু ব্যৱসায় বাণিজ্যৰ ক্ষেত্ৰত কোনো প্ৰকাৰ বিশৃঙ্খলা বা উপদ্ৰৱৰ কাৰণ উদ্ভৱ নহ'ব। মই যি সত্যাগ্ৰহৰ নীতিৰ কথা কৈছো তাৰ মূল বিচাৰিব লাগিব নিজ নিজ কৰ্তব্য পালনৰ ক্ষেত্ৰত আৰু সেই কৰ্তব্য পালনৰ পৰা উদ্ভৱ হোৱা স্বত্ব অধিকাৰৰ ক্ষেত্ৰত।

(২) পাশ্চাত্য দেশৰ নীতি হৈছে বেছি সংখ্যক লোকে যি ব্যৱস্থাত সুখী হয় সেই ব্যৱস্থা গ্ৰহণ কৰা আৰু সেই সুখৰ অৰ্থ হৈছে পাৰ্থিৱ আৰু আৰ্থিক উন্নতি মাথোন। এই পাৰ্থিৱ সুখ আৰু আৰ্থিক উন্নতি সাধনত যদি নৈতিকতা ভঙ্গও কৰা হয়, পাশ্চাত্য জগতৰ মতে তাত বিশেষ কোনো ক্ষতি নহয়। এই ধৰণৰ চিন্তা ধাৰা সমগ্ৰ ইউৰোপতে দেখিবলৈ পোৱা যায়। কিন্তু নৈতিক নিয়ম ভঙ্গ কৰি পাৰ্থিৱ সুখ আৰু আৰ্থিক উন্নতি বিচাৰিলে ঐশ্বৰীয় নিয়ম ভঙ্গ কৰা

হয়। পশ্চিম দেশৰেই বহু জ্ঞানী ব্যক্তিয়ে এইদৰে কৈছে। তাৰ ভিতৰত হৈছে— জন ৰাস্কিন এজন। তেওঁ "আনটু দিচ লাষ্ট" নামৰ কিতাপখনতে কৈছে যে— মানুহে যদি নৈতিকতা ৰক্ষা কৰে তেতিয়া হে সুখী হ'ব পাৰে। নৈতিকতা ৰক্ষা কৰা সকলো দেশৰ সকলো ধৰ্ম্মৰে সাৰ কথা। ধৰ্ম্মৰ কথাক এৰিও মানৱৰ সাধাৰণ জ্ঞানেই নিৰ্দ্দেশ কৰে যে নৈতিকতা ৰক্ষা কৰা অৱশ্যে কৰ্তব্য। নৈতিকতা ৰক্ষা কৰিহে আমি সুখী হ'বলৈ আশা কৰিব পাৰো।

সমাজৰ লক্ষ্য আৰু মানুহৰ কৰ্ত্তব্য এইদৰে স্পষ্টবাৰে নিৰ্দ্ধাৰণ কৰিও আমি সেই লক্ষ্যত উপনীত হ'ব নোৱাৰিম, যদিহে আমি উপযুক্ত পন্থা স্থিৰ কৰিব নোৱাৰো। সেই বাবে গান্ধীজীয়ে প্ৰধানতঃ লক্ষ্যত উপনীত হোৱাৰ পন্থাৰ বা উপায় সমূহৰ (১) নিত্যন্ত, অপৰিবৰ্ত্তনীয়তা আৰু ক্ৰমাগত পালনৰ বিষয়েহে বেছি গুৰুত্ব দিছে। যদিহে আমি সেই পন্থা বা উপায়বোৰৰ সম্পৰ্কে সতৰ্ক হও, লক্ষ্যত নিশ্চয় উপনীত হ'ব পাৰিম। আমাৰ পন্থাসমূহ যিমান নিৰ্দ্দোষ বা পৱিত্ৰ হয়, সেই অনুপাতে আমাৰ উন্নতিৰ পথ মুকলি হ'ব। সেই অনুপাতে আমি লক্ষ্যত উপনীত হোৱাত সমৰ্থ হ'ম। এই বাটেদি লক্ষ্যত উপনীত হোৱাত বিলম্ব হ'ব পাৰে বুলি নাইবা এই বাট বেছি দীঘলীয়া বুলি ধাৰণা হ'ব পাৰে অৰ্থাৎ উপায়বোৰৰ পৱিত্ৰতা ৰক্ষা কৰি যাওঁতে আৰু বাধা বিঘিনিবোৰ অতিক্ৰম কৰি যাওতে আমাৰ বাট দীঘলীয়া যেন লাগিব পাৰে কিন্তু তাৰ বাবে বিচলিত হ'ব নালাগে। গান্ধীজীয়ে ডাঠকৈ কৈছে যে এয়েহে আটাইতকৈ চমু বাট।●

[নিতন্ত্য— যিটো উচিত বা ন্যায় পন্থা সেইটো সদায় পৱিত্ৰ আৰু তাৰ কোনো বিকল্পতা অৰ্থাৎ অন্য ৰূপ নাই।

অপৰিবৰ্ত্তনীয়তা— যি নিত্য, যি প্ৰকৃত ন্যায় পন্থা তাৰ কোনো পৰিবৰ্ত্তনীয়তা নাই।

ক্ৰমাগত পালন— একে পথেদি কাৰ্য্যত আগবঢ়া। এবাৰ এৰি এবাৰ ধৰি কাৰ্য্য কৰিলে নহ'ব।]

# স্বাধীনতা লাভৰ পাছত

## (শিক্ষাব্ৰতী)

ভাৰতবৰ্ষত বৈদিক হিন্দুসকলৰ মাজত ঐক্য নথকাত আৰু বিভিন্ন ৰজা-মহাৰজাবিলাকৰ মাজত সৌহাৰ্দ্দ্য আৰু পৰস্পৰৰ প্ৰতি পৰস্পৰৰ প্ৰীতি বন্ধন নথকাত ভাৰতবৰ্ষ বিদেশী জাতিৰ পদানত হ'ব লগীয়া হৈছিল। সেই সময়ত বিধৰ্ম্মী বিদেশী মুছলমান আৰু খৃষ্টানধৰ্ম্মী ইংৰাজ জাতিয়ে দেশ জয় কৰিয়েই ক্ষান্ত নহ'ল, দেশৰ কৃষ্টি, সংস্কৃতি, ধৰ্ম্ম পন্থা আৰু বুৰঞ্জী প্ৰসিদ্ধ বীৰত্ব আৰু গৌৰবৰ কাহিনীবোৰকো ধ্বংস কৰিবৰ উদ্দেশ্যে বুৰঞ্জীৰ তথ্যবোৰ বিকৃত কৰিব ধৰিলে। ধৰ্ম্মান্তৰিত কৰিবৰ বাবেও প্ৰথমতঃ মুছলমানসকলে আৰু তাৰ পাছত ইংৰাজ পাদ্ৰীসকলে ৰাজকীয় ক্ষমতা আৰু অৰ্থ ব্যয় কৰি বৈদিক হিন্দু ৰাষ্ট্ৰত বিপৰ্য্যয় ঘটালে। আজি যিবিলাক লোকে মুছলমান বুলি নিজকে গৌৰৱান্বিত বোধ কৰে তাৰ সৰহ সংখ্যক মুছলমানেই পূৰ্ব্বে হিন্দু আছিল। ভাৰতবৰ্ষৰ যিবিলাক লোকে ক্ৰমে ক্ৰমে ধীৰে ধীৰে আচাৰ-নীতি সংশোধন কৰি বেদৰ ধৰ্ম্ম গ্ৰহণ কৰি আহি থাকিছিল, পাদ্ৰীসকলে সেইসকল লোকৰ মাজত প্ৰৱেশ কৰি হিন্দুধৰ্ম্মৰ অপপ্ৰচাৰ আৰু ধৰ্ম্মীয় আচাৰ নীতিৰ অপব্যাখ্যা কৰি আৰু লগতে স্কুল, চিকিৎসালয় আৰু গীৰ্জা স্থাপন কৰি সেই লোক বিলাকৰ সৰল স্বভাৱৰ সুযোগ লৈ প্ৰলোভনেৰে লুব্ধ কৰি ধৰ্ম্মান্তৰিত কৰিব ধৰিলে। সেই প্ৰথা আজিও চলি আছে। ইংৰাজ চৰকাৰে আন ফালে ইংৰাজী ভাষাৰ মাধ্যমত এনে শিক্ষানীতি প্ৰৱৰ্তন কৰিলে যাৰ দ্বাৰা ভাৰতীয় লোকৰ নিজৰ কৃষ্টি সংস্কৃতি ধৰ্ম্ম আৰু সামাজিক আচাৰ নীতিৰ প্ৰতি বিতৃষ্ণা ওপজে। সেই নীতি বলবৎ কৰিবৰ বাবে সংস্কৃত আৰু আৰবী ফাৰ্ছীৰ মাজত অৰিয়া-অৰি ভাৱৰ নীতি প্ৰবৰ্ত্তন কৰি হিন্দু-মুছলমানৰ মাজত কাহানিও যাতে সংহতি হ'ব নোৱাৰে তাৰ ব্যৱস্থা কৰিলে। এফালে ইংৰাজ চৰকাৰে ধৰ্ম্ম নিৰপেক্ষ নীতি গ্ৰহণ কৰি আনফালে হিন্দু ধৰ্ম্মৰ বিৰুদ্ধে মুছলমান বিলাকক উচটনি আৰু উৎসাহ দান কৰিব ধৰিলে ; যাৰ ফলত বিশিষ্ট পুণ্য ভাৰতবৰ্ষ দ্বিখণ্ডিত হ'ল। ভাৰত মাতৃক দ্বিখণ্ডিত কৰি ক্ষমতা লোভী স্বাধীনতা সংগ্ৰামৰ যোদ্ধা সকলে ক্ষমতা পালে সঁচা। কিন্তু যি নীতিত দেশ বিভাজন হ'ল তাৰ বিষময় বীজ ভাৰতবৰ্ষত পুনৰপি সিঁচি থলে।

সি যি কি নহওক, স্বাধীনতা সংগ্ৰামৰ যি ভাৰতীয় আদৰ্শ আৰু সাংস্কৃতিক নীতিৰ আশ্ৰয় লোৱা হৈছিল সেই আদৰ্শ আৰু নীতি স্বাধীনতা লাভৰ পাছত

দূৰতে পৰিহাৰ কৰা হ'ল— গান্ধীবাদৰ স্থান আজি ক্ষমতাপ্ৰাপ্ত লোকসকলৰ মনত তিল মাত্ৰও নাই। গান্ধীজীয়ে ভাৰতীয় সংস্কৃতি সভ্যতাৰ আলমতে সত্য, অহিংসা আৰু সমাজ কল্যাণৰ ভিত্তিত স্বাধীনতা যুদ্ধ পৰিচালনা কৰিছিল আৰু আজি ক্ষমতা প্ৰাপ্ত লোকসকলে হিংসা বিদ্বেষ আৰু সমাজৰ অকল্যাণৰ পক্ষেহে ক্ষমতা ব্যৱহাৰ কৰিব ধৰিছে। ভূমি সংস্কাৰ নীতিত গান্ধী নীতি পৰিহাৰ কৰি এনে এক অস্থিৰ অব্যৱস্থা গ্ৰহণ কৰিছে যাৰ দ্বাৰা ভাৰতৰ সমাজত বিশৃঙ্খলাৰ সৃষ্টি হৈছে আৰু ভূম্যধিকাৰী আৰু ৰায়তৰ মাজত সৌহাৰ্দ্দ্য ধ্বংস হৈ গৈছে আৰু পৰস্পৰৰ প্ৰতি পৰস্পৰৰ শত্ৰুতাৰহে সৃষ্টি হৈছে। গান্ধীজীয়ে আইন প্ৰণয়ন কৰি সমাজ সংস্কাৰ কৰিবৰ চেষ্টা নিষেধ কৰিছে। কিন্তু ভাৰত চৰকাৰে আইন প্ৰণয়ন কৰিয়েই এৰা নাই। ৰাষ্ট্ৰপতিৰ অধ্যাদেশ (Ordinance) পুনঃ পুনঃ জাৰি কৰি সমগ্ৰ ভাৰতীয় জাতিটোক অশান্তিৰ মেৰপাকত প্ৰৱেশ কৰাই দিছে। আইন সংস্কাৰৰ নামত হিন্দুজাতিৰ চিৰকলীয়া সামাজিক প্ৰথা আৰু সংস্কৃতিৰ পথ ৰুদ্ধ কৰাৰ ব্যৱস্থা কৰিছে আৰু সেই আইন হিন্দুত বাজে আন ভাৰতবাসীৰ ওপৰত প্ৰয়োগৰ ব্যৱস্থা ৰহিত কৰিছে। এক দেশতে বাস কৰা বিভিন্ন জাতিৰ মাজত সেই আইন সমানে প্ৰযোজ্য নহয় এনে পক্ষপাতী আইন আন কোনো দেশতে নাই। হিন্দুৰ আংশিক পৰিবৰ্ত্তন কৰি হিন্দুজাতিৰ প্ৰতি বিষম অবিচাৰ কৰা হৈছে আৰু অন্য সম্প্ৰদায়ৰ প্ৰতি অহেতুক পক্ষপাতিত্ব কৰা হৈছে।

বৃটিছ চৰকাৰে হিন্দু সংস্কৃতিৰ মূলত কুঠাৰাঘাত কৰিবৰ উদ্দেশ্যে সংস্কৃত শিক্ষাৰ প্ৰতি অৱহেলা কৰিছিল আৰু বৰ্ণাশ্ৰম ধৰ্ম্মৰ বিৰুদ্ধে অপপ্ৰচাৰ কৰি শিক্ষিত হিন্দুৰ মনত সন্দেহ সংশয় আৰু আস্থাহীনতা সৃষ্টি কৰি হিন্দু জাতিক দুৰ্বল কৰিছিল। সেই অপপ্ৰচাৰৰ আৰু বুৰঞ্জীৰ তথ্যবোৰৰ বিকৃতি ঘটোৱাৰ ফলত হিন্দুৰ সংহতি ক্ষুণ্ণ কৰিছে। তাৰ জেৰ আজিও চলি আছে। পৃথিবীৰ ভিতৰত প্ৰাচীনতম্ উৎকৃষ্ট যি হিন্দু সভ্যতা তাক কলঙ্কিত ৰূপত প্ৰকাশ কৰি স্বাধীন যুগৰ হিন্দু ৰাষ্ট্ৰৰ মহৎ ক্ষতি সাধন কৰিছে।

যিবিলাক পাশ্চাত্য পণ্ডিতে বৈদিক ধৰ্ম্মৰ উচ্চ প্ৰশংসা কৰি গ্ৰন্থ লিখিছে, সেইবোৰ গ্ৰন্থ ভাৰতৰ শিক্ষানুষ্ঠানবিলাকত পঠন পাঠন নহয়। ভাৰতীয় শিক্ষাৰ্থীক নিজৰ দেশৰ কৃষ্টি সংস্কৃতিৰ পৰা আঁতৰত ৰাখিবৰ কাৰণেও স্বাধীনোত্তৰ যুগত পৃথিবীৰ আদি মহাকাব্য দুখনৰ পঠন পাঠন কৰা নহয়। গীতা শাস্ত্ৰৰ অধ্যয়ন অধ্যাপনাও সম্যক ভাৱে শিক্ষানুষ্ঠানবোৰত নহয়। আনকি সংস্কৃত ভাষা শিক্ষাৰ ওপৰতো কোনো গুৰুত্ব দিয়া নহয়। তাৰ ফলত বৰ্তমান সময়ৰ স্কুল কলেজবোৰৰ পৰা সংস্কৃত ভাষা সাহিত্যৰ শিক্ষা উঠি যোৱাৰ উপক্ৰম হৈছে। বৃটিছ যুগৰ নীতিকেই স্বাধীনতাৰ যুগত চলাই থকা হৈছে।

সকলো প্ৰকাৰ বিদ্যাৰ উৎপত্তি আৰু অনুশীলন যে সৰ্ব্ব প্ৰথমে ভাৰততে হৈছিল, সেই সংবাদো ভাৰতীয় শিক্ষাৰ্থীয়ে নাজানে।

সকলোতকৈ বেছি মাৰাত্মক কথা হৈছে যে ধৰ্ম্ম নীতিক ৰাজনীতিৰ বহিৰ্ভূত কৰি ৰখা হৈছে। ধৰ্ম্ম নীতিক ৰক্ষা কৰিবলৈ হে ৰাজনীতিৰ প্ৰশাসনীয় ব্যৱস্থাৰ আৱশ্যক। ৰাজনীতিত যেন মিথ্যাৰ স্থান আছে। এই কথা ৰাজনীতি চৰ্চা কৰা লোক বিলাকৰ পৰা শুনিবলৈ পোৱা যায়। ভাৰতবৰ্ষৰ সভ্যতা সংস্কৃতিত ধৰ্মনীতিত যেনেকৈ মিথ্যা আচাৰৰ স্থান নাই, সেইদৰে ৰাজনীতিতো তাৰ স্থান নাই। সত্যৰ আদৰ্শ আগত লৈ সি অসত্যৰ আশ্ৰয়ত পদ্ধতি চলিব ধৰিছে, তাৰ প্ৰমাণ প্ৰত্যহ প্ৰশাসনীয় কাৰ্য্যলয়বোৰত দেখিবলৈ পোৱা যায়। হিংসা দ্বেষ ঈৰ্ষা আৰু অসত্যই যেনেকৈ এফালে দেশৰ সামাজিক জীৱন কলুষিত কৰিছে আনফালে তেনেকৈ স্বাৰ্থপৰতা আৰু আত্মকেন্দ্ৰিকতা দোষে জাতীয় চৰিত্ৰ সমূলে ধ্বংস কৰিবৰ উপক্ৰম কৰিছে।

বৰ্তমান সময়ত জাতীয় চৰিত্ৰ গঠনেই শিক্ষানুষ্ঠান বোৰৰ মূল কৰ্ত্তব্য হোৱা উচিত আৰু তাৰ বাবে প্ৰশাসনীয় ব্যৱস্থাও নিৰ্ম্মল কৰি তোলা উচিত।

দেশ প্ৰেমৰ “বুলি” (Slogan) সভা সমিতিত হে শুনিবলৈ পোৱা যায়। কাৰো ব্যক্তি চৰিত্ৰত বা আচৰণত তাৰ আভাষো পোৱা নাযায়। যি জাতিৰ লোকৰ দেশ প্ৰেম নাই, সেই জাতি জাতি হিচাবে কিমান দিন তিষ্ঠিব পাৰে?●

# ভাৰতীয় সংস্কৃতিত গণতন্ত্ৰবাদ

ঈশোপনিষদত ঋষিয়ে কৈছে 'ত্যক্তেন ভূঞ্জীমাঃ'। তোমাৰ উপাৰ্জ্জিত ধনেৰে দেৱতাসকলৰ উদ্দেশ্যে, পিতৃসকলৰ উদ্দেশ্যে আৰু জীৱসকলৰ উদ্দেশ্যে বিশেষকৈ জনগণৰ উদ্দেশ্যে প্ৰয়োজনীয় ধন ব্যয় কৰি তাৰ পাছত হে ভোগ কৰিবা। মহাত্মা গান্ধীয়েও সমাজবাদৰ ভিত্তিত এই আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছিল।

শ্ৰীমদ্ভাগৱতে কৈছে যে তোমাৰ আৰু তোমাৰ পৰিয়ালবৰ্গৰ অৱশ্য প্ৰয়োজনীয় ধনখিনি বা ভোগ্য বস্তুখিনিৰ ওপৰতহে অধিকাৰ আছে। অতিৰিক্ত ধনৰ প্ৰতি যাৰ স্পৃহা থাকে সেই ব্যক্তি চোৰ! সেই ব্যক্তিক শাস্তি দিব লাগে।

শ্ৰীমদ্ভাগৱদগীতাত কৈছে দেবঋণ, ঋষিঋণ, পিতৃঋণ পৰিশোধ নকৰাকৈ আৰু জীৱসকলক আৰু অতিথিসকলক সেৱা নকৰাকৈ যিসকলে উপাৰ্জ্জিত ধন ভোগ কৰে সেইসকল চোৰ। দেৱতাসকলৰ অনুগ্ৰহত শস্যাদি উৎপন্ন হয়, ঋষিসকলৰ অনুগ্ৰহত আমি জ্ঞান-বিজ্ঞানৰ সন্ধান লাভ কৰিছোঁ— তেওঁলোকৰ বাণী আৰু ৰচিত গ্ৰন্থ সমূহৰ পৰা ; আৰু পিতৃসকলৰ পৰা আমি পাৰ্থিব ভোগ দেহ লাভ কৰিছো আৰু পৰম্পৰাগত ধন সম্পত্তি আৰু কৃষ্টি-সংস্কৃতি লাভ কৰিছোঁ। সেইবাবে ঋণ পৰিশোধ কৰা মনুষ্য জনমৰ প্ৰধান কৰ্ত্তব্য। সেইদৰে গৃহপালিত পশু-পক্ষী আদি সকলৰ পৰাও আমি যথেষ্ট উপকাৰ লাভ কৰোঁ। গৃহপালিত নহ'লেও অন্যান্য জীৱসকলৰ পৰাও আমি প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰকৃতিৰ নিয়মত যথেষ্ট উপকৃত হওঁ। সেই বাবে সেই জীৱসকলৰ প্ৰতিও আমাৰ বিশেষ কৰ্ত্তব্য আছে, উদাহৰণ স্বৰূপে ক'ব পাৰি যে শগুণে যদি পথাৰৰ মৰা শবোৰ ভক্ষণ নকৰিলেহেঁতেন পাৰিপাৰ্শ্বিক স্থানবোৰ বাসৰ অযোগ্য হৈ উঠিলহেঁতেন। এইদৰে সমস্ত জীৱ-জন্তুৱে প্ৰকৃতিৰ নিয়মত মনুষ্য জাতিৰ কিবা নহয় কিবা প্ৰকাৰে উপকাৰ সাধন কৰি আছে। সেইবাবে সেই জীৱবোৰৰো প্ৰতি আমাৰ ঋণ বা কৰ্ত্তব্য আছে। পাড়া প্ৰতিবেশী আৰু অতিথিসকলৰ প্ৰতিও আমাৰ কৰ্ত্তব্য আছে। এই কৰ্ত্তব্যবোৰ সম্পন্ন কৰাৰ অভ্যাস আমাৰ চৰিত্ৰত বা সমাজৰ চৰিত্ৰত প্ৰতিফলিত হ'ব লাগে আৰু এইবোৰ কৰ্ত্তব্য সম্পন্ন নকৰাকৈ আমাৰ উপাৰ্জ্জিত ধন ভোগ কৰিব নালাগে। জীৱ-জন্তু, উৰ্দ্ধতন পুৰুষ আৰু ঋষি মুনিসকলৰ সৈতে জীৱ-জন্তু পাড়া-প্ৰতিবেশীক লৈ যিখন সমাজ সেইখন সমাজৰ মঙ্গলৰ অৰ্থে কৰিবলগীয়া কৰ্ম্মসমূহৰ ব্যৱস্থাকে সমাজতন্ত্ৰবাদ বুলি ক'ব পাৰি। সেই সমাজতন্ত্ৰবাদ ৰূপায়ণৰ ক্ষেত্ৰত আমাৰ পুণ্যভূমি ভাৰতবৰ্ষত আজিলৈকে কি ব্যৱস্থা চলি আছিল তালৈ মন কৰিলে গণতন্ত্ৰ কি তাক ভালদৰে উপলব্ধি কৰিব পাৰি। আত্মকেন্দ্ৰিক মনোভাব লৈ ধন

আৰু ক্ষমতা লাভৰ চেষ্টাত গণতন্ত্ৰৰ মতবাদ ৰূপায়িত হৈ উঠাৰ সম্ভাৱনা নাই ; কাৰণ গণতন্ত্ৰৰ আদৰ্শ তাৰ দ্বাৰা প্ৰতিষ্ঠিত নহয়।

আমাৰ দেশত ৰাজতন্ত্ৰ প্ৰচলিত আছিল। একনায়কত্ববাদ নাছিল। ত্ৰেতা যুগৰ ৰামচন্দ্ৰৰ দিনৰ পৰা অসমৰ আহোম ৰজাসকলৰ দিনলৈকে আৰু ভাৰতৰ বিভিন্ন ৰজাসকলৰ সময়ত চলি থকা প্ৰশাসনীয় ব্যৱস্থাৰ যি ইতিহাস আমি পাওঁ তাৰ পৰা আমি বুজি পাওঁ যে সকলো সময়ত ৰজাসকলৰ পৰামৰ্শ দাতা মন্ত্ৰীমণ্ডলী আছিল। সেই মন্ত্ৰীসকলৰ প্ৰত্যেকে ৰাজনীতিজ্ঞ আছিল আৰু তদুপৰি বিজ্ঞ, শাস্ত্ৰজ্ঞ আৰু বিদ্বান পণ্ডিতমণ্ডলী ৰাজ সভাত আছিল— বিচাৰ কাৰ্য্যত ৰজাসকলক সহায় আৰু পৰামৰ্শ দিবলৈ। এই মন্ত্ৰীসকল আৰু পণ্ডিতসকলক ভোটৰ দ্বাৰা নিৰ্ব্বাচন কৰা নহৈছিল। যিসকল লোকৰ সমাজত প্ৰতিষ্ঠা আছিল আৰু যিসকল লোক জ্ঞানী সমাজ হিতৈষী আৰু বিদ্বান হোৱা বাবে সৰ্ব্বজনমান্য হৈ উঠিছিল, তেনে লোক সকলকহে মন্ত্ৰী বা পণ্ডিত পৰিষদৰ সভ্য কৰি লোৱা হৈছিল। একনায়কত্ববাদৰ বা বুৰ্জোৱা প্ৰশাসনৰ কোনো নাম গন্ধ নাছিল সেই ৰাজতন্ত্ৰত। অন্তৰালত আছিল জনকল্যাণ আৰু জনগণৰ অন্তৰত প্ৰৱাহমান আশা-আকাঙ্খাৰ ৰূপায়ণৰ প্ৰচেষ্টা। আজিৰ দৰে নিৰ্বাচনো নাছিল আৰু প্ৰাৰ্থীৰ ভুৱা প্ৰতিশ্ৰুতি দানৰ ক্ষেত্ৰও নাছিল। দেশ সেৱাৰ নামত স্বাৰ্থ-সেৱা নাছিল, আছিল স্বাৰ্থ ত্যাগৰ প্ৰকৃত উদাহৰণ আৰু নিৰ্ভেজাল আত্মত্যাগ। দেশৰ হকে, দেশৰ গৌৰৱ বৃদ্ধি আৰু গৌৰৱ ৰক্ষাৰ বাবে জীৱন দান কৰালৈকেও পশ্চাৎপদ নহৈছিল। আজিও যে তেনে মনোভাৱ আমাৰ দেশত নাই তেনে নহয় ; কিন্তু ৰাজনীতিক সকলৰ সৰহ ভাগেই জনকল্যাণ সাধনৰ আৰু সেৱাৰ নামত জনগণক মিথ্যা প্ৰচাৰৰ দ্বাৰা ভুৱা আদৰ্শৰ চিত্ৰ সমাজত অঙ্কিত কৰি বিভ্ৰান্ত কৰাৰ ফলত জনসমাজৰ হৃদয়ত স্বাৰ্থপৰতাৰ মলিয়ন আৱৰণৰ সৃষ্টি হৈছে। সেই বাবে ত্যাগৰ মহিমা আবৃত হৈ পৰিছে।

সমাজৰ কি আৱশ্যক। সমাজ কল্যাণৰ বাবে কি পন্থা গ্ৰহণ কৰা উচিত, কোন ক্ষেত্ৰত মানুহে স্বাৰ্থত্যাগ কৰা উচিত, কোন ক্ষেত্ৰত মানুহে দৃঢ়তাৰে অন্যায় অবিচাৰৰ বিৰুদ্ধে সাহসেৰে থিয় দিব লাগে তেনেবোৰ আদৰ্শ সমাজত ৰূপায়িত হ'লেহে গণতন্ত্ৰ ৰূপায়িত হৈ উঠে। ভাৰতীয় শাস্ত্ৰত থকা উপদেশ, উদাহৰণ আৰু ব্যাখ্যাৰ দ্বাৰা আৰু জনগণে নিজ নিজ আচৰণৰ দ্বাৰা তেনে সমাজ গঢ়ি তুলিছিল। ভাৰতীয় শাস্ত্ৰ, সাহিত্য, অষ্টাদশ বিদ্যা আৰু চৌষষ্টি প্ৰকাৰ কলা বিদ্যাৰ চৰ্চাক নেওচি বা অৱহেলা কৰি ভাৰতীয় সংস্কৃতিৰ গৌৰৱ কৰিবৰ অধিকাৰ আমি হেৰুৱাই পেলাওঁ। ভাৰতীয় সংস্কৃতিৰ প্ৰবাহত ৰূপায়িত হৈ উঠা গণতন্ত্ৰৰ ৰূপ দেখা যায় ৰামায়ণ, মহাভাৰতত উল্লেখিত বশিষ্ঠৰ ৰাজনীতি, ভীষ্মৰ ৰাজনীতি শুক্ৰ-বৃহস্পতিৰ ৰাজনীতি ইত্যাদি পঠন পাঠনৰ মাধ্যমত। সেই বোৰ শাস্ত্ৰৰ পঠন-পাঠন আমাৰ দেশৰ শিক্ষানুষ্ঠানবোৰত প্ৰায় অচল হৈছে। সংস্কৃতিৰ বাহক সকলো দেশতে সেই দেশৰ মনীষী সকলৰ ৰচিত গ্ৰন্থ সমূহ।

পশ্চিমীয়া দেশৰ মনীষী সকলৰ গ্ৰন্থ অধ্যয়ন আৰু সেইবোৰ গ্ৰন্থৰ বাণী সমূহৰ ৰূপায়ন আমি আমাৰ সমাজত প্ৰতিফলিত কৰাৰ চেষ্টাত উদ্যমশীল আৰু সেইবাবে আমাৰ শাস্ত্ৰ সমূহৰ প্ৰতি আমি উদাসীন আৰু বিৰুদ্ধ ভাৱাপন্ন হৈ পৰিছো। ভাৰতীয় সংস্কৃতিৰে সংস্কৃতি সম্পন্ন হৈ আন দেশৰ সংস্কৃতিৰ মূলতত্ত্ববোৰ আহৰণ কৰাৰ ক্ষমতা যে বাঢ়ে তালৈ আমাৰ দৃষ্টি নাই। ভাৰতীয় সংস্কৃতিৰ প্ৰতি পিঠি দিয়া বাবে আমি পশ্চিমীয়া সংস্কৃতিৰ বাহ্যিক ৰূপত মুগ্ধ হৈ যাওঁ আৰু পশ্চিমীয়া সভ্যতাৰ বাহক পশ্চিমীয়া মনীষী সকলৰ গ্ৰন্থ সমূহৰ ওপৰত ভাৰতীয় মনীষী সকলৰ ৰচিত গ্ৰন্থ সমূহে কিমান প্ৰভাৱ বিস্তাৰ কৰিছে তাক বিশ্লেষণ কৰিবৰ শক্তি আমি হেৰুৱাই পেলাওঁ। পশ্চিমীয়া মনীষী সকলে কৰা ভাৰতীয় মনীষীৰ প্ৰশংসা কিমান উচ্চদৰৰ আৰু তেওঁলোকৰ ভাৰতীয় সভ্যতাৰ প্ৰতি নিজৰ ঋণ স্বীকাৰ কিমান বিনম্ৰ আৰু বিশুদ্ধ সেইফালেও আমি দৃষ্টি নিদিওঁ।

সাম্যবাদ, সমাজতন্ত্ৰবাদ, ধনিকবাদ, ৰাজনীতি, শোষণনীতি ইত্যাদি বিষয়ে ভাৰতীয় শাস্ত্ৰৰ কি দৃষ্টিভঙ্গী সেই বিষয়ে অধ্যয়ন আলোচনা নকৰাকৈ আমি ভাৰতীয় সংস্কৃতিৰ ৰূপৰ প্ৰতি বিতৃষ্ণা অতীষ্ঠ আৰু বিৰাগ সম্পন্ন হৈ পৰো। যি সকল আধুনিক ভাৰতীয় মনীষীয়ে দেশৰ ঐতিহ্য, পৰম্পৰা আৰু সংস্কৃতিৰ বিষয়ে সৰ্বসাধাৰণৰ ওচৰত প্ৰচাৰ আৰু প্ৰকাশ কৰিবৰ যত্ন কৰে তেওঁলোকক আমি সমাজত, সৰ্বসাধাৰণৰ দৃষ্টিত হেয় প্ৰতিপন্ন কৰিবলৈ যত্নবান হওঁ। আনকি তেওঁলোকৰ বিৰুদ্ধে মিথ্যা প্ৰচাৰৰ চেষ্টাও কৰো। পৰমপূজনীয় শ্ৰীগুৰুজীয়ে সিদিনা গুৱাহাটীত দিয়া ভাষণৰ কি বিৰুদ্ধ সমালোচনা সাপ্তাহিক নীলাচলত প্ৰকাশিত হৈছে তাক পঢ়িলে আমি লজ্জিত হ'ব লাগে ; অথচ আমি ভাৰতৰ মাটিত ভাৰতৰ জলবায়ুত আৰু ভাৰতীয় সংস্কৃতিত লালিত-পালিত ভাৰত সন্তান। এই ধৰণৰ বিকৃত মস্তিষ্কৰ ৰচনা ভাৰত মাতাৰ সন্তান-সন্ততিৰে। পৰৰ দেশৰ প্ৰতি শ্ৰদ্ধাশীল হোৱা বাবে এই অধঃপতন।

সাপ্তাহিক নীলাচলত প্ৰকাশিত সেই প্ৰৱন্ধই নহয়। ভাৰতীয় শাস্ত্ৰৰ অপব্যাখ্যা কৰি বহু প্ৰকাৰ ইংৰাজী গ্ৰন্থ আধুনিক ভাৰতীয় সাম্যবাদী সকলে প্ৰকাশ কৰিছে। ভাৰতীয় বিভিন্ন আঞ্চলিক ভাষাতো অনুৰূপ প্ৰৱন্ধ আলোচনী আৰু গ্ৰন্থ প্ৰকাশ হ'ব ধৰিছে। এইবোৰ কাৰণত ভাৰতীয় সংস্কৃতিত থকা গণতন্ত্ৰবাদ কি তাৰ ব্যাখ্যাৰ আৰু পঠন-পাঠনৰ নিতান্ত আৱশ্যক হৈছে। ভাৰতবৰ্ষৰ পৰম্পৰা আৰু সংস্কৃতিৰ ধ্বংস সাধনৰ দ্বাৰা ভাৰতবৰ্ষৰ স্থান পৃথিবীৰ সভ্য জাতি সমূহৰ মাজত উচ্চতৰ হোৱাৰ আশা নাই এই কথা ভাৰতীয় লোকে বুজা উচিত আৰু ভাৰতীয় ঐতিহ্য, পৰম্পৰা আৰু সংস্কৃতি ৰক্ষাই হে উচ্চতম স্থান দান কৰিব এই কথাও উপলব্ধি কৰা উচিত। ভাৰতৰ লোক ভাৰতীয় হিচাবে পৰিচিত হোৱাৰ যত্ন কৰা নিতান্ত উচিত। দুৰ্ভাগ্যৰ বিষয় যে এই কথা ভাৰতীয়ক আজি সোঁৱৰাই দিবৰ আৱশ্যক হৈছে। ই সংৰক্ষণশীলতা নহয় প্ৰগতিমূলক।●

# ভাবৰ বুৰবুৰণি
# সংবিধান, গণতন্ত্ৰ আৰু নিৰ্বাচন

## (শিক্ষাব্ৰতী)

সংবিধানৰ ধাৰা সংশোধন পৰিবৰ্ত্তন আদিৰ বিষয়ে ভাৰতৰ উচ্চতম ন্যায়ালয়ত বিচাৰ বিতৰ্ক চলি আছে। সেই সূক্ষ্মতম বিচাৰ বিতৰ্কৰ বিষয়ে আলোচনা কৰিবৰ বাবে বিদ্যা বুদ্ধি আৰু অধিকাৰ এই লেখকৰ নাই সেই বিষয়ে অকপটে স্বীকাৰ কৰিলৈহে সাধাৰণ দুই-এটি কথা লিখা হৈছে।

পৃথিবীৰ বিভিন্ন দেশৰ বিভিন্ন জাতিৰ সংবিধানৰ ভিতৰত কোনো জাতিৰে সামাজিক প্ৰথাবোৰ (usages) সম্যক্ ভাৱে লিপিবদ্ধ আৰু ধাৰাবদ্ধ কৰি ৰখা নাথাকে ; ৰখা সম্ভৱো নহয় আৰু ৰখাৰ আৱশ্যকো নহয়। সেই বাবে জানো সামাজিক প্ৰথাবোৰৰ কোনো আইন-সঙ্গত স্বাভাৱিক শক্তি নাইকিয়া হৈ যায়? সামাজিক প্ৰথাবোৰ সমগ্ৰ মানৱ জাতিৰ সাধাৰণ (common) গুণ, স্বভাৱ ন্যায় আৰু অন্যায় জ্ঞান বুদ্ধিৰ ভিত্তিত প্ৰতিষ্ঠিত। সংবিধানত সেই সকলোবোৰ স্বত্ব অধিকাৰ। উল্লেখ কৰা আৱশ্যকো নাই আৰু সম্ভৱো নহয়। সেই বোৰেই মৌলিক স্বত্ব অধিকাৰ। মৌলিক স্বত্ব অধিকাৰবোৰ কোনো দেশৰ কোনো চৰকাৰে ভঙ্গ কৰিবও নোৱাৰে আৰু তাক ভঙ্গ কৰি নতুন আইন ৰচনাও কৰিব নোৱাৰে।

সকলো দেশতে সামাজিক প্ৰথাবোৰৰ প্ৰাধান্য আইনে স্বীকাৰ কৰি লয়। বিচাৰৰ ক্ষেত্ৰত আইনৰ লগত সমন্বয় ৰাখি নিৰপেক্ষতা আৰু ন্যায়পৰতাৰ (Equity and jitstice) ভিত্তিত তাক বিচাৰ কৰা হয়। নিৰপেক্ষতা আৰু ন্যায়পৰতাৰ লগত সামাজিক প্ৰথাবোৰৰ সমন্বয় ৰক্ষিত নহ'লে সমাজত বিশৃঙ্খলাৰ সৃষ্টি হয়। সেই নীতি ভাৰতত উলঙ্ঘন কৰা হৈছে ; মৌলিক স্বত্ব অধিকাৰৰ ওপৰত হস্তক্ষেপ কৰা হৈছে আৰু ব্যক্তি স্বাধীনতা আৰু সামাজিক ৰক্ষণত ব্যাঘাত ঘটোৱা হৈছে।

গণতন্ত্ৰ ৰূপায়ণত এই পৰিস্থিতিয়ে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে। ফলত ব্যক্তিয়ে সামাজিক কল্যাণৰ ফালে পিঠি দি ব্যক্তিগত স্বাৰ্থৰ প্ৰতি বেছি মনোযোগ দিছে। গণতন্ত্ৰ ৰূপায়ণত বিৰোধীদল সকলেও মানৱৰ মৌলিক স্বত্ব অধিকাৰ নিৰপেক্ষতা আৰু ন্যায়পৰতাৰ ফালে দৃষ্টি ৰখা নাই। এইসৱৰ ভিত্তিতেই প্ৰশাসনীয় কাৰ্য্য প্ৰবৰ্ত্তিত হ'ব লাগে আৰু এইসৱৰ ভিত্তিতেই বিৰোধীপক্ষই প্ৰশাসনীয় কাৰ্য্যত ক্ষমতা প্ৰাপ্ত পক্ষক বিৰোধিতা আৰু সহায়তা আগবঢ়াব লাগে। সেইটো

হোৱা নাই। কিয় হোৱা নাই— তাক বিচাৰ কৰি চোৱা উচিত— উভয় পক্ষই।

কিন্তু সেইটো কোনো পক্ষই বহু ক্ষেত্ৰতেই নকৰে। নিজ নিজ স্বাৰ্থ উদ্ধাৰৰ কাৰণে ৰাজনৈতিক দলবোৰ গঠন কৰা হয় ; স্বাৰ্থ উদ্ধাৰৰ পথ নেদেখিলে দল সলনি কৰে। ব্যক্তিৰ নিজৰ আদৰ্শগত বিশ্বাস (conviction) একো নাই। সমাজত নিজ দলৰ লোকে যদি আন দলৰ কোনো লোকৰ প্ৰতি অন্যায় আচৰণ কৰে, দলৰ লোক জন অন্যায়কাৰী হ'লেও সেইজনকে সৰ্ব্বতোভাৱে অৱৰক্ষণ কৰিবলৈ প্ৰয়াস পায়। সেয়ে হেনো দলীয় নীতি। পাহৰি যায় যে তাৰ দ্বাৰা মানৱতাৰ বিৰোধী কাৰ্য্য কৰা হয় ব্যক্তিৰ মৌলিক স্বত্ব অধিখাৰ, নিৰপেক্ষতা ন্যায়পৰায়ণতা ৰক্ষিত নহয়। পাহৰি যায় বা স্বীকাৰ কৰিবলৈ টান পায় যে ই নৈতিকতাহীন কাৰ্য্য। সংখ্যাধিক্যৰ বলত ন্যায় পৰাজিত হয় আৰু অন্যায়ৰ জয় হয়। সমাজৰ অধঃপতন ঘটে।

নিৰ্বাচনৰ সময়ত যিবোৰ উদ্দেশ্য ঘোষণা কৰা হয়, যি ফতোৱা (manifesto) প্ৰকাশ কৰা হয়, তাত বহুতো ভুৱা প্ৰতিশ্ৰুতি থাকে, সাধন কৰিব নোৱাৰা উদ্দেশ্য প্ৰচাৰিত হয় আৰু জনসমাজক দেখুৱাই বিভ্ৰান্ত কৰা হয়। কাৰ্য্যতঃ তাৰ ৰূপায়ন নেদেখিলে কালক্ৰমত জনতা বিক্ষুদ্ধ হয়। যুৱসমাজ চঞ্চল আৰু দুৰ্দমনীয় হয় আৰু সমাজৰ শান্তি বিঘ্নিত হয়। আলাপ আলোচনা মীমাংসাৰ ক্ষেত্ৰতো ন্যায়পৰায়ণতা আৰু নিৰপেক্ষতা ৰক্ষিত নহয় আৰু অশান্তিৰ বীজ থাকি যায়। ফতোৱা (manifesto) আৰু প্ৰশাসনীয় কাৰ্য্যৰ সমন্বয় নাথাকিলে ই অৱশ্যাম্ভাৱী। নিৰ্বাচনৰ সময়ত শুদ্ধতা ৰক্ষিত নহয়, বিৰোধী দলসমূহে ক্ষমতা প্ৰাপ্ত দলৰ সা-সুবিধাৰ পৰা বঞ্চিত হয় ; জনতাৰ ওপৰত অন্যায় অনুৰোধ উপৰোধ প্ৰলোভন নিৰ্যাতনৰ অন্ত নাথাকে। জনতা বিভ্ৰান্ত হয়, কালক্ৰমত অশান্ত হয়।

আজি ভাৰতত এই প্ৰকাৰৰ অশান্তি হৈছে। তাক বিদূৰিত কৰিবৰ উপায় কি? সেইটোহে ডাঙৰ সমস্যা। মৌলিক স্বত্ব অধিকাৰ নিৰপেক্ষতা ন্যায়পৰায়ণতা ৰক্ষা পাই কেনেকৈ?●

## ভাৰতীয় সংস্কৃতিৰ ৰূপ ৰেখা

# দলত্যাগ আৰু অতীত কালৰ বিভীষণ

আজি ভাৰতবৰ্ষৰ ৰাজনীতিৰ ক্ষেত্ৰত ৰাজনৈতিক দল সমূহৰ সদস্যসকলৰ ভিতৰত দলত্যাগ বৰ সঘনে আৰু নীতি বিৰুদ্ধভাৱে ঘটিব ধৰিছে বিশেষকৈ ভাৰপ্ৰাপ্ত কংগ্ৰেছ দলৰ ভিতৰতে। সেই সদস্যসকলৰ সুস্থিৰ নীতি নাই। ভাৰতীয় শাস্ত্ৰৰ প্ৰতি শ্ৰদ্ধা নাই আৰু ভাৰতীয় শাস্ত্ৰৰ জ্ঞান বা অধ্যয়নো বহুতৰে নাই। যুৱশক্তিক উৎসাহ দি ক্ষমতাৰ পদবী দি বা ক্ষমতাৰ লোভ দেখুৱাই দুৰ্নীতি পৰায়ণ কৰি তোলাৰ প্ৰচেষ্টা দেখা গৈছে। দুৰ্নীতি নিবাৰণৰ প্ৰতিজ্ঞা লৈ নিজে দুৰ্নীতিৰ আশ্ৰয় লৈ স্বাৰ্থৰ বশীভূত হৈ দলত্যাগ কৰে। সেই তৰুণ কৰ্ম্মী সকলে দুৰ্নীতি নিবাৰণৰ নৈতিক সাহস কৰ পৰা পাব পাৰে?

অথচ আমাৰ দেশৰে মহৎ লোক এজনে দুৰ্নীতিৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আৰু নিজৰ দেশ, ভাই, বন্ধু, স্ত্ৰী, পুত্ৰকো পৰিত্যাগ কৰি সুনীতি প্ৰতিষ্ঠাৰ যি সৎ সাহস দেখুৱাইছিল, সেইজন পুৰুষক 'ঘৰ শত্ৰু বিভীষণ' বুলি এতিয়াও প্ৰচ্ছন্ন ইঙ্গিত দিয়া প্ৰৱচন চলি আছে। বিভীষণ সঁচাকৈয়ে আজি কালিৰ দলত্যাগী স্বাৰ্থান্বেষী লোক সকলৰ দৰে দুৰ্নীতি পৰায়ণ আছিল নে? চোৱা যাওঁক।

বিভীষণে ৰাম-ৰাৱণৰ যুদ্ধৰ প্ৰাৰম্ভণিত ৰাৱণক কৈছিল— ৰাজন্। ৰামচন্দ্ৰই কোনো অপকাৰ কৰা নাই। তেওঁৰ ভাৰ্য্যাক অপহৰণ কৰি অনা উচিত হোৱা নাই। এই কাৰ্য্য অতি নিন্দনীয় হৈছে। অকাৰণে ৰামৰ লগত বৈৰিতা কৰাৰ প্ৰয়োজন কি? মই অনুৰোধ কৰিছো, আপুনি এতিয়াও সীতাক ৰামৰ হাতত প্ৰত্যৰ্পণ কৰক। তেতিয়াহে আমি শান্তিত থাকিম, নহ'লে লঙ্কাৰ বীৰ বিলাক বিনষ্ট হ'ব আৰু লঙ্কা ছাৰখাৰ হৈ যাব। ৰাৱণ ক্ৰোধত জ্বলি উঠিল। বিভীষণক দুৰ্ব্বাক্য বুলি বিদায় দিলে। বিভীষণে অত্যন্ত দুঃখিত হৈ, জ্ঞাতি বধৰ দুৰ্লক্ষণ দেখি মৰ্মাহত হৈ লঙ্কাত্যাগৰ সংকল্প গ্ৰহণ কৰি ৰাৱণৰ চৰণত প্ৰণাম কৰি বিনীত ভাৱে জনালে ৰক্ষোৰাজ! আপুনি মোৰ জেষ্ঠভ্ৰাতা। পিতৃতুল্য মাননীয়; কিন্তু আপোনাৰ ধৰ্ম্মদৃষ্টি নাই। মই হিত কথা কৈছিলো ; কিন্তু তাৰ উত্তৰত আপুনি কোৱা আপোনাৰ কঠোৰ বাক্যবোৰ মই সহিব পৰা নাই। মই বিদায় লৈছো। এই বুলি নিজৰ গদাপাত হাতত লৈ নিজৰ দেশ, স্ত্ৰী-পুত্ৰ, বন্ধু-বান্ধৱক এৰি ওলাই গ'ল। তেওঁৰ পাছে পাছে আৰু চাৰিজন ৰাক্ষসেও নিজ নিজ গদা হাতত লৈ ওলাই গ'ল। এই দলত্যাগ দুৰ্নীতিপৰায়ণ লোকৰ দলত্যাগ নহয় নিশ্চয়।

তাৰ পাছত ৰামৰ শৰণাপন্ন হ'ল গৈ। ৰাম-ৰাৱণৰ যুদ্ধ হ'ল। ৰাৱণ বধ হ'ল। ৰাৱণ বধত বিভীষণৰ ভ্ৰাতৃশোক উথলি উঠিল।

ৰামৰ হাতত যেৱে পৰিলা ৰাৱণ।
হা ভাই বুলিয়া কান্দন্ত বিভীষণ।।
আমাৰ বচন তুমি দেখিলাহা তিতা।
মাথাও কৰিয়া কিয় নশাপিলা সীতা।

ৰাম চন্দ্ৰই সান্ত্বনা দিব ধৰিলে। তেতিয়া বিভীষণে উত্তৰ দিছে— ৰামচন্দ্ৰ! এই মহাবীৰে অৰ্থী সকলক প্ৰাৰ্থনা কৰাতকৈ অধিক অৰ্থ দান কৰিছে, ভৃত্যবৰ্গক ভৰণ কৰিছে। বন্ধু-বান্ধৱসকলৰ শ্ৰীবৃদ্ধি সাধন কৰিছে, স্বয়ং নানা বিধ ভোগ্য বস্তু ভোগ কৰিছে। শত্ৰু সকল এওঁৰ হাতত নিহত হৈছে। তেওঁ আছিল মহতিসা বেদান্তবিৎ সুপণ্ডিত আৰু অগ্নি হোত্ৰাদিৰ কাৰ্য্য কৰ্তা। এতিয়া আপুনি যদি অনুমতি দিয়ে তেন্তে মই তেওঁৰ প্ৰেতকাৰ্য্য সাধনৰ ব্যৱস্থা কৰিব পাৰো। বিভীষণে বিলাপ কৰি ক'লে—

গতঃ সেতু সুনীতানং গতো ধৰ্ম্মস্য বিগ্ৰহঃ।
গতঃ সত্ত্বস্য সংক্ষেপঃ সুহস্তানং গতিৰ্গতাঃ।। (ৰামায়ণ)

ৰাৱণৰ মৰণত সুনীতি সম্পন্ন লোক সকলৰ সেতু ভগ্ন হৈ গ'ল, ধৰ্ম্মৰ স্বৰূপ নষ্ট হৈ গ'ল, সত্ত্বগুণক আশ্ৰয় কৰি মহৎ লোক এজন অন্তৰ্হিত হ'ল আৰু বল-বীৰ্য্যশালী লোকৰ আশ্ৰয় স্থলো নাইকিয় হ'ল।

ৰামচন্দ্ৰই প্ৰেতকাৰ্য্য কৰিবৰ অনুমতি দিলে এই বুলি—

ৰামে বিভীষণক দিলা সমিধান।
মৃতক জনক নকৰিবা হেন ঠান।।
সংস্কাৰ কৰিয়া মিত্ৰতাৰ কাৰ্য্য সাধ।
প্ৰাণান্তিক ভৈলে আৰ কিবা অপৰাধ।।

[মৰণান্তানি বৈৰাণি নিবৃত্তং নঃ প্ৰয়োজনম্।
ক্ৰিয়তামস্য সংস্কাৰো মমাপোষ যথা তব।।] (ৰামায়ণ)

ৰামচন্দ্ৰই ক'লে যে বৈৰিত্য মৰণান্ত পৰ্য্যন্ত ; মোৰ উদ্দেশ্য সাধন হৈছে ; এতিয়া তুমি ৰাৱণৰ ঔৰ্দ্ধদেহিক ক্ৰিয়া সম্পন্ন কৰা। জানিবা তোমাৰ দৰে ৰাৱণো মোৰ স্নেহৰ পাত্ৰ।

এনে উদাৰ মত আমি জানো আমাৰ ক্ষেত্ৰত মনত ৰাখো? জ্যেষ্ঠ ভ্ৰাতৃৰ প্ৰতি শ্ৰদ্ধা ভক্তি বিভীষণে হেৰুৱাইছিল? ৰাৱণৰ মহৎ গুণবোৰক জানো সম্মান দেখুৱা নাছিল?

ৰাৱণ বধত ৰাৱণৰ মহিষী সকলে কি দৰে বিলাপ কৰিছে— তাকো চোৱা যাওক। সি যেন বিভীষণৰ কথাৰ প্ৰতিধ্বনিহে। ৰাণী সকলে বিলাপ

কৰিছে— মহাৰাজ! আপুনি নিজৰ মৃত্যুৰ কাৰণে সীতাক অপহৰণ কৰি আনিছিল। সেইবাবে ৰাক্ষসবিলাকৰ বধ সাধন হ'ল। তাৰ বাবে আমিও সমূলে নিৰ্মূল হ'লো। হায়! ৰামৰ সীতাক যদি ঘূৰাই দিলাহেঁতেন আমাৰ এই বিপদ সংঘটন নহ'লহেঁতেন।

ৰাণী মন্দোদৰীয়ে বিলাপ কৰিছে— তুতি পতিগতা প্ৰাণা সৰ্ব্বাঙ্গ সুন্দৰী সীতাক বিজন অৰণ্যৰ পৰা হৰণ কৰি আনি নিজৰ প্ৰাণ হেৰুৱালো ; কিন্তু হে প্ৰভো! প্ৰকৃতপক্ষে সেই সতী নাৰীৰ তপস্যাৰ অগ্নিত তুমি নিজে ভস্মীভূত হ'লা। নাথ! কাল উপস্থিত হ'লে পাপীয়ে পাপৰ ফল ভোগ কৰিবই লাগিব। নিশ্চয় ইয়াৰ অন্যথা নহয়। যি লোকে শুভকাৰ্য্য কৰে, সেই লোকৰ শুভ হয় আৰু যিলোকে পাপ কাৰ্য্য কৰে সেইলোকে পাপ ভোগ কৰে। বিভীষণে সুখ পাইছে আৰু তুমি পাপৰ ফল মৃত্যু পালা।

শুভকৃচ্ছুভমপ্নাতি পাপকৃৎ পাপমস্নুতে।
বিভীষণঃ সুখং প্ৰাপ্তস্ত্বং প্ৰাপ্তঃ পাপসীদৃশম্।।

এই পৰিপ্ৰেক্ষিতত বিভীষণৰ কাৰ্য্য বিবেচনা কৰিলে দলত্যাগ কৰা উচিত হৈছে নে নাই আৰু বিভীষণৰ কাৰ্য্যৰ দ্বাৰা লঙ্কাত শান্তি স্থাপন হৈছে নে নাই নাইবা ধৰ্ম্মৰ পুনৰুত্থান হৈছে নে নাই সেইটো স্পষ্ট হৈ পৰে। আজিৰ দলত্যাগী ৰাজনীতিক পুৰুষ সকলৰ উদ্দেশ্য, কৰ্ম্ম পন্থা আৰু দূৰদৃষ্টি বিভীষণৰ সমান নে?

এই আদৰ্শত জানো আমাৰ শুভ কাৰ্য্যৰ প্ৰতি মতি হ'ব?●

# ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ বিষয়ে

## (শিক্ষাব্ৰতী)

যোৱা প্ৰায় ১৫ বছৰে আমি ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ লগত জড়িত আছোঁ। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ এটি সাংস্কৃতিক আৰু চৰিত্ৰ গঠনমূলক অনুষ্ঠান। ই ৰাজনৈতিক অনুষ্ঠান নহয়। ই সাম্প্ৰদায়িক বিদ্বেষমূলক অনুষ্ঠানো নহয়। ই মুছলমান বিৰোধী অনুষ্ঠানো নহয়। সহাৱস্থান নীতিত হিন্দুস্থানত হিন্দু আৰু মুছলমান আৰু অন্যান্য অহিন্দু লোকসকলে ভ্ৰাতৃত্বৰ ডোলত বান্ধ খাই এক মহান ভাৰতীয় জাতি হিচাবে সংগঠিত হৈ বিশ্বৰ মানচিত্ৰত বিশিষ্ট পুণ্য ভাৰতবৰ্ষই এক বিশিষ্ট আসন লাভ কৰিব পৰা প্ৰশিক্ষণ হিন্দু সন্তানবিলাকক এই সংঘত দিয়া হয়। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘই হিন্দুস্থানত হিন্দু সংহতি গঠন আৰু ৰক্ষাৰ আদৰ্শ সমুখত ৰাখি কাম কৰি আহিছে। ধৰ্ম্ম নিৰপেক্ষ ভাৰতবৰ্ষত বিভিন্ন ধৰ্ম্মাৱলম্বী লোকসকলৰ ধৰ্ম্ম বিশ্বাসত কোনো প্ৰকাৰে আঘাত দিয়া ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ মূল নীতিত আৰু প্ৰচাৰত স্থান নেপায়। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ কাৰ্য্যক্ৰমত হিন্দু কৃষ্টি সংস্কৃতি আৰু দেশ প্ৰেম শিক্ষা দিয়াৰ স্থান স্পষ্ট হৈ আছে। সেইবাবে এই সংঘ মুছলমান বিৰোধী অনুষ্ঠান বুলি কোৱাটো সত্যৰ অপলাপ মাথোন আৰু বিদ্বেষমূলক প্ৰচাৰত বাদে একো নহয়।

ভূতপূৰ্ব স্বয়ং প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে তেওঁৰ জৰুৰী অৱস্থা ঘোষণাৰ কালত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ বিষয়ে যিবোৰ অসত্য কথা প্ৰচাৰ কৰি ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ ওপৰত বাধা সৃষ্টি কৰিলে তাৰ দ্বাৰা ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ ভাৱমূৰ্তিৰ প্ৰতি মহৎ আঘাত হানিলে। ই এক জলন্ত দেশদ্ৰোহিতাৰহে উদাহৰণ। দুৰ্ভাগ্যৰ কথা এয়ে যে কংগ্ৰেছৰ লোক সকলে আৰু কংগ্ৰেছ অনুগামী অন্যান্য লোক সকলে অন্য ভাৱে তাকে বিশ্বাস কৰি এটা অস্বাস্থ্যকৰ বাতাবৰণৰ সৃষ্টি কৰিলে— সংঘৰ বিৰুদ্ধে।

যিবিলাক লোকে জৰুৰী অৱস্থাৰ ভিতৰত ৰাইজৰ মাজত ৰাষ্ট্ৰীয় সংহতি ৰক্ষাৰ বাবে পৰ্দাৰ আঁৱালত থাকি এই জৰুৰী অৱস্থাৰ বিৰোধ কৰি আছিল, তেনে কিছুমান লোকক গ্ৰেপ্তাৰ কৰিবৰ বাবে আন বহুলোকে চৰকাৰ আৰু পুলিচৰ লগত সহযোগিতা কৰি বিনা কাৰণে নাইবা একমাত্ৰ যুক্তিহীন সন্দেহৰ ওপৰত দেশ গঠনৰ কৰ্মীসকলৰ ওপৰত অমূলক অত্যাচাৰ নিপীড়ন চলালে। সকলো কাৰ্য্যৰে এটা প্ৰতিক্ৰিয়া আছে। যি চৰকাৰে স্বাধীন দেশত ব্যক্তি স্বাধীনতা হৰণ

কৰি নিৰ্দোষ, নিৰপৰাধী লোকসকলক নিৰ্য্যাতন কৰিলে সেই লোক সকলে জেলত দুখ-কষ্ট ভোগ কৰিলে ; কিন্তু হাজাৰ হাজাৰ ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ কৰ্ম্মীসকলে ছদ্মবেশত ঘূৰি ঘূৰি কংগ্ৰেছ চৰকাৰৰ অধঃপতন ঘটালে। কিদৰে এই কাৰ্য্য পুলিচৰ চকুত ধূলা দি সম্পাদন কৰিলে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ আমাৰ দৰে নিৰীহ লোক সকলেও তাৰ উমান নাপালে। মহাপ্ৰতাপশালিনী প্ৰধানমন্ত্ৰী স্বয়ং ইন্দিৰা গান্ধীৰ পতন ঘটালে। ইও দেশপ্ৰেমৰে এক প্ৰধান নিদৰ্শন হৈ পৰিছে। জৰুৰী অৱস্থা তুলি দিয়াৰ পাছত এতিয়া জনতা চৰকাৰে বিভিন্ন পৰিস্থিতিত দেশৰ হাল ধৰিবলৈ উৱাদিহ নোপোৱা হৈছে। যোৱা ৩০ বছৰত কংগ্ৰেছ চৰকাৰৰ দুৰ্নীতিমূলক কাৰ্য্যৰ আৱৰণ আঁতৰি যোৱাৰ লগে লগে কোটি কোটি টকাৰ অপব্যয়, অপচয় আৰু আত্মসাৎৰ কাহিনী দেশৰ সৰ্ব্বত্ৰ স্পষ্ট হৈ পৰিছে। পৰ্দাৰ আঁৰালত অৱশ্যে এতিয়াও দুৰ্নীতিমূলক কাৰ্য্যৰ প্ৰতিচ্ছবি লুকাই আছে ; বিভিন্ন কমিচন বহুওৱা হৈছে আৰু বিভিন্ন মোকৰ্দ্দমা উচ্চ ন্যায়ালয়ত ৰুজু কৰা হৈছে। তাৰ ফল কি হয় তাৰ বাবে জনতা উদগ্ৰীৱ আৰু উদ্বিগ্ন হৈ আছে অৱশ্যে জনতাই এইবাৰ সুফলৰ আশা বুকুত বান্ধি আছে।

কংগ্ৰেছৰ দুৰ্নীতিমূলক কাৰ্য্যৰ প্ৰতিবাদ কৰিলে সেই লোক হয় প্ৰতিক্ৰিয়াশীল (Reactionary)। ক্ৰিয়াৰ প্ৰতিক্ৰিয়া সৰ্ব্বত্ৰ আছে। সত্যৰ ভিত্তিত, অহিংসাৰ নীতিত যিবোৰ ক্ৰিয়া সম্পাদন কৰা হয়, সেইবোৰ ক্ৰিয়াৰ প্ৰতিক্ৰিয়া হয় সমাজৰ কল্যাণমূলক। যদি তেনে প্ৰাপ্ত ক্ৰিয়াকো অবাঞ্ছনীয় বুলি ভবা হয়, তেন্তে তেনে লোকক মানৱ ধৰ্ম্মী লোক সমাজৰ বহিৰ্ভূত বুলি ধৰা হয়। মানৱ ধৰ্ম্মৰ নীতি বোৰেইতো তথাকথিত মৌলিক স্বত্ব অধিকাৰ (Fundamental Right) তাক নমনা কাৰণেইতো সংবিধানৰ অবাঞ্ছনীয় সংশোধনবোৰ কৰা হৈছে। প্ৰশ্নউঠে কংগ্ৰেছ ধৰ্ম্মী লোকসকল মানৱ ধৰ্ম্মী হয় নে নহয়?

ৰাজনীতি ধৰ্ম্মমূলক অৰ্থাৎ মৌলিক স্বত্ব অধিকাৰ মূলক। যি চৰকাৰে ব্যক্তি স্বাধীনতা আৰু ব্যক্তিৰ মৌলিক স্বত্ব অধিকাৰ ৰক্ষা কৰিব নোৱাৰে তেনে চৰকাৰ ভাঙি যোৱা উচিত— সেই বাবেই লোক সভা নিৰ্বাচনত কংগ্ৰেছৰ শোচনীয় পৰাজয় হৈছে।

**এতিয়া যিবিলাক লোকে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘক ৰাষ্ট্ৰ বিৰোধী সাম্প্ৰদায়িক অনুষ্ঠান বুলি চিঞৰি আছিল, সেইবোৰ লোকৰে বহুতেই নানা ছল-কৌশলেৰে জনতা পাৰ্টিত সোমাই ৰাজ্যিক সভাৰ নিৰ্বাচনত টিকেট বিচাৰিব ধৰিছে।**

**জনতা পাৰ্টি সাৱধান হোৱা উচিত। তেওঁলোকক কোৱা উচিত যে কংগ্ৰেছ পাৰ্টি নীতি শুদ্ধ কৰি লওক— তেতিয়া জনতা পাৰ্টি আৰু কংগ্ৰেছ উভয় দলে সত্য নীতিত থাকি ভাৰতীয় গণতন্ত্ৰ উজ্জ্বলভাৱে ৰূপায়িত কৰিব পাৰিব।●**

# অহিংসাই একমাত্ৰ পথ

## (শিক্ষাব্ৰতী)

আমাৰ ভাষাত এটা প্ৰবচন আছে যে, বাঘে ছাগলীয়ে একে ঘাটতে পানী খায় ; তাৰ অৰ্থ বাঘ বা ছাগলীয়ে কোনেও কাৰো প্ৰতি হিংসা নকৰে। চণ্ডীত পোৱা যায় যে মেধস্ মুনিৰ আশ্ৰম 'প্ৰশান্ত শ্বাপদাকীৰ্ণ' আছিল। প্ৰশান্ত শ্বাপদাকীৰ্ণ এই সমাস-বদ্ধ পদটোৰ অৰ্থ হৈছে, যি ঠাই পৰস্পৰ হিংসা ৰহিত বাঘ, ছাগলী আৰু অন্যান্য পৰস্পৰ বিৰোধী (যেনে সাপ আৰু নেউল) পশু-পক্ষীৰে পৰিপূৰ্ণ আছিল। ই কেৱল কাব্যিক ভাষা নহয়। ই প্ৰকৃত সত্য তত্ত্ব। সেই বাবে পাতঞ্জল মুনিয়ে তেওঁৰ যোগদৰ্শনত লিখিছে যে যোগীৰ অন্তৰত যেতিয়া অহিংসা ভাব পূৰ্ণ ভাৱে স্থিৰ হয় তেতিয়া সেই যোগীৰ সন্মুখত হিংস্ৰভাৱাপন্ন জীৱ-জন্তু, শত্ৰুতা ভাৱাপন্ন নৰ-মনিষ সকলোৱে বৈৰ ভাৱ ত্যাগ কৰে। সেইবাবে তেওঁ সূত্ৰ বান্ধিলে "অহিংসা প্ৰতিষ্ঠায়াং তৎসন্নিধৌ বৈৰত্যাগঃ"। মেধস্ মুনিৰ আশ্ৰমৰ নিচিনা বাল্মীকি মুনিৰ আশ্ৰমো প্ৰশান্ত শ্বাপদাকীৰ্ণ আছিল। অগস্ত্য মুনিৰ আশ্ৰমো তেনে আশ্ৰম আছিল। সেই কথা বাল্মীকি ৰামায়ণতে পোৱা যায়। বাল্মীকিৰ আশ্ৰম বৰ্ণন প্ৰসঙ্গত তুলসী দাসে তেওঁৰ ৰামায়ণত লিখিছে—

খগ মৃগ বিপুল কোলাহল কৰহোঁ।
বিৰহিত বৈৰ মুদিত মন চৰহোঁ।

মহামুনি বাল্মীকিয়ে তেওঁৰ ৰামায়ণত লিখিছে—

যদা প্ৰভৃতি চক্ৰোন্তা দিগিয়ং পুণ্য কৰ্মণা।
তদা প্ৰভৃতি নিৰ্বৈৰাঃ প্ৰশান্তা ৰজনী চৰাঃ।। (অৰণ্য ১১।৮৩)

যেতিয়াৰ পৰা এই পুণ্য কৰ্ম্মা ঋষি অগস্ত্যই এই ঠাইত পদাৰ্পণ কৰিছে তেতিয়াৰ পৰা নিশাচৰ ৰাক্ষস আৰু বন্য জন্তু বিলাক প্ৰশান্ত আৰু বৈৰীভাৱহীন হৈ অহিংস হৈ গৈছে। ইয়াৰ পৰা এইটো বুজা যায় যে অহিংসা সিদ্ধ লোক যি ঠাইত থাকে তাত পশু-পক্ষী আৰু হিংসাকৰ্ম্মা নৰ-ৰাক্ষসো অহিংস হৈ যায়।

সেই অগস্ত্য মুনিয়ে নিজৰ পুণ্য কৰ্ম্মৰ দ্বাৰা (শাস্ত্ৰীয় যাগ-যজ্ঞাদি তপস্যা কৰ্ম্মৰ দ্বাৰা) মৃত্যুকো জয় কৰিছিল আৰু আশ্ৰমৰ পৰা গোটেই দক্ষিণ ফালটো মানুহৰ কল্যাণ সাধনকাৰী লোকৰ বাবে উপযুক্ত কৰি তুলিছিল।

নিগৃহ্য তপস্যা মৃত্যুং লোকানাং হিতাকাম্যয়া।
দক্ষিণা দিক্ কৃতা শেন শৰণ্যা পুণ্য কৰ্মণা।। (অৰণ্য ১১।৮১)

অহিংসা ধৰ্মই বৈৰী ভাৱাপন্ন পশু-পক্ষীৰ স্বভাৱো পৰিবৰ্তন কৰি দিয়ে। যুগমানৱ মহাযোগী গান্ধীজীয়ে এই সত্য উপলব্ধি কৰিছিল ; সেইবাবে গান্ধীজীয়ে কৈছিল যে অহিংসা এটা অসংস্কৃত বা অপৰিপক্ক স্থূল পদাৰ্থ নহয় যেনেভাৱে আমি ভাবি লওঁ (Ahimsa is not the crude thing it has been made to appear)। প্ৰত্যেক অসৎ চিন্তাই সকলো কাৰ্য্যৰ ফল অস্বাভাৱিক দ্ৰুত গতিত পোৱাৰ আশাই মিছা কথা কোৱাৰ পৰা, অপৰৰ প্ৰতি ঘৃণা প্ৰদৰ্শনৰ ভাৱে আৰু যি কোনো মানুহ বা প্ৰাণীৰ প্ৰতি অন্যায় চিন্তা কৰাৰ পৰা অহিংসাৰ নীতি ছিন্ন কৰি দিয়া হয় (The principle of Ahimsa is violated by every evil thought, by undue haste by lying, by hatred by wishing it to anybody) আমাৰ দেশৰ ধৰ্ম প্ৰচাৰক আৰু অৱতাৰী পুৰুষ সকলে কম-বেছি পৰিমাণে অহিংসাৰ পথকে দেখুৱাই গৈছে (Prophets and Avatars have also taught the lesson of Ahimsa more or less)। কোনো এজনেও হিংসাৰ পথ দেখুৱা নাই (Not one of them has professed to teach Himsa.)। অহিংসাৰ পথেদি হে মানুহে নিজৰ উন্নতি সাধন কৰে নহ'লে মৃত্যুৰ পথেদি গতি কৰে (Either man progresses towards Ahimsa or rushes to his doom)। এয়ে সত্য এই সত্য তত্ত্বই অহিংসা তত্ত্ব। সেই বাবে অহিংসা আৰু সত্য একেটি মুদ্ৰাৰে ইপিঠি-সিপিঠি।

গান্ধীজীয়ে কৈছে যে আমাৰ জীৱনৰ সকলো কৰ্ম্ম সত্যক কেন্দ্ৰ কৰি কৰিব লাগে (All our activities should be centred in Truth)। সত্য আমাৰ জীৱনৰ প্ৰত্যেক উশাহে নিশ্বাসতে থাকিব লাগে। (Truth should be the very breath of life)

সত্যক বাদ দি জীৱন যাত্ৰাত কোনো পদ্ধতি বা নিয়ম থাকিব নোৱাৰে (But without truth it is impossible to observe any principles or rules in life)। সত্যই হৈছে ঈশ্বৰৰ উপযুক্ত উপাধি (Truth is the right designation of God.।

এই সত্য অন্বেষণত তপস্যা লাগে— সেই তপস্যা আত্মকৃচ্ছ্ৰ আৰু এই আত্মকৃচ্ছ্ৰতা জীৱন ব্যাপি হ'ব পাৰে (The quest of Truth involves Tapas self suffering sometimes even unto death)।

শ্ৰীৰামচন্দ্ৰই জাবালি মুনিৰ নাস্তিক্যবাদ খণ্ডন কৰিছে— এইদৰে

সত্যমেব ঈশ্বৰো লোকে
সত্যে ধৰ্মঃ সদাশ্ৰিতঃ।
সত্য মূল্যানি সৰ্বনি
সত্যান্নাস্তি পৰং পদম্। (অযোধ্যা- ১০৯।১৩১)

অকল সত্যই ঈশ্বৰ। সেই সত্যতে ধৰ্ম্ম (পুণ্য কৰ্ম্ম সমূহ) প্ৰতিষ্ঠিত হয়। সকলো কৰ্ম্মই সত্যৰ ওপৰত ভিত্তি কৰে। (সকলো পুণ্য কৰ্ম্মৰে মূল সত্য)। সত্যতকৈ উচ্চতৰ আদৰ্শ একো নাই। আকৌ কৈছে যে— মানুহে অন্যায় কৰ্ম্ম তিনি ৰকমে কৰে— মনেৰে অন্যায় কৰ্ম্মৰ সংকল্প কৰে, সেই অসৎ সংকল্পৰ কথা বন্ধু-বান্ধৱৰ আগত ব্যক্ত কৰে আৰু শৰীৰেৰে সেই পাপ কৰ্ম্মৰ অনুষ্ঠান কৰে। এইদৰে সেই পাপ কৰ্ম্ম তিনি প্ৰকাৰে অনুষ্ঠিত হয়— চিন্তা, বাক্য আৰু কৰ্ম্মৰ দ্বাৰা।

কায়েন কুৰুতে পাপং
মনসা সম্প্ৰধাৰ্য্য যৎ।
অমৃতং জিহ্বয়া চাহ
ত্ৰিবিধং কৰ্ম পাতকম্।। (অযোধ্যা- ১০৯-২১)

গান্ধীজীৰ বাক্যৰ লগত এইবোৰ মিলাই চোৱা কৰ্ত্তব্য। গান্ধীজীয়ে কৈছে সত্যক বাদদি জীৱন যাত্ৰাত কোনো পদ্ধতিয়েই থাকিব নোৱাৰে (ওপৰত কোৱা হৈছে)। গান্ধীজীয়ে কৈছে যে (Ahimsa means not to hurt any living creature by thought, word or deed) মনেৰে, বাক্যেৰে আৰু কাৰ্য্যৰে কাকো আঘাত কৰিব নালাগে সেয়েহে অহিংসাৰ পথ সত্যৰ পথ। সত্যই ঈশ্বৰ বুলি গান্ধীজীয়েও কৈছে আৰু শ্ৰীৰামচন্দ্ৰইয়ো কৈছে। হ'ব পাৰে ৰামভক্ত গান্ধীজীয়ে ৰাম বাক্যৰ সত্যতা বেছি উপলব্ধি কৰিছিল কিন্তু নিজ জীৱনৰ কাৰ্য্যাৱলীৰ মাজেদি হিন্দু শাস্ত্ৰৰ তত্ত্ব সমূহ উপলব্ধি কৰাৰ পথ গান্ধীজীয়ে প্ৰকৃষ্ট ৰূপে প্ৰদৰ্শন কৰি গৈছে— আত্মকৃচ্ছ্ৰতাৰ (Through self suffering) মাজেদি তপস্যাৰ মাজেদি, সত্য অন্বেষণৰ মাজেদি, অহিংস ধৰ্ম্ম সাধনাৰ পথেদি।

এই সত্যৰ পথতেই মানুহৰ ভূমি, কীৰ্ত্তি, যশ আৰু লক্ষ্মী লাভ হয়। সেই বাবে শিষ্ট পুৰুষ সকলে সত্যকেই অনুসৰণ কৰে ; সেই বাবে সৰ্বান্তঃকৰণে সত্যকে আশ্ৰয় কৰিব লাগে।

ভূমিঃ কীৰ্ত্তিযশো লক্ষ্মীঃ পুৰুষং প্ৰৰ্পয়ান্তি হি।
সত্যং সমনুবৰ্ত্তন্ত্ৰে সত্যমেব ভজেৎ ততঃ।। (অযোধ্যা- ১০৯।২২)

আজি আমাৰ দেশৰ জীৱন যাত্ৰাৰ পদ্ধতিত, গান্ধীৰ ৰামৰাজ্যত হিংসা আৰু অনৃতৰ (মিথ্যা বাক্যৰ) যি প্ৰলয়ঙ্কৰ তাণ্ডৱ নৃত্য প্ৰদৰ্শিত হ'ব ধৰিছে— তাৰ উপায়ো একমাত্ৰ অহিংসা। সেই অহিংসাৰ পথ সত্য অন্বেষণৰ পথ। সত্যক ঢাকি ৰাখি, অসত্যৰ পথেদি লোভ-মোহ স্বাৰ্থ উদ্ধাৰৰ পথেদি ৰাজ্য শাসন নচলে আৰু কোনো দলীয় নীতিও সিদ্ধ নহয়। যুগে যুগে পৃথিবীত অধৰ্ম্মৰ, অসত্যৰ আৰু হিংসাৰ তাণ্ডৱ নৃত্য, নৃশংস হত্যা কাণ্ড অনুষ্ঠিত হৈ আহিছে। সত্যৰ পথেদিহে শান্তি লাভ সম্ভৱ হৈছে। ৰাজনীতিক পুৰুষ সকল মোহমুক্ত হৈ সত্য আৰু অহিংসাৰ পথ— গান্ধীজী প্ৰদৰ্শিত পথ দেখা পাব নে?●

# ভাৰতৰ স্পষ্ট ছবি কি?

## (শিক্ষাব্ৰতী)

সমাজৰ স্বাৰ্থৰ লগত ব্যক্তিৰ স্বাৰ্থ জড়িত হৈ থাকে, এই কথা স্বতঃসিদ্ধ। সেইদৰে ব্যক্তিৰ স্বাৰ্থৰ উন্নতিৰ বিধানেই সমাজৰ উন্নতিৰ পৰিচয় প্ৰদান কৰে। ইও স্বতঃসিদ্ধ কথা। এই বিষয়ে বেছি কথা বহলাই কোৱাৰ আৱশ্যক নাই। অলপ দকৈ গমি চালেই বুজা যায় যে ব্যক্তিৰ স্বাৰ্থৰ লগত সমাজৰ স্বাৰ্থৰ বন্ধন জৰী আছে। সেই বন্ধন জৰীৰ বন্ধন যদি শিথিল হয়, বন্ধন জৰী যদি জৰাজীৰ্ণ হয় আৰু সেই বন্ধন জৰীৰ বন্ধনত ব্যক্তিয়ে যদি স্বভাৱতে বান্ধ খাই থাকিব নোখোজে, তেতিয়া সমাজৰ বিশৃঙ্খলা স্বভাৱতে আহিব। সামাজিক বন্ধনৰ সূত্ৰ অতি সূক্ষ্ম বিচাৰ পদ্ধতিৰ ওপৰত নিৰ্ভৰ কৰে। সেই সূত্ৰক যদিও জৰীৰ লগত তুলনা কৰা হৈছে তথাপি এইটো বুজিব লাগিব যে সেই জৰী মনস্তাত্ত্বিক সূক্ষ্ম সূত্ৰহে মাথোন, যি সূক্ষ্ম সূত্ৰগছিৰ লগত সমাজৰ প্ৰত্যেক ব্যক্তিয়ে সম্যক ভাৱে পৰিচিত হ'ব লাগিব আৰু পিতাই পুত্ৰক, গুৰুৱে শিষ্যক বা শিক্ষকে ছাত্ৰক আৰু সমাজৰ শ্ৰেষ্ঠ ব্যক্তিয়ে সাধাৰণ লোকক সেই পৰিচয় কৰাই দিব লাগিব। ই চিৰন্তন পৰম্পৰা। এই পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধা নাথাকিলে বা এই পৰম্পৰা মানি নচলিলে সমাজৰ বন্ধন ছিন্ন হৈ যায়। ভাৰতৰ স্পষ্ট ছবি এই সূত্ৰতে দেখিবলৈ পোৱা যাব।

ভাৰতৰ প্ৰকৃত ছবি কি? এই বিষয়ে দুজন সাংবাদিকে ভাৰতৰ দুজন শ্ৰেষ্ঠ নেতাক প্ৰশ্ন কৰিছিল। এজন নেতাই কৈছে যে আজি আমি স্বাধীন আৰু মুক্ত কিন্তু আমাৰ মনোভাৱ দাসত্বৰ পৰিচায়ক মাথোন আৰু আমি যেতিয়া অধীনতা শৃঙ্খলত আৱদ্ধ হৈ আছিলো, বৃটিছৰ দাস হৈ আছিলো তেতিয়া গান্ধীয়ে নিজক স্বাধীন আৰু মুক্ত বুলি অনুভৱ কৰিছিল। আমাৰ এটি হীনমন্যতাৰ ভাৱ আছে (Inferiority Complex)। আমি আমাৰ অতীত গৌৰৱৰ ভিত্তিত, অৰ্থাৎ আমি বিদেশত গান্ধীৰ দেশৰ মানুহ, আমি ভাৰতৰ অতীত কৃষ্টি সভ্যতাৰ উত্তৰাধিকাৰী বুলি মুক্ত কণ্ঠে প্ৰচাৰ কৰো, আৰু সেই গৌৰৱ অক্ষুণ্ণ ৰাখিবৰ ক্ষেত্ৰত ভাৰতৰ বাহিৰত স্বীকৃতি বিচাৰো অথচ আমাৰ ঘৰুৱা জীৱনত, সামাজিক পৰিৱেশত উপস্থিত হোৱা সমস্যাবোৰৰ প্ৰতি উদাসীন হৈ কৃষ্টি সভ্যতাৰ ধ্বংস সাধন কৰো।

আনফালে আমাৰ চিন্তাধাৰা, আমাৰ আদৰ্শ আৰু আমাৰ ভাষণ সদায়

দোমুখী হৈ উঠিছে। (Double think, Double standards and Double talks)। যিবোৰ দেশে আমাক সহায় কৰে, সেইখন দেশকে আমি আঁতৰৰ পৰা প্ৰচ্ছন্ন ভাৱে আঘাত কৰোঁ। আমাৰ হীনমন্যতা লুকাই ৰাখিবলৈ আমি এইদৰে যত্ন কৰোঁ।

আন এগৰাকী নেতাই কৈছে যে বৰ্ত্তমান সময়ত ভাৰতৰ কোনো দৃশ্য ছবি নাই। তেতিয়া তেওঁক পুনৰায় প্ৰশ্ন কৰা হয় যে আমি এটা জাতি, আমি ভাৰতীয় জাতিয়ে পৃথিবীৰ অন্যান্য জাতি বিলাকৰ মতামতৰ প্ৰতি অনুভূতি সম্পন্ন (Sensitive) হ'ব নালাগিব নে? তেতিয়া নেতা গৰাকীয়ে উচপ খাই উঠি কৈছে— যে আমি আৰু 'ভাৰত চৰকাৰ' একে বস্তু নহয়। মই নাজানো ভাৰত চৰকাৰ পৃথিবীৰ অন্যান্য জাতি বিলাকৰ মতামত (World opinion) সম্পৰ্কে অনুভূতি সম্পন্ন হয় নে নহয়; কিন্তু ভাৰত চৰকাৰ ৰুছিয়াৰ মতামত সম্পৰ্কে সম্পূৰ্ণ অনুভূতি সম্পন্ন। ভাৰতৰ বিষয়ে যদি পৃথিবীৰ অন্যান্য জাতি বিলাকৰ মতামত (World opinion) শুভ নহয়, সেইটো আমাৰ মূৰ্খামিৰ বাবেহে হৈছে। পিছে আমি আমাৰ দেশবাসীৰ মতামত কি তালৈ হে দৃষ্টি দিব লাগে। আনে আমাৰ বিষয়ে কি ভাবিছে আমাৰ চৰকাৰে তালৈ ভ্ৰূক্ষেপ কৰা উচিত নহয়— যদি ভাৰত চৰকাৰৰ নীতি আৰু কাৰ্য্যই ভাৰতীয় লোকক সন্তুষ্ট কৰিব পাৰিছে।

২২ নবেম্বৰৰ ষ্টেটট্চমেন পত্ৰিকাত ওলোৱা An image that is called India– প্ৰবন্ধ চাওক।

ভাৰতৰ প্ৰসিদ্ধ সাংবাদিক শ্ৰীদুৰ্গা দাসে তেওঁৰ বিখ্যাত গ্ৰন্থত (India from Curzon to Nehru and After) লিখিছে যে তেওঁ এবাৰ জৰ্জ বানাৰ্ডশ্বৰ সাক্ষাৎ কৰিছিল। বানাৰ্ডশ্বই সেই সময়ত দুৰ্গাদাসক প্ৰশ্ন কৰিছিল যে পৃথিবীৰ অতীত সভ্যতা যেনে ৰোমৰ সভ্যতা, বেবিলনৰ সভ্যতা, মিছৰ আৰু আৰবৰ সভ্যতা আদি ধ্বংস পালে। ভাৰতীয় সভ্যতা কেনেকৈ তিষ্ঠি থাকিল— তাৰ গূঢ় কাৰণ কি? দুৰ্গাদাসে উত্তৰ দিছিল যে ভাৰতৰ সমাজ ব্যৱস্থা চৰকাৰৰ সমৰ্থনত বা চৰকাৰৰ মুখ্য লক্ষ্য হৈ কাহানিও তিষ্ঠি থকা নাছিল। চৰকাৰ এখন আছে নে নাই সেই বিষয়ে সৰ্ব্বসাধাৰণ ৰাইজে কোনো চিন্তাকে কৰা নাছিল। নিজ নিজ সমাজত সকলো ব্যক্তিয়ে নিজ নিজ কৰ্ত্তব্য সুষ্ঠ ভাৱে সমাজৰ কল্যাণৰ বাবে সমাপন কৰি আহিছে আজিলৈকে। সমাজ ব্যৱস্থাৰ সুস্থতাই ভাৰতীয় সভ্যতাৰ প্ৰধান নিদৰ্শন হৈ বৰ্ত্তি আহিছে। তদুপৰি ভাৰতীয় সমাজ ব্যৱস্থাত বুঢ়া লোকৰ নিৰাপত্তা, ৰোগক্লিষ্ট আৰু দৰিদ্ৰ লোকৰ ৰক্ষণা বেক্ষণৰ ব্যৱস্থা আৰু স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ পন্থা সুদৃঢ় হৈ আছিল। সেই বাবে ভাৰতীয় সভ্যতা এতিয়াও ধ্বংসপ্ৰাপ্ত হোৱা নাই। আজি সমাজবাদী নেতৃবৃন্দই ভাৰতীয় সভ্যতাৰ

এই দৃঢ় বন্ধনৰ বিষয়ে আলোচনা গৱেষণা কৰিব নে? প্ৰত্যেক জন ব্যক্তি যদি স্বয়ং শাসিত হয়, আইনৰ শাসনৰ আৱশ্যকতা নাথাকে। যি ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ কৰ্মীবৃন্দক সাম্প্ৰদায়িকতাবাদী বুলি আখ্যা দিয়াৰ প্ৰয়াস হৈছে, সেই ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ যে এই আদৰ্শতে কৰ্ম্ম আৰু সংগঠন কৰি আহিছে নেতৃবৃন্দই তালৈ দৃষ্টি দিছে নে? সমগ্ৰ ভাৰতৰ সমস্ত অধিবাসী যে এখন পৰিয়ালৰ লোক সেই আদৰ্শ ৰূপায়িত কৰিবলৈ কোনটো ৰাজনৈতিক দলে কৰ্ম্মপন্থা গ্ৰহণ কৰিছে? আত্মাকেন্দ্ৰিকতাই বিলাস প্ৰিয়তাই আৰু ক্ষমতাৰ লোভে যে দেশৰ নিৰাপত্তা আৰু কৃষ্টি সভ্যতা ধ্বংস কৰে তালৈ ভাৰতীয় সংসদী সদস্য বিলাকে দৃষ্টি দিছে নে?●

# ভাৱৰ বুৰবুৰণি

## (শিক্ষাব্ৰতী)

### সাংস্কৃতিক সংস্থাগঠন

দেশত এনেকুৱা কিছুমান লোক আছে যিবিলাকে দেশৰ বৰ্ত্তমান ভয়াবহ সামাজিক পৰিস্থিতিত এতিয়াও সদভাবে জীৱন যাপন কৰি আছে আৰু সমাজ সংৰক্ষণৰ বাবে ব্যক্তিগতভাৱে নিজ নিজ প্ৰভাৱ বিস্তাৰ কৰি সামাজিক উন্নতিত অৰিহণা যোগাই আছে; কিন্তু তেনেধৰণৰ সমাজসেৱী লোকসকল কোনো প্ৰকাৰ ৰাজনীতিৰ দলত ভুক্ত হ'ব নোৱাৰে। বৰ্ত্তমান সমাজৰ যি বিশৃঙ্খলা উপস্থিত হৈছে তেনে ক্ষেত্ৰত নৈতিকতা উদ্ধাৰৰ বাবে এক প্ৰকাৰ সঙ্ঘবদ্ধ শক্তিৰ পৰিচালনাৰ আৱশ্যক হৈছে। কোনো ৰাজনৈতিক দলে সমাজৰ শৃঙ্খলা আনিব নোৱাৰে, কাৰণ প্ৰত্যেক দলে নিজ নিজ মতবাদৰ পথেদি ৰাইজক পৰিচালিত কৰিবলৈ যত্নৱান হয় আৰু নিজ নিজ মতবাদ প্ৰচাৰৰ সাফল্যৰ কাৰণে নৈতিকতা পৰিহাৰ কৰে। ৰাজনীতিৰ মতবাদবোৰ চালিজাৰি চাই নীতিগত কথাবোৰৰ মূল্যদান কৰিবলৈ আৰু দুৰ্নীতিপূৰ্ণ কথাবোৰ ত্যাগ কৰিবলৈ এদল নিৰপেক্ষ লোকৰ আৱশ্যক। তেনেলোক সমাজত আছে, বহুসংখ্যক আছে; কিন্তু তেওঁলোক কেনেকৈ সঙ্ঘবদ্ধ হ'বপাৰে সেইটোহে সমস্যা! ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘই দেশৰ জাতীয় চৰিত্ৰ উন্নত কৰিবলৈ যথেষ্ট বৰঙনি যোগাইছে কিন্তু ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ বিৰুদ্ধে ইমান অপপ্ৰচাৰ হ'ব ধৰিছে যে স্বাৰ্থান্বেষী জাতীয় নেতৃবৃন্দৰ ফালৰ পৰা যে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ মূল নীতি আৰু উদ্দেশ্য এতিয়াও সৰ্ব্বসাধাৰণ ৰাইজৰ বোধগম্য হৈ উঠা নাই। সেইবাবে দেশৰ গাৱেঁ-ভূৱেঁ যদি কিছুমান সাংস্কৃতিক সংস্থা গঠিত হয়, সেইবোৰ সংস্থাতমানবতাবোধৰ পন্থাবোৰৰ বিষয়ে আলোচনা হয় আৰু দেশোন্নয়নমূলক কাৰ্য্যাৱলীৰ সুসম্পন্না হোৱাত দৃষ্টি ৰাখে তেতিয়া দুৰ্নীতিত বাধা দিয়া এটা শক্তি উৎপন্ন হ'ব পাৰে। মানুহৰ স্বাভাৱিক চৰিত্ৰ যি পথেদি ধাৱমান হৈছে সেই পথ অবৰুদ্ধ কৰা নিতান্ত আৱশ্যক হৈছে। শিক্ষাপদ্ধতি আৰু শিক্ষানুষ্ঠানবোৰৰ সংস্কাৰ আৱশ্যক সেইটো অনস্বীকাৰ্য্য কিন্তু সংস্কাৰৰ বাবে সুস্থ আৰু প্ৰৱল জনমত গঠনৰ আৱশ্যকতাও অনস্বীকাৰ্য্য। শিক্ষাবিদসকলে ব্যক্তিগতভাবে মত প্ৰকাশ কৰি আছে সঁচা; কিন্তু সঙ্ঘবদ্ধভাবে মতপ্ৰকাশৰ মূল্যহে বেছি আৰু তেনে মতপ্ৰকাশেই হে শক্তিশালী।

আজিকালি দেশত দুৰ্গা পূজা, সৰস্বতী পূজা, বিহু উৎসৱ, বীৰ পূজা, ক্ৰীড়া আদি নানা প্ৰকাৰ অনুষ্ঠান বৃদ্ধি পাইছে। ৰাইজৰ পৰা বৰঙনি তুলি, যাত্ৰা থিয়েটাৰৰ দৰে টিকট বিক্ৰি কৰি নানা উপায়ে ধন সংগ্ৰহ কৰা হয়। দ'কৈ গমি চালে বা অলপ

ভিতৰুৱাকৈ অনুসন্ধান কৰি চালে দেখিবলৈ পোৱা যায় যে অনুষ্ঠানবোৰৰ প্ৰকৃত উদ্দেশ্যৰ প্ৰতি কৰ্ম্মকৰ্ত্তা সকলৰ চিন্তা বা দৃষ্টি নাই। গান, বাজনা, নাচ আদি সাঙ্গীতিক অনুষ্ঠানবোৰৰ আৱৰণত অৰ্থ অপহৰণৰ উদ্দেশ্য নিহিত থাকে। সমগ্ৰ দেশখনতে যদি ব্যাপকভাৱে এই পদ্ধতি চলি থাকে, শিক্ষাপদ্ধতিৰ জাতীয় চৰিত্ৰ সংশোধন কেনেকৈ কৰিব? ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই যি পদ্ধতিৰে জাতীয় চৰিত্ৰ সংশোধন কৰিবলৈ যত্নৱান হৈছে সেই পদ্ধতিকেইবা সাফল্যমণ্ডিত কৰিব কেনেকৈ? সৰ্ব্বত্ৰ দেশৰ সকলো ক্ষেত্ৰতে চৰিত্ৰ ধ্বংসৰ পথ উন্মুক্ত হৈ আছে। তেনেক্ষেত্ৰত এনে এটি প্ৰৱল শক্তিৰ আৱশ্যক হৈছে যি শক্তিৰে মানৱ মনত সুপ্ত বা লুপ্ত হৈ থকা সুপ্ৰবৃত্তিবোৰ উন্মোষিত কৰি পৱিত্ৰতাৰ পৰিবেশ সৃষ্টি কৰিব। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ কাৰ্য্যাৱলীৰ প্ৰতি অকুণ্ঠ সমৰ্থন আহিলে তেনে সংস্থাবোৰৰ আৱশ্যকতা নাথাকিব পাৰে। কিন্তু সংস্থাবোৰ চলমান হৈ থাকিলে পৰিপূৰকৰ স্থান অধিকাৰ কৰি থাকিব নিশ্চয়। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘত যেনেদৰে ত্যাগী কৰ্ম্মী আছে তেনেধৰণৰ নিৰ্ভীক আৰু স্বাৰ্থাত্যাগী কৰ্ম্মী ওলাই আহিলে নিশ্চয় সামাজিক অধোগতিৰ পথত বাধা দিয়া সম্ভৱ হ'ব। এই সংস্থাবোৰত চৰকাৰ বিৰোধী উদ্দেশ্য থাকিব নালাগে কিন্তু দেশৰ যি কোনো দুৰ্নীতিমূলক কাৰ্য্যৰ বিৰুদ্ধে থিয় দিব পৰা শক্তি থাকিব লাগিব। দেশত যিবোৰ অৰাজনৈতিক সাহিত্য সভা, আলোচনা চক্ৰ, সাংস্কৃতিক অনুষ্ঠান, ক্ৰীড়ানুষ্ঠানৰ কাৰ্য্যবাহী সমিতি ইত্যাদি ধৰণৰ অনুষ্ঠান আছে সেই অনুষ্ঠানবোৰক যদি দুৰ্নীতিমুক্ত কৰিব পাৰি তেতিয়া সুকীয়া সাংস্কৃতিক সংস্থা গঠনৰ আৱশ্যকতা নাথাকিব। আমি এনে এটি পঙ্কিল গৰ্ত্তত পৰিছোঁ যে তাৰপৰা উদ্ধাৰৰ পন্থা অতি আৱশ্যক হৈ পৰিছে।

সাংস্কৃতিক সংস্থা যদি গঠন কৰা নহয় তেন্তে বিদেশী সাংস্কৃতিক বাতৰি কাকত, প্ৰচাৰ পত্ৰ, বিভিন্ন বিভিন্ন পুস্তক আদিৰ প্ৰচাৰে দেশৰ আৰু ঐতিহ্যৰ যি ৰূপ ৰাইজৰ ওচৰত ডাঙি ধৰিছে, যি ৰূপ ব্যঙ্গৰূপহে মাথোন, তাৰ প্ৰভাৱৰ পৰা ভাৰতবাসীক মুক্ত কাৰও টান হ'ব আৰু ভাৰতৰ গৌৰৱ ঐতিহ্য, কৃষ্টি সংস্কৃতি ৰক্ষা কৰাও টান হ'ব। ভাৰতবৰ্ষৰ ইতিহাসত যেনেকৈ প্ৰকৃত তথ্যবোৰ লুকাই পৰিছে, পাশ্চাত্য দৃষ্টি ভঙ্গীত বিদেশী সহিত্য অধ্যয়নৰ প্ৰভাৱত প্ৰতাত্ত্বিক দৃষ্টিভঙ্গীৰো সলনি হৈ যাব ধৰিছে।

বেদ উপনিষদৰো কুবাখ্যা অপবাখ্যা হ'ব ধৰিছে। সম্প্ৰতি ভাৰতত এনে কিছুমান অনুষ্ঠানৰ আৱশ্যক হৈছে যিবোৰ অনুষ্ঠানে সৰ্বসাধাৰণ ৰাইজক দেশৰ অতীত বুৰঞ্জী, ভাৰতীয় কৃষ্টি সংস্কৃতিৰ সংবাদ নিৰ্ভুলভাবে পৰিবেশন কৰিব পাৰে।

তেনে অনুষ্ঠান দেশত এতিয়াও যে নাই তেনে নহয়, কিন্তু ব্যাপকভাবে কাম কৰিব নোৱাৰাত সেই অনুষ্ঠানবোৰৰ কাৰ্য্যকলাপ সৰ্ব্বসাধাৰণ ৰাইজৰ গোচৰীভূত হোৱা নাই। ●

# ভাৰতীয় সংস্কৃতি

সংস্কৃতি শব্দই বহু প্ৰকাৰ অৰ্থৰ ইঙ্গিত দিয়ে। সংস্কাৰ শব্দই ব্যক্তিৰ সমাজৰ আৰু দেশৰ উত্তৰোত্তৰ উন্নতিৰ কাৰ্য্য সমূহৰ নিৰ্দ্দেশ দিয়ে আৰু সংস্কৃতি শব্দই সেই সেই কাৰ্য্য সমূহৰ অনুষ্ঠানৰ দ্বাৰা যি ৰূপ ব্যক্তিৰ গাত, সমাজত আৰু দেশত প্ৰতিফলিত বা প্ৰতিবিম্বিত হোৱা দেখা যায় সেই ৰূপক বুজায়। সংস্কাৰ উন্নতি বিধায়ক কাৰ্য্য আৰু সংস্কৃতি হৈছে সংস্কাৰ কাৰ্য্যৰ ফল। কোনো এজন ব্যক্তিক সংস্কৃতি সম্পন্ন বুলি কোৱা হয়, যেতিয়া সেই ব্যক্তিজনৰ চৰিত্ৰত দেহ, মন আৰু আত্মাৰ উন্নতিৰ চিন পৰিলক্ষিত হয় আৰু সেই ব্যক্তিজনৰ চিন্তাধাৰাত আৰু কাৰ্য্য সমূহত ঈশ্বৰভক্তি, দেশপ্ৰেম, সমাজপ্ৰেম আৰু ৰাষ্ট্ৰানুগত্য পৰিলক্ষিত হয়।

ব্যক্তিৰ, সমাজৰ, দেশৰ আৰু ৰাষ্ট্ৰৰ সৰ্ব্বতোমুখী উন্নতিয়ে এখন দেশৰ সংস্কৃতিৰ পৰিচয় দিয়ে। একে প্ৰকাৰ সংস্কাৰসম্পন্ন ব্যক্তি সমূহৰ ঐক্যবদ্ধতাৰ দ্বাৰা সমাজৰ গোষ্ঠী সৃষ্টি হয় আৰু বিভিন্ন সমাজ গোষ্ঠীৰ ঐক্যবদ্ধতাই একোখন ৰাষ্ট্ৰ সৃষ্টি কৰে। ভৌগোলিক সীমাত আৱদ্ধ একোখন ভূখণ্ডক দেশ বোলা হয় আৰু এখন বা কেইবাখনো দেশক লৈ একোখন ৰাষ্ট্ৰৰ সৃষ্টি হয়।

সমাজৰ ঐক্যবদ্ধতাই ৰাষ্ট্ৰীয় ঐক্যৰ মূল সূত্ৰ আৰু এই মূল সূত্ৰই হৈছে দেশৰ বা ৰাষ্ট্ৰৰ একমুখী সংস্কৃতিৰ ধাৰা।

সংস্কৃতিৰ আৰম্ভণিৰ পৰা মানৱ জাতিৰ ক্ৰমাগত উন্নতিৰ ধাৰা যি সোঁতত বৈ আহিছে, সেই সোঁতৰ প্ৰৱাহেই একোটি পৰম্পৰাৰ সৃষ্টি কৰে। পৃথিৱীৰ বিভিন্ন দেশৰ বিভিন্ন সমাজ গোষ্ঠীৰ সংস্কৃতিৰ ধাৰা বা পৰম্পৰাৰ আৰম্ভণিৰ কাল বেলেগ বেলেগ হৈ আহিছে। এখন দেশৰ পৰম্পৰা আনখন দেশৰ পৰম্পৰাৰ মৌলিক ভিত্তিৰ প্ৰভেদ বৰ বেছি নাথাকিলেও কালক্ৰমত বিভিন্ন পৰিবেশৰ মাজত গঢ়ি উঠা পৰম্পৰাৰ ৰূপ একে প্ৰকাৰ নহয়। সেয়েহে বৰ্ত্তমান আমি পৰম্পৰাৰ নামাকৰণ কৰিছো সভ্যতা বুলি। সেই সভ্যতাৰ ৰূপ দেশভেদে বিভিন্ন হৈ উঠিছে। সেই পৰম্পৰা বা সভ্যতাৰ মূল ভিত্তিত আছে মানৱ মনৰ ক্ৰমাগত বিকাশৰ প্ৰচেষ্টা। সেই মূল ভিত্তি যদি একে প্ৰকাৰৰ বুলি অনুমান কৰি ল'ব পাৰি তথাপি কালভেদে আৰু বিকাশৰ স্তৰভেদেও পৰম্পৰা বিভিন্ন হৈ উঠে। সেইবাবে এখন দেশৰ সংস্কৃতি, সভ্যতা বা পৰম্পৰাৰ অনুকৰণ কৰোঁতে বিশেষ সাৱধানতা আৰু বিচাৰ বুদ্ধিৰ আৱশ্যকতা আছে তাক স্বীকাৰ কৰিব লাগিব। উচ্চতৰ সংস্কৃতিৰ অনুকৰণ কৰাত এখন দেশ লাভৱান হ'ব পাৰে - যদি নিজৰ দেশৰ সংস্কৃতিৰ

ধাৰা অক্ষুণ্ণ ৰাখিব পৰা হয়। নিম্নতৰ সংস্কৃতিৰ অনুকৰণত যে অধঃপতন হয় তাক সহজেই অনুমান কৰি ল'ব পাৰি।

জলবায়ুৰ বিভিন্নতা লৈ অখাদ্য কুখাদ্যৰ প্ৰশ্নও স্বাভাৱিকতে হয়। মানৱ-জাতিৰ নগ্ন অৱস্থাৰ পৰা সভ্যতাৰ লগে লগে পৰিধেয় বস্ত্ৰৰ ব্যৱহাৰৰো বিভিন্নতাৰ সৃষ্টি হোৱা স্বাভাৱিক। অনুকৰণশীল জাতি বিলাকে অনুকৰণৰ পূৰ্ব্বে এইবোৰ কথাও বিচাৰ কৰা উচিত।

এই পটভূমিত আমি জাতীয়তা গঠনত কি কি বিষয়ে মন কৰিব লাগিব?

প্ৰথমতঃ মন কৰিব লগা কথা হৈছে দেশৰ ঐতিহ্যৰ বিষয়ে। আমি আমাৰ ঐতিহ্যৰ বিষয়ে আজি কালি বহু প্ৰকাৰে গৌৰৱ কৰোঁ; কিন্তু সেই ঐতিহ্যৰ প্ৰতি যথাযুক্ত আদৰ নেদেখুৱাওঁ। ঐতিহ্য শব্দৰ অৰ্থ হৈছে ইতিহাসৰ কথা; যি ইতিহাসৰ কাহিনীয়ে আমাক অতীত কালৰ পৰা বিশ্বৰ আগত এটা গৌৰৱময় স্থান দি আহিছে। জাতীয় জীৱনত মানুহে অতীত গৌৰৱৰ কথা পাহৰিব নোৱাৰে; কাৰণ ঐতিহ্যই জাতিৰ পৰিচয় প্ৰকাশ কৰে। ই পৰম্পৰাগত। সেই পৰম্পৰাৰ সূত্ৰ ধৰিহে জাতিয়ে উত্তৰোত্তৰ উন্নতিৰ জখলাত উঠিব পাৰে। পৰম্পৰাগত ঐতিহ্য ৰক্ষাৰ প্ৰচেষ্টাক সংৰক্ষণশীলতা বুলি উৰাই দিলে উন্নতিৰ পথত বাধা ওপজে। সংৰক্ষণশীলতাৰ অৰ্থ সঙ্কীৰ্ণতা আৰু পুৰণি ভাৱধাৰা পৰিত্যাগ কৰিব লগা সংৰক্ষণশীল নহ'লে জাতিৰ বৈশিষ্ট্যৰ পৰিচয় নাথাকে - ঐতিহ্যৰ গৌৰৱতো হানি ঘটে।

দ্বিতীয়তঃ ব্যক্তি চৰিত্ৰৰ প্ৰতি মন কৰিব লাগিব। ব্যক্তি চৰিত্ৰৰ ভিত্তিত সমাজ চৰিত্ৰ প্ৰতিফলিত হয়। সমাজ চৰিত্ৰৰ ওপৰত দেশৰ আৰু ৰাষ্ট্ৰৰ উন্নতি নিৰ্ভৰ কৰে। এই সকলোখিনিৰ সমন্বয়ত দেশৰ যিৰূপ বা ছবিৰ সৃষ্টি হয়, তাকেই সংস্কৃতিৰ ৰূপ বুলি ক'ব পাৰি। দেশৰ এনে ৰূপ বা ছবি বহুকালৰ পৰা চিত্ৰিত বা অঙ্কিত হৈ আছে। সংস্কৃতিৰ নতুন ৰূপৰ সৃষ্টি কৰিবলৈ হ'লেও পুৰণি ঐতিহ্য পৰিত্যাগ কৰিব নোৱাৰি। আন দেশৰ অনুকৰণত সেই ৰূপদান কৰিব নোৱাৰি। আজি দেশৰ পুৰণি ঐতিহ্যৰ প্ৰতি যথাযোগ্য সন্মান দেখুৱা নাই। ভাৰতীয় সংস্কৃতি আৰু ভাৰতীয় সভ্যতাতকৈ পুৰণি সংস্কৃতি আৰু সভ্যতা কোনো দেশৰে নাই। ৰাষ্ট্ৰীয় বিপ্লৱ আৰু বিদেশীৰ সংস্কৃতি আৰু সভ্যতাই কোনো কোনো সময়ত জাতীয় জীৱনত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে, কিন্তু দেশৰ অতীত গৌৰৱ ৰক্ষাৰ বাবে আৰু যুগৰ পৰিবৰ্ত্তনৰ লগত অগ্ৰসৰ হৈ যাবৰ বাবে দেশৰ মানুহৰ স্বকীয় সংৰক্ষণতাৰ আৱশ্যক আছে। সমাজৰ অগ্ৰসৰৰ পথত কালৰ প্ৰভাৱ আৰু বৈদেশিখ আক্ৰমণ আৰু প্ৰশাসনৰ হেঁচাত সমাজৰ ওপৰত যি অবাঞ্ছিত প্ৰভাৱ বিস্তাৰ হয়, তাৰ দ্বাৰা সমাজৰ আৰু দেশৰ ঐতিহ্য ৰক্ষাৰ ক্ষেত্ৰত বহু প্ৰকাৰ দোষ ঘটাৰ সম্ভাৱনা থাকে। তাকে ৰোধ কৰিব পৰাটোৱেই জাতিৰ বৈশিষ্ট্য।

গঙ্গা নদীৰ পানী কেতিয়াও দূষিত হ'ব নোৱাৰে। ভাৰতীয় সংস্কৃতিও সেইদৰে দূষিত হ'ব নোৱাৰে। গঙ্গাৰ পানীত যেনেকৈ ৰোগৰ বীজাণু মাথোন ছয় ঘণ্টাতকৈ বেছি সময় জীয়াই থাকিব নোৱাৰে, সেইদৰে ভাৰতীয় সংস্কৃতিত আন কোনো সংস্কৃতিৰ প্ৰভাৱ বেছি দিন তিষ্ঠি থাকিব নোৱাৰে। যেনেকৈ সাময়িক ভাবে গঙ্গাৰ পানী ঘোলা হ'ব পাৰে তেনেকৈ ভাৰতীয় সংস্কৃতি সাময়িকভাবে মলিয়ন হ'ব পাৰে কিন্তু যিহেতুকে ভাৰতীয় সংস্কৃতিৰ ভিত্তি ঋষি মুনিসকলৰ সাধনা লব্ধ সত্য আৰু অভ্ৰান্ত সিদ্ধান্তৰ ওপৰত প্ৰতিষ্ঠিত সেই হেতুকে ভাৰতীয় সংস্কৃতিৰ ওপৰত বাহ্যিক ভাবে যি মলি পৰিব পাৰে বা পৰিছে তাক অপসাৰণ কৰা কঠিন যেন দেখা সত্ত্বেও সেই মলি স্বাভাৱিক ভাবে যে অপসৃত হ'ব তাত কোনো সন্দেহ নাই; কাৰণ সত্যান্বেষী মানৱজাতিৰ চকুত সত্য আপোনাআপুনি উদ্ভাসিত হ'ব। ইতিমধ্যে সেই লক্ষণ পৰিদৃষ্ট হৈ আহিছে। ভাৰতৰ বেদ-উপনিষদৰ তথ্য, সত্যান্বেষণৰ কাহিনী, ঋষি মুনি সকলৰ অভ্ৰান্ত বাণীসমূহৰ সত্যতা মানৱ জাতিৰ দৃষ্টিগোচৰ হৈ আহিব ধৰিছে। ধনী হ'লেই মানুহ সুখী হ'ব নোৱাৰে, ধনে মানুহক প্ৰকৃত শান্তি দিব নোৱাৰে, বিলাস ভোগত সুখ নাই, বিলাস ত্যাগতহে সুখ আৰু শান্তি আছে এই কথা আজি ভাৰতৰ বাহিৰৰ বহুলোকে উপলব্ধি কৰিব ধৰিছে আৰু ভাৰতীয় সাধনাৰ পথ অন্বেষণত ব্যাপৃত হৈছে।

ভাৰতবৰ্ষতো জাগৰণ আৰম্ভ হৈছে। এসময়ত যে সমগ্ৰ বিশ্ব জুৰি বৈদিক সংস্কৃতিয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল, প্ৰত্নতাত্ত্বিক সকলে আৰু ভাৰতীয় হিন্দুৱে তাক প্ৰমাণিত কৰিব ধৰিছে। আন আন ধৰ্ম্ম যে বৈদিক ধৰ্ম্মৰে ৰূপান্তৰ মাথোন সিও প্ৰমাণিত হ'ব ধৰিছে। আজি মানৱ ধৰ্ম্মৰ যি ধ্বনি উঠিছে, সেই মানৱ ধৰ্ম্মৰ ৰূপ হ'বগৈ বৈদিক ধৰ্ম্মৰে ৰূপ; বেদৰ উদ্ভাৱিত সত্যক নেওচি কোনো ধৰ্ম্মই কোনো দিনে স্থায়ী আসন সাভ কৰিব নোৱাৰিব। ধৰ্ম্মই ব্যক্তিৰ বা জাতিৰ ৰাজনৈতিক স্বাৰ্থৰ খাতিৰতে নীতি সলাব নোৱাৰে। ভাৰতীয় শাস্ত্ৰৰ ৰাজনীতিত ধৰ্ম্মৰ স্থান সুদৃঢ় ভাবে আছে। সেই স্থান নৈতিকতাৰ ভিত্তিত প্ৰতিষ্ঠিত। নৈতিকতাবিহীন ৰাজনীতি, ৰাজনীতি নহয়। নৈতিকতাবিহীন ৰাজনীতিৰ পৰিণাম ইতিমধ্যে সমগ্ৰ জগতত স্পষ্ট হৈ উঠিছে। পাশ্চাত্য ৰাজনীতিৰ পূৰ্ব্বৰ ইতিহাস ধৰ্ম্ম বিদ্বেষৰ ইতিহাস। আজি পাশ্চাত্য ৰাজনীতিত ধৰ্ম্মৰ বিদ্বেষ নাই সঁচা কিন্তু নৈতিকতাৰ স্থানো নাই। ছল চাতুৰী বিশ্বাসঘাতকতা আদিয়ে প্ৰধান স্থান অধিকাৰ কৰিছে। প্ৰাচ্যৰ ৰাজনীতিত হিন্দু বিদ্বেষ, হিন্দুত্বৰ প্ৰতি অৱমাননা আৰু হিন্দুধৰ্ম্মৰ প্ৰতি বিৰুদ্ধাচৰণে স্থান লৈছে। তাৰ পৰিণাম স্বৰূপ আজি পাকিস্থানৰ অঙ্গচ্ছেদ হৈছে আৰু বাংলা দেশ স্বাধীন হৈছে। ভাৰতত ধৰ্ম্মনিৰপেক্ষতাৰ নামত হিন্দু ধৰ্ম্মৰ বিলোপ সাধনৰ প্ৰচেষ্টা চলিছে। বৈদিত ধৰ্ম্ম যে অজৰ অমৰ সেই জ্ঞান এতিয়াও ৰাজনীতিক পুৰুষ সকলৰ অগোচৰ হৈ আছে। ধৰ্ম্ম নিৰপেক্ষতাৰ অৰ্থ

নৈতিকতাবিহীন নহয়, হিন্দুৰাষ্ট্ৰত, হিন্দুভূমিত হিন্দুত্ব ৰক্ষাৰ ক্ষেত্ৰত বাধা প্ৰদান কৰাত নহয় আৰু হিন্দুৰ ধৰ্ম্মপালনৰ পথত বিদ্বেষ বহ্নি প্ৰজ্জ্বলিত কৰাতো নহয়। সকলো দেশতে ৰাষ্ট্ৰীয় আৰু সামাজিক শাসনৰ বাবে একশ্ৰেণী দাৰ্শনিক পণ্ডিতৰ আৱশ্যক, দেশৰক্ষাৰ বাবে একশ্ৰেণী সৈনিক বা যোদ্ধাৰ আৱশ্যক। দেশৰ লোকক সা-সামগ্ৰী যোগান ধৰিবৰ বাবে এক শ্ৰেণী ব্যৱসায়ীৰ আৱশ্যক আৰু ৰাজকাৰ্য্য সামাজিক কাৰ্য্য আৰু ব্যক্তিৰ সংসাৰ যাত্ৰাৰ বাবে একশ্ৰেণী কৰ্ম্মচাৰী ৰখাৰো আৱশ্যক। ভাৰতত জন্মগত অধিকাৰৰ বলত সেই শ্ৰেণীৰ লোক স্বভাৱতে উদ্ভৱ হৈ আছিল আৰু নিবনুৱা সমস্যাৰো উদ্ভৱ নহৈছিল। সকলো ক্ষেত্ৰতে কাৰ্য্যৰ নিপুণতাও ৰক্ষিত হৈছিল। এতিয়া যুগৰ পৰিবৰ্ত্তনৰ লগে লগে নতুন নতুন ব্যৱস্থা আৰু শ্ৰেণীভেদৰ উদ্ভৱ হ'ব ধৰিছে। মনত ৰাখিব লাগিব যে হিন্দুধৰ্ম্মৰ লক্ষণ একমাত্ৰ জাতিভেদ প্ৰথাই নহয়। জাতিভেদ প্ৰথাই জাতীয় জীৱন ক্ষেত্ৰত আধুনিক যুগত বহু প্ৰকাৰ বিশৃঙ্খলাৰ সৃষ্টি কৰিছে আৰু সেই বাবে তাৰ পুনৰ্গঠন বা সংস্কাৰ আৱশ্যক হৈছে; সেই বুলি হিন্দু শাস্ত্ৰৰ নিৰ্ভুল সত্যবোৰ উলাই কৰা হৈছে, সেইদৰে ব্যক্তিৰ বা সমাজৰ দৈনন্দিন জীৱনৰ সকলো ক্ৰিয়া অনুষ্ঠানৰ মাজত সেই একে ভাৱৰে প্ৰভাৱ দেখা যায়।

আধুনিক কালতো সেই ক্ৰিয়া অনুষ্ঠানবোৰ চলি আছে কিন্তু সেইবোৰ বাহ্যিক আড়ম্বৰপূৰ্ণ হ'লেও আধ্যাত্মিকতাহীন হোৱাত অন্তসাৰশূণ্য হৈ পৰিছে। দুৰ্গা পূজা, সৰস্বতী পূজা, ৰাস পূজা, দৌল পূজা ইত্যাদি অনুষ্ঠানবোৰ যেনেকৈ পৱিত্ৰতাহীন ভক্তিহীন এটা পৰিবেশৰ সৃষ্টি উপলব্ধি কৰা যায় তেনেকৈ বিহু পালনৰ অনুষ্ঠানবোৰতো বাহ্যিক আড়ম্বৰ বহুতো বাঢ়ি গৈছে যদিও আধ্যাত্মিকতাহীন হোৱাত সেই অনুষ্ঠানবোৰো অন্তঃসাৰশূন্য আৰু ভাৰতীয় সংস্কৃতিৰ বৰ্হিভূত হৈ পৰিছে।

গীতাত শ্ৰীভগৱানে কৈছে যে তুমি যি কৰা যি খোৱা যিহেৰে আহুতি দান কৰা আৰু যি তপস্যা কৰা, সেই সেই কাৰ্য্যবোৰ যেনেদৰে কৰিলে অকল মোতহে (ঈশ্বৰতেহে) অৰ্পিত হ'ব পাৰে সেইদৰে কৰা। সমগ্ৰ গীতাখনত সাৰমৰ্ম্ম হৈছে যে মনুষ্য জীৱনত সকলো কৰ্ম্ম ঈশ্বৰ বুদ্ধিত নিষ্কাম ভাবে ভক্তি সহকাৰে সম্পাদন কৰিব লাগে। তেনে ভক্তজনৰ ভৰণ পোষণ আদি সকলো প্ৰকাৰ দায়িত্ব ঈশ্বৰে নিজে বহন কৰে। এই ভাৱ ইতিপূৰ্ব্বে সৰহসংখ্যক ভাৰতীয় লোকৰ চৰিত্ৰত প্ৰতিফলিত হোৱা দেখা গৈছিল। সেইবাবে জনসেৱা ৰূপ ধৰ্ম্ম, ত্যাগ ধৰ্ম্ম, সত্য আৰু অহিংসা ধৰ্ম্ম ভাৰতীয় জাতিৰ ভাৰতীয় সংস্কৃতিৰ প্ৰতীক হৈ বিৰাজ কৰিছিল। ●

ভাৱৰ বুৰবুৰণি

# কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰৰ মাজত গঢ়ি উঠা সম্বন্ধ সম্পৰ্কে

## (শিক্ষাব্ৰতী)

ৰাজ্য বিধান সভাবোৰত নিৰঙ্কুশ সংখ্যা গৰিষ্ঠ কংগ্ৰেছী মন্ত্ৰী সভা গঠিত হোৱাত কংগ্ৰেছ দলে ৰাইজৰ ওচৰত দিয়া নিৰ্ব্বাচনী প্ৰতিশ্ৰুতি পূৰণ কৰিবৰ সুবিধা পাইছে তাত কোনো সন্দেহ নাই। প্ৰধানমন্ত্ৰীয়ে ইচ্ছা কৰা অনুসাৰে ৰাজ্য বিধান সভা আৰু কেন্দ্ৰীয় সংসদৰ স্থায়িত্ব আৰু বলবত্তা সুনিশ্চিত হৈছে। কন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশ মানি ৰাজ্যিক বিধান সভাৰ মন্ত্ৰীসকলৰ কাৰ্য্য সম্পাদনৰ নৈতিক দায়িত্ব আছে তাত কোনো সংশয় থাকিব নোৱাৰে ; কিন্তু কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশ বোৰৰ প্ৰয়োগ ব্যৱস্থা বিভিন্ন ৰাজ্যত বিভিন্ন ধৰণৰ হোৱাটোৱেই স্বাভাৱিক ৰাজ্যখনৰ সমস্যা অনুসাৰে। তেনে ক্ষেত্ৰত মূলনীতি স্থিৰ ৰাখি ৰাজ্যৰ মন্ত্ৰীসভাবোৰে নিজ নিজ দায়িত্ব আৰু কৰ্ত্তব্য অনুসাৰে অৱস্থানুযায়ী ব্যৱস্থা গ্ৰহণ কৰাত কেন্দ্ৰৰ অনুমতিৰ কোনো আৱশ্যকতা নাথাকে। ৰাজ্যৰ মন্ত্ৰী সভাবোৰৰ কাৰ্য্য প্ৰণালীত কেন্দ্ৰই হস্তক্ষেপ কৰাবো কোনো যুক্তি নাথাকে। যদিহে সকলো ক্ষেত্ৰতে কেন্দ্ৰৰ নিৰ্দেশ আৰু হস্তক্ষেপ মানি চলিব লগা হয়, তেন্তে ৰাজ্য বিধান সভাবোৰ নিৰ্বাচিত সদস্যৰে কিয় গঠিত হ'ব লাগে? তেতিয়াহ'লে কেন্দ্ৰীয় চৰকাৰ গঠিত হোৱাৰ পাছত মনোনীত মন্ত্ৰী মণ্ডলীৰ দ্বাৰাই ৰাজ্যিক মন্ত্ৰী-সভাবোৰ গঠিত হ'লেই বেছি ভাল হয় নাইবা ৰাজ্যৰ বিধান সভা বোৰো একমাত্ৰ ভাৰতীয় সংসদৰ সিদ্ধান্ত সমূহ কাৰ্য্যকৰী কৰাৰ কামতে নিযুক্ত থকা উচিত। ভাৰতীয় সংবিধান অনুসাৰে ৰাজ্য বিধান সভাৰ বাবে কেতবোৰ বিষয় আছে যিবোৰ বিষয়ে সিদ্ধান্ত ল'ব পাৰে ৰাজ্য-বিধান সভাবোৰে হে ; কিন্তু সেই ক্ষমতা ৰাজ্য-বিধান সভাবোৰে কিয় ব্যৱহাৰ কৰিব নোৱাৰিব? সকলো ক্ষেত্ৰতে দেখা গৈছে— কেন্দ্ৰৰ নিৰ্দেশৰ বাবে অসমৰ মন্ত্ৰী সভাই অপেক্ষা কৰি থাকে। এই পদ্ধতিত কেন্দ্ৰীয় চৰকাৰে ৰাজ্য চৰকাৰৰ কৰ্ত্তব্য সম্পৰ্কে সূক্ষ্মাতি সূক্ষ্ম ভাবে উপলব্ধি কৰাবৰ বাবে যথেষ্ট বেগ পাব লগা হয় আৰু ৰাজ্যৰ লোকসমূহৰ প্ৰাণৰ স্পন্দন আৰু স্বাৰ্থৰ দাবী বুজোৱাতো যথেষ্ট সময় অনাহকতে অপব্যয় হৈ যায়।

ভাৰতীয় সংবিধানমতে ভাৰত এখন যুক্তৰাষ্ট্ৰ (Union of states)। এই অনুসাৰে কেন্দ্ৰীয় চৰকাৰৰ হাতত থকা উচিত বহিঃশুল্ক (Customs), যাতায়াত

ব্যৱস্থা (Communication), মুদ্ৰা প্ৰচলন (Currency), দেশ ৰক্ষা (Defence) আৰু বৈদেশিক নীতি (External affairs)। বাকীবোৰ বিষয়ত ৰাজ্য চৰকাৰৰ যথেষ্ট স্বাধীনতা থকা উচিত। কিন্তু কাৰ্য্যত দেখা গৈছে য়ে ৰাজ্য চৰকাৰসমূহে সকলো বিষয়ে কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশলৈ হে বাট চাই থাকে আৰু কেন্দ্ৰীয় চৰকাৰেও ইচ্ছা কৰে যে ৰাজ্য চৰকাৰসমূহে কেন্দ্ৰীয় চৰকাৰৰ পৰামৰ্শ আৰু নিৰ্দেশ যেন সদায় বিচাৰে। তাৰ দ্বাৰা ৰাজ্য চৰকাৰৰ সদস্য সকলৰ ৰাইজৰ প্ৰতিনিধিত্ব কৰাত যথেষ্ট বাধাৰ উদ্ভৱ হয় আৰু ৰাইজৰ ভোট দানৰ মূল্য হ্ৰাস হয়। ৰাজ্য চৰকাৰসমূহে কেন্দ্ৰীয় চৰকাৰৰ আনুগত্য স্বীকাৰ কৰি থাকিব লাগে সেই সম্পৰ্কে কোনো প্ৰকাৰ সন্দেহ বা দ্বিমত থাকিব নোৱাৰে ; কিন্তু কেন্দ্ৰীয় চৰকাৰেও সকলো বিষয়ে অযথা হস্তক্ষেপ কৰিব নালাগে।

আজি দেশত একনায়কত্ববাদৰ পথ উন্মুক্ত হৈ পৰিছে ; কাৰণ কেন্দ্ৰীয় চৰকাৰৰ প্ৰতি আনুগত্য ৰক্ষাৰ অজুহাতত একমাত্ৰ প্ৰধান মন্ত্ৰীৰ আদেশ নিৰ্দেশ আৰু আনুগত্য পালনৰ পদ্ধতি গৃহীত হৈছে। প্ৰধান মন্ত্ৰীয়েও মন্ত্ৰীসভাৰ লগত পৰামৰ্শ কৰি সেই আদেশ নিৰ্দেশ সকলো ক্ষেত্ৰতে নিদিয়ে। গণতন্ত্ৰ ৰূপায়ণৰ ই সুষ্ঠ পদ্ধতি নহয়।●

# সমাজতন্ত্ৰৰ নামত দাৰিদ্ৰ্য প্ৰতিষ্ঠিত হ'ব

ভাৰতবৰ্ষৰ যি দ্ৰুত পৰিবৰ্তন হ'ব ধৰিছে— তাৰ দ্বাৰা এচাম লোকৰ স্ফূৰ্তি আৰু আনন্দৰ জোৱাৰ আহিছে। এচাম লোক চক্ষুৰ অন্তৰালত জঁহি মৰহি যাব ধৰিছে আৰু আন এচাম লোক মানসিক উত্তেজনাত আৰু হৃদয়ৰ দৌৰ্ব্বল্যত আত্মপ্ৰকাশৰ সাহস গোটাবও নোৱাৰে, ভাঁটি পানীত উটি যোৱাৰ দুখো বহন কৰিব নোৱাৰে আৰু উজান মুখে বাট বুলিবৰ শক্তি সামৰ্থ্যও আহৰণ কৰিব নোৱাৰে। যুগে যুগে দেশে দেশে মানৱ জাতিৰ ইতিহাসত এনে অৱস্থা ঘটি আহিছে। যুগে যুগে মানুহে অত্যাচাৰ নিপীড়নৰ ঘাত-প্ৰতিঘাতত নিজক অসহায় দুৰ্ব্বল যেন অনুভৱ কৰি সৰ্ব্বহাৰাৰ শ্ৰেণীত নাম ভুক্ত কৰি সান্ত্বনা লাভ কৰি আহিছে।

ব্যক্তি স্বাধীনতা, ব্যক্তিৰ সম্পত্তিৰ ওপৰত অধিকাৰ, বাক্-স্বাধীনতা ইত্যাদি মৌলিক স্বত্ব অধিকাৰ লৈ যুদ্ধ বিগ্ৰহ বিপ্লৱ আন্দোলন পশ্চিমীয়া জগতত কিমান হৈ গৈছে বুৰঞ্জীয়ে তাৰ সাক্ষী দিয়ে।

আজি ভূমি আইন সংস্কাৰৰ নামত ব্যক্তিৰ স্বত্ব অধিকাৰ যেনেকৈ খৰ্ব কৰিবৰ দিহা কৰা হৈছে, এই অন্যায় ক্ৰিয়াৰ প্ৰতিক্ৰিয়া আৰু ঘাত-প্ৰতিঘাত ভাৰতবাসীয়ে যে কিমান দিনলৈ সহিব লগা হয়, ভৱিষ্যত বাণী কৰিবৰ বাবে তাৰ স্পষ্ট ছবি দেখা নাপালেও বুৰঞ্জীৰ কথা উপকথাৰ পুনৰাবৃত্তি হৈ যে ভাৰতবৰ্ষক কিছু কালৰ বাবে দুখ সাগৰত নিমগ্ন কৰিব, ভাৰতীয় কৃষ্টি সংস্কৃতিৰ লগত সংঘৰ্ষ হৈ পৃথিবীময় যে দুখাগ্নি প্ৰজ্জলিত হৈ উঠিব সেই দৃষ্টিভঙ্গী থকা লোক আজিও ভাৰতবৰ্ষত অভাৱ হোৱা নাই। কিন্তু তেওঁলোকে এনে এটি পৰিস্থিতিৰ মাজত জীৱন কটাব লগা হৈছে যে তেওঁলোকৰ সত্যবাণী মিথ্যা প্ৰতিবাদৰ অতল সাগৰত বুৰহে যায়। কিন্তু অতীত ইতিহাসৰ জ্ঞান মিছা হৈ নাযায়। যুগ যুগ ধৰি মানৱ ইতিহাসত লিপিবদ্ধ হৈ থকা বিশুদ্ধ জ্ঞানৰ অৱলম্বনত এইটো নিশ্চিতকৈ ক'ব পৰা যায় যে ভাৰতৰ আভ্যন্তৰীণ পৰিস্থিতি ভৱিষ্যত মঙ্গল বিধায়ক নহয়। হ'ব কেনেকৈ? আজি যদি ব্যক্তিৰ স্বোপাৰ্জিত মাটিবাৰী সম্পত্তিৰ ওপৰত নিজৰ অধিকাৰ নাথাকে, প্ৰশাসনীয় ক্ষমতাৰে ব্যক্তিক সেই সম্পত্তিৰ পৰা বঞ্চিত কৰা আইন বলবৎ কৰা হয় সেই আইনৰ দ্বাৰা এফালে যেনেকৈ ব্যক্তিৰ উপাৰ্জন ক্ষমতা স্বকীয় বুদ্ধি বৃত্তি পৰিচালনাত আৰু ব্যক্তিৰ ভৱিষ্যৎ বংশধৰ সকলক পিতৃ-পিতামহৰ আৰ্জিত ধন সম্পত্তিৰ পৰা বঞ্চিত কৰাত সহায় হয়, মাটি বা ভূ-সম্পত্তিৰ প্ৰতি কাৰ মায়া বা ভূ-সম্পত্তি অৰ্জনৰ আগ্ৰহ থাকিব? স্বগৃহৰ প্ৰতি থকা প্ৰেমেই জানো বহল ক্ষেত্ৰত স্বদেশৰ

প্ৰতি প্ৰেম নুবুজায়? আজি যদি ব্যক্তিয়ে সেই প্ৰেমৰ স্ফূৰ্তিত বাধা পায়, স্বদেশ প্ৰেম স্ফূৰ্তি হৈ উঠিব পাৰিব নে? স্বদেশৰ পৰা গৈ বিদেশত সুখ শান্তিত থকা ভাৰতীয় লোকৰ সংখ্যা আজি বৰ কম নহয়? কিয় এনে হ'বলৈ পাইছে?

ভূ-সম্পত্তিয়েই স্থাৱৰ সম্পত্তি। যুগ যুগ ধৰি পিতৃ পিতামহে অৰ্জ্জন কৰি থৈ যোৱা সেই স্থাৱৰ সম্পত্তি যদি অস্থাৱৰ হৈ পৰে, কাৰ ক'ত নিৰাপত্তা বা নিশ্চিত অৱলম্বন থাকিব?

সমাজতন্ত্ৰবাদৰ ভুৱা বাণীয়ে (Slogan) ভাৰতৰ সমাজ দেহত যি আলোড়নৰ সৃষ্টি কৰিছে, সেই বাণী সমূহ ভাৰত-ভূমিত ভাৰতীয় কৃষ্টি সংস্কৃতিৰ বহিৰ্ভূত। মাটি-বাৰী আইনৰ বলত কাঢ়ি লৈ যাব, ক্ষতিপূৰণ নিদিব আৰু স্ত্ৰী-পুত্ৰ আৰু নিজক বঞ্চিত কৰি সঁচা ধনেৰে উপাৰ্জিত ভূ-সম্পত্তিৰ অধিকাৰৰ পৰা বঞ্চিত কৰিব সেই মানসিক ক্ষোভ আজি হৃদয় দৌৰ্ব্বল্যত পৰিস্ফূট হৈ নুঠিলেও যে সেই ক্ষোভ ৰুদ্ৰ মূৰ্তি ধৰি উঠি অভাৰতীয় তন্ত্ৰবাদৰ ক্ৰিয়াৰ মূল উৎপাদনৰ বাবে সচেষ্ট হ'ব তাত কোনো সন্দেহ নাই। পৰৰ বাবে ত্যাগ মনোবৃত্তি আৰু পাৰস্পৰিক প্ৰেম নাথাকিলে সমাজতন্ত্ৰবাদ নহয়। সম্পত্তিৰ বৈষম্য আঁতৰ কৰিলেও নহয়।

ভাৰতৰ সমাজতন্ত্ৰবাদ প্ৰতিফলিত হোৱা দেশ আজিৰ জগততো বৰ্তমান হৈ আছে। মানুহৰ জীৱন যাত্ৰাৰ পদ্ধতি কোনো কৰ্মৰ প্ৰতি কোনো প্ৰকাৰ হেয় ভাৱ নথকা মনোবৃত্তি, ব্যক্তিৰ স্ব স্ব অধিকাৰত কোনো ফালৰ পৰা হস্তক্ষেপ নোহোৱা পৰিস্থিতি, প্ৰতিবেশীৰ প্ৰতি সহায় সহানুভূতি থকা মনোবৃত্তি ইত্যাদি মানবীয় গুণ থকা দেশ দুই-এখন এতিয়াও আছে। আইনৰ বলেৰে কাঢ়ি নিয়া পদ্ধতি হিংসাৰ এটি ৰূপ। সেই বাবে আইন প্ৰণয়ন কৰি মাটি কাঢ়ি নিবলৈ জাতিৰ জনক মহাত্মা গান্ধীয়ে নিষেধ কৰি থৈছে। গান্ধীবাদী সকলে সেই কথা সুঁৱৰিব নে?

ব্যক্তিৰ ভূ-সম্পত্তি নিজৰ হৈ থকা কালত সৰ্বসাধাৰণ লোকে জানো তাক উপভোগ কৰিবৰ সুবিধা পোৱা নাছিল? সমবায় পদ্ধতিৰে মাটি বিতৰণ কৰা আঁচনি এতিয়াও স্পষ্ট হৈ উঠা নাই; কিন্তু ব্যক্তিৰ হাতত মাটি থকাত সমবায় পদ্ধতিৰ মূল নীতি তাত জানো নিহিত হৈ থকা নাছিল? মাটিৰ মালিক আৰু ৰায়তৰ মাজত জানো উভয়ৰ লাভজনক চুক্তি নাছিল? উভয়ে জানো শান্তিত থকা নাছিল? আজি নতুন আইনে সমাজত কি অশান্তিৰ সৃষ্টি কৰিছে আৰু অকৰ্মা সোৰোপা চৰিত্ৰহীন লোক সকলক কিদৰে উল্লাসিত কৰি তুলিছে তাৰ খবৰ কোনে লৈছে? মাটিৰ মালিক সকলৰ প্ৰাণত ক্ষোভৰ যি বহ্নি জ্বলি উঠিছে তাক প্ৰশমিত কৰিব নোৱাৰিলে সেই বহ্নি কি ভীষণ হৈ উঠে তাক এতিয়াই কোৱা টান; কিন্তু অধঃপতিত জাতীয় চৰিত্ৰৰ অধঃপতন যে আৰু গভীৰতালৈ নামি যাব ই স্থিৰ নিশ্চয়।

নিবনুৱা সমস্যা সমাধানৰ ই প্ৰকৃষ্ট পন্থা নহয়, বঢ়োৱাৰ হে সুচল পন্থা। জাতীয় চৰিত্ৰই সমাজবাদ প্ৰতিষ্ঠাৰ ভিত্তি। তাক পাহৰিলে নচলিব।

# ভূমি-আইন সংস্কাৰে দাৰিদ্ৰ্য আঁতৰাব নে?

২ কোটি ৭০ লাখ ভূমিহীন মানুহক এই আইনে ভূমি দিব পাৰিব নে? ভাৰতবৰ্ষত ইমান সংখ্যক ভূমিহীন মানুহ আছে।

ভূমিৰ ওপৰত যি সীমাবদ্ধ পৰিমাণ (Ceiling) নিৰ্দ্ধাৰিত হৈছে তাৰ দ্বাৰা কৃষক সকলক এটা নিৰ্দ্ধাৰিত কম হাৰৰ আয়ৰ সীমাত আৱদ্ধ কৰি নাৰাখিব নে? অতিৰিক্ত মাটি যিবিলাকক দিয়া হ'ব সেই বিলাকৰ মাটিৰ পৰিমাণ কিমানখিনি হ'ব? সেই পৰিমাণৰ মাটিৰে নিজৰ পৰিয়ালৰ ভৰণ-পোষণ দিব পাৰিব নে? এই আইনে কোন সমস্যা সমাধান কৰিব?

সামাজিক ন্যায় অন্যায় বিচাৰৰ ক্ষেত্ৰতো এইটো বিধি সন্মত কথা হ'ব নোৱাৰে যে আইনৰ বলেৰে এচাম মানুহক দুৰ্বল কৰি আন এচাম মানুহক উদ্যোগীকৰণ আৰু উন্নয়ন পৰিকল্পনাৰ দ্বাৰা ব্যৱসায় আৰু শিল্পানুষ্ঠানৰ দ্বাৰা ধনী কৰা। মাটিৰ এই সীমাবদ্ধ পৰিমাণে এচাম খেতিয়ক মানুহক আনফালে ভাগ্য অন্বেষণত বাধ্য কৰাব। যি দেশত শিল্পানুষ্ঠানো যথেষ্ট পৰিমাণে গঢ়ি উঠা নাই আৰু ব্যৱসায় ক্ষেত্ৰও সুস্থিৰ নহয় তেনেক্ষেত্ৰত সমগ্ৰ সমাজখনেই অবাঞ্চিত ভাৱে আলোড়িত হ'ব।

মুঠতে ভূমি আইন সংস্কাৰৰ প্ৰতিক্ৰিয়া অতি ভয়াবহ ৰূপ ধাৰণ কৰিব। তদুপৰি এটা ভীষণ আৰু জটিল সমস্যাই দেখা দিব। ভূমি সম্বন্ধীয় আইনে (Land Laws) বৃটিছৰ যুগৰ পৰাই সৰ্বসাধাৰণ ৰাইজক দুখ-কষ্ট দি আহিছে। এজমালি সম্পত্তিৰ অংশীদাৰ সকলৰ ভিতৰত যিবিলাক দুষ্ট প্ৰকৃতিৰ মানুহ সেইবিলাকে নানা কূটকৌশল কৰি চৰকাৰী কৰ্মচাৰী সকলক নিজৰ ফলীয়া কৰি পৈতৃক সম্পত্তি নীলামত দি নিজৰ ভাই-বন্ধুক বঞ্চিত কৰি আহিছে। তাৰ প্ৰকৃত সংশোধন আজিও হোৱা নাই। সবল প্ৰতিবেশীয়ে দুৰ্বল প্ৰতিবেশীক হেচি-ঠেলি মাটিৰ সীমাত গণ্ডগোল কৰি মোকৰ্দমাৰ সৃষ্টি কৰি অশান্তি দিছে। চৰকাৰৰ হাতত এতিয়াও তেনে বহু মোকৰ্দমা আছে। তাৰ সুবিচাৰ হোৱা নাই। নহ'বও।

চৰকাৰৰ খাচ মাটি আৰু ৰিজাৰ্ভ বোৰ জোৰ কৰি অভাৰতীয় লোকে দখল কৰি আছে। চৰকাৰে তাক উচ্ছেদ কৰিব পৰা নাই। দুখীয়া ভাৰতীয় লোকৰ হাতৰ পৰা বহু অভাৰতীয় লোকে মাটি কিনি লৈছে। সেই বিলাক লোকে ভাৰতৰ বিৰুদ্ধাচৰণ কৰি আছে। এতিয়া যদি মাটিৰ স্বত্ব চৰকাৰৰ হাতলৈ বা দুখীয়া মানুহৰ হাতলৈ যায়, তাৰ বেছিৰ ভাগেই অভাৰতীয় লোকৰ হস্তগত হ'ব। যি চৰকাৰে অনুপ্ৰবেশকাৰী সকলক আজিও ভাৰতৰ পৰা খেদি পঠাব পৰা নাই, সেই চৰকাৰে সেই অনুপ্ৰবেশকাৰীৰ হাতৰ পৰা ভাৰতীয় মাটি ৰক্ষা কৰিব নোৱাৰিব। তদুপৰি গৃহে গৃহে অবাঞ্ছিত অশান্তিৰ সৃষ্টি হ'ব। সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠাৰ নামত দাৰিদ্ৰতাক কায়েমী কৰা হ'ব। ●

# শিল্পৰ উন্নয়ন বনাম শিক্ষিত নিবনুৱা

## (শিক্ষাব্ৰতী)

বেঙ্কবিলাক ৰাষ্ট্ৰীয়কৰণ হৈছে আৰু কৃষি আৰু শিল্প উন্নয়নৰ বাবে ঋণ দিয়া হ'ব লাগিছে। শিল্প আৰু উদ্যোগ দপ্তৰৰ আঁচনি বোৰতো শিল্প উন্নয়নৰ বাবে ঋণ লোৱাৰ ব্যৱস্থা আছে কিন্তু শিক্ষিত নিবনুৱা ডেকা ল'ৰা কেইজনে সেই সুবিধা গ্ৰহণ কৰিছে? যিবিলাক লোকে এই সুবিধাবোৰ গ্ৰহণ কৰিছে বহুতৰে উদ্যোগ বা শিল্পৰ উন্নয়ন উদ্দেশ্য নাই। এক বিষয়ৰ ঋণ লৈ অন্য বিষয়ত টকা খটোৱাৰ প্ৰমাণ বিচাৰ কৰিলে বহুতো পোৱা যাব। যিবিলাকে ঋণ নল'লেও হয়, তেনে লোকে ঋণ লোৱাৰ প্ৰমাণো ঢেৰ ওলাব। চৰকাৰে যি উদ্দেশ্যে ঋণ দিছে সেই উদ্দেশ্যে ঋণ ব্যৱহাৰ নকৰাৰ প্ৰমাণ পোৱা টান নহ'ব।

কিন্তু নিবনুৱা শিক্ষিত যুৱক বৃন্দই এই সুবিধা কিয় ল'ব নোখোজে— সেইটোহে আমাৰ প্ৰশ্ন?

শিক্ষাব্ৰতীয়ে এইদৰে ভাবে— আজিৰ যুৱকে যি শিক্ষানীতিত শিক্ষিত হৈছে সেই শিক্ষানীতিয়ে তেওঁক স্বাধীনভাৱে ব্যৱসায় কৰি জীৱিকা অৰ্জনৰ মনোবৃত্তি গঠন কৰি নিদিয়ে আৰু শিল্প বা উদ্যোগ গঢ়ি তোলাৰ বুদ্ধি বা প্ৰশিক্ষণো নিদিয়ে। সেই শিক্ষানীতিয়ে সমাজ কল্যাণৰো মনোবৃত্তি গঢ়ি নিদিয়ে। চাকৰি কৰি ব্যক্তিগত স্বাৰ্থ অন্বেষণৰ বাহিৰে শিক্ষিত নিবনুৱাৰো আন প্ৰকাৰ চিন্তাধাৰাই গঢ় নলয়। প্ৰাইমেৰী স্তৰৰ পৰাই যি শিক্ষা দিয়া হয়, সেই শিক্ষাৰ পাঠ্যক্ৰমত আৰু কাৰ্য্যক্ৰমত সমাজ কল্যাণ আঁচনিবোৰ গ্ৰহণ কৰিবৰ ক্ষমতা অৰ্জনৰ অভ্যাস আৰু প্ৰশিক্ষণ দিয়াৰ আৱশ্যকতা আছে। এহাতে চাকৰি মনোবৃত্তি গঠনৰ শিক্ষা আৰু প্ৰশিক্ষণ দি আনহাতে শিল্প আৰু উদ্যোগৰ কাৰ্য্য গ্ৰহণ কৰিবলৈ বক্তৃতাৰে বুজনি দিলে যুৱক সকলে সেই সক্ষমতা বা মানসিক সাহস ক'ৰপৰা গোটাব? এইটো বুজিবলৈ একো জটিল সমস্যা নহয় যে শিল্প আৰু উদ্যোগ সামাজিক ভাবে গঢ়ি তুলিবলৈ শিল্প আৰু উদ্যোগ শিক্ষাৰ বাবে কিছুমান শিক্ষানুষ্ঠান গঢ়ি দেশৰ শিক্ষাৰ্থী বিলাকক প্ৰশিক্ষণ দিব লাগে নাইবা সমগ্ৰ দেশৰ স্কুলবোৰ উদ্যোগমুখী উদ্দেশ্যে গঢ় দিব লাগে। বিভিন্ন শিক্ষা অনুষ্ঠান নগঢ়ি বৰ্তমানে থকা হাইস্কুল বিলাককে উদ্যোগমুখী কৰিব লাগে।

## বুনিয়াদী শিক্ষা বনাম শিল্প উদ্যোগ

স্বাধীনতা পালে দেশৰ ল'ৰা-ছোৱালীক কেনেদৰে শিক্ষা দিব লাগিব

সেই সমস্যা স্বাধীনতা যুদ্ধৰ প্ৰধানতম নেতা মহাত্মা গান্ধীয়ে নভবাকৈ থকা নাছিল। ভাবিছিল কাৰণে বুনিয়াদী শিক্ষাৰ পৰিকল্পনা কৰিছিল। দেশে তাক গ্ৰহণ নকৰিলে। দেশৰ প্ৰথম প্ৰধানমন্ত্ৰীয়েও বুনিয়াদী শিক্ষাক শুভ দৃষ্টিৰে নাচালে। দেশৰ কৃষ্টি সংস্কৃতিৰ ঐতিহ্যৰ ভিত্তিত শিক্ষাৰ যি পৰিকল্পনা কৰা হৈছিল তাক কাৰ্য্যত পৰিণত কৰাৰ বাবে আন্তৰিকতা, বিশ্বাস আৰু অৰ্থৰ অভাৱ ঘটিল, যি বুনিয়াদী শিক্ষাৰ পৰিকল্পনাত সত্য ধৰ্মৰ স্থান প্ৰধান আছিল সেই বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তনত অসত্য নীতিৰ আশ্ৰয় লোৱা হ'ল। সেই নীতি প্ৰৱৰ্ত্তনত এনে এটি ভেকোভাওনাৰ দৃশ্য ৰূপায়িত হৈ উঠিল যে বুনিয়াদী শিক্ষাৰ আঁচনি কৰ্ত্তাসকলৰ ভিতৰত যি জনা মুখ্য শিক্ষাবিদ আছিল সেই মহামান্য জাকিৰ হোছেনে তাক 'ফ্ৰড' বা নিছক্ ফাকি বুলি ক'বলৈ বাধ্য হৈছিল। ভাৰতীয় প্ৰশাসনত সৰ্বত্ৰ দুৰলীয়া নীতিৰ প্ৰচলন— স্বাধীনতা পোৱাৰ লগে লগে হৈ গ'ল।

বুনিয়াদী শিক্ষা যদি পূৰ্ণভাৱে ৰূপায়িত কৰিবৰ আন্তৰিক প্ৰচেষ্টা থাকিলহেঁতেন তেন্তে আজি শিল্প আৰু উদ্যোগৰ উন্নয়নৰ ক্ষেত্ৰত উপযুক্ত সংখ্যক প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষিত যুৱক পোৱা গ'লহেঁতেন। আজি চৰকাৰে আগবঢ়োৱা ঋণ আনন্দে গ্ৰহণ কৰিলেহেঁতেন। ঋণ দানৰো সাৰ্থকতা হ'লহেঁতেন।

## বৰ্তমান শিক্ষাই কৰ্ম শক্তি ধ্বংস কৰিছে

আজিও আমাৰ দেশত কৃষি বিদ্যা নিৰক্ষৰ কৃষকৰ হাততে আছে। অৱশ্যে দুই-চাৰিজন দূৰদৰ্শী উৎসাহী শিক্ষিত ডেকাই কৃষি বিদ্যাৰ আশ্ৰয় গ্ৰহণ কৰি সমাজত উৎকৃষ্ট উদাহৰণ ডাঙি ধৰিছে। ই আশাজনক সন্দেহ নাই। কিন্তু এতিয়াও কৃষিকাৰ্য্য নিৰক্ষৰ হোজা মানুহৰ হাততে পুৰণি পদ্ধতিত সৰহভাগ আছে। সেই কৃষক বিলাকৰ সতি-সন্ততি বৰ্তমান শিক্ষা পদ্ধতিত শিক্ষিত হৈ কৃষি কাৰ্য্য কৰিবলৈ লাজ পায়। সেই বাবে দেশৰ ভূমি বহিৰাগত লোকৰ হাতলৈ হস্তান্তৰিত হৈ গৈছে। বহিৰাগত সকলে অসমত আহি অসমীয়া ল'ৰা বিলাকে যিবিলাক কাম কৰিবলৈ লাজ পায়, সেই কামবোৰ সহজতে পাই যায় আৰু সেই কামবোৰৰ আশ্ৰয়ত জীৱিকা অৰ্জ্জনৰ পথ উলিয়াই লৈ অঙ্গহী-বঙ্গহী সকলৰ বাবেও সুবিধা কৰি দিয়ে। সেইদৰে আমাৰ বহুতো গৃহশিল্প বহিৰাগতৰ হস্তগত হৈছে। আনফালে আকৌ দেখা যায় যে বহিৰাগত সকলৰ ভিতৰতো যি বিলাক নিৰক্ষৰ, সেইবিলাকেহে মাটি দখল কৰি বহিছে আৰু দেশৰ শিক্ষিত যুৱকসকলে বহিৰাগত আধুনিক শিক্ষাত শিক্ষিত ডেকাসকলৰ লগত যোগ হৈ কম্যুনিষ্ট পন্থা অৱলম্বন কৰি দেশৰ জটিল সমস্যা অধিকতৰ জটিল কৰি তুলিছে।

বুনিয়াদী শিক্ষাৰ আঁচনিত কুটিৰ শিল্প কৃষিবিদ্যা, বাৰীপতা, শাক-পাচলিৰ খেতি কৰা সকলোবোৰ কথা আছিল। স্কুল বিলাকত সেইবোৰ শিক্ষা পোৱা হ'লে চাকৰি মনোভাৱ ক্ৰমে ক্ৰমে অন্তৰ্দ্ধান হ'লহেঁতেন আৰু কৃষিজাত শিল্পজাত

দ্ৰব্যৰ উৎপাদন বঢ়াৰ লগে লগে সমাজৰ কল্যাণ আৰু নিজৰ উন্নতি সাধন হ'লহেঁতেন। এতিয়া শাক-পাঁচলিৰ খেতিও কৰে নিৰক্ষৰ লোক সকলেহে আৰু বজাৰত বিক্ৰিও কৰে নিৰক্ষৰ লোক সকলে আৰু এখন বজাৰৰ পৰা নি আনখন বজাৰত যোগান ধৰে নিৰক্ষৰ লোক সকলে। বহিৰাগত সকলৰ ভিতৰত অৱশ্যে শিক্ষিত লোক যে নাই সেই কথা ক'ব নোৱাৰি। স্থানীয় অসমীয়া মানুহৰ নিবনুৱা সমস্যা এইদৰে বেছি জটিল হৈ পৰিছে।

বুনিয়াদী শিক্ষাত ল'ৰাবিলাক আৰু ছোৱালী বিলাক শিক্ষিত হৈ উঠিলে কোনো কাম হেয় বুলি ভবা দোষ আঁতৰিলেহেঁতেন আৰু এইবোৰ কৰ্মৰ মাধ্যমতে যে যথেষ্ট অৰ্থ উপাৰ্জন কৰি স্বাধীন মনোবৃত্তিৰে জীৱন-যাপন কৰি সুখে স্বচ্ছন্দে থাকিব পৰা গ'লহেঁতেন এই কথা বুজি পালেহেঁতেন। আজি প্ৰায় ৩৫ বছৰেও দেশৰ শিক্ষাবিদ ৰাজনীতিবিদ কৰ্মবীৰ সকলেও বুনিয়াদী শিক্ষাৰ প্ৰয়োজনীয়তা আৰু উপযোগিতা বুজি নাপালে। দেশৰ জনসাধাৰণেও নুবুজিলে।

## বিশ্ববিদ্যালয়ৰ শিক্ষা

বিভিন্ন কলেজত ভৰ্তি হোৱাৰ সময়ত কি দেখা যায়? ছিট সীমিত সংখ্যাৰ থকা বাবে বাতৰি কাকতবোৰে কলেজত ভৰ্তি হোৱাৰ বাবে অহা অসংখ্য ল'ৰা-ছোৱালীৰ ছবি তুলি বাতৰি পৰিৱেশন কৰিছে। উদ্বৃত্ত ল'ৰা-ছোৱালীৰ বাবে নতুন নতুন কলেজ স্থাপিত হৈ গৈয়ে থাকিব। শিক্ষকৰ অভাৱ কাহানিও নহ'ব— অভাৱ হ'ব ঘৰ-দুৱাৰ, আচবাব পাতি আৰু লাইব্ৰেৰীৰ পুস্তকাদিকে ধৰি শিক্ষাদানৰ সঁজুলি সমূহ। সেইবোৰৰ অভাৱৰ মাজতে পঢ়া-শুনা চলি থাকিব। সৰহ সংখ্যক পৰীক্ষাত ফেল হ'ব। পাছ কৰা আৰু ফেল কৰা উভয় বিধ ছাত্ৰ-ছাত্ৰীৰে একেবোৰ সমস্যা। সমস্যা সমাধানৰ একমাত্ৰ পথ তেওঁলোকৰ দৃষ্টিত পৰে— নতুন নতুন স্কুল আৰু কলেজ খোলা। সেই পথেদিও অলপ সংখ্যক লোকৰ সমস্যা হে সমাধান হয়। বেছি ভাগৰ সমস্যা বাঢ়ি যায়। এই যে এটা বাস্তৱ পৰিস্থিতি আৰু এই পৰিস্থিতিৰ পটভূমিতে যে দেশৰ বিশৃঙ্খল অৱস্থা বৃদ্ধি প্ৰাপ্ত হৈ গৈ আছে তাৰ সমাধানত শীতল মস্তিষ্কৰে গভীৰ মনোযোগেৰে ৰাজনীতিক সকলে সঙ্ঘবদ্ধ হৈ বিবেচনা নকৰে ; কাৰণ তেতিয়া বোলে ক্ষমতাপ্ৰাপ্ত দলক আক্ৰমণ কৰা বহু অস্ত্ৰ কমি যায় আৰু ক্ষমতাপ্ৰাপ্ত দলেও ক্ষমতা হেৰুৱাৰ ভয়ত সেই বিষয় গভীৰ ভাবে চিন্তা কৰি কাৰ্য্যকৰী পন্থা হাতত নলয়। কি অধঃপতন হৈছে ভাৰতীয় জাতিৰ।

## কোনে কি ব্যৱসায় ল'ব?

**এই প্ৰশ্নৰ উত্তৰ কেইজন ছাত্ৰই দিব পাৰিব? প্ৰত্যেকৰ অন্তৰত চাকৰি কৰাৰ প্ৰবল আকাঙ্খা। পাব নে নেপায় তাৰ অনিশ্চয়তা থাকিলেও আকাঙ্খাৰ**

তীব্ৰতা কাৰো মনৰ পৰা নাযায়। আন ফালে ভাৰতীয় প্ৰত্যেক জনেই ভাবে যে পৈতৃক ব্যৱসায়টো বেয়া আৰু ভবাৰ কাৰণ হৈছে যে সামাজিক দৃষ্টি ভঙ্গীয়ে ব্যৱসায় বোৰৰ ওপৰত ভাল-বেয়াৰ ছাপ মাৰি থৈছে। চাকৰি ক্ষেত্ৰত এটা চকীদাৰ পিয়নৰ চাকৰিকো মৰ্য্যাদাসম্পন্ন ভবা হয়। সেইবাবে গান্ধীজীয়ে পুনঃ পুনঃ কৈছিল যে পৈতৃক ব্যৱসায়বোৰ ত্যাগ কৰিলে দেশৰ কুটিৰ শিল্পৰ ধ্বংস হ'ব আৰু সেইবাবে সকলো প্ৰকাৰ কামৰে নিপুণতা ধ্বংস হ'ব। সেইবোৰ কথাৰ বা উপদেশৰ মূল্য আমি দিয়া নাই।

চৰকাৰৰ পৰা কিবা এটা আহিলে গছৰ পৰা পৰা ফলৰ দৰে আনক মাৰি নিবলৈ আমি লৰি যাওঁ— বুটলি লওঁ, ইফালে সেই ফলটোৰ মোৰ আৱশ্যক থাকক বা নাথাকক। আকৌ সেই ফলটোৰ আৱশ্যক থাকিলেও তাক কেনেকৈ খাব লাগে, তাৰো জ্ঞান নাই। সেইদৰে চৰকাৰী ঋণ বোৰ লোৱা হৈছে। পোৱা হৈছে ঋণ বুলি,, গ্ৰহণ কৰা হৈছে— দান বুলি। এই ঋণ বোৰ যেনেদৰে দিয়া হৈছে— তাৰ দ্বাৰা জাতিৰ নৈতিকতা পূৰ্ণ ভাবে ধ্বংস কৰাৰ পথ উলিয়াইছে।

বুনিয়াদী শিক্ষাৰ পৰিকল্পনাত আছিল— (১) কৰ্ম্মক ভাল-বেয়া বুলি ভবা কুসংস্কাৰ ধ্বংস কৰা, (২) যাৰ যেনে মনোবৃত্তি তেনে ব্যৱসায় নিৰ্বাচন কৰিবৰ শক্তি দান কৰা, (৩) আন ফালে বি. এ., এম. এ. পাছ কৰা লোকতকৈও বেছি চৰিত্ৰবান কৰি তোলা আৰু বিশ্ববিদ্যালয়ত পঢ়াৰো পথ সম্পূৰ্ণ মুক্ত ৰখা। তেতিয়া কোনে কি ব্যৱসায় ল'ব সেইটো নিৰ্বাচন আপোনা-আপুনি হৈ যাব। সি সমস্যা হৈ নাথাকে।●

## ভাৱৰ বুৰবুৰণি

# সমাজতন্ত্ৰবাদৰ প্ৰয়োগ

### (শিক্ষাব্ৰতী)

ভাৰতীয় সংসদত স্বৰ্গীয় ৰামমনোহৰ লোহিয়াই হিচাব কৰি দেখুৱাইছিল যে ভাৰতৰ প্ৰধান মন্ত্ৰী পদৰ বাবে দৈনিক খৰচ হয় ২৫,০০০ (পচিশ হাজাৰ) টকা। সেইদৰে স্বতন্ত্ৰ পাৰ্টিৰ নেতা মিনু মাছানিয়ে দেখুৱাইছে যে একোজন কেন্দ্ৰীয় মন্ত্ৰীক পোহ দিবলৈ মাহে ২০,০০০ (বিশ) হাজাৰ টকা খৰচ হয়।

উত্তৰ প্ৰদেশৰ তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীচন্দ্ৰ ভানু গুপ্তই হিচাব কৰি দেখুৱাইছে যে শ্ৰীমতী গান্ধী যিমান বাৰে উত্তৰ প্ৰদেশলৈ গৈছে সিমান বাৰে প্ৰত্যেক বাৰৰ ভ্ৰমণতে এক লাখকৈ টকা খৰচ হৈছে। মেঘালয়ৰ মুখ্যমন্ত্ৰীৰ চৰকাৰী বাস ভৱন হিচাবে ব্যৱহাৰ কৰিবলৈ শ্বিলঙত এটা ঘৰৰ চুণ কাম কৰা হৈছে ১ লাখ ১৩ হাজাৰ টকা ব্যয়ত। ঘৰটো আগেয়ে এজন বিষয়াৰ চৰকাৰী বাস ভৱন আছিল আৰু সম্প্ৰতি তাক মেঘালয় চৰকাৰক দিয়া হৈছে মুখ্যমন্ত্ৰীৰ চৰকাৰী বাসস্থান হিচাবে ব্যৱহাৰ কৰিবলৈ। সমাজতন্ত্ৰবাদ কেনেদৰে ৰূপায়িত হ'ব ধৰিছে সেই বিষয়ে আৰু বিশেষ মন্তব্যৰ আৱশ্যক নকৰে। এই সমাজতন্ত্ৰবাদ গান্ধী দৰ্শনৰ ভিত্তিত নে চীন বা ৰাছিয়াৰ সমাজতন্ত্ৰবাদৰ ভিত্তিত?

সমাজৰ মানুহৰ মাজত সমাজৰ বাবেহে সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠাৰ আৱশ্যক। গতিকে সমাজৰ সমস্ত লোকৰে কিংবা সৰহ সংখ্যক লোকৰ সমৰ্থন সাপেক্ষেহে কোনো এটা মতবাদ প্ৰতিষ্ঠা কৰিব পাৰি। একে সমাজৰ মানুহৰ ভিতৰতে যদি পৰস্পৰৰ প্ৰতি হিংসা আৰু বিদ্বেষ বিজড়িত নীতিৰে সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰা হয়, সেই নীতি সকলোৰে গ্ৰহণযোগ্য হ'ব নোৱাৰে সেইটো দেখ দেখ কথা। পশ্চিমবঙ্গৰ যুক্ত মৰ্চাৰ পতনে দেশবাসীক সেই কথা স্পষ্টকৈ প্ৰমাণ কৰি দেখুৱাইছে। এই পতনৰ পৰা আমি শিক্ষা লাভ কৰিব নোৱাৰোনে? ভাৰতৰ সকলোবিলাক ৰাজনৈতিক দলেৰে সমৰ্থিত সমাজতন্ত্ৰবাদ আদৰ্শ হোৱা সত্তেও নো বাৰু কিয় সমাজতন্ত্ৰবাদ প্ৰয়োগৰ বাবে সৰ্ব্বদলীয় সমৰ্থিত নীতি গ্ৰহণ কৰিব নোৱাৰি? ইয়াৰ পৰা জানো এইটোৱেই প্ৰমাণিত নহয় যে ই কেৱল ভুৱা আদৰ্শবাদৰ ধ্বনিহে মাথোন। ৰাইজক প্ৰতাৰণা কৰিবৰ এটা বৃহৎ ফন্দী।

পুৰণি সমাজ ভাঙি পেলালেহে নতুন সমাজ গঢ়িব পাৰি; তেতিয়াহে সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা কৰিব পাৰি - এই ভাৱধাৰাৰ অনুবৰ্ত্তী হৈ পিতৃমাতৃক

অমান্য কৰা, শিক্ষক আৰু গুৰুজনৰ অবাধ্য হোৱা, এয়ে হৈছে নতুন সমাজ গঠনৰ পদ্ধতি।

ভাৰতীয় সকলোবোৰ নীতি নিয়ম ভঙ্গ কৰি বিদেশী নীতি নিয়ম গ্ৰহণ কৰিলেহে প্ৰগতিৰ পথত আগুৱাব পাৰি। ধুতিৰ বদলি চুঙা পেণ্ট নিপিন্ধিলে, নিতৌ স্নান কৰিলে, কুখাদ্য অখাদ্য নাখালে প্ৰগতিৰ পথত আগবাঢ়ি যাব নোৱাৰি।

কাম প্ৰবৃত্তি স্বভাৱজ, পশু-পক্ষী সকলোতে ই বৰ্ত্তমান আছে। স্বভাৱজ ধৰ্ম্ম পালন কৰাত কোনো দোষ নাই। যুগ যুগান্তৰ ধৰি বিবেকী পুৰুষে সমাজৰ হিতৰ কাৰণে এই কাম প্ৰবৃত্তিক দমন কৰিব কৈ আহিছে কিন্তু আজি সাহিত্য ৰূপায়ণত নগ্ন চিত্ৰৰ বৰ্ণনা থকা গল্প, উপন্যাস বোৰেই হৈছে উচ্চ সাহিত্য। সাহিত্যৰ প্ৰগতিৰ সেয়েহে প্ৰধান লক্ষণ।

প্ৰকৃতিতো যে নিয়ম শৃঙ্খলা আছে, সূৰ্য্য, চন্দ্ৰৰ উদয় অস্ততো যে নিয়ম শৃঙ্খলা আছে, ফল-ফুল অঙ্কুৰৰ বৃদ্ধি হোৱাৰ পৈণত বা প্ৰস্ফুটিত হোৱাৰ নিয়ম শৃঙ্খলা আছে সেই বিজ্ঞান বিজ্ঞান নহয়; বিজ্ঞান হৈছে যন্ত্ৰপাতিৰ নতুন নতুন উদ্ভাৱন যাৰ দ্বাৰা প্ৰকৃতিকো ধ্বংস কৰিব পাৰি, প্ৰশাসনীয় নিয়ম শৃঙ্খলাৰো ধ্বংস সাধন কৰিব পাৰি, যাৰ দ্বাৰা অভিনৱ ধৰণে ৰেল, জাহাজ গুদাম ঘৰ পেট্ৰল ডিপোৰ ধ্বংস সাধন কৰিব পাৰি, সেয়েহে বিজ্ঞানৰ প্ৰগতি। সেয়েহে পাৰমাণৱিক অস্ত্ৰ সৃষ্টিৰ ক্ষমতা বিজ্ঞানৰ উত্তম প্ৰগতি, কাৰণ ধ্বংসৰ পথত প্ৰধান সহায়ক। চীনৰ পাৰমাণৱিক অস্ত্ৰ শস্ত্ৰই সেয়েহে সৰ্ব্বত্ৰ আতঙ্কৰ সৃষ্টি কৰিছে।●

## ভাৱৰ বুৰবুৰণি

# পাকিস্তানী অনুপ্ৰৱেশ আৰু দেশ ৰক্ষা

## (শিক্ষাব্ৰতী)

পাকিস্তানৰ পৰা হিন্দুবিলাকে পাকিস্তানী মুছলমান সকলৰ অত্যাচাৰ নিপীড়নত থাকিব নোৱাৰি ভাৰতলৈ আহিছে। এই পৰিব্ৰজন, স্বাধীনতা লাভৰ আৰম্ভণিৰে পৰা যোৱা ২২ বছৰে চলি আছে। তাৰ পূৰ্ব্বে যিবিলাক হিন্দু লোক পূৰ্ব্ববঙ্গৰ পৰা অসমলৈ আহিছিল, সেইবিলাক লোকে ইয়াত কৰ্ম্মৰ সংস্থান বিচাৰি আহিছিল। ইয়াত আহি কৰ্ম্মৰ সংস্থান পাই নিগাজীকৈ থাকিও গৈছিল আৰু বঙ্গদেশতো এখন ঘৰ ৰাখি থৈছিল। একে পদ্ধতিৰে মুছলমানসকল এই ৰাজ্যলৈ আহি আছিল আৰু এতিয়াও আহিয়েই আছে; কিন্তু বৰ্ত্তমানে মুছলমান সকল অকল কৰ্ম্ম সংস্থানৰ বাবেই অহা নাই, জনসংখ্যা বঢ়াই অসমৰ হিন্দুৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰি কালক্ৰমত অসমক পাকিস্তানৰ অন্তৰ্ভূক্ত কৰাৰো গূঢ় আৰু প্ৰধান উদ্দেশ্য নিহিত আছে। অসমত পৰিয়াল পৰিকল্পনাৰ প্ৰকোপত হিন্দুৰ সংখ্যা কমি আহিব ধৰিছে, আনফালে ভাৰতীয় আইনৰ ধাৰাত হিন্দুৰে একাধিক পত্নী গ্ৰহণ কৰাও নিষিদ্ধ হৈছে। কিন্তু পাকিস্তানৰ পৰা অহা মুছলমানে চাৰিজনীকৈ পত্নী বিয়া কৰাই সন্তানৰ সংখ্যা বঢ়াই অসমৰ স্থায়ী বাসিন্দা বুলি প্ৰমাণ কৰি ভোটৰ অধিকাৰ পাই আহিব ধৰিছে। চাৰিজনীয়েই নহয়, এজনীক তালাক দি পুনঃ এজনী ল'ব পৰা অধিকাৰ মুছলমান সকলৰ আছে। সেই অনুপাতে এজন মুছলমানে কিমান জনসংখ্যা বঢ়াব পাৰে সেই বিষয়ে অনুমান কৰা টান কথা নহয়। দেশ ৰক্ষাৰ পদ্ধতিত এই বিষয়টো বিবেচ্য হোৱা উচিত। এখন দেশৰ সকলো অধিবাসীৰ প্ৰতি একে প্ৰকাৰ আইনৰ শাসন বিচাৰ দাবী কৰাটো যদি সাম্প্ৰদায়িকতা বুলি কোৱা হয়, সেইসকলে মানৱতাৰ পৰিচয় কোন পথেদি দিব পাৰে?

যিবিলাক থলুৱা মুছলমানে পাকিস্তানৰ পৰা অহা মুছলমানক আশ্ৰয় দি অসমৰ স্থায়ী বাসিন্দা হোৱাৰ সুযোগ-সুবিধা আগবঢ়াইছে, সেইবিলাক মুছলমানক দেশদ্ৰোহী বুলি বিচাৰ কৰি কিয় নিৰ্বাসিত বা দেশান্তৰিত কৰা নহয়? দেশ ৰক্ষাৰ আইনৰ পৰিধিত এই সমস্যাটো স্বাভাৱিকতে আহি পৰে।

লাখ লাখ মুছলমান পাকিস্তানৰ পৰা অবৈধভাবে আহি অসমত (ভাৰতৰ আন আন ঠাইতো) যে বসতি কৰি আহিছে সেই বিলাকক দেশান্তৰিত বা বিতাড়িত

কৰিবলৈ উচ্চন্যায়ালয় পৰ্যায়ৰ তিনিগৰাকী ন্যায়াধীশক তদন্তক্ৰমে বিচাৰ কৰিবলৈ আৰু যথাযুক্ত বিধান হাতত ল'বলৈ পূৰ্ণ ক্ষমতা দি এই অবৈধ অনুপ্ৰৱেশৰ বিৰুদ্ধে ভাৰত চৰকাৰে অতি সোনকালে ব্যৱস্থা গ্ৰহণ কৰা উচিত। ইয়াক দেশৰক্ষাৰ গণ্ডীতহে বিচাৰ কৰি চাব লাগে। সেই ন্যায়্যাধীশ সকলে কোনবিলাক মুছলমানে অবৈধভাবে ভোটৰ অধিকাৰ পাইছে তাকো বিচাৰ কৰি বিহিত ব্যৱস্থা হাতত ল'বলৈ তেওঁলোকক ক্ষমতা দিব লাগে। এইটো এটা প্ৰস্তাৱনা হে মাথোন। এসময়ত চীনত মুছলমান সকলে অবাঞ্ছিত সংঘৰ্ষ লগোৱাত যেনেকৈ চীন চৰকাৰে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰি দেশদ্ৰোহী মুছলমান সকলক দমন কৰিছিল; সেই কঠোৰতাৰ আৱশ্যক হৈছে বৰ্ত্তমানে ভাৰতত থকা অভাৰতীয় মনোধৰ্ম্মী মুছলমান সকলক দমন কৰিবলৈ।

অভাৰতীয় লোক সকলক আশ্ৰয় আৰু প্ৰশ্ৰয় নিদি যাতে দেশাত্মবোধৰ পৰিচয় দিয়ে তাৰ বাবে খিলঞ্জীয়া আৰু দেশপ্ৰেমী মুছলমান ভাই সকলে সঙ্ঘবদ্ধ হৈ এই উদ্দেশ্য সাধনৰ বাবে স্থায়ী প্ৰতিষ্ঠান গঢ়ি তোলা উচিত আৰু তাৰ জড়িয়তে দেশৰক্ষাত সহায় হোৱা উচিত।

হিন্দুৰ শাস্ত্ৰই কয় যে "স দেশো যত্ৰ জীৱাতে" অৰ্থাৎ সেইখনেই নিজৰ দেশ যি দেশত জীৱিকা অৰ্জন হয়। ভাৰতবৰ্ষই যদি মুছলমান সকলক জীৱিকা দিছে, ভাৰতবৰ্ষক স্বদেশ বুলি মুছলমানসকলে ভাবক। ভাৰতীয় হিন্দুয়ে মুছলমান সকলৰ পৰা এইটোকে আশা কৰে আৰু ভাৰতীয় বহু মুছলমানে ভাৰতক স্বদেশ বুলি নাভাবে কাৰণে ভাৰতীয় জন সংঘই 'ভাৰতীয়কৰণ নীতি উত্থাপন কৰিছে, হিন্দুকৰণ নীতি গ্ৰহণ কৰিবলৈ কোৱা নাই। মুছলমান, মুছলমান হৈয়েই থাকক। যি দেশত আছে, যি দেশত জীৱিকা অৰ্জন কৰিছে, সেই দেশখনক স্বদেশ বুলি ভাবক। যদিহে মুছলমান সকলে ভাৰতক স্বদেশ বুলি নাভাবে তেন্তে তেওঁলোকক ভাৰতৰ লোক বুলি কেনেকৈ ক'ব পাৰি? হিন্দুশাস্ত্ৰৰ এই নীতিও মুছলমান ধৰ্ম্মৰ লোকৰ প্ৰতি প্ৰযোজ্য হ'ব নোৱাৰে নেকি? তাৰ দ্বাৰা ভাৰতৰ ধৰ্ম্মনিৰপেক্ষতা ভঙ্গ হ'ব পাৰে নেকি? সেই বাবেই ভাৰতীয়কৰণ (Indianisation) নীতি দোষৰ হৈ পৰিছে নেকি?

## মই হিন্দু

আজি প্ৰধান মন্ত্ৰী, শ্ৰীমতী গান্ধীয়ে মই হিন্দু বুলি ক'ব ধৰিছে; কিন্তু তেওঁ সাম্প্ৰদায়িক ৰাজনৈতিক দল মুছলিম লীগৰ লগ লাগিছে। জনসঙ্ঘ দলত যদিও মুছলমান সদস্যও আছে, তথাপি জনসঙ্ঘ দল সাম্প্ৰদায়িক দল বুলি তাৰ বিৰুদ্ধে প্ৰচাৰ আৰম্ভ কৰিছে।

মৌলিক অধিকাৰ আৰু চিৰন্তন সত্যৰ বিৰুদ্ধে যিবিলাক কাৰ্য্য চৰকাৰে

কৰে তাৰ বিৰুদ্ধে মাত মাতিলে হয় প্ৰতিক্ৰিয়াশীল (Reactionary)। প্ৰতিক্ৰিয়াশীল কোন? সৰ্ববাদী সহমত, সমগ্ৰ মানৱ জাতি স্বীকৃত যিবোৰ চিৰন্তন সত্য, নীতি তাক যি বিলাকে ভঙ্গ কৰে সেই বিলাক হেনো প্ৰতিক্ৰিয়াশীল নহয় সেই বিলাক হয় প্ৰগতিবাদী আৰু যিবিলাকে সেই সত্য নীতি ৰক্ষা কৰিব খোজে সেই বিলাকহে হয় ৰক্ষণশীল (Conservative) আৰু প্ৰতিক্ৰিয়াশীল। গান্ধীজীয়ে গোহত্যা নিবাৰণ কৰাৰ কথা কোৱা নাছিলনে? গোৰক্ষাৰ নীতি গ্ৰহণ কৰিবলৈ কোৱা বাবে গান্ধীজী ৰক্ষণশীল আৰু প্ৰতিক্ৰিয়াশীল আছিলনে? হিন্দু প্ৰধান মন্ত্ৰী শ্ৰীমতী গান্ধীয়ে হিন্দুৰ গোহত্যা নিবাৰণ দাবী মানি নলয় কিয়?

সত্য আৰু অহিংসাৰ প্ৰতীকধাৰী ভাৰত চৰকাৰৰ প্ৰধান মন্ত্ৰীয়ে মুছলীম লীগ আৰু হিংসাবাদী কমিউনিষ্ট পাৰ্টিৰ সহায়ত নিজৰ গাদী ৰক্ষা কৰি থাকি হিন্দুৰ হিন্দুত্ব বুলি গ্ৰহণ কৰিব ধৰিছে। হিন্দুশাস্ত্ৰই কৈছে 'বৰ্জয়েৎ বিৰোধং সহ মিত্ৰেণ' - বন্ধুৰ লগত বিৰোধ ত্যাগ কৰিবা - '(বৰ্জয়েৎ) সম্প্ৰীতিং শত্ৰুসেবিনা'। শত্ৰুৰ আশ্ৰিত লোকৰ সহিত বন্ধুত্ব ত্যাগ কৰিবা। মুছলীম লীগ পাকিস্তানৰ আশ্ৰিত হয় নে নহয়? হিংসাবাদী কমিউনিষ্ট চীনৰ আশ্ৰিত হয় নে নহয়?

"মই হিন্দু" বুলি কোৱা প্ৰধান মন্ত্ৰী হিন্দু শাস্ত্ৰৰ এই উপদেশ পালন নকৰি শত্ৰুৰ লগত বন্ধুত্ব স্থাপন কৰিছে নিজৰ ব্যক্তিগত স্বাৰ্থ ক্ষমতা ৰক্ষাৰ বাবে। তেওঁ মই হিন্দু বুলি কোৱাৰ সাৰ্থকতা কি? হিন্দু ধৰ্ম্ম আচাৰেই বা তেওঁ কি ৰক্ষা কৰিছে? হিন্দু ধৰ্ম্মৰ প্ৰতি তেওঁ আস্থাই বা কি দেখুৱাইছে?●

## ভাৱৰ বুৰবুৰণি

# ভাৰতৰ আশুবিপদৰ সম্ভাৱনা

### (শিক্ষাব্ৰতী)

ভাৰতবৰ্ষৰ বৰ্ত্তমান পৰিস্থিতি কি? দেশৰ আভ্যন্তৰীণ অৱস্থা হৈছে ৰাজনৈতিক মতভেদ - দলীয় অনৈক্য। বিভন্ন মতবাদী ৰাজনৈতিক দলবোৰৰ মাজত দেশৰ মৌলিক স্বাৰ্থ, ব্যক্তিৰ মৌলিক স্বত্ত্ব অধিকাৰ আৰু ব্যক্তি স্বাধীনতা আদি প্ৰশ্নৰ এটা সামজঞ্চ্য পূৰ্ণ ঐক্য সকলো দেশতে আছে। ভাৰতবৰ্ষত সেইটো নাই; তদুপৰি দলবিলাকৰ ভিতৰতো দলীয় সাংগঠনিক নীতি উলঙ্ঘন কৰি মতভেদৰ সৃষ্টি হৈয়েই আছে। ৰাজনৈতিক অৱস্থা এটা অবাঞ্ছিত জলীয় অৱস্থাৰ মাজত আছে।

**বন্ধু ভাবে থাকি শত্ৰুতা কৰা অৰ্থাৎ কোলাত থাকি বুকুত খুটিওৱা যিমান সহজ শত্ৰুভাবে থাকি সিমান সহজ নহয়।**

ভাৰতীয় কৃষ্টি সংস্কৃতিৰ প্ৰতি সৰহ সংখ্যক লোকে আস্থা হেৰুৱাব ধৰিছে। বৈদিক কৃষ্টি নমনা লোক প্ৰায় ৯৯ জন; ১০০ জনৰ ভিতৰত বাকী যি এজন আছে সেই জনৰো সতি-সন্ততি অবৈদিক কৃষ্টিমুখী হৈছে। তাৰ অৰ্থ এয়ে নহয় যে ভাৰতীয় লোকে বৈদিক কৃষ্টিৰ মূল্যায়ন ভালদৰে উপলব্ধি কৰি সেই কৃষ্টি সংশোধনমুখী হৈছে। ভাৰতীয় শাস্ত্ৰ আদি ভালদৰে অধ্যয়ন নকৰাকৈ বিদেশী লোকৰ মতবাদৰ ওপৰত নিৰ্ভৰ কৰি নিজৰ দেশৰ কৃষ্টি সংস্কৃতিৰ প্ৰতি অশ্ৰদ্ধাৰ ভাব পোষণ কৰি দেশবিৰোধী আচাৰসম্পন্ন হৈ সমগ্ৰ ভাৰতীয় চিন্তাধাৰা তথা সংস্কৃতিৰ ধাৰা পৰিবৰ্ত্তনৰ প্ৰয়াসী হৈ পৰিছে। এই ধৰণৰ পৰিস্থিতি, পৃথিৱীৰ আন কোনো জাতিৰ বা দেশৰ ভিতৰত হোৱাৰ সাক্ষ্য অতীত বুৰঞ্জী বা বৰ্ত্তমান ঘটনাবলীয়েও নিদিয়ে।

যোৱা ১৯৬২ চনৰ চীনৰ আক্ৰমণত সমগ্ৰ দেশ সেই আক্ৰমণৰ বিৰুদ্ধে ঐক্যবদ্ধ হৈ থিয় দিছিল যদিও তাৰ ভিতৰত কমিউনিষ্ট দলে চীনক সম্পূৰ্ণভাবে দোষাৰোপ কৰা নাছিল। যি মনোভাবৰ বীজ তেনে ব্যৱহাৰত পৰিলক্ষিত হৈছিল সেই বীজ বৰ্ত্তমান পৰিস্থিতিত অঙ্কুৰিত হোৱাৰ যথেষ্ট লক্ষণ প্ৰকাশ পাইছে। বঙ্গদেশৰ সংযুক্ত মৰ্চ্চাৰ পতনে আৰু নস্কালপন্থী সকলৰ কাৰ্য্যকৰণে প্ৰমাণ কৰিছে যে ভাৰতীয় চিন্তাধাৰা, স্বাভাৱিক দেশপ্ৰেমৰ অনুপ্ৰেৰণা তেওঁলোকৰ চৰিত্ৰত নাই। এতিয়া মাৰ্ক্সবাদী চিন্তাধাৰাৰ ভিত্তিত আমাৰ দেশৰ বৈদিক গ্ৰন্থ সমূহৰ

তত্ত্ববোৰো ব্যাখ্যা হ'ব ধৰিছে। আধ্যাত্মিক দৰ্শনৰ তত্ত্বসমূহো জড়বাদৰ দৃষ্টিভঙ্গীৰে ব্যাখ্যা কৰি সন্দিগ্ধবাদী সকলক আৰু বেছি সন্দিগ্ধ কৰি তুলি ধৰিব লাগিছে। মস্কো আৰু পিকিংপন্থী লোকৰ সংখ্যা বাঢ়ি গৈছে আৰু আমাৰ ছাত্ৰ সমাজক সেই বিপথত পৰিচালিত কৰাৰ সফলতাপূৰ্ণ যত্নৰ প্ৰয়াস পৰিলক্ষিত হৈছে। আমাৰ বৰ্ত্তমান কেন্দ্ৰীয় চৰকাৰো সেই ভিত্তিতেই তিষ্ঠি আছে।

এনে সময়ত মাওচু টুঙ্গে ভাৰতৰ প্ৰতি শুভদৃষ্টি পোলোৱাৰ বন্ধুত্ব ভাৱ পুনৰ্জ্জীৱিত কৰি সহাৱস্থানৰ নীতি গ্ৰহণৰ ভাব দেখুৱাইছে। ইয়াৰ পৰা কি বুজা যায়?

**শিক্ষাব্ৰতীয়ে পূৰ্ব্বৰ চীনা আক্ৰমণৰ শিক্ষাৰে ৰাইজক ক'ব খোজে যে—**

বৰ্ত্তমান ভাৰতবৰ্ষৰ আভ্যন্তৰীণ গোলযোগৰ মাত্ৰা বৃদ্ধি কৰিছে - চীন পন্থী লোক সকলে। যোৱাবাৰ আক্ৰমণৰ সময়ত ভাৰতৰ জনগণৰ অভূতপূৰ্ব্ব ঐক্যৰ বিষয়ে চীন সকলে ভাবিব পৰা নাছিল। সেইবাবে সেই ঐক্য ভঙ্গৰ যথেষ্ট চেষ্টা ইতিমধ্যে তেওঁলোকে দেশৰ চীনাপন্থী সকলৰ মাৰফতে, পাকিস্তান আৰু নগা, মিজো সকলৰ ফলীয়া হৈ কৰিছে আৰু বহুদূৰ সফল হৈছে। চীনে যদি সুবিধা বুজি পুনৰায় ভাৰতবৰ্ষ আক্ৰমণ কৰে, তেন্তে পূৰ্ব্বৰ ঐক্য পুনৰায় পৰিলক্ষিত নহ'ব। তদুপৰি এখন দেশত যদি আভ্যন্তৰীণ শান্তি আৰু ঐক্য নাথাকে দেশ জয় কৰা সহজ হয় - সেই কথা বুৰঞ্জীৰ পাতত স্পষ্টকৈ লিখা আছে। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে মাওৰ শুভদৃষ্টি কোনফালে পৰিছে। বন্ধুভাবে থাকি শত্ৰুতা কৰা অৰ্থাৎ কোলাত থাকি বুকুত খুটিওৱা যিমান সহজ, শত্ৰুভাবে থাকি সিমান সহজ নহয়।

বৈদিক গ্ৰন্থসমূহৰ অপব্যাখ্যা কৰাৰ অৰ্থ হৈছে যে দেশৰ আভ্যন্তৰিণ সমাজত শ্ৰেণী বিদ্বেষ সৃষ্টি কৰা আৰু আধ্যাত্মিকতাবাদী চৰিত্ৰবান ভাৰতবাসী সকলৰ জাতীয় চৰিত্ৰ ধ্বংস কৰা। চৰিত্ৰহীন জাতিক, বিলাসপ্ৰিয় জাতিক, সৎ আদৰ্শহীন জাতিক ধ্বংস কৰা বেছি সহজ।●

# ৰাইজৰ দুখ দুৰ্গতি

ই ১৯৫৫ চনৰ কথা। অসমত হৈ যোৱা মহা ভূমিকম্পৰ পাছত অসমত বছৰি হ'বলৈ ধৰিলে বান পানীৰ তাণ্ডৱ লীলা। অসম চৰকাৰ হ'ল নিৰুপায়, ৰাইজো হ'ল হতবুদ্ধি। অসমৰ নদীবোৰ নিয়ন্ত্ৰণ কৰিব লাগে - ব্ৰহ্মপুত্ৰৰ তলি ওখ হৈ যোৱা বাবে (ভূমিকম্পৰ বাবে) নিয়মিত ৰূপে ওপৰঞ্চি পানী সাগৰলৈ বোৱাই লৈ যাব নোৱাৰে, তাৰ ফলত অসমৰ নদীৰে বৰ পানী ওফৰি বানপানী হয় অকস্মাতে। অনভ্যস্ত ৰাইজ হতবুদ্ধি হৈ পৰে।

উপায় নিৰ্দ্ধাৰণ কৰিলে নদীবোৰৰ দুয়োপাৰে মথাউৰি নিৰ্মাণ কৰিব লাগে। আমাৰ ক্ষুদ্ৰ মস্তিস্কৰ বুদ্ধিৰে বুজি পালো যে এই পৰিকল্পনাই ৰাইজক আৰু বেছি বিপন্ন কৰি তুলিব। আমাৰ মনত যি উদ্বিগ্নতাৰ আবেগ প্ৰকাশ পালে, তাক মনতে ৰুদ্ধ কৰিব নোৱৰি তিনিখন চিঠি লিখিলোঁ।

এখন চিঠি লিখিলো - নতুন অসমীয়াৰ সম্পাদকলৈ। সেই চিঠি প্ৰকাশ হ'ল। প্ৰতিক্ৰিয়া বিশেষ একো নহ'ল।

আনখন চিঠি লিখিলোঁ অসমৰ জনপ্ৰিয় নেতা তেতিয়াৰ অসম কংগ্ৰেছৰ সভাপতি শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীলৈ। উত্তৰ আহিল গতানুগতিক ধৰণে যে মোৰ চিঠি মথাউৰি নিৰ্মাণৰ পৰিকল্পনাৰ বাবে গঠিত বিশেষজ্ঞ কমিটিলৈ পঠোৱা হৈছে। সেই চিঠিৰ ফলাফলো নিশ্চয় আশানুৰূপ নহ'ল।

তৃতীয় চিঠি লিখিছিলোঁ। অসমৰ আন এজন জনপ্ৰিয় নেতা আৰু তেতিয়াৰ গড়কাপ্তানি আৰু ই-এণ্ড-ডি বিভাগৰ মন্ত্ৰী সিদ্ধি নাথ শৰ্ম্মা ডাঙৰীয়ালৈ। তাৰ উত্তৰো নাপালো আৰু সেই চিঠিৰ ফলাফল সম্পৰ্কেও একো নাজানিলোঁ।

অসংখ্য টকা খৰচ কৰি আৰু বহুল পৰিমাণে অৰ্থব্যয় কৰি মথাউৰি নিৰ্ম্মাণ কাৰ্য্য হৈ গ'ল। বহু পৰিমাণৰ খেতিৰ মাটি নষ্ট হ'ল। আমাৰ চিঠিত উল্লেখ কৰা অনুসাৰে এই মথাউৰি নিৰ্ম্মাণ কাৰ্য্যই বানপানী নিয়ন্ত্ৰণতো কৰিবই নোৱাৰিলে ওপৰঞ্চি বহু দুখ দুৰ্গতি আনয়ন কৰিলে। মাছ পুঠি নোহোৱা হ'ল আৰু যিবিলাক ঠাইত আগেয়ে বানপানী নহৈছিল সেইবোৰ ঠাইতো মথাউৰি ৰাইজে মনে মনে কাটি দিয়াৰ ফলত নাইবা পানী ভাঙি পেলোৱাৰ ফলত অকস্মাতে বানপানী আহি ঘৰ-দুৱাৰ ডুবাই পেলায় আৰু গৰু, মহ উটাই নিয়ে, সৰ্ব্বসাধাৰণ ৰাইজ বিপাণ্ডত পৰে। আনফালে বছৰি চৰকাৰৰ বহু টকাৰ অপব্যয় হৈ আহিছে আৰু এতিয়াও হৈ আছে।

সম্প্ৰতি শুনা গৈছে যে পানী আটক কৰি ৰখাৰ পৰিকল্পনা কৰা হৈছে আৰু ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা মাটি কাটিবৰ ব্যৱস্থা ল'বৰ দিহা হৈছে। এই দুটা কথা আমাৰ সেই উল্লেখ কৰা চিঠিৰ ভিতৰত আছিল। যি নহওঁক ইমান দিনে যে সেই সিদ্ধান্তলৈ চৰকাৰ আৰু চৰকাৰৰ বিশেষজ্ঞ সকল আহিছে সি আমাৰ কাৰণে ব্যক্তিগত ভাবে সন্তোষৰ কথা কিন্তু সেই সিদ্ধান্ত বা বানপানী আটক কৰি ৰাখি যে সেই খালৰ পানী সিচি বৰষুণ নহ'লেও কঠিয়া ৰুব পাৰি সেই পদ্ধতি উঠি যোৱাত বৰষুণৰ ফালে চাই থাকিব লগা হ'ল। সময়মতে বৰষুণ নহ'লে মাটি চন পৰি যায়।

খেতিয়কৰ সংখ্যা বাঢ়িছে সঁচা আৰু নতুন পদ্ধতিও খেতিয়ক সকলে গ্ৰহণ কৰিছে সঁচা কিন্তু পুৰণি পদ্ধতিৰ বা দেশৰ পৰম্পৰাত থকা ভাল ভাল কথাবোৰ বাদ দিয়া হৈছে। প্ৰত্যেক ১০ বিঘা মাটিত পানী যোগান ধৰিব পৰা খাল দুইমূৰে দুটাকৈ ৰাখিলে পানীৰো অভাৱ নহয় আৰু মাছ-পুঠিৰো ব্যৱস্থা হয়। চৰকাৰৰ পৰিকল্পনাবোৰত এনে কিবা ব্যৱস্থা থকা ভাল বুলি ভাবি আমি এই কেইষাৰ কথা লিখিলোঁ। আমি বিশেষজ্ঞ নহওঁ কিন্তু এই বিষয়ে পুৰণি অভিজ্ঞতা থকা উচিত বিবেচনা কৰিছোঁ। ৰাইজৰ দুৰ্গতি ইয়াৰ পৰা কিছু নকমিবনে?●

# অহিংসা নীতি আৰু জাতীয় চৰিত্ৰ

ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ মূলমন্ত্ৰ আছিল অহিংসা। ইংৰাজ শাসনৰ বিৰুদ্ধেহে আমাৰ অভিযান, ইংৰাজ জাতিৰ বিৰুদ্ধে বা ইংৰাজ ব্যক্তিৰ বিৰুদ্ধে আমাৰ কোনো হিংসা বা বৈৰভাৱ নাই। এয়ে আছিল গান্ধীজী প্ৰচাৰিত নীতি। আন্দোলনৰ সময়ত হিংসাবাদী কোনো কোনো লোকে এই নীতি ভঙ্গ কৰি অশান্তি আনিছিল সঁচা কিন্তু গান্ধীজীয়ে তাক তীব্ৰভাবে নিন্দা কৰিছিল, আনকি অসহযোগ আন্দোলন যেতিয়া পূৰ্ণোদ্যমে চলিছে তেতিয়া যদি দেশৰ মানুহে হিংসামূলক কাৰ্য্যত লিপ্ত হৈছে তেন্তে তেওঁ আন্দোলনকে প্ৰত্যাহাৰ কৰিছিল। দেশে অহিংস আন্দোলনৰ মাধ্যমত স্বাধীনতা পোৱা ভুলি আমি গৌৰৱ কৰো সঁচা; কিন্তু প্ৰকৃততে স্বাধীনতা আন্দোলনৰ সময়তো অহিংসাৰ প্ৰকৃত ৰূপ দেশত বা পৃথিৱীত ৰূপায়িত হৈ নুঠিল। অহিংসাৰ ৰূপ ভাৰতীয় কাব্য আৰু ধৰ্ম্মশ্যাস্ত্ৰতে আগৰ দৰে নিবদ্ধ হৈ থাকিল।

**অহিংসাৰ ৰূপ কি?**

'অহিংসা প্ৰতিষ্ঠায়ং তৎ সন্নিধৌ বৈৰত্যাগঃ'। (পতঞ্জল যোগ দৰ্শণ)

যেতিয়া যোগীৰ অহিংসাভাৱ পূৰ্ণভাৱে দৃঢ় আৰু স্থিৰ হৈ যায়. তেতিয়া তেওঁৰ ওচৰত পৰস্পৰ হিংসা কৰা জীৱবিলাকো নিৰ্বৈৰ হৈ যায়। বাঘে ছাগলিয়ে এক ঘাটতে পানী খায় - আমাৰ সমাজত প্ৰচলিত হৈ থকা এনে কথা কিম্বদন্তী মাথোন নহয়। নেউল আৰু সাপৰো পৰস্পৰ বৈৰিত্য নাথাকে।

এনে আশ্ৰম আছিল - মেধ্স মুনিৰ আশ্ৰম। সেই আশ্ৰম আছিল "প্ৰশান্তশ্বাপদাকীৰ্ণ" অৰ্থাৎ পশু-পক্ষীৰ ভিতৰতো পৰস্পৰ বৈৰিতা প্ৰশান্ত হৈ গৈছিল এই আশ্ৰমত। এনে আশ্ৰম আছিল অগস্ত্য মুনিৰ আশ্ৰম।

যদা প্ৰভৃতি চাক্ৰান্তা
দিগিয়ং পুণ্য কৰ্মণা।
তদা প্ৰভৃতি নিৰ্বৈৰাঃ
প্ৰশান্তা ৰজনীচৰাঃ।। (ৰামায়ণ)

যেতিয়াৰ পৰাই পুণ্যকৰ্মা মহামুনি অগস্ত্য ইয়ালৈ আহিছে, তেতিয়াৰ পৰাই নিশাচৰ ৰাক্ষস বিলাকেও বৈৰভাৱ পৰিত্যাগ কৰি শান্ত স্বভাৱ হৈছে।

এনে আশ্ৰম আছিল বাল্মিকী মুনিৰ আশ্ৰম।

খগ মৃগ বিপুল কোলাহল কৰহোঁ।
বিৰহিত বৈৰ মুদিত মন চৰহো।। (তুলসীদাসী ৰামায়ণ)

পশু পক্ষী বিলাকে বিপুল কোলাহল কৰে; কিন্তু পৰস্পৰ বৈৰিতা পৰিত্যাগ কৰি আনন্দমনে বিচৰণ কৰে।

এই ধৰণৰ অহিংসা যদি দেশত প্ৰতিষ্ঠিত হয়, তেতিয়া দেশত কোনো অশান্ত নাথাকিব। তেতিয়া ৰামৰাজ্য স্থাপিত হ'ব আৰু দেশত কোনো দুখ কষ্ট নাথাকিব।

প্ৰহৃষ্টমুদিতো লোকস্তুষ্টঃ
সুধাৰ্মিকঃ।
নিৰাময়ো হ্যৰোগশ্চ
দুৰ্ভিক্ষভয় বাজতঃ।।
ন পুত্ৰ মৰণং কেচিদ্
দ্ৰক্ষ্যন্তি পুৰুষা ক্কচিৎ।
নাৰ্য্যশ্চাবিধবা নিত্যং
ভবিষ্যন্তি পতিব্ৰতাঃ।।
ন চাগ্নিজং ভয়ং
কিঞ্চিন্নাপ্সু মজ্জন্তি জন্তব।
ন বাতজং ভয়ং কিঞ্চিন্নাপি
জ্বৰকৃতং তথা।।
ন চাপি ক্ষুদ্ভয়ং তত্ৰ ন
তস্কৰভয়ং তথা।
নগৰাণি চ ৰাষ্ট্ৰাণি
ধনধ্যান্য যুতানি চ।।
নিত্যং প্ৰমুদিতাঃ সৰ্বে যথা
কৃত যুগে তথা।।

ৰামৰাজ্য প্ৰতিষ্ঠিত হ'লে সমস্ত লোক হৰ্ষান্বিত, প্ৰমুদিত, তুষ্ট, পুষ্ট আৰু অতি ধাৰ্মিক হ'ব। কাৰো আধি, ব্যাধি কিংবা দুৰ্ভিক্ষৰ ভয় নাথাকিব। কোনো ঠাইতে কোনো লোকে পুত্ৰৰ মৃত্যু দেখা নাপাব। কোনো ৰমণী বৈধব্য যন্ত্ৰণা ভোগ নকৰিব, সকলো ৰমণী পতিব্ৰতা হ'ব। কাৰো অগ্নি, বায়ু, জল, ক্ষুধা, চোৰ বা জ্বৰ হেতুকে কোনো ভয় নাথাকিব। ৰাষ্ট্ৰ আৰু নগৰ বিলাক ধন-ধ্যানে পৰিপূৰ্ণ থাকিব। আনকি, তেতিয়া সকলো মানুহে সত্য যুগৰ দৰে সৰ্বদা সুখী থাকিব।

ৰামৰাজ্য স্থাপনৰ মূলমন্ত্ৰ হৈছে অহিংসা প্ৰতিষ্ঠা কৰা। এতিয়া আমি সেই পথেদি আগবাঢ়িছোনো নাই সেই কথা বিচাৰ কৰা নিতান্ত প্ৰয়োজন।

আজি দলীয় ৰাজনীতিৰ প্ৰভাৱত দলগত নীতিৰ পাৰ্থক্য নীতিগত হৈ থকা নাই, দলগত হিংসা আৰু ব্যক্তিগত হিংসাত পৰিণত হৈছে। মানৱীয় মৌলিক অধিকাৰৰ ওপৰত হস্তক্ষেপ কৰিবলৈ কোনো এটি ৰাজনৈতিক দলে দ্বিধা বোধ নকৰে। মৌলিক অধিকাৰৰ ভিত্তিত ৰচিত সংবিধানৰ ধাৰা সংশোধন কৰিবলৈকো

কাৰো দ্বিধা বোধ নহয়। দেশৰ যুগ যুগৰ পৰা চলি অহা পৰম্পৰা ভঙ্গ কৰাত কাৰো দ্বিধা বোধ নহয়। পুৰণি পৰম্পৰা ভঙ্গ কৰি নতুন পৰম্পৰা সৃষ্টি কৰা সহজ কথা নহয়। ভিন্ন দেশৰ আৰ্হিত পৰম্পৰা গঢ়িবলৈ যাওঁতে দেশৰ কৃষ্টি, সভ্যতা, ঐতিহ্য আৰু সংস্কৃতিয়ে বিকৃত ৰূপ ধাৰণ কৰে আৰু সৰ্বসাধাৰণ ৰাইজৰ দুখ কষ্টৰ কাৰণ হয়। গণতন্ত্ৰত সাধাৰণতে থকা উচিত মাত্ৰ দুটা ৰাজনৈতিক দল। উভয় দলৰে মৌলিক অধিকাৰবোৰৰ সম্পৰ্কে সমান দৃষ্টিভঙ্গী থাকিব লাগে। জনসাধাৰণৰ মৌলিক অধিকাৰ ৰক্ষা কৰা হ'ব লাগে মুলনীতি। এই মুলনীতি যাতে ভঙ্গ কৰা নহয় সেইবাবেহে সকলো প্ৰশ্নৰে ভাল-বেয়া, ন্যায়-অন্যায় বিচাৰ কৰিবৰ বাবে লাগে দুটা পক্ষ - পূৰ্বপক্ষ আৰু প্ৰতিপক্ষ। আমাৰ দেশৰ সকলো শাস্ত্ৰীয়নীতি তথা দেশৰ সভ্যতা সংস্কৃতি এই দুই পক্ষৰ যুক্তি পৰম্পৰাৰ ওপৰত নিৰ্ভুল ভাৱে গঢ়ি উঠিছে। শাস্ত্ৰীয় নীতি ভঙ্গ কৰা বাবে, স্বেচ্ছাচাৰী নীতি গ্ৰহণ কৰা বাবে দেশত হাহাকাৰ উপস্থিত হৈছে। গীতাত শ্ৰীভগৱানে নিজেই কৈছে যে—

যঃ শাস্ত্ৰবিধিমুৎ সৃজ্য
বৰ্ত্ততে কাম কাৰতঃ।
ন স সিদ্ধিমবপ্নোতি ন সুখং
ন পৰাং গতিম্।।

যিজনে শাস্ত্ৰবিধি নামানি নিজ ইচ্ছামতে চলে তেওঁৰ কৰ্মৰ উদ্দেশ্য সিদ্ধ নহয়। তেওঁ সুখ নাপায় আৰু তেওঁ শ্ৰেষ্ঠ গতিও লাভ কৰিব নোৱাৰে। (অৰ্থাৎ অধোগতি হয়)।

শাস্ত্ৰবিধি নামানিলে শাস্ত্ৰত উল্লেখ কৰা ফল পোৱাৰ কোনো আশা নাই। অহিংসাক নীতি হিচাবে জগতৰ ওচৰত ঘোষণা কৰি অহিংসা সাধনৰ পথ গ্ৰহণ নকৰিলে তাৰ ফল কেনেকৈ আশা কৰিব পাৰি? শাস্ত্ৰবিধি মনাতো দূৰৈৰ কথা, শাস্ত্ৰবিধিৰ উল্লেখ কৰিলেই মানুহে চকখাই উঠে। শাস্ত্ৰ অধ্যয়নৰ ব্যৱস্থা কৰা দূৰৈৰ কথা কোনো লোকে যদি নিজৰ চেষ্টাত অধ্যয়ন কৰি সমাজত প্ৰকাশ কৰে তেন্তে তেওঁ গৰিহণাহে পায়। তদুপৰি শাস্ত্ৰবিধিবোৰৰ অপব্যাখ্যা হ'ব ধৰিছে। শাস্ত্ৰবিধিবোৰৰ অন্তৰ্নিহিত উদ্দেশ্য আৰু নীতি নুবুজি নিজৰ মনে গঢ়া যুক্তিৰে তাক বিচাৰ কৰে।

অহিংসা সাধনা কৰা, অহিংসা মন্ত্ৰত জাতিক উদ্বুদ্ধ কৰা যদিও আমাৰ ৰাষ্ট্ৰীয় সাধনা আৰু জাতীয় লক্ষ্য তথাপি ব্যক্তিগত হিংসা, শ্ৰেণীগত হিংসা, দলগত হিংসাই আমাৰ জাতীয় জীৱনত ক্ৰিয়া কৰিছে - সেইবাবে ৰামৰাজ্য স্থাপন হ'লে জাতিৰ যিবোৰ সুখ হ'লহেঁতেন তাৰ ওলোটা দুখেহে দেখা দিছে; কাৰণ আমি প্ৰকৃতিৰ বিৰুদ্ধে, সত্যৰ বিৰুদ্ধে অৰ্থাৎ ঈশ্বৰৰ বিধানৰ বিৰুদ্ধে আমাৰ নীতি আৰু গতি পৰিচালিত কৰিছোঁ। আমাৰ জাতীয় চৰিত্ৰ সেইবাবে কলুষিত হৈছে।●

# স্বাধীন ভাৰতৰ দৃষ্টিভঙ্গী

ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ পৰা ২২ বছৰ হ'ব - ১৯৬৯ চনৰ ১৫ আগষ্ট তাৰিখে। ইতিমধ্যে জন্ম হোৱাৰ পৰা সাবালক হৈ ভোটাধিকাৰ পোৱাৰো এবছৰ পাৰ হৈ গৈছে।

স্বাধীন ভাৰতবৰ্ষত ওপজা সকলো নৰনাৰী আজি পূৰ্ণ পৰ্য্যায়ৰ নাগৰিক। বৃটিছ যুগত ওপজা স্বাধীনতা যুদ্ধত অংশলোৱা লোক আজিও ভাৰতবৰ্ষত জীৱিত আৰু কৰ্মঠ হৈ আছে। স্বাধীনোত্তৰ যুগত তেওঁলোকে কি দেখিছে আৰু স্বাধীন হোৱাৰ পূৰ্ব্বে তেওঁলোকে কি আশা কৰিছিল?

ভাৰতবৰ্ষৰ প্ৰধান বৈশিষ্ট্য আছিল যৌথ পৰিবাৰ। বৃটিছ যুগত পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত গাইগুটীয়া সংসাৰ যে গঢ়ি উঠিব ধৰা নাছিল সেইটো নহয়, কিন্তু যৌথ পৰিবাৰৰ প্ৰতি শ্ৰদ্ধা আৰু আকাঙ্খা বলবৎ আছিল। মানুহৰ আয় আৰু আয়ৰ পন্থা তেনেই সংকীৰ্ণ আছিল কিন্তু অভাৱ-অভিযোগ আৰু দাৰিদ্ৰ্যৰ মাজতো পাৰিবাৰিক স্নেহ একতা আৰু সহানুভূতিৰ অভাৱ হোৱা নাছিল। তাৰ কাৰণ আছিল কোনো মানুহেই আজিৰ নিচিনা আত্মকেন্দ্ৰিক নাছিল, পিতৃ-মাতৃৰ বাধ্য আছিল। গুৰুজনাৰ প্ৰতি শ্ৰদ্ধা হেৰুৱা নাছিল আৰু ওচৰ চুবুৰীয়াৰ প্ৰতি নিমৰমিয়াল হোৱা নাছিল। নিজৰ গাঁৱৰ মানুহৰ অভাৱ-অভিযোগৰ প্ৰতি উদাসীন নাছিল। তেওঁলোকক লঘোনে ৰাখি অধিক মূল্যত ভঁৰালৰ ধান আন লোকৰ ওচৰত বিক্ৰি নকৰিছিল আৰু তাৰ দ্বাৰা লাভৱান হ'বলৈ আকাঙ্খা নকৰিছিল। যৌথ পৰিবাৰৰ সকলোৰে প্ৰতি যেনে মৰম-স্নেহ আছিল, যুক্ত সমাজৰ প্ৰতিও তেনে মৰম-স্নেহ আছিল। নিজৰ স্বাৰ্থ ত্যাগ কৰিও ওচৰ চুবুৰীয়াৰ, নিজৰ সমাজৰ আৰু নিজৰ দেশৰ লোকৰ উপকাৰ সাধিছিল। আজি দেশত যৌথ পৰিবাৰো নাই আৰু যৌথ পৰিবাৰ যুক্ত সমাজো নাই।

পঞ্চায়তী শাসন সমাজত তেতিয়াও আছিল। সেই পঞ্চায়ৎ গঠনত আজিৰ দৰে যুদ্ধৰ আৱশ্যক নাছিল। সমাজত সি পৰম্পৰা আছিল সেই পৰম্পৰাৰ বলত পঞ্চায়েতী শাসন আপোনাআপুনি চলি থাকিছিল।

বৃটিছ যুগৰ পূৰ্ব্বে মুছলমান যুগতো ভাৰতীয় সমাজ নানা ফালৰ পৰা ধ্বস্ত বিধ্বস্ত হৈছিল, পাৰিবাৰিক আৰু সামাজিক জীৱনত বিশ্বাসঘাতকতা, অনৈক্য, দেশদ্ৰোহিতা আদি পাপ আছিল কিন্তু সৰ্ব্বসাধাৰণৰ মাজত সি ব্যাপক নাছিল। সমাজ উচ্চ আদৰ্শৰ পৰা চ্যুত হোৱা নাছিল। বৈদিক যুগ মহাভাৰত, ৰামায়ণ যুগৰ পৰা চলি অহা ব্যক্তিগত আৰু সামাজিক আদৰ্শৰ প্ৰভাৱ ইমান ক্ষীণ বা

নাইকিয়া হোৱা নাছিল। মানুহৰ ব্যক্তিগত আশা আকাঙ্খা সমাজ কল্যাণৰ আদৰ্শৰ প্ৰভাৱ চেৰাই যাব পৰা নাছিল। সমাজ কল্যাণৰ বিৰুদ্ধে যিলোকে পাপ কাৰ্য্য কৰিছিল, সেইলোকেও বুজিছিল যে তেওঁৰ কাৰ্য্য অন্যায় কাৰ্য্য কিন্তু আজি সমাজ বিৰোধী কাৰ্য্য অন্যায় কাৰ্য্য বুলি ভবা লোকৰ সংখ্যা তেনেই কম। অৰ্থৰ লোভ আৰু ব্যক্তিগত স্বাৰ্থ পুৰণৰ লোভ যদি পূৰ্ণ হয়, তেতিয়া সামাজিক কল্যাণৰ কথা ভবাটোৰ কোনো অৰ্থ নাই বুলি আজিৰ সৰহ ভাগ মানুহে ভাবে। ৰজা-মহাৰজাৰ মাজত, ৰাজ পৰিবাৰ বা সমাজৰ উচ্চস্তৰত থকা পৰিয়ালৰ মাজত যিবোৰ পাপ সোমইছিল, সেই পাপবোৰে সৰ্ব্বসাধাৰণৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিছিল। তাৰ কাৰণ আছিল যে সৰ্ব্বসাধাৰণৰ সমাজত সামাজিক আদৰ্শবোৰ সদায় বৰ্ত্তমান আছিল। আজিৰ সমাজে তেনে আদৰ্শৰ কথা কল্পনা কৰিবও নোৱাৰে। মহাত্মা গান্ধীয়ে ৰামৰাজ্যৰ সপোন দেখিছিল। তাৰ অৰ্থ এয়ে মহাত্মা গান্ধীয়ে ৰামৰ আদৰ্শ সমাজত পুনঃ প্ৰতিষ্ঠিত হওঁক ইয়াকেই কামনা কৰিছিল। ৰামৰাজ্যত সমাজৰ কল্যাণ সাধনেই মুখ্য আছিল আৰু তাৰ পন্থা আছিল সত্য আৰু ন্যায় ধৰ্ম্ম প্ৰতিষ্ঠাৰ।

ৰাণী কৌশল্যাই ৰামক কৈছিল যে ৰজা দশৰথ তোমাৰ যেনে পূজনীয় মই তোমাৰ তাতোধিক পূজ্যতমা। মই তোমাক বনলৈ যোৱাৰ অনুমতি নিদিও। (ত্বাং নাহং নানুজানামি ন গন্তব্যমিতো বনম্) গতিকে তোমাৰ বনলৈ যোৱা উচিত নহয়।

ৰামে উত্তৰ দিছে - মা তুমি, মই, লক্ষ্মণ, সীতা আৰু সুমিত্ৰাই পিতৃৰ আদেশহে মানি চলিব লাগিব, এয়ে চিৰন্তন নৈতিক প্ৰথা। তাৰ লঙ্ঘন হ'ব নোৱাৰে। (ত্বয়া ময়া চ বৈদেহ্যা লক্ষ্মণন সুমিত্ৰায়। পিতৃনিয়াসে স্থাতধৰ্ম্মৈৰ্ষ ধৰ্ম্মঃ সনাতনঃ।।) পিতৃৰ আজ্ঞাত পাপ কৰ্ম কৰাও ধৰ্ম্ম। বিশুদ্ধাচাৰী কুণ্ড ঋষিয়ে পিতৃৰ আদেশত গোবধ কৰিছিল আৰু পৰশুৰামে পিতৃৰ আদেশত মাতৃ হত্যা কৰিছিল। পিতৃ আজ্ঞা পালন কৰাই ধৰ্ম্ম আৰু ধৰ্ম্মতে সত্যৰ প্ৰতিষ্ঠা হয়। এই সংসাৰত ধৰ্ম্মই পৰম বস্তু। (ধৰ্মো হি পৰমো লোকে ধৰ্মে সত্যং প্ৰতিষ্ঠিতম্)। পিতৃ বাক্যও ধৰ্ম্ম সমন্বিত আৰু সেইবাবে তাক নিশ্চয় পালন কৰিব লাগিব। (ধৰ্ম সংশ্ৰিতমপেত্যৎ পিৰ্তু-চনমনুৰ্ত্তমম্) হে মাতঃ। এই জীৱন ক্ষণস্থায়ী; সেইবাবে মই অধৰ্ম অনুসাৰে তুচ্ছ পৃথিৱীৰ ৰাজত্বও কামনা নকৰো। (অদীৰ্ঘকালে নতু দেৱি জীৱিতে বৃণে ৰৱামদ্য মহীন ধৰ্ম্মতঃ।) ধৰ্ম্ম ৰক্ষা কৰিলেহে মানুহৰ সুখ হয় - তাত মোৰ অলপো সংশয় নাই।

স্বাধীন ভাৰতৰ ৰাজনীতিৰ মূলমন্ত্ৰ হৈছে সত্য প্ৰতিষ্ঠা। সত্য প্ৰতিষ্ঠাৰ ক্ষেত্ৰত ন্যায় ধৰ্ম্মৰ স্থান উচ্চতম, কিন্তু প্ৰকৃত কাৰ্য্য ক্ষেত্ৰত সত্যৰ প্ৰতিষ্ঠা যি পথেদি হয়, সেই পথ আজিও অনুসৰণ কৰা নাই। গান্ধীজীয়ে কৈছিল যে নিজ

নিজ স্বত্ত্ব অধিকাৰ সাব্যস্ত কৰিবলৈকেহে যদি যাওঁ - তেতিয়া গণতন্ত্ৰ ৰূপায়িত হৈ নুঠিব। তেখেতে কৈছিল যে "আমি যদি প্ৰত্যেকে নিজ নিজ স্বত্ত্ব অধিকাৰৰ ওপৰতহে বেছি জোৰ দিও নিজ নিজ কৰ্ত্তব্য পালনৰ প্ৰতি জোৰ নিদিওঁ, তেন্তে দেশত এটা ভীষণ বিশৃঙ্খলাৰ সৃষ্টি হ'ব আৰু সেই বিশৃঙ্খলতাই এটা আবাঞ্ছনীয় অৰাজকতাৰ পাতনি মেলিব। আৰু যদি আমি প্ৰত্যেকে নিজ নিজ স্বত্ত্ব অধিকাৰৰ দাবী নুতুলি নিজ নিজ কৰ্ত্তব্য সুচাৰুৰূপে পৰিপালন কৰি থাকোঁ, তেন্তে অচিৰে দেশত আৰু মানৱ সমাজত আইন শৃঙ্খলা প্ৰতিষ্ঠিত হ'ব। আৰু কৈছিল যে "পাশ্চাত্য দেশৰ নীতি হৈছে যে বেছি সংখ্যক লোকে যি ব্যৱস্থাত সুখী হয় সেই ব্যৱস্থা গ্ৰহণ কৰা আৰু সেই সুখৰ অৰ্থ হৈছে পাৰ্থিব আৰু আৰ্থিক উন্নতি মাথোন। এই পাৰ্থিব সুখ আৰু আৰ্থিক উন্নতি সাধনত যদি নৈতিকতাও ভঙ্গ কৰা হয় পাশ্চাত্য জগতৰ মতে তাত বিশেষ ক্ষতি নহয়। এই ধৰণৰ চিন্তাধাৰা সমগ্ৰ ইউৰোপতে দেখিবলৈ পোৱা যায়। কিন্তু নৈতিক নিয়ম ভঙ্গ কৰি পাৰ্থিব সুখ আৰু আৰ্থিক উন্নতি বিচাৰিলে ঈশ্বৰৰ নিয়ম ভঙ্গ কৰা হয়। পশ্চিম দেশৰে বহুজ্ঞানী ব্যক্তিয়ে এইদৰে কৈছে। তাৰ ভিতৰত হৈছে জন ৰাস্কিন এজন। তেওঁ (Unto This Last) আনটু দিচ লাষ্ট নামৰ কিতপখনতে কৈছে যে - মানুহে যদি নৈতিকতা ৰক্ষা কৰে তেতিয়াহে সুখী হ'ব পাৰে। নৈতিকতা ৰক্ষা কৰা সকলো দেশৰে সকলো ধৰ্ম্মৰে সাৰ কথা। ধৰ্ম্মৰ কথা এৰিও মানুহৰ সাধাৰণ জ্ঞানেই নিৰ্দ্দেশ কৰে যে নৈতিককতা ৰক্ষা কৰা অৱশ্য কৰ্ত্তব্য। নৈতিকতা ৰক্ষা কৰিহে আমি সুখী হ'বলৈ আশা কৰিব পাৰো। কিন্তু আজি দেশত পাশ্চাত্য নীতিয়ে বলবৎ হৈছে।

নৈতিকতা ৰক্ষা কৰা মানে নীতি ৰক্ষা কৰা। মোৰাৰজী দেশাই আৰু মিছেছ ইন্দিৰা গান্ধীৰ মাজত প্ৰধান মন্ত্ৰীত্বৰ বাবে প্ৰতিদ্বন্দ্বিতাৰ সন্ধি হ'ল যে মোৰাৰজী দেশাই উপ-প্ৰধানমন্ত্ৰী হ'ব আৰু বিত্ত দপ্তৰ তেওঁৰ হাতত থাকিব; কিন্তু আজি মোৰাৰজী দেশাইক অতৰ্কিতে বিত্তদপ্তৰৰ পৰা খাৰিজ কৰি দিয়া হ'ল। সন্ধিৰ চৰ্ত্ত আৰু ন্যায় নীতি ৰক্ষিত হ'লনে? এয়া স্বৈৰচাৰিতা নে গণতন্ত্ৰৰ নীতি? ই ভাৰতীয় কৃষ্টিগত নে পাশ্চাত্য দৃষ্টিভঙ্গী? আজি ইয়ে ভাৰতীয় ৰাজনৈতিক ক্ষেত্ৰত বিশৃঙ্খলতাৰ সৃষ্টি কৰা নাইনে? কংগ্ৰেছ দলৰ মাজত বিক্ষোভ আৰু অনৈক্যৰ সৃষ্টি কৰা নাইনে? গান্ধীৰ প্ৰদৰ্শিত নীতি জানো ইয়াৰ দ্বাৰা ৰক্ষিত হৈছে?

ৰামচন্দ্ৰক অযোধ্যাৰ সিংহাসনৰ পৰা বঞ্চিত কৰাৰ অধিকাৰ স্বয়ং দশৰথৰো নাই আৰু সেইবাবে ৰজা দশৰথে তেওঁৰ সত্য পালনৰ কথা ৰামচন্দ্ৰক নিজে কোৱা নাছিল। ৰজা দশৰথৰ বিষণ্ণতাৰ কাৰণ কি এইকথা ৰামচন্দ্ৰই কৈকেয়ীক সোধাতহে কৈকেয়ীয়ে কৈছিল। ৰামচন্দ্ৰই পিতৃৰ পৰা আদেশ নাপালেও পিতৃৰ পূৰ্ব প্ৰতিশ্ৰুতি অৰ্থাৎ সত্য পালনৰ বাবে নিজে ৰাজ্যৰ অধিকাৰ ত্যাগ কৰিলে। ৰামচন্দ্ৰ ইক্ষ্বাকু বংশত জন্ম কৰা মুহূৰ্ত্ততে অযোধ্যাৰ সিংহাসনৰ অধিকাৰী হৈছে

তেওঁক তাৰ পৰা বঞ্চিত কৰাৰ অধিকাৰ কাৰো নাই। নিজৰ স্বত্ব অধিকাৰৰ দাবী প্ৰথম কথা নাছিল, পিতৃ সত্য পালনহে প্ৰথম কথা আছিল— ৰামচন্দ্ৰৰ মনত। কাৰণ সেই সত্যত ধৰ্ম প্ৰতিষ্ঠিত। বুৰঞ্জীত পিতৃ হত্যা কৰি বা পিতৃক কাৰাৰুদ্ধ কৰি সিংহাসন অধিকাৰ কৰা দৃষ্টান্ত বহু আছে কিন্তু সি নীতি নহয় ; ই সৰ্ববাদী সম্মত। কিন্তু আজি ভাৰতবৰ্ষত নিজৰ স্বত্ব অধিকাৰ দাবী কৰাই হৈছে মুখ্য উদ্দেশ্য আৰু সেই উদ্দেশ্য পূৰণৰ ক্ষেত্ৰত যি পন্থা লোৱা হয়, সেই পন্থা নীতি সম্মতই হওক বা নীতি বিগৰ্হিতই হওক— তাত কোনো সংশয় উপস্থিত নহয়। গান্ধীজীয়ে নীতি আৰু পন্থা শুদ্ধ নহ'লে যে দেশত বিশৃঙ্খলা হ'ব বুলি সকিয়াই দিছিল সেই কথা আজি আখৰে আখৰে সত্য হৈছে।

নীতি ভঙ্গ কৰিলে ঈশ্বৰৰ নিয়ম ভঙ্গ কৰা হয় বুলি গান্ধীজীয়েও কৈছে, জন্ ৰাস্কিনেও কৈছে আৰু আমাৰ ভাৰতীয় শাস্ত্ৰ বোৰেও কৈছে। ঈশ্বৰৰ নিয়ম ভঙ্গ কৰিলে সমাজত বিশৃঙ্খলা হয় আৰু ঈশ্বৰৰ নিয়ম ভঙ্গ নকৰিলে, নীতি ৰক্ষা কৰিলে ৰামৰাজ্য (আনন্দৰ ৰাজ্য) স্থাপিত হয়। গান্ধীজীয়ে ৰামৰাজ্য কিয় আকাঙ্খা কৰিছিল?

ৰামচন্দ্ৰই নীতি আৰু ধৰ্ম অনুসাৰে ৰাজ্য শাসন কৰিছিল কাৰণে ৰাম ৰাজ্যত সকলো মানুহে আনন্দ মনে বাস কৰিছিল। ৰাজ্যত কোনো লোকে পুত্ৰ শোক নাপাইছিল, কোনো নাৰী বিধবা নহৈছিল সকলো নাৰী পতিব্ৰতা আছিল। কোনো প্ৰজাৰেই দুঃখ দাৰিদ্ৰ্য বা আকাল নাছিল। দেশত দুৰ্ভিক্ষই দেখা দিয়া নাছিল। অতিবৃষ্টি অনাবৃষ্টি আদি প্ৰাকৃতিক দুৰ্যোগ নাছিল। অকল ৰামৰ দিনতেই নহয়, দশৰথ ৰজাৰ দিনতো আৰু তেওঁলোকৰ পুৰ্বপুৰুষ ইক্ষ্বাকু বংশীয় সকলো ৰজাৰ অযোধ্যা ৰাজ্য এনে আনন্দময় আৰু সুসমৃদ্ধ আছিল। প্ৰজাৰ ঘৰে ঘৰে ভঁৰালত ধান পুখুৰীত মাছ আৰু গোহালিত গৰু আছিল। সকলো প্ৰজাই স্বাধীন ভাবে জীৱিকা অৰ্জ্জন কৰি সুখে স্বচ্ছন্দে জীৱন-যাপন কৰিছিল। গান্ধীজীয়ে সেই বাবে ৰামৰাজ্যৰ কল্পনা কৰিছিল।

আজি দেশত যান্ত্ৰিক শিল্প প্ৰতিষ্ঠাৰ উদ্যম দেখা গৈছে। গান্ধীজী যান্ত্ৰিক শিল্পৰ বিৰোধী আছিল। যান্ত্ৰিক শিল্পই নিবনুৱা সমস্যা বৃদ্ধি কৰে, মানুহক বিলাসী আৰু এলেহুৱা কৰে। ধনিকতন্ত্ৰবাদৰ সৃষ্টি কৰে। সাম্যবাদ ধ্বংস কৰে। প্ৰজাসকলক আৰু শ্ৰমিক সকলক শোষণ কৰে। সত্য আৰু অহিংসাৰ পথ কণ্টকাকীৰ্ণ কৰে। সেইবাবে গান্ধীজীয়ে ৰামৰ আদৰ্শত ভাৰতীয় কৃষ্টি আৰু সংস্কৃতি ৰক্ষা কৰা পথত (যেনেকৈ ৰামচন্দ্ৰই নিজৰ পুৰ্বপুৰুষ সকলৰ গৃহীত নীতি পালন কৰি অযোধ্যাৰ সুখ সমৃদ্ধি অটুট ৰাখিছিল) দেশৰ স্বাধীনোত্তৰ যুগত শাসন নীতি প্ৰৱৰ্ত্তন কৰিবলৈ দঢ়াই দঢ়াই কৈ গৈছে। আজি ভাৰতবৰ্ষই গান্ধীবাদৰ কথা বক্তৃতাত কয়, কাৰ্য্যত গান্ধীবাদৰ বিপৰীতে কৰে, সেই বাবে দেশত হাহাকাৰ, দৈন্য, অনৈক্য আৰু সৰ্ব্বত্ৰ বিশৃঙ্খল।●

# সমাজতন্ত্ৰবাদ আৰু সাম্যবাদ বনাম গান্ধীবাদ (১)

আমাৰ দেশত যিবিলাক বিভিন্ন ৰাজনৈতিক দলে চৰকাৰ পাতিছে, ভাঙিছে, চৰকাৰক সমৰ্থন কৰিছে নাইবা চৰকাৰক বিৰোধিতা কৰিছে এই দল বিলাকৰ ভিতৰত প্ৰত্যেকে প্ৰত্যেকটো দলৰে দলীয় মতবাদত একোটি দাৰ্শনিক চিন্তাধাৰা আছে বুলি দাবী কৰে আৰু সেই চিন্তাধাৰা ৰূপায়িত কৰিবৰ বাবে দেশ শাসনৰ কৰ্ত্তৃত্ব গ্ৰহণৰ বাবে যত্ন কৰে। নাইবা সেই চিন্তাধাৰাৰ বহিৰ্ভূত নীতিৰ অৱলম্বনত চৰকাৰক বিৰোধিতা কৰে। যি দলৰ যি দাৰ্শনিক নীতি, সেই নীতি অৱলম্বন কৰিলে হে দেশৰ জনসাধাৰণৰ কল্যাণ সাধিত হ'ব পাৰে বুলি বিশ্বাস কৰে। জনগণৰ পন্থা অৱলম্বন কৰাই হৈছে চৰকাৰৰ কৰ্তব্য। সকলো বিলাক ৰাজনৈতিক দলৰ এই মত। ৰাজতন্ত্ৰত ৰজাই সেই বিষয়ে চিন্তা কৰিছিল নাইবা ৰজাই নিজৰ পাত্ৰমন্ত্ৰী সকলৰ লগত পৰামৰ্শ কৰি সেই পথ নিৰ্বাচন কৰি লৈ কাৰ্য্য পন্থা হাতত লৈছিল। গণতন্ত্ৰৰ শাসন পদ্ধতিত সেই পন্থা নিৰ্বাচিত হয় বা হোৱা উচিত ক্ষমতাপ্ৰাপ্ত ৰাজনৈতিক দলৰ গৃহীত নীতিৰ সংঘাতত বাদ-প্ৰতিবাদত আৰু উভয় পক্ষৰ গৃহীত স্বতঃ সিদ্ধ আদৰ্শনীয় নীতিৰ পৰিপ্ৰেক্ষিতত। উভয় পক্ষৰ উদ্দেশ্য থাকে জনগণৰ কল্যাণ সাধন আৰু উভয় পক্ষৰ মতবাদৰ মিলন ক্ষেত্ৰ হয় সৰ্বজন সমৰ্থিত মৌলিক নীতিৰ পৰিপ্ৰেক্ষিতত ; সৰ্বজন সমৰ্থিত মৌলিক নীতিৰ ওপৰত কোনো বাদ প্ৰতিবাদ নচলে বা তাক ভঙ্গ কৰাৰ প্ৰশ্নও নুঠে। যদিহে সৰ্বজন সমৰ্থিত মৌলিক নীতি (Fundamentals) আৰু অধিকাৰ ভঙ্গ কৰা হয়, শাসন পদ্ধতিৰ শৃঙ্খলা ৰক্ষিত নহয়। দেশত বিশৃঙ্খলাৰ সৃষ্টি হয় আৰু অবাঞ্ছিত জন আন্দোলন আৰম্ভ হয়। জন আন্দোলন সৃষ্টি কৰা গণতন্ত্ৰৰ এটা পদ্ধতি কিন্তু সেই জন আন্দোলনৰ প্ৰধান নীতি হ'ব লাগিব মৌলিক নীতিৰ অৱহেলা বা ভঙ্গ কৰাৰ বিৰোধিতা কৰি তাক পুনঃ প্ৰতিষ্ঠা কৰা। মৌলিক অধিকাৰ আৰু নীতিবোৰ স্বতঃসিদ্ধ বা স্বাভাৱিক হোৱা বাবে জনগণৰ কল্যাণ প্ৰদ হৈ উঠে ; সেইবাবে সেই নীতি বা অধিকাৰ ভঙ্গ কৰাৰ বিৰুদ্ধে স্বাভাৱিক জনমত গঢ়ি উঠে।

আমাৰ দেশত সম্প্ৰতি সমাজতন্ত্ৰবাদৰ ধ্বনি বৰকৈ উঠিছে। এই সমাজতন্ত্ৰবাদ ৰূপায়িত কৰি তুলিবৰ বাবে বিভিন্ন ৰাজনৈতিক দলে বিভিন্ন ধৰণৰ কাৰ্য্যপন্থা গ্ৰহণৰ পদ্ধতি নিৰ্দেশ কৰে। সৰ্বজন সমৰ্থিত জন কল্যাণকৰ সমাজতন্ত্ৰবাদৰ আদৰ্শত যদি এই ৰাজনৈতিক দল বিলাকৰ প্ৰভেদ নাথাকিলহেঁতেন

তেতিয়া বাদ-বিসম্বাদৰ কোনো প্ৰশ্ন নাথাকিলহেঁতেন। আমাৰ দেশত পূৰ্বে এই বিষয় মতভেদ নাছিল অৰ্থাৎ সমাজতন্ত্ৰবাদ আমাৰ দেশতে পূৰ্ণ ৰূপে ৰূপায়িত হৈ আছিল কিন্তু আজি সেই সমাজতন্ত্ৰবাদৰ ভিত্তি ভাঙি পেলোৱা হৈছে ৰুচিয়াৰ সমাজতন্ত্ৰবাদৰ আৰ্হি অনুসৰণ কৰি।

আমাৰ দেশত সম্প্ৰতি যিবোৰ ৰাজনৈতিক দল আছে সকলোৱে সমাজতন্ত্ৰবাদ স্বীকাৰ কৰিছে ; কিন্তু প্ৰত্যেক দলৰে বৈষম্যমূলক নীতি আছে। সেইবাবে অপ্ৰীতিকৰ পৰিস্থিতিৰ সৃষ্টি হৈছে। আমাৰ দেশত সাম্যবাদী (Communist) দল এটি আছে। এই দলটো ভাঙি সম্প্ৰতি তিনিটা দল হৈছে। এই কথাই এইটো বঢ়িয়াকৈ প্ৰমাণ কৰে যে স্বতঃসিদ্ধ নীতি আৰু অধিকাৰ ৰক্ষা কৰাত নিজৰ দলৰ ভিতৰত মতভেদ হৈছে। ৰুছিয়াত সাম্যবাদী আৰু সমাজতন্ত্ৰবাদী বুলি দুটা দল নাই। প্ৰকৃততে সাম্যবাদ আৰু সমাজতন্ত্ৰবাদৰ ভিতৰত প্ৰকৃত পাৰ্থক্য কি সেইটো স্পষ্ট হৈ উঠা নাই। ৰুছ দেশৰ সংবিধানত সাম্যবাদ (কম্যুনিজম) আৰু সাম্যবাদৰ অন্তৰ্নিহিত যিবোৰ গুণগত লক্ষণ তাৰ কোনো উল্লেখ নাই। কম্যুনিষ্ট ৰাছিয়া বুলি ৰুছ দেশৰ চৰকাৰৰ নামাকৰণো হোৱা নাই। নামাকৰণ হৈছে 'সমাজতন্ত্ৰবাদী চোভিয়েট গণতান্ত্ৰিক জাতি সঙ্ঘ' (Union of Socialist Soviet Republics) বুলি। সাম্যবাদৰ প্ৰধান লক্ষণ হৈছে শ্ৰেণীহীন সমাজ প্ৰতিষ্ঠা কৰা। এই লক্ষ্য যেতিয়ালৈকে সাধন নহয় তেতিয়ালৈকে সাম্যবাদ প্ৰতিষ্ঠিত নহয়। সেইবাবে সাম্যবাদ বা শ্ৰেণীহীন সমাজ প্ৰতিষ্ঠাৰ পথেদি যিবিলাক নীতি গৃহীত হৈছে সেই নীতিসমূহৰ সমষ্টিগত নাম হৈছে সমাজতন্ত্ৰবাদ। সেইবাবে চৰকাৰৰ নামাকৰণ হৈছে সমাজতন্ত্ৰবাদী বুলি আৰু সেই দেশৰ পাৰ্টিটোৰ নাম হৈছে কম্যুনিষ্ট পাৰ্টি।

তথাপি সমাজতন্ত্ৰবাদ আৰু সাম্যবাদৰ মৌলিক নীতিত এটা বিশেষ পাৰ্থক্য আছে। সেই পাৰ্থক্য হৈছে সাম্যবাদৰ ভিতৰত হিংসানীতি আছে। সামাজিক বিপ্লৱ যদি ঘটাবৰ আৱশ্যক হয় তেতিয়া সাম্যবাদী সকলে হিংসানীতি গ্ৰহণ কৰা অৱশ্য কৰ্তব্য বুলি ভাবে। অকল সেয়ে নহয় ; যদি হে সাম্যবাদী চৰকাৰ দেশত প্ৰতিষ্ঠিত হয় আৰু দেশৰ সমাজ যদি সাম্যবাদৰ অনুকূল নহয়, তেন্তে সেই সমাজত বিপ্লৱ ঘটাবৰ কাৰণে ব্যাপক হিংসাত্মক কাৰ্য্য কৰাত সেই চৰকাৰৰ পক্ষে কোনো বাধা নিষেধ তো নায়েই, আনকি প্ৰতাৰণা আৰু বিশ্বাসঘাতকতা কৰাও আৱশ্যকীয় আৰু অনিবাৰ্য্য পন্থা বুলি গ্ৰহণ কৰাটো চৰকাৰৰ পক্ষে উচিত বুলি বিবেচনা কৰে। তেওঁলোকে ভাবে যে শ্ৰেণীহীন সমাজ গঠনৰ ক্ষেত্ৰত যি কোনো প্ৰকাৰৰ হিংসাত্মক কাৰ্য্য বা যি কোনো প্ৰকাৰৰ প্ৰতাৰণামূলক কাৰ্য্য ন্যায় সঙ্গত। কিন্তু সমাজতন্ত্ৰবাদৰ নীতি বা বিশ্বাস তেনেকুৱা নহয়। দেশৰ অৰ্থনৈতিক বা সামাজিক অৱস্থাৰ যদি কোনো প্ৰকাৰ পৰিবৰ্ত্তন ঘটাবৰ আৱশ্যক হয় তেতিয়া

সমাজতন্ত্ৰবাদী সকলে শান্তিপূৰ্ণ উপায়েৰে যুক্তি অনুৰোধ বা উপৰোধৰ দ্বাৰা হে সেই পৰিবৰ্ত্তন আনিবৰ যত্ন কৰিব। সমাজতন্ত্ৰবাদী সকলৰ পথ হৈছে সত্যৰ পথ। সত্যৰ পথেদি হে তেওঁলোকে তেওঁলোকৰ মতবাদ প্ৰচাৰ কৰিব। ইয়াত বাজে আন আন বিষয়ত সাম্যবাদ আৰু সমাজতন্ত্ৰবাদৰ লক্ষ্যত কোনো পাৰ্থক্য নাই।

সাম্যবাদ আৰু সমাজতন্ত্ৰবাদ উভয়ৰে লক্ষ্য হৈছে শ্ৰেণীহীন সমাজ প্ৰতিষ্ঠা কৰা। তাৰ বাবে সমাজতন্ত্ৰবাদীসকলৰ মুখ্য উপায় হৈছে বস্তু উৎপাদনৰ সকলোবোৰ উপায়, পন্থা আৰু সকলো প্ৰকাৰ পন্থাৰ স্বত্ব স্বামীত্ব শান্তিপূৰ্ণ ভাৱে ৰাষ্ট্ৰলৈ হস্তান্তৰিত কৰা। আন কথাত ক'বলৈ হ'লে ক'ব লাগিব যে ধনতন্ত্ৰবাদ ধ্বংস কৰাই হৈছে সাম্যবাদ আৰু সমাজতন্ত্ৰবাদৰ উদ্দেশ্য। বৰ্তমান সময়লৈকে ধনতন্ত্ৰবাদে সকলো দেশতে সামাজিক আৰু অৰ্থনৈতিক জীৱন-যাত্ৰাৰ পদ্ধতি নিয়ন্ত্ৰিত কৰি আছে আৰু সেই নিয়ন্ত্ৰণৰ বিভিন্ন পৰিস্থিতিৰ মাজত ধনতন্ত্ৰবাদৰ যি প্ৰকৃত সংজ্ঞা (Definition) তাৰ ৰূপ দিয়া এটা কঠিন সমস্যা। কম-বেছি পৰিমাণে পৃথিবীৰ সকলো দেশতে ধনতন্ত্ৰবাদৰ প্ৰভাৱহে বেছি। ধনতন্ত্ৰবাদৰ কেইটিমান লক্ষণ নিৰ্ণয় কৰিব পাৰি। যেনে—

(১) ধনতন্ত্ৰবাদত ব্যক্তিগত সম্পত্তি আৰু ব্যক্তিৰ ধন উপাৰ্জ্জনৰ শক্তি, ক্ষমতা আৰু বুদ্ধিৰ স্থান আছে। সুযোগো আছে।

(২) ধন উপাৰ্জ্জনৰ প্ৰতিযোগিতাত বিভিন্ন দেশত যান্ত্ৰিক শিল্প বা শিল্প কাৰখানা আৰু যান্ত্ৰিক বিদ্যা বা শিল্প বিজ্ঞানৰ উত্তৰোত্তৰ বৃদ্ধি হোৱা দেখা গৈছে।

(৩) শিল্প কাৰখানা আদিৰ বৃদ্ধিৰ লগে লগে শ্ৰমৰ বিভাগ উত্তৰোত্তৰ বাঢ়ি গৈছে।

(৪) ব্যৱসায় বাণিজ্যৰ বৃদ্ধিৰ অগ্ৰগতি হৈছে।

(৫) নতুন নতুন নগৰৰ উদ্ভৱ হ'ব ধৰিছে।

(৬) সকলো বিলাক লাগতিয়াল বস্তু আৰু কৰ্ম্ম বা ধন উপাৰ্জনৰ পথ অৰ্থৰ মূল্যতহে নিয়ন্ত্ৰিত হৈছে ; গতিকে অৰ্থৰ গুৰুত্ব বাঢ়ি গৈছে।

(৭) ব্যক্তিৰ কৰ্ম্মৰাশিৰ প্ৰধান আৰু নিশ্চিত প্ৰেৰণা হৈছে অৰ্থ লাভ। অৰ্থ উপাৰ্জ্জনৰ ওপৰত হে গুৰুত্ব আৰোপ কৰি কৰ্ম্ম শক্তি বঢ়াবৰ চেষ্টা কৰা হয়।

(৮) বিভিন্ন দেশৰ লগত ধনতন্ত্ৰবাদৰ প্ৰতিযোগিতাত বা নিজৰ দেশতে ব্যক্তিগত সা-সম্পত্তি বৃদ্ধি কৰাৰ প্ৰতিযোগিতাত যি হিংসানীতি সচৰাচৰ উদ্ভৱ হয়, তাক নিয়ন্ত্ৰণ কৰিবলৈ পুলিচ বিভাগ, সৈন্য বিভাগ, নৌ বিভাগ আৰু বিমান বিভাগ শক্তিশালী কৰিবৰ আৱশ্যকতা আপোনা-আপুনি আহি পৰে।

এই কেইবিধৰ পূৰ্ণ বিকাশ ঘটিছে ইউৰোপ, গ্ৰেট ব্ৰিটেইন আৰু আমেৰিকাত।

ধনতন্ত্ৰবাদৰ ভিত্তিত ধনবল, বিজ্ঞানৰ কৌশল আৰু যান্ত্ৰিক বিদ্যাই গোটেই পৃথিৱী খনৰ ৰূপ সলাই দিছে। জড়বাদৰ দৃষ্টিত আৰু অল্পদূৰদৰ্শী দৃষ্টিত ইয়াৰ সাফল্য অতি উজ্বল আৰু মনোমুগ্ধকৰ হৈ উঠিছে। ইয়াৰ বলত ক্ষমতা বৃদ্ধি হৈছে আৰু ক্ষমতা প্ৰতিহত কৰাৰ শক্তিও বাঢ়িছে। ইয়াৰ বলত পাৰ্থিৱ সম্পদ যথেষ্ট বাঢ়িছে। যিবোৰ দেশত ধনতন্ত্ৰবাদৰ উন্নতি হৈছে সেইবোৰ দেশত খাদ্য পৰিমাণ, গৃহনিৰ্মাণ পদ্ধতি আৰু পোছাক পৰিচ্ছদৰ উন্নতি বেছি ভাগ মানুহৰে জীৱনত দেখা দিছে। ধনতন্ত্ৰৰ প্ৰভাৱত সাক্ষৰতা বাঢ়িছে প্ৰায় সাৰ্ব্বজনীন ভাৱে আৰু উচ্চ শিক্ষা প্ৰসাৰিত হৈছে। জীৱনবোৰ দীৰ্ঘকাল স্থায়ী হৈছে আৰু নিৰোগতা বাঢ়িছে। সৰ্বসাধাৰণ মানুহৰ মনত ধাৰণা হৈছে যে ধনে দাৰিদ্ৰ্য নাশ কৰে আৰু খাবলৈ নোহোৱাৰ আশঙ্কা নোহোৱা কৰে কিন্তু এই আশা আকাঙ্খাবোৰ এতিয়া ক্ৰমে ক্ষীণ হৈ আহিছে। ধনতন্ত্ৰবাদৰ এই ফালটোও মানুহৰ দৃষ্টিত পৰিছে। এই ধনতন্ত্ৰই যান্ত্ৰিক শিল্পৰ ক্ৰমোন্নতি সাধন কৰা বাবে যন্ত্ৰশিল্পক ধনতন্ত্ৰৰ পৰা পৃথক কৰা কঠিন হৈ পৰিছে।

ধনতন্ত্ৰবাদৰ বহু দোষ আছে। ই প্ৰতিযোগিতামূলক। ব্যক্তিগত প্ৰতিযোগিতাই হওক বা সমবায় বা সংঘগত প্ৰতিযোগিতাই হওক ই ক্ৰমে এনে ৰূপ গ্ৰহণ কৰে যে শেষত পৃথিবীত সমৰবহ্নি জ্বলি উঠে।

ধনতন্ত্ৰবাদে ধৰ্ম্মক বাদ দিয়া নাই সঁচা কিন্তু ধৰ্ম্মক মৌখিক সমৰ্থন মাথোন দিয়ে। ধৰ্ম্মৰ বাহ্যিক আড়ম্বৰটো ৰক্ষা কৰি কাৰ্য্যত ধৰ্ম্মৰ সকলো প্ৰকাৰ নীতি নিয়ম ভঙ্গ কৰে। এতিয়া ধনতন্ত্ৰবাদ সাম্যবাদীৰ দৰে সমানে জড়বাদী হৈ পৰিছে।

এতিয়া ধনতন্ত্ৰবাদৰ সাফল্য নিয়ম তান্ত্ৰিক ভাৱে কমি আহিছে (As in the Law of diminishing returns)। তাৰ কাৰণ হৈছে ধনতন্ত্ৰবাদৰ সাফল্য নিৰ্ভৰ কৰিছিল আমেৰিকা, অষ্ট্ৰেলিয়া আৰু নিউজিলেণ্ডত থকা পতিত মাটিত পত্তন দি সেই লোক বিলাকক অধিক খটুৱাই কম মজুৰী দিয়া বাবে আৰু গ্ৰেট্ ব্ৰিটেইনে এচিয়াবাসী সকলকো অধিক খটুৱাই কম মজুৰি দিয়া বাবে। এতিয়া সেই দেশবোৰত পতিত মাটি নাই আৰু যান্ত্ৰিক শিল্পৰ উন্নতি ইউৰোপ আৰু গ্ৰেট্ ব্ৰিটেইনত বাদেও আন আন দেশতো হৈছে। লগে লগে ৰাজনৈতিক পৰিস্থিতিৰো পৰিবৰ্তন হৈছে; তদুপৰি যুদ্ধ আৰু সমৰৰ কাৰণে দেশবোৰ দুখীয়া হৈ যোৱাত বজাৰ মূল্যৰ হ্ৰাস ঘটিছে। আন আন দেশতো বৈজ্ঞানিক পদ্ধতি আৰু যন্ত্ৰবিদ্যাৰ অগ্ৰগতিৰ লগতো ধনতন্ত্ৰৰ সাফল্যৰ হ্ৰাস হৈছে। জলবায়ুৰ কাৰণে মাটিৰ উৰ্বৰা শক্তিৰ ক্ৰমান্বয়ে হ্ৰাস হোৱাৰ কাৰণে উৎপাদনো কমি গৈছে

স্বাভাৱিক গতিত। বিভিন্ন শক্তিৰ ভিতৰত প্ৰতিযোগিতা বাঢ়ি গৈছে আৰু ক্ষমতাও ক্ৰমে মুষ্টিমেয় লোকৰ ভিতৰত গোষ্ঠীভুক্ত হৈছে। এই ধৰণৰ গোষ্ঠীভুক্তি আৰু প্ৰতিযোগিতাৰ বাবে ক্ষমতাপ্ৰাপ্ত লোক সকলৰ ভিতৰত দুৰ্নীতি বাঢ়ি গৈছে। দুৰ্নীতিগ্ৰস্ত হোৱা বাবে প্ৰতিযোগিতাৰ শক্তিৰ হ্ৰাস হৈছে। যুদ্ধ বিগ্ৰহ বাঢ়ি গৈছে আৰু ধ্বংসলীলাৰ অগ্ৰগতি বেছি হৈ গৈছে। শোষণ নীতিয়ে কেৱল মনুষ্য জাতিকে দুৰ্ব্বল নকৰে। ই জমি আৰু বন সম্পদৰ শক্তি আৰু মূল্যৰো হ্ৰাস ঘটায় আৰু লগে লগে খাদ্য আৰু পানীয় জলৰো হ্ৰাস ঘটায়। এচিয়া, ইণ্ডোনেছিয়া, এচিয়া মাইনৰ আৰু ইউৰোপৰ জনগণৰ মাজৰ যি বিদ্ৰোহ আৰু আফ্ৰিকাৰ জনগণৰ মাজতো বিদ্ৰোহৰ যি কলা মেঘ উঠিছে তাৰ কাৰণো হৈছে জমিৰ ওপৰত শোষণ নীতি আৰু প্ৰকৃতিৰ বিপৰ্য্যয়। তাৰ বাবে জনগণৰ বিক্ষোভ দেখা দিছে।

যান্ত্ৰিক শিল্পৰ মাজত থকা অধিবাসী সকলৰ ভিতৰত পাৰিবাৰিক সুখ-শান্তিৰ হ্ৰাস ঘটে ; সেইদৰে গাওঁবিলাক যেতিয়া নগৰত পৰিণত হয় তেতিয়া পাৰিবাৰিক সুখ-শান্তি ধ্বংস হয়। তেতিয়া সামাজিক নৈতিকতা ধ্বংস হয় আৰু নৈতিকতা হেৰুৱালে মানুহৰ সমাজবদ্ধতা শিথিল হয়। আমাৰ সভ্যতাৰ ধাৰণা হৈছে (এল্টন মেয়োয়ে Elton Mayo দেখুৱাই দিছে)— যে যদি যান্ত্ৰিক বিদ্যা আৰু পাৰ্থিব সম্পদৰ বৃদ্ধি হয় তেতিয়া মানৱ সমাজত পৰস্পৰ সহযোগিতা বৰ্তি থাকিব। কিন্তু যান্ত্ৰিক যুগত এই সহযোগিতাৰ বাবে ভৱিষ্যতৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি। যান্ত্ৰিকতাৰ দ্ৰুত পৰিবৰ্ত্তনে মানুহৰ ভিতৰত পৰস্পৰৰ সহযোগিতাত বাধা জন্মাইছে— পূৰ্বৰ সম্বন্ধবোৰ চিঙি পেলাইছে। গণিতৰ সংখ্যাৰ হিচাপো যেতিয়া যন্ত্ৰৰ সাহায্যত হয়, ভৱিষ্যৎ মানৱ সমাজৰ দুৰ্ভাগ্য কিমান দূৰলৈ আগবাঢ়ে তাক কোৱা টান। এতিয়া ধনতন্ত্ৰবাদৰ ওপৰত কোনো জাতিয়েই নিৰ্ভৰ কৰিব নোৱাৰে।

ধনতন্ত্ৰবাদে অৰ্থ আৰু ক্ষমতাক উপাস্য দেৱতা ৰূপে মানে আৰু সেই উপাস্য দেৱতাৰ ওচৰত সমস্ত উপহাৰ আগবঢ়ায়। এই ধনতন্ত্ৰবাদে সকলো প্ৰকাৰ কৃষ্টি, সংস্কৃতি আৰু ধৰ্ম্মীয় আচৰণ ধ্বংস কৰি পেলাইছে। এতিয়া ধনতন্ত্ৰবাদৰ মৰণ আপোনা-আপুনি আহিব ধৰিছে। আৰম্ভণিতে ধনতন্ত্ৰবাদে মানৱ সমাজত যথেষ্ট বৰঙনি যোগাইছে কিন্তু এতিয়া ধনতন্ত্ৰবাদৰ পথত বহুতো বাধা উপস্থিত হৈছে। ইয়াক সংস্কাৰ কৰাৰ উপায়ো নাই। গতিকে ইয়াক সংস্কাৰ কৰাৰ চেষ্টাত শক্তি ক্ষয় কৰা উচিত নহয়।

তাৰপৰিবৰ্তে সাম্যবাদ বা সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠিত হোৱা উচিত ; কিন্তু বৰ্তমান প্ৰচলিত সমাজবাদৰ গতি অতি ভয়ানক। এই সাম্যবাদে ধনতন্ত্ৰবাদক উচ্ছেদ নকৰি তাৰ দোষবোৰ বঢ়াই তুলিব ধৰিছে। সমগ্ৰ মানৱ সমাজক ন্যায় বিচাৰ দিয়াৰ আশা দেখুৱাই অন্যায়ৰ পথে দি গতি কৰাব ধৰিছে।

সমাজতন্ত্ৰবাদৰ পথেদি সাম্যবাদ প্ৰতিষ্ঠিত হ'ব লাগে, আৰু সমাজ তন্ত্ৰবাদৰ পথ হৈছে সত্যপথ ; কিন্তু সমাজতন্ত্ৰবাদৰ প্ৰয়োগ যিদৰে হ'ব ধৰিছে— সত্যৰ অপলাপ কৰি ব্যক্তিগত স্বাৰ্থ বা জাতিগত স্বাৰ্থ উদ্ধাৰৰ যত্ন কৰা হ'ব লাগিছে, তাৰ দ্বাৰা জানো সাম্যবাদ প্ৰতিষ্ঠিত হ'ব পাৰে?

বৰ্তমান সাম্যবাদত ধনতন্ত্ৰবাদৰ সকলোবোৰ নীতি আছে— কেৱলমাত্ৰ ব্যক্তিগত সম্পত্তি ৰক্ষাৰ নীতি নাই। বৰ্তমান কমিউনিষ্ট সকলৰ মূল উদ্দেশ্য হৈছে ব্যক্তিগত সম্পত্তি ধ্বংস কৰা। কন্তি ব্যক্তিগত সম্পত্তিৰ স্বত্বস্বামীত্ব যেতিয়া ৰাষ্ট্ৰত নিহিত হ'ব— তেতিয়া ৰাষ্ট্ৰীয় ধনতন্ত্ৰবাদ প্ৰতিষ্ঠিত হ'ব কিন্তু তাৰ দ্বাৰা যে ৰাইজৰ উপকাৰ সাধন হ'ব সেইটো আশা কৰা নাযায়। ৰুছিয়াত এতিয়াও যথেষ্ট দুখীয়া মানুহ আছ। তাৰ প্ৰধান কাৰণ হৈছে এই সাম্যবাদত হিংসানীতি সোমাই আছে আৰু তাৰ বাবে আত্মৰক্ষাৰ বাবে সমৰ সজ্জাত উৎপাদিত অৰ্থ আৰু বেছি ব্যৱহৃত হৈছে।

হিংসানীতি পৰিত্যাগ কৰিব লাগিলে, অহিংসাৰ পথেদি গতি কৰিব লাগিব। তেতিয়া আধ্যাত্মিকতা অৰ্জ্জনৰ পথেদি গতি কৰিব লাগিব। সেইবাৱে ৰিচাৰ্ড বি গ্ৰেগ চাহাবে কৈছে যে আধ্যাত্মিকতা অৰ্জ্জনৰ পথেদি হে মানৱ কল্যাণৰ আশা আছে আৰু গান্ধীবাদ তাৰ বাবে বেছি উপযোগী।●

# আমাৰ পীড়াৰ সংক্ৰমণ ক'ত হয়?

যোৱা ২/১০/৭৪ তাৰিখে গান্ধীজাৰ জন্ম উৎসৱ উপলক্ষে চণ্ডীগড়ৰ পৰা প্ৰকাশিত 'দ্য ট্ৰিবিউন' নামৰ ইংৰাজী দৈনিক বাতৰি কাকত এখনত (India needs Gandhi) "ভাৰতত গান্ধীৰ আৱশ্যক হৈছে" নামৰ এটি দীঘলীয়া প্ৰৱন্ধ পঢ়িবলৈ পালোঁ আৰু সেই প্ৰৱন্ধটি লিখিছে ভূতপূৰ্ব্ব ৰাজ্যপাল শ্ৰীশ্ৰীমান নাৰায়ণে। যোৱা ১৯৫২ চনৰ পৰা শিক্ষানীতি পৰিবৰ্ত্তন কৰি কেনে ধৰণৰ শিক্ষানীতি গ্ৰহণ কৰা উচিত সেই বিষয়ে আমি যিবোৰ কথা লিখি আহিছোঁ সেইবোৰ কথাকে অতি সংক্ষিপ্ত অথচ অৰ্থবোধক হিচাপে উত্থাপিত কৰা বাবে বৰ সন্তোষ পাই এই কেইষাৰি কথা 'আলোক'ৰ পাঠক সকলৰ অৱগতিৰ বাবে লিখিবলৈ মন গ'ল। তেওঁলোকৰ ভিতৰত বহুতে এই প্ৰবন্ধটো অন্য কোনো পত্ৰিকাত পঢ়িছে। 'আলোক'ৰ পৃষ্ঠাতে কৰ্ম্মৰ অভিজ্ঞতা (work experience) আৰু ব্যৱসায়মুখী শিক্ষা ব্যৱস্থা (vocationalisation) সম্পৰ্কীয় প্ৰৱন্ধ আমি ইতিপূৰ্ব্বে সমালোচনা হিচাবে বহুবাৰ লিখিছো। বৃটিছ যুগত প্ৰৱৰ্তিত শিক্ষানীতি যে এতিয়াও প্ৰচলিত হৈ আছে, সেই নীতি যে ভাৰতৰ পক্ষে অমঙ্গলদায়ক আৰু তাৰ পৰিবৰ্ত্তে যে গান্ধীজী পৰিকল্পিত বুনিয়াদী শিক্ষা পদ্ধতি দেশৰ কাৰণে মঙ্গলজনক এই বিষয়েও বহু প্ৰৱন্ধ আৰু দুই এখনি পুস্তিকাও আমি লিখিছোঁ। এতিয়া যদিও আমি শিক্ষা বা কোনো শিক্ষানুষ্ঠানৰ লগত জড়িত থকা নাই, তথাপি শিক্ষা বিষয়ৰ বিষয় আৰু সমস্যা সমূহক মনৰ পৰা সম্পূৰ্ণভাৱে আঁতৰ কৰিব পৰা নাই। আৰু যদিও আমাৰ লিখা কথাবোৰ অৰণ্যত ৰোদন বুলি দুই একে বন্ধুভাৱে আমাৰ ওচৰত মন্তব্যও কৰিছে তথাপি আমি আমাৰ অভ্যাস পৰিত্যাগ কৰিব পৰা নাই। লিখা কাম আৰু ভৰা কথাৰ অন্ত পৰিবলৈ অৱশ্যে আৰু বেছি দিন বাকী নাই।

বুনিয়াদী শিক্ষা পদ্ধতিয়ে যে ভাৰতৰ পক্ষে একমাত্ৰ উপযোগী শিক্ষা ব্যৱস্থা তাকেই বিশদভাবে সংক্ষেপে অথচ অৰ্থভেদী অৰ্থবোধক হিচাবে শ্ৰীমান নাৰায়ণজীয়ে লিখিছে যে আমাৰ শিক্ষাবিদ সকলক গান্ধীজীৰ ভাৱধাৰাৰ প্ৰতি মন কৰিবলৈ ক'লে শৰীৰস্থ কোনো পীড়াৰ সহসা উৎপন্ন হোৱা কোনো উপসৰ্গৰ যন্ত্ৰণাহে তেওঁলোকে অনুভৱ কৰে আৰু তেওঁলোকে অবিলম্বে কৰ্ম অভিজ্ঞতাৰ (work experience) আৰু শিক্ষাক ব্যৱসায়মুখী কৰাৰ ব্যৱস্থাৰ (vocationalisatoin) নিচিনা কিছুমান অৰ্থহীন আৰু অসলগ্ন বুলিহে (catch words) আওৰাব ধৰে। তেওঁ লিখিছে যে মোৰ তিলমাত্ৰ সন্দেহ নাই যে আমাৰ

দেশৰ সমস্যা সমূহৰ পৰা উৎপন্ন হোৱা যেনেবোৰ পীড়া আমি ভোগ কৰিব লাগিছোঁ, সেইবোৰ পীড়াৰ বীজাণু আমি পাঠ্যাৱস্থাতে আমাৰ শিক্ষা আৰু শিক্ষালয় বিলাকৰ পৰা আহৰণ কৰি লওঁ আৰু সেই ৰোগৰ প্ৰতিকাৰ কেতিয়াও নহ'ব, যেতিয়ালৈকে আমি শিক্ষাৰ সকলো স্তৰতে উৎপাদনশীল আৰু জনকল্যাণমুখী শিক্ষাদানৰ সিদ্ধান্ত নলওঁ। পৰীক্ষাৰ বিষয়েও তেওঁ লিখিছে যে শিক্ষাৰ্থী সকলৰ পৰীক্ষা লোৱাৰ মূল সুত্ৰ হ'ব লাগিব শিক্ষা জীৱনত তেওঁলোকে দৈনন্দিন কৰ্ম্মৰ দ্বাৰা কি কি উৎপাদন কৰিবলৈ সমৰ্থ হৈছে আৰু সমাজ সেৱাৰ কি কি কাৰ্য্য কৰিছে তাৰ পৰিলেখ লোৱা।

তেওঁ লিখিছে যে এই পদ্ধতিৰেহে শিক্ষাক বাস্তৱ আৰু উদ্দেশ্যধৰ্ম্মী কৰিব পৰা হ'ব আৰু নিবনুৱা সমস্যাৰ সমাধানমুখী কৰিব পৰা হ'ব। পুনঃ বিশ্ববিদ্যালয়ৰ ডিগ্ৰিৰ লগত চৰকাৰী আৰু বেচৰকাৰী কৰ্ম্মত নিয়োগ কৰাৰ সম্পৰ্ক ছিঙি দিব লাগিব। প্ৰৱেশিকা পৰীক্ষা পাছ কৰাৰ পাছত অৰ্থাৎ প্ৰ থমিক স্তৰ পাৰ হোৱাৰ পাছত প্ৰত্যেক যুৱকক কোনো নহয় কোনো এটা শিল্প বা ব্যৱসায় শিক্ষা দিব লাগিব যাতে শিক্ষাৰ্থীয়ে হয় স্বাধীন ভাৱে জীৱিকা অৰ্জ্জন কৰিব পাৰিব, নহয় কোনো চৰকাৰী পৰিকল্পনাবোৰত বেচৰকাৰী অনুষ্ঠানবোৰত কৰ্ম্ম সংস্থান যোগাৰ কৰি ল'ব পাৰিব। কেৱল মাত্ৰ সেইবোৰ শিক্ষাৰ্থীয়ে উচ্চতৰ শিক্ষাৰ বাবে যাব পাৰিব যিবোৰ শিক্ষাৰ্থীৰ মেধা আৰু বুদ্ধি সাধাৰণতকৈ উচ্চতৰ, কেৱলমাত্ৰ তেওঁলোকেহে বিশ্ববিদ্যালয়ত ভৰ্ত্তি হ'ব পাৰিব। (কোৱা বাহুল্য যে আমি আমাৰ কেইবাটাও প্ৰৱন্ধত বুদ্ধি পৰীক্ষাৰ বাবে বোৰ্ড গঠন কৰিবলৈ আৰু বুদ্ধি পৰীক্ষাৰ প্ৰশ্নৰ সহায়ত (Intelligence test অৰ দ্বাৰা) নিম্নবুদ্ধিৰ, সাধাৰণ বুদ্ধিৰ আৰু অতি সাধাৰণ বুদ্ধিৰ শিক্ষাৰ্থী সকলক বিভাগ কৰি লোৱাৰ ব্যৱস্থা কৰিবলৈ কৈছোঁ।)

শ্ৰীশ্ৰীমান নাৰায়ণজীয়ে মহাত্মা গান্ধীৰ উক্তি উদ্ধৃতি কৰিছে যে "মই (গান্ধীজীয়ে) মোৰ জীৱন দশাত দেশক বহুপ্ৰকাৰ পৰিকল্পনা দান কৰিছোঁ; কিন্তু মোৰ বিবেচনাৰে বুনিয়াদী শিক্ষাৰ পৰিকল্পনাই শেষ আৰু আটাইতকৈ মূল্যৱান দান। (I have given many programmes to India during my life time. But I regard Basic Education as the last and the most precious gift to the Nation).

এইখিনিতে আমি এটা কথালৈ উনুকিয়াব খোজোঁ যে প্ৰৱেশিকা পৰীক্ষা পাছ কৰাৰ পাছত আমাৰ অসমীয়া ল'ৰাবিলাকে চৰকাৰী বা বেচৰকাৰী কোনো উদ্যোগ বা অনুষ্ঠানত যে কৰ্ম্ম সংস্থান নাপায় তাৰ এটা কাৰণ হৈছে পাঠ্যাৱস্থাত তেওঁলোকে কোনো কৰ্ম্মকে শিক্ষা কৰি অহা নাই আৰু পূৰ্ব্বৰ যিবোৰ ব্যৱসায় ঘৰে ঘৰে আছিল, যিবোৰ শিল্প বিদ্যা বাপেকৰ পৰা পুতেকে শিকিছিল, তাকো

পৰিত্যাগ কৰিছে। অনা-অসমীয়া বহু ল'ৰাই পাঠ্যাৱস্থাত স্কুল-কলেজত শিক্ষা নাপালেও নিজৰ উদ্যমত কিবা নহয় কিবা উপায়েৰে কৰ্ম্ম সংস্থান উপযোগী কিবা এটা বিদ্যা শিক্ষা কৰি লয় আৰু সেইদৰে অমসীয়া ল'ৰা বিলাকতকৈ কোনো এটা বিষয়ত বেছি যোগ্যতা অৰ্জ্জন কৰি লয়। অনা-অসমীয়া ল'ৰাবিলাকৰ নিজৰ যিমান উদ্যম দেখা যায়, আমাৰ অসমীয়া ল'ৰাবিলাকৰ সিমান উদ্যম দেখা নাযায়। আমাৰ ল'ৰাবিলাকৰ কৰ্ম্মসংস্থান আনেহে কৰি দিব লাগে আৰু অনা-অসমীয়া ল'ৰা বিলাকে বিনা মূলধনে যি উপায়ে আমাৰ অসমতে দোকান-পোহাৰ পাতিছে বা ছপাখানা বা বিভিন্ন উদ্যোগত নিজৰ ব্যৱহাৰ, বুদ্ধি আৰু কৌশলৰ দ্বাৰা নিজে নিজে কৰ্ম্মসংস্থান যোগাৰ কৰি লৈছে, তেনেদৰে অমসীয়া ল'ৰাই নোৱাৰে। কিয় নোৱাৰে, আমাৰ দুৰ্ব্বলতা ক'ত সেইটো আমি আত্ম-বিশ্লেষণ কৰি চাব লাগে।●

# ভাৰতীয় ঐক্য

প্ৰধান মন্ত্ৰীৰ ভাষণাৱলীৰ পৰা বুজা যায় যে ভাৰতবৰ্ষৰ পৰিস্থিতি বিপন্মুক্ত নহয়। বহিৰাক্ৰমণৰ আশঙ্কা যিমান বেছি আছে; তাতোকৈ বেছি আছে বিভিন্ন জাতিৰ তথা বিভিন্ন দেশৰ ঈৰ্ষা বহ্নিৰ কবলৰ পৰা মুক্ত হোৱা। ভাৰতবৰ্ষত আভ্যন্তৰীণ অনৈক্য থকাটো সেই দেশ আৰু সেই জাতিবিলাকে আকাঙ্খা কৰে। ভাৰতবৰ্ষ পৰামুখাপেক্ষী হৈ থাকক এই কথা ইচ্ছা কৰে। ভাৰতবৰ্ষ এটা শক্তিশালী জাতি হৈ উঠক এই কথা ইচ্ছা নকৰে। ভাৰতবৰ্ষৰ দুৰ্ব্বলতাৰ ওপৰত আঘাত হানিবলৈ বিচাৰে। প্ৰত্যেক সমাজত এইটো দেখিবলৈ পোৱা যায় যে সুনীতি সম্পন্ন লোকৰ স্বাভাৱিক বুদ্ধি বিবেচনা অন্যায় কাৰ্য্যৰ বিপৰীতে হয়। তেওঁলোকে অন্যায় ভাৱে আৰু মিথ্যা দোষাৰোপৰে সৎ লোকৰ যশোহানি কৰি অসৎ লোক সকলক প্ৰৰোচিত কৰিবলৈ প্ৰয়াস নাপায়। সেইবাবে বহু সৎ লোকে ভাবে যে আমি যদি নিজৰ স্বাৰ্থ ৰক্ষাৰ বাবেও সৎ পন্থা অৱলম্বন কৰি কাৰ্য্যত অগ্ৰসৰ হওঁ, অন্যায় কাৰ্য্যৰ প্ৰতিৰোধ কৰিবলৈ যত্নৱান হওঁ আমাৰ উদ্দেশ্য অসৎ নহ'লেও আমাৰ কাৰ্য্যত অন্যায় দোষাৰোপ কৰি আমাক সমাজত হেয় প্ৰতিপন্ন কৰা লোক যথেষ্ট সংখ্যক ওলাব। যশোহানি হোৱাতকৈ স্বাৰ্থৰে হানি হওঁক, স্বাৰ্থৰ ক্ষতিকে সহ্য কৰোঁহক, স্বাৰ্থত্যাগৰ দ্বাৰা যদি সমাজত শান্তি বিৰাজ কৰে স্বাৰ্থকে ত্যাগ কৰোঁহক ইয়ে ভাৰতীয় সংস্কৃতি।

ভাৰতবৰ্ষ সাম্ৰাজ্যবাদী নহয়, ৰাজ্যবিস্তাৰৰ আকাঙ্খা নকৰে। ভাৰতবৰ্ষ আনদেশৰ উন্নতিত ঈৰ্ষা নকৰে। নিজৰ দেশৰ সীমা অব্যাহত ৰাখি দেশখনক উন্নতিৰ পথত আগবঢ়াব খোজে এনে ধৰণৰ মনোভাৱ থকাটো আন দেশে বিশ্বাস কৰিব নোখোজে আৰু প্ৰকৃততে বিশ্বাস কৰিলেও মিথ্যা প্ৰচাৰৰ মাধ্যমত বন্ধু ৰাষ্ট্ৰ বিলাকৰ মনত সন্দেহৰ সৃষ্টি কৰিবলৈ বিচাৰে। সহাৱস্থান নীতি আধুনিক নহয়, ভাৰতবৰ্ষৰ ই পৰম্পৰাগত নীতি। ভাৰতীয় সংস্কৃতিৰ ইয়েই মূলনীতি। ভাৰতীয় সমাজৰ ভিত্তি হৈছে সমাজৰ কল্যাণ সাধন কৰা। সমাজৰ কল্যাণ হ'লেহে নিজৰ কল্যাণ হয়, ব্যক্তিৰ যশ বৃদ্ধি হয়, শান্তি স্থাপন হয়। ভাৰতীয় শাস্ত্ৰসমূহে ইয়াকেহে শিক্ষা দিয়ে। সেইবাবে সমাজৰ কল্যাণৰ বাবে নিজৰ স্বাৰ্থকো ত্যাগ কৰে। ত্যাগেই হৈছে ভাৰতীয় লোকৰ তথা হিন্দু ধৰ্ম্মৰ চৰম আদৰ্শ। বিদেশীয় আৰু বিজাতীয় লোকে ত্যাগৰ মহিমা বুজি নাপায় আৰু সেইবাবে আনৰ হকে ত্যাগ কৰাৰ কথা কল্পনাও কৰিব নোৱাৰি। সংসাৰত চলিবলৈ হ'লে কোনো কোনো ক্ষেত্ৰত স্বাৰ্থ ত্যাগ কৰিবৰ আৱশ্যক হয় আৰু ইও সঁচা যে

প্ৰত্যেক মানুহৰ ভিতৰত ত্যাগৰ মনোবৃত্তি আছেও, কিন্তু আন দেশৰ মানুহে নিষ্কাম কৰ্ম্মৰ মাহাত্ম্য বুজিব নোৱাৰে সেইবাবে নিঃস্বাৰ্থ ত্যাগৰ বিষয়ে ভাবিবও নোৱাৰে। আন দেশ গীতা ভাগৱতৰ দেশ নহয়। ভাৰতীয় সংস্কৃতিৰ ধাৰা প্ৰত্যেক ভাৰতীয়ৰ শিৰায় শিৰায় প্ৰবাহিত হৈ আছে কাৰণে বিজতৰীয়া প্ৰভাৱত থাকিও সময়ে সময়ে পূৰ্ব সংস্কৃতিৰ দ্বাৰা উদ্বুদ্ধ হৈ উঠে।

ভাৰতীয় সংস্কৃতিৰ ধাৰা পণ্ডিত নেহৰুৰ প্ৰকৃতিত প্ৰৱাহমান হৈ থকা বাবে চীনৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ বিচাৰি সহ অৱস্থানৰ নীতিৰ সূত্ৰত আবদ্ধ হৈ থাকিবলৈ ইচ্ছা কৰিছিল। তাৰ বাবে দেশৰ স্বাৰ্থ ত্যাগতো পৰাঙ্মুখ নহৈছিল। ৰঙা সমাজৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা চীন দেশে নেহৰুৰ সেই মনোভাৱক শক্তিৰ দুৰ্ব্বলতা বুলি ভাবি সহ অৱস্থান নীতি লৌকিকত ঃ ভাবে গ্ৰহণ কৰাৰ ঘোষণা দিও সেই ঘোষণাৰ সন্মান ৰক্ষা নকৰি ভাৰতবৰ্ষ আক্ৰমণ কৰিলে। নেহৰু মৰ্ম্মাহত হ'ল; আনকি সেই আঘাত সহ্য কৰিব নোৱাৰি প্ৰাণত্যাগ কৰিলে। চীনৰ দৰে আন আন বিদেশী ৰাষ্ট্ৰবিলাকে নেহৰুৰ তথা ভাৰতবৰ্ষৰ ই দুৰ্বলতাৰ লক্ষণ বুলি ধৰিছিল আৰু সেই দুৰ্ব্বলতাৰ পৰিপ্ৰেক্ষিতত নিজ নিজ স্বাৰ্থান্বেষণত ভাৰতক সহায় দিছিল। এই কথা সুস্পষ্ট। ভাৰতীয় সহ অৱস্থানৰ নীতিত আৰু শক্তিৰ গোষ্ঠী নিৰপেক্ষ নীতিত আস্থাবন হৈ ইমানদিনে সাহায্য আগবঢ়োৱা নাছিল। ইদানীং আমেৰিকাৰ ব্যৱহাৰে সেই কথা প্ৰমাণ কৰিছে। ভাৰতৰ কোনো বন্ধু নাই এনে এটি পৰিস্থিতিত পৰি ৰুচিয়াৰ লগত বন্ধুত্বৰ চুক্তি কৰিব লগা হৈছে তাৰ পৰাও বুজা যায় যে পৰস্পৰৰ প্ৰতি পৰস্পৰৰ আস্থা আৰু বিশ্বাসৰ বশবৰ্ত্তী হৈ ৰাষ্ট্ৰীয় নেতাসকলে ৰাষ্ট্ৰ পৰিচালনাৰ দায়িত্ব লোৱা বৰ্ত্তমান যুগত অচল। এই কথাই ইয়াকে প্ৰমাণ কৰে যে মানৱতাৰ ভিত্তিত গঢ়ি উঠা মানৱীয় নীতিৰ প্ৰতি কাৰো বদ্ধমূল বিশ্বাস নাই। সেয়েহে পাকিস্থান চৰকাৰে নিজৰে দেশ বাংলাদেশত অমানুষিক অত্যাচাৰ, অবৈধ গণহত্যা, বুদ্ধিজীৱী সকলৰ প্ৰাণনাশ, নাৰীধৰ্ষণ, লুণ্ঠন প্ৰভৃতি অমানৱীয় নৃশংস তাণ্ডৱ লীলাৰ অভিনয় চলালে। ৰাষ্ট্ৰসংঘয়ো কোনো প্ৰকাৰ বিধিব্যৱস্থা গ্ৰহণ কৰিব নোৱাৰিলে। সেইবাবে এইটো স্পষ্টতঃ প্ৰতীয়মান হয় যে ব্যক্তিৰ চৰিত্ৰৰ ওপৰত জাতীয় চৰিত্ৰ নিৰ্ভৰ কৰে। জাতীয় চৰিত্ৰই আন্তৰ্জাতিক পৰিস্থিতিত যি প্ৰভাৱ বিস্তাৰ কৰে সেই প্ৰভাৱে বিশ্বৰ বিভিন্ন জাতিৰ জাতীয় আদৰ্শ, অৰ্থনৈতিক সমস্যা আৰু ৰাজনৈতিক সমস্যাৰ জটিলতাৰ হ্ৰাস বৃদ্ধি কৰে। এই হ্ৰাস বৃদ্ধিয়ে বিশ্বশক্তিৰ ভাৰসাম্যৰ তাৰতম্য ঘটায়।

বাংলাদেশৰ পৰিস্থিতিয়ে ভাৰতবৰ্ষৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ ওপৰত যি অভাৱনীয় আঘাত দিলে, তাৰ প্ৰতিক্ৰিয়া স্বৰূপ সমগ্ৰ বিশ্বত এনে এটি পৰিস্থিতিৰ সৃষ্টি কৰিলে যিহে জাতিসমূহৰ শক্তিৰ ভাৰসাম্যই মাথোন ব্যাহত

কৰা নাই বৰঞ্চ পাৰস্পৰিক অবিশ্বাস আৰু সন্দেহৰ সৃষ্টি কৰি, বিশেষকৈ ভাৰতবৰ্ষৰ উদ্দেশ্য বুজিবলৈ অসমৰ্থ হৈ আমেৰিকাই ভাৰতৰ বিৰুদ্ধে অপপ্ৰচাৰ আৰম্ভ কৰি দিলে ভাৰতবিদ্বেষী মনোভাৱেৰে। এই কাৰ্য্যই পৰস্পৰৰ বন্ধুত্বৰ হানি ঘটালে আৰু স্বকীয় জাতীয় চৰিত্ৰৰ ওপৰত কলুষ আনি দিলে। আমেৰিকাৰ ব্যৱহাৰত ভাৰতবৰ্ষই অকল ক্ষুণ্ণই হোৱা নাই, ই ভাৰতবৰ্ষৰ মনত আমেৰিকাৰ জাতীয়তাৰ ওপৰত সন্দেহ আৰু অবিশ্বাসৰ সৃষ্টি কৰিলে। তাত ভাৰতৰ ক্ষতি হোৱা নাই বৰঞ্চ ভাৰতে সততাৰ প্ৰতি যি আদৰ্শ ৰক্ষা কৰি আহিছে সেইটো প্ৰমাণিত হৈছে।

ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱৰ পৰা ভাৰতীয় জাতি আজিও সম্পূৰ্ণ মুক্ত হোৱা নাই সঁচা কথা; কিন্তু ভাৰতৰ দৃষ্টি আজিকালি ভাৰতৰ কৃষ্টি সংস্কৃতিৰ ওপৰত বিৰূপ। যিবোৰ জাতিয়ে, আজিও জাতীয় 'আদৰ্শ ন্যায়নিষ্ঠা, সত্য আৰু অহিংসাবাদৰ ওপৰত প্ৰতিষ্ঠিত কৰিব পৰা নাই, ৰাজনীতিৰ মূলসূত্ৰ আজিও আবিষ্কাৰ কৰিব পৰা নাই, ভাৰতৰ আজিৰ শক্তি দেখি সেইবোৰ জাতিয়ে বিস্ময় বিমুগ্ধ হৈ ভাবিব ধৰিছে ভাৰতে এই শক্তি কিহৰ বলত পাইছে? কিন্তু দুখৰ বিষয় সেই জাতিবোৰে যিবোৰ নীতি গ্ৰহণ কৰি নিজৰ শক্তি আৰু মৰ্য্যাদা ৰক্ষা কৰিব পৰা নাই, সেই জাতিবিলাকৰ গৃহীত, ত্যক্ত আৰু অৰ্দ্ধত্যক্ত নীতিবোৰকে গ্ৰহণৰ প্ৰত্যাশী হৈ ভাৰতে ক্ৰমে অৰ্থনৈতিক অৱস্থা দুৰূহতৰ কৰি তুলিব ধৰিছে। বিদেশৰ পৰা দুৰ্নীতিবোৰ ভাৰতলৈ আমদানি কৰি গণতন্ত্ৰৰ ওপৰতো কুঠাৰঘাত কৰিব ধৰিলে। ভাৰতবৰ্ষত ভাৰতীয় শাস্ত্ৰত থকা ৰাজনীতিৰ নীতি সমূহ পূৰাপূৰি ভাৱে উলঙ্ঘা কৰাৰ ফল ভাল হ'ব নোৱাৰে; কাৰণ ভাৰতীয় সংস্কৃতিৰ ধাৰা দেশৰ সকলো ক্ষেত্ৰতে বিয়পি আছে। বিজতৰীয়া বা বিদেশীয় সংস্কৃতিৰ ক্ষেত্ৰ ভাৰতবৰ্ষ নহয়।

দেশপ্ৰেম সমগ্ৰ মানৱ জাতিৰ ভিতৰতে বিদ্যমান। এই কথা অস্বীকাৰ কৰিবৰ পথ নাই। পাকিস্থানী আক্ৰমণৰ বিৰুদ্ধে সমগ্ৰ দেশ ঐক্যবদ্ধ হোৱাৰ প্ৰধান কাৰণ যে মানৱ সুলভ দেশপ্ৰেমত এই যুক্তিও বিদ্যমান আছে তাকো নুই কৰিবৰ উপায় নায়; কিন্তু ভাৰতীয় হিন্দুৰ ভিতৰত সেই দেশ প্ৰেমৰ ধাৰা মানৱ মনত বোৱাই ৰখাৰো এক বিশিষ্ট পন্থা বিদ্যমান। প্ৰত্যেক ব্যক্তিয়ে বাৰ্ষিক পিতৃশ্ৰাদ্ধত পিণ্ডদানৰ সময়ত কিঞ্চিৎ পিণ্ড ভাৰতবৰ্ষ নামক ভূভাগৰ উদ্দেশ্যে ক্ষেপণ কৰে। ই ধৰ্ম্মগত আৰু পৰম্পৰাগত ঐক্য স্থাপনৰ এটি প্ৰধান সূত্ৰ। বিজতৰীয়া আৰু বিদেশীয় সংস্কৃতিত প্ৰভাৱান্বিত হৈ শাস্ত্ৰীয় এই পৰম্পৰা ভঙ্গ কৰি হিন্দুৰ আইনৰ ধাৰা ভঙ্গ কৰা হৈছে আৰু সমাজৰ ঐক্য ছিন্ন ভিন্ন কৰাৰ ব্যৱস্থা কৰা হৈছে। তাৰ প্ৰতিক্ৰিয়া স্বৰূপে আজি দেশ খণ্ড-বিখণ্ড হৈ যোৱাৰ পথেদি গতি কৰিছে। বৈবাহিক সংস্কৃতিৰ ধাৰা আইন প্ৰণয়নৰ দ্বাৰা ভঙ্গ কৰাত

এফালে যৌথ পৰিবাৰৰ মুলসূত্ৰ ছিন্ন কৰা হ'ল আৰু আনফালে সমাজৰ নিজ নিজ গণ্ডীৰ ভিতৰত থকা ঐক্য সূত্ৰ ছিন্ন কৰা হ'ল। তাৰ প্ৰতিক্ৰিয়া স্বৰূপ অৰ্থাৎ যৌথ পৰিবাৰৰ আৰু সমাজ ৰক্ষাৰ ঐক্যসূত্ৰ ছিন্ন হোৱা বাবে দেশ প্ৰেমৰ পৰম্পৰাগত ভাৰতীয় নীতি ভঙ্গ কৰা হৈছে। যুগ যুগ ধৰি চলি অহা পুৰুষানুক্ৰমে মানি অহা দেশৰ পৰম্পৰা ধ্বংসৰ পথেদি আগবাঢ়ি আছে, নতুন পৰম্পৰা সৃষ্টিৰ সূত্ৰ এতিয়াও সন্তোষজনক ভাবে গঢ়ি উঠা নাই। স্বেচ্ছামূলক পথত বিজতৰীয়া পৰম্পৰা গঢ়াৰ পথত দেশ ৰাজনৈতিক অৰ্থনৈতিক আৰু সাংস্কৃতিক সকলো ক্ষেত্ৰতে পিছ পৰি যাব ধৰিছে। গণতন্ত্ৰৰ মূলনীতিবোৰৰ অপব্যাখ্যা হ'ব ধৰিছে আৰু দলীয় ৰাজনীতিৰ নামত আত্মম্ভৰিতা, স্বজন পোষণ আৰু স্বজাতিৰ বিৰুদ্ধাচৰণ পথ অবলম্বিত হ'ব ধৰিছে। জাতিৰ পৰম্পৰাগত দেশৰ সংস্কৃতিগত পথ পৰিত্যাগ কৰি নতুন পথ আৱিস্কাৰৰ চেষ্টাত উদ্দেশ্য যিমানেই সৎ নহওঁক, সামাজিক বিশৃঙ্খলা আহি ঐক্য ধ্বংসৰ পথ যে সুগম হয়, সেই কথা নিশ্চয়।●

## ভাৱৰ বুৰবুৰণি

# ।। চিমলা চুক্তি ।।

"যুঁজত জিকিল হিন্দুস্থান মেজত জিকিল পাকিস্থান" - ইযে অতিশয় শুদ্ধ সত্য সমালোচনা এই কথাৰ গুৰুত্ব আমাৰ উদাৰ মনোভাৱাপন্ন ৰাজনীতিক পুৰুষসকলে স্বীকাৰ কেতিয়াও নকৰে কাৰণ তেওঁলোকৰ প্ৰধান উদ্দেশ্য দেশ ৰক্ষা বা দেশৰ উন্নতি সাধন কৰা নহয়। তেওঁলোকৰ প্ৰধান উদ্দেশ্য হৈছে ৰাজ্যৰ উচ্চ স্থানত প্ৰতিষ্ঠিত হৈ থকা আৰু বিদেশৰ প্ৰশংসাভাজন হোৱা। যিমানেই বন্ধুত্ব নাথাকক দেশৰ স্বাৰ্থ বলি দি সেই ক্ষমতা লাভ কৰাটো বা প্ৰশংসাৰ ভাজন হ'বলৈ ইচ্ছা কৰাটো ৰাজনীতিৰ সুস্থ নীতি নহয়।

পাকিস্থানে নিজৰ গৰজত আলোচনা বিচাৰিলেহেঁতেন; আমাৰ ফালৰ পৰা সেই আলোচনা বিচৰাৰ নীতি কেতিয়াও ভাল হোৱা বুলি ক'ব নোৱাৰি। দেশ বিভাজন হোৱাৰ সময়ৰে পৰা পাকিস্থানে ভাৰতবৰ্ষৰ উদাৰতাৰ সুবিধা লৈ আহিছে। তাৰ বিনিময়ত ভাৰতবৰ্ষই সদায় পাকিস্থানৰ শত্ৰুতাহে অৰ্জ্জন কৰি আহিছে। টাছখণ্ডৰ আলোচনাৰো সেয়ে হৈছে, চিমলা শীৰ্ষ সৰ্ম্মিলনতো সেয়ে হৈছে। যুদ্ধৰ পূৰ্ব্বে যুদ্ধ নিবাৰণৰ অৰ্থে স্বাৰ্থ ত্যাগ কৰা আৰু যুদ্ধৰ পাছত আমিও যুৱশক্তিৰ ৰক্তক্ষয়, প্ৰাণক্ষয়, দেশৰ উন্নতিত অমিত পৰিমাণৰ বাধা প্ৰাপ্তিৰ ফলত অনাৱশ্যক মহানুভৱতা প্ৰকাশৰ কোনো অৰ্থ নাই। ভুট্টো চাহেবে শত্ৰুতা মনোভাৱ পৰিত্যাগ কৰি যদি এই আলোচনা সঁচাকৈয়ে উদাৰ মনোভাৱেৰে আৰু বন্ধুত্বৰ আলমত কৰিলেহেঁতেন আৰু এই চুক্তি সম্পাদন কৰিলেহেঁতেন তাত আমাৰ কবলগীয়া একো নাথাকিলহেঁতেন। শত্ৰুভাৱ পৰিত্যাগ কৰাৰ কোনো লক্ষণ নাই।

ভুট্টো চাহাবৰ উদ্দেশ্য আছিল ভাৰতে অধিকাৰ কৰা অংশ ঘূৰাই লোৱা। সেই উদ্দেশ্য তেওঁ সাধন কৰি গৈছে।

ভাৰতক দিবলগীয়া ধন কেতিয়া দিব সেই বিষয়ে কোনো প্ৰতিশ্ৰুতি ভুট্টো চাহাবে দিয়া নাই। এই আলোচনাত কাশ্মীৰ সমস্যাৰ কোনো সমাধান হোৱা নাই। এই সমস্যা যদি ভাৰতৰ ইচ্ছা অনুসাৰে সমাধান হলহেঁতেন তেতিয়া যুদ্ধত অধিকৃত অঞ্চল ঘূৰাই দিয়াত কোনো আফচোচ্ নাথাকিলহেঁতেন, কাৰণ পৰৰাজ্য দখল কৰাৰ ইচ্ছা কোনো ভাৰতীয়ৰে নাই। কাশ্মীৰ ভাৰতীয় ৰাজ্য তাত পাকিস্থানৰ হস্তক্ষেপ কিয়? হস্তক্ষেপৰ সমস্যা সমাধানৰ বাবে ভাৰত কিয় ক্ষতিগ্ৰস্ত হ'ব লাগে।

ইমান সোনকালে মাত্র ১৫ মিনিটৰ ভিতৰত ব্যৰ্থ আলোচনাক ভূট্টোৱে সফলতাৰ ৰূপ দান কৰি ভাৰতৰ প্ৰধান মন্ত্ৰীৰ হাতৰ পৰা নিজৰ স্বাৰ্থ পূৰণ কৰি লৈ গ'ল। ভাৰতৰ সমস্যা সমস্যা হৈয়ে থাকিল। ভূট্টোৱে ভৱিষ্যতৰ আশাত ভাৰতক বন্দী কৰি ৰাখি পুনৰায় যুদ্ধৰ প্ৰস্তুতিৰ সময় ললে আৰু নিজৰ দেশত নিজৰ সঙ্কটপূৰ্ণ পৰিস্থিতিৰ হাতৰ পৰা উদ্ধাৰৰ পথ পৰিস্কাৰ কৰি ল'লে।

এই আলোচনাত দেশৰ স্বাৰ্থ আছিল স্থায়ী শান্তি স্থাপন কৰা। যুদ্ধ বন্ধ কৰা। সেইটো হোৱা নাই। গতিকে আলোচনা ব্যৰ্থ হৈছে। ইয়াত মহানুভৱতা প্ৰকাশৰ কোনো আৱশ্যক নাই। অধিকৃত অঞ্চলৰ পৰিবৰ্ত্তে পাকিস্থানে কাশ্মীৰৰ অধিকৃত অঞ্চল দিব লাগিছিল। সেইটো যেতিয়া নহ'ল এই আলোচনা ব্যৰ্থ হ'ব লাগিছিল। ব্যৰ্থতাত ভাৰতৰ মান বঢ়িলহেঁতেন। ভূট্টোৰ দোষত যদি আলোচনা ব্যৰ্থ হয় তাত ভাৰতৰ ক্ষতি কি? ভাৰতে পাকিস্থানক কিমান দি থাকিব। পাকিস্তানে ভাৰতবিদ্বেষ কেতিয়াও নেৰে। ভাৰত বিদ্বেষ মানে হিন্দু বিদ্বেষ। ভাৰতৰ পাকিস্তান-মুখী মুছলমান সকলক পাকিস্তানে বিদ্বেষ নকৰে। ভাৰতীয় ভাৱাপন্ন মুছলমান আৰু হিন্দু সকলকহে বিদ্বেষ কৰে। চিমলা আলোচনাৰ পাছতে ভূট্টোৱে বক্তৃতাত বাংলাদেশক 'মুশ্লিম বাংলা' বুলিহে কৈছে। বাংলাদেশৰ হিন্দুকো স্বীকাৰ নকৰে। দ্বিজাতি তত্ত্ব ধ্বংস হোৱা বুলি আমাৰ ফালৰ পৰা বৰ বৰ কথা কোৱা হৈছিল বাংলাদেশৰ স্বাধীনতাত, কিন্তু ভূট্টোৱে আৰু পাকিস্তানে এতিয়াও দ্বিজাতি তত্ত্বৰ ভিত্তিতহে কথা কয়। দ্বিজাতি তত্ত্ব মানে হিন্দু জাতি আৰু মুছলমান জাতি একে জাতীয় মানুহ নহয় সম্পূৰ্ণ বেলেগ। দেশ আৰু ভাষা হিচাবে জাতীয়তা গঠন হ'ব নোৱাৰে। ভাৰতবৰ্ষৰ হিন্দু মুছলমানৰ সমষ্টিগত আখ্যা ভাৰতীয় জাতি নহয়।

মুছলমানৰ মাতৃভাষা উৰ্দ্দুহে স্বীকৃত। বাংলাদেশ স্বাধীন হোৱাত ভাষা আন্দোলনৰ বাবে পাকিস্তানে পূৰ্ব্ববংগ হেৰুৱালে সেই বাবে অতি কষ্টে ভূট্টো চাহাবে বাংলা ভাষা স্বীকাৰ কৰিও "মুশ্লিম বাংলা" বুলি আখ্যা দি বাংলাদেশৰ মানুহ মুছলমান হোৱা বাবে তেওঁলোকৰ মাজতো সেই দ্বিজাতি তত্ত্ব জীয়াই ৰখাৰ প্ৰচেষ্টা এৰা নাই। এই বিলাকৰ পৰাই স্পষ্ট বুজা যায় যে হিন্দুৰ লগত তেওঁলোকে বন্ধুত্ব কৰাৰ কথা সপোনতো নাভাবে। এনে ক্ষেত্ৰত ভাৰতবৰ্ষই অনাৱশ্যক মহানুভৱতা দেখুৱাৰ অৰ্থ কি?

এই আলোচনাত পাকিস্তানে ভাৰতৰ আকাশপথেদি ৰাস্তাও মুকলি কৰিলে। ভাৰতবৰ্ষৰ লগত শত্ৰুতা আচৰণৰ ৰুদ্ধ পথ পুনঃ মুকলি কৰাই আছিল ভূট্টোৰ উদ্দেশ্য আৰু সেইবাবে আলোচনাৰ ব্যৰ্থতাৰ শেষ মুহূৰ্ত্তত প্ৰধান মন্ত্ৰীৰ দুৰ্ব্বলতাৰ সুবিধা গ্ৰহণ কৰিলে। সেইবাবে ভূট্টোৰ অসংলগ্ন বক্তৃতা আৰু আচৰণৰ মাজতো নিজকে ৰাজনীতিক বুলি পূৰ্ণ পৰিচয় দিলে।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# এই যুগৰ মানুহৰ সংকট কি ?

## (শিক্ষাব্ৰতী)

## (ৰাধাকৃষ্ণনৰ ৰচনাৰ পৰা বোটলা)

বৰ্ত্তমান যুগৰ মানুহৰ সমস্যাপূৰ্ণ সঙ্কট হৈছে যে যিজন ব্যক্তিৰ জীৱন ধাৰণত পূৰ্ণ নৈৰাশ্য আহিছে, সেইজন ব্যক্তিয়েও মৃত্যুক ভয় কৰে - মৰিবলৈ ইচ্ছা নকৰে। আন মানুহক মৰা দেখা পায়, কিন্তু নিজে যেন চিৰদিন জীয়াই থাকিব এনে আশাৰ প্ৰবৃত্তি মানুহৰ দেখা যায়।

সংঘাত উপস্থিত হয় সচেতন উদ্দেশ্য আৰু অৱচেতন মনৰ অজ্ঞাত আবেগৰ মাজত। মানুহ হৈছে নীচতা আৰু মহত্বৰ, বুদ্ধিৰ আৰু মুঢ়তাৰ একপ্ৰকাৰ যৌগিক বা মিশ্ৰিত পদাৰ্থৰ নিচিনা। আমি আমাক নিজৰ হাতৰ পৰাই ৰক্ষা কৰিব লাগিব আমাৰ স্বভাৱজাত চাঞ্চল্য বা অস্থিৰ চিত্ততাৰ পৰা আৰু আমাৰ স্বভাৱত থকা দুৰ্নীতি মূলক আচৰণৰ পৰা। এই সংসাৰখন হৈছে অধঃপতিত জনগণৰ বাসভূমি য'ত বিবেক বুদ্ধিয়ে শাসন কৰিব লাগে কিন্তু বাস্তৱ ক্ষেত্ৰত বিবেকহীনতাইহে শাসন কৰে। আমি আমাৰ যত্ন পুৰুষাৰ্থৰ দ্বাৰা আমাৰ সমস্যাৰ সমাধান কৰিব পাৰোঁ, আমাৰ সংঘাতৰ ওৰ পেলাব পাৰোঁ। আমি আমাৰ স্বভাৱত থকা নীচ মনোবৃত্তিবোৰৰ প্ৰভাৱ কমাই আনিব পাৰোঁ আৰু পৰস্পৰৰ প্ৰতি প্ৰেম আৰু সহানুভূতিৰ প্ৰভাৱ বঢ়াই আনিব পাৰোঁ। আমাৰ স্বভাৱত থকা যিবোৰ নীচ প্ৰবৃত্তিয়ে আমাৰ উন্নতিত বাধা আৰোপ কৰে, আমি সেই প্ৰবৃত্তিবোৰ দমন কৰিবৰ বাবে নিজৰ নিজৰ অন্তঃকৰণৰ লগতে যুদ্ধ কৰিব পাৰোঁ, কাৰণ এই নীচ প্ৰবৃত্তিবোৰ আমাৰ নিজৰে সৃষ্টি। আজিৰ যুগত নৈতিক শক্তিৰ উদ্ভৱ কৰাটোৱেই হৈছে একমাত্ৰ আৱশ্যকতা। এই শক্তিৰ উদ্ভৱৰ বাবে প্ৰত্যেকজন ব্যক্তিয়ে উন্মত্ত হৈ উঠিব লাগিব - তেতিয়া নতুন সমাজৰ গঢ় দিব পৰা হ'ব।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# নৱ - সাহিত্য

## (শিক্ষাব্ৰতী)

আজি কালি আধুনিক সাহিত্যৰ যুগ। নতুন যুগ। অভিনৱত্বই নতুন যুগৰ মাপকাঠী। অভিনৱ কিবা এটা আৱিষ্কাৰ কৰিবলৈ যেন আধুনিক যুগৰ মানুহৰ ধ্যান-ধাৰণা, কল্পনা আৰু সাধনা: কাৰণ সেয়েহে প্ৰগতিৰ পথ।

সাহিত্যৰ ক্ষেত্ৰতো সেই অভিনৱত্বৰ কল্পনাই স্থান অধিকাৰ কৰিছে। পুৰণি ছন্দৰ পতন হৈছে, পুৰণি ভাষাৰ পৰিবৰ্ত্তন ঘটিছে। ত্যক্ত আৰু পৰিত্যক্ত শব্দবোৰৰ উদ্ধাৰ সাধন হ'ব ধৰিছে; নতুন নতুন শব্দ যোজনা আৰু নতুন নতুন শব্দৰ সৃষ্টি হ'ব ধৰিছে, অন্য ভাষাৰ পৰা বিশেষকৈ ইংৰাজী ভাষাৰ পৰা শব্দ চয়ন হ'ব ধৰিছে। সেই শব্দবোৰ আধুনিক কবিতাত ব্যৱহৃত হ'ব ধৰিছে। দেশীয় আৰু বিদেশীয় শব্দৰ সংমিশ্ৰণত এটা অভিনৱ ভাষাৰ সৃষ্টি হ'ব ধৰিছে। এই অভিনৱত্বৰ সৃষ্টিয়েই নৱ-সাহিত্য। বিদেশীয় শব্দ সংগ্ৰহৰ দ্বাৰা ভাষা চহকী হ'ব ধৰিছে - পুৰণি ধন-ৰত্ন ভাঙি নতুন যুগৰ প্ৰগতিত মানুহ উদ্বাউল হৈছে। সাহিত্য প্ৰেমী ভাষা প্ৰেমী কবি গ্ৰন্থকাৰ সকলৰ নিজ নিজ মাতৃভাষা কি তাৰ গৱেষণাৰ বাবে ক্ষেত্ৰ সৃষ্টি হ'ব ধৰিছে। বিশ্বৰ বিভিন্ন সৃষ্টিৰ সৌন্দৰ্য্যৰ পৰা তিল তিল সৌন্দৰ্য্য আহৰণ কৰি 'তিলোত্তমা'ৰ সৃষ্টি হৈছিল বুলি পুৰাণত পোৱা যায়। ভাষাৰ সৌন্দৰ্য্য বৃদ্ধিত এই প্ৰকাৰ সংগ্ৰহৰ অভিযান তেন্তে অভিনৱ পন্থা নহয়।

ছন্দোৱদ্ধ যতি-বদ্ধ স্বৰবদ্ধ কবিতাৰ ছন্দ-যতি-স্বৰ ভঙ্গ কৰাই অভিনৱত্বৰ পৰিচায়ক সন্দেহ নাই; কিন্তু সেই নিয়ম ভঙ্গ কৰা পদ্ধতি যে এটা নিয়মত পৰিণত হ'ব ধৰিছে - তাতেই বা নিয়ম ভঙ্গৰ অভিনৱত্ব ক'ত থাকে। মাতৃভাষাৰ ব্যাকৰণৰ নিয়ম ভঙ্গ কৰি, ছন্দৰ লালিত্য নষ্ট কৰি, পুৰণি শব্দ সম্ভাৰৰ ঠাইত সংমিশ্ৰিত শব্দ যোজনাৰে দেশ প্ৰেমিক, ভাষা প্ৰেমিক সাহিত্যিকৰ লেখনিত মাতৃভাষাৰ ভাৱ, পৰিচয় আৰু জাতীয় ৰূপ সৃষ্টি হ'ব পাৰিব নে বা পাৰিছে নে?

পাৰিবাৰিক সামাজিক আৰু দেশিক নিয়ম পৰম্পৰা ভঙ্গ কৰি তথাকথিত প্ৰগতিৰ পথেদি গতি কৰি থাকিলে নিজৰ দেশৰ ৰূপ কি, সৌন্দৰ্য্য কি, আভিজাত্য কি, দেশৰ পৰম্পৰা কি, দেশ প্ৰেমিক বা ভাষা প্ৰেমিক, সাহিত্য প্ৰেমিক লোকসকলৰ অৱদানৰ মাহাত্ম্য কি তাক গৱেষণা কৰিবৰ ক্ষেত্ৰ সৃষ্টি হ'ব আৰু হৈ আছে যে তাত সন্দেহ নাই; কিন্তু সেই গৱেষণাই ধ্বংস প্ৰাপ্ত সমাজৰ

পৰিবেশত আৰু বিকৃত দৃষ্টি ভঙ্গিত সেই সেই অৱদানৰ মূল্য নিৰ্দ্ধাৰণ কৰিব পাৰিব নে? সাহিত্যত এক অভিনৱ পৰিবেশ সৃষ্টি হ'ব নিশ্চয়, তাত কোনো সন্দেহ নাই।

পৰিদৃশ্যমান প্ৰকৃতিৰ ফালে দৃষ্টি কৰিলে দেখা যায়, অভিনৱত্বৰ কোনো লক্ষণ নাই। সমস্তই পুৰাতন। প্ৰকৃতিৰ নিয়মৰ ব্যতিক্ৰম নাই। প্ৰকৃতিৰ নিয়ম ভঙ্গ হ'লে তাৰ পৰিণতিৰো এটা নিয়ম পৰিলক্ষিত হয়। প্ৰকৃতিৰ স্বাভাৱিক গতিত বাধা দিলে অপ্ৰকৃত ঘটনা ঘটে। নদীৰ সোঁতত বাধা দিলে সেইটো বুজা যায়।

ভাষা সাহিত্য আৰু সংস্কৃতিৰো এটা স্বাভাৱিক গতি আছে। সেই গতিৰ অনুকূলেহে উত্তম ভাষা, উত্তম সাহিত্য আৰু উত্তম সংস্কৃতিৰ ৰূপ সৌন্দৰ্য্য আৰু আনন্দময় পৰিবেশৰ সৃষ্টি হয়। সকলো দেশৰে সকলো যুগতে তাকেহে প্ৰগতি বুলি স্বীকাৰ কৰি আহিছে। উচ্ছৃঙ্খলতাৰ যি পৰিণতি হয় তাৰো এটা নিয়ম আছে। সেই নিয়ম লক্ষ্য কৰিলে উচ্ছৃঙ্খলতা প্ৰতিহত কৰাৰ উপায় জনা যায় আৰু প্ৰগতিৰ অনুকূলে কাৰ্য্য কৰাৰ বুদ্ধি ক্ষমতা আৰু পাৰদৰ্শিতা বাঢ়ে।

আজি কোনো ভাৰতীয় লোকে শুদ্ধ মাতৃভাষা কোৱাৰ সাৰ্থকতা উপলব্ধি কৰিব নোৱাৰে। বস্তুৰ নামবোৰৰ সলনি হৈছে - বিদেশী শব্দেৰেহে বস্তু পৰিচয় হয়। সাধাৰণ আলাপ-আলোচনা কথা-বতৰা সংমিশ্ৰিত ভাষাৰেহে চলে। ৰচনাবোৰতো তাৰেই প্ৰাধান্য দেখা যায়। শুদ্ধ মাতৃভাষাৰ শব্দ এটিৰ অৰ্থ বুজাবলৈ বিদেশী শব্দৰ প্ৰতি শব্দ এটি বন্ধনীৰ ভিতৰত দিব লগা হয়। আমাৰ মাতৃভাষাৰ প্ৰতি প্ৰেম কিমানখিনি এই মাপ কাঠিৰে সম্যকভাৱে জুখিব পৰা যায়। বিদেশী শব্দৰ ভিতৰত অধিষ্ঠান কৰি থকা ভাৱটি এইদৰে মাতৃভাষাৰ শব্দৰ লগত সংমিশ্ৰিত হৈ শুদ্ধ শব্দৰ ভাৱ বিপৰ্য্যয় ঘটায়। নৱ সাহিত্যৰ ৰূপ এয়ে হৈ উঠিছে।

স্বাভাৱিকতা ধ্বংস হ'লে কোনো পৰিস্থিতিতে মানুহে শান্তি পাব নোৱাৰে এই কথা বুজিবলৈ একো টান নহয়; কিন্তু আচৰিত কথা এয়ে যে মানুহে স্বাভাবিকতাৰ বিৰুদ্ধেহে আজিকালি অভিযান চলায়। সমাজৰ অভাৱ পূৰণ কৰিবলৈ, সমাজৰ কল্যাণ সাধন কৰিবলৈ বা সমাজক সেৱা কৰিবলৈ অৰ্থাৎ পৰস্পৰে পৰস্পৰক সহায় কৰিবলৈ ইচ্ছা কৰাটো এটা স্বাভাৱিক মনোবৃত্তি। এই স্বাভাৱিক মনোবৃত্তিৰ সুবিধালৈ আজিৰ মানুহে মানুহক ভুৱা প্ৰতিশ্ৰুতি দি অস্বাভাৱিকভাৱে দেশবাসীক শোষণ কৰিব ধৰিছে। আজি সমাজত যি আত্মকেন্দ্ৰিক মনোবৃত্তিৰ সৃষ্টি হৈছে, ধনৰ প্ৰতি যি স্পৃহা দেখা গৈছে, ধন উপাৰ্জ্জনৰ বাবে যিবোৰ অনৈতিক পন্থা গ্ৰহণ কৰিব ধৰিছে এইবোৰে প্ৰমাণ কৰে যে সমাজৰ কল্যাণ সাধনৰ প্ৰতিশ্ৰুতিত সমাজ শোষণৰ মনোবৃত্তি গ্ৰহণ কৰিছে। ই স্বাভাৱিক

কথা নহয় অর্থাৎ প্রকৃতিত এই নিয়ম নাই। সেয়েহে আজি অস্বাভাৱিক ভাৱে উচ্ছৃঙ্খলা, সমাজ দ্ৰোহিতা, অশান্তি আৰু পাৰস্পৰিক বিদ্বেষৰ সৃষ্টি হৈছে।

নৱ সাহিত্যই এই পৰিস্থিতিৰ ভিত্তিত স্বাভাৱিক সাহিত্য গঢ়ি তুলিব লাগে। বঙ্গীয় সাহিত্যত তাৰ নমুনা দেখা গৈছে - ই আমাৰ কথা।

আমাৰ নৱ সাহিত্যিক সকলে গল্প, উপন্যাসৰ একমাত্ৰ তত্ত্ব আৱিষ্কাৰ কৰিছে যাৰ নাম দিছে প্ৰেম। তেওঁলোকৰ ৰচনা পঢ়িলে বুজা যায় যে সেই ৰচনা প্ৰেমৰ ভিত্তিত লিখা হোৱা নাই, কামৰ ভিত্তিতহে লিখা হৈছে। স্বাভাৱিক পৰম্পৰা ভঙ্গ কৰি নতুন ধৰণৰ উচ্ছৃঙ্খল ব্যৱহাৰৰ নমুনাই অস্বাভাৱিক সংস্কৃতিৰ পৰিচয় ডাঙি ধৰে। অস্বাভাৱিক আচৰণ, ৰচনা বা মনোবৃত্তিয়ে প্ৰগতিবাদ নুসূচায়।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# সভ্যতাৰ বিচাৰ

## (শিক্ষাব্ৰতী)

আমাৰ দেশৰ যি শিক্ষা সংস্কৃতি আৰু সভ্যতা ইমান দিনে চলি আছিল সেই পুৰণি শিক্ষা, সংস্কৃতি আৰু সভ্যতাৰ প্ৰতি আমি আজি অনাদৰ, অৱহেলা কৰিব ধৰিছো আৰু ভিন্ দেশৰ শিক্ষা, সংস্কৃতি আৰু সভ্যতাৰ আদৰ্শ গ্ৰহণ কৰিব ধৰিছো। বিচাৰ বিশ্লেষণ কৰি গ্ৰহণ কৰা বা অনাৱশ্যক বোধে পৰিত্যাগ কৰাত যি স্বাধীন চিন্তাৰ আৱশ্যক সেই চিন্তাৰ অভাৱ পৰিলক্ষিত হৈছে - আমাৰ জাতীয় চৰিত্ৰত আৰু জাতীয় জীৱনত।

সভ্যতাৰ বিচাৰ কেনেকৈ কৰিব পাৰি সেই বিষয়ে আধুনিক পাশ্চত্য শিক্ষাত উচ্চ শিক্ষিত ব্যক্তি ঋষি অৰবিন্দই কৈছে যে

"প্ৰকৃত সুখ লাভেই জগৎ জীৱনৰ যথাৰ্থ উদ্দেশ্য আৰু আত্মা, মন আৰু দেহৰ স্বাভাৱিক সামঞ্জস্য আৱিষ্কাৰ আৰু ৰক্ষা কৰিব পাৰিলেই সুখ লাভ হয়। যি সংস্কৃতি যি পৰিমাণে এই সামঞ্জস্যৰ প্ৰকৃত সন্ধান দিব পাৰে আৰু তাৰ আত্মপ্ৰকাশক উদ্দেশ্য আৰু গতিধাৰাৰ সুসামঞ্জস্য ব্যৱস্থা কৰিব পাৰে সেই পৰিমাণে তাৰ মূল্য নিৰ্দ্ধাৰণ হয়। সেই সামঞ্জস্যৰ সকলো তত্ত্ব ধাৰণা ৰূপ জীৱন-যাত্ৰা প্ৰণালীত নিয়োজিত কৰিবৰ সময়ত কোন সভ্যতাই কিদৰে সেই সামঞ্জস্যক স্থাপিত কৰে, তাৰ ছন্দোময় খেলা বা প্ৰকাশলীলা ফুটাই তোলে, উদ্দেশ্যবোৰ অটুট ৰাখে আৰু সেইবোৰৰ পুষ্টি সাধন কৰে তাৰ দ্বাৰাই সেই সভ্যতাৰ বিচাৰ কৰিব লাগিব।"

ঋষি অৰবিন্দই এই তুলাচনীৰে বা মানদণ্ডেৰে জুখি আৱিষ্কাৰ কৰিছে - ভাৰতীয় সাহিত্য-সংস্কৃতি আৰু সভ্যতাৰ গভীৰ সমালোচনা আৰু বিশ্লেষণ কৰি সৰ্ব্বজনে বুজিব পৰাকৈ ঘোষণা কৰিছে যে -

"শাশ্বত আত্মাই ভাৰতীয় সভ্যতাৰ কেন্দ্ৰীয় তত্ত্ব। ই আমাৰ বেদ উপনিষদ গীতাৰ অমোঘ বাণী। আত্মাৰ জন্ম-মৰণ নাই, এই আত্মাক অস্ত্ৰেৰে কোনেও ছেদন কৰিব নোৱাৰে, ইয়াক কোনেও আন বস্তুৰ দৰে পচাব নোৱাৰে, শুকাব নোৱাৰে - ই নিত্য সৰ্ব্বব্যাপী, অপিৰণামী সদায় একৰূপ আৰু অনাদি। ই চক্ষুৰাদি ইন্দ্ৰিয়ৰ অগোচৰ আৰু অধিকাৰী।"

তাৰ পাছত তেওঁ কৈছে যে -

"আত্মাই দেহ আৰু মনৰ মাজেদি কাৰ্য্য সাধন কৰে - সেইবাবে লৌকিক আৰু আধ্যাত্মিক এই উভয়ৰ ভিতৰত পূৰ্ণ সামঞ্জস্য স্থাপন কৰিব লাগিব।"

আমি ভাৰতীয় লোকে ভাৰতীয় সভ্যতা সংস্কৃতিৰ এই যে ৰূপ তাক ভাঙিবৰ যত্ন কৰি পৰৰ সভ্যতা সংস্কৃতিৰ ৰূপত মুগ্ধ হৈ অন্ধ অনুকৰণ কৰিব ধৰিছোঁ।

## সংস্কৃতিৰ ৰূপ পৰিবৰ্ত্তন

সেই বিষয়ে ঋষি অৰবিন্দই কৈছে যে ভাৰতীয় শিক্ষা সংস্কৃতি সভ্যতাৰ যি ৰূপ, শাস্বত আত্মাৰ যি অভিব্যক্তি, সেই ৰূপ সেই অভিব্যক্তি -

"আত্মাৰ অভিব্যক্তিৰে এটা ছন্দ। ইয়াৰ পৰা এই সিদ্ধান্ত হয় যে ৰূপ ভাঙি দিলে আত্মাৰ প্ৰকাশত ব্যাহত হয় অথবা অন্ততঃ পক্ষে তাক গভীৰ গহ্বৰত পেলাই দিয়া হয়।

তেওঁ স্বীকাৰ কৰিছে যে -

"ৰূপৰ পৰিবৰ্ত্তন হ'ব পাৰে, হ'বও নিশ্চয় কিন্তু নতুন ৰূপায়ণে নতুনকৈ আত্ম প্ৰকাশ কৰিব আৰু সেই ৰূপায়ণ ভিতৰৰ পৰা পুনৰ গঠিত হৈ থাকিব।"

সেইবাবে তেওঁ সাৱধান কৰি দিছে যে -

"সেই নতুন ৰূপায়ণত আত্মাৰ বৈশিষ্ট্য ৰূপায়িত কৰি তুলিব লাগিব - তাত দাস মনোবৃত্তিৰ ভাৱ লৈ ভিন্ন প্ৰকৃতিৰ কোনো ৰূপায়ণৰ পৰা ধাৰ কৰিলে নচলিব।"

## ৰূপ পৰিবৰ্ত্তনৰ নমুনা

ভাৰতবৰ্ষৰ ৰজা-মহাৰজা বিলাকৰ ভূ-সম্পত্তি কাঢ়ি লোৱা হ'ল আৰু লগে লগে সাম্যবাদী বহুলোকৰ সা-সম্পত্তি লাভৰ পথ বাহিৰ হ'ল। যিবিলাক লোকে পুঁজিবাদৰ বিৰুদ্ধে সংগ্ৰাম চলাইছিল, সেইবিলাকৰ ভিতৰত বহু লোকে পুঁজি সংগ্ৰহ কৰি ললে আৰু লগে লগে দেশত মহাৰজা বিলাকৰ দ্বাৰা যেনে মন্দিৰ নিৰ্মাণ আৰু সংস্কৃতি হৈছিল, অন্নছত্ৰবোৰ আছিল, দাতব্য চিকিৎসালয়বোৰ স্থাপন হৈ আছিল, কুৱা, পুখুৰীবোৰ খনন হৈছিল, দুখী দৰিদ্ৰৰ দান কাৰ্য্য চলি আছিল, বিপদে-আপদে কন্যাগ্ৰস্ত পিতৃ-মাতৃ দায়গ্ৰস্ত সহায় পাইছিল, সেইবোৰ বন্ধ হৈ গ'ল। লগতে স্বীকাৰ কৰিব লাগিব যে ৰজা-মহাৰজা সকলৰ বিলাসপূৰ্ণ উচ্ছৃঙ্খল জীৱনো ব্যাহত হৈছে; কিন্তু নতুন এচাম উচ্ছৃঙ্খল লোকৰ সৃষ্টি হৈছে। তাতোকৈ ডাঙৰ পৰিবৰ্ত্তন এটাই দেখা দিছে যে দৰিদ্ৰ মজদুৰ সকলৰ হিতৰ অৰ্থে সাম্যবাদৰ ধ্বনি ইউৰোপ আৰু ৰুছিয়াত উত্থিত হৈছিল, সেই মজদুৰ সমস্যাৰ সৃষ্টি হ'ল নীৰব বিপ্লৱৰ ভুৱাৰ মাধ্যমত। নীৰৱ বিপ্লৱো সংঘটিত নহ'ল, হিংসা, জুৱাচুৰী, চুৰি, ডকাইতৰ ৰাজ্য হৈ পৰিল সমগ্ৰ ভাৰতবৰ্ষ দেশখন।

ভাৰবাসীয়ে মিছা কথা ক'ব নাজানিছিল। প্ৰাণ গ'লেও মিছা সাক্ষ্য নিদিছিল। সেই ভাৰতবাসী আজি সঁচা কথা ক'ব নাজানে - মিথ্যাৰ আশ্ৰয়ত ধন উপাৰ্জন কৰি খাদ্যবস্তু, শিশু খাদ্য আৰু নৰীয়াৰ ঔষধ পথ্য ভেজাল কৰি দেশৰ শিশু, বৃদ্ধ নৰীয়া লোকৰ প্ৰাণ হানি কৰে আৰু সুস্থ ব্যক্তিৰ স্বাস্থ্য হানি কৰে। বেদ, উপনিষদ্ আদি কালজয়ী সাহিত্যৰ ব্যাখ্যাৰ ৰূপো সলনি হৈছে। ভাৰতীয় সভ্যতাৰ গৌৰৱেও ৰূপ পৰিবৰ্ত্তন কৰিবলৈ বাধ্য হৈছে।

ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত ভাৰতৰ শিক্ষা, কলা, সংস্কৃতিৰ নিদৰ্শন সংগ্ৰহালয়বোৰত ৰক্ষা কৰা হৈছে। সেই সংগ্ৰহবোৰে বিভিন্ন ঠাই বিভিন্ন যুগৰ কৃষ্টি সংস্কৃতি আৰু সভ্যতাৰ পৰিচয় দাঙি ধৰে। আমাৰ সংগ্ৰহালয়বোৰত এতিয়া ধুতি, পাঞ্জাৱী পৰিহিত ফুলবাবুৰ টিকনি যুক্ত নামাৱলীৰে আচ্ছাদিত দেহধাৰী ভাৰত বাসীৰ আৰু শাড়ী বা ৰিহামেখেলা পৰিহিতা ভাৰতীয় ৰমণীৰ প্ৰতিকৃতি সজাই ৰাখিব লগা হ'ব আমাৰ এই যুগৰ আৰু এই যুগৰ পূৰ্ব্বৱৰ্ত্তী যুগৰ ভাৰতবাসীৰ পোছাক-পৰিচ্ছদৰ নমুনা দেখুৱাবলৈ। কলিকতা চহৰৰ পৰা দূৰৱৰ্ত্তী গাওঁবোৰত যে মানুহে হাল, নাঙলেৰে ধান খেতি কৰে আৰু জুপুৰী ঘৰত থাকে তাৰ প্ৰতিকৃতি সাজি ৰক্ষা কৰা হৈছে কলিকতাৰ সংগ্ৰহালয়ত।

এইদৰে যুগে যুগে সাহিত্য-সংস্কৃতিৰ ৰূপ পৰিবৰ্ত্তিত হৈ আহিছে। কিন্তু শাস্বত আত্মাই যে ভাৰতীয় সভ্যতাৰ কেন্দ্ৰতত্ত্ব সেই তত্ত্বৰ পৰা ভাৰতবৰ্ষ যেন ক্ৰমে আঁতৰি আহিছে আৰু পাশ্চাত্য দেশবোৰৰ কৃষ্টি, সংস্কৃতি অনুকৰণ কৰি ভাৰতীয় সংস্কৃতি ধ্বংসোন্মুখী কৰি তুলিছে। লৌকিক আৰু আধ্যাত্মিক এই উভয়ৰ ভিতৰত পূৰ্ণ সামঞ্জস্য স্থাপন কৰা দূৰৈৰ কথা, আধ্যাত্মিক সম্পূৰ্ণ ভাৱে যেন বিদূৰিত কৰিছে সেইটোহে অনুভূত হয়।●

## ভাৱৰ বুৰবুৰণি

# আত্মৰক্ষাৰ উপায় কি ?

## (শিক্ষাব্রতী)

স্বাধীনোত্তৰ যুগত বন্দুকৰ লাইচেন্স দিয়া নীতি শিথিল হৈছে। বৈদেশিক আক্রমণৰ বিৰুদ্ধে ৰাইজে এই বন্দুকৰ সহায়ত আত্মৰক্ষা কৰিব পাৰিব, এনে এটি নীতিও লাইচেন্স দিয়া নীতিৰ অন্তৰ্ভুক্ত কৰা আছিল; কিন্তু সেই বন্দুকবোৰৰ লাইচেন্স কেনে ধৰণৰ মানুহে পাইছে? সেইবোৰ বন্দুকৰ সদ্ব্যৱহাৰ হৈছে নে অসদ্ব্যৱহাৰ হৈছে? এই বিষয়ে ৰাইজৰ মনত সন্দেহ উপস্থিত হোৱাৰ যথেষ্ট কাৰণ আছে। দেশদ্রোহীৰ হাতত তেনে বন্দুক লাইচেন্সৰ জৰিয়তে পৰিছে নে নাই? বৃটিছ যুগতো লাঠী খেল, ছোৰা খেলৰ প্রচলন আছিল। আত্মৰক্ষাৰ বাবে দুৰ্বৃত্তলোকক প্রতিনিবৃত্ত কৰাৰ শক্তি আহৰণ কৰা উদ্দেশ্যও এই খেলবোৰৰ ভিতৰত আছিল। কেতিয়াও লাঠিৰ বা ছোৰাৰ অপব্যৱহাৰ হোৱা নাছিল। জনজাতীয় লোকৰ মাজতো সাধাৰণ গৃহস্থৰ সামগ্রীৰ ভিতৰতো লাঠী, খৰ্গ, ছোৰা ইত্যাদি অন্তৰ্ভুক্ত আছিল। যুযুৎসু খেলৰ প্রচলনো অবৈধ নাছিল।

পশ্চিম বঙ্গত যুক্তফ্রন্টৰ মুখ্যমন্ত্রীয়ে যেতিয়া ৰাইজক পুলিচৰ সহায়েৰে ৰক্ষা কৰিব নোৱাৰি ৰাইজক আত্মৰক্ষাৰ বাবে আহ্বান জনাইছিল তেতিয়া ৰাইজৰ হাতত আত্মৰক্ষাৰ কি অস্ত্র আছিল — লাঠী বা ছোৰা বা গৃহকাৰ্য্যৰ অস্ত্রসমূহ মাথোন নহয় জানো? আত্মৰক্ষাত অহিংস নীতি দূষিত হৈ নপৰে। গান্ধীজীয়েও সেই কথা স্পষ্ট কৰি দিছে। সংঘৰ্ষকাৰী দলৰ হাতত বা দুৰ্বৃত্ত লোকৰ হাতত বন্দুকৰ নিচিনা আগ্নেয়াস্ত্র যাতে নপৰে সেই বিষয়ে চৰকাৰ সাৱধান হোৱা উচিত নহয় জানো?

হিংসামূলক ভাৱে যদি এখন সৰু কটাৰীও ব্যৱহৃত হয় সিও অপৰাধ। ঘৰত বন্দুক থাকিলেই যে সি হিংসামূলক কাৰ্য্যত ব্যৱহৃত হ'ব এই কথা চৰকাৰেও ভবা নাই, ৰাইজেও ভবা নাই। আত্মৰক্ষাৰ বাবে ইয়াক ৰখা হয়। সেই কথা স্পষ্ট। ৰাইফল পিষ্টলৰো লাইচেন্স চৰকাৰে দিয়ে। ৰাইফল, পিষ্টল আৰু বন্দুকতকৈও লাঠী, ছোৰা বেছি বিপদজনক নে?

প্রধান মন্ত্রীয়ে কৈছে যে ইতিপূৰ্ব্বে তেওঁ ছুৰী আৰু তৰবাৰীৰে সশস্ত্র লোকৰ সন্মুখীন হৈছে (I have faced armed people before, people with knives and swords. Statesman 23 June)। ইয়াৰ অৰ্থ কি? ৰাষ্ট্রীয়

স্বয়ং সেৱক সংঘ আৰু জনসংঘৰ নাম উল্লেখ নকৰিও তেওঁ ছোৰাখেলৰ প্ৰশিক্ষণত উদ্বিগ্নতা প্ৰকাশ কৰি কৈছে - ই কাপুৰুষতাৰ হে লক্ষণ। অহিংসানীতিৰ উদ্দেশ্যক ব্ৰত হিচাবে গ্ৰহণ কৰি যিবিলাক লোকে অন্তিম পৰিস্থিতিত ছোৰা ব্যৱহাৰ কৰি আততায়ীক প্ৰতিনিবৃত্ত কৰিবৰ বাবে আত্মৰক্ষাৰ উদ্দেশ্যে ছোৰা খেলৰ প্ৰশিক্ষণ ল'ব তেওঁলোকৰ সেইটো কাপুৰুষতাৰ লক্ষণ কেনেকৈ? তেওঁৰ নিজৰ উক্তিতে যে তেওঁৰ দুৰ্বলতা প্ৰকাশ পাইছে সেইটো স্পষ্ট।

কম্যুনিষ্ট (C. P. I.) ; মাৰ্ক্সবাদী কম্যুনিষ্ট (C. P. M.) আৰু মুছলিম লিগ এই তিনিটা দলে দেশত কিবোৰ সমস্যাৰ সৃষ্টি কৰিছে আৰু ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ আৰু জন সংঘই কি এনে সমস্যাৰ সৃষ্টি কৰিছে তাক বিচাৰি কৰি চালে বুজা যায় যে গুৰুজী শ্ৰীমাধৱ ৰাও গোলওৱালকৰ দেৰে যি উক্তি কৰিছে যে "দেশৰ জলন্ত সমস্যাৰ প্ৰতি জনসাধাৰণক আওকণীয়া কৰি ৰখা চৰকাৰৰ ই অপচেষ্টা" মাথোন। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ ৰাজনৈতিক দল নহয়। গুৰুজীয়ে কৈছে যে ৰাষ্ট্ৰৰ সমুখত যেতিয়াই কোনো গভীৰ সমস্যা উপস্থিত হয় তেতিয়াই জনসাধাৰণক ভ্ৰান্ত পথেৰে পৰিচালিত কৰিবলৈ চৰকাৰে এই প্ৰসঙ্গটো উল্লেখ কৰে। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই জাতীয় সমস্যা সমূহৰ সমাধানৰ বাবে জাতীয় চৈতন্য বোধ সুসংহত কৰিবলৈ বিচাৰে। ই ৰাজনীতিৰ লেতেৰা মঞ্চৰ বহু ওপৰত।

পশ্চিমবঙ্গৰ কম্যুনিষ্ট আৰু মাৰ্কসবাদী কম্যুনিষ্টৰ কাৰ্য্যপ্ৰণালী আৰু দেশৰ বিভিন্ন ঠাইত হোৱা সঙ্ঘৰ্ষবোৰ অধ্যয়ন কৰিলে জনসাধাৰণৰ আত্মৰক্ষাৰ উপায় কি এই প্ৰশ্ন স্বাভাৱিকতে আহে।●

## ভাৱৰ বুৰবুৰণি

# সমাজ - তন্ত্ৰ প্ৰতিষ্ঠা

## (শিক্ষাব্ৰতী)

কেন্দ্ৰীয় চৰকাৰৰ কৰ্ম্মচাৰীসকলৰ দৰ্মহা অনুসাৰে সাময়িক বৃদ্ধিৰ ব্যৱস্থা কৰা হ'ল। বৰ্ত্তমান বস্তুৰ মূল্য বৃদ্ধিৰ পৰিস্থিতিত নিম্নতম দৰ্মহা পোৱা কৰ্মচাৰী সকলৰ দুৰাৱস্থা বিবেচনা কৰি সাময়িক বৃদ্ধিৰ হাৰ নিৰ্ণয় কৰা হোৱা নাই। ১৫ টকাৰ পৰা ৪৫ টকালৈ এই বৃদ্ধি পাব ৮৫ টকা দৰ্মহা পোৱা কৰ্মচাৰীৰ পৰা ১২৫০ টকা পোৱা কৰ্মচাৰীলৈকে। ৮৫ টকা পোৱা জনে পাব ১৫ টকা আৰু ১২৫০ টকা পোৱা জনে পাব ৪৫ টকা। এই হাৰটো যদি ওলোটাই দিলেহেঁতেন বেছি দৰ্মহা পোৱা বিলাকৰ বেছি দুঃখৰ কথা হ'ব নোৱাৰিলেহেঁতেন কিন্তু ৮৫ টকা পোৱা জনে যদি ৪৫ টকা পালেহেঁতেন সেই জনৰ পক্ষে বেছি আনন্দৰ কথা হ'লহেঁতেন। তাত বাদেও আন এটি কথা বা নীতি ইয়াৰ ভিতৰত প্ৰকাশ হৈ পৰিছে। সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠাৰ নীতি ৰূপায়ন এই পথেদি জানো হয়?

ৰাজনীতিৰ মতবাদবোৰৰ মেৰপাকত পৰি আমি যিমানেই সমাজতন্ত্ৰবাদৰ পক্ষপাতী নহওঁ কিয়, আমি এটা কথাত সদায় ভুল কৰো। সমান দৰ্মহা আমি সকলোৱে পোৱাৰ আশা কৰোঁ কিন্তু কোন কি কৰ্মৰ উপযুক্ত বা অনুপযুক্ত সেই কথা জানো বিচাৰ কৰি আমি দাবী উত্থাপন কৰো? সকলো মানুহে সকলো দায়িত্ব সমান দক্ষতাৰে বহন কৰিব নোৱাৰে। কৰ্মৰ গুৰুত্ব অনুসাৰে দৰ্মহা কম বেছি হোৱাটো স্বাভাৱিক হৈ পৰে। দৰ্মহা কম বেছি হলেই, শ্ৰেণী ভেদ আহি পৰে। চৰকাৰী সা-সুবিধা পোৱাৰো ভেদাভেদ আহি পৰে। নিম্ন শ্ৰেণীৰ লোক সকলক সমান সা-সুবিধা দিয়াৰ প্ৰলোভন দেখুৱাই সমাজত বিশৃঙ্খলা অনাটো সহজ কথা কিন্তু তেওঁলোকক উচ্চ, উচ্চতৰ বা উচ্চতম পদৰ যোগ্যতা বিচাৰ নকৰি দিয়াটো সহজ কথা নহয়। সেয়েহে সমাজতন্ত্ৰবাদৰ মূল নীতিনো কি তাৰ পূৰ্ণ ব্যাখ্যা নিদিয়াকৈ সমাজতন্ত্ৰবাদৰ ধ্বনি তুলি সমাজ বিশৃঙ্খল কৰাৰ অৰ্থ হৈ পৰে দেশ-দ্ৰোহিতা।

এজন ৰজাৰ অধীনত মুখ্যমন্ত্ৰীজনৰ বাদেও আৰু ১৬ জন মান পাত্ৰ বা সদস্য মন্ত্ৰী আছিল। ৰজাই মন্ত্ৰী পৰিষদৰ অনুমোদন ক্ৰমেহে ৰাজ্য শাসন কৰিছিল। মুখ্য মন্ত্ৰীজনৰ দৰ্মহা পাত্ৰ মন্ত্ৰী সকলতকৈ দুগুণৰো বেছি আছিল। এইবাবে তেওঁলোক মুখ্যমন্ত্ৰীৰ প্ৰতি ঈৰ্ষান্বিত আছিল আৰু ৰজাৰ প্ৰতি বিক্ষুব্ধ মনোভাব

লৈ আছিল। ৰজাই এই কথা বুজি পাইছিল। এদিনাখন সভাস্থলত মুখ্যমন্ত্ৰী উপস্থিত নাছিল। এনেতে বাহিৰত ঢোল খোল পেপা আদিৰ বাজনা শুনিবলৈ পোৱা গ'ল। ৰজাই এজন পাত্ৰমন্ত্ৰীক আদেশ দিলে যে এই কিহৰ বাজনা জানি আহকগৈ। পাত্ৰমন্ত্ৰীজন খবৰ কৰি আহি জনালে যে বিয়াৰ বৰ যাত্ৰী যাব ধৰিছে। ৰজাই সুধিলে বৰ যাত্ৰী ক'ৰ পৰা আহিছে? পাত্ৰমন্ত্ৰীজনে পুনঃ সুধিবলৈ যাবলৈ ওলোৱাত ৰজাই তেওঁক যাবলৈ নিদি আন এজনক পঠালে। সিজনে সুধি আহি ৰজাক ক'লে যে বৰযাত্ৰীৰ দল ৰতনপুৰৰ পৰা আহিছে। ৰজাই সুধিলে ক'লৈ যাব? তেওঁ সেইটো ক'ব নোৱাৰাত পুনঃ এজনক পঠালে। বৰযাত্ৰী বিলাকৰ বিষয়ে সমস্ত সংবাদ জানি আহিবলৈ। তৃতীয়জন গৈ খবৰ কৰি আহি ৰজাক জনালে যে বৰযাত্ৰী ৰতনপুৰৰ পৰা আহিছে, ৰাজপুৰলৈ যাব। এনেতে মুখ্যমন্ত্ৰীজন সভালৈ আহিল। ৰজাই মুখ্যমন্ত্ৰীজনক আদেশ দিলে - বাহিৰত বাজনা শুনা গৈছে, কিহৰ বাজনা আপুনি খবৰ কৰি আহকচোন। মুখ্যমন্ত্ৰীজন ওলাই গৈ খবৰ কৰি আহি ৰজাক সংবাদ দিলে - বৰ যাত্ৰী ক'ৰ পৰা আহিছে, ক'লৈ যাব, বৰ কাৰ পুত্ৰ, কন্যা কাৰ ছোৱালী, বৰযাত্ৰীৰ দলৰ ভিতৰত কিমানজন মানুহ আছে, কেইটা হাতী আছে, কেইখন দোলা আছে, বৰযাত্ৰী সকলে কি ধৰণৰ পোছাক পিন্ধি আহিছে, বিয়াৰ লগ্ন কিমান সময়ক ইত্যাদি সকলো খবৰ। ৰজাৰ দ্বিতীয় প্ৰশ্ন কৰিবৰ সকলো পথ বন্ধ কৰি সকলোখিনি সংবাদ দিলে। ৰজাই তেতিয়া পাত্ৰমন্ত্ৰী সকলক ক'লে যে মই যে কিয় মুখ্যমন্ত্ৰীক আপোনালোকতকৈ সৰহ দৰ্মহা দিওঁ আপোনালোকে বুজিলেনে? সকলো বিলাক পাত্ৰমন্ত্ৰী তেতিয়া তলমূৰ কৰিলে। ইংৰাজীত এটা কথা আছে যে First deserve and then desire আগেয়ে উপযুক্ত হোৱা পাছত আকাঙ্খা কৰিবা। সকলো বিলাক মানুহ সমানে উপযুক্ত হ'ব নোৱাৰিলে সমান দৰ্মহা লোৱা নীতিসঙ্গত হ'ব নোৱাৰে যেনেকৈ, অনুপযুক্ত লোক উচ্চতৰ দায়িত্বৰ আকাঙ্খা কৰা বা নিযুক্ত হোৱাটোও তেনেকৈ নীতি বিগৰ্হিত কথা। সমাজতন্ত্ৰবাদতো এইবোৰ বিবেচনা নিশ্চয় থাকিব লাগে। স্বজন-পোষকতা বা দলীয় স্বাৰ্থানুসাৰে বিবেচনা কৰি অনুপযুক্ত লোকক যোগ্যতা আনি দিব নোৱাৰে।

কিন্তু সকলো মানুহৰ বাবে মানুহ হিচাবে বাচি থাকিব পৰা সা-সুবিধা গণতান্ত্ৰিক দেশত নিশ্চয় থাকিব লাগে।

তৃতীয় শ্ৰেণীৰ ৰেলযাত্ৰীৰ কামৰা বিলাকত আৱশ্যকীয় সা-সুবিধাবোৰ দিয়াৰ পূৰ্ব্বে শীত-তাপ নিয়ন্ত্ৰিত কামৰাৰ সা-সুবিধা বঢ়োৱাৰ নীতি সাধু বুলি ক'ব নোৱাৰি। এইদৰে সৰ্ব্বসাধাৰণ ৰাইজৰ মানুহৰ কৰ্ম্ম নিপুণতা বঢ়াবৰ বা কৰ্ম্মৰ নৈপুণ্য অৰ্জ্জন কৰাৰ পথ নিৰ্দ্দেশ নকৰি কৰ্ম্মৰ মূল্য বা দৰ্মহা বঢ়ালেই দেশৰ উন্নতি বা শান্তি আহিব নোৱাৰে। বয়স বাঢি সাবালক হৈ স্বাস্থ্যবান হৈ

উঠিলেই কৰ্ম্ম নিপুণ নহয়। নিজৰ ঘৰত, নিজৰ সমাজত বা বিদ্যালয়বোৰৰ মাধ্যমত কৰ্ম্ম নৈপুণ্যৰ প্ৰশিক্ষণ স্বাভাৱিকতে হৈ যাব লাগে। পূৰ্ব্বৰ ভাৰতীয় সমাজত ভৱিষ্যত কৰ্ম্ম জীৱনত যি ব্যৱসায় গ্ৰহণ কৰিব সেইটো শিক্ষা হয় ঘৰত, নহয় সমাজত নহয় বিদ্যালয়ত শিক্ষা কৰি লৈছিল। শিল্প উদ্যোগত প্ৰস্তুত হোৱা বস্তুৰ ভাল বেয়া অনুসাৰে যেনেকৈ মূল্য নিৰ্দ্ধাৰণ হয়, কৰ্ম্মৰ উপযুক্ততা অনুসাৰে কৰ্ম্মচাৰীৰ উন্নতি হয়। নিম্নতম পদত সোমাই সেই বিভাগৰ উচ্চতম পদ পোৱাৰ উদাহৰণ বৃটিছৰ যুগতো আমাৰ দেশতে আছিল।

সকলোৰে সমান দৰ্মহা কৰিব নোৱাৰি এইটো এইবাবে সঁচা কথা কিন্তু উপযুক্ত লোকে উপযুক্ত স্থান পাব লাগে সেইটো তাতকৈও সঁচা। নিম্নতম পদৰ পৰা উচ্চতম পদলৈ উন্নীত হোৱা প্ৰধান পন্থা হ'ব লাগে কৰ্ম্মৰ নৈপুণ্য। কিমান বছৰ চাকৰি কৰিলে সেইটো প্ৰধান কথা হ'ব নালাগে। চিনিয়ৰিটি মতে পদোন্নতি আৱশ্যাম্ভাবী হৈ পৰাত নিম্ন কৰ্ম্ম কৰাতকৈ দিন কটোৱাতহে কৰ্ম্মচাৰী সকলে বেছি নিৰ্ভৰ কৰে। এই পদ্ধতিৰ পৰিবৰ্ত্তন নহ'লে শাসন কাৰ্য্যও উন্নতি হ'ব নোৱাৰে আৰু দেশৰ সম্পদো বাঢ়িব নোৱাৰে। সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা আশাও সুদূৰ পৰাহত। সুনিপুণ, নিপুণ আৰু অনিপুণ লোকৰ এখন সমাজ হ'ব নোৱাৰে। এলেহুৱা আৰু পৰিশ্ৰমী লোকৰ এখন সমাজ হ'ব নোৱাৰে। পণ্ডিত আৰু মূৰ্খৰ স্থান সমাজত একে প্ৰকাৰ হ'ব নোৱাৰে। ●

## ভাৱৰ বুৰবুৰণি

# মাটিৰ সমস্যা

## (শিক্ষাব্রতী)

খাছ্ বা উদ্বৃত্ত চৰাকাৰী মাটিবোৰ অসমীয়া মানুহক বিতৰণ কৰিবলৈ আমি সদায় দাবী কৰি আহিছোঁ। চৰকাৰে নীতিগতভাৱে সেইদাবীৰ প্ৰতি যে সঁহাৰি দিয়া নাই তেনে নহয় কিন্তু অকল চৰকাৰী নীতিত সেই সমস্যা পূৰণ হোৱাৰ আশা তেনেই কম। পাকিস্তানী অনুপ্ৰৱেশকাৰী সকলে আগেয়ে অহা পাকিস্তানী মুছলমান সকলৰ ঘৰত আত্মীয় মানুহ হিচাবে ভাৰতীয় লোকৰ অধিকাৰ কোনো নহয় কোনো প্ৰকাৰে লাভ কৰে। চৰকাৰী কৰ্মচাৰী সকলেও মাটি বিতৰণৰ সময়ত কোনো নহয় কোনো কাৰণত নতুনকৈ অহা অনুপ্ৰৱেশকাৰীকো মাটি দিয়ে। খিলঞ্জীয়া অসমীয়া লোকৰ কাৰণে জানো ই এটা সমস্যা নহ'ব?

পাকিস্তানী হিন্দুসকলেও দেশ বিভাজনৰ আগতে বা পাছতো আহি বিভিন্ন ব্যৱসায় হাতত লৈ, কমাৰ, কুমাৰ, কাঠমিস্ত্ৰী, ফটোগ্ৰাফাৰ, ছবি বন্ধোৱা, ষ্টেচনাৰী দোকান দিয়া, ফেৰিওৱালা হোৱা ইত্যাদি প্ৰকাৰ ব্যৱসায় হাতত লৈ লাভৱান হৈ সেই উপাৰ্জনৰ বলত চৰকাৰী মাটিও পাইছে আৰু খিলঞ্জীয়া অসমীয়া মানুহৰ পৰা কিনি লৈও জমিৰ মালিক হৈছে। অমসীয়া মানুহে এফালে চৰকাৰী মাটিৰ বাবে দাবী জনায় আনফালে নিজৰ পৈতৃক মাটিখিনিও বাহিৰাগতৰ ওচৰত বিক্ৰি কৰে। বহিৰাগত সকল অসমলৈ আহি যিবোৰ ব্যৱসায়ত হাত দিয়ে, অমসীয়া মানুহে সেইবোৰ ব্যৱসায় কৰিব লাজ পায়, বুদ্ধিও নাপায় আৰু তেওঁলোকৰ দৰে আন্তৰিকতাৰে উৎসাহেৰে তেনে ব্যৱসায়ত পৰিশ্ৰমো নকৰে। বহিৰাগত সকলে পৰস্পৰে ইজনে সিজনক সহায় কৰি দলবদ্ধ হৈ সকলো কাম হাছিল কৰে। অসমীয়া মানুহৰ নিজৰ ভিতৰতে খিয়লাখিয়লি। নিজৰো একো উন্নতি সাধন কৰিব নোৱাৰে আৰু আনৰ উন্নতিতো বাধা জন্মায়। এইবোৰ দোষৰ কাৰণে জানো আমি চৰকাৰক দোষ দিব পাৰোঁ?

চৰকাৰক দোষ দিব পাৰোঁ আন এটা কাৰণত। চৰকাৰে বস্তুমূল্য হ্ৰাস কৰিব পৰা নাই, আনফালে অপৰিমিত আৰু অমিতব্যায়ী ভাৱে ৰাজহুৱা ধন নানা প্ৰকাৰে অপব্যয় কৰিছে। মন্ত্ৰীসকলৰ বিলাস ভোগৰ পৰা আৰম্ভ কৰি নিৰ্ব্বাচনত অযথা ব্যয় বৃদ্ধি কৰি আৰু প্ৰশাসনীয় দুৰ্নীতিক প্ৰশ্ৰয় দি চৰকাৰে অপব্যয়ৰ মাত্ৰা যিদৰে বঢ়াইছে সেই অনুপাতে চৰকাৰী বাজেট মিলাব নোৱাৰি টেক্স বঢ়োৱা

পদ্ধতি গ্ৰহণ কৰে। চৰকাৰী বেচৰকাৰী সকলো উদ্যোগ প্ৰতিষ্ঠানতে ধৰ্ম্মঘট, কৰ্ম্মবিৰতি বানচ বৃদ্ধিৰ দাবী ইত্যাদি প্ৰকাৰে নানা প্ৰকাৰ আন্দোলনৰ সৃষ্টি কৰি উৎপাদনৰ মাত্ৰা কমাই দিয়ে। শ্ৰমিক আন্দোলন বিলাক সদায় ন্যায় সঙ্গত নহয়-কোনো কোনো ক্ষেত্ৰত ন্যায় সঙ্গত নহয় বুলিও ক'ব নোৱাৰি। যি ক্ষেত্ৰত উৎপাদন বৃদ্ধিৰ আৱশ্যক সেই ক্ষেত্ৰত উৎপাদন হ্ৰাস হ'লে বস্তুৰ মূল্য হ্ৰাস হোৱাৰ যুক্তিযুক্ত কাৰণ নাথাকে। তদুপৰি ব্যৱসায়ী সকলক চোৰা বজাৰ, কৃত্ৰিম অনাটনৰ সৃষ্টি, নিৰ্বাচনৰ সময়ত প্ৰাৰ্থীক হাজাৰে হাজাৰে লাখে লাখে টকা দি সহায় কৰি সেই টকা ব্যৱসায়ৰ মাধ্যমত পূৰণ কৰিবলৈ যত্ন কৰি যি পৰিস্থিতি সমাজত সৃষ্টি কৰে তাৰ দ্বাৰা বস্তুমূল্য হ্ৰাস হোৱাৰ কোনো পথ নাথাকে। চোৰা বজাৰৰ উদ্ভৱ হ'ল লাইচেন্স, পাৰমিট আৰু কোটা পদ্ধতি সৃষ্টি কৰাত, প্ৰশাসনীয় কাৰ্য্যই চোৰা বজাৰ নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে। এতিয়া ঘৰ বন্ধা টিনৰ দাম বাণ্ডিলে ৩৫৫ টকা। এইদৰে এশ এটা কাৰণ নিৰ্ভুলভাৱে নিৰ্দ্ধাৰণ কৰিব পাৰি।

তাৰ ফল হৈছে হোজা অসমীয়া গাৱলীয়া লোকে দুবেলা দুমুঠি পেটৰ ভাত নোপোৱা হৈছে। পৈতৃক মাটি ক্ৰমে ক্ৰমে বিক্ৰি কৰি অৱশেষত ভিক্ষাবৃত্তি গ্ৰহণ কৰিব ধৰিছে। চৰকাৰে চিলিং এক্ট কৰি মাটি কাক দিব? চিলিং এক্টৰ দ্বাৰা মাটি থকা মানুহৰ পৰা মাটি ল'ব পাৰিব কিন্তু সেই মাটি বিলাক বহিৰাগত লোকৰ হস্তগত হ'ব।

দেশৰ উন্নয়ণমূলক আঁচনিৰ সাহায্যত গাওঁবিলাক নগৰ হৈছে। জনসংখ্যা বৃদ্ধিৰ ফলত ঠাইৰ নাটনি হ'ব ধৰিছে। আৰু মাটিৰ মূল্য অসম্ভৱ ৰকমে বাঢ়ি গৈছে। ৫০ টকা মূল্যৰ মাটিত ৫০০০ টকা পোৱাৰ লোভ সামৰিব নোৱাৰি আনফালে পেটৰ দায়ত নিৰুপায় হৈ ডাঙৰ চহৰ, সৰু টাউন আৰু গাওঁবিলাকত অনবৰত মাটি বিক্ৰি হ'ব ধৰিছে অভূতপূৰ্ব্ব উচ্চ মূল্যত। ভৱিষ্যৎ বংশধৰ সকলৈ শতকৰা ৮০ জন মানুহেও পৈতৃক জমিবৃত্তি এৰি যাব নোৱাৰিব। অধিক সংখ্যক ল'ৰা-ছোৱালীৰ জন্ম হোৱা বাবেই মাটিৰ সমস্যা জটিল হোৱা নাই। জটিল হৈছে এনে ধৰণৰ অৰ্থনৈতিক দুৰৱস্থাৰ কাৰণে বেছি।

এই অৱস্থাৰ পৰিবৰ্ত্তন হ'ব পাৰে প্ৰথমতে দুৰ্নীতি মুক্ত প্ৰশাসনীয় কাৰ্য্যৰ দ্বাৰা, দ্বিতীয়তে আত্মকেন্দ্ৰিকতাক প্ৰধান স্থান নিদি দেশ প্ৰেমৰ বলত সমাজৰ স্বাৰ্থ ৰক্ষা কৰা কাৰ্য্যৰ দ্বাৰা আৰু তৃতীয়তঃ (আৰু প্ৰধানতঃ) অসমীয়া মানুহ কৰ্মী হ'লে কিবা এটা অৰ্থকাৰী বিদ্যা শিক্ষা কৰি স্বাধীনভাৱে ব্যৱসায় কৰিবৰ মনোবৃত্তি আহৰণ কৰিলে। সৎ প্ৰবৃত্তিৰে কৰ্ম নকৰিলে দেশৰ কল্যাণ হ'ব নোৱাৰে, বস্তু মূল্যৰ হ্ৰাস নহয় আৰু মাটিৰ সমস্যা কোনো দিনেই সমাধান নহয়। সকলো বিষয়তে চৰকাৰক দোষ নিদি নিজৰ জাতীয় চৰিত্ৰৰ উন্নতি বিধান কৰাত সমাজৰো দায়িত্ব বৰ কম নহয়। বহিৰাগত সকল অসমলৈ আহি ধন উপাৰ্জন কৰি অসমীয়া

মানুহৰ মাটি কিনি ল'ব ধৰিছে। অসমীয়া মানুহে কি চাই বহি আছে?

বৰ্ত্তমান সময়ত আৰু অদূৰ ভৱিষ্যতত মাটি সমস্যাই কি যে বিৰাট ৰূপ ধাৰণ কৰিব সেই বিষয়ে আমাৰ মন্ত্ৰীসকল আৰু অসমীয়া সমাজ সচেতন হোৱা উচিত। পূৰ্ব্ববঙ্গৰ অপ্ৰত্যাশিত দুৰ্ঘটনাৰ ফলত লাখে লাখে যি সকল অনুপ্ৰৱেশকাৰী অসমলৈ তথা ভাৰতলৈ অবাধে প্ৰব্ৰজন কৰিছে তেওঁলোকে খিলঞ্জীয়া অসমীয়াৰ আৰু ভাৰতীয়ৰ কি দুৰ্ভাগ্য আনয়ন কৰিব ধৰিছে সেই বিষয়ে সচেতন হোৱাৰ লক্ষণ কৰ্ত্তৃপক্ষ মহলত আমি দেখা নাই। যিখিনি দেখা গৈছে তাৰো অতি ধীৰ আৰু মন্থৰ গতি। এই গতিত দেশৰ মাটি ৰক্ষা পৰা টান। সিদ্ধান্ত লওঁতে ধীৰ স্থিৰ হোৱা বাঞ্ছনীয়, কিন্তু সিদ্ধান্ত অনুসাৰে পদক্ষেপ লওঁতে সি দ্ৰুত আৰু নিঃশঙ্ক হোৱা উচিত। অনুপ্ৰৱেশকাৰীৰ প্ৰব্ৰজন যেন মূৰ্ত্তিমান দুৰ্ভাগ্য এনে যেন প্ৰতীয়মান হৈছে সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত।

## ভাবৰ বুৰবুৰণি

# ইতিহাসৰ বিকৃতীকৰণ

## (শিক্ষাব্ৰতী)

শিক্ষাব্ৰতীয়ে দত্তপন্থ বি ঠেঙড়ীৰ (Datto pant B. Thengade) Perspective (পৰিপ্ৰেক্ষিত) নামক কিতাপ এখন পঢ়ি তাত এটা খবৰ পালে; তাকে ইয়াত ডাঙি ধৰিছে।

খবৰটো হ'ল ডঃ জাকিৰ হোছেন যেতিয়া ভাৰতবৰ্ষৰ উপ-ৰাষ্ট্ৰপতি হিচাবে নিৰ্বাচিত হয়, তেতিয়া বোম্বাইৰ উৰ্দু, ফাৰ্চি আৰু আৰবী ভাষাৰ বিদগ্ধ পণ্ডিত শ্ৰীএম, এ, কুৰেছিয়ে ডাঃ হোছেনলৈ অভিনন্দন পত্ৰ পঠায়।

তাত তেওঁ লিখে -

৩০ বছৰ পূৰ্ব্বে মই আৰবীয় জাতিটোৰ সম্পৰ্কে আৰু আৰবীয় প্ৰাচীন গ্ৰন্থবোৰ অধ্যয়ন কৰিবৰ মনেৰে আৰবলৈ গৈছিলো। খৃষ্টান সকলৰ স্কুল আৰু কলেজত পঢ়িবৰ মোৰ ভাগ্য ঘটিছিল কাৰণে সকলো প্ৰকাৰ ৰাজনীতি (ইহুদী, খৃষ্টানী আৰু মুশ্লিম) অধ্যয়নৰ বাবে মোৰ মনটো খোলা হৈ আছিল আৰু ইহুদী খৃষ্টানী আৰু মুশ্লিম ৰাজনীতি মই সুক্ষ্মভাৱে অধ্যয়ন কৰিছিলো। বাল্যকালৰ পৰাই মই মোৰ সম্প্ৰদায়ৰ লোক সকলৰ মাজত আন ধৰ্ম্মৰ প্ৰতি সহনশীলতা আৰু স্বদেশ প্ৰেম প্ৰচাৰ কৰি আহিছোঁ; কিন্তু মই মোৰ লক্ষ্য পূৰণত পৰাজয় বৰণ কৰিব লগা হৈছে এই কথা মই স্বীকাৰ কৰিবলৈ বাধ্য হৈছোঁ।

যেতিয়াই মোৰ উক্তি জাতীয়তা বা দেশপ্ৰেমৰ ফালে গতি কৰে তেতিয়াই মুছলমান সকলে তীব্ৰভাষাৰে উত্তৰ দিয়ে যে আমাৰ দেশ হৈছে ইছলাম আৰু সেই ইছলাম দেশৰ প্ৰতি আমাৰ আনুগত্য সম্পূৰ্ণ আছে। আমাৰ ঐশ্বৰিক বিধানৰ লগত আন কোনো ধৰ্ম্ম, আন কোনো ৰাজনৈতিক বিধান বা আন কোনো দেশৰ কেতিয়াও তুলনা নকৰো। একে সময়তে দুই প্ৰকাৰ ৰাজনৈতিক বিধানৰ প্ৰতি আমাৰ আনুগত্য স্বীকাৰ কৰিব নোৱাৰো।

জুম্মা প্ৰাৰ্থনাৰ পাছত মসজিদত যেতিয়াই মই জাতীয়তাৰ প্ৰশ্ন উত্থাপন কৰো তেওঁলোকে তেতিয়াই অভদ্ৰভাবে মোৰ মুখ বন্ধ কৰি দিয়ে। তেওঁলোকে কয় যে মূৰ্ত্তি উপাসক সকলৰ বিষয়ে আমাৰ পবিত্ৰ স্থানত আলোচনা কৰিবৰ কাৰো অধিকাৰ নাই।

ধৰ্ম্ম সভাত বাদে আন সভাবোৰত যেতিয়া মই ভাষণ দিওঁ তেতিয়া মই

তেওঁলোকক সাৱধান কৰি কওঁ যে যিবিলাক শুই থকা সোৰোপা হিন্দুক (!) তেওঁলোকে অতীতত সহজে পৰাস্ত কৰিছে সেই বিলাক হিন্দু এতিয়া নাই, মৰি গৈছে; কিন্তু নতুন যুগৰ যিবিলাক হিন্দু উঠি আহিব ধৰিছে তেওঁলোকে মুছলমান সকলে ৰচনা কৰা আৰু সেই ৰচনাৰ পৰা অনুবাদ কৰি ইংৰাজ সকলে লিখা অত্যুগ্ৰ ক্ৰোধোদ্দীপক ইতিহাসৰ তথ্যবোৰৰ বিৰুদ্ধে উত্তেজনাপূৰ্ণ আৰু তীব্ৰ প্ৰতিবাদ জনাব ধৰিছে। এতিয়া চকা ঘূৰি গৈছে। মুছলমান বিলাক শুব ধৰিছে আৰু হিন্দুবিলাক জাগি উঠিছে। পাকিস্থানৰ মুছলমানবিলাক এতিয়াও সপ্তম শতাব্দীতে বাস কৰি আছে।

মুছলমান সকলে হিন্দুবিলাকক যেতিয়া দমন কৰি শাসন চলাই আছিল তেতিয়া মুছলমান সকলে ভাবিছিল যে হিন্দুবিলাক সদায় ক্ৰীতদাস হৈ থাকিব। এই বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি মুছলমানবিলাকে ইতিহাস ৰচনা কৰিছিল আৰু হিন্দুবিলাকক সৰ্ব্বোতোভাৱে দোষাৰোপ কৰিছিল - কি ৰাজনৈতিক দিশ কি নৈতিকতা দিশ উভয় দিশৰ পৰা। তেওঁলোকে হিন্দুবিলাকক সৰ্বান্তঃকৰণে অত্যাচাৰ আৰু দুৰ্ব্যৱহাৰ কৰিছিল কাৰণে তেওঁলোকে ভাবিছিল যে বহু শতাব্দীলৈকে হিন্দুবিলাকৰ প্ৰতিশোধৰ পৰা নিৰাপদ আছিল।

বৰ্ত্তমান উঠি অহা জাতীয়তীবাদী হিন্দুসকলৰ পক্ষে যি ঐতিহাসিক তথ্যসমূহ তিক্ত উদ্ভিদ বিশেষ হৈ পৰিছে আৰু যি বিলাক ইতিহাস সুনিশ্চিতভাৱে তিক্ততাপূৰ্ণ সেই ইতিহাসসমূহ পুনৰায় নতুনকৈ লিখি হিন্দু সকলক সহায় কৰিবৰ বাবে মুছলমান সকলক সমাজত ধৰ্মীয় সভাত বাজে যেতিয়া আপুনি আন সভাত ভাষণ দিয়ে তেতিয়া তেওঁলোকক উদগনি দিব পাৰে। সেই তিক্ত ইতিহাসৰ তথ্যবোৰ পঢ়িলে নিৰপৰাধ হিন্দু সকলৰ তেজ গৰম হৈ উতলিব ধৰে - ন্যায় সঙ্গত ক্ৰোধোদ্দীপনাৰ দ্বাৰা। যি হিন্দু জাতিয়ে প্লেটো, পিথাগোৰাছ আদি বহু মনীষিক শিক্ষা দান কৰিছিল, সেই হিন্দু জাতিৰ স্বদেশ সম্পৰ্কে লিখা কোনো ইতিহাস নাই এই কথা বিশ্বাসযোগ্য নহয়। তেওঁলোকে নিশ্চয় লিখিছিল, কিন্তু সেই লেখক বিলাকক মাৰি পেলোৱা হৈছিল আৰু তেওঁলোকৰ গ্ৰন্থবিলাক ধ্বংস কৰি পেলোৱা হৈছিল দিল্লীৰ শাসনাধিপতি একনায়ক মুছলমান সকলৰ দ্বাৰা।

এই বিষয়ে আমাৰ (মুছলমান সকলৰ) যে আন্তৰিকতা আছে তাৰ বাবে আমি প্ৰথমতঃ বাৰানসীত লক্ষী মন্দিৰৰ ওপৰত যি ঔৰংজেৱৰ মছজিদ আছে সেইটো আঁতৰাই পেলাব লাগিব। যীশুখৃষ্ট প্ৰভুয়ে, পৃথিৱীৰ ভিতৰত যাৰ সমান দয়ালু ব্যক্তি দ্বিতীয়জন জন্মা নাই, কৈছিল যে তুমি আনৰ পৰা যেনে ব্যৱহাৰ আশা কৰা তুমিও আনক তেনে ব্যৱহাৰ কৰিবা। মক্কাৰ কাবা মছজিদৰ ওপৰত যদি এটা হিন্দুমন্দিৰ সজা হয়, আপুনি তাক কেনেকৈ সহ্য কৰিব?

মোৰ হিন্দু বন্ধুসকলে মোৰ আগত কয় যে তেওঁলোকে মুছলমান নৰ-নাৰীয়ে আচৰণ কৰা অমানুযিক অসভ্যালিবোৰ পাহৰিবলৈ সাজু আছে যদিহে তেওঁলোকে গোহত্যা আৰু আন আন বিভিন্ন উপায়ে হিন্দুসকলৰ প্ৰাণত আঘাত দিয়া কথাৰ পৰা বিৰত থাকে। মুছলমান সকলে বিখ্যাত এই ফকৰাটো নাজানে যে তুমি যেতিয়া ৰোমত থাকা তেতিয়া তুমি ৰোমবাসী সকলৰ দৰে চলিবা। হিন্দুসকলে কয় যে খাদ্যৰ বাবে ভগৱানে কোটি কোটি গুণে অন্য খাদ্যৰ সৃষ্টি কৰিছে কিন্তু মুছলমান সকলে খাদ্যৰ বাবে গোহত্যা কৰাৰ জিদ কিয় কৰে? গোমাংস সস্তা - এই যুক্তি মিছা। ই কেৱল ক্ৰোধোদ্দীপ্তকাৰী ছল মাথোন।●

## ভাৱৰ বুৰবুৰণি

# ব্যক্তিৰ স্বত্ত্ব অধিকাৰ বনাম পণ্যদ্ৰব্য

**(শিক্ষাব্ৰতী)**

ভাৰতীয় সংবিধান গণতান্ত্ৰিক ভিত্তিত ব্যক্তিৰ সা-সুবিধা স্বত্ত্ব অধিকাৰ ৰক্ষাৰ উদ্দেশ্যেৰে ৰচিত। জাতি-ধৰ্ম্ম-নিৰ্বিশেষে ভাৰতীয় স্ত্ৰী-পুৰুষৰ সকলো ক্ষেত্ৰতে সমান অধিকাৰ। আমোলাতান্ত্ৰিক যুগৰ দৰে সৰু বৰ ভেদে বা উচ্চ জাতি, নীচ জাতি ভেদে নাইবা অভিজাত নীচজাত ভেদে স্বত্ত্ব অধিকাৰৰ ভেদ ভাৰতীয় সংবিধানত স্থান পোৱা নাই। সেই সংবিধানমতে সকলো ব্যক্তিৰে দাবী আৰু অধিকাৰ পূৰণৰ ক্ষেত্ৰ উন্মুক্ত হৈ আছে।

কিন্তু স্বাধীনোত্তৰ যুগত গণতান্ত্ৰিক ভিত্তিত ৰচিত সংবিধানৰ নীতিবোৰ সাধুভাৱে ৰূপায়িত হৈছে জানো? আমোলাতান্ত্ৰিক যুগত যিমানখিনি সা-সুবিধা আৰু স্বত্ত্ব অধিকাৰ সৰ্বসাধাৰণ ৰাইজে ভোগ কৰিবলৈ পাইছিল সেই সুবিধা আজি নাই। প্ৰশাসনীয় কাৰ্য্যবোৰ ৰাইজৰ কল্যাণ সাধনৰ বাবে অনুষ্ঠিত হয়। যি কাৰ্য্যই ব্যক্তিৰ বা ৰাইজৰ কল্যাণ সাধনত ব্যাঘাত জন্মায়, সেই কাৰ্য্য প্ৰশাসনীয় নীতিৰ বহিৰ্ভূত। আমোলাতান্ত্ৰিক প্ৰশাসনৰ পৰা গণতান্ত্ৰিক প্ৰশাসনলৈ পৰিবৰ্ত্তন কৰিবৰ সময়ত জনগণৰ ভিতৰত চলি থকা বৈষম্য দূৰীভূত কৰাৰ কাৰণে মানৱীয় স্বত্ত্ব অধিকাৰৰ পৰা বঞ্চিত হৈ থকা লোক সকলক সৰ্বসাধাৰণৰ লগত প্ৰতিযোগিতামূলক ক্ষেত্ৰ উন্মুক্ত কৰি দিয়াত প্ৰগতিৰ পথত সেই বিলাক লোকৰ সা-সুবিধা বা স্বত্ত্ব অধিকাৰ ভোগত স্বাভাৱিক ভাবে পশ্চাৎপদ হোৱাৰ নিশ্চয়তা আৰু সম্ভাৱনা দেখি তেওঁলোকৰ কাৰণে কিছুমান ৰক্ষা কৱচ থকাৰ আৱশ্যকতা স্বাভাৱিকতে আহি পৰিছিল। সেই ৰক্ষা কৱচবোৰ গণতান্ত্ৰিক পদ্ধতিৰ বিৰোধিতামূলক ব্যৱস্থা আৰু সেই ব্যৱস্থা দীৰ্ঘকাল স্থায়ী বা চিৰস্থায়ী হ'ব নোৱাৰে। সেইবোৰ ব্যৱস্থা আমোলাতান্ত্ৰিক পদ্ধতিৰ বাবেহে কাৰ্য্যকাৰী হ'ব পাৰে। দীৰ্ঘকাল স্থায়ী হ'লে ৰক্ষা কৱচৰ বহিৰ্ভূত যিখিনি সৰ্বসাধাৰণ লোক তেওঁলোকক গণতান্ত্ৰিক সা-সুবিধা আৰু স্বত্ত্ব অধিকাৰৰ পৰা বঞ্চিত কৰা হয়। আৰু যিহেতুকে তেনেদৰে বঞ্চিত লোকৰ সংখ্যাহে বিপুল ভাৱে সৰহ সেই হেতুকে গণতান্ত্ৰিক পদ্ধতি প্ৰচলনৰ সম্ভাৱনা তেনেই নাইকিয়া হৈ যায়। সেই বাবে ভাৰতীয় সংবিধানত যিবিলাক অনুসূচীত জাতি আছে সেই বিলাকৰ বহিৰ্ভূত জাতিবিলাকে নানা প্ৰকাৰ যুক্তি প্ৰমাণ আবিষ্কাৰ কৰি, (ঐতিহাসিক প্ৰত্নতাত্ত্বিক যুক্তি প্ৰমাণ আদিও বাদ নাযায়) নিজ নিজ সম্প্ৰদায়বোৰক অনুসূচীত জাতিৰ অন্তৰ্ভুক্ত কৰিবলৈ সচেষ্ট হৈছে। পুনঃ পুনঃ

বৈষম্য সৃষ্টিৰ অৱতাৰণা কৰিছে। আনফালে ৰক্ষা কৱচৰ অনুৰ্ভুক্ত লোকসকলে সাময়িক ৰক্ষা কৱচবোৰ দীৰ্ঘকাললৈ সুকীয়া ভাবে ৰক্ষাৰ কাৰণে দাবী উত্থাপন কৰি সমগ্ৰ জাতিটোৰ মাজত ঐক্য স্থাপনত বিভেদ সৃষ্টি কৰিছে। যিকোনো সাময়িক ব্যৱস্থা দীৰ্ঘকাল স্থায়ী হ'লে সেই ব্যৱস্থাই উদ্দেশ্য সাধন কৰাতকৈ সেই উদ্দেশ্যৰ ব্যৰ্থতাহে আনয়ন কৰে আৰু সেই ব্যৰ্থতা জাতিৰ বাবে বিষময় হৈ উঠে। সেইদৰে সাময়িক ব্যৱস্থাবোৰ সময় উকলিবৰ পূৰ্ব্বে যদি ৰদ কৰা হয়, তাৰ ফলো বিষময় হৈ উঠে। গণতান্ত্ৰিকতাৰ ৰূপায়ণত সেই বাবে অতি সাৱধানে এই ব্যৱস্থাবোৰৰ বিষয়ো বিবেচনা কৰিব লাগে। সংবিধানগত কোনো ৰক্ষা কৱচমূলক ব্যৱস্থা যদি সময়ৰ পূৰ্ব্বে উঠাই দিয়া হয়, আৰু কোনো কোনো ব্যৱস্থাৰ সময় বঢ়াই দিয়া হয়, তেতিয়া গণতন্ত্ৰ ৰূপায়ণৰ ব্যৱস্থা পোনতে (সংবিধান ৰচনাৰ কালতে) যেনেদৰে কল্পনা কৰা হৈছিল আৰু যেনেদৰে আৰম্ভ কৰা হৈছিল তাৰ মূল ভেটিটোহে লৰি যায় আৰু দেশত ভূঁইকপৰ নিচিনা আতঙ্কৰ সৃষ্টি হয়। সংবিধানৰ নীতি আৰু সূত্ৰবোৰ যদি ভোটৰ বলত উলঙঘন কৰা হয় তেতিয়া সংবিধানৰ প্ৰতি যথোচিত গুৰুত্ব দিয়া নহয় আৰু জনসাধাৰণৰ মনতো সংবিধানৰ প্ৰতি আস্থা আৰু শ্ৰদ্ধা কমি যায়; স্বাধীনতা দিৱসত আৰু গণতন্ত্ৰ দিৱসত যি শপত গ্ৰহণ কৰা হয়, সেই শপতৰ কোনো মূল্য নাথাকে। মৌলিক স্বত্ত্ব অধিকাৰ, মানৱীয় নাতি আৰু স্বত্বঃসিদ্ধ সামাজিক প্ৰথাবোৰৰ কোনো পৰিবৰ্ত্তন হ'ব নোৱাৰে। নিজৰ নিজৰ সুবিধা বিচাৰি যদি তাকো পৰিবৰ্ত্তন কৰা হয় তেতিয়া গণতন্ত্ৰৰ প্ৰতি কোনো আস্থা থকাৰ প্ৰমাণ পোৱা নাযায়। তেতিয়া যিটো ৰাজনৈতিক দল ক্ষমতাত থাকে তেতিয়া যদি ভোটৰ বলত সংবিধান নীতি পৰিবৰ্ত্তিত কৰে আৰু বিৰোধী দল ক্ষমতাত অধিষ্ঠিত হ'লে সেই নীতিকেই যদি ভোটৰ বলত পুনঃ পৰিবৰ্ত্তন কৰে তেতিয়া বাৰু সংবিধানৰ ধাৰাবোৰৰ মূল্য কি হ'ব? ব্যক্তিগত স্বত্ত্ব অধিকাৰ যাৰ অপৰ নাম মৌলিক স্বত্ত্ব অধিকাৰ সি ৰাজনীতিৰ বজাৰত পণ্য দ্ৰব্য হৈ নপৰেনে? খুচিমতে কিনিব পাৰি, খুচিমতে বিক্ৰি কৰিব পাৰি, অৰ্থাৎ খুচিমতে মৌলিক স্বত্ত্ব অধিকাৰবোৰৰ অৰ্থ সলনি কৰি সংবিধান সংশোধন কৰিবৰ পথ আৱিষ্কাৰ কৰিব পাৰি। সংবিধানৰ ধাৰামতে উচ্চতম ন্যায়ালয়ে যি ৰায় দিয়ে ৰাজনৈতিক নেতাসকলৰ ইচ্ছা বা স্বেচ্ছাচাৰৰ অনুকূলে নোযোৱা বাবে সংবিধান সংশোধন কৰিব লাগিব ই জানো যুক্তি সম্মত কথা? প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে সামন্তবাদী মনোভাৱ পৰিবৰ্ত্তনৰ বাবে সচেষ্ট হৈছে, সি ভাল কথা। কিন্তু উচ্চতম ন্যায়ালয়ৰ ৰায়ৰ পৰিপ্ৰেক্ষিতত যদি সংবিধান সংশোধন কৰিবলৈ ইচ্ছুক হয়, সেইটো সামন্তবাদী মনোভাৱৰ পৰিচয় হয় নে নহয়? আন আন স্বাধীন ৰাজ্যবিলাকে একশ বছৰৰ ভিতৰতো সংবিধান সংশোধন নকৰে কিন্তু আমাৰ ২৩ বছৰৰ ভিতৰত ২৪ বাৰ সংশোধন কৰা হৈছে। প্ৰধান বিজ্ঞ আৰু দেশৰ শ্ৰেষ্ঠ ৰাজনীতিক সকলে যি সংবিধান ৰচনা কৰিলে তাৰ সাফল্য প্ৰমাণিত হোৱাৰ পূৰ্বে ইমানবাৰ তাক সলনি কৰা হ'ল। গণতন্ত্ৰ বা সমাজবাদ এইদৰে ৰূপয়িত হ'ব নে?●

# দুৰ্নীতিগ্ৰস্ত আৰু দুৰ্দ্দশাগ্ৰস্ত ভাৰতবৰ্ষ

## (শিক্ষাব্ৰতী)

দেশ দুৰ্নীতিগ্ৰস্ত হৈ দুৰ্দ্দশাগ্ৰস্ত হৈ পৰিছে। ইয়াৰ প্ৰতিকাৰ ৰাইজে বিচাৰিছে। দেশৰ এই দুৰ্দ্দশা কেনেকৈ আহিবলৈ পালে, মূল কাৰণ কি আৰু কিবোৰ সূত্ৰ ধৰি দুৰ্নীতি আৰু দুৰ্দ্দশাই বিস্তাৰ লাভ কৰিলে তাক নিৰ্ণয় নকৰাকৈ কোনো প্ৰতিকাৰ সম্ভৱ হ'ব নোৱাৰে। কোনো লোকৰ যদি কোনো ৰোগ হয়, ৰোগৰ লক্ষণ চাই আৰু ৰোগৰ কাৰণ অনুসন্ধান কৰি, পৰীক্ষা কৰিহে ঔষধৰ ব্যৱস্থা চিকিৎসকে কৰে। কিন্তু দুৰ্নীতিৰ কুপ্ৰভাৱৰ পৰা যি দুৰ্দ্দশা দেশত সৃষ্টি হৈছে, সেই দুৰ্দ্দশা কোনো প্ৰকাৰ প্ৰাকৃতিক দুৰ্যোগৰ পৰা হোৱা নাই, হৈছে দেশবাসীৰ কুচিন্তা আৰু কুকাৰ্য্যৰ যোগেদি। দুৰ্দ্দশাৰ মূল দুৰ্নীতি আৰু দুৰ্নীতিৰ মূল শিপা আছে দেশবাসীৰ প্ৰকৃতিত আৰু দেশবাসীৰ কাৰ্য্যত। দেশবাসীৰ ভিতৰতে আমাৰ চৰকাৰ অন্তৰ্ভুক্ত হৈ আছে গতিকে চৰকাৰ এই ক্ষেত্ৰত বাদ নপৰে, বৰঞ্চ বেছিকৈহে দায়িত্বৰ ভাগী হৈ পৰে।

দেশ স্বাধীন হোৱাৰ পাছত যিবিলাক লোকৰ হাতলৈ ক্ষমতা আহিল, সেইবিলাক লোকৰ ভিতৰত সৰহ সংখ্যক স্বাৰ্থলুব্ধ আৰু আত্মকেন্দ্ৰিক হৈছে। ত্যাগ ধৰ্ম্ম বহুতৰে মনৰ পৰা আঁতৰি গ'ল। যি দুই চাৰি গৰাকী ত্যাগ ধৰ্ম্মী আৰু প্ৰকৃত দেশ প্ৰেমিক আছিল তেওঁলোকৰ উপদেশ পৰামৰ্শ অগ্ৰাহ্য কৰি প্ৰধান মন্ত্ৰীয়ে প্ৰচ্ছন্ন ভাৱে নাইবা কৌশলেৰে একনায়কত্ববাদ প্ৰতিষ্ঠাৰ যত্নহে কৰিব ধৰিলে। একনায়কত্ববাদৰ যি অভিনৱ বীজ দেশৰ সৰ্ব্বত্ৰ সিচি দিলে, তাৰ ফলত মহান মহীৰুহৰ উদ্ভৱ হ'ল। আজিৰ প্ৰধান মন্ত্ৰীৰ কাৰ্য্য কলাপো সেই আদৰ্শত পৰিচালিত হ'ল। দুৰ্নীতিগ্ৰস্ত হোৱাৰ ই এটি প্ৰধান কাৰণ।

গান্ধীজীয়ে যি দাস মনোবৃত্তিৰ বিৰুদ্ধে আন্দোলন গঢ়ি তলিছিল, দাস মনোবৃত্তিৰ শৃঙ্খলৰ পৰা দেশবাসীক মুক্ত কৰিবলৈ যত্ন কৰিছিল, সেই দাস মনোবৃত্তি পুনৰায় দেশবাসীৰ মনত থিতাপি লৈছে। তাৰে ফলত একনায়কত্ববাদ প্ৰতিষ্ঠিত হোৱাৰ পথেদি গতি কৰিছে।

পূৰ্ব্বৰ স্বাধীনতা সংগ্ৰামৰ নেতৃবৃন্দৰ আৰু যোদ্ধা সকলৰ বহুতে পূৰ্ব্বৰ জেল খটাৰ নজীৰত এতিয়া স্বাৰ্থলাভৰ পথেদি গতি কৰিছে। পূৰ্ব্বৰ নেতৃবৃন্দৰ ভিতৰত যিকেই গৰাকী নিঃস্বাৰ্থ নেতাই গণতন্ত্ৰৰ সুষ্ঠ পৰিবেশৰ যত্ন কৰিছিল তেওঁলোকৰ নীতি আৰু উপদেশ মান্য কৰি নচলাত আৰু স্বকীয় ক্ষমতা আৰু গাদী ৰক্ষা কৰাৰ যত্নত গণতন্ত্ৰৰ মূলসূত্ৰ ছিন্ন হৈ গৈছে। তাক জোৰা লগাবলৈ পুনঃ

এদল স্বাৰ্থত্যাগী কৰ্মীৰ আৱশ্যাক হৈছে। তেনে কৰ্মীৰো উদ্ভৱ হৈছে; কিন্তু সেই কৰ্মী সকলৰ বিৰুদ্ধে এনে অপপ্ৰচাৰ আৰম্ভ কৰিছে (স্বাৰ্থপৰায়ণ ক্ষমতাপ্ৰাপ্ত ৰাজনৈতিক দলে) যে তেওঁলোকে জাতীয়তা গঠন কাৰ্য্যত আৰু নৈতিকতা শিক্ষা দান কাৰ্য্যত পদে পদে বাধা পাই আহিব ধৰিছে। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ বিৰুদ্ধে প্ৰত্যক্ষভাবে নজীৰ প্ৰমাণ উপস্থাপিত কৰিব নোৱাৰি অপ্ৰত্যক্ষভাবে দেশবাসীৰ মনত সংঘৰ বিৰুদ্ধে এটি সন্দেহ আৰু অনাস্থা সৃষ্টিৰ প্ৰচেষ্টা চলাই আছে। ই এক প্ৰধান দুৰ্নীতি।

বৃটিছ যুগৰ সুনিপুণ আৰু কৰ্ত্তব্যপৰায়ণ কৰ্ম্মচাৰী বৃন্দৰ কৰ্ম্মকুশলতা স্বাধীনোত্তৰ যুগৰ মন্ত্ৰীমণ্ডলীয়ে ভাল চকুৰে চাবলৈ এৰিলে - তাৰ ফলত প্ৰশাসনীয় যন্ত্ৰ শিথিল হ'বলৈ ধৰিলে আৰু কৰ্ম্মচাৰী সকলে ওপৰৰ পৰা নিম্নতৰ স্তৰলৈকে এনে দুৰ্নীতি গ্ৰহণ কৰিছে যে সংশ্লিষ্ট পক্ষই চৰকাৰী কাৰ্য্যালয়ত ভেটি নিদিলে কোনো কাৰ্য্যকে সাধন কৰিব নোৱাৰে। তাৰ ফলত সমূহ ৰাইজে দুখ দুৰ্গতি ভোগ কৰিছে। কৰ্ম্মচাৰী বিলাকক কি বাবে মাহে মাহে দৰ্মহা দিয়া হয় সেই সাধাৰণ জ্ঞানখিনিও তেওঁলোকৰ নোহোৱা হৈছে আৰু বিনা পুৰস্কাৰে কোনো কৰ্ম্মচাৰীয়ে যেন কাৰো কোনো কৰ্ম্ম কৰি দিবলৈ অনিচ্ছুক। এতিয়াও যিবিলাক ভাল কৰ্ম্মচাৰী আছে তেওঁলোকেও নিম্নস্তৰৰ দুৰ্নীতিগ্ৰস্ত কৰ্ম্মচাৰী সকলৰ পৰিবেশত পৰি ন্যায় কাৰ্য্যটো কৰিবলৈকো ইতস্ততঃ কৰে আৰু নকৰে। নিজে ভেটিৰ আশা নকৰিলেও আনে ভেটি খোৱাৰ পথ ৰুদ্ধ কৰিবলৈ সাহ নকৰে। কোনোবাজনে যদি নিম্নতৰ স্তৰৰ কৰ্ম্মচাৰীৰ অন্যায় কাৰ্য্যৰ প্ৰতিবিধান কৰি ন্যায় বিচাৰ দান কৰে, তেতিয়া তেওঁহে বিপদাপন্ন হয়। কৰ্ম্মচাৰী মহলত এইদৰে পৰস্পৰে পৰস্পৰৰ প্ৰতি ঈৰ্ষা, বিদ্বেষ পোষণ কৰি এটা অস্বস্তিকৰ পৰিস্থিতিৰ (Vicious circle) সৃষ্টি কৰি সৎ হৈ থকাত বাধা উপস্থিত কৰে।

সাম্প্ৰদায়িকতাক চৰকাৰৰ পক্ষৰ পৰাই পোষণ কৰি অহা হৈছে। ভোটৰ আশাত নিৰ্ব্বাচনৰ সময়ত যেনেদৰে ভোট আশা কৰা হয়, যেনেদৰে ভোট কিনিবলৈ ধৰা হয়, ই পক্ষৰ বিৰুদ্ধে সিপক্ষই যেনেদৰে প্ৰচাৰ কাৰ্য্য চলায় তাৰ দ্বাৰা সম্প্ৰদায়গত দ্বেষ বিদ্বেষহে পোষণ কৰা হয়। প্ৰত্যেক নিৰ্ব্বাচনতে পুনঃ পুনঃ সেই বিদ্বেষ জীয়াই ৰখা হয়। জাতীয় চৰিত্ৰ ধ্বংস কৰাৰ ই এক প্ৰধান অস্ত্ৰ হৈ পৰিছে। দেশ গঠনৰ নামত দেশ ধ্বংস কৰাৰ নীতিহে গ্ৰহণ কৰা হৈছে।

কংগ্ৰেছ দলৰ কৰ্ণাটক প্ৰদেশৰ সভাপতি শ্ৰীকে, এইছ, পাতিলে কংগ্ৰেছ ব্লক পঞ্চায়তৰ সভাপতি আৰু সচিব সকলৰ এখন সভাত বক্তৃতা দি চৰকাৰী চাকৰিৰ পদবোৰত কংগ্ৰেছী লোকৰ সম্বন্ধীয় লোকবিলাকক অগ্ৰাধিকাৰ দিব লাগে বুলি কৈছে। (Preference for relatives of congressmen urged -Statesman 12th May, 1975) তেতিয়াহে কংগ্ৰেছ নীতি ৰূপায়িত কৰিব পাৰিব।

জিলা পৰ্য্যায়ৰ নিয়োগ কমিটি বিলাকত জিলা কংগ্ৰেছ কমিটিৰ সভাপতি বিলাকক চেয়াৰমেন কৰি দিব লাগে যাতে কংগ্ৰেছক সমৰ্থন কৰা লোক বিলাকক চাকৰি পোৱাত সুবিধা পাব পাৰে। যোৱা ২৭ বছৰে কংগ্ৰেছ দলে এই নীতিকে কম বেছি পৰিমাণে অনুসৰণ কৰি আহিছে - নিৰৱে; কিন্তু এতিয়া স্পষ্টকৈ কবলৈকো সংকোচবোধ কৰা নাই। গণতন্ত্ৰ ৰূপায়ণ কৰাৰ নীতি প্ৰদেশ কংগ্ৰেছ সভাপতি এজনে এই দৰে চিন্তা কৰে। অথচ প্ৰশাসনীয় কাৰ্য্য পৰিচালনাত ক্ষমতাপ্ৰাপ্ত দলে চৰকাৰী পদ দিয়াত এনে বৈষম্যমূলক বিবেচনা কৰা নীতি গণতন্ত্ৰ বিৰোধী নীতি। দেশখন দুৰ্নীতিগ্ৰস্ত এই পথেদি হৈ পৰিছে। ভাৰতবৰ্ষত কংগ্ৰেছ দলৰ সমৰ্থক সকলক এটা বেলেগ আৰু বিশিষ্ট শ্ৰেণী বুলি ধৰি লৈ শ্ৰেণীবিহীন সমাজ গঠনৰ সপোন দেখে এই পথেদি তেওঁলোকে। নিৰ্দ্দলীয় নিৰপেক্ষ প্ৰতিভাশালী লোক বিলাকৰ বিষয়েও ক'বলৈ যদি কংগ্ৰেছ দলৰ কোনো এজন লোক নাথাকে, তেন্তে কোনো ক্ষেত্ৰতে ন্যায় বিচাৰৰ আশা তেওঁলোকে কৰিব নোৱাৰে।

ৰজা দশৰথ আৰু ৰামচন্দ্ৰ তথা ইক্ষাকু বংশীয় ৰজা সকলৰ দিনত যি গণতন্ত্ৰ দেশত আছিল, সেই গণতন্ত্ৰৰ পৰম্পৰা নামানি পাশ্চাত্য দেশৰ অদূৰদৰ্শী গণতন্ত্ৰৰ আৰ্হিত দেশ গঠন কৰিবলৈ যাওঁতে সেই দেশত থকা দুৰ্নীতিও কায়াৰ লগত ছায়া অহাৰ দৰে ভাৰতবৰ্ষতো প্ৰৱেশ কৰিলে। ত্ৰেতাযুগৰ পাছতো কলিৰ প্ৰাৰম্ভণিত জনগণৰ কল্যাণ সাধনৰ ভিত্তিত যি ৰাজতন্ত্ৰৰ মাধ্যমত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ দিহা পৰামৰ্শ পিতামহ ভীষ্মই যুধিষ্ঠিৰক দিছিল, সেই পৰামৰ্শৰ প্ৰতি আমি একেবাৰে পিঠি দিছো। দেশ কাল পাত্ৰ বিবেচনা নকৰি জধেমধে পাশ্চাত্য গণতন্ত্ৰ প্ৰচলন কৰা হ'ল - তাৰ কুফল এতিয়া প্ৰায় পূৰ্ণভাবে ফলিছে। ক্ষমতাপ্ৰাপ্ত ৰাজনীতিক সকল বেছি দুৰ্নীতিত লিপ্ত হৈছে। এই দুৰ্নীতি নিবাৰণৰ প্ৰধান প্ৰধান উপায়বোৰ হৈছে -

(১) সৰ্ব্বসাধাৰণ ৰাইজৰ মনত দেশপ্ৰেমৰ অনুভূতি জগাই তোলা।

(২) দেশৰ কৃষ্টি সংস্কৃতিৰ সহিত ৰাইজক পৰিচিত কৰি দিয়া।

(৩) শিক্ষানুষ্ঠাবোৰত সেইদৰে শিক্ষাৰ নীতি নিৰ্দ্ধাৰিত কৰা আৰু প্ৰচলিত কৰা।

(৪) ধৰ্ম্ম নিৰপেক্ষতাৰ প্ৰকৃত অৰ্থ আৰু মৰ্ম্ম ৰাইজক উপলব্ধি কৰোৱা।

(৫) সমাজ ৰক্ষাৰ আইনৰ ন্যায় বিহিত প্ৰচলন কৰা।

(৬) কোনো লোক বা জাতিৰ প্ৰতি দ্বেষ বিদ্বেষ থাকিলে সত্য আৰু অহিংসাৰ নীতি ৰক্ষিত নহয়, ৰাজনীতিক আৰু ক্ষমতাত অধিষ্ঠিত লোক সকলৰ আচৰণ আৰু কাৰ্য্যবিধি সেইদৰে সুনিয়ন্ত্ৰিত কৰা।

**(৭) আজি দেশত চৰকাৰী কাৰ্য্যালয়বোৰত যিবোৰ দুৰ্নীতিমূলক কাৰ্য্য চলি থকা দেখা গৈছে, সেই দুৰ্নীতি নিবাৰণৰ পন্থা উলিওৱা। এইটোৱে চৰকাৰ পক্ষৰ প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য হৈ পৰিছে।●**

# দেশৰ ভাগ্য-বিধাতা এজনৰ লগত

(মূল ঃ ড° জিলানী। অনুবাদ ঃ দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য)

মই শ্ৰীগুৰুজীৰ লগত যি সাক্ষাৎ কৰাৰ কথা বৰ্ণনা কৰিম, সেই সাক্ষাৎ লাভ কৰা মুঠেও সহজ নাছিল। তেওঁৰ কলিকতাৰ কাৰ্য্যসূচী অতি বাহুল্য আছিল আৰু কলিকতালৈ তেওঁ বৰ কম সময়ৰ বাবেহে আহিছিল। কিন্তু মই তেওঁক লগ ধৰিবই লাগিব, কাৰণ মোৰ প্ৰয়োজন অতি জৰুৰী আছিল। যি সময়ত নীতি জ্ঞান শূন্য ৰাজনৈতিক নেতৃবৃন্দই সৰ্ব্বসাধাৰণ ৰাইজক বিপথে পৰিচালিত কৰিব ধৰিছে বৰ্ত্তমানৰ সেই জটিল সময়ত মই তেওঁৰ লগত সাম্প্ৰদায়িক সমস্যাৰ বিষয়ে আলোচনা কৰিবলৈ ইচ্ছা কৰিছিলোঁ।

ইতিপূৰ্ব্বে মই গুৰুজীক কেতিয়াও সাক্ষাৎ কৰা নাই আৰু তেওঁলৈ কোনো চিঠি পত্ৰও লিখা নাই। কিন্তু যোৱা অলপ দিনৰ ভিতৰত যেতিয়া তেওঁ গুৰুতৰ ভাৱে অসুস্থ হৈ পৰিছিল আৰু তেওঁক ডাঙৰ অস্ত্ৰোপচাৰ কৰা হৈছিল, সেইবাবে তেওঁৰ বৰ্ত্তমান স্বাস্থ্য সম্পৰ্কে খবৰ লোৱাটো, তেওঁৰ দ্ৰুত আৰোগ্য কামনা কৰাটো আৰু আল্লাৰ ওচৰত তেওঁৰ দীৰ্ঘ জীৱনৰ বাবে প্ৰাৰ্থনা কৰাটো মোৰ নিতান্ত কৰ্ত্তব্য বুলি ভাবিছিলোঁ। মোৰ প্ৰিয় বন্ধু আচাৰ্য্য এছ, এছ, আপ্তে আৰু আৰ, পি, খান্নাৰ জৰিয়তে মোৰ এই ইচ্ছাৰ বিষয়ে তেওঁলৈ সংবাদ পঠিয়াইছিলোঁ।

মোত বাজে কিমান বেছি সংখ্যক বা কিমান কম সংখ্যক ভাৰতীয় মুছলমানে গুৰুজীৰ বিষয়ে এইদৰে জানিবলৈ ইচ্ছা অনুভৱ কৰে সেই বিষয়ে মই নাজানো। যদি কোনোবা আছে তেওঁলোকক মই জানিবলৈ ইচ্ছা কৰো। তেওঁলোকে যেন অনুগ্ৰহ কৰি মোলৈ লিখে। যদি তেওঁলোকে মোলৈ লিখে তেন্তে ইছলাম ধৰ্ম্মৰ প্ৰকৃত শিক্ষাৰ পথ অৱলম্বন কৰি জীৱন নিৰ্ব্বাহ কৰা ভাৰতীয় মুছলমান সকলৰ বিষয়ে জানিবলৈ পাই মই গৌৰৱ অনুভৱ কৰিম আৰু তেওঁলোকৰ চিঠিৰ প্ৰত্যুত্তৰ দিম।

যদি তেনে মুছলমানৰ সংখ্যা বেছি হয়, তেনে সি বৰ সুখৰ কথা। যদি সংখ্যা তাকৰো হয়, তথাপি সি বিশেষ অৰ্থপূৰ্ণ হ'ব। যদি কোনো নাই তেন্তে ইছলাম ধৰ্ম্মৰ মূল শিক্ষাক উলঙ্ঘন কৰি এই ধৰ্ম্মটোক পাছফালৰ পৰা আঘাত কৰা বুলি বুজা যাব।

গুৰুজীয়ে যে আশ্চৰ্য্যজনকভাবে ভগ্ন স্বাস্থ্য পুনৰায় লাভ কৰিছে সেই বিষয়ে আনন্দ জ্ঞাপন কৰিবলৈ মই তেওঁক লগ পাব খুজিছিলোঁ। লাখ লাখ ভাৰতীয় লোকৰ প্ৰাৰ্থনাৰ উত্তৰত ভগৱানে যি অনুগ্ৰহ দেখুৱাইছে সেই অনুগ্ৰহত আনন্দিত

হোৱা লোক সকলৰ মাজত ময়ো এজন বুলি অন্তৰে অন্তৰে অনুভৱ কৰিছিলোঁ।

আজি আমি যি বাস্তৱ পৰিস্থিতিৰ মাজত আছোঁ, সেই বাস্তৱতাৰ প্ৰকৃত ৰূপ দেখাত যেন আমাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কুসংস্কাৰবোৰে আমাৰ চকু অন্ধ কৰি নিদিয়ে। এই কথা মই কেৰল দেশৰ মুছলমান সকলৰ প্ৰতি লক্ষ্য কৰিয়েই কোৱা নাই। দেশৰ বহু সংখ্যক হিন্দু মানুহৰ প্ৰতি লক্ষ্য কৰিও কৈছোঁ। আজিৰ ভাৰতবৰ্ষত শ্ৰীগুৰুজী সৰ্ব্বাধিক প্ৰয়োজনীয় ব্যক্তি। আমাৰ দেশৰ তেওঁ ভাগ্য বিধাতা।

গুৰুজীক দেখা কৰাৰ সুযোগটো আহিল মই যেতিয়া জানিলোঁ যে অতি সংক্ষিপ্ত ভ্ৰমণৰ বাবে গুৰুজী কলিকতালৈ আহিব। গুৰুজীক সাক্ষাৎ কৰা আনন্দৰ লগত মই হিন্দু মুছলমানৰ সম্বন্ধ সম্পৰ্কে আলোচনাৰ বিষয়টো জড়িত কৰিবলৈ ইচ্ছা কৰিছিলোঁ। মুছলমান ভাই সকলৰ প্ৰতি বহু সংখ্যক হিন্দুৰ যে শুভ ইচ্ছা আছে তাৰ বাবে আন্তৰিক ধন্যবাদ জনাইছোঁ - এই বুলি যে প্ৰধানতঃ সেই শুভ ইচ্ছাৰ বলতে মোৰ সেই চেষ্টা বহুদূৰ সফল হৈছে। এই সাফল্যৰ ভৱিষ্যত স স্তাৱনা যদিও আছে. তথাপি সেইখিনিতে মই সন্তুষ্ট হোৱা নাই। সাম্প্ৰদায়িক সমস্যাৰূপ যি দৈত্যৰ আবিৰ্ভাৱ হৈছে, সেই দৈত্যক জয় কৰাটোহে মোৰ অভিযান। গুৰুজীৰ বাহিৰে আন কোনো লোকে সেই জয়লাভত সহায় কৰিব নোৱাৰে।

গুৰুজীৰ লগত হোৱা সাক্ষাৎ এক দুৰ্লভ অভিজ্ঞতা, উৎসাহ-উদ্দীপক আৰু অবিস্মৰণীয়। মোৰ জীৱনত হিট্‌লাৰৰ পৰা আৰম্ভ কৰি নেহেৰুলৈকে বহু বহু শ্ৰেষ্ঠ লোকৰ লগত সাক্ষাৎ হৈছে। এতিয়াও গুৰুজীৰ নিচিনা এজন লোকৰ লগত সাক্ষাৎ হ'ল - যিজনা লোক এনে ভাৱ গম্ভীৰ, এনে অমায়িক, এনে শিষ্টাচাৰ সম্পন্ন আৰু আত্ম-বিশ্বাসী যে বিস্ময় আৰু আনন্দত মুগ্ধ হ'ব লাগে।

তেওঁৰ হাঁহি চকুত বিৰিঙি উঠে; তেওঁ যেন চকুৰেহে হাঁহে। তেওঁৰ চকুৰ ফালে চালে যি কোনো ব্যক্তি তেওঁৰ আপোনজন হৈ যায় আৰু অন্তৰেৰে অনুভৱ কৰে যেন গুৰুজী বহুদিনৰ পৰাই তেওঁৰ এজন অন্তৰঙ্গ বন্ধু আৰু সেই বন্ধুজনৰ মুখামুখী হৈ তেওঁ অৱস্থান কৰি আছে।

হয়, এইটো সম্পূৰ্ণ সত্য কথা যে গুৰুজীয়ে মাথোন একমাত্ৰ মানুহ যিজনে সাম্প্ৰদায়িক সমস্যা সমাধানৰ সূত্ৰ দিব পাৰে।

ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ কথা জানো মই পাহৰি গৈছো ? নিশ্চয় মই পাহাৰা নাই। বহু বছৰৰ পৰা মই ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ কাৰ্য্যকলাপ লক্ষ্য কৰি আহি ছো আৰু সেই বাবে মই নিষ্পাপ মনেৰে ক'ব পাৰো যে এই সংঘ দেশৰ এবিধ অমূল্য সম্পত্তি। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘক সাধাৰণতে যে বিষ-চক্ষুৰে চোৱা হয় সেই বিষয়ে কোনো সন্দেহ নাই।

ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ উৎপত্তি হয় হিন্দুৱে হিন্দুৰ 'অভিমান' পুনৰুদ্ধাৰ কৰিবলৈ। হিন্দুৱে হিন্দুত্বৰ পুনৰুদ্ধাৰ সাধন কৰিব পাৰিলেই ৰাষ্ট্ৰীয় স্বয়ংসেৱক

সংঘৰ দুৱাৰ সমস্ত অহিন্দুৰ কাৰণেও মুক্ত হ'ব। কোনো এটা ঘৰ নির্মাণ কৰিবলৈ হ'লে আগেয়ে ভেটি স্থাপন কৰিব লাগিব। মূধৰ পৰা ঘৰ সাজিব নোৱাৰি। ভাৰত নামৰ বৃহৎ অট্টালিকাৰ প্ৰধান ভিত্তি প্রস্তৰ হৈছে হিন্দু। যদি সেই ভিত্তি প্রস্তৰ শক্তিশালী কৰিব পৰা যায় আৰু মজবুদভাবে স্থাপন কৰিব পৰা যায় তেতিয়া সেই অট্টালিকা এটা মহান জাতি ৰূপে সকলো গৌৰৱ আৰু মহিমা লৈ মূৰ ডাঙি উঠিব আৰু এনে এটি মহান জাতিৰ কথা কোনো বুৰঞ্জীত আজিলৈকে পোৱা হোৱা নাই।

মই গুৰুজীক সুধিছিলোঁ যে ইতিপূৰ্ব্বে আন কোনো মুছলমান ভাৰতীয় লোকে সাম্প্রদায়িক সমস্যাৰ বিষয়ে প্রশ্ন কৰিছিল নে? বহুতে সুধিছে বুলি তেওঁ উত্তৰ দিছিল। যিবিলাকে সুধিছিল তাৰ ভিতৰত যিবিলাক মুছলমান নেতাসকলৰ কথা মই মনতে ভাবিছিলো তেনে কোনো নেতা নাছিল। সেইবাবে গুৰুজীক মই সুধিছিলো তেনে নেতা সকলে যদি তেওঁক সাক্ষাৎ কৰিবলৈ বিচাৰে তেওঁ সেইটো ভাল পাব নে? একমুহূৰ্ত্তও ইতস্ততঃ নকৰি স্বতঃস্ফুৰ্ত্ত ভাবে তেওঁ উত্তৰ দিছিল যে তেওঁ যে ভাল পাব তাত কোনো দ্বিধা নাই বৰং তেওঁ সেই সাক্ষাতক সাদৰে সম্ভাষণ জনাব।

পূৰ্ণ আন্তৰিকতা আৰু সদিচ্ছাৰে যে তেওঁ এই কেইষাৰ কথাৰে প্রত্যাহ্বান জনাইছিল সেই কথা মই অন্তৰে অন্তৰে উপলব্ধি কৰিছিলোঁ। কোৰাণত উল্লেখ কৰাৰ দৰে যি সকল মুছলমান লোকৰ কাণ বিকৃতি সম্পন্ন হৈ বধিৰ হৈ গৈছে তেওঁলোকৰ কাণত এইটো পৰিবনে?

সামগ্রিক হিচাবে ভাৰতীয় জাতিটোৰ মই এজন নিঃকিন লোক। কিন্তু যিবিলাক লোকৰ কথা মোৰ মনত সুস্পষ্টভাবে জাগ্রত হৈ আছে তেওঁলোক হৈছে মোৰ ভাৰতীয় মুছলমান ভাই সকল। হিন্দুসকলৰ ভিতৰত নেতৃত্ব দিব পৰা লোকৰ অভাব নাই; কিন্তু মুছলমানসকল হৈছে সাধাৰণতঃ ৰখীয়া নোহোৱা ভেড়াবিলাকৰ দৰে।

তেওঁলোকক এইখিনি মাথোন ক'বলৈ বিচাৰিছোঁ যে তেওঁলোকে তেওঁলোকৰ চক্ষু আৰু মন উন্মুক্ত কৰি এটা পৰিবৰ্ত্তিত মনোভাৱৰ কাৰণে চিন্তা কৰক।

মই একমাত্র এই উদ্দেশ্য মনত ৰাখি শ্রীগুৰুজীৰ ওচৰত মোৰ সাক্ষাৎ কামনা কৰিছিলোঁ। নিম্ন লিখিত কথাখিনি সেই সাক্ষাতৰ প্ৰতিবেদন -

**প্রশ্ন ঃ দেশখন যেতিয়া সকলো ফালৰ পৰা বিপদগ্ৰস্ত হৈছে বিশেষকৈ আজিৰ এই সন্ধিক্ষণত হিন্দু-মুছলমানৰ সমস্যা সমাধানৰ বাট এটি উলিয়াবই লাগিব এই কথা আপুনি নাভাবেনে?**

**উত্তৰ ঃ** দেশৰ উন্নতি কল্পে কৰা কোনো ক্ষেত্ৰতে মই হিন্দু আৰু মুছলমানৰ ভিতৰত প্ৰভেদ আনিব নোখোজো, কিন্তু ৰাইজে এই সমস্যাটোৰ বিষয়ে কি দৃষ্টিৰে

চায়? সম্ভৱতঃ আজিৰ দিনত প্ৰত্যেকজন মানুহ একোজন ৰাজনীতিক পশু হৈ পৰিছে। প্ৰত্যেকজন ব্যক্তিয়ে ভাবে যে দেশৰ বৰ্ত্তমান ৰাজনৈতিক অৱস্থাৰ সুবিধা লৈ নিজৰ আৰু নিজৰ সম্প্ৰদায় বিশেষৰ স্বাৰ্থ অধিকাৰ আৰু সা-সুবিধাৰ উন্নতি সাধন কৰিব পাৰিব। এই দোষটো যদি শুধৰাব পাৰি, যদি সমগ্ৰ জাতিটোকে ৰাজনীতিৰ দৃষ্টিভঙ্গীৰ পৰা দেশপ্ৰেমৰ দৃষ্টিভঙ্গীলৈ, কেৱল মাত্ৰ দেশপ্ৰেমৰ দৃষ্টি ভঙ্গীলৈ পৰিবৰ্ত্তিত কৰিব পাৰি তেতিয়া অতি শীঘ্ৰে সকলো দুৰ্ভাগ্যৰ অন্ত পৰিব। (সমগ্ৰ জাতিটো যদি ৰাজনীতিক নহৈ কেৱল মাত্ৰ দেশ প্ৰেমিক হয় তেতিয়া) মই এইবাৰ যেতিয়া দিল্লীত আছিলোঁ, যদিও মই ৰাজনীতিৰ চৰ্চ্চাত একেবাৰে নাই তথাপি বহু মানুহেই মোৰ ওচৰলৈ আহিছিল। সক্ৰিয় ৰাজনীতি চৰ্চ্চাৰ পৰা মই নিজক আৰু ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘক আঁতৰত ৰাখিছো। কিন্তু যিহেতুকে জনসংঘ পাৰ্টিত মোৰ বহুতো পুৰণি বন্ধু আছে, সেই হেতুকে বহুবিষয়ে মোৰ মধ্যস্থতা বিচাৰি বহু মানুহ মোৰ ওচৰলৈ আহিছিল। সেইবাবে সাংগঠনিক কংগ্ৰেছ, ভাৰতীয় ক্ৰান্তি দল আৰু আন আন দলৰ বহুতৰে মই সাক্ষাৎ পাইছিলোঁ। তেওঁলোকৰ বহুতকে এটা মাত্ৰ সাধাৰণ প্ৰশ্ন সুধিছিলো - "আপোনালোকে প্ৰত্যেকে নিজৰ নিজৰ দলৰ কথা আৰু কেনেকৈ ক্ষমতাত অধিষ্ঠিত হ'ব পাৰে সেই কথা ভাবিছে কিন্তু নিজৰ দল সম্বন্ধীয় কথা বা নিজৰ দলৰ স্বাৰ্থত বাদে সমগ্ৰ দেশ হিচাবে কোনো কথা ভাবিছেনে? সমগ্ৰ দেশৰ স্বাৰ্থৰ কথা কোনো এজনে ভাবিছেনে? কোনো এজনেই শুদ্ধ উত্তৰ দিব নোৱাৰিলে যে তেওঁলোকে ভাবিছে। যদি তেওঁলোকে সমগ্ৰ দেশ হিচাবে চিন্তা কৰি কৰ্ম্ম কৰি গ'লহেঁতেন তেন্তে তেওঁলোকে সেই কথা সেই ভাষাৰে ব্যক্ত কৰিলেহেঁতেন। সেইটো নহয় তেওঁলোকে ইতস্ততঃ কৰিছিল। ইয়াৰ অৰ্থ এয়ে হয় যে তেওঁলোকে সমগ্ৰ দেশ হিচাবে চিন্তা নকৰে।

মই হিন্দুৰ হিন্দুত্বৰ কাৰণে কৰ্ম্ম কৰোঁ কাৰণ মই দেশৰ মঙ্গল চিন্তা কৰো। কিন্তু হিন্দুসকলে যদি দেশৰ স্বাৰ্থৰ বিৰুদ্ধে চলে, তেওঁলোকৰ লগত মোৰ কোনো সম্বন্ধ নাথকিব - কোনো ফালৰ পৰাই কোনো সম্বন্ধই নাথাকিব।

মুছলমানসকলৰ বিষয়ে মোৰ মনোভাব কি? প্ৰত্যেকজন ব্যক্তিয়ে যেনেকৈ নিজ নিজ স্বত্ব অধিকাৰ পাব লাগে, তেনেকৈ মুছলমান সকলেও নিজ নিজ স্বত্ব অধিকাৰ পাব লাগে; কিন্তু এই কথাৰ দ্বাৰা এইটো নুবুজায় যে তেওঁলোকে বিভিন্ন ধৰণে নানা প্ৰকাৰ স্বত্ব অধিকাৰ পাব লাগে। মই শুনিবলৈ পাইছোঁ যে তেওঁলোকে প্ৰত্যেক ৰাজ্যত এক প্ৰকাৰ পাকিস্তান বিচাৰিছে। মুছলমান সংঘৰ কোনো এজন সভাপতিয়ে কোৱা বুলি শুনিব পাইছোঁ যে লালকিল্লাৰ ওপৰত তেওঁলোকৰ পতাকা উৰিব লাগিব বুলি আঁচনি কৰিছে আৰু তেওঁ এই সংবাদৰ প্ৰতিবাদ মুঠেই কৰা নাই। যি সকলে সমগ্ৰ দেশৰ কথা চিন্তা কৰে এইবোৰ ঘটনাই তেওঁলোকক বিৰক্ত আৰু উত্তেজিত কৰে।

উৰ্দ্দুৰ বিষয়ে লক্ষ্য কৰক - ৫০ বছৰ আগলৈকে মুছলমান সকলে স্থানীয় ভাষাত কথা কৈছিল, স্থানীয় ভাষাৰে লিখা-পঢ়া কৰিছিল আৰু তেওঁলোকৰ যে এটা বেলেগ ধৰ্ম্মীয় ভাষা আছে এই বিষয়ে চিন্তা নকৰিছিল। উৰ্দ্দু মুছলমান সকলৰ ধৰ্ম্মীয় ভাষা নহয়। উৰ্দ্দু হৈছে এটা মিশ্ৰভাষা। মোগল ৰাজত্বৰ সময়ত এই ভাষাৰ উদ্ভৱ হৈছিল। ইছলাম ধৰ্ম্মৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। ইছলাম ধৰ্ম্মৰ জন্ম হৈছিল আৰৱত। পবিত্ৰ কোৰাণ আৰৱী ভাষাতহে ৰচিত। যদি মুছলমান সকলৰ কোনো ধৰ্ম্মীয় ভাষা আছে সেইটো হৈছে আৰৱী। গতিকে উৰ্দ্দু ভাষাৰ প্ৰতি ইমান দৰদ কিয়? এটা উমৈহতীয়া ভাষাৰ মাধ্যমত মুছলামন সম্প্ৰদায়ৰ সকলো বিলাক লোকক ঐক্যবদ্ধ কৰিবলৈ বিচাৰি তেওঁলোকে এটা ৰাজনৈতিক শক্তি সৃষ্টি কৰিব খোজে। সেয়ে তেওঁলোকৰ একমাত্ৰ উদ্দেশ্য। তাৰ পাছত এই শক্তিটোৰে দেশৰ বিৰুদ্ধে কাৰ্য্যপন্থা গ্ৰহণ কৰাৰ কেৱল সম্ভাৱনাই নাই এনে নহয়, সি নিশ্চিত কথা।

কোনো কোনো মুছলমানে কয় যে ৰুস্তম তেওঁলোকৰ জাতীয় বীৰ। ৰুস্তমৰ লগত এই বিলাক মুছলমানৰ কোনো সম্পৰ্ক নাই। ইছলাম ধৰ্ম্ম প্ৰৱৰ্ত্তিত হোৱাৰ বহুপূৰ্ব্বে ৰুস্তমৰ জন্ম হৈছিল। সেয়ে যদি হয় কোন যুক্তিৰে ৰুস্তমক মুছলমান সকলৰ জাতীয় বীৰ বুলি কোৱা হয়, অথচ ৰামচন্দ্ৰক জাতীয় বীৰ বুলি কিয় নকয়? সেইবাবে মই কৈছিলোঁ তোমালোকে বুৰঞ্জীৰ কথা গ্ৰহণ নকৰা কিয়?

পানিনি যি স্থানত জন্ম গ্ৰহণ কৰিছিল সেই স্থান পাকিস্থানৰ এক স্থান বুলি পাকিস্থানত পানিনিৰ ৫০০০ বছৰীয়া জন্মোৎসৱ পালন কৰিছে। যদি পাকিস্থানে পানিনিক তেওঁলোকৰ পূৰ্ব্বপুৰুষ বুলি দাবী কৰে তেন্তে আমাৰ দেশৰ "হিন্দু-মুছলমানে" - মই হিন্দু-মুছলমান বুলি কৈছো - পানিনি, ব্যাস, বাল্মীকি, ৰাম, কৃষ্ণ আদিক তেওঁলোকৰ পূৰ্ব্বপুৰুষ বুলি কিয় নকয়?

হিন্দুধৰ্ম্মৰ ভিতৰত বহু হিন্দু আছে যিবিলাকে ৰাম আৰু কৃষ্ণক ঈশ্বৰৰ অৱতাৰ বুলি গ্ৰহণ নকৰে। কিন্তু তেওঁলোকে বিশ্বাস কৰে যে ৰাম আৰু কৃষ্ণ একোজন অসাধাৰণ ব্যক্তিত্ব সম্পন্ন লোক আছিল আৰু সেইবাবে তেওঁলোক পূজনীয়। মুছলমান সকলে ঈশ্বৰৰ অৱতাৰত বিশ্বাস নকৰা বাবে কিয়বা ভেদৰ সৃষ্টি হ'ব লাগে? এনে অসাধাৰণ ব্যক্তিত্বপূৰ্ণ লোক বিলাকক আমাৰ জাতীয় বীৰ বুলি কিয় আমি বিবেচনা নকৰো?

আমাৰ ধৰ্ম্মবিশ্বাস আৰু ধৰ্ম্মদৰ্শন অনুসাৰে হিন্দু আৰু মুছলমানৰ কোনো ভেদ নাই। হিন্দুৱেহে মাথোন ঈশ্বৰত্ব প্ৰাপ্তিৰ বাবে সমৰ্থ হ'ব সেইটো কথা নহয়। নিজৰ নিজৰ ধৰ্ম্মৰ মতানুসাৰে শুদ্ধপথ গ্ৰহণৰ সক্ষমতা সকলো ব্যক্তিৰ আছে।

শৃঙ্গেৰী মঠৰ শঙ্কৰাচাৰ্য্যৰ (বৰ্ত্তমান শঙ্কৰাচাৰ্য্যজন নহয়, তেওঁৰ গুৰু আৰু পূৰ্ব্ববৰ্ত্তী জনৰ) উদাহৰণ মই আপোনাক দিও। এজন এমেৰিকান হিন্দুধৰ্ম্ম গ্ৰহণৰ বাবে তেওঁৰ ওচৰ চাপিছিল। তেখেতে তেওঁক সুধিছিল তেওঁ কিয় হিন্দুধৰ্ম্ম গ্ৰহণ

কৰিব খোজে? সেই ব্যক্তিজনে উত্তৰ দিছিল যে তেওঁ খৃষ্টান ধৰ্ম্মত সন্তুষ্ট হোৱা নাই আৰু তেওঁৰ আধ্যাত্মিক পিপাসা খৃষ্টান ধৰ্ম্মই পূৰণ কৰিব পাৰা নাই। শঙ্কৰাচাৰ্য্যজীয়ে তেওঁক সুধিলে - তুমি খৃষ্টান ধৰ্ম্ম শুদ্ধভাবে পালন কৰিছানে? যদি তুমি খৃষ্টান ধৰ্ম্ম ঠিকভাবে পালন কৰি তুমি এই সিদ্ধান্তত অহা যে খৃষ্টান ধৰ্ম্মই তোমাৰ আধ্যাত্মিক আকাঙ্খা পূৰণ কৰা নাই তেতিয়াহে তুমি মোৰ ওচৰত আহিবা।

সেয়ে আমাৰ ধৰ্ম্মমত। সেয়েহে আমাৰ ধৰ্ম্ম ধৰ্ম্মান্তৰ গ্ৰহণ কৰাৰ পক্ষপাতী নহয়। সকলো ক্ষেত্ৰতে দেখা যায় যে হয় ৰাজনৈতিক উদ্দেশ্য নাইবা আন কিবা লাভৰ আশাতহে ধৰ্ম্মান্তৰ গ্ৰহণ কৰা হয়। আমি সেইটো বৰ্জন কৰো। আমি কওঁ এয়ে হে সৰল সত্য। যদি তুমি এইটো ভাল পোৱা তেন্তে এই মতে চলা। তুমি যদি ভাল নোপোৱা এই মত গ্ৰহণ নকৰিবা।

মই যেতিয়া দাক্ষিণাত্যত আছিলো কেইজনমান ভদ্ৰলোকে মুছলমান সকলৰ বিষয়ে আলোচনা কৰিবলৈ আহিছিল। মই কৈছিলোঁ যে তেওঁলোক অহা বাবে মই আনন্দিত হৈছো। মুছলমান বিলাকৰ সম্পৰ্কে মোৰ কি মত সেই কথা তেওঁলোকে মোক সুধিছিল। মই কৈছিলো যে আমি একে পূৰ্ব্ব পুৰুষৰ সতি-সন্ততি এই কথা আমি মনত ৰাখিব লাগে। তুমি তোমাৰ ধৰ্ম্ম সাধুভাৱে আৰু আন্তৰিকতাৰে অনুসৰণ কৰা কিন্তু জাতীয়তাৰ ভাবত আমি এক আৰু অভিন্ন। জাতীয়তাবোধ ত্যাগ কৰি কোনো স্বত্ব-অধিকাৰৰ প্ৰশ্ন উঠিব নোৱাৰে। আমি এইটো কথা কেতিয়াও নকওঁ যে যিহেতুকে আমি হিন্দু সেই হেতুকে আমাক এইটো বা সেইটো লাগে। সেই দাবী আমি মুঠেও নকৰো। কিন্তু যদি এদল মানুহে আহি কয় যে আমাক সম্পূৰ্ণ পৃথক ৰাজ্য লাগে, এখন ৰাজ্যৰ ভিতৰতে আন এখন ৰাজ্য সৃষ্টি কৰিব লাগে, তেতিয়া মোৰ মতে সেইটো সহনীয় নহয়।

এই সমস্যা অকল হিন্দু মুছলমানৰ ভিতৰতে আৱদ্ধ থকা নাই। হিন্দু সকলৰ ভিতৰতো এই সমস্যা আছে। উদাহৰণ স্বৰূপে কওঁ যে আমাৰ ভিতৰত জৈন বিলাক আছে, অনুসূচিত জাতি বিলাক আছে যাৰ ভিতৰৰ পৰা কিছুমানে ডঃ আম্বেদকাৰক অনুসৰণ কৰি বৌদ্ধ হৈছে। সেইবিলাকে ক'ব ধৰিছে যে তেওঁলোক বেলেগ। আমাৰ দেশত সংখ্যালঘু সম্প্ৰদায় বিলাকৰ বাবে যিহেতুকে কিছুমান ৰাজনৈতিক সা-সুবিধা আছে, সেইকাৰণে প্ৰত্যেকে প্ৰমাণ কৰিব খোজে যে তেওঁ সংখ্যালঘু সম্প্ৰদায়ৰ এজন লোক। আৰু এইদৰে গোটেই দেশখনক খণ্ড-বিখণ্ড কৰি পেলাইছে। এই কাৰ্যাই আমাৰ ধ্বংস সাধন নিশ্চিত কৰি তুলিব। প্ৰকৃতপক্ষে আমি সেই পথেদিহে গৈ আছোঁ। কিছুমান জৈন সাধুৱে মোক কৈছিল সে তেওঁলোক হিন্দু নহয় আৰু অহা লোক পিয়লত তেওঁলোকে জৈন বুলি নাম ভৰ্ত্তি কৰাব। মই কৈছিলোঁ যে তেওঁলোকে আত্মহত্যাৰ সপোন দেখিছে। এই ধৰণৰ ভেদ চিন্তাৰ অৰ্থ হৈছে দেশ খণ্ড-বিখণ্ড কৰা আৰু কালক্ৰমত আত্মহত্যা আৰু সম্পূৰ্ণভাবে

ধ্বংসৰ পথ উন্মুক্ত কৰা।

যেতিয়া কিছুমান লোকে ৰাজনৈতিক ক্ষমতা বৃদ্ধিৰ দৃষ্টিভঙ্গীৰে বিষয় সমূহ বিচাৰ কৰে, তেতিয়া নানা প্ৰকাৰ আঁলৈ আহুকালে দেখা দিয়ে। কিন্তু যদিহে এই ৰাজনৈতিক ক্ষমতা বৃদ্ধিৰ প্ৰশ্নটো ত্যাগ কৰা হয় তেতিয়া দেশখনৰ একতা বৃদ্ধি পায় আৰু তেতিয়া আমি সমগ্ৰ পৃথিৱীখনৰে প্ৰত্যাহ্বানৰ সমুচিত উত্তৰ দিবলৈ সমৰ্থ হওঁ।

খোলা মনেৰে ক'বলৈ হ'লে মই এনে ধৰণৰ উত্তৰ আশা কৰা নাছিলোঁ। গুৰুজীৰ বহল দৃষ্টিভঙ্গী দেখি মই হতবুদ্ধি হৈ গৈছিলো। মোৰ প্ৰশ্নৰ উত্তৰত গুৰুজীয়ে দেশৰ সমস্ত সমস্যাৰ থুলমূল বিৱৰণ দি আমাৰ দুৰ্ব্বলতাবোৰ যেন আলপিনৰ আগেৰে দেখুৱাই দিছিল। ভাৰতীয় মুছলমান সকলৰ ভিতৰত যি ৰোগে ধৰিছে, সেই ৰোগ নিৰ্ণয় কৰি তাৰ উপযুক্ত প্ৰতিকাৰৰ নিৰ্দ্দেশ দিছে।

**প্ৰশ্ন ঃ জড়বাদ আৰু বিশেষকৈ সাম্যবাদে আমাৰ দেশখনক আগুৰি লোৱাৰ শংকাই দেখা দিছে। ঈশ্বৰ বিশ্বাসী হিচাবে হিন্দু আৰু মুছলমান উভয়ে এনে এটি বিপদৰ বিৰুদ্ধে সুদৃঢ় প্ৰাচীৰ হ'ব বুলি (আত্মৰক্ষাৰ উপায় হ'ব বুলি) আপুনি নাভাবেনে?**

**উত্তৰ** ঃ ঠিক এই প্ৰশ্নটোকে কিছুদিন আগতে এজন কাশ্মীৰৰ মুছলমান লোকে মোক সুধিছিল। তেওঁৰ নাম বোধহয় নাজিৰ আলি। তেওঁ এজন সৎ লোক। মই তেওঁক আলিগড়ত লগ পাইছিলোঁ মিশ্ৰিলাল নামেৰে মোৰ এজন এডভোকেট বন্ধুৰ ঘৰত। তেওঁ মোক কৈছিল যে এই নিৰীশ্বৰবাদ আৰু সাম্যবাদে আমাৰ দেশখন গিলি পেলাবৰ উপক্ৰম কৰিছে আৰু যিবিলাক ঈশ্বৰ বিশ্বাসী লোক সকলোৰে একত্ৰিত হোৱা উচিত আৰু সেই আশংকাৰ বিৰুদ্ধে থিয় দিয়া উচিত। মই কৈছিলো মই আপোনাৰ লগত সম্পূৰ্ণ একমত কিন্তু অসুবিধা এয়ে হৈছে যে আমি সকলোৰে ঈশ্বৰৰ প্ৰতিমূৰ্ত্তি ভংগ কৰি পেলাইছোঁ আৰু আমি তাৰ একোডোখৰ খোলাগুটি পাইছোঁ। এনে ক্ষেত্ৰত কি কৰা যায়? আপুনি ঈশ্বৰৰ বিষয় একভাবে ভাবে আৰু খৃষ্টান বিলাকে অন্যভাবে ভাবে, বৌদ্ধ বিলাকে কয় যে ঈশ্বৰ নায়েই কেৱল নিৰ্ব্বানহে আছে। জৈন বিলাকে কয় যে এইটো এটা শূন্যহে মাথোন। তাৰ পাছত আমাৰ ভিতৰৰ পৰা বহুতে কওঁ যে ঈশ্বৰক আমি ৰাম বুলি, কৃষ্ণ বুলি, শিব বুলি ইত্যাদি প্ৰকাৰে উপাসনা কৰোঁ। এই আটাই বিলাক মানুহক এক উমৈহতীয়া ঈশ্বৰত বিশ্বাস কৰিবলৈ কেনেকৈ কোৱা যায়? ইয়াৰ কিবা ব্যৱস্থা পত্ৰ আছেনে? এই কাশ্মীৰী ভদ্ৰলোকজন আছিল চুফী সম্প্ৰদায়ৰ লোক। চুফী সকলক মই চিন্তাশীল আৰু ঈশ্বৰৰ প্ৰেমিক লোক বুলি ভাবো। আপুনি তেওঁৰ উত্তৰত আচৰিত হৈ যাব। তেওঁ ক'লে যে আপোনালোক সকলোৰে ইছলাম ধৰ্ম্ম গ্ৰহণ নকৰে কেলেই? মই ক'লো যে কোনো কোনো লোকে ক'ব যে সকলোৰে খৃষ্টান ধৰ্ম্ম গ্ৰহণ নকৰে কেলেই?

ধৰি লওঁক মই হিন্দু ধৰ্ম্মৰ ভক্ত হিচাবে কম সকলোৱে হিন্দু ধৰ্ম্ম গ্ৰহণ নকৰে কিয়? ইয়াৰ অৰ্থ একেটাই হ'ব। এনে ধৰণৰ কথাৰ কোনো অন্ত পোৱা নাযাব। তেতিয়া তেওঁ মোক সুধিলে মোৰ ফালৰ পৰা কি উপায় নিৰ্দ্ধাৰণ কৰা হ'ব পাৰে?

মই ক'লো যে মোৰ উপায় নিৰ্দ্দেশ হৈছে যে আপুনি আপোনাৰ নিজ ধৰ্ম্ম পালন কৰক। এটা মাত্ৰ মূল্যৱান দাৰ্শনিক তথ্য আছে যিটো হিন্দুৰো নহয় আৰু মুছলমানৰো নহয়। ইয়াক অদ্বৈতবাদেই বোলক বা আন কিবা বোলক। অদ্বৈতবাদে কয় যে এটা মাত্ৰ শক্তি আছে। এটা মাত্ৰ (চিৰস্থায়ী) সৎ বস্তু আছে যাৰ নাম সত্য, যাৰ নাম আনন্দ। এই সৎ বস্তুটো হ'ব সৃষ্টি কৰ্ত্তা, পালন কৰ্ত্তা আৰু সংহাৰ কৰ্ত্তা। ঈশ্বৰ সম্পৰ্কে আমাৰ সকলোৰে ধাৰণা সীমাবদ্ধ গণ্ডীৰ ভিতৰত। সেই চৰম সত্যবস্তু সম্পৰ্কে ধাৰণা মাথোন। সেই চৰম সত্য বস্তুটোৱে আমাক সকলোকে একত্ৰিত কৰাৰ প্ৰস্তৰ ভিত্তি হ'ব। এই বস্তুটো কোনো এটা ধৰ্ম্মৰে গণ্ডীৰ ভিতৰত নপৰে। সেইবাবে প্ৰত্যেকে এই বস্তুটো গ্ৰহণ কৰিব পাৰে। ধৰ্ম্ম কেৱল উপাসনা পদ্ধতিহে মাথোন। এই বস্তুটো তেনে ধৰণৰ পদ্ধতি নহয়। ই দাৰ্শনিক মতবাদ। এয়ে বিশ্ব ব্ৰহ্মাণ্ডক দাৰ্শনিক ভাবে বুজিবৰ উপায়। ইয়াকে প্ৰস্তৰ ভিত্তি ৰূপে গ্ৰহণ কৰিব পাৰি। ইছলাম ধৰ্ম্মৰ, খৃষ্টান ধৰ্ম্মৰ আৰু হিন্দু ধৰ্ম্মৰ ঈশ্বৰ একেটাই আৰু আমি সকলোৱে এক ঈশ্বৰৰে উপাসক। মই সুধিলো আপুনি কিয় এই মতবাদ গ্ৰহণ নকৰে? ছুফী হিচাপে আপুনি এইটো গ্ৰহণ কৰা উচিত। ইয়াৰ উত্তৰত তেওঁ একোকে নকলে। তাৰ পাছত আমি এৰাএৰি হ'লো আৰু সকলো আলোচনাৰ অন্ত পৰিল। সেয়ে আমাৰ দুৰ্ভাগ্য।

**প্ৰশ্ন ঃ আমি জানো যে হিন্দু আৰু মুছলমান উভয় পক্ষৰে পৰস্পৰৰ প্ৰতি বিপুল সদিচ্ছা আছে। থকা সত্ত্বেও সাময়িক ভাবে সৰু বৰ বহু সংঘৰ্ষ ঘটি থাকে। আপোনাৰ মতে সেই সংঘৰ্ষ কমাবলৈ বা একেবাৰে নিৰ্ম্মূল কৰিবলৈ কি পন্থা গ্ৰহণ কৰা যাব পাৰে?**

**উত্তৰ** ঃ আপুনি আপোনাৰ লিখা বহু প্ৰবন্ধত এই ধৰণৰ সংঘৰ্ষ বিলাকৰ কাৰণ বিশ্লেষণ কৰি শক্তিশালী ভাবে লিপিবদ্ধ কৰিছে যে গো-ৰক্ষা বা গো-হত্যা এই সংঘৰ্ষ বিলাকৰ এটা মূল কাৰণ। দুৰ্ভাগ্যবশতঃ আমাৰ মানুহ বিলাকে সেই দৃষ্টীভঙ্গীৰে বিষয়টো বিচাৰ নকৰে। আমাৰ ৰাজনৈতিক নেতৃবৃন্দও একে জাতীয় হৈ পৰিছে আজিকালি। এই অৱস্থাটোৱে বিপুল সংখ্যক জনগণৰ মাজত এটা বিষক্ৰিয়া সংঘটন কৰিব ধৰিছে। গো-হত্যাৰ ওপৰত ইমান বেছি কিয় জোৰ দিয়া হৈছে মই বুজি নাপাওঁ। প্ৰকৃতপক্ষে ইয়াত কোনো প্ৰকাৰ ধৰ্ম্মৰ নিৰ্দ্দেশ নাই। সম্ভৱতঃ অতীতত গো-হত্যাৰ দ্বাৰা হিন্দুৰ প্ৰতি ঘৃণা প্ৰদৰ্শন কৰাৰ এটা পদ্ধতি উলিয়াইছিল। সেইটো কিয় চলি থাকিব লাগে? এনে ধৰণৰ বহু প্ৰকাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বিষয় আজিকালি চলি আছে।

আমি পৰস্পৰে পৰস্পৰৰ উৎসৱ সমূহত অংশ ল'ব নোৱাৰোনে? যি উৎসৱৰ মাধ্যমত সমাজৰ সকলো শ্ৰেণীৰ মানুহকে একত্ৰিত কৰিব পাৰে। আমাৰ সেই সৰ্ব্বজন প্ৰিয় উৎসৱটো হৈছে 'হোলি'। ধৰি লওঁক এই হোলি উৎসৱত কোনো এজন মুছলমানৰ গাত ৰং দিয়া হ'ল, আপুনি ভাবে নেকি যে সেই কৰ্ম্মৰ দ্বাৰা কোৰাণৰ সকলোবোৰ নিৰ্দ্দেশ উলঙ্ঘা কৰা হৈ গ'ল? তেওঁলোকে এইটো এটা সামাজিক উৎসৱ বুলি ভবা উচিত। আমি সকলোৱে লগ লগা উচিত। আপুনি মোৰ গাত পানী ছটিয়ালে, মই আপোনাৰ গাত পানী ছটিয়ালো। আমাৰ হিন্দু সকলে মহৰমৰ সকলোবোৰ মিছিল আৰু শোভাযাত্ৰাত যোগদান কৰে। তেওঁলোকে আজমীঢ়ৰ সকলোবোৰ উৎসৱত যোগদান কৰে। কিন্তু ধৰি লওঁক আমি যদি সত্যনাৰায়ণ পূজালৈ মুছলমান সকলক আমন্ত্ৰণ কৰো তেতিয়া কি ঘটিব? আপুনি হয়তো শুনিবলৈ পাইছে যে ডি. এম, কে দলৰ মানুহ বিলাকে এজন মুছলমান মন্ত্ৰীক ৰামেশ্বৰমলৈ লৈ গৈছিল। তেওঁক ভাবিব পৰা সকলো সন্মান দেখুৱা হৈছিল মন্দিৰৰ পুজাৰী কৰ্ত্তৃপক্ষ আৰু অন্যান্য সকলৰ তৰফৰ পৰা। কিন্তু তেওঁক যেতিয়া প্ৰসাদ দিয়া হৈছিল তেওঁ দলিয়াই পেলালে। কিয় তেওঁ তেনেকুৱা কৰিলে? ধৰি লওঁক তেওঁ যদি সেই প্ৰসাদ খালেহেঁতেন তাৰ দ্বাৰা তেওঁৰ ধৰ্ম্ম উলঙ্ঘন কৰা নহ'লহেঁতেন। এনে ধৰণৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ঘটনাবোৰ আজিও চলি আছে। আমি সকলোৱে পৰস্পৰক পৰস্পৰে সম্ভ্ৰম কৰাৰ মনোবৃত্তি গ্ৰহণ কৰাৰ শিক্ষা লোৱা উচিত।

মই যিটো ভাল পাওঁ সেইটোৰ ভিত্তিত সহনশীলতা নাহে। সহনশীলতা প্ৰথম পদক্ষেপো নহয়। আনে কিবা এটা কাম কৰিলে তাক সহ্য কৰা এটা পদক্ষেপ সঁচা, আনৰ প্ৰতি সম্ভ্ৰম দেখুৱা মহত্তৰ পদক্ষেপ। সেইটোৱেহে প্ৰথম কথা। আমি সকলোকে সম্ভ্ৰম কৰিবলৈ ইচ্ছা কৰোঁ। মানৱ জাতিৰ কল্যাণ সাধনৰ পক্ষে সি বৰ ভাল কথা। আমাৰ সহিষ্ণুতাবাদ নহয়, আমাৰ সাম্যবাদ। প্ৰথমতঃ সম্ভ্ৰম কৰিবলৈ শিক্ষা কৰা, তেতিয়া সহিষ্ণুতাবাদ স্বাভাৱিকতে আহিব।

**প্ৰশ্ন ঃ- হিন্দু আৰু মুছলমানৰ মাজত ঐক্য স্থাপন কৰিবলৈ কোন বিলাক লোক বেছি উপযুক্ত - ৰাজনীতিক, শিক্ষক নে ধৰ্ম্মীয় নেতা?**

**উত্তৰ** ঃ- ৰাজনীতিকজন হৈছে সকলোৰে শেষৰ ব্যক্তি। ধৰ্মীয় নেতাৰ বিষয়েও একে উক্তিকে কৰিব পাৰি। বৰ্ত্তমান সময়ত আমাৰ দেশত উভয় সম্প্ৰদায়তে যিবিলাক ধৰ্ম্মীয় নেতা আছে তেওঁলোক অত্যন্ত সংকীৰ্ণ মনৰ। গতিকে আমাৰ ভিতৰত তৃতীয় প্ৰকাৰ একদল মানুহৰ আৱশ্যক হৈছে যিবিলাক হ'ব ধৰ্ম্মপ্ৰাণ আৰু অৰাজনীতিক অথচ তেওঁলোকৰ মনত জাতীয়তাৰ পূৰ্ণ ধাৰণা থাকিব। ধৰ্ম্ম থাকিবই লাগিব, ধৰ্ম্মৰ পটভূমি নাথাকিলে একোৱেই সিদ্ধিলাভ কৰিব নোৱাৰে। উদাহৰণ স্বৰূপে ৰাম কৃষ্ণ মিছনকে ল'ব পাৰি। মানুহে যিবোৰ কথা বিশ্বাস কৰে সেই সকলোবোৰ কথা সম্ভ্ৰমেৰে সামৰিলৈ আৰু যিটো চিৰন্তন সত্য ধৰ্ম্ম, যি ক্ষয়িষ্ণু

নহয় তেনে এটি বৃহত্তৰ ভিত্তিত প্ৰতিষ্ঠিত এটা ধৰ্ম্ম প্ৰচাৰৰ চেষ্টাত লাগি আছে ৰাম কৃষ্ণ মিছনে। বৰ্ত্তমান সময়ত এনে এটি মনোভাৱৰ আৱশ্যক হৈ পৰিছে।

ৰাজনীতিক সকলে তেওঁলোকৰ খেল খেলি থাকে। তেওঁলোকে জাতিটো ক্ৰমাগতভাৱে খণ্ড-বিখণ্ড কৰিব ধৰিছে। তেওঁলোকে জাতি বৰ্ণৰ ওপৰত জোৰ দিব ধৰিছে। তেওঁলোকে সম্প্ৰদায়ৰ ওপৰত জোৰ দিব ধৰিছে, তেওঁলোকে ভাষা বিবাদৰ ওপৰত জোৰ দিব ধৰিছে আৰু তেওঁলোকে হিন্দু মুছলমানৰ সংঘৰ্ষৰ ওপৰত জোৰ দিব ধৰিছে। এই সকলোবোৰ কথাৰ ওপৰত তেওঁলোকে জোৰ দিব ধৰিছে যাৰ ফলত আমাৰ সমস্যাবোৰৰ তীব্ৰতা বেছি ঘনীভূত হ'ব ধৰিছে। আমাৰ দেশত য'ত সাম্প্ৰদায়িক ঘটনা ঘটে সেই ঘটনাৰ লগত সংশ্লিষ্ট হৈ আছে পাজী ৰাজনীতিক। দুৰ্ভাগ্যবশতঃ ৰাজনীতিক সকলেই হৈছে জাতিৰ নেতা। যিবিলাক লোকৰ মহতী প্ৰতিভা আছে, যিসকল লোক মহান বিদ্বান, যিসকল লোক পৱিত্ৰ চৰিত্ৰ সম্পন্ন আৰু যিসকল লোকৰ ঈশ্বৰৰ প্ৰতি গভীৰ ভক্তি আছে সেই সকল লোকেই জাতিৰ নেতা হোৱা উচিত আছিল, কিন্তু সেই সকল লোকৰ স্থান ক'তো নাই। তাৰ পৰিবৰ্ত্তে যিসকল লোক ৰাজনীতিৰ পশু হৈ পৰিছে সেই সকল লোকৰ হাততে জাতিৰ নেতৃত্ব স্থাপিত হোৱা আমি দেখা পাওঁ। গতিকে আমাৰ কৰ্ত্তব্য হৈছে লোক বিলাকক প্ৰকৃত শিক্ষা দান কৰা।

মাথোন দুদিন আগতে মই প্ৰয়াগত কৈছিলোঁ যে কোনো মানুহে ৰাজনীতিক লোক সকলৰ কথা শুনিব নালাগে কাৰণ তেওঁলোক অতি নগণ্য লোক। যি সকল লোক ঈশ্বৰ ভক্ত, যি সকল লোকৰ চৰিত্ৰৰ বল আছে আৰু যি সকল লোকৰ উদাৰ দৃষ্টিভঙ্গী আছে সেই সকল লোকৰ লগতে মানুহে চলিব লাগে।

**প্ৰশ্ন ঃ-যিহেতুকে হিন্দু সকলেই সংখ্যাগুৰু সম্প্ৰদায় সেইবাবেই মুছলমানৰ ঐক্য সাধনত তেওঁলোকৰে বিশেষ আৰু গুৰু দায়িত্ব বুলি আপুনি নাভাবেনে?**

**উত্তৰ** ঃ- হয়, নিশ্চয়। কিন্তু অসুবিধাবোৰ বিবেচনা কৰক। আমাৰ নেতৃবৃন্দই সকলো দোষ হিন্দু ওপৰত জাপি দিবলৈ আৰু মুছলমান সকলক সকলো দোষৰ পৰা মুক্তি দিবলৈ অভ্যস্ত। এই কথাটোৱে সংখ্যালঘু সম্প্ৰদায় অৰ্থাৎ মুছলমান সকলক তেওঁলোকৰ সাম্প্ৰদায়িক বিদ্বেষ বহ্নিত ইন্ধন যোগাইছে। গতিকে আমি সেইবাবেই কওঁ ইয়াৰ দায়িত্ব উভয়ে গ্ৰহণ কৰিব লাগিব।

**প্ৰশ্ন ঃ-সাম্প্ৰদায়িক ঐক্য সাধনৰ বাবে উভয় সম্প্ৰদায়ে সম্প্ৰতি কি প্ৰকাৰ মনোভাৱৰ ইঙ্গিত দিয়া উচিত বুলি আপুনি ক'ব খোজে?**

**উত্তৰ** ঃ- এই প্ৰশ্নটোৰ উত্তৰ সহজে দিব পৰা টান। বৰ টান। আমি বিচাৰ কৰি চাওঁহক। ধৰ্ম্মৰ প্ৰকৃত তত্ত্ববোধৰ বাবে ব্যাপকভাৱে শিক্ষা দান কৰিব লাগিব। আমাৰ ৰাজনীতিক নেতা সকলে যি ধৰ্ম্ম হীন শিক্ষা দিব ধৰিছে সেই শিক্ষা নহয়। সেই শিক্ষা দিব লাগিব যি শিক্ষা প্ৰকৃত শিক্ষা, ধৰ্ম্মীয় শিক্ষা। ইছলাম ধৰ্ম্মৰ প্ৰকৃত

জ্ঞান দান কৰক, হিন্দু ধৰ্ম্মৰ তত্ত্ববোৰৰ শিক্ষা দিয়ক। সকলো ধৰ্ম্মই যে মানুহক মহৎ, পৱিত্ৰ আৰু ধাৰ্ম্মিক হ'বলৈ শিক্ষা দিয়ে সেই কথা বোধগম্য কৰাওক। তাৰ পাছত আন এটা কথাও আছে। আমি বুৰঞ্জীৰ কথাবোৰ বিকৃত আকাৰত শিক্ষা দিওঁ। ইতিহাসৰ ঘটনাবোৰ যথাযথ ভাৱে আমি শিক্ষা দিব লাগে। যদি মুছলমান সকলৰ দ্বাৰা এই দেশ আক্ৰান্ত হৈছিল, সেই আক্ৰমণৰ কথা আক্ৰমণ বুলি কোৱা হওঁক আৰু সেইটো অতীতত ঘটিছিল আৰু আক্ৰমণকাৰী সকল বিদেশী আছিল সেই কথা কোৱা হওঁক। আজিৰ মুছলমানসকলে কওঁক যে তেওঁলোক এতিয়া এই দেশৰে মুছলমান আৰু আক্ৰমণ কৰা মনোভাৱ তেওঁলোকৰ উত্তৰাধিকাৰ সূত্ৰে পোৱা মনোবৃত্তি নহয়।

যিটো সত্য ঘটনা সেই কথা শিক্ষা নিদি সত্যৰ এটা বিকৃত বিৱৰণ শিক্ষা দিয়া হয়। সত্যক চিৰদিন লুকাই ৰাখিব নোৱাৰি। অৱশেষত সেই সত্য পোহৰলৈ আহে আৰু তেতিয়া মানুহৰ মনত বিৰুদ্ধ মনোভাৱৰ সৃষ্টি হয়। সেইবাবে মই কওঁ যথাযথ ভাৱে ইতিহাস শিকাওঁক। ধৰি লওঁক আফজলখাঁক শিৱাজীয়ে হত্যা কৰিছিল, কওঁক যে তেওঁক হত্যা কৰিছিল আৰু কওঁক যে আফজলখাঁ বিদেশী আক্ৰমণকাৰী আছিল আৰু শিৱাজী জাতীয় বীৰ আছিল। কওঁক যে এতিয়া আমি সকলোৱে এক জাতি আৰু আক্ৰমণ কৰা আমাৰ পৰম্পৰা নহয়। কিন্তু এইদৰে কোৱাৰ কাৰো সাহস নাই। মই বহুসময়তে বুৰঞ্জীৰ এই বিকৃত ৰূপৰ কথা উচ্চ কণ্ঠে প্ৰচাৰ কৰিছোঁ আৰু এতিয়াও মই এই কথাৰ নিন্দা কৰোঁ।

**প্ৰশ্ন ঃ-"ভাৰতীয়কৰণ" সম্পৰ্কে বহু কথা কোৱা হৈছে আৰু এই সম্পৰ্কে যথেষ্ট ভুল ব্যাখ্যাবোৰ উৎপত্তি হৈছে। সেই ভুল ব্যাখ্যাবোৰ কেনেকৈ দূৰীভূত কৰিব পাৰি সেই বিষয়ে অনুগ্ৰহ কৰি মোক ক'ব নে?**

**উত্তৰ ঃ-** "ভাৰতীয়কৰণ" বুলিটো অৱশ্যে জনসংঘই উলিয়াইছে। সেই বিষয়ে কিয় ভুল বুজাবুজি হ'ব লাগে। ভাৰতীয়কৰণৰ অৰ্থ এইটো নহয় যে সকলো ভাৰতবাসী হিন্দু হ'ব লাগে।

মই ইতিপূৰ্বে কোৱাৰ দৰে আমি প্ৰত্যেকে উপলব্ধি কৰিব লাগিব আৰু বিশ্বাস কৰিব লাগিব যে আমি এই দেশৰে সতি-সন্ততি। আমি সকলোৱে উপলব্ধি আৰু বিশ্বাস কৰোহক যে আমাৰ মূল উৎপত্তি স্থান একেটাই - আমি একে পূৰ্ব্বপুৰুষৰ বংশধৰ আৰু সেই বাবে আমাৰ আশা আকাঙ্খাও একে প্ৰকাৰৰ। ভাৰতীয়কৰণৰ এয়ে অৰ্থ। এয়ে পূৰ্ণ অৰ্থ।

ইয়াৰ দ্বাৰা এইটো বুজা নাযায় যে কোনেও নিজৰ উপাসনা পদ্ধতি এৰি দিব লাগিব। আমি তেনে কথা কেতিয়াও ক'ব নোৱাৰোঁ; আনকি ভাবিবও নোৱাৰোঁ। একে প্ৰকাৰ উপাসনা পদ্ধতি মানৱ জাতিৰ কাৰণে উপযোগী বুলি আমি বিশ্বাস নকৰোঁ।

জীলানী ঃ- অতি সত্য কথা, গুৰুজী। এই স্পষ্টীকৰণৰ বাবে মই বৰ কৃতজ্ঞ হৈছোঁ।

গুৰুজী ঃ- কিন্তু মই সকলোবিলাক মানুহকে এইদৰে স্পষ্টকৈ বুজাব পাৰিছোঁ নে নাই নাজানো।

জীলানী ঃ- তাৰ পৰা একো নহয়। আপোনাৰ ফালৰ পৰা সৰ্বোত্তম কথা কৈছে। বিবেক আৰু বোধ থকা কোনো মানুহে আপোনাৰ লগত দ্বিমত হ'ব নোৱাৰে।

গুৰুজী ঃ- অজস্ৰ ধন্যবাদ! অজস্ৰ ধন্যবাদ! মই আপোনাৰ প্ৰবন্ধবোৰ মাজে মাজে পঢ়োঁ।

জীলানী ঃ- বহু মানুহে ভাবে যে মোৰ নামৰ কোনো মানুহেই নাই আৰু মই ৰাষ্ট্ৰীয় সেৱক সংঘৰ, জন সংঘৰ আৰু অৰ্গানায়জাৰ সংবাদ পত্ৰৰ এজন কল্পিত মানুহ।

গুৰুজী ঃ- মই কওঁ - চোৱা জীলানীয়ে এইদৰে কৈছে। যদি কোনো এজন মুছলমানৰ মোল্লাই জীলানীৰ প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব খোজে তেওঁ আগবাঢ়ি আহক। আপোনাৰ প্ৰত্যাহ্বানত দুই প্ৰকাৰৰ অৰ্থ নাই আৰু ই অতি স্পষ্ট।

জীলানী ঃ- সম্পূৰ্ণভাবে সাম্প্ৰদায়িক বিদ্বেষ দমনৰ বাবে যিসকল মুছলমান নেতাই আপোনাৰ লগত সহযোগিতা কৰিবৰ ইচ্ছা কৰি উপযুক্ত পন্থা গ্ৰহণৰ ইচ্ছা কৰে তেওঁলোকৰ লগত আপোনাৰ সাক্ষাৎকাৰ হোৱাটো বৰ্ত্তমান সময়টোৱেই উপযুক্ত বুলি আপুনি নাভাবেনে? আপুনি তেওঁলোকক সাক্ষাৎ কৰিবলৈ ইচ্ছা কৰিবনে?

গুৰুজী ঃ- মই তেনে সাক্ষাৎ কেৱল ইচ্ছাই নকৰোঁ তেনে সাক্ষাতক মই সাদৰ সম্ভাষণ জনাম।●

# ভাৰতীয় নাৰী-হৃদয়

কুৰুক্ষেত্ৰৰ যুদ্ধৰ অন্তত এক পক্ষত থাকিল দুৰ্য্যোধন, পলায়িত কৃপাচাৰ্য্য, কৃতবৰ্মা আৰু অশ্বত্থামা, অপৰ পক্ষত থাকিল কৃষ্ণ আৰু পাণ্ডৱসকল। তাৰ পাছত ভীম আৰু দুৰ্য্যোধনৰ গদা যুদ্ধত দুৰ্য্যোধনৰ উৰু ভঙ্গ হ'ল। তেওঁৰ মৃত্যু হোৱা নাই। এনে অৱস্থাত দ্ৰোণ পুত্ৰ অশ্বত্থামাই দুৰ্য্যোধনৰ সান্ত্বনাৰ বাবে কি প্ৰিয় কাৰ্য্য কৰিব পাৰে সেই চিন্তা কৰিলে। তাৰ পাছত অশ্বত্থামাই ৰাতি শুই থকা অৱস্থাত পাণ্ডৱ শিবিৰলৈ গৈ পঞ্চ-পাণ্ডৱৰ পঞ্চ পুত্ৰৰ মূৰ কাটি আনি দুৰ্য্যোধনক উপহাৰ দিলে। এই কুৎসিৎ কৰ্ম্মৰ বাবে দুৰ্য্যোধন সুখী হ'ব নোৱাৰিলে আৰু তেওঁ তাৰ বাবে অশ্বত্থামাক তীব্ৰ ৰ্ভৎসনা কৰিলে।

ইফালে পঞ্চ পুত্ৰৰ মাতৃ দ্ৰৌপদী দেৱীয়ে শিশুপুত্ৰ বিলাকৰ নিধন হোৱা বাতৰি পাই চকুৰ পানী টুকি টুকি কান্দিব ধৰিলে। অৰ্জ্জুনে দ্ৰৌপদীক কন্দা দেখি দ্ৰৌপদীক সান্ত্বনা দিবৰ কাৰণে ক'লে — হে কল্যাণি! চোৱা, মোৰ এতিয়া পুত্ৰশোকত কান্দিবৰ সময় নহয়, মই সেই ব্ৰাহ্মণাধম আততায়ী অশ্বত্থামাৰ মূৰটো কাটি আনিম। তুমি সেই মূৰটোৰ ওপৰত বহি স্নান কৰিবা। তেতিয়াহে মই শোকৰ চকুৰ পানী টুকিম।

অৰ্জ্জুনে এইৰূপ প্ৰতিজ্ঞাৰে দ্ৰৌপদীক সান্ত্বনা বাক্যকৈ গাণ্ডীৱ ধনু হাতত হৈ গুৰুপুত্ৰ অশ্বত্থামাক বিচাৰি বাহিৰ হ'ল।

শিশুঘাতী অশ্বত্থামাই দূৰৈৰ পৰা অৰ্জ্জুনক আহিব ধৰা দেখি অতিশয় উদ্বিগ্ন-চিত্ত হ'ল আৰু প্ৰাণৰ ভয়ত ৰথত উঠি পলায়ন কৰিলে। পৃথিবীৰ নানা ঠাই ঘূৰি ফুৰিলে; অৰ্জ্জুনো পাছে পাছে গৈ থাকিল। অৱশেষত অশ্বত্থামাৰ ৰথৰ ঘোৰা ভাগৰি পৰিল। অশ্বত্থামাই নিজকে অসহায় যেন ভাবি অৰ্জ্জুনক সংহাৰ কৰিবলৈ ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিলে।

ব্ৰহ্মাস্ত্ৰৰ তেজে আকাশমণ্ডল বিয়পি পৰিছে। সৰ্ব্ব প্ৰাণী তাপিত হৈ পৰিল। কিয় আকাশত এই তেজৰ আবিৰ্ভাৱ হ'ল — অৰ্জ্জুনে বুজিব নোৱাৰিলে। সেই তেজ অৰ্জ্জুনৰ ফালে ধাবিত হৈ অহা দেখি অৰ্জ্জুন কিংকৰ্ত্তব্য বিমূঢ় হৈ ভীত হ'ল।

তেতিয়া অৰ্জ্জুনে শ্ৰীকৃষ্ণক সুধিলে — হে কৃষ্ণ! এই সৰ্ব্ব দিগ্‌ব্যাপী অতি ভীষণ তেজ ক'ৰ পৰা আহিছে? মই একো বুজিব পৰা নাই।

তেতিয়া শ্ৰীকৃষ্ণ ভগৱানে ক'লে — ই দ্ৰোণপুত্ৰ অশ্বত্থামাৰ ব্ৰহ্মাস্ত্ৰ। প্ৰাণৰ সঙ্কট উপস্থিত হোৱাত গুৰুপুত্ৰই এই অস্ত্ৰ ত্যাগ কৰিছে; কিন্তু অশ্বত্থামাই

এই অস্ত্ৰ কেনেকৈ উপসংহাৰ কৰিব লাগে তাক নাজানে। এই ব্ৰহ্মাস্ত্ৰৰ নিবাৰক আন কোনো অস্ত্ৰ নাই। তুমি ব্ৰহ্মাস্ত্ৰৰ প্ৰয়োগ আৰু উপসংহাৰ জানা। তুমিও ব্ৰহ্মাস্ত্ৰ ত্যাগ কৰি ব্ৰহ্মাস্ত্ৰৰ তেজ ব্ৰহ্মাস্ত্ৰৰ তেজেৰে বিনাশ কৰা।

অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ কথা শুনি নিজৰ ব্ৰহ্মাস্ত্ৰ ত্যাগ কৰিলে। উভয় ব্ৰহ্মাস্ত্ৰৰ তেজ আকাশত মিলিত হ'ল আৰু প্ৰলয় কালৰ অগ্নিৰ দৰে জ্বলি উঠিল। সমস্ত ভূ-মণ্ডল ছাৰখাৰ হোৱাৰ উপক্ৰম হ'ল; তেতিয়া অৰ্জ্জুনে উভয় ব্ৰহ্মাস্ত্ৰকে উপসংহাৰ কৰিলে।

তাৰ পাছত ক্ৰোধত আৰক্তলোচন হৈ পুত্ৰঘাতী অশ্বত্থামাক ধৰি পঘাৰে বান্ধি টানি টানি শিবিৰলৈ লৈ গ'ল।

শ্ৰীকৃষ্ণই তেতিয়া অৰ্জ্জুনক ক'লে — অৰ্জ্জুন! এই নিৰ্দ্দয় ব্ৰাহ্মণধৰ্ম্ম অশ্বত্থামাই ৰাতি নিদ্ৰিত আৰু নিৰপৰাধ শিশু কেইটিক বধ কৰিছে, তুমিও তাক বধ কৰা, তাক কেতিয়াও এৰি দিয়া উচিত নহয়। মোৰ সাক্ষাততে তুমি দ্ৰৌপদীক প্ৰতিশ্ৰুতি দিছা যে যি ব্যক্তি তোমাৰ পুত্ৰহন্তা, তাৰ মূৰটো তুমি কাটি লৈ আহিবা। এতিয়া তুমি তোমাৰ প্ৰতিশ্ৰুতি পালন কৰা।

কিন্তু অৰ্জ্জুনে নিজৰ সেই প্ৰতিজ্ঞা পালন কৰিবলৈ ইচ্ছা নকৰিলে, শ্ৰীকৃষ্ণৰ কথাও ৰাখিবলৈ ইচ্ছা নকৰিলে। অশ্বত্থামা স্বপুত্ৰঘাতী হয় কিন্তু তেওঁ গুৰুপুত্ৰ আৰু ব্ৰাহ্মণ। এওঁক বধ কৰিলে গুৰুবধ আৰু ব্ৰহ্মবধ উভয় পাপতে দোষী হ'ব অৰ্জ্জুন। সেই কাৰণে অৰ্জ্জুনে অশ্বত্থামাক বান্ধি লৈ শিবিৰত উপস্থিত হৈ শোকাতুৰা দ্ৰৌপদীৰ ওচৰত অশ্বত্থামাক সমৰ্পন কৰিলে।

অশ্বত্থামা অৰ্জ্জুনৰ হাতত অপমানিত হৈ আৰু নিজৰ কু-কৰ্ম্মৰ বাবে অনুতপ্ত হৈ অধোবদনে থিয় দি আছিল।

দ্ৰৌপদীয়ে কিন্তু গুৰুপুত্ৰক অৰ্জ্জুনে সেইদৰে বান্ধি অনাটো সহিব নোৱাৰিলে। তেওঁ ক'লে — এওঁক মুক্ত কৰি দিয়ক। মুক্ত কৰি দিয়ক। হে ধৰ্ম্মজ্ঞ বীৰ! আপুনি গুৰু দেৱ দ্ৰোণাচাৰ্য্যৰ ওচৰত মন্ত্ৰেৰে সৈতে ধনুৰ্বিদ্যাৰ অস্ত্ৰ প্ৰয়োগ আৰু উপসংহাৰ শিক্ষা কৰিছে। সেই ভগৱান দ্ৰোণাচাৰ্য্যই যে পুত্ৰৰূপে বিদ্যমান আছে। বেদত আছে 'আত্মা বৈ পুত্ৰ নামানি' আত্মাই পুত্ৰ ৰূপে অৱস্থান কৰে। দ্ৰোণাচাৰ্য্যৰ অৰ্দ্ধাঙ্গিনী ধৰ্ম্মপত্নী কৃপী বাঁচি আছে। তেওঁ বীৰ প্ৰসবিণী কাৰণে স্বামীৰ অনুগমন কৰা নাই। হে মহাভাগ অৰ্জ্জুন! আমাৰ এই গৌৰৱান্বিত কুলৰ অৱমাননা আপুনি নানিব। হে ধৰ্ম্মজ্ঞ, মই যেনেকৈ মোৰ মৃতপুত্ৰ বিলাকৰ শোকত কাতৰ হৈছো সেইদৰে যেন গুৰুপুত্ৰৰ জননী শোকাতুৰা হৈ নেকান্দে। এওঁক মুক্ত কৰি দিয়ক।●

## (২৪/৪/৭৩ তাৰিখে Assam Tribune বাতৰি কাকতত লিখা এখন চিঠি)

## Letters To The Editor

### Social Control

Sir– Is the term social coontrol as vague in its meaning as the term socialistic pattern of society? The term socialistic pattern of society has remained vague and unclear for the last 25 years of Indian Independence. But the fact that the term 'social control' was thoroughly understood by every individual of the Indian society prior to Independence cannot be denied. That all people should live in peace and every individual should be let to live peacefully was the social maxim in the Indian society and it was equally felt and realized by all traditionally. That traditional thinking has disappeared and so we have to define these two terms anew. But will clear definitions of these two terms help us much to obey law and the rule of law? What is the social atmosphere today.

Possibly we cannot hope for that. It is because we are experiencing that even at each home parental authority had begun to cease for over last fifty years and the worst results are now appearing today in the shape of murders of parents even in India where parents were regarded as mundane gods and goddesses by their children.

In the same way the senior members of the society had controlled the youths in every village to behave properly according to the patterns of the society and according to customs prevailing in every village or society and to stand against injustices perpetrated by one member on another so that people had not to run to the law courts for redressal of every petty wrong done to them as it was the known edict or guiding principle that no injustice should be tolerated by individuals and no case of injustice should be allowed to raise its head in the society. Society

controlled all such wrongs and cases in the law courts on social matters were few and far between.

To live together in peace and to enjoy the rule of law (which is democracy) social control is as much necessary as one's daily food to sustain one's body. How better it can be thrust home to individual thinking is the problem today.

Social control has disappeared totally and hence the socialistic patters of society has remained unclear and we have to try to clearly define it and draw out a picture however imaginary it may appear and teach our people and our children properly because the self-existing and traditional picture has disappeared and it has now become wellnigh impossible to do it. It will further be impossible if we do not look up to our tradition as to how we settled our disputes amicably in the society and how we aspired to live in peace and allow others to live in peace. Nobody can live in peace if he thinks ill of others. Rule of law and social customs are almost non-existent today. We should be aware of this and we should plan our development programmes according to Indian mind and Indian tradition as suitable to Indian soil. By having our traditional way of life we will be disappointed if we try to build up new cultures and new traditions as we should seriously think whether in that we shall be going back or going forward – Yours etc. D. N. BHATTACHARYYA, Nalbari.

Note : Assam Tribube অত লিখা আন কিছুমান প্ৰবন্ধ আৰু চিঠি বিচাৰি পোৱা নগ'ল। ●

# বৃদ্ধৰ বচন

The politburo of the C. P. I. (M).

১৪ জুন (১৯৭০) তাৰিখৰ ষ্টেটচ্‌ম্যান কাগজত পঢ়িবলৈ পোৱা যায় যে কলিকতাত বহা মাৰ্ক্সবাদী দলে গণ আন্দোলনৰ প্ৰতি সঁহাৰি জনোৱাৰ লগে লগে চি. পি. আই. দলক (ভাৰতীয় কম্যুনিষ্ট দলক) বিশেষকৈ ক্ষমতা প্ৰাপ্ত কেৰেলাৰ চি. পি. আই. দলক আৰু বঙ্গদেশৰ চি. পি. আই দলক সমালোচনা কৰি কৈছে যে চি. পি. আই. দলে এফালে গণ আন্দোলনৰ কথা কয় আৰু আনফালে কেৰেলাৰ ৰাজহ মন্ত্ৰীয়ে (মিঃ কে. টি. জেকব) জমিৰ মালিক সকলক আৰু জমিৰ ওপৰত ন্যস্ত স্বত্ব থকা লোক সকলৰ সপক্ষে থাকি কৈছে যে চৰকাৰে যিবিলাক লোকে জোৰ কৰি জমি দখল কৰিব সেই বিলাকৰ বিৰুদ্ধে কঠিন ব্যৱস্থা গ্ৰহণ কৰিব। কেৰেলা মন্ত্ৰীসভা ভাঙি দিবলৈকো দাবী উত্থাপন কৰিছে আৰু বঙ্গদেশৰ ৰাষ্ট্ৰপতি শাসনৰ ওৰ পেলাই মধ্যৱৰ্ত্তী নিৰ্ব্বাচন পাতিবলৈ দাবী জনাইছে। এই উক্তি সংবিধান সন্মত হৈছে নে নাই সেই বিচাৰ কোনে কৰিব? যদি কোনো দলৰ স্বীকৃতি প্ৰত্যাহাৰ কৰিব লাগে তেন্তে সেই দলটো মাৰ্ক্সবাদী কম্যুনিষ্ট দল হয় নে নহয়? পৰৰ মাটি জোৰকৈ দখল কৰা পদ্ধতি আইনগত হ'ব পাৰে নে? আইন ভঙ্গ কৰিবলৈ যদি আহ্বান আহে ৰাইজৰ প্ৰতি, সেই দলৰ স্বীকৃতি কিয় প্ৰত্যাহাৰ কৰা নহয়?

The party C. P. I. (M) was critical of the attitude of the C. P. I. which it said was talking about a Countrywide movement for land and the often unleashed "Unprecedented repressive meassures" on the peasant movement in Kerala. The revenue Minister, Mr. R. T. Jacob openly came out in defence of land lords and vested intererts when he said "the govt. would take strong action against any move to seize land forcibly in the state. এইটো কথা যেন মন্ত্ৰী গৰাকীয়ে অন্যায়ভাৱে কৈছে। পৰৰ জমি জোৰ কৰি দখল কৰাটোকে "কৃষক আন্দোলন" বুলি অভিহিত কৰা হৈছে। ই কোনো সংবিধানগত নীতি বা দলীয় ৰাজনীতি হ'ব পাৰেনে? অথচ সেই দলে জনসঙ্ঘ, ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ আৰু শিৱসেনা দলক সাম্প্ৰদায়িক সংগঠন কৰাৰ অজুহাতত সাম্প্ৰদায়িক প্ৰচাৰ কৰাৰ অভিযোগ তুলি তীব্ৰভাৱে নিন্দা কৰিছে।

এই দুটা কথাৰ মনস্তাত্বিক ভিত্তি ক'ত আছে? যিবিলাক লোকে সংবিধান মানিব খোজে আৰু যিবিলাক লোকে সংবিধান মানিব নোখোজে তাৰ ভিতৰত

বিৰোধ হয় নে নহয়? সাম্প্ৰদায়িক বিদ্বেষ প্ৰচাৰ কৰা সংবিধান সঙ্গত নহয় সেইটো সঁচা কথা, কিন্তু সংবিধানৰ বাধা ৰক্ষা কৰি সাম্প্ৰদায়িক বিদ্বেষ প্ৰচাৰ নকৰি নিজৰ ঘৰখন ৰক্ষা কৰিবলৈ হিন্দু সংগঠন হ'ব নোৱাৰে নে? জনসঙ্ঘ দলত মুছলমান সদস্যও আছে এই কথা কিয় লক্ষ্য কৰা নহয়? ই স্বেচ্ছাকৃত অবৈধ অভিযোগ নিজ দলৰ বেআইনী কাৰ্য্য ঢাকি ৰখাৰ আৱৰণ মাথোন। সংবিধান ভঙ্গ কৰা যি ভাবুকি ইতি পূৰ্ব্বে সেই দলে দিছে, সেই ভাবুকিৰে কাৰ্য্য পন্থা হৈছে পৰৰ জমি জোৰকৈ দখল কৰা। সেইটো মানবীয় স্বত্ব অধিকাৰৰ গণ্ডীৰ ভিতৰৰ কথা নে, দেশত বিশৃঙ্খলা সৃষ্টি কৰি হিংসাত্মক পথ উন্মুক্ত কৰা কথা? জমিৰ লোভত মানুহে হিতাহিত জ্ঞান হেৰুৱাই পেলায় এই অসৎ মনোবৃত্তিৰ জাগৰণ কৰাকে কৃষক আন্দোলন বুলি কোৱা হয়। হায়! হায়! দেশৰ অৱস্থা কোন ফালে গতি কৰিছে? ●

# ৰাইজৰ দুখ দুৰ্গতি

বৰ্ত্তমান সময়ত অসমত এশ এটা সমস্যাৰ ভিতৰত নিম্ন লিখিত সমস্যা কেইটাই ঘাইকৈ দেশৰ মানুহক ভীষণ উদ্বিগ্নতা, মনোকষ্ট আৰু দৈনন্দিন অনাটনৰ দুখত পেলাইছে। সেই কেইটা সমস্যা হৈছে — (১) ভূমি সংস্কাৰৰ প্ৰস্তাৱিত আইনৰ সম্ভাব্য পৰিণতি কি হ'ব পাৰে আৰু তাৰ প্ৰতিক্ৰিয়া গাওঁ বিলাকত কি কি হৈছে — দেশৰ কৰ্ণধাৰ সকলে তালৈ ভ্ৰূক্ষেপ কৰা নাই। ইতিমধ্যে ভূমি সংস্কাৰৰ সম্ভাৱ্য পৰিণতি কি হ'ব পাৰে, তাৰ ভয়ত কোনে কিমান বুদ্ধি, ছল, চাতুৰী, কিমান মিছা দলিল কৰিব ধৰিছে তাৰ কোনো ইয়ত্তা নাই। তাৰ উপৰি গাৱঁলীয়া মানুহবোৰৰ ভিতৰত মাটিত হাল বোৱা লৈ কিমান কাজিয়া, কিমান অশান্তিকৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে, তাৰ খবৰ চোৰাংচোৱা নিযুক্ত কৰি যদি সত্য ঘটনাবোৰৰ প্ৰতিবেদন চৰকাৰে ল'ব পাৰে, তেতিয়া চৰকাৰে বিবেচনা কৰি চাব পাৰিব — ভূমি সংস্কাৰ আইনে কিমান দৰিদ্ৰ লোকক সহায় কৰিব পাৰিব। ইতিমধ্যে যি সামাজিক অশান্তিৰ সৃষ্টি হৈছে তাৰ খবৰ কোনে লৈছে? প্ৰশাসনীয় ব্যৱস্থাত যদি অশান্তিৰ সৃষ্টি হয়, সি কেনে ব্যৱস্থা? মাটিৰ মালিকী স্বত্ব নতুন আইন কৰি লোপ কৰা প্ৰচেষ্টা ৰাইজে কেতিয়াও নিৰপেক্ষ ভাৱে সমৰ্থন কৰা নাই, নকৰেও। মাটিৰ মালিকী স্বত্বৰ দোষ গুণ বিচাৰ কৰি যে চৰকাৰে চোৱা নাই, সেই বিষয়ে সেই বিলাক মানুহেই ভীত, সন্ত্ৰস্ত হৈছে যিবিলাক দৰিদ্ৰ লোকৰ উপকাৰৰ অৰ্থে এই নতুন আইন প্ৰনয়ণ কৰা বুলি চৰকাৰে ভাবিছে। নিৰপেক্ষ লোকৰ আয়োগ এটা গঠন কৰি তাৰ খবৰ লোৱা নিতান্ত আৱশ্যক। এই প্ৰচেষ্টাত দুখীয়া গাঁৱৰ মানুহ বিলাকৰহে বেছি দুখ-দুৰ্গতি হ'ব আৰু ইতিমধ্যে হৈছে।

(২) দ্বিতীয় কথা হৈছে ভয়াবহ খাদ্য সমস্যা আৰু আৰ্থিক অনাটনৰ বাবে গাঁৱৰ মানুহৰ দুখ-দুৰ্গতিৰ মুল কাৰণ কি তাৰ খবৰ লোৱা নিতান্ত উচিত। মন্ত্ৰীসকলে চিনিব নোৱাৰাকৈ গাঁৱত সোমাই নিজে নিজেই তাৰ খবৰ লওঁকচোন। দেশত খাদ্য বস্তুৰ অনাটন হোৱা নাই; কিন্তু মানুহে খাবলৈ পোৱা নাই। কিন্তু এনে অৱস্থা হৈছে তাৰ মূল কাৰণ নজনাকৈ সেই দুঃখ প্ৰশমনৰ ব্যৱস্থা কেনেকৈ কৰিব পাৰিব? এনেবোৰ ক্ষেত্ৰত কাল্পনিক আঁচনি সমূহৰ কোনো মূল্য নাই। আন্তৰিকতাৰে দুখৰ মূল কাৰণ অন্বেষণ কৰি আঁচনি প্ৰস্তুত কৰকচোন। ভিক্ষাৰীৰ সংখ্যাইনো ইমান কি? কোনো দিন ভিক্ষা নকৰা পৰিয়ালৰ মানুহে ভিক্ষা বৃত্তি অৱলম্বন কৰিছে কিয় তাৰ কাৰণ অন্বেষণ কৰা কৰ্ত্তব্য।

(৩) তৃতীয় কথা হৈছে স্কুল-কলেজ বিলাকত নিত্য নতুন অশান্তিৰ সৃষ্টি হ'ব ধৰিছে। মেনেজিং কমিটিৰ সভ্যসকলে, শিক্ষক সকলে, পৰিদৰ্শক সকলে আৰু যাৰ হাতত যি ক্ষমতা আছে সেই ক্ষমতাৰ ব্যৱহাৰ কেনেদৰে সেই কৰ্ম্মচাৰী সকলে কৰিছে তাৰ বিতং সমীক্ষা এটি নিৰপেক্ষ ভাৱে কৰা উচিত বুলি সহজে বুজা যায়। স্কুল-কলেজত শিক্ষকৰ খালি পদ পূৰণ কৰাত নাইবা উপযুক্ত লোকক উপযুক্ত পদত উন্নীত কৰাত যিবোৰ অবাঞ্ছনীয় আৰু অশান্তিকৰ ঘটনা ঘটিব লাগিছে, বাতৰি কাকততো প্ৰকাশ পাইছে সেই ঘটনাবোৰৰ উচিত বিধান শিক্ষা বিভাগে আৰু শিক্ষামন্ত্ৰীয়ে কৰিব পৰা নাই বুলি ৰাইজৰ ধাৰাণা হৈছে। তাৰ এটা নিৰপেক্ষ বিচাৰ আৱশ্যক হৈছে। স্কুল-কলেজৰ ঘটনাই দৰিদ্ৰ ৰাইজক যথেষ্ট অশান্তি দিছে। কিমানবোৰ ঘটনা হৈছে তাৰ প্ৰকাৰ ভেদে এটি পৰিসংখ্যা উলিয়াই ৰাইজৰ আগত প্ৰচাৰ কৰক। কাৰ ক'ত কৰ্ত্তব্যৰ অৱহেলা বা ইচ্ছাকৃত দোষ হৈছে সেইটো নিৰ্ণয় কৰা প্ৰশাসনীয় পদ্ধতিৰ নৈতিক কৰ্ত্তব্যৰ ভিতৰত।

(৪) প্ৰশাসনীয় ব্যৱস্থাবোৰে দেশৰ মানুহৰ চৰিত্ৰৰ কিমান অৱনতি ঘটাইছে — তাৰো এটি নিৰপেক্ষ সমীক্ষাৰ আৱশ্যক হৈছে। ৰাইজৰ দুখ-দুৰ্গতি কুলাই-পাচিয়ে কিয় নধৰা হৈছে? অকল মুখ্য মন্ত্ৰীয়ে এই বিষয়ে ভাবিব নোৱাৰে — উমৈহতীয়া ভাৱে আলোচনা পৰামৰ্শ কৰিব লাগিব তেতিয়াহে সুস্থিৰ নীতি উদ্ভাসিত হ'ব পাৰে।

(৫) চৰকাৰী অফিচবোৰৰ দুৰ্নীতি ইমান বেছি হৈছে যে দুখীয়া মানুহে অফিচবোৰলৈ গৈ নিজৰ অভাৱ অভিযোগৰ উপশম ঘটোৱাৰ কোনো উপায় নোপোৱা হৈছে।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# সু-শাসনৰ সু-ফল

ইক্ষ্বাকু বংশত সগৰ নামে এজন ৰজা আছিল। তেওঁৰ পত্নী শৈব্যাৰ গৰ্ভত অসমঞ্জা নামে এটি পুত্ৰ জন্মিছিল। এই পুত্ৰ অতিশয় বলৱান আছিল। ৰাজপুত্ৰ অসমঞ্জাই প্ৰজাসকলৰ দুৰ্ব্বল বালক পুত্ৰ বিলাকক গলত ধৰি নদীত পেলাই দিছিল। পানীত পেলাই দিয়াত কিছুমান বালকৰ মৃত্যুও হৈছিল। প্ৰজাবিলাক বৰ শোকগ্ৰস্ত আৰু ভীত হৈ উঠিল। নিৰুপায় হৈ প্ৰজাবিলাক ৰজা সগৰৰ ওচৰ চাপিল। ৰজাৰ পুত্ৰৰ বিৰুদ্ধে প্ৰজাবিলাকে গোচৰ তৰিলে — "মহাৰাজ! আপোনাৰ পুত্ৰ কুমাৰ অসমঞ্জাই আমাৰ দুৰ্ব্বল বালক পুত্ৰ বিলাকক নদীত নিক্ষেপ কৰি প্ৰাণে মাৰি পেলায়। এই বিপদৰ পৰা আমাক ৰক্ষা কৰক।" পুৰবাসী সকলৰ এই দাৰুণ অভিযোগ শুনি ৰজা সগৰ কিছুক্ষণ নিৰৱে থাকিল।

ৰজাৰ পুত্ৰৰ বিৰুদ্ধে প্ৰজাবিলাকে গোচৰ দিছে। একচ্ছত্ৰীৰজা সগৰ — আধুনিক যুগৰ গণতান্ত্ৰিক পদ্ধতিত প্ৰতিষ্ঠিত শাসন পদ্ধতি নহয়। ৰাজাজ্ঞোই শাসন পদ্ধতি। আজিৰ যুগত কোনো লোকৰ পক্ষে গণতান্ত্ৰিক মন্ত্ৰীৰ ওচৰত মন্ত্ৰী পুত্ৰৰ বিৰুদ্ধে এনে অভিযোগ আনিবৰ সাহস গোটোৱা হয়তো সম্ভৱ হ'ব পাৰে কিন্তু বিচাৰ আশানুৰূপ হ'ব বুলি ভাবিব পাৰে নে?

পিছে সগৰৰজাই কি কৰিলে? পুত্ৰ স্নেহ আৰু প্ৰজাৰ কল্যাণ সাধন— এই দুই সমস্যাত ৰজা চিন্তিত হৈ পৰিল। পুত্ৰ হ'লেও শিশু হত্যাকাৰী পুত্ৰক ক্ষমা কৰিব পাৰিনে? কিছুক্ষণ মাত্ৰ চিন্তা কৰিলে। তাৰ পিছতে পুত্ৰক ৰাজ্যৰ পৰা নিৰ্ব্বাসিত কৰিলে।

এই লিখকৰ ব্যক্তিগত অভিজ্ঞতা আছে যে চকুৰ আগতে কোনো এজন বিজ্ঞ বুলি প্ৰখ্যাত লোকৰ পুত্ৰই দুষ্কৰ্ম কৰাৰ অভিযোগ দাঙি ধৰি এই লিখকে সেই বিজ্ঞ লোক জনক কৈছিল— আঁপুনি বিচাৰ কৰি উপযুক্ত ৰায় দিয়ক যাতে ভৱিষ্যতে এনে ঘটনা নঘটে। উত্তৰত তেওঁ সেই দুষ্কৰ্মকাৰী পুত্ৰকেইহে সমৰ্থন কৰিলে। তেতিয়া লিখকে সেই ৰায়কে মানি নিৰ্দ্দোষ আৰু নিপীড়িত ল'ৰা জনক সেই ঠাইৰ পৰা আঁতৰাই আনিব লগা হৈছিল আৰু ভৱিষ্যতে তেনে দুষ্কৰ্মকাৰী ল'ৰাৰ লগত লগ নালাগিবলৈ সাৱধান কৰি দিছিল।

ভাৰতীয় সংস্কৃতিৰ ৰূপ কেনেদৰে পৰিবৰ্ত্তিন হৈ আহিছে সেইটো চিন্তাৰ বিষয় নহয় জানো? দুটি ৮/১০ বছৰীয়া ল'ৰাৰ কাজিয়াৰ বিচাৰ কৰোতে আমি জনা বুজা মানুহ বিলাকে যদি পুত্ৰ স্নেহত অন্ধ হৈ পক্ষপাতিত্বৰ আশ্ৰয় লওঁ,

আমাৰ শিক্ষা সংস্কৃতিয়ে কি ৰূপ ল'ব পাৰে? আমাৰ ল'ৰা ছোৱালী বিলাকে জাতীয় চৰিত্ৰৰ উন্নয়নত সেই শিক্ষা সংস্কৃতিৰ মাধ্যমত কি বৰঙণি যোগাব পাৰে?

আনফালে বিচাৰ্য্য বিষয়, হৈছে এই সগৰ ৰজাৰ বংশতে ৰজা অজৰ জন্ম হৈছিল আৰু অজৰ পুত্ৰ দশৰথ আৰু দশৰথৰ পুত্ৰ ৰামচন্দ্ৰৰ জন্ম হৈছিল। পুত্ৰ পৌত্ৰাদি ক্ৰমে এই তিনি জন ৰজাৰ (অজ, দশৰথ আৰু ৰামচন্দ্ৰ) দিনতে প্ৰজাৰঞ্জকতা বেছি পৰিস্ফুট হৈ উঠিছিল।

প্ৰজাবিলাক দীৰ্ঘজীৱী হৈছিল, কোনো প্ৰজাৰে দুঃখ দৈন্য নাছিল। অকালবৃষ্টি অনাবৃষ্টি নহৈছিল। অকালমৃত্যু বা বালবৈধব্য নহৈছিল। গোটেই অযোধ্যা ৰাজ্য ফলে ফুলে আৰু শস্যেৰে পৰিপূৰ্ণ হৈ নদনবদন হৈ উঠিছিল। সমাজৰ মাজৰপৰা হিংসা, দ্বেষ ক্ৰূৰতা ধ্বংস হৈ গৈছিল।

পৃথিৱীত পটন্তৰ নাহি অযোধ্যাৰ।
ত্ৰিভুৱণ জিনি পুৰি কৰে জাতিষ্কৰ।।
নানা ফুল-ফল পাৰে পাৰে বহি আছে।
নানা উপৱন শোভা কৰে কাছে কাছে।।
আচাৰে হৰিষে যাৰ যেনে জাতিধৰ্ম।
নিজ বৃত্তি বিনে নকৰয় আন কৰ্ম।।
নাহি অনাচাৰ হিংসা মিছা ডাকা-চুৰি।
নকৰয় পৰদাৰ অন্যায় চাতুৰি।।
নাহি শোক সন্তাপ নাহিক দ্বন্দবাদ।
অকালত মৃত্যু আহি নকৰে প্ৰমাদ।
নাহি দুঃখী ভিক্ষীজন অযোধ্যা নগৰে।
সমস্তৰে অচলা সম্পত্তি ঘৰে ঘৰে।।

ৰজা দশৰথে পিতৃ অজৰ পৰা এনে ৰাজ্য উত্তৰাধিকাৰী সূত্ৰে পাইছিল। ৰজা দশৰথ সম্ৰাট হৈ উঠিছিল।

সাতোদ্বীপা পৃথিৱীৰ ভৈলা অধিপতি।
পুত্ৰৱতে লোকক পালন্ত প্ৰতিনিতি।।
নাহিকে শত্ৰুক শঙ্কা ৰজাৰ আগত।
ভৃত্য যেন খাটয় নৃপতি আছে য'ত।।
(নৃপতি = অধীন নৃপতি)

ৰজা দশৰথৰ আঠজন মন্ত্ৰী আছিল। তেওঁ গণতন্ত্ৰৰ নীতি ৰক্ষা কৰিছিল এই মন্ত্ৰী বিলাকৰ মন্ত্ৰণাত।

মহামুণি বশিষ্ঠ ভৈলন্ত পুৰোহিত।
সুমন্ত্ৰ প্ৰমুখ্যে আঠ মন্ত্ৰী সুবেষ্টিত।।
সুশাসনৰ ফলত তেওঁৰ—

মহাযশৰাশি প্ৰকাশয় ত্ৰৈলোক্যত।
ভয়ে তৰতৰি সুৰাসুৰ নাগ যত।।"
ৰামচন্দ্ৰই ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰি আনি অযোধ্যাৰ ৰাজপাটত বহিল।
ৰাজ্য শাসন কেনেদৰে কৰিলে—
ৰামৰ ৰাজ্যত কিছু,
অন্যায়ক নোৱাৰয়,
উচিতত তুলিলৰে কৰ।
পৃথিৱীত সৰ্বশস্য,
উপজয় মধুফল (মধু = অমৃতময়)
কুসুমে ভূষিত তৰুবৰ।।
বৎসৰ দ্বাদশ শত,
আৰোগ্য জীৱয় নৰ
আৰু জীৱে সহস্ৰ সংখ্যাত।
নাৰী সবে সুস্বামীৰ,
পতিব্ৰতা ধৰ্ম্ম কৰে
পিতৃ আগে পুত্ৰ নোহে পাত।। (পাত = পাত্ৰ)
ধন জন অলঙ্কাৰে,
মণ্ডিত সকল লোক
সুগন্ধ চন্দ'নে কৰি ভূৰি।
যাৰ যেন নীতি চয়,
কদাচিতো নপৰয়,
গুৰুত্ব ভকতি কৰে শিষ্য।
ৰামৰ ৰাজ্যত কিছু,
অন্যায়ক নোৱাৰায়,
নিতে নিতে অযোধ্যাতে বিশ্ব।।
(বিশ্ব অযোধ্যাত = সমগ্ৰ অযোধ্যাতে)
(নিতে নিতে = কোনো দিনে)

শাসন যদি ন্যায়ৰ ভিত্তিত প্ৰতিষ্ঠিত হয়, দেশৰ মঙ্গল সকলোপিনে হয়। আমাৰ দেশৰ কেন্দ্ৰীয় মন্ত্ৰী বিভিন্ন ৰাজ্যিক মন্ত্ৰী আৰু সংসদী আৰু ৰাজ্যিক বিধান সভাৰ সদস্য সকল গান্ধীবাদী। গান্ধীৰ ৰামৰাজ্যৰ সপোন আৰু কিমান দিনে দিঠকত পৰিণত হ'ব তেওঁলোকে চিন্তা কৰি চায় নে? আজি কৰৰ বোজাত সৰ্ব্বসাধাৰণ ৰাইজ জুৰুলা হৈছে। ৰামচন্দ্ৰই উচিততহে কৰ লৈছিল।

(প্ৰবন্ধটো অসম্পূৰ্ণ ৰূপতে প্ৰকাশ কৰা হ'ল — কাৰণ, মূল কথা ইতিমধ্যে ব্যক্ত হৈছে — সম্পাদক)●

# কৃষ্ণকর্ণ সংবাদ বনাম আধুনিক দলত্যাগ নীতি

কৃষ্ণকর্ণ সংবাদ সাহিত্য সম্রাট বঙ্কিম বাবুই বৰ কম কথাত তেওঁৰ 'কৃষ্ণ চৰিত্ৰ' গ্ৰন্থত বৰ উপাদেয় ভাৱে উল্লেখ কৰিছে। তাকে অনুবাদ কৰি দিয়া হ'ল।

কৃষ্ণ সৰ্ব্বভূতে দয়াময়। এই মহাযুদ্ধ খনিত যে অসংখ্য প্ৰাণীক্ষয় হ'ব (কুৰুক্ষেত্ৰৰ যুদ্ধত) তাত আন কোনো ক্ষত্ৰিয় ব্যথিত নহয়, কেৱল কৃষ্ণই ব্যথিত। যেতিয়া প্ৰথম বিৰাট নগৰত যুদ্ধৰ প্ৰস্তাৱ হয়, তেতিয়া কৃষ্ণই যুদ্ধৰ বিৰুদ্ধে মত দিছিল। অৰ্জ্জুনে যেতিয়া যুদ্ধলৈ তেওঁক বৰণ কৰিবলৈ যায়, কৃষ্ণই এই যুদ্ধত অস্ত্ৰ নধৰো বুলি প্ৰতিজ্ঞা কৰিলে। তেওঁ কেতিয়াও যুদ্ধ নকৰে বুলি ক'লে। তাতেও যুদ্ধ বন্ধ নহল। গতিকে অনন্যোপায় হৈ কৃষ্ণ ভৰসাহীন হৈও সন্ধি স্থাপনৰ বাবে ধৃতৰাষ্ট্ৰৰ সভালৈ গ'ল। তাতো একো নহ'ল। প্ৰাণী হত্যা নিবাৰণ নহয়। তেতিয়া ৰাজনীতিজ্ঞ কৃষ্ণ জনগণৰ ৰক্ষাৰ কাৰণে অন্য উপায় উদ্ভাৱনৰ বাবে প্ৰবৃত্ত হ'ল।

কৰ্ণ মহাবীৰ পুৰুষ। তেওঁ অৰ্জ্জুনৰ সমকক্ষ ৰথী। তেওঁৰ বাহুবলেৰে দুৰ্য্যোধনে নিজক বলবান বুলি ভাবে। তেওঁৰ বলৰ ওপৰত নিৰ্ভৰ কৰিয়েই প্ৰধানতঃ তেওঁ পাণ্ডৱ সকলৰ লগত যুদ্ধ কৰিবলৈ প্ৰবৃত্ত হৈছে। কৰ্ণৰ সাহায্য নাপালে দুৰ্য্যোধন কেতিয়াও যুদ্ধত প্ৰবৃত্ত নহ'ব। কৰ্ণক তেওঁ তেওঁৰ শত্ৰুপক্ষৰ সাহায্যত প্ৰবৃত্ত দেখিলে অৱশ্যে তেওঁ যুদ্ধৰ পৰা নিবৃত্ত হ'ব। সেইটো যাতে হয়, তাকে সাধন কৰিবৰ বাবে কৰ্ণক তেওঁ (সন্ধি প্ৰস্তাৱ ব্যৰ্থ হোৱাৰ পাছত কৃষ্ণ যেতিয়া ৰথত উঠি ঘূৰি আহে) নিজৰ ৰথত তুলি লৈ আহিল। গোপনে কৰ্ণৰ লগত কথোপকথন আৱশ্যক।

কৃষ্ণৰ এই অভিপ্ৰায় সিদ্ধিৰ বাবে আন মানুহে নজনা এটা উপযোগী সহজ উপায় আছিল।

কৰ্ণ অধিৰথনামা সূত্ৰৰ পুত্ৰ বুলি জনাজাত। বাস্তৱিক পক্ষে তেওঁ অধিৰথৰ পুত্ৰ নহয়। পালিত পুত্ৰ মাথোন। কৰ্ণই সেইটো নাজানে। কৰ্ণই নিজৰ জন্ম বৃত্তান্ত নাজানে। তেওঁ সূতপত্নী ৰাধাৰ গৰ্ভজাত নহয়, কুন্তীৰ গৰ্ভজাত। সূৰ্য্যৰ ঔৰসত তেওঁৰ জন্ম। পিছে কুন্তীৰ কন্যাকালত তেওঁৰ জন্ম। সেই বাবে পুত্ৰ-ভূমিষ্ঠ হোৱাৰ পাছতেই কুন্তীয়ে তেওঁক পৰিত্যাগ কৰে। প্ৰকৃততে তেওঁ যুধিষ্ঠিৰাদি পাণ্ডৱ সকলৰ সহোদৰ আৰু জ্যেষ্ঠ ভাই। এই কথা কুন্তীৰ বাদে আন কোনেও

নাজানে ; কিন্তু দুৰ্য্যোধন প্ৰীতিৰ কাৰণে তেওঁ পাণ্ডৱ সকলক বহু কটুবাক্য কৈছে আৰু সেই অপকৰ্ম্মৰ বাবে তেওঁ অনুতপ্ত হৈছে। তাৰ পাছত কৈছে, হে কৃষ্ণ! তুমি যেতিয়া দেখিবা যে অৰ্জ্জুনৰ হাতত মই নিহত হৈছো - তেতিয়া এই যজ্ঞৰ অগ্নি পুনৰায় উদ্দীপিত হৈ উঠিব আৰু ভীমে দুঃশাসনৰ ৰক্তপান কৰি এই যজ্ঞৰ সোমৰস পান কৰিব। যেতিয়া ধৃষ্টদ্যুম্ন, শিখণ্ডী, দ্ৰোণ আৰু ভীষ্মক নিপাতিত কৰিব সেই সময়ত এই যজ্ঞৰ বিশ্ৰাম হ'ব আৰু ভীমসেনে যেতিয়া দুৰ্য্যোধনক সংহাৰ কৰিব তেতিয়া এই যজ্ঞৰ পৰিসমাপ্তি হ'ব।

কৰ্ণৰ এই উক্তিত স্পষ্ট বুজা যায় যে কৰ্ণ এই যুদ্ধত নিজে প্ৰাণ হেৰুৱাব লাগিব এই কথা নিঃসন্দেহ ৰূপে জানে; কিন্তু সেই মৃত্যুও বৰং ভাল, তথাপি কৃতঘ্নতা আৰু বিশ্বাসঘাতকতা তেওঁ কৰিব নোৱাৰে, অপযশ আৰু কু-কীৰ্ত্তি তেওঁ থৈ যাব নোৱাৰে।

ভাৰতীয় ৰাজনীতিত আজি এই আদৰ্শ আছে নে? আছে তাৰ বিপৰীতটো। পাশ্চাত্য ৰাজনীতি অনুসৰণৰ এয়ে ফল। পাশ্চাত্য ৰাজনীতিতো ইমান দল পৰিবৰ্ত্তন নাই - যিমান হৈছে বৰ্ত্তমান ভাৰতৰ মন্ত্ৰী সভাবোৰৰ উত্থান পতনত।●

# ধৰ্ম্মনিৰপেক্ষতা বনাম সাম্প্ৰদায়িক বিদ্বেষ

বৃটিছ শাসনৰ আৰম্ভণিৰ পৰাহে সংস্কৃত শিক্ষাৰ প্ৰতি অৱহেলা হ'বলৈ ধৰিলে। তাৰ পূৰ্ব্বে আৰবী আৰু সংস্কৃত ভাষা হিন্দু মুছলমান উভয়ে সমান আগ্ৰহ আৰু আদৰেৰে অধ্যয়ন কৰিছিল। উৰ্দ্দু ভাষা মিশ্ৰণ ভাষা। পূৰ্ব্বে উৰ্দ্দু ভাষা নাছিল। সংস্কৃত ভাষাত বেদ উপনিষদ আদি লিখা হৈছিল আৰু ভাৰতীয় সংস্কৃতিৰ বাহন হিচাবে সংস্কৃত ভাষাই পুষ্টি লাভ কৰিছিল। ভাৰতীয় সংস্কৃতিয়েই হৈছে প্ৰাচীনতম সংস্কৃতি আৰু সেইবাবেই পৃথিৱীৰ সভ্যতাৰ বুৰঞ্জীত ভাৰতীয় সংস্কৃতি আৰু সংস্কৃত ভাষাৰ স্থান উচ্চতম। আৰবী ভাষাৰ মাধ্যমত পৱিত্ৰ কোৰাণ লিখা হৈছিল আৰু এই বাবেই সংস্কৃত ভাষা আৰু আৰবী ভাষাক উভয় সম্প্ৰদায়ৰ লোকে সমান আগ্ৰহেৰে অধ্যয়ন কৰিছিল। সেই নিৰ্দ্দোষ আগ্ৰহ দোষযুক্ত হৈ পৰিল কালক্ৰমত। ভাষাৰ প্ৰতি থকা প্ৰেম পৰস্পৰৰ মাজত বিদ্বেষৰ ৰূপ ধাৰণ কৰিলে। বুৰঞ্জী শিক্ষা দিবৰ সময়ত বুৰঞ্জীৰ এই দিশটো উলঙ্ঘন কৰা হয় আৰু অসত্য ঐতিহাসিক বিৱৰণবোৰ ছাত্ৰ-ছাত্ৰীক শিক্ষা দি দেশৰ ল'ৰা-ছোৱালী বিলাকক নিজৰ দেশখনৰ অতীত ইতিহাসৰ জ্ঞান ভুলকৈ শিকোৱা হয়। ভাষা ক্ৰমৰ আতিশয্যই দেশ প্ৰেমক ঢাকি অশান্তি আৰু অবাঞ্ছিত সংঘৰ্ষৰ সৃষ্টি কৰিব ধৰিছে। হিন্দু মুছলমানৰ অবাঞ্ছিত সংঘৰ্ষৰ ওৰ পেলাব খুজিলে দেশপ্ৰেমৰ ভিত্তিতহে ই সম্ভৱ হৈ উঠিব পাৰে।

আজি ধৰ্ম্ম সাপেক্ষ ৰাষ্ট্ৰ পাকিস্থানৰ যে দুৰ্গতি ঘটিছে সেই কথাই আমাক স্পষ্টকৈ দেখুৱাই দিছে যে য'ত পৰস্পৰৰ প্ৰতি পৰস্পৰৰ বিদ্বেষ আৰু শোষণ নীতি বৰ্ত্তমান তাত প্ৰবঞ্চনামূলক শাসন পদ্ধতি প্ৰৱৰ্ত্তিত হয়। তাত ধৰ্ম্ম বৰ্ত্তি নাথাকে। ধৰ্ম্মই জাতি বা ভাষাক অপেক্ষা নকৰে। ভৌগোলিক সীমাৰ ভিতৰতো আৱদ্ধ নাথাকে। ভাষা, উপাসনা পদ্ধতি বা পৰিধেয় বস্ত্ৰৰ বিভিন্নতাই ধৰ্ম্মৰ বিভিন্নতা আনিব নোৱাৰে। ঈশ্বৰ যেনেকৈ এক, ধৰ্ম্মও তেনেকৈ এক। ব্যক্তিগত বৈষম্য পিতা পুত্ৰ বা ভাই ভনীৰ ভিতৰতো আছে। বৈষম্য যেনেকৈ আছে সাধাৰণত্বও (Commonness) তেনেকৈ আছে। একেখন পৰিয়ালৰ লোকৰ মাজত যেনেকৈ ব্যক্তিগত বৈষম্যবোৰ সহনশীলতাৰে সংযত কৰা হয়, একে মানৱ জাতিৰ ভিতৰতো ধৰ্ম্ম সাধনা কৰা উপাসনা পদ্ধতিৰ বিভিন্নতাকো সহনশীলতাৰ মাধ্যমত দমন কৰিব লাগিব। দেশৰ সকলোবিলাক অধিবাসীৰ মাজত, বিভিন্ন সম্প্ৰদায়ৰ সকলোৰে মাজত, বিভিন্ন ভাষাভাষী সকলোৰে মাজত মিলাপ্ৰীতি স্থাপনৰ উদ্দেশ্যে একে প্ৰকাৰ সহনশীলতাৰ আৱশ্যক। জাতিৰ বা

দেশৰ ল'ৰা-ছোৱালী বিলাকক এই প্ৰকাৰ সহনশীলতা শিক্ষা দিব নোৱাৰিলে সিহঁতৰ দেশ প্ৰেম উদ্বুদ্ধ কৰা শিক্ষা দিয়া সম্ভৱ হ'ব নোৱাৰে। ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ শান্তি শৃঙ্খলা ৰক্ষা কৰিবলৈ হ'লে আৰু সাম্প্ৰদায়িক বিদ্বেষৰ শাম কটাবলৈ হ'লে দেশৰ সকলো প্ৰকাৰ ল'ৰা-ছোৱালীকে এই নীতিৰ সমানে শিক্ষা দিব লাগিব। বিভিন্ন সম্প্ৰদায়ৰ বাবে বিভিন্ন শিক্ষা নীতি গ্ৰহণ কৰিলে বৈষম্য বাঢ়ি হে যায়, বিদ্বেষ বাঢ়ি হে যায়, সাধাৰণত্বৰ বিকাশ নহয় আৰু মিলাপ্ৰীতিৰ ক্ষেত্ৰ উদ্ভৱ নহয়।

আন দেশৰ শিক্ষানীতি বা শিক্ষাপদ্ধতি সৰ্ব্বোৎকৃষ্ট হ'লেও আন এখন দেশত সি প্ৰযোজ্য হোৱা সম্ভৱ নহয়; কাৰণ এখন দেশৰ বিভিন্ন সমস্যা, প্ৰয়োজনীয়তা আৰু লক্ষ্যসমূহ সাধনৰ অৰ্থে এখন দেশৰ শিক্ষা নীতি আন এখন দেশৰ শিক্ষা নীতি আন এখন দেশৰ বাবে সেই দেশৰ বিভিন্ন সমস্যা, বিভিন্ন প্ৰয়োজনীয়তা আৰু লক্ষ্য সাধনৰ উপযোগী হ'ব নোৱাৰে। অনুকৰণ প্ৰিয়তাৰ এইটো যে মহৎ দোষ সেই ফালে আমাৰ দৃষ্টি এতিয়াও পৰা নাই। গোটেই দেশখনকে অনুকৰণ প্ৰিয়তাৰ মাজেদি পৰিবৰ্ত্তিত কৰিব খুজিলে দেশৰ অগ্ৰগতিত বাধা ওপজে, কাৰণ দেশৰ কৃষ্টি সংস্কৃতিৰ প্ৰভাৱ জাতিৰ প্ৰত্যেক ব্যক্তিৰ হাড়ে মগজুৱে অনুপ্ৰবিষ্ট হৈ আছে আৰু আমাৰ দেশৰ পুৰণি সংস্কাৰবোৰ মানুহৰ মনৰ পৰা আঁতৰ কৰি ভিন্নদেশৰ সংস্কাৰমূলক ৰীতি-নীতিবোৰ সুমাই দিয়া প্ৰচেষ্টাত কিমান দিন অতিবাহিত কৰিব লাগিব তাৰ হিচাব কৰিব নোৱাৰি আৰু পৰিবৰ্ত্তন আৰু সংস্কাৰৰ পথত কিমান যে সংঘৰ্ষ হয় তাৰ তিক্ত অভিজ্ঞতা আমি যে সম্প্ৰতি পাব লাগিছোঁ সেই কথা বহলাই কোৱাৰ আৱশ্যক নাই। আজি আমাৰ পোছাক পৰিচ্ছদৰ পৰিবৰ্ত্তন হৈছে; অথচ পোছাক-পৰিচ্ছদে একোটা জাতিৰ বিশেষত্বৰ পৰিচয় দিয়ে আৰু ই জাতীয়তাৰে এটা বৈশিষ্ট্যমূলক বৈশিষ্ট্য - এই কথা আৰ্ন্তজাতিক আইন বিজ্ঞানে স্বীকাৰ কৰা কথা। সেইদৰে সমাজৰ ৰীতি-নীতিও (usage) আৰ্ন্তজাতিক আইন বিজ্ঞানে বৈশিষ্ট্যমূলক লক্ষণ বুলি স্বীকাৰ কৰিছে। সেইদৰে উপাসনা পদ্ধতিও (Religion) এটি বিশেষ লক্ষণ। আমি যদি পোছাক পৰিচ্ছদ, সামাজিক ৰীতিনীতি আৰু উপাসনা পদ্ধতি পৰিবৰ্ত্তিত কৰি লওঁ ভাৰতীয় জাতীয়তাৰ লক্ষণ কি থাকিব?

অসত্য আৰু কৃষ্টি সংস্কৃতিহীন জাতিবিলাকে উচ্চকৃষ্টি সম্পন্ন জাতিক অনুকৰণ কৰি সভ্য আৰু সংস্কৃতি সম্পন্ন হয় কিন্তু তেতিয়াও নিজৰ নিজৰ পোচাক-পৰিচ্ছদৰ সামাজিক ৰীতি-নীতিৰ আৰু উপাসনা পদ্ধতিৰ বৈশিষ্ট্য ৰক্ষা কৰি চলে; কিন্তু আমি মহান ঐতিহ্য, উচ্চতম কৃষ্টি সংস্কৃতি ধৰ্ম্ম আৰু সাহিত্যৰ উচ্চতম কৃষ্টি সংস্কৃতি ধৰ্ম্ম আৰু সাহিত্যৰ উচ্চতম স্থানৰ অধিকাৰী হৈও নিম্নতৰ কৃষ্টি সংস্কৃতিৰ প্ৰতি ধাৱমান হৈ আমাৰ পূৰ্ব্বৰ সকলো কথাৰে আমূল পৰিবৰ্ত্তন

বিচাৰিছো। সেইবাবে পিতা-পুত্ৰ, ভাই-বন্ধু, মিতিৰ-কুটুমৰ লগত বিৰাট ব্যৱধানৰ সৃষ্টি কৰি এটি অনিৰ্দ্দিষ্ট লক্ষ্যৰ ফালে আগুৱাই গৈ প্ৰগতিৰ পথেদি আগবাঢ়িছোঁ নেকি এই প্ৰশ্ন আমাৰ মনত উদয় হ'ব নালাগে জানো?

ইংৰাজী, ফ্ৰেঞ্চ, জাৰ্মান ইত্যাদি ভাষাৰ শিক্ষাৰ বাবে যদি হিন্দু মুছলমান কোনো সম্প্ৰদায়ৰে কোনো আপত্তি নাথাকে, তেন্তে হিন্দুৰ আৰবী শিক্ষাৰ প্ৰতি বা মুছলমানৰ সংস্কৃত শিক্ষাৰ প্ৰতি কিয় উদাসীনতা বা অনিচ্ছা দেখা যায়? ভাৰতৰ হিন্দুৱে যদি আৰবী আৰু ফাৰ্চি ভাষা শিক্ষা কৰে আৰু ভাৰতৰ মুছলমানে যদি সংস্কৃত ভাষা শিক্ষা কৰে, পৰস্পৰে পৰস্পৰৰ কৃষ্টি সংস্কৃতিৰ প্ৰকৃত তাৎপৰ্য্য বুজি পাব পাৰে আৰু বহুপ্ৰকাৰ অবাঞ্ছিত কুসংস্কাৰ উভয় সম্প্ৰদায়ৰ মাজৰ পৰা আঁতৰি যাব পাৰে। ইয়াৰ বাবে আৰবী শিক্ষাৰ বাবে হিন্দুক আৰু সংস্কৃত শিক্ষাৰ বাবে মাছলমানক উৎসাহ উদগণি আৰু বৃত্তি দান কৰিব লাগে। তেতিয়াহে হিন্দুৰ বাবে সংস্কৃত শিক্ষাৰ বেলেগ অনুষ্ঠান আৰু মুছলমানৰ বাবে আৰবী ফাৰ্চি শিক্ষাৰ বেলেগ অনুষ্ঠান পাতিবৰ আৱশ্যকতা নোহোৱা হ'ব। শিক্ষা বিভাগৰে বেলেগ বেলেগ বিভাগীয় শাখা ৰখাৰ আৱশ্যকতা নোহোৱা হ'ব। বৰ্ত্তমান সময়ত প্ৰাইমেৰী খাপৰ পৰা কলেজলৈকে আৰবী শিক্ষাৰ বেলেগ অনুষ্ঠান আৰু সংস্কৃত শিক্ষাৰ বাবে বেলেগ আনুষ্ঠান মাধ্যমিক স্তৰৰ পৰা কলেজলৈ আছে। গীতা, ভাগৱত আৰু কোৰাণ ছৰিফ উভয় সম্প্ৰদায়ৰ লোকে পঢ়িব পাৰে - শিক্ষানুষ্ঠানবোৰৰ জৰিয়তে। জাতীয় চৰিত্ৰ গঠনৰ বাবে ধৰ্ম্মীয় শাস্ত্ৰবোৰ স্কুল কলেজত শিক্ষা দিয়াৰ আৱশ্যকতা আছে আৰু ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰ বুলি কোনো ধৰ্ম্মৰে শাস্ত্ৰবোৰ নপঢ়োৱাত শিক্ষাৰ্থীসকলক চৰিত্ৰ গঠনত বিপুল বাধাৰ সৃষ্টি হৈছে।

বৰ্ত্তমান পৰিস্থিতিত শিক্ষাৰ পুনৰ গঠনৰ ক্ষেত্ৰত এইটো এটা অতি লাগতিয়াল বিষয় আৰু বাস্তৱ সমস্যা। এই লাগতিয়াল বিষয় আৰু বাস্তৱ সমস্যাৰ প্ৰতি আওকান কৰাটো মহৎ অন্যায় হৈছে।

দেশৰ সংস্কাৰকামী শিক্ষাবিদ আৰু শিক্ষানুৰাগীসকেল ইয়াত উল্লেখ কৰা বিষয় বস্তুটোৰ ওপৰত গুৰুত্ব দি ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰতো যে ধৰ্ম্মীয় শিক্ষা দিলে ধৰ্ম্মনিৰপেক্ষতা ভংগ নহয় সেই বিষয়ে প্ৰবল জনমত গঢ়ি তোলা উচিত। ধৰ্ম্ম নিৰপেক্ষতাৰ অৰ্থ ভুলকৈ বুজা হৈছে আৰু স্কুল কলেজবোৰত ধৰ্ম্মনীতি শিক্ষা নিদিয়াটো নিতান্ত গৰ্হিত কাম হৈছে। সাম্প্ৰদায়িক বিদ্বেষ স্বাৰ্থ পূৰণৰ বাবে সৃষ্টি কৰা হয় আৰু ধৰ্ম্ম নিৰপেক্ষতাৰ নামত সেই বিদ্বেষ আৰু স্বাৰ্থ পূৰণৰ অন্য উদ্দেশ্য ঢাকিবৰ বাবে তাক ঢাকোন হিচাবে ব্যৱহাৰ কৰা হয়।●

এসময়ত এটা বাঘে এজন চিকাৰীক পাছে পাছে খেদি গৈছিল। চিকাৰীজন গৈ এজোপা গছৰ ওপৰত উঠিল। সেই গছজোপাত এটা ভালুক আছিল। বাঘটোৱে ভালুকটোক ক'লে "হেৰা ভালুক! তুমি আৰু মই একে বনতে থাকো। চিকাৰীজন আমাৰ উভয়ৰে শত্রু। সেইবাবে চিকাৰীটোক গছৰ পৰা ঠেলা মাৰি পেলাই দিয়া"। ভালুকটোৱে উত্তৰ দিলে চিকাৰীটো যেতিয়া মই থকা ঠাইলৈ আহিছে, সি প্ৰকাৰান্তৰে মোৰ আশ্ৰয় বিচাৰিছে; গতিকে মই তাক ঠেলামাৰি পেলাই দিব নোৱাৰো। যদিহে মই তাকে কৰো তেন্তে মই নিজ কৰ্ত্তব্যৰ পৰা বিচ্যুত হম। ইয়াকে কৈ ভালুকটোৱে গছৰ ডালৰ যি জোপোহাটোত বহি আছিল, তাতে টোপনি গ'ল। ভালুকৰ টোপনি যোৱা দেখি বাঘটোৱে চিকাৰীটোক ক'লে "ভালুকটোক ঠেলা মাৰি পেলাই দিয়া।" চিকাৰীটোৱে ভালুকটোক ঠেলা মাৰি পেলাই দিবলৈ ধৰোতে ভালুকটোৱে সাৰ পাই জাপ মৰি আন এটা গছৰ ডালত ধৰি মাটিত পতন হোৱাৰ পৰা নিজক ৰক্ষা কৰিলে। বাঘটোৱে তেতিয়া ভালুকটোক ক'লে ভালুক! চিকাৰীটোৱে তোমাক পেলাই দিব খুজিছিল, গতিকে সি তোমাৰ অনিষ্ট কৰিব খুজিছিল। এতিয়া তুমি চিকাৰীটোক পেলাই দিয়া। এইদৰে বাঘটোৱে পুনঃ পুনঃ ভালুকটোক অনুৰোধ কৰাতো ভালুকটোৱে বাঘৰ অনুৰোধ ৰক্ষা নকৰি কৈছিল—

ন পৰঃ পাপমাদত্তে পৰেষাং পাপ কৰ্ম্মণাম্।

সময়ো ৰক্ষিতব্যস্তু সন্তশ্চাৰিত্ৰ ভূষণাঃ।। ৪৪। লঙ্কাকাণ্ড ১১৩ অঃ

যিবিলাক সাধুলোক তেওঁলোকে, আনে তেওঁলোকৰ প্ৰতি যি অন্যায় আচৰণ কৰে সেইটো গণ্য নকৰে। অন্যায় আচৰণৰ বিৰুদ্ধে অন্যায় আচৰণ নকৰা ব্ৰত সদায় তেওঁলোকে পালন কৰে। কাৰণ সাধুলোক সকলে সৎ আচৰণক নিজৰ অঙ্গৰ ভূষণ বুলি গণ্য কৰে।

এই শ্লোকটোৰ উল্লেখ সীতা দেৱীয়ে হনুমানৰ ওচৰত কৰিছিল। ৰাৱণ বধ হোৱাৰ পাছত শ্ৰীৰামচন্দ্ৰই হনুমানক সেই শুভ সংবাদটো সীতাক দিবলৈ আৰু সেই সংবাদ পাই সীতাই কি কয় তাকে জানি আহিবলৈ সীতাৰ ওচৰলৈ পঠাইছিল। হনুমানে সীতাক পূৰ্ব্বৰ দৰে ৰাক্ষসী সকলে বেঢ়ি থকা দেখা পালে আৰু সীতা অন্বেষণৰ সময়ত আহোঁতে সীতাদেৱীক এই ৰাক্ষসী বিলাকে দুৰ্ঘোৰ নিৰ্য্যাতন কৰা দেখিছিল সেই বাবে হনুমানৰ খং উঠি ক'লে—

এহিতো ৰাক্ষসী, সকলে তোমাক
বিগুতি পাৰিলা গালি,
আনক ভূবুকি, পাৰি ডৰুৱাইলে
ৰাৱণৰ বাক্য পালি।।
সি সৱ কথাক, সুমৰন্তে মোৰ,
আজিকো নছাড়ে শোক।
টাকৰে মুকুটি, মাৰো তাসম্বাক
ৰাৱণ আসি ৰাখোক।।
কাহাকো চাপাৰ কাহাকো ভুকুৱে
কাহাকো মাৰাওঁ বিলে।
কাহাকো লাঠিয়ে চৱৰে মাৰওঁ
কাহাকো মাৰওঁ শিলে।।

সীতা দেৱীয়ে তাৰ উত্তৰ দিলে—

গোসাঁনী বোলন্ত, বাপু হনুমন্ত
ইহাক কিক টঙ্কোশি।
ৰাক্ষসিনী লোক, স্বতন্তৰী নোহে
সবে ৰাৱণৰ দাসী।।
এৰে যে আমাক মন্দনকৰয়
আপনি মৰয় ডৰে।
কাকুতি কৰিয়া, শৰণে পশয়
হাতত পাৱত ধৰে।।
পুৰুষ জনমে, যিটো পাপ কৰে
ভুঞ্জিয়া মৰে আপনে
কাহাক কোনেবা, মাৰিতে পাৰয়
কাহাক ৰাখয় কোনে।।

হনুমানে সীতা দেৱীক "ধন্য ধন্য সূৰ্য্য বংশৰ বধূ" বুলি শলাগিলে।

আমাৰে দেশৰ ল'ৰা ছোৱালী বিলাকৰ শিক্ষাৰ পাঠ্যক্ৰমত এনেধৰণৰ উচ্চভাৱ সমন্বিত পাঠ্যদানৰ স্থান নাই। দেশৰ ঐতিহ্য, সংস্কৃতিৰ বাহক ৰামায়ণ আৰু মহাভাৰত মহাকাব্য দুখনিৰ প্ৰতি শিক্ষা ক্ষেত্ৰত যথেষ্ট অৱহেলা দেখুৱা হৈছে। আজিৰ শিক্ষা ক্ষেত্ৰত প্ৰধান সমস্যা হৈছে ব্যক্তিৰ চৰিত্ৰ গঠনৰ সমস্যা, যিহেতু ব্যক্তি চৰিত্ৰই জাতীয় চৰিত্ৰ গঠন কৰে আৰু পাশ্চাত্য প্ৰভাৱে ভাৰতবাসীৰ জাতীয় চৰিত্ৰ অধঃপতনৰ ফালে গতি কৰাইছে।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

## ৰাজস্থানত সংস্কৃত শিক্ষা

ৰাজস্থানত সংস্কৃত শিক্ষাৰ বাবে চৰকাৰে যি প্ৰচেষ্টা চলাইছে তালৈ লক্ষ্য কৰিলে সঁচাকৈয়ে যি কোনো সংস্কৃত প্ৰেমী লোকৰ মনত আনন্দ উপস্থিত হয়, দেশৰ পৰা যে ভাৰতীয় কৃষ্টি সংস্কৃতি লোপ হৈ নেযায়, সেই বিষয়ে আশাৰ সঞ্চাৰ হয় আৰু দেশ প্ৰেমী লোকৰ দেশসেৱাৰ কৃতিত্বৰ পৰিচয় পোৱা যায়।

ৰাজস্থানত শিক্ষা কেনেদৰে হ'ব লাগিছে তাৰ এটি চমু আভাষ ইয়াত দিয়া গ'ল। তাত সংস্কৃত শিক্ষা দানৰ বাবে পাঁচ প্ৰকাৰৰ বিদ্যালয় আছে।

১। আচাৰ্য্যন্ত মহাবিদ্যালায় — (আচাৰ্য্য উপাধি পৰ্য্যন্ত)

| | | | |
|---|---|---|---|
| চৰকাৰী অনুষ্ঠান | — | ৩ খন | |
| সাহায্য প্ৰাপ্ত | — | ১৩ খন | মুঠ — ১৯ খন |
| স্বীকৃতি প্ৰাপ্ত | — | ৩ খন | |

২। শাস্ত্ৰী পৰ্য্যন্ত মহাবিদ্যালয় (শাস্ত্ৰী উপাধি পৰ্য্যন্ত)

| | | | |
|---|---|---|---|
| চৰকাৰী অনুষ্ঠান | — | ৫ খন | |
| সাহাৰ্য্য প্ৰাপ্ত | — | ৪ খন | মুঠ — ১০ খন |
| স্বীকৃতি প্ৰাপ্ত | — | ১ খন | |

৩। উপাধ্যায়ান্ত বিদ্যলায় — (উপাধ্যায় উপাধি পৰ্য্যন্ত)

| | | | |
|---|---|---|---|
| চৰকাৰী অনুষ্ঠান | — | ৫ খন | |
| সাহায্য প্ৰাপ্ত | — | ১০ খন | মুঠ — ১৭ খন |
| স্বীকৃতি প্ৰাপ্ত | — | ২ খন | |

৪। প্ৰবেশিকান্ত বিদ্যলায় — (মেট্ৰিকুলেচন ষ্টাণ্ডাৰ্ড)

| | | | |
|---|---|---|---|
| চৰকাৰী অনুষ্ঠান | — | ২৯ খন | |
| সাহায্য প্ৰাপ্ত | — | ১১ খন | মুঠ — ৪৪ খন |
| স্বীকৃতি প্ৰাপ্ত | — | ৪ খন | |

৫। পূৰ্ব্ব প্ৰৱেশিকান্ত বিদ্যলায় — (নিম্ন মাধ্যমিক মজলীয়া)

| | | | |
|---|---|---|---|
| চৰকাৰী অনুষ্ঠান | — | ১ খন | |
| সাহায্য প্ৰাপ্ত | — | ১২ খন | মুঠ — ৪৬ খন |
| স্বীকৃতি প্ৰাপ্ত | — | ৩৩ খন | |

# আয়ুৰ্বেদ শিক্ষা

ৰাজস্থানত আয়ুৰ্বেদৰ বাবে এজন সুকীয়া মন্ত্ৰী আছে (পূৰ্ণ পৰ্য্যায়ৰ Cabinet minister)। বেলেগ সঞ্চালক আছে।

আয়ুৰ্বেদ শিক্ষাৰ বাবে আছে দুখন চৰকাৰী মহাবিদ্যালয়। তাত ভাৰতীয় চিকিৎসা শাস্ত্ৰ আৰু ঔষধ প্ৰচলনৰ বাবে এটি চৰকাৰী সংস্থা আছে। (Board of Indian medicines) আৰু এখন পৰামৰ্শ দাতৃ মণ্ডল আছে। (Advisory Board), ৩৮ খন প্ৰথম শ্ৰেণীৰ দাতব্য চিকিৎসালয় (Hospital) আছে আৰু ২০০ খন চিকিৎসালয় আছে (Dispensary)।

ৰাজস্থানত যি তিনিখন বিশ্ববিদ্যালয় আছে যোধপুৰ, জয়পুৰ আৰু উদয়পুৰ— প্ৰত্যেক খনতে আয়ুৰ্বেদৰ বেলেগ শাখা (Faculty) আছে।

উচ্চতৰ মাধ্যমিক পাছ কৰি যোৱা ছাত্ৰই আয়ুৰ্বেদৰ স্নাতক উপাধিৰ (Graduate হ'বলৈ) বাবে ৩ বছৰ আৰু স্নাতকোত্তৰ উপাধি পাবলৈ (Post Graduate Degree) ৬ বছৰ পঢ়িব লাগে।

চৰকাৰী দুটা গৱেষণাগাৰ (Research Institute) আছে। আৰু আছে দুখন চৰকাৰী আস্পাতাল য'ত ১০০ খনকৈ ৰোগীৰ বাবে বিছনা (bed) আছে।

স্বাধীন ভাৱে ব্যৱসায় কৰা ১৪,০০০ হাজাৰ কবিৰাজ ব্যৱস্থা তুলনা কৰি চাওক।●

# গান্ধীনীতি - অৰ্থনৈতিক সমতা

## অৰ্থনৈতিক সমতা ঃ

গান্ধীজীয়ে কৈছে - সমাজ সম্পৰ্কে মোৰ ধাৰণা এইটোৱেই যে আমি মানুহ হিচাবে জন্ম গ্ৰহণ কৰি এই সংসাৰত আমাৰ স্বত্ত্ব অধিকাৰ সকলোৰে সমান বুলি যদিও আমি দাবী কৰো, তথাপি আমাৰ শক্তি সামৰ্থ্য আৰু বুদ্ধি বৃত্তি সকলোৰে সমান নহয়। এই সৃষ্টিত সেইটো সম্ভৱ নহয় অৰ্থাৎ প্ৰকৃতিৰ ৰাজ্যত সেইটো আমি দেখিবলৈ নাপাওঁ। যেনে - সকলো মানুহ সমান ওখ নহয়, সকলোৰে ৰং একে প্ৰকাৰৰ নহয় আৰু সকলোৰে বুদ্ধি-বৃত্তিও একে সমান নহয়। গতিকে স্বাভাৱিকতে ধন উপাৰ্জনৰ ক্ষমতাৰো হীন ডেঢ়ি হয়। যাৰ বুদ্ধি বৃত্তি আৰু পটুতা বেছি তেওঁ বেছি উপাৰ্জন কৰিব; কিন্তু সেই বুদ্ধিবৃত্তি আৰু পটুতাৰে যে তেওঁলোকে বেছি উপাৰ্জন কৰিব সেই উপাৰ্জন তেওঁলোকে দেশৰ বাবে আৰু দহৰ বাবেহে কৰিব লাগিব। বুদ্ধি বেছি আছে তেওঁ বেছি উপাৰ্জন কৰক, তাত কোনো আপত্তি নাই কিন্তু তেওঁৰ আৰ্জিত ধনৰ সৰহভাগ দেশৰ আৰু দহৰ বাবে খৰচ কৰিব লাগিব। যেনেকৈ এজন লোকৰ কেবাটিও পুত্ৰই কৰা উপাৰ্জ্জন একেখন পৰিয়ালৰ কল্যাণৰ অৰ্থেহে খৰচ হয়।

অৰ্থৰ সমবিতৰণৰ (সাম্যবাদৰ) প্ৰকৃত তত্ত্ব এইটোৱেই হে যে প্ৰত্যেক ব্যক্তিয়ে নিজৰ স্বাভাৱিক অভাৱবোৰ পূৰণ কৰিবলৈ ধনৰ যোগান পাব লাগিব- তাতকৈ বেছি নহয়। উদাহৰণ স্বৰূপে ধৰি লওক এজন মানুহৰ হজম শক্তি কম আৰু তেওঁক এসাজ ভোজন কৰিবলৈ মাথোন এপোৱা আটাৰহে আৱশ্যক আৰু এজন মানুহৰ হজম শক্তি বেছি তেওঁক একসেৰ আটাৰ আৱশ্যক — উভয়ে সেই পৰিমাণৰহে পাব লাগিব। এই আদৰ্শ প্ৰতিষ্ঠাপিত কৰিবলৈ সমাজৰ পুনৰ্গঠনৰ আৱশ্যক। অহিংসনীতিত প্ৰতিষ্ঠিত সমাজ এখনৰ বাবে আন কোনো আদৰ্শ নাই। আমি এই আদৰ্শৰ সমাজ পূৰ্ণাঙ্গৰূপে গঠন কৰিব নোৱাৰিব পাৰোঁ; কিন্তু আমি এই পথেদি অগ্ৰসৰ হ'ব লাগিব আৰু এই লক্ষ্যত উপনীত হ'বলৈ অবিৰাম কাম কৰি যাব লাগিব। এই লক্ষ্য অনুসৰণ কৰি আমি সিমানেই আগবাঢ়ি যাম, এই পথেদিহে আমি প্ৰকৃত অহিংস সমাজ এখন গঢ়ি তুলিব পাৰিম।

**ব্যক্তিগত আয়ৰ সমতা ঃ**

এজন মজদুৰে হওঁক বা এজন ডাক্তৰেই হওঁক নাইবা এজন উকিলেই হওঁক সকলোৰে দৈনিক আয় সমান হ'ব লাগিব। সকলো মানুহে নিজৰ বুদ্ধিবৃত্তি আৰু কৰ্ম্মসামৰ্থ্য দেশৰ মঙ্গলৰ কাৰণে ব্যৱহাৰ কৰা উচিত। টকা পইচাৰ জোখেৰে সেই বুদ্ধিবৃত্তি আৰু কৰ্ম্মসামৰ্থ্য জোখা উচিত নহয়।

সকলো মানুহে যেতিয়া দৈনন্দিন জীৱনৰ অৱশ্যকীয় দ্ৰব্য আৰু সা-সুবিধা সমানে ভোগ কৰিব পাৰিব তেতিয়া প্ৰকৃত স্বৰাজ পোৱা বুলি ক'ব লাগিব। ইয়াৰ অৰ্থ এয়ে নহয় এজন ৰজা বা জমিদাৰৰ সমানে সকলো মানুহে দালান অট্টালিকা আকাঙ্খা কৰিব। দালান অট্টালিকাই মানুহৰ সুখ নানে।

এই আদৰ্শত হয়তো আমি কোনো কালেই উপনীত হ'ব নোৱাৰিম। কিন্তু এই আদৰ্শৰ পিনে গতি কৰাহে প্ৰত্যেক ভাৰতীয়ৰ কৰ্ত্তব্য।

**বিকেন্দ্ৰীকৰণ ঃ**

যি সভ্যতাৰ মূলকেন্দ্ৰ হৈছে কল কাৰখানা বা বৃহৎ শিল্পানুষ্ঠান সেই সভ্যতাৰ আদৰ্শই অহিংসা নীতিৰ ভিত্তিত প্ৰতিষ্ঠিত সমাজ গঢ়িব নোৱাৰে। যি অৰ্থনীতিৰ ভিত্তিত মই গাওঁ বিলাক সংগঠিত কৰিব খোজো, সেই নীতিত শোষণৰ স্থান নাই কাৰণ শোষণেই হৈছে হিংসানীতিৰ সাৰ কথা। গতিকে অহিংসা নীতিত সমাজ গঢ়িব খুজিলে বা নিজে অহিংসা নীতি পালন কৰিব খুজিলে, গাওঁবিলাকৰ অৰ্থনীতিৰ ফালে দৃষ্টি দিব লাগিব। গাওঁবিলাকৰ অৰ্থনীতিৰ ফালে দৃষ্টি দিলেই যতৰৰ ওপৰত বিশ্বাস স্থাপন কৰিব লাগিব।

লক্ষ্য হৈছে মানসিক আৰু নৈতিক উন্নয়নৰ সহিত সমাজৰ সুখ শান্তি অন্বেষণ কৰা।.কেন্দ্ৰীভূত শাসন পদ্ধতি অহিংসা নীতিত প্ৰতিষ্ঠিত সমাজত খাপ নেখায়; কাৰণ কেন্দ্ৰীভুত শাসন পদ্ধতিত দেশ ৰক্ষাৰ বাবে যথেষ্ট সৈন্যবল লাগিব। ধনীৰ দালান ৰক্ষা কৰিববৈলে ৰক্ষীৰ আৱশ্যক আৰু সেইদৰে বৃহৎ বৃবৎ শিল্পানুষ্ঠান বিলাক ৰক্ষা কৰিববৈলেকো শক্তিশালী ৰক্ষীবৃন্দৰ আৱশ্যক কিন্তু গাৱঁৰ সাধাৰণ সাধাৰণ ঘৰ বিলাক ৰক্ষাৰ কাৰণে কোনো ৰক্ষীৰ আৱশ্যক নাই। গাৱঁৰ ভিত্তিত সংগঠিত ভাৰতবৰ্ষৰ বহিঃ শত্ৰুৰ পৰা আক্ৰমণৰ ভয় কম আৰু চহৰৰ নিয়মে সংগঠিত ভাৰতবৰ্ষৰ সেই ভয় বেছি যাৰ বাবে স্থুল সৈন্য, নৌ-সৈন্য আৰু বিমান বাহিনী ৰখাৰ আৱশ্যক হ'ব।●

# গান্ধীজীৰ দৃষ্টিত -
# মূলধন, পুজি আৰু শ্ৰম

আমি সকলোৱে বিশ্বাস কৰি আহিছো যে নগদ টকাহে এক মাত্ৰ মূলধন আৰু সেয়েহে সৰ্ব্বস্ব, কিন্তু এক মুহূৰ্ত্ত চিন্তা কৰিলেই বুজা যাব যে শ্ৰমৰ অধীনত যি মূলধন আছে সেই মূলধন কোটিপতিৰ হাতত নাই আৰু নহ'ব। ৰাস্কিনে তেওঁৰ যুগত দেখুৱাই দিছে যে শ্ৰমৰহে মাথোন অপ্ৰতিদ্বন্দী সা-সুবিধাবোৰ আছে। আজিৰ যুগতো চাৰ ডেনিয়েল হেমিলটনে (Sir Daniel Hamilton) সেই বিষয়ে পৰীক্ষা কৰি চাইছে। তেওঁ এজন অৰ্থনীতিবিদ আৰু এজন ধনী ব্যক্তিও। তেওঁ অৰ্থনীতিৰ সমস্যা বিলাকৰ গৱেষণা আৰু পৰীক্ষা কৰি একে প্ৰকাৰ সিদ্ধান্ততে উপনীত হৈছে যি সিদ্ধান্তত ৰাস্কিন স্বতঃস্ফূৰ্ত্ত অনুভূতিৰে উপনীত হৈছিল আৰু তেওঁ শ্ৰমিক সমাজক দিবৰ কাৰণে এটা মূল্যবান বাৰ্ত্তা বহন কৰি আনিছে। তেওঁ কৈছে যে এটা ধাতুৰ মুদ্ৰাহে মূলধন সেইটো নহয় - সেইটো ভুল ধাৰণা। অধিক উৎপাদনহে মূলধন সেইটোও নহয় - সেই ধাৰণাও ভুল। তেওঁ কৈছে যে আমি যদি মূল অন্বেষণ কৰো আমি বুজি পাম যে শ্ৰমেই মূলধন আৰু সেই জীৱন্ত মূলধনৰ কোনো অন্ত নাই।

সেইবাবে মই (গান্ধীজীয়ে কৈছে) নগদ টকা আৰু শ্ৰমৰ ভিতৰত এটা সম্বন্ধ স্থাপন কৰিব খোজো। এটাৰ প্ৰভুত্ব আনটোৱে মানিব লাগিব সেইটো মই ইচ্ছা নকৰোঁ। উভয়ৰ ভিতৰত যে স্বাভাৱিক বৈৰিতা আছে সেইটোও মই নাভাবোঁ।

নগদ টকাৰ যি শক্তি আছে, শ্ৰমৰো সেই শক্তি আছে। এই দুটাৰ ভিতৰত থকা যিকোনো এটা শক্তিকেই সৃজনাত্মক ভাৱে বা ধ্বংসাত্মক ভাৱে ব্যৱহাৰ কৰিব পাৰি। এটা আনটোৰ মুখাপেক্ষী। শ্ৰমিকজনে যেতিয়া নিজৰ শক্তিৰ বিষয়ে বুজি পাব, তেতিয়াই কোটিপতিৰ সমান অংশীদাৰ হ'বলৈ বিচাৰিব, কোটিপতিৰ ক্ৰীতদাস হৈ নাথাকিব। আকৌ শ্ৰমিক জনেই যদি অংশীদাৰ নহৈ একমাত্ৰ মালিক হ'বলৈ বিচাৰে তেতিয়া সোণৰ কণী পাৰা হাঁহটোকে হত্যা কৰাৰ নিচিনা হ'ব।

তাৰ প্ৰধান কাৰণ হৈছে যে নগদ টকাৰ মূলধনেই হওক বা শ্ৰমেই হওক, এটা আনটোৰ সহযোগতহে কাৰ্য্যকৰী হয়। নিজৰ স্বাৰ্থৰ বাবে কোনেও এই নৈতিক অধিকাৰৰ অপব্যৱহাৰ কৰিব নোৱাৰিব।

## ন্যায় আৰু ন্যায়পাল

প্ৰশ্ন ঃ (গান্ধীজীক সোধা হৈছে) আপুনি ধনী মানুহবিলাকক ন্যাসৰক্ষী (ন্যাসপাল) হ'বলৈ কৈছে। তাৰ দ্বাৰা এইটো বুজা যায় নেকি যে তেওঁলোকে নিজৰ সম্পত্তিৰ ওপৰত থকা অধিকাৰ ত্যাগ কৰিব? আইনৰ চকুত সেই ন্যাস সিদ্ধ হ'ব নেকি? নাইবা সেই ন্যাস গণতান্ত্ৰিক ভাৱে পৰিচালিত হ'ব নেকি? ধনী মানুহজনৰ মৃত্যুৰ পাছত তেওঁৰ উত্তৰাধিকাৰী নিৰ্ণয় কৰা পদ্ধতিৰ কি হ'ব?

উত্তৰ ঃ (গান্ধীজীয়ে উত্তৰ দিছে) সমস্ত সম্পত্তিৰ মালিক একমাত্ৰ ঈশ্বৰ। ঈশ্বৰৰ পৰাই এইবোৰ উৎপন্ন হৈছে। গতিকে সকলো সম্পত্তি সমগ্ৰ মানৱ জাতিৰ ভোগৰ কাৰণেহে, কোনো এজন ব্যক্তি বিশেষৰ কাৰণে নহয়। সেইবাবে কোনো এজন ব্যক্তি যদি তেওঁৰ নিজৰ সমানুপাতিক অংশতকৈ বেছি সম্পত্তিৰ অধিকাৰী হয়, তেন্তে তেওঁ বাকী অংশখিনি ঈশ্বৰৰ সৃষ্টি বাকী বিলাক মানুহৰ কাৰণে ন্যাস হিচাবে ৰক্ষা কৰিব লাগে।

সৰ্ব্বশক্তিমান ঈশ্বৰৰ কাৰণে কোনো বস্তু সংগ্ৰহ কৰি ৰাখিবৰ আৱশ্যক নকৰে। তেওঁ দিনে দিনে সৃষ্টি কৰিয়েই আছে আৰু সেইবাবে তাত্ত্বিক ভাৱে চাবলৈ গ'লে মানুহেও দিনটোৰ উপাৰ্জনেৰে দিনটো চলাব, কোনো বস্তু সংগ্ৰহ কৰিব নোৱাৰিব। যদি এই সত্যটো সকলো মানুহে সাধাৰণ ভাৱে উপলব্ধি কৰে। তেতিয়া সি আইন সঙ্গত হৈ উঠিব আৰু এই ন্যাস তত্ত্ব এটা আইন সঙ্গত অনুষ্ঠানত পৰিণত হ'ব। ঈশ্বৰৰ এয়ে ইচ্ছা যে এই ন্যাস তত্ত্ব যেন সমগ্ৰ পৃথিৱীৰ ওচৰত ভাৰতবৰ্ষৰ এটা মহৎ অৱদান হৈ উঠে। তেতিয়া শোষণ কাৰ্য্য বন্ধ হৈ যায় আৰু তেতিয়া অষ্ট্ৰেলিয়া বা আন আন শ্বেতাঙ্গ সকলৰ দেশৰ পৰা এই শোষণ নীতি আঁতৰি যাব আৰু সেই দেশবোৰত নিজৰ বা ভবিষ্যৎ বংশধৰ সকলৰ নিমিত্তে কোনো সংগ্ৰহালয় বা সংৰক্ষণ ভড়াল নাথাকিব। এই ধৰণৰ পাৰ্থক্যৰ মাজতে ভৱিষ্যৎ সমৰৰ বীজ নিহিত হৈ থাকে। আগৰ মহাসমৰ দুখনৰো মূলতো এই বিভেদ বা পাৰ্থক্য নিহিত আছিল। ন্যাসপালজনে নিজৰ উত্তৰাধিকাৰী নিযুক্ত কৰা ক্ষমতা আইন সঙ্গত উপায়ে গ্ৰহণ কৰিব পাৰিব।

মোৰ এই ন্যাস তত্ত্ব অস্থায়ী ব্যৱস্থা মাথোন নহয় আৰু ছদ্মবেশেৰে আবৃত প্ৰতাৰণা বা ছলনা সূচক ব্যৱস্থাও নিশ্চয় নহয়। এই তত্ত্ব আন সকলো প্ৰকাৰ তত্ত্বতকৈ বেছি স্থায়ী হ'ব তাত মোৰ সন্দেহ নাই। ইয়াৰ মূলত দাৰ্শনিক তত্ত্ব আৰু ধৰ্ম্মীয় তত্ত্ব নিহিত আছে। সম্পত্তিৰ মালিক সকলে এই তত্ত্ব মানি কাম কৰা নাই বুলি ইয়াৰ অসত্যতা প্ৰমাণিত নহয়; ধনীৰ দুৰ্বলতাহে প্ৰমাণিত হয়। অহিংসা নীতিৰ লগত আন কোনো প্ৰকাৰ তত্ত্ব ৰজিতা নাখায়।

প্ৰশ্ন ঃ ন্যাসৰক্ষীৰ উত্তৰাধিকাৰী নিৰ্ণয় কৰাৰ পদ্ধতি কি হ'ব? ন্যাসৰক্ষীয়ে তেওঁৰ উত্তৰাধিকাৰীৰ নাম প্ৰস্তাৱ কৰা অধিকাৰহে মাথোন থাকিব নেকি আৰু

সেই উত্তৰাধিকাৰীৰ অধিকাৰ ৰাজ্যিক প্ৰশাসনে নিৰ্ণয় কৰিব নেকি?

উত্তৰ ঃ উত্তৰাধিকাৰী নিৰ্ব্বাচনৰ বাবে মনোনয়নৰ অধিকাৰ ন্যাসৰক্ষীক (সম্পত্তিৰ প্ৰথম মালিকক) দিব লাগিব কিন্তু সেই মনোনয়নৰ সিদ্ধান্ত ৰাজ্যৰ প্ৰশাসনে ল'ব লাগিব। এনে ব্যৱস্থাই প্ৰশাসনক আৰু ব্যক্তিক উভয়কে নিয়ন্ত্ৰিত কৰিব।

প্ৰশ্ন ঃ যেতিয়া ব্যক্তিগত সম্পত্তি এইদৰে ৰাইজৰ উমৈহতীয়া সম্পত্তিত পৰিণত হ'ব (ন্যাস তত্ত্বৰ এই বিধানমতে) তেতিয়া যি ৰাজ্যিক শাসন হিংসানীতিৰ যন্ত্ৰৰূপহে মাথোন, সেই ৰাজ্যিক শাসনৰ ওপৰতহে মালিকিয়ানা স্বত্ত্ব বৰ্ত্তিব নে যিবিলাক গাওঁলীয়া পঞ্চায়ৎ বা পৌৰসভা থাকিব, (এই বিলাক সভাই যদিও ৰাজ্যিক শাসনৰ পৰাই পূৰ্ণ ক্ষমতা পাব) নে সেই বিলাকত সেই মালিকিয়ানা স্বত্ত্ব বৰ্ত্তিব?

উত্তৰ ঃ এই প্ৰশ্নটোৰ ভিতৰত চিন্তাধাৰাৰ এটা বিশৃঙ্খল অৱস্থা নিহিত আছে। আইনগত মালিকী স্বত্ত্ব ন্যাস ৰক্ষীৰহে থাকিব, চৰকাৰৰ নাথাকে; সম্পত্তিবোৰ বাজেয়াপ্ত হৈ যাতে নাযায়, তাৰ প্ৰতিবিধান স্বৰূপেহে ন্যাস তত্ত্বৰ উদ্ভাৱন কৰা হৈছে। মূল মালিক জনৰ স্বত্ত্ব সমাজত ৰক্ষা কৰিবই লাগিব। ৰাজ্যিক প্ৰশাসন যে সদায় হিংসানীতিৰ ভিত্তিত ৰচিত হ'ব সেইটোও মই ধৰি নলও। তাত্ত্বিক দৃষ্টিত সেইটো হ'ব পাৰে কিন্তু কাৰ্য্যক্ষেত্ৰত ৰাজ্যিক প্ৰশাসন অধিকাংশ পৰিমাণে অহিংসা নীতিতহে প্ৰতিষ্ঠিত হ'ব লাগিব বুলি স্বীকাৰ কৰি ল'ব লাগিব। সেইবাবে গান্ধীজীয়ে কৈছে যে নৈতিকতাৰ ভিত্তিত হে আমাৰ লক্ষ্য সাধনৰ উপায়বোৰ প্ৰতিষ্ঠিত হ'ব লাগিব।

সেই অৰ্থে গান্ধীজীয়ে একাদশব্ৰতৰ বিষয়ে কৈছে। সেই একাদশ ব্ৰতেই হৈছে প্ৰকৃত পন্থা। সেই পন্থাবোৰ হৈছে - (১) অহিংসা (২) সত্য (৩) অস্তেয় (৪) ব্ৰহ্মাচৰ্য্য (৫) অসংগ্ৰহ (৬) শৰীৰ শ্ৰম (৭) অস্বাদ (৮) সৰ্বত্ৰ ভয় বৰ্জন (৯) সৰ্বধৰ্ম্মত সমানত্ব (১০) স্বদেশী আৰু (১১) অস্পৃশ্যতা বৰ্জন।

এই পন্থাবোৰ ব্যক্তিৰ উন্নতি সাধনৰ বাবে মাথোন নহয়। ব্যক্তিগত জীৱন যাত্ৰাত যেনেকৈ ইয়াক গ্ৰহণ কৰিব লাগিব, জাতিগত বা দেশগত হিচাবেও ইয়াক গ্ৰহণ কৰিব লাগিব। ব্যক্তিৰ দৈনন্দিন জীৱনত যেনেকৈ ই মূল্যৱান জাতীয় জীৱনত প্ৰশাসনীয় ক্ষেত্ৰত, জাতীয় সমস্যাবোৰৰ সমাধানত আৰু বৈদেশিক নীতিতো ই সমানে মূল্যৱান আৰু সমানে প্ৰযোজ্য।

এই একাদশ ব্ৰতৰ ব্যাখ্যা গান্ধীজীৰ ভাষাৰ অনুৰূপে পাছত বহলাই দিয়া হৈছে। ●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# আণৱিক অস্ত্ৰ নিৰ্ম্মাণ

"অহিংসা প্ৰতিষ্ঠায়াং তৎ সন্নিধৌ বৈৰত্যাগঃ"— অহিংসা যদি প্ৰতিষ্ঠা লাভ কৰে তেন্তে অহিংসাৰ ওচৰত হিংসা বা শত্ৰুতা তিষ্ঠিব নোৱাৰে।

পাতঞ্জল যোগদৰ্শনৰ এটি প্ৰধান সূত্ৰ আৰু ভাৰতৰ ঋষি সকলৰ উচ্চতম জ্ঞান উপলব্ধিৰ এটি প্ৰকৃত উদাহৰণ। ই কবিৰ কল্পনা নহয় বা যাদুবিদ্যাৰ এটি কৌশল মাত্ৰ নহয়। ই এটি অতি সত্য তত্ত্ব আৰু ভাৰতীয় ঋষিৰ তপস্যা লব্ধ সম্পদ।

অহিংসাৰ প্ৰতিষ্ঠা হ'লে অৰ্থাৎ কোনো এজন ব্যক্তিয়ে যদি সাধনা তপস্যা বা অভ্যাসৰ বলত মনে প্ৰাণে কায়মনোবাক্যে অহিংস হ'ব পাৰে, তেন্তে তেওঁৰ ওচৰলৈ যদি হিংস্ৰ জন্তু বা হিংস্ৰ ব্যক্তিও যায় সেই জন্তু বা ব্যক্তিৰ মনৰ পৰা হিংস্ৰ স্বভাৱ আঁতৰি যায়, বাঘে ছাগলীয়ে একে ঘাটতে পানী খায়, সাপে নেউলে একে ঠাইতে বন্ধুভাৱে বিচৰণ কৰে। সেই কাৰণে আমি আমাৰ ভাৰতীয় শাস্ত্ৰবোৰত বহু ঋষিমুনি সকলৰ আশ্ৰমবোৰ 'প্ৰশান্ত শ্বাপদাকীৰ্ণ' আছিল বুলি উল্লেখ পাওঁ, শকুন্তলাৰ পালক পিতৃ কণ্বমুনিৰ, ব্যাস, বাল্মীকি, বশিষ্ঠ আদি ঋষি সকলৰ আশ্ৰমবোৰত বিৰুদ্ধ প্ৰকৃতিৰ, স্বভাৱতে পৰস্পৰ বৈৰী ভাৱা বন্য পশু বিলাকেও বৈৰীহীন ভাৱে একত্ৰ বাস কৰাৰ উল্লেখ পাওঁ। এতিয়াও হিমালয়ৰ অৰণ্য বননিৰ মাজত তপস্যা কৰি থকা মহাপুৰুষ আৰু সিদ্ধ সাধক সকলৰ আশ্ৰমবোৰ তেনে 'প্ৰশান্ত শ্বাপদাকীৰ্ণ' বুলি শুনিবলৈ পাওঁ।

প্ৰকৃততে সাধনা বা অভ্যাসৰ বলত এই তত্ত্ব উপলব্ধি কৰা সম্ভৱ আৰু আধুনিক যুগতো মহাত্মা গান্ধীয়ে এই সাধনাত ব্ৰতী আছিল আৰু ভাৰতীয় ৰাষ্ট্ৰৰ মূল আদৰ্শ আৰু নীতি হিচাবে তেওঁ অহিংসাক মূল মন্ত্ৰ হিচাবে গ্ৰহণ কৰিবলৈ উপদেশ দিছিল ; কিন্তু কোনো হিংস্ৰ জাতি বা ব্যক্তিৰ বিৰুদ্ধে অহিংসাত প্ৰতিষ্ঠিত নোহোৱা কোনো লোক বা জাতিক অহিংস হ'বলৈ উপদেশ দিয়া নাছিল। যি ব্যক্তি মনে প্ৰাণে বা কায়মনোবাক্যে অহিংস, তেওঁৰ ওচৰত কোনো লোকে হিংস্ৰ আচৰণ কৰিব নোৱাৰে সঁচা ; কিন্তু অহিংসাত প্ৰতিষ্ঠা লাভ নকৰাকৈ অহিংসাৰ আচৰণ কৰিবলৈ গ'লে নিজৰ প্ৰাণ সংশয় হোৱাৰ আশঙ্কা সম্পূৰ্ণ ভাৱে থাকে। ব্যক্তিৰ ক্ষেত্ৰত যি কথা জাতিৰ ক্ষেত্ৰতো সেই একে কথা। অহিংসা কাপুৰুষৰ অস্ত্ৰ নহয় বুলি ভাৰতীয় শাস্ত্ৰ বিলাকে যেনেকৈ কৈছে, মহাত্মা গান্ধীয়েও সেইদৰেই কৈছে। আততায়ীক বধ কৰাত দোষ নাই বুলি

অন্যান্য ভাৰতীয় শাস্ত্ৰই যেনেদৰে কৈছে, তদনুসাৰে গীতা শাস্ত্ৰত আমি দেখিবলৈ পাওঁ যে স্বয়ং ভগৱান শ্ৰীকৃষ্ণই আততায়ী কৌৰৱ সকলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ অৰ্জ্জুনক উদগনি আৰু বুজনি দিছে।

আজি ভাৰতীয় ৰাষ্ট্ৰই অহিংসাক আদৰ্শ কৰি ল'লেও আচৰণত বা অভ্যাসত ভাৰতীয় চৰকাৰ বা জনসাধাৰণৰ মাজত সেইটো দেখিবলৈ পোৱা নাযায়। পৰস্পৰৰ পৰস্পৰৰ প্ৰতি ঈৰ্ষা বিদ্বেষ বা পৰশ্ৰীকাতৰতা থকিলে নাইবা স্বপ্ৰধান্য বিস্তাৰৰ বাবে ছলে বলে কৌশলে উপায় অৱলম্বন কৰিলে অহিংসাই প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে। ভাৰতীয় ৰাষ্ট্ৰই অহিংসাৰ বল উপাৰ্জ্জন কৰিব নোৱাৰিলে, কেৱলমাত্ৰ 'অহিংসা আমাৰ নীতি' বুলি ঘোষণা কৰিলে কোনো শত্ৰুপক্ষ বলীভূত হ'ব নোৱাৰে, যেনেকৈ অহিংসাত প্ৰতিষ্ঠিত ঋষি মুনি সকলৰ আশ্ৰমত হিংস্ৰ জন্তু বিলাকেও পৰস্পৰ দ্বেষ বিদ্বেষ পৰিত্যাগ কৰে, তেনে প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে।

তেনে ক্ষেত্ৰত ভাৰতবৰ্ষই আণৱিক অস্ত্ৰ নিৰ্মাণ নকৰাৰ কোনো যুক্তি বলৱৎ হ'ব নোৱাৰে। জগতৰ সকলোবোৰ জাতিয়ে যদি পৰস্পৰৰ প্ৰতি দ্বেষ বিদ্বেষৰ আশ্ৰয় গ্ৰহণ কৰে আৰু ভাৰতবৰ্ষও যদি প্ৰকৃততে অহিংসাৰ যৌগিক প্ৰভাৱৰ দ্বাৰা বলীয়ান হ'ব নোৱাৰে, আত্মৰক্ষাৰ বাবে ভাৰতবৰ্ষই নিশ্চয় আণৱিক অস্ত্ৰৰ অধিকাৰী হ'ব লাগিব। ব্যক্তিগত ভাৱে অহিংসাত প্ৰতিষ্ঠিত হোৱাৰ সাধনা প্ৰত্যেক ভাৰতবাসীয়ে কৰিব নোৱাৰে আৰু অতীত যুগতো সেইটো সম্ভৱ হোৱা নাছিল আৰু সেই কাৰণে কুৰুক্ষেত্ৰৰ মহাৰণ সম্পাদিত হৈছিল। এইটোও ঠিক কথা যে অহিংসাৰ আদৰ্শত জাতিটোক অনুপ্ৰাণিত কৰিবলৈ, অহিংসাক মূল মন্ত্ৰ বা আদৰ্শ হিচাবে জাতিৰ বা দেশৰ আগত ৰক্ষা কৰিব লাগিব ; কিন্তু বৰ্তমান অৱস্থাত ক্ষমতাপ্ৰাপ্ত কংগ্ৰেছ দলৰ যি পক্ষপাতিত্ব মূলক আচৰণ, বিৰোধী বিলাকৰ প্ৰতি যেনে আচৰণ পৰস্পৰৰ প্ৰতি পৰস্পৰৰ যেনে দ্বেষ বিদ্বেষ আৰু ব্যক্তিগত স্বাৰ্থৰ প্ৰতি যেনে লোলুপতা তাৰ দ্বাৰা সত্য আৰু অহিংসাৰ আদৰ্শ জাতিৰ আগত সুষ্ঠভাৱে ৰক্ষা কৰা সম্ভৱ নহয়। (সত্য আৰু অহিংসা একেটা মুদ্ৰাৰে ইপঠি সিপিঠি)।

আনৰ দেশ জয় কৰা আৰু নিজৰ ৰাজ্য বিস্তাৰ কৰা নীতি ভাৰতৰ নাই সঁচা ; কিন্তু দেশখনৰ সীমা পৰিসীমা ৰক্ষা কৰাও যে ভাৰতৰ নাই বা যিকোনো জাতিৰ পক্ষে কৰ্ত্তব্য, তাক অস্বীকাৰ কৰিব নোৱাৰি। সেইবাবে সামৰিক প্ৰস্তুতি যেনেকৈ অক্ষুণ্ণ ৰাখিব লাগিব, আত্মৰক্ষাৰ বাবে তেনেকৈ আণৱিক অস্ত্ৰ নিৰ্মাণৰ প্ৰচেষ্টা নিশ্চয় কৰিব লাগিব। কোনো কূটনৈতিক কৌশল বা চুক্তিপত্ৰ চিৰকাললৈ অক্ষুণ্ণ হৈ নেথাকে। অহিংসাৰ আদৰ্শ ত্যাগ নকৰিও আণৱিক অস্ত্ৰ নিৰ্মাণ কৰা অৱশ্য কৰ্ত্তব্য।●

# ভাৱৰ বুৰবুৰণি

ভৱিষ্যৎ বংশধৰ সকলৰ চকুৰ আগৰ পৰা শিক্ষাৰ আদৰ্শ আৰু পৰিবেশ মলিন হৈ আহিব ধৰিছে। কাৰণ হৈছে বৰ্তমান সমাজৰ লোকৰ চাৰিত্ৰিক প্ৰভাৱ ক্ষীণ হৈ আহিছে। মটৰ গাড়ীত শিলগুটি নিক্ষেপ কৰি মটৰৰ আয়না ভঙ্গাই নহয়, আৰোহীক আহত কৰে। সৰস্বতী পূজাৰ প্ৰতিমা বিসৰ্জ্জন দিবলৈ যোৱা ছাত্ৰ-ছাত্ৰীৰ দলৰ ওপৰত শিলগুটি নিক্ষেপ কৰি আহত কৰে। এইবোৰ কাৰ্য্যত ব্যক্তিগত বিদ্বেষ নাইবা কোনো প্ৰকাৰ ৰাজনৈতিক দলীয় কথা নাই সঁচা কিন্তু এই ৰূপ দুৰ্ব্যৱহাৰ কৰা ল'ৰা-ছোৱালীৰ দোষ ঢাকি সামাজিক পবিত্ৰতা ধ্বংস কৰা হয়। আনকি এইবোৰ দোষৰ বাবে সাম্প্ৰদায়িক সংঘৰ্ষৰো উৎপত্তি হয়, স্কুলৰ সংখ্যা বঢ়িলেই বা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়িলেই শিক্ষাৰ উন্নতি হোৱা বুলি ভাবিব নোৱাৰি। সমাজৰ আগত যে ই এক বিৰাট সমস্যা তাক উপলব্ধি কৰা লোক সমাজত কমি গৈছে। আজি কালিৰ ল'ৰা-ছোৱালীক বয়সীয়াল মানুহে ভাল উপদেশ দিয়াৰ পথ বা অসৎ কাৰ্য্যৰ বাবে তিৰস্কাৰ কৰিবৰ সাহস বা মনোবৃত্তি নোহোৱা হৈছে; কাৰণ অসৎ কৰ্মকাৰীৰ সংখ্যা হে সমাজত বাঢ়ি গৈছে আৰু তেনে কাৰ্য্যৰ সমৰ্থকৰ সংখ্যাও অগণন হৈ পৰিছে। গাৱঁত থকা সাধুলোক বিলাকৰ জীৱন দুৰ্বহ হৈ পৰিছে। তেওঁলোকে মান অপমান সমান জ্ঞান কৰি গীতাৰ ধৰ্ম পালন কৰিব ধৰিছে মাথোন। কিন্তু গান্ধীজীয়ে কৈছিল যে অন্যায়ৰ বিৰুদ্ধে অহিংস প্ৰতিৰোধেই হৈছে শিক্ষাৰ লক্ষ্য। এই লক্ষ্যত উপনীত হোৱাৰ পথ শিক্ষাব্ৰতী সকলে দেখিছে জানো? হিংসা, অসূয়া হত্যাই যেতিয়া হৈছে স্বাৰ্থ উদ্ধাৰৰ একমাত্ৰ পন্থা, নীতিৰ ভিত্তিত যেতিয়া ব্যক্তিগত বা দলীয় স্বাৰ্থ ৰক্ষাৰ পন্থা কৰো চকুৰ আগত ভাহি নুঠে, তেনে ক্ষেত্ৰত অহিংস প্ৰতিৰোধ শিক্ষাৰ স্থান ক'ত? ৰাজহুৱা বা চৰকাৰী সা-সম্পত্তি ধ্বংস কৰাই হৈছে যেতিয়া যি কোনো আন্দোলনৰ একমাত্ৰ পন্থা, অহিংস আন্দোলনৰ আদৰ্শ তিষ্ঠি থাকিব পাৰে জানো?

গান্ধীজীয়ে কৈছিল যে গছৰ ফল সময়ত পকে। আমাৰ ভাষাত কোৱা হয় ভুকুতে কলটো নপকে। সকলো কাৰ্য্যৰে একোটি সময় আছে। তাৰ আগত কোনো কাম সমাধা কৰিবলৈ বিচাৰিলে কামটো ভাল হৈ নুঠে। আমাৰ জাতীয় জীৱনত যিবোৰ কাম কৰা হৈছে তাৰ লগত দেশ কাল কামৰ বিবেচনা কৰা হোৱা নাই। দেশৰ বা জাতিৰ চাহিদা লক্ষ্য কৰি কোনো কাম কৰিবলৈ যত্ন কৰা

হোৱা নাই। স্বাধীনতা লাভ কৰিয়েই আমি বহুতো কাম কৰিবলৈ আগবাঢ়িলো, আমাৰ জাতীয় জীৱনত সেইবোৰ কামৰ উপযোগিতা কিমানখিনি তাক ভালদৰে বিবেচনা কৰাৰ ধৈৰ্য্য আমাৰ নাথাকিল। আবেগৰ বশবৰ্ত্তী হৈ নানা ঠাইত আমি নানা প্ৰকাৰৰ অনুষ্ঠান পাতিলো — কেইবা বছৰো ধৰি যেই সেই অনুষ্ঠানবোৰৰ ঘৰ- দুৱাৰবোৰ অব্যৱহৃত হৈ পৰি থাকিল; লাহে লাহে অৱশ্যে সেইবোৰ ব্যৱহাৰত আহিল কিন্তু আনফালে জাতিৰ প্ৰতি মনোযোগ দিয়া নহ'ল। এক ধৰণৰ কাৰ্য্য পদ্ধতিৰ দ্বাৰা জাতিৰ অগ্ৰগতিত সহায় কৰা হ'ল নে পশ্চাৎ গতিতহে সহায় কৰা হ'ল তালৈ দৃষ্টি দিয়া নহ'ল। ইতিমধ্যে জাতীয় জীৱনত নানা প্ৰকাৰ বিশৃঙ্খলাৰ সৃষ্টি হ'ল। যিবিলাক মানুহৰ স্বভাৱত আৰু অৰ্থ উপাৰ্জ্জনৰ সামৰ্থ্যত যিবোৰ ভোগ বিলাসৰ প্ৰশ্ন উদয় হোৱা নাছিল, তেনে মানুহ বিলাকৰ মনত তেনে ভোগ বিলাসৰ স্পৃহা জগাই তোলা হ'ল আৰু লগে লগে দেশৰ আচাৰ, নীতি আৰু ধৰ্মৰ প্ৰভাৱ ক্ষীণতৰ কৰি তোলা হ'ল। এতিয়া অৰ্থই হৈ পৰিছে একমাত্ৰ আকাঙ্খাৰ বস্তু। অৰ্থ উপাৰ্জ্জনৰ পথত ন্যায় অন্যায় বিচাৰ লোপ পাইছে। দেশৰ কৃষ্টি সংস্কৃতি জলাঞ্জলি দিয়া হৈছে। ত্যাগপৰায়ণ ভাৰতবাসী আজি ভোগপৰায়ণ হৈ পৰিছে। শাস্ত্ৰ বাক্যৰ কোনো প্ৰভাৱ আজি জাতীয় জীৱনত পৰিলক্ষিত নহয়।

ধৰ্ম্মমৰ্থে হি কামং বা সৰ্বন্বা ৰক্ষাসাং পতে
ভজতে পুৰুষঃ কালে ত্ৰীনি দ্বন্দ্বানি বা পুনঃ।

কোনো এজন লোকে ধৰ্ম আচৰণেই কৰক বা ভোগবিলাসকে উপভোগ কৰক বা পাৰ্থিব লাভ (অৰ্থ) উপাৰ্জ্জনেই কৰক নাইবা ইয়াৰ ভিতৰত যিকোনো দুটা বা তিনিওটাৰে একে লগে কৰক, তাক ঠিক ঠিক সময়ত হে কৰিব লাগিব। (এয়া ৰাৱণৰ প্ৰতি কুম্ভকৰ্ণৰ উক্তি।)

যি বিলাক লোকৰ মানসিক উন্নতি পশুতকৈ উচ্চস্তৰৰ নহয়, সেই বিলাকক যদি মন্ত্ৰীসভাৰ সভ্য কৰি লোৱা হয়, সেই বিলাক লোকে শাস্ত্ৰ বাক্যৰ জ্ঞান নথকা বাবে নিজ নিজ অজ্ঞমত প্ৰকাশ কৰে আৰু তেওঁলোকৰ শাস্ত্ৰীয় জ্ঞান নথকা বাবে আৰু অৰ্থনীতি বা ধন বিজ্ঞানৰ গূঢ় ৰহস্য নজনা বাবে অপৰিসীম ধন লোভী হৈ পৰে। তেনেলোকৰ কথা শুনিব নালাগে।

(অনভিজ্ঞায় শাস্ত্ৰাৰ্থান পুৰুষাঃ পশুবুদ্ধয়ঃ।
প্ৰাগল্ভাদ্ বক্তুমিচ্ছন্তি মন্ত্ৰি যভ্যন্তৰী কৃত্যঃ।।)

এনে অৱস্থা ভাৰতবৰ্ষত আজি ঘটিছে নে নাই সেইটো আমাৰ উপলব্ধিৰ বিষয়।●

## ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# ধৰ্ম আৰু অৰ্থ

আমাৰ বৰ্তমান পৰিস্থিতিত আমি ভাবো যে অৰ্থলাভৰ ক্ষেত্ৰত ধৰ্মৰ গণ্ডী মাজে মাজে চেৰাই যাব পাৰি। সেইটো সত্য পথ নহয়। ধৰ্ম শব্দৰ অৰ্থ সাম্প্ৰদায়িক ধৰ্ম বুলি যেন ধৰি লোৱা নহয়। ধৰ্মৰ অৰ্থ নৈতিকতা আৰু কৰ্ত্তব্যতা বুলি সাধাৰণ ভাৱে যেন ধৰি লোৱা হয়। ধৰ্মৰ যিবোৰ শাস্ত্ৰীয় নীতি সেই নীতিবোৰৰ অন্তৰ্নিৰ্হিত অৰ্থৰো ক্ষেত্ৰবিশেষে বিভিন্ন ৰূপ দেখা যায়।

মহাভাৰতত পোৱা যায় যে ধৰ্মপৰায়ণ সুনীতিজ্ঞ মহামতি ভীষ্মই নিজৰ গুৰু পৰশুৰামৰ বাক্য মনা নাছিল আৰু নিজ গুৰুৰ বিৰুদ্ধে যুদ্ধও কৰিছিল। সেই কথাৰ কিঞ্চিৎ আলোচনা কৰা হৈছে ইয়াত। ইয়াৰ লগতে দেখা যায় যে ভীষ্মই মাতৃবাক্যও মনা নাই।

ভীষ্মই পিতা শান্তনুক সন্তুষ্ট কৰিবৰ বাবে কেৱল নিজৰ ৰাজ্যকে পৰিত্যাগ কৰা নাছিল, তেওঁৰ ভৱিষ্যৎ পুত্ৰ পৌত্ৰাদিও যাতে নহয় তাৰ বাবে কঠোৰ ব্ৰহ্মাচাৰীৰ ব্ৰত গ্ৰহণ কৰিছিল। সেইবাবেই মহাব্ৰত দেৱব্ৰতে ভীষ্ম নাম পাইছিল। বিপত্নীক শান্তনুৱে কুমাৰী সত্যৱতীক দেখি বিমোহিত হয় আৰু তেওঁক বিবাহ কৰিবলৈ ইচ্ছা কৰে, কিন্তু সত্যৱতীৰ পিতৃ দাসৰাজে চৰ্ত্ত আৰোপ কৰিলে যে সত্যৱতীৰ গৰ্ভজাত পুত্ৰই ৰাজ্য পাব লাগিব। মহানুভৱ শান্তনুৱে সেই চৰ্ত্ত মানি ল'ব নোৱাৰিলে। দেৱব্ৰত হেন যুৱৰাজ পুত্ৰক বঞ্চিত কৰি তেওঁ নিজৰ পুনৰ্বিৱাহ সংকল্প ত্যাগ কৰিলে কিন্তু সত্যৱতীৰ কথা মনে মনে ভাবি বিষণ্ণ হৈ পৰিল।

পিতৃভক্ত দেৱব্ৰতে পিতৃক বিষণ্ণ দেখি তাৰ কাৰণ অনুসন্ধান কৰিলে। বৃদ্ধ মন্ত্ৰীৰ পৰা পিতৃৰ বিষণ্ণতাৰ কাৰণ জানিব পাৰিলে। তেওঁ ততালিকে লগৰ বন্ধুবান্ধৱক লগত লৈ গৈ দাসৰাজৰ ওচৰত পিতৃৰ বাবে সত্যৱতীক প্ৰাৰ্থনা কৰিলে। নিজে ৰাজ্যভাৰ নলৈ সত্যৱতীৰ গৰ্ভজাত পুত্ৰকে ৰাজ্যভাৰ দিয়াৰ প্ৰতিশ্ৰুতি দিলে আৰু নিজৰ পুত্ৰ পৌত্ৰয়ো যাতে ৰাজ্যৰ দাবী কৰিব নোৱাৰে তাৰ বাবে আজীৱন ব্ৰহ্মাচৰ্য্য ব্ৰত গ্ৰহণৰ প্ৰতিজ্ঞা কৰিলে। তাৰ বাবে নিজৰ স্বৰ্গ পথ ৰুদ্ধ হ'বৰ ভয়ো নকৰিলে। তেওঁ নিজেই কৈছিল যে মই অ পুত্ৰক হোৱা বাবে মোৰ স্বৰ্গৰ পথ ৰুদ্ধ নহয়-- এই কথা ধ্ৰুৱ নিশ্চয় বুলি জানো। এনে পুণ্য কৰ্ম আৰু পুণ্যাত্মা আছিল ভীষ্ম।

কিন্তু এনে সময় উপস্থিত হ'ল যেতিয়া কুৰুবংশ লোপ পোৱা সম্ভাৱনাই

দেখা দিলে। তেতিয়াৰ দিনত বংশ ৰক্ষাৰ কাৰণে দেৱৰৰ দ্বাৰাই ভ্ৰাতৃৰ বিধৱা পত্নীৰ সন্তান উৎপাদনৰ বেদবিহিত প্ৰথা আছিল। সেই সূত্ৰে বংশ ৰক্ষাৰ উদ্দেশ্যে ৰাণী সত্যৱতীয়ে বিচিত্ৰবীৰ্য্যৰ বিধবা পত্নী দুগৰাকীৰ গৰ্ভত সন্তান উৎপাদনৰ বাবে ভীষ্মক অনুৰোধ কৰিলে নহ'লে নিজেই বিবাহিত হৈ বংশ ৰক্ষা কৰক বুলি ক'লে। ভীষ্মই সেই সময়ত কৈছিল— মা! আপোনাৰ অনুৰোধ ধৰ্মসঙ্গত আৰু বেদবিহিত তাত কোনো সন্দেহ নাই ; কিন্তু অপত্য উৎপাদন বিষয়ে মই পূৰ্ব্বে যি প্ৰতিজ্ঞা কৰিছো, সেইটো আপুনি পাহৰিছে নেকি?মই দাৰ পৰিগ্ৰহ বিষয়ত পূৰ্ব্বে আপোনাৰ ওচৰত যি সংকল্প কৰিছো তাক আপুনি জানে : তথাপি মই পুনঃ দৃঢ়তৰ প্ৰতিজ্ঞা কৰি কওঁ মই স্বৰ্গ, মৰ্ত্ত্য আৰু অন্তৰীক্ষ এই তিনিলোকৰ আধিপত্যও পৰিত্যাগ কৰিব পাৰো, স্বৰ্গৰ ইন্দ্ৰত্বও পৰিত্যাগ কৰিব পাৰো আৰু ইয়াতকৈও যদি অভীষ্টতম কিবা বস্তু থাকে তাকো পৰিত্যাগ কৰিব পাৰো কিন্তু কেতিয়াও মোৰ প্ৰতিজ্ঞা পৰিত্যাগ কৰিব নোৱাৰো। পৃথিৱীয়ে যদি গন্ধ পৰিত্যাগ কৰিব পাৰে, পানীয়ে যদি মধুৰ ৰস পৰিত্যাগ কৰিব পাৰে, জ্যোতিয়ে যদি ৰূপ পৰিত্যাগ কৰিব পাৰে, অগ্নিয়ে যদি উষ্ণতা পৰিত্যাগ কৰিব পাৰে, বায়ুয়ে যদি স্পৰ্শগুণ পৰিত্যাগ কৰিব পাৰে, আকাশে যদি শব্দগুণ পৰিত্যাগ কৰিব পাৰে, চন্দ্ৰই যদি শীতল ৰশ্মি পৰিত্যাগ কৰিব পাৰে আৰু ধৰ্মৰাজে যদি ধৰ্ম পৰিত্যাগ কৰে, তথাপি মই মোৰ সত্য পৰিত্যাগ কৰিব নোৱাৰিম।

এনে দৃঢ় প্ৰতিজ্ঞ ভীষ্মই ইয়াৰ পূৰ্ব্বে বিচিত্ৰবীৰ্য্যৰ (সত্যৱতীৰ গৰ্ভজাত দ্বিতীয় পুত্ৰ)ৰ বাবে কাশিৰাজৰ তিনিগৰাকী কন্যাৰ স্বয়ম্বৰ সভাৰ পৰা বলেৰে তিনিওগৰাকী কন্যাক ৰাজনব্যবৰ্গৰ সমুখৰ পৰা কাঢ়ি লৈ আহিল। যুদ্ধ হ'ল— যুদ্ধতো সমস্ত ৰাজন্যবৰ্গ এক ভীষ্মৰ হাতত পৰাজিত হ'ল। এনে বীৰ আছিল ভীষ্ম।

পাছত কন্যা তিনিগৰাকীৰ ভিতৰত জ্যেষ্ঠা অম্বাই ক'লে যে তেওঁ পূৰ্ব্বে মনে মনে শাল্বৰাজক পতিত্বত বৰণ কৰি থৈছে আৰু শাল্বৰাজেও তেওঁক পত্নীত্বত বৰণ কৰি থৈছে। তেতিয়া ভীষ্মই পুৰোহিত আৰু অন্যান্য ব্ৰাহ্মণবৰ্গৰ অনুমতি ক্ৰমে তেওঁক যাবলৈ অনুমতি দিলে।

অম্বা শাল্বৰাজৰ ওচৰলৈ গ'ল। শাল্বৰাজে গ্ৰহণ নকৰিলে। তেতিয়া অম্বা সন্ন্যাস আশ্ৰম গ্ৰহণ কৰিবলৈ তপস্বী সকলৰ ওচৰলৈ গ'ল। তাত ভাগ্যক্ৰমে নিজৰে মাতামহ হোত্ৰবাহন ৰাজৰ্ষিক লগ পালে। তেওঁৰ পৰামৰ্শক্ৰমে পৰশুৰামৰ ওচৰত নিজ দুঃখৰ কথা জনালে। ভীষ্মই যে তেওঁৰ এই দুৰ্গতিৰ মূল কাৰণ সেই কথা জনালে।

পৰশুৰামে মনে মনে ভাবিলে যে তেওঁ যেতিয়া ভীষ্মৰ গুৰু, তেওঁ ভীষ্মক আদেশ দিলে ভীষ্মই অম্বাক গ্ৰহণ কৰিব। ভীষ্মই আন দুজনী কন্যাক

যেনেকৈ বিচিত্ৰ বীৰ্য্যৰ লগত বিবাহ দিলে, সেইদৰে অম্বাকো বিবাহ দিব পাৰিব। শাল্বৰ প্ৰশ্নটো পিছ্তহে আহিব কাৰণ ভীষ্মই বিচিত্ৰবীৰ্য্যৰ বৱে স্বয়ংম্বৰ সভাৰ পৰা অম্বাক বলেৰে লৈ আহিছিল। সেইদৰে তেওঁ অম্বাক আশ্বাস দি তেওঁৰ লগতে অম্বাক লৈ ভীষ্মৰ ওচৰলৈ গ'ল। গুৰুৰ যথোচিত অভ্যৰ্থনা হৈ যোৱাৰ পাছত পৰশুৰামে ভীষ্মক প্ৰশ্ন কৰিলে— হে ভীষ্ম।

কাশিৰাজ নন্দিনী অম্বা তোমাৰ অনুৰাগিনী নাছিল। তুমি কি বিবেচনা কৰি তেওঁক হৰণ কৰি আনি পুনঃ বিসৰ্জ্জন দিছা? অম্বা তোমাৰ কাৰণে নাৰী ধৰ্মৰ পৰা বিচ্যুত হৈছে ; বিশেষতঃ তুমি বলপূৰ্ব্বক এওঁক গ্ৰহণ কৰিছিলা। এতিয়া কোনে এওঁৰ পানি গ্ৰহণ কৰিব? তুমি হৰণ কৰি আনিছিলা বুলি শাল্বৰাজে এওঁক প্ৰত্যাখ্যান কৰিছে। অতএৱ তুমি মোৰ আদেশত এওঁক গ্ৰহণ কৰা। তেতিয়া হ'লে এই ৰাজকন্যাই ধৰ্ম লাভ কৰিব পাৰিব। এওঁক অৱমাননা কৰা তোমাৰ উচিত হোৱা নাই।

ভীষ্মই ক'লে গুৰুদেৱ! মই আজীৱন ব্ৰহ্মচাৰী আপুনি জানে। মই মোৰ ভাই বিচিত্ৰবীৰ্য্যৰ বাবে এওঁক স্বয়ংম্বৰ সভাৰ পৰা ক্ষত্ৰিয় ধৰ্ম অনুসাৰে হৰণ কৰি আনিছিলো কিন্তু এই কন্যাই মোৰ আগত ক'লে যে তেওঁ শাল্বৰাজৰ অনুৰাগিনী। তাৰ পাছত মোৰ অনুমতি লৈ শাল্বৰাজৰ ওচৰলৈ গৈছিল। এতিয়া মই তেওঁক বিচিত্ৰবীৰ্য্যৰ কাৰণে গ্ৰহণ নকৰো। মোৰ এটি ব্ৰত আছে যে মই ভয়, দয়া, অৰ্থলোভ বা আনকোনো অভিলাষৰ বশৱৰ্ত্তী হৈ কেতিয়াও ক্ষত্ৰিয় ধৰ্ম পৰিত্যাগ নকৰো।

তেতিয়া জামদগ্ন্য পৰশুৰামে খঙত উগ্ৰমূৰ্ত্তি হৈ ভীষ্মক পুনঃ পুনঃ কবলৈ ধৰিলে তুমি যদি মোৰ বাক্য পালন নকৰা তোমাক এতিয়াই যুদ্ধ কৰি সংহাৰ কৰিম। তেতিয়া ভীষ্মই চৰণত ধৰি তেওঁক প্ৰশমিত কৰিবৰ উদ্দেশ্যে প্ৰিয় আৰু মিঠা কথাৰে ক্ষমা ভিক্ষা খুজিলে আৰু ক'লে ভগৱন্! আপুনি মোৰ লগত কিয় যুদ্ধ কৰিবৰ ইচ্ছা কৰিছে? মই আপোনাৰ শিষ্য। আপুনি মোক চাৰিও প্ৰকাৰ অস্ত্ৰবিদ্যাত উপদেশ দিছে।

তেতিয়া তেওঁ ক্ৰোধান্বিত হৈ ভীষ্মক ক'লে হে ভীষ্ম! তুমি মোক গুৰু বুলি মানিছা, অথচ মোৰ সন্তোষৰ বাবে কিয় তুমি কাশিৰাজ কন্যাক গ্ৰহণ নকৰা? এতিয়া তুমি মোৰ বাক্য নাৰাখিলে মই কেতিয়াও তোমাক ক্ষমা নকৰো। তুমি এই কন্যাক গ্ৰহণ কৰি তোমাৰ কুল ৰক্ষা কৰা। এই ৰাজকন্যাক তুমি পৰিত্যাগ কৰা বাবে নিৰাশ্ৰয় হৈছে।

তেতিয়া ভীষ্মই ক'লে মই স্তুতিনতিৰে আপোনাক কৈছো— মই তেনে কাৰ্য্য কেতিয়াও নকৰো। যি ৰমণী অন্য ব্যক্তিৰ প্ৰণয়িনী, সেই ৰমণীক গ্ৰহণ কৰি সৰ্পক লৈ গৃহবাস কৰাৰ দৰে কোনে বাস কৰিব? এইবলীাক ৰমণীৰ

সংসৰ্গত কুলক্ষয় হোৱাৰ সম্ভাৱনা। মই ইন্দ্ৰৰ ভয়তো মোৰ ধৰ্ম পৰিত্যাগ নকৰো। আপুনি প্ৰসন্ন হৈ আপোনাৰ নিজ কৰ্ত্তব্যত মন দিয়ক। বায়ু পুৰাণৰ ঋষিয়ে কৈছে যিজন লোকৰ কাৰ্য্য আৰু অকাৰ্য্যৰ জ্ঞান নাই, যিজন নিতান্ত গৰ্বিত ব্যক্তি আৰু যিজন কু-পথগামী সেই ব্যক্তি যদি গুৰুও হয়, তথাপি তেওঁক পৰিত্যাগ কৰিবা।

আপুনি মোৰ গুৰু, সেই কাৰণে অতি প্ৰীতি আৰু সম্ভ্ৰমেৰে আপোনাক বিশেষ সন্মান কৰিছিলো ; কিন্তু এতিয়া আপুনি গুৰুৰ দৰে ব্যৱহাৰ কৰা নাই। অতএৱ মই যুদ্ধত প্ৰবৃত্ত হ'ম গুৰু, ব্ৰাহ্মণ বিশেষতঃ তপোবৃদ্ধ ব্ৰাহ্মণক বিনাশ নকৰো বুলি ভাবি আপোনাক ক্ষমা কৰিছিলো, কিন্তু ধৰ্মনীতিত এনেকুৱা সত্য নিৰ্ণয় কৰা আছে যি ব্যক্তি ক্ষত্ৰিয় ধৰ্মপৰায়ণ হয়, সেই ব্যক্তিয়ে যুদ্ধ কৰিবলৈ ওলোৱা ব্ৰাহ্মণক আৰু ক্ৰোধ প্ৰকাশ কৰা আৰু শৰ বৰ্ষণ কৰিব ধৰা ব্ৰাহ্মণক দেখি বিনাশ কৰিলে সেই ক্ষত্ৰিয়ৰ ব্ৰহ্মহত্যা পাতক নহয়। ময়ো ক্ষত্ৰিয়, যি ব্যক্তিয়ে যেনে ব্যৱহাৰ কৰে তাৰ প্ৰতি তেনে ব্যৱহাৰ কৰিলে কেতিয়াও অমঙ্গল বা অধৰ্ম নহয়। কোনো এজন লোক ধৰ্মশক্তি আৰু অৰ্থশাস্ত্ৰ উভয় শাস্ত্ৰতে অভিজ্ঞ আৰু দেশ কালৰ অৱস্থা বিচাৰাতো অভিজ্ঞ হৈ যদি ধৰ্ম আৰু অৰ্থ সম্বন্ধীয় কোনো বিষয়ৰ সংশয়ত উপস্থিত হয়, তেওঁ অৰ্থ শাস্ত্ৰৰ কথা নেমানি ধৰ্মশাস্ত্ৰৰ কথা মানিলেহে তেওঁৰ মঙ্গল হয়।

অৰ্থে বা যদিবা ধৰ্মে সমাৰ্থো দেশ কাল বিৎ।

অৰ্থ সংশয় মা পন্নঃ শ্ৰেয়ান্নিঃ সংশয়ো নৰঃ। ৩১। মহা উদ্যোগ ১৮৮ অধ্যায়।

শ্ৰেয়ান্নিঃ সংশয়ঃ ধৰ্মং এবা অনুতিষ্ঠন্ শ্ৰেয়ান, ইত্যৰ্থঃ। (নীলকণ্ঠী টীকা)

কিন্তু আপুনি অৰ্থশাস্ত্ৰৰ সংশয়িত বিষয়ত ধৰ্মশাস্ত্ৰ নেমানি মোৰ লগত যুদ্ধ কৰিবলৈ ওলাইছে।

এই যে ধৰ্মশাস্ত্ৰ আৰু অৰ্থশাস্ত্ৰৰ শ্ৰেষ্ঠতা নিকৃষ্টতা বিচাৰ হৈছে, আজিকালিৰ ৰাজনীতিৰ সংশয়ত ধৰ্মশাস্ত্ৰৰকথা কোনোবাই বিচাৰ কৰে নে? অৰ্থশাস্ত্ৰৰ ভিতৰতে অৰ্থনীতি, ৰাজনীতি আৰু সমাজনীতি অন্তৰ্ভুক্ত। অতীত ভাৰতৰ শ্ৰেষ্ঠ ৰাজনীতিবিদ মহাত্মা ভীষ্মৰ এই উক্তি। আজি কালিৰ ৰাজনীতিত ধৰ্মৰ প্ৰাধান্য নাই, অধৰ্মৰ প্ৰাধান্য আছে। সেয়ে দেশৰ এই হাহাকাৰ অৱস্থা।

যেনে কথা তেন কাম। পৰশুৰামৰ লগত যুদ্ধ হ'ল। যুদ্ধৰ পূৰ্ব্বে মাতৃ গঙ্গাই আহিও নিষেধ কৰিলে ভীষ্মই নেমানিলে। ক্ষত্ৰিয় ধৰ্মৰ পৰা তেওঁ তিল মাত্ৰাও বিচলিত নহয়! যুদ্ধ অনিবাৰ্য্য। এদিন এদিনকৈ সাত দিন যুদ্ধ হ'ল। জয় পৰাজয় কাৰো নহয়। শেষত পৰশুৰামে ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিলে। ভীষ্মই তাক নিবাৰণৰ বাবে ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিলে। স্বৰ্গ মৰ্ত্ত্য আৰু অন্তৰীক্ষত তোলপাৰ

লাগি গ'ল। ঋষি সকলে আৰু ভীষ্মৰ পিতৃপুৰুষ সকলেও আহি ভীষ্মৰ গুৰুৰ লগত যুদ্ধ কৰি নাথাকি অস্ত্ৰ ত্যাগ কৰিবলৈ ক'লে। যুদ্ধৰ পৰা নিবৃত্ত হৈ গুৰুৰ মান বৰ্দ্ধিত কৰা বুলি ক'লে। ঋষিসকল আৰু পৰশুৰামৰ পিতৃসকল আহি পৰশুৰামকো ক'লে— তুমি ভাগ্যবান হৈ জীৱিত আছা। ভীষ্ম বসুসকলৰ অন্যতম। তুমি তেওঁক কেনেকৈ পৰাজিত কৰিবা? এতিয়া যুদ্ধৰ পৰা নিবৃত্ত হোৱা।

পৰশুৰামে উত্তৰ দিলে— মই কাহানিও যুদ্ধৰ পৰা নিবৃত্ত হোৱা নাই। এতিয়াও নিবৃত্ত নহওঁ— এয়ে মোৰ ব্ৰত। আপোনালোকে ভীষ্মক নিবৃত্ত কৰক।

তেওঁলোকে পুনঃ আহি ভীষ্মক ক'লে— হে ভীষ্ম! তুমি যুদ্ধত ক্ষান্ত দি ব্ৰাহ্মণৰ মান ৰক্ষা কৰ। ভীষ্মই ক'লে মোৰ এনে এটি ব্ৰত আছে যে মই যুদ্ধত কেতিয়াও পশ্চাৎপদ নহওঁ। মোৰ ই দৃঢ় বিশ্বাস যে মই লোভ, কাতৰতা, ভয় বা ক্ৰোধ বশতঃ কেতিয়াও শাশ্বত ক্ষত্ৰিয় ধৰ্ম পৰিত্যাগ নকৰো।

তেতিয়া তেওঁলোকে পুনৰায় পৰশুৰামৰ ওচৰলৈ গৈ ক'লে— হে ৰাম! তুমি ব্ৰাহ্মণ। ব্ৰাহ্মণৰ হৃদয় কেতিয়াও অবিনীত নহয়। এতএব তুমি প্ৰশান্ত হৈ যুদ্ধৰ পৰা নিবৃত্ত হোৱা। ভীষ্ম তোমাৰ অবধ্য আৰু তুমিও ভীষ্মৰ বধযোগ্য নহয়।

পৰশুৰামে এইবাৰ যুদ্ধত নিবৃত্ত হ'ল আৰু ভীষ্ম গৈ গুৰুৰ চৰণ বন্দনা কৰিলে। পৰশুৰামে আনন্দিত হৈ হাঁহি হাঁহি ভীষ্মক ক'লে হে ভীষ্ম! পৃথিৱীত তোমাৰ সমান কোনো ক্ষত্ৰিয়ই নাই. এতিয়া তুমি যোৱা। এই যুদ্ধত তোমাৰ প্ৰতি মই নিতান্ত সন্তুষ্ট হৈছো।●

# কবি কালিদাস

বিক্ৰমাদিত্য ৰজাৰ ৰাজসভা। কৱি কালিদাসৰ কবিত্ব আদি ৰসাত্মক ভাৱময় বুলি ৰাজসভাত উচ্চ প্ৰশংসিত হৈ উঠিছে। এনেতে এদিন ৰাজসভা বহিছে। সেই ৰাজসভাত ৰাজসভাৰ নৱৰত্নৰ ভিতৰত একমাত্ৰ কবি কালিদাস অনুপস্থিত। কালিদাসৰ অনুপস্থিতিৰ কাৰণ বিশ্লেষণত পণ্ডিত মণ্ডলীৰ ভিতৰত হাস্য বিদ্ৰূপাত্মক জল্পনা কল্পনাও চলিছে আৰু কবি কালিদাস আজি উপস্থিত হ'লে আদিৰসৰ কবিত্বৰ পৰীক্ষাও কৰা হ'ব বুলি স্থিৰ কৰিলে। ৰজায়ো আনন্দমনে সন্মতি দিলে। সকলোৱে উৎসুক মনে কালিদাসৰ উপস্থিতিলৈ বাট চাই আছে। অনতিপলমে কালিদাস আহি উপস্থিত হ'ল। নৱৰত্নৰ মাজত ঘটকৰ্পৰ কবি কালিদাসৰ প্ৰতিদ্বন্দী বুলি সকলোৱে জানে। কালিদাস আহি পোৱা মাত্ৰে ঘটকৰ্পৰ কবিয়ে কালিদাসক এই সুযোগতে অপদস্থ কৰিব পাৰিব বুলি ভাবি প্ৰশ্ন কৰিলে— হে কবি! তুমি আদিৰসত সদায় নিমজ্জমান হৈ থকা আৰু সকলো বস্তুতে সকলো ক্ষেত্ৰতে আৰু সকলো সময়তে তুমি আদিৰসৰ সন্ধান পোৱা, তুমি বাৰু 'যজ্ঞোপৱীতং পৰমং পৱিত্ৰম্" এই কথাফাঁকিত আদৰিসৰ সন্ধান ক'ত পাবা আমাক কবিতাৰে বুজাই দিয়াছোন। কালিদাসে তৎক্ষণাৎ কবিতাৰে উত্তৰ দিছে—

অণোৰণীয়ান্ মহতো মহিয়ান্ যোগে বিয়োগে দিবসোঙ্গনায়াঃ।

স্পৃষ্টা সখে দিব্যমহং কৰোমি যজ্ঞোপৱতীং পৰমং পৱিত্ৰম্।।

হে সখি! নাৰীসঙ্গত যেতিয়া দিন কটোৱা যায়, সেই দিনটোৰ ক্ষণবোৰ অণুতকৈও যেন অণু বুলি বোধ হয় আৰু যেতিয়া নাৰীসঙ্গৰ বিয়োগত দিন কটোৱা হয় সেই দিনৰ ক্ষণবোৰ যেন দীঘলতকৈও দীঘল হৈ উঠে — দিনটো নেযায় হে নেযায়। এই কথটো যে অতি সত্য তাক মই মোৰ এই পৰম পৱিত্ৰ যজ্ঞোপৱীত (লগুণ) স্পৰ্শ কৰি শপত খাই কব পাৰো।

সভাত হাঁহিৰ ৰোল উঠিল। কবি কালিদাস পৰীক্ষাত উত্তীৰ্ণ হ'ল। আদিৰসত নিমজ্জমান কবিৰ ৰসৰ অভাৱ হ'ব কেনেকৈ? এইটো এটা আদিৰসৰ লঘু কৱিতা কিন্তু কালিদাসৰ কবিত্ব শক্তিয়ে কালিদাসক যি প্ৰত্যুৎপন্নমতিত্ব দান কৰিছে আৰু কালিদাসে আদিৰস উপভোগৰ যি মধুৰতা সৃষ্টি কৰিছে এটি মাত্ৰ শ্লোকৰ মাধ্যমত!

চন্দ্ৰৰ উদয় হ'লে মৌকা ফুল ফুটে। সূৰ্য্যৰ উদয় হ'লে পদুম ফুল ফুটে। চন্দ্ৰ মৌকা ফুলৰ পৰা দুইলক্ষ যোজন ওপৰত থাকে আৰু সূৰ্য্য পানীত থকা

পদুম ফুলৰ পৰা তাতোকৈ একলক্ষ যোজন আঁতৰত থাকে তথাপি কি অচ্ছেদ্য সম্বন্ধ পৰস্পৰৰ মাজত চিৰন্তন হৈ আছে। আকাশত থকে মেঘ আৰু ম'ৰা চৰাই মেঘৰ আড়ম্বৰ দেখি নৃত্য কৰে, কবিয়ে কৈছে—

ইন্দোৰ্দ্বিলক্ষে কুমুদস্য বন্ধুঃ লক্ষান্তৰে ভানুৰ্জলেচ পদ্মম।
ভুবি চ শিখী গগনে পয়োদঃ যো যস্য মিত্ৰং নহি তস্য দূৰম্।।
(১ যোজন— প্ৰায় আঠ মাইল)

এই শ্লোকটিৰ ভিতৰত প্ৰকৃতিৰ ৰহস্য তত্ত্ব যেনেদৰে বিকশিত হৈছে তেনেদৰে আদিৰসৰ নিগূঢ় অনুভূতিও নিৰ্দ্দোষভাৱে প্ৰকাশ পাইছে আৰু প্ৰকাশ পাইছে মিত্ৰ বন্ধনৰ স্নেহময় অদৃশ্য জৰীডাল। ইয়াত কবিত্ব শক্তিৰ শ্ৰেষ্ঠত্ব স্বভাৱ সিদ্ধ বুলি প্ৰমাণিত হৈছে। বহু কবি সাহিত্যিকে ইয়াত আদিৰসৰ সন্ধান পাইছে আৰু ইয়াৰ আলমত বিভিন্ন ৰসমধুৰ সাহিত্য সৃষ্টি কৰিছে।

কোনো এগৰাকী তৰুণীৰ লগত এটা পুখুৰীৰ পাৰত কবিয়ে আদিৰসৰ আলাপ কৰিছে— ই ব্যঙ্গালাপ ; কিন্তু যেন চকিত প্ৰেমালাপ হে এইদৰে পৰিস্ফুট হৈছে। কবিয়ে সুধিছে— কস্যেয়ং তৰুণী। প্ৰপা— হে তৰুণী! এই পুখুৰীটো কাৰ?

তৰুণীয়ে উত্তৰ দিছে পথিক! মে— হে পথিক। এই পুখুৰীটো মোৰ।

কবিৰ প্ৰশ্ন— কিং পীয়তে অস্যাম্— ইয়াত কি পান কৰা হয়।

তৰুণীৰ উত্তৰ— পয়ঃ পয়ঃ পান্ কৰা হয়। (পয়ঃ শব্দে পানীকো বুজায়)

পুনঃ কবিৰ প্ৰশ্ন— ধেনুনামথ মহিষম্— গৰুৰ দুধ নে মহৰ দুধ?

উত্তৰ— বধিৰ হে বাৰঃ হে কলা! বাৰ পান কৰা হয় (বাৰ শব্দৰ অৰ্থ পানীও হয়)

কৱিৰ প্ৰশ্ন — বাৰ? কসং মঙ্গলঃ সোমো বা শনৈশ্চৰো২মৃতমহো! মঙ্গলবাৰ, নে সোমবাৰ নে শনিবাৰ, নে বুধবাৰ? (অমৃত শব্দৰ অৰ্থ হয় পাৰদ— পাৰদ শব্দৰ অৰ্থ হয় বুধগ্ৰহ)

তৰুণীৰ উত্তৰ— অমৃতসহোঃ— নহয় নহয় অমৃত পান কৰা হয়। অমৃত শব্দৰ অৰ্থ পানী হয়।

কবিয়ে কৈছে— তৎ তে মুখে দৃশ্যতে সেই অমৃততো তোমাৰ মুখতে দেখা যায় অৰ্থাৎ সেই অমৃত পানৰ বাবে পুখুৰী কেলেই. তোমাৰ মুখখনেই অমৃত ময়। তৰুণীয়ে তাৰ উত্তৰত কৈছে— শ্ৰীমৎ পান্থ! নিতান্ত নাগৰ গুৰো! যদ্ ৰোচতে তৎ পিব— হে শ্ৰীমান্ নাগৰ শ্ৰেষ্ঠ পথিক ; তুমি ৰসিক লোক! তোমাৰ য'তে অভিৰুচি হয় তাকে পান কৰা অৰ্থাৎ পুখুৰীৰ পানী বা মুখৰ অমৃত ইয়াৰ ভিতৰত তোমাৰ যি অভিৰুচি হয় তাকে পান কৰা।

এই কথোপকথন আলেখ্যত তৰুণীৰ মুখৰ সৌন্দৰ্য্যৰ কেনেদৰে প্ৰশংসা কৰিছে আৰু আদিৰসত নিমজ্জমান কবিয়ে কেনেদৰে আদিৰসৰ সৃষ্টি কৰিছে— সেইটোহে উপলব্ধিৰ বিষয়। ইয়াত গ্ৰাম্য অশ্লীলতাৰ সম্পূৰ্ণ অভাৱ আৰু কাব্যিক গুণৰ পূৰ্ণ পৰিচয় আছে।

কালিদাসৰ জিহ্বাত সদায় সৰস্বতী বাস কৰিছিল। তাৰ প্ৰমাণ স্বৰূপে এটি আখ্যান প্ৰচলিত আছে।

এক চিত্ৰকৰে ৰজাৰ ৰাণী ভানুমতীৰ এখন চিত্ৰ আকি ৰজাক দিবলৈ ৰাজ সভালৈ আনিছিল। চিত্ৰখনি অতি সুন্দৰ হৈছে আৰু সভাস্থ সকলোৱে চিত্ৰখনি অবিকল ৰাণীৰ প্ৰতিকৃতি হৈছে আৰু তাত কোনো খুঁত নাই বুলি চিত্ৰকৰক প্ৰশংসা কৰিছে ; কিন্তু কালিদাসে একো কোৱা নাই। কালিদাসক নীৰৱ হৈ থকা দেখি ৰজাই সুধিলে— কালিদাস! তুমি দেখোন ছৱিখনৰ বিষয়ে একো কোৱা নাই, তাৰ কাৰণ কি? কালিদাসে চিত্ৰখন হাতত তুলি লৈ নিবিষ্ট মনে কিছুক্ষণ পৰীক্ষা কৰি চালে আৰু তাৰ পাছত ৰজাক ক'লে— উহুঁ মহাৰাজ! এই চিত্ৰ নিখুঁত হোৱা নাই। তাকে শুনি চিত্ৰকৰৰ বৰ খং উঠিল আৰু চিত্ৰকৰে হাতত থকা তুলিডাল দলিয়াই দি ক'লে— এই চিত্ৰ যদি নিখুঁত হোৱা নাই আৰু যদি কোনোবাই ইয়াত খুঁত উলিয়াব পাৰে, তেন্তে মই আজিৰ পৰা চিত্ৰ আঁকিবলৈ এৰি দিম— এই ব্যৱসায় আৰু মই নকৰো। ইতিমধ্যে কিন্তু তুলিডালৰ আগৰ পৰা এক বিন্দু মহী ৰাণীৰ চিত্ৰখনৰ সোঁ-কৰঙণত পৰি এটা তিল থকা যেন দেখা গ'ল। কালিদাসে সেইটো দেখা পাই ক'লে— মহাৰাজ! চিত্ৰখন এতিয়া নিখুঁত হৈছে।

কালিদাসৰ কথা শুনি ৰজা বৰ বিমৰ্ষ হ'ল। ৰাণীৰ সোঁ কৰঙণত এটা তিল থকা কথাটো সঁচা ; কিন্তু কালিদাসে সেই কথাটো জানিলে কেনেকৈ? কালিদাস আদি ৰসৰ কৰি, তাতে আকৌ নাৰী সৌন্দৰ্য্য উপভোগৰ প্ৰতি কালিদাসৰ দৌৰ্ব্বল্য আছে। ৰজাই কালিদাসক ৰাণীৰ প্ৰতি আসক্ত আৰু ৰাণীক উপভোগ কৰা বুলি সন্দেহ কৰি কালিদাসক প্ৰাণবধৰ আদেশ দিলে ; কিন্তু কালিদাসৰ প্ৰতিদ্বন্দ্বী বন্ধু ঘটকৰ্পূৰে বধ্য ভুমিৰ পৰা কালিদাসক কৌশলেৰে নি নিজৰ ঘৰত সুমাই ৰাখিলে।

কিছুদিন পাছত ৰজাৰ পুত্ৰ চিকাৰলৈ গৈছিল। ৰাজপুত্ৰই চিকাৰ খেদি খেদি সৈন্য সামন্ত পিছ পেলাই থৈ বহুদুৰ অকলে আগবাঢ়ি গ'ল আৰু সন্ধ্যা হ'লত ঘূৰি আহিব নোৱাৰি অটব্য হাবিৰ মাজত এজোপা গছৰ ওপৰত উঠি ৰাতি কটাবলৈ মনস্থ কৰিলে। কিছু সময়ৰ পাচত এটা বাঘে ভালুক এটাক খেদি লৈ আহিছে। ভালুকটোও বাঘৰ হাতৰপৰা সাৰিবৰ কাৰণে ৰাজপুত্ৰ উঠি থকা সেই গছ জোপাত উঠিল। তাকে দেখি ৰাজপুত্ৰৰ ভয় হ'ল। গছৰ ওপৰত ভালুক

আৰু গছৰ তলত বাঘ। ৰাজপুত্ৰ নিৰুপায় হৈ ভালুকক সম্বোধন কৰি ক'লে চোৰা! আমি উভয়ে বাঘৰ হাতত পৰিছো। বাঘ আমাৰ উভয়ৰে শত্ৰু আৰু আমি উভয়ে এই বিপদৰ সময়ত পৰস্পৰে বন্ধুত পৰিণত হৈছো ; সেইবাবে আমাৰ ভিতৰত এইটো বুজাবুজি হওক যে তুমি যেতিয়া টোপনি যাবা মই তোমাক ৰক্ষা কৰিম, টোপনিত পৰি যাব খুজিলে মই ধৰি ৰাখিম আৰু মই টোপনি গ'লে তুমি তাকে কৰিবা। ভালুকটো পশু হ'লেও জ্ঞানী আছিল আৰু বিপদৰ বন্ধু বুলি ৰাজপুত্ৰৰ লগত বন্ধুত্ব সূত্ৰত আৱদ্ধ হ'ল। প্ৰথমতে ৰাজপুত্ৰ টোপনি গ'ল। সেই সময়ত বাঘে তলৰ পৰা ভালুকক কৈছে হে ভালুক! তুমি চোৰা, মানুহ আমাৰ উভয়ৰে শত্ৰু ; গতিকে ৰাজপুত্ৰক তুমি গছৰ পৰা ঠেলা মাৰি পেলাই দিয়া। ভালুকে উত্তৰ দিলে সেইটো হ'ব নোৱাৰে। এই মুহূৰ্ত্তত মই ৰাজপুত্ৰৰ লগত বন্ধুত্ব সূত্ৰত আৱদ্ধ হৈছো। এই মিত্ৰঘ্নতা মই নকৰো। তেতিয়া বাঘটোৱে ভালুক টোপনি যোৱা সময়লৈকে বাট চাই থাকিল। ৰাজপুত্ৰ টোপনি মাৰি উঠাত ভালুক টোপনি গ'ল। সেই সময়ত বাঘে ৰাজপুত্ৰক ক'লে যে ভালুকটো তোমাৰ শত্ৰু কাৰণ তুমি ভালুকৰ খাদ্য আৰু সি মোৰ খাদ্য কাৰণে ময়ো তাৰ শত্ৰু। তুমি তাক ঠেলি মাটিত পেলাই দিয়া, মই ভালুকটোৰ ৰক্ত খাবলৈ পালে তোমাক এৰি গুচি যাম।

ৰাজপুত্ৰই এইটো এটা সুযোগ বুলি ভাবি ভালুকটোক গছৰ ডালৰ পৰা পেলাই দিবলৈ মন কৰি তাক ঠেলিব ধৰিলে। কিন্তু ভালুক আছিল বৰ সাৱধান ; সি নখেৰে গছৰ ছাল দকৈ বিন্ধি সহজে পৰিব নোৱাৰাকৈ টোপনি গৈছিল। ৰাজপুত্ৰই ঠেলিবলৈ ধৰাত সি সাৰ পালে। ভালুকটোক যেতিয়া গছৰ ডালৰ পৰা পৰাৰ কোনো সম্ভাৱনা নেদেখিলে আৰু ৰাতিও পুৱাই আহিছে, বাঘটো নিৰাশ হৈ গুচি গ'ল আৰু ভালুকটোৱেও ৰাজপুত্ৰক কৃতঘ্ন বুলি গালি পাৰি ৰাজপুত্ৰৰ চকু মুখত প্ৰশ্ৰাৱ কৰি দি গুচি গ'ল।

পিছ মুহূৰ্ত্তত ৰাজপুত্ৰ বলীয়া হ'ল আৰু যিহকে দেখে তাকে কেৱল— "স-সে-মি-ৰে" "স-সে-মি-ৰে" চিঞৰি এই শব্দ উচ্চাৰণ কৰি কৰি ৰাজধানী পালেগৈ। ৰাজপুত্ৰ বলীয়া হোৱা বুলি ভাবি ৰজাই বহু প্ৰকৰ চিকিৎসা কৰালে ; কিন্তু ৰাজপুত্ৰ আৰোগ্য নহ'ল। ইয়াকে শুনি ঘটকৰ্পূৰৰ ঘৰত আৱদ্ধ হৈ থকা কালিদাসে ঘটকৰ্পূৰক ক'লে যে ৰাজপুত্ৰক তেওঁ আৰোগ্য কৰি দিব পাৰিব। তেতিয়া ঘটকৰ্পূৰে ৰাজ অনুমতি লৈ কালিদাসক ঘটকৰ্পূৰৰ পুত্ৰ বধূ স্বৰূপে অৱগুণ্ঠিতা কৰি ৰাজসভালৈ লৈ গ'ল। কালিদাসে নাৰী ৰূপে ওৰণি ঘুৰণিৰে অৱগুণ্ঠিতা হৈ থকিয়েই "স-সে-মি-ৰে" এই চাৰিটা আখৰৰ ভিতৰত প্ৰথমতে 'স' আখৰ টো আদ্যাক্ষৰ কৰি এটা শ্লোক ৰচনা কৰি ৰাজপুত্ৰক ওৰাই জাৰা দি জাৰিলে। তেতিয়া ৰাজপুত্ৰই "সে-মি-ৰে" 'সে-মি-ৰে' বুলিব ধৰিলে প্ৰথম 'স'

আখৰটো বাদ দিলে। কালিদাসে দ্বিতীয় অক্ষৰ 'সে' টোক আদ্যঅক্ষৰ কৰি আন এটা শ্লোক ৰচনা কৰি ৰাজপুত্ৰক পূৰ্ব্বৰ দৰে জাৰিলে। তেতিয়া ৰাজপুত্ৰই "মি-ৰে" "মি-ৰে" বুলিব ধৰিলে। দ্বিতীয় অক্ষৰটোও বাদ দিলে। কালিদাসে পুনৰায় 'মি' অক্ষৰটোক আদ্য অক্ষৰ কৰি তৃতীয় শ্লোক এটা ৰচনা কৰি ৰজাৰ পুত্ৰক একেদৰে জাৰিলে। ৰাজপুত্ৰই পাছত 'মি! আখৰটোও বাদ দি কেৱল 'ৰে' 'ৰে' বুলিব ধৰিলে। কালদাসে পুনঃ 'ৰে' আখৰটোক আদ্য অক্ষৰ কৰি এটা চতুৰ্থ শ্লোক ৰচনা কৰি ৰজাৰ পুত্ৰক জাৰিলে আৰু এটা এটাকৈ চাৰিটা অক্ষৰ "স-সে-মি-ৰে" কোৱাটো বন্ধ কৰিলে। লগে লগে ৰাজপুত্ৰ সুস্থ হৈ গ'ল। দুঃখৰ বিষয় যে এই চাৰিটা শ্লোক এতিয়া পোৱা নাযায়।

ৰজা বৰ আচৰিত হ'ল আৰু ওৰণি ঘূৰণি লৈ ঘটকৰ্পূৰৰ পুত্ৰ বধুৰূপে অৱগুণ্ঠিতা হৈ থকা কালিদাসক সুধিলে—

গৃহে বসসি কৌমাৰি অটব্যাং নৈব গচ্ছসি।<br>ঋক্ষ ব্যাঘ্ৰ মনুষ্যাণাং কথং জানাসি সুন্দৰি।।

হে কৌমাৰি! তুমি সদায় ঘৰতে থকা, কেতিয়াও বাহিৰলৈ নোযোৱা, তুমি বাঘ ভালুকৰ কথবোৰ কেনেকৈ জানা?

কালিদাসে অৱগুণ্ঠিতা হৈ থাকি ঘটকৰ্পূৰৰ পুত্ৰবধুৰূপেই উত্তৰ দিলে—

দেৱদ্বিজ প্ৰসাদেন জিহ্বাগ্ৰে মে সৰস্বতী।<br>তেনাহং নৃপ জানামি ভানুমত্যাস্তিলং যথা।।

দেৱতা আৰু ব্ৰাহ্মণৰ অনুগ্ৰহত মোৰ জিহ্বাত সৰস্বতী সদায়েই বাস কৰে আৰু ৰাণী ভানুমতীৰ তিলৰ কথা যেনেকৈ জানিছিলো সেই দৰে বাঘ ভালুকৰ কথাও মই বুজি পাওঁ।

এই কথাৰপৰা ৰজাই কালিদাসক চিনি পাই বৰ লজ্জিত হ'ল।

এই আখ্যানৰ ঐতিহাসিক সত্যতা কিমান খিনি আছে তাক নিশ্চয়কৈ স্থিৰ কৰিব নোৱাৰিলেও ইতিহাসৰ পাতত ভাৰতৰ ৰজা মহাৰজা সকলৰ ৰাজসভা বিলাকত ৰাজশক্তিৰ লগত কাব্য শক্তিৰ মিলন পৰম্পৰাগত বাৱে চলি থকা সুপ্ৰমাণিত হৈ আছে। এই অপূৰ্ব্ব মিলনে ভাৰতীয় কৃষ্টি সংস্কৃতিৰ এক অপূৰ্ব্ব পৰিচয় দাঙি ধৰে।

বন্ধুত্বৰ প্ৰীতি কেনে মধুৰ কেনে মনোৰম তাৰে এটি অপূৰ্ব্ব চিত্ৰ কালিদাসৰ মেঘদূত খণ্ড কাব্যৰ এটি মাত্ৰ বাক্যতে কি সুন্দৰ বাৱে প্ৰকাশিত হৈছে— "বন্ধু প্ৰীত্যা ভৱন শিখিৰ্ভিদত্ত নৃত্যোপহাৰঃ" বন্ধুৰ প্ৰীতিত ঘৰত থকা ময়ূৰ বিলাকেও নৃত্য উপহাৰ দান কৰিছে।

ৰজাৰ লগত কবিৰ বন্ধুত্বৰ আন এটি আখ্যান এই যে এক সময়ত ভোজৰাজৰ সৈতে কবি কালিদাসৰ মনোমালিন্য উপস্থিত হয়। (ভোজৰাজেই

বিক্ৰমাদিত্য বুলি আমি ধৰি লৈছো। ভোজৰাজেই বিক্ৰমাদিত্য হয় নে নহয় সেই বিবাদমান প্ৰশ্ন আমাৰ বিচাৰৰ বস্তু নহয়) সেইবাবে কালিদাসে ৰজাক পৰিত্যাগ কৰি ৰাজ্যৰ বাহিৰলৈ গুচি যায়। তেতিয়া কালিদাসৰ অভাৱত ৰাজসভা শ্ৰীহীন হয়। এতিয়া কালিদাসক ঘূৰাই অনা যায় কেনেকৈ? ৰজাই এটা কৌশল অৱলম্বন কৰিলে। সেই কৌশলটো হৈছে ৰজাই নিজৰ মৃত্যু সংবাদ ঘোষণা কৰি দি ছদ্মবেশত নগৰ পৰিভ্ৰমণত বাহিৰ হ'ল। ক্ৰমে ৰজাৰ মৃত্যুসংবাদ কালিদাসৰ কাণত পৰিল। কালিদাসে তেতিয়া ৰজাৰ অবিহনে ৰাজ্যৰ অৱস্থা কি হৈছে তাকে চাবৰ বাবে কৌতূহলী হৈ ধাৰা ৰাজ্যলৈ ঘূৰি আহে। ৰাজ্যৰ ভিতৰত কালিদাসৰ পুনৰাগমনৰ সংবাদ প্ৰচাৰিত হয় আৰু ছদ্মবেশী ৰজাই তেওঁক গোপনে অনুসৰণ কৰে। ৰজাহীন ৰাজ্য স্বাভাৱিকতে শোভাভ্ৰষ্ট হয়। সেইটো দেখি ক্ষুব্ধ হৈ কালিদাসে শোক প্ৰকাশ কৰি এটি কবিতা প্ৰচাৰ কৰিলে।

অদ্য ধাৰা নিৰাধাৰা নিৰালম্বা সৰস্বতী।
পণ্ডিতা খণ্ডিতা সৰ্ব্বে ভোজৰাজ দিবং গতে।।

আজি ভোজৰাজ স্বৰ্গী হোৱাত ধাৰাৰাজ্য আধাৰহীন (আশ্ৰয় হীন) হৈছে, সৰস্বতী দেৱীৰ অৱলম্বন এই ৰাজ্যত নাইকিয়া হৈছে; সৰস্বতীৰ অৱলম্বন নোহোৱাত পণ্ডিত সকলৰ পাণ্ডিত্য প্ৰকাশত ব্যাঘাত ঘটিছে, পাণ্ডিত্য খণ্ডিত হৈছে।

ৰজাই বুজিব পাৰিলে যে ৰজাৰ বিয়োগত কালিদাস শোকাৰ্ত্ত হৈছে। কালিদাসৰ মনৰ অৱস্থা বুজিব পাৰি ছদ্মবেশী ৰজাই কালিদাসক নিজৰ পৰিচয় দিলে আৰু তেওঁ নিজৰ মৃত্যু সংবাদ প্ৰচাৰ কৰাৰ কাৰণটো জানিবলৈ দিলে। তেতিয়া কালিদাসৰ হৃদয় আনন্দত নাচি উঠে আৰু কালিদাসে আনন্দত গদগদ কণ্ঠে কবিতাৰ ছন্দত পুনঃ প্ৰচাৰ কৰে যে—

অধ্য ধাৰা সদাধাৰা সদালম্বা সৰস্বতী
পণ্ডিতা পণ্ডিতা সৰ্ব্বে ভোজৰাজ ভুবং গতে।।

আজি ভোজৰাজ পৃথিৱীলৈ ঘূৰি আহিছে আৰু সেইবাবে ধাৰাৰাজ্যই পুনঃ সৎলোকক আধাৰ স্বৰূপে পাইছে। সৰস্বতী দেৱীও সৎ আশ্ৰয় পোৱাত পণ্ডিতবৰ্গৰ সকলোৱে পাণ্ডিত্য প্ৰকাশৰ সুযোগ পাইছে।

ৰজাৰ আৰু কবিৰ পুনৰ্মিলন হয়। কবি আৰু বিদ্বান লোক সকলৰ লগত ৰজাবিলাকৰ কি মধুৰ সম্বন্ধ আছিল, পৰস্পৰৰ বন্ধুত্বৰ বন্ধন কিমান সুদৃঢ় আছিল তাক এই আখ্যানৰ পৰা ভালদৰে বুজিব পাৰি। এই আখ্যান যদি কিম্বদন্তীও হয়, এই আখ্যানৰ অৰ্ন্তনিহিত বন্ধুত্বৰ যি ভাৱধাৰা সি অতি সত্য।

ৰজাবিলাকে কেনেদৰে দান ধৰ্ম পালন কৰিছিল আৰু প্ৰজাৰ পৰা কৰ আদায় কৰি কেনেকৈ প্ৰজাৰ মঙ্গল সাধন কৰিছিল সেই বিষয়ে কালিদাসে

ৰঘুবংশ কাব্যত কেনে এটি মধুৰ চিত্ৰ অঙ্কিত কৰিছে তাৰ এটি সুন্দৰ ইতিহাস মুলক আখ্যান পোৱা যায়।

ৰজা ৰঘু বিশ্বজিৎ যজ্ঞ কৰি সৰ্ব্বস্বান্ত হৈছে। কবি কালিদাসে কেনে এটি সুন্দৰ উপমা দি ৰজাৰ অৰ্থসঞ্চয় আৰু অৰ্থৰ সদ্ব্যৱহাৰৰ কথা বুজাই দিছে—

"আদানং হি বিসৰ্গয়ে সতাং বাৰিমুচামিব" অৰ্থাৎ পৃথিৱীৰ পৰা বাষ্প গ্ৰহণৰ দ্বাৰা মেঘৰ সঞ্চয় হয়, মেঘে বৰষুণ দি পৃথিৱীকে পৰিতৃপ্ত কৰে। দান কৰিবৰ বাবে মেঘে যেনেকৈ বাৰি (পানী সঞ্চয় কৰে) ৰজাবিলাকেও তেনেকৈ অৰ্থ সঞ্চয় কৰে। সৎ বা আদৰ্শ ৰজাৰ চৰিত্ৰই এইৰূপ। বৰ্তমান কালত ই কেৱল কবিৰ কল্পনা বুলিহে মানুহে ভাবিব। সি যি কি নহওক, ৰঘুবংশৰ মূল ঘটনাৰ এটি ৰমণীয় দৃশ্য উদঘাটিত কৰিছে এনে ধৰণৰ এটি ৰাজকীয় গুণৰ অৱলম্বনত। ৰজা ৰঘুৱে বিশ্বজিৎ যজ্ঞ সমাপন কৰি সৰ্ব্বস্বান্ত হোৱাৰ ক্ষন্তেক পাছতে ৰজাৰ ওচৰলৈ কৌৎস ঋষি ভিক্ষাৰ্থী হৈ উপস্থিত হ'ল। ৰঘুৱে স্বৰ্ণপাত্ৰৰ অভাৱত মাটিৰ পাত্ৰতে অৰ্ঘ্য স্থাপন কৰি ঋষিক অভ্যৰ্থনা জনালে আৰু ঋষিৰ তপোবনৰ কুশল প্ৰশ্ন কৰিলে। প্ৰসঙ্গতঃ ৰজাৰ নিঃস্ব অৱস্থাৰ কথাও নিবেদন কৰিলে। ঋষি কৌৎসই ৰজাক যি উত্তৰ দিলে সেই উত্তৰ ঋষিৰেহে উপযুক্ত। আকৌ সেই উত্তৰত ৰজাৰ আদৰ্শ চিত্ৰও কেনে সুন্দৰ ভাৱে পৰিস্ফুত হৈ উঠিছে!

সৰ্ব্বত্ৰ নো বাৰ্ত্তমৱেহি হি ৰাজন্ নথে কুতস্ত্বস্য শুভম্ প্ৰজানাম্।

সূৰ্য্যে তপত্যাবৰণায় দৃষ্টে কল্পেত লোকং কথং তমিশ্ৰা।।

হে ৰাজন! আপুনি যেতিয়া শাসনকৰ্ত্তা হৈ আছে, তেতিয়া প্ৰজা বিলাকৰ কিবা অমঙ্গল সম্ভৱ হ'ব পাৰে নে? সূৰ্য্যই যদি কিৰণ বিতৰণ কৰি থাকে, অন্ধকাৰে মানুহৰ দৃষ্টি অৱৰোধ কৰিব পাৰে নে?

এইদৰে কুশল জ্ঞাপন কৰি ঋষিয়ে ক'লে— আপুনি যে মোক ভিক্ষা দিব নোৱাৰিলে তাৰ বাবে মই অনুমাত্ৰও দুঃখিত হোৱা নাই। আপুনি যজ্ঞকাৰ্য্যত সৰ্ব্বস্ব ব্যয় কৰিছে, সেই কাৰণে মই এই সময়ত প্ৰাৰ্থনাত পৰাঙ্মুখ হৈছো।

'স্বস্ত্যস্তু তে নিৰ্গলিতাম্বু গৰ্ভং শৰদ্ ঘনং নাৰ্দতি চাতকো পি।' আপোনাৰ কল্যাণ হওক। শৰৎ কালত যেতিয়া মেঘত পানী নাথাকে, তেতিয়া চাতক পক্ষীও মেঘৰ ওচৰত ভিক্ষা নকৰে। বাৰিষাৰ পূৰ্ব্বে মেঘত যেতিয়া পানী থাকে. তেতিয়াহে চাতকপক্ষীয়ে মেঘক পানী ভিক্ষা কৰে। ৰজাই সৰ্ব্বস্ব দান কৰি ৰিক্তহস্ত হৈছে ; ঋষি তেতিয়া কোন সতে ৰজাৰ ওচৰত ধনপ্ৰাৰ্থী হ'ব? আন পক্ষে কোৎস ঋষি গুৰু দক্ষিণা পৰিশোধৰ বাবে ৰজাৰ ওচৰত প্ৰাৰ্থী হৈছিল। বিদ্যোৎসাহী ৰজাই কোন প্ৰাণে তেওঁক বিমুখ কৰিব? সেই কাৰণে ঋষি ঘূৰি যাবৰ ইচ্ছা প্ৰকাশ কৰিলেও ৰজাই তেওঁক কেইদিন মান অপেক্ষা কৰি থাকিবলৈ ক'লে। ৰজাই সেই কেইদিনৰ ভিতৰতে চেষ্টা কৰি অৰ্থ সংগ্ৰহ কৰি ঋষিৰ

অভাৱ পূৰণ কৰিলে। যেনে আদৰ্শ ৰজা, তেনে আদৰ্শ ঋষি। প্ৰাৰ্থীৰ 'দেহি দেহি' ভাৱ নাই, অথচ নিস্ব হৈও দাতাই প্ৰাৰ্থীৰ অভাৱ পূৰণ কৰিবলৈ আগ্ৰহান্বিত। ৰজা প্ৰজাৰ, দাতাৰ আৰু প্ৰাৰ্থীৰ এই ৰূপ চৰিত্ৰ আন কোনোবা দেশত আছে নে? ভাৰতবৰ্ষৰ এই কৃষ্টি সংস্কৃতিৰ পুনৰুদ্ধাৰ কৰা কবি, সাহিত্যিক আৰু শাসক সম্প্ৰদায়ৰ কৰ্তব্য।

ঘটকৰ্পৰ কবিক কবি কালিদাসৰ প্ৰতিদ্বন্দী বোলা হয় এই বুলি যে উভয়ৰ মাজত বহু বাদ প্ৰতিবাদৰ প্ৰসঙ্গ আছে। কবি কালিদাসে কুমাৰ সম্ভৱ কাব্যত লিখিছে যে—

অনন্তৰত্ন প্ৰভৱস্য যস্য হিমং ন সৌভাগ্য বিলোপি জাতম্।
একোহি দোষ গুণ সন্নিপাতে নিমজ্জীন্দোঃ কিৰণেষিবাঙ্কঃ।।

কবিয়ে কৈছে যে হিমালয় অতিশয় শীত প্ৰধান হোৱা বাবে সৌভাগ্যহীন নহয়; কাৰণ হিমালয় অনন্ত ৰত্নৰ উৎপত্তি স্থান। যেনেকৈ চন্দ্ৰৰ একমাত্ৰ কলঙ্কদোষে তাৰ স্নিগ্ধ কিৰণ ৰাশিৰ ভিতৰত বিলীন হৈ থাকে, সেইদৰে হিমাচলৰ অনন্ত সৌন্দৰ্য্যৰাশিৰ মাজত তাৰ একমাত্ৰ শৈত্য দোষ ধৰ্ত্তব্য নহয়।

ইয়াৰ উত্তৰত ঘটকৰ্পৰে কালিদাসক বিদ্ৰুপ কৰি এটা কৱিতা লিখিছে যে—

একোহি দোষ গুণ সন্নিপাতে নিমজ্জতীন্দোৰীতি যো বভাযে।
নূনং ন দৃষ্টং কবিনাপি তেন দাৰিদ্ৰ দোষো গুণৰাশি নাশি।।

বহু গুণৰ মাজত এটা মাত্ৰ দোষ থাকিলে সেই দোষ গুণৰ মাজত বিলীন হৈ যায় বুলি যি কবিয়ে কৈছে, সেই কবিৰ সূক্ষ্ম দৰ্শন অতি কম; কাৰণ তেওঁ নেজানে যে একমাত্ৰ দাৰিদ্ৰ্য দোষেই সকলো গুণকে ধ্বংস কৰে।

মহাকবি কালিদাসৰ কাব্যৰ বিষয়বস্তু মৌলিক নহয়। কবি বাল্মীকিৰ আৰু ঋষি বেদব্যাসৰ মহাকাব্য দুখনিৰ পৰাই অধিকাংশ সমল গ্ৰহণ কৰিছে। ৰঘুবংশ মহাকাব্যও অলঙ্কাৰ শাস্ত্ৰত থকা মহাকাব্যৰ লক্ষণবোৰ অনুসৰণ কৰি লিখা হৈছে। কালিদাসে যদিও আদিকবি বাল্মীকিক অনুকৰণ কৰা বুলি কৈ সেই ঋণ সবিনয়ে স্বীকাৰ কৰিছে, তথাপি দেখা যায় যে কালিদাসে অন্ধ অনুকৰণ নকৰি যথেষ্ট কৃতিত্ব আৰু মৌলিকতাৰ পৰিচয় দিছে। বহু ঠাইত নতুন চৰিত্ৰ আৰু অভিনৱ ঘটনাৰ সৃষ্টি কৰিছে। ৰঘুবংশত বশিষ্ঠৰ হোমধেনু ৰক্ষাৰ বাবে দিলীপৰ আত্মত্যাগৰ গৌৰৱময় কাহিনী কবিৰ মৌলিক কল্পনাৰ এটি উজ্জ্বল নিদৰ্শন।

কালিদাসে মহান ৰাজন্যবৰ্গৰ চৰিত্ৰ অনুশীলনৰ মাজেদি দেখুৱাইছে যে মানুহে বাল্যকাল ব্ৰহ্মচৰ্য্য ৰক্ষা কৰি বিদ্যা অৰ্জ্জন কৰিব লাগে। তাৰ পাছত যেতিয়া পূৰ্ণ যৌৱন আহে, তেতিয়া গাৰ্হস্থ্য ধৰ্ম অনুশীলনৰ মাজেদিহে যৌৱনতাৰ

সাৰ্থকতা আনিব লাগে। তাৰ পাছত যেতিয়া বানপ্ৰস্থৰ সময় আহে তেতিয়া একমাত্ৰ সাধন ভজন আৰু তপস্যা কৰিব লাগে আৰু অন্তিমত সন্ন্যাস ধৰ্ম গ্ৰহণ কৰিব লাগে অৰ্থাৎ সংসাৰৰ বিষয় ভোগ পৰিত্যাগ কৰি পৰমাত্মাৰ তত্ব বিচাৰ কৰিব লাগে। কালিদাসৰ ৰচনাসমূহত কাব্য মহাকাব্য নাটকাদিত তেওঁ এই পৰম্পৰা ৰক্ষা কৰিছে।

দেশৰ শিক্ষা সংস্কৃতি সাহিত্য আৰু সভ্যতাৰ আদৰ্শ ৰক্ষা কৰা পৰৱৰ্ত্তী সাহিত্যিক সকলৰ প্ৰধান কৰ্ত্তব্য। পূৰ্ব্বসূৰী সাহিত্যিক, কবি, গ্ৰন্থকাৰ সকলে যি আদৰ্শ ৰক্ষা কৰি পৰম্পৰা সৃষ্টি কৰি আহিছে, সেই পথৰ অনুসৰণত হে দেশৰ সংস্কৃতিৰ ধাৰা উত্তৰোত্তৰ উন্নতিৰ পথেদি গতি কৰে। সাহিত্যই জাতিৰ ইতিহাস। সেই ইতিহাসত দেশৰ কৃষ্টি সংস্কৃতি লিপিবদ্ধ হ'লেহে সাংস্কৃতিক বৈশিষ্ট্য, কৃষ্টিগত পৱিত্ৰতা আৰু ধাৰাবাহিকত্বৰ মূল্যায়নৰ উপযুক্ত প্ৰমাণ পোৱা যায়। পৰম্পৰাগত সাহিত্যই সেই ইতিহাস, সেই ঐতিহ্য নিৰ্ম্মাণ কৰে। আন দেশৰ কৃষ্টি সংস্কৃতিৰ লগত সংমিশ্ৰণ হোৱাটোত বাধা দিব নোৱাৰি ই অতি সঁচা কথা ; কিন্তু সেই সংমিশ্ৰণৰ মাজতো দেশৰ সুকীয়া বৈশিষ্ট্য ৰক্ষা কৰা সম্ভৱ। এই বৈশিষ্ট্য কালিদাসেহে মাথোন ৰক্ষা কৰিছে সেইটো নহয়, পূৰ্ব্বৱৰ্ত্তী আৰু পৰৱৰ্ত্তী বিখ্যাত কবি, সাহিত্যিক আৰু গ্ৰন্থকৰ্ত্তা সকলেও ৰক্ষা কৰি আহিছে, বিদেশীয় আৰু বিজাতীয় কৃষ্টি সংস্কৃতিৰ প্ৰভাৱ দেশীয় সাঁচত গঢ় দি আহিছে।●

# এক অঞ্জলি তৰ্পণ-বাৰি

পৰম পূজনীয় গুৰুজী— মাধৱৰাও সদাশিৱৰাও গোলৱলকৰ আজি মানৱ দেহত এই সংসাৰত নাই। ভাৰতৰ মহাকাশৰ পৰা এটা উজ্জ্বল জ্যোতিষ্ক খহি পৰিছে আৰু এই উজ্জ্বল জ্যোতিষ্কই আজি প্ৰত্যক্ষ ভাৱে ভাৰতবৰ্ষৰ আকাশৰ পৰা জ্যোতি বিকীৰণ নকৰে ; কিন্তু অনন্ত আকাশৰ পৰা বিশ্বমানৱৰ হৃদয় আকাশত সেই জ্যোতি চিৰকাল বিকীৰণ কৰি থাকিব আৰু তাক নিশ্চয় উপলব্ধি কৰি থাকিব পাৰিব ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ একনিষ্ঠ সেৱক সকলে।

ভাৰতবৰ্ষ ঋষি, মনীষীৰ দেশ— সত্য ত্ৰেতা, দ্বাপৰ আৰু কলি চাৰি যুগতে। অতীজৰ ঋষি মুনি সকলৰ মূৰ্ত্তিৰ স্বৰূপ আমি কল্পনা কৰো, কল্পনাৰ সাহায্যত তাৰ চিত্ৰ আকো, এই চিত্ৰৰ সহায়ত বিভিন্ন ঋষিৰ বিভিন্ন চৰিত্ৰৰ মহিমা, বৈশিষ্ট্য আৰু ঔদাৰ্য্যৰ গুণ উপলব্ধি কৰো ; কিন্তু এই যুগতে অতীতৰ ঋষি চৰিত্ৰৰ প্ৰত্যক্ষ প্ৰতীক হিচাবে আমি দেখিবলৈ পাইছিলো মাধৱৰাও সদশিৱৰাও গোলৱকৰৰ মানৱীয় পঞ্চভৌতিক শৰীৰত আৰু দেবোপম নিৰ্ম্মল স্বভাৱত। সদানন্দ মুখ, সদাপ্ৰফুল্লিত হাঁহি, সদা উপস্থিত বুদ্ধিৰ প্ৰভাৰ প্ৰতিবিম্ব আৰু আমি দেখিবলৈ নাপাম— তেনে সৌভাগ্য আৰু নঘটে। ই এক মৰ্মান্তিক বেদনাৰ কথা সন্দেহ নাই।

ভাৰতীয় সংস্কৃতিৰ ধাৰক, ভাৰতীয় পৰম্পৰাৰ সংৰক্ষক আৰু সংবাহক পৰম পূজনীয় গুৰুজীৰ আজি অন্তৰ্দ্ধান হৈছে। আজি আৰু আমি তেখেতৰ গম্ভীৰ ভষণৰ পৰা শুনিবলৈ নাপাওঁ বৈদিক কৃষ্টিৰ স্বৰূপ বৰ্ণনা ; ভাৰতীয় উপনৈষদিক দৰ্শনৰ সহজ সৰল ব্যাখ্যা।

গুৰুজীয়ে দেশপ্ৰেমৰ এক মহান আদৰ্শ স্থাপন কৰি গৈছে, সমাজ সেৱাৰ বাবে সংগঠন মূলক কৃতিত্ব দেখুৱাই গৈছে আৰু সমগ্ৰ ভাৰতীয় জাতিটোক ভ্ৰাতৃত্বৰ ডোলেৰে পৰস্পৰে পৰস্পৰক বন্ধন কৰিবৰ নীতি আৰু পথ নিৰ্দ্দেশ কৰি দি আজি আমাৰ মাজৰ পৰা অদৃশ্য হৈছে। আজি আমাৰ মহান কৰ্তব্য হৈছে— তেখেতৰ আদৰ্শ ৰূপায়িত কৰা, তেখেতৰ কৃতিত্বক মহিমামণ্ডিত কৰা আৰু তেখেতৰ নিৰ্দ্দেশিত নীতিৰে পথক্ৰম কৰা। নিশ্চয় ৰাষ্ট্ৰীয় স্বয়ং সেৱকৰ প্ৰাণত গুৰুজীৰ নিৰ্দ্দেশ, বাণী সমূহে প্ৰেৰণা, উৎসাহ আৰু উদ্দীপনা যোগাই থকিব।

গুৰুজী আছিল এজন অসামান্য পুৰুষ আৰু অসাধাৰণ তীক্ষ্ণধী ব্যক্তি, স্বীয় চৰিত্ৰ প্ৰভাত নিজেই প্ৰভান্বিত, ৰশ্মিকৰোজ্জল সূৰ্য্যৰ নিচিনা।

স্বৰ্গগত পৰম পূজনীয় গুৰুজীৰ উদ্দেশ্যে, এই যুগৰ মহাপ্ৰাণ ঋষি জনৰ উদ্দেশ্যেই ই মাত্ৰ এক অঞ্জলি তৰ্পন-বাৰি। গুৰুজীৰ ত্যাগ ধৰ্মই আৰু জীবনান্ত মুহূৰ্ত্ত পৰ্য্যন্ত তাৰ সাধনাই ভাৰতবাসীৰ তথা সমগ্ৰ মানৱ জাতিক পূত-পৱিত্ৰ কৰি শান্তি দান কৰক।

পিতৃ-মাতৃৰ একমাত্ৰ অৱশিষ্ট সন্তান চিৰকুমাৰ গুৰুজীৰ স্বাৰ্থ বুলিবলৈ একো নাছিল। অনাশক্তি, ত্যাগ আৰু পৰাৰ্থপৰতাই আছিল তেখেতৰ আজীৱন ব্ৰত। দেহ, মন সকলো তেখেতে সমৰ্পণ কৰিছিল দেশমাতৃকাৰ পৱিত্ৰ বেদীত। গুৰুজীৰ অমৰ আত্মাই 'নমস্তে সদাবৎসলে মাতৃভূমে'' প্ৰাৰ্থনাৰ মাজতেই নশ্বৰ দেহ ত্যাগ কৰিলে।

মাত্ৰ সিদিনালৈ সমগ্ৰ দেশৰ অগণন স্বয়ংসেৱক আৰু অন্যান্যসৱে সদা প্ৰফুল্ল আৰু হাস্যমুখ গুৰুজীৰ দৰ্শন আৰু সান্নিধ্য লাভ কৰিছিল আৰু তেখেতৰ শ্ৰীমুখৰ পৰা জাতীয় পুনৰ্গঠন সম্পৰ্কীয় উপদেশ বাণী আৰু পৰামৰ্শ শুনিবলৈ পাইছিল। আজি আৰু সেই গুৰুজী সশৰীৰে ইহ ধামত নাই। বিৰাটৰ লগত মিলিবলৈ গুৰুজীৰ আত্মা দেহ পিঞ্জৰ পৰিত্যাগ কৰি গুচি গ'লগৈ। সংঘৰ প্ৰগতি আৰু বিস্তাৰৰ পাথেয় হৈ ৰ'ল গুৰুজীৰ উদ্দীপনাময় চিন্তাধাৰা আৰু কৰ্মপন্থা।

ওপৰৰ পৰা ভগৱানৰ কৃপা আৰু গুৰুজীৰ আশীৰ্ব্বাদ সংঘৰ শিৰত বৰষিত হওক আৰু নৱনিযুক্ত সৰসংঘচালক পৰম পূজনীয় শ্ৰীমধুকৰ দত্তাত্ৰেয় দেৱৰসদেৱৰ সুযোগ্য পৰিচালনাত সংঘ উগ্দতিৰ পথত আগুৱাওক।

ভাৰত মাতাকী জয়!!●

# যুগে যুগে তুমি..........

যুগে যুগে তুমি আহিছা কতবাৰ
উজ্বল জ্যোতির্ময়
তুমি পুৰ্ণ কৃষ্ণ, ৰামচন্দ্ৰ
তুমি শিৱাজী দুৰ্জয়।।

তুমি ভাৰতৰ আশাৰ প্ৰতীক
এন্ধাৰ নিশাৰ মহান প্ৰদীপ
তুমি হে জাতিৰ কৰ্ণধাৰ
তুমি ধীৰ স্থিৰ অচল অটল
বাধীহীন অজেয় নিৰ্ভয়।।

জাতিৰ তৰণী বিপদাপন্ন
অন্তৰত জাগে ভয়
গৌৰৱ সূৰ্য্য অস্তাচলত
এন্ধাৰে লভে বিজয়
তুমি পবিত্ৰ সুচৰিত্ৰ
নিৰ্মল নিৰাময়
তুমি দূৰদৰ্শী সত্য সন্ধানী
কৰিলা পুনৰ সূৰ্যোদয়।।

তুমি দেখিলা তুমি জানিলা
জগাই তুলিলা জনতা
দানি পথৰ সন্ধান, নাশি য'ত অজ্ঞান
জ্ঞান দিলা তুমি অক্ষয়।

# ভাৱৰ বুৰবুৰণি

## হিন্দুৱে হিন্দুত্ব ৰক্ষা কৰাটোৱে সাম্প্ৰদায়িকতা

জন বিক্ষোভ শান্ত কৰিবলৈ ক্ষমতাধিষ্ঠিত শাসকবৰ্গই জাতিৰ সমস্যা সমূহৰ ভিতৰত এনে একোটি প্ৰাণস্পৰ্শী সমস্যাৰ বিষয়ে উল্লেখ কৰি বিধিসঙ্গত জন আন্দোলনৰ গতি ঘূৰাবলৈ যত্ন কৰে যে তাৰ দ্বাৰা শাসন নীতিৰ ন্যায়নিষ্ঠ সুবিচাৰৰ পথ ৰুদ্ধ হৈ যায়। ভাৰতত এনে এটি সমস্যা হৈছে সাম্প্ৰদায়িক বিদ্বেষ। যিকোনো ঘটনাকে সাম্প্ৰদায়িক ৰহণেৰে ৰঞ্জিত কৰা এটা সুপ্ৰসিদ্ধ ৰীতি হৈ পৰিছে। আন ফালে প্ৰকৃত ঘটনাৰ মূল অন্বেষণ নকৰি মিছা কাৰণ দেখুৱাই জনগণক ভুৰা দিবৰ এটা সুচল পন্থা ৰূপে গৃহীত হৈ আহিছে। পাকিস্থানৰ হিন্দু বিদ্বেষ আৰু হিন্দু বিতাৰণক অৰ্থনৈতিক সমস্যা বুলি উৰাই দিবৰ চেষ্টা চলিছে। সহ অৱস্থান নীতিত নাইবা ধৰ্মনিৰপেক্ষতাৰ ভিত্তিত সকলো মানুহে যদিও নিজৰ নিজৰ ধৰ্ম নিৰ্বিবাদে পালন কৰিব পাৰে তথাপি হিন্দুৱে যদি হিন্দুত্ব ধৰ্ম পালন কৰিবলৈ বিচাৰে তেতিয়া হিন্দু হৈ পৰে সাম্প্ৰদায়িকতাৰ দোষত দুষ্ট। হিন্দুৰ ধৰ্মপালনত যদি অহিন্দুৱে বাধাৰ সৃষ্টি কৰি হিন্দুৰ প্ৰতি বিদ্বেষ কৰে, হিন্দুক হে সাম্প্ৰদায়িক বুলি দোষাৰোপ কৰা হয়। আজি দেশত কম্যুনিষ্ট আৰু নক্সালপন্থী দলে সমাজ ধ্বংস কৰি পেলাব ধৰিছে, ব্যক্তিগত আৰু সমাজগত সা-সম্পত্তি লুণ্ঠন কৰিছে, ধ্বংস কৰিব ধৰিছে— তাৰ বিৰুদ্ধে ৰিঙিয়াই মাতিছে জনসংঘ আৰু স্বতন্ত্ৰ পৰ্টিয়ে। সেইবাবে এই দুটা পাৰ্টি হৈছে প্ৰতিক্ৰিয়শীল আৰু সাম্প্ৰদায়িক — শাসনাধিষ্ঠিত কংগ্ৰেছ দলৰ মতে। আজি বাওপন্থী দলে ভাৰতীয় সকলো প্ৰকাৰ কৃষ্টি, সংস্কৃতিৰ মূল ধ্বংস কৰি ভাৰতীয় জাতীয়তাও ধ্বংস কৰিবলৈ ওলাইছে। তাৰ মূল কাৰণ বিচাৰ নকৰি সাম্প্ৰদায়িকতাৰ ৰহণ সানি সেই ধ্বংসকাৰী জাতিদ্ৰোহী, দেশদ্ৰোহী সকলক হে সমৰ্থন কৰিব ধৰিছে। সিহঁতেই যে বহু ক্ষেত্ৰতে সাম্প্ৰদায়িকতাৰ বীজ বপন কৰি ফুৰিব ধৰিছে— তালৈ দৃষ্টি দিবৰ আৱশ্যকতা বোধ নকৰে শাসক গোষ্ঠীয়ে। হিন্দুৱে আন ধৰ্মৰ লোকক ধৰ্ম্মান্তৰিত কৰাটো দোষ কিন্তু আন ধৰ্মৰ লোকে হিন্দুক ধৰ্ম্মান্তৰিত কৰাটো দোষ নহয়— প্ৰথমটো হ'ল প্ৰতিক্ৰিয়াশীলতা আৰু পাছৰটো প্ৰগতিমূলকতা।

## আৰ্য্য বিলাক কৰো পৰা অহা নাই.........

বেদ উপনিষদ ৰচনা কৰা ঋষি সকল যদি মধ্য এচিয়াৰ পৰা আহিছিল বুলি ধৰা যায় তেন্তে মধ্য এচিয়াত থকা সকলো বিলাক লোকেই ভাৰতলৈ আহিছিল নে? নে কিছু সংখ্যক লোক তাতেই থাকিছিল আৰু কিছু সংখ্যক লোক পশ্চিমৰ দেশবোৰলৈকে গৈছিল। যিবিলাক লোক ভাৰতলৈ নাহি তাতে থাকিল আৰু যিবিলাক লোক পশ্চিম দেশৰ ফালে গ'ল সেই বিলাক লোকৰ সভ্যতাৰ বয়স কিমান? আৰু পাশ্চাত্য পণ্ডিত সকলৰ গণনাত ভাৰতীয় সভ্যতাৰ বয়স কিমান? বেদ উপনিষদৰ নিচিনা বা ৰামায়ণ মহাভাৰতৰ নিচিনা গ্ৰন্থ ভাৰতলৈ নহা একেগোষ্ঠীৰ লোকসকলে কিয় ৰচনা কৰিব নোৱাৰিলে? সভ্যতাৰ সোঁত ভল্গাৰ পৰা গঙ্গালৈ আহিছিল নে গঙ্গাৰ পৰা ভল্গালৈ গৈছিল? আজি ভাৰতত 'গঙ্গা নদী এটা পৱিত্ৰ নদী' বুলি শিক্ষা দিয়াও হেনো দোষৰ কথা। ভাৰতীয় জাতিৰ অধঃপতন আৰু কিমান তললৈ নামিব? আজি ভাৰতত এদল শক্তিশালী লেখক ওলাব ধৰিছে যিবিলাকে বেদ উপনিষদ তন্ত্ৰ পুৰাণৰ ব্যাখ্যা দিওঁতে শ্ৰীধৰস্বামী (ব্যাখ্যাত যিজন অবিসম্বাদী), শঙ্কৰাচাৰ্য্য আৰু ৰাধাকৃষ্ণণৰ ব্যাখ্যাকো ভুল বুলি ক'ব ধৰিছে। হিন্দুৰ আচাৰ ধ্বংস কৰি সন্তুষ্ট হোৱা নাই, হিন্দুৰ পুৰণি ইতিহাস বিকৃত কৰি সন্তুষ্ট হোৱা নাই। এতিয়া হিন্দুৰ বেদ উপনিষদ আৰু দৰ্শনাদি শাস্ত্ৰৰো কুব্যাখ্যা আৰু অপব্যাখ্যা কৰি হিন্দুৰ কৃষ্টিৰ মূল গ্ৰন্থবোৰকো কলুষিত কৰিবৰ প্ৰয়াস চলিছে।

## ভাৰতীয় কৃষ্টিৰ মূল অন্বেষণৰ পন্থা কি?

শব্দ শক্তিৰ প্ৰৱাহৰ বিজ্ঞানেই শব্দোৎপত্তিৰ মূল। কাৰণ কি বিচাৰ কৰিলে— শব্দ ব্ৰহ্মালৈ যাব লাগিব। শব্দ শক্তিৰ বিজ্ঞানৰ মূল তত্ত্বৰ বিষয়ে ক'বলৈ যাওঁতে 'উদ্গীথ' প্ৰণৱ বাও ব্যাখ্যা কৰি এজন আধুনিক লিখকে কৈছে যে মানুহে প্ৰথমতে ছন্দতে হে কথা কৈছিল। ইয়াৰ প্ৰমাণ কি? এনে একোটা উদ্ভট কল্পনাৰে প্ৰণৱোৎপত্তিৰ মূল কাৰণ অপব্যাখ্যা কৰিবলৈ তেওঁ প্ৰয়াস পাইছে। এই লিখকজন কম্যুনিষ্ট। (১) হিগেলৰ আধ্যাত্মিক দৰ্শন মাৰ্ক্সে যেনেকৈ জড়বাদত ৰূপান্তৰিত কৰি হিগেলৰ সত্য দৰ্শনৰ তথ্যৰ বিকৃতি ঘটালে সেই দৰে বাক্ আৰু প্ৰাণৰ মিথুনক নৰনাৰীৰ মিথুনৰ তুলনাৰে সভ্যতাৰ মাপকাঠীৰ সৃষ্টি কৰি সৃষ্টি বিজ্ঞনাৰ মূল তত্ত্বৰ দৃষ্টিকো বিকৃত ৰূপ দান কৰিলে। মাতা, পুত্ৰ, ভ্ৰাতা, ভগ্নী মিথুনৰ পৰা সভ্যতাৰ অতীত বুৰঞ্জী বুলি কবলৈ দ্বিধা বোধ কৰা নাই। উদ্গীথ সামগান — ওঁকাৰ তাৰ প্ৰতীক। বাক আৰু প্ৰাণৰ মিথুনৰ পৰা উদ্গীথ উৎপত্তি। সেই বাবে ওঙ্কাৰ ধ্বনিৰ প্ৰথম উচ্চাৰণৰ ভিত্তিত সকলো মানুহে প্ৰথমতে ছন্দত

কথা কৈছিল— এই ব্যাখ্যা কিমান শুদ্ধ? উপনিষদৰ ওঙ্কৰ তত্ত্বৰ আধুনিক ব্যাখ্য যেনেদৰে দিয়া হৈছে— সমগ্ৰ ভাৰতীয় কৃষ্টিৰ ব্যাখ্যাও সেইদৰে দিয়া হৈছে। সামগান কৃষকৰ গান বুলি কবলৈ দ্বিধা কৰা নাই। যদি সেই সামগান কৃযকৰেই হয় আজিৰ সভ্য জগতত প্ৰগতিশীল সুসভ্য কৃষকে তেনে তত্ত্বপূৰ্ণ, জ্ঞান গৰ্ভ আৰু সুমধুৰ সঙ্গীত কিয় ৰচনা কৰিব নোৱাৰে? প্ৰথম ৰাক্য যদি ছন্দোময় আছিল আৰু মানুহে যদি ছন্দতেই কথা কৈছিল তেন্তে সেই ছন্দ আৰু গানৰ দিনৰ যি সভ্যতা সেই সভ্যতাই আদি বুলি ধৰি লৈ আজিৰ প্ৰগতি বিচাৰ কৰিলে কি প্ৰমাণ হয়?

এতিয়া ভাৰতীয় কৃষ্টি সংস্কৃতিৰ বাহক আৰু ধাৰক দৰ্শন শাস্ত্ৰবোৰ— বেদ উপনিষদবোৰ বিকৃত কৰাৰ চেষ্টা ভাৰতীয় লোকৰ দ্বাৰাই হ'ব ধৰিছে।●

# স্বভাৱৰ গতি

স্বভাৱৰ গতিক বাধা দিয়া টান। যদিহে স্বভাবৰ গতিক বাধা দিয়া যায় তেন্তে বিপৰ্য্যয় অৱশ্যম্ভাৱী। পানীৰ স্বভাৱ হৈছে তললৈ বৈ যোৱা। নিম্নমুখী জলৰাশিক যদি উৰ্দ্ধমুখী কৰিবলৈ প্ৰচেষ্টা চলোৱা যায় প্লাৱন অনিবাৰ্য্য। দ ঠাই বোৰ যদি ওখ কৰা হয় আৰু পানী স্বাভাৱিক গতিত যিবোৰ ঠাইলৈ যায়, সেই ঠাই বোৰলৈ যদি যাব নোৱাৰা হয়, পানী বোৰ ক'লৈ যাব? আজি কালি অসমৰ বিলবোৰ বাম হৈ গৈছে। ব্ৰহ্মপুত্ৰও বাম হৈছে। বৰষুণ হ'লে অতিৰিক্ত পানী আৱদ্ধ হৈ থাকিবৰো বিল নাই। ব্ৰহ্মপুত্ৰয়ো আগৰ দৰে সেই পানী বৈ লৈ যাবও নোৱাৰে বা গৰ্ভত ধাৰণ কৰি থাকিবও নোৱাৰে। বানপানী নোহোৱাটোহে অস্বাভাৱিক। এনে অৱস্থাত সৰু সৰু নৈবোৰৰ দুয়ো পাৰে মথাউৰী দিলে পানী আৱদ্ধ কৰি ৰখাৰ ব্যৱস্থা হ'ব পাৰে সঁচা কিন্তু কেঁচা মাটি বা বালিৰ বান্ধ দি মথাউৰী দিলে পানীৰ স্বভাৱৰ গতিক বাধা দিব পাৰি জানো?

যেতিয়া বিল নাই তেতিয়া কৃত্ৰিম হ্ৰদ বা বিল তৈয়াৰ কৰিব লাগিব। তাত খৰচ কম হ'ব। ওপৰঞ্চি পানী তাত জমা হ'ব। আকৌ বানপানী খেতি পথাৰত সোমাবলৈও দিব লাগিব— তাত মাটি সাৰুৱা হয়, মাছ পুঠিৰো ব্যৱস্থা হয়। কৃত্ৰিম হ্ৰদ বা বিল তৈয়াৰ কৰিলে স্বভাৱিক বিলৰ দৰে মীন ক্ষেত্ৰৰো কাম দিব। তাত খৰচো কম হ'ব। মটিও কম লাগিব। মাছৰ বাবে সৰু সৰু মীন ক্ষেত্ৰ কৰাতকৈ বেচি ফল দায়ক হ'ব। যিবোৰ গাৱঁত প্ৰতি বছৰে বানপানী হয়, সেই গাওঁবোৰৰ পৰা কিছুমান লোক উঠাই নি সেই ঠাইবোৰকে বিলত পৰিণত কৰিব পাৰি। মানুহবিলাকক পুনঃ সংস্থাপন কৰাত তিমান খৰচো নপৰিব। মথাউৰীবোৰ পকা কৰাতকৈ নাইবা বছৰি মেৰামতি কৰি থকাতকৈ কম খৰচ পৰিব। সৰু সৰু নদীৰ মুখবোৰ অৰ্থাৎ নদীবোৰ ব্ৰহ্মপুত্ৰত যি ঠাইত পৰিছে সেই ঠাই বোৰতো বিল তৈয়াৰ কৰিব পাৰি আৰু সেই ঠাইবোৰত জমি থকা বালিবোৰ ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা উঠাই দিলেও পানী কিছু আবদ্ধ হৈ থকাৰ ব্যৱস্থা হয়। সেইবাটে দিও কোনোৱে চিন্তা নকৰে। বিল বা দ ঠাই বোৰ বাম হয় আৰু আকৌ আন ওখ ঠাইবোৰ ক্ৰমে দহৈ যায়। তেতিয়া মানুহ বিলাক তাৰ পৰা ক্ৰমে ক্ৰমে উঠি যায়। এয়ে আছিল স্বাভাৱিক গতি আৰু নীতি।

এই বৃদ্ধই ১৯৫০ চনতে (যেতিয়া মথাউৰী দিয়াৰ প্ৰশ্ন উঠে) তেতিয়াই সংশ্লিষ্ট মহলক চিঠিৰে আৰু খবৰ কাগজৰ জৰিয়তে সকীয়াই দিছিল মথাউৰী দিয়াৰ পূৰ্বে এই ব্যৱস্থা গ্ৰহণ কৰিবলৈ। নগণ্য নিঃকিন বুঢ়াৰ কথা কোনে শুনে?

এতিয়াও চৰজমিন তদন্ত কৰি চাই কোনো কোনে গাৱঁৰ মানুহক উঠাই নি সেই গাওঁবোৰ বিলত পৰিণত কৰিলে কিছু উপকাৰ হ'ব যে সি ধ্রুৱ নিশ্চয়। এতিয়াও কামৰূপৰ বৰভাগ মৌজাৰ আৰু আৰাঙমৌ, কমাৰকুছি, উত্তৰ কুছি, বুকিয়া, নখেতি ইত্যাদি গাওঁবোৰৰ মানুহ বিলাকক পুনঃ সংস্থাপনৰ বাবে অর্থ সাহায্য দি উঠাই নিবলৈ যত্ন কৰিলে বেছি ফলদায়ক হ'ব। এই বিষয়ত এই বৃদ্ধই কেইবা বছৰেও খবৰকাগজত লিখিছিল। নলবাৰীৰ ককেয়া আৰু সন্ধা গাৱঁৰ ওচৰত বছৰি মথাউৰী ভাঙি যায়। সেই ঠাইৰ মানুহ বিলাকক অন্যত সংস্থাপিত কৰি এটা কৃত্রিম বিল তৈয়াৰ কৰিলে বেছ লাভজনক হ'ব। সেইদৰে অসমৰ আন আন ঠাইতো এই পদ্ধতি গ্রহণ কৰা উচিত। বহিৰাগত সকলে অসমৰ মাটি বেদখল কৰি যি দৰে বহি যাব ধৰিছে অসমৰ বান জুৰুলা মানুহৰ কাৰণে বান বিধ্বস্ত অঞ্চলৰ পৰা নিজে নিজে উঠি যোৱাৰো পথ ৰুদ্ধ হৈ যাব।

স্বভাৱৰ গতিক বাধা নিদি মানুহে স্বাভাৱিক গতিৰ অনুকূলে কার্য্য পন্থা হাতত লোৱা উচিত।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

# সংস্কৃতিৰ ৰূপ পৰিবৰ্তন— পুষ্পোদ্যান নিৰ্ম্মাণ

আজি ইংৰাজী শিক্ষাত শিক্ষিত লোক সকলে ভাৰতীয় সংস্কৃতিৰ ৰূপ উপলব্ধি কৰিবলৈ অক্ষম হৈ পৰিছে। সেই কাৰণে দেশ প্ৰেমৰ অনুভূতিও ক্ষীণৰ পৰা ক্ৰমে ক্ষীণতৰ হৈ যাবলৈ ধৰিছে। আকৌ আমি নিজৰ অতীত কি আছিল তাকো বুজি নাপাওঁ। ইংৰাজী ভাষাৰ সাহিত্য, বিজ্ঞান, বুৰঞ্জী আদি পঢ়ি আমাৰ দেশৰ ভাষা সাহিত্য বিজ্ঞান, বুৰঞ্জী নপঢ়ো, পঢ়িলেও বিশ্বাস নকৰো। সেই কাৰণে আমি বিশ্বাস নকৰো যে গণিত, বীজ গণিত, জ্যোতিৰ্গণনা, তৰ্কশাস্ত্ৰ, ব্যাকৰণ, শিল্পবিদ্যা, স্থপতি বিদ্যা, ভেষজ বিদ্যা, অস্ত্ৰ চিকিৎসা (Surgery) ইত্যাদি ভাৰততে পোন প্ৰথমে উৎপত্তি লাভ কৰিছিল। আমি সংস্কৃত ভাষা পঢ়িবলৈ এৰি দিছো, আনকি সংস্কৃত ভাষাৰ প্ৰতি এটা বিদ্বেষ ভাৱহে পোষণ কৰো। সেই কাৰণে আমি নিজৰ দেশখনকে যেতিয়া চিনি নাপাওঁ, সেই দেশৰ প্ৰতি আমি আমাৰ প্ৰেম অনুভৱ কৰিব পাৰিম কেনেকৈ?

ইংৰাজ গ্ৰন্থকাৰে যিবোৰ কথা লিখি থৈ গৈছে, তাৰ আগত আমাৰ সংস্কৃত ভাষাত লিখা গ্ৰন্থৰ কথাই কোনো প্ৰকাৰে বিশ্বাস উৎপাদন কৰিব নোৱাৰে।

আমাৰ দেশ প্ৰেমৰ অনুভূতি হ্ৰাস পাই আহিব ধৰিছে। তাৰ প্ৰধান কাৰণ হৈছে আমি দ্ৰুত বেগেৰে আমাৰ সংস্কৃতিৰ পৰা আঁতৰি যাবলৈ ধৰিছো। আমাৰ পিতৃ পিতামহ আদি পূৰ্ব্ব পুৰুষ সকলে জীৱন যাত্ৰাৱ যি আদৰ্শ আগতলৈ চলিছিল, সেই আদৰ্শ তেওঁলোকৰ জীৱন যাত্ৰাৰ দৈনন্দিন কাৰ্য্যত প্ৰতিফলন হৈছিল। আমাৰ কাৰ্য্যবোৰ আচাৰ ব্যৱহাৰ আৰু কৰ্ম পদ্ধতিত প্ৰতিফলতি হয়। নিজৰ দেশৰ জীৱন যাত্ৰাৰ পদ্ধতিৰ প্ৰতি আমাৰ শ্ৰদ্ধা নাই, অৱহেলা বা হীনমন্যতা আছে। উদাহৰণ স্বৰূপে আমি প্ৰথমতঃ ফুলৰ উদ্যানৰ পালে দৃষ্টি দিওঁচোন।

মহাভাৰতত পোৱা যায় যে এসময়ত শুক্ৰাচাৰ্য্য ত্ৰিলোকৰ অধীশ্বৰ বিৰোচনৰ পুত্ৰ বলিৰ ওচৰলৈ অহাত দৈত্য ৰাজ বলিয়ে দৈত্যগুৰু শুক্ৰচাৰ্য্যক পাদ্য অৰ্ঘ্য আদিৰে পূজা কৰি উৎকৃষ্ট আসনত বহিবলৈ দি প্ৰশ্ন কৰিলে হে ব্ৰাহ্মণ! দেৱতা সকলক পুষ্প আৰু ধূপ দীপেৰে পূজা কৰাৰ ফলত কি হয়?

শুক্ৰই তেতিয়া ক'বলৈ ধৰিলে— হে দৈত্যৰাজ! যেতিয়া সৃষ্টি আৰম্ভ হয় তেতিয়া প্ৰথমতে কেৱল তপস্যা উৎপন্ন হয় তাৰ পাছত ধৰ্ম উৎপন্ন হয়।

ধৰ্ম অনুযায়ী বহুপ্ৰকাৰৰ লতা উৎপন্ন হয়। সেই লতাবোৰৰ ভিতৰত এনে এক প্ৰকাৰ লতা উৎপন্ন হয় যে সেই লতাবোৰৰ পৰা ৰাতি এক প্ৰকাৰ মৃদু জ্যোতি বাহিৰ হয়। ইয়াক জ্যোতিৰ্লতা বোলে। ইয়াৰ আন এটি প্ৰখ্যাত নাম ওষধি। সেইদৰে বহু প্ৰকাৰ বৃক্ষ উৎপন্ন হয়। বৃক্ষ আৰু লতাবোৰৰ অধিষ্ঠাত্ৰী দেৱতা হৈছে চন্দ্ৰ। জ্যোতিৰ্লতাৰ যেনেকৈ ৰাতি মৃদুজ্যোতি দান কৰা ধৰ্ম আছে, সেইদৰে বিভিন্ন বৃক্ষৰ কোনো নহয় কোনো প্ৰকাৰ ধৰ্ম আছে। সেই ধৰ্ম প্ৰধানতঃ দুই প্ৰকাৰ— অমৃত আৰু বিষ। যি জোপা বৃক্ষ বা লতাক দেখা মাত্ৰকে অন্তৰত ভক্তি উৎপন্ন হয় সেয়ে অমৃত আৰু যাৰ গোন্ধত মনত বিযাদ বা গ্লানি উপস্থিত হয়, সেয়ে বিষ। অমৃতক মঙ্গল আৰু বিযক অমঙ্গল বুলি ক'ব পৰা যায়। ওষধি বিলাকৰ ভিতৰত কিছুমান অমৃত বৃক্ষ বা অমৃতলতা আছে, আৰু কিছুমন বিষবৃক্ষ বা বিষলতা আছে। যিবিলাক নিতান্ত উগ্ৰতেজস্বী, সেই বিলাকে বিয জাতীয় আৰু বিবিলাক শান্ত আৰু সুন্দৰ সেই বিলাকেই অমৃত। তাৰ ভিতৰত যিবিলাক বৃক্ষ আৰু লতাৰ ফুল বিলাকে মনত আনন্দ দিয়ে, সেইবিলাকেই অমৃত। মনত আনন্দ দিয়ে কাৰণে ফুলৰ আন এটি নাম সুমনা। যিজন লোকে দেৱতাক সুগন্ধি ফুলেৰে পূজা কৰে দেৱতা সকল সেইজন লোকৰ প্ৰতি যাৰপৰনাই সন্তুষ্ট হৈ তেওঁৰ মঙ্গল বিধান কৰে।

পুষ্প বিলাকৰো দুই প্ৰকাৰ গোন্ধ আছে — ইষ্ট গোন্ধ আৰু অনিষ্ট গোন্ধ। ইষ্ট গোন্ধ থকা ফুল বিলাকে দেৱতাসকলৰ প্ৰীতি বৰ্দ্ধন কৰে।

যিবিলাক বগা ফুল কাঁইট নথকা গছত ফুলে, সেইবিলাক ফুলে দেৱতা সকলক বিশেষ আনন্দ দিয়ে। পানীত হোৱা ফুল, যেনে উৎপল, মৌকাফুল আৰু পদুমফুল আদিৰ মালা গন্ধৰ্ব্বব, নাগ আৰু যক্ষ পূজাত দিব লাগে

অথৰ্ব্ব বেদত পোৱা যায় যে শত্ৰুৰ অনিষ্ট সাধনৰ বাবে যিবিলাক অভিচাৰ কৰ্ম কৰা হয় সেই কৰ্মত কটু গোন্ধ থকা আৰু কাঁইট থকা ৰঙা ফুল দিব লাগে। তীক্ষ্ণ বীৰ্য্য কাঁইট থকা ফুল সকলো প্ৰাণীৰ বাবেই অপ্ৰীতিকৰ ; সেইদৰে ক'লা ৰঙৰ ফুলবিলাকো অভিচাৰ কৰ্মত ব্যৱহৃত হয়।

বিয়াত শ্মশানৰ আৰু দেৱমন্দিৰৰ ফুল বাগিচাত হোৱা ফুল পূজাত ব্যৱহাৰ নিযিদ্ধ।

ইত্যাদি প্ৰকাৰে কোন দেৱতাক কি ফুল দিব লাগে তাকো নিৰ্দ্দিষ্ট কৰা আছে। যেনে— .

ভাগৱতীৰ পূজাত— ৰঙা ফুল বিশেষকৈ জবা ফুল, কৰবী, অপৰাজিতা আৰু পদুম ফুল, দেৱীৰ প্ৰীতি দায়ক।

ঝিণ্টি, পীত-তগৰ, কৃষ্ণ-অৰ্জ্জুন, ৰক্তকুন্দ, নীলকণ্ঠ, মদাৰ, অৰ্কপুষ্প, বগাদূৰ্ব্বা আৰু তুলসী ভগৱতীৰ পূজাত নিষেধ কৰা হৈছে। বকফুল আৰু মালতী

ফুলেৰে তাৰা দেৱীৰ পূজা নিষেধ। কাঞ্চন ফুলেৰে লক্ষ্মীদেৱীৰ পূজা নিষেধ। কুন্দ, অশোক আৰু তগৰ ফুলেৰে আৰু তুলসীৰে গণেশ পূজা নিষেধ।

সূৰ্য্যৰ পূজাত কুন্দ, মদাৰ, নাগেশ্বৰ, কাঠতগৰ আৰু ধুতুৰা ফুল ব্যৱহাৰ কৰা নিষেধ। বিল্বপত্ৰও নিষেধ। সৰস্বতীৰ পূজাত বন্ধুক আৰু দ্ৰোণ পুষ্প নিষেধ।

মাঘমাহত বাদে আন মাহত শিৱ পূজাত, কুন্দ, শেৱালী, জবা, কাঠমল্লিকা, বকুল, মালতী, যাতী, যুথী, কেতকী, কুমুদ, কোকিলাক্ষী, কৰবী, বন্ধুক, নাগেশ্বৰ, কুটজ আৰু জয়ন্তী ফুল নিষেধ।

ইয়াত অৱশ্যে এটা কথা আছে যে ভক্তি সহকাৰে সকলো ফুলেৰে দেৱতাক পূজা কৰিব পাৰি। সেই সকলো কাৰণে ভগৱান শিৱে কৈছে যে "ভক্তিযুক্তো মহেশানি সৰ্বং পুষ্পং নিবেদয়েৎ।" কিন্তু আমাৰ ভক্তি অন্তৰত কিমান খিনি আছে? ভক্তিৰ চৰ্চ্চাৰ বাবে আমাৰ কৰ্ত্তব্যতা নিশ্চিত বুজা যায়। সূৰ্যাৰ প্ৰিয় জবা, ৰক্তচন্দন, ধূপ-দীপ আৰু পৰমান্ন ভোগ। সেই দৰে গ 'ণেশৰ প্ৰিয় যাতী, যুথী, মল্লিকা, বেলপাত, মালা, দুৰ্বা, চন্দন আৰু লাৰু ভোগ।

বিষ্ণুৰ প্ৰিয় — মাধৱী, মালতী, কুন্দ, তুলসী, বগা চন্দন আৰু চেনিযুক্ত লৱনু। ইয়াত বাদেও মাঘ মাহত— চম্পক কাতি মাহত পদুম ফুল আৰু তুলসীৰ মঞ্জৰী বিষ্ণুৰ প্ৰিয়।

ইত্যাদি ক্ৰমে আমাৰ সাধন শাস্ত্ৰবোৰত বিভিন্ন দেৱতাৰ পূজা সেৱাত বিভিন্ন ফুল, পত্ৰ আৰু ভোগদানৰ ব্যৱস্থা আছে।

দেৱপূজা, দেৱ আৰাধনা ভাৰতীয় কৃষ্টি সংস্কৃতিৰ অফুৰন্ত নিজৰা বিশেষ আৰু সুদৃঢ় ভিত্তি।

কিন্তু আধুনিক যুগত জকমকীয়া আৰু ধুনীয়া বিস্তৃত ফুল বাগিচা এখনত দেৱ পূজাৰ বাবে ফুল তুলিবলৈ গৈ দেখিবলৈ পোৱা যায় যে দেৱ পূজাৰ উপযোগী ফুল তাত পোৱা নাযায়।

দেৱ পূজা এতিয়াও ভাৰতবৰ্ষত প্ৰাধান্য লাভ কৰি আছে আৰু পুষ্পোদ্যান পতা আগ্ৰহ শিক্ষিত সমাজত বাঢ়ি গৈ আছে; কিন্তু ভাৰতীয় শাস্ত্ৰ নিৰ্দ্দিষ্ট পুষ্পোদ্যান সৃষ্টি কৰাৰ প্ৰতি অনুৰাগ নোহোৱা হৈছে আৰু অশাস্ত্ৰীয় আৰু দেৱ পূজাত অব্যৱহাৰ্য্য ফুলৰ বাগিচা পতাত অনুৰাগহে বৃদ্ধি পাইছে। যি কোনো ফুলেৰে দেৱতাক পূজা কৰিব পৰা যায় এই যে নিৰ্দ্দেশ শিৱে দিছে তাৰ তাৎপৰ্য্য বুজি ল'ব লাগিব।

বিভিন্ন পুষ্পৰ বিভিন্ন গন্ধ; শোভা আৰু দোষ গুণ আছে। পুষ্পৰ দোষ গুণে পূজকক স্পৰ্শ কৰে; কিন্তু ভক্তজনে দেৱতাক যি কোনো দ্ৰব্যেৰে যি কোনো পুষ্পেৰে পূজা কৰিব পাৰে। ভক্তি পুষ্পেৰে কৰা পূজা সৰ্ব্বোত্তম তাত কোনো সন্দেহ নাই। কিন্তু পূজকৰ মনত ভক্তি উদয়ৰ বাবে সকলো পূজা,

সকলো কৰ্ম সকলো আচাৰ বিচাৰ বিধিবদ্ধ নিয়ম অনুসাৰে হ'লে হে ভক্তি সাধন সফল হয়।

যি বিলাক লোকৰ পুষ্পোদ্যান নিৰ্মাণৰ ৰুচি আছে আৰু পুষ্পোদ্যান নিৰ্মাণ কৰে সেই বিলাক লোকে এইবোৰ কথালৈ লক্ষ্য ৰাখিলে ভাৰতীয় কৃষ্টি ৰক্ষাত সহায় কৰিবলৈ সমৰ্থ হ'ব।

গোলাপ ফুল আৰু নাৰ্জ্জাৰী ফুল (গেন্ধে ফুল) সচৰাচৰ দেৱ পূজাত গৃহীত হৈ গৈছে। তাত বাদে অন্য নিষিদ্ধ কোনো ফুল বিশেষকৈ উগ্ৰগন্ধ আৰু নিৰ্গন্ধি কোনো জাতীয় কোনো ফুলেই দেৱ পূজাত গৃহীত নহয়।●

# ভাৱৰ বুৰবুৰণি

ৰাষ্ট্ৰীয় স্বয়ং সেবক সংঘৰ অফিচ কাশী হিন্দু বিশ্ববিদ্যালয়ৰ কম্পাউণ্ডৰ ভিতৰত স্থাপিত কৰিছিল— তেতিয়াৰ উপাচাৰ্য্য আৰু প্ৰতিষ্ঠাতা স্বৰ্গীয় মদন মোহন মালবীয়ৰ অনুমতি ক্ৰমে। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অফিচ তাৰ পৰা অপসাৰণ কৰিবলৈ গজেন্দ্ৰ গড়কাৰ কমিচনে পৰামৰ্শ দিছিল আৰু সেই অনুসাৰে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই সেই স্থান পৰিত্যাগ কৰিবলৈ সাজু আছে; কিন্তু ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ দোষ কি? সেই দোষ ৰাইজৰ চকুৰ আগত কিয় দাঙি ধৰা নহয়? ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই ভাৰতীয় চিন্তাধাৰা আৰু সংস্কৃতিৰ তথা বৈদিক আৰু হিন্দু সংস্কৃতিৰ বিভিন্ন দিশ ৰাইজৰ আগত দাঙি ধৰি জাতীয় চৰিত্ৰৰ উন্নতি আৰু নৈতিক বল সংগ্ৰহৰ ব্যৱস্থা আৰু নীতি গ্ৰহণ কৰাটোৱেই দোষৰ কথা নেকি? ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অফিচ বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণ ভূমিৰ পৰা অপসাৰণ কৰা মুহূৰ্ত্তৰ পৰা বিশ্ববিদ্যালয়ত সংঘটিত হৈ থকা ছাত্ৰৰ উশৃঙ্খলতা বা গুণ্ডামিৰ ওৰ পৰিব নে? নে বেছি হ'ব? এই বিষয়ে তদন্ত আয়োগে কি সমিধান দিছে। সেই কথা ৰাইজৰ চকুৰ আগত তুলি ধৰিব নালাগিব নে? বা সেই বিষয়ে কোনো গ্যাৰাণ্টি চৰকাৰ পক্ষৰ পৰা দিব পাৰিব নে? ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ তাৰ পৰা যে যাবলৈ ইচ্ছুক হৈছে তাৰ কাৰণ ৰাইজে এইটো হে বুজে যে যি কোনো ছাত্ৰ আন্দোলনৰ বাবে বিভিন্ন পক্ষই সংঘক আনে কৰা দোষীৰ বাবে দায়ী কৰাৰ হাতৰ পৰা সংঘ ৰক্ষা পৰিবলৈ তাত থাকিবলৈ ইচ্ছা কৰা নাই। সংঘৰ সভ্য সকল নীৰৱ কৰ্মী আৰু শান্তিকামী আৰু স্বাৰ্থত্যাগী শান্তি সৈনিক। আজি হত্যা, লুণ্ঠন আৰু নাৰীৰ মৰ্য্যাদা ধ্বংসকাৰী যিটো দলৰ উদ্ভৱ হৈছে সেই দলটোক নিয়ন্ত্ৰিত কৰিবলৈ কোনো উপযুক্ত ব্যৱস্থা চৰকাৰে ল'ব পৰা নাই; কিন্তু দেশৰ হকে যিটো সংঘই শান্তিপূৰ্ণ জাগৰণ আনিবলৈ প্ৰয়াস কৰিছে, সেই সংঘটোৰ বিৰুদ্ধে কোন বিলাক লেকে দাবী জনাইছে সেইটো বিচাৰ কৰি কিয় চোৱা নহয়?

বিশ্ববিদ্যালয়ৰ হোষ্টেলৰ ছাত্ৰীৰ ঘৰত হত্যাই বা কেনেকৈ হ'বলৈ পালে আৰু ছাত্ৰী দুগৰাকীৰ ঘৰত ৰিভলভাৰ আৰু দুই হেজাৰৰো অধিক টকা কেনেকৈ বা কিয় পোৱা গ'ল— এই সংবাদে ধৰ্মপ্ৰাণ আৰু শান্তিপ্ৰিয় লোকৰ মনত উদ্বিগ্নতা আৰু বিচলিত মনোভাৱ অনাটো স্বাভাৱিক। এনে কাম গুণ্ডা প্ৰকৃতিৰ লোকে কৰা বুলি কলেই ৰাইজৰ মনৰ পৰা সন্দেহ আৰু উদ্বিগ্নতা আঁতৰ হ'ব নোৱাৰে। তেনে ধৰণৰ লোক যাতে ছাত্ৰ বা ছাত্ৰী হিচাবে ভৰ্তি হ'ব নোৱাৰে বা

বিশ্ববিদ্যালয়ত প্ৰবেশ কৰিব নোৱাৰে তাঁৰ ব্যৱস্থা আবাসী বিশ্ববিদ্যালয় এখনত নথকাটোৱেই আচৰিত কথা।

কাশী হিন্দু বিশ্ববিদ্যালয় বুলি নহয়, কলিকতা আৰু যাদৱপুৰ বিশ্ববিদ্যালয়তো ছাত্ৰৰ যিবোৰ উশৃঙ্খলতাৰ সংবাদ পোৱা যায় যেনেবোৰ ঘটনাৰ খবৰ পোৱা যায় তেনে উচ্ছশৃঙ্খলতা আৰু ঘটনা সংঘটনৰ পুনৰাবৃত্তি বন্ধ কৰিবৰ ব্যৱস্থা কৰিব নোৱাৰিনে? দল বান্ধি প্ৰকাশ্য বাৰে হত্যা কৰিও ৰাজনৈতিক আন্দোলন চলায়, ৰাজনৈতিক শ্লোগান, ছবি আদিৰে বিশ্ববিদ্যালয়ৰ কম্পাউণ্ডৰ ভিতৰত যথেচ্ছাচাৰ ভাৱে অনুষ্ঠানৰ নিয়ম নীতি ভঙ্গ কৰি অবৈধ দাবী উত্থাপন কৰি উপাচাৰ্য্য আৰু শিক্ষক সকলক মাৰ ধৰ লাঞ্ছনা গঞ্জনা কৰে। তেন্তে শিক্ষানুষ্ঠান বিলকে জাতি গঠনৰ বাবে কি পথ গ্ৰহণ কৰিব? কলিকতা আৰু যাদৱপুৰ বিশ্ববিদ্যালয় দুটাততো ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অফিচ বা লোক নাই!! ৰাজনীতিৰ কি অদ্ভুত খেল!!

বিশ্ববিদ্যালয়বোৰৰ সংবিধানত থকা নীতি নিয়ম উপাচাৰ্য্যসকলে কিয় উপযুক্ত ভাৱে প্ৰয়োগ কৰিব নোৱাৰা হয়? যেনে ক্ষেত্ৰত যেনে ব্যৱস্থা হাতত লোৱা উচিত যি নীতি নিয়ম প্ৰয়োগ কৰা উচিত তেনে ব্যৱস্থা বা নীতি নিয়ম উপাচাৰ্য্য বিলাকে কিয় প্ৰয়োগ কৰিবলৈ বাধা পায়? উচ্চকণ্ঠে ঘোষিত গণতান্ত্ৰিক নীতিৰ দ্বাৰা তেওঁলোকৰ ক্ষমতা যদি খৰ্ব্ব কৰা হৈছে, সেই কথাও বিশ্ববিদ্যালয়ৰ সংবিধানত স্পষ্ট হৈ উঠা উচিত নহয় জানো? ভয় কৰি শাসন চলাব নোৱাৰি, নীতিৰে হে চলাব পৰি। চোৰ, ডকাইত লুণ্ঠনকাৰী নাৰীৰ মৰ্য্যাদা ধ্বংসকাৰী লোকৰ প্ৰতি অবৈধ অনুকম্পা দেখুৱালেও সুশাসন নহয় বা গণতন্ত্ৰৰ ৰূপ চিত্ৰিত হৈ নুঠে। বিশ্ববিদ্যালয়বোৰ সেইবাবে স্বতন্ত্ৰ অনুষ্ঠান হ'ব লাগে য'ত চৰকাৰৰ হস্তক্ষেপ থাকিব নোৱাৰে। বিশ্ববিদ্যালয়ৰ আদালতৰ বিৰুদ্ধে আইন আদালতত আপীল খাটিব নোৱাৰে।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ সভ্যসকলে ৰাজনীতিৰ ভাগ বাটোৱাৰাৰ প্ৰত্যাশা নকৰে নাইবা কাৰো অন্যায় উপৰোধ বা প্ৰৰোচনাত কোনো সভ্য ভৰ্ত্তি নহয়। দেশৰ প্ৰতি প্ৰকৃত প্ৰেম আৰু সংঘৰ নীতি নিয়মত দৃঢ় বিশ্বাস থকা বাবে জাতিৰ ঐতিহ্য আৰু সংস্কৃতি ৰক্ষাৰ ববে উদ্বুদ্ধ হৈ সংঘৰ সভ্য ভৰ্ত্তি হয়। ইয়াত ভৰ্ত্তি হ'লে আৰ্থিক লাভৰ আশাও নাই আৰু সমাজত প্ৰতিষ্ঠা পাবৰ লোভতো ইয়াত সভ্য নহয়। "সেৱাই কাম্য" মনোভাৱেৰে সংঘত সভ্য ভৰ্ত্তি হয়। সংঘত আহিলে ত্যাগ ধৰ্ম শিক্ষা কৰা যায়। ত্যাগ মনোবৃত্তি গঠন কৰাই ভাৰতীয় সংস্কৃতি। সংঘৰ সেৱা ধৰ্ম আৰু ত্যাগ মনোবৃত্তি থকা বাবে ক্ৰমান্বয়ে উন্নতি সাধন হৈছে, সভ্য সংখ্যা বৃদ্ধি হৈছে। দুৰ্নীতিপৰায়ণ লোকৰ সেইবাবে ভয় আৰু ঈৰ্ষা জন্মিছে সংঘৰ প্ৰতি। এইটো অৱশ্যে সঁচা কথা কোনো কোনো ৰাজনৈতিক দলৰ লোক

ইয়াত সভ্য হৈ আছে। জনসংঘৰ নেতা আৰু সভাপতি শ্ৰীঅটল বিহাৰী বাজপেয়ীয়ে পাৰ্লামেণ্টত তাক মুক্তকণ্ঠে স্বীকাৰ কৰি গৌৰৱ অনুভৱ কৰিছে। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ নীতি নিয়ম ৰক্ষা কৰি কোনো সভ্যই যি কোনো ৰাজনৈতিক দলত ৰাজনীতি চৰ্চা কৰিব পাৰে। সেৱা ধৰ্মত, ত্যাগ মনোবৃত্তি চৰ্চাত আৰু ভাৰতীয় সংস্কৃতি ৰক্ষাত যাৰ শ্ৰদ্ধা আছে তেনে লোকৰ বাবে সংঘৰ দুৱাৰ সদায় উন্মুক্ত। যাৰ তেনে মনোভাৱ নাই, কেৱল ৰাজনীতিৰ আলমত স্বাৰ্থ উদ্ধাৰ কৰিব খোজে তেনে লোকে সংঘত ভৰ্ত্তি হ'বলৈ কিয় ইচ্ছা কৰিব? ভাৰতবৰ্ষৰ দুৰ্ভাগ্য যে ৰাজনীতি চৰ্চা কৰা পেছাত পৰিণত হৈছে। তোমাৰ পেছা কি বুলি সুধিলে ৰাজনীতি চৰ্চা বা দেশ সেৱা বুলিকোৱা লোকৰ আজি অভাৱ নাই। ৰাইজৰ সেৱকৰ স্বাধীন জীৱিকাৰ আৱশ্যক নাই বুলি ভবা লোক আছে। সেই বিলাকক দালাল বুলি ক'লে অত্যুক্তি কৰা নহয়।●

# সংৰক্ষণশীলতা

**ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ এটা নিস্বাৰ্থ কৰ্মীৰ সংগঠন। সেই সংগঠনক উৎসাহ নিদি তাৰ বিলোপ সাধন কৰিবলৈ কৰা চেষ্টা দেশৰ বাবে এক বিপজ্জনক পন্থাহে মাথোন।**

সংৰক্ষণশীলতা বৰ ঘৃণনীয় মনোভাৱ ৰূপে পৰিগণিত হৈছে— আজি কালি। সংৰক্ষণশীলতা নাথাকিলে মানুহে জীৱন-যাত্ৰাই নিৰ্ব্বাহ কৰিব নোৱাৰে। সংৰক্ষণশীলতাৰ গুণৰ ফালে বিচাৰ নকৰি, তাৰ দোষবোৰ বিষয়ে অহেতুক কটাক্ষ কৰি থকা যায়। সংৰক্ষণশীলতাত দোষ একো নাই। সংৰক্ষণশীলতাৰ ওপৰত যিবোৰ মলি স্বাভাৱিকতে আহি পৰে সেই মলিৰ প্ৰতি দৃষ্টি কৰি সংৰক্ষণশীলতাৰ গুণ মানুহে পাহৰি যাব ধৰিছে। সোণৰ ওপৰতো মলি পৰে কিন্তু কৰ্মকাৰে যেতিয়া সেই মলিক এচিডৰ সাহায্যেৰে গুচাই পেলায় সোণে তেতিয়া নিজৰ উজ্জ্বল্য আৰু অকৃত্ৰিমতা সংৰক্ষণ কৰে। সেই সংৰক্ষণতা দোষৰ বুলি কোনে ক'ব? কিন্তু সোণৰ মলি দেখি যদি কোৱা হয় যে সোণৰ অলঙ্কাৰ পিন্ধাটো সংৰক্ষণশীলতাৰ দোষ তাক বাৰু কোনে স্বীকাৰ কৰিব?

সূৰ্য্যৰ ৰশ্মিৰ প্ৰধানতঃ ৭ টা ৰং। সেই সাতোটা ৰঙৰ সংমিশ্ৰণত শুভ্ৰৰঙৰ উৎপত্তি আৰু শুভ্ৰ ৰঙটোৱে পৰিদৃষ্ট হয়। আৰু সূৰ্য্যৰশ্মি শুভ্ৰৰঙৰ মাধ্যমত সমগ্ৰ জাগতিক পদাৰ্থত প্ৰতিফলিত হয়, যদিও বিভিন্ন পদাৰ্থই বিভিন্ন ৰঙৰ প্ৰতিক্ৰিয়া হে গ্ৰহণ কৰে আৰু তাৰ দ্বাৰা বিভিন্ন প্ৰকাৰ ৰঙৰ বস্তু আমি দেখা পাওঁ। বিভিন্ন ৰঙৰ বস্তুৰ পৰা যদি আমি ভবি লওঁ যে শুভ্ৰ ৰঙৰ কোনো ক্ৰিয়া নাই, বা কোনো সাৰ্থকতা নাই আমি জানো শুদ্ধ সিদ্ধান্তত উপনীত হ'ম? সংৰক্ষণশীলতা শুভ্ৰ ৰঙৰ নিচিনাকৈ জগতৰ সমগ্ৰ মানৱ জাতিৰ ক্ৰিয়া কৰ্ম, স্বভাৱ চৰিত্ৰ আৰু দৈনন্দিন জীৱন যাত্ৰাত প্ৰতিফলিত হয়। সংৰক্ষণশীলতাক কোনেও ত্যাগ কৰিব নোৱাৰে।

সংৰক্ষণশীলতা ত্যাগ কৰিবৰ চেষ্টাত বিপদ আছে। সংৰক্ষণশীলতা ত্যাগ কৰাৰ চেষ্টাৰ অৰ্থ হৈ পৰে সত্যৰ পৰা আঁতৰি যোৱা।

এই সংৰক্ষণশীলতাৰ উদ্ভৱ হৈছে, সত্য, মিথ্যা, ভাল বেয়া দুই প্ৰকাৰ বিৰোধী শক্তিৰ প্ৰতিক্ৰিয়াৰ মাধ্যমত সত্য প্ৰতিষ্ঠিত হৈ। সেই সত্যই জাতিৰ বা একোখন দেশৰ পৰম্পৰা সৃষ্টি কৰে ; যাক ইংৰাজীত Tradition বোলে। সেই পৰম্পৰাৰ পৰা আঁতৰি আহিলে দেশৰ কৃষ্টি সংস্কৃতি ধ্বংস হয়— যিটো ঘটিছে

আজি ভাৰতবৰ্যত। সভ্যতাৰ উচ্চ শিখৰত আৰোহণ কৰা ভাৰতবৰ্ষই নিম্নতৰ সভ্যতাৰ অনুকৰণ কৰি আজি বিপন্ন হৈছে, দৃষ্টি কলুষিত হৈছে। দৃষ্টিৰ এই কলুযিতা নাশ কৰি পৰম্পৰাগত স্বভাৱ চৰিত্ৰৰ ওপৰত পৰা কুসংস্কাৰ বা মলি ধ্বংস কৰি সংৰক্ষণশীলতা প্ৰতিষ্ঠা কৰিলেহে বিপদৰ পৰা মুক্তিৰ পথ ওলাব পাৰে। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘই সেই পথেদিহে গতি কৰিছে। তাৰ বিৰুদ্ধে অভিযান চলোৱাৰ অৰ্থ হৈছে সত্য সংৰক্ষণত বাধা জনোৱা। অগ্নিৰ দাহিকা শক্তিক পাহৰি বা স্বীকাৰ নকৰি অগ্নিক অৱহেলা কৰিলে ভষ্মীভূত হোৱাৰ সম্ভাৱনা যথেষ্ট, যিহেতুকে সংৰক্ষণশীলতাই অগ্নিৰ দহিকা শক্তিৰূপ হৈ মানৱ চৰিত্ৰত মজ্জাগত হৈ গৈছে। স্বভাৱজ্ঞ বা প্ৰকৃতিজ হৈ গৈছে। সেই দাহিকা শক্তিক অৱমাননা কৰাৰ পৰা বিপদ আছে। ভাৰতীয় ৰাজনীতিত এইবোৰ তথ্য অন্তৰ্নিহিত আছে। তাক অৱহেলা কৰি পাশ্চাত্য ৰাজনীতিৰে প্ৰভাৱান্বিত হোৱাৰ ফলত ইতিমধ্যে সেই অৱহেলাই বিপদৰ অৱতাৰণা কৰিছে। তালৈ ভ্ৰূক্ষেপ থকা উচিত।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই তালৈ আঙুলিয়াই দি ৰাইজক আৰু চৰকাৰক বাট দেখুৱাইছে পৰম্পৰা অনুকৰণ কৰি। সেই পৰম্পৰাক অৱহেলা কৰাৰ অৰ্থ বিপদ মাতি আনিবলৈ আগ্ৰহ প্ৰকাশ কৰা হয় মাথো। গান্ধীবাদত পৰম্পৰা ভঙ্গ কৰাৰ দৃষ্টি নাই। গান্ধীজীৰ দৃষ্টিভঙ্গীতো যদি দোষ ত্ৰুটী আছে সিও আপোনা আপুনি পৰিশোধিত হৈ যাব পাৰে পৰম্পৰা ৰক্ষা কৰা নীতিৰ কষ্টি পাথৰত যাচাই কৰিলে।

গান্ধীবাদ ধ্বংস কৰিলে জাতিৰ অস্তিত্ব বিলোপ হ'ব। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই সেই অস্তিত্ব ৰক্ষা কৰিবলৈ নিঃস্বাৰ্থ ভাৱে কাম কৰি গৈ আছে।

ৰাষ্ট্ৰপতি গিৰিয়ে নিঃস্বাৰ্থ কৰ্মীৰ দল এটা বিচাৰিছে। ৰাষ্ট্ৰী স্বয়ং সেৱক সংঘ দলেই সেই নিঃস্বাৰ্থ কৰ্মীৰ দল। সেই দলক উৎসাহ নিদি তাৰ বিলোপ সাধন কৰা দেশৰ বাবে বিপদজনক পন্থাহে মাথোন।●

# ধৰ্ম-নিৰপেক্ষতা

ধৰ্ম নিৰপেক্ষতা এই সংযুক্ত শব্দটোৰ ভিতৰত দুটা সংযোগী শব্দ আছে— ধৰ্ম আৰু নিৰপেক্ষতা। এই শব্দ দুটাৰ প্ৰত্যেকটোৱে যি অৰ্থ সূচনা কৰে সংযুক্ত হোৱাৰ পাছতো তাৰ মূল অৰ্থৰ পৰিবৰ্তন নঘটায়, কিন্তু আজি আমি ধৰ্ম নিৰপেক্ষতা বুলিলে যি অৰ্থ বুজো সেই অৰ্থ মূল অৰ্থৰ পৰা সম্পূৰ্ণ বিপৰীত হৈ পৰে।

ধৰ্মৰ মৌলিক গুণ হৈছে সংহতি আনয়ণ কৰা। সংহতি অনা মানে সংঘবদ্ধতা অনা। সংঘবদ্ধতাৰ আন এটি ৰূপ হৈছে যে বিভিন্ন ব্যক্তিক ঐক্যসূত্ৰত আবদ্ধ কৰি এখন সমধৰ্মী সমাজ সৃষ্টি কৰা। এইদৰে বিভিন্ন ৰূপৰ সংঘবদ্ধতাত বিভিন্ন ধৰ্মী সমাজৰ সৃষ্টি হয়।

ধৰ্ম শব্দৰ ইংৰাজী প্ৰতিশব্দ Religion নহয়। Religion শব্দ অৰ্থ হৈছে human recognition of superhuman controlling power etc especially of a personal god entitled to obedience effect of this on cnduct etc আৰু ইয়াৰ অৰ্থ হৈছে system of faith and worship।

ধৰ্ম শব্দৰ ব্যুৎপত্তিগত অৰ্থৰ ভিতৰত শৰীৰী ঈশ্বৰ নালাগে অশীৰীৰী (নিৰাকাৰ) ঈশ্বৰো স্থান নাই। ই বিভিন্ন ব্যক্তিক সংঘবদ্ধ কৰা এটা নীতি মাথোন। এই নীতি অৱশ্যে কিছুমান সৰ্ব্বলোকৰ প্ৰকৃতিগত কাৰ্য্য প্ৰণালীৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ শাস্ত্ৰই ধৰ্ম শব্দৰ অভিধানগত অৰ্থ এইদৰে দিছে— ধৰ্ম্মাঃ-পুণ্য-ন্যায়-যম-স্বভাৰ-আচাৰ-সোমপাঃ (অমৰ কোষ)। বহুবচনৰ পৰাই বুজিব পাৰি ধৰ্মৰ প্ৰকাৰ ভেদ আছে আৰু সেই প্ৰকাৰ ভেদ এই শব্দবোৰৰ অৰ্থ বিচাৰ কৰিলেই ওলাই পৰে। আৰু এক প্ৰকাৰ অৰ্থ দিছে- ধৰ্ম ধাৰয়তে প্ৰজাঃ। সমান ধৰ্মী লোক সকলক ঐক্যবদ্ধ কৰা ধৰ্মৰ এটা স্বভাৱ। এই স্বভাৱ শব্দ মূল অৰ্থৰ ভিতৰতে আছে।

এই অৰ্থত বিভিন্ন ৰাজনৈতিক মতবাদ বোৰো ধৰ্ম হয়নে নহয় এইটো প্ৰশ্ন উদয় হয়। হয় যদি সেই মতবাদ বোৰত পুণ্য ন্যায় যম (যমৰ ভিতৰত সত্য আৰু অহিংসাও আছে) ইত্যাদিৰ নীতিগত সূত্ৰ থাকে। এই সংজ্ঞাৰ ভিত্তিত বিচাৰ কৰি চালে বুজা যায়। ব্যাখ্যাৰ আৱশ্যক নকৰে। যি নীতিত হিংসাৰ স্থান থাকে সেই নীতিত প্ৰতিষ্ঠিত কোনো ৰাজনৈতিক মতবাদ ধৰ্ম হ'ব নোৱাৰে। ৰাজনৈতিক মতবাদবোৰ religion ও নহয় কাৰণ তাত ঈশ্বৰৰ স্থান নাই।

নিৰপেক্ষ শব্দৰ অৰ্থ হৈছে পক্ষাপাতশূণ্যতা, স্বাধীনতা, উদাসীনতা। ধৰ্ম

নিৰপেক্ষ ৰাষ্ট্ৰ সেইখন যিখন ৰাষ্ট্ৰত কোনো ধৰ্মৰ প্ৰতি পক্ষপাতিত্ব নাই আৰু সকলো ধৰ্মৰে স্বাধীনতা আছে। এতিয়া প্ৰশ্ন হৈছে হিন্দুৰাষ্ট্ৰ ভাৰতত হিন্দুধৰ্মৰ স্বাধীনতা আছে নে নাই? আমি যদি কওঁ "নাই"— তাত কি দোষ হ'ব পাৰে? ভাৰতক যদি হিন্দুৰাষ্ট্ৰ বুলি মনা হয় তেন্তে হিন্দুধৰ্মক স্বাধীনতা দিলে পক্ষপাতিত্ব দোষত দুষ্ট হৈ পৰিব, কিন্তু আন ধৰ্মক স্বাধীনতা দিলে সেই দোষে নাপায় কাৰণ ভাৰত হিন্দুৰাষ্ট্ৰ। এই অৰ্থ বৰ্তমান ভাৰতৰ শাসননীতিতো পৰিলক্ষিত হৈছে। হিন্দুয়ে আন ধৰ্মৰ প্ৰতি যদি উদাসীন হয়, নিৰপেক্ষ হয় আন ধৰ্মাৱলম্বী লোকক ধৰ্মাচৰণত পূৰ্ণ স্বাধীনতা দিয়ে আৰু নিজে হিন্দুধৰ্মৰ আচাৰ নামানে, সেই হিন্দু সাম্প্ৰদায়িক নহয় ; কিন্তু হিন্দুয়ে যদি আন ধৰ্মৰ প্ৰতি নিৰপেক্ষ থাকি, আন ধৰ্মৰ লোকক ধৰ্মাচৰণত পূৰ্ণ স্বাধীনতা দিও নিজ ধৰ্ম আচৰণ কৰে, নিজৰ গোষ্ঠি বৰ্গকো আচৰণ কৰিবলৈ কয়, (আচাৰেই ধৰ্ম— ধৰ্ম শব্দৰ অৰ্থত চাওক) তেতিয়া তেওঁক সাম্প্ৰদায়িক বুলি কোৱা হয়। হিন্দুৰ বাহিৰে আনে যদি নিজ ধৰ্মৰ আচৰণ কৰে, আচৰণৰ স্বাধীনতা দাবী কৰে— তেন্তে তেওঁক সাম্প্ৰদায়িক বুলি কোৱা নহ'ব। এনে ধৰণৰ মনোবৃত্তি আমাৰ ৰাজনীতিৰ ভিতৰত সোমাইছে নে নাই বিচাৰ কৰি চাওক।

তাতোকৈ ডাঙৰ কথা এই যে হিন্দুৱে হিন্দুৰ আচাৰ মানি যাতে চলিব নোৱাৰে তাৰ বাবে এনে কিছুমান হিন্দুৰ আচাৰ বিৰোধী কাৰ্য্য হিন্দুৰ পৱিত্ৰ ঠাইবোৰত বা হিন্দু সমাজৰ মাজ মজিয়াত প্ৰচলন কৰিব ধৰিছে যাৰ দ্বাৰা হিন্দুৰ ধৰ্মীয় অনুভূতি ক্ষুণ্ণ হয়। তেতিয়া তেনে কাৰ্য্য যি বিলাক অহিন্দুৱে কৰে তেওঁলোকৰ দোষ একো নেথাকে কিন্তু অনুভূতি ক্ষুণ্ণ হিন্দুৱে যদি তাৰ প্ৰতিবাদ কৰে বা আত্মৰক্ষাৰ চেষ্টা কৰে তেতিয়া সেই হিন্দু হয় সাম্প্ৰদায়িক। ২৩ টা সাম্প্ৰদায়িক সংঘৰ্ষৰ ভিতৰত ২২ টা এনে ধৰণে সংঘটিত হোৱা বুলি ভাৰতীয় জনসংঘৰ সভাপতি শ্ৰীঅটল বিহাৰী বাজপেয়ীয়ে স্পষ্টতঃ কৈছে। এইবোৰৰ ন্যায়িক অনুসন্ধানৰ বাবে তেওঁ আহ্বান জনাইছে।

এই ধৰণৰ পটভূমিত ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ অৰ্থ কি?

ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ অৰ্থ ধৰ্মহীন ৰাষ্ট্ৰ নহয়। ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰীয় নীতিৰ ভিতৰত ন্যায় নীতি বৰ্জন হ'ব নোৱাৰে। পুণ্য-কৰ্মহীন হ'লে— সমাজ কল্যাণৰ নীতি বৰ্জ্জিত হৈ পৰিব। পুণ্য কৰ্মহীন হ'লে ৰাষ্ট্ৰীয় নাগৰিকৰ নিৰাপত্তা নোহোৱা হৈ যাব— পৰস্পৰৰ প্ৰতি পৰস্পৰৰ বিদ্বেষ বাঢ়ি যাব— পৰস্পৰৰ বিদ্বেষ থাকিলে অহিংস নীতি বৰ্জ্জিত হৈ যাব আৰু সহাৱস্থান নীতিও অদৃশ্য হৈ যাব।

আনপক্ষে কোনো ৰাষ্ট্ৰই যদি ঘোষণা কৰে যে হিন্দুধৰ্ম ৰাষ্ট্ৰীয় ধৰ্ম বা মুছলিম ধৰ্ম ৰাষ্ট্ৰীয় ধৰ্ম সেই ৰাষ্ট্ৰও ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ হ'ব পাৰে। এই পৰিপ্ৰেক্ষিতত ভাৰতৰ ৰাষ্ট্ৰীয় ধৰ্ম যদি দেশ বিভাজনৰ পাছত হিন্দু ধৰ্ম বুলি ঘোষিত হলহেঁতেন

তেতিয়া জানো দেশৰ পৰিস্থিতি ইয়াতকৈ বেছি বেয়া হলহেঁতেন? হয়তো বা বেয়া নহ'লেও পাকিস্তানে ৰাষ্ট্ৰীয় ধৰ্ম মুছলিম ধৰ্ম বুলি ঘোষণা কৰিও হিন্দুৰ ওপৰত যেনে ধৰণৰ অত্যাচাৰ নিপীড়ন কৰিছে— সেই ধৰণৰ অত্যাচাৰ নিপীড়ন ভাৰতত নহ'লেও— হিন্দুৰ মনত প্ৰতিপক্ষই প্ৰতিশোধ বহ্নি জ্বলাবৰ বেছি সুবিধা আৰু যুক্তি বিচাৰি পালেহেঁতেন। দেশ বিভাজনৰ পাছত ধৰ্মৰ ভিত্তিত লোক বিনিময় নহ'লেও, বিভিন্ন ধৰ্মৰ লোকৰ ধৰ্ম পালনত স্বাধীনতা থাকিলেও ভাৰতৰ হিন্দুৰ ওপৰত যিবোৰ অবাঞ্চিত বাধা নিষেধ, হিন্দু আইনৰ অন্যায় সংশোধন আদি দুষ্কাৰ্য্যবোৰ ইমান অবাধে হ'ব নোৱাৰিলেহেঁতেন। হিন্দুৰ বাক্ স্বাধীনতা অপহৰণৰ পথত বাধা থাকিল হেঁতেন, আৰু হিন্দুৱে ধৰ্ম পালনত বেছি স্বাধীনতা পালেহেঁতেন। সেইটো অতীত কথা। সেইটো নহ'লেও হিন্দুৱে পূৰ্ণ ধৰ্ম নিৰপেক্ষতা ৰক্ষা কৰিও স্বধৰ্ম পালনত ইমান সন্দেহ আৰু অবিশ্বাসৰ মাজত থাকিব নালাগিলহেঁতেন। স্বাধীন দেশত সংখ্যা গৰিষ্ঠ অধিবাসীয়ে নিজ ধৰ্ম পালন কৰি থাকিব নোৱাৰিব এনে যুক্তি কিমান দূৰ সঙ্গত? সকলো ক্ষেত্ৰতে যদি বাধা নিষেধৰ সন্মুখীন হ'ব লাগে, হিন্দুৰ ধৰ্মীয় অনুষ্ঠান বিবাহ পদ্ধতিৰ ওপৰতো যেতিয়া আইনৰ বাধা নিষেধ থাকে, সম্পত্তিৰ অধিকাৰ সূত্ৰতো যদি বাধা নিষেধ প্ৰৱৰ্ত্তন কৰা হয় আৰু সেই একপ্ৰকাৰ বাধা নিষেধ যদি সংখ্যালঘু সম্প্ৰদায়ৰ ওপৰত নাথাকে তেতিয়া ন্যায় নীতিৰ মূল্য কি থাকে আৰু ধৰ্ম নিৰপেক্ষতা বা পক্ষপাতিত্ব শূন্যতাই বা ক'ত থাকে? ৰাষ্ট্ৰীয় নীতি এনেবোৰ ক্ষেত্ৰত সবল জাতীয়তা গঠনতো সহায় হ'ব নোৱাৰে।

ঠায়ে ঠায়ে ধৰ্ম নিৰপেক্ষতাৰ অৰ্থ ধৰ্মহীনতা বুলি ব্যাখ্যা হ'ব লাগিছে আৰু ধৰ্ম নিৰপেক্ষ দল কমিউনিষ্ট সকলহে বুলি ধ্বনি উঠিব ধৰিছে ; কাৰণ কমিউনিষ্ট সকলে ধৰ্মও নামানে ঈশ্বৰো নামানে— অধাৰ্মিকতাবাদীও নহয়। তেওঁলোক প্ৰগতিমূলক জড়বাদী।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

## (শিক্ষাব্ৰতী)

দ্বৈতবনত পঞ্চপাণ্ডৱ দ্ৰৌপদীৰ সহিত বনবাসী হৈছে। দুৰ্য্যোধনে নিজৰ ঐশ্বৰ্য্য দেখুৱাবলৈ মৃগয়াৰ ছল কৰি দ্বৈতবনলৈ সসৈন্যে, সপৰিবাৰে গৈ যথেষ্ট ভাৱে মৃগয়া কৰিব ধৰিলে। ক্ৰমে ক্ৰমে পাণ্ডৱ সকল আশ্ৰমৰ ওচৰলৈ গ'ল; পৰম ৰমণীয় দ্বৈতবনৰ শোভা সৌন্দৰ্য্য মৃগয়া কৰি ছিন্ন-ভিন্ন কৰি দিলে। বহু পশু হনন কৰিলে। তাৰ পাছত পাণ্ডৱ সকলৰ আশ্ৰম সন্নিহিত দ্বৈতবন সৰোবৰ নামৰ সৰোবৰ দেখিবলৈ পাই সঙ্গীসকলক সেই সৰোবৰ সন্নিহিত কেনো ঠাইত ক্ৰীড়া নিবাস প্ৰস্তুত কৰিবলৈ আদেশ দিলে। দ্বৈতসৰোবৰ আৰু তাৰ নিকটস্থ বন আৰু আশ্ৰম গন্ধৰ্ব্ব ৰাজ চিত্ৰসেনৰ ৰাজপৰিচাৰক সকলে অৱৰক্ষণ কৰিছিল। দুৰ্য্যোধনৰ পৰিচাৰক সকলৰ লগত গন্ধৰ্ব্ব ৰাজ চিত্ৰসেনৰ পৰিচাৰক সকলৰ সংঘৰ্ষ হ'ল। সেই সংঘৰ্ষ ঘোৰতৰ যুদ্ধত পৰিণত হ'ল। গন্ধৰ্ব্বৰাজ চিত্ৰসেন নিজে যুদ্ধ ক্ষেত্ৰত উপস্থিত হ'ল। সেই যুদ্ধত কৌৰৱ পক্ষীয় বীৰ কৰ্ণ পৰাজিত হৈ পলায়ন কৰিলে। কৰ্ণক পলায়ন কৰা দেখি কৌৰৱৰ সেনাবিলাকো পলাব ধৰিলে। গন্ধৰ্ব্ব সকলে দুৰ্য্যোধন দুঃশাসন আদি কৌৰৱ সকলক সপৰিবাৰে বন্দী কৰি অপহৰণ কৰি লৈ গ'ল। দুৰ্য্যোধনক অপহৰণ কৰি নিয়াত তাত থকা পৰাজিত সৈন্য বিলাকে দীনমান অশ্ৰুপূৰ্ণ লোচনে মহাৰাজ যুধিষ্ঠিৰৰ শৰণাপন্ন হ'ল। সিদিনা মহাৰাজ যুধিষ্ঠিৰ এদিনতে সমাধা কৰিব পৰা এক যজ্ঞত ব্ৰতী হৈ আছিল।

ভীমসেনে দুৰ্য্যোধনাদি ধৃত আৰু অপহৃত হোৱা সংবাদ পাই সন্তুষ্ট হ'ল। ই কৌৰৱ সকলৰ কুমন্ত্ৰণা আৰু অধৰ্মৰ ফল বুলি ঘোষণা কৰিলে।

উগ্ৰস্বভাৱ ভীমৰ এনে কটুবাক্য শুনি যুধিষ্ঠিৰ ব্যথিত হ'ল। ভীমক ক'লে— ভীমসেন! এই সময়ত তোমাৰ এই ৰূপ ব্যৱহাৰ উচিত হোৱা নাই। কৌৰৱ সকল বিপন্ন, দুৰৱস্থাগ্ৰস্ত আৰু ভয়াৰ্ত্ত হৈ আমাৰ আশ্ৰয় লৈছে। তুমি এতিয়া কেনেকৈ এইবোৰ কথা কৈছা? জাতিবিবাদ আৰু জাতি বৈৰিতা সময়ত ঘটি থাকে ; তথাপি কুলধৰ্ম কেতিয়াও নিৰ্ম্মূল নহয়। যদি অপৰ কোনো শক্তি বংশৰ অনিষ্ট সাধনৰ চেষ্টা কৰে, সেই বংশৰ যি বিলাক সৎপুৰুষ তেওঁলাকৰ কৰ্ত্তব্য হৈছে, তেওঁলোক একমত হৈ অপৰে কৰা দৌৰাত্ম্যৰ প্ৰতিকাৰ কৰা। ধাৰ্ত্তৰাষ্ট্ৰ বিলাকৰ ৰথবোৰ সুসজ্জিত হৈ আছে, তোমালোকে তাতে উঠি দুৰ্য্যোধন আৰু

তেওঁৰ সঙ্গী-সঙ্গিনী বিলাকক মুক্ত কৰি আনাগৈ। হে ভীম! একজন সামান্য ক্ষত্ৰিয় হ'লেও শৰাণগত ব্যক্তিক নিজৰ শক্তি আৰু সাধ্যানুসাৰে সেই ক্ষত্ৰিয়ই ৰক্ষা কৰাই উচিত। য়দি শত্ৰু বিলাকেও 'আমাক ৰক্ষা কৰা' বুলি শৰণাগত হয়, যি কোনো আৰ্য্য ব্যক্তিয়ে সেই শত্ৰুবিলাকক ৰক্ষা কৰা কৰ্ত্তব্য। তেনে ক্ষেত্ৰত শত্ৰুক ৰক্ষা কৰাত দেৱতাৰ অনুগ্ৰহ আৰু ৰাজ্যলাভ হয়, পুত্ৰ জন্মিলে যেনে আনন্দ হয়, তেনে আনন্দ হয়।

দুৰ্য্যোধন বিপন্ন হৈ তোমাৰেই বাহুবলৰ আশ্ৰয়ত জীৱন লাভৰ অভিলাষ কৰিছে — তাতকৈ আনন্দৰ বিষয় কি আছে? মই নিজেই আগবাঢ়ি গলোঁহেঁতেন ; কিন্তু মই যজ্ঞকাৰ্য্যৰ সংকল্পত আৱদ্ধ।

যুধিষ্ঠিৰৰ কথা শুনি অৰ্জ্জুনে দুৰ্য্যোধনৰ মুক্তিৰ প্ৰতিজ্ঞা কৰি যুদ্ধৰ বাবে সাজু হ'ল। তেতিয়া ভীমসেন প্ৰমুখ পাণ্ডৱ সকলে প্ৰহৃষ্ট মনে চিত্ৰসেন গন্ধৰ্ব্বৰ লগত তুমুল যুদ্ধ কৰি গৰ্ব্বিত কৌৰৱ সকলক মুক্ত কৰি আনি বংশৰ গৌৰৱ ৰক্ষা কৰিলে।

ই ভাৰতীয় সংস্কৃতিৰ এটি স্পষ্ট উদাহৰণ। সকলো ব্যক্তিৰ জীৱনতে এনে পৰিস্থিতি উদ্ভৱ হয়, এই উদাহৰণ মান্য কৰি আমাৰ সকলোৰে কৰ্ত্তব্য স্থিৰ কৰা উচিত।●

# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

## ভাৰতীয় আদৰ্শ চৰিত্ৰ

ভাৰতীয় শাস্ত্ৰ সাহিত্যত আৰু কাব্য পুৰাণত আদৰ্শ চৰিত্ৰৰ অভাৱ নাই— যি আদৰ্শ পৃথিৱীৰ ভিতৰত আন কোনো সাহিত্যত পোৱা নাযায়। সেই আদৰ্শ চৰিত্ৰসমূহৰ ভিতৰত এটি অতি মহৎ চৰিত্ৰৰ যৎ কিঞ্চিৎ আলোচনা ইয়াত আগবঢ়োৱা হৈছে। মহাভাৰতৰ আদৰ্শ চৰিত্ৰ সমূহৰ ভিতৰত মহাবীৰ ভীম সেনৰ চৰিত্ৰ এনে এটি চৰিত্ৰ যিটো চৰিত্ৰক সাধাৰণতে, তুলনামূলক ভাৱে আদৰ্শ চৰিত্ৰ বুলি বহুতে গ্ৰহণ কৰিব নোখোজে।

ভীমসেনৰ শৰীৰত হাজাৰ হাতীৰ বল আছিল। অপৰিমিত বল থকা যিকোনো লোকৰ দম্ভ থকা স্বাভাৱিক। সেই দম্ভ আৰু গৰ্ব্ব ভীমসেনৰ সম্পূৰ্ণ আছিল ; সেইবাবে যি ক্ষেত্ৰতে অন্য লোকৰ অন্যায় আচৰণ দেখিছিল, সেই ক্ষেত্ৰতে তীব্ৰ প্ৰতিবাদ নাইবা যথোপযুক্ত প্ৰতিকাৰ স্বয়ংপ্ৰবৃত্ত হৈ কৰিবলৈ আগবাঢ়িছিল। বকাসুৰ বধেই তাৰ প্ৰমাণ। কিন্তু ভীমসেনৰ চৰিত্ৰত এটা বিশেষত্ব আছিল যে যি কোনো অৱস্থাতে জ্যেষ্ঠ ভ্ৰাতৃ যুধিষ্ঠিৰৰ আদেশ বা ইঙ্গিত অমান্য নকৰিছিল। এক হাজাৰ হাতীৰ বল থকা পুৰুষ এজনে আৰু চকুৰ আগতে অন্যায় অত্যাচাৰৰ বিৰুদ্ধে প্ৰতিকাৰৰ অৰ্থে যি জন বীৰ পুৰুষ স্বয়ং প্ৰবৃত্ত হৈছিল সেইজন বীৰ পুৰুষেও জ্যেষ্ঠ ভ্ৰাতৃৰ ইঙ্গিত, আদেশ বা ইচ্ছাৰ বিৰুদ্ধে কোনো কামত আগ নাবাঢ়িছিল। ভ্ৰাতৃভক্তিৰ চৰম নিদৰ্শন আমি লক্ষ্মণৰ চৰিত্ৰত পাওঁ। ভীমসেনৰ চৰিত্ৰতো সেই গুণ কোনো গুণে কম নাছিল।

দ্ৰৌপদীক ৰাজসভালৈ আনি বিৱস্ত্ৰা কৰি অপমান কৰিবলৈ যি প্ৰচেষ্টা কৌৰৱ সকলে কৰিছিল তাৰ বিৰুদ্ধে প্ৰতিকাৰ হাতত ল'বলৈ ভীমসেন ক্ৰোধমূৰ্ত্তি হৈ উঠিছিল কিন্তু চকুৰ পচাৰতে সত্যনিষ্ঠ পণাবদ্ধ যুধিষ্ঠিৰে ভীমসনেক তাৰ পৰা বিৰত কৰিছিল। ভীমসেনে প্ৰতিকাৰৰ কোনো উপায় নেদেখি প্ৰতিজ্ঞা মাথোন কৰিলে যে নিশ্চয় মই "তেৰয় বৎসৰ ভৈলে চতুৰ্দ্দশ বৎসৰত দুঃশাসন ভাইৰ মই বুকুত কুঠাৰ হানি তেজপান কৰিবো আপুনি।" ৰাজসভাত দ্ৰৌপদীৰ ওপৰত যি অমানুষিক অত্যাচাৰ আৰু বৰ্ব্বৰতাৰ পৰিচয় পোৱা যায় সেই তুলনাত ভীমৰ চৰিত্ৰত এই প্ৰতিজ্ঞাত কোনো অন্যায় বা অভদ্ৰোচিত বা অমানৱীয় ব্যৱহাৰৰ প্ৰকাশ পাইছে বুলি ক'ব নোৱাৰি ; বৰঞ্চ সেই সময়ত এনে প্ৰকাৰ তেজ গৰ্ব্বিত ভাষণো যদি দ্ৰৌপদীৰ স্বামীৰ মুখত শুনা নগ'ল হেঁতেন, তেন্তে

সেই অৱস্থাত ভীমসেন মহাবীৰৰ ভীৰুতা আৰু কাপুৰুষতা হে প্ৰকাশ পালেহেঁতেন ; আনফালে ইয়াত সত্যবদ্ধ যুধিষ্ঠিৰৰ আচৰণত ধৈৰ্য্যশীলতা, ধৰ্মত অবিচলতা আৰু সত্যপৰায়ণতা যি দৰে প্ৰস্ফুটিত হৈ উঠিছে সেই দৰে যুধিষ্ঠিৰৰ বীৰ ভ্ৰাতৃ চতুষ্টয়ৰ জ্যেষ্ঠৰ প্ৰতি ভক্তি আৰু আনুগত্য সুস্পষ্ট হৈ উঠিছে। ভাৰতীয় কৃষ্টি সংস্কৃতিৰ ই এক চৰম নিদৰ্শন আৰু শাস্ত্ৰ মহিমাৰ এক জ্বলন্ত উদাহৰণ। জ্যেষ্ঠ ভ্ৰাতৃক পিতৃতুল্য বুলি ভাবিব লাগে, মানিব লাগে। এই কৃষ্টি সংস্কৃতিৰ বিকাশ হোৱা দূৰৈৰ কথা, আজিৰ ভাৰতত পিতৃভক্তি মাতৃভক্তিৰেই বা এনে উদাহৰণ কেইটা পোৱা যাব পাৰে? আজি কালি পিতৃ-মাতৃক নিৰ্য্যাতন কৰা আনকি হত্যা কৰাৰ সংবাদ হে সঘনে পোৱা যায়।

ভীমসেনে এই প্ৰতিজ্ঞা বীৰৰ দৰে সমৰ ক্ষেত্ৰত ৰক্ষা কৰিছিল। এই প্ৰতিজ্ঞাই নহয়, আন এটি প্ৰতিজ্ঞাও ৰক্ষা কৰিছল— "যিটো উৰু দ্ৰৌপদীক দবলাস তই। গদাৰ কোবত তাক ভাঙ্গিবো হো মই।।" দুৰ্য্যোধনক উদ্দেশ্য কৰি এই প্ৰতিজ্ঞা সেই ৰাজসভাতে কৰিছিল, দ্ৰৌপদীৰ প্ৰতি কৰা অন্যায় আচৰণৰ প্ৰতিকাৰৰ আন উপায় বিচাৰি নাপাই।

কিন্তু তেৰ বছৰ বনবাস আৰু অজ্ঞাত বাসৰ পাছত যেতিয়া উভয়পক্ষৰ যুদ্ধৰ উদ্যোগ চলিছে তেতিয়া সন্ধিৰ প্ৰস্তাৱ লৈ শ্ৰীকৃষ্ণ কৌৰৱ সভালৈ যোৱাৰ সময়ত ভীমে শ্ৰীকৃষ্ণক কি কৈছিল? যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক দূতস্বৰূপে পঠাবলৈ স্থিৰ কৰি এইদৰে ক'লে— হে কৃষ্ণ! ভেদ দন্ত নুবুলি বুলিবা প্ৰিয়নাম ৰাজ্য নেদে যদ্যপি মগিবা পঞ্চগ্ৰাম।

যুধিষ্ঠিৰৰ এই প্ৰস্তাৱ ভীমসেনে কি দৰে সমৰ্থন কৰিছে?

ভীমে উঠি বোলন্ত শুনিয়ো জনাৰ্দ্দন।
মহাঘোৰ সমৰক মোৰো নাহি মন।।
একে থানে জন্ম সবে কুৰু পাণ্ডৱৰ।
গুণি চাবা কৃষ্ণ আমি কেদুৰ অন্তৰ।।
অমৰ্য্যাদ যদি দুৰ্য্যোধন দুৰাচাৰ।
তথাপি সম্বন্ধ হৱে ভাই আপোনাৰ।।
ভাই ভাই বিৰোধী দুগুৰ্ণ বাক্য কহে।
সি যি মহাজন যিটো দুৰ্গুণকো সহে।।

এয়ে ভীমৰ উক্তি। (অসমীয়া মহাভাৰত)

যথা যথৈব শান্তি স্যাৎ কৰুণাং মধুসূদন।
তথা তথৈৱ ভাষেথা মাস্ম যুদ্ধেণ ভীষথে।। (মূল মহাভাৰত)

ভীমে কৈছে— হে কৃষ্ণ! যেনে দৰে যি যি উপায়ে শান্তি হয় সেই দৰে হে তুমি প্ৰস্তাৱ দিবা, সেইদৰে হে কৌৰৱ সকলক বুজাবা, যুদ্ধৰ ভয় কেতিয়াও

নেদেখুৱাবা।

ৰাজ্যসভাত ভীমৰ নৃশংস প্ৰতিজ্ঞাৰ লগত ভীমৰ শান্তি কামনাৰ উদগ্ৰীৱতা তুলনীয়। কি মহৎ চৰিত্ৰ। বীৰত্বৰ নিষ্ঠুৰতাৰ লগত মহত্বৰ মধুৰতাৰ একাধাৰে অৱস্থান কি আশ্চৰ্য্য সমন্বয়। শ্ৰীকৃষ্ণ নিজেই আচৰিত হৈছিল—

গিৰেৰেব লঘুত্বং তচ্ছিতত্বমিৰ পাৱকে।
মত্বা ৰামানুজঃ শৌকিঃ শঙ্গিধন্বা বৃকোদৰম।।
কৃষ্ণে যেবে শুনিলা ভীমৰ বাক্যচয়—
(ভীম)— শিলা যেন পানী ভৈল অগনি শীতল।

শ্ৰীকৃষ্ণই ভীমক উপহাস কৰিছে—

সৰ্বকালে জানো তুমি পুৰুষ বিষম।
আজি কেনে ভৈলা দাদা নপুংসক সম।।

ভীমে উত্তৰ দিছে— মই নপুংসক নহয়।

বৃকোদৰে বদতি শুনিয়ো দামোদৰ।
নতুগুচে পৰাক্ৰম দুৰ্জয় ভীমৰ।।
শৰীৰতো বল আছে আছে গদা মোৰ।
লোক অপৰাধক তথাপি ভয় মোৰ।।
লোকে হেন বুলিব কপটী বৃকোদৰ।
এক বেলি দোষ নক্ষেমিলে ভায়েকৰ।।
ভীমতকৈ মহত্তৰ চৰিত্ৰ কেইজনৰ?●

# ভাবৰ বুৰবুৰণি
# ভাৰতীয় সংস্কৃতিৰ ৰূপৰেখা

ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ নীতি হৈছে সত্য আৰু সত্য ধৰ্ম ৰক্ষণ। এই সত্যৰ স্বৰূপ কি?আমি জনা দৰকাৰ ; কাৰণ ভাৰতীয় সংবিধানত সত্য ধৰ্মৰ স্থান অতি মহৎ। কৌশিক নামে এজন বৰ তপস্বী আৰু বেদজ্ঞ ব্ৰাহ্মণ আছিল। তেওঁ নিজ বাসস্থান আৰু আশ্ৰম স্থান নিৰ্ণয় কৰিছিল— গভীৰ অৰণ্যত নহয়, গাৱঁৰ ওচৰত। তেওঁৰ স্বভাৱ আছিল সত্য কথন। কেতিয়াও কোনো অবস্থাতে মিছা কথা নকৈছিল। কাৰণ সত্যই হৈছে পৰম ধৰ্ম। সেই বাবে তেওঁ সত্যবাদী বুলি বিখ্যাত হৈছিল।

এসমত কেইজনমান মানুহ দস্যুৰ ভয়ত ভীত হৈ ওচৰৰ অৰণ্যত প্ৰবেশ কৰিলে। তপস্বী কৌশিকে সেইটো দেখা পাইছিল। দস্যু বিলাকে সেই মানুহ কেইজনক বিচাৰি বিচাৰি কৌশিকৰ ওচৰ চপিল। কৌশিকক সুধিলে — ভগৱান, কেইজন মান মানুহ এই ফালে আহিছিল, আপুনি দেখিছে নে? সিহঁত কোন ফালে গ'ল? কৌশিকে সত্য কথা নকৈ নোৱাৰে — সত্য পালনেই তেওঁৰ নীতি আৰু ধৰ্ম। তেওঁ সঁচা কথাটো কৈ দিলে যে সিহঁতে এই পথেদি গৈ বনত প্ৰৱেশ কৰিছে। দস্যু বিলাকেও বনত প্ৰৱেশ কৰি সিহঁতক বিচাৰি উলিয়াই বিনাশ কৰিলে।

এই সত্য কথা কোৱা বাবে কৌশিক পাপত লিপ্ত হ'ল আৰু ঘোৰ নৰকত পৰিল।

এতিয়া প্ৰশ্ন হ'ল— কৌশিকৰ পাপ কিয় হ'ল? মহাভাৰতত সত্য নিৰ্ণয়ৰ ই এটি প্ৰধান উদাহৰণ।

দস্যু বিলাকৰ উদ্দেশ্য আছিল হিংসা— মানুহ বিলাকক প্ৰাণে মৰা। কৌশিকে সেই হিংসা কাৰ্য্যৰ সহায়তা কৰিলে। কৌশিক ঋষিয়ে সত্য কথা কোৱাকে পৰম ধৰ্ম বুলি মানি প্ৰাণী হিংসা যে পৰম অধৰ্ম, প্ৰাণী হিংসাত সহায় কৰাটোও যে অধৰ্ম, সেই নীতিৰ অৱমাননা কৰিলে। কৌশিকে মিছা কথা কোৱা হ'লে সেই মানুহবিলাক প্ৰাণে ৰক্ষা পৰিলহেঁতেন।

গান্ধীজীয়ে কৈছিল সত্য অৰু অহংসা মুদ্ৰাৰ ইপিঠি সিপিঠি। সত্য আৰু অহিংসা যুগপৎ তিষ্ঠি থাকে। এটাক অৱহেলা কৰি আনটোক ৰক্ষা কৰিব নোৱাৰি। স্থল বিশেষে সত্যও অধৰ্ম হয়। যি ঠাইত মিথ্যা সত্য স্বৰূপ আৰু সত্য মিথ্যা স্বৰূপ হয় তেতিয়া মিছা কথা কোৱা দোষৰ নহয়।

ইয়াত সত্যধৰ্ম হৈছে প্ৰাণীবিলাকৰ অবধ। প্ৰাণী হিংসা কৰাতকৈ মিছা কথা কোৱাও ভাল। এই কথা ভগৱান শ্ৰীকৃষ্ণই মহাভাৰতৰ কৰ্মপৰ্বত ৬৯

অধ্যায়ৰ ২৩ নম্বৰ শ্লোকত কৈছে। সেই শ্লোকটো হৈছে—

প্ৰাণিনা মৰ্ব্বস্তাত সৰ্ব জ্যায়াম্মতো মম।

অনৃতাং বা বদেদ্বাচং নতু হিংস্যাৎ কথঞ্চন।

(প্ৰাণিনাং অবধঃ তাত সৰ্বজ্যায়াম মম মতঃ)

আজি আমি গান্ধীজীৰ ভাৰতবৰ্ষত দেখিবলৈ পাইছো যে হিংসা বৃত্তি চৰিতাৰ্থ কৰিবৰ বাবে মিথ্যাক সত্যৰ আৱৰণ দিয়া হয়, দোষীক নিৰ্দোষ বুলি এৰি দিয়া হয় আৰু নিৰ্দোষ ব্যক্তিক দোষী বুলি শাস্তি দিয়া হয়। মন্ত্ৰীৰ পদত অধিষ্ঠিত হৈ বহু মুখ্যমন্ত্ৰী আৰু আন আন মন্ত্ৰীয়ে সমাজৰ অন্যায় সাধন কৰিব ধৰিছে। নিজৰ স্বাৰ্থ উদ্ধাৰৰ বাবে অপৰ ব্যক্তিৰ চৰিত্ৰ হনন কৰিব ধৰিছে আৰ সত্যক ঢাকিবলৈ মিথ্যাৰ আশ্ৰয় গ্ৰহণ কৰিব ধৰিছে। উদ্দেশ্য থাকে নিজৰ দল বৃদ্ধিত, দলীয় স্বাৰ্থ ৰক্ষাত। কিমান মন্ত্ৰীৰ বিৰুদ্ধে ৰাইজৰ অভিযোগ বিচাৰ কৰা হোৱা নাই, কিমান ব্যক্তিৰ বিৰুদ্ধে ৰাইজৰ অভিযোগ আওকাণ কৰা হৈছে— তাৰ লেখ জোখ নাই।

ভাৰতীয় সংস্কৃতিত যে সত্য আৰু মিথ্যাৰ সূক্ষ্ম বিচাৰ আছে তাক কোনে বিচাৰি চাইছে বা পালন কৰিছে?

মিথ্যা প্ৰচাৰেই হৈছে ৰাজনীতিৰ প্ৰধান অৱলম্বন। ব্ৰাহ্মণৰ কান্ধত থকা ছাগলীটোক তিনিজন ধূৰ্ত্তই বিভিন্ন ঠাইত কুকুৰ বুলি কৈ ব্ৰাহ্মণৰ মনত ছাগলীটোক কুকুৰ বুলি পতিয়ন নিয়ালে; কিন্তু ধূৰ্ত্ত তিনিজনৰ মনত সেইটো ছাগলী হৈয়ে থাকিল আৰু সিহঁতৰ কাৰণে উপাদেয় মাংস খাদ্য হৈয়ে থাকিল। মিথ্যা প্ৰচাৰৰ দ্বাৰা সত্যক এইদৰে আৱৰি ৰাখিব পাৰিলেও সত্যৰ বিকাৰ কেতিয়াও নঘটে।

অহৰহ শুনা যায় ৰাজনীতিত হেনো মিছা কথা ক'ব লাগে। ভাৰতীয় ৰাজনীতিত আৰু ভাৰতীয় সংস্কৃতিত, সত্য আৰু অহিংসাৰ পথত যে মিথ্যা অচল সেই জ্ঞান আমাৰ কাহানি লাভ হ'ব?

মিছা কথা কোৱাৰ ব্যৱস্থাও ভাৰতীয় সংস্কৃতিত আছে।

প্ৰাণত্যয়ে বিবাহে চ বক্তবামনৃতং ভবেৎ।

সৰ্ব্বস্থাপহাৰে চ বক্তব্যমনৃতং ভবেৎ।।

প্ৰাণ বিয়োগ (প্ৰাণ ৰক্ষাৰ বাবে), বিৱাহৰ উদ্দেশ্যে আৰু সৰ্ব্বস্ব অপহৰণ কালত সৰ্ব্বস্ব ৰক্ষা কৰিবৰ উদ্দেশ্যে মিছা কথা কব পাৰি।

সত্য আৰু অসত্যৰ স্বৰূপ কি? যি ধৰ্মানুমোদিত সেয়ে সত্য আৰু যি ধৰ্ম বিৰুদ্ধ সেয়ে অসত্য।

ধৰ্ম কি? প্ৰাণী ৰক্ষাই ধৰ্ম। প্ৰাণীৰ প্ৰাণ ৰক্ষাৰ বাবে যদি মিছা কথা কোৱা হয় সিও ধৰ্ম আৰু সেই ধৰ্মানুমোদিত যি তত্ত্ব সেয়ে সত্য। তদ্বিপৰীতে অসত্য।

ভাৰতীয় ৰাজনীতিত এই কেইস্থলত বাতিৰেকে অন্যত্ৰ মিছা কথা কোৱাৰ ব্যৱস্থা নাই।●

# গীতাৰ মূল শিক্ষা আৰু শ্ৰীঅৰবিন্দ

"গীতাৰ মূল শিক্ষা কি" সেই সম্বন্দে শ্ৰীঅৰবিন্দই বহু বিস্তৃত আলোচনা কৰিছে। তেওঁ সমগ্ৰ গীতা শাস্ত্ৰৰ ব্যাখ্যা আৰু সেই বিস্তৃত আলোচনা ইংৰাজীত Essays on the Gita নামক গ্ৰন্থত কৰিছে। সেই নিবন্ধ সমূহ 'গীতা নিবন্ধ' নাম দি শ্ৰীঅনিল বৰণ ৰায়ে অনুবাদ কৰিছে— বাংলা ভাষাত। এই 'গীতা নিবন্ধ' গ্ৰন্থ পণ্ডিচেৰীৰ পৰা শ্ৰীঅৰবিন্দ আশ্ৰম ষ্ট্ৰাষ্ট প্ৰতিষ্ঠানে প্ৰকাশ কৰিছে। সেই 'গীতা নিবন্ধ' গ্ৰন্থৰ পৰা অনুবাদ কৰি এই বিষয়ৰ শিতানত কৰা আলোচনাৰ পৰা কিয়দংশ হে মাথোন অৰবিন্দ শতবাৰ্ষিকী বছৰ উদ্‌যাপন সম্পৰ্কীয় 'আলোক'ৰ বিশেষ সংখ্যাত প্ৰকাশৰ বাবে ক্ষুদ্ৰ প্ৰৱন্ধকাৰে যুগুত কৰা হ'ল।

শ্ৰীঅৰবিন্দই কৈছে ঃ—

গীতাৰ শিক্ষা নানা তথ্যপূৰ্ণ আৰু বহুমুখী। গীতাত আধ্যাত্মিক জীৱনৰ নানা ভাৱৰ সমন্বয় কৰা হৈছে। সেইবাবে বিশেষ বিশেষ মতাৱলম্বী সকলৰ একদেশদৰ্শিতাৰ ফলস্বৰূপে গীতাৰ অৰ্থ আন আন ধৰ্মগ্ৰন্থতকৈও সহজে বিকৃত কৰি কোনো বিশেষ দাৰ্শনিক মত বা দলৰ মত পোষণ কৰা যাব পাৰে। সেইবাবে গীতাৰ মূল শিক্ষা কি, প্ৰধান কথা কি সেই সম্বন্ধে স্পষ্ট ধাৰণা থকা আৱশ্যক। আমি যি মত নীতি বা ধাৰণাৰ পক্ষপাতী সেই মত নীতি আৰু ধাৰণাই অলক্ষ্যে আমাৰ মনৰ ওপৰত এনেদৰে প্ৰভাৱ বিস্তাৰ কৰে যে আমি সেই মত বা নীতিৰ পৰিপোষক অৰ্থৰ সন্ধান কৰো, তাৰ ফলত আমি বহুতে অনেক সময়ত অনেক বিষয়ৰে প্ৰকৃত মৰ্ম গ্ৰহণ কৰিব নোৱাৰো। মানুহৰ বুদ্ধি সকলো সময়তে বস্তুৰ অন্তঃস্থলত প্ৰৱেশ কৰিব নোখোজে যাৰ ফলত সত্যটো হেৰাই যায়। বিশেষ সাৱধানী ব্যক্তিও এনে ধৰণৰ ভুলৰ হাত সাৰিব নোৱাৰে ; কাৰণ মানুহৰ বুদ্ধি সকলো সময়তে নিজৰ এনে ধৰণৰ ভুল ধৰিবলৈ সতৰ্ক থাকিব নোৱাৰে। গীতা পাঠত এনে ধৰণৰ ভুল সহজতে হয় ; কাৰণ গীতাৰ কোনো অংশ বিশেষৰ ওপৰত, গীতা শিক্ষাৰ কোনো বিশেষ দিশত আনকি গীতাৰ কোনো বিশিষ্ট শ্লোকৰ ওপৰত বিশেষ ঝোঁক্ দি আৰু বাকী ওঠৰটা অধ্যায় অগ্ৰাহ্য কৰি আমি সহজেই নিজৰ নিজৰ মত— নিজৰ নিজৰ দাৰ্শনিক বা নৈতিকতাবাদৰ পোষকতা কৰিব পাৰো।

কোনো কোনো লোকে এনেদৰে কয় যে গীতাই মুঠেও কৰ্ম শিক্ষা দিয়া নাই। কৰ্ম-পৰিত্যাগ কৰিবলৈ কেনে ধৰণৰ সাধনা আৱশ্যক গীতাই কেৱল সেইটোকেই হে শিক্ষা দিছে। শাস্ত্ৰ-বিহিত কৰ্মই হওঁক বা যিকোনো কৰ্ত্তব্য কৰ্মই

হওঁক সেইটো যেতিয়া সাধন কৰিবৰ সময় উপস্থিত হয় তাক যি কোনো প্ৰকাৰে সম্পাদন কৰাই উপায়— সেয়ে সাধনা। শেষ পৰ্য্যন্ত কৰ্ম আৰু সংসাৰ পৰিত্যাগ কৰাই একমাত্ৰ প্ৰকৃত উদ্দেশ্য। গীতাৰ য'ৰে ত'ৰে পৰা শ্লোক তুলি এই মতৰ সমৰ্থন কৰিব পৰা যায়। বিশেষতঃ গীতাই সন্ন্যাসৰ যি অভিনৱ অৰ্থ দিছে তাক যদি আমি লক্ষ্য নকৰো তেতিয়া এনেধৰণৰ মতেই সমীচীন বুলি বোধ হ'ব। কিন্তু নিৰপেক্ষ বাৰে গীতা পাঠ কৰিলে এনে ধৰণৰ মত সমৰ্থন কৰা সম্ভৱ নহয়। কাৰণ গীতাত শেষ পৰ্য্যন্ত পুনঃ পুনঃ কোৱা হৈছে যে কৰ্ম নকৰাত কৈ কৰ্ম কৰা ভাল। সমতাৰ দ্বাৰা (জয়-পৰাজয়, লাভ-লোকচান, মান-অপমান, শীত-উষ্ণ ইত্যাদিত সমজ্ঞান কৰি) বাসনাৰ ত্যাগ আৰু সকলো কৰ্ম ভগৱানৰ উদ্দেশ্যে সমৰ্থন কৰাই শ্ৰেয়ঃ।

আকৌ কোনো কোনোৱে কয় যে ভক্তিতত্ত্বই গীতাৰ সাৰ কথা। গীতাৰ ভিতৰত অদ্বৈতবাদ আৰু একমাত্ৰ ব্ৰহ্মতেই শান্তিময় অৱস্থানৰ যিবোৰ কথা আছে সেইবোৰ তেওঁলোকে বিশেষ ভাৱে লক্ষ্য নকৰে। এইটো কথা অৱশ্যে সত্য যে গীতাত বক্তিৰ ওপৰত খুবেই জোৰ দিয়া হৈছে। ক্ষৰ আৰু অক্ষৰত কৈ পৃথক উত্তম পুৰুষ— যাক শ্ৰুতিত পৰমাত্মা বুলি স্বীকাৰ কৰিছে, তেৱেঁই সৰ্ব্বলোকৰ ঈশ্বৰ, সকলোৰে অধিপতি, তেৱেঁই তিনিলোক পালন কৰি আছে— এই বিলাক ভক্তিমূলক কথা আৰু গীতাৰ অতি আৱশ্যকীয় অংশ স্বীকাৰ কৰো। তথাপি গীতাৰ মতে এই ঈশ্বৰ কেৱল ভক্তিৰ বস্তুমাত্ৰই নহয়— এই ঈশ্বৰতে সকলো জ্ঞানৰ পৰিসমাপ্তি, তেৱেঁই সকলো যজ্ঞৰে অধীশ্বৰ আৰু সকলো কৰ্মৰে লক্ষ্য। গীতাই য'ত যেনে প্ৰয়োজন, কোনো ঠাইত কৰ্মৰ ওপৰত, কোনো ঠাইত জ্ঞানৰ ওপৰত আৰু কোনো ঠাইত ভক্তিৰ ওপৰত জোৰ দি তিনিওটাৰে সম্পূৰ্ণ সামঞ্জস্য বিধান কৰিছে ; কোনোটিকে আন দুটাৰ পৰা পৃথক কৰি উচ্চস্থান দিয়া নাই। কৰ্ম, জ্ঞান, ভক্তি তিনিও মিলি য'ত এক হৈছে তেৱেঁই শ্ৰেষ্ঠ পুৰুষোত্তম। কিন্তু যেতিয়াৰ পৰা মানুহে বৰ্তমান যুগোপযোগী মন লৈ গীতাৰ আদৰ আৰু গীতাৰ অৰ্থ কৰিবলৈ আৰম্ভ কৰিছে তেতিয়াৰ পৰা গীতাক কৰ্মযোগৰ গ্ৰন্থ বুলি ধৰাটোৱে ৰীতি হৈ পৰিছে। গীতাত যে পুনঃ কৰ্ম কৰিবলৈ কোৱা হৈছে সেই সূত্ৰকে অৱলম্বন কৰি মানুহে গীতাৰ জ্ঞান আৰু ভক্তিৰ কথা উপেক্ষা কৰিব ধৰিছে আৰু কেৱল মাত্ৰ কৰ্মবাদ আৰু কৰ্মৰ পথ দেখুৱাবলৈ গীতাকেই পোহৰ বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিব ধৰিছে। গীতা যে কৰ্মবাদৰ গ্ৰন্থ তাত সন্দেহ নাই, কিন্তু সেই কৰ্মৰ পৰিসমাপ্তি হৈছে জ্ঞানত— ভগৱানৰ প্ৰতি ভক্তি অৰ্থাৎ সম্পূৰ্ণ আত্ম সমৰ্পনে সেই কৰ্মৰ মূল। নিজৰ বা অপৰৰ স্বাৰ্থৰ বাবে যি কৰ্ম, সংসাৰৰ, সমাজৰ, মানৱজতিৰ কল্যাণৰ বাবে যি কৰ্ম, যি নীতি, যি আদৰ্শ বৰ্ত্তমান যুগত প্ৰশংসিত, গীতাৰ কৰ্ম বা আদৰ্শ তাৰ পৰা সম্পূৰ্ণভাৱে স্বতন্ত্ৰ। অথচ গীতাৰ আধুনিক ব্যাখ্যাকাৰক সকলে

দেখুৱাবলৈ বিচাৰে যে গীতাত কৰ্মৰ আধুনিক আদৰ্শকে চিত্ৰিত কৰা হৈছে। বিশিষ্ট পণ্ডিত সকলেও কেৱল এই কথাকে কৈ থাকে যে ভাৰতৰ দৰ্শন শাস্ত্ৰত, আন আন শাস্ত্ৰত সংসাৰ ত্যাগ আৰু সন্ন্যাসীৰ কঠোৰ জীৱনৰ ফালে বেছি ঝোঁক আছে। গীতাই তাৰ তীব্ৰ প্ৰতিবাদ কৰিছে আৰু নিঃস্বাৰ্থ ভাৱে সামাজিক কৰ্ত্তব্যবোৰ সম্পাদন কৰা আনকি আধুনিক আদৰ্শানুযায়ী সমাজসেৱা আৰু পৰোপকাৰ কৰাকেই গীতাই শিক্ষা দিছে। কিন্তু গীতাৰ শিক্ষা যে মুঠেও এনেকুৱা নহয় তাক অলপমান অনুধাৱন কৰি চালেই বুজা যায়। আধুনিক মনোভাব লৈ প্ৰাচীন গ্ৰন্থ গীতাৰ আলোচনা কৰা বাবে এই ধৰণৰ ভুল ব্যাখ্যা সম্ভৱ হৈছে। সম্পূৰ্ণ পাশ্চাত্য ভাবাপন্ন বুদ্ধিৰে সম্পূৰ্ণভাৱে প্ৰাচ্য আৰু ভাৰতীয় শিক্ষাক বিকৃতভাৱে বুজিছে। গীতাই যি কৰ্ম শিক্ষা দিছে, সি মানৱীয় নহয়, সি ঐশ্বৰিক। সামাজিক কৰ্তব্য সম্পাদন গীতাৰ শিক্ষা নহয়। কৰ্মৰ, কৰ্ত্তব্যৰ আন সকলো বিধি নিষেধ পৰিত্যাগ কৰি অহংভাৱশূন্য হৈ যন্ত্ৰস্বৰূপ ভাবদিচ্ছা সম্পাদনেই গীতাৰ শিক্ষা। ঈশ্বৰাশ্ৰিত শ্ৰেষ্ঠ মহাপুৰুষ সকলে জগতৰ হিতৰ বাবে মানৱ আৰু জগতৰ অন্তৰালত অৱস্থিত ভগৱানৰ উদ্দেশ্যে যজ্ঞস্বৰূপ যি কৰ্ম কৰি থাকে, সেই কৰ্মই গীতাৰ আদৰ্শ।

গীতা ব্যৱহাৰিক নীতি শাস্ত্ৰ নহয়, গীতা আধ্যাত্মিক জীৱনৰ গ্ৰন্থ। ইউৰোপীয় মনোভাৱেই আধুনিক মনোভাৱ। গ্ৰীক্ আৰু ৰোমান সভ্যতাৰ দাৰ্শনিক চিন্তাৰ প্ৰভাৱৰ দ্বাৰা ইউৰোপীয় মনোভাৱৰ প্ৰথম সৃষ্টি হয়। তাৰ পাছত মধ্য যুগত খৃষ্টীয় ধৰ্মৰ ভক্তি প্ৰৱণতাৰ প্ৰভাৱত ইউৰোপীয় মন পুষ্ট হয়। এতিয়া বৰ্ত্তমান যুগত ইউৰোপে এই দুয়োটা প্ৰভাৱৰ পৰাই মুক্ত হৈছে। ইয়াৰ পৰিবৰ্ত্তে সমাজ সেৱা, দেশ সেৱা, মানৱজাতিৰ সেৱাই ইউৰোপৰ আদৰ্শ হৈছে।

**ভগৱানক ত্যাগ কৰিছে ঃ**

ইউৰোপে বৰবেছি মাথোন একবাৰ ৰবিবাৰে ভগৱানৰ বিচাৰ কৰে। ভগৱানৰ পৰিবৰ্ত্তে মানুহ হৈছে তেওঁলোকৰ উপাস্য। মানৱ সমাজেই হৈছে দৃশ্য বিগ্ৰহ। আধুনিক ইউৰোপত নীতি পৰায়ণতা, কাৰ্য্যকুশলতা, পৰোপকাৰ, সমাজ সেৱা, মানৱজাতিৰ কল্যাণসাধন ইত্যাদিয়েই শ্ৰেষ্ঠ আদৰ্শ। শ্ৰেষ্ঠ ধৰ্ম। এই বিলাকো যে ভাল তাত কোনো সন্দেহ নাই। বিশেষতঃ বৰ্তমান যুগত এই বিলাকৰ খুবেই প্ৰয়োজন আছে. এই বিলাকো ভগৱদিচ্ছাৰে বিকাশ ; নহ'লে মানৱসমাজত এতিয়া এইবিলাকৰ প্ৰতিপত্তি কিয় হ'ব? যি জনা ঈশ্বৰীয় মানৱ দেৱজীৱন লাভ কৰিছে, ব্ৰহ্মচৈতন্যৰ ভিতৰত বাস কৰিছে তেৰোঁ যে কাৰ্য্যতঃ এইবোৰ আদৰ্শ গ্ৰহণ নকৰিব তাৰ কোনো কাৰণ নাই। প্ৰকৃত পক্ষে এয়ে যদি বৰ্তমান যুগৰ শ্ৰেষ্ঠ আদৰ্শ, যুগধৰ্ম হয় আৰু যিমান দিন কোনো উচ্চতৰ আদৰ্শৰ প্ৰতিষ্ঠা কৰা নহয়, সিমান দিন এই আদৰ্শই তেওঁৰো অৱলম্বনীয়। কাৰণ তেৰেঁই হৈছে শ্ৰেষ্ঠ ব্যক্তি— আনে কিৰূপ আচৰণ কৰিব, তেওঁ নিজে আচৰণ কৰি সেইটো দেখুৱাই দিব। বাস্তৱিক পক্ষে

যিবোৰ আদৰ্শ সেই যুগৰ পক্ষে শ্ৰেষ্ঠ আৰু সেই যুগৰ সভ্যতাৰ উপযোগী অৰ্জ্জুনক সেই অনুসাৰেই জীৱন-যাপন কৰিবলৈ কোৱা হৈছে। কিন্তু সাদাৰণ মানুহে যেনেকৈ একোকে নাজানি একোকে নুবুজি এটা বাহ্য বিধি-নিষেধ মানি কাৰ্য্য কৰে, সেইদৰে নকৰি জ্ঞানৰ সহিত নিজৰ অন্তৰত যি সত্য আছে তাক সম্যক বাৱে জানি বুজি অৰ্জ্জুনক কৰ্ম কৰিবলৈ কোৱা হৈছে।

কৰ্মক মানৱীয় স্তৰৰ পৰা ঐশ্বৰীয় স্তৰত তুলিবলৈ গীতাই তিনিটা ৰূপ দেখুৱাই দিছে। এই দৰেই কৰ্মৰ বন্ধনৰ পৰা মুক্ত হৈ দিব্য জীৱনৰ স্বাধীনতা লাভ কৰিব পৰা যাব। প্ৰথমটো হৈছে সকলো বাসনা পৰিত্যাগ কৰি সম্পূৰ্ণ সমতাৰ সহিত (লাভ-অলাভ বিচাৰ নকৰি) পৰমেশ্বৰৰ উদ্দেশ্যে যজ্ঞ হিচাবে সমস্ত কৰ্ম কৰিব লাগিব। এই অৱস্থাত মানুহে নিজকেই কৰ্মী বুলি ভাৱে পৰমেশ্বৰৰ সহিত একাত্মতা উপলব্ধি নকৰে। এইটোৱেই প্ৰথম ৰূপ। দ্বিতীয়ঃ কেৱল কৰ্মফলত নহয়, কৰ্মতো যে তেওঁৰ অধিকাৰ নাই সেইটো উপলব্ধি কৰিব লাগিব। প্ৰকৃতিয়েই সকলো প্ৰকাৰে সৰ্ব্ববিধ কাৰ্য্য সম্পাদন কৰি আছে। আত্মাই স্বয়ং একো নকৰে যি জনে জ্ঞান চক্ষুৰ দ্বাৰা এইটো অৱলোকন কৰে তেৱেঁই এই দ্বিতীয় অৱস্থা প্ৰাপ্ত হয়। শেষত অৰ্থাৎ তৃতীয় ধাপত প্ৰকৃতি আৰু পুৰুষৰ অতীত পুৰুষোত্তমক চিনিব লাগিব। প্ৰকৃতি সেই পুৰুষোত্তমৰ দাসী মাত্ৰ— প্ৰকৃতিস্থ পুৰুষ তেওঁৰ অংশ বিশেষ। সেই পুৰুষোত্তমেই সকলোৰে অতীত হৈও প্ৰকৃতিৰ দ্বাৰাই সকলো কৰ্ম পৰিচালনা কৰিব ধৰিছে। তেওঁকেই ভক্তি কৰিব লাগিব, স্তুতি কৰিব লাগিব, সৰ্ব্বকৰ্ম যজ্ঞৰূপ তেওঁকেই সমৰ্পণ কৰিব লাগিব। সৰ্ব্বান্তঃকৰণে তেওঁৰেই শৰণ ল'ব লাগিব— জগতৰ সমগ্ৰ চৈতন্যক পাহৰি সেই দেৱ-চৈতন্যৰ মাজত বাস কৰিব লাগিব যেন মানৱাত্মা সেই পুৰুষোত্তমৰ সহিত প্ৰকৃতিৰ ওপৰত উঠিব পাৰে আৰু তেওঁৰেই সহচৰ হৈ সম্পূৰ্ণ স্বাধীনতাৰ সহিত কৰ্ম কৰিব পাৰে।

কৰ্ম যোগেই প্ৰথম ৰূপ— এই অৱস্থাত স্বাৰ্থশূন্য হৈ ভগৱানত ফলাফল সমৰ্পণ কৰি কৰ্ম কৰিব লাগিব। গীতাই যে পুনঃ পুনঃ কৰ্ম কৰিবৰ কথা কৈছে সেইটো অৱস্থাৰেই উপযোগী কথা। জ্ঞান যোগ দ্বিতীয় ৰূপ। ই অৱস্থাত আত্মা আৰু জগৎ সম্বন্ধে প্ৰকৃত জ্ঞান লাভ কৰিব লাগিব আৰু এই অৱস্থাত গীতাই পুনঃ পুনঃ জ্ঞান লাভৰ কথাকেই কৈছে। কিন্তু ইয়াতো যজ্ঞৰূপ কৰ্ম কৰিব লাগিব— ইয়াত কৰ্মৰ পথ শেষ নহয়—জ্ঞানৰ সহিত মিলি এক হৈ যায়। ভক্তিযোগেই শেষ ৰূপ। এই অৱস্থাত ভগৱানক লাভ কৰিবৰ বাবে ব্যগ্ৰতাৰ উদয় হয় আৰু এই অৱস্থাত গীতাই বাৰে বাৰে ভক্তিৰ কথাকেই কৈছে। কিন্তু ইয়াতো জ্ঞান বা কৰ্মৰ শেষ নহয় ; কিন্তু জ্ঞান আৰু কৰ্মৰ উন্নতি আৰু চৰম পৰিণতি হয়। জ্ঞান, কৰ্ম, ভক্তি এই তিনিওটা পথ মিলি এক হৈ যায়। যি ফলৰ আকাঙ্খা সকলো সময়তে সাধকৰ মনত জাগ্ৰত হৈ থাকে, তেতিয়া সেই ফল লাভ হয়— ভগৱানৰ সহিত মিলন হয় আৰু ঐশ্বৰীয় প্ৰকৃতিৰ সহিত একাত্মতা প্ৰাপ্তি হয়।●

# সামাজিক শিক্ষা

ভাৰতবৰ্ষ গণতান্ত্ৰিক দেশ। অকল ভাৰতবৰ্ষই গণতান্ত্ৰিক নহয়, সমগ্ৰ পৃথিবীতে গণতন্ত্ৰৰ যুগ চলিছে। যিবিলাক দেশত এতিয়াও ৰজাৰ শাসন চলি আছে, সেই দেশবোৰতো গণতন্ত্ৰৰ নীতি প্ৰৱৰ্ত্তিত হৈছে ; কিন্তু দুখৰ বিষয় কোনো এখন দেশতেই গণতন্ত্ৰৰ প্ৰকৃত ৰূপ ৰূপায়িত হৈ উঠা নাই। তাৰ প্ৰধান কাৰণ হৈছে গণতন্ত্ৰৰ মূল নীতিবোৰ ৰাইজৰ সম্যকভাৱে ক'তো বোধগম্য হৈ উঠা নাই। গণতন্ত্ৰৰ নীতিবোৰ বোধগম্য হ'বলৈ ৰাইজ প্ৰকৃতভাৱে শিক্ষিত হ'ব লাগিব। ৰাইজক গণতান্ত্ৰিক যুগৰ উপযুক্ত নাগৰিক কৰি তুলিবলৈ সামাজিক শিক্ষাৰ আৱশ্যক আছে। সেইবাবে চৰকাৰে স্বৰাজ পোৱাৰ পাছত সামাজিক শিক্ষাৰ আঁচনি গ্ৰহণ কৰে।

সামাজিক শিক্ষাৰ উদ্দেশ্য একমাত্ৰ নিৰক্ষৰতা দূৰীকৰণ কৰাই নহয়। নিৰক্ষৰতা সমাজৰ এটা প্ৰধান দোষ তাত কোনো সন্দেহ নাই। নিৰক্ষৰ লোকে কোনো কিতাপ বা বাতৰি কাকত আদি পঢ়িব নোৱাৰে। দূৰৈত থকা নিজৰ ল'ৰা-ছোৱালীলৈকো এখন চিঠি নিজে লিখিব নোৱাৰে আৰু ল'ৰা-ছোৱালীৰ পৰা অহা এখন চিঠি নিজে পঢ়িব নোৱাৰে। মানুহৰ ব্যক্তিগত জীৱনত ই এটা প্ৰধান দুখৰ কথা আৰু উন্নতিৰো প্ৰধান অন্তৰায়। সেইবাবে সমাজৰ পৰা নিৰক্ষৰতা যিমান সোনকালে দূৰীভূত কৰিব পাৰি সমাজৰ পক্ষে সিমান মঙ্গল। সামাজিক শিক্ষাত নিৰক্ষৰতা দূৰীকৰণৰ অভিযান সেই বাবে প্ৰথম আঁচনি আছিল ; কিন্তু নিৰক্ষৰতাই সমাজক যিদৰে পঙ্গু কৰা বুলি আমি ভাবোঁ— ভাৰতীয় সমাজক সেইদৰে পঙ্গু কৰা নাছিল।

ভাৰতীয় সাংস্কৃতিক জীৱনৰ পদ্ধতি এনে ধৰণৰ আছিল যে এই পদ্ধতিয়ে নিৰক্ষৰ লোককো প্ৰভাৱান্বিত কৰিছিল আৰু সেই প্ৰভাৱৰ বলত নিৰক্ষৰ লোকেও ব্যক্তিগত জীৱনত সমাজত মহৎ আদৰ্শ স্থাপন কৰি গৈছে। আজিও প্ৰত্যেক গাঁৱতে বহু নিৰক্ষৰ লোক আছে যিসকলে ডিগ্ৰীধাৰী বিদ্বান লোক সকলতকৈ বহু গুণে জ্ঞানী, উদাৰ, নিঃস্বাৰ্থ, পৰোপকাৰী আৰু দূৰদৃষ্টি সম্পন্ন। সেই সকল লোক সাংস্কৃতিক পৰিবেশৰ মাজত সমাজত ওপজিছে আৰু ডাঙৰ-দীঘল হৈছে। দেশৰ সাংস্কৃতিক প্ৰভাৱে তেওঁলোকৰ জীৱন নিয়ন্ত্ৰিত কৰিছে। সেই সেই লোক সকলৰ জীৱন বিকাশত নিৰক্ষৰতাই বেছি প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই বা বাধাৰ সৃষ্টি কৰিব পৰা নাই। অৱশ্যে লেখা-পঢ়া নজনা বাবে আজিৰ যুগত দৈনন্দিন সাংসাৰিক জীৱনত কিছু অসুবিধা পাইছে ; কিন্তু মনুষ্য জীৱনৰ উদ্দেশ্য

আৰু সামাজিক জীৱনৰ পৰিপূৰ্ণতা আনয়নৰ ক্ষেত্ৰত তেওঁলোকে যথেষ্ট মূল্যৱান বৰঙণি যোগাইছে। নিৰক্ষৰ লোক এজনে কেনেকৈ তাক কৰিব পাৰিছে সেই কথা বুজিবলৈ গান্ধীজীৰ এটা কথালৈ মন কৰিলে সেই কথাটো সহজে বোধগম্য হ'ব। গান্ধীজীয়ে কৈছে যে এজন লোকে স্বাধীনভাৱে আৰু সদুপায়ে জীৱিকা উপাৰ্জন কৰে, নিজৰ পিতৃ-মাতৃ, ল'ৰা-ছোৱালীৰ প্ৰতি যি কৰ্তব্য কৰিব লাগে তাক নিপুণভাৱে কৰে, দেশৰ প্ৰতি ৰাষ্ট্ৰৰ প্ৰতি যি কৰ্তব্য তাক সি শ্ৰদ্ধা সহকাৰে সমাধা কৰে, নিজৰ ওচৰ চুবুৰীয়াৰ প্ৰতি যি সহায় সহানুভূতি দেখুৱাব লাগে সি তাক দেখুৱায় আৰু ঈশ্বৰৰ প্ৰতিও সি ভক্তিমান— নিতৌ উপাসনা কৰে কিন্তু সেই মানুহজন নিৰক্ষৰ। সেই মানুহজনক লিখা-পঢ়া শিকাবৰ কি আৱশ্যক? এইটো প্ৰশ্ন গান্ধীজীয়ে কৰিছে। ইয়াৰ দ্বাৰা গান্ধীজীয়ে কৈছে যে সেই নিৰক্ষৰ মানুহজন প্ৰকৃত শিক্ষিত আৰু সু-সত্যানুৰাগী। তাক শিকাবলৈ একো নাই ; তাৰ পৰা শিকিবলৈহে আছে। সেই মানুহজন আদৰ্শ স্থানীয়।

গান্ধীজীৰ এই এটা বাক্য বিশ্লেষণ কৰিলে আমি প্ৰথমতঃ পাওঁ যে যিকোনো লোকে স্বাধীনভাৱে উপাৰ্জ্জন কৰিব পাৰিব লাগিব। চাকৰি স্বাধীন জীৱিকা নহয়। নিজৰ কায়িক পৰিশ্ৰমৰ দ্বাৰা নাইবা নিজৰ বুদ্ধি বিবেচনা পৰিচালনাৰ দ্বাৰা স্বাধীনভাৱে উপাৰ্জ্জনৰ ক্ষমতা প্ৰত্যেক জন ব্যক্তিয়ে অৰ্জ্জন কৰি ল'ব লাগিব। স্বাধীনভাৱে আৰু সৎ উপায়ে উপাৰ্জ্জন কৰিব পৰা ক্ষেত্ৰ ৰাষ্ট্ৰই সৃষ্টি কৰিব লাগিব আৰু আমিও সৰ্বসাধাৰণে চাকৰি মনোবৃত্তি পৰিত্যাগ কৰি যিমানখিনি সা-সুবিধা আৰু জীৱিকা অৰ্জ্জনৰ যিমানখিনি ক্ষেত্ৰ মুকলি হৈ আছে— সেই ক্ষেত্ৰত নিজৰ শ্ৰম বুদ্ধি আৰু বিবেচনা খটুৱাই জীৱিকা উপাৰ্জ্জন কৰিব লাগিব। আজিৰ দেশৰ অৰ্থনৈতিক দুৰৱস্থাৰ কাৰণে যিমানেই আমি চৰকাৰক সমালোচনা নকৰোঁহক, আমি নিজেও যে বহু পৰিমাণে তাৰ বাবে দায়ী সেই কথা বিচাৰ কৰি চাবৰ হৈছে। ভাৰতবৰ্ষ কৃষি প্ৰধান দেশ। দুখৰ কথা ভাৰতবৰ্ষই বিদেশৰ পৰা খাদ্য সামগ্ৰী ভিক্ষা কৰি আনি নিজৰ পেট প্ৰৱৰ্ত্তন কৰিব লগা হৈছে। তাৰ কাৰণ আমাৰ শ্ৰমহীনতা। আমি স্কুল-কলেজত পঢ়ি চাকৰিজীৱী মনোবৃত্তি গঢ়ি লওঁ, খেতি পথাৰত মন নিদিওঁ আৰু কায়িক পৰিশ্ৰম কৰিবলৈ অভ্যাস নকৰোঁ। লাজ পাওঁ, শ্ৰমৰ মৰ্য্যাদা নুবুজোঁ আৰু অকৰ্ম্মণ্য হৈ যাওঁ। ই দেশৰ সুস্থ অৱস্থা নহয়। দেশ এতিয়া অসুস্থ, দেশৰ পাৰিপাৰ্শ্বিক অৱস্থা কলুষিত, দেশৰ যুৱক বৃন্দ নিবনুৱা, স্বাধীনভাৱে জীৱিকা অৰ্জনৰ পথত অকৰ্ম্মণ্য, কাৰণ এলেহুৱা আৰু বুদ্ধিহীন।

তৃতীয়তে গান্ধীজীৰ ওপৰোক্ত বাক্যৰ পৰা আমি পাওঁ— কৰ্ত্তব্য জ্ঞানৰ এটা বিমল চিত্ৰ। মনুষ্য জীৱনৰ কৰ্ত্তব্য সম্পৰ্কে এটা সুস্পষ্ট ইঙ্গিত। পিতৃ-মাতৃৰ প্ৰতি ভক্তি আৰু কৰ্ত্তব্য মনুষ্য জীৱনৰ প্ৰধান কৰ্ত্তব্য— সৰ্ব প্ৰথম কৰ্ত্তব্য। যাৰ পৰা এই পৃথিৱীত জন্ম লৈছোঁ— তেওঁলোকৰ প্ৰতি আমাৰ কৰ্ত্তব্য সৰ্ব প্ৰধান

আৰু সৰ্ব প্ৰথম। ভাৰতীয় শাস্ত্ৰত পিতৃ-মাতৃ প্ৰত্যক্ষ দেৱতা— ঈশ্বৰ ঈশ্বৰী। পিতৃসত্য পালনৰ কাৰণে ৰাজপুত্ৰই সিংহাসন ত্যাগ কৰি বনবাস খটা ভাৰতীয় আদৰ্শৰ জ্বলন্ত দৃষ্টান্ত। পিতৃদ্ৰোহ, মাতৃদ্ৰোহ মহাপাতক। পিতৃদ্ৰোহী-মাতৃদ্ৰোহী সন্তান কুলাঙ্গাৰ, নৰকৰ কীট। ভাৰতীয় শাস্ত্ৰত ভাৰতীয় লোকে (হিন্দু লোকে) আজীৱন পিতৃ-মাতৃক শ্ৰদ্ধা দেখুৱায়। বছৰি শ্ৰাদ্ধ কৰে। সন্তানক জন্ম দি সন্তানৰ লালন-পালন, শিক্ষাদান, প্ৰত্যেক মানুহৰে কৰ্ত্তব্য। তাক অৱহেলা কৰা নিতান্ত গৰ্হিত। ৰাষ্ট্ৰৰ প্ৰতি প্ৰত্যেক ব্যক্তিৰে কৰ্ত্তব্য আছে। ৰাষ্ট্ৰীয় আইন শৃঙ্খলা মানি চলা, প্ৰশাসনীয় শৃঙ্খলা ৰক্ষা কৰা, দেশৰ স্বাধীনতা ৰক্ষা কৰাত বৰঙণি যোগোৱা, ৰাষ্ট্ৰৰ অহিতকৰ কাৰ্য্যৰ পৰা বিৰত থকা ইত্যাদি সকলো মানুহৰ কৰ্ত্তব্য। তদুপৰি ওচৰ-চুবুৰীয়াৰ প্ৰতি সহায়-সহানুভূতি দেখুৱা প্ৰত্যেক মানুহৰে কৰ্ত্তব্য। হিংসা, কুচ্চুট, কপটতা পৰিত্যাগ কৰি লোক সেৱা প্ৰত্যেক মানুহৰে কৰ্ত্তব্য কৰ্ম। ভাৰতীয় শাস্ত্ৰই পৰোপকাৰকেই সকলোতকৈ ডাঙৰ ধৰ্ম্ম বুলি ব্যাখ্যা দিছে। ভাৰতীয় শাস্ত্ৰই কৈছে— অহিংসা পৰম ধৰ্ম্ম, শ্ৰীভগৱানৰ অৱতাৰ বুদ্ধই কৈছে— অহিংসা পৰম ধৰ্ম্ম, যুগাৱতাৰ গান্ধীয়ে কৈছে— অহিংসা পৰম ধৰ্ম্ম। আমি যদি কাৰো কথা নামানো— আমাৰ সুখ বা কল্যাণ কেনেকৈ হ'ব?

ভাৰতীয় কৃষ্টি আৰু সংস্কৃতিত যিবোৰ পৰম্পৰা চলি আহিছিল, সেই পৰম্পৰাবোৰ যে কেৱল মাত্ৰ শিক্ষিত লোকৰ মাজতেই আৱদ্ধ আছিল, তেনে কথা নহয়। নিৰক্ষৰ লোকৰ মাজতো সেই পৰম্পৰা চলি আছিল। তাৰ নিদৰ্শন আজিও আমাৰ সমাজত আছে— কিন্তু বৃটিছ যুগৰ শাসনে আৰু পাশ্চাত্য শিক্ষাই সেই পৰম্পৰাবোৰৰ প্ৰভাৱ ধ্বংসপ্ৰায় কৰি তুলিলে। ভাৰতীয় সমাজত এসময়ত মানুহে ঘৰত তলা-চাবি নিদিছিল। বিদেশী পৰ্য্যটক মেগাস্থিনিছে এই কথা স্পষ্টকৈ লিপিবদ্ধ কৰি থৈ গৈছে। কোনো মানুহে কাৰো দ্ৰব্য চুৰি নকৰিছিল। আজি সেই পৰম্পৰা ক'ত? আজি আমাৰ দেশৰ অৱস্থা কি হৈছে? ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱত যি জাতীয় চৰিত্ৰৰ পৰম্পৰা আমি পুৰুষানুক্ৰমে পাই আহিছিলোঁ— তাৰ সম্পূৰ্ণ ধ্বংস হ'বলৈ আৰু বেছি বাকী নাই। শিক্ষাৰ লক্ষ্য হৈছে— ব্যক্তিৰ চৰিত্ৰ গঠন। ব্যক্তিৰ চৰিত্ৰই সামাজিক চৰিত্ৰ তথা জাতীয় চৰিত্ৰ গঠন কৰে। আজি সেই জাতীয় চৰিত্ৰৰ যি অধঃপতন ঘটিছে— তাক বহলাই কোৱাৰ আৱশ্যক নাই। তথাপি দুই-চাৰিটা কথা উল্লেখ কৰিবৰ আৱশ্যক বোধ কৰা হৈছে। লগতে ধৰ্ম্ম কাক বোলে তাকো ব্যাখ্যা কৰিবৰ আৱশ্যক বোধ কৰা হৈছে— কাৰণ আজি দেশত অধাৰ্ম্মিকতা বিয়পি পৰিছে। অধাৰ্ম্মিক লোক চৰিত্ৰৱান হ'ব নোৱাৰে। চৰিত্ৰৱান লোক নাথাকিলে সমাজৰ উন্নতি হ'ব নোৱাৰে— জাতীয় চৰিত্ৰও গঠিত হ'ব নোৱাৰে।

ধৰ্ম শব্দই ঈশ্বৰৰ প্ৰতি বিশ্বাস বা অবিশ্বাস নুবুজায়। ইংৰাজী Religion

শব্দই ঈশ্বৰৰ অস্তিত্বত বিশ্বাস কৰে। সেইবাবে Religion হৈছে এটা faith। ইংৰাজীৰ Religion শব্দই ধৰ্ম কি তাৰ প্ৰকৃত অৰ্থ নুসূচায়।

ধৰ্ম হৈছে— পুণ্য যম ন্যায় স্বভাৱাচাৰ সোমপাঃ (অমৰকোষ)।

ধৰ্ম মানে— পুণ্য অৰ্থাৎ মঙ্গলজনক কাৰ্য্য— নিজৰ মঙ্গল আৰু আনৰো মঙ্গল। আনৰ মঙ্গল নহ'লে নিজৰ মঙ্গল নহয়। সৎকাৰ্য্য কৰাই পুণ্য। পৰৰ কল্যাণ কৰাই পুণ্য। দেশসেৱা আৰু দেশৰ কল্যাণ কৰাই পুণ্য। পুণ্যই ধৰ্ম্ম। পুণ্যৱান লোকেই ধাৰ্ম্মিক লোক।●

# সামাজিক শাসন তথা ধৰ্ম্মীয় শাসন

সমাজত ভাল-বেয়া দুই প্ৰকাৰৰ মানুহ থাকে। ই আজিৰ কথা নহয়। যিবিলাক ধৰ্ম্ম শাস্ত্ৰত সত্য যুগৰ মানুহৰ সৎ স্বভাৱ, উচ্চ আদৰ্শ আৰু পুণ্যৱান লোকসকলৰ কাৰ্য্যাৱলীৰ কথা বৰ্ণনা কৰা আছে, সেইবোৰ ধৰ্ম্ম শাস্ত্ৰতে দৈত্য, দানৱ, অসুৰ আৰু অসৎ স্বভাৱৰ মানুহৰ কথাও লিপিবদ্ধ কৰা আছে। সামাজিক শাসন যেতিয়া ব্যৰ্থ হয়, তেতিয়া ৰাজকীয় শাসনৰ দ্বাৰা দুষ্ট লোকক শাসন কৰা হৈছিল। যেতিয়ালৈকে সমাজে শাসন কৰিব পাৰে তেতিয়ালৈকে কোনো মানুহক ৰজাৰ ওচৰত বিচৰাৰ বাবে অনা নহৈছিল। সামাজিক শাসন দেশত পূৰ্ণৰূপে বলৱান হৈ আছিল আৰু সেইবাবে ৰাজকীয় শাসন সমাজত বেছি বলৱৎ হৈছিল। ৰাজকীয় শাসনো সামাজিক শাসনৰ ভিত্তিত আৰু সামাজিক নীতিত প্ৰচলন কৰা হৈছিল। কেতিয়াবা যদি ৰাজশাসন দুৰ্বল হৈছিল, ৰজাৰ বিচাৰত ন্যায় ৰক্ষা নহৈছিল, কিম্বা ৰজাৰ বিচাৰত পক্ষপাতিত্ব হৈছিল, তেতিয়া পুনঃ সমাজেই শাসন কৰিছিল। সামাজিক শাসনৰ পৰা ৰজা মন্ত্ৰীও বাদ নপৰিছিল। ৰাজশাসনৰ ভুল-ত্ৰুটী সামাজিক শাসনে পূৰাই লৈছিল। ইয়াৰ পৰা এইটো স্পষ্ট প্ৰতীয়মান হয় যে ৰাজকীয় শাসন আৰু সামাজিক শাসন ওতপ্ৰোতঃ ভাৱে জড়িত আছিল; কাৰণ ৰাজদণ্ডৰ ভয় নাথাকিলে সামাজিক শাসনো সবল আৰু দৃঢ় হ'ব নোৱাৰিছিল। এই ধৰণৰ কথা বিচাৰ কৰিবলৈ যাওঁতে সততে আমাৰ মনলৈ আহে যে তেতিয়া যি সমাজ আছিল তাত পৰস্পৰে পৰস্পৰৰ ওপৰত নিৰ্ভৰ কৰিছিল আৰু কোনেও সমাজৰ ধাৰা, নীতি বা নিৰ্দেশ লঙ্ঘন কৰিবলৈ সাহ কৰা নাছিল। তাৰ প্ৰধান কাৰণ আছিল ধৰ্ম্মীয় নীতিয়ে সমাজ শাসন কৰিছিল। ধৰ্ম্মীয় নীতি লঙ্ঘন কৰিলে সেই ব্যক্তিক সমাজে কঠোৰ ভাৱে শাসন কৰিছিল।

ধৰ্ম্মীয় নীতি বুলিলে বহুতে তথাকথিত সাম্প্ৰদায়িক ধৰ্ম্মৰ কথা মনলৈ আনে। হিন্দু শাস্ত্ৰত ধৰ্ম্ম শব্দৰ অৰ্থ হৈছে সমাজ বন্ধনকাৰী শক্তি। সমাজ বন্ধন কৰিব পৰা শক্তিৰ উদ্ভৱ হয়— ন্যায়পৰায়ণতা, পুণ্যকাৰ্য্য, সৎ-স্বভাৱ, সদাচাৰ ইত্যাদি গুণৰ পৰা। ব্যক্তি জীৱনৰ পুণ্যকাৰ্য্য, ন্যায়পৰায়ণতা, সৎস্বভাৱ, সদাচাৰ আদি গুণেই সামাজিক জীৱনত প্ৰতিফলিত হয়। সেয়ে সমাজ বন্ধনৰ শক্তি স্বৰূপে সমাজত গৃহীত হয়। ইয়াৰ অৰ্থ হয় কোনেও অন্যায় কাম কৰিব নোৱাৰিব, সকলোৱে পুণ্যকাৰ্য্য কৰিব লাগিব অৰ্থাৎ দেশৰ কল্যাণ, পৰৰ কল্যাণ, সৰ্বজীৱে দয়া প্ৰদৰ্শন ইত্যাদি ধৰণৰ কাৰ্য্যত হেলা কৰিব নালাগিব, নিজৰ নিজৰ স্বভাৱ-চৰিত্ৰ সংযত হ'ব লাগিব আৰু সকলোৱে খাদ্যাখাদ্যৰ বিচাৰ, প্ৰতিবেশীৰ প্ৰতি

ব্যৱহাৰ, শত্ৰু-মিত্ৰৰ প্ৰতি ব্যৱহাৰ, স্বাস্থ্য ৰক্ষা, শান্তি ৰক্ষা আৰু দেশ ৰক্ষাৰ ভিত্তিত নিয়ন্ত্ৰিত হ'ব লাগিব। ধৰ্ম্মৰ অৰ্থ এনেবোৰ গুণৰ ওপৰতহে বুজা যায়। সুক্ষ্মভাৱে ভাবি চালে ধৰ্ম্মীয় নীতি মানিলে সমাজ নীতি আপোনাআপুনি মনা হৈ যায় আৰু ধৰ্ম্মীয় নীতি আৰু সমাজ নীতিৰ পাৰ্থক্য নোহোৱা হৈ যায়। বিভিন্ন সমাজৰ প্ৰশ্নও নুঠে। ভাৰতীয় জাতিভেদৰ দৃষ্টিভঙ্গীত বহুতে ভাৱে যে বিভিন্ন জাতিৰ বিভিন্ন সমাজ। প্ৰকৃততে ভাৰতীয় জাতিৰ সমাজ এটাহে। যি অৰ্থত আজি ভাৰতীয় জাতি বুলি কোৱা হয় সেই অৰ্থতে ধৰ্ম্মীয় নীতি অনুসাৰে ভাৰতীয় সমাজ বুলি ক'ব পাৰে। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ ভেদে বিভিন্ন জাতি থাকিলেও সকলোৱে এক সমাজৰ অন্তৰ্ভূক্ত। এই বিৰাট সমাজ শাসন কৰিছিল ধৰ্ম্মই। এই ধৰ্ম্মৰ ভিতৰতে নিৰাকাৰবাদী, সাকাৰবাদী, দ্বৈতবাদী, অদ্বৈতবাদী, নাস্তিক আৰু নিৰীশ্বৰবাদী লোকৰো স্থান আছিল, সমাজতো স্থান আছিল। সেই স্থান নিয়ন্ত্ৰিত হৈছিল ধৰ্ম্মীয় নীতিৰে। পৰমেশ্বৰক লৈ বাক্ বিতণ্ডা বা বিশ্বাস সেই ধৰ্ম্মৰ অন্তৰ্ভুক্ত নাছিল। ধৰ্ম্ম পালনৰ ভিতৰত অৱশ্যে ঈশ্বৰোপাসনা এটি প্ৰধান অঙ্গ আৰু ঈশ্বৰোপাসনাৰ পথত ভক্তিৰ সাধনা বা আত্মোপলব্ধিৰ যি প্ৰচেষ্টা তাৰ লগত ধৰ্ম্মীয় নীতি জড়িত হোৱাত, ঈশ্বৰক বাদ দি ধৰ্ম্ম-সাধন সম্ভৱ নহয় বুলি এটি ধাৰণা সমাজত দৃঢ়ীভূত হৈ পৰে; কিন্তু নিৰীশ্বৰবাদ, নাস্তিকতাবাদ আৰু শূন্যবাদেও যেতিয়া ধৰ্ম্মৰ স্থান অধিকাৰ কৰিছে তাৰ পৰা এইটো বুজিবলৈ সহজ হয় যে ঈশ্বৰৰ বিষয়ে বা ঈশ্বৰোপাসনাৰ বিষয়ে বিভিন্ন মত পোষণ কৰিও ধৰ্ম্ম পালন কৰিব পাৰি আৰু সেই ধৰ্ম্মই সমাজ বন্ধন দৃঢ় কৈ ৰাখিব পাৰে যদিহে আমি ধৰ্ম্মৰ প্ৰকৃত অৰ্থ বুজি পাওঁ। নৈতিকতাই হৈছে ধৰ্ম্মৰ প্ৰাণ আৰু নৈতিকতা ৰক্ষাৰ পৰাহে সমাজ বন্ধন হয়।

আজিৰ দিনত সৰহসংখ্যাক মানুহেই নীতি পাহৰি যাব ধৰিছে। নৈতিকতাৰ ক্ষেত্ৰত যেতিয়া স্বাৰ্থৰ সংঘাত হয় মানুহে নিজে দুৰ্নীতিৰ আশ্ৰয় গ্ৰহণ কৰিবৰ ইচ্ছা নকৰিও দুৰ্নীতিগ্ৰস্ত হৈ পৰে; কাৰণ কোনো মানুহেই সমাজৰ আন আন মানুহক এৰি চলিব নোৱাৰে। সেইবাবে দুৰ্নীতিগ্ৰস্ত মানুহৰ কাৰ্য্যকলাপ সমৰ্থন নকৰিলেও নিমাত থাকি, সক্ৰিয় প্ৰতিৰোধ নকৰি দুৰ্নীতিক প্ৰশ্ৰয় দিয়াত, পৰোক্ষভাৱে তাৰ দ্বাৰা ধৰ্ম্মীয় নীতি ভঙ্গ হয় আৰু ধৰ্ম্মৰ হানি হয়। ধৰ্ম্মৰ হানি হ'লে সমাজ বন্ধন শিথিল হয়। ধৰ্ম্মৰ আভিধানিক অৰ্থ হৈছে পুণ্য, ন্যায়, যম (সংযম) স্বভাৱ আৰু আচাৰ। ধৰ্ম্মৰ এই আভিধানিক অৰ্থই যিবোৰ ভাৱ প্ৰকাশ কৰে সেইবোৰ কথা মোটামুটীভাৱে বুজিবলৈ কাৰো বিশেষ অসুবিধা নহয়। পুণ্য, ন্যায়, সংযম, স্বভাৱ আৰু আচাৰৰ অন্তৰ্ভূক্ত যিবোৰ নীতি সেইবোৰ মানি চলাই ধৰ্ম্ম আৰু অন্তৰ্নিহিত নীতিবোৰেই সমাজ নীতি। এই পাঁচ প্ৰকাৰ ধৰ্ম্মৰ নীতি ভঙ্গ কৰা লোকেই সমাজ নীতি ভঙ্গ কৰে। সমাজ নীতি ভঙ্গ কৰিলে সমাজৰ বিশৃঙ্খলা হয়, সেইবাবে যি সমাজৰ লোকে এই নীতিবোৰ ভঙ্গ কৰে,

সেই সমাজে শান্তি ভঙ্গকাৰী লোকৰ শাস্তিৰ ব্যৱস্থা সামাজিক ভাৱে কৰা উচিত। শান্তি ভঙ্গকাৰী লোকে সমাজ নামানিলে ৰাজদণ্ডৰ সহায়ত সেই লোকৰ শাস্তি বিধানৰ ব্যৱস্থা কৰিব লাগে। ৰাজকীয় প্ৰশাসনৰ ভিতৰত পৰিলে পূৰ্ব্বৰ উল্লেখিত সমাজ নীতি ৰাজনীতিত পৰিণত হয়। ইয়াৰ পৰা এইটো বুজা যায় যে সমাজ নীতি আৰু ৰাজনীতি পৰিচালিত হয় ধৰ্ম্মনীতিৰ ভিত্তিত। ধৰ্ম্মনীতিয়েই সকলো ক্ষেত্ৰতে পৰিচালনাকাৰী শক্তি (Guiding force)।.

**ভাৰতীয় সাম্যবাদ ঃ** যদি কোনো লোকে নিজৰ প্ৰয়োজনীয় খাদ্য পৰিমাণতকৈ বেছি পৰিমাণৰ খাদ্য বস্তু সংগ্ৰহ কৰি ৰাখে তেন্তে সেই ব্যক্তিক চোৰ বুলি শাস্ত্ৰই কৈছে আৰু সেই ব্যক্তিক দণ্ডবিধান কৰিব লাগে বুলি শাস্ত্ৰই কৈছে। আজি দেশৰ খাদ্য সঙ্কটৰ দিনত এই নীতি ভঙ্গ কৰা কিমান দোষৰ কথা তাক সকলোৱে উপলব্ধি কৰিছে। চৰকাৰে ইয়াৰ বিৰুদ্ধে আইন প্ৰণয়ন কৰিও বিশেষ একো ফল পোৱা নাই। সেইবাবে ভাৰতৰ উপ-প্ৰধানমন্ত্ৰীয়ে আজি সামাজিক শাসনৰ আৱশ্যকতা অনুভৱ কৰি ৰাইজৰ ওচৰত গোহাৰি জনাইছে। চৰকাৰে ৰাইজক সামাজিক শাসনৰ বলত দুষ্ট প্ৰকৃতিৰ লোকক শাসন কৰিবলৈ অনুৰোধ জনাইছে। গণতান্ত্ৰিক চৰকাৰ ৰাইজৰে চৰকাৰ। গতিকে ৰাইজে এই গোহাৰিৰ ওপৰত যথেষ্ট গুৰুত্ব দি সমাজ বন্ধন নীতি গ্ৰহণ কৰা উচিত।

ব্যৱসায়ৰ মাধ্যমত আজি পুঁজিপতিৰ সৃষ্টি হৈছে। তাৰ প্ৰধান কাৰণ হৈছে— ব্যৱসায়ী সকলে নিজক সমাজসেৱী বুলি গণ্য নকৰে। ব্যৱসায়ীসকল প্ৰকৃত সমাজসেৱী। সমাজৰ মানুহৰ খাদ্য বস্তু, গৃহ নিৰ্মাণৰ বস্তু আৰু পৰিধান বস্ত্ৰৰ যোগান ধৰা ঘাইকৈ ব্যৱসায়ী সকলৰ কাম। বিলাস সামগ্ৰীৰ যোগান ধৰাও তেওঁলোকৰ কাম কিন্তু যি দেশত বস্ত্ৰ আৰু গৃহ নিৰ্মাণৰ বস্তু সৰ্ব্বসাধাৰণৰ পক্ষে সহজ লভ্য নহয়, সেই দেশত বিলাসৰ বস্তু যোগান ধৰাৰ পৰা দেশৰ উন্নতি পথত বাধা পৰে। তাৰ প্ৰমাণ আমি নিতৌ চকুৰ আগতে দেখিব ধৰিছোঁ। বৰ্ত্তমান সময়ত নিজৰ আয় বিচাৰ নকৰি, পিতৃ-মাতৃৰ আৰ্থিক অৱস্থা বিচাৰ নকৰি ছাত্ৰ-ছাত্ৰী আৰু যুৱক-যুৱতীসকলে বিলাসৰ সামগ্ৰী ক্ৰয় কৰাত যেনেদৰে অৰ্থব্যয় কৰে দেখিলে ভাবিলে স্তব্ধ হ'ব লাগে।

দেশত নিতান্ত প্ৰয়োজনীয় খাদ্য উৎপাদনৰ পৰিমাণ বৃদ্ধি কৰাৰ পূৰ্ব্বে, আৱশ্যকীয় বস্ত্ৰ আৰু গৃহ নিৰ্মাণৰ বস্তু বৃদ্ধি কৰাৰ পূৰ্ব্বে আৰু সেই বস্তুবোৰ সহজলভ্য কৰিবৰ পূৰ্ব্বে বিলাসৰ সামগ্ৰী উৎপাদন কৰাৰ প্ৰচেষ্টা বা শিল্পশালা বা উদ্যোগশালা স্থাপনৰ আৱশ্যকতা তুলনামূলকভাৱে ভাবি চালে বৰ কম। তাক বিদেশৰ পৰা আমদানী কৰাও ভুল। শিল্প উদ্যোগবোৰ স্থাপন কৰাৰ উদ্দেশ্যই হ'ব লাগে দেশৰ লোকৰ অভাৱ মোচন কৰা। পুঁজি সংগ্ৰহৰ উদ্দেশ্য তাত থকা উচিত নহয়।

ব্যৱসায়ৰ মাধ্যমত, শিল্পশালাবোৰৰ মাধ্যমত আৰু সমাজৰ প্ৰয়োজনীয়

বস্তু যোগান ধৰাৰ মাধ্যমত অৰ্থ সংগ্ৰহ হ'ব আৰু অৰ্থৰ পৰিমাণো পুঁজিত পৰিণত হ'ব— ই ধ্ৰুৱ কথা ; কিন্তু সেই অৰ্থৰ মালিক সকলে ৰাহি ধনেৰে দেশত খোৱা পানীৰ অভাৱ মোচন কৰা, চিকিৎসালয় স্থাপন কৰা, ধৰ্ম্মশালা স্থাপন কৰা, উপাসনাৰ মন্দিৰ স্থাপন কৰা, যাতায়তৰ সুবিধা কৰা— ইত্যাদি ধৰ্ম্ম কাৰ্য্য কৰাৰ নিৰ্দেশ দিছে। ৰাজকীয় শাসনৰ নীতিও অনুৰূপ হ'ব লাগে। এই সকলোবোৰ কাৰ্য্য কিদৰে সম্পাদন কৰিব লাগে সেই নীতি শাস্ত্ৰই নিৰ্দ্ধাৰণ কৰি দিছে। সেইবাবে ভাৰতীয় সাম্যবাদৰ নীতিত পুঁজিবাদৰ স্থান নাই। অৰ্থৰ লোভত যি সকল লোকে শাস্ত্ৰীয় নীতি ভঙ্গ কৰে, তাৰ বাবে শাস্তিৰ ব্যৱস্থা আছে। এইদৰে ধৰ্ম্মীয় নীতি, সমাজ নীতি, ব্যৱসায় নীতি আৰু প্ৰশাসনীয় নীতি ওতপ্ৰোতভাৱে জড়িত হৈ পৰে। এই নীতিবোৰ গৰুৰ গাড়ী বা ঘোঁৰাৰ গাড়ী চলোৱা দিনত যেনে কাৰ্য্যকৰী আছিল, ৰেল গাড়ী, হাওৱা গাড়ী আৰু আকাশী জাহাজ চলোৱা দিনতো সমানে কাৰ্য্যকৰী। ঋষি-মুনিসকলৰ প্ৰজ্ঞাৰ পৰা উদ্ভুত হোৱা নীতি কোনো দিনেই ভ্ৰান্ত বুলি প্ৰমাণিত হোৱা নাই। ভীষ্মৰ ৰাজনীতি, শুক্ৰৰ ৰাজনীতি বা কৌটিল্যৰ অৰ্থনীতি আজিৰ দিনতো সমানে প্ৰযোজ্য ; কিন্তু আমি পাশ্চাত্য সভ্যতাৰ প্ৰভাৱত পৰি সেই নীতিবোৰ অধ্যয়নো কৰা নাই আৰু প্ৰয়োগৰ ব্যৱস্থাও কৰা নাই। সমাজতন্ত্ৰবাদ যে ভাৰতীয় শাস্ত্ৰৰ মাধ্যমতে প্ৰতিষ্ঠা কৰিব পাৰি তালৈ কোনো দৃষ্টি কোনো দিনে নাই।

সত্যৰ লগত, ন্যায়ৰ লগত, প্ৰকৃত স্বত্ত্ব অধিকাৰৰ লগত পৰস্পৰ বিবাদ কৰা লোকৰ আপোচ মীমাংসা সম্ভৱ হ'ব পাৰে কিন্তু সত্যৰ আদৰ্শ। ন্যায় নীতি বা নৈতিকতাৰ আদৰ্শৰ লগত কোনো মধ্যপন্থা গ্ৰহণ কৰা সম্ভৱ নহয়— প্ৰশাসনীয় নীতিত। পৰস্পৰৰ মাজত যি আপোচ মীমাংসা হয় সিও হয় যেতিয়া উভয় পক্ষই সত্য, ন্যায় বা ধৰ্ম্মীয় তথা সামাজিক নীতি মানি লয়। এক পক্ষক বিক্ষুব্ধ কৰি নাইবা প্ৰশাসনীয় ক্ষমতাৰ বলত বঞ্চিত কৰি সত্যৰ আদৰ্শ বা ন্যায় নীতিৰ আদৰ্শ ৰক্ষা কৰিব নোৱাৰি। নিৰ্মল আদৰ্শৰ লগত কোনো বিৰুদ্ধ প্ৰশাসনীয় নীতিৰ আপোচ মীমাংসা হ'ব নোৱাৰে। প্ৰশাসনীয় নীতি প্ৰয়োগৰ সময়ত উপস্থিত ক্ষেত্ৰত সংশোধনী আইন প্ৰণয়ন কৰিবলৈ হ'লে চাব লাগিব যে সেই সংশোধনী সত্য আৰু ন্যায় নীতি অনুকূলে যায় নে প্ৰতিকূলে যায়। সত্য আৰু ন্যায় নীতি স্বতঃসিদ্ধ। সংখ্যাধিক্যৰ বলত ভোটৰ মাধ্যমত যদি তাৰ সংশোধনী বিচৰা হয় তেতিয়া প্ৰশাসনীয় নীতি কলুষিত হয় আৰু এটাৰ পাছত এটা বিপন্ন অৱস্থাৰ সৃষ্টি হয়। সত্য আৰু ন্যায়নীতিৰ কঠোৰতা দুৰ্ব্বল কৰি প্ৰিয় ব্যক্তিক সা-সুবিধা দিয়া যেনে অন্যায়, ভোট সংগ্ৰহৰ অৰ্থে বা দল ৰক্ষাৰ অৰ্থে সেই কঠোৰতা দুৰ্ব্বল কৰাও অন্যায়।

সেইবাবে সামাজিক শাসন বলৱৎ কৰিবলৈ হ'লে ধৰ্ম্মীয় নীতিৰ ভিত্তিত (পুণ্য, ন্যায়, যম, আচাৰ ইত্যাদিৰ ভিত্তিত) প্ৰশাসনীয় শাসন-নীতি নিৰ্দ্ধাৰিত, নিৰ্ম্মিত বা প্ৰযোজ্য হ'ব লাগিব।●

# ভাৰতীয় হিন্দু সংস্কৃতি আৰু ৰবীন্দ্ৰনাথ

আমি ৰবীন্দ্ৰনাথক কবি আৰু সাহিত্যিক হিচাবেহে প্ৰধানতঃ বিচাৰ কৰোঁ। বিশ্ব সভাতো তেওঁ বিশ্ব কবি নামে পৰিচিত। গীতাঞ্জলি ৰচয়িতাৰ গীত সমূহও কবিতা হে মাথোন। গল্প উপন্যাস নাটক কাব্য প্ৰবন্ধ ৰচয়িতা ৰবীন্দ্ৰনাথক আমি সাহিত্যিক হিচাবে বিচাৰ কৰোঁ। সমাজ সংস্কাৰকামী ৰবীন্দ্ৰ নাথকো আমি তেওঁৰ গদ্য-সাহিত্য আৰু গীতি-সাহিত্যৰ মাজেদি অন্বেষণ কৰি পাওঁ— আনকি দাৰ্শনিক ৰবীন্দ্ৰনাথকো আমি এইবোৰ সাহিত্যৰ মাজেদি বিচাৰ কৰিবৰ সুৱিধা পাওঁ। জাতীয়তাবাদী দেশপ্ৰেমিক ৰবীন্দ্ৰনাথক আমি সাধাৰণতঃ সাধাৰণ পঢ়ুৱৈ সমাজে পাবলৈ ইচ্ছা কৰোঁ ; কিন্তু ভাৰতীয় হিন্দু সংস্কৃতিৰ বাহক আৰু ধাৰক হিচাবে আমি সাধাৰণতঃ ৰবীন্দ্ৰনাথক বিচাৰ নকৰোঁ। ভাৰতীয় ধৰ্মশাস্ত্ৰৰ তত্ত্ব আৰু তথ্যবোৰ যে তেওঁ আধুনিক যুগোপযাগী কৰি তেওঁৰ স্বকীয় অননুকৰণীয় ভাষা আৰু সাহিত্যৰ মাধ্যমেদি দেশ বিদেশত প্ৰচাৰ কৰিছিল আৰু তৎসম্পৰ্কীয় ৰচনাৱলী ভাৰতীয় কৃষ্টি সংস্কৃতিৰ বাহকৰূপে তেওঁ যে যুগমীয়া সাহিত্য সৃষ্টি কৰি নৱৰূপ দান কৰিছিল সেই সম্পৰ্কে আমাৰ দৃষ্টি সচৰাচৰ নপৰে।

ৰবীন্দ্ৰনাথে বৈদিক মন্ত্ৰসমূহৰো নিজৰ ভাষ্য দান কৰিছে। ৰবীন্দ্ৰনাথে তেওঁৰ শ্ৰীনিকেতনৰ উৎসৱৰ এটি কথিকাত কৈছে—

বেদত অনন্ত স্বৰূপক আবিঃ, প্ৰকাশ স্বৰূপ বুলি কৈছে। তেওঁৰ সেই অনন্তস্বৰূপৰ প্ৰকাশ তেওঁৰ ভিতৰতে সম্পূৰ্ণ। তেওঁৰ ওচৰত মানুহৰ প্ৰাৰ্থনা এয়ে যে ঃ— আবিৰাবীৰ্ম এধি! হে আবি, মোৰ মাজত তোমাৰ আবিৰ্ভাৱ হওক— অৰ্থাৎ মোৰ আত্মাত অনন্তস্বৰূপৰ প্ৰকাশ হ'ব লাগে। ৰবীন্দ্ৰনাথে কৈছে— "জ্ঞানে, প্ৰেমে, কৰ্মে আমার অভিব্যক্তি অনন্তের পরিচয় দেবে, এতেই আমার সার্থকতা। আমাদের চিত্তবৃত্তি থেকে, ইচ্ছাশক্তি থেকে, কর্মোদ্যম থেকে, অপূর্ণতার আবরণ ক্রমে ক্রমে মোচন করে অনন্তের সঙ্গে নিজের সাধর্ম্য প্রমাণ করতে থাকব এই হচ্ছে মানুষের ধর্ম সাধনা"।

পূৰ্ণতৰ ব্যাখ্যা কৰিবলৈ গৈ তেওঁ কৈছে— "আন আন জীৱ-জন্তু যি অৱস্থাত সংসাৰলৈ আহিছে, সেই অৱস্থাতে সিহঁতৰ পৰিণামা অৰ্থাৎ প্ৰকৃতিয়েই সিহঁতক প্ৰকাশ কৰিছে আৰু সেই প্ৰকৃতিৰ প্ৰবৰ্ত্তনা মানিয়েই সিহঁতে প্ৰাণ যাত্ৰা নিৰ্বাহ কৰে, তাতকৈ বেছি নহয়। কিন্তু, নিজৰ ভিতৰৰ পৰা নিজৰ অন্তৰতৰ সত্যক নিৰন্তৰ উদঘাটিত কৰিব লাগিব নিজৰ উদ্যমেৰে— মানুহৰ এয়ে চৰম অধ্যৱসায়। সেই আত্মোপলব্ধ সত্যই তাৰ প্ৰকাশ, প্ৰকৃতি নিয়ন্ত্ৰিত প্ৰাণ যাত্ৰাত

নহয়। সেয়েহে তাৰ দুৰূহ প্ৰাৰ্থনা এই যে— সকলো ফালেই যেন অনন্তক প্ৰকাশ কৰোঁ। সেইবাবে মানুহে কয়— ভূমৈব সুখং — মহত্ত্বই সুখ, নাল্পে সুখমস্তি— অল্প একোতেই সুখ নাই।

মানুহৰ পক্ষে সেয়েহে সকলোতকৈ দুৰ্গতি যেতিয়া নিজৰ জীৱনত মানুহে নিজৰেই অন্তৰ্নিহিত ভূমাক প্ৰকাশ কৰিব নোৱাৰিলে— বাধা বিলাকেই দুৰতিক্ৰমণীয় হৈ থাকিল। এয়ে মানুহৰ পক্ষে মৃত্যুতকৈ ডাঙৰ মৃত্যু। আহাৰে-বিহাৰে ভোগে-বিলাসে সি পৰিদৃষ্ট হ'ব পাৰে, কিন্তু জ্ঞানৰ দীপ্তিত, ত্যাগৰ শক্তিত, প্ৰেমৰ বিস্তাৰত, কৰ্ম চেষ্টাৰ সাহসত মানুহে যদি নিজৰ প্ৰবুদ্ধ মুক্ত স্বৰূপ কিছু পৰিমাণেও প্ৰকাশ কৰিব নোৱাৰে তেন্তে তাকেই বোলে "মহতী বিনষ্টিঃ"। সেই বিনষ্টি জীৱৰ মৃত্যুত নহয়, আত্মাৰ অপ্ৰকাশত।

ৰবীন্দ্ৰনাথে বেদৰ এই মন্ত্ৰৰ স্বকীয় ব্যাখ্যাক স্পষ্টতৰ কৰিবৰ উদ্দেশ্যে উদাহৰণ ডাঙি ধৰিছে— 'সভ্যতা'ৰ অৰ্থেৰে। তেওঁ কৈছে— সভ্যতা যাক বোলোঁ তাৰ এটা প্ৰতিশব্দ হৈছে 'ভূমাক প্ৰকাশ কৰা'। মানুহৰ ভিতৰৰ যি নিহিত অৰ্থ, যি তাৰ গভীৰ সত্য সভ্যতাত তাৰেই আবিষ্কাৰ হ'ব ধৰিছে। সভ্য মানুহৰ শিক্ষা বিধি ইমান ব্যাপক ইমান দুৰূহ এই কাৰণেই। তাৰ সীমা কেৱল আগুৱাই হে গৈ আছে ; সভ্য মানুহৰ চেষ্টা প্ৰকৃতি নিৰ্দিষ্ট কোনো গণ্ডীকে চৰম বুলি ক'ব খোজা নাই। এই আত্মপ্ৰকাশ মানুহে সম্পূৰ্ণ কেনেকৈ কৰিব পাৰে— সেই সম্পৰ্কে ৰবীন্দ্ৰনাথে কৈছে— মানুহৰ ভিতৰত নিত্যই প্ৰসাৰিত হৈ থকা সম্পূৰ্ণতাৰ আকাঙ্খাৰ দুটা দিক্ আছে ; কিন্তু উভয়ে পৰস্পৰ যুক্ত। এটা হৈছে ব্যক্তিগত পূৰ্ণতা আৰু আনটো হৈছে সামাজিক। এই দুটাৰ মাজত ভেদ নাই। ব্যক্তিগত উৎকৰ্ষৰ ঐকান্তিকতা অসম্ভৱ। এই মনুষ্য লোকত যিসকলে শ্ৰেষ্ঠ পদৱী পাইছে, তেওঁলোকৰ শক্তি সকলোৰে শক্তিৰ ভিতৰেদি হে ব্যক্ত হৈছে, সেইটো বিচ্ছিন্ন বা সীমাবদ্ধ নহয়। যি ঠাইত মানুহ ব্যক্তিগত ভাৱে বিচ্ছিন্ন, পৰস্পৰৰ সহযোগিতা যি ঠাইত নিবিড় নহয়, সেই ঠাইতে বৰ্বৰতা। বৰ্বৰে অকলে অকলে চিকাৰ কৰে, খণ্ড খণ্ডভাৱে জীৱিকাৰ উপযুক্ত অভিজ্ঞতা সঞ্চয় কৰে, সেই জীৱিকাৰ ভোগ অত্যন্ত সৰু গণ্ডীৰ ভিতৰত। বহুজনৰ চিত্তবৃত্তিৰ উৎকৰ্ষৰ যোগত নিজৰ চিত্তৰ উৎকৰ্ষ, বহুজনৰ শক্তিক সংযুক্ত কৰি নিজৰ শক্তিক, বহুজনৰ সম্পদক সন্মিলিত কৰি নিজৰ সম্পদক সুপ্ৰতিষ্ঠিত কৰাই হৈছে সভ্য মানুহৰ লক্ষ্য।

এইখিনি কথা ৰবীন্দ্ৰনাথে উপনিষদৰ নজীৰ দি সুপ্ৰমাণ কৰিছে। যেনে— আমি যেতিয়া নিজৰ মাজত অন্যক আৰু অন্যৰ মাজত নিজক পাওঁ তেতিয়া হে সত্যক পাওঁ— ন ততো বিজুগুপ্সতে— তেতিয়া আৰু গোপনে নাথাকে— গোপনে থাকিব নোৱাৰে— তেতিয়াই আমাৰ আত্ম-প্ৰকাশ। সভ্যতাত মানুহ প্ৰকাশমান, বৰ্বৰতাত মানুহ অপ্ৰকাশিত। পৰস্পৰৰ মাজত পৰস্পৰৰ আত্মোপলব্ধি

যিমানেই সত্য হ'বলৈ ধৰে, সিমানেই সভ্যতাৰ যথাৰ্থ স্বৰূপ পৰিস্ফুট হয়। ধৰ্মৰ নামত, কৰ্মৰ নামত, বৈষয়িকতাৰ নামত, স্বদেশিকতাৰ নামত য'তে মানুহে এই মনুষ্য লোকত ভেদ সৃষ্টি কৰিছে, ত'তেই দুৰ্গতিৰ কাৰণ জ্ঞাতে-অজ্ঞাতে বল পাবলৈ ধৰে। ত'তেই মানুহে নিজ মানৱ ধৰ্মক আঘাত কৰে, সেয়ে হৈছে আত্মঘাতৰ প্ৰকৃষ্ট পন্থা। ইতিহাসে যুগে যুগে তাৰেই প্ৰমাণ দিছে।

সভ্যতা-বিনাশৰ কাৰণ সন্ধান কৰিলে এটা মাত্ৰ কাৰণ পোৱা যায় সেইটো হৈছে মানুহৰ লগত মানুহৰ যি পৰস্পৰ সম্বন্ধ তাৰেই বিকৃতি বা ব্যাঘাত। যিবিলাক লোক ক্ষমতাশালী আৰু যিবিলাক লোক অক্ষম সেই লোকবিলাকৰ মাজৰ যি ব্যৱধান সেই ব্যৱধান ক্ৰমে বহল হৈ হৈ গৈ সামাজিক সামঞ্জস্য নষ্ট হৈ গৈছে। সেই ক্ষেত্ৰত প্ৰভুৰ দলে, দাসৰ দলে, ভোগীৰ দলে, অভুক্তৰ দলে সমাজক দ্বিখণ্ডিত কৰি সমাজ দেহত প্ৰাণ সঞ্চৰণৰ প্ৰৱাহক অৱৰুদ্ধ কৰিছে ; তাৰ দ্বাৰা এটা দেহৰে এটা অঙ্গই অতিশয় পুষ্টি সাধন আৰু আন এটা অঙ্গৰ অতিশয় শীৰ্ণতাত ৰোগৰ সৃষ্টি হৈছে। পৃথিবীৰ সকলো সভ্যদেশতে এই ছিদ্ৰই দি আজি যমৰ দুতে আহ-যাহ কৰিব ধৰিছে। আমাৰ দেশত তাৰ প্ৰৱেশৰ পথ যেন আৰু অবাৰিত। এই দুৰ্ঘটনা সম্প্ৰতি ঘটিছে।

আধুনিক সভ্যতাই আমাৰ গাঁৱলীয়া সমাজত কি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে তাৰে এটি চিত্ৰ ৰবীন্দ্ৰনাথে দাঙি ধৰিছে। সেই চিত্ৰত ভাৰতীয় কৃষ্টি-সংস্কৃতি কেনেকৈ ধ্বংসৰ পথেদি আগবাঢ়িছে তাকেই পৰিস্ফুট কৰি তুলিছে। ৰবীন্দ্ৰনাথে লিখিছে—

এদিন আমাৰ দেশত পল্লীসমাজ সজীৱ আছিল। এই সমাজৰ মাধ্যমতে আছিল আমাৰ সমস্ত দেশৰ যোগ-বন্ধন, আমাৰ সমস্ত শিক্ষা-দীক্ষা, ধৰ্ম-কৰ্মৰ প্ৰৱাহ পল্লীতে পল্লীতে সঞ্চাৰিত। দেশৰ বিৰাট চিত্ত পল্লীতে পল্লীতে প্ৰসাৰিত হৈ আশ্ৰয় পাইছিল, প্ৰাণ পাইছিল। এইটো সঁচা কথা যে আধুনিক অনেক জ্ঞান-বিজ্ঞান সুযোগ-সুবিধাৰ পৰা আমি বঞ্চিত আছিলোঁ। তেতিয়া আমাৰ চেষ্টাৰ পৰিধি আছিল অতি সঙ্কীৰ্ণ, বৈচিত্ৰ্য আছিল স্বল্প, জীৱন যাত্ৰাৰ আয়োজন উপকৰণৰ অভাৱ আছিল বিস্তৰ। কিন্তু, সামাজিক প্ৰাণক্ৰিয়াৰ যোগ আছিল অবিচ্ছিন্ন। এতিয়া সেইটো নাই। নদীত শ্ৰোত যেতিয়া বৈ থাকে, সেই শ্ৰোতৰ সহায়ত ইপাৰত-সিপাৰত, ই দেশত সি দেশত আহ-যাহ, দেনা-পাওনাৰ যোগ থাকে ; নদীৰ পানী যেতিয়া শুকাই যায়, তেতিয়া এই নদীৰ গৰ্ভ বিষম বিঘ্ন হৈ উঠে। তেতিয়া এই ফালৰ পথটোৱেই হয় অন্য ফালৰ অপথ। বৰ্তমানত সেয়ে ঘটিছে।

যিবিলাক লোকক আমি ভদ্ৰ সাধাৰণ নাম দি থাকোঁ, তেওঁলোকে যি বিদ্যা লাভ কৰে, তেওঁলোকৰ যি আশা-আকাঙ্খা আৰু সাধনা, তেওঁলোকে যি সুযোগ-সুবিধা ভোগ কৰে, সেই সকলোবোৰ হ'ল মৰা নদীৰ শুকান গৰ্ভৰ এক

পাৰত আৰু তাৰ অপৰ পাৰত থকা জ্ঞান-বিজ্ঞান, আচাৰ-অভ্যাস দৈনিক জীৱন-যাত্ৰাৰ দুস্তৰ দূৰত্ব। ৰাষ্ট্ৰীয় আলোচনাৰ মত্ত অৱস্থাত আমি মুখেৰে যিহকে নকওঁ কিয়, দেশাভিমানৰ কথা যিমানেই নকওঁ কিয়, আমাৰ দেশ প্ৰকাশহীন হৈ আছে বুলিয়েই কৰ্মৰ পথেদি দেশ সেৱালৈ আমাৰ উদাসীনতা।

আমি এখন দেশতে আছোঁ কিন্তু আমাৰ দেশ যেন এখন নহয়। আমাৰ কলেজবোৰত যিবিলাক ইকনমিক্স, এথনোল'জি (মানৱ জাতি তত্ত্ব) পঢ়ে, তেওঁলোকে ইউৰোপীয় পণ্ডিত সকলৰ মুখৰ ফালে চাই থাকে— নিজৰ গাঁৱৰে লোকৰ আচাৰ-বিচাৰ বিধি ব্যৱস্থা জানিবৰ বাবে। কলেজত আমি যিখিনি বিদ্যা পাওঁ সেই বিদ্যা ইউৰোপীয় বিদ্যা। সেই বিদ্যাৰ সহায়ত ইউৰোপীয় মানুহক বুজা সহজ আৰু ইউৰোপীয় লোকৰ ওচৰত আমাক নিজকে বুজোৱা সহজ। ইংলেণ্ড, ফ্ৰান্স, জাৰ্মানীৰ চিত্তবৃত্তি আমাৰ ওচৰত সহজে প্ৰকাশমান। তেওঁলোকৰ কাব্য নাটক গল্প যিহকে আমি পঢ়োঁ সেইবোৰ আমাৰ দুৰ্বোধ্য নহয় ; মানকি তেওঁলোকৰ যি কামনা, যি তপস্যা, আমাৰো কামনা-সাধনা বহু পৰিমাণে সেই পথেদি গৈছে। কিন্তু আমাৰ দেশত যিবিলাকে মা-ষষ্ঠী, মনসা, ওলাবিবি, শীতলা, ঘেঁটু, ৰাহু-শনি, ভূত-প্ৰেত, ব্ৰহ্ম-দৈত্য, গুপ্তপ্ৰেছ পঞ্জিকা পাণ্ডা পুৰোহিতৰ কবলত মানুহ হৈছে তেওঁলোকতকৈ আমি যে বেছি ওপৰত উঠিছোঁ সেইটো নহয় কিন্তু তেওঁলোকৰ পৰা বহু দূৰলৈ গুচি গৈছোঁ। পৰস্পৰৰ ভিতৰত উপযুক্ত সঁহাৰি নাই। আমাৰ দেশৰ সেই মানুহ বিলাকৰ যথাযথ পৰিচয় লবৰ আমাৰ উপযুক্ত কৌতূহল পৰ্য্যন্ত নাই।

ৰবীন্দ্ৰনাথে বৈদিক মন্ত্ৰৰ স্বকীয় ভাষ্য দিয়া বুলি আমি আৰম্ভণিতে কৈছোঁ। তাৰ আন এটি উদাহৰণ এই প্ৰসঙ্গত উল্লেখ কৰিছোঁ— মানুষ আছে তার দুই ভাবকে নিয়ে, একটা তার জীবভাব আর একটা বিশ্বভাব। জীব আছে আপন উপস্থিতিকে আঁকড়ে, জীব চলছে আশু প্রয়োজনের কেন্দ্র প্রদক্ষিণ করে। মানুষের মধ্যে সেই জীবকে পেরিয়ে গেছে যে সত্তা সে আছে আদর্শকে নিয়ে। এই আদর্শ অন্নের মত নয়, বস্ত্রের মত নয়। এ আদর্শ একটি আন্তরিক আহ্বান, এই আদর্শ একটি নিগূঢ় নির্দেশ। কোন দিকে নির্দেশ যে দিকে সে বিচ্ছিন্ন নয়, যেদিকে তার পূর্ণতা, যে দিকে ব্যক্তিগত সীমাকে যে ছাড়িয়ে চলেছে, যে দিকে বিশ্ব মানব।

ঋগ্‌বেদে সেই বিশ্ব মানবের কথা বলেছেন, পাদোহস্য বিশ্বা ভূতানি ত্রিপাদস্যামৃতং দিবি— তার এক চতুর্থাংশ আছে জীব জগতে, তাঁর বাকি বৃহৎ অংশ উর্দ্ধে অমৃতরূপে। মানুষ যে দিকে সেই ক্ষুদ্র অংশগত আপনার উপস্থিতিকে, প্রত্যক্ষকে, অতিক্রম করে, সত্য সেই দিকে, সে মৃত্যুহীন ; সেই দিকে তার তপস্যা— শ্রেষ্ঠকে আবিষ্কার করে। সেই দিক আছে তার অন্তরে, যেখানে

থেকে চিরকালের সকলের চিন্তাকে সে চিন্তিত করে, সকলের ইচ্ছাকে সে সফল করে, রূপ দান করে সকলের আনন্দকে। যে পরিমাণ তার গতি এর বিপরীত দিকে, বাহ্যিকতার দিকে, দেশকালগত সংকীর্ণ পার্থক্যের দিকে, মানব সত্য থেকে সেই পরিমাণে সে ভ্রষ্ট ; সভ্যতার অভিমান সত্ত্বেও সেই পরিমাণে সে বর্বর।

ৰবীন্দ্রনাথে সভ্যতা আৰু বৰ্বৰতা ব্যাখ্যাই আৰু পূৰ্বে উল্লেখ কৰা সামাজিক পৰিস্থিতিয়ে বৈদিক মন্ত্ৰৰ সত্যতাৰ প্ৰমাণ কি দৰে দিছে তাৰ বিচাৰ আমি কৰিব পাৰোঁ— এই ব্যাখ্যাই আৰু সামাজিক পৰিস্থিতিৰ বৰ্ণনাই আমাৰ অন্তৰ কিমান খিনি স্পৰ্শ কৰিছে তাৰ উমান আমি যদি নিজে নিজে লওঁ। সি যি নহওক—

পুনঃ ৰবীন্দ্রনাথে লিখিছে যে বৈদিক ভাষাত ঈশ্বৰক বুলিছে আবিঃ, প্ৰকাশ স্বৰূপ। সেই যে প্ৰকাশ স্বৰূপ তেওঁৰ সম্বন্ধে বেদত কৈছে— যস্য নাম মহদ্ যশঃ। তেওঁৰ নাম হৈছে মহদ্ যশ। তেওঁৰ মহৎ কীৰ্তিতেই তেওঁ সত্য। মানুহৰ স্বভাৱো সেয়ে— আত্মাক প্ৰকাশ। বাহিৰৰ পৰা খাদ্য বস্তু গ্ৰহণ কৰাৰ পৰাই প্ৰাণীয়ে নিজক ৰক্ষা কৰে। এই খিনিতে প্ৰকৃতিক মানুহে ডিঙাই গৈ নিজক ঘোষণা কৰে। আনকি বৰ্বৰ দেশৰ মানুহেও নিজকে প্ৰকাশ কৰাৰ চেষ্টাত প্ৰকৃতিক লঙ্ঘন কৰিবলৈ ইচ্ছা কৰে। ভাৰতবৰ্ষতে আমি দেখিবলৈ পাওঁ কিমান মানুহে, কোনোবাই বা উৰ্দ্ধবাহু, কোনোবাই বা কণ্টকময় শয্যাত শয়ন, কোনোবাই বা অগ্নিকুণ্ডৰ ফালে নতশীৰ। তেওঁলোকে এইদৰে ঘোষণা কৰে যে তেওঁলোক শ্ৰেষ্ঠ, তেওঁলোক সাধু— কিয়নো তেওঁলোক অস্বাভাৱিক। আধুনিক পাশ্চাত্য দেশতো কিমান মানুহে নিৰৰ্থক কৃচ্ছ্ৰসাধনৰ গৌৰৱ কৰে। তাকেই কয় 'ৰেকৰ্ড ব্ৰেক' কৰা, দুঃসাধ্যতাৰ পূৰ্ব অধ্যৱসায় পাৰ হোৱা। ঘণ্টাৰ পাছত ঘণ্টা সাঁতুৰিছে, বাইচাইকেলত অনবৰত ঘূৰি ঘূৰি বৃত্তাকাৰত দীৰ্ঘকাল ঘূৰিছে, দীৰ্ঘ উপবাস কৰি স্পৰ্দ্ধা দেখুৱাইছে কেৱল মাত্ৰ অস্বাভাৱিকতাৰ গৌৰৱ প্ৰচাৰৰ বাবে— ই অহংকাৰৰ প্ৰকাশ, ইয়াক আত্মগৌৰৱৰ প্ৰকাশ বুলি ভবাও বৰ্বৰতা। সেইদৰে নিৰৰ্থক বাহ্যানুষ্ঠানকো পুণ্য অনুষ্ঠান বুলি ভবাও বৰ্বৰতা।

আমাৰ শাস্ত্ৰতো ৰবীন্দ্ৰনাথৰ এই উক্তিৰ সমৰ্থন আছে। অহংকাৰৰ লেশ মাত্ৰ য'ত থাকে, আত্মপ্ৰকাশ তাত সম্ভৱ নহয়। আবিঃ — অনন্তস্বৰূপৰ সন্ধানত বাহ্যিক অনুষ্ঠানৰ আৱশ্যকতা থাকিলেও— তাৰ উৰ্দ্ধত থাকে আত্মাৰ প্ৰকাশৰ আন্তৰিক উদ্যম প্ৰৱাহ। সেই স্তৰত বাহ্যিক অনুষ্ঠান সাধকৰ স্বভাৱৰ পৰা আপোনা-আপুনি স্খলিত হৈ যায়।

**হিন্দু সংস্কৃতিৰ ৰূপ আৰু বিকাশ**

**কবিগুৰু ৰবীন্দ্ৰনাথৰ "হে মোৰ চিত্ত পুণ্যতীৰ্থে জাগৰে ধীৰে" এই কবিতাত ভাৰতীয় সংস্কৃতিৰ ৰূপ মূৰ্ত্ত হৈ উঠিছে। সেই মূৰ্ত্তিৰ পূৰ্ণ বিকাশ কৰি**

সম্ৰাটৰ 'গোৰা' উপন্যাসত প্ৰস্ফুটিত হৈ উঠিছে। তাত তেওঁ কৈছে—

ভাৰতবৰ্ষ বুলি যে এটা বৃহৎ প্ৰাচীন সত্তা আছে, সেই সত্তাক দূৰ অতীত আৰু সুদূৰ ভৱিষ্যতক অধিকাৰ কৰি নিভৃতত থাকি মানৱৰ বিৰাট ভাগ্য জালখন এগছি বিশেষ ৰঙৰ সূতাই গুঁঠি যাব ধৰিছে। সেই সূতাগছি যে কিমান সুক্ষ্ম, কেনে বিচিত্ৰ আৰু সুদূৰ সাৰ্থকতাৰ লগত তাৰ কিমান নিগূঢ় সম্বন্ধ!

ভাৰতবৰ্ষৰ ধৰ্ম-তন্ত্ৰৰো এটা বিশেষত্ব আছে। সেই বিশেষত্ব কি? যি নিৰ্বিশেষে ব্ৰহ্ম ; তেওঁ বিশেষৰ মাজত ব্যক্ত ; কিন্তু তেওঁৰ বিশেষৰ শেষ নাই। জল তেওঁৰ বিশেষ, স্থল তেওঁৰ বিশেষ ; বায়ু তেওঁৰ বিশেষ, অগ্নি তেওঁৰ বিশেষ, প্ৰাণ তেওঁৰ বিশেষ, বুদ্ধি, প্ৰেম সমস্তই তেওঁৰ বিশেষ। গণনা কৰি ক'তো তাৰ অন্ত পোৱা নাযায় ; বিজ্ঞানে তাকে মূৰ ঘমাই মৰিছে। যি জনা নিৰাকাৰ, তেওঁৰ আকাৰৰ অন্ত নাই হ্ৰস্ব-দীৰ্ঘ, স্থূল-সূক্ষ্মৰ অনন্ত প্ৰৱাহেই তেওঁৰ। যি জনা অনন্ত বিশেষ তেৱেঁই নিৰ্বিশেষ যাৰ অনন্তৰূপ তেৱেঁই অৰূপ। আন আন দেশত ঈশ্বৰক ন্যুনাধিক পৰিমাণে এটা মাত্ৰ বিশেষৰ মাজত বান্ধিবলৈ চেষ্টা কৰিছে আৰু ভাৰতবৰ্ষতো ঈশ্বৰক বিশেষৰ মাজত বান্ধিবলৈ চেষ্টা কৰিছে সঁচা ; কিন্তু সেই বিশেষকে ভাৰতবৰ্ষই একমাত্ৰ চূড়ান্ত বুলি গণ্য নকৰে। ঈশ্বৰে যে সেই বিশেষকো অনন্তগুণে অতিক্ৰম কৰি আছে এই কথা ভাৰতবৰ্ষৰ কোনো ভক্তই কোনোদিন অস্বীকাৰ কৰা নাই।

যি জনা দেখা ৰূপতো সত্য, জনা ৰূপতো সত্য. অৰূপতো সত্য, সুক্ষ্মতো সত্য, ধ্যানতো সত্য, প্ৰত্যক্ষতো সত্য সেই জনাকেই ভাৰতবৰ্ষই সৰ্বতোভাৱে দেহে-মনে কৰ্মে উপলব্ধি কৰিবৰ যি আশ্চৰ্য্য, বিচিত্ৰ আৰু প্ৰকাণ্ড চেষ্টা কৰিছে তাক আমি মূঢ়ৰ দৰে অশ্ৰদ্ধা কৰি ইউৰোপৰ অষ্টাদশ শতিকাৰ নাস্তিকতা আস্তিকতাৰে মিশ্ৰিত এটা সংকীৰ্ণ নীৰস অঙ্গহীন ধৰ্ম্মকেই যে একমাত্ৰ ধৰ্ম্ম বুলি গ্ৰহণ কৰিম সেইটো কেতিয়াও হ'ব নোৱাৰে।

মৃন্ময়ী মূৰ্ত্তিৰ পূজা-সেৱা সম্পৰ্কে ৰবীন্দ্ৰনাথে উপন্যাসৰ চৰিত্ৰ গোৰাৰ মাধ্যমেদি মত প্ৰকাশ কৰিছে যে মৃন্ময়ী বিগ্ৰহটো চকুৰে মাথোন চাই সেই বিগ্ৰহৰ মূল্য বুজা নাযায়। সেই বিগ্ৰহত যাৰ মন স্থিৰ হৈছে, হৃদয় তৃপ্ত হৈছে, যাৰ চৰিত্ৰই আশ্ৰয় পাইছে তেওঁহে জানে সেই বিগ্ৰহ মৃন্ময় নে চিন্ময়, সসীম নে অসীম। আমাৰ দেশত কোনো ভক্তই সসীমৰ পূজা নকৰে। সীমাৰ মাজত সীমাক হেৰাই পেলোৱাটোৱেই ভক্তিৰ আনন্দ। যি পূজাক ভক্ত নহয়, তেওঁ কিহৰ পূজা কৰে, তাত কাৰ কি হানি লোকচান আছে? ব্ৰাহ্মসমাজত যিবিলাক লোক ভক্তিহীন, সেইবিলাকে কি কৰে? তেনেলোকৰ সমস্ত পূজা অতল স্পৰ্শ শূণ্যতাৰ মাজত গৈ পৰে। নহয় শূণ্যতাতকৈ ভয়ানক দলা-দলিয়ে তেওঁলোকৰ দেৱতা, অহংকাৰেই তেওঁলোকৰ পুৰোহিত হৈ পৰে।

হিন্দুত্ব সম্পৰ্কে সেইদৰে ৰবীন্দ্ৰনাথে কৈছে— হিন্দুৰ কোনো দল নাই। হিন্দু এটা জাতি। এই জাতি ইমান বৃহৎ যে কিহত এই জাতিৰ জাতিত্ব তাক কোনো সংজ্ঞাৰ দ্বাৰা সীমাবদ্ধ কৰি কোৱা সম্ভৱ নহয়। সমুদ্ৰ যেনেকৈ এটা ঢৌ বা এটা তৰঙ্গ নহয়, হিন্দু তেনেকৈ দল নহয়। অকল হিন্দু ধৰ্মই হে মানুহক মানুহ বুলি মানিছে ; দলৰ লোক বুলি গণ্য কৰা নাই। হিন্দু ধৰ্মই মূঢ়কো মানে, জ্ঞানীকো মানে আৰু জ্ঞানৰ কেৱলমাত্ৰ এটা মূৰ্ত্তিকেই নামানে, জ্ঞানৰ বহু প্ৰকাৰ বিকাশ মানে। হিন্দু সমাজেতো বৰাবৰেই নতুন নতুন সম্প্ৰদায়ক আশ্ৰয় দিছে আৰু সেইবাবে হিন্দু সমাজ সকলো ধৰ্মৰ সম্প্ৰদায়ৰেই সমাজ হ'ব পাৰে।

'সবার উপরে মানুষ সত্য তাহার উপরে নাই' এই মহাবাক্য সাধাৰণতঃ হিন্দু ধৰ্মৰ বিৰুদ্ধে কটাক্ষ কৰি কোৱা হয় যে হিন্দু ধৰ্ম সংকীৰ্ণ আৰু অনুদাৰ। ৰবীন্দ্ৰনাথে এই মহাবাক্যৰ বিকাশ এইদৰে কৰিছে— যে অকল হিন্দু ধৰ্মইহে মানুহক মানুহ বুলি মানিছে। তেওঁৰ উক্তি মতে হিন্দু ধৰ্মৰ বৈচিত্ৰ্য বহু প্ৰকাৰৰ। খৃষ্টান বিলাকে এই বৈচিত্ৰ্যক স্বীকাৰ নকৰে। তেওঁলোকে কয় একপাৰত খৃষ্টান ধৰ্ম আৰু আনটো পাৰত অনন্ত বিনাশ, ইয়াৰ মাজত কোনো বিচিত্ৰতা নাই। আমি সেই খৃষ্টানৰ মুখৰ পৰাই পাঠ লৈছোঁ, সেইবাবে হিন্দু ধৰ্মৰ বৈচিত্ৰ্যৰ বাবে আমি লাজ পাওঁ। এই বৈচিত্ৰ্যৰ ভিতৰে দিয়েই যে হিন্দু ধৰ্মই সেই একে জনকেই দেখিবলৈ সাধনা কৰি আহিছে সেইটো আমি দেখা নাপাওঁ। এই খৃষ্টানী শিক্ষাৰ মেৰপাক মনৰ চাৰিওফালৰ পৰা খুলি পেলাই মুক্তি লাভ কৰিব নোৱাৰিলে আমি হিন্দু ধৰ্ম্মৰ সত্য পৰিচয় পাই গৌৰবৰ অধিকাৰী হ'ব নোৱাৰিম।

## হিন্দু ধৰ্ম্ম বনাম ব্ৰাহ্ম ধৰ্ম্ম

ৰবীন্দ্ৰনাথৰ সময়ত হিন্দু ধৰ্ম্ম আৰু ব্ৰাহ্ম ধৰ্ম্মবাদী সকলৰ মাজত যি বিতৰ্ক আৰু বাদানুবাদৰ সৃষ্টি হৈছিল সমাজৰ সেই বাস্তৱ পৰিস্থিতিৰ সাহিত্যধৰ্মী চিত্ৰ এটি গোৰা উপন্যাসত চিত্ৰিত হৈছে।

বিবাদৰ প্ৰধান সূত্ৰ আছিল— ব্যক্তি আৰু সমাজৰ ভিত্তিৰ ওপৰত ধৰ্ম্ম নে ধৰ্ম্মৰ ভিত্তিৰ ওপৰত ব্যক্তি আৰু সমাজ।

হিন্দু ধৰ্ম্মৰ হিন্দু সংস্কৃতিৰ ব্যাখ্যাকাৰক বহু বিদগ্ধ নৈয়ায়িক স্মাৰ্ত্ত গোড়া পণ্ডিত সকলৰ লগত ৰবীন্দ্ৰনাথ বাক্‌যুদ্ধত অৱতীৰ্ণ হ'ব লগা হৈছিল। হিন্দু ধৰ্ম্মই ব্যক্তি আৰু সমাজ বন্ধনকেই ধৰ্ম্ম বুলি মানে। ব্ৰহ্মবাদী সকলে মানৱ মনৰ যি উৎকৃষ্ট ধৰ্ম্ম, তাকেই ধৰ্ম্ম বুলি মানে। হিন্দু ধৰ্ম্মৰ গোড়ামিত যিবোৰ সংকীৰ্ণতাই ঠাই পাইছিল, সেই সংকীৰ্ণতাৰ আলমত তেওঁলোকে হিন্দুবিলাকক নিন্দা কৰিছিল। কিন্তু ব্যৱহাৰ জগতৰ সংকীৰ্ণতাই হিন্দু ধৰ্ম্মৰ আদৰ্শৰ হীনতা আনিব নোৱাৰে। আদৰ্শগত ভাৱে হিন্দুপক্ষই তৰ্ক কৰিছিল— সৰ্ব্বসাধাৰণ লোকৰ স্বভাৱিত মানৱ মনৰ উৎকৃষ্ট ধৰ্ম্ম প্ৰতিফলিত কৰিবৰ বাবে বন্ধন নীতি লাগে ; নহ'লে ব্যক্তিৰ

স্বভাৱগত ধৰ্ম্ম সংযমহীনতাত পৰিণত হ'ব পাৰে। উৎকৃষ্ট নীতি ৰক্ষাৰ দ্বাৰা উৎকৃষ্ট ধৰ্ম্ম বা মানৱ ধৰ্ম্মৰ সৃষ্টি হয়। সেইবাবে উৎকৃষ্ট নীতি পালনেই ধৰ্ম্ম আৰু স্মৃতি শাস্ত্ৰৰ উৎপত্তিও সেইবাবে। উৎকৃষ্ট আৰু তেজস্বী লোকৰ ওপৰত স্মৃতি শাস্ত্ৰৰ বিধানো সকলো সময়তে কঢ়াভাৱে প্ৰযোজ্য নহয়। স্বভাৱতঃ মানুহ সকলো সময়তে নীতিকঠোৰ হৈ থাকিব নোৱাৰে। মনীষী সকলৰো সাময়িকভাৱে স্বভাৱৰ স্খলন হ'ব পাৰে আৰু হয়। সেই বাবে তেওঁলোকৰ বাবেও নীতি শাস্ত্ৰৰ বন্ধন থকা আৱশ্যক। কোনো কোনো সময়ত তেওঁলোকৰ সেই স্খলনৰ বাবে সৰ্ব্ব সাধাৰণতকৈ বেছি কঠোৰ শাস্তিৰ বিধানো স্মৃতি শাস্ত্ৰত নিৰ্দিষ্ট আছে। হিন্দু ধৰ্ম্মই পৰম্পৰা ক্ৰমে মানৱ মনৰ উৎকৃষ্ট স্বভাৱক সদায় স্বীকৃতি দি আহিছে। সেই বাবেই হে হিন্দু ধৰ্ম্মই প্ৰকৃত মানৱ ধৰ্ম্ম আৰু সেইবাবেই হে হিন্দু ধৰ্ম্মই যুগ যুগ ধৰি বহু প্ৰকাৰ আঘাত আক্ৰমণ প্ৰতিৰোধ কৰি প্ৰগতিৰ বাটত বাধা উপস্থিত হয়। সেই কথা আজি আমি পাহৰিছোঁ।

ব্ৰাহ্মধৰ্ম্ম আছিল নতুন ধৰ্ম্ম। হিন্দু ধৰ্ম্মৰ ভিত্তিতেই তাৰ উদ্ভৱ হৈছিল; কিন্তু হিন্দু ধৰ্ম্মৰ পৰম্পৰা আৰু হিন্দু শাস্ত্ৰৰ শাসন নামানিছিল আৰু হিন্দুয়ানিক ব্ৰাহ্ম সমাজৰ পৰা নিৰ্ম্মূল কৰিববলৈ গৈ ব্ৰাহ্ম সমাজেই সংকীৰ্ণ গণ্ডীত প্ৰৱেশ কৰিলে।

ৰবীন্দ্ৰনাথ আছিল তাৰ ব্যতিক্ৰম। ৰবীন্দ্ৰনাথে হিন্দু সংস্কৃতিৰ পৰম্পৰা মানি সাহিত্য সাধনা কৰিছিল আৰু বেদ উপনিষদ দৰ্শন আদিৰ আৰু প্ৰাচীন গ্ৰন্থকাৰ সকলৰ সাহিত্য সমূহৰ নৱৰূপ দান কৰিছিল।

'সবারে উপরে মানুষ সত্য তাহার উপরে নাই' এই মহাবাক্যৰ মূল আদৰ্শ গোৰা উপন্যাসৰ পৰেশ বাবুৰ চৰিত্ৰত ৰবীন্দ্ৰনাথে পূৰ্ণভাৱে প্ৰস্ফুটিত কৰি তুলিছে। গোৰাৰ চৰিত্ৰত হিন্দু ধৰ্ম্মৰ প্ৰকৃত ৰূপ আৰু ভাৰতীয় সংস্কৃতিৰ নিৰ্মলধাৰা প্ৰকটিত হৈ পৰিছে। সৰ্ব্বসাধাৰণ হিন্দুৰ দৈনন্দিন জীৱনৰ আচাৰ-বিচাৰ উপাসনা পদ্ধতিৰ মাজেদি গোৰাৰ চৰিত্ৰত হিন্দু ধৰ্ম্মৰ গোঁড়ামি আৰু কঠোৰতা যেনেদৰে প্ৰস্ফুটিত হৈ উঠিছে তেনেদৰে হিন্দু ধৰ্ম্মৰ উদাৰতাও প্ৰস্ফুটিত হৈ উঠিছে। আনফালে গোৰাৰ চৰিত্ৰৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত হৈ গোৰাৰ ৰচিত পুস্তক পাঠ কৰি হিন্দু ধৰ্ম্মৰ মহান আদৰ্শ উপলব্ধি কৰি সুচৰিতা হিন্দু ধৰ্ম্মৰ প্ৰতি আস্থাৱতী হৈ পৰিছে— ব্ৰাহ্ম ধৰ্ম্ম বা ব্ৰাহ্মসমাজৰ হিন্দু বিদ্বেষৰ গণ্ডী আৰু নীতি কঠোৰতাক নেওচি। ব্ৰাহ্মধৰ্ম্মী পৰেশ বাবুৰ উদাৰতাই ব্ৰাহ্মসমাজৰ হিন্দু বিদ্বেষৰ গণ্ডী চেৰাই মহান মানৱ ধৰ্ম্মৰ আদৰ্শ ফুটাই তুলিছে। সুচৰিতাৰ পালকপিতা এই পৰেশ বাবুৰ শিক্ষাদানৰ পৰাই সুচৰিতাই হিন্দু ধৰ্ম্মৰ উদাৰতা গ্ৰহণ কৰিববলৈ সক্ষম হৈছিল সংকীৰ্ণ মনোভাবাপন্ন ব্ৰাহ্মসমাজৰ মাজতে থাকি।

পৰেশ বাবুৰ চৰিত্ৰ হিন্দু শাস্ত্ৰৰ ত্ৰিগুণাতীত আদৰ্শৰ প্ৰতীক স্বৰূপ প্ৰস্ফুটিত হৈ পৰিছে। কোনো ধৰ্ম্মৰ গণ্ডীত এনে হেন এজন লোকক সমাজৰ কঠোৰ

অনুশাসনে বান্ধি ৰাখিব নোৱাৰে। দুখ-সুখ, জয়-পৰাজয়, মান-অপমান, লাভ-অলাভ একোতে বিচলিত নহয়।

সেইদৰে গোৰাৰ পালয়িত্ৰী মাতৃ আনন্দময়ীৰ চৰিত্ৰত হিন্দুৰ কৃষ্টি সংস্কৃতিৰ অপূৰ্ব সমন্বয় চিত্ৰিত হৈ পৰিছে। ব্ৰাহ্ম ধৰ্ম্মৰ মূল আদৰ্শও আনন্দময়ীৰ চৰিত্ৰত প্ৰতিফলিত হৈছে। সেইদৰে সুচৰিতাৰ পালয়িত্ৰী মাতৃ পৰেশ বাবুৰ পত্নী বৰদা সুন্দৰীৰ চৰিত্ৰত ব্ৰাহ্মধৰ্ম্মৰ গোড়ামি, সংকীৰ্ণতা আৰু হিন্দুয়ানীৰ প্ৰতি বিদ্বেষ প্ৰকটিত হৈ উঠিছে। আনন্দময়ীৰ চৰিত্ৰত হিন্দুৰ নাৰীধৰ্ম্ম আৰু মাতৃধৰ্ম্মৰ পূৰ্ণ আদৰ্শ প্ৰস্ফুটিত হৈ উঠিছে আৰু সেই চৰিত্ৰ হিন্দু সমাজৰ সামাজিক সংকীৰ্ণতাৰ বহু উৰ্দ্ধত উত্থিত হৈছে আৰু আনফালে বৰদা সুন্দৰীৰ চৰিত্ৰত ব্ৰাহ্মধৰ্ম্মৰ উদাৰতা নীচ-সংকীৰ্ণতাত পৰিণত হৈছে। ব্ৰাহ্মধৰ্ম্মী হাৰাণ বাবুৰ দৰে অনুদাৰ স্বাৰ্থান্বেষী ভণ্ড মানুহ বিলাকে ব্ৰাহ্মসমাজৰ মূৰব্বীৰ আসন দখল কৰি হিন্দু ধৰ্ম্মৰ বিদ্বেষত ব্ৰাহ্মধৰ্ম্মৰ উদাৰতা ধ্বংস কৰি ৰামমোহন ৰায় প্ৰতিষ্ঠিত পৱিত্ৰ ধৰ্ম্মৰ কিমান অনিষ্ট সাধন কৰিলে সমাজৰ সেই বাস্তৱ চিত্ৰ ৰবীন্দ্ৰনাথে পাঠক পাঠিকাৰ আগত দাঙি ধৰিছে।

উপন্যাসৰ পৰেশ বাবুৰ ব্যক্তি চৰিত্ৰক ব্ৰাহ্মধৰ্ম্মৰ সংকীৰ্ণতাই বন্ধন কৰিব নোৱাৰিলে। হিন্দু আদৰ্শেৰে প্ৰভাৱান্বিত ৰবীন্দ্ৰনাথকো তৎপ্ৰকাৰ সমাজনীতিয়ে বন্ধন কৰিব নোৱাৰিছিল। এনে মনে হয় যে পৰেশ বাবুৰ চৰিত্ৰৰ মাধ্যমত ৰবীন্দ্ৰনাথে যেন নিজকে চিত্ৰিত কৰি তুলিছে।

এই ক্ষুদ্ৰ প্ৰবন্ধটি ৰবীন্দ্ৰ সাহিত্য আৰু ৰবীন্দ্ৰ চৰিত্ৰৰ এটি ক্ষুদ্ৰতম অংশ মাথোন। ৰবীন্দ্ৰ সাহিত্য বিৰাট সাহিত্য। এটা পূৰ্ণ জীৱনৰ নিৰৱচ্ছিন্ন আৰু ঐকান্তিক সাধনাৰ ফল। হিন্দু ধৰ্ম্মৰ সনাতন বৈদিক ধৰ্ম্মৰ প্ৰভাৱ অন্তঃসলিলা ফল্গু নদীৰ দৰে ৰবীন্দ্ৰনাথৰ অন্তৰত প্ৰৱাহিত হৈ থাকি অমৃতোপম বাণীসমূহ যুগোপযোগী ভাষা সাহিত্যৰ মাধ্যমত ৰবীন্দ্ৰনাথৰ লেখনীৰ পৰা নিঃসৃত হৈছে। এই সাহিত্য অমৰ ; কিয়নো ইয়াৰ স্ৰোত সদা সত্য যি বৈদিক ধৰ্ম্ম তাৰে পৰা প্ৰৱাহিত হৈছে। এই সাহিত্য আমি যে বহুতে সম্যক বুজি নাপাওঁ, তাৰ কাৰণ বেদৰ উক্তি বোৰ; উপনিষদৰ বাণী সমূহ আৰু হিন্দুৰ ধৰ্ম্মশাস্ত্ৰবোৰৰ ভূ নোলোৱাকৈ এই সাহিত্য আমি পাঠ কৰোঁ আৰু সেই বাবেই ইয়াৰ প্ৰকৃত মৰ্ম্ম বুজিব নোৱাৰি ৰবীন্দ্ৰ সাহিত্যৰ গদ্য কবিতা আৰু গীতি সমূহৰ ভুল ব্যাখ্যাও কৰোঁ। তদুপৰি আধুনিক জড়জগতৰ বস্তুবাদ, অৰ্থনীতিবাদ আৰু ৰাজনীতিবাদৰ প্ৰভাৱত পৰি আমি নিজৰ নিজৰ মতবাদৰ প্ৰমাণ আৰু সমৰ্থন বিচাৰোঁ— ৰবীন্দ্ৰ সাহিত্যত। মূল ভাৱৰ পৰা সম্পৰ্ক ছিন্ন কৰি আমি খণ্ড পদ, খণ্ড কবিতা আৰু খণ্ড বাক্যৰ উদ্ধৃতি দিওঁ। কম-বেছি পৰিমাণে আমি বহুতে এই দোষত দোষী।●

# পাশ্চাত্য ধৰ্মান্ধতাৰ বিষয়ে একাষাৰ

১৫৪৩ খৃষ্টাব্দৰ মে' মাহৰ ২৪ তাৰিখে পোল্যাণ্ডৰ ফ্ৰোৱেনবাৰ্গৰ (Frauenbarg) গীৰ্জাত ৭০ বছৰীয়া এজন উচ্চপদস্থ খৃষ্টান যাজকৰ মৃত্যু আসন্ন হৈছিল। সেই সময়ত তেওঁৰ মৃত্যু শয্যাৰ কাষত বহুতো গুণী-মানী লোকৰ সমাবেশ হৈছিল। তাৰ ভিতৰত আছিল ধৰ্মযাজক, চিকিৎসক, আইনজীৱী, বিজ্ঞানী, গণিতজ্ঞ আৰু বিশেষকৈ জ্যোতিষ বিজ্ঞানীও। তেওঁলোকে এখন পুথি লৈ এজন লোকৰ আগমন অপেক্ষা কৰি আছিল। আসন্ন মৃত্যুৰ শয্যাত পৰি আছিল— নিকোলাচ কোপাৰনিকাছ (Nicholaus Copernicus) আৰু যিজনে সেই পুথিখন লৈ আহিছিল সেইজন আছিল তেওঁৰ এজন বিদেশী বন্ধু। নাম আছিল আছিৱাণ্ডাৰ (Osiander)। তেওঁলোকৰ ভিতৰক বন্ধুত্বও আছিল আঁচৰিত ধৰণৰ। বন্ধুজন ঘোঁৰাৰে আহি দ্ৰুতপদে মৃত্যু শয্যাত পৰি থকা কোপাৰনিকাচক সেই পুথিখন দেখুৱালে, সেই পুথিখনৰ উচৰ্গা পত্ৰ খিনি তেওঁক পঢ়ি শুনালে। উচৰ্গা কৰা হৈছিল পোপ তৃতীয় পলৰ (Pope Paul the Third) নামত আৰু কিতাপখনৰ নাম আছিল— আকাশস্থ গ্ৰহ-নক্ষত্ৰৰ আৱৰ্ত্তন বিধি (Concerning the Revolutions of the Heavenly bodies– De Revolutionibus orbium coebstium– Nicholaus Copernicus) তাৰ পাছত ততাতৈয়াকৈ সেই বন্ধুজনে পুথিখন লৈ গ'ল। বন্ধুজনৰ মুখমণ্ডলত যেন এটা অপৰাধৰ ছাপ বিৰিঙি উঠিছিল।

মৃত্যুক অপেক্ষা কৰি থকা বৃদ্ধ বিজ্ঞানী কোপাৰনিকাচৰ মুখতো হাঁহি বিৰিঙি উঠিল। তেওঁৰ যেতিয়া ৪০ বছৰ বয়স অৰ্থাৎ ৩০ বছৰ পূৰ্বে তেওঁ এই পুথিখনি লিখা শেষ কৰিছিল। এই পুথিত লিখা সত্যখিনি তেওঁৰ মনত উদয় হৈছিল যেতিয়া তেওঁৰ বয়স নিচেই কম আছিল। এই পুথিত লিখা সত্যৰ আবিষ্কাৰক অকল তেৱেঁই। তেওঁক সমৰ্থন কৰা লোক তেতিয়া কোনো নাছিল। তেওঁ জানিছিল যে এই সত্য যদি প্ৰকাশ কৰি দিয়া হয়, তেন্তে তেওঁ যোৱা ১৪ শ বছৰৰ পৰা সমাজত চলি থকা ভাৱধাৰাৰ বিৰুদ্ধে দণ্ডায়মান হ'ব লাগিব। তাৰ অৰ্থ হ'ব কয়েদী জীৱন, হয়তো বা অত্যাচাৰ নিপীড়ন। প্ৰচলিত ধৰ্মমতৰ বিৰুদ্ধে প্ৰতিবাদ কৰা বাবে হয়তো মৃত্যু দণ্ডেৰেও দণ্ডিত হ'ব পাৰে। এফালে সত্য প্ৰকাশৰ বাবে অন্তৰৰ উদ্দীপনা আৰু আনফালে মৃত্যুৰ আশঙ্কা— এই উভয় দ্বন্দ্বৰ মাজত পৰি কোপাৰনিকাচে ইতস্ততঃ কৰি আছিল। তেওঁৰ আবিষ্কাৰৰ কথা কেইজনমান অতি নিকটতম বন্ধুৰ ওচৰত হে প্ৰকাশ কৰিছিল। কতনো

গণনা তেওঁ কৰিছিল— তেওঁৰ ঘৰৰ বেৰৰ সামান্য ফুটা এটাৰে আকাশৰ গ্ৰহ-নক্ষত্ৰ পৰ্য্যবেক্ষণ কৰি। বন্ধুসকলে হাঁহিছিল, পৰিহাস কৰিছিল, বিশ্বাস নকৰিছিল। আবিষ্কাৰ কৰিছিল— সূৰ্য্য পৃথিবীৰ চাৰিওফালে নুঘুৰে— পৃথিবীহে সূৰ্য্যৰ চাৰিওফালে ঘূৰে। সকলো গ্ৰহ-উপগ্ৰহ সূৰ্য্যৰ চাৰিওফালে ঘূৰে— সূৰ্য্য নুঘূৰে। ই এক উদ্ভট কল্পনা। মানুহৰ চকুৱে সদায় দেখি আছে সূৰ্য্যহে ঘূৰে। মহাজ্ঞানী এৰিষ্টটলে, আলেকজান্দ্ৰিয়াৰ জ্যোতিষ সম্ৰাট টলেমিয়ে কৈছে সূৰ্য্য হে ঘূৰে। টলেমিৰ (Ptolemy) কিতাপ আজি শ শ বছৰ ধৰি গৃহীত হৈ আহিছে, বাইবেলতো আছে সূৰ্য্য হে ঘূৰে আৰু সৰ্বপ্ৰধান কথা হৈছে যে খৃষ্টান ধৰ্মৰ মতবাদ হৈছে যে বিশ্বজগতৰ কেন্দ্ৰ হৈছে পৃথিবী আৰু এই পৃথিবী ঈশ্বৰে বিশেষভাৱে সৃষ্টি কৰিছে ঈশ্বৰৰ প্ৰধানতম সৃষ্টি মানৱ জাতিৰ বাবে।

এবাৰ কোপাৰনিকাছে নিজৰ মতবাদৰ এটি খছৰা প্ৰকাশ কৰিছিল আৰু তাৰ বাবে তেওঁ সমাজত হাঁহিয়াতৰ পাত্ৰ হৈছিল। সি যি নহওক মৃত্যুৰ পূৰ্বে তেওঁ জানিব পাৰিছিল যে তেওঁৰ কিতাপখন ছপা হ'ব ধৰিছে। কিতাপখনৰ নামাকৰণৰ প্ৰথম পৃষ্ঠাটোত কি লিখা আছিল তাক পঢ়ি দিয়াত শুনিবও পাৰিছিল; কিন্তু সেই কিতাপৰ ভূমিকাত কি বিশ্বাসঘাতকতাৰ নিদৰ্শন আছে সেই কথা তেওঁ নাজানিলে। ভালেই হ'ল। সেই ভূমিকা আছিৱাণ্ডাৰে লিখিছিল আৰু সেই ভূমিকাত কোপাৰনিকাছৰ মতবাদত বিশ্বাস কৰিবলৈ নিষেধবাণী আছিল। যি নহওক কালক্ৰমত পাশ্চাত্য জগতে কোপাৰনিকাছৰ সত্য মতবাদ গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। সেই সত্য প্ৰচাৰৰ প্ৰধান ভূমিকা ল'লে গিৱাৰডানো ব্ৰুনোৱে।

কোপাৰনিকাছৰ মৃত্যু হ'ল ১৫৪৩ খৃষ্টাব্দৰ মে' মাহৰ ২৪ তাৰিখে। তাৰে পাঁচ বছৰৰ পাছত গিৱাৰডানো ব্ৰুনোৰ জন্ম হয়। ব্ৰুনো আছিল এটা গীৰ্জাৰ ধৰ্মশিক্ষক আৰু সন্ন্যাসী। কোপাৰ নিকাছে আৱিষ্কাৰ কৰা সত্যত হে তেওঁ বিশ্বাসী হ'ল ; কিন্তু গীৰ্জাৰ ধৰ্মমতৰ বিৰুদ্ধে মতবাদ প্ৰচাৰ কৰিলে তেওঁ শাস্তি পাব ই ধ্ৰুব নিশ্চয়। পৃথিবী হে সূৰ্য্যৰ চাৰিওফালে ঘূৰে এই কথা কোপাৰনিকাচে আৱিষ্কাৰ কৰিলে কিন্তু ব্ৰুনো তাৰ লগতে এইটোও আৱিষ্কাৰ কৰিলে যে পৃথিবী এখন নহয়। পৃথিবী অসংখ্য আছে এই বিশ্ব ব্ৰহ্মাণ্ডত সূৰ্য্য অসংখ্য। বাইবেলৰ মত সেইটো নহয় ; গতিকে তেওঁ গীৰ্জাত ধৰ্মশিক্ষক হৈ থকা সম্ভৱ হৈ নুঠিল। ২৪ বছৰ বয়সতে তেওঁ গীৰ্জাৰ পৰা পলাই গ'ল। গীৰ্জাৰ ধৰ্মমতৰ বিৰুদ্ধে তেওঁ ৰোম, ভেনিছ, পাডুৱা, জেনেভা, প্যাৰিছ, টলৌ, অক্সফোৰ্ড, মাৰ্কবাৰ্গ, উষ্টনবাৰ্গ, ফ্ৰেঙ্কফাৰ্ট ইত্যাদি স্থানত ঘূৰি ঘূৰি সূৰ্য্যৰ চাৰিওফালে পৃথিবীহে ঘূৰে এই মতবাদ আৰু এই বিশ্বব্ৰহ্মাণ্ডত অনন্ত সূৰ্য্য, চন্দ্ৰ, পৃথিবী আছে আৰু মানুহ তাৰে এটা কণিকা মাথোন এই মতবাদ প্ৰচাৰ কৰি ফুৰিলে, প্ৰকাশ্যে নহয় ; সভা-সমিতি পাতি নহয়, মানুহৰ লগত আলাপ-আলোচনাৰ মাজত। শেষত তেওঁক বিশ্বাসঘাতক

কোনোবা এজন বন্ধুৱে ইন্‌কুইজিছনৰ ওচৰত ধৰাই দিলে আৰু তাৰ বাবে তেওঁ ৰোমৰ কাৰাগাৰত ছয় বছৰ থাকিব লগা হয়। এই ছয় বছৰৰ ভিতৰত তেওঁৰ মতবাদ পৰিবৰ্তন কৰি প্ৰচলিত মতবাদ গ্ৰহণৰ বাবে তেওঁক যথেষ্ট অনুৰোধ, উপৰোধ আৰু ভীতি প্ৰদৰ্শন কৰা হ'ল ; কিন্তু তেওঁ আছিল নিৰ্ভীক আৰু প্ৰকৃত সত্যৰ উপাসক। তেওঁ অনুৰোধ, উপৰোধ, ভীতি প্ৰদৰ্শন আদি কোনো চেষ্টাতেই তেওঁৰ মত সলনি নকৰিলে। তাৰ ফল তেওঁ নিৰ্মমভাৱে ভোগ কৰিলে। ৰোমান কেথলিক খৃষ্ট সম্প্ৰদায়ৰ দ্বাৰা প্ৰতিষ্ঠিত এখন বিচাৰালয় আছিল— তাৰ নাম আছিল ইনকুইজিছন (Inquisition)। ৰোমান কেথলিক সম্প্ৰদায়ৰ প্ৰচলিত ধৰ্ম মত সম্বন্ধে যিবিলাকে কোনো বিৰুদ্ধ মত প্ৰচাৰ কৰিছিল সেইবিলাকৰ বিচাৰ ইয়াত হৈছিল আৰু শাস্তি বিধান কৰা হৈছিল। ৰোমৰ পৰা এই ধৰণৰ বিচাৰালয় ইউৰোপৰ নানা স্থানত বিয়পি পৰে। শেষত এইবোৰ বিচাৰালয়ৰ অত্যাচাৰত ইউৰোপ ব্যতিব্যস্ত হৈ পৰিছিল। ১৪৮৩ খৃষ্টাব্দত স্পেন ৰাজ্যত টোমাছ ডি টৰ্কোমাডা সেই বিচাৰালয়ৰ ভাৰ পাইছিল। ষোল বছৰ তেওঁৰ গাত সেই ভাৰ আছিল। সেই সময়ৰ ভিতৰত তেওঁ ৯০০০ লোকক ধৰ্মমতৰ বিৰুদ্ধে মত প্ৰচাৰৰ কাৰণে অভিযুক্ত কৰি জ্বলন্ত অগ্নিত জীয়াই জীয়াই পুৰি মাৰিছিল। টৰ্কোমাডাৰ পাছত ডায়গোদ্ৰেজা বিচাৰপতি নিযুক্ত হয়। তেৰোঁ ৮ বছৰৰ ভিতৰত ষোল শ মানুহক পুতি মাৰে। এনে এখন বিচাৰালয়ে বিচাৰ কৰি ব্ৰুনোক জীয়াই জীয়াই পুৰি মাৰিলে।

ব্ৰুণোৱে নিৰ্ভীকভাৱে সেই শাস্তি গ্ৰহণ কৰিলে আৰু সত্যৰ পৰাজয় স্বীকাৰ নকৰিলে। কোপাৰনিকাচে আবিষ্কাৰ কৰা সত্যকে ব্ৰুণোৱে প্ৰতিষ্ঠা কৰিলে নিজৰ জীৱন জ্বলন্ত অগ্নিত আহুতি দি হ'লেও।

ব্ৰুণোৰ জন্মৰ ১৬ বছৰৰ পাছত গেলিলিওৰ জন্ম হয়। (১৫৬৪-১৬৪২)। ব্ৰুণোক জ্বলন্ত অগ্নিত পুৰি মাৰিও খৃষ্টান ধৰ্মই পৃথিবীৰ চাৰিওফালে সূৰ্য্যহে ঘূৰি এই কথাহে ধৰ্মমত হিচাবে গ্ৰহণ কৰি থাকিল। ইতিমধ্যে গেলিলিওৰ আবিৰ্ভাৱ হ'ল আৰু তেওঁ এজন আকাশ বিজ্ঞানী জ্যোতিষী বুলি প্ৰখ্যাত হৈ উঠিল। ১৬০৮ চনত হল্যাণ্ডৰ এজন লোকে প্ৰথম টেলিষ্কোপ যন্ত্ৰ এটি তৈয়াৰ কৰে। চাৰ্চৰ পৰা কোৱা হৈছিল যে এই যন্ত্ৰটো চয়তানৰ যন্ত্ৰ আৰু এই যন্ত্ৰই মানুহক লোভৰ বশৱৰ্তী কৰি প্ৰবঞ্চনা কৰে। তথাপি গেলিলিওই এই যন্ত্ৰৰ সাহাষ্য লয়। এই যন্ত্ৰৰ সহায়ত তেওঁ দেখিলে যে কোপাৰনিকাচে যে কৈছিল যে চন্দ্ৰৰ দৰে শুক্ৰৰো হ্ৰাস বৃদ্ধিৰ কলা আছে সেইটো সঁচা। সূৰ্য্যৰ গাত যিবিলাক গোল গোল দাগ (spots) আছে সেই দাগবোৰ পৰীক্ষা কৰি গেলিলিওই স্থিৰ নিশ্চয় হ'ল যে সূৰ্য্যৰো আৱৰ্ত্তন আছে। তেওঁ দেখিলে যে বৃহস্পতি গ্ৰহৰ বহু চন্দ্ৰ আছে আৰু এইদৰে আকাশৰ এহেজাৰ এটা বিস্ময়কৰ দৃশ্য।

১৬১৬ চনত খৃষ্টান ধৰ্মৰ পোপৰ মন্ত্ৰণা সভাৰ পৰা তেওঁক জনাই দিয়া হ'ল যে তেওঁ যেন প্ৰচলিত ধৰ্মমতৰ বিৰুদ্ধে কোনো প্ৰকাৰ মতবাদ প্ৰচাৰ নকৰে। ব্ৰুণোৰ শাস্তি দেখি তেওঁ শঙ্কিত হৈ পোপৰ এই আদেশ মানি চলিবলৈ স্বীকৃত হ'ল। কিছুদিন পাছত পোপৰ পৰিবৰ্তন হ'ল। নতুন পোপ এজন নিৰ্বাচিত হ'ল। গেলিলিওই ভাবিলে যে নতুন পোপ কিছু উদাৰ হ'ব পাৰে। তাকে ভাবি তেওঁ টলেমি আৰু কোপাৰনিকাচৰ মতবাদ পোপৰ লগত আলোচনা কৰিলে আৰু প্ৰচলিত ধৰ্মমত যে অসত্য আৰু অসম্ভৱ সেই কথা প্ৰকাশ কৰিলে। গেলিলিওৰ বয়স এই সময়ত প্ৰায় ৭০ হৈছে। পোপৰ লগত এই আলোচনাৰ ফলত তেওঁ ইন্‌কুইজিচনৰ সন্মুখীন হ'ব লগা হ'ল। তেওঁক তেওঁৰ মত প্ৰত্যাহাৰ কৰিবলৈ কোৱা হ'ল। তেওঁ প্ৰত্যাহাৰ কৰিলে কিন্তু তথাপি তেওঁ অস্ফুটস্বৰে উচ্চাৰণ কৰিলে যে পৃথিৱী হে ঘূৰে। সেইবাবে তেওঁক ৯ বছৰ কাৰাগাৰত আৱদ্ধ কৰি ৰখা হয়। তাত অন্ধ আৰু নিঃসহায় হৈ ন বছৰৰ মূৰত প্ৰাণত্যাগ কৰে।

পাশ্চাত্য জগতত পৃথিবী সূৰ্য্যৰ চাৰিওফালে ঘূৰে এই সত্য আবিষ্কৃত হৈছিল মাত্ৰ চাৰিশ বছৰ আগতে, কিন্তু ভাৰতবৰ্ষৰ প্ৰাচীনতম জ্যোতিষ বিজ্ঞানীৰ সন্ধান পোৱা যায় ৫০৬৯ বছৰ পূৰ্ব্বৰ। পৰাশৰ মুনিৰ পূৰ্বে কোনোবাই জ্যোতিষ বিজ্ঞানৰ আলোচনা কৰিছিল নে নাই জনা নাযায় কিন্তু ভাৰতৰ বেদ উপনিষদবোৰত জ্যোতিষ বিজ্ঞানৰ আলোচনা প্ৰাসঙ্গিক ক্ৰমে আছে আৰু ভাৰতৰ জ্যোতিষৰ শাস্ত্ৰবোৰত ক'তো এনে কথা নাই যে পৃথিবীৰ চাৰিওফালে সূৰ্য্য হে ঘূৰে। সমগ্ৰ পৃথিবীৰ ভিতৰত জ্যোতিষ বিজ্ঞানৰ আলোচনা প্ৰথমতঃ ভাৰতবৰ্ষতে হে হয়। জ্যোতিষ শাস্ত্ৰ ভাৰতবৰ্ষৰ পৰা আৰবলৈ আৰু আৰবৰ পৰা ইউৰোপলৈ গৈছিল। প্ৰমাণ— The Arabs became Hindu's disciples in the Eighth Century and translated Sanskrit Treatise, Siddhants, under the name Sindhands– Hunter, Indian Gazeeteer, India.

অকল জ্যোতিষ বিজ্ঞানেই নহয়, জ্যামিতি, পাটীগণিত, বীজগণিত ইত্যাদি বিজ্ঞানৰো আদিভূমি ভাৰতবৰ্ষ। দৰ্শন শাস্ত্ৰ পঢ়িবলৈ পীথাগোৰাছ (Pythagoras) ভাৰতবৰ্ষলৈ আহিছিল আৰু সেই সময়তে (Pythagoras– 582-500 B. C.) তেওঁ ভাৰতবৰ্ষতে জ্যামিতি তত্ত্বৰ মূল কথাবোৰ অধ্যয়ন কৰি জ্যামিতিৰ শিক্ষা গ্ৰীচ্‌ দেশলৈ লৈ যায়।

আয়ুৰ্বেদ বিজ্ঞান, সমৰ বিজ্ঞান, সঙ্গীত বিজ্ঞান আদি সকলো প্ৰকাৰ বিজ্ঞানৰে আদিভূমি ভাৰতবৰ্ষ। ভাৰতীয় ভাষা সংস্কৃতৰ মাধ্যমত এই অমূল্য গ্ৰন্থবোৰ ৰচিত। সকলো বিলাক গ্ৰন্থ এতিয়া পাবলৈ নাই। যিবিলাক গ্ৰন্থ এতিয়াও পোৱা যায়, তাক অধ্যয়ন, অধ্যাপনা নকৰিলে সত্যৰ প্ৰকৃত সন্ধান কেনেকৈ হ'ব পাৰে? সংস্কৃত গ্ৰন্থ অধ্যয়নৰ প্ৰয়োজনীয়তা এই খিনিতে।

ভাৰতৰ পুৰাণবোৰৰ আখ্যানবোৰ গাঁজাখোৰৰ সাধু বুলি কোৱা হয়। এই আখ্যানবোৰৰ মাজত সূৰ্য্য, চন্দ্ৰ, গ্ৰহ, নক্ষত্ৰবোৰক ঔপন্যাসিক চৰিত্ৰ হিচাবে অঙ্কিত কৰা আছে ; কিন্তু বেদ, উপনিষদ আৰু বিজ্ঞান শাস্ত্ৰৰ লগত ক'তো বিজ্ঞান-সূত্ৰৰ ভেদ নাই। বৈজ্ঞানিক তথ্যবোৰ সকলো লোকৰে বোধগম্য নহয়। সেইবাবে মানুহৰ দৈনন্দিন সংসাৰ যাত্ৰাৰ মাজত এইবিলাকৰ প্ৰভাৱ এনেদৰে সোমাবৰ যত্ন কৰা হৈছিল। মানুহৰ জ্ঞান আৰু বিদ্যাৰ পৰিসৰ বঢ়াৰ লগে লগে মানুহে ঔপন্যাসিক শাস্ত্ৰৰ চৰিত্ৰবোৰৰ লগত বৈজ্ঞানিক সত্যৰ সামঞ্জস্যপূৰ্ণ অভিজ্ঞতা লাভ কৰিছিল। পুৰাণৰ শিক্ষাই আছিল সামাজিক শিক্ষাৰ বাহন। দেশৰ ধৰ্ম, কৃষ্টি, সভ্যতাক পুৰাণৰ শিক্ষাই সৰ্বসাধাৰণৰ মাজত বিয়পাই দিছিল। পাশ্চাত্য শিক্ষাৰ আদৰ্শত শিক্ষা লাভ কৰি প্ৰাচ্য জ্ঞান-বিজ্ঞানৰ শাস্ত্ৰ গ্ৰন্থবোৰৰ লগত পৰিচয় নোলোৱাকৈ ৰাহু-কেতুৰ পৌৰাণিক গল্প আমাৰ মনত বিসদৃশ বোধ হয় কিন্তু সূৰ্য্য গ্ৰহণ আৰু চন্দ্ৰ গ্ৰহণৰ অন্তৰালত থকা বিজ্ঞান ভাৰতবৰ্ষতে প্ৰথমতে আবিষ্কৃত হৈছিল।

কোপাৰ নিকাচৰ সত্য আবিষ্কাৰৰ প্ৰকাশৰ পথত কেনেবোৰ বাধা উপস্থিত হৈছিল! গেলিলিও, ব্ৰুণো ইত্যাদি বৈজ্ঞানিক সকলৰ প্ৰতি কি নিঠুৰ যাতনা বিহা হৈছিল তাক পঢ়িলে শৰীৰৰ লোম থিয় দি উঠে। শিক্ষিত লোক মাত্ৰেই এইবোৰ কথা জানে। তথাপি যে কিয় ভাৰতীয় শাস্ত্ৰৰ প্ৰতি অহৈতুকী অশ্ৰদ্ধা, অবিশ্বাস ভাৰতীয় লোকৰ হয়, সেইটোহে আঁচৰিত কথা।

পাশ্চাত্য দেশৰ বিজ্ঞানী, দাৰ্শনিক, পণ্ডিত, গণিতজ্ঞ আদি মহাপুৰুষ সকলৰ জীৱনী পাঠ কৰিলে বুজা যায় যে পাশ্চাত্য দেশত ধৰ্মান্ধতাৰ নামত বাইবেলৰ শাসনত কি নিষ্ঠুৰ অত্যাচাৰ নিপীড়ন হৈছিল। ভাৰতবৰ্ষত তেনে দৃষ্টান্ত নাই। চাৰ্বাক দৰ্শনৰো স্থান আছে, নিৰীশ্বৰবাদী সাংখ্য দৰ্শনক ভাৰতবৰ্ষই অতি উচ্চ স্থান দিছে আৰু নাস্তিক বুদ্ধকো অৱতাৰ ৰূপে গ্ৰহণ কৰিছে।

ইউৰোপত কোপাৰনিকাচে জন্মিছিল- ১৪৭৩ চনত আৰু ১৫১৩ চনত প্ৰথমতে পৃথিৱী সূৰ্য্যৰ চাৰিওফালে ঘূৰা বুলি কয়। সেই সময়ত বিজ্ঞান বা ধৰ্মমত কিমান অজ্ঞান অন্ধকাৰত আছিল! দূৰলৈ যাব নালাগে আমাৰ অসমতে শঙ্কৰদেৱৰ জন্ম ১৪৪৯ চনত। কোপাৰনিকাচৰ জন্মৰ ২৪ বছৰ পূৰ্বে। শঙ্কৰদেৱৰ ধৰ্মমত প্ৰচাৰিত হয় শ্ৰীমদ্ভাগৱত পুৰাণৰ পৰা। শ্ৰীমদ্ভাগৱত যিমানেই আধুনিক বুলি কোৱা নহওঁক নিশ্চয় শঙ্কৰদেৱৰ পূৰ্বৰ। সেই শ্ৰীমদ্ভাগৱতত ভৌগোলিক আৰু জ্যোতিষ তত্ত্ব বিষয়ক যি বিজ্ঞান আলোচনা কৰা হৈছে তাৰ সত্যতা আজিও অপ্ৰমাণিত হোৱা নাই। এতিয়া ইউৰোপৰ জ্ঞান-বিজ্ঞানৰ আৰু সভ্যতাৰ প্ৰাচীনতা আৰু প্ৰগতি বিচাৰ কৰি চালে কি বুজা যায়? একেবাৰে অৰ্বাচীন প্ৰমাণিত নহয় জানো!

চক্রেটিচ খৃষ্টপুর্ব পঞ্চম শতাব্দীৰ লোক (469-399 B.C.) আৰু আমাৰ বুদ্ধদেৱো সেই সময়ৰ লোক। চক্রেটিচক নিৰীশ্বৰবাদী বুলি কাৰাগাৰত থোৱা হয়। আমাৰ বুদ্ধদেৱে অকুতোভয়ে বেদ বিৰোধী ধৰ্ম প্রচাৰ আৰু প্রতিষ্ঠিত কৰিলে। সেই ধৰ্ম প্রচাৰত বাধা আহিল জ্ঞান আলোচনাৰ মাজেদি দাৰ্শনিক পথেদি। বৈদিক ধৰ্ম গ্রহণ নকৰা দোষত নিপীড়ন-অত্যাচাৰৰ পথেদি বৈদিক ধৰ্মৰ পুনঃ প্রতিষ্ঠাৰ চেষ্টা হোৱা নাছিল। তদুপৰি চক্রেটিচে ঈশ্বৰৰ নামতে তেওঁৰ মতবাদ প্রচাৰ কৰিছিল। ঈশ্বৰৰ গুণ আৰু মহত্ত্বৰ বৰ্ণনা কৰি পাপ-পুণ্য বিচাৰৰ পথেদি জন সাধাৰণৰ নৈতিকতা গঠনৰ যত্ন কৰিছিল। সেই হেন চক্রেটিচক নিৰীশ্বৰবাদী বুলি মিথ্যা আৰু বিপৰীত অভিযোগত অভিযুক্ত কৰি শাস্তি দিছিল। ইউৰোপৰ সভ্যতাৰ প্রগতি তেন্তে কোন পথে হৈছিল? এইবোৰ কথাই আন এটি কথা প্রমাণিত কৰে যে সত্য আৰু ন্যায় ধৰ্মৰ পথেদি ইউৰোপৰ সভ্যতা গঢ়ি উঠা নাই। সত্যৰ ওপৰত কৰা নিপীড়ন অত্যাচাৰৰ মাজেদিহে সেই সভ্যতা গঢ়ি উঠিছে। ভাৰতীয় সভ্যতা কিন্তু সদায় সত্যনিষ্ঠা আৰু ন্যায় নিষ্ঠাৰ মাধ্যমত গঢ়ি উঠিছে।

আজি পাশ্চাত্য বিজ্ঞানৰ চমকপ্রদ সাফল্যত আমাৰ চক্ষু বিস্ময় বিস্তাৰিত হৈ মুগ্ধ হৈ পৰিছে। ভাৰতীয় জ্ঞান-বিজ্ঞানৰ চৰ্চা কৰি ভাৰতে জ্ঞান-বিজ্ঞানৰ কিমান উচ্চ স্তৰত আৰোহণ কৰিছিল তাৰ সংবাদ ল'লে আমাৰ চক্ষু ততোধিক বিস্তাৰিত হৈ ততোধিক মুগ্ধ হৈ পৰিব— কোনো সন্দেহ নাই। পাশ্চাত্য বিজ্ঞানৰ প্রগতিয়ে ভাৰতীয় জ্ঞান-বিজ্ঞানৰ চৰ্চ্চাৰ বাবে কিমান খিনি বৰঙণি যোগাইছে তাৰ পৰিচয় ল'লে আমি পাশ্চাত্য বিজ্ঞানৰ অগ্রগতিত বেছি আনন্দ উপভোগ কৰিব পাৰিম তাতো কোনো সন্দেহ নাই।●

# পৰিদৰ্শক শৰৎ চন্দ্ৰ

স্কুল পৰিদৰ্শনৰ সময়ত শিক্ষক আৰু ছাত্ৰৰ মাজত যি উলহ-মালহ, যি আনন্দ উৎসৱ আৰু যি ভয় আৰু ব্যগ্ৰতাই দেখা দিয়ে সেই বিষয়ে অন্ততঃ পোন্ধৰ বছৰৰ আগৰ শিক্ষক আৰু ছাত্ৰসকলৰ কিছু নহয় কিছু স্মৃতি নিশ্চয় জাগৰূক হৈ আছে। স্কুলৰ পৰিদৰ্শনৰ দিনটো অকল শিক্ষক বা ছাত্ৰৰেই এটা বিশেষ আনন্দৰ দিন এনে নহয়, স্কুলৰ পৰিচালনা সমিতিৰ সভ্য আৰু অভিভাৱক সকলৰো এটা বিৰল আনন্দৰ দিন বুলি উপলব্ধি কৰা হৈছিল। আজিৰ দিনত অৰ্থাৎ স্বাধীনোত্তৰ দিনত স্কুল বিলাকত সেই আনন্দৰ পৰিবেশ আজি দেখা নাযায়। তাৰ কাৰণ কি তাক বুজিবলৈ যিবিলাকে যত্ন কৰে সেই বিলাকৰ মনত আপোনা আপুনি স্কুল পৰিদৰ্শক শৰৎ চন্দ্ৰৰ ছবি মানসপটত ভাহি উঠে।

দৰঙ জিলাৰ কলাবাৰী অঞ্চলৰ স্কুল চাবলৈ যাওঁতে একেৰাহে দহ দিন আমি সৰু লোকেলবোৰ্ড বঙলাটোত আছিলোঁ। বঙলাটোৰ দুটা কোঠালি। আনটো কোঠালিত আছিল চাবডেপুটি কলেক্টৰ স্বৰ্গীয় কামিনী কুমাৰ নাথ, এম. এ. মহাশয়। তেওঁ সাত-আঠ দিন তাত আছিল— আমাৰ লগতে। স্কুল চাই অহাৰ পাছত তেওঁ দেখে যে শিক্ষক আৰু অভিভাৱকৰ ভিতৰত প্ৰায় নিতৌ দহ-বাৰজনকৈ মানুহ আহি স্কুল চাবইন্সপেক্টৰক দেখা কৰে আৰু আবেলি নিতৌ এখন সভাৰ নিচিনা হয় বঙলাটোৰ দুৱাৰ মুখত। স্কুলৰ শিক্ষাৰ আৰু দেশৰ উন্নতি কেনেকৈ হয় তাৰেই আলোচনা বিশেষকৈ হয়। চাৰি-পাঁচদিনমানৰ পাছত শ্ৰীনাথে মোক কয় যে গাঁৱত দেখিছোঁ স্কুল চাব্‌ইন্সপেক্টৰৰ মান সন্মান এজন ছাব্‌ডেপুটি কলেক্‌টৰতকৈ বহুত বেছি। তাৰ কাৰণ কি নাজানোঁ— আপুনিয়েই কওঁকচোন। তেওঁ ক'লে যে আপোনালোকে শিক্ষাৰ এটা পৱিত্ৰ পৰিৱেশ লগতে লৈ আহে। এই পৰিবেশটোৰ পৱিত্ৰতাই গোটেই অঞ্চলটো পুলকিত কৰি তোলে।

শ্ৰীনাথ এজন শিক্ষানুৰাগী আৰু পণ্ডিত মানুহ আছিল। তেওঁ শিক্ষা বিষয়ক নানা সমস্যাৰ কথা চিন্তা কৰিছিল আৰু তাৰ সমাধান হিচাবে নানা প্ৰকাৰ দিহা-পৰামৰ্শও আগবঢ়াইছিল। শিক্ষা বিভাগৰ কৰ্মচাৰী হিচাবে তেওঁৰ ওলগে আমাক উৎসাহিত কৰে আৰু আমি নিজৰ পদত গৌৰৱ অনুভৱ কৰোঁ। এই প্ৰসঙ্গত আমি শ্ৰীনাথক কৈছিলোঁ— যে যি পৱিত্ৰতাৰ কথা আপুনি কৈছে সেই পৱিত্ৰতাৰ পৰিবেশ সৃষ্টি কৰাত আমাৰ নিচিনা স্কুল চাবইন্সপেক্টৰৰ বৰঙণি নিচেই কম। এই পৰিবেশৰ মূল হৈছে— স্কুল ইন্সপেক্টৰ শৰৎ চন্দ্ৰ গোস্বামী। সেই প্ৰসঙ্গতে আমি কৈছিলোঁ যে অসম উপত্যকাৰ স্কুলবিলাকৰ প্ৰশিক্ষণ পোৱা শিক্ষক সকলৰ

ভিতৰত সৰহভাগ শিক্ষকেই গোস্বামী ডাঙৰীয়াৰ ছাত্ৰ। নৰ্মাল পাছ আৰু গুৰু ট্ৰেইনিং পাছ শিক্ষকসকলৰ মাজত শৰৎ চন্দ্ৰ গোস্বামী দেৱতা স্বৰূপ আৰু এই শিক্ষক বিলাকৰ প্ৰতিও তেখেতৰ মৰম আৰু কৰুণা অপাৰ। এই পৰিবেশ সৃষ্টিৰ এটা মূল কাৰণ এয়ে। দ্বিতীয় মহাসমৰৰ পূৰ্বৰ কালছোৱাত সামাজিক পৰিবেশ বৰ শান্তিপূৰ্ণ আছিল আমি সকলোৱে জানোঁ। সেই সময়ৰ শিক্ষাৰ গঠনমূলক কাৰ্য্য দ্ৰুতগতিৰে আগবাঢ়িছিল (টকাৰ বল অনুসৰি) আৰু এই গঠনমূলক কাৰ্য্যৰ প্ৰত্যেক আঁচনিতে শৰৎ চন্দ্ৰ গোস্বামীৰ প্ৰভাৱ পৰোক্ষ বা প্ৰত্যক্ষ অনুভূত হৈছিল। সকলোবিলাক অনুষ্ঠানৰ লগত আনকি চুৰমা উপত্যকাৰ অনুষ্ঠানবিলাকৰ লগতো শৰৎ চন্দ্ৰ গোস্বামীৰ সম্বন্ধ আছিল। সেইবাবে শৰৎ চন্দ্ৰ গোস্বামীৰ প্ৰভাৱ গোটেই অসমতে সকলোৱে অনুভৱ কৰিছিল। যিবিলাক পৰিদৰ্শক কৰ্মচাৰীয়ে (সৰহ ভাগেই) গোস্বামীক অনুকৰণ কৰিবলৈ বিচাৰিছিল তেওঁলোকে য'লৈকে গৈছিল ত'তে শিক্ষাৰ এটা মধুৰ পৰিবেশ সৃষ্টি কৰিব পাৰিছিল। শৰৎ চন্দ্ৰৰ ব্যক্তিত্বৰ প্ৰভাৱ অসমবাসীৰ শিক্ষিত সম্প্ৰদায়ে ভালকৈয়ে উপলব্ধি কৰিছিল। পৰিদৰ্শক শ্ৰেণী ব্যক্তিত্বশীল লোকেৰে গঠিত হ'ব লাগে এই কথা শিক্ষাবিদ সকলৰ ভিতৰত সকলোৱে স্বীকাৰ কৰে আৰু শৰৎ চন্দ্ৰ আছিল এজন অসাধাৰণ ব্যক্তিত্বশীল ব্যক্তি। পৰিদৰ্শক হিচাবে কৃতকাৰ্য্য হোৱাৰ এয়ে প্ৰথম আৰু প্ৰধান কথা। সেইবাবে স্বৰ্গীয় শৰৎ চন্দ্ৰৰ স্থান পৰিদৰ্শক শ্ৰেণীৰ ভিতৰত আজিলৈকে কোনেও পূৰাব পৰা নাই।

শৰৎ চন্দ্ৰয়ো স্বীকাৰ কৰিছিল যে ব্যক্তিত্বশীল লোক পৰিদৰ্শক শ্ৰেণীৰ ভিতৰত থাকিব লাগে আৰু সেই বাবে— নানা আহুকালৰ মাজতো মন্ত্ৰীসকলৰ বাধা আৰু প্ৰতিৰোধৰ মাজতো ১৯৩২ চনৰ পৰা ১৯৪১ চনলৈকে পৰিদৰ্শক শ্ৰেণী সংগঠন কৰাত শৰৎ চন্দ্ৰৰ অশেষ চেষ্টা পৰিলক্ষিত হয়। পৰিদৰ্শক শ্ৰেণীৰ ভিতৰত দুই এজন অবাঞ্ছনীয় লোক সোমাইছিল সঁচা কথা— কিন্তু তাৰ বাবে তেওঁ যিমান দায়ী নহয় সিমান দায়ী আছিল বাহিৰৰ লোক আৰু মন্ত্ৰীসকলৰ প্ৰভাৱ। সেই বুলিও তেওঁৰ ব্যক্তিত্বৰ প্ৰভাৱত এই লোক সকলেও সংযত আচৰণ কৰি চলিবলৈ বাধ্য হৈছিল।

উপযুক্ত পৰিদৰ্শক হ'বলৈ সকলো বিষয়ৰে স্কুলৰ পাঠ্যপুথি বিলাকৰ সম্যক জ্ঞান পৰিদৰ্শক জনৰ থাকিব লাগে— নিজেতো পণ্ডিত বা বিদ্বান হ'বই লাগে। চাৰকিট হাউচত দেখা কৰিবলৈ যাওঁতে আমি তেওঁৰ টেবিলত নিজৰ অফিচৰ মোহৰ থকা কে. পি. বসুৰ বীজগণিত আৰু যাদৱ চক্ৰৱৰ্ত্তীৰ পাটীগণিত দেখা পাইছিলোঁ। পৰিদৰ্শনৰ সময়ত আমি দেখিছোঁ যে উৰ্দ্দু বা ফাৰ্চী শ্ৰেণীৰ ছাত্ৰক পৰীক্ষা কৰা নাছিল কিন্তু সেই ছাত্ৰবিলাকক অৱহেলা কৰিও এৰি অহা নাছিল। পৰিদৰ্শনৰ আনন্দৰ পৰা সেই ছাত্ৰবিলাকক বঞ্চিত কৰা নাছিল আৰু

শিক্ষকজনকো উৎসাহিত নকৰাকৈ নাথাকিছিল। বিষয়বস্তুৰ জ্ঞান নাথাকিলে পৰিদৰ্শকে পৰিদৰ্শনৰ সময়ত নিজৰ সন্মান ৰক্ষা কৰিব নোৱাৰে। যিজন শিক্ষকৰ বিষয় জ্ঞান নাথাকে সেইজন শিক্ষকে ছাত্ৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবও নোৱাৰে আৰু ছাত্ৰৰ পৰা উপযুক্ত সন্মানো আদায় কৰিব নোৱাৰে। পৰিদৰ্শকৰ এই সম্বন্ধে বিপদ আৰু বেছি। অকল ছাত্ৰৰ পৰাই নহয় শিক্ষক সকলৰ পৰাও তেনে পৰিদৰ্শকে উপযুক্ত সন্মান আদায় কৰিব নোৱাৰে। সেইবাবে পৰিদৰ্শকৰ সকলো বিষয়ে মোটামুটি কাৰ্য্যকৰী জ্ঞান থাকিব লাগে। শৰৎ চন্দ্ৰই কোনো বিষয়ে নাজানে এনে মন্তব্য আমি কাৰো পৰা শুনা নাই বৰঞ্চ অসাধাৰণ বিদ্বান বুলি খ্যাতি থকা বুলি আমি জানোঁ।

পৰিদৰ্শকৰ পোছাক পৰিচ্ছদ পৰিপাটি আৰু মাৰ্জিত ধৰণৰ হ'ব লাগে। শৰৎ চন্দ্ৰৰ ককায়েক স্বৰ্গীয় পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী ধৰ্মভূষণ বিদ্যাবিশাৰদ দেৱে কোৱা শুনিছিলোঁ— 'আগু দৰ্শনধাৰী পিছু গুণ বিচাৰি'। এই দুইজন ভাই-ককায়েকে পোছাক পৰিচ্ছদত মাৰ্জিত ৰুচিৰ পৰিচয় দি আহিছিল তাক আমি সকলোৱে জানোঁ। আমি প্ৰথম পৰিদৰ্শকৰ চাকৰি লওঁতে গোস্বামীদেৱে আমাক কৈছিল— স্কুল চাবলৈ যাওঁতে সদায় চৰকাৰী পোছাক পিন্ধি যাব লাগে আৰু কেতিয়াও পণ্ডিতৰ ঘৰত আলহী থাকিব নালাগে। আমি তেখেতৰ এই উপদেশ সদায় মানি চলিছিলোঁ আৰু তাৰ দ্বাৰা আমি সমাজত মান-সন্মান পাইছিলোঁ— এই কথা কোৱা বাহুল্য মাথোন।

শৰৎ চন্দ্ৰৰ মধুৰ হাঁহি আৰু মিষ্ট ভাষাই সকলোৰে অন্তৰ জয় কৰিছিল। সকলো মানুহৰেই — পৰিদৰ্শকৰ কাৰণে বিশেষকৈ— এই গুণ থকা আৱশ্যক। অসংযত কথা কেতিয়াও তেওঁৰ মুখৰ পৰা নোলাইছিল আৰু অনাৱশ্যক কথা কেতিয়াও নকৈছিল। জুখি-মাপি কথা কোৱা স্বভাৱৰ লোক আছিল শৰৎ চন্দ্ৰ। সেইবাবে তেওঁৰ কথাৰ ওজন আন মানুহৰ কথাৰ ওজনতকৈ বেছি আছিল।

শৰৎ চন্দ্ৰ দেখিবলৈ ধুনীয়া আছিল। শৰৎ কালৰ পূৰ্ণিমাৰ জোন টোৰ নিচিনা যি ঠাইত থাকে সেই ঠাইখিনিকে পোহৰাই থাকিছিল। দেখিবলৈ ধুনীয়া সাজ পোছাকত ধুনীয়া আৰু কথাত ধুনীয়া এনে এটি গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশ লৈ তেওঁ স্কুলঘৰৰ চাৰিবেৰৰ মাজতেই হওক, নাইবা জুহালঘৰৰ জুহালৰ ওচৰতেই হওক সদায় জিলিকি থাকিছিল। সেইবাবে তেওঁ ছাত্ৰ আৰু শিক্ষকৰ আদৰ্শস্থানীয় হৈ উঠিছিল। সমাজৰ মানুহৰো আদৰ্শস্থানীয় আছিল। উপযুক্ত পৰিদৰ্শক হ'বলৈ হ'লে নিজে আদৰ্শস্থানীয় হ'ব লাগে। ছাত্ৰ আৰু শিক্ষকে যাতে গুণৰ প্ৰশংসাহে কৰে দোষৰ সমালোচনা নকৰে— এনে আদৰ্শ চৰিত্ৰৰ হ'ব লাগে পৰিদৰ্শক সকল।

প্ৰত্যেক শিক্ষকৰ অভাৱ-অভিযোগ আদিৰ প্ৰতি দৃষ্টি ৰাখিছিল আৰু যাৰ

যি প্ৰাপ্য তাক দিয়াত কাকো বঞ্চিত নকৰিছিল। কোনো শিক্ষকৰ প্ৰতি কোনো আক্ৰোশ বা বিদ্বেষ নাৰাখিছিল। দোষৰ বাবে শাস্তিমূলক ব্যৱস্থাও লৈছিল কিন্তু সেই শাস্তি আছিল দোষৰ প্ৰতিষেধমূলক— কেতিয়াও প্ৰতিশোধমূলক নাছিল। পৰিদৰ্শকৰ গাত এই গুণ থাকিলেহে প্ৰকৃত শাসন থাকে। সেইবাবে তেওঁৰ শাসনত মানুহে অসন্তুষ্ট নহৈ ঘনাই ওচৰ চাপিছিল আৰু সান্ত্বনা লাভ কৰিছিল।

শৰৎ চন্দ্ৰ বিদ্বান আছিল, মধুৰ স্বভাৱৰ আছিল, ধুনীয়া আছিল, মাৰ্জিত ৰুচি সম্পন্ন আছিল ইত্যাদি এশ এটা গুণ তেওঁৰ গাত আছিল : কিন্তু সকলোতকৈ ডাঙৰ গুণ আছিল তেওঁ যি কামকে কৰিছিল তাকে আন্তৰিকতাৰে কৰিছিল। পাল মৰা ধৰণৰ কাম কেতিয়াও নকৰিছিল। প্ৰাইমেৰী স্কুলকেই চাওক, ছাত্ৰবৃত্তি বা মাইনৰ স্কুলকেই চাওক বা হাইস্কুলকেই চাওক আন্তৰিকতাৰে সৈতে শিক্ষক ছাত্ৰৰ মনত আনন্দ বৰ্দ্ধন কৰি তেওঁ পৰিদৰ্শন কাৰ্য্য সমাপ্ত কৰিছিল। যি খন স্কুলত যিমান সময় খৰচ কৰিব লাগে, তাৰ হিচাব তেওঁৰ ঠিক আছিল। চৰকাৰী হাইস্কুল বিলাক আৰু অপেক্ষাকৃত ডাঙৰ ডাঙৰ বেচৰকাৰী হাইস্কুল বিলাক তেওঁ একেৰাহে দুই-তিনি দিনকৈ চাইছিল। পৰিদৰ্শন মন্তব্য বিলাকো সেইদৰে জুখি-মাপি লিখিছিল আৰু স্কুল চাই কোনো দিন মন্তব্য নিলিখাকৈ নাথাকিছিল। স্কুলৰ অভাৱ অভিযোগ সম্পৰ্কে সদায় দৃষ্টি ৰাখিছিল আৰু যি উপায়ৰ দ্বাৰা ৰাইজৰ মানুহৰ সহযোগ পোৱা যায় তাৰ উপায় শিক্ষকসকলক দিছিল আৰু নিজে যথাসাধ্যে চৰকাৰী সাহায্যৰ ব্যৱস্থা কৰিছিল।

শৰৎ চন্দ্ৰৰ দিনতে গাওঁবিলাকত বেচৰকাৰী হাইস্কুলৰ সংখ্যা ক্ৰমে বাঢ়িবলৈ ধৰে। এই হাইস্কুল বিলাক সংগঠন কাৰ্য্যত তেওঁৰ কৃতিত্বৰ পৰিচয় পোৱা যায়। গাঁৱৰ দলাদলিৰ মাজত নিজৰ সুনাম ৰক্ষা কৰি নেতাসকলৰ অৰিয়া-অৰিৰ ভিতৰেদি কেনেকৈ মধ্য পন্থা অৱলম্বন কৰি শিক্ষাৰ উন্নতি সাধন কৰিছিল সেই বিষয়ে চিন্তা কৰিলে বুজা যায় তেওঁ কিমান দূৰদৰ্শী আৰু মহান ব্যক্তি আছিল। আমাৰ এই অঞ্চলতে গঙ্গাপুখুৰী বৰকুৰিহা, সৰ্থেবাৰী, বনিয়াকুছি, পাটাচাৰকুছি আৰু বজালী হাইস্কুল বিলাকৰ বুৰঞ্জীত তেওঁৰ নাম উজ্জ্বলভাৱে অঙ্কিত আছে। উজনী অসমতো টিয়ক, জাজী ইত্যাদি হাইস্কুল স্থাপনত শৰৎ চন্দ্ৰৰ অৱদান মানুহে মুক্তকণ্ঠে স্বীকাৰ কৰে।

অসমৰ প্ৰাইমেৰী শিক্ষাৰ যি পাঠ্যক্ৰম সেই পাঠ্যক্ৰম ভাৰতৰ সকলো ৰাজ্যতকৈ ভাল বুলি বিভিন্ন ৰাজ্যৰ ডাইৰেক্টৰ সকলে স্বীকাৰ কৰিছিল। এই পাঠ্যক্ৰম নিৰ্মাণত শৰৎ চন্দ্ৰৰ অৱদানেই মুখ্য। বাধ্যতামূলক শিক্ষাৰ আঁচনি প্ৰথমতে শৰৎ চন্দ্ৰই কৰে। সেই আঁচনি Act হয়।

আজি অসমত শৰৎ চন্দ্ৰৰ স্থান পূৰণ কৰিব পৰা শিক্ষাবিদ এতিয়াও ওলোৱা নাই। কটন কলেজৰ অধ্যাপক সকলেও শৰৎ চন্দ্ৰৰ পৰা দিহা পৰামৰ্শ

লৈছিল। কটন কলেজৰ বিভিন্ন বিষয়ত অধ্যাপক নিয়োগ কৰাতো শৰৎ চন্দ্ৰৰ প্ৰভাৱ পৰিলক্ষিত হৈছিল। অনুপযুক্ত লোকক নিয়োগ কৰিলে শিক্ষাৰ ক্ষতি হ'ব এয়ে আছিল মূল কথা। নিজৰ কোনো স্বাৰ্থ তাত নাছিল।

তলতীয়া কৰ্মচাৰী সকল যেনেকৈ অনুগত আছিল, উপৰিস্থ কৰ্মচাৰী ডাইৰেক্টৰ আৰু মন্ত্ৰী সকলেও তেওঁক সমীহ কৰি চলিছিল। তেওঁৰ পৰামৰ্শ নোলোৱাকৈ কোনো দায়িত্বপূৰ্ণ কামকে নকৰিছিল।

নিজৰ অফিচৰ কেৰাণীসকলক তেওঁ পুত্ৰৰ নিচিনা মৰম কৰিছিল আৰু তেওঁলোকৰ অভাৱ অভিযোগ পিতৃৰ নিচিনা পূৰণ কৰিবলৈ যত্নবান হৈছিল।

অসমৰ বঙালী সম্প্ৰদায়ে শৰৎ চন্দ্ৰক যথেষ্ট সম্ভ্ৰম কৰিছিল। অসমীয়া ভাষাৰ গৌৰৱ ৰক্ষা কৰিও বঙালী সকলৰ মাজত খ্যাতি বিস্তাৰ কৰিছিল। বিদ্বেষ মূলক মনোভাৱেৰে তেওঁ কেতিয়াও কোনো কাম কৰা নাছিল। পৰিদৰ্শক হিচাবেহে তেওঁ এই সমাজত পৰিচিত হৈছিল কিন্তু কালক্ৰমত অসমৰ প্ৰত্যেকঘৰ সম্ভ্ৰান্ত পৰিয়ালৰ তেওঁ বিশিষ্ট বন্ধু হৈ পৰিছিল।

চাহ বাগিচাৰ প্ৰাইমেৰী স্কুলবিলাকত বঙালী ভাষাৰ প্ৰচলন আছিল। শৰৎ চন্দ্ৰৰ যত্নতে সেই স্কুল বিলাকত অসমীয়া ভাষাৰ প্ৰচলন হয়। চাহ বাগিচাৰ মেনেজাৰ সকলে তেওঁক যিমান সন্মান কৰিছিল তেনে সন্মান চাকৰিয়াল সকলৰ ভিতৰত আন কোনেও পোৱা নাছিল। স্কুল পৰিদৰ্শন কাৰ্য্যৰ জৰিয়তেই নিজৰ ব্যক্তিত্বৰ বলত তেওঁ এনে সন্মান আদায়ৰ সুযোগ পাইছিল। প্ৰতিবছৰে শিক্ষাদানৰ বাবে নতুন নতুন আঁচনি বা স্কিম নিজে লিখি ছপা কৰি চাৰ্কুলাৰ হিচাবে স্কুল বিলাকত প্ৰচাৰ কৰিছিল আৰু বছৰৰ শেহত কিমানদূৰ কাৰ্য্যকৰী হ'ল তাৰ হিচাব লৈছিল। শিক্ষকবিলাকৰ হতুৱাই স্কিম কৰাই লৈ নিজৰ অফিচলৈ নি চাই-চিতি মঞ্জুৰ কৰি দিছিল আৰু পৰিদৰ্শনৰ সময়ত সেই অনুসাৰে কাম হৈছে নে নাই তাক চাইছিল।

স্কুল চাবৰ সময়ত নিজৰ অফিচৰ কোনো ত্ৰুটী চকুত পৰিলে স্কুলতে বহি অফিচলৈ চিঠি দিছিল নাইবা নিজৰ নোটবহীত নোট কৰি লৈ গৈ তাৰ যথাযথ বিধান কৰিছিল। কোনো তলতীয়া পৰিদৰ্শক কৰ্মচাৰী, কেৰাণী বা শিক্ষকৰ অভাৱ অভিযোগ আছে নে নাই সুধি-পুছি লৈ নোট কৰি লৈছিল আৰু তাৰ এটি উত্তৰ যেনে তেনে পঠাইছিল। কৰ্মচাৰী সকলে নিজে ন্যায়সঙ্গত দাবীৰ বাবে পুনঃ পুনঃ আবেদন কৰিবৰ আৱশ্যক নহৈছিল। কোনো কৰ্মচাৰী যদি ন্যায়সঙ্গত দাবীৰ পৰা বঞ্চিত হৈছিল তেনে দাবী পূৰণৰ বাবে অহোপুৰুষাৰ্থ যত্ন কৰিছিল। তলতীয়া কৰ্মচাৰী সকলৰ ভাগ্য নিয়ন্ত্ৰক শৰৎ চন্দ্ৰই আছিল। সেইবাবে সকলোৱে তেওঁৰ ওপৰত সম্পূৰ্ণ ভক্তি, আস্থা আৰু নিৰ্ভৰতা ৰাখিছিল। কৰ্মচাৰী সকল যে কৰ্ত্তব্যপৰায়ণ আছিল এই এটা প্ৰধান কাৰণ।

মুঠতে পৰিদৰ্শকৰ উপযোগী বিদ্যা, ক্ষমতা, কৰ্ত্তব্যপৰায়ণতা, ন্যায়নিষ্ঠা, সহিষ্ণুতা, আন্তৰিকতা, সৎসাহস, দয়া, মৰম, বিচাৰবুদ্ধি, শিক্ষা বিভাগৰ কৰ্মচাৰীসকলৰ প্ৰতি আত্মীয় মনোভাৱ আৰু আন বিভাগৰ কৰ্মচাৰীসকলৰ প্ৰতি বন্ধুভাৱ এই সকলো প্ৰকাৰ গুণ শৰৎ চন্দ্ৰৰ চৰিত্ৰত ফুটি উঠিছিল। সেইবাবে হে তেওঁ আদৰ্শ পৰিদৰ্শক হৈ উঠিব পাৰিছিল।

পৰিদৰ্শন কাৰ্য্যত য'তে গৈছিল ত'তে সাহিত্য সভাৰ শাখা সভাবিলাকে অধিবেশন পাতি শৰৎ চন্দ্ৰক সম্বৰ্দ্ধনা কৰিছিল। মঙ্গলদৈত বহা এনে এখন অধিবেশনত অসমৰ আৰু দৰঙ জিলাৰ বুৰঞ্জীৰ বিষয়ে তিনি ঘণ্টা জুৰি আকস্মিকভাৱে যি বক্তৃতা দিছিল তাকে শুনি মহকুমাধিপতি আই চি এছ অফিচাৰ শ্ৰীশঙ্কৰ মৈত্ৰই কৈছিল যে এনে পাণ্ডিত্যপূৰ্ণ বক্তৃতা তেওঁ আগেয়ে কাহানিও শুনা নাছিল। বিলাততো শুনা নাছিল।

ন-পুৰণি ছাত্ৰৰ (কটন কলেজৰ) এখন সভাত পুৰণি ছাত্ৰৰ তৰফৰ পৰা তেওঁ যি বক্তৃতা দিছিল তাকে শুনি অধ্যাপক আৰু ছাত্ৰসকলে নথৈ শলাগ লৈছিল। আমি তেতিয়া ছাত্ৰ। সেই বক্তৃতা শুনি আমি তেওঁৰ এজন অসাধাৰণ মানুহ বুলি বুজি পাইছিলোঁ।

আজিও শিক্ষা বিভাগত শৰৎ চন্দ্ৰৰ অৱদান পূৰ্ণ মাত্ৰাই অনুভূত হয়। শৰৎ চন্দ্ৰৰ নিচিনা বহুমুখী প্ৰতিভাৰ পৰিদৰ্শক অসমতে নহয় আন ৰাজ্যতো ওলাইছে নে নাই সন্দেহ। অসমৰ বাহিৰত দুই-এখন সভাত বিভিন্ন ৰাজ্যৰ ইন্সপেক্টৰ সকলৰ লগত আমি যোগদান কৰিছিলোঁ ; কিন্তু এনে ব্যক্তিত্বশীল আৰু প্ৰভাৱ থকা ব্যক্তি আমাৰ দৃষ্টি গোচৰ হোৱা নাছিল।

শৰৎ চন্দ্ৰ আছিল আমাৰ নিজা মানুহ সেইবাবে আমি তেওঁৰ গুণ জীয়াই থকা কালত সম্যক উপলব্ধি কৰিব নোৱাৰিলোঁ। আজি তেওঁৰ স্মৃতিত তেওঁৰ পূৰ্ণতিথিত আমাৰ শ্ৰদ্ধা আৰু ভক্তিৰে আমাৰ অন্তৰ উপচি পৰিছে।●

# হিন্দুৰ নিত্য কৰ্ম

ৰাতিপুৱা প্ৰায় চাৰে চাৰি বজাৰ পৰা ছয় বজাৰ ভিতৰৰ সময়খিনিক ব্ৰাহ্মমুহূৰ্ত বোলে। এই সময়ত নিদ্ৰা ত্যাগ কৰা বিধেয়। এই সময়ত পোন প্ৰথমে শয্যাৰ ওপৰত পুব বা উত্তৰ মুখ হৈ বহি তলত লিখা শ্লোককেইটি পাঠ কৰা উচিত।

ব্ৰহ্মা মুৰাৰিস্ত্ৰিপুৰান্তকাৰী ভানুঃ শশী ভূমি সুতো বুধশ্চ।
গুৰুশ্চ শুক্ৰঃ শনি ৰাহু কেতু কুৰ্ব্বন্তি সৰ্বে মম সুপ্ৰভাতম্। (১)
কালী তাৰা মহাবিদ্যা ষোড়শী ভুৱনেশ্বৰী
ভৈৰৱী ছিন্নমস্তা চ বিদ্যা ধূমাৱতী তথা।
বগলা সিদ্ধবিদ্যা চ মাতঙ্গী কমলাত্মিকা।
এতা দশা মহাবিদ্যাঃ সিদ্ধবিদ্যাঃ প্ৰকীৰ্ত্তিতাঃ। (২)
প্ৰভাতে যঃ স্মৰেন্নিত্যং দুৰ্গাদুৰ্গাক্ষৰ দ্বয়ং।
অম্পদস্তস্য নশ্যন্তি তমঃ সূৰ্য্যোদয়ে যথা।। (৩)
অহল্যা দ্ৰৌপদী, কুন্তী, তাৰা মন্দোন্দৰী তথা।
পঞ্চকন্যাং স্মৰেন্নিত্যং মহা পাতক নাশনং।। (৪)
পুণ্য শ্লোকো নলো ৰাজা পুন্য শ্লোকো যুধিষ্ঠিৰঃ।
পুণ্য শ্লোকো চ বৈদেহী পুণ্য শ্লোকো জনাৰ্দনঃ।।
কৰ্কোটকস্য নাগস্য দময়ন্ত্যা নলস্য চ।
ঋতুপৰ্ণস্য ৰাজৰ্ষেঃ কীৰ্ত্তনং কলিনাশনং।।
কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনো ৰাজা বাহু সহস্ৰভৃৎ।
যেন সাগৰ পৰ্য্যন্তা ভুজেন নিৰ্জ্জিতা মহী।।
যোহস্য সংকীৰ্ত্তয়েন্নাম কল্যমুত্থায় মানবঃ।
নতস্য বিত্তনাশঃ স্যান্নষ্টঞ্চ লভতে পুনঃ।। (৫)

দীক্ষা গ্ৰহণ কৰা সকলোৰে কৰ্ত্তব্য। এই বিষয়ে বহু শাস্ত্ৰ বিধি আছে। ব্ৰাহ্মণৰ সাবিত্ৰীদীক্ষা ব্যতিৰেকেও মন্ত্ৰদীক্ষাৰ বিধি আৰু চিৰাচৰিত প্ৰথা আছে। স্ত্ৰী, শূদ্ৰ আৰু সমগ্ৰ হিন্দুজাতিৰ দীক্ষাৰ প্ৰথা আছে।

দীক্ষিত লোকে "ওঁ কুলবৃক্ষেভ্যঃ নমঃ", যাৰ প্ৰণৱৰ অধিকাৰ নাই তেনে লোকেও "কুলবৃক্ষেভ্যঃ নমঃ" এই মন্ত্ৰ উচ্চাৰণ কৰি পদ্মাসনত বহিব (বাওঁ ভৰি সোঁ উৰুত আৰু সোঁ ভৰি দক্ষিণ উৰুত থৈ পুব বা উত্তৰ মুখ হৈ বহিব) আৰু

শিৰঃস্থিত সহস্ৰদল কমলত গুৰুদেৱক ধ্যান কৰিব। দীক্ষাৰ সময়ত গুৰুৰ ধ্যান শিক্ষা দিয়া হয়। তাৰ পাছত বাওঁ ভৰি মাটিত দি শয্যা ত্যাগ কৰিব।

মল-মূত্ৰ ত্যাগ, শৌচ, শিখা বন্ধন, দন্তধাৱণ, স্নান ইত্যাদি ক্ৰিয়াৰ বাবে শাস্ত্ৰবিধি আছে। যেয়ে যিমান পালন কৰে সিমান ফল পায়। স্বাস্থ্যৰ উন্নতি হয়, গুৰু ভক্তি আৰু ঈশ্বৰ ভক্তি বাঢ়ে। পবিত্ৰ জীৱন যাপনত সহায় হয়।

অদীক্ষিত লোকে ঈশ্বৰৰ নাম চিন্তা কৰি শয্যা ত্যাগ কৰিব।

শয্যা ত্যাগৰ লগে লগে মনে মনে সঙ্কল্প কৰিব— হে প্ৰভু, আজিৰ দিনত মই যি কৰোঁ সেয়ে তোমাৰ সেৱা পূজাৰ বাবেহে কৰিম। মানুহে সংসাৰ যাত্ৰা নিৰ্বাহৰ বাবে কৰা সকলো কৰ্ম্ম ভগবদ্বুদ্ধিৰে কৰিলে ঈশ্বৰ সেৱাত পৰিণত হয়। ইয়াত কোনো সন্দেহ নাই। সদ্বুদ্ধিৰে কৰ্ম্ম কৰিলে মানুহৰ বিপদাপদ হ'ব নোৱাৰে আৰু সকলো ক্ষেত্ৰতে মানুহে ঈশ্বৰানুগ্ৰহ লাভ কৰে। এইদৰে ব্যক্তিগত চৰিত্ৰ গঠিত হয় আৰু জাতীয় চৰিত্ৰ উন্নত হয়। মৃত্যুৰ পিছত সদগতি হয়।

সম্প্ৰদায় ভেদ থাকিলেও ঈশ্বৰ এক। শাক্ত, বৈষ্ণৱ, সৌৰ, গাণপত্যাদিৰ কোনো ভেদ নাই। বৈষ্ণৱে কালী তাৰা মহাবিদ্যা শ্লোক প্ৰাতঃকালত যদি গায় তাত কোনো দোষ নহয়। অভেদ বুদ্ধিত কোনো দোষ নহয়। কালী তাৰা বুলিলে দোষ হ'ব বুলি ভাবিলে ভেদবুদ্ধি হয়। তেতিয়াহে দোষ হয়। ঈশ্বৰক সকলো নামেৰে স্মৰণ কৰিব পাৰি।●

# জাতীয় কৃষ্টি

কোনো এটা জাতিৰ কৃষ্টি নিৰ্ভৰ কৰে ধৰ্ম্ম, ভাষা, সাহিত্য, শিল্প আৰু অতীত ঐতিহ্যৰ ওপৰত। একে ধৰ্ম্মৰ মানুহৰ কৃষ্টি একে প্ৰকাৰৰ, সেইদৰে একে ভাষা-ভাষী লোকৰ কৃষ্টিৰ সমাজগত বিভিন্নতা দেখা নাযায়। জাতীয় শিল্প মানুহৰ সভ্যতা, সৌন্দৰ্য্য জ্ঞান আৰু জাতীয় জীৱনৰ ৰুচিৰ ওপৰত নিৰ্ভৰ কৰে। একে দেশৰ লোকৰ মাজত বিভিন্ন ধৰ্ম্ম বিভিন্ন ভাষা থাকিলেও ভৌগোলিক পৰিসীমাৰ মাজত আবদ্ধ একেখন দেশৰ লোকৰ শিল্প জ্ঞান একে প্ৰকাৰৰ হ'ব পাৰে। একে ভৌগোলিক পৰিসীমাৰ মাজত আবদ্ধ দেশৰ বিভিন্ন ভাষা-ভাষী লোকৰ মাজত একে প্ৰকাৰৰ সাহিত্য গঢ়ি নুঠে, কিন্তু যিহেতুকে একে ধৰ্মাৱলম্বী আৰু একে দেশৰ অধিবাসী হোৱা বাবে সাহিত্যৰ উন্নতিৰ স্তৰ বেলেগ হ'লেও সাহিত্যৰ মূল বস্তুৰ সমান ধৰ্ম্ম থাকে।

ভাৰতবৰ্ষ এখন দেশ বা মহাদেশ। এক ভৌগোলিক পৰিসীমাত আৱদ্ধ। বিধিৰ বিপাকত কালৰ কুটিল চক্ৰত আৰু বৈদেশিক, ৰাজনৈতিক কুটিল চক্ৰৰ প্ৰভাবত "বিশিষ্ট পূৰ্ণ ভাৰতাস্য ভূপ্ৰদেশ" আজি দ্বিধা বিভক্ত হ'লেও সমান ধৰ্ম্মৰ যি সকল লোক আছে তেওঁলোকৰ কৃষ্টি এক। ভাৰতৰ সভ্যতা আৰ্য্য সভ্যতা। ভাৰতীয় আৰ্য্য সভ্যতাৰ ভিতৰত দ্ৰাবিৰ সভ্যতা সংমিশ্ৰিত হৈছে। আৰ্য্য সভ্যতা আৰু দ্ৰাবিৰ সভ্যতাৰ যি সংমিশ্ৰণ, বৈদিক সভ্যতাৰ যি জ্ঞান, ভাৰতীয় ষড়দৰ্শনৰ যি সভ্যতা মহাভাৰতৰ যুগৰ পাছত যি তান্ত্ৰিক ধৰ্ম্মৰ প্ৰভাৱ, আধুনিক যুগৰ বৈষ্ণৱ ধৰ্ম্মাচাৰ্য্য সকলৰ যি শিক্ষা আৰু বৈষ্ণৱ সাহিত্যৰ যি প্ৰভাৱ সকলো বিলাকৰে সংমিশ্ৰণত গঠিত হোৱা যি কৃষ্টি, সেই কৃষ্টি ভাৰতীয় কৃষ্টি। এই কৃষ্টি বেদ, বেদান্ত, উপনিষদ, তন্ত্ৰ আৰু বৈষ্ণৱ সাহিত্যৰ পৰা উদ্ভুত। সমগ্ৰ ভাৰত এইকাৰণে একতাবদ্ধ হৈছিল বৈদিক ভাষা সংস্কৃতৰ মাজেদি। এই বিশাল বৈশিষ্টপূৰ্ণ 'ভাৰতস্য ভূপ্ৰদেশৰ" কৃষ্টি আৰু সভ্যতাৰ ইমান উচ্চতম স্তৰত উঠিছিল যে সেই স্তৰ আজিও পৃথিবীত আন কোনো সভ্যতাই ঢুকি পোৱা নাই। ইয়াৰ মুলত বৈদিক ধৰ্ম্ম আৰু সংস্কৃত ভাষা।

পৃথিবীত এনে কোন জাতিৰ কি কৃষ্টি আছে যি কৃষ্টিৰ পৰা ধৰ্ম্মক, ভাষাক নাইবা "জাতীয়—প্ৰথা" বাদ দি গঢ়ি উঠিব পাৰিছে? যি কৃষ্টিত ধৰ্ম্মৰ প্ৰভাৱ নাথাকে সেই কৃষ্টি কিমান উন্নত হ'ব পাৰে? যি কৃষ্টিত এক ভাষাৰ সাহিত্যৰ প্ৰভাৱ নাই সেই কৃষ্টি কিমান উন্নত হ'ব পাৰে? যিদেশৰ লোকৰ

জাতীয় প্ৰথাৰ একে ধৰণৰ ধৰ্ম (similar characteristic) নাথাকে সেই কৃষ্টি কিমান উন্নত হ'ব পাৰে?

আজি দ্বিখণ্ডিত "বিশিষ্টপূৰ্ণ ভাৰতাস্য ভূপ্ৰদেশৰ" বুকুত অমনিশাৰ প্ৰাদুৰ্ভাৱ চলিছে যেন অনুমান হয়। এই অমানিশাৰ ঘোৰ অন্ধকাৰত, দেশবাসীয়ে ভাৰতীয় কৃষ্টি, ভাৰতীয় সভ্যতাৰ আৰু ভাৰতীয় ধৰ্ম্মৰ পোহৰ বিচাৰি নাপায়। যি সনাতন হিন্দু ধৰ্ম্মই দ্ৰাবিৰ কোল, ভিল, শক, হুন, পাঠান, মোগল সকলো জাতিকে আকোৱালি ধৰি সকলো জাতিৰ সভ্যতা নিজৰ পাকস্থলীত সুমাই লৈ জীন কৰি পেলাই এক বিৰাট সভ্যতা এক বিৰাট কৃষ্টি গঢ়ি তুলিলে সেই সনাতন হিন্দু ধৰ্ম্মৰ ওপৰত যি বিৰূপ কটাক্ষ দৃষ্টি পৰিছে সেই দৃষ্টি ভাৰতীয় কৃষ্টিৰ কাৰণে বিশেষ অনিষ্টকৰ নহলেও এই কালৰ ভাৰতীয় অধিবাসী সকলৰ বাবে যে মঙ্গলজনক নহয় ই ধ্ৰুব সত্য; কাৰণ সনাতন বৈদিক ধৰ্ম্ম সনাতন। ই অমৰণ অভগন। বাহিৰৰ কোনো আক্ৰমণে কিম্বা ভিতৰৰ কোনো অপচেষ্টাই এই অমৰ ধৰ্ম্মৰ প্ৰাণহানি কৰিব নোৱাৰে। মহতীশক্তি সম্পন্ন, অসীম জ্ঞানালোক প্ৰাপ্ত আৰু অশেষ কল্যাণকৰ বৌদ্ধধৰ্ম্ম ভাৰতভূমিত তিষ্ঠিব নোৱাৰিলে। তাৰ একমাত্ৰ কাৰণ বৌদ্ধধৰ্ম্মৰ বিশালতাৰ মাজত বৌদ্ধধৰ্ম্মৰ শত্বিকতাৰ ভিতৰত আৰু বৌদ্ধধৰ্ম্মৰ আশেষ কল্যাণকৰ নীতিৰ মাজত পৰমপুৰুষ ভগৱানৰ স্থান বিচাৰি পোৱা নাযায়। সনাতন বৈদিক ধৰ্ম্মই নিৰীশ্বৰবাদ আৰু নাস্তিকতাবাদ স্বীকাৰ কৰে, তাক হজম কৰি জীন নিয়াব পাৰে; তাৰ কাৰণ নিৰীশ্বৰবাদ আৰু নাস্তিকতাবাদ ঈশ্বৰতত্ত্বৰ দিনৰাতি কিম্বা আলোক অন্ধকাৰৰ দুটা ডালৰ এটা ডাল। এটাক এৰি আনটো তিষ্ঠিব নোৱাৰে। কিন্তু বৌদ্ধ ধৰ্ম্মত, নাই আস্তিকতাবাদ, নাই নিৰীশ্বৰতাবাদ, নাই নাস্তিকতাবাদ। এই বৌদ্ধধৰ্ম্মৰ অহিংসাবাদ ইমান মহৎ; ইয়াৰ সৰ্ব্বজীৱে দয়া এই নীতি ইমান উন্নত, সকলো প্ৰাণীৰ প্ৰতি কল্যাণকামনা ইমান উচ্চ ধৰ্ম্ম যে বৌদ্ধ ধৰ্ম্মৰ মাধুৰ্য্যত মানুহ মুগ্ধহৈ যায়। কিন্তু সেই বৌদ্ধধৰ্ম্মৰ ভিত্তি ভাৰতত টিকিব নোৱাৰিলে। শঙ্কৰাচাৰ্য্যৰ অদ্বৈতভাবৰ একমেব অদ্বিতীয়ম পৰমপুৰুষৰ সত্বা, আলোচনা আৰু তেওঁৰ প্ৰতি ভক্তি আৰু প্ৰেমৰ স্ৰোতত বৌদ্ধধৰ্ম্ম ভাৰতবৰ্ষৰ পৰা উটি গ'ল। আজি ভাৰতবৰ্ষত যদি বৈদিক ধৰ্ম্মৰ প্ৰতি আস্থা নাথাকে, আজিৰ ভাৰতবৰ্ষত যদি "বিশিষ্টপূৰ্ণ ভাৰতাস্য ভূপ্ৰদেশক" একীভূত কৰা সংস্কৃত ভাষাৰ প্ৰতি শ্ৰদ্ধা নাথাকে তেন্তে ভাৰতীয় কৃষ্টি ৰক্ষা কৰিব কিহে?●

# গান্ধী দৰ্শন
# জাতীয়তাৰ আদৰ্শত গান্ধীনীতি

(অহিংসা সত্যমস্তেয় ব্ৰহ্মাচৰ্য্যমসংগ্ৰহ
শৰীৰ শ্ৰম অস্বাদ সৰ্ব্বত্ৰ ভয় বৰ্জ্জনম্
সৰ্ব্ব ধৰ্ম্মে সমানত্ব স্বদেশী স্পৰ্শ ভাৱনা
হী একাদশ সেৱাৰী নম্ৰথে ব্ৰত নিশ্চয়)

## পাতনি

জাতিৰ জনক বাপুজীয়ে একাদশ ব্ৰতৰ মাধ্যমত জাতি গঠন কাৰ্য্যত কেইটিমান মূলনীতি নিৰ্দ্ধাৰত কৰি দিছে। 'গান্ধী দৰ্শন' পত্ৰিকাৰ সম্পাদক অধ্যক্ষ শ্ৰীমান শৰৎ চন্দ্ৰ গোস্বামীৰ উদগনিত কেইটিমান প্ৰৱন্ধ লিখিছিলোঁ। সেই প্ৰৱন্ধ কেইটি "গান্ধী দৰ্শনত" স্থান পাইছিল। সেই প্ৰৱন্ধ কেইটিৰ লগতে গান্ধী সাহিত্যৰ পৰা সেই সেই বিষয়ে আৰু কিছুমান কথা সংগ্ৰহ কৰি যোগ দিয়া হৈছে। শ্ৰীমান গোস্বামীৰ উদগনি নোহোৱা হ'লে - পুস্তিকাকাৰে সেই প্ৰৱন্ধখিনি নোলালহেঁতেন। তাৰ বাবে মই তেওঁক স্নেহাশীষ দিছোঁ আৰু তেওঁৰ দীৰ্ঘ জীৱন কামনা কৰিছোঁ।●

# অহিংসা

## গান্ধীবাক্য

অহিংসাই প্ৰেম। অহিংসাৰ অৰ্থ কেৱল প্ৰাণী হিংসা কৰিব নালগে এনে নহয়। প্ৰাণী হিংসা কৰিব নালাগে ই অৱশ্যে অহিংসাৰ অন্তৰ্ভুক্ত কিন্তু তাৰ দ্বাৰা অহিংসাৰ অৰ্থ প্ৰকাশ নাপায়। অসৎ চিন্তা, অনাৱশ্যক ব্যস্ততা, মিছা কথা কোৱা, পৰস্পৰৰ প্ৰতি ঘৃণা আৰু আনৰ অহিত চিন্তা কৰাৰ পৰা অহিংসাৰ নীতি ভঙ্গ কৰা হয়।

কোনো মানুহে যদি মনে মনেও কু-কথা চিন্তা কৰে তাৰ দ্বাৰা অহিংসাৰ ভাৱ নষ্ট হৈ যায়।

প্ৰকৃতিত সকলো কথাৰে একোটি ধাৰা আছে। সময়মতে কাৰ্য্য কৰিলেহে কাৰ্য্য সিদ্ধি হয়। সময়তহে গছৰ ফল ধৰে আৰু পকে। সেইবাবে কোনো কাম সময় হোৱাৰ আগতে কৰিবলৈ যত্ন কৰিলে সেই কাম সিদ্ধ হোৱাতো বিঘ্ন ঘটে আৰু তাৰ দ্বাৰা অহিংসা ভাৱ নষ্ট হৈ যায়। মিছা কথা ক'লে সত্যৰ অপলাপ হয়। সত্য আৰু অহিংসা কোনো ফালে কোনো চিন্ নথকা পইছা এটাৰ ইপিঠি আৰু সিপিঠি। সত্যৰ অপলাপ হ'লে অহিংস নীতি ভঙ্গ কৰা হয়।

মানুহে মানুহক বা কোনো স্ৰষ্টা জীৱক ঘৃণা কৰিব নাপায়। প্ৰকৃতিত সকলোৰে সুকীয়া স্থান বা সকলোৰে উপযোগিতা আছে। কাৰো প্ৰতি ঘৃণাৰ ভাৱ উদয় হ'লে অহিংস হৈ থাকিব নোৱাৰি। পৰশ্ৰীকাতৰতা আৰু পৰৰ অহিত চিন্তা কৰাৰ পৰা মানুহৰ মানসিক অৱনতি ঘটে। তাৰ দ্বাৰা মানুহে মনৰ অহিংসভাৱ ৰক্ষা কৰিব নোৱাৰে। নিজৰ হিত হ'লে যেনেকৈ মানুহৰ আনন্দ হয়, পৰৰ হিত হ'লেও তেনেকৈ আনন্দ পাব লাগে, অন্ততঃ অসূয়া হ'ব নালাগে। তেতিয়াহে অহিংস-নীতি পালন কৰা হয়।

অহিংস মনোভাৱ নহ'লে সত্য-পালন্ কৰিব নোৱাৰে। সত্য আৰু অহিংসা পৰস্পৰ জড়িত। ইটোৰ পৰা সিটোক বিচ্ছিন্ন কৰিব নোৱাৰি।

অহিংসাই হৈছে মানুহে ব্যৱহাৰ কৰিব পৰা অস্ত্ৰ বা শক্তিসমূহৰ ভিতৰত প্ৰধান অস্ত্ৰ বা শক্তি। মানুহে নিজ বুদ্ধিৰ দ্বাৰা যিবিলাক মাৰণ অস্ত্ৰ আবিষ্কাৰ কৰিছে সেই সকলো বিলাকতকৈ অহিংসা বেছি শক্তিশালী অস্ত্ৰ। ধ্বংসকাৰ্য্য মানৱীয় ধৰ্ম্ম নহয়। যদি আৱশ্যক হয় মানুহে নিজৰ ভ্ৰাতৃৰ হাতত মৃত্যু বৰণ কৰিবলৈকো সাজু থাকি স্বাধীনভাৱে জীয়াই থাকে, নিজৰ ভ্ৰাতৃক মাৰিবলৈ

কেতিয়াও সাজু নাথাকে। হেতু যিয়েই নাথাকক, আন মানুহক হত্যা বা আঘাত কৰা মানৱীয়তাৰ অপৰাধ।

মানুহৰ কৰুণা, অহিংসা, প্ৰেম আৰু সত্যৰ মনোবৃত্তি নিৰ্ম্মমতা, হিংসা, ঘৃণা আৰু অসত্যৰ সমুখতহে প্ৰকৃততে পৰীক্ষা কৰিব পাৰি। এই কথা যদি সত্য হয়, তেন্তে এইটো কোৱা ভুল যে অহিংস-নীতিৰ হত্যাকাৰী এজনৰ সমুখত কোনো মূল্য নাই। এইটো নিশ্চিতভাৱে ক'ব পাৰি যে এজন হত্যাকাৰীৰ সমুখত অহিংস-নীতি পৰীক্ষা কৰাৰ অৰ্থ হৈছে নিজে মৃত্যু বৰণ কৰা; কিন্তু অহিংসাৰ প্ৰকৃত পৰীক্ষা এয়ে। যিজন ব্যক্তিয়ে নিতান্ত নিৰূপায় হৈ আততায়ীৰ হাতত মৃত্যু বৰণ কৰে, সেইজন ব্যক্তিয়ে এই পৰীক্ষাত উত্তীৰ্ণ হোৱা বুলি কেতিয়াও ক'ব নোৱাৰি। যিজন ব্যক্তিয়ে আততায়ীৰ হাতত প্ৰাণ দিবলৈ ওলাইও আততায়ীৰ প্ৰতি কোনো বিদ্বেষ নাৰাখে আৰু আনকি তাক ক্ষমা কৰিবলৈ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে, সেইজন ব্যক্তিয়েহে প্ৰকৃত অহিংস। বুৰঞ্জীত আমি যীশুখৃষ্টক ইয়াৰ উদাহৰণ স্বৰূপে পাওঁ। শূলত শেষ নিঃশ্বাস পেলাবৰ সময়ত তেওঁ হেনো কৈছিল - "হে প্ৰভু! তুমি ইহঁতক ক্ষমা কৰা; কাৰণ সিহঁতে কি কৰিছে তাৰ মৰ্ম্ম সিহঁতে নাজানে।" অন্যান্য ধৰ্ম্মতো এনে উদাহৰণ আছে কিন্তু এইটো উদাহৰণ জগদ্বিখ্যাত কাৰণে ইয়াত উল্লেখ কৰা হ'ল।

আমি অৱশ্যে এনে ধৰণ উচ্চ খাপৰ অহিংসা এতিয়াও অৰ্জ্জন কৰিব পৰা নাই, কিন্তু সেই বুলি আমাৰ নিজৰ অনভিজ্ঞতা আৰু দুৰ্ব্বলতাৰ কাৰণে অহিংসাৰ আদৰ্শৰ মূল্যৰ হ্ৰাস কৰিব নালাগে। আদৰ্শৰ প্ৰকৃত তথ্য নুবুজিলে আমি কেতিয়াও তাক উপলব্ধি কৰিব নোৱাৰিম। অহিংসাৰ কিমান শক্তি তাক বুজিবলৈ সেই কাৰণেই আমি আমাৰ বিবেক-বুদ্ধি প্ৰয়োগ কৰিব লাগিব।

অহিংস-নীতি - বোধগম্য নীতি। হিংসাৰ ব্যাপক অগ্নিকাণ্ডৰ মাজত আমি নিঃসহায় প্ৰাণী। প্ৰাণীক হিংসা কৰিহে প্ৰাণী জীয়াই থাকে - ইয়াৰ গূঢ় অৰ্থ আছে। জ্ঞানত বা অজ্ঞানত বাহ্যিক হিংসা নকৰাকৈ মানুহে এক মুহূৰ্ত্তও বাঁচি থাকিব নোৱাৰে। মানুহে জীয়াই থাকিবলৈ কোনো প্ৰকাৰ নহয় কোনো প্ৰকাৰ হিংসা আচৰণ কৰিব লাগিব - তাৰ খাদ্যৰ বাবে, তাৰ পানীয় আহাৰৰ বাবে আৰু তাৰ গমন আদিৰ বাবে, প্ৰাণী হত্যা হ'ব পাৰে, সেই প্ৰাণী হত্যা যিমান ক্ষুদ্ৰই নহওক। যিজন অহিংস নীতিৰ সেৱক হ'ব, তেওঁৰ সকলো কৰ্ম্মৰেই প্ৰেৰণা অপৰৰ দুঃখত দুঃখবোধ (সহানুভূতি) ভাৱৰ পৰা আহিব, পাৰতপক্ষে ক্ষুদ্ৰাতিক্ষুদ্ৰ প্ৰাণীকো ৰক্ষা কৰিবলৈ যত্নবান্ হ'ব আৰু এইদৰে মাৰাত্মক হিংসাজালৰ পৰা নিজক বিৰত ৰাখিবলৈ অনবৰত চেষ্টিত হয়। তেনেজন লোকহে প্ৰকৃত অহিংসনীতিৰ সেৱক। তেনেজন লোক অনবৰত আত্মসংযমী হ'ব আৰু পৰৰ দুঃখত দুঃখ বোধ কৰিব, কিন্তু বাহ্যিক হিংসাৰ পৰা কেতিয়াও মুক্ত হ'ব নোৱাৰিব।

পুনৰায় চাওঁক, অহিংসাই যদি সকলো জীৱকে একসূত্ৰতে বান্ধি থৈছে, এজনৰ ভ্ৰমাত্মক কাৰ্য্যই সকলোকে আঘাত নকৰাকৈ নাথাকে, আৰু সেইবাবে মানুহে হিংসাৰ হাতৰ পৰা সম্পূৰ্ণ মুক্ত হ'ব নোৱাৰে - যি হিংসা কাৰ্য্যৰ ওপৰত সমগ্ৰ সমাজ তিষ্ঠি আছে, সমাজৰ জীৱ হৈ থাকি তেনে হিংসা কাৰ্য্যত লিপ্ত নোহোৱাকৈ সম্পূৰ্ণভাৱে বিৰত থাকিব নোৱাৰে। যেতিয়া দুটা জাতিয়ে যুদ্ধ কৰে, তেতিয়া যিজন অহিংসাৰ সেৱক তেওঁৰ কৰ্ত্তব্য সেই যুদ্ধ বন্ধ কৰা। যিজনে তেনে কাৰ্য্য কৰিবলৈ সক্ষম নহয়, যিজনৰ যুদ্ধ বন্ধ কৰিবলৈ ক্ষমতা নাই নাইবা যুদ্ধ বন্ধ কৰিবৰ অধিকাৰ নাই, সেইজন যুদ্ধত লিপ্ত হ'ব পাৰে কিন্তু তথাপি তেওঁ মনে প্ৰাণে নিজক, নিজৰ জাতিক আৰু সমগ্ৰ জগতক যুদ্ধৰ গ্ৰাসৰ পৰা মুক্ত কৰিবলৈ যত্নবান্ হ'ব। পৃথিৱীৰ ভিতৰত যিবিলাক আটাইতকৈ বুদ্ধিমান লোক আছে সেইবিলাকেও যদি অহিংসাৰ প্ৰকৃত তত্ত্ব উপলব্ধি কৰিব নোৱাৰে তেতিয়া হ'লে চিৰাচৰিত প্ৰথা অনুসাৰে জঘন্য হিংসাৰ দ্বাৰাই হিংসাক প্ৰতিৰোধ কৰিব লাগিব।

**(শাস্ত্ৰ বাক্যৰ লগত তুলনা)**

কৰ্ম্মণা মনসা বাচা সৰ্ব্বভূতেষু সৰ্ব্বদা।
অক্লেশ জননং প্ৰোক্তমহিংসত্বেন যোগিভিঃ।।

কৰ্ম্ম মন বাক্যৰ দ্বাৰা কাৰো মনত ক্লেশ উৎপাদন নকৰাৰ নাম অহিংসা। মানুহে এনে কোনো কৰ্ম্ম কৰিব নালাগিব যাৰ দ্বাৰা পৰৰ অনিষ্ট হয়, পৰৰ মনত ক্লেশ উপস্থিত হয়। এনে কোনো কথা চিন্তা কৰিব নালাগিব যাৰ প্ৰতিক্ৰিয়াই আনৰ অন্যায় কৰিব পাৰে আৰু এনে কোনো কথা ক'ব নালাগিব যাৰ দ্বাৰা আনৰ মনত কষ্ট হয়। মানুহৰ মনে চিন্তা কৰে। মনৰ লগত আত্মাৰ সম্বন্ধ। নিজ আত্মাৰ লগত জগতৰ সকলো আত্মাৰেই সম্বন্ধ আছে। বস্তুতঃ নিজৰ আত্মা আৰু পৰৰ আত্মাত ভেদ নাই। উভয়েই এক। সেইবাবে মনে মনে কুচিন্তা কৰিলে সমগ্ৰ জগতত থকা সকলো আত্মাৰেই অনিষ্ট হয়। সেইদৰে, মনত আনন্দৰ ভাৱ থাকিলে তাৰ প্ৰতিক্ৰিয়া আনন্দময় হয় আৰু সেই প্ৰতিক্ৰিয়াৰ দ্বাৰা জগতৰ সকলো আত্মাতে আনন্দৰ ক্ৰিয়া হয় আৰু সকলোৱে সুখ অনুভৱ কৰে।

ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে

প্ৰাণিনামবধস্তাত সৰ্ব্বজ্যায়ান্ মতো মম।
অনৃতাং বা বদেদ্বাচং ন তু হিংস্যাৎ কথঞ্চন।। (সভা, কৰ্ণ ৬৯/২৩)

প্ৰাণীবধ কৰিব নাপায়। অহিংসাই পৰমধৰ্ম্ম। বৰঞ্চ মিছা কথাও ক'ব পাৰি কিন্তু কেতিয়াও প্ৰাণী হিংসা কৰিব নাপায়। তেতিয়াহ'লে শ্ৰীকৃষ্ণই অৰ্জ্জুনক কিয় যুদ্ধত প্ৰবৃত্ত কৰাইছিল? স্বধৰ্ম্ম বুলি - কৰ্ত্তব্য বুলি লোক ৰক্ষাৰ কাৰণে যুদ্ধাদি হিংসাত্মক কৰ্ম্মৰ সমৰ্থন শ্ৰীকৃষ্ণই কৰিছিল। যিবিলাক লোকক অহিংসা নীতিৰ দ্বাৰা জয় কৰিব নোৱাৰি অথচ সেই অসুৰ ভাৱাপন্ন লোক বিলাকক জয়

নকৰিলে লোক ৰক্ষা নহয়, প্ৰাণ ৰক্ষা নহয়, দেশ ৰক্ষা নহয় আৰু ধৰ্ম্ম ৰক্ষা নহয়, তেওঁলোকৰ বিৰুদ্ধে যুদ্ধ বা হিংসাত্মক কাৰ্য্য কৰিব লাগিব। গীতাৰ মতে নিষ্কাম ভাৱে নিৰ্লিপ্ত বুদ্ধিৰে হিংসাত্মক কাৰ্য্য কৰিলেও দোষ নাই। শত্ৰুপক্ষৰ প্ৰতি হিংসা মনোভাৱ নাই, বৈৰভাৱ নাই অথচ শত্ৰুক হত্যা কৰা কৰ্ত্তব্য - নহ'লে দেশ ৰক্ষা নহয়, ধৰ্ম্ম ৰক্ষা নহয় - তেনেস্থলত হিংসা দোষৰ কথা নহয়। গান্ধীবাক্যৰ লগত ৰিজাই চালে সামঞ্জস্য পোৱা যাব।

শ্ৰীমদ্ভাগৱত গীতাত তপস্যা তিনি প্ৰকাৰৰ বুলি কৈছে। শাৰীৰ তপস্যা, বাঙ্ময় বা বাচিক তপস্যা আৰু মানসিক তপস্যা। শাৰীৰ তপস্যাৰ লক্ষণ হৈছে দেৱতা, ব্ৰাহ্মণ, গুৰু আৰু বিদ্বান্ ব্যক্তিৰ পূজা, শৌচ (পৱিত্ৰতা), সৰলতা ব্ৰহ্মচৰ্য্য আৰু অহিংসা।

দেব দ্বিজ গুৰু প্ৰাজ্ঞ পূজনং শৌচমাৰ্জ্জবম্।
ব্ৰহ্মাচৰ্য্য অহিংসা চ শাৰীৰং তপ উচ্যতে।। (গীঃ ১৭/১৪)

অষ্টাঙ্গ যোগৰ আঠোটা অঙ্গ। অষ্টাঙ্গ যোগক ৰাজযোগ বুলিও কোৱা হয়; এই আঠোটা অঙ্গ হৈছে - যম, নিয়ম, আসন, প্ৰাণায়ম, প্ৰত্যাহৰ, ধাৰণা-ধ্যান, আৰু সমাধি। ইয়াৰ প্ৰথম অঙ্গ হৈছে - যম। যম অভ্যাস কৰিবলৈ হ'লে - অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মাচৰ্য্য আৰু অপৰিগ্ৰহ এই পাঁচ প্ৰকাৰ সাধনাৰ আৱশ্যক।

মহাত্মা গান্ধীৰ একাদশ ব্ৰতৰ ভিতৰত এই পাঁচোটাই আছে। যম সাধনা কৰিবলৈ প্ৰথমতঃ অহিংসাৰ সাধনা কৰিব লাগিব। যোগী হ'ব লাগিলে, ঈশ্বৰৰ লগত সম্বন্ধ স্থাপন কৰিব খুজিলে অহিংসা সাধনাই প্ৰধান আৰু প্ৰথম কথা। যোগ সাধনাত প্ৰথম সাধনা- যম সাধনা আৰু যম সাধনাৰ প্ৰথম সাধনা- অহিংসা সাধনা।

অহিংসা সাধনা হ'লে সত্য সাধনা আপোনাআপুনি হয়। গান্ধীজীয়ে কৈছে যে সত্য আৰু অহিংসা কোনোফালে চিন নথকা পইচা এটাৰ ইপিঠি আৰু সিপিঠি। গান্ধীজীয়ে সত্য আৰু অহিংসা সাধনৰ দ্বাৰা, তথা একাদশ ব্ৰত পালনৰ দ্বাৰা জাতীয় চৰিত্ৰ গঠন কৰিবলৈ পন্থা নিৰ্দ্দেশ কৰি দিছে আৰু এই জাতীয় চৰিত্ৰ গঠনৰ লগে লগে আত্মাৰ মুক্তিৰ পথ পৰিষ্কাৰ হৈ যোৱাৰ সম্ভাৱনাও আছে। মুণ্ডক উপনিষদত কৈছে -

সত্যেন লভ্যস্তপসা হ্যেষ আত্মা
সম্যক্জ্ঞানেন ব্ৰহ্মাচৰ্য্যেণ নিত্যম্।
অন্তঃশৰীৰে জ্যোতিৰ্ময়ো হি শুভ্ৰো
যং পশ্যন্তি যতয়ঃ ক্ষীণ দোষাঃ।।

যি জ্যোতিৰ্ময় শুদ্ধ আত্মাক যতি সকলে উপলব্ধি কৰে (যি সকল যতিৰ চিত্তত কোনো মল নাথাকে তেনে যতিসকলহে) সেই জ্যোতিৰ্ময় শুদ্ধ আত্মাক অবিচল সত্য, জ্ঞান আৰু ব্ৰহ্মাচৰ্য্যৰ দ্বাৰা নিজৰ নিজৰ হৃদয়, আকাশত উপলব্ধি

কৰিব লাগে।

ঈশ্বৰ নিজৰ নিজৰ অন্তৰতে আছে। "ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেহৰ্জ্জুন তিষ্ঠতি" (হে অৰ্জ্জুন! ঈশ্বৰ সকলোৰে হৃদয়ত অৱস্থিত আছে)। সেই ঈশ্বৰ আত্মা স্বৰূপে আছে। সেই আত্মক দৰ্শন কৰিবলৈ হ'লে নিজৰ চিত্ত শুদ্ধ হ'ব লাগিব। চিত্তশুদ্ধিৰ বাবে ব্ৰহ্মাচৰ্য্য লাগে, সত্যনিষ্ঠা লাগে। সত্যনিষ্ঠাই অহিংসাৰ পথ পৰিষ্কাৰ কৰি দিয়ে। গান্ধীজীয়ে কৈছে যে "সত্য আৰু অহিংসা পৰস্পৰ এনেদৰে জড়িত যে ইটোৰ পৰা সিটোক বিচ্ছিন্ন কৰিব নোৱাৰি। অহিংসা ব্যতিৰেকে সত্য অন্বেষণ কৰা বা সত্য নিৰ্ণয় কৰা সম্ভৱ নহয়।"

গান্ধীজীয়ে কৈছে যে "সত্য আৰু অহিংসা পইচা এটাৰ ইপিঠি আৰু সিপিঠি। পইচাটোৰ কোন পিঠি সমুখ, কোন পিঠি ওলোটা মুখ তাক কোনে ক'ব পাৰে? সি যিয়েই নহওক অহিংসা সত্য সাধনাৰ পন্থা আৰু সত্যই লক্ষ্য। পন্থা যদি পন্থাই হয় সি আমাৰ আয়ত্তৰ সীমাত থাকিব লাগিব আৰু সেইবাবে অহিংসা সাধনেই আমাৰ প্ৰধনাতম লক্ষ্য। আমি যদি পন্থাৰ প্ৰতি যথোপযুক্ত সাৱধনতা অৱলম্বন কৰোঁ, আমি সোনকালেই হওক বা পলমকৈয়ে হওক, লক্ষ্যত উপনীত হ'ব পাৰিম। এবাৰ যদি আমি এই সত্য উপলব্ধি কৰিব পাৰোঁ, পূৰ্ণজয় নিসন্দেহে লাভ হ'ব। জীৱন যাত্ৰাৰ পথত যদি অহিংসাক নীতি স্বৰূপে গ্ৰহণ কৰা হয়, মানুহৰ জীৱনৰ সমস্ত সত্তাৰ ভিতৰত (কৰ্ম্মক্ষেত্ৰৰ ভিতৰত) ই বিয়পি পৰিব লাগিব আৰু কেৱল কাৰ্য্য বা ক্ষেত্ৰবিশেষেহে তাৰ প্ৰয়োগ হ'ব - তেনে নহয়। যি নীতি কেৱল ব্যক্তিৰ বিষয়ে উপকাৰী, সেই নীতি জনতাৰ কাৰণে উপকাৰী নহয় এনে ধাৰণা লোৱা সম্পূৰ্ণ অন্যায়।"

অহিংসা সাধন হ'লে সমস্ত কণ্টক বিদূৰিত হয়। "অহিংসা প্ৰতিষ্ঠায়াং তৎসন্নিধৌ বৈৰত্যাগঃ।" যিজনে অহিংসা সাধনত চৰম সিদ্ধিলাভ কৰিছে তেওঁৰ সমুখত সকলো প্ৰাণীয়েই বৈৰভাৱ পৰিত্যাগ কৰে - যেনেকৈ তপোবনত হৰিণ আৰু বাঘে একেলগে খেলা কৰে।

গান্ধীজীয়ে কৈছিল যে "পৃথিৱীত থকা আটাইতকৈ বুদ্ধিমান লোক সকলে (ক্ষমতাশালী জাতিবিলাকে) যদি অহিংসাৰ এই প্ৰকৃত তত্ত্ব উপলব্ধি কৰিব নোৱাৰে, তেতিয়াহ'লে. চিৰাচৰিত প্ৰথা অনুসাৰে গুণ্ডালোকৰ হিংসাত্মক কাৰ্য্যৰ অনুৰূপ হিংসা কাৰ্য্যৰ দ্বাৰা হিংসাত্মক কাৰ্য্যৰ প্ৰতিৰোধ কৰিব লাগিব।" মহাত্মা গান্ধীয়ে কোৱা এই কথাৰ পৰা বুজিব নালাগে যে হিংসানীতি বা যুদ্ধকাৰ্য্য তেওঁ সমৰ্থন কৰিছে। মহাত্মা গান্ধীৰ এই কথাৰ অৰ্থ এই যে যেতিয়া অহিংস নীতিৰ দ্বাৰা শত্ৰুপক্ষৰ অন্তৰ জয় কৰিব নোৱাৰি, যেতিয়া বুদ্ধিমান লোক সকলকো বিবেক-বুদ্ধি বা সাধু ব্যৱহাৰৰ দ্বাৰা ন্যায়-অন্যায় বুজাব নোৱাৰি, তেতিয়া অনন্যোপায় হৈ হিংসাত্মক কাৰ্য্যৰ (Violenceৰ) আশ্ৰয় ল'ব লাগিব। গান্ধীজীৰ এই কথা

মহাভাৰততো পোৱা যায়। "যস্মিন্ যথা বৰ্ত্ততে যো মনুষ্যস্তস্মিং তথা বৰ্ত্তিতব্যং স ধৰ্ম্মঃ।" তোমাৰ লগত যিজনে যেনে ব্যৱহাৰ কৰে তাৰ লগত তেনে ব্যৱহাৰ কৰাই ধৰ্ম্মৰ নীতি। ভীষ্মদেৱে যুধিষ্ঠিৰক এই ধৰ্ম্মনীতি শিক্ষা দিছিল। (মহা - শাং ১০৯/৩০/) কিন্তু নিৰ্ব্বৈৰ হৈ এই কাৰ্য্য কৰিব লাগিব। নিৰ্ব্বৈৰ শব্দৰ অৰ্থ হৈছে যে অপকাৰ কৰা ব্যক্তিৰ প্ৰতিও দ্বেষশূন্য হ'ব লাগিব। স্বাধীনতা আন্দোলনৰ সময়ত মহাত্মা গান্ধীয়ে বিদেশী শাসনৰ বিৰুদ্ধে যুদ্ধ কৰিছিল কিন্তু ইংৰাজ জাতিৰ প্ৰতি কোনো বিদ্বেষ ভাৱ ৰখা নাছিল। পণ্ডিত নেহৰুৱেও একে প্ৰকাৰ ব্যৱহাৰ দেখুৱাই আহিছে ইংৰাজ জাতিৰ প্ৰতি। নেহৰুৱে চীনা আক্ৰমণৰ সময়তো আৰু তাৰ পাছতো চীন জাতিৰ প্ৰতি বিদ্বেষমূলক ভাৱ কেতিয়াও দেখুওৱা নাই। পাকিস্তানৰ প্ৰতিও বিদ্বেষভাৱ দেখুওৱা নাই।

গীতাত শ্ৰীকৃষ্ণই কৰ্ত্তব্য হিচাবে অৰ্জ্জুনক যুদ্ধ কৰিব কৈছিল। যুদ্ধৰ পূৰ্ব্বে শ্ৰীকৃষ্ণই নিজেই দৌত্য কৰি শান্তি স্থাপনৰ যত্ন কৰিছিল, কিন্তু ব্যৰ্থ হ'ল। যুদ্ধ অনিবাৰ্য্য হ'ল; কিন্তু সেই যুদ্ধও নিৰ্ব্বৈৰ হৈ কৰিবলৈ কৈছে।

মহাত্মা গান্ধীয়ে এইবোৰ শাস্ত্ৰবাক্য অন্তৰৰে সৈতে বিশ্বাস কৰিছিল। অহিংসাৰ প্ৰভাৱত যেতিয়া হিংস্ৰ বনৰীয়া পশুও হিংসা ত্যাগ কৰে তেতিয়া অত্যাচাৰী নৰপশু হ'লেও অহিংসাৰ প্ৰভাৱত তাৰ ভাবান্তৰ (change of heart) হোৱা অনিবাৰ্য্য। আকৌ শাস্ত্ৰত আছে যে "সত্য প্ৰতিষ্ঠায়াং ক্ৰিয়াফলাশ্ৰয়ত্বম্" যেতিয়া সত্যব্ৰত সম্পূৰ্ণ প্ৰতিষ্ঠিত হয়, তেতিয়া কৰ্ম্ম নকৰিলেও ফল লাভ হয়। এনে ধৰণৰ সত্যব্ৰত যোগীয়ে যদি কাকো কয় 'তুমি ৰোগমুক্ত হোৱা' তেন্তে সি তেতিয়াই ৰোগমুক্ত হ'ব।

এনে ধৰণৰ সত্যব্ৰত যোগী আৰু অহিংসাপৰায়ণ আছিল মহামতি ভীষ্ম। কুৰুপাণ্ডৱৰ যুদ্ধত কৌৰৱৰ পক্ষে তেওঁ যুদ্ধ কৰিছিল কৰ্ত্তব্য হিচাবে। যুদ্ধ যাতে নহয় তাৰ বাবে তেওঁ কৌৰৱসকলক নানা প্ৰকাৰ উপদেশ দিছিল, ভৰ্ৎসনা কৰিছিল, ভৱিষ্যৎ অমঙ্গল হ'ব তাক দঢ়াই দঢ়াই কৈছিল। তথাপি যেতিয়া যুদ্ধ হ'ল, পাণ্ডৱসকলক যদিও কৌৰৱ সকলতকৈও ভাল পাইছিল তথাপি কৌৰৱৰ আশ্ৰিত হৈ থকা বাবে, দুৰ্য্যোধনৰ ৰাজত্বত থকা বাবে, পাণ্ডৱ সকলৰ বিপক্ষে যুদ্ধ কৰিব লগা হৈছিল ; কিন্তু পাণ্ডৱ সকলৰ প্ৰতি বিদ্বেষ বা হিংসা নাছিল। ভীষ্ম দহদিন সেনাপতি আছিল। এই দহদিনৰ ভিতৰত দৈনিক দহ হাজাৰকৈ পাণ্ডৱ সৈন্য সংহাৰ কৰিছিল— তথাপি তেওঁ আছিল অহিংস। আৰু সেইবাবে তেওঁৰ আছিল ইচ্ছামৃত্যু।

মহাত্মা গান্ধীও ইচ্ছামৃত্যু হ'বৰ আকাঙ্ক্ষা যে নকৰিছিল এনে নহয়। তেওঁ ১২৫ বছৰ জীয়াই থাকিম বুলি কৈছিল। অহিংসা ব্ৰত তেওঁৰ সম্পূৰ্ণ সিদ্ধ হ'বলৈ সময় নাপালে। তাৰ আগতে আততায়ীৰ হাতত প্ৰাণ দিব লগা হ'ল। যদিহে এই নিষ্ঠুৰ হত্যাকাণ্ড নহ'লহেঁতেন, হয়তো আমাৰ জীৱনতে আমি স্বচক্ষে

দেখা পালোহেঁতেন— মহামতি ভীষ্মৰ নিচিনা অহিংস ব্ৰতত সিদ্ধ পুৰুষ। মহাত্মা গান্ধীৰ মৃত্যু তেওঁৰ ইচ্ছাধীন হ'লহেঁতেন। অহিংসা ব্ৰতত সিদ্ধপুৰুষ যে ইচ্ছামৃত্যু হয় এই কথা যোগশাস্ত্ৰত স্পষ্টকৈ কোৱা আছে। অকল ভীষ্মই নহয়, বহু যোগী ঋষিও ইচ্ছামৃত্যু আছিল। সাধক সকলৰ জীৱনী পাঠ কৰিলে তেনে যোগী ঋষি যে আজিও আছে তাকো জনা যায়।

অহিংসাৰ আদৰ্শেৰে ৰাজনৈতিক সকলক চলিবলৈ গান্ধীজীয়ে উপদেশ দিছিল আৰু নিজে সেই বটেদি চলি আদৰ্শ স্থাপন কৰি গৈছে। নিজৰ যদি ভোগলিপ্সা নাথাকে, "তেন ত্যক্তেন ভূঞ্জীথাঃ" এই আদৰ্শ চকুৰ আগত থাকে, অন্যায়কাৰীৰ প্ৰতিও অন্যায় কৰিবৰ প্ৰবৃত্তি দমন কৰিব পাৰে আৰু ৰাজনৈতিক দল-সংগঠন ক্ষেত্ৰতো যদি অসত্য আৰু হিংসাৰ আশ্ৰয় নলয়, তেতিয়াহ'লে প্ৰশাসনীয় ক্ষেত্ৰত শুদ্ধতা আপোনা আপুনি আহিব। "অহিংসা প্ৰতিষ্ঠায়াং তৎসন্নিধৌ বৈৰত্যাগঃ"— প্ৰশাসনীয় ক্ষেত্ৰতো এই অৱস্থাৰ সৃষ্টি হ'ব। যি নীতি ব্যক্তিগত হিচাবে সত্য, সামাজিক হিচাবে সত্য, আনকি যি নীতি পশু-জগততো সত্য সেই নীতি প্ৰশাসনীয় ক্ষেত্ৰত সত্য নহ'বৰ কোনা কাৰণ নাই।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ নীতি সম্যকভাৱে বিচাৰ কৰি চালে এই নীতিৰ উপযুক্ততা উপলব্ধি কৰিবলৈ সহজ হয়। ৰজা যুধিষ্ঠিৰৰ নীতি সৰ্ব্বতোভাৱে অহিংস আছিল। ৰজা যুধিষ্ঠিৰৰ যুদ্ধনীতিতো কোনো হিংসাৰ ভাৱ প্ৰতিফলিত হোৱা দেখা যোৱা নাই। ৰজা দুৰ্য্যোধনে যেতিয়া হিংস মনোভাৱ পৰিত্যাগ নকৰিলে, "তেন ত্যক্তেন ভূঞ্জীথাঃ" এই নীতি অৱলম্বন নকৰি বিনাযুদ্ধে সূচ্যগ্ৰ ভূমিও এৰি নিদিওঁ বুলি প্ৰতিজ্ঞা কৰিলে, তেতিয়া যুদ্ধ অনিবাৰ্য্য হ'ল। এই যুদ্ধত উভয় পক্ষৰ অষ্টাদশ অক্ষৌহিণী সৈন্য নিহত হ'ল, কিন্তু যুধিষ্ঠিৰে সকলো ক্ষেত্ৰতে অহিংস মনোভাৱ ৰক্ষা কৰি চলিছিল। যেতিয়া দুৰ্য্যোধনৰ হৃদয় পৰিবৰ্ত্তন নহ'ল (change of heart), তেতিয়া (জঙ্গলৰ নীতি) যুদ্ধৰ আৱশ্যক হ'ল। যুধিষ্ঠিৰে হিংস মনোভাৱ লৈ যুদ্ধ কৰা নছিল, ন্যায়িক অধিকাৰ প্ৰতিপন্ন কৰিবলৈ, অন্যায় অধিকাৰ প্ৰতিহত কৰিবলৈ— নিজৰ ভোগৰ কাৰণে নহয়, দেশত সত্য আৰু ন্যায় ধৰ্ম প্ৰতিষ্ঠা কৰিবলৈ এই যুদ্ধ কৰিবলৈ যুধিষ্ঠিৰ বাধ্য হৈছিল। গান্ধীজীয়ে এই যুদ্ধনীতিও পৰিত্যাগ কৰাৰ উপদেশ দিয়া নাছিল। যুদ্ধ যদি অনিবাৰ্য্য হৈ উঠে, প্ৰতিপক্ষৰ যদি হৃদয় পৰিবৰ্ত্তনৰ কোনো সম্ভাৱনা নাথাকে, তেতিয়া যুদ্ধৰ অনুমোদন গান্ধীজীয়ে কৰিছে, কিন্তু যুদ্ধ প্ৰতিহত কৰিবলৈ অহিংসনীতি অৱলম্বন কৰা ভাৰতীয় জাতিয়ে সকলো প্ৰকাৰ চেষ্টা কৰিব লাগিব আৰু ভাৰতীয় জাতিক সেই নীতিৰে প্ৰশিক্ষিত কৰি তুলিবৰ সৰ্ব্বপ্ৰকাৰ যত্ন কৰিব লাগিব।

গান্ধীজীয়ে শাস্ত্ৰবাক্যকে দোহাৰি কৈছে, শাস্ত্ৰৰ দোহাই দি কোৱা নাই। নিজ অভিজ্ঞতা আৰু সত্যান্বেষণৰ পৰীক্ষাৰ ফল স্বৰূপে কৈছিল।●

# সত্যই ঈশ্বৰ

## (সত্য — গান্ধীজীৰ নিৰ্দ্দিষ্ট একাদশ ব্ৰতৰ প্ৰথম ব্ৰত)

গান্ধীজীয়ে এই সত্য কেনেদৰে উপলব্ধি কৰিছিল আৰু এই সত্য পালনত দেশবাসীক তেওঁ কেনেদৰে উপদেশ দিছিল— গান্ধী দৰ্শনত ই এটি প্ৰধান অনুসন্ধেয় বিষয়। গান্ধীজীয়ে সত্যক কেনেদৰে অন্বেষণ কৰিছিল দুই চাৰিটা তেওঁৰ নিজৰ বাক্যৰ পৰা বিচাৰ কৰি চোৱা যাওক।

### ।। ঈশ্বৰ আছে ।। সত্যই ঈশ্বৰ।।

"বাল্যকালৰ পৰাই মই সত্যৰ সেৱক বা ভক্ত। মোৰ এয়ে স্বভাৱসিদ্ধ প্ৰকৃতি। প্ৰাৰ্থনাবোৰৰ জৰিয়তে মই সত্যৰ যি অন্বেষণ কৰিছো তাৰ দ্বাৰা মোৰ সম্যক উপলব্ধি হৈছে যে সত্যই ঈশ্বৰ। ঈশ্বৰেই একমাত্ৰ সত্য বস্তু (God is Truth), তাতকৈ সত্যই হে ঈশ্বৰ, (Truth is God) এই তত্ত্বহে বেছি উপলব্ধিৰ বিষয়। মই যেন ঈশ্বৰক মুখামুখীকৈ পাইছো। এই তত্ত্ব উপলব্ধিৰ পৰা বুজি পাইছো। মই অনুভৱ কৰো তেওঁ যেন মোৰ দেহৰ অণু-পৰমাণুত বিয়পি আছে।"

"প্ৰত্যেক বস্তুতে এনে এটি ৰহস্যময় শক্তি লুকাই আছে যি শক্তিৰ কোনো এটি বৰ্ণনা বা সংজ্ঞা দিব নোৱাৰি। মই এই শক্তিক উপলব্ধি কৰো যদিও মই তাক দেখা নাপাওঁ। এই অদৃশ্য শক্তিয়ে অনুভূত বা উপলব্ধ হ'বলৈ সুবিধা দিয়ে কিন্তু কোনো প্ৰমাণৰ দ্বাৰা সিদ্ধ নহয়; কাৰণ মই যিবোৰ বস্তু দেখো সেই বস্তুবিলাকৰ ভিতৰত কাৰো লগত ইয়াৰ তুলনা নহয়। এই শক্তিক বাহ্য ইন্দ্ৰিয়ৰ দ্বাৰা অনুভৱ কৰিব নোৱাৰি; কিন্তু আংশিক ভাৱে ঈশ্বৰৰ অস্তিত্ব যুক্তিৰ দ্বাৰা সিদ্ধ কৰিব পাৰি। আনকি মানুহৰ সাংসাৰিক জীৱনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কৰ্মৰ মাজতো মানুহে বুজি নাপায় কোনে·আমাৰ কৰ্ম নিয়ন্ত্ৰণ কৰিছে। তথাপি মানুহে জানে কোনো এটা শক্তিয়ে নিয়ন্ত্ৰণ কৰিছে। মহীশূৰ ভ্ৰমণৰ সময়ত বহুতো দুখীয়া গাৱঁলীয়া লোকৰ লগত মোৰ সাক্ষাৎ হৈছিল আৰু মই তেওঁলোকক সোধাত বুজিব পাৰিছিলো যে মহীশূৰ ৰাজ্য কোনে শাসন কৰে, সেই কথা তেওঁলোকে নাজানে। তেওঁলোকে মাথোন ইয়াকে কৈছিল যে কোনো এজন দেৱতাই শাসন কৰে। এই দুখীয়া মানুহবিলাকৰ জ্ঞান তেওঁলোকৰ ৰজাৰ বিষয়ে যদি ইমান সীমাবদ্ধ হয়, তেন্তে সেই গাৱঁলীয়া মানুহবিলাক তেওঁলোকৰ শাসনকৰ্ত্তাৰ তুলনাত যিমান ক্ষুদ্ৰ, মই ঈশ্বৰৰ তুলনাত তাতকৈ কিমান কোটি গুণে ক্ষুদ্ৰ হৈ যে সেই

ৰজাৰো ৰজা এজন ঈশ্বৰ আছে বুলি বুজিব নোৱাৰো, সেইটো একো আচৰিত হ'বলগীয়া কথা নহয়। সি যিয়েই নহওক, এই বিশ্বব্রহ্মাণ্ডত শৃঙ্খলা আছে আৰু এই সৃষ্ট জগতত সৃষ্ট হোৱা সকলো জীৱ আৰু সকলো পদাৰ্থ নিয়ন্ত্ৰণ কৰা এটা অপৰিবৰ্ত্তনীয় নিয়ম চলি আছে। এই নিয়ম অবিবেচনা প্ৰসূত নিয়ম নহয় ; কাৰণ অবিবেচনাৰ পৰা উদ্ভৱ হোৱা কোনো নিয়মইে জীৱন থকা প্ৰাণীক শাসন কৰিব নোৱাৰে। চাৰ জগদীশ চন্দ্ৰ বসুৰ আৱিষ্কাৰৰ দ্বাৰা প্ৰমাণিত হৈছে যে জড়পদাৰ্থৰো প্ৰাণ আছে। যিটো নিয়মেই জীৱ আৰু পদাৰ্থ নিয়ন্ত্ৰণ কৰে সেইজনেই ঈশ্বৰ। নিয়ম আৰু নিয়মকৰ্ত্তা এটা বা একাৰ্থবাচক।

"ঈশ্বৰক মই এজন ব্যক্তিবিশেষ বুলি ধৰি নলওঁ। সত্যই ঈশ্বৰ এয়ে মোৰ বিশ্বাস। ঐশ্বৰিক বিধান আৰু ঈশ্বৰৰ ভিতৰত কোনো বিভিন্নতা নাই— যেনেকৈ এখন ৰাজ্যৰ ৰজা আৰু ৰাজ্যৰ আইনৰ ভিতৰত বিভিন্নতা দেখা যায়। ঈশ্বৰ এটা ভাৱ মাত্ৰ আৰু সেই ভাৱেই ঐশ্বৰিক বিধান। গতিকে ঈশ্বৰে কোনো নিয়ম ভঙ্গ কৰিব পাৰে বুলি ভবাটো অসম্ভৱ। সেইবুলি ঈশ্বৰে আমাৰ কাৰ্য্যৱলী নিয়ন্ত্ৰণ নকৰে বা তাত তেওঁ সংশ্লিষ্ট নাথাকে (লিপ্ত নাথাকে)। আমি যেতিয়া কওঁ যে ঈশ্বৰে আমাৰ কাৰ্য্য নিয়ন্ত্ৰণ কৰে তেতিয়া আমি মাথোন মানুহৰ ভাষাৰ ব্যৱহাৰ হে কৰো আৰু ঈশ্বৰক সীমাৰ ভিতৰত আনিবলৈ যত্ন কৰো। আনফালে তেওঁ আৰু তেওঁৰ বিধান সৰ্ব্বত্ৰ বিৰাজমান আৰু সকলো কাৰ্য্য তেৱেঁই নিয়ন্ত্ৰণ কৰে। এই কাৰণে মই নাভাবো যে তেওঁ আমাৰ কাৰ্য্যৰ সকলোবোৰ খুঁটিনাটিৰ কাৰণে দায়ী আৰু আমাৰ সকলোবোৰ প্ৰাৰ্থনাকে তেওঁ পূৰ্ণ কৰি দিব ; কিন্তু তেওঁ যে আমাৰ গতিবিধি বা কাৰ্য্যৱলী নিয়ন্ত্ৰণ কৰে তাত কোনো সন্দেহ নাই কাৰণ মই বিশ্বাস কৰো যে তেওঁৰ ইচ্ছা ব্যতিৰেকে এডাল তৃণো গজিব নোৱাৰে বা লৰচৰ কৰিব নোৱাৰে। যাত্ৰীৰ ভীৰৰ মাজত আমাৰ লৰিবৰ চৰিবৰ যিখিনি স্বাধীনতা পোৱা যায় তাতকৈও আমাৰ স্বাধীনতা কম।"

গান্ধীজীক সোধা হৈছিল যে ঈশ্বৰৰ লগত যোগ স্থাপন কৰিবৰ সময়ত তেওঁ স্বাধীন যেন বোধ কৰেনে?

উত্তৰত গান্ধীজীয়ে কৈছিল— "নিশ্চয় কৰো। ভীড় থকা জাহাজ এখনত যেনে সঙ্কুচিত ভাৱ থাকে তেনে সঙ্কুচিত ভাৱ তাত নাথাকে। যদিও মোৰ স্বাধীনতা সেই জাহাজ খনত থকা যাত্ৰী এজনৰ স্বাধীনতাতকৈ বহুতো কম, তথাপি সেই স্বাধীনভাৱ উপলব্ধি কৰো ; কাৰণ গীতাৰ পৰা মোৰ এই শিক্ষা হৈছে যে মানুহে নিজেই নিজৰ অদৃষ্ট সৃষ্টি কৰে। তাৰ অৰ্থ এইয়ে যে মানুহে সেই স্বাধীনতা যেনেদৰে ব্যৱহাৰ কৰে অৰ্থাৎ যেয়ে যেনে ইচ্ছা তেনে কৰ্ম কৰি অদৃষ্ট সৃষ্টি কৰে। ইচ্ছানুৰূপ কৰ্ম কৰিবৰ যেনেকৈ স্বাধীনতা আছে, ইচ্ছানুৰূপ ফল পাবৰ কিন্তু অধিকাৰ তেনেকৈ নাই। যি মুহূৰ্ত্তত ইচ্ছানুৰূপ ফল পাব পাৰে বুলি কোনোবাই ভাবে, সেই মুহূৰ্ত্ততে তেওঁ দুখত পৰে।

"সত্য শব্দ সৎ শব্দৰ পৰা নিষ্পন্ন হৈছে। ইয়াৰ অৰ্থ যাৰ অস্তিত্ব আছে। প্ৰকৃততে সত্যৰ বাহিৰে আন একোৰ অস্তিত্ব নাথাকে।"

"য'ত সত্য আছে তাত জ্ঞান আছে। য'ত সত্য নাই তাত সত্য জ্ঞান থাকিব নোৱাৰে। এইবাবে চিৎ (জ্ঞান) শব্দ ব্যৱহাৰ কৰা হয় ঈশ্বৰক বুজাবলৈ। য'ত সত্যজ্ঞান আছে তাতে আনন্দ আছে। তাত দুখৰ স্থান নাই। সত্য যেনেকৈ নিত্য, আনন্দও তেনেকৈ নিত্য। সেই কাৰণে আমি ঈশ্বৰক সচ্চিদানন্দ বুলি কওঁ। সৎ, চিৎ আৰু আনন্দৰ সমষ্টিগত অস্তিত্ব একমাত্ৰ ঈশ্বৰতেহে আছে।"

"আমি বৰ্ত্তি থাকিবলৈ হ'লে সত্যৰ প্ৰতি নিষ্ঠাই একমাত্ৰ ভিত্তি। আমাৰ সকলোবোৰ কৰ্ম্ম সত্যক কেন্দ্ৰ কৰি অনুষ্ঠিত হ'ব লাগে। সত্যই হ'ব লাগে আমাৰ জীৱন-বায়ু। সংসাৰ-যাত্ৰাৰ ভিতৰত যেতিয়া এই অৱস্থা পোৱা যাব, জীৱন যাত্ৰাৰ আন আন পদ্ধতি আপোনাআপুনি শুদ্ধ হৈ যাব। তাৰ বাবে কোনো প্ৰয়াস কৰিব নালাগে আৰু সেই শুদ্ধ পদ্ধতি অনুসৰণ কৰি চলা স্বভাৱসিদ্ধ হৈ যাব; কিন্তু সত্যক বাদ দি জীৱনৰ কোনো নীতি বা নিয়ম মানি চলা সম্ভৱ নহয়।"

"সাধাৰণতঃ সত্যনিষ্ঠা অৱলম্বন কৰিবলৈ হ'লে কেৱল সঁচা কথা কোৱাটো বুজায়; কিন্তু সত্যৰ প্ৰতি যি নিষ্ঠা সি কায়মনোবাক্যে হ'ব লাগিব। সঁচা কথা ক'ব লাগিব; সৎ (সত্য) চিন্তা কৰিব লাগিব; আৰু সৎকাৰ্য্য কৰিব লাগিব। যিজন মানুহে সত্যক এইদৰে সম্পূৰ্ণৰূপে চিনি পায় তেওঁৰ জানিবলগীয়া একো নাথাকে; কাৰণ সকলো প্ৰকাৰৰ জ্ঞান ইয়াৰ ভিতৰতে নিহিত আছে। সত্য জ্ঞানৰ ভিতৰত যি নপৰে সি প্ৰকৃত জ্ঞান নহয়। আমি যদি এবাৰ সত্যজ্ঞানৰ এই অব্যৰ্থ পৰীক্ষা প্ৰয়োগ কৰিবলৈ শিকোঁ, সেই মুহূৰ্ত্ততে বুজি পাম আমাৰ কি কৰা উচিত, কি চোৱা উচিত আৰু কি অধ্যয়ন কৰা উচিত।"

"প্ৰকৃততে সত্যই ঈশ্বৰ। মানুহে নিজে যিটো সত্য বুলি ভাবে সেই অনুসাৰে চলিলে প্ৰকৃততে দোষ নহয়। আচলতে সেইটো কৰাহে কৰ্ত্তব্য। কাৰোবাৰ যদি কেতিয়াবা ভুলো হয়, অভ্যাসৰ পথত আপোনাআপুনি সি শুদ্ধ হৈ যায়। সত্যান্বেষণ তপস্যা বা আত্ম-কষ্টৰ (কৃচ্ছ্ৰসাধনৰ) দ্বাৰাহে সিদ্ধ হয়। তপস্যাৰ পথত আনকি মানুহে নিজৰ জীৱনকো আহুতি দিবৰ আৱশ্যক হ'ব পাৰে। স্বাৰ্থসিদ্ধিৰ কোনো গন্ধই ইয়াত থাকিব নোৱাৰে। নিঃস্বাৰ্থভাৱে সত্য অন্বেষণ কৰিলে তাৰ স্বৰূপ নেদেখাকৈ কেতিয়াও নাথাকে। পোনতে হয়তো ভুল বাটেদি যাব, কিন্তু উজুতি খাই ঠিক বাট বিচাৰি পাবই।"

"প্ৰত্যেক মানুহৰ নিজৰ নিজৰ বিবেক আছে, সুবুদ্ধি আছে। আত্ম-প্ৰবঞ্চনা নকৰি প্ৰকৃত সত্য কি তাৰ অন্বেষণ কৰিলে মানুহে আপোনাআপুনি সত্যৰ স্বৰূপটো বুজি পায়। সত্যক অৱলম্বন কৰি জীৱন-পথত আগবাঢ়িলে নানা বাধা-বিঘ্ন হ'ব পাৰে, কিন্তু জীৱন পণ কৰিও নিঃস্বাৰ্থভাৱে সত্য-পথত থাকিলে সত্যৰ উপলব্ধি

হবই। সত্যৰ উপলব্ধি হ'লে ঈশ্বৰক মানুহে সম্পূৰ্ণৰূপে বুজিব পাৰিব। সত্য বা ঈশ্বৰত কোনো ভেদ আছে বুলি বুজিব নোৱাৰিব।"

গান্ধীজীৰ এই কথাবোৰ সম্পূৰ্ণ শাস্ত্ৰ-সঙ্গত কথা। গান্ধীজীয়ে সত্যৰ যি সংজ্ঞা দিছে, সত্যৰ যি ব্যাখ্যা কৰিছে আৰু সত্য পালনৰ যি পদ্ধতি সৰ্ব্ব-সাধাৰণৰ কাৰণে নিৰ্দ্দিষ্ট কৰি দিছে - সকলোবোৰেই বৈদিক কৃষ্টিৰ তথা সনাতন ধৰ্ম্ম-পালনৰ নিৰ্দ্দিষ্ট পন্থাৰ অন্তৰ্ভুক্ত কথা।

## ।। সত্যৰ স্বৰূপ।।

শ্ৰীশ্ৰীমদ্ভাগৱত গ্ৰন্থ বেদব্যাস বিৰচিত গ্ৰন্থ। বেদ, উপনিষদ, মহাভাৰত আৰু স্বৰচিত অষ্টাদশ পুৰাণত নিহিত ধৰ্ম্ম-তত্ত্বৰ সাৰ কথাক অৱলম্বন কৰি এই ভক্তিৰসাত্মক গ্ৰন্থ লোক-সমাজৰ কল্যাণৰ কাৰণে ব্যাসদেৱে ৰচনা কৰে। এই গ্ৰন্থ সৰ্ব্বজন আদৃত আৰু হিন্দুধৰ্ম্মৰ সকলো সম্প্ৰদায়ৰে পথ নিৰ্দ্দেশক গ্ৰন্থ। এই শ্ৰীমদ্ভাগৱতৰ প্ৰথম শ্লোকতেই ঈশ্বৰক সত্য স্বৰূপ বুলি নিৰ্ণয় কৰিছে। (সত্যং পৰং ধীমহি)। এই প্ৰথম শ্লোকৰ দ্বাৰাই মহামুনি বেদব্যাসে ঈশ্বৰৰ বিষয়ে বিভিন্ন মত খণ্ডন কৰি 'সত্যই পৰমেশ্বৰ' এই মত নিৰ্ণয় কৰিছে। বৌদ্ধমত (পৰমাত্মা নাই), মীমাংসক মত (স্বৰ্গাদি প্ৰাপ্তিয়েই পৰম পুৰুষাৰ্থ), সাংখ্য মত (জড় প্ৰকৃতিয়েই জগতৰ কাৰণ), বৈশেষিক মত (উৎপত্তিৰ পূৰ্ব্বে জগৎ নাছিল আৰু পৰমাণুৰ পৰা জগতৰ উৎপত্তি) আৰু মায়াবাদী মত (জগৎ মিথ্যা) - এই সকলোবিলাক মত নিৰসন কৰি - সত্য-স্বৰূপ, জ্ঞান-স্বৰূপ আৰু অনন্ত-স্বৰূপ যি ব্ৰহ্ম তেওঁৰেই উপাসনাৰ পথ নিৰ্ণয় কৰিছে। উৎপত্তি, স্থিতি, লয় আৰু মোক্ষৰ কাৰণ একমাত্ৰ পৰমেশ্বৰ বুলি শাস্ত্ৰই কৈছে, গান্ধীবাক্যৰ ভিতৰতো সেই একে কথাৰেই প্ৰতিধ্বনি শুনা যায়। "প্ৰত্যেক বস্তুতে এটা ৰহস্যময়ী শক্তি লুকাই আছে"; "তেওঁ মোৰ প্ৰত্যেক অণু-পৰমাণুত বিয়পি আছে" - এই কথাবিলাকৰ ভিতৰত লুকাই থকা তত্ত্বৰ পৰাই সম্যক্ উপলব্ধি হয় যে গান্ধী-দৰ্শন হিন্দু-দৰ্শনৰ পৰা পৃথক নহয়।

"ঈশ্বৰক মই এজন ব্যক্তি-বিশেষ বুলি ধৰি নলওঁ। সত্যই ঈশ্বৰ, এয়ে মোৰ বিশ্বাস। .... বিশ্বজনীন আৰু সৰ্ব্বব্যাপক সত্য-স্বৰূপ যে পৰমাত্মা ...." (the universal and all-pervading spirit of Truth) - এইবোৰ কথাও শাস্ত্ৰৰেই কথা।

"বিষ্ণু শব্দৰ প্ৰত্যয় হৈছে - বিষ (ধাতু) ণুক্। বিষ ধাতু ব্যাপন অৰ্থত ব্যৱহৃত হয়। সৃষ্ট বস্তুৰ প্ৰত্যেক অণু-পৰমাণুৰ ভিতৰত বিয়পি আছে ( তিলে তৈলবৎ - তিলত যেনেকৈ তেল বিয়পি থাকে) এনে এটি বস্তু। গতিকে ই বিশ্বজনীন আৰু সৰ্ব্বব্যাপক আৰু মোৰ প্ৰত্যেক অণু-পৰমাণুত বিয়পি আছে।"

শ্বেতাশ্বেতৰ উপনিষদত কৈছে -

একোদেবঃ সৰ্ব্বভূতেষু গূঢ়ঃ
সৰ্ব্বভ্যাপী সৰ্ব্বভূতান্তৰাত্মা।

অদ্বিতীয় জ্যোতিঃ স্বৰূপ পৰমাত্মা সকলো প্ৰাণীতে প্ৰচ্ছন্নভাৱে থাকে; তেওঁ সৰ্ব্বব্যাপী আৰু সকলো প্ৰাণীৰেই অন্তৰাত্মা ইত্যাদি।

শ্ৰীশ্ৰীগীতা আৰু শ্ৰীমদ্ভাগৱততো শ্ৰীভগৱানে নিজে কৈছে -

সৰ্ব্বভূতে স্থিতঃ যো মাং ভজত্যেকত্বমাস্থিতঃ
সৰ্ব্বথা বৰ্ত্তমানোহপি স যোগী ময়ি বৰ্ত্ততে।। ৬/৩১

যিজনে সৰ্ব্বভূতত একমাত্ৰ ময়েই (শ্ৰীকৃষ্ণ) আছোঁ - এনে একত্ব বুদ্ধি অৱলম্বন কৰি ভজনা কৰে - তেওঁৰ চিত্ত মোতেই নিত্য যুক্ত থাকে।

সৰ্ব্বভূতেষু যঃ পশ্যেদ্ ভগবদ্ভাৱমাত্মনঃ।
ভূতানি ভগবত্যাত্মন্যেষ ভাগবতোত্তমঃ। ভাঃ ১১/২/২৫

মোৰ ভিতৰত ভগৱান আছে আৰু ভগৱানতে সকলো প্ৰাণী আছে এই কথা যিজনে অনুভৱ কৰে তেৱেঁই ভাগৱতোত্তম অৰ্থাৎ উত্তম ভক্ত।

যস্মিন্ সৰ্ব্বং যস্য সৰ্ব্বং যতঃ সৰ্ব্বং যস্মাদিদম্।
যেন সৰ্ব্বং যদ্ধি সৰ্ব্বং তৎ সত্যং সমুপস্মাহে।

যোগবাশিষ্ঠ উপশম - ৮/১২

যিজন সকলোৰে আধাৰ, যিজন সকলোৰে প্ৰভু, যাৰ পৰাই জড় জগৎ আৰু জীৱ জগতৰ সৃষ্টি হৈছে, যিজনে মায়াৰ দ্বাৰা জগতৰ সকলো কাৰ্য্য সম্পাদন কৰে, যাৰ পৰাই সমস্ত পোৱা যায় আৰু যিজন সৰ্ব্ব জীৱৰ ভিতৰতে আত্মাস্বৰূপ সেই পৰমাৰ্থ সত্য ব্ৰহ্মাৰ লগত আমি সকলো অভিন্ন - এই ভাৱাপন্ন আমি হওঁ।

গান্ধীজীয়ে এই তত্ত্ব অৰ্থাৎ এই সত্য উপলব্ধি কৰাৰ পৰা ঈশ্বৰক যেন মুখামুখিকৈ পাইছে - এনে অনুভৱ কৰিছিল। শ্ৰীজগদীশচন্দ্ৰ ঘোষে তেওঁৰ 'শ্ৰীকৃষ্ণ ও ভাগৱত কথা' কিতাপত এইদৰে লিখিছে -

"ঈশ্বৰৰ সৰ্ব্বব্যাপকতা, সৰ্ব্বানুগত্ব হিন্দুশাস্ত্ৰৰ মূলতত্ত্ব। শাস্ত্ৰত থকা আন আন সকলো কথা এই মূল তত্ত্বৰ পৰাই আহিছে। শ্ৰুতিত আছে - (সৰ্ব্বং খল্বিদং ব্ৰহ্ম) এই সমস্তই ব্ৰহ্ম। বিষ্ণুপুৰাণত আছে - (সৰ্ব্বং বিষ্ণুময়ং জগৎ) জগৎ বিষ্ণুময়। শ্ৰীশ্ৰীগীতাত কৈছে - বাসুদেৱেই সমস্ত (বাসুদেৱ সৰ্ব্বমিতি)। বিভিন্ন ভাষাত একে কথা। অস্ ধাতুৰ পৰা সৎ আৰু অস্তি শব্দ আহিছে। অস্ ধাতুৰ অৰ্থ থাকা। যি থাকে সেয়ে সৎ - নিত্য। যি নাথাকে, যাৰ উৎপত্তি হয়, পুনৰায় নোহোৱা হয়, সেয়ে অসৎ। যি সৎ তাৰ কেতিয়াও অভাৱ নহয় (নাভাৱো বিদ্যতে সতঃ - গীঃ)। আগেয়েও আছিল, এতিয়াও আছে, পাছতো থাকিব। ইয়াৰ অৰ্থ ই নিত্য, তিনিও কালতে সত্য। যি বস্তু অসৎ তাৰ তিনিও কালতে অস্তিত্ব নাই। গতিকে তেনে বস্তুৰ বিষয়ে 'অস্তি' (আছে) এনে কথা ক'ব নোৱাৰি (নাসতঃ বিদ্যতে ভাৱঃ - গীঃ)। গতিকে সৎ বা অস্তি এই লক্ষণৰ দ্বাৰা সেই পৰম সত্যকে লক্ষ্য কৰা হয়, কাৰণ তাৰ বাহিৰে আন একোৰে পাৰমাৰ্থিক সত্তা নাই। গান্ধীজীয়ে সেই বাবে কৈছে যে প্ৰকৃততে সত্যৰ বাহিৰে আন একোৰে অস্তিত্ব নাই।

যি সৎ তেৰেঁই চিৎ। তেৰেঁই ভাতি।। তেওঁৰ ভাতিতেই সমস্ত ভাস্বৰ হৈ উঠে। (তস্য ভাসা সৰ্ব্বমেতদ্বিভাতি - শ্বেতঃ ৬/১২)। তেওঁ স্বপ্রকাশ, স্বতঃ-চেতন। সকলোৰে চেতয়িতা। তেওঁৰ দ্বাৰাই এই বিশ্ব চেতন হয়। (যেন চেতয়তে বিশ্বং - ভাঃ ৮/১/৯)। তেওঁ জ্ঞানস্বৰূপ। সেই চিৎ আত্মাৰ প্ৰেৰণাৰ দ্বাৰাই আমাৰ অধিষ্ঠিত বুদ্ধিৰ প্ৰেৰণা (ধিয়ো যোঃ ন প্রচোদয়াৎ)। তেওঁ আত্মাত অধিষ্ঠিত জ্ঞানৰ চাৰ্কি। সেই জ্ঞানৰ দ্বাৰা আমাৰ তমোনাশ বা অজ্ঞান নাশ হয় (নাশয়াম্যাত্মভাবস্থো জ্ঞানদীপেন ভাস্বতা - গীঃ ১০/১১)। সেইবাবে গান্ধীজীয়ে কৈছে - য'ত সত্য আছে তাতে জ্ঞান আছে।

যিজন সত্যস্বৰূপ, যিজন জ্ঞানস্বৰূপ, তেৰেঁই আনন্দস্বৰূপ। (বিজ্ঞানমানন্দং ব্ৰহ্ম; সত্যং শিৱং সুন্দৰং)। তেওঁ আনন্দ স্বৰূপ হৈ আছে কাৰণে জীৱৰ আনন্দ আছে; তেওঁ জীৱক আনন্দিত কৰে। তেওঁ ৰস স্বৰূপ (ৰসো বৈ সঃ। ৰসং হ্যেবায়ং লব্ধানন্দী ভৱতি। তৈত্তিঃ ২/৭) । সেই ৰস পাই জীৱ আনন্দিত হয়।

আনন্দৰ পৰাই ভূতসকল জন্মিছে। আনন্দৰ দ্বাৰাই সেই সকল জীৱিত হৈ আছে, আনন্দৰ ফালেই গতি কৰিছে আৰু শেহত আনন্দতেই প্ৰকাশ কৰে। (আনন্দাদ্ধ্যেৱ খল্বিমানি ভূতানি জায়ন্তে। আনন্দেন জাতানি জীৱন্তি। আনন্দং প্রত্যয়ন্ত্যভিসংবিশন্তীতি - তৈত্তিঃ ৩/৬)।

পৰমেশ্বৰৰ অনুভূতি শুদ্ধ আনন্দৰ অনুভূতি মাথোন, কাৰণ তেওঁ আনন্দস্বৰূপ। (কেবলানুভৱানন্দস্বৰূপঃ পৰমেশ্বৰঃ - ভাঃ ৭/৬/২৩) সেইবাবে গান্ধীজীয়ে কৈছে - য'ত সত্যজ্ঞান আছে তাতে আনন্দ আছে, তাত দুখৰ স্থান নাই। সত্য যেনেকৈ নিত্য, আনন্দও তেনেকৈ নিত্য। সেই কাৰণে আমি ঈশ্বৰক সচ্চিদানন্দ বুলি কওঁ। সৎ, চিৎ আৰু আনন্দৰ সমষ্টিগত অস্তিত্ব একমাত্র ঈশ্বৰতে আছে।

সত্য ১৩ প্ৰকাৰে সাধনা কৰিব পাৰি। যথা -

সত্যঞ্চ সমতা চৈব দমশ্চৈব ন সংশয়ঃ।
অমাৎসৰ্য্যং ক্ষমা চৈব হ্ৰীস্তিতিক্ষান সূয়া।।
ত্যাগো ধ্যানমথাৰ্য্যত্বং ধৃতিশ্চ সততং দয়া।
অহিংসা চৈব ৰাজেন্দ্ৰ সত্যা কাৰা স্ত্ৰয়োদশাঃ।। (শান্তিপৰ্ব - মহাভাৰত)

সত্যৰ ৰূপ তেৰ প্ৰকাৰ। সমতা, দম, অমাৎসৰ্য্য, ক্ষমা, হ্ৰী, তিতিক্ষা, অনসূয়া, ত্যাগ, ধ্যান, আৰ্য্যত্ব, ধৃতি, দয়া আৰু অহিংসা।

সমতা - সম শব্দৰ লগত তা প্ৰত্যয় যোগ হৈ সমতা হৈছে - ভাবাৰ্থে। সম শব্দৰ অৰ্থ হৈছে সঙ্গত। সমতা শব্দৰ অৰ্থ সেইবাবে হ'ব সঙ্গতি। সঙ্গতি - শব্দৰ পৰা বুজা যায় - এককাৰ্য্যকাৰিত্ব (Consistency)। সঙ্গতি শব্দৰ আভিধানিক অৰ্থ হৈছে - জ্ঞান। আন এটা অৰ্থ হৈছে - সঙ্গম। জ্ঞানৰ লগত সঙ্গমৰ সঙ্গতি বা মিল আনিবলৈ হ'লে এক কাৰ্য্যকাৰিত্বৰ জ্ঞানৰ আৱশ্যক হ'ব। এই কথা বুজিবলৈ

হ'লে আমি বুজিব লাগিব যে ঈশ্বৰৰ সৃষ্টিৰ সকলো পদাৰ্থই সমসূত্ৰত আৱদ্ধ আছে। এই ৰূপ জ্ঞানকে সমতা বোলে। ইয়াৰ পৰাই আমি বুজিব পাৰো সকলো বিষয়তে আমি সমান দৃষ্টি দিব লাগে। সমদৃষ্টি সম্পন্ন হ'ব পাৰিলে গোটেই জগৎবাসী যে আমাৰ কুটুম্ব এই কথা বুজিবলৈ টান নহয়। সেই কাৰণে উদাৰ চৰিত্ৰৰ মানুহৰ মনত বসুধৈব কুটুম্বকম্। শত্ৰু-মিত্ৰ জীৱ-জন্তু সকলো সমান। সম শব্দৰ অৰ্থ -

এক কথাত ক'ব পাৰি - সমদৃষ্টি সম্পন্নতা।

দম - তপঃ ক্লেশ সহিষ্ণুতাৰ নাম দম। ইন্দ্ৰিয় সংযম। দমৰ লক্ষণ শাস্ত্ৰত এইদৰে কৈছে -

কুৎসিতাৎ কৰ্ম্মণো বিপ্ৰ! যশ্চ চিত্ত নিবাৰণ্যম্।

স কীৰ্ত্তিতো দমঃ প্ৰাজ্ঞৈঃ সমস্ত তত্ত্বদৰ্শিভিঃ।।

সমস্ত তত্ত্বদৰ্শী লোকে কৈছে কুৎসিৎ কৰ্ম্মৰ পৰা যিহে লোকৰ চিত্ত নিবাৰণ কৰে সেয়ে দম।

অমাৎসৰ্য্য - পৰশ্ৰীকাতৰতা দোষ নথকা।

মৎসৰ শব্দৰ অৰ্থ হৈছে - আন লোকৰ শুভ হোৱাত যিজনে দ্বেষ কৰে। (অন্যশুভদ্বেষঃ - অমৰ)।

মৎসৰ শব্দৰ পৰা মাৎসৰ্য্য। মাৎসৰ্য্যৰ অভাৱ অমাৎসৰ্য্য। পৰশ্ৰীকাতৰতা দোষৰ পৰা আঁতৰত থকা।

ক্ষমা — শাস্ত্ৰত ক্ষমাৰ লক্ষণ দেৱ গুৰু বৃহস্পতিয়ে এইদৰে কৈছে -

বাহ্যে চাধ্যাত্মিকে চৈব দুঃখে চোৎপাদিতে ক্বচিৎ।

ন কুপ্যতি ন বা হন্তি যা ক্ষমা পৰিকীৰ্ত্তিতা।।

সাংসাৰিক জীৱনতে হওক নাইবা আধ্যাত্মিক জীৱনতে হওক নাইবা যিকোনো কাৰণতেই যদি দুঃখ উপস্থিত হয়, তেতিয়া যিলোকৰ মনত ক্ৰোধ উপস্থিত নহয় আৰু সেই ক্ৰোধবশতঃ যদি কাকো কোনো প্ৰকাৰ হিংসা নকৰে সেই লোকৰ ক্ষমা গুণ আছে বুলি বুজিব লাগিব।

যুধিষ্ঠিৰে দ্ৰৌপদী সংবাদত মহাভাৰতত কৈছে - যে ক্ষমাই ধৰ্ম্ম। ক্ষমাই যজ্ঞ। ক্ষমাই ব্ৰহ্ম। ক্ষমাই যজ্ঞ। ক্ষমাই সত্য। ক্ষমাই তপস্যা। ক্ষমাই পৱিত্ৰতা। আনকি এই সমস্ত জগৎ ক্ষমাতেই পৰিধৃত হৈ আছে। ক্ষমা গুণ নাথাকিলে সত্য বিচাৰি কৰিবও নোৱাৰি আৰু ঈশ্বৰক পাবও নোৱাৰি।

হ্ৰী - লজ্জা। যি মানুহৰ লাজ বা অপমান জ্ঞান নাথাকে সেই মানুহে ৰাজত্ব পালেও ৰাজ্য শাসন কৰিব নোৱাৰে। নীচ লোকৰ লগত সম্পৰ্ক ৰক্ষা কৰা লোকৰ লজ্জা নাথাকে। নীচ কৰ্ম্মত যি লোকৰ মতি হয় সেই লোকৰো লজ্জা নাথাকে। লজ্জাহীন মানুহ সমাজৰ শত্ৰু হৈ পৰে।

তিতিক্ষা - অপৰ মানুহে কৰা অপৰাধ সহ্য কৰিব পৰা ক্ষমতাকে তিতিক্ষা

বোলা হয়। (পৰাপৰাধ সহনম্)। সুখ আৰু দুঃখৰ প্ৰতি সাম্যভাৱ। শীত আৰু উষ্ণৰ যি দ্বন্দ্ব সেই দ্বন্দ্ব সহ্য কৰিবৰ ক্ষমতা। শীতোষ্ণদ্বন্দ্ব সহিষ্ণুতা। সংসাৰত থাকি সংসাৰৰ বিষয় ত্যাগ কৰি সুখ দুঃখৰ হাত সাৰিব নোৱাৰি। বিষয়ৰ মাজত থাকিও বিষয়ৰ প্ৰতি আসক্তি ত্যাগ কৰিব পৰা মনৰ শক্তিকেই সহনশীলতা স্বভাৱ বা ধৰ্ম্মকেই তিতিক্ষা বোলে। যম, নিয়ম, পৰৰ অনিন্দা, কামনা-বাসনা, ত্যাগ ইত্যাদি অভ্যাসৰ পৰা তিতিক্ষা গুণ অৰ্জ্জন কৰিব পাৰি।

ত্যাগ - গীতাত কৰ্ম্মৰ ফল আশা নকৰি কৰ্ম্ম কৰিবলৈ নিৰ্দ্দেশ দিছে। (সৰ্ব্ব কৰ্ম্ম ফল বিসৰ্জ্জনম্) সকলো কৰ্ম্মৰে ফল বিসৰ্জ্জন দিয়াৰ নামেই ত্যাগ। গীতাত ভগৱান শ্ৰীকৃষ্ণই নিশ্চয়কৈ কৈছে যে যজ্ঞ, দান, তপস্যা কৰ্ম্ম ত্যাগ কৰিব নালাগে। (যজ্ঞদান তপঃ কৰ্ম্ম নত্যজ্যেং কাৰ্য্যমেব তৎ) যজ্ঞ, দান আৰু তপস্যা কৰ্ম্মই চিত্ত শুদ্ধ কৰে।

তপঃ তিনি প্ৰকাৰ - দেৱ, দ্বিজ, গুৰু, বিদ্বান ব্যক্তিৰ পূজা, শৌচ, সৰলতা, ব্ৰহ্মচৰ্য্য, অহিংসা এইবিলাকক শাৰীৰ তপস্যা বোলে।

সত্য, প্ৰিয় আৰু হিতবাক্য কোৱাকেই বাচিক তপস্যা বোলে। শাস্ত্ৰ অভ্যাস কৰাকো বাচিক তপস্যা বোলে।

সত্য, প্ৰিয় আৰু হিতবাক্য কোৱাকেই বাচিক তপস্যা বোলে। শাস্ত্ৰ অভ্যাস কৰাকো বাচিক তপস্যা বোলে।

চিত্তৰ প্ৰসন্নতা, অক্ৰুৰতা, বাক্ - সংযম, আত্মসংযম বা মত সংযম আৰু আনৰ লগত ব্যৱহাৰ কৰোতে কপটতা নথকা - এই বিলাকক মানসিক তপস্যা বোলে। গীতাত ভগৱান শ্ৰীকৃষ্ণই এইদৰে কৈছে -

কৰ্ত্তব্য কৰ্ম্ম কৰিবই লাগিব - স্বধৰ্ম্মানুসাৰে। ফলাফলৰ প্ৰত্যাশী হ'ব নালাগিব। এই মনোবৃত্তিৰে কৰা কৰ্ম্মৰ ফল ত্যাগ কৰাই হে ত্যাগ।

ধ্যান - 'ধাৰণা বিষয়ে এক প্ৰত্যয় সন্ততিঃ' (ইতি হেমচন্দঃ)

যি বিষয়ে চিত্তত ধাৰণা কৰা যায়, সেই বিষয়ে অবিচ্ছিন্ন চিন্তাধাৰাৰ একমুখী প্ৰৱাহক ধ্যান বোলা হয়।

চিত্তত যিটো বিষয়ে ধাৰণা কৰি লোৱা হ'ব, সেই ধাৰণা সম্পৰ্কে বিশেষত্ব আছে। সেই ধাৰণা হৈছে ব্ৰহ্ম বিষয়ক ধাৰণা। ধ্যান হৈছে - ব্ৰহ্মচিন্তা।

আৰ্য্যত্ব - 'সৰলতা' বুলি মহাভাৰতৰ অনুবাদক কালীপ্ৰসন্ন সিংহই অনুবাদ কৰিছে। আৰ্য্য শব্দৰ অৰ্থ নানা প্ৰকাৰ। আৰ্য্য মানে পূজ্য, শ্ৰেষ্ঠ, উদাৰ চৰিত ইত্যাদি। যি অৰ্থকেই ধৰা যাওক একে ভাৱকেই প্ৰকাশ কৰিব।

ধৃতি - ধৈৰ্য্য। ধীৰতা। কোনো অৱস্থাতে অধীৰ নোহোৱা স্থিৰ চিত্ততা। (স্থিৰ চিত্তোন্নতিৰ্যা তু তদ্ধৈৰ্য্যমিতি কীৰ্ত্ত্যতে)।

দয়া - নিজৰ হিত যেনেদৰে কামনা কৰা যায় সেইদৰে সকলো প্ৰাণীৰে হিত চিন্তা কৰাৰ প্ৰবৃত্তিক দয়া বোলে।

অহিংসা - কায় মনোবাক্যে কাৰো (কোনো প্ৰাণীৰেই) অহিত চিন্তা নকৰা বা কোনো প্ৰাণীকেই বধ নকৰা।

এই তেৰ প্ৰকাৰ লক্ষণেই সত্যৰ স্বৰূপ প্ৰকাশ কৰে। মহামতি ভীষ্মই পুনঃ তাকে ব্যাখ্যা কৰি কৈছে যে - সত্য অব্যয়, অবিকৃত, সকলো ধৰ্ম্মৰ প্ৰতি পক্ষপাতিত্বহীন দৃষ্টি আৰু বিশুদ্ধ যুক্তিৰ দ্বাৰা অনুমোদিত।

ইচ্ছা, দ্বেষ, কাম আৰু ক্ৰোধৰ উপশম হ'লে ইষ্ট, অনিষ্ট, আৰু শত্ৰুত অপক্ষপাত জন্মে।

জ্ঞানবলৰ দ্বাৰা গাম্ভীৰ্য্য, ধৈৰ্য্য, নিৰ্ভীকতা আৰু নিৰোগিতা লাভ কৰিব পাৰি। তেতিয়া ইন্দ্ৰিয় নিগ্ৰহ হয়।

দান আৰু ধৰ্ম্মত প্ৰবৃত্তি হ'লে অমৎসৰতা লাভ হয়। সত্যবাদী লোকে অনায়াসে তাক লাভ কৰিব পাৰে।

ক্ষমাৰ যোগ্য আৰু ক্ষমাৰ অযোগ্য আৰু প্ৰিয় আৰু অপ্ৰিয় বিষয়ে সমান দৃষ্টি দিব পাৰিলে অনায়াসে ক্ষমা গুণৰ অধিকাৰী হৈ মঙ্গল লাভ কৰিব পাৰি।

লজ্জা - ধৰ্ম্মৰ প্ৰভাৱৰ দ্বাৰা লাভ হয়। লজ্জা থকা লোকৰ সদায় মঙ্গল হয়। তেওঁৰ কেতিয়াও বিষণ্ণ ভাৱ নাহে আৰু তেওঁৰ বাক্য আৰু মন সদায় প্ৰসন্ন ভাৱত থাকে।

তিতিক্ষা - ধৈৰ্য্যৰ প্ৰভাৱৰ দ্বাৰা লাভ হয়। ধৰ্ম্মৰ অৰ্থ লাভ কৰিবৰ বাবে আৰু সমাজৰ অন্য মানুহক ধৰ্ম্ম পথত আনিবৰ বাবে তিতিক্ষা অৱলম্বন কৰিব লাগে।

ত্যাগ - বিষয় ত্যাগ আৰু স্নেহ পৰিত্যাগ কৰিব পাৰিলেই ত্যাগী আখ্যা পায়। আপোনজৰ প্ৰতি, নিজৰ বিষয় সম্পত্তিৰ প্ৰতি মায়া ত্যাগ কৰিব নোৱাৰিলে ত্যাগৰ নিচিনা মহৎগুণ অৰ্জ্জন কৰিব নোৱাৰে।

ধ্যান - সাধুতা (সৰলতা বা আৰ্য্যত্ব) দয়া আৰু অহিংসা - যিজনে যত্ন সহকাৰে ৰাগ (আসক্তি আৰু দ্বেষ পৰৰ প্ৰতি হিংসা মনোভাৱ) পৰিত্যাগ কৰি লোকৰ শুভ অনুষ্ঠান কৰিব পাৰে তেওঁৰ সাধুতা লাভ হয়।

সুখ বা দুখৰ সময়ত কোনো অৱস্থাতেই চিত্তৰ চঞ্চলতা ভাৱ নাহিলে ধৈৰ্য্য শক্তি লাভ কৰা বুলি ক'ব পাৰি। নিজৰ মঙ্গল কামনা কৰা ব্যক্তিয়ে সেই গুণ অৱলম্বন কৰিব লাগিব। ধৈৰ্য্য অৱলম্বন কৰিলে কেতিয়াও চিত্তৰ বিকাৰ নজন্মে।

যিবিলাকে ক্ষমাগুণী আৰু সত্য পৰায়ন হৈ হৰ্ষ, ভয় আৰু ক্ৰোধ পৰিত্যাগ কৰিব পাৰে তেওঁলোকেই ধৈৰ্য্যে ধৰিব পৰা গুণ আহৰণ কৰিব পাৰে।

কায়মনোবাক্যে কাৰো অনিষ্ট চিন্তা নকৰা আৰু সকলোৰে প্ৰতি অনুগ্ৰহ আৰু দান কৰাই সাধু বিলাকৰ নিত্য ধৰ্ম্ম। এয়ে সত্য ধৰ্ম্মৰ লক্ষণ।●

# ব্ৰহ্মাচৰ্য্য

## (গান্ধী বাক্য)

ব্ৰহ্মাচৰ্য্যৰ মূলগত অৰ্থ হৈছে - যি অভ্যাসে বা সাধনাই ভগৱানৰ লগত যোগ স্থাপন কৰে সেই অভাস ৱা সাধনাই ব্ৰহ্মাচৰ্য্য। এই অভ্যাসে মানুহৰ সকলো বিলাক ইন্দ্ৰিয়ক শাসনত ৰাখে। এইটোৱেই প্ৰকৃত আৰু যুক্তিসিদ্ধ অৰ্থ।

ব্ৰহ্মাচৰ্য্যৰ সাধনা সাধাৰণভাৱে জননেন্দ্ৰিয়ৰ সংযম। এই সংকীৰ্ণ অৰ্থই ব্ৰহ্মাচৰ্য্যৰ প্ৰকৃত অৰ্থৰ অৱনতি ঘটাই ব্ৰহ্মাচৰ্য্য পালন এক প্ৰকাৰ অসম্ভৱ কৰি তুলিছে। অন্যান্য ইন্দ্ৰিয়বোৰৰ সংযম অভ্যাস নকৰিলে জননেন্দ্ৰিয়ৰ সংযম অভ্যাস কৰিব নোৱাৰি। সকলোবোৰ ইন্দ্ৰিয় পৰস্পৰৰ অধীন। নিম্নস্তৰত মনটো সকলো ইন্দ্ৰিয়ৰে অন্তৰ্ভুক্ত। মনটোক বা মানসিক চিন্তাক সংযত কৰিব নোৱাৰিলে বাহ্যিক সংযম সাময়িক ভাৱে সম্ভৱ হ'লেও তাৰ সাৰ্থকতা নাথাকে।

খাদ্যৰ লগত ব্ৰহ্মাচৰ্য্য পালনৰ সম্বন্ধ বৰ ঘনিষ্ঠ। খাদ্যৰ সংযম থাকিলে ব্ৰহ্মাচৰ্য্য পালন উজু হয়। গান্ধীজীয়ে অভিজ্ঞতাৰ পৰা এই কথা কৈছে।

এজন লোকে যদি তিৰোতা এগৰাকীক তাৰ প্ৰেম দান কৰে বা এগৰাকী তিৰোতাই যদি এজন লোকক তাইৰ প্ৰেম দান কৰে সংসাৰৰ আন মানুহৰ কাৰণে বাকী কি থাকিল? ইয়াৰ অৰ্থ এয়ে হয় এই দুজনৰ কথা প্ৰথম কথা - আন বিলাকৰ যি হয় হওক। এজনী সতী তিৰোতাই যদি তেওঁৰ স্বামীৰ বাবে সকলো ত্যাগ কৰে নাইবা এজন সৎ স্বামীয়ে যদি নিজৰ তিৰোতাৰ বাবে সকলো ত্যাগ কৰে, তেতিয়াহ'লে তেনে লোক বিশ্ব-প্ৰেমৰ স্তৰলৈ উঠিব নোৱাৰে, নাইবা সকলো মানুহকে নিজৰ ভাই-ভনী বা আত্মীয় বুলি ভাবিব নোৱাৰে; কাৰণ তেওঁলোকৰ প্ৰেমৰ চাৰিওফালে সীমা-ৰেখা টানি লৈছে। পৰিয়ালৰ সংখ্যা যিমান বাঢ়ি যায় বিশ্বজনীন প্ৰেমৰ পৰা সিমান আঁতৰি যায়। সেইবাবে যি অহিংস মন্ত্ৰত দীক্ষিত হয় সি বিবাহ বন্ধনতে সোমাব নোৱাৰে - অবৈধ উপায়ে ইন্দ্ৰিয় চৰিতাৰ্থ কৰাতো দূৰৈৰ কথা।

তেনেহ'লে যি বিলাকৰ বিয়া আগেয়ে হৈ গৈছে , তেওঁলোকে কি কৰিব? তেওঁলোকে কেতিয়াও সত্যৰ উপলব্ধি কৰিব নোৱাৰিবনে? মানৱতাৰ বেদীত তেওঁলোকৰ সৰ্ব্বস্ব দান কৰিব নোৱাৰিবনে? তাৰ উপায় আছে। তেওঁলোক যেন বিবাহিত হোৱা নাই, তেনেদৰে আচৰণ কৰিব লাগে। এই আনন্দজনক সম্বন্ধ যিবিলাকে উপভোগ কৰিছে তেওঁলোকে এই কথাৰ সাৰ্থকতা উপলব্ধি কৰিব পাৰিছে। যদি বিবাহিত দম্পতীয়ে পৰস্পৰক ভাইভনী যেন বুলি ভাবিব

পাৰে, তেওঁলোকে জগতৰ সেৱাৰ বাবে নিজক এই বন্ধনৰ পৰা মুক্তি কৰি ল'ব পাৰিব। যিবিলাকে সংসাৰৰ সকলোবিলাক তিৰোতাকে মা, ভনী বা নিজৰ কন্যা বুলি ভাবিব পাৰে তেন্তে তেনে লোক অবিলম্বে মহৎ হৈ উঠিব পাৰে আৰু সকলো বন্ধন চিঙিব পাৰে। স্বামীৰ বা স্ত্ৰীৰ তাৰ পৰা কোনো ক্ষতি নহয়, বৰঞ্চ নিজৰ আৰু পৰিবাৰৰ লাভহে হ'ব। ইন্দ্ৰিয় চৰিতাৰ্থ কৰা প্ৰবৃত্তিৰ পৰা তেওঁলোকৰ প্ৰেম মুক্ত হৈ বেছি শক্তিশালী হ'ব।

## শাস্ত্ৰবাক্য

"ব্ৰহ্মাচৰ্য্য প্ৰতিষ্ঠায়াং বীৰ্য্য লাভঃ" যোগদৰ্শনত এই কথা পোৱা যায়। ব্ৰহ্মাচৰ্য্য সাধনত সিদ্ধ হ'লে বীৰ্য্য লাভ হয়, পৰমশক্তি পোৱা যায়। সূৰ্য্য বিজ্ঞানৰ পৰা বিশ্বৰ সকলো প্ৰকাৰ জ্ঞান লাভ, মহৰ্ষি সকলে যি অষ্টসিদ্ধি লাভ কৰে তাৰ গূঢ়তত্ত্ব ভাৰতবৰ্ষত যি সকল মহাযোগী আৰু ধৰ্ম্মবীৰ সকলৰ মাহাত্ম্য প্ৰকটিত হোৱা দেখা যায় তাৰ মূলতেই হৈছে ব্ৰহ্মাচৰ্য্য সাধন। সিদ্ধ ব্ৰহ্মাচাৰী সৰ্ব্বব্যাপী ভগবৎ শক্তিৰ লগত একীভূত হৈ যায়।

ব্ৰহ্মাচৰ্য্য সাধন ৰাজযোগ বা অষ্টাঙ্গ যোগ সাধনৰ অন্তৰ্গত। পাতঞ্জল দৰ্শনত কৈছে ঃ-

অহিংসা সত্যমস্তেয় ব্ৰহ্মাচৰ্য্যাপৰিগ্ৰহা যমাঃ।।

অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মাচৰ্য্য আৰু অপৰিগ্ৰহ - এই পাঁচোটা সাধনৰ সিদ্ধিতহে যম সাধনা হয়। যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি - এই আঠ প্ৰকাৰ সাধনাকে ৰাজযোগ বা অষ্টাঙ্গ যোগ বোলে। যম শব্দৰ সাধাৰণ অৰ্থ হৈছে ইন্দ্ৰিয় দমন। ইন্দ্ৰিয় দমনৰ বাবে অকল ব্ৰহ্মাচৰ্য্য সাধনাই নহয় - সত্য, অহিংসা, অস্তেয় আৰু অপৰিগ্ৰহও সাধনা কৰিব লাগে। তেয়িয়া যম সিদ্ধি বা ইন্দ্ৰিয় দমন সিদ্ধি হয়। গান্ধীজীয়ে কৈছে যে অন্যান্য ইন্দ্ৰিয়বোৰৰ সংযম নকৰিলে জননেন্দ্ৰিয়ৰ সংযম অভ্যাস কৰিব নোৱাৰি। ব্ৰহ্মাচৰ্য্যৰ একপ্ৰকাৰ ব্যাখ্যা হৈছে যে "ব্ৰহ্মাচৰ্য্যমুপস্থ নিয়মঃ" অৰ্থাৎ ব্ৰহ্মাচৰ্য্য হৈছে - জননেন্দ্ৰিয় ব্যৱহাৰৰ সুনিয়ন্ত্ৰণ। বিন্দু ধাৰণ কৰিব পাৰিলেহে (বিন্দুধাৰণং ব্ৰহ্মাচৰ্য্যম্) ব্ৰহ্মাচাৰী হ'ব পাৰি; আৰু বিন্দু ধাৰণ কৰিহে (জননেন্দ্ৰিয়ৰ সংযমৰ দ্বাৰা) শক্তিমান হৈ আন আন ইন্দ্ৰিয় সংযম কৰিব পাৰি।

বিবাহিত লোকেও ব্ৰহ্মাচাৰী জীৱন যাপন কৰিব পাৰে। এই বিষয়ে গান্ধীজীৰ মত উল্লেখ কৰা হৈছে। শাস্ত্ৰত কৈছে যে "প্ৰজাতন্তুং মা ব্যবচ্ছেৎসীঃ" অৰ্থাৎ পিতামহ, পিতা, পুত্ৰ আদি পৰম্পৰায় প্ৰজাজনন সূত্ৰ অটুট ৰাখিব লাগিব। সেই বাবে "পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা" - পুত্ৰোৎপাদনৰ বাবে বিবাহ কৰিব লাগিব। শাস্ত্ৰীয় নিয়ম মানি ভাৰ্য্যাৰ ঋতু ৰক্ষা কৰি পুত্ৰোৎপাদন কাৰ্য্য সম্পন্ন হ'লে স্ত্ৰী-

সঙ্গমৰ আৱশ্যকতা নাথাকে। বিবাহিত জীৱনত এইদৰে ব্ৰহ্মাচৰ্য্য ৰক্ষাৰ বিধি আৰু প্ৰজা জননৰ বিধি শাস্ত্ৰত পোৱা যায়। এইদৰে প্ৰজা জনন নিয়ন্ত্ৰণ কৰিলে কৃত্ৰিম উপায়ৰ দ্বাৰা (Family Planning কৰি) জনসংখ্যা কমোৱাৰ আৱশ্যকতা নাথাকে। সেইবাবে গান্ধীজী কৃত্ৰিম উপায়ৰ দ্বাৰা জনসংখ্যা কমোৱাৰ বিৰোধী আছিল। সৰ্ব্বসাধাৰণ লোকে ব্ৰহ্মাচৰ্য্য ৰক্ষা পদ্ধতি গ্ৰহণ কৰিব নোৱাৰাতহে চৰকাৰে জনসংখ্যা বৃদ্ধিৰ বিৰুদ্ধে কৃত্ৰিম উপায় অৱলম্বন কৰিছে।

ব্ৰহ্মাচৰ্য্য পালনৰ নিয়ম শাস্ত্ৰত এইদৰে দিছে। ব্ৰহ্মাচৰ্য্য সাধনাৰ বাবে বীৰ্য্যধাৰণ কৰিব লাগিব। বীৰ্য্যধাৰণ কৰিবলৈ হ'লে মৈথুন ত্যাগ কৰিব লাগিব। এতিয়া চোৱা যাওঁক মৈথুন কাক বোলে? মৈথুনৰো আঠ প্ৰকাৰ অঙ্গ আছে। "ব্ৰহ্মাচৰ্য্যে অষ্টাঙ্গ মৈথুনে প্ৰতিষেধঃ"। অৰ্থাৎ ব্ৰহ্মাচৰ্য্যত অষ্টাঙ্গ মৈথুনৰ নিষেধ আছে। অষ্টাঙ্গ মৈথুন কি কি?

স্মৰণম কীৰ্ত্তনং কেলি প্ৰেক্ষণং গুহ্যভাষণম্,
সংঙ্কল্পোহধ্যাবসায়শ্চ ক্ৰিয়া নিষ্পত্তিৰেবচ।
এতন্মৈথুনমষ্টাঙ্গং প্ৰবদন্তি মনীষিণঃ
বিপৰীতং ব্ৰহ্মাচৰ্য্যমেতদেবাষ্ট লক্ষণম্।।

স্মৰণ - মনে মনে স্ত্ৰীৰ বিষয়ে চিন্তা কৰা - কাম ভাবে।

কীৰ্ত্তন - স্ত্ৰী সংসৰ্গাদি বিষয়ে বৰ্ণনা বা কথোপথন।

কেলি - স্ত্ৰী-পুৰুষৰ কাম ক্ৰিয়া।

প্ৰেক্ষণ - স্ত্ৰী-পুৰুষৰ গুপ্ত অঙ্গ নিৰীক্ষণ।

গুহ্যভাষণ - ৰতি ক্ৰিয়াৰ কথা গোপনে আলোচনা।

সংকল্প - মানসিক ইচ্ছা (কাম-ক্ৰীড়াৰ)।

অধ্যৱসায়- অসাধ্য সাধন বুলি জানিও তাক বশীভুত কৰিবলৈ যি উৎসাহ- তাক অধ্যৱসায় বোলে।

ক্ৰিয়া নিস্পত্তি - কাম ক্ৰিয়াৰ শেষ স্তৰ।

এই আঠ প্ৰকাৰ মৈথুন ক্ৰিয়াৰ যি বিপৰীত - সেয়ে ব্ৰহ্মাচৰ্য্য।

মৈথুনৰ আঠ প্ৰকাৰ ক্ৰিয়াৰ পৰা নিজক বিমুক্ত ৰাখিবলৈ কৰা চেষ্টাকে ব্ৰহ্মাচৰ্য্য সাধন বোলে। আজি সমাজত যি পৰিবেশ - সেই পৰিবেশ ব্ৰহ্মাচৰ্য্য সাধনৰ তেনেই অনুপযোগী। চিনেমাত যিবোৰ ছবি দেখা যায় তাত এই আঠ প্ৰকাৰ মৈথুনৰ সম্পূৰ্ণ পৰিবেশ থাকে। সৌন্দৰ্য্য সাধনাৰ নামত মৈথুনাত্মক প্ৰবৃত্তিৰ সাধনা দেখা যায় - কলা, সাহিত্য, নৃত্য আৰু সঙ্গীতৰ মাজেদি।

পুনঃ শাস্ত্ৰত কৈছে -

বৰ্জ্জয়েন্মমাংসঞ্চ গন্ধং মাল্যং ৰসান্ স্ত্ৰিয়ঃ
শুক্তানি যানি সৰ্ব্বানি প্ৰাণিনাঞ্চৈব হিংসনম্।

কামং ক্রোধঞ্চ লোভঞ্চ নৰ্ত্তনং গীত বাদনম্।
দ্যূতঞ্চ জনবাদঞ্চ পৰীবাদং তথানৃতম্
স্ত্রীণাঞ্চ প্রেক্ষণালম্ভমুপঘাতং পৰস্য চ
একং শয়ীত সৰ্ব্বত্ৰ ন ৰেতঃ স্কন্দয়েৎ ক্বচিৎ।।

মদ (মধু), মাংস, গন্ধ, মাল্য, ভোজন-ৰসসেৱন, স্ত্রী সম্ভোগ, অম্লৰস সেৱন, প্রাণী হিংসা, কাম, ক্রোধ, লোভ, নৰ্ত্তন, গীতবাদ্য, দ্যূতক্রীড়া, লোকনিন্দা, পৰনিন্দা, মিছা কোৱা, পৰস্ত্রীক কামভাৱে চোৱা, আলিঙ্গন কৰা বা উপভোগ কৰা বৰ্জন কৰিব লাগিব। অকলে অকলে শয়ন কৰিব লাগিব আৰু কেতিয়াও বীৰ্য্যপাত কৰিব নোৱাৰিব। ব্ৰহ্মচৰ্য্য সাধনৰ বাবে এইবোৰ নিৰ্দ্দেশ।

## ব্ৰহ্মচৰ্য্য সাধনৰ ফল

এইদৰে ব্ৰহ্মচৰ্য্য সাধনা কৰিলে কি হয়? আত্মাৰ উপলব্ধি হয়।

সত্যেন লভ্যস্তপ্সা ইত্যেষ আত্মা।
সম্যগ্ জ্ঞানেন্ ব্ৰহ্মচৰ্য্যেন নিত্যম্।।

সত্য, তপস্যা, জ্ঞান আৰু ব্ৰহ্মচৰ্য্যৰ দ্বাৰা নিত্যই আত্মাৰ উপলব্ধি হয়। আত্মাৰ উপলব্ধি হ'লে ভগৱৎ দৰ্শন হয়।

ব্ৰহ্মচৰ্য্য সাধনৰ দ্বাৰা পৰম শক্তি লাভ হয় বুলি আগতে কোৱা হৈছে। ব্ৰহ্মচৰ্য্য সাধনৰ এয়ে আধ্যাত্মিক ফল।

ছান্দোগ্য উপনিষদত লিখিছে যে -

তদ্ য এবৈতং ব্ৰহ্মালোকং ব্ৰহ্মচৰ্য্যেনানুবিন্দতি তেষামেবৈষ ব্ৰহ্মালোক স্তেষাং সৰ্ব্বেষু লোকেষু কামচাৰো ভৱতি।

যি সকলে গুৰুৰ উপদেশ অনুসাৰে ব্ৰহ্মচৰ্য্যৰ সহায়ত ব্ৰহ্মালোক পায় সেই সকলে সিদ্ধপুৰুষ হয় আৰু ব্ৰহ্মচৰ্য্যৰ প্ৰভাৱত কামচাৰী (য'লৈকে ইচ্ছা তালৈকে যাব পাৰে) হয়।

ব্ৰহ্মচৰ্য্য সাধনৰ ফলত পিতামহ ভীষ্মৰ ইচ্ছা মৃত্যু হৈছিল। শৰশয্যাতে শয়ন কৰি থাকিও ব্ৰহ্মজ্ঞানৰ ধৰ্ম্মোপদেশ দিব পাৰিছিল।

মনু সংহিতাত লিখা আছে যে ব্ৰহ্মচৰ্য্য সাধনৰ ফলত সূৰ্য্য মণ্ডল ভেদ কৰি পৰিব্ৰাজক যোগীয়ে উত্তৰায়ণ গতি লাভ কৰিব পাৰে।

এনে ধৰণৰ আধিদৈবিক ফল পোৱাৰ বাহিৰেও ব্ৰহ্মচৰ্য্য সাধনৰ দ্বাৰা আধিভৌতিক ফল পোৱা যায়।

শাস্ত্ৰত কৈছে যে "শৰীৰমাদ্যং খলু ধৰ্ম্ম সাধনম্।"

স্থূল শৰীৰ ৰক্ষা কৰিব নোৱাৰিলে মানুহে কোনো প্ৰকাৰ উন্নতি কৰিব নোৱাৰে। শৰীৰৰ ভিতৰত সকলোতকৈ উত্তম ধাতু বীৰ্য্য। এই বীৰ্য্য ৰক্ষাৰ দ্বাৰা

শৰীৰ সুস্থ ৰাখিব পৰা যায়।

ব্ৰহ্মাচৰ্য্যৰ বিষয়ে এনে এটি ধাৰণা অতি উচ্চ খাপৰ। সাধাৰণ মানুহৰ এইদৰে চলা অতি কঠিন; কিন্তু সৎ, ঈশ্বৰ বিশ্বাসী আৰু চৰিত্ৰবান লোকে যে স্বেচ্ছাচাৰী অসংযত লোকতকৈ আংশিকভাৱে হ'লেও ব্ৰহ্মাচৰ্য্য সাধনত সাফল্য লাভ কৰিব পাৰে, তাত কোনো সন্দেহ নাই। আংশিক সাফল্যতো লাভ আছে।

অতিৰিক্ত স্ত্ৰী সেৱাৰ পৰা যে মানুহৰ স্বাস্থ্য আৰু সংযম শক্তিৰ অপচয় হয় এই বিষয়ে অন্ততঃ সকলোৰে কিছু নহয় কিছু অভিজ্ঞতা আছে। তদুপৰি ভাৰতীয় সমাজত প্ৰত্যেকৰে জনা আছে যে ঋতুকাল ব্যতিৰেকে স্ত্ৰী সঙ্গম কৰা নিষেধ। পুত্ৰ উৎপাদনৰ কাৰণেহে স্ত্ৰী সঙ্গম আৱশ্যক, সম্ভোগৰ বাবে নহয়। এইবোৰ ভাব শিক্ষিত অশিক্ষিত প্ৰায় প্ৰত্যেকজন ভাৰতবাসীৰে জনা আছে; কিন্তু দুখৰ বিষয় আজিকালি জড়বাদৰ প্ৰভাৱত পৰি, পাশ্চাত্য সমাজৰ আদৰ্শ দেখি শিক্ষিত যুৱক-যুৱতীৰ জীৱনৰ লক্ষ্য ভাৰতীয় আদৰ্শেৰে নগঢ়ি পশ্চিম দেশৰ যুৱক-যুৱতীৰ আৰ্হিৰে গঢ়িবলৈ যত্ন কৰিব ধৰিছে। তাৰ দ্বাৰা মানুহৰ ব্যক্তিজীৱন আৰু সামাজিক জীৱনো সুখৰ নহয় আৰু আনফালে ভাৰতীয় সংস্কৃতি ৰক্ষাতো সহায় নকৰে।

ছয় ৰিপু - কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্য ইত্যাদি মানৱ জীৱনৰ সুখৰ পৰিপন্থী এই কথাও ভাৰতবাসীয়ে পৰম্পৰা ভাৱে জানি আহিছে - শাস্ত্ৰ নপঢ়া মানুহেও।

সেইবাবে আন দেশৰ মানুহতকৈ আমাৰ দেশৰ মানুহে যে গান্ধীবাক্যৰ সত্যতা সহজে উপলব্ধি কৰিব পাৰিব তাত কোনো সন্দেহ নাই।

দুখৰ বিষয় প্ৰাচীন ভাৰতীয় শিক্ষানুষ্ঠানবোৰত গুৰু সকলে যেনেকৈ এই বিষয়ে শিক্ষা দি সাধনাৰ পথ দেখুৱাই দিছিল, আধুনিক শিক্ষানুষ্ঠানবোৰত তাৰ কোনো ব্যৱস্থা নাই; কিন্তু এই একাদশ ব্ৰতৰ শিক্ষা আৰু সাধনা তৰুণ শিক্ষাৰ্থী সকলক শিক্ষা দিব লাগে - গান্ধীজীৰ আছিল এয়ে অভিপ্ৰায়। ভৱিষ্যতে সুদৃঢ় ভাৰতীয় জাতি গঠনত ইয়াৰ আৱশ্যকতাৰ মূল্য কিমানখিনি তাক আমি সকলোৱে উপলব্ধি কৰিবলৈ চেষ্টা কৰা উচিত। ●

# "অস্তেয় আৰু "অপৰিগ্ৰহ"

## অস্তেয় — গান্ধী বাক্য

যিজন মানুহে চুৰ কৰে সেইজন মানুহে সত্যধৰ্ম্ম জানে বা সেইজন মানুহৰ প্ৰেম বা মানৱ-প্ৰীতি আছে - এনে কথা কেতিয়াও হ'ব নোৱাৰে। তথাপি জ্ঞাতসাৰে বা অজ্ঞাতসাৰে আমি সকলোৱে চুৰি বা স্তেয় দোষত দোষী। এইটো বস্তুত কাৰো অধিকাৰ নাই এই বুলি যদি আমি কোনো এটা বস্তু লওঁ তেতিয়া তাক চুৰি কৰা বুলি ক'ব পাৰি। বাটত পৰি থকা বস্তু ৰজাৰ বা স্থানীয় কৰ্ত্তৃপক্ষৰ।

যেতিয়া কোনো বস্তুৰ প্ৰকৃততে আৱশ্যক নাথাকে তেতিয়া আনৰ পৰা সেই বস্তু খুজি লোৱাটোও চুৰি। দৰকাৰ নাথাকিলে আমি কোনো বস্তু কাৰো পৰা ল'ব নালাগে। এনে ধৰণৰ চুৰিত ইয়াৰ লক্ষ্য সম্পৰ্কে ভাবিবলগীয়া কথা আছে। আমি এটি ক্ষুদ্ৰ ফলো আৱশ্যক নহ'লে ল'ব নালাগে। প্ৰকৃততে অনেক সময়ত আমি আমাৰ প্ৰকৃত প্ৰয়োজনীয়তা বুজি নাপাও আৰু আমি আমাৰ অভাৱৰ মাত্ৰা অনাৱশ্যকভাৱে বঢ়াই লওঁ আৰু অজ্ঞাতসাৰে স্তেয় দোষত দোষী হৈ পৰোঁ। আমি যদি গভীৰভাৱে চিন্তা কৰোঁ, তেন্তে আমি আমাৰ বহুতো অভাৱ কমাই ল'ব পাৰো। যি মানুহে অস্তেয় অভ্যাস কৰিব, তেওঁ নিজৰ অভাৱৰ মাত্ৰা ক্ৰমাৎ কমাই আনিব পাৰিব। জগতত যে এই দুঃখ আৰু দৈন্যৰ আবিৰ্ভাৱ হৈছে, অস্তেয়নীতিৰ এই প্ৰকাৰ অৱমাননাৰ পৰা।

যি লোক অস্তেয়নীতিৰ সেৱক তেওঁ ভৱিষ্যতে অৰ্জ্জন কৰিবলগা বস্তু সম্পৰ্কে কোনো চিন্তাকে নকৰে। চুৰি বা স্তেয়-বৃত্তিৰ মুলতে আছে ভৱিষ্যতৰ এই অসৎ উদ্বিগ্নতা। আমি যদি আজি কোনো বস্তুৰ অধিকাৰী হ'বলৈ বাঞ্ছা কৰো, কাইলৈ তাক পাবলৈ যত্ন কৰো। সৎ উপায়ে নাপালে অসৎ বা কূটনীতিৰ সহায়ত পাবলৈ যত্নবান হও।

সাধাৰণ বস্তুৰ নিচিনা আনকি মানসিক চিন্তাধাৰাও চুৰি কৰিব পাৰি। কোনো এটি নতুন মতবাদ প্ৰৱৰ্ত্তন কৰা বুলি যদি কোনো লোকে অহঙ্কাৰ কৰে অথচ সেই মতবাদ প্ৰকৃততে তেওঁৰ নিজৰ নহয়, তেতিয়া হ'লে তেওঁ ভাবধাৰা বা মতবাদ চুৰিৰ দোষত দোষী হয়।

**অস্তেয়নীতিৰ সেৱক হ'ব লাগিব বিনীত, চিন্তাশীল, আৰু পৰ্য্যবেক্ষণশীল; স্বভাৱত হ'ব লাগিব সৰল।**

**শাস্ত্ৰবাক্য**

লোভস্য পুৰতঃ কেহমী সত্যাস্তেয়া পৰিগ্ৰহাঃ (বাচস্পত্যং ধৃত - প্ৰবোধ চন্দ্ৰিকা)

লোভদমন কৰিবৰ পূৰ্ব্বে সত্য, অস্তেয় আৰু অপৰিগ্ৰহ অভ্যাস কৰিব লাগে। যম সাধনৰ ক্ৰম শাস্ত্ৰত এইদৰে নিৰ্দ্দেশ কৰিছে। এই ক্ষেত্ৰৰ সত্য আৰু অহিংসা উভয়কে এটা বুলি ধৰা হৈছে। সত্য পালনৰ ভিতৰত অহিংসা সোমাই আছে।

'যম' সাধনা কৰিবলৈ হ'লে - অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মাচৰ্য্য আৰু অপৰিগ্ৰহ এই পাঁচ প্ৰকাৰ সাধনা কৰিব লাগে। অহিংস আৰু সত্য সাধনৰ পৰবৰ্ত্তী সাধনা অস্তেয়। যথা - পাতঞ্জলী সূত্ৰে - "অহিংসা সত্যমস্তেয় ব্ৰহ্মাচৰ্য্যোপৰিগ্ৰহায়মাঃ।"

অস্তেয় অভ্যাস কৰিবলৈ হ'লে সত্যৰ সেৱক হ'ব লাগে। গান্ধীজীয়ে কৈছে - "যিজন মানুহে চুৰি কৰে সেইজন মানুহে সত্যধৰ্ম্ম জানে বুলি বা তেওঁৰ প্ৰেম বা মানৱনীতি আছে বুলি ক'ব নোৱাৰি।" সত্যৰ সেৱক হ'ব লাগিলে অহিংসানীতিৰ সেৱক হ'ব লাগিব। গান্ধীজীয়ে কৈছে - "সত্য আৰু অহিংসা এটা মুদ্ৰাৰ ইপিঠি আৰু সপিঠি।" হিন্দু শাস্ত্ৰতো সত্য আৰু অহিংসা সমানাৰ্থক বুলি গণ্য কৰিছে। ইয়াৰ অৰ্থ এই যে সত্য পালন নকৰিলে মানুহ অহিংস হ'ব নোৱাৰে আৰু হিংসা মনোবৃত্তি ত্যাগ কৰিব নোৱাৰিলে সত্যধৰ্ম্মৰ আশ্ৰয় ল'ব নোবাৰে।

স্তেয় বা চুৰিৰ লগত ইয়াৰ সম্পৰ্ক কি? - পৰৰ বস্তু বলপূৰ্ব্বক বা গোপনে অপহৰণ কৰাৰ নাম স্তেয় বা চুৰি। এইদৰে পৰৰ বস্তু অপহৰণ নকৰাৰ নাম অস্তেয়। (বলাদ্ৰহসি বা পৰবিত্তহৰণং স্তেয়ং তদভাবোহস্তেয়ং - বৃত্তিঃ)।

পৰৰ বস্তু বলেৰে বা গোপনে অপহৰণ কৰিবৰ প্ৰবৃত্তি যেতিয়া মনত উদয় হয় তাকে লোভ বোলা হয়। গতিকে লোভ দমন কৰিবৰ পূৰ্ব্বে সত্য ধৰ্ম্মক আশ্ৰয় কৰিব লাগে, সত্যক আশ্ৰয় কৰিলে অহিংসা সিদ্ধ হৈ যাব। অহিংসা সিদ্ধ হ'লে পৰৰ বস্তু গ্ৰহণ কৰিবৰ আকাঙ্খা আপোনাআপুনি মাৰ যাব। তেতিয়া চুৰিৰ মনোভাৱ বা স্তেয়ভাৱৰ নাম নাথাকিব।

গোপনে অৰ্থ সংগ্ৰহ কৰাটো চৌৰ্য্য-বৃত্তি বা স্তেয়। ই দুই প্ৰকাৰ। ৰাজকীয় কৰ্ম্মচাৰীয়ে কৰ্ম্মৰ বাবে যি বেতন পাব পাৰে তাতকৈ বেছি ধন যদি চৰকাৰৰ ভঁড়ালৰ পৰা উলিয়াই লয় সিও এক প্ৰকাৰ চৌৰ্য্য আৰু নিজৰ কৰ্ত্তব্যৰ কাৰ্য্যসূত্ৰত যদি আন মানুহৰ পৰা উৎকোচ (ভেঁটি) লয় সি দ্বিতীয় প্ৰকাৰ চৌৰ্য্য। শ্ৰীচৈতন্যচৰিতামৃতত মহাপ্ৰভু শ্ৰীচৈতন্যই এইদৰে কৈছে -

রাজার বৰ্ত্তন খায় আর চুরি করে।
রাজ দণ্ড্য হয় সেই শাস্ত্রের বিচারে।

যিসকল কৰ্ম্মচাৰীয়ে উৎকোচ লয় তেওঁলোকক দণ্ড দিব লাগে - এয়ে

মহাপ্ৰভুৰ মত। এই কথা বিচাৰ কৰি চালেও বুজিবলৈ টান নহয় যে সত্য ধৰ্ম্ম পালনৰ নীতি ইয়াত সোমাই আছে।

## অপৰিগ্ৰহ বা অসংগ্ৰহ — গান্ধী বাক্য

অসংগ্ৰহ বা অপৰিগ্ৰহ অস্তেয়ৰ লগত সম্পৰ্কিত। ধৰক, কোনো এটা বস্তু আচলতে চুৰি কৰি অনা নাই আৰু বিনা প্ৰয়োজনে আমাৰ ঘৰত আছে, তেতিয়া সেই বস্তুটো চুৰি কৰা বস্তু বুলি ধৰি ল'ব লাগিব। সংগ্ৰহৰ পৰা বুজা যায় যে বস্তুটো ভৱিষ্যৎ প্ৰয়োজনৰ বাবে সাঁচি থোৱা হৈছে। যি লোক সত্যান্বেষী, প্ৰেম বা অহিংসনীতিৰ যি উপাসক, তেওঁ ভৱিষ্যতলৈ কোনো বস্তু সাঁচিব নোৱাৰে। ঈশ্বৰে তাক কেতিয়াও সহ্য নকৰে। সৃষ্টিৰ পাতনিত যিখিনিৰ প্ৰয়োজন তাতকৈ তেওঁ সৰহ বস্তুৰ সৃষ্টি নকৰে। সেই কাৰণে যদি আমি তেওঁৰ বিধানত বিশ্বাস ৰাখো তেন্তে আমি নিসন্দেহে বিশ্বাস কৰিব পাৰো যে তেওঁ আমাক দৈনন্দিন আহাৰ যোগাব আৰু লগা জোখাৰে সকলোখিনি দিব। যোগীসকলে আৰু ভক্তসকলে এই বিশ্বাসত নিৰ্ভৰ কৰি তেওঁলোকৰ অভিজ্ঞতাত সেই বিশ্বাসৰ ফল পাইছে। ঐশ্বৰিক বিধান অনুসাৰে প্ৰত্যেক মানুহে নিজেই তাৰ আহাৰ্য্য পাব; তাতকৈ বেছি নাপাব। আমি এই বিধান নজনা বাবে বা নমনা বাবেহে সংসাৰত নানা প্ৰকাৰ বৈষম্য আৰু দুখ কষ্টৰ সৃষ্টি হৈছে।

ধনী মানুহৰ অতিৰিক্ত খাদ্যৰ সংগ্ৰহ আছে। অতিৰিক্ত খাদ্যৰ কোনো আৱশ্যক নাই। সেইবাবে সেই বস্তুৰ অনাদৰ আৰু অপচয় হয়; আনফালে লাখ লাখ মানুহে খাদ্যৰ অভাৱত লঘোনে থাকে বা মৃত্যুবৰণ কৰে। যাক যিখিনি লাগে সিমানখিনি মাথোন সংগ্ৰহ কৰিলে কাৰো ক'তো অভাৱ নাথাকিলহেঁতেন। বৰ্ত্তমান অৱস্থাত ধনী মানুহেও অশান্তি ভোগ কৰিছে। নিধনী মানুহজনে পৰা হ'লে আনন্দ মনে লাখপতি হ'লহেঁতেন আৰু লাখপতিজন ক্ৰোৰপতি হ'লহেঁতেন। সেইবাবে ধনী মানুহে অসংগ্ৰহ-নীতি গ্ৰহণ কৰিব লাগে যাতে এই অসংগ্ৰহৰ দ্বাৰা সাৰ্ব্বজনীন সন্তোষ ধনী-দৰিদ্ৰ সকলোৰে প্ৰাণতে বিয়পি পৰে। ধনীসকলে যদি নিজৰ সম্পত্তি এটা যুক্তিসঙ্গত সীমাৰ ভিতৰত ৰাখি বাকিখিনি এৰি দিয়ে, অনাহাৰীয়ে খাবলৈ পাব আৰু ধনৰ লগত সন্তোষৰ আনন্দ উপভোগ কৰিব।

বিশুদ্ধ সত্যৰ দৃষ্টিভঙ্গীত দেহটোও এটা সংগ্ৰহ। এইদৰে যিমান দিন শৰীৰ থাকে সিমান দিন আমাৰ শৰীৰৰ শ্ৰমৰ দ্বাৰা জনগণৰ সেৱা কৰিব লাগে, যাতে জীৱিকা অৰ্জ্জনৰ বাবেহে মাথোন শৰীৰটোৰ আৱশ্যক নহয় আৰু জনগণৰ সেৱাৰ বাবেহে আৱশ্যক এনে মনোভাৱ আমাৰ জীৱনৰ লক্ষ্য হয়। জনগণৰ সেৱাৰ বাবে আমি খাওঁ, পিওঁ, শোওঁ বা জাগি থাকোঁ। এনে মনোভাৱে প্ৰকৃত শান্তি আনিব।

প্ৰকৃতিয়ে আমাৰ অভাৱ পূৰণৰ বাবে যথেষ্ট দান দিছে। আমি যদি প্ৰত্যেকে

আমাক লগাখিনিহে আহৰণ কৰোঁ, তাতকৈ বেছি সংগ্ৰহ নকৰোঁ, তেন্তে জগতত দৈন্য আহিব নোৱাৰে। কোনো মানুহেই খাদ্যৰ অভাৱত মৃত্যুবৰণ কৰিব নালাগে। যেতিয়ালৈকে আমাৰ মাজত এই বৈষম্য থাকিব তেতিয়ালৈকে আমি স্তেয় দোষত দোষী। যেতিয়ালৈকে প্ৰত্যেক ভাৰতবাসীয়ে এবেলা এমুঠি খাবলৈ নাপায় তেতিয়ালৈকে আমি স্বেচ্ছায় অনশন কৰিও অনাহাৰীৰ বাবে খাদ্যৰ যোগান ধৰা উচিত।

## শাস্ত্ৰ বাক্য

সূত্ৰ ঃ- "তত্ৰাপৰিগ্ৰহো নাম দেহযাত্ৰা নিৰ্ব্বাহাতিৰিক্ত ভোগ সাধনাদ্যনঙ্গীকাৰঃ। তস্য ফলমিতি তত্ৰৈৱ দৰ্শিতম্।" অপৰিগ্ৰহৰ অৰ্থ হৈছে দেহযাত্ৰা নিৰ্ব্বাহ কৰিবলৈ যিমানখিনি সংগ্ৰহৰ আৱশ্যাক তাতকৈ অতিৰিক্ত গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰা।

অপৰিগ্ৰহ সম্পৰ্কে শাস্ত্ৰই কি বিচাৰ কৰিছে চোৱা যাওক। পাতঞ্জল দৰ্শনৰ অপৰিগ্ৰহ সম্পৰ্কে এই সূত্ৰ দিছে যথা ঃ-

অপৰিগ্ৰহ স্থৈৰ্য্যে জন্মকথন্তাসংবোধঃ।। (সাধনপাদ - ৩৯) ইয়াৰ অৰ্থ হৈছে যে - "মোক একোকে নালাগে" মনৰ এনেকুৱা স্থিৰতা আহিলে নিজৰ জন্মবৃত্তান্ত সকলো বুদ্ধিগোচৰ হয়।

এতিয়া প্ৰশ্ন উঠে যে শৰীৰটোওতো এটা পৰিগ্ৰহ। গান্ধীজীয়েও কৈছে যে - "বিশুদ্ধ সত্যৰ দৃষ্টিভঙ্গীত দেহটোও এটা সংগ্ৰহ। এইদৰে বিচাৰ কৰি আমি সন্ন্যাসত উপনীত হ'ম গৈ।"

শৰীৰটোও পৰিগ্ৰহ হয় নে নহয়? শৰীৰটোও পৰিগ্ৰহ হয়; কিন্তু শৰীৰ পৰিগ্ৰহ ব্যতিৰেকে অন্য বস্তুৰ পৰিগ্ৰহ ত্যাগ কৰিলে মানুহৰ আত্মবোধ উপস্থিত হয়। আত্মবোধ কি? মই এই জন্মৰ পূৰ্ব্বজন্মত কি আছিলোঁ, মই ক'ৰ পৰা কেনেকৈ আহিলোঁ বা কেনেকৈ তিষ্ঠি আছোঁ আৰু ভৱিষ্যতত কি হ'ম - নিজৰ জন্মবৃত্তান্ত সম্পৰ্কে সম্পূৰ্ণ জ্ঞান হয়।

উক্ত সূত্ৰটোৰ ব্যাসদেৱৰ ভাষ্য এইৰূপ ঃ-

"অস্য ভবতি কোহহমাসং কথমহমাসং কিং স্বিদিদং কে বা ভবিষ্যামঃ কথং বা ভবিষ্যাম ইতি, এবমন্য পূৰ্ব্বান্ত পৰান্তমধ্যেযু আত্মভাৱ জিজ্ঞাসা স্বৰূপেণ উপবৰ্ত্ততে, এতা যমস্থৈৰ্য্যে সিদ্ধয়ঃ।।

শাস্ত্ৰই এই সূত্ৰৰ বিচাৰ ইমানতে এৰা নাই, কাৰণ শৰীৰ পৰিগ্ৰহ বিষয়ে সিদ্ধান্ত নোলোৱাকৈ সম্পূৰ্ণ বিচাৰ নহয়। শৰীৰটোকো পৰিগ্ৰহ বুলি গান্ধীজীয়ে যেনেকৈ কৈছে শাস্ত্ৰইও তেনেকৈ কৈছে। শাস্ত্ৰৰ বিচাৰ হৈছে যে শৰীৰ পৰিগ্ৰহ নকৰিলে মানুহে জন্মকে ল'ব নোৱাৰে। কাৰণ জন্ম হয় কাৰ? অজ্ঞ পুৰুষৰ - যাৰ জ্ঞান (আত্মজ্ঞান) নাই। কি প্ৰকাৰৰ জন্ম হয়? হয় দেৱতা, নহয় মনুষ্য, নহয় পশু-

পক্ষী, কীট-পতঙ্গাদি হিচাবে। কি হেতুকে জন্ম হয়? ক্লেশদায়ক (কায়-ক্লেশৰ দ্বাৰা কৰিব লগা) কৰ্ম্মৰ হেতুকে। তাৰ ফল কি? তাৰ ফল - দুঃখ। সকলো মানুহৰ জীৱনতে দুঃখেই জীৱন-ধাৰণৰ ফল। গতিকে এই দুঃখৰ অৱসান হয় কেনেকৈ? গুৰুৰ উপদেশ আৰু শাস্ত্ৰৰ নিৰ্দ্দেশ মানি চলি জ্ঞান উপাৰ্জন কৰি (আত্মজ্ঞান লাভ কৰি - আত্মজ্ঞানেই ব্ৰহ্মজ্ঞান) জীৱনৰ অৱসান কৰিব পাৰি। তেতিয়া শৰীৰ পৰিগ্ৰহ আৰু নাথাকে - জীব অদেহ হৈ মুক্তি লাভ কৰে। গতিকে দেখা যায় - দেহ যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ যিমানখিনি সংগ্ৰহৰ আৱশ্যক তাতকৈ অতিৰিক্ত সংগ্ৰহ নকৰিলে অপৰিগ্ৰহই স্থিৰতা লাভ কৰে। অপৰিগ্ৰহত স্থিৰ হ'ব পাৰিলে আত্মজ্ঞান লাভ হয় আৰু জ্ঞানৰ পৰা মুক্তি হয়। তেতিয়া পুনৰ্ঝয় দেহ ধাৰণৰ বা পুনৰ্জন্ম গ্ৰহণৰ সম্ভাৱনা নাথাকে আৰু দেহৰো অপৰিগ্ৰহ সাধন হৈ যায়।

শাস্ত্ৰবিচাৰৰ মূল এইখিনি ঃ-

(সূত্ৰ ঃ- তত্ৰাপৰিগ্ৰহো নাম দেহযাত্ৰা নিৰ্ব্বাহকাতিৰিক্ত ভোগ সাধনাদ্যনঙ্গীকাৰঃ। তস্য ফলমিতি তত্ৰৈব দৰ্শিতম্। তথা -

"অপৰিগ্ৰহ স্থৈৰ্য্যে জন্মকথন্তাসংবোধঃ।। অপৰিগ্ৰহশীলস্য তৎ স্থৈৰ্য্যে সতি কি ৰূপং জন্ম কিং প্ৰকাৰকং, কি হেতুকং কি ফলকং, কিমবসানমিতি শৰীৰ স্যাপি পৰিগ্ৰহ বিৰোধিনী জিজ্ঞাসা ভবতি শৰীৰস্যাপি পৰিগ্ৰাহ্যাত্বাবিশেষাৎ কথং তং পৰিগ্ৰহোন স্যাদিতি জিজ্ঞাসাবশ্যম্ভাবাৎ। ততঃ কাৰ্য্য কাৰণ সম্ভৱাৎ পুৰুষস্যজ্ঞেস্য জন্ম দেৱ, নৰ তিৰ্য্যকত্ব প্ৰকাৰম। ক্লেশ কৰ্ম্ম হেতুকং, দুঃখৈক ফলম্। পুৰুষতত্ত্বৱসানমিত্যাচাৰ্য্যোদগেমতশ্চ নিশ্চিত্য অদেহ সন্নপৰিগ্ৰহযমস্য পৰমাং কাষ্ঠামনুভৱতীত্যৰ্থঃ।।"

এয়ে ভাৰতীয় সাম্যবাদৰ ভিত্তি। ভাৰতীয় শাস্ত্ৰত এই কথাৰ পুনৰুল্লেখ দেখা যায় - ঈশোপনিষৎ আৰু শ্ৰীমদ্ভাগৱতত।

আত্মাবাস্যমিদং (ঈশাৱাস্যমিদং) বিশ্বং যৎকিঞ্চজ্জগতাং জগৎ
তেন ত্যক্তেন ভুঞ্জীথা মা গৃধঃ কস্যচিদ্ধনম্।। (ভাঃ ৮/১০)

ঈশোপনিষদত "আত্মাবাস্যমিদম্" অৰ ঠাইত "ঈশাৱাস্যমিদং" আছে। ইয়াৰ অৰ্থ হৈছে যে - এই বিশ্ব (সমস্ত প্ৰাকৃত পদাৰ্থ — বিশ্বত থকা সকলো পদাৰ্থ) সমস্তই পৰমেশ্বৰৰ দ্বাৰা ব্যাপ্ত হৈ আছে। অত এব হে জীৱসকল! সেই পৰমেশ্বৰে যি দিয়ে তাকে ঈশ্বৰৰ ওচৰত নিবেদন কৰি উপভোগ কৰা। কাৰো ধনত আকাঙ্খা নকৰিবা। দেশৰ আৰু সমাজৰ কল্যাণৰ বাবে ত্যাগ কৰি যি বাকী থাকে-তাকেহে ভোগ কৰিবা।

পুনঃ - শ্ৰীমদ্ভাগৱতত (৭/১৪/৮) কৈছে ঃ-

যাবৎ ক্ৰিয়েত জঠৰং তাবৎ স্বত্বং হি দেহিনাম্
অধিকং যোহভিমন্যেত স স্তেনো দণ্ডমৰ্হতি।।

যিমানখিনি খাদ্যৰ দ্বাৰা তোমাৰ পেট ভৰে (যিমানখিনি সংগ্ৰহৰ দ্বাৰা

সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিব পাৰি) সিমানখিনি পৰ্য্যন্তহে জীৱসকলৰ স্বত্ব আছে। যিজনে তাতকৈ বেছি সঞ্চয় কৰে সি চোৰ, তাক শাস্তি দিব লাগে।

ইয়াতকৈ উচ্চতৰ সাম্যবাদ আৰু কি হ'ব পাৰে? গান্ধীজীয়ে কৈছে - "যিমান দিন আমাৰ শৰীৰ থাকে সিমান দিন আমাৰ শৰীৰৰ শ্ৰমৰ দ্বাৰা জনগণৰ সেৱা কৰিব লাগে, যাতে জীৱিকা অৰ্জ্জনৰ বাবে মাথোন শৰীৰটোৰ আৱশ্যক নহয় আৰু জনগণৰ সেৱাৰ বাৱেহে আৱশ্যক - এনে মনোভাৱ আমাৰ জীৱনৰ লক্ষ্য হয়।"

আমাৰ বহুতৰ এনে ধাৰণা যে আমাৰ শাস্ত্ৰত দেশ সেৱাৰ কোনো বিধান নাই। প্ৰকৃততে এই কথা সত্য নহয়। আৰ্য্য-শাস্ত্ৰই দেশক তিনি ভাবে বিভক্ত কৰিছে। প্ৰথম শৰীৰদেশ, দ্বিতীয় জন্মভূমিদেশ আৰু তৃতীয় বিশ্বদেশ। প্ৰথম অৱস্থাত সাধকে নিজৰ শৰীৰটোকে দেশ বুলি ভাবে। শৰীৰৰ সহায়ত নিজৰ উন্নতিত তৎপৰ হয় আৰু যোগ্যতা উপাৰ্জ্জন কৰে। এই অৱস্থাত শৰীৰটোৰ স্বাস্থ্য ৰক্ষা আদি কাৰ্য্য নিজৰ ভোগ-বিলাসত নখটায়। জন্মভূমিৰূপ দেশৰক্ষাৰ কাৰণেহে শৰীৰৰূপী দেশৰ ৰক্ষা কৰে। দ্বিতীয় অৱস্থাত নিজৰ জন্মভূমিক নিজৰ দেশ বুলি ভাবি নিঃস্বাৰ্থভাৱে সেই শৰীৰ জন্মভূমিক ৰক্ষাৰ কাৰণে নিয়োগ কৰে। ইয়াৰ দ্বাৰা মানুহৰ পুণ্য সঞ্চয় হয়। পুণ্য সঞ্চয় হ'লে আধিভৌতিক মুক্তি হয়। তাৰ অৰ্থ দেশৰ স্বাধীনতা বা স্বতন্ত্ৰতা লাভ হয়। এই পুণ্যকাৰ্য্যত ৰুচি বঢ়াবৰ কাৰণে শাস্ত্ৰত লিখিছে যে - "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীসয়ী।" অৰ্থাৎ মাতৃ আৰু জন্মভূমি স্বৰ্গতকৈও শ্ৰেষ্ঠ, সেইবাবে মাতৃ আৰু জন্মভূমিক সেৱা কৰিব লাগে। গান্ধীজীয়ে শৰীৰ-পৰিগ্ৰহৰ যি উদ্দেশ্য বৰ্ণনা কৰিছে - আমাৰ শাস্ত্ৰইও তাকে কৈছে।

এই বিষয়ে ভগৱান শঙ্কৰাচাৰ্য্যই কৈছে ঃ-

"বান্ধবাঃ শিৱভক্তাশ্চ স্বদেশো ভুৱনত্ৰয়ম্।" শিৱ - মানে ইয়াত "ভগৱান"। বিশ্বৰ সমস্ত ভগবদ্ভক্ত পুৰুষসকল আমাৰ বান্ধৱ আৰু আমাৰ দেশ এই ত্ৰিভুৱন (স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল)।

ভগৱান ব্যাসদেৱে কৈছে - "উদাৰচৰিতানাম্ভ বসুধৈব কুটুম্বকম্।"

সমগ্ৰ বিশ্বই নিজৰ দেশ আৰু সমস্ত ভগবদ্ভক্ত লোকেই নিজৰ কুটুম্ব। আৰ্য্য জাতিয়ে অন্য জাতিৰ প্ৰতি মোহ, অনুৰাগ আৰু বিদ্বেষমূলক অভিমানৰ দ্বাৰা দেশ - সেৱা নকৰে, কাৰণ ই আসক্তিমূলক। আসক্তি বন্ধনৰ কাৰণ। ৰাগ-মোহাদিৰ দ্বাৰা (ৰাগ মানে অনুৰাগ) দেশ সেৱা কৰিলে কৰ্ত্তৃত্বাভিমান আহি যায়। অহঙ্কাৰজনিত কৰ্ত্তৃত্বাভিমানৰ দ্বাৰা জীৱৰ অধোগতি হয়। সেইদৰে সকাম দেশ-সেৱাৰ দ্বাৰা দেশৰ অধোগতি হয়। দেশৰ অদোগতি হ'লে সেৱক ভগ্নহৃদয় হয়। উৎসাহ ভঙ্গ হ'লে সেৱাব্ৰত ভঙ্গ হয়। সেই কাৰণে নিজৰ দেশৰ উন্নতিৰ কাৰণে পৰৰ দেশক বিদ্বেষ কৰিব নাপায়। সেই কাৰণে প্ৰেমমূলক ভাৱৰ দ্বাৰা, সাম্য আৰু মৈত্ৰী নীতিৰ দ্বাৰা

দেশ-সেৱা কৰা বিধেয়। ইয়াতকৈ সহ-অৱস্থানৰ নীতি কোন শাস্ত্ৰত কোন দেশত পোৱা যাব? সেইবাবে তৃতীয় অৱস্থাত ভগৱদ্ভক্ত লোক যি দেশতে থাকে সেই সকলেই বন্ধু আৰু সমগ্ৰ বিশ্বই নিজৰ দেশ। আৰ্য্যশাস্ত্ৰই শৰীৰদেশ, জন্মভূমিদেশ আৰু বিশ্বদেশ সেৱাৰ পদ্ধতি এইদৰে নিৰ্ণয় কৰিছে।

এই প্ৰৱন্ধত অস্তেয় আৰু অপৰিগ্ৰহ একেলগে বিচাৰ কৰা হৈছে, কাৰণ অস্তেয় আৰু অপৰিগ্ৰহ অঙ্গাঙ্গীভাবে জড়িত। প্ৰকৃততে অষ্টাঙ্গ যোগৰ (যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধ্যান, ধাৰণা আৰু সমাধি) - প্ৰথম হৈছে যম আৰু যম সাধনাৰ অঙ্গ হৈছে পাঁচটি - অহিংসা, সত্য, অস্তেয়, অপৰিগ্ৰহ আৰু ব্ৰহ্মচৰ্য্য। অহিংসা আৰু সত্য সাধনা যেনেকৈ জড়িত, অস্তেয় আৰু অপৰিগ্ৰহও তেনেকৈ জড়িত। ব্ৰহ্মচৰ্য্যও জড়িত - কাৰণ সৰ্ব্বত্ৰ ঈশ্বৰত বিশ্বাস, ব্ৰহ্মাতেই বিচৰণ আদি নীতি প্ৰত্যেক সাধনাতে জড়িত আছে।

অস্তেয় সাধনৰ এটি আশ্চৰ্য্যজনক ফল আছে। অস্তেয় প্ৰতিষ্ঠা হ'লে সকলো প্ৰকাৰৰ ধন-ৰত্ন আপোনাআপুনি উপস্থিত হয়। পাতঞ্জল সূত্ৰত আছে -

"অস্তেয় প্ৰতিষ্ঠায়াং সৰ্ব্ব ৰত্নোপস্থানম্। দিব্য ৰত্নানাং স্বয়মাগত্য নিকটে উপস্থিতিৰিত্যৰ্থঃ।।"

গান্ধীজীয়ে কৈছে যে "সৃষ্টিৰ পাতনিত যিমানখিনিৰ প্ৰয়োজন তাতকৈ তেওঁ সৰহ বস্তুৰ সৃষ্টি নকৰে। সেই কাৰণে যদি আমি তেওঁৰ বিধানত বিশ্বাস ৰাখোঁ তেন্তে আমি নিঃসন্দেহে বিশ্বাস কৰিব পাৰোঁ যে তেওঁ আমাক দৈনন্দিন আহাৰ যোগাব আৰু লগা জোখাৰে সকলোখিনি দিব। যোগীসকলে আৰু ভক্তসকলে এই বিশ্বাসত নিৰ্ভৰ কৰি তেওঁলোকৰ অভিজ্ঞতাত সেই ফল পাইছে। ঐশ্বৰিক বিধান অনুসাৰে প্ৰত্যেক মানুহে নিতৌ তাৰ আহাৰ্য্য পাব। তাতকৈ ৰেছি নাপাব।"

প্ৰসঙ্গক্ৰমে এইখিনিতে এটা কথা কোৱা উচিত হ'ব যে প্ৰায় সিদিনালৈকে পৰিগ্ৰহনীতিৰ সাহায্যত যিবিলাকে অৰ্থ আৰু সম্পত্তি সংগ্ৰহ কৰিছিল সেইবিলাক ধনী, জমিদাৰ আৰু ৰজাসকলে দান-দক্ষিণাত আৰু পূৰ্ত্ত কৰ্ম্মত (পুখুৰী খনা, চিকিৎসালয় স্থাপন কৰা, বিদ্যালয় প্ৰতিষ্ঠা কৰা, মঠ-মন্দিৰ সজোৱা ইত্যাদি জনহিতকৰ কাৰ্য্যত) অৰ্থ ব্যয় কৰি দেশৰ আৰু দহৰ উপকাৰ কৰিছিল। এই দান আৰু পুণ্যকৰ্ম্মত নিজৰ কোনো স্বাৰ্থ জড়িত কৰি নাৰাখিছিল। আজিকালি নিঃস্বাৰ্থ দান বৰ কম আৰু দাতাৰ সংখ্যাও কম। কম বা বেচি যিয়েই নহওক, এনে কাৰ্য্য কৰিবলৈ যি মনোবৃত্তি, যি ধৰ্ম্মভাৱ আৰু যি দেশসেৱাৰ প্ৰেৰণাৰ আৱশ্যক সি যেন নোহোৱা হৈ আহিছে ক্ৰমে ক্ৰমে। পূৰ্ব্বে ওপৰত উল্লেখ কৰা শাস্ত্ৰীয় নীতি অনুসাৰে অপৰিগ্ৰহ নীতিৰ মৰ্য্যদা ৰক্ষা কৰিবলৈ যত্ন কৰিছিল। আজিকালি যদি অৰ্থবান লোকসকলে এনে নীতিৰে দেশহিতকৰ কাৰ্য্য কৰিলেহেঁতেন, দেশৰ এই দুৰৱস্থাৰ বহুখিনি সমস্যাৰ সমাধান হ'লহেঁতেন।●

# শৰীৰ শ্ৰম - গান্ধী বাক্য

গান্ধীজীয়ে কৈছে যে মানুহে জীৱন ধাৰণ কৰিবলৈ হ'লে শ্ৰম কৰিব লাগিব - এই কথাৰ গুৰুত্ব মই প্ৰথমতঃ উপলব্ধি কৰিব পাৰিলোঁ টলষ্টয়ৰ "খাদ্যৰ বাবে শ্ৰম" কৰিব লাগিব এই ৰচনাৰ পৰা। ((Tolstoy's writing on Bread labour) । অৱশ্যে তাৰ আগতে ৰাস্কিনৰ "আনটু দিছ লাষ্ট" (Ruskin's Unto This Last) গ্ৰন্থ পঢ়ি এই কথাৰ মৰ্ম্ম হৃদয়ঙ্গম কৰিব পাৰিছিলোঁ। মানুহে স্বহস্তে কৰা পৰিশ্ৰমৰ দ্বাৰা নিজৰ খাদ্য সংগ্ৰহ কৰি ল'ব লাগিব। এই ঐশ্বৰীয় নীতি প্ৰথমতঃ ৰুছিয়াৰ লেখক টি. এম. বন্‌ডাৰেফে (T. M. Bondaref) সজোৰে প্ৰতিপন্ন কৰে আৰু টলষ্টয়ে সৰ্ব্বসাধৰণৰ মাজত বিজ্ঞাপিত কৰি বহুলভাৱে প্ৰচাৰ কৰে। মোৰ মতে সেই একে নীতিকেই গীতাৰ তৃতীয় অধ্যায়ত কৈছে। গীতাৰ এই ঠাইত কৈছে যে যিজনে যজ্ঞ নকৰাকৈ ভোজন কৰে, তেওঁ চুৰি কৰা খাদ্য ভোজন কৰে। যজ্ঞ শব্দৰ অৰ্থ ইয়াত খাদ্য সংগ্ৰহৰ বাবে কৰা পৰিশ্ৰমেই অৰ্থ কৰিছে। নিজৰ খাদ্য সংগ্ৰহৰ বাবে কৰা পৰিশ্ৰমেই যজ্ঞ আৰু শৰীৰ ৰক্ষাৰ বাবে যিখিনি ভোজন কৰিব লাগে তাতকৈ বেছি ভোজন কৰা ব্যক্তি চোৰ। আমি বহুতে শৰীৰ ৰক্ষাৰ কাৰণে যিমানখিনি পৰিশ্ৰম কৰিব লাগে সিমানখিনি পৰিশ্ৰম নকৰো। মোৰ বিশ্বাস এয়ে যে শৰীৰ ৰক্ষাৰ অতিৰিক্ত বেছি গ্ৰহণ কৰিবৰ কাৰো অধিকাৰ নাই আৰু যেয়ে পৰিশ্ৰম কৰে সেয়ে পাৰিশ্ৰমিক পাব পাৰে।

কিন্তু এই কথাৰ পৰা শ্ৰম বিভাগ নিষেধ কৰা হৈছে এইটো বুজোৱা নাই। মানুহৰ যাৱতীয় অত্যাৱশ্যকীয় বস্তু তৈয়াৰ কৰি লোৱাত শাৰীৰিক পৰিশ্ৰমৰ আৱশ্যক হয়। সেইবাবে সকলো প্ৰকাৰ আৱশ্যকীয় ব্যৱসায় বিলাক খাদ্য সংগ্ৰহৰ বাবে কৰা পৰিশ্ৰমৰ ভিতৰত গণ্য হ'ব পাৰে। কিন্তু আমি সকলোৱে এনে পৰিশ্ৰম নকৰো বাবে আমাৰ স্বাস্থ্য ৰক্ষাৰ বাবে ব্যায়াম অভ্যাস কৰাৰ আৱশ্যকতা আহি পৰে। এজন খেতিয়কে নিজৰ খেতি পথাৰত দৈনন্দিন যিমানখিনি পৰিশ্ৰম কৰে তাৰ দ্বাৰা তেওঁৰ নিশ্বাস পেলাবলৈকো সময় নাথাকে, হাত-ভৰিবোৰ মেলি দি বিশ্ৰাম ল'বলৈকো তেওঁৰ সময় নাথাকে। বাস্তৱিক পক্ষে তেওঁ যদি স্বাস্থ্য ৰক্ষাৰ আন আন নিয়ম বিলাকো পালন কৰে, তেওঁ কেতিয়াও ৰোগ ভোগ নকৰে।

যি সময়ত যিমানখিনি দৰকাৰ তাতকৈ বেছি কেতিয়াও ঈশ্বৰে সৃষ্টি নকৰে। গতিকে কোনো এজন মানুহে যদি তেওঁক লগাখিনিতকৈ বেছি আত্মসাৎ কৰে, তেওঁ তেওঁৰ প্ৰতিবেশীক বঞ্চিত কৰি অভাৱত পেলায়। পৃথিৱীৰ বিভিন্ন ঠাইত মানুহে যে খাবলৈ নাপাই মৰে তাৰ কাৰণ হৈছে যে আমি বহুতে আমাক যিখিনি

লাগে সেইখিনিতকৈ বেছি সংগ্ৰহ কৰি আনো। আমি প্ৰকৃতিৰ দান ইচ্ছা মতে গ্ৰহণ কৰিব পাৰো কিন্তু প্ৰকৃতিৰ নিয়মত আয়-ব্যয় (জমা-খৰচ) সদায় সমান থাকে। কোনো ফালেই ৰাহি নাথাকে। কৃত্ৰিম সাৰ দি নাইবা কল-কাৰখানাৰ সাহায্যত বেছি শস্য উৎপাদন কৰিলেও এই নিয়মৰ ব্যতিক্ৰম কৰিবৰ পথ নাই। স্বাভাৱিক শক্তি ক্ষমতাৰ হস্তান্তৰতহে পৰিণত হয়। আমি যিমানেই চেষ্টা নকৰো তহবিল সদায় শূন্য থাকিব।

যি মানুহে শাৰীৰিক শ্ৰম নকৰে, সেই মানুহৰ খাবৰ কি অধিকাৰ আছে? কপালৰ ঘাম মাটিত পেলাই অৰ্জ্জা অন্নৰ হে তোমাৰ অধিকাৰ আছে। ক্ৰোৰপতিয়ে যদি গোটেই দিনটো বিছনাত বহি থাকে বা শুই থাকে আৰু তেওঁক যদি খাবৰ সময়তো আনে সহায় কৰিব লাগে তেনেদৰে সদায় চলিব নোৱাৰে - তাতো তেওঁৰ বিৰক্তি আহিব। ব্যায়ামৰ দ্বাৰা তেওঁৰ ক্ষুধাশক্তি বঢ়াব লাগিব আৰু খোৱা বস্তু হজম নিয়াব লাগিব। যদি ধনী-দুখীয়া সকলোৱে ব্যায়াম কৰিব লাগে, তেন্তে উৎপাদনশীল শ্ৰম কিয় নকৰে? খেতিয়ক এজনক কোনেও শ্বাস-প্ৰশ্বাসৰ ব্যায়াম ল'বলৈ বা মাংসপেশী বঢ়াবৰ কাৰণে ব্যায়াম কৰিবলৈ নকয় আৰু দহভাগৰ নও ভাগ মানুহেই খেতি কৰি জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰে। বাকী এক ভাগ মানুহেও যদি একে উদাহৰণকে গ্ৰহণ কৰিলেহেঁতেন তেন্তে এই সংসাৰখন কিমান সুখৰ হ'লহেতেন? অন্ততঃ নিজ নিজ খাদ্য আহৰণৰ বাবেও যদি এইভাগ মানুহে খেতি কৰিলেহেঁতেন তেন্তে বহুতো সমস্যা পূৰণ হ'লহেতেন, অস্বাস্থ্যকৰ শ্ৰেণীবিভাগ নাথাকিলহেঁতেন। আজি ধনিকবাদ আৰু শ্ৰমিকবাদৰ যি দ্বন্দ্ব চলি আছে আৰু দুখীয়া মানুহে ধনীক হিংসা কৰে তাৰ কাৰণ ইয়াতেই। যদি খাদ্য আহৰণৰ অৰ্থে সকলোৱে শাৰিৰীক শ্ৰম কৰিলেহেঁতেন এনে শ্ৰেণীবিভাগ উটি গ'লহেঁতেন। ধনীলোক তেতিয়াও থাকিব, থাকক, কিন্তু তেওঁলোকে নিজক সম্পত্তিৰ মালিক বুলি ভাবি যদি সেই সম্পত্তি সৰ্ব্বসাধাৰণ অৰ্থে ব্যৱহাৰ কৰিলেহেঁতেন তেতিয়া শ্ৰেণীভেদ নাথাকিলহেঁতেন।

কোনো লোক যদি অহিংসা আৰু সত্য-ধৰ্ম্মৰ সেৱক হয় আৰু ব্ৰহ্মচৰ্য্য পালন কৰে তেন্তে তেওঁ শৰীৰৰ শ্ৰম ভগৱানৰ এটা নিশ্চিত আশীৰ্ব্বাদ বুলি ধৰি ল'ব লাগিব। এই শ্ৰম কেৱল কৃষিকৰ্ম্মৰ লগতে জড়িত কৰি লব লাগে; কিন্তু সম্প্ৰতি সকলোৱে শৰীৰৰ শ্ৰম কৃষিৰ লগত জড়িত কৰি লোৱা সম্ভৱ নহয় কাৰণে অন্যান্য কৰ্ম্মৰ মাজেদি হ'লেও শৰীৰৰ শ্ৰম কৰিব লাগিব। যেনে কৃষিকৰ্ম্মৰ সলনি প্ৰত্যেকে সূতা কাটিব পাৰে, কাপোৰ বব পাৰে, কাঠমিস্ত্ৰি বা কমাৰৰ কাম কৰিব পাৰে; কিন্তু কৃষিকৰ্ম্মক আদৰ্শ বুলি ধৰি ল'ব লাগিব। প্ৰত্যেকে নিজৰ নিজৰ মেতৰ হ'ব লাগিব আৰু নিজৰ ময়লা নিজে চাফা কৰিব লাগিব। সেইটো যদি সম্ভৱ নহয় তেন্তে প্ৰত্যেক পৰিবাৰে ময়লা পৰিষ্কাৰ কৰা কামৰ ব্যৱস্থা কৰি

লব লাগিব। সমাজত বিশেষ এক শ্ৰেণীয়ে এই কাম কৰিব লাগিব এনে ব্যৱস্থাৰ গুৰিতে এটা ডাঙৰ অন্যায় নিহিত আছে। স্বাস্থ্য সম্বন্ধীয় এনে এটি প্ৰয়োজনীয় কৰ্ত্তব্য এটা বিশেষ শ্ৰেণীৰ হাতত থাকিব লগা ব্যৱস্থাত সেই শ্ৰেণীৰ মানুহৰ নিম্নতম স্থানৰ কোনো উল্লেখ মানৱ ইতিহাসত পোৱা নাযায়। যেয়ে নকৰক তেওঁ সমাজৰ কল্যাণ সাধন কৰা নাই। সেইবাবে বাল্যকালৰ পৰাই আমাৰ মনত এনে এটি ভাৱে স্থান পোৱা উচিত যে আমি প্ৰত্যেকে নিজৰ নিজৰ মেতৰ। এই উদ্দেশ্য সাধনৰ সহজ উপায় হৈছে যে আমি ময়লা চাফা কৰা কামক আশ্ৰয় কৰি শৰীৰ শ্ৰমৰ অভ্যাস কৰিব লাগিব। বুধিৰে যদি আমি এই কাম গ্ৰহণ কৰিব পাৰো তেন্তে সকলো মানুহেই যে সমান সেইভাৱ উপলব্ধি কৰাত এই কামেই সহায় কৰিব।

ত্যাগ নানা প্ৰকাৰৰ হ'ব পাৰে। শৰীৰ খটুৱাই শ্ৰমৰ দ্বাৰা খাদ্য আহৰণ কৰাও এবিধ ত্যাগৰ ভিতৰত। নিজৰ খাদ্যৰ বাবে যিমানখিনি পৰিশ্ৰমৰ আৱশ্যক, প্ৰত্যেকজন ব্যক্তিয়ে যদি সিমানখিনিহে কৰে তেন্তে সেয়ে যথেষ্ট হ'ব পাৰে। তেতিয়া দেশত যথেষ্ট খাদ্য সংগ্ৰহ হ'ব আৰু সকলোৰে আজৰি সময় থাকিব। জনসংখ্যাৰ আধিক্যৰ আৰাও কমি যাব, দেশত বেমাৰ নাথাকিব আৰু কাৰো কোনো দুখ-কষ্ট নাথাকিব। এনে শৰীৰ-শ্ৰমেই সৰ্ব্বোত্তম ত্যাগৰ আদৰ্শ হ'ব। শৰীৰ আৰু মনৰ দ্বাৰা মানুহে আৰু নানা প্ৰকাৰ কাম কৰিব কিন্তু এই প্ৰকাৰৰ সকলো কামেই উমৈহতীয়া স্বাৰ্থৰ প্ৰেৰণাত কৰা শ্ৰমৰ ফল হ'ব। তেতিয়া সমাজত ধনীও নাথাকিব আৰু দুখীয়াও নাথাকিব, ডাঙৰ-সৰু বা স্পৃশ্য-অস্পৃশ্যৰ স্থান নাথাকিব।

এনে আদৰ্শ হয়তো কেতিয়াও উপলব্ধি কৰিব পৰা নাযাব কিন্তু সেই বুলি আমি তাৰ বাবে চেষ্টা নকৰা উচিত নহ'ব। ত্যাগৰ বা জীৱন আদৰ্শৰ সম্পূৰ্ণ নীতিপালন কৰিব নোৱাৰিলেও আমি যদি শাৰীৰিক পৰিশ্ৰমৰ দ্বাৰা আমাৰ দৈনিক আহাৰৰ সংস্থান কৰো, আমি এই আদৰ্শৰ বাটত বহুখিনি আগবাঢ়ি যাব পাৰিম।

আমি যদি এই আদৰ্শ আগত লৈ কামত প্ৰবৃত্ত হও তেতিয়া আমাৰ বহু অভাৱ কমি যাব আৰু আমাৰ খাদ্যও সাধাৰণ হৈ উঠিব। আমি তেতিয়া বাচি থাকিবলৈহে খাম, খাবৰ বাবে বাচি নাথাকো। এই কথাত যাৰ সন্দেহ আছে তেনে লোকে শৰীৰ শ্ৰমৰ দ্বাৰা উপাৰ্জ্জন কৰা খাদ্যৰ বেছি সোৱাদ পাব, তেওঁৰ স্বাস্থ্যৰ উন্নতি হ'ব আৰু তেওঁ যে ইমান দিন অতিৰিক্ত খাদ্য খাইছিল সেই কথা বুজি পাব। মানসিক পৰিশ্ৰমৰ দ্বাৰা খাদ্য আহৰণ কৰা উচিত নহয়। শৰীৰৰ প্ৰয়োজন শৰীৰৰ দ্বাৰাহে মিটোৱা উচিত।

মানসিক বা বৌদ্ধিক পৰিশ্ৰম আত্মাৰ তুষ্টি আৰু উন্নতিৰ বাবেহে। এনে পৰিশ্ৰমে অৰ্থ দাবী কৰা উচিত নহয়। আদৰ্শস্থানীয় ৰাজ্য এখনত ডাক্তৰ, উকিল

আদি লোকে সমাজৰ উন্নতিৰ বাবেহে কাম কৰা উচিত - নিজৰ স্বাৰ্থৰ বাবে নহয়। শৰীৰ শ্ৰমৰ নীতিয়ে নীৰৱে সমাজ সংগঠনত এটি আমূল পৰিবৰ্ত্তন আনি দিব। নিজে বাচি থকাৰ চেষ্টাতকৈ সমাজত পৰস্পৰে সেৱা কৰা চেষ্টাৰ যি ৰূপ ফুটি ওলাব সেয়ে হ'ব মানুহৰ জয়ৰ নিদৰ্শন। পাশবিক নীতিৰ ঠাই মানবীয় নীতিয়ে অধিকাৰ কৰিব।

গাঁৱলৈ ঘূৰি যোৱা — ইয়াৰ অৰ্থ শৰীৰ শ্ৰমৰ দ্বাৰা খাদ্য সংস্থানৰ কৰ্ত্তব্যক স্বেচ্ছায় স্বীকাৰ কৰি লোৱা। লক্ষ লক্ষ মানুহে গাঁৱত থাকিও খাদ্য পোৱা নাই - অৰ্দ্ধভুক্ত হৈ আছে - ই সঁচা কথা, কিন্তু তাৰ অৰ্থ হৈছে যে এইবিলাক মানুহে সুবিধা পালেই নগৰলৈ আহিবলৈ বিচাৰে। তেওঁলোকে স্বেচ্ছায় শৰীৰ শ্ৰমক বৰণ কৰি লোৱা নাই। মালিকৰ ওচৰত বাধ্যতামূলক বিশ্বস্ততা দাসত্বৰ ৰূপ মাথোন; কিন্তু পিতৃৰ ওচৰত স্বেচ্ছামূলক বাধ্যতা পুত্ৰত্বৰ গৌৰৱ। সেইদৰে শৰীৰ শ্ৰমৰ বাধ্যতামূলক নীতিয়ে দাৰিদ্ৰ্য, ৰোগ আৰু অসন্তুষ্টিৰ জন্ম দিয়ে। স্বাস্থ্যই প্ৰকৃত সম্পদ, সোণ বা ৰূপ নহয়। গ্ৰাম্য শিল্পবোৰ ইচ্ছামূলক শৰীৰ শ্ৰমৰ পৰীক্ষা ক্ষেত্ৰ।

কবি ৰবীন্দ্ৰনাথ বা বৈজ্ঞানিক ৰমণেও যদি শৰীৰ শ্ৰমৰ দ্বাৰা খাদ্য সংগ্ৰহ কৰিব লাগে তেন্তে তেনে কাৰ্য্য অপচয় মাথোন নহ'ব নে? মস্তিষ্ক পৰিচালনাৰ শ্ৰম আৰু শাৰীৰিক শ্ৰমৰ মূল্য সমান নহয় জানো? এই প্ৰশ্ন উত্তৰ হৈছে যে মানসিক পৰিশ্ৰম প্ৰয়োজনীয় আৰু জীৱন আদৰ্শত তাৰ স্থান মহৎ - সন্দেহ নাই; কিন্তু শাৰীৰিক পৰিশ্ৰমৰ প্ৰয়োজনীয়তাও তাৰ লগতে আছে। কোনো মানুহেই সেই বাধ্য-বাধকতাৰ পৰা মুক্ত নহয়। শৰীৰ শ্ৰমে মানসিক চৰ্চ্চাত সহায়হে কৰিব আৰু তাৰ ফলৰ আধিক্য ঘটাব।

পুথি অধ্যয়ন কৰিহে জ্ঞান উপাৰ্জন কৰিব পাৰি। এইটো এটা অন্ধবিশ্বাস মাথোন। আমি এই ভ্ৰান্তি ত্যাগ কৰিব লাগিব। জীৱনত পুথি অধ্যয়নৰ স্থান আছে কিন্তু তাৰ প্ৰয়োজনীয়তা পুথি অধ্যয়নৰ ক্ষেত্ৰতে সীমাবদ্ধ। শৰীৰ শ্ৰম কৰাৰ পৰিবৰ্তে যদি পুথি অধ্যয়ন কৰিবলৈ লোৱা হয় তেন্তে তাৰ বিৰুদ্ধে আমি বিদ্ৰোহ কৰিব লাগিব। আমাৰ জীৱনৰ বেছিভাগ সময় শৰীৰেৰে কৰা পৰিশ্ৰমতহে নিয়োগ কৰিব লাগিব। আজি ভাৰতবৰ্ষত ধনী মানুহে আৰু তথাকথিত উচ্চশ্ৰেণীৰ মানুহে শৰীৰ শ্ৰম নকৰে। সেইবাবে শ্ৰমৰ মৰ্য্যাদাৰ ওপৰত বেছি গুৰুত্ব দিব লাগিব। আনকি প্ৰকৃত বুদ্ধি চৰ্চ্চা আৰু বুদ্ধি বিকাশৰ ক্ষেত্ৰতো কিবা নহয় কিবা এটা শাৰীৰিক শ্ৰম কৰিব লাগিব।●

# অস্বাদ

খাদ্য বিষয়েও মানুহৰ সংযমৰ আৱশ্যক। স্বাস্থ্য ৰক্ষাৰ যিখিনি আৱশ্যক তাতকৈ বেছি খোৱা উচিত নহয়। চাহ, কফি, মদ, মাংস ইত্যাদিৰ বাবে মানুহৰ প্ৰলোভন হোৱা উচিত নহয়। পশুৱেও আহাৰ কৰে আৰু মানুহেও আহাৰ কৰে; কিন্তু পশুৱে কেতিয়াও প্ৰয়োজনৰ অতিৰিক্ত আহাৰ নকৰে। খাদ্যৰ মাত্ৰা, ৰুচি বা সামগ্ৰী বঢ়োৱাৰ পৰা সভ্যতাৰ উন্নতি হয় বুলি ভবাটো অন্যায়।

আহাৰৰ সামগ্ৰীত বিচাৰ নাথাকিলে সংযম ৰক্ষা কৰিব নোৱাৰি। মাংসই সংযম নষ্ট কৰি দিয়ে। সেইবুলি মাংস নাখালেই মানুহ সাধু নহয়। মাংস নোখোৱা কোনো এজন মানুহ যদি ঈশ্বৰ বিশ্বাসী নহয় সেইজন লোক মাংস খোৱা ঈশ্বৰ বিশ্বাসী লোকতকৈ হীন তাত সন্দেহ নাই।

মাংস নাখালেই মানুহ অহিংস নহয়। আত্ম-সংযম থাকিলে মানুহে যি পানীয়কেই পান নকৰক অহিংস হ'ব পাৰে। উপযুক্ত আহাৰ স্বাস্থ্য ৰক্ষাৰ বাবে অতি প্ৰয়োজনীয়; কিন্তু খাদ্যাখাদ্য বিচাৰ নকৰাকৈ ক্ষুধা নিবৃত্তি কৰিবলৈ ধৰ্ম্মৰ অনুশাসনবোৰ ভঙাও উচিত নহয়।

মাদক দ্ৰব্য পান ভোজন, বিশেষকৈ মাংস ভক্ষণ বৰ্জ্জন কৰিলেহে আধ্যাত্মিক উন্নতিৰ পথত আগবাঢ়িব পাৰি এইটো নিঃসন্দেহে সত্য কথা; কিন্তু সেই বুলি মদ মাংস নোখোৱাটোৱেই একমাত্ৰ ধৰ্ম্ম নহয়, মদ মাংস খোৱাৰ পৰা বিৰত থকাটো আধ্যাত্মিক উন্নতি সাধনৰ এটা পন্থা।

মই এইটো কথা অনুভৱ কৰো যে আধ্যাত্মিক উন্নতিৰ পথত ভক্ষণৰ উদ্দেশ্যে পশুবধ কৰা অনুচিত। ইংৰাজ কবি গোল্ড স্মিথে কৈছে যে - "যিবিলাক পশু মুকলিমূৰীয়াহৈ বনে-জঙ্ঘলে বিচৰণ কৰি ফুৰে সেই বিলাকক হত্যা কৰাটো মই তীব্ৰভাৱে নিন্দা কৰো; কাৰণ যি পৰম শক্তিমানৰ কৃপাত মই কৃতজ্ঞ সেই কৃপাৰ পৰাই শিক্ষা লাভ কৰি মই সিহঁতৰ প্ৰতি কৃপাপৰবশ হৈছো।"[১] মই যেতিয়া নিৰামিষ ভোজনৰ বাবে মোৰ প্ৰিয় মতৰ কথা কওঁ তেতিয়াই মোৰ এই কথাষাৰিলৈ মনত পৰে।

অহিংসা সাধনা কেৱল খাদ্যাখাদ্য বিচাৰৰ ওপৰত নিৰ্ভৰ নকৰে - ই তাতকৈ শ্ৰেষ্ঠ। অহিংসা সাধনা খাদ্যাখাদ্য বিচাৰক অতিক্ৰম কৰি উৰ্দ্ধত অৱস্থান কৰে। মানুহে কি খায় বা কি পান কৰে সেইটো সামান্য কথা কিন্তু অহিংসা সাধনৰ বাবে মানুহে কিমানখিনি ত্যাগ স্বীকাৰ কৰিব পাৰে, কিমানখিনি আত্মসংযম

কৰিব পাৰে সেইটোহে প্ৰধান কথা। সকলো প্ৰকাৰ উপায়েৰে খাদ্যাখাদ্য বিচাৰত সাৱধান হ'বা, কাৰণ খাদ্যাখাদ্য বিচাৰ প্ৰসংশনীয়। অকল প্ৰশংসনীয়েই নহয় ই আৱশ্যকীয় কথা; কিন্তু মনত ৰাখিবা ই অহিংসাৰ শোভাবৰ্দ্ধকহে মাথোন — কাপোৰত ফুল দিয়া পাড়িৰ নিচিনা। মানুহে খাদ্যৰ বিষয়ত যথেষ্ট স্বেচ্ছাচাৰী হৈও অহিংসাৰ প্ৰতিমূৰ্ত্তি হ'ব পাৰে যদিহে সেই লোকৰ অন্তৰ আনৰ দুখত গলি যায় আৰু যদিহে সেইলোকে ষড়ৰিপু দমন কৰিব পাৰিছে তেন্তে সেইজন লোক আমাৰ পৰম শ্ৰদ্ধাৰ পাত্ৰ। আৰু যদি কোনো এজন লোক খাদ্যাখাদ্য বিচাৰত বৰ সাৱধান কিন্তু তেওঁ অহিংসা পথৰ পথিক হ'ব নোৱাৰে যদিহে তেওঁ হয় ঘোৰ স্বাৰ্থপৰ, অসংযমী আৰু নিষ্ঠুৰ হৃদয়ৰ আৰু তেওঁ হৈ পৰে এজন হীন কৃপাৰ পাত্ৰ হতভাগ্য ব্যক্তি।

ৰিপু সংযম অতি আৱশ্যক যেতিয়া ৰিপুয়ে মানুহক বশীভূত কৰি মনুষ্যত্বৰ ধ্বংস সাধন কৰে; কিন্তু সেই ৰিপুয়ে যেতিয়া সংযতভাৱে মানুহৰ হৃদয়ত মূৰ দাঙি উঠি দেশৰ কল্যাণ বা মানৱ সমাজৰ কল্যাণ সাধনত সহায় কৰে তেতিয়া সেই ৰিপু দমন কৰা মহাপাপ। আনকথাত ক'ব লাগিলে ক'ব লাগিব যে ৰিপু সংযমত স্বাভাৱিক গুণ একো নাই।●

---

(১) No flocks that range the valley free
To slaughter I condemn
Taught by the power that pities me
I learn to pity them.

# অস্পৃশ্যতা বৰ্জ্জন

সকলোৱেঁ এক অগ্নিৰ ফিৰিঙতি। জন্মৰ দ্বাৰা মানুহ অস্পৃশ্য হ'ব নোৱাৰে। জন্মৰ দোহাই দি কোনো মানুহক অস্পৃশ্য কৰা উচিত নহয়।

আজি যিবিলাক মানুহ অস্পৃশ্য বুলি পৰিগণিত হৈছে, সেই বিলাকৰ লগত বন্ধুত্ব স্থাপন কৰিলেই অস্পৃশ্যতা বৰ্জ্জন কৰা নহয়। প্ৰত্যেকজন মানুহকেই নিজৰ দৰেই সম্ভ্ৰম আৰু আদৰ কৰিলেহে অস্পৃশ্যতা বৰ্জ্জন কৰা হ'ব। বিশ্ব জগতৰ সকলো মানুহকে ভাল পাবলৈ আৰু সেৱা কৰিবলৈ মনোবৃত্তি গঠন কৰি ল'লেহে অস্পৃশ্যতা বৰ্জ্জন কৰিব পাৰি। মানুহে মানুহে পৰস্পৰৰ মাজত যিবোৰ শ্ৰেণীগত সীমাৰ বন্ধন ৰাখি চলিছে সেই বন্ধনবোৰ ছিঙি দিলেহে অস্পৃশ্য.তা বৰ্জ্জন কৰা হ'ব। ব্যৱসায় ভেদে কোনো মানুহক অস্পৃশ্য কৰি ৰখা অন্যায় কথা।

মোৰ ধাৰণা এইটোৱে যে যেতিয়া বৰ্ণাশ্ৰম ধৰ্ম্ম আৱিষ্কৃত হৈছিল তেতিয়া উচ্চ নীচ ভেদ নাছিল। এই পৃথিৱীত কোনো উচ্চ বা কোনো নীচ নহয়; সেইবাবে কোনোবাই যদি ভাবে যে মই উচ্চ শ্ৰেণীৰ তেতিয়া তেওঁ কেতিয়াও উচ্চ শ্ৰেণীৰ নহয়। কোনোবাই যদি ভাবে যে তেওঁ নীচ তেতিয়া বুজা যাব যে তেওঁ অজ্ঞ, তেওঁৰ প্ৰভু বা মালিক সকলেহে শিকাই দিছে যে তেওঁ নীচ। কোনো এজন ব্ৰাহ্মণৰ যদি জ্ঞান থাকে, তেন্তে অজ্ঞানী সকলে তেওঁক স্বাভাৱিকতে মান দেখুৱাব; কিন্তু তেওঁ যদি এই সন্মান পোৱাৰ পাছত নিজকে গৰ্ব্বিত বোধ কৰি ভাবে যে তেওঁ উচ্চ শ্ৰেণীৰ লোক, তেওঁ তৎক্ষণাৎ ব্ৰাহ্মণত্বৰ পৰা স্খলিত হয়। গুণীয়ে গুণৰ বলত সদায় সন্মান পাই থাকিব, কিন্তু যেতিয়া গুণীয়ে অহংকাৰ প্ৰকাশ কৰে, তেতিয়া জগতৰ চকুত গুণৰ মূল্য কমি যায়, নাইকিয়া হৈ যায়। সকলো প্ৰকাৰ প্ৰতিভাকে ব্যক্তিয়ে ন্যস্ত দ্ৰব্য বুলি ভাবিব লাগিব আৰু সমাজৰ কল্যাণৰ অৰ্থে তাক ব্যৱহাৰ কৰিব লাগিব। কোনো ব্যক্তিৰে নিজৰ কাৰণে মাথোন জীয়ই থাকিবৰ অধিকাৰ নাই। প্ৰকৃততে অকলে নিজৰ কাৰণে জীয়াই থকা সম্ভৱ নহয়। আমি যেতিয়া সমাজবদ্ধহৈ থাকো তেতিয়াহে আমি প্ৰকৃততে নিজৰ কাৰণে জীয়াই ·থাকো।

প্ৰাচীন কালত যিয়েই নাথাকক, আজিৰ যুগত কোনেও উচ্চ শ্ৰেণীৰ বুলি দাবী জনাই জীৱন নিৰ্ব্বাহ কৰিব নোৱাৰে। আজিৰ সমাজে এই শ্ৰেষ্ঠত্ব স্বেচ্ছায় স্বীকাৰ নকৰে - বাধ্যবাধকতাত স্বীকাৰ কৰিব হয়তো পাৰে। গোটেই জগৎ সজাগ হৈ উঠিছে। এই সজাগতাই হয়তো কোনো প্ৰকাৰ স্বেচ্ছাচাৰিতাৰ উদ্ভৱ কৰাইছে কিন্তু তথাপি উচ্চ-নীচ মনোভাৱ স্বীকাৰ কৰিবলৈ আজিৰ জনমত

ৰাজী নহয় আৰু এই উচ্চ-নীচ মনোবৃত্তিৰ বিৰুদ্ধে আজি সৰ্ব্বত্ৰ সংগ্ৰাম চলিছে। মানৱ আত্মা সকলোৰে সমান - এই উপলব্ধি ক্ৰমে বৃদ্ধি পাব লাগিছে। আমি যে সকলোৱে এক ঈশ্বৰৰ সন্তান এই একমাত্ৰ সত্য ঘটনাই উচ্চ-নীচ ভেদভাৱ বৰ্জ্জন কৰিছে। যেতিয়া আমি কওঁ যে কোনো উচ্চ বা নীচ হৈ ওপজা নাই, তেতিয়া তাৰ অৰ্থ এইটো নহয় যে সকলোৰে প্ৰতিভা সমান বা সকলোৰে প্ৰতিভা সমান হোৱা উচিত। সকলোৰে প্ৰতিভা সমান নহয়, সকলোৰে সমান সম্পত্তি নাই আৰু সকলোৱে সমান সা-সুবিধা পোৱা নাই। তথাপি ভাই-ভনী হিচাপে সকলো সমান, যদিও প্ৰত্যেকে বিভিন্ন স্বভাৱৰ, বিভিন্ন শক্তি সামৰ্থ্যৰ আৰু বিভিন্ন বয়সৰ।

বৰ্ণবিভাগ যদি আধ্যাত্মিক ব্যৱস্থা মাথোন হয়, তাৰ ভিতৰত উচ্চ নীচ ভেদ ভাৱৰ স্থান থাকিব নালাগে। ঠিক সেইদৰে চাৰিবৰ্ণ আছে, সকলো বৰ্ণই সমান মৰ্য্যাদাৰ আৰু এই বৰ্ণ বিলাক জন্মগত। বৰ্ণভেদে যি কৰ্ম্ম বিভাগ আছে সেই কৰ্ম্ম পৰিবৰ্ত্তন কৰিলেই বৰ্ণৰ পৰিবৰ্ত্তন হ'ব পাৰে। কিন্তু বৰ্ণ যদি জন্মগত নহয়, তেতিয়া হ'লেতো তাৰ কোনো অৰ্থই নাথাকে।

বৰ্ণবিভাগ নীতিগত ভাৱে কৰ্ম্ম সম্বন্ধীয় আৰু অৰ্থনীতি সম্বন্ধীয়। বৰ্ণ বিভাগে পূৰ্ব্বে জন্মৰ আৰু বৰ্ত্তমান জন্মৰ বংশৰ প্ৰভাৱ স্বীকাৰ কৰে। সমান সমান শক্তি সামৰ্থ্য আৰু প্ৰকৃতিগত একে প্ৰকাৰৰ স্বভাৱ লৈ সকলোৱে জন্ম গ্ৰহণ নকৰে। পিতা-মাতাই বা ৰাজ্যিক শাসন ব্যৱস্থাই কোনো শিশুৰ বুদ্ধি বৃত্তি জুখিব নোৱাৰে। কিন্তু প্ৰত্যেক শিশুৱে যদি বংশানুক্ৰমিক ব্যৱসায় গ্ৰহণ কৰে তাত কোনো অসুবিধা নাই। পাৰিপাৰ্শ্বিকতা বা পূৰ্ব্ব জন্মৰ প্ৰভাৱৰ দ্বাৰা নিৰ্দ্দেশিত কোনো ব্যৱসায় গ্ৰহণ কৰাতো কোনো অসুবিধা নাই। তেতিয়া হ'লে নিষ্ফল পৰীক্ষা চলাই সময় নষ্ট কৰিব লগীয়াও নহয় আৰু প্ৰতিযোগিতাৰ ক্ষেত্ৰত আপ্ৰাণ যত্ন কৰাৰ আৱশ্যকতা নহয়। তেতিয়াহ'লে সমগ্ৰ সমাজত শান্তি বিৰাজ কৰিব আৰু বৰ্ত্তি থাকিবলৈ জীৱিকাৰ পথ বিচাৰি হাবাথুৰি খাই ফুৰিবও নালাগিব।

হিন্দু ধৰ্ম্মৰ বিষয়ে মই যদি কিবা অলপো জানো তেন্তে মই ক'ম যে বৰ্ণ ধৰ্ম্ম বিশ্বাস কৰিব নোৱাৰাকৈ সহজ আৰু সৰল। ইয়াৰ একমাত্ৰ অৰ্থ হৈছে যে আমি প্ৰত্যেকে আমাৰ পূৰ্ব্ব পুৰুষৰ ব্যৱসায় গ্ৰহণ কৰিব লাগে যেতিয়ালৈকে সেই চিৰাচৰিত ব্যৱসায় মৌলিক নৈতিকতা বিৰোধী নহয় আৰু যেতিয়ালৈকে সেই ব্যৱসায়ৰ উদ্দেশ্য জীৱিকা অৰ্জ্জনৰ পথ মাথোন হৈ থাকে। যদি আমি বৰ্ণ ধৰ্ম্ম পালন কৰো তেতিয়াহ'লে আমি ইহজগতৰ আশা-আকাঙ্খা (পাৰ্থিব সুখ সম্পদ উপাৰ্জ্জন কৰা আশা-আকাঙ্খা) কমাই আনি সীমাৰ ভিতৰত ৰাখিবলৈ সক্ষম হম - এই কথা আমি সকলোৱে সহজে উপলব্ধি কৰিব পাৰো আৰু তেতিয়া আমাৰ শক্তি সামৰ্থ্যই মুকলি মনেৰে বৃহত্তৰ ক্ষেত্ৰ কৰ্ষণৰ সুবিধা পাব

যাৰ দ্বাৰা আমি সেই ক্ষেত্ৰত ঈশ্বৰক পাব পাৰিম।

বৰ্ণাশ্ৰম ধৰ্ম্মই এই পৃথিৱীত মানুহৰ জীৱন লক্ষ্য স্থিৰ কৰি দিছে যে ধন সংগ্ৰহৰ কাৰণে নাইবা জীৱিকা অৰ্জ্জনৰ বিভিন্ন পন্থা আবিষ্কাৰ কৰিবৰ কাৰণে সি জন্ম গ্ৰহণ নকৰে; আনপক্ষে তাৰ জীৱনৰ প্ৰত্যেক শক্তি কণা যাতে একমাত্ৰ পৰমেশ্বৰক অন্বেষণ কৰিবৰ বাবে ব্যৱহাৰ কৰিব পাৰে তাৰবাবেহে তাৰ জন্ম হৈছে। সেইবাবে তাৰ দেহ আৰু আত্মাক একত্ৰ সংযুক্ত কৰি ৰাখিবলৈ সি তাৰ পিতৃ পিতামহৰ ব্যৱসায়তেই নিজক সংযত কৰি ৰাখে। বৰ্ণাশ্ৰম ধৰ্ম্মৰ তাৎপৰ্য্য এয়ে - ইয়াতকৈ বেছিও নহয়, ইয়াতকৈ কমো নহয়।

বৰ্ণাশ্ৰম ধৰ্ম্মত উচ্চ নীচ ভেদৰ প্ৰশ্ন নাই। যদি কাঠ মিস্ত্ৰি এজনক জোতা মিস্ত্ৰি এজনতকৈ উচ্চ বুলি ভবা হয় আৰু এজন ডাক্তৰ বা উকিল এজনক যদি এই দুয়ো জনতকৈ উচ্চ বুলি ভবা হয়, তেতিয়াহ'লে কোনেও স্ব-ইচ্ছাৰে কাঠ মিস্ত্ৰি বা জোতা মিস্ত্ৰি নহ'ব আৰু প্ৰত্যেকেই উকিল বা ডাক্তৰ হ'বলৈ যত্ন কৰিব। তাত সকলোৰে অধিকাৰ আছে আৰু তেনে যত্ন কৰা প্ৰশংসনীয়ও হ'ব। তেতিয়াহ'লে বৰ্ণাশ্ৰম ধৰ্ম্মক অনিষ্টজনক বুলি হীন চকুৰে চাব লাগিব আৰু তাক লোপ কৰি দিব লাগিব।

কিন্তু বৰ্ণাশ্ৰম ধৰ্ম্মত যেতিয়া এইটো ব্যৱস্থা আছে যে প্ৰত্যেকে পিতৃ ব্যৱসায়হে গ্ৰহণ কৰিব, সেই ব্যৱস্থাত তেতিয়াই এই চৰ্ত্ত আৰোপিত হৈ আছে যে জীৱন ধাৰণৰ জোখাৰে সি তাৰ কৰ্ম্মৰ মূল্য পাব। তাতকৈ সি বেছি নাপায়। যদি কাঠ মিস্ত্ৰিজনে জোতা মিস্ত্ৰিজনতকৈ বেছি উপাৰ্জন কৰে আৰু ডাক্তৰ বা উকিলজনে দুয়োজনতকৈ বেছি উপাৰ্জন কৰে, তেন্তে প্ৰত্যেকেই উকিল বা ডাক্তৰ হ'বলৈ যত্ন কৰিব। বৰ্ত্তমান অৱস্থাত সেয়ে হৈছে। নিজ নিজ বৃত্তিৰ প্ৰতি আৰু পৰস্পৰৰ মাজত ঘৃণাৰ ভাৱ বৃদ্ধি হৈছে আৰু সেয়েহে আজি উকিল আৰু ডাক্তৰৰ সংখ্যা প্ৰয়োজনতকৈ বেছি হৈছে। কিন্তু সমাজত উকিল ডাক্তৰৰ যেনে প্ৰয়োজন, কাঠমিস্ত্ৰি আৰু জোতা মিস্ত্ৰিৰো তেনে প্ৰয়োজন। এই চাৰি প্ৰকাৰ বৃত্তিৰ কথা কেৱল উদাহৰণ স্বৰূপেহে কোৱা হৈছে। সমাজত কিটোৰ বিশেষ আৱশ্যক, কিটোৰ আৱশ্যক নাই সেই কথা চিন্তা নকৰিলে নচলিব।

তেন্তে বৰ্ণাশ্ৰম ধৰ্ম্মৰ এইটো এটা অবিভাজ্য কথা এই যে পুথিগত বিদ্যা শিক্ষা কৰাটো এটা ব্যৱসায় নহয় আৰু তাৰ দ্বাৰা ধন সংগ্ৰহ কৰাটোও উদ্দেশ্য নহয়। গতিকে ব্যক্তিৰ কৰ্ম্ম সম্পাদনৰ ক্ষেত্ৰত তেওঁ উকিলেই হওক বা ডাক্তৰেই হওক তেওঁ মাত্ৰ জীৱন ধাৰণৰ উপযোগীকৈহে কৰ্ম্মৰ মূল্য পাব আৰু সেয়ে আছিল পূৰ্ব্বৰ ৰীতি। গাৱঁলীয়া বৈদ্য এজনে কাঠমিস্ত্ৰি এজনতকৈ বেছি উপাৰ্জন নকৰিছিল, তেওঁ মাথোন জীৱন ধাৰণৰ উপযোগীকৈ তেওঁৰ কৰ্ম্মৰ মূল্য পাইছিল। সংক্ষেপতে ক'ব লাগিলে এইটোকে ক'ব লাগিব যে সকলো কৰ্ম্ম বা ব্যৱসায়ৰ মূল্য সমান হ'ব

লাগিব আৰু তাৰ পৰিমাণ হ'ব জীৱন ধাৰণৰ উপযোগীকৈহে মাথোন। বৰ্ণ বা জাতি হিচাবে তাৰ সংখ্যা যিমানেই নহওক তাৰ কোনো মূল্য নাই। তাৰ মূল্য ইমানেই যে বৰ্ণই বা জাতিয়ে তাৰ কৰ্ত্তব্য কৰ্ম্ম নিৰ্দ্ধাৰণ কৰে মাথোন। সেই বৰ্ণ বা জাতি এটাই হওঁক বা বহুতেই হওঁক শাস্ত্ৰত তাৰ সংখ্যা চাৰিটা ধৰা হৈছে; কিন্তু আমি যেতিয়া তাৰ মৰ্য্যাদা সমান স্তৰত বুলি নিৰ্দ্ধাৰণ কৰিছো তেতিয়া জাতিৰ সংখ্যা চাৰিটাই হওক বা এটাই হওক তাৰ কোনো ভেদ বা পাৰ্থক্য নাই।

মই দুটা মূল নীতিৰ কথা ইতিপূৰ্ব্বে উল্লেখ কৰিছো যে সমাজত উচ্চ নীচ ভেদ থাকিব নোৱাৰিব আৰু সকলো কৰ্ম্মৰে মূল্য হ'ব জীৱন ধাৰণ উপযোগী হিচাবে আৰু তাৰ পৰিমাণ সৰ্ব্বত্ৰ সমান হ'ব। এই নীতি দুটা গৃহীত হ'লে সমাজৰ প্ৰকৃত উপকাৰ সাধিত হ'ব।

প্ৰশ্ন উঠিব পাৰে যে তেতিযাহ'লে কোনেও জ্ঞান উপাৰ্জ্জনৰ বাবে বিদ্যা শিক্ষা নকৰিব। কিন্তু বৰ্ত্তমান যি উদ্দেশ্যেৰে বিদ্যা শিক্ষা কৰা হয়, সেই উদ্দেশ্যই সমাজ কলুষিত কৰিছে। সেইকাৰণে তেনে উদ্দেশ্য সাধনত নিৰুৎসাহ কৰি দিলে সি সমাজৰ কাৰণে মঙ্গলৰ কাৰণ হ'ব। প্ৰকৃততে জ্ঞান উপাৰ্জ্জন কৰিব লাগে ব্যক্তিৰ মুক্তি বা পৰিত্ৰাণৰ কাৰণে তথা মানৱ জাতিৰ সেৱাৰ কাৰণে। যাৰে সেৱা মনোবৃত্তি আছে সেয়ে উপযুক্ত জ্ঞান উপাৰ্জ্জনৰ বাবে যত্ন কৰিব আৰু সেই জ্ঞানে তাৰ নিজক আৰু তাৰ সমাজক অলঙ্কাৰৰ দৰে শোভিত কৰি তুলিব। পুনঃ যেতিয়া ধন সংগ্ৰহৰ লোভ আঁতৰাই দিয়া হ'ব তেতিয়া পঠনীয় পাঠ্যক্ৰমৰ পৰিবৰ্ত্তন ভালৰ ফালে হ'ব আৰু শিক্ষানীতিৰ পৰিবৰ্ত্তনো ভালৰ ফালে হ'ব। বৰ্ত্তমানৰ ক্ষেত্ৰত জ্ঞানৰ বৰ অপব্যৱহাৰ হ'ব ধৰিছে। নতুন বিধানত এই অপব্যৱহাৰ নিচেই কম হৈ যাব।

তেতিয়াও সৎ আৰু কাৰ্য্যক্ষম হোৱাৰ প্ৰতিযোগিতা থাকিব। তেতিয়া সকলোৱে জীৱন-ধাৰণৰ উপযোগী কৰ্ম্মৰ মূল্য পাই থকা বাবে সমাজত কোনো অশান্তি বা বিশৃঙ্খলা নাথাকিব।

বৰ্ণ বা জাতি সম্পৰ্কে বৰ্ত্তমান সমাজত ভুল ধাৰণা আছে। উপৰত উল্লেখ কৰা নীতি অৱলম্বন কৰি সেই ভুল ধাৰণা আঁতৰ কৰিব লাগিব। আস্পৃশ্যতা দুৰীভূত কৰিব লাগিব। যাৰে লগত ইচ্ছা তাৰে লগত সহভোজন কৰিব পাৰিব। যাকে ইচ্ছা তাকে বিয়া কৰাব পাৰিব কিন্তু নীতিগত হিচাবে নিজৰ জাতিৰ ভিতৰতে বিয়া কৰাব। যদি কোনো এজনে আন জাতিৰ লগত বিয়া পাতে, সেইটো পাপ বুলি ধৰা নহ'ব। জাতি হিচাবে কোনো এটা জাতি আছুতীয়া হৈ থাকিব নোৱাৰিব কিন্তু ব্যক্তিৰ স্বভাৱ চৰিত্ৰৰ দোষৰ বাবে সমাজে কোনো এজনক আছুতীয়া কৰি ৰাখিব পাৰিব। তেতিয়া সমাজ বৰ্ত্তমানতকৈ বেছি ভালকৈ সংগঠিত হ'ব আৰু সমাজৰ পৰা বৰ্ত্তমানৰ অপবিত্ৰতা আৰু কটিলতা আঁতৰি যাব।●

# সৰ্ব্ব ধৰ্ম্মে সমানত্ব

সকলো ধৰ্ম্মই একেটি লক্ষ্যত উপনীত হ'বলৈ বিভিন্ন পন্থা মাথোন। আমি যদি আটাইবিলাকে একে ঠাইতে উপস্থিত হওঁ - বেলেগে বেলেগ বাটেৰে যোৱাত দোষ কি? প্ৰকৃততে যিমান বিলাক ব্যক্তি আছে সিমানবিলাক ধৰ্ম্ম আছে।

অহিংসাই নিজৰ ধৰ্ম্মৰ নিচিনাকৈ আনৰ ধৰ্ম্মকো সন্মান কৰিবলৈ শিকায়। তাৰ দ্বাৰা নিজৰ নিজৰ ধৰ্ম্মৰ অসম্পূৰ্ণতাও স্বীকাৰ কৰা হয়। যি লোকে প্ৰেমৰ নীতি মানি চলে তেনে সত্যান্বেষী লোকে এনে কথা সহজেই স্বীকাৰ কৰিব। আমাৰ মনত যেতিয়া সত্যৰ পোহৰ সম্পূৰ্ণকৈ উদয় হ'ব, তেতিয়া আমি সত্যান্বেষী হৈয়ে নাথাকিম; তেতিয় ভগবানৰ সত্তাৰ লগত এক হৈ যাম; কাৰণ সত্যই ঈশ্বৰ। অকল সত্যান্বেষী হৈ থাকিলে আমি অন্বেষণৰ বাটেৰেই গৈ থাকিম আৰু আমি নিজ অসম্পূৰ্ণতাৰ বিষয়ে জ্ঞাত হৈ থাকিম। আমি যদি নিজেই অসম্পূৰ্ণ হৈ থাকো তেন্তে আমাৰ কল্পিত ধৰ্ম্মও অসম্পূৰ্ণ। আমি যেনেকৈ ঈশ্বৰক উপলব্ধি কৰিব পাৰা নাই ঠিক তেনেকৈ ধৰ্ম্মকো উপলব্ধি কৰিব পাৰা নাই - যিহেতুকে ধৰ্ম্মই আমাৰ ধাৰণা অনুসাৰে গঢ় লৈছে। সেই হেতুকে ই অসম্পূৰ্ণ হৈ থকাত ই সদায় প্ৰগতিমূলক আৰু বিৱৰ্ত্তনমূলক। এই বিৱৰ্ত্তনৰ বাটেদিহে সত্যৰ ফালে, ঈশ্বৰৰ ফালে গতি কৰা সম্ভৱ। মানুহৰ কল্পিত বিশ্বাস বা সকলো ধৰ্ম্ম আদি যেতিয়া অসম্পূৰ্ণ হৈ থাকে তেতিয়া তুলনামূলক বৈশিষ্ট্যৰ প্ৰশ্ন নুঠে। সকলো ধৰ্ম্মই  সত্যৰ স্বতঃস্ফুৰণৰ ভিত্তিত প্ৰতিষ্ঠিত হ'লেও ই অসম্পূৰ্ণ হৈ থকা বাবে ভ্ৰমমূলক হ'ব পাৰে। আনৰ ধৰ্ম্মৰ প্ৰতি সম্ভ্ৰম দেখুৱা বাবে সেই ধৰ্ম্মৰ দোষবোৰৰ প্ৰতি অসাৱধান হ'ব নালাগে। আমি আমাৰ নিজৰ ধৰ্ম্মৰ দোষবোৰৰ বিষয়ে সজাগ থাকিব লাগে, কিন্তু সেই বুলি নিজ ধৰ্ম্ম এৰিব নালাগে; কিন্তু সেই দোষবোৰৰ সংশোধন কৰিবলৈ যত্ন কৰিব লাগে। নিৰপেক্ষ দৃষ্টিৰে সকলো ধৰ্ম্মৰ প্ৰতি দৃষ্টিপাত কৰিলে আন আন ধৰ্ম্মৰ গ্ৰহণীয় নীতিবোৰ ল'বলৈ আৰু আমাৰ ধৰ্ম্মৰ লগত সমন্বয় কৰিবলৈ আমিতো ইতস্ততঃ কৰিবই নালাগে, বৰঞ্চ এই সমন্বয় ঘটোৱা আমাৰ কৰ্ত্তব্য।

গছ এজোপাৰ যেনেকৈ গুৰি এটা কিন্তু বহু শাখা-প্ৰশাখা আৰু পাত আছে, সেইদৰে সত্য আৰু সম্পূৰ্ণ ধৰ্ম্ম এটাই; কিন্তু সেই ধৰ্ম্ম মানুহৰ মাধ্যমেদি গতি কৰা বাবে সি বহু হৈ পৰে। সেই যে এটা সম্পূৰ্ণ ধৰ্ম্ম সি অনিৰ্ব্বচনীয় - তাক বাক্যেৰে বৰ্ণনা কৰিব নোৱাৰি। সসীম আৰু অসম্পূৰ্ণ মানুহে তাক নিজৰ

ভাষাৰে বৰ্ণনা কৰে আৰু সেই ভাষা আন মানুহে সমানে অসম্পূৰ্ণভাৱে ব্যাখ্যা কৰে। কাৰ ব্যাখ্যা সত্য বুলি লোৱা হ'ব? প্ৰত্যেকে নিজৰ নিজৰ মতে নিৰ্ভুল কিন্তু প্ৰত্যেকৰেই যে ভুল আছে সেইটোও অসম্ভৱ নহয়। সেইবাবে আন ধৰ্ম্মৰ প্ৰতি সহিষ্ণুতা দেখুৱাব লাগে আৰু তাৰ দ্বাৰা নিজৰ ধৰ্ম্মৰ প্ৰতি উদাসীনতা দেখুৱা নহয় বৰঞ্চ জ্ঞানময় আৰু পৱিত্ৰতাময় অনুৰাগহে দেখুৱা হয়। সহিষ্ণুতাই আমাক আধ্যাত্মিক দৃষ্টি দিয়ে। এই আধ্যাত্মিক দৃষ্টি সুমেৰুৰ পৰা কুমেৰু যিমান দূৰৈত থাকে ধৰ্ম্মান্ধতাৰ পৰা সিমান দূৰৈত থাকে। ধৰ্ম্মৰ আচল যি জ্ঞান সেই জ্ঞানে ইটো ধৰ্ম্মৰ পৰা সিটো ধৰ্ম্মৰ মাজত থকা সীমাৰেখা বা প্ৰতিবন্ধকতা ভাঙি পেলায়।●

# স্বদেশী

গান্ধীজীয়ে কৈছে যে স্বদেশীভক্ত লোকসকলৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য হৈছে তেওঁ তেওঁৰ নিচেই ওচৰ চুবুৰীয়াৰ সেৱাত আত্মনিয়োগ কৰিব লাগিব। ইয়াৰ দ্বাৰা বাকী বিলাকৰ প্ৰতি কৰ্ত্তব্য কৰা নাইবা বাকী বিলাকৰ স্বাৰ্থ ৰক্ষা কৰা কথা বাদ পৰা যেন দেখা যায়; কিন্তু প্ৰকৃততে সেইটো নহয়। নিজৰ প্ৰতিবেশীৰ প্ৰতি নিঃস্বাৰ্থ সেৱাই দূৰৈত থকা লোকৰ প্ৰতি সেৱাহীনতা প্ৰকাশ নাপায়, বৰঞ্চ ওলোটাহে। ব্যক্তিৰ প্ৰতি যেনে সমগ্ৰ বিশ্বৰ প্ৰতিও তেনে ব্যৱহাৰ কৰিব লাগিব এই নীতি অন্তৰত বদ্ধমূল কৰি ল'ব লাগিব। আনফালে নিজৰ প্ৰতিবেশীক এৰি দূৰৈৰ মানুহক সেৱা কৰা মনোভাৱৰ আকাঙ্খাই এফালে নৈৰাশ্যৰ কাৰণ হ'ব, আনফালে নিজৰ প্ৰতিবেশীৰ প্ৰতি কৰিব লগা কৰ্ত্তব্যৰ পৰা বঞ্চিত কৰিব। উদাহৰণ স্বৰূপে লোৱা যাওঁক - মই যি ঠাইত থাকো তাত মোৰ কিছুমান প্ৰতিবেশী আছে। কিছুমান আত্মীয় স্বজন আছে আৰু কিছুমান পোষ্য আছে। স্বাভাৱিকতে তেওঁলোকে মোৰ ওপৰত কিছু আশা ৰাখে আৰু তেনেদৰে মোৰ পৰা সহায় সহানুভূতি পাবলৈ তেওঁলোকৰ অধিকাৰ আছে। মই যদি হঠাতেই তেওঁলোকক এৰি যাওঁ আৰু দূৰৈৰ মানুহৰ সেৱাত হে আত্মনিয়োগ কৰো তেতিয়া হ'লে মোৰ থকা ঠাইৰ প্ৰতিবেশী আৰু পোষ্যসকলক নিৰাশ কৰা হ'ব আৰু মোৰ অযাচিত পৰোপকাৰৰ মনোভাৱে নতুন ঠাইৰ মানুহৰ মাজত অস্বস্তিৰ বাতাবৰণৰ সৃষ্টি কৰিব। এইদৰে প্ৰতিবেশীৰ প্ৰতি স্বেচ্ছাকৃত অৱহেলা আৰু মই সেৱা কৰিব খোজা লোকৰ প্ৰতি অবাঞ্ছিত সেৱাত পৰাঙ্মুখতাই হ'ব স্বদেশী নীতি ভঙ্গৰ প্ৰথম শাস্তি।

স্বদেশী নীতি ভুলকৈ বুজাৰ পৰা এই অন্যায় সাধিত হয়। যেনে - মই যদি নিজৰ পৰিবাৰবৰ্গৰ সুখ-স্বাচ্ছান্দ্যৰ বাবে ন্যায় বা অন্যায় যিকোনো প্ৰকাৰে ধন ঘটিবলৈ যত্ন কৰো তেতিয়া সি স্বদেশী নীতিৰ ভাণ কৰাহে হ'ব মাথোন। স্বদেশী নীতি অনুসাৰে মোৰ পৰিবাৰবৰ্গৰ প্ৰতি যথোপযুক্ত কৰ্ত্তব্য ন্যায়সঙ্গত ৰূপে কৰাতকৈ বেচি কৰিব নালাগে আৰু তেনেদৰে কৰ্ত্তব্য কৰাৰ প্ৰচেষ্টাৰ দ্বাৰা সাৰ্ব্বজনীন সদাচাৰৰ ধাৰা মোৰ আগত স্পষ্ট হৈ উঠিব। স্বদেশী নীতি অভ্যাসৰ দ্বাৰা কাৰো প্ৰতি ক'তো অন্যায় হ'ব নোৱাৰে আৰু কাৰো যদি কোনো প্ৰকাৰে অন্যায় হয় তেন্তে সি স্বধৰ্ম্ম নহৈ আত্মাভিমানত পৰিণত হ'ব।

কোনো কোনো সময়ত এনেও হ'ব পাৰে যে স্বদেশী সেৱকে সাৰ্ব্বজনীন

সেৱাৰ বাবে নিজৰ পৰিবাৰবৰ্গৰ স্বাৰ্থ বলি দিবৰ আৱশ্যক হ'ব পাৰে। তেতিয়া এই স্বেচ্ছাকৃত বলিদানেই পৰিবাৰবৰ্গৰ প্ৰতি সৰ্ব্বোত্তম কৰ্ত্তব্য কৰা হ'ব। "যেয়ে জীৱন ৰক্ষা কৰে তেৱেঁই মৰিব আৰু ভগৱানৰ কাৰণে যেয়ে জীৱন উছৰ্গা কৰে তেৱেঁহে বাচি থাকিব" এই কথা ব্যক্তিগত হিচাপে যিমান সঁচা পৰিবাৰ সমষ্টিৰ বাবেও সিমান সঁচা। আন এটা উদাহৰণ লোৱা যাওঁক। মোৰ নিজৰ গাৱঁত প্লেগ মহামাৰীয়ে দেখা দিছে। প্লেগত পৰা মানুহবিলাকক সেৱা কৰিবলৈ যাওঁতে যদি মোৰ স্ত্ৰী পুত্ৰ পৰিবাৰ নিশ্চিহ্ন হৈ যায়, তেতিয়া মোৰ সেই প্ৰিয়তম আত্মীয়সকলক এই কামত নিয়োগ কৰা বাবে মই পৰিবাৰবৰ্গৰ বিনাশক নহও, বৰঞ্চ সৰ্ব্বোত্তম বন্ধু হে হ'ম। স্বদেশী নীতিত স্বাৰ্থপৰতাৰ স্থান নাই আৰু যদিহে স্বাৰ্থপৰতা আছে সেই স্বাৰ্থপৰতা হৈছে সৰ্ব্বোচ্চ ধৰণৰ আৰু সেই স্বাৰ্থপৰতা পৰোপকাৰিতাৰ উচ্চতম আদৰ্শ। বিশুদ্ধ স্বদেশী হৈছে - সৰ্ব্বজনীন সেৱাৰ চৰম সীমা।

এই যক্তি অনুসৰণ কৰিয়েই স্বদেশী নীতিৰ অতি আৱশ্যকীয় আৰু সৰ্ব্বপ্ৰধান সিদ্ধান্ত স্বৰূপে সমাজত খাদী প্ৰচলন নীতি গান্ধীজীয়ে গ্ৰহণ কৰিছিল। গান্ধীজীয়ে নিজকে নিজে প্ৰশ্ন কৰিছিল যে বৰ্ত্তমান সময়ত কোটি কোটি নিৰ্ব্বাক ভাৰতবাসীয়ে কি সেৱা বিচাৰে, কি ধৰণৰ সেৱা সকলোৱে সহজে বুজি পাব আৰু উপলব্ধি কৰিব পাৰিব আৰু কি ধৰণৰ সেৱা সহজ হ'ব পাৰে যাৰ দ্বাৰা কোটি কোটি ভাৰতীয় নৰনাৰী অৰ্দ্ধাহাৰী অৱস্থাৰ পৰা ৰক্ষা পৰিব পাৰে? গান্ধীজীয়ে নিজৰ অন্তৰৰ পৰা তাৰ উত্তৰ পালে যে খাদী আৰু যঁতৰৰ সাৰ্ব্বজনীন প্ৰচলনৰ দ্বাৰা এই অভাৱ বা চৰ্ত্ত পূৰণ হ'ব পাৰে।

খাদীৰ মাধ্যমত স্বদেশী অভ্যাসৰ দ্বাৰা ভাৰতীয় বা বিদেশীয় কল-কাৰখানাৰ মালিকবিলাকৰ অন্যায় হ'ব বুলি যেন কোনেও নাভাবে - গান্ধীজীয়ে কৈছিল। এজন চোৰক যদি তাৰ পাপ কৰ্ম্মৰ বাবে সাৱধান কৰি দিয়া হয় নাইবা সি চুৰি কৰি নিয়া সম্পত্তি মালিকক ঘূৰাই দিবলৈ কোৱা হয়, তাৰ দ্বাৰা চোৰক অন্যায় কৰা নহয় বৰঞ্চ উপকাৰহে কৰা হ'ব।

কোনো প্ৰকাৰে অলপমান সূতা কাটি আৰু সেই সূতাৰে কাপোৰ বুই পিন্ধিলেই স্বদেশী অভ্যাস কৰা হয় বুলি যেন কোনেও নাভাবে। স্বদেশী ধৰ্ম্ম সমাজত পালন কৰাৰ খাদী হৈছে প্ৰথম আৰু অপৰিহাৰ্য্য সোপান। বহুতে খাদী পিন্ধে কিন্তু তেওঁলোকৰ ৰুচি বিদেশজাত বস্তুৰ প্ৰতি যথেষ্ট আছে। তেনে মানুহে স্বদেশী অভ্যাস কৰা বুলি ক'ব নোৱাৰি। তেওঁলোকে কেৱল ফেচন কৰিছে; স্বদেশী সেৱক এজনে নিজৰ পাৰিপাৰ্শ্বিক অৱস্থা ভালদৰে বুজি ল'ব আৰু সাধ্য অনুসাৰে স্থানীয় বস্তু নিকৃষ্ট বা অধিক মূল্যৰ হ'লেও বিদেশী বস্তুতকৈ বা আন ঠাইত হোৱা বস্তুতকৈ অধিক সমাদৰ দেখুৱাই নিজৰ প্ৰতিবেশীক সহায় কৰিব লাগিব। স্থানীয় কোনো বস্তুৰ যদি কোনো দোষ থাকে সেই দোষ শুধৰাবলৈ যত্ন

কৰিব কিন্তু স্থানজাত বস্তুটোৰ দোষৰ বাবে তেওঁ বিদেশজাত বস্তুৰ সমাদৰ নেদেখুৱাব।

আকৌ স্বদেশীক ৰক্ষা-কবচ হিচাবে ব্যৱহাৰ নকৰিলে বহুতো ভাল ভাল বস্তু বা নীতিৰ নিচিনা তাৰ মৃত্যু বা অৱসান ঘটা সম্ভৱ। এই বিপদৰ পৰা সাৱধান হ'ব লাগিব। বিদেশী বুলিয়েই কোনো বস্তু পৰিত্যাগ কৰিব নালাগে। যি বস্তু নিজ দেশত উৎপন্ন কৰা সম্ভৱ নহয় তেনে বস্তু উৎপাদন কৰিবলৈ যত্ন কৰাত জাতীয় সময় আৰু অৰ্থৰ অপব্যয়হে কৰা হ'ব আৰু সি জাতীয়তা আৰু স্বদেশীৰ বিৰুদ্ধ নীতিত পৰিগণিত হৈ দণ্ডনীয় মূৰ্খতাত হে পৰিণত হ'ব। শুদ্ধ স্বদেশী সেৱকে কোনো বিদেশীৰ প্ৰতি অসদ্ভাৱ ৰাখিব নোৱাৰে বা জগতত কাৰো প্ৰতি শত্ৰুভাৱ পোষণ কৰিব নোৱাৰে। স্বদেশী ঘৃণাৰ ধৰ্ম্ম নহয়। ই নিঃস্বাৰ্থ সেৱাৰ নীতি। ইয়াৰ মূল হৈছে অহিংসা বা প্ৰেম।

একাদশ ব্ৰতত দিয়া উপদেশবোৰ সকলো ধৰ্ম্মৰে মূলনীতিত নিহিত আছে। ইয়াৰ অভ্যাসৰ দ্বাৰা চৰিত্ৰ গঠন হয় আৰু সকলো ধৰ্ম্মৰে প্ৰতি সমান মনোভাৱ গঢ়ি উঠে। পাঠ্য জীৱনত এই ব্ৰত গ্ৰহণ কৰি আজীৱন মানুহে ৰক্ষা কৰিলে এটি সুস্থ, সবল আৰু নৈতিক জ্ঞানসম্পন্ন জাতি গঢ়ি উঠিব তাত সন্দেহ নাই।●

# ভাৰতীয় জ্যোতিৰ্বিজ্ঞানৰ ৰহস্য

ভাৰতীয় জ্যোতিষ বেদৰ চক্ষু; কাৰণ বেদৰ জ্ঞান বৈদিক ঋষি সকলৰ চক্ষুত উদ্ভাসিত হয় - আকাশত বিদ্যমান অসংখ্য তৰাৰ লগত চন্দ্ৰৰ সম্বন্ধ কি তাৰ অন্বেষণত। আকাশত থকা অসংখ্য তৰাৰ ভিতৰত কেইটিমান তৰাক চন্দ্ৰই কেতিয়াও এৰি নাযায়। আজি যি তৰাটোৰ পৰা চন্দ্ৰ আঁতৰি যায়, ২৭/২৮ দিনৰ পাছত আকৌ সেই তৰাটোৰ ওচৰতে আবিৰ্ভূত হয়, গতিকে চন্দ্ৰই নিজৰ গতিপথত এই ২৭ দিন বা ২৮ দিনৰ ভিতৰত যিবিলাক তৰাৰ লগত সাক্ষাৎ কৰে সেই তৰাবিলাকৰ লগত চন্দ্ৰৰ নিশ্চয় এটা স্থায়ী সম্বন্ধ আছে। পঞ্চনদৰ তীৰবাসী বৈদিক ঋষি সকলৰ প্ৰাণত এটা আত্ম বিহ্বল অনুসন্ধিৎসা জাগি উঠে যাৰ দ্বাৰা প্ৰভাৱিত হৈ ঋষি সকলে গ্ৰহ গতিৰ তথ্য অনুসন্ধানত ব্যাপৃত হয়। ইয়াৰ ফল স্বৰূপে ঋষি সকলৰ অন্তৰত জ্যোৰ্তিজ্ঞানৰ বীজ অঙ্কুৰিত হয়। তাৰ পাছত এই জ্ঞান বীজ ঋগ্‌বেদত বপন কৰা হয়। প্ৰশ্ন হৈছে - কোন সময়ত এই জ্ঞানবীজ অঙ্কুৰিত হৈ বেদৰ সৃষ্টি হৈছিল। বৈদিক দৃষ্টিভঙ্গীৰে বা ভাৰতীয় শাস্ত্ৰৰ দৃষ্টিভঙ্গীৰে এই কাল নিৰ্ণয় কৰা দুৰূহ ব্যাপাৰ; কাৰণ বেদ আৰু যজ্ঞ সৃষ্টিৰ লগে লগে উদ্ভাসিত বা উৎপন্ন হোৱা বুলি বেদাদি ভাৰতীয় শাস্ত্ৰত প্ৰতিপন্ন হৈছে। সেই উক্তিত সন্দিহান হৈ আধুনিক পণ্ডিত সকলে বেদৰ উৎপত্তিৰ যুগ বা সময় নিৰ্দ্ধাৰণৰ চেষ্টাত লাগি গ'ল।

ভৰতবৰ্ষত জ্যোাতিষ চৰ্চ্চাৰ সূচনা হয় ঋগ্‌বেদ ৰচনাৰ যুগতেই। ঋগ্‌বেদ যিমান প্ৰাচীন ভাৰতীয় জ্যোতিষো ঠিক সিমানেই প্ৰাচীন। এই গৱেষণাৰ ফলত পৃথিৱীৰ বিভিন্ন পণ্ডিত সকলৰ ভিতৰত মতভেদ আৰম্ভ হ'ল। তাৰ কাৰণ ভাৰতৰ কোনো ধাৰাবাহিক ইতিহাস পোৱা নাযায়। প্ৰাচীন ভাৰতৰ ইতিহাস কালৰ সীমা চিহ্নৰ দ্বাৰা নিৰ্ণয় কৰিব লাগে। বেদ, ব্ৰাহ্মণ, উপনিষদ, দৰ্শন, পুৰাণ প্ৰভৃতি শাস্ত্ৰই বিভিন্ন কালৰ সীমাৰেখা। বৈদিক যুগত ঋতুতে ঋতুতে আৰু সূৰ্য্যৰ উত্তৰায়ন আৰু দক্ষিণায়ন ভেদে গোটেই বছৰ যজ্ঞ কৰা হৈছিল। ঋতুৰ পৰিবৰ্ত্তন লক্ষ্য কৰি ঋষি সকলে এই যজ্ঞ কৰিছিল। অয়ন সম্পৰ্কে জ্ঞানৰ পৰিচয় ঋগ্‌বেদত পোৱা যায়। (ঋগ্‌বেদ - ৩য় মণ্ডল ৩৩/৭ সূক্ত)। উত্তৰায়ন আৰু দক্ষিণায়ন গতিৰ চলনত ঋতু পৰিবৰ্ত্তন হয়। বৈদিক যজ্ঞৰ অনুষ্ঠানৰ আৰম্ভ কালত ঋগ্‌বেদ ৰচিত হৈছিল আৰু ঋগ্‌বেদৰ ৰচনাৰ সময়ত পুৰ্ণবসু নক্ষত্ৰত অয়ন-বিন্দুৰ মিলন আছিল। ইয়াৰ সাক্ষী বেদমন্ত্ৰ। বেদত বৰ্ণিত আছে যে অদিতি ইমানেই ভাগ্যৱতী

যে যজ্ঞৰ আৰম্ভ আৰু সমাপ্তি তাতেই হয়। (অদিতি পুনৰ্বসু নক্ষত্ৰৰ দেৱতা)। ইয়াৰ অৰ্থ যজ্ঞই বছৰ।

অয়ন গতি কালক্ৰমত পুনৰ্বসু নক্ষত্ৰৰ পৰা পিছুৱাই গৈ আৰ্দ্ৰা নক্ষত্ৰত পৰিলগৈ। আৰ্দ্ৰাৰ অধিপতি ঝড় ধুমুহাৰ দেৱতা ৰুদ্ৰ। আৰ্দ্ৰাত অয়ন বিন্দুৰ মিলনত ঝড় ধুমুহা আৰু প্ৰৱল বৃষ্টি হৈছিল কাৰণে ঋষি সকলে সেই সময়ত ৰুদ্ৰযজ্ঞ আৰম্ভ কৰিছিল। কালক্ৰমত ৰুদ্ৰযজ্ঞই দুৰ্গোৎসৱত পৰিণত হয়। প্ৰসঙ্গক্ৰমে কোৱা হয় যে ৰুদ্ৰই শিৱ বুলি পুৰাণ আদিত বৰ্ণিত আছে। শিৱক অনাৰ্য্য দেৱতা বুলিবৰ কোনো উপায় নাই। সেইটো অন্য কথা। তাৰ পাছত অনয় বিন্দুৰ মিলন আৰ্দ্ৰা নক্ষত্ৰৰ পৰা পিছুৱাই গৈ যেতিয়া মৃগশিৰা আৰু ৰোহিনী নক্ষত্ৰলৈ গুচি গ'ল তেতিয়া ঋষি সকলে অয়নৰ পশ্চাদপসৰণ লক্ষ্য কৰি যক্ষৰ কালৰ ঐক্য ৰক্ষা কৰিলে। এইখিনিতে ব্ৰহ্মাৰ অৰ্থাৎ প্ৰজাপতিৰ স্বীয় কন্যা অপহৰণৰ ৰূপকৰ ব্যাখ্যা পোৱা যায়। ৰূপক আখ্যানত আছে যে প্ৰজাপতি স্বীয় কন্যা ৰোহিণীৰ ৰূপত মুগ্ধ হৈ তেওঁৰ প্ৰতি ধাবিত হৈ যোৱাত ৰোহিণী লাজতে মৃগীৰূপ লৈ পলায়। প্ৰজাপতিয়েও মৃগৰূপ ধৰি ৰোহিণীক অনুসৰণ কৰিলে। পাছফালৰ পৰা আৰ্দ্ৰা নক্ষত্ৰপতি ৰুদ্ৰ মৃগৰূপ ধাৰণ কৰি মৃগৰূপী প্ৰজাপতিৰ শিৰশ্চেদন কৰিলে আৰু সেই শিৰ নিজৰ অঙ্গত ধাৰণ কৰিলে। সেইবাবে এই কালক মৃগশিৰাকাল বোলে। গীতাত এই মৃগশিৰা কালৰ উল্লেখ আছে। এইদৰে নক্ষত্ৰে নক্ষত্ৰে অয়ন গতিৰ পৰা ঋষি সকলে ঋতুৰ পৰিবৰ্ত্তন লক্ষ্য কৰি যজ্ঞ কালৰ সীমাৰেখা ভেদ, ব্ৰাহ্মণ উপনিষদ প্ৰভৃতি শাস্ত্ৰ আমাৰ বাবে এৰি থৈছে। তেওঁলোকে ধাৰাবাহিক ৰূপে ইতিহাস ৰচনা কৰা নাই। আধুনিক ধাৰাবাহিক ইতিহাস ৰচনাৰ দৃষ্টিভঙ্গীত কাল নিৰ্ণয় কৰা কিমান কঠিন সমস্যা সহজেই অনুমেয়। প্ৰাচীন কালৰ ধৰ্ম্মশাস্ত্ৰ অৱলম্বন কৰি ঋতুৰ পৰিবৰ্ত্তন আৰু অয়ন গতিৰ দ্বাৰা কাল নিৰ্ণয়ত জ্যোতিষ শাস্ত্ৰই প্ৰাচীন কালৰ সীমাৰেখা নিৰ্ণয় কৰাত যথেষ্ট বৰঙনি যোগায়। আধুনিক ঐতিহাসিকৰ কাল নিৰ্ণয়ত এই গণনাই বহু প্ৰকাৰ ব্যতিক্ৰমৰ সৃষ্টি কৰে তাত সন্দেহ নাই।

আধুনিক দৃষ্টিভঙ্গীৰে গণনা কৰিলে আজিৰ ১৯৭০ খৃষ্টাব্দৰ এই কালটোৰ বয়স হয় ৮৬৪৮ বছৰ অৰ্থাৎ খৃষ্ট পূৰ্ব ৬৬৭৮ চনত ঋগ্‌বেদ ৰচিত হৈছিল। এইদৰে গণনা কৰি লোকমান্য বালগঙ্গাধৰ তিলকে ঋগ্‌বেদৰ ৰচনা কাল ৬৫০০ খৃষ্ট পূৰ্বাব্দ ধৰিছে। জ্যোতিৰ শাস্ত্ৰৰ উৎপত্তিও ইমান পুৰণি। এই সময়ৰ পৰাই ঋগ্‌বেদত জ্যোতিষৰ বীজ বপন। তাৰ পাছত বেদৰ অন্তৰ্গত ক্ৰিয়া কাণ্ডৰ শাস্ত্ৰ, ব্ৰাহ্মণ, পুৰাণ আৰু সামাজিক ব্যৱস্থাৰ নিয়ামক স্মৃতিশাস্ত্ৰৰ ভিতৰত গ্ৰহ নক্ষত্ৰৰ প্ৰভাৱ আৰু তাৰ ফলাফলে স্থান পায়। এইদৰে জ্যোতিষ শাস্ত্ৰৰ জ্ঞান ক্ৰমে ক্ৰমে দৰ্শন, সাহিত্য, কাব্য আৰু চিকিৎসা বিজ্ঞানৰ মাজত প্ৰসাৰ লাভ কৰে।

ইউৰোপত যেতিয়া নৱ জ্ঞানৰ অভ্যুদয়ৰ সময় উপস্থিত হোৱা নাই, পশ্চিমৰ দেশ বিলাক যেতিয়া অন্ধকাৰত মগ্ন, সেইসময়তে ভাৰতত জ্ঞানৰ পোহৰ পৰে। ঋগ্‌বেদৰ বহু হাজাৰ পাছত ৪৬৭ খৃষ্টাব্দত ভাৰতৰ জ্যোতিৰ্বিজ্ঞান ক্ষেত্ৰত আৰ্য্য ভট্টৰ আবিৰ্ভাৱ হয়। এই আৰ্য্য ভট্ট কোপাৰনিকাছৰ প্ৰায় ১০০০ বছৰ পূৰ্ব্বে 'পৃথিৱীহে ঘূৰে এই মত' আৰ্য্য ভট্ট তন্ত্ৰত লিপিবদ্ধ কৰে। ঐতিহাসিক আলবাৰুনিৰ ভাৰত সম্পৰ্কীয় ইতিহাসত পোৱা যায় যে আৰ্য্য ভট্টৰ জন্ম হৈছিল পাটনাত। ডক্টৰ থিবোই আৰ্য্য ভট্ট সম্পৰ্কে কয় যে আৰ্য্য ভট্টই সৰ্ব্ব প্ৰথম ক্যালকুলাছৰ সূক্ষ্ম গণিত প্ৰয়োগ কৰে। ইয়াত বাদেও তেওঁৱেই প্ৰথমে পৃথিৱী নিজ অক্ষৰেখাত দৈনিক আৱৰ্ত্তন কৰে বুলি দিন আৰু ৰাতিৰ কাৰণ নিৰ্ণয় কৰে। ক্যালকুলাছ গণিতৰ আৱিষ্কাৰ ভাৰততেই। আৰ্য্য ভট্টৰ আৰ্য্য মহাসিদ্ধান্ত, মুঞ্জাল ভট্টৰ লঘুমানস, ভাষ্কৰাচাৰ্য্যৰ সিদ্ধান্ত শিৰোমণি প্ৰভৃতি গ্ৰন্থত ক্যালকুলাছ গণিতৰ প্ৰয়োগ হয়; কিন্তু দুঃখৰ বিষয় যে ভাৰতবৰ্ষৰ পাশ্চাত্য প্ৰভাৱিত চিন্তানায়ক পণ্ডিত সকলে ক্যালকুলাছ গণিতৰ আৱিষ্কৰ্ত্তা ছাৰ আইজাক নিউটনে বুলি কবলৈ দ্বিধা প্ৰকাশ নকৰে। ছাৰ আইজাক নিউটনে জন্ম গ্ৰহণ কৰিছিল ১৬৪২ খৃষ্টাব্দৰ ২৫ ডিচেম্বৰত। আনফালে আৰ্য্য ভট্টৰ জন্ম হয় ৪৬৭ খৃষ্টাব্দত। মুঞ্জাল ভট্টৰ জন্ম হয় ৯৩২ খৃষ্টাব্দত আৰু ভাষ্কৰাচাৰ্য্যৰ জন্ম হয় একাদশ খৃষ্টাব্দত। আৰ্য্য ভট্টৰ পৃথিৱী ঘূৰ্ণনৰ মতবাদ সেই সময়ত বহু জ্যোতিষীয়ে গ্ৰহণ কৰা নাছিল। আনকি বৰাহ মিহিৰেও তাৰ প্ৰতিবাদ কৰিছিল। এই খিনিতে এটি প্ৰশ্ন উদয় হয়। খৃষ্টীয় দশম শতাব্দীত পৃথুদক স্বামী মহাশয় আৰ্য্য ভট্টৰ পৃথিৱী ঘূৰ্ণন মতবাদৰ বাস্তৱ ব্যাখ্যা দিয়া সত্ত্বেও সেই মতবাদ ভাৰতবৰ্ষত কিয় প্ৰতিষ্ঠিত নহ'ল? ষোড়শ শতাব্দীত গ্যালিলিওৱে যেতিয়া নভোবীক্ষণ যন্ত্ৰৰ দ্বাৰা পৃথিৱী ঘূৰ্ণন মতবাদ প্ৰতিষ্ঠা কৰিলে তেতিয়াহে তাক গ্ৰহণ কৰে। ইয়াৰ কাৰণ হৈছে যে পৃথুদক স্বামীৰ পৰৱৰ্ত্তী জ্যোতিৰ্ব্বিদ ভাষ্কৰাচাৰ্য্য আৰ্য্য ভট্টৰ পৃথিৱী ঘূৰ্ণন মতবাদৰ প্ৰতি উদাৰ মনোভাৱ গ্ৰহণ কৰা নাছিল আৰু উপেক্ষাৰ মনোভাৱ গ্ৰহণ কৰিছিল। তাৰ পাছত ভাষ্কৰৰ উদীয়মান প্ৰতিভাৰ মধ্যৱৰ্ত্তী অৱস্থাত মুছলমান সকলে ভাৰতবৰ্ষ আক্ৰমণ কৰে। বিজ্ঞান চৰ্চ্চাৰ বাধা উপজিল। দেশত শান্তি আৰু শৃঙ্খলাৰ অভাৱ ঘটিল। আৰ্য্য ভট্টৰ পৃথিৱী ঘূৰ্ণন মতবাদ ভাৰতবৰ্ষত কোনে প্ৰচাৰ কৰিব? তাৰ পাছত ভাৰতীয় জ্যোতিৰ্ব্বিদ পণ্ডিত সকলে সেই সময়ৰ মোগল সম্ৰাট আৰু আমীৰ ওমৰাহ সকলৰ তুষ্টি সাধনৰ বাবে তৎপৰ হৈ উঠিল। ভাৰতীয় জ্যোতিষ আৰু আৰবীয় জ্যোতিষৰ মিশ্ৰণ কৰি তেওঁলোকে জ্যোতিষৰ গ্ৰন্থ ৰচনা কৰিব ধৰিলে। তাৰ ফলত ভাৰতীয় কীৰ্ত্তি আৰু সুনাম — কৃতিত্বৰ হ্ৰাস ঘটিল। কেনেদৰে হ'ল তাৰ এটি মাত্ৰ উদাহৰণ দিয়া যাওক। জ্যোতিষ শাস্ত্ৰ যে ভাৰতবৰ্ষৰ পৰা আৰবলৈ আৰু আৰবৰ পৰা ইউৰোপলৈ গৈছিল তাৰ বহু

প্ৰমাণ আছে। ছাৰ উইলিয়াম হাণ্টাৰে কয় যে অষ্টম শতাব্দীতে আৰবীয় পণ্ডিত সকলে হিন্দুবিলাকৰ পৰা জ্যোতিষ শাস্ত্ৰ শিক্ষা কৰিছিল। ভাৰতবৰ্ষৰ পৰা গণিত বিশেষকৈ জ্যামিতি তত্ত্ব কেনেদৰে ইউৰোপলৈ গৈছিল সেই বিষয়েও এই প্ৰসঙ্গত এটি উদাহৰণ দিয়াৰ আৱশ্যকতা আছে। গ্ৰীক্ দাৰ্শনিক পীথাগোৰাছে জ্যামিতিৰ প্ৰথম ভাগৰ ৪৭ নং প্ৰতিজ্ঞা আৱিষ্কাৰ কৰিছিল বুলি কোৱা হয় কিন্তু ডক্টৰ থিবোৰ গৱেষণাৰ ফলত সেই মত উলটি গৈছে। থিবোৱে দেখুৱাইছে যে ভাৰতীয় সূত্ৰ গ্ৰন্থত সেই প্ৰতিজ্ঞাৰ বিষয়ে জনা যায়। দৰ্শন শাস্ত্ৰ শিক্ষাৰ বাবে পীথাগোৰাছ খৃষ্টৰ জন্মৰ ছয়শ বছৰ পূৰ্ব্বে ভাৰতবৰ্ষলৈ আহিছিল। তেতিয়া তেওঁ জ্যামিতি তত্ত্বও অধ্যয়ন কৰে আৰু ভাৰতৰ পৰা ইউৰোপলৈ লৈ যায়।

ভাৰতবৰ্ষত জ্যোতিষৰ চৰ্চ্চা প্ৰাগ্জ্যোতিষপুৰতে প্ৰথমতে হোৱা বুলি কোৱা হয় ; কিন্তু প্ৰাগজ্যোতিষপুৰৰ আধুনিক অধিবাসী সকলে সেই বিষয়ে কি কি তথ্য দাঙি ধৰিছে সেই বিষয়ে আমাৰ জনা নাই। অসমীয়াত বাদে আন আন আঞ্চলিক আৰু ইংৰাজী ভাষাত যিবোৰ গ্ৰন্থ বাহিৰ হৈছে আৰু আমাৰ দৃষ্টিগোচৰ হৈছে তাত সেই বিষয়ে প্ৰত্যক্ষভাৱে কোনো প্ৰমাণ পোৱা নাযায়। 'কৰতোয়াং সমাৰভ্য যাবদ্দীক্কৰবাসিনী' কথাষাৰৰ ভিত্তিত যিবোৰ গৱেষণা কাৰ্য্য চলোৱা হৈছে তাৰে ভিতৰত নগেন্দ্ৰনাথ বসুৰ কামৰূপৰ সামাজিক ইতিহাসত (Social History of Kamrup) জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা আৰ্য্যঋষিসকলে এই ভূখণ্ডত বসতি কৰাৰ পাছৰ পৰা হোৱা বুলি বুজা যায়। তাৰ পূৰ্ব্বে এই ভূখণ্ড বেদ-চৰ্চ্চাৰ অনুৰাগী নৰক ৰজাৰ ৰাজত্ব আছিল বুলি জনা যায়। এই নৰক ৰজা মহাভাৰতৰ দ্বাপৰ যুগৰ নৰক ৰজা নহয় বুলিও সন্দেহ কৰা হয়। এই বিষয়ে অনুসন্ধান-গৱেষণাৰ যথেষ্ট থল আছে। আৰ্য্যঋষিসকল বেদৰ যুগতে কামৰূপলৈ আহিছিল আৰু জ্যোতিষ চৰ্চ্চা যে ঋগ্‌বেদৰ যুগতে হৈছিল তাৰ প্ৰমাণ পোৱাৰ যথেষ্ট সম্ভাৱনা আছে ; কাৰণ আধুনিক যুগৰ গৱেষণা মতে ঋগ্‌বেদৰ কাল যদি খৃঃ পূঃ ৬৫০০ বছৰ পূৰ্বে হয় আৰু পৰাশৰ মুনিৰ আবিৰ্ভাৱ যদি ৩০০০ খৃষ্টপূৰ্বাব্দৰ পূৰ্বে হয় তেতিয়া এই মত বলবান হৈ উঠে। পৰাশৰৰ পূৰ্বে কোনো জ্যোতিষ গ্ৰন্থ ৰচিত হোৱাৰ প্ৰমাণ এতিয়াও ওলোৱা নাই। পৰাশৰৰ সম্পৰ্কেও যথেষ্ট মতভেদ আছে। পৰাশৰ সংহিতা আৰু পৰাশৰী হোৰা জ্যোতিষ গ্ৰন্থ সম্বন্ধেও যথেষ্ট সন্দেহজনক মতভেদ আছে। এইবোৰ গৱেষণাৰ বিষয়। 'ভাৰতে জ্যোতিষ চৰ্চ্চা ও কোষ্ঠী বিচাৰৰ সূত্ৰাৱলী' নামক গ্ৰন্থত ই বিষয়ে কিছু আলোচনা আছে। নৰেন্দ্ৰনাথ বাগল ৰচিত এই গ্ৰন্থৰ সহায়তে এই প্ৰবন্ধ প্ৰধানতঃ যুগুত কৰা হৈছে বুলি এইখিনিতে স্বীকাৰ কৰা হ'ল। ঋগ্‌বেদৰ যুগত জ্যোতিষৰ সম্পূৰ্ণ জ্ঞান ঋষিসকলৰ মনত উদয় হোৱা নাছিল বুলি শ্ৰীবাগলে মন্তব্য কৰিছে। পৰাশৰৰ পাছতো আৰ্য্যভট্টৰ দিনলৈকে জ্যোতিষৰ কোনো প্ৰমাণ্য গ্ৰন্থৰ খবৰ ওলোৱা

নাই। আৰ্য্যভট্টৰ জন্ম ৪৬০ খৃষ্টাব্দতহে হৈছিল। গতিকে কামৰূপতে যে বৈদিক ঋষিসকলে তেওঁলোকৰ জ্যোতিষৰ অস্পষ্ট জ্ঞান স্পষ্টীকৃত কৰিছিল তেনে ধৰণা হোৱা যুক্তিযুক্ত ; কাৰণ প্ৰাগ্‌জ্যোতিষপুৰ নামটোৱে তাৰ সাক্ষ্য দিয়ে। ভাৰতত জ্যোতিষ চৰ্চ্চাৰ প্ৰাধান্য লাভ কৰে ভাস্কৰাচাৰ্য্যৰ দিনৰ পৰা। গতিকে ঋগ্‌বেদৰ যুগৰ পৰা আৰ্য্যভট্টৰ যুগলৈকে আৰু আৰ্য্যভট্টৰ যুগৰ পৰা ভাস্কৰাচাৰ্য্যৰ যুগলৈকে এই তিনিখণ্ড কালত জ্যোতিষ চৰ্চ্চাৰ অনুসন্ধান কৰিলে কামৰূপৰ প্ৰাগ্‌জ্যোতিষপুৰত হোৱা জ্যোতিষ চৰ্চ্চাৰ নিদৰ্শন পোৱা যাব পাৰে বুলি আশা হয়। নৰেন্দ্ৰনাথ বাগল ৰচিত "ভাৰতে জ্যোতিষ চৰ্চ্চা ও কোষ্ঠী বিচাৰেৰ সূত্ৰাৱলী"ত সমস্ত পৃথিৱীৰ জ্যোতিষ চৰ্চ্চা সম্বন্ধে আৰু ভাৰতীয় জ্যোতিষী সকলৰ নামাকৰণ কৰি তেওঁলোকৰ গ্ৰন্থসমূহৰ সম্বন্ধে আলোচনা কৰা হৈছে কিন্তু কামৰূপৰ কোনো গ্ৰন্থ বা জ্যোতিষীৰ আলোচনা তাত নাই। সেইবাবেও এই বিষয় অন্বেষণ কৰিবৰ যথেষ্ট ইতিকৰ্তব্যতা আমাৰ আছে।

ঋষিসকলে ভাৰতীয় জ্যোতিষক প্ৰধানতঃ তিনি ভাগত বিভক্ত কৰিছে। (১) গণিত জ্যোতিষ, (২) ফলিত জ্যোতিষ আৰু (৩) জ্যোতিষ সংহিতা।

গ্ৰহবিলাকৰ স্থান, গতিবেগ আৰু কক্ষ আদি নিৰ্ণয় গণিত জ্যোতিষৰ প্ৰধান আলোচ্য। জ্যোতিষ সংহিতাত ভূকম্পন, ঝড়বৃষ্টি, মহামাৰী, ৰাষ্ট্ৰবিপ্লৱ আদি বিষয় গণনাৰ সূত্ৰ আছে আৰু ফলিত জ্যোতিষত লগ্ন আৰু গ্ৰহনক্ষত্ৰৰ প্ৰভাৱত মানুহৰ ভাগ্য ফল গণনাৰ পদ্ধতি আছে।

মহৰ্ষি পৰাশৰৰ সময়ৰ পৰা বুদ্ধদেৱৰ আৱিৰ্ভাৱৰ পূৰ্ব্বকাল (খৃষ্ট পূৰ্ব্ব ৫০০ বছৰ) পৰ্য্যন্ত ফলিত জ্যোতিষ দৰ্শন শাস্ত্ৰ আৰু বিভিন্ন সূত্ৰ গ্ৰন্থৰ লগত মিহলি হৈ আছিল। বুদ্ধদেৱৰ আবিৰ্ভাৱৰ পাছত দৰ্শন শাস্ত্ৰৰ প্ৰসাৰ লাভ কৰিলে আৰু বীজ গণিতৰ মাথোন চৰ্চ্চা হ'ল। বুদ্ধদেৱৰ পূৰ্ব্বে ফলিত জ্যোতিষ যথেষ্ট উন্নত হৈ আহিছিল কিন্তু বৌদ্ধ যুগত ইয়াৰ চৰ্চ্চা হ্ৰাস পালে।

জ্যোতিষৰ বিষয় হ'ল কাল। কালৰ কাৰক কোন, কাৰণ কি আৰু তাৰ স্বৰূপ কি এয়ে জ্যোতিষৰ প্ৰতিপাদ্য বিষয়। কালৰ কাৰক হ'ল মন। মন থাকিলে কাল থাকিব, মন নাথাকিলে কাল নাথাকে। গতিকে যিজনে মন নাশ কৰিব পাৰিছে তেৱেঁই কাল নাশ কৰিব পাৰিছে আৰু কালাতীত হৈছে। যিজনে মনৰ লয় সাধন কৰিব পাৰিছে তেৱেঁই সম্যকৰূপে কালৰ উৎপত্তি আৰু গতিবিধি জানিবলৈ সক্ষম। ই সাধন সাপেক্ষ। গ্ৰন্থ অধ্যয়নৰ দ্বাৰা ইয়াক লাভ কৰা নাযায়। জীৱন দি জীৱনক জানিব লাগিব। পুথিগত বিদ্যাৰ আৱশ্যকতা হৈছে মাথোন সংস্কাৰৰূপী মলৰ শোধনৰ বাবে।

ভূত, ভৱিষ্যৎ আৰু বৰ্ত্তমান এই তিনি ভাগ মনৰ সৃষ্টি। সংস্কাৰ দোষত দূষিত মনে অখণ্ড কালৰ ধাৰণা কৰিব নোৱাৰে। কালৰ কোনো স্ৰোত বা প্ৰৱাহ

নাই। স্ৰোত বা প্ৰৱাহ মনৰহে। সেই কাৰণে আমি ভাবো যে কালে গতি কৰি আছে। কাল কিন্তু স্থিৰ হৈ আছে। চঞ্চল মনেহে সৰ্বদা গতি কৰি থাকে। ৰেলগাড়ীত যোৱা মানুহে যেনেকৈ স্থানু বৃক্ষক চলমান দেখে তেনেকৈ মানুহৰ চঞ্চল মনে অচঞ্চল অখণ্ড কালক গতি কৰি থকা যেন দেখে আৰু ভূত, ভৱিষ্যৎ আৰু বৰ্ত্তমান কল্পনা কৰে। এয়ে জ্যোতিষ শাস্ত্ৰৰ ৰহস্য, কৌশল আৰু বিজ্ঞান। এই দৃষ্টিত জ্যোতিষ শাস্ত্ৰ যথাৰ্থ মনস্তাত্ত্বিক বিজ্ঞান। দ্বাদশ ৰাশি আৰু নৱগ্ৰহ মনৰ বিশিষ্ট ধাৰা। কাল অখণ্ড বুলিয়েই ভূত, ভৱিষ্যৎ আৰু বৰ্ত্তমান জনা সম্ভৱ। ভাৰতীয় জ্যোতিষৰ এয়ে সিদ্ধান্ত। এই সিদ্ধান্তৰ ওপৰতে নিৰ্ভৰ কৰি ভৃগু ঋষিয়ে কিমান হাজাৰ বছৰ আগতে পৰৱৰ্ত্তী যুগ-যুগান্তৰৰ কথা, ব্যক্তিগত মানুহৰ জীৱনৰ অতীত আৰু অনাগত ইতিহাস বৰ্ণনা কৰি গৈছে।

ভাৰতীয় জ্যোতিষ অদৃষ্টবাদী আৰু পুৰুষকাৰ পৰিপন্থীও নহয় - মানুহে সাধাৰণতঃ যেনেদৰে ভাবে।

পূৰ্ব্বজন্মৰ কৰ্মই বৰ্ত্তমান জীৱনৰ অদৃষ্ট। সাধাৰণ মানুহে এইটো দেখা নাপায় বা জানিব নোৱাৰে। হিন্দু শাস্ত্ৰ - বেদ, উপনিষদ, তন্ত্ৰ, যোগদৰ্শন আৰু জ্যোতিষ শাস্ত্ৰই ইয়াক প্ৰতিপন্ন কৰিছে। স্বীয় কৰ্ম্মফল স্বীয় কৰ্ম্মৰ দ্বাৰাই খণ্ডন কৰা সম্ভৱ। কৰ্ম্ম যেনেকৈ পৰিবৰ্ত্তনশীল গ্ৰহ, নক্ষত্ৰও তদ্ৰূপ পৰিবৰ্ত্তনশীল। কোনো গ্ৰহ, নক্ষত্ৰই স্থিৰ নহয়। আমাৰ শাস্ত্ৰই কৰ্ম্মক তিনি ভাগত ভাগ কৰিছে। সঞ্চিত, প্ৰাৰব্ধ আৰু ভৱিষ্যৎ (অনাৰুব্ধ)। যিটো সঞ্চিত আৰু ভৱিষ্যৎ তাক বৰ্ত্তমান কৰ্ম্মৰ দ্বাৰা খণ্ডন কৰিব পাৰি। প্ৰাৰব্ধ কৰ্ম্মৰ ফল ভোগৰ দ্বাৰাহে খণ্ডন হয়। জ্যোতিষ শাস্ত্ৰৰ জৰিয়তে মানুহৰ জন্ম পত্ৰিকা বিচাৰ কৰি পূৰ্ব্বজন্মৰ কৰ্ম্ম, কৰ্ম্মফল ইত্যাদি জানিব পাৰি আৰু সেই কৰ্ম্মফল খণ্ডনৰ উপায় নিৰ্দ্ধাৰণ কৰিব পাৰি। ভৱিষ্যৎ কৰ্ম্মও জ্যোতিষ শাস্ত্ৰই নিয়ন্ত্ৰিত কৰিব পাৰে আৰু প্ৰাৰব্ধ কৰ্ম্মৰো উগ্ৰতা উপশম কৰিব পাৰে। সেয়েহে জ্যোতিষ শাস্ত্ৰ দৈববাদী নহয়। পুৰুষকাৰবাদীহে। গ্ৰহ পূজা, গ্ৰহ শান্তি, মণি-মুক্তা ধাৰণ পূৰ্ব্বজন্ম কৃত দুষ্কৰ্ম্মৰ ফলৰ উপশমৰ বাবে ব্যৱস্থা কৰা হৈছে।

ভাৰতৰ কৃষ্টি, সভ্যতা যেনে পৃথিৱীৰ ভিতৰতে আটাইতকৈ পুৰণি, ভাৰতৰ বেদ আৰু জ্ঞান বিজ্ঞানৰ গ্ৰন্থাদিও সৰ্ব্ব প্ৰথম ভাৰততে ৰচিত হৈছিল আৰু সেই গ্ৰন্থবিলাকৰ বাহন সংস্কৃত ভাষাও পৃথিৱীৰ আন আন ভাষাতকৈ পুৰণি। বেদাদি গ্ৰন্থ যেনেকৈ অভ্ৰান্ত বিজ্ঞানৰ ওপৰত প্ৰতিষ্ঠা লাভ কৰিছে, সংস্কৃত ভাষাও বৈজ্ঞানিক পদ্ধতিত উদ্ভাৱিত হৈ নিজৰ মাহাত্ম্য আৰু প্ৰাধান্য বিস্তাৰ কৰি আহিছে। বেদৰ স্বৰ উদাও, অনুদাও, বৈখৰী আদিৰ উচ্চাৰণ আৱিষ্কৃত হৈছিল, বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতীক নৰ দেহৰ পিণ্ডৰ ভিতৰত অৱস্থান কৰা বৰ্ণাৱলীৰ স্থান ভেদে উচ্চাৰণৰ ভিত্তিত। বৰ্ণৰ এনে বৈজ্ঞানিক আৱিষ্কাৰ কোনো ভাষাতে নাই। বৈজ্ঞানিক উপায়েৰে

উদ্ভাৱিত সেই বৰ্ণমালাৰ মাধ্যমত সংস্কৃত ভাষাত ৰচিত গ্ৰন্থাদিত (হাতেৰে সাঁচিপাতত লিখা পুথিত) ভাৰতীয় জ্ঞান বিজ্ঞানৰ ভঁৰাল সঞ্চিত হৈ আছিল—এতিয়াও বহুতো আছে। জ্যোৰ্তিবিজ্ঞানৰ জ্ঞান এই ভাষাতহে নিহিত আছে। সংস্কৃত ভাষা অধ্যয়ন নকৰিলে ভাৰতীয় জ্ঞান-বিজ্ঞানৰ সোৱাদ পোৱা নাযায়। ইউৰোপৰ পণ্ডিত সকলে ভাৰতীয় সংস্কৃত ভাষা অধ্যয়ন কৰি ভাৰতীয় জ্ঞানৰ সাহায্যত আধুনিকতম বিজ্ঞানৰ আৱিষ্কাৰ ঘোষণা কৰিব পাৰিছে কিন্তু আমি নিজৰ দেশৰে ভাষা সাহিত্য, জ্ঞান বিজ্ঞানৰ প্ৰতি বিদেশীয়ে কৰা মন্তব্যৰ ওপৰত নিৰ্ভৰ কৰি সন্তুষ্ট হওঁ। বিদেশী সকলে যেয়ে সংস্কৃত ভাষা অধ্যয়ন কৰিছে, সংস্কৃতত থকা জ্ঞান বিজ্ঞানৰ সন্ধান লৈছে সেয়ে মুগ্ধ হৈছে। আঞ্চলিক দেশ আৰু আঞ্চলিক ভাষা লৈ বাদ বিসম্বাদ কৰাৰ কোনো মূল্য নাই, আমি যেতিয়া প্ৰকৃত ভাৰতীয় কৃষ্টি সভ্যতাৰ, বেদ-উপনিষদৰ মূল্য নুবুজো। সংস্কৃত ভাষাৰ প্ৰতি যি আদৰ বিদেশীয়ে দেখুৱাব ধৰিছে তাৰ প্ৰতিও আমাৰ দৃষ্টি নপৰে। সংস্কৃত ভাষাই আজিও পৃথিৱীৰ ভাষা (World Language) হিচাবে থিয় দিব পাৰে, ৰাষ্ট্ৰভাষা হিচাবে গৃহীত হওক বা নহওক। ভাৰতীয় ৰাষ্ট্ৰত ভাৰতীয় ভাষা সংস্কৃতক যিদৰে অৱমাননা কৰিছে, এনে দৃষ্টান্ত পৃথিৱীত বিৰল। অৱমানিতা, লাঞ্ছিতা হৈও, জ্ঞান প্ৰসৱিনী সেই ভাষা মাতৃৰ দৰে স্নেহ মৰম বিলোৱাত কৃপণতা কৰা নাই — স্নেহ মৰম পাবলৈও কম আগ্ৰহ প্ৰকাশ কৰি থকা নাই। ভাৰতীয় ভাষা জননীৰ অৱমাননা কৰি আঞ্চলিক ভাষাৰ উন্নতি সাধন কৰা নাইবা আঞ্চলিক ভাষাৰ প্ৰতি প্ৰেম, শ্ৰদ্ধা দেখুৱা কৃত্ৰিমতাৰ ভাণ মাথোন বুলি ক'ব লাগিব। জ্যোতিৰ্বিজ্ঞানৰ জ্ঞান পাবলৈকো সংস্কৃত ভাষা আয়ত্ত কৰিব লাগিব নহ'লে অনুবাদ গ্ৰন্থ পঢ়ি জ্যেতিষৰ তত্ত্ব পূৰ্ণাঙ্গভাৱে উপলব্ধি কৰা সম্ভৱ নহয়। সংস্কৃত ভাষাৰ প্ৰতি প্ৰেম থাকিলেহে জ্যোতিৰ্বিজ্ঞানৰ পুনৰুদ্ধাৰ সম্ভৱ হ'ব। ●

# প্ৰায়শ্চিত্ত
## প্ৰচ্ছন্ন প্ৰকাশ ত্যাগী

গাঁৱ এখন লৈ গৈছিলো। গুৱাহাটী চহৰতে জন্মি তাতে লিখা-পঢ়া কৰি এম. এ. পাছ কৰি নিবনুৱা হৈছো। আজিকালি গাঁৱতো কলেজ বহুতো হৈছে। গাঁৱৰ এখন কলেজতে শিক্ষকতাৰ কাম পাওঁ নেকি তাৰে খবৰ কৰিবলৈ বুলি মোৰ এজন কলেজীয়া বন্ধুৰ ঘৰ পালো গৈ। সেই বন্ধুজনো নিবনুৱা হৈ বহি আছে ইঞ্জিনিয়াৰিং পাছ কৰি। তেওঁৰ নাম নিৰ্মল তালুকদাৰ - ধনী আৰু সম্ভ্ৰান্ত ঘৰৰ ল'ৰা। মই আছিলো তেনেই নিম্ন শ্ৰেণীৰ সমাজৰ এটি পিতৃহীন দুখীয়া ল'ৰা। মই যোৱা দেখি তেওঁ বৰ আনন্দ পালে। তেওঁৰ পিতৃ-মাতৃ সংৰক্ষণশীল স্বভাৱৰ হ'লেও মোক তেওঁলোকে নিৰ্মলৰ নিচিনাকৈ পুত্ৰস্নেহেৰে ব্যৱহাৰ কৰিলে। কেইবাদিনো থাকিলো কিন্তু মোক কোনো প্ৰকাৰে পৰৰজন বা নীচ কুলৰ ল'ৰা বুলি ভেদভাৱ কৰা গম নাপালো। গাওঁখনিৰ নাম নকও দেই।

নিৰ্মল আৰু মই যিদিনা তেওঁলোকৰ চ'ৰা ঘৰতে বহি কথা পাতি আছো; বিশেষকৈ তেওঁলোকৰ গাঁৱত পতা কলেজত যে এজন ইংৰাজীৰ অধ্যাপক লাগে সেই ঠাইত মই সোমাবলৈ কি যত্ন কৰা উচিত হ'ব সেই বিষয়ে। তেতিয়া ৰাতিপুৱা ৮ মান বাজিছে। এনেতে এজন আদহীয়া ভদ্ৰলোক আহি সেই চ'ৰাঘৰত সোমাল। ভৰিত বগা কাপোৰৰ জোতা, গাত এটি খদ্দৰৰ খয়েৰ ৰঙৰ পাঞ্জাবী আৰু কান্ধত জাপি লোৱা পাটৰ চাদৰ এখন। মূৰত মানুহে ধৰিব নোৱাৰাকৈ টিকনি এগছিও ৰাখিছে। তেওঁক অহা দেখি নিৰ্মলে উঠি নিজৰ চেয়াৰখন আগবঢ়াই দি ক'লে - 'আহক খুড়াদেৱ! বহক' বুলি ক'লে আৰু তেওঁক ভৰি ছুই এটা প্ৰণামো কৰিলে। নিৰ্মলে তাকে কৰা দেখি ময়ো বহাৰ পৰা উঠি তেখেতক হাতযোৰ কৈ নমস্কাৰ দিলো। 'বহা, বহা, বোপাইহঁত' বুলি তেওঁ ইফালে সিফালে তৃতীয় এখন আসন আছে নেকি কেউফালে চালে। 'বহক, বহক খুড়াদেৱ! মই ইয়াতে বহিছো' এইবুলি অলপ আঁতৰত দুজন বহিব পৰা সৰা বেঞ্চ এখন আনি নিৰ্মলে টেবিলৰ কাষতে পাৰি ল'লে।

আগন্তুক ভদ্ৰলোকজনে বহাৰ লগে লগে এওঁনো কোন বুলি মোক লক্ষ্য কৰি নিৰ্মলক সুধিলে।

নিৰ্মলে উত্তৰ দিলে - এওঁক আপুনি নিচিনিব। এওঁ আপোনাৰ তালৈকে আহিছে, আপোনাক দেখা কৰিবলৈ যোৱাৰ কাৰণে মোক লগ ধৰিছে। আমি

যাওঁ বুলিয়েই ভাবি আছিলো আপোনাক লগ ধৰিবলৈ। এওঁ গুৱাহাটীৰ ল'ৰা এম. এ. পাছ্ ইংৰাজীত। নাম ---------- ; তাৰ আগতে তেওঁ ------ হয় নেকি। ভালবাৰু! আবেলিকৈ যাবা। এতিয়া মই যাওঁ। মোৰ অলপ আন কাম আছে বুলি উত্তৰৰ বাট নাচাই উঠি গুচি গ'লেই।

তেওঁ গুচি যোৱাৰ পাছত মই নিৰ্মলক সুধিলো 'এখেত কোন অ'।

নিৰ্মলে উত্তৰ দিলে এৱেঁই তোৰ 'বছ' হ'ব যদি তই এই কলেজত চাকৰি পাৱ। মই একো উত্তৰ নিদিলো, ভাবিলো এৱেঁ কলেজৰ অধ্যক্ষ বা চেক্ৰেটৰী হ'ব। তেওঁ হঠাতে উঠি যোৱা দেখি মই অলপ মনত আঘাত পাইছিলো। মোৰ পৰিচয় সুধিলেহে কিন্তু পৰিচয়টো শুনিবৰ ধৈৰ্য্য নহ'ল।

তাৰ পাছত নিৰ্মলে ক'লে যে এওঁ উত্তৰ লক্ষ্মীমপুৰৰ এখন গাঁৱৰ মানুহ। আমাৰ ইয়াত যেতিয়া হাইস্কুল স্থাপন হয়, তেতিয়া আমাক ইন্সপেক্টৰ চাহাবে (মিঃ স্মলে) কৈছিল যে আপোনালোকে হেড্‌মাষ্টৰ কাকো নাপাতিব। মই এজন উপযুক্ত লোক পঠাই দিম। তাৰ পাছত এখেত আহিল। এখেতৰ নাম শ্ৰীঅসমঞ্জস উপাধ্যায় কাব্যতীৰ্থ এম. এ. (দৰ্শন আৰু সংস্কৃত সাহিত্য)। পাছত জানিছো যে এওঁ জ্যোতিষ বাচস্পতিও। এই উপাধিতো তেওঁ নিলিখে আৰু থকা বুলি স্বীকাৰ নকৰে। উপাধ্যায় উপাধিও তেওঁ নিলিখে লিখে ভট্টাচাৰ্য্য। বি. এ. পাছ্ কৰালৈকে উপাধ্যায় উপাধি লিখিছিল কিন্তু এম. এ. পাছ্ কৰাৰ সময়ত উপাধ্যায় উপাধিটো সলাই ভট্টাচাৰ্য্য উপাধি কেনেবাকৈ কৰিলে। বোধ হয় ইয়াৰ ভিতৰত কিবা ৰহস্য আছে। যেতিয়া এই ঠাইত কলেজ হোৱাৰ সম্ভাৱনা আহিল, তেখেতে দুবাৰ তিনি মাহৰ তিনি মাহৰ ছুটীলৈ কলিকতালৈ যায়। পাছত জানিব পৰা যায় তেখেতে দুবাৰ দুটা বিষয়ত এম. এ. পাছ্ কৰিলে। পাছৰটোত ফাৰ্ষ্ট ক্লাচ পাইছে। কলেজ হোৱাত তেখেতেই অধ্যক্ষ হয়। এইবোৰ কথা আমাৰ গাঁৱৰ মানুহে কয়। আমি তেতিয়া তলৰ শ্ৰেণীৰ ছাত্ৰ। সকলোবোৰ কথাৰ বুজ নাপাওঁ। মুঠতে তেওঁ সকলো মানুহৰ লগত সামঞ্জস্য ৰাখি কথা ক'ব পাৰে — ইমান সৰবৰহী।

মই এইবোৰ কথা শুনি বৰ ভাল নাপালো। প্ৰসঙ্গ সলাবৰ মন কৰিলো। 'ক'লো হেৰ! কালিদাসৰ জন্ম হেনো কামৰূপতে হৈছিল? নিৰ্মলক সুধিলো।

নিৰ্মলে উত্তৰ দিলে মই ভাই লোহা পিটা মানুহ, সাহিত্য চৰ্চ্চাৰ কি সোৱাদ পাম। তই হলি ইংৰাজী সাহিত্যৰ এজন প্ৰভু — Master, শেক্সপিয়াৰৰ লগত তুলনা কৰিবলৈ কালিদাসৰ বিষয়ে তই জানিবই লাগিব। মোৰ লগত আলোচনা কৰি কোনো লাভ নাই। আবেলিলৈ ভট্টাচাৰ্য্য মহাশয়ৰ পৰা এইবোৰ কথা জানি ল'ব পাৰিবি।

আবেলি তেওঁৰ ওচৰলৈ গ'লো। বৰ আদৰ-সাদৰ কৰি আমাক বহুৱালে। চাহপানী এটোপাও দিলে। নিজে নিজে সাহিত্য আলোচনাৰ প্ৰসঙ্গও উত্থাপন

কৰিলে। আৰম্ভ কৰিলে আধুনিক সাহিত্য কোন ফালে গতি কৰিছে লক্ষ্য কৰিছানে? ৰাহুল সংকীৰ্ত্তনিয়েই ভাৰতৰ প্ৰাচীন কৃষ্টিৰ অৱমাননা কৰিছে বুলি আক্ষেপ কৰিলে। সাহিত্যৰ ধাৰা সাহিত্যৰ গণ্ডী চেৰাই যোৱা বুলিও আক্ষেপ কৰিলে। তেখেত সৰুসুৰা এটা বক্তৃতাকো দিলে।

মই সুধিলো - 'চাৰ! কালিদাসৰ জন্ম কোন স্থানত হৈছিল আপুনি কিবা সঠিক নিৰ্ণয় দিব পাৰেনে?'

তেখেতে উত্তৰ দিলে - 'কালিদাস ভাৰতৰ কবি। ভাৰততে জন্ম হৈছিল বুলি জানি থোৱাই ভাল। জন্ম স্থান নিৰ্ণয়ৰ প্ৰশ্ন লৈ বাদানুবাদ কৰিলে নিজৰ ভিতৰতে ভেদভাৱৰ সৃষ্টি হয়। তথাপি সুধিলা যেতিয়া মই কওঁ - কালিদাসৰ জন্ম কামৰূপতে হৈছিল।'

'প্ৰমাণ কি, চাৰ?' মই প্ৰশ্ন কৰিলো।

তেওঁ উত্তৰ দিলে - 'আটাইবোৰ কথা আলোচনা কৰা সম্ভৱ নহয় কিন্তু বঙালী পণ্ডিত সকলে যিবোৰ যুক্তিৰ দ্বাৰা কালিদাস বঙালী আছিল বুলি দাবী কৰে, সেইবোৰ যুক্তিকে খটুৱাই কালিদাস কামৰূপতে জন্মিছিল বুলি ক'ব পাৰি। তেওঁলোকে বিহাৰৰ কিছু অংশ, উৰিষ্যাৰ কিছু অংশ আৰু কামৰূপৰ কিছু অংশ বঙ্গদেশ বুলি দাবী কৰে আৰু কামাখ্যাকো বঙ্গদেশৰ অন্তৰ্ভূক্ত বুলি কয়। সেই একে যুক্তিৰে বঙ্গদেশৰ বহুখিনি অংশ প্ৰাচীন কামৰূপৰ অন্তৰ্গত হৈ পৰে। হিউয়েন চাঙৰ বিবৰণৰ ব্যাখ্যা কৰি তেওঁলোকে কয় যে হিউয়েন চাঙে যিখিনি ভূখণ্ডক কামৰূপ বুলিছে সেইখিনি ভূখণ্ড প্ৰকৃততে বঙ্গদেশহে। হিউয়েন চাঙৰ ভ্ৰমণ বৃত্তান্তত কিন্তু বঙ্গদেশৰ নাম নাই। কামৰূপ ৰাজ্যৰ মহান কীৰ্ত্তি আৰু বিস্তৃতিৰ উল্লেখ আছে সেই ভ্ৰমণ বৃত্তান্তত। এইবোৰ বিবাদমান কথা; কিন্তু মোৰ নিজৰ ধাৰণা যে কালিদাসৰ জন্ম প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম উত্তৰ প্ৰান্তৰ কোনো গাঁৱত হৈছিল। কামৰূপ ৰাজ্যৰ পুৰণি ইতিহাস এতিয়াও সম্পূৰ্ণকৈ উদ্ঘাটিত হোৱা নাই।

এইদৰে বহু আলোচনা হ'ল আৰু ভট্টাচাৰ্য্য মহাশয়ৰ পাণ্ডিত্যত মই মুগ্ধ হ'লো। এইখন কলেজৰ এইজন অধ্যক্ষৰ তলত চাকৰি কৰিব পাৰিলে বহুকথা শিকিব পাৰিম বুলি মোৰ মনত বদ্ধমূল ধাৰণা জন্মিল। মই তেখেতক মোৰ কি উদ্দেশ্য সেই কথা ক'লো আৰু সনিৰ্ব্বন্ধ অনুৰোধ জনালো। তেখেতে একো নামাতিলে।

আমি দুয়ো উভতিলো। বাটত নিৰ্মলে মোক ক'লে যে তই এই চাকৰি নাপাৱ।

কিয়? নিৰ্মলে উত্তৰ দিলে উত্তৰ লক্ষ্মীমপুৰৰ এজন প্ৰাৰ্থী আছে।

মই সুধিলো - কি নাম অ' সেইজন প্ৰাৰ্থীৰ।

নির্মলে উত্তৰ দিলে - তৰুণ চন্দ্ৰ শৰ্মা উপাধ্যায়। মই কলো - অ' সেইজন? সেইজন দেখোন আধা পাগল।

নির্মলে ক'লে - ভট্টাচাৰ্য্য দেৱৰ কথা যে সেইজন হেনো বিদগ্ধ পণ্ডিত। বুদ্ধিমান লোক বিলাক অলপ বিকেন্দ্ৰীকৰণ বুদ্ধিৰেই হয় - অৰ্থাৎ Eccentric হয়। সেইবাবেহে হেনো পৰীক্ষাৰ ফল সিমান ভাল হোৱা নাই। অৱশ্যে তেওঁ যদি কামৰূপৰ লোক হ'লহেঁতেন তেওঁ তেনে যুক্তি নিদি পগলা বুলিয়েই ক'লেহেঁতেন।

'অ' বুজিলো। মই তেন্তে দৰখাস্ত নিদিও।' আৰু সঁচাকৈয়ে মই দৰখাস্ত নিদিলো। মই যেতিয়া ইংৰাজীৰ ফাৰ্ষ্ট ক্লাচ এম. এ. মই কোনো এখন কলেজত নিশ্চয় এটা চাকৰি পাম, এয়ে মোৰ আন্তৰিক অহঙ্কাৰ। ভট্টাচাৰ্য্য দেৱৰ প্ৰতিও মোৰ মনটো বিৰূপ হ'ল।

ভট্টাচাৰ্য্য দেৱে সেই তৰুণ চন্দ্ৰকে কামটো গভৰ্ণিংবডিৰ দ্বাৰা দিয়ালে। গভৰ্ণিংবডি যিদিনা বহে তাৰ পাছদিনা হেনো নিৰ্মলৰ ঘৰলৈ আহি নিৰ্মলক কৈছিল যে তেওঁ বৰ দুঃখিত যে নিৰ্মলৰ বন্ধুজনে দৰখাস্ত নিদিলে। দিয়া হ'লে তেওঁকে ল'ব পৰা গ'লহেঁতেন।

নিৰ্মলে জানে যে সি কেৱল ঘড়িয়ালৰ চকুৰ পানীহে। সি যি নহওক নিৰ্মলৰ পৰা তেওঁ মোৰ গুৱাহাটীৰ ঠিকনাটো জানি ল'লে।

(২)

কিছুদিন পাছত ভট্টাচাৰ্য্য দেৱ গুৱাহাটীৰ মোৰ ভৰলুমুখৰ ঘৰত ওলাইছেগৈ। মোৰ ঘৰত থাকো মই আৰু মাহীদেউ। মাহীদেউৰ বয়স পঞ্চাছ পাৰ হৈছে। তেওঁৰ কোনো ল'ৰা-ছোৱালী নাই। বৰ সাত্ত্বিক জীৱন যাপন কৰে। তিনি সন্ধ্যা গুৰুনাম নোলোৱাকৈ নাথাকে। আমাৰ এটি সৰু নাম লোৱা ঘৰ বেলেগে আছে। তাত সদায় চাকি-ধূপ দিয়া হয়। এখন আসনত কীৰ্ত্তন ঘোষা আৰু সংস্কৃত ভাগৱত গ্ৰন্থ (হাতে লিখা) এখনি আছে। দেউতাৰ ব্যৱসায় আছিল মাছ ধৰা আৰু মাছ বিক্ৰি কৰা। দেউতাই কিন্তু নিজে মাছ মাংস একো নাখাইছিল। ব্যৱসায়হে কৰিছিল মাছৰ। দেউতাই সংস্কৃত পঢ়িছিল আৰু সংস্কৃত ছপা ভাগৱত নিতৌ পাঠ কৰিছিল। আমাৰ ঘৰখন অতি সাত্ত্বিক ধৰণে চলিছিল, বামুণ-গোসাইৰ ঘৰৰ আৰ্হিত। ভট্টাচাৰ্য্য দেৱে মই কোন জাতিৰ মানুহ সেইকথাটো নাজানিছিল বুলি ভাবি মই মোৰ জাতিৰ কথা খোলোচাকৈ কৈ সুধিলো - তেখেতে চাহ-জলপান খাব নে? একো আপত্তি নাই বুলি উত্তৰ দিলে। মাহীদেৱে লুচী মোহনভোগেৰে তেওঁক অভ্যৰ্থনা কৰিলে। শাস্ত্ৰৰ কথা ওলাল। মই শাস্ত্ৰৰ কথা একো নাজানো বুলি কলো। তথাপিতো তেওঁ বহুতো কথা কৈ মোৰ ঘৰখনৰ বহু প্ৰশংসা কৰি বৰ প্ৰীত মনেৰে বিদায় ল'লে। মোৰ শ্ৰদ্ধা তেওঁৰ প্ৰতি নাছিল

কাৰণে মই সিদিনা কোনো প্ৰকাৰ আলোচনাত যোগ নিদিলো।

সিদিনাই মই গুৱাহাটীৰে এজন বন্ধুক লগ ধৰিবলৈ উজান বজাৰলৈ গৈছিলো। তেওঁলোক বামুণ মানুহ। বন্ধুজনৰ থকা ঘৰটো মূল ঘৰটোৰ পৰা অলপ আঁতৰত আৰু বাহিৰ চোতালত। ভিতৰ চোতালৰ পৰা আমাৰ ঘৰত কোবা কথা শুনা যায় যদিও স্কুল কলেজৰ ল'ৰাৰ পঢ়া ঘৰত হোৱা আলোচনাত আন মানুহে বৰকৈ মনকাণ নিদিয়ে; কিন্তু মই শুনিবলৈ পালো যে ভট্টাচাৰ্য্য দেৱে বন্ধুজনৰ মাকৰ আগত কৈছে যে তেওঁ দুবেলা দুসাজ অন্ন হে-মাথোন আহাৰ কৰে, চাহ-জলপান কেতিয়াও কাৰো ঘৰত নখায়। তেন্তে তেওঁ যে সিদিনা আমাৰ ঘৰত চাহ-জলপান খাইছিল সেইটো কেৱল আমাক আপ্যায়িত কৰিবৰ বাবে হে নে অইন কিবা নীতি? এনে এজন লোকে এনে ব্যৱহাৰ কেনেকৈ কৰিব পাৰে? এই প্ৰশ্ন মোৰ মনত জাগি থাকিল। এনে কথাই সাধাৰণতে কাকো বিচলিত নকৰে; কিন্তু যেতিয়াই মই দেখো যে মানুহৰ ব্যৱহাৰত দুটা প্ৰকৃতি ওলাই পৰে, তেতিয়াই মই আচৰিত হও। এই প্ৰকাৰ দুইতলীয়া ব্যৱহাৰে মানুহৰ স্বভাৱ নষ্ট কৰে আৰু সমাজত বিষক্ৰিয়া বিয়পায় বুলি বিশ্বাস। মই বন্ধুজনৰ সৈতে আন আন কিবা কিবি কথা পাতি যথা সময়ত বিদায় ল'লো - এই বিষয়ে তেওঁক একোকে নকলো।

বহুদিন পাছৰ কথা। গুৱাহাটীত অস্পৃশ্যতা বৰ্জন আৰু জাতিভেদৰ বিলোপ সাধন এই বিষয়ে আলোচনাৰ বাবে এখন বিৰাট সভাৰ আয়োজন কৰা হয়। অসমৰ নব্য শিক্ষিত আৰু সংৰক্ষণশীল প্ৰাচীন পন্থী পণ্ডিত সকলক নিমন্ত্ৰণ জনোৱা হৈছে আৰু ভট্টাচাৰ্য্য অসমঞ্জস দেৱক সভাপতি মনোনীত কৰা হৈছে। তেওঁক সভাপতিত্বৰ আসন গ্ৰহণ কৰিবলৈ মান্তি কৰাবৰ বাবে মোক ৰাইজে তেখেতৰ ওচৰত পঠাই দিলে। মই বৰ আগ্ৰহেৰে গলো। মোৰ ব্যক্তিগত ভাৱে আন্তৰিক শ্ৰদ্ধা নাথাকিলেও তেওঁৰ পাণ্ডিত্যত মোৰ কোনো সংশয় নাছিল আৰু সমাজতো সৰ্ব্বত্ৰ তেওঁৰ অপ্ৰতুল প্ৰতিষ্ঠা আছিল। নিৰ্মলৰ ঘৰলৈকে গ'লো। নিৰ্মল নাই, চাকৰি পাই জামছেদ্‌পুৰলৈ গৈছে। মাকে মোক বৰ আদৰ-সাদৰকৈ অভ্যৰ্থনা কৰিলে। মই সুধিলো - 'আই, নিৰ্মলে চাকৰি কেতিয়া পালে - সি দেখোন মোক একো নজনালে।' নিৰ্মলৰ মাকে ক'লে - 'বোপাই! যোৱা কালি হঠাতে এখন টেলিগ্ৰাম পাই সি গৈছে। এতিয়াও চাকৰিৰ ঠাই গৈ পোৱাই নাই। তালৈ গৈ পোৱাৰ পাছত চাকৰিত হাজিৰ হৈ নিশ্চয় তোমালৈ লিখিব। পিছে বোপা! তুমিনো এতিয়া কিয় আহিলা? মই সকলোখিনি কথা ভাঙি-পাতি ক'লো। নিৰ্মলৰ মাকে ক'লে - 'এঃ বোপা! ভাল মানুহজনক তোমালোকে সভাপতি কৰিছা।'

মই সুধিলো - 'কিয় আই।'

'এ, সেইবোৰ কথানো কি ক'বা? সংসাৰত বহু প্ৰকাৰৰ লোক থাকে। সকলোৰে চিনি পোৱা টান। এওঁ সেই সমাজৰ সভাপতিৰ লায়েক নহয়। গাঁৱৰ মানুহে এতিয়া তেওঁক চিনি পাইছে।'

'কিনো কথা, আই।'

'মই নকও দিয়া।' পাছত জানিব পাৰিবা বুলি আয়ে একো নক'লে।

মই তেখেতৰ গুৰিলৈ গলো। মোক বৰ মৰম আদৰ কৰি বহুতো কথা তেখেতে সুধিলে। যথাযথ উত্তৰ দিলো আৰু সামাজিক বৈষম্য, জাতিভেদৰ অপকাৰিতা ইত্যাদিৰ বিষয়ে প্ৰথমতে আলোচনা কৰিলো। বুজিলো তেখেতৰ মত বৰ উদাৰ। জাতিভেদৰ লগত কৰ্ম্মৰ উচ্চনীচ ভেদ একো নাই আৰু স্পৃশ্যতা অস্পৃশ্যতা জন্মৰ লগত সম্পৰ্কিত নহয়। কোনো জাতি উচ্চ, কোনো জাতি নীচ সেইটোও নহয়। মহাত্মা গান্ধীৰ মতবাদৰ লগত এইবোৰ কথাৰ কোনো অমিল নাই। বৰ ভাল পালো। সভাৰ সভাপতিত্বৰ বাব ল'বলৈ অনুৰোধ জনালো। তেখেতে প্ৰথমতে ক'লে যে তেখেতৰ গা ভাল নহয়। এই গুৰু দায়িত্ব বহন কৰিব নোৱাৰিব। তাৰ পাছত উচ্চ জাতিৰ বিৰুদ্ধে বহু কথা কৈ এটা সৰু সুৰা বক্তৃতাও জাৰিলে। মই তেখেতক মান্তি কৰাব নোৱাৰিলো। গুচি আহিলো। নিৰ্মলৰ মাকৰ পৰা তেখেতৰ বিষয়ে বহু কথা জানিলো। মোৰ বৰ ঘৃণা হ'ল।

সভাখন ভালদৰে হৈ গ'ল। সভাপতি পতা হ'ল গুৱাহাটীৰে এজন গণ্যমান্য নাগৰিকক যাক আমি সকলোৱে অতি সংৰক্ষণশীল আৰু আধুনিক প্ৰগতিৰ ঘোৰ বিৰোধী বুলি ভাবি থাকো; কিন্তু সেই সভাত যিবোৰ যুক্তি আৰু শাস্ত্ৰৰ নিদৰ্শন দি আধুনিক প্ৰগতিৰ পৰিপন্থী যিবোৰ ভাৱধাৰা সমাজত প্ৰচলিত আছে তাৰ বৈজ্ঞানিক ব্যাখ্যা তেখেতে যেনেদৰে দিলে আমি মুগ্ধ হৈ গ'লো। জাতিভেদৰ বিৰুদ্ধে ক'বলৈ আমাৰ একো যুক্তি নাথাকিল। সভাস্থ সকলো লোক সন্তুষ্ট নহ'ল কাৰণ পুৰণি প্ৰথাবোৰ একেবাৰে ভাঙি দিয়াৰ ব্যৱস্থা তাত পোৱা নগ'ল; কিন্তু মানুহৰ মনৰ পৰা বহু সংকীৰ্ণতা আঁতৰাবৰ পথ পোৱা গ'ল। সংৰক্ষণশীলতাৰ মাজেদি যে ইমান উদাৰতা প্ৰকাশৰ স্থান আছে সেই বিষয়ে কাৰো সংশয় যেন নাই এনে এটি পৰিবেশৰ সৃষ্টি হ'ল।

ভট্টাচাৰ্য্য দেৱ পাছদিনা গুৱাহাটীলৈ আহি মোৰ ঘৰত উপস্থিত হ'ল আৰু সভাৰ সকলো খবৰ আঁতিগুৰিকৈ ল'লে। সিদিনাও মোৰ ঘৰত চাহ-জলপান খালে। মই অলপ আচৰিত হ'লো। তেখেতে গুচি যোৱাৰ পাছত মই আঁৰে আঁৰে তেখেতৰ পাছ ল'লো। তেওঁ সিদিনাৰ সভাৰ সভাপতি শ্ৰীচিত্তহৰণ চৌধুৰী মহাশয়ৰ ওচৰ পালেগৈ।ময়ো লাহে লাহে গৈ তেওঁৰ ঘৰৰ ওচৰতে থকা বন্ধু এজনৰ ঘৰলৈ গৈ তেওঁলোকৰ বৈঠকখনত হোৱা কথা-বতৰা শুনি থাকিলো। তাত যি শুনিলো মই ভম্ভিত হৈ গ'লো। ভট্টাচাৰ্য্য দেৱে চৌধুৰী মহাশয়ৰ

আগত যুক্তিতর্কেৰে বুজাই দিছে যে নীচ জাতীয় লোক বিলাকক কেতিয়াও সমৰ্থন দিব নালাগে। এই নীচ জাতীয় লোক বিলাকে শ্লাঘ্যপদ পালে ভাৰতীয় কৃষ্টি ধ্বংস কৰি পেলাব। চৌধুৰী মহাশয়ে অৱশ্যে ভট্টাচাৰ্য্য দেৱৰ কথাত সমৰ্থন দিয়া নাছিল। আৰু শুনি আচৰিত হ'লো যে তেওঁ কৈছে যে তেওঁ তেতিয়াও গাধোৱা নাই, চাহ-জলপান নাখায়; তদুপৰি তেওঁ কেতিয়াও কাৰো ঘৰত একো নাখায়। চৌধুৰী মহাশয় ব্ৰাহ্মণ আছিল। নীচ জাতীয় লোকৰ ঘৰত ভট্টাচাৰ্য্য দেৱে চাহ-জলপান খায় (অৱশ্যে লুকাই লুকাই) কিন্তু সমজাতীয় লোকৰ ঘৰত নাখায়। ইয়াৰ অৰ্থ মই বিচাৰি নাপালো। সি যি নহওক মানুহজনৰ প্ৰতি মোৰ শ্ৰদ্ধা একেবাৰে লোপ পালে। এঘণ্টা আগতে তেওঁ মোৰ ঘৰত চাহ-জলপান খাই আহিছে। মই বন্ধুজনৰ লগত ইংৰাজী সাহিত্যৰ বিষয়ে আলোচনা কৰি থাকিলো আৰু ইতিমধ্যে তেওঁ চৌধুৰী মহাশয়ৰ ঘৰৰ পৰা গুচি গ'ল। মই বন্ধুজনক সুধিলো যে তেওঁ অসমঞ্জস ভট্টাচাৰ্য্যক চিনি পায় নে নাপায়। বন্ধুজনে বৰ বিৰক্তি সূচক ভাৱে ক'লে যে 'এৰি দিয়া সেইজনৰ কথা। তেওঁৰ নামৰ লগতহে ব্যৱহাৰৰ যথেষ্ট মিল আছে, কথাৰ লগত নাই। সাধুতা তেওঁৰ ব্যৱহাৰত নাই। সঁচাকথা তেওঁ কাহানিও নকয়। পাণ্ডিত্যৰ গৌৰৱো মিছা। তেওঁ যিবোৰ কথা কয়, শাস্ত্ৰৰ লগত তাৰ কোনো সম্বন্ধ নাই। যি ঠাইত যেনে কথা ক'লে মানুহে ভাল পাব পাৰে সেই ঠাইত তেওঁ তেনে কথা কয়। শ্ৰুতিৰোচক কথা তেওঁ ক'ব জানে; কিন্তু তেওঁৰ বুদ্ধিৰ ফুটা এটা যে আছে তাক তেওঁ বুজি নাপায়। সমাজৰ মানুহ বিলাকো যে মুৰ্খ নহয়, এইকথা তেওঁ নুবুজে। তেওঁ সকলো কথাৰে সামঞ্জস্য বিধান কৰিবলৈ গৈ যে তেওঁৰ অসমঞ্জস নামৰ প্ৰকৃত ৰূপহে প্ৰকাশ কৰে সেইটো কথা তেওঁ উপলব্ধি নকৰে। বহুদিনৰ পৰা তেওঁ মানুহক ভুৱা দি আহিছে কিন্তু মানুহে এতিয়া তেওঁৰ স্বৰূপটো বুজি পাইছে। অৱশ্যে মুখৰ আগত কোনোৱে একো প্ৰতিবাদ নকৰে কিন্তু আজিকালি সমাজত তেওঁৰ পূৰ্ব্বৰ প্ৰতিষ্ঠা নাই। মই শুনি তেওঁৰ চৰিত্ৰৰ বিষয়ে বিশেষ জ্ঞান লাভ কৰিলো। মই গুচি আহিলো।

ইয়াৰ পাছত কেইবা বছৰো পাৰ হৈ গৈছে। অসমঞ্জস ভট্টাচাৰ্য্য দেৱৰ লগত মোৰ সাক্ষাৎ হোৱা নাই। মই উজনি অসমৰ এখন গাঁৱলীয়া কলেজৰ অধ্যাপকৰ পদ পাই অধ্যাপনা কাৰ্য্যত ব্যস্ত থাকো - লগে লগে সংস্কৃত সাহিত্যৰ চৰ্চ্চা কৰিব ধৰিছো। সংস্কৃত সাহিত্যৰ ভিতৰত একদেশদৰ্শী দোষ নাই - এই ধাৰণা মোৰ মনত বদ্ধমূল হৈছে আৰু সেই দৃষ্টিভঙ্গীৰে এই গ্ৰন্থবোৰ বিশেষকৈ দৰ্শন শাস্ত্ৰবোৰ পঢ়িব ধৰিছো। মই নীচকুলীয়া মানুহ কাৰণে বেদ অধ্যয়নত কিছু বাধা পাইছো - কোনো ব্ৰাহ্মণে পণ্ডিতে মোক বেদ পঢ়াব নোখোজে আৰু তেনে বেদজ্ঞ পণ্ডিত অসমত নাইও। যি নহওক যিখিনি বঙলা আৰু ইংৰাজী অনুবাদ

পাইছো তাৰ দ্বাৰাই ভাৰতীয় সংস্কৃতিৰ উমান ল'বলৈ যত্ন কৰিছো। পূজাৰ বন্ধৰ ভিতৰত এবাৰ গুৱাহাটীলৈ আহিছো। যিজন বন্ধুৱে ভট্টাচাৰ্য্য দেৱৰ বিৰুদ্ধে মোৰ আগত ঘৃণা ব্যঞ্জক মন্তব্য কৰিছিল বহুদিন আগতে তেওঁক, অমলকৃষ্ণক ল'গ পালো পানবজাৰৰ মাজত। তেওঁ মোক লৈ গ'ল তেওঁৰ ঘৰলৈ। প্ৰলোভন দেখুৱালে যে তেওঁ মোক এখনি গ্ৰন্থ দেখুৱাব য'ত মানৱ চৰিত্ৰৰ এটি সুস্পষ্ট চিত্ৰ আঁকা আছে।

যথেষ্ট সময় হাতত আছিল। বৰ আনন্দমনে বন্ধুজনৰ ঘৰলৈ গ'লো। বন্ধু অমলকৃষ্ণই ইতিমধ্যে কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক নিযুক্ত হৈছে আৰু বিবাহিত জীৱনত সুখী হৈছে। তেওঁৰ পত্নী সৰলা দেৱীয়ে আহি আমাক অভ্যৰ্থনা কৰিলে আৰু চাহ-জলপানেৰে আপ্যায়িত কৰি মধ্যাহ্ন ভোজনৰ বাবে ৰন্ধা-বঢ়া কৰাত লাগিল। আমি উভয় বন্ধুৱে সাহিত্য আলোচনাত ব্যাপৃত হ'লো।

অমলকৃষ্ণই এখনি প্ৰকাণ্ড হাতে লিখা গ্ৰন্থ উলিয়ালে - জীৱন দৰ্শন। লিখিছে সমন্বয় ভট্টাচাৰ্য্যই। গ্ৰন্থখনৰ আৰম্ভণিতে গ্ৰন্থাকাৰৰ সাধাৰণ পৰিচয় দিছে আৰু প্ৰত্যেক অধ্যায়ত মানৱ জীৱনৰ একোটি দিশ সুপষ্ট কৰি তুলিছে। আৰম্ভ কৰিছে যে সাধাৰণ মানৱ জীৱনৰ প্ৰধান অৱলম্বন হৈছে - ঈৰ্ষালুতা। মানুহ স্বভাৱতঃ ঈৰ্ষালু। নিজৰ পৰিচয় দিওতে এই ঈৰ্ষালু স্বভাৱৰ বিষয়ে সুপষ্ট বৰ্ণনা দিছে। মধুৰ অনুষ্টুপ আৰু ত্ৰিষ্টুপ ছন্দত গোটেইখন গ্ৰন্থ লিখিছে আৰু প্ৰত্যেক শ্লোকৰ সহজ ব্যাখ্যা অসমীয়াত ৰসাল ভাৱে দি গৈছে। গোটেই গ্ৰন্থখনত মূল চৰিত্ৰ গ্ৰন্থকাৰ নিজে। আমি উভয়ে গ্ৰন্থকাৰৰ পৰিচয় আৰু গ্ৰন্থৰ সংক্ষিপ্ত বিষয়বস্তুৰ বৰ্ণনা অসমীয়া ব্যাখ্যাৰ পৰা মনোযোগেৰে পঢ়িলো।

গ্ৰন্থকাৰৰ পিতৃ বেদব্ৰত আহিছিল নেপালৰ পৰা। উত্তৰ লক্ষ্মীমপুৰৰ ভিতৰুৱা গাওঁ এখনত গৰু-মহৰ বাথান আৰু কৃষিকাৰ্য্যৰ বাবে কিছু চৰকাৰী মাটি লয়। ওচৰতে এখনি সৰুনৈ। বিয়া কৰায় অসমীয়া নমঃশূদ্ৰৰ ছোৱালী এজনী। নৈত নিতৌ মাছ মাৰিবলৈ আহে তাই আৰু বেদব্ৰতে গৰু-ম'হক পানী খুৱায় সেই একে সময়তে। নিজান ঠাই। নিতৌ সাক্ষাৎ হোৱাৰ ফলত উভয়ৰ ভিতৰত প্ৰথমতে সাধাৰণ পৰিচয়, তাৰ পাছত ঘনিষ্ঠতা আৰু শেহত প্ৰেম আৰু বিয়া হয়। সিহঁতৰ সন্তান হয় এই সমন্বয় ভট্টাচাৰ্য্য, যাক আমি অসমঞ্জস বুলি জানি আহিছো। বাপেক বেদব্ৰতই লগতে আনিছিল এখন মুগ্ধবোধ ব্যাকৰণ আৰু শ্ৰীধৰ স্বামীৰ টীকা থকা এখন ভাগৱত। সমন্বয়ক তেওঁ নিজে এই দুইখনি পুথি ২০ বছৰ বয়সলৈকে পঢ়ুৱালে। তাৰ পাছত সমন্বয়ক কলিকতালৈ পঠাই দিলে। সমন্বয়ে তাত এজন অভিজ্ঞ শিক্ষকৰ ঘৰত থাকি শিক্ষকজনক মাহে ১০০ টকা দৰ্মহা আৰু খোৱা আৰু থকাৰ বাবে মাহে ৭০ টকাকৈ দি ৪ বছৰৰ ভিতৰত মেট্ৰিক পাছ কৰি বিদ্যাসাগৰ কলেজৰ পৰা আই. এ. পাছ কৰে। তাৰ

পাছত ঘৰলৈ ঘূৰি আহে। সমন্বয়ে এই ৬ বছৰৰ ভিতৰত ইংৰাজী, বঙলা আৰু সংস্কৃত গ্ৰন্থ বহুতো পঢ়ে আৰু বহু সংস্কৃতজ্ঞ পণ্ডিত আৰু কলিকতা বিশ্ব বিদ্যালয়ৰ বহু অধ্যাপকৰ লগত পৰিচিত হয়। ২ বছৰ মান পাছত কামৰূপৰ এখন গাঁৱত বি. এ. পাছ আৰু কাব্যতীৰ্থ বুলি কৈ প্ৰধান শিক্ষকৰ পদ লয়। ইতিমধ্যে দুবাৰ মান কলিকতালৈ গৈ কাব্যৰ পৰীক্ষা দি কাব্যতীৰ্থ উপাধি লয়; কিন্তু বি.এ. পাছ কৰা নাছিল। অসমঞ্জস উপাধ্যায় নামৰ এজন লোকে সংস্কৃতত অনাৰ্ছ লৈ বি. এ. পাছ কৰিছিল। কলিকতা বিশ্ব বিদ্যালয়ৰ এজন কেৰাণীক এহেজাৰ টকা ভেটি দি উক্ত অসমঞ্জস উপাধ্যায়ৰ বি.এ. পাছ কৰা চাৰ্টিফিকেটৰ ডুপ্লিকেট কপি এখনি সংগ্ৰহ কৰিলে; কাৰণ একে নামৰে আছিল দুজন লোক। সুদূৰ অসমত তেওঁক কোনেও সন্দেহ কৰিবৰ আৱশ্যক নহ'ল। সেইজন অসমঞ্জস উপাধ্যায়ে এম. এ.ও পাছ কৰিছিল। পাছত যেতিয়া সমন্বয়ে অৰ্থাৎ অসমৰ অসমঞ্জসে (গ্ৰন্থকাৰ সমন্বয় আৰু অসমঞ্জস একেজন ব্যক্তি) দেখিলে যে যিখন গাঁৱত তেওঁ হাইস্কুলৰ প্ৰধান শিক্ষক হৈছিল সেইখন গাঁৱতে কলেজ হ'ল, তেওঁ পুনঃ কলিকতালৈ গৈ একে বুদ্ধিৰে এম. এ. পাছ চাৰ্টিফিকেট সংগ্ৰহ কৰিলে সেই একেজন কেৰাণীৰ পৰা। তাৰ পাছত কলিকতাতে কোৰ্টত এফিডেফিট দি তেওঁ অসমঞ্জস ভট্টাচাৰ্য্য নামে পৰিচিত হ'ল। ৰাইজে জানিলে যে তেওঁ প্ৰাইভেটকৈ এম. এ. পাছ কৰিছে। চাকৰি ল'বৰ সময়ত পৰিচিত লোক কাৰণে তেওঁৰ চাৰ্টিফিকেট চাবৰ কোনো আৱশ্যক নহ'ল। সেই গ্ৰন্থৰ এয়ে প্ৰথম অধ্যায়। ইয়াৰ বৰ্ণনাত বহুতো দাৰ্শনিক আৰু শাস্ত্ৰীয় তত্ত্বৰ আলোচনা আছে।

দ্বিতীয় অধ্যায়ত তেওঁ লিখিছে যে পৃথিৱীৰ সমস্ত শাস্ত্ৰ আৰু বুৰঞ্জীতে অসত্যৰ ছাপ আছে। সেইবাবে গৱেষণাৰ সমল বহুতো ওলায় কিন্তু সত্যৰ অন্বেষণ সদায় দুৰূহ হৈ পৰে। তেওঁৰ গ্ৰন্থৰ এই অধ্যায়ৰ প্ৰধান বক্তব্য হৈছে যে শাস্ত্ৰীয় মানুহৰ মনৰ কথা আৰু বাক্যত প্ৰকাশ কৰা কথা এক হৈ নুঠাৰ এই কাৰণ। দ্বৈত ব্যৱহাৰ সৰ্ব্বত্ৰ দেখা যায়।

সামৰণিত লিখিছে যে জগতৰ সভ্যতাৰ বুৰঞ্জী তেনেই কলঙ্কিত আৰু অসত্য ঘটনাৰে দুষিত। ইয়াৰ মুলতে আছে ব্যক্তিৰ বিৰুদ্ধে ব্যক্তিৰ পাৰস্পৰিক ঈৰ্ষা, জাতিৰ বিৰুদ্ধে জাতিৰ পাৰস্পৰিক ঈৰ্ষা, ব্যক্তিৰ আত্মকেন্দ্ৰিক স্বাৰ্থপৰতা, জাতিৰ স্বজাতিৰ প্ৰতি অবৈধ পক্ষপাতিত্ব। মানৱতাৰ বিৰুদ্ধে এই যে ইতিহাস পৰম্পৰায় পোৱা কলুষতা এয়ে মোৰ জীৱনত পূৰ্ব্ব প্ৰভাৱ বিস্তাৰ কৰিছে। মানৱ সমাজ এই অসমঞ্জস ৰূপত ৰূপায়িত হৈ উঠিছে। মানৱ ইতিহাস এই ৰূপত দুষিত, কলঙ্কিত আৰু কুচিত্ৰিত হৈ উঠিছে। সাধু-সন্ত, মহাত্মা-মহামানৱ সকলৰ বাণী আৰু জীৱন ইতিহাসে সাময়িক প্ৰভাৱ বিস্তাৰ কৰিব পাৰিলেও, কালৰ গতিত সমাজত প্ৰবাহমান দুৰ্নীতি, কামনা-বাসনাৰ স্ৰোতত ভাহি যায়। সেয়েহে মই পূৰ্ব্বৰ পিতৃদত্ত

নাম সত্যদেৱ ত্যাগ কৰি অসমঞ্জস নাম লৈছিলো। মোৰ জন্ম হৈছিল এগৰাকী বেশ্যাৰ গৰ্ভত। নমঃশূদ্ৰ কুলজাতা ৰূপৱতী বেশ্যা আছিল মোৰ মাতৃ। পিতৃ আছিল সদ্বংশজাত বিশিষ্ট ব্ৰাহ্মণ সন্তান। নেপালী ব্ৰাহ্মণ উপাধ্যায় উপাধিধাৰী। মাতৃয়ে মৃত্যুৰ সময়ত এই পৰিচয় মোক দি গৈছিল। পিতৃ-মাতৃৰ সম্যক পৰিচয় পোৱাৰ পাছত মোৰ প্ৰকৃতিত এটা অশুদ্ধ ভাৱে ক্ৰিয়া কৰিব ধৰিলে। পিতৃ পণ্ডিত মানুহ আছিল। তেওঁৰ মুখত মই মুগ্ধবোধ ব্যাকৰণ পঢ়িছিলো আৰু সমগ্ৰ দ্বাদশ স্কন্ধ ভাগৱৎ পঢ়া শেষ কৰিছিলো। শ্ৰীধৰ স্বামীৰ টীকাৰ লগত সামঞ্জস্য ৰক্ষা কৰি পিতৃয়ে মোক ভাগৱৎ পঢ়ুৱাইছিল। পাণ্ডিত্য বাঢ়িল কিন্তু মাতৃৰ মৃত্যুৰ পাছত যি এটা কলঙ্কৰ চিত্ৰ মোৰ মনত অঙ্কিত হ'ল, তাক মই মচি পেলাব নোৱাৰিলো। কলিকতাতে আই. এ. পাছ কৰাৰ পাছত পাশ্চাত্য সাহিত্যৰ প্ৰভাৱত মোৰ চৰিত্ৰৰ নৈতিক দৃঢ়তা আৰু কমাই দিলে। প্ৰলোভনতো পৰিলো। অবৈধ প্ৰণয় হ'ল এজনী উচ্চ বংশীয় ছোৱালীৰ লগত। তাৰ বাবে মাৰ ধৰো খালো কিন্তু শাৰীৰিক মাৰ ধৰতকৈ মানসিক মাৰধৰৰ আঘাতহে বেছি অসহনীয় হৈ উঠিল। সেই ছোৱালীজনীয়ে মোৰ গোড়া-গোষ্ঠীৰ সম্যক পৰিচয় যেতিয়া নাপালে — মোৰ প্ৰতি বিৰূপ হ'ল। মই মৰ্ম্মাহত হ'লো আৰু কলেজ এৰি দিলো; আৰু দেশলৈ উলটিলো। ঘৰলৈ আহি পঢ়া-শুনাতহে ব্যস্ত আছিলো। ইতিমধ্যে পিতৃয়ে মোক বহু সম্পত্তিৰ মালিক কৰি থৈ ঢুকাল। কাজ-কৰ্ম্ম খেদাই তীৰ্থ ভ্ৰমণৰ উদ্দেশ্যে ওলালো; কিন্তু শান্তি ক'তো নাপালো। অৱশেষত পুনঃ কলিকতালৈ আহিলো। তাত খবৰ পালো মোৰ প্ৰেমিকাৰ এজন উচ্চ পদস্থ চৰকাৰী কৰ্মচাৰীৰ লগত বিয়া হৈ গৈছে। নিজ গাঁৱৰ পৰা চিঠি পালো যে তাত এখন হাইস্কুল পতাৰ প্ৰস্তাৱনা চলিছে আৰু মই তাত হেড মাষ্টৰ হ'ব লাগে। বি.এ. পাছ নকৰাকৈ বি.এ. পাছৰ চাৰ্টিফিকেট এখন যোগাৰ কৰিলো - বিশ্ববিদ্যালয়ৰ পৰা। হাইস্কুল পতা হ'ল আৰু স্কুলেও উন্নতি কৰিলে। ইন্সপেক্টৰ স্মল চাহাবৰ বৰ প্ৰিয়পাত্ৰ হ'লো। ইতিমধ্যে গাঁৱৰ এজন মুখীয়াল মানুহৰ ল'ৰা এজনে এম. এ. পাছ কৰি ওলাল। প্ৰথম বা দ্বিতীয় শ্ৰেণী নোপোৱা কাৰণে কলেজৰ চাকৰি নাপায় আৰু উচ্চবৰ্ণ হিন্দু হোৱা বাবে আন কোনো ভাল চাকৰি পোৱাতো বহুপ্ৰকাৰ বাধা উপজিল। তেওঁকে এই স্কুলৰ হেড মাষ্টৰ কৰিবলৈ পৰিচালনা সমিতিৰ সভ্যসকলৰ মাজত ষড়যন্ত্ৰ চলিল আৰু মোৰ জন্ম বৃত্তান্ত উদ্ঘাটিত কৰি সমাজত মোৰ প্ৰতিষ্ঠাৰ হানি ঘটালে। পাছ কৰি যোৱা আৰু পঢ়ি থকা ছাত্ৰ সমাজৰ মাজত মোৰ মনত এটা সঙ্কোচ আৰু এটা হীনমন্যতাৰ ভাৱ বোধ কৰিলো। মই স্থান ত্যাগ কৰিবৰ বাবে দৃঢ়প্ৰতিজ্ঞ হৈ মিঃ স্মলৰ উপদেশ বিচাৰিলো। কামৰূপৰ এখন গাঁৱত মিঃ স্মলৰ যত্নত প্ৰধান শিক্ষকৰ পদ এটি পালো। স্কুলৰ উন্নতি হ'ল, সেই ঠাইতে কলেজ স্থাপনৰ যো-জা চলিল; ময়ো অধ্যক্ষ হ'বলৈ এম. এ. পাছৰ চাৰ্টিফিকেট এখন যোগাৰ কৰিলো

কিন্তু মোৰ উপাধ্যায় উপাধিটো পৰিবৰ্ত্তন কৰি ভট্টাচাৰ্য্য উপাধি ল'বৰ আৱশ্যক হ'ল। মোৰ টকাৰ বৰ অভাৱ নাই বৰঞ্চ স্বচ্ছলতা যথেষ্ট আছে। কোৰ্টত এফিডেভিট দি টকাৰ বলত সেই উপাধি পৰিবৰ্ত্তন কৰা সম্ভৱ হৈ উঠিল। ইতিমধ্যে মোৰ পৈতৃক সম্পত্তি বিক্ৰি কৰি কেইবা হাজাৰো টকা বেঙ্কত জমা থৈছিলো। কলেজৰ অধ্যক্ষ মই হ'লো; কিন্তু মোৰ শিক্ষা-দীক্ষা আৰু চৰিত্ৰৰ ওপৰত যথেষ্ট বিপৰীত ক্ৰিয়া আৰম্ভ হ'ল। মোৰ চৰিত্ৰত এটা দ্বৈত আচৰণে দেখা দিলে। যিকোনো ক্ষেত্ৰতে মই সঁচা কথা ক'ব নোৱাৰা হ'লো। সৰল আৰু স্বচ্ছ আচৰণ মোৰ চৰিত্ৰৰ পৰা লোপ পালে। মোৰ জন্ম বৃত্তান্তই মোৰ মনত যি অশুচিতাৰ ভাৱ আনি দিছিল, সেই অশুচিতা পল্লৱিত হৈ মোক সৎপথৰ পৰা বিচলিত কৰিলে। অৱশ্যে সেইবাবে মই ৰাজহুৱা ধন আত্মসাৎ কৰা আৰু ছাত্ৰ নপঢ়োৱা দোষত লিপ্ত হোৱা নাই। বি. এ. বা এম. এ. পৰীক্ষা দি পাছ নকৰিলেও বহুতো ইংৰাজী আৰু সংস্কৃত গ্ৰন্থ পঢ়া বাবে বিশেষকৈ মুগ্ধবোধ ব্যাকৰণ আৰু শ্ৰীমদ্ভাগৱতৰ শ্ৰীধৰী টীকাৰ পূৰ্ণ জ্ঞান থকা বাবে মই যিকোনো গ্ৰন্থ নিজে পঢ়ি আয়ত্ত কৰিব পাৰিছিলো। সেইবাবে শিক্ষকতা কৰাত মোৰ কোনো দোষ-ক্ৰটি নাছিল। প্ৰেমৰ ক্ষেত্ৰত নৈৰাশ্য অহাৰ পাছত মই সম্পূৰ্ণ সংযমী হৈ ব্ৰহ্মচাৰী জীৱন-যাপন কৰিছিলো, সেইবাবে স্মৃতি শক্তিও ক্ৰমাৎ প্ৰখৰতাৰ ফালে গতি কৰিছিল। কিন্তু মোৰ মনত কোনো শান্তি নাছিল; কাৰণ মোৰ সামাজিক আচৰণৰ গতি দ্বৈত পথে চলা বাবে ক্ৰমে মই সমাজত প্ৰতিষ্ঠা হেৰুৱাইছিলো। কলঙ্কৰ স্মৃতি মনত বেছি বেদনাদায়ক হৈ উঠিল। মানৱ জাতিৰ ইতিহাসত এনে ধৰণৰ চৰিত্ৰ কিমান আছে তাৰ লেখ কোনে লৈছে? মানুহৰ জীৱনৰ ধাৰা কোন ঘটনাই কোন পথে গতি কৰায় তাৰ সম্যক্ অধ্যয়ন কেইজনে কৰে?

বোপা অমলকৃষ্ণ! সমাজত তুমিয়েই মোক আটাইতকৈ বেছি ঘৃণা কৰিছিলা। সেইবাবে তোমাকেই মই এই গ্ৰন্থখনি দি গ'লো। মোৰ জীৱনৰ অন্তিম কাল উপস্থিত হৈছে। মই যক্ষ্মা ৰোগত ভুগি আছো। এই ৰোগ মোৰ মাতৃৰ আছিল। তুমি এই গ্ৰন্থখনি ছপাই তুলিবা। মোৰ বেঙ্কত জমা থকা ৫০,০০০ হাজাৰ টকাও তোমাকেই দিলো। যদি গ্ৰন্থৰ পৰা আয় হয় আৰু মোৰ জমা টকাৰো যদি কিবা ৰাহি হয় তাৰে দুখীয়া বালক-বালিকাৰ পঢ়া খৰচৰ বাবে মাহেকীয়া বৃত্তিৰ ব্যৱস্থা কৰিবা। গ্ৰন্থ ছপোৱাত নিশ্চয় দহ হাজাৰতকৈ বেছি খৰচ নপৰিব লাগে আৰু তোমাৰ পৰিশ্ৰমিকৰ বাবে দহ হাজাৰ দিলো। মোৰ জন্ম কলঙ্কৰ আৰু সমাজত দ্বৈত আচৰণেৰে কৰা পাপৰ এয়ে মোৰ প্ৰায়শ্চিত্ত। অমলে মোক ক'লে বুজিছ ভাই বিমল, জগতৰ সাহিত্যৰ ক'ত গ্ৰন্থকাৰ, ক'ত বৈজ্ঞানিক, শিল্পী, বুৰঞ্জীবিদ লোক সকলৰ জীৱনৰ ৰহস্যময় চিত্ৰ উদঘাটন কোনে কৰিব পাৰিব? এওঁলোকেই আমাৰ সভ্যতা গঢ়ি তুলিছে অমূল্য বৰঙণিৰে।●

# সমাজবাদ প্ৰতিষ্ঠাৰ পথ বিচাৰি

সমাজ শব্দৰ অৰ্থ হৈছে পৰস্পৰ নিৰ্ভৰশীল জনসমূহ বা প্ৰাণীসমূহ আৰু সমাজতন্ত্ৰৰ অৰ্থ হৈছে ৰাজ্যৰ সকলো ব্যক্তিৰেই সকলো বিষয়তে সমান অধিকাৰ আছে আৰু সাৰ্বজনীন সুবিধাৰ বাবে সকলো ব্যক্তিয়েই নিজ নিজ ব্যক্তিগত বিশেষ বিশেষ ক্ষমতা বা অধিকাৰ বিসৰ্জন দিব লাগে এই ৰূপ ৰাষ্ট্ৰনীতি। ইংৰাজীত ইয়াকেই ছোছেলিজম (Socialism) বোলে।

যিবিলাক লোকে আনৰ ওপৰত কোনো বিষয়ে নিৰ্ভৰ নকৰে, তেওঁবিলাকে আনৰ পৰা সহায়-সহযোগ বা সহানুভূতি স্বাভাৱিকতে হেৰুৱায়। পাৰস্পৰিক নিৰ্ভৰতা নাথাকিলে পাৰস্পৰিক বন্ধুতা গঢ়ি নুঠে, শত্ৰুতা নাথাকিলেও; কিন্তু পাৰস্পৰিক বন্ধুতা নাথাকিলে এজনে আনজনৰ স্বাৰ্থৰ কাৰণে নিজৰ স্বাৰ্থ ত্যাগ কৰা মনোবৃত্তি গঢ়ি ল'ব নোৱাৰে। সমাজৰ সকলো ব্যক্তিৰ কল্যাণৰ কাৰণে নিজৰ ব্যক্তিগত স্বাৰ্থ ত্যাগ কৰা মনোবৃত্তি গঢ়ি নল'লে সমাজতন্ত্ৰীয় ৰাজনীতিয়ে সাফল্য অৰ্জন কৰিব নোৱাৰে। এই সমাজতন্ত্ৰীয় নীতি ভাৰতবৰ্ষত যুগ পৰম্পৰাই চলি আহিছে। আমাৰ সমাজত এই নীতিয়ে ব্যক্তি চৰিত্ৰ আৰু সমাজ চৰিত্ৰ গঠনত সদায় সহায় কৰি আহিছে। যিবিলাক লোকে নিজৰ স্বাৰ্থ উদ্ধাৰ কৰিবলৈ গৈ সমাজৰ স্বাৰ্থক অৰ্থাৎ আন সকলো ব্যক্তিৰ স্বাৰ্থৰ প্ৰতি অৱহেলা দেখুৱাইছে সেই বিলাক লোকক স্বাৰ্থপৰ বা আত্মকেন্দ্ৰিক বুলি সমাজে নিন্দা কৰি আহিছে। 'পৰাৰ্থে প্ৰাজ্ঞ উৎসৃজেৎ' - বি ব্যক্তি বিশিষ্ট জ্ঞানী সেই ব্যক্তিয়ে পৰৰ উপকাৰৰ কাৰণে নিজৰ স্বাৰ্থ ত্যাগ কৰে। সেইদৰে কোনো ব্যক্তি যদি কোনো প্ৰকাৰ ক্ষমতাত অধিষ্ঠিত হৈ সেই ক্ষমতা যদি নিজৰ আৰু নিজৰ আত্মীয় স্বজনৰ উপকাৰতহে লগায় আৰু আনৰ স্বাৰ্থহানি বা হক প্ৰাপ্যৰ প্ৰতি দৃষ্টি নিদিয়ে তেতিয়া তেওঁ সমাজতন্ত্ৰীয় ৰাষ্ট্ৰনীতি ভঙ্গ কৰে। যেতিয়া সমাজৰ সৰহভাগ লোকৰে এই ধৰণৰ আত্মকেন্দ্ৰিক মনোভাৱ গঢ়ি উঠে, তেতিয়া পৰস্পৰৰ নিৰ্ভৰশীলতা গুণ ধ্বংস হয় আৰু তেতিয়া পৰস্পৰৰ বন্ধন কৰা মূল সূত্ৰ গছিয়ে ছিঙি যায়। তেতিয়া সমাজত দ্বন্দ্ব, প্ৰতিদ্বন্দ্বিতা, গৃহ যুদ্ধ আৰু সমাজ বিদ্ৰোহ উপস্থিত হয়। গতিকে দেখা যায় সৰ্বজনীন সুবিধাৰ বাবে সকলো ব্যক্তিয়ে নিজ নিজ ব্যক্তিগত বিশেষ বিশেষ ক্ষমতা বা অধিকাৰ বিসৰ্জন দিব লাগে। সমাজতন্ত্ৰবাদৰ মূলনীতি এইটোৱেই প্ৰধান।

সমাজতন্ত্ৰবাদৰ আন এটি মূলনীতি হৈছে যে সকলো ব্যক্তিয়েই সকলো বিষয়ে সমান অধিকাৰী হ'ব লাগে। এই নীতিৰ প্ৰকৃত মৰ্ম্ম বুজিবলৈ বহুথিনি

চিন্তা আৰু উপলব্ধিৰ আৱশ্যক। ৰাষ্ট্ৰপতিৰ আসনৰ বাবে সকলো ব্যক্তিৰ অধিকাৰ আছে; কিন্তু একে সময়তে সকলো ব্যক্তিয়ে সেই আসন অধিকাৰ কৰিব নোৱাৰে। তদুপৰি সেই আসনৰ অধিকাৰী হ'বলৈ ব্যক্তিৰ নিজৰ উপযুক্ততা থাকিব লাগিব। বহুজন লোকেই উপযুক্ত হ'ব পাৰে নাইবা আটাইবিলাক লোকেই উপযুক্ত বুলি যদি ধৰি লোৱা হয় তেতিয়াও কোনজন লোক উপযুক্ততৰ, কোনজন লোক বেছি জনপ্ৰিয়, বেছি ৰাজনীতিজ্ঞ ইত্যাদি ধৰণৰ তুলনামূলক প্ৰশ্ন উত্তৰ হয়। এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ হ'লেই বুজা যায় যে দেশত সমাজতন্ত্ৰ প্ৰবৰ্ত্তিত হৈ থাকিলেও, সমান অধিকাৰ থাকিলেও সকলো ব্যক্তিৰ গুণ বা উপযুক্ততা সমান নহয় আৰু সেই কাৰণে উপযুক্ততম ব্যক্তিৰ নিৰ্বাচন সমাজতন্ত্ৰবাদত ঠাই পাইছে।

অতীত ভাৰতত সমাজতন্ত্ৰই প্ৰতিষ্ঠা লাভ কৰিছিল ত্যাগৰ আদৰ্শেৰে। ত্যাগৰ আদৰ্শ ভাৰতীয় সমাজৰ প্ৰত্যেক গৃহী ব্যক্তিৰ গাৰ্হস্থ্য জীৱনত আচৰণ কৰা হৈছিল। ত্যাগৰ লগত কৃতজ্ঞতা জ্ঞাপনৰ নীতিও অন্তৰ্নিহিত আছিল। যিসকল দেৱতাৰ অনুগ্ৰহত শস্য উৎপাদন, শস্য বৃদ্ধি আৰু খাদ্য প্ৰাপ্তি হৈছিল সেই সকলৰ উদ্দেশ্যে, যাৰ পৰা মনুষ্য জীৱন লাভ হৈছিল সেই পিতৃপুৰুষ সকলৰ উদ্দেশ্যে, গৃহাগত অতিথি অভ্যাগত সকলৰ উদ্দেশ্যে আৰু মনুষ্যেতৰ জীৱসকলৰ উদ্দেশ্যে ত্যাগ কৰিহে অৱশিষ্ট ভাগৰ পৰা গৃহস্থই খাদ্য গ্ৰহণ কৰিব লাগে। এই কথা স্বয়ং ভগৱান শ্ৰীকৃষ্ণই গীতাত কৈছে আৰু ভাৰতৰ হিন্দু সমাজে আজিকোপতি এই কথা ৰক্ষা কৰি আহিছে। উল্লেখ কৰা উদ্দেশ্যে ত্যাগ নকৰাকৈ নিজে আহাৰ কৰিলে পাপত লিপ্ত হয়।

নিজৰ প্ৰয়োজনৰ অতিৰিক্ত ধন (সাধাৰণ ভাৱে জীৱন যাত্ৰা নিৰ্বাহৰ অতিৰিক্ত ধন) যদি কোনো মানুহে আকাঙ্খা কৰে তেনে লোকক শ্ৰীমদ্ভাগৱতে চোৰ বুলি কৈছে আৰু তেনে লোক দণ্ডাৰ্হ বুলি কৈছে। ৰজা সকলেও উদ্বৃত্ত ধন বছৰি খৰচ নকৰিলেও প্ৰত্যেক তিনি বছৰে জন হিতকৰ কাৰ্য্যত অৱশ্যে খৰচ কৰিব লাগিছিল। ভাৰতীয় সমাজতন্ত্ৰবাদত হিংসাবৃত্তিৰ কোনো স্থান নাই। ধনীৰ ধন অপহৰণ বা কোনো দাবী বা কৌশল নাই। ধনীয়ে নিজৰ কৰ্ত্তব্য বোধেৰে দুখীয়া দৰিদ্ৰক সহায় কৰা ৰীতি আজিকোপতি প্ৰচলিত হৈ আহিছে। সহায় কৰাৰ বিভিন্ন পদ্ধতি আছিল আৰু আজিও তাৰ উদাহৰণ নাইকিয়া হৈ যোৱা নাই। পাৰস্পৰিক সহায়-সহযোগ কৰাৰ নীতি সামাজিক ৰীতিৰ মাজত আছিল। কোনো এখন গাঁৱৰ কোনো এজন মানুহৰ যদি হালৰ হালোৱা গৰু মৰি যায় আৰু সেই মানুহজনে যদি গাঁৱৰ কোনো ধনী মানুহৰ ওচৰত নতুন এহাল গৰু কিনিবৰ কাৰণে ধন ধাৰলৈ খোজে, সেই ধনী মানুহজনে সেই ধন ধাৰে দিয়া কৰ্ত্তব্য বুলি ভাবিছিল আৰু সেই ধনৰ বাবে কোনো সুদ দাবী কৰাও অধৰ্ম বুলি ভাবিছিল। ধন ধাৰে নিয়া মানুহজনেও সেই ধন যিমান সোনকালে পাৰে পৰিশোধ

কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল আৰু সময়ত পৰিশোধ কৰিব নোৱাৰিলে পুনঃ কাবৌ-কাকুতি কৰি ধনীক সন্তুষ্ট কৰি পৰিশোধ কৰাৰ মিয়াদ বঢ়াই লৈছিল। ধনীয়ে ধনৰ সুদ নিবিচাৰিলেও ধন ধাৰে নিয়া মানুহজনে কাম বন কৰি হ'লেও নাইবা নিজৰ খেতিৰ শস্যৰ এভাগ উপহাৰ স্বৰূপে দি হ'লেও ধনীৰ আৰু ধনৰ সম্মান ৰাখিছিল। ধন ধাৰে দিয়া আৰু ধাৰে নিয়া মানুহ দুজনৰ ভিতৰত যি সদ্ভাৱ আৰু সন্তুষ্টি, সম্প্ৰীতি আৰু বন্ধুত্ব আছিল সমাজবাদ প্ৰতিষ্ঠাৰ সি এটি মহান পন্থা বা নীতি আছিল।

কোনো এখন গাঁৱৰ মানুহ এজনৰ ভঁৰালত উদ্বৃত্ত ধান আছে আৰু সেইখন গাঁৱৰে আন এজন মানুহৰ খাবলৈ ধান নাই। ধান কিনিব লাগে। তেতিয়া ধান কিনিব লগা মানুহজনে যদি উদ্বৃত্ত ধান থকা মানুহজনৰ পৰা ধান কিনিবলৈ বিচাৰে, আনতকৈ কম মূল্যত হ'লেও গাঁৱৰে অভাৱগ্ৰস্ত মানুহজনক ধান দিয়াটোহে সামাজিক ৰীতি আছিল।

বিবাহ আদি কাৰ্য্যতো এইদৰে পৰস্পৰে পৰস্পৰক সহায় কৰা সামাজিক ৰীতি আছিল।

ভাৰতীয় লোকে স্বোপাৰ্জিত ধন-ধানেৰে পৰিয়াল প্ৰতিপাল কৰিছিল। অনাৱশ্যক লাহ-বিলাহলৈ মন নেমেলিছিল। সেইবাবে আগৰ মানুহৰ জীৱনযাত্ৰাত সুখ আছিল আৰু মনত শান্তি আছিল। এই দুটি সাধাৰণ উদাহৰণেৰে ভাৰতীয় সমাজৰ যি ছবি অঙ্কিত কৰিবলৈ প্ৰয়াস কৰা হৈছে, সেই ছবিত যে কালিমা পৰা নাই তেনে কথা আমি কোৱা নাই। ধনীৰ উক্ত প্ৰকাৰ উদাৰতাৰ সহায় লৈ নিৰ্ধন ধৰুৱাই সমৰ্থ হৈও ধনীৰ ধন মাৰা খেদাইছে আৰু ধনীয়েও ধৰুৱাৰ দুৰ্বলতাৰ সুবিধা লৈ শোষণ নীতি অৱলম্বন কৰিছে। এইবাবে সমাজত সি বিশৃঙ্খলা আৰু অশান্তিৰ সৃষ্টি হ'বলৈ পালে তাৰ প্ৰতীকাৰ কৰিবলৈ ছলে বলে কৌশলে ধনীৰ ধন অপহৰণ কৰা নীতি সমৰ্থন যোগ্য হ'ব নোৱাৰে। আইন প্ৰণয়ন কৰি উদ্বৃত্ত ধন কাঢ়ি নিয়া পদ্ধতিও সমৰ্থন যোগ্য হ'ব নোৱাৰে। ধনীয়ে স্বেচ্ছায় উদ্বৃত্ত ধন জনগণৰ কল্যাণৰ অৰ্থে জন কল্যাণকৰ অনুষ্ঠান আদিত দান কৰিব লাগিব। পুৰণি পদ্ধতি যদি অচল হৈছে নতুন সমাজত নতুন পদ্ধতি আৱিষ্কাৰ কৰিবৰ আৱশ্যক হৈছে যাতে ধনী আৰু নিৰ্ধন ব্যক্তিৰ মাজত বন্ধুত্ব সৌহাৰ্দ্দ্য সম্প্ৰীতি আৰু পাৰস্পৰিক সহানুভূতি তিষ্ঠি থাকে। ছল বল কৌশলৰ যেন আশ্ৰয় লোৱা নহয়। ভাৰতীয় সমাজবাদৰ উদ্দেশ্য আছিল সকলোৱে সুখে শান্তিতে থাকক, সকলোৱে পৰস্পৰৰ মঙ্গল কামনা কৰক আৰু সকলোৱে নিৰাময় হৈ থাকক আৰু কোনোৱে যেন দুখ-শোকত ক্লেশ নাপায়।

আধুনিক যুগত পাশ্চাত্য সমাজবাদে প্ৰতিষ্ঠা লাভ কৰিছে। ভাৰতীয় সমাজতন্ত্ৰবাদৰ মূলভিত্তি আছিল ব্যক্তিৰ চৰিত্ৰ আৰু ব্যক্তি চৰিত্ৰৰ সামূহিক বা

সমষ্টিগত প্ৰভাৱত উদ্ভৱ হোৱা সমাজ চৰিত্ৰ। ব্যক্তি চৰিত্ৰ আৰু সমাজ চৰিত্ৰ উভয়কে পথ প্ৰদৰ্শন কৰিছিল নীতি বিজ্ঞানে। সমাজত ধনী আৰু নিৰ্ধন ব্যক্তি থাকিলেও নীতি বিজ্ঞানে পৰস্পৰৰ মাজত বিৰোধ উপস্থিত হোৱাত বাধা দিছিল। ভাৰতীয় সমাজতন্ত্ৰবাদ শোষণ নীতিৰ কৱলত পৰাত আৰু শোষিতৰ প্ৰতি কৰা অবিচাৰ অত্যাচাৰৰ ফলত নীতি বিজ্ঞানৰ প্ৰভাৱ হ্ৰাস হৈ অহাত আৰু আনফালে পাশ্চাত্য সমাজবাদৰ ধ্বনি শ্ৰুতিমধুৰ হোৱাত সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা কৰা ভাৰতৰ ৰাজনৈতিক সমস্যাবোৰৰ মাজত প্ৰধান সমস্যাৰূপে দেখা দিছে। প্ৰকৃততে ভাৰতৰ নীতি বিজ্ঞান মানিলে এই সমস্যা সমাধানত আৰু ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰতো বহু প্ৰকাৰ জটিলতাৰ শাম কটোৱাৰ ক্ষেত্ৰত সহজ আৰু সৰল পন্থা আৱিস্কৃত হ'ব পাৰে। ভাৰতীয় সমাজবাদ ধ্বংসৰ পথত এইটো যেনে সত্য কথা ভাৰতীয় সমাজতন্ত্ৰৰ উত্থান বহু পুৰণি কলীয়া সেইটোও অতি সত্য কথা। আনফালে পাশ্চাত্য সমাজতন্ত্ৰবাদ গঢ়ি উঠাই নাই। ভৱিষ্যৎ আশা কল্পনা আগত ৰাখি হিংসানীতিৰ মাধ্যমত ই গঢ়ি উঠিবৰ প্ৰয়াস পাইছে। পৰস্পৰৰ প্ৰতি পৰস্পৰৰ যদি হিংসাভাৱ জাগৃত হয়, সদ্ভাৱ-সম্প্ৰীতি বিদূষিত হয়, আমাৰ বোধেৰে সমাজতন্ত্ৰবাদ কল্পনাতে থাকিব, কেতিয়াও বাস্তৱত পৰিণত নহ'ব।

মাৰ্ক্সবাদ মতে পুঁজিবাদ যেতিয়া ধ্বংস হ'ব অৰ্থাৎ শ্ৰমিক সমাজে যেতিয়া পুঁজিবাদ ধ্বংস কৰিব তেতিয়া যি সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা হ'ব তেতিয়া ঘাইকৈ তিনিটা বৈশিষ্ট্যমূলক নতুন পদ্ধতিয়ে দেখা দিব -

(১) জনসাধাৰণৰ ওপৰত একনায়কত্ববাদ

(২) মজদুৰ সকলে শ্ৰমৰ অনুপাতে বা কৰ্ম্মৰ সাফল্য অনুসাৰে পাৰিশ্ৰমিক পাব। আৰু

(৩) উৎপাদিত সামগ্ৰীৰ স্বামিত্ব, উৎপাদনৰ সকলো প্ৰকাৰ ব্যৱস্থা, বিতৰণ আৰু বিনিময় ব্যৱস্থা ৰাষ্ট্ৰৰ ওপৰত ন্যস্ত হ'ব।

এইখিনি হ'লে সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা হ'ব কিন্তু এই প্ৰকাৰ সমাজতন্ত্ৰবাদে উচ্চতৰ অৱস্থাৰ আকাঙ্খা কৰে, সেইটো হৈছে সাম্যবাদ।

সাম্যবাদৰ প্ৰথম কথা হৈছে শ্ৰেণীবিহীন সমাজ। কোনো ব্যক্তিয়ে কোনো সম্পত্তিৰ ওপৰত নিৰ্ভৰ কৰি জীৱনযাত্ৰা নিৰ্বাহ কৰিব নোৱাৰিব আৰু সকলো মানুহে শ্ৰমৰ মাধ্যমতহে জীৱনযাত্ৰা নিৰ্বাহ কৰিব পাৰিব। এই অৱস্থা যেতিয়া পাব তেতিয়া ৰাষ্ট্ৰও নাথাকিব। ৰাষ্ট্ৰৰ পৰিবৰ্ত্তে থাকিব স্বেচ্ছামূলক ভাৱে উদ্ভৱ হোৱা কিছুমান সঙ্ঘ। এই সঙ্ঘবিলাকেই উৎপাদনৰো ব্যৱস্থা কৰিব আৰু সামাজিক প্ৰয়োজনৰ দাবী পূৰণৰো ব্যৱস্থা কৰিব। প্ৰয়োজনৰ দাবী অনুসাৰেহে মূল্য নিৰ্দ্ধাৰিত হ'ব। দৰ্মহা দিয়া প্ৰথা একেবাৰে লোপ পাব। প্ৰত্যেক ব্যক্তিয়ে নিজৰ শক্তি অনসাৰে কাম কৰিব আৰু তেওঁ যিমানখিনি উৎপাদন কৰিব পাৰে তাৰে পৰা

তেওঁৰ প্ৰয়োজন অনুসাৰেহে ধন পাব। প্ৰয়োজনৰ অতিৰিক্ত ধন নাপাব আৰু তেওঁৰ অৰ্জিত ধনৰ মুঠ পৰিমাণতকৈ কেতিয়াও বেছি নাপাব। মাৰ্ক্সৰ মতে ন্যায় বিচাৰৰ এয়ে সৰ্বোচ্চ সীমা।

আমাৰ দেশত ৰাজতন্ত্ৰৰ মাজতো সামাজিক সঙ্ঘবোৰ আছিল আৰু এই সঙ্ঘবোৰৰ মাধ্যমতে সমাজৰ স্বাধীনতা আছিল আৰু উৎপাদিত ধন ভগাই লোৱাৰ ব্যৱস্থা আছিল। সেই সঙ্ঘবোৰ লোপ পাইছে বা পাব ধৰিছে; কিন্তু পাশ্চাত্য সমাজতন্ত্ৰবাদৰ মতে তেনে সঙ্ঘ গঢ়ি উঠিবলৈহে কামনা কৰিছে। ধনতন্ত্ৰবাদ ধ্বংস হোৱাৰ পাছত কিন্তু আমাৰ দেশত ধনতন্ত্ৰবাদ ধ্বংস কৰাৰ হিংসামূলক অভিযান নকৰাকৈয়ে তেনে সঙ্ঘ প্ৰকৃততে গঢ়ি উঠিছিল আৰু কাৰ্য্যকৰী হৈছিল। যি ধৰণৰ সঙ্ঘ গঢ়া সাম্যবাদৰ লক্ষ্য, সেই ধৰণৰ সঙ্ঘবোৰেৰে আমি ধ্বংস কৰাৰ পথত আগবাঢ়িছো। আমি বাস্তৱ পৰিস্থিতিৰ পৰা কল্পনামূলক পৰিস্থিতিৰ অভিমুখে ধাবিত হ'ব ধৰিছো।●

# সমাজবাদৰ ধ্বনি

সমাজবাদৰ ধ্বনিয়ে ভাৰতৰ আকাশ-বতাহ আলোড়িত কৰি তুলিছে। কোনো এজন সাধাৰণ ভাৰতীয় লোকক যদি সোধা হয়, সমাজবাদৰ অৰ্থ কি নাইবা সমজবাদ প্ৰতিষ্ঠাৰ পথ কি তাৰ কোনো স্পষ্ট ধাৰণা তেওঁ দিব নোৱাৰে। নেতৃবৰ্গৰ ভিতৰতো কোনো এজনেও স্পষ্ট উত্তৰ দিব নোৱাৰে বা সমাজবাদ সম্পৰ্কে তেওঁৰ স্পষ্ট ধাৰণা থাকিলেও তাক স্পষ্টকৈ নকয়। নেতৃসকলৰ বক্তৃতা আৰু ভাষণ আদিৰ পৰা সৰ্বসাধাৰণৰ এনে এটি ধাৰণা হৈছে যে সমাজবাদৰ অৰ্থ হৈছে যে সকলো মানুহৰে সমান সম্পত্তি আৰু সমান ধন-সোণ থাকিব লাগে আৰু যাৰ বেছি আছে তাৰ পৰা ছলে বলে কৌশলেৰে বা অবিধিপূৰ্ব্বক আইন প্ৰণয়ন কৰি তাক কাঢ়ি ল'ব লাগে। কাঢ়ি আনি জানো তাক ভোগ কৰিব জানে? ভোগ নকৰি যদি সঞ্চয় কৰে সৰ্বসাধাৰণৰ মাজত সমতা ৰক্ষা কৰি সঞ্চয় কৰিব পাৰে নে? সমাজবাদী নেতৃবৃন্দৰ সা-সম্পত্তিৰ হিচাব লৈ আৰু তাৰ ব্যৱহাৰ কেনেকৈ হ'ব ধৰিছে তাৰ খবৰ ল'লে সেই কথা স্পষ্ট হৈ পৰিব।

সমাজবাদৰ আৰ্হিত ধন-সম্পত্তি কম বা বেছি পৰিমাণে থকা লৈ প্ৰশ্ন নাই। সেই ধন-সম্পত্তি কেনেকৈ উপাৰ্জন কৰিছে আৰু তাক কেনেকৈ ব্যৱহাৰ কৰিছে সেই প্ৰশ্নহে আছে। যি দেশৰ জাতীয় চৰিত্ৰ যিমান উন্নত সেই অনুসাৰেহে জাতি সমাজবাদ প্ৰতিষ্ঠাৰ পথত আগবাঢ়িব পাৰে। পৰৰ কাৰণে স্বাৰ্থ ত্যাগ কৰিব নোৱাৰা ব্যক্তিৰে যি সমাজ গঠিত হৈ জাতীয় চৰিত্ৰ কলুষিত বা ধ্বংস কৰি পেলায় সেই দেশ সমাজবাদৰ পথত আগবাঢ়িব নোৱাৰে। যি লোকৰ চৰিত্ৰত পৰধন লোলুপতা বৰ্ত্তমান থাকে, সেই লোকৰ পক্ষে সমাজবাদৰ ধ্বনি তুলিবৰ কোনো অধিকাৰ নাই। বিৰুদ্ধবাদী ৰাজনৈতিক দলৰ লোকসকলক হত্যা কৰি বা হিংসা কৰি নাইবা দেশৰ লোককে হিংসা বা হত্যা কৰি সমাজবাদ প্ৰতিষ্ঠা কৰিব খোজাটো হয় ভুৱা নহয় দুঃস্বপ্ন। হিংসাৰ পথেদি নাইবা অসত্যৰ পথেদি সমাজবাদ প্ৰতিষ্ঠা নহয়। সত্য আৰু অহিংসাৰ পথেদিহে সমাজবাদ প্ৰতিষ্ঠা কৰিব পাৰি। ভাৰতবৰ্ষত সমাজবাদ আছিল আৰু সমাজবাদৰ আৰ্হি এতিয়াও সামাজিক ৰীতি-নীতি, প্ৰথা, নিয়মৰ ভিতৰত দেখিবলৈ পোৱা যায়। আজি যি ভাৰতবৰ্ষই জাতীয় চৰিত্ৰ হেৰুৱাইছে আৰু জাতীয় চৰিত্ৰ সম্পূৰ্ণভাৱে বিলুপ্তি সাধনৰ পথত অগ্ৰসৰ হৈছে সেই ভাৰতবৰ্ষই সমাজবাদ প্ৰতিষ্ঠাৰ পথত আগ বাঢ়িব নোৱাৰে। ই ধ্ৰুৱ সত্য। যদিহে ধনী-দুখীয়াক একেখন সমাজত আবদ্ধ ৰাখিব পাৰি, পৰস্পৰে পৰস্পৰৰ প্ৰতি সহায়-সহানুভূতিসম্পন্ন হ'ব পাৰে

তেতিয়াহে সমাজবাদ প্ৰতিষ্ঠা হ'ব পাৰে। হত্যা, হিংসা, প্ৰতাৰণা, প্ৰৱঞ্চনা সামাজিক বা সাম্প্ৰদায়িক বিদ্বেষ, জাতীয় স্বাৰ্থ ধ্বংস কৰা অন্যায় ধৰ্ম্মঘট আৰু লুণ্ঠন বা চুৰি ডকাইতিৰ পথেদি সমাজবাদ প্ৰতিষ্ঠা হ'ব নোৱাৰে। যি দেশত ব্যক্তিৰ এই ধৰণৰ আচৰণ নাই, যি দেশৰ সৰহ সংখ্যক ব্যক্তিৰে সমাজৰ বা দেশৰ লোকৰ প্ৰতি সহায়-সহানুভূতি আছে, সমাজৰ কল্যাণৰ অৰ্থে স্বাৰ্থত্যাগ কৰা মনোবৃত্তি আছে সেই দেশৰ লোকৰহে সমাজবাদ প্ৰতিষ্ঠাৰ বাণী শুনাবৰ অধিকাৰ আছে। নাইবা সেই দেশৰ লোকেহে সমাজবাদ প্ৰতিষ্ঠাৰ সপোন দেখিব পাৰে। "পৰাৰ্থে প্ৰাজ্ঞ উৎসৃজেৎ" "বসুধৈব কুটুম্বকম্"

"মনস্যেকং কৰ্মণ্যেকং" (মনত এটা কৰ্ম্মত আন এটা নহয়)

এই প্ৰকাৰৰ মনোবৃত্তিৰেহে জাতীয় চৰিত্ৰ গঠিত হ'ব পাৰে আৰু এই প্ৰকাৰ জাতীয় চৰিত্ৰেৰেহে সমাজবাদ প্ৰতিষ্ঠা হ'ব পাৰে। দেশৰ পৰম্পৰা ৰক্ষা কৰিহে আৰু সেই পৰম্পৰাৰ ওপৰত কালৰ গতিত যিবোৰ মলি পৰিছে সেই মলিবোৰ ধুই-পখালিহে জাতীয় চৰিত্ৰ সংশোধন কৰি ল'ব পাৰি। সত্য আৰু অহিংসাৰ পথেদিহে সেই পৰম্পৰা ৰক্ষা কৰিব পাৰি। ভাৰতবৰ্ষৰ যি পৰম্পৰা আছিল সেই পৰম্পৰা ধ্বংস কৰি নতুন পৰম্পৰা সৃষ্টি কৰি সমাজবাদৰ পথ পৰিষ্কাৰ কৰাৰ আশা দুৰাশা মাথোন।

সকলো মানুহৰে বুদ্ধিবৃত্তি বা সজ্ জ্ঞান সমান নহয়। নিৰ্মল বুদ্ধি, উদাৰ মনোবৃত্তি আৰু সজ্ জ্ঞান সাধনালভ্য। এই সাধনাৰ পথত অগ্ৰসৰ হ'বলৈ সকলো মানুহকে সমান সা-সুবিধা দিব লাগিব। ৰাজনীতিৰ সূত্ৰসমূহ এই পথেদিহে গ্ৰথিত কৰিব লাগিব। নিজৰ আত্মাই কি বিচাৰে অন্তৰ্মুখীন হৈ তাক প্ৰত্যেক ব্যক্তিয়ে অন্বেষণ কৰিব লাগিব তেতিয়াহে সত্য আৰু অহিংসাৰ পথ বিচাৰি পাব। (Turn thy hasty foot aside, nor crush that helpless worm.) এই মনোবৃত্তি গঠন কৰিব লাগিব, তেতিয়াহে অহিংসাৰ পথ বিচাৰি পোৱা যাব। নিজক সম্পূৰ্ণভাৱে চিনি লবৰ পথত ভৰি দিব লাগিব অৰ্থাৎ Know thyself চক্ৰেটিচৰ এই মহাবাক্যৰ পথত অগ্ৰসৰ হ'ব লাগিব। তেতিয়াহে সত্য আৰু অহিংসাৰ পথ বিচাৰি পোৱা যাব। গান্ধীজীৰ সত্য অহিংসাৰ পথ ভাৰতৰ পৰম্পৰাগত পথ। এই পথ উলঙ্ঘা কৰি দেশপ্ৰেমৰ আদৰ্শ দেখুৱাব নোৱাৰি নাইবা বিশ্বশান্তিৰ পথ দেখিব নোৱাৰি। গান্ধীজী প্ৰদৰ্শিত পথ উলঙ্ঘা কৰা সকলৰ পক্ষে গান্ধীৰ নামত কলঙ্ক সনা পদ্ধতিহে মাথোন।

জ্ঞান উপাৰ্জনৰ পথত সকলোকে সমান সা-সুবিধা নিদি, সত্যবাণী উচ্চাৰণৰ সমান অধিকাৰ নিদি আৰু নিজ নিজ মানবীয় অধিকাৰত বঞ্চিত কৰি ব্যক্তিৰ সা-সম্পত্তি সমান ভাগ-বাটোৱাৰা কৰাৰ পৰাই সমাজবাদ প্ৰতিষ্ঠা হ'ব নোৱাৰে। বলপূৰ্বক সমাজবাদ প্ৰতিষ্ঠা নহয়। চৰিত্ৰবান জ্ঞানী লোক সকলেৰে

গঠিত সমাজত সমাজবাদ আপোনাআপুনি প্ৰতিষ্ঠিত হয়। সেইবাবে জাতীয় চৰিত্ৰ উন্নত কৰা আৰু সত্য জ্ঞানৰ অধিকাৰী হ'বলৈ যত্ন কৰাহে সমাজবাদৰ একমাত্ৰ পন্থা। ই এক সাধনা। এই সাধনাত সকলো ব্যক্তিয়ে কৰ্মৰ নিপুণতা অৰ্জন কৰিব লাগিব। সকলো ব্যক্তিয়ে কোনো নহয় কোনো এটা কৰ্মত সুনিপুন হ'ব লাগিব। সমানে কৰ্মনিপুন হ'ব নোৱাৰিলে, পৰৰ ওপৰত নিৰ্ভৰ কৰিবৰ আৱশ্যক হ'লে অৰ্থাৎ নিজৰ নিপুণতাৰ বিনিময়ত আনৰ নিপুণতাত নিৰ্ভৰ কৰিব নোৱাৰিলে সমাজবাদ প্ৰতিষ্ঠাত প্ৰবল অন্তৰায় ঘটিব। এজনৰ অৰ্জন আনজনে ভোগ নকৰিলেহে সমাজবাদ প্ৰতিষ্ঠা হ'ব পাৰে।●

# সংগ্ৰহালয়ৰ আৱশ্যকতা

ভাৰত মাতাৰ ৰূপৰ পৰিবৰ্ত্তন ঘটিছে। বসন্ত ঋতুৰ অন্ত পৰিছে। শীতকালৰ আবিৰ্ভাৱ হৈছে তত্ত্বদৰ্শী কবিগুৰু ৰবীন্দ্ৰনাথে শীত ও বসন্ত কবিতাত গাইছে -

উতলা পাগল বেশে
দক্ষিণে বাতাস এসে
কোতো হ'তে হাহা হেসে
প'ল যেন মদমত্ত
লেখা পত্ৰ কেড়ে কুড়ে
কোথা কী যে গেল উড়ে
ওই ৰে আকাশ জুড়ে
ছড়ায় সমাজ তত্ত্ব।

কবিগুৰুৰ এই ফাঁকি কবিতাৰ মাজত বৈ থকা আক্ষেপৰ ব্যাখ্যা নিস্প্ৰয়োজন। দেশ মাতাৰ ভক্ত সন্তানসকলে ইয়াৰ অৰ্থ আজি মৰ্মে মৰ্মে উপলব্ধি কৰিছে। আজি ভাৰতত সমাজ তত্ত্বৰ বিভীষীকাই দেখা গৈছে।

দেশৰ মুখচ্ছবিৰ পৰিবৰ্ত্তন কোন পথেদি আহিব ধৰিছে তাকো কবিয়ে নিৰ্মল চক্ষুৰে দৃষ্টি কৰি গাইছে - নিষেধৰ বাণী উচ্চাৰণ কৰি স্পষ্ট ভাষাত ব্যক্ত কৰিছে। দেশৰ কৃষ্টি সংস্কৃতি পলায়নৰ পথত থিয় দিছে । কবিয়ে গাইছে -

গেল গেল ওকী কর
আরে আরে ধরো ধরো।

তেওঁৰ এই নিষেধ বাণী ভাৰতৰ আকাশত উপহাসৰ ছবি যেন ফুটাই তুলিছে - সেইবাবে পিছ মুহূৰ্ত্ততে তেওঁ গাইছে

হাসে বন মরমর
হাসে বায়ু কলহাস্যে
উঠে হাসি নদী জলে
ছল ছল কল কলে
ভাষায়ে লইয়া চলে
মনুৰ নতুন ভাষ্যে।

বেদ, উপনিষদ মনুসংহিতা পৰাশৰ সংহিতা আৰু তন্ত্ৰ শাস্ত্ৰৰ ক'ত প্ৰকাৰ অপব্যাখ্যামূলক ভাষ্য ভাৰতীয় আৰু ইংৰাজী ভাষাত প্ৰকাশ পাইছে তাৰ ইয়ত্তা নাই। আজি সেই অপব্যাখ্যামূলক সাহিত্য ৰাজিয়ে ভাৰতীয় লোকৰ চৰিত্ৰৰ

ওপৰত প্ৰভাৱ বিস্তাৰ কৰি দেশ মাতৃকাৰ ৰূপৰ সলনি ঘটাইছে।

ৰবীন্দ্ৰ নাথেও ভাৰতীয় প্ৰাচীন সাহিত্যত নৱ ৰূপ দান কৰিছে, কিন্তু সেই ৰূপে ভাৰত মাতৃৰ মুখচ্ছবি উজ্জ্বলতৰ কৰিছে, বেছি প্ৰাণবন্ত কৰি তুলিছে। আধুনিক জগতৰ আধুনিক সাহিত্যই প্ৰাচীন ভাৰতীয় সাহিত্যৰ কণ্ঠ চেপি ধৰিছে, প্ৰাণহানিৰ উদ্‌যোগ কৰিছে; কিন্তু এই চেষ্টা যে নিস্ফল হ'ব তাত কোনো সংশয় নাই। ভাৰতৰ আত্মা অমৃত ৰসত সিঞ্চিত হৈ আছে, ভাৰতৰ ঋষি মুনিৰ অমোঘ বাণী সদাসত্য হৈ ভূমণ্ডলৰ আকাশ বতাহত বিৰাজ কৰি আছে। ভাৰত প্ৰেমী চাৰ জন উদ্‌ৰফৰ ভাৰতবৰ্ষৰ তন্ত্ৰশাস্ত্ৰ আৰু মেক্সমুলাৰ আদি পাশ্চাত্য পণ্ডিত সকলৰ গ্ৰন্থৰাজিয়েই তাক নিৰ্ভুলভাৱে প্ৰমাণ কৰি থৈছে। ঈশ্বৰৰ সত্য স্বৰূপ দ্বৈপায়ন ঋষিৰ শ্ৰীমদ্ভাগৱত গ্ৰন্থই যেনেকৈ প্ৰচাৰ কৰিছে আধুনিক যুগৰ মহামানৱ গান্ধীয়েও তাকেই স্বীকাৰ কৰিছে। আজি ভাৰতত যি শীত ঋতুৰ আবিৰ্ভাৱ হৈছে এই শীত কালৰ অন্তত বসন্ত ঋতুৰ আবিৰ্ভাৱো যে সুনিশ্চিত তাত কোনো সন্দেহৰ অৱকাশ নাই। ভাৰতীয় সমাজত যুগ যুগ ধৰি জন্মি অহা কলুষ ৰাশিৰ মাজতে নিষ্কলুষ জীৱনৰ অঙ্কুৰ গজি উঠিব আৰু বসন্তৰ পাছতে গ্ৰীষ্মৰ ৰৌদ্ৰ কিৰণে পূৰ্ণ জীৱন দান কৰিব। গ্ৰীষ্মৰ পাছত বৰ্ষা আহি কলুষ ৰাশি ধুই পোখালি নিয়াৰ পাছত শৰৎ কালৰ নিৰ্মল আকাশত ভাৰতীয় কৃষ্টি সংস্কৃতি পূত পৱিত্ৰ হৈ বিৰাজিত হোৱা দেখিবলৈ পোৱা যাব। ই মাত্ৰ সময় সাপেক্ষহে।

ৰবীন্দ্ৰনাথে গাইছে -

বাদ প্ৰতিবাদ য'ত
শুকনো পাতার মত
কোথা হ'ল অপগত
কেহ তাহে নহে ক্ষুণ্ণ।
ফুলগুলি অনায়াসে
মুচকি মুচকি হাসে
সুসভাৰ পৰিহাসে
হাসিতেছে নীল শূন্য।

কবি সম্ৰাটৰ এই মহৎ বাণীকেই সংগ্ৰহালয়ৰ আৱশ্যকতাৰ পটভূমি স্বৰূপে গ্ৰহণ কৰিব পাৰি। এই প্ৰকাৰ অধ্যয়নৰ সুবিধা পোৱা গৈছে। সেইবাবে সংগ্ৰহালয়ৰ আৱশ্যকতাৰ বিষয়ে বহলাই কোৱা নিষ্প্ৰয়োজন। সংগ্ৰহায়লৰ আৱশ্যকতা সৰ্বজন স্বীকৃত। কবি গুৰুৱে আশাঙ্কান্বিত হৈ গাইছে

'প্ৰাচীন ভাৰত বুজি
আৰে পাইবা না খুজি।' কবি গুৰুৰ এই আশঙ্কাৰ ভিত্তি হৈছে ৰুচিয়াৰ সমাজতন্ত্ৰই হয়তো এদিন ভাৰতবৰ্ষৰ ৰূপ সলাই দিব। সেই আশঙ্কা আজি যেন

বাস্তৱৰূপ লৈছে বুজা যায়। সেইবাবে আমাৰ এটি প্ৰচলিত কথা আছে যে ঋষি সকলৰ বাণী অভ্ৰান্ত। ৰুছিয়াৰ সমাজতত্ত্বৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বিষয়ে কবি গুৰুৰ এই আশঙ্কা ভাস্কৰ্য্য শিল্পৰ অধ্যয়ন ক্ষেত্ৰতো সমানে প্ৰযোজ্য। ভাস্কৰ্য্য শিল্পৰ অধ্যয়নৰ দৃষ্টিভঙ্গী আৰু ঐতিহাসিক যুগৰ সামঞ্জস্য বিধানৰ চেষ্টাপ্ৰসূত যি সিদ্ধান্ত সেই সিদ্ধান্ত কিমান দূৰ নিৰ্ভুল আৰু নিৰ্ভৰযোগ্য হৈ পৰে— সেই আশঙ্কা। প্ৰাচীন ভাৰতৰ ৰূপ সেই সিদ্ধান্তত নিৰ্ভুলভাৱে চিত্ৰিত হয় নে নহয় সেই আশঙ্কা। এই আশঙ্কাৰ গুৰুত্ব সমধিক; কাৰণ ভাৰতবৰ্ষৰ ইতিহাস ইতিমধ্যে বিকৃত হৈ গৈছে। অতীত ইতিহাসৰ বহু তথ্য আধুনিক যুগৰ আৱিস্কৃত তথ্যই অস্বীকাৰ কৰিব ধৰিছে। ইতিহাসৰ সত্য ঘটনাৰ লগত আৱিস্কৃত ভাস্কৰ্য্য শিল্পৰ যদি মিল হয়, তেতিয়া অধ্যয়ন আৰু সিদ্ধান্ত সহজ হৈ পৰে, কিন্তু আবিস্কৃত ভাস্কৰ্য্য শিল্পৰ নিদৰ্শন যদি অতীত ইতিহাসৰ জ্ঞানৰ পৰিপন্থী হয় তেতিয়া পূৰ্বোল্লেখিত আশঙ্কা গুৰুতৰ ৰূপে দেখা দিয়ে।

দশভূজা দুৰ্গা দেৱীৰ পূজা বঙালী সমাজৰ অৱদান বুলি বঙালী লোক সকলে প্ৰচাৰ কৰে আৰু অসমীয়া লোক সকলে স্বীকাৰ কৰে কিন্তু ই ভ্ৰমপূৰ্ণ। আমি উৰিষ্যাৰ ভুৱনেশ্বৰৰ সংগ্ৰহালয় চাওঁতে পালো যে তাত অষ্টম শতাব্দীৰ দশভূজা মঞ্জুশ্ৰী দেৱীৰ মূৰ্ত্তি এটি আৰু নৱম শতাব্দীৰ দশভূজা দুৰ্গা মূৰ্ত্তি এটি সংগ্ৰহ কৰি থৈছে। এই দুয়োটা মূৰ্ত্তি কটকৰ পৰা অনা হৈছে। ভুৱনেশ্বৰৰ সংগ্ৰহালয়ৰ গাইড লেকচাৰাৰ শ্ৰীৰঘুনাথ মিশ্ৰ এম. এ. ডাঙৰীয়াই আমাক ক'লে যে এই মূৰ্ত্তি দুটাৰ ভাস্কৰ্য্য [বাক্যটোৰ সম্পূৰ্ণ আৰু নিৰ্ভুল ৰূপ উদ্ধাৰ কৰিব পৰা নহ'ল।— সম্পাদক]

অসমত দুৰ্গা পূজা বা শক্তি উপাসনা কেতিয়াৰ পৰা প্ৰচলিত হ'ল, সেই বিষয়টো অসমৰ প্ৰত্নতাত্ত্বিক সকলৰ বিশেষ গৱেষণাৰ বিষয়। অসমৰ অতীত বুৰঞ্জী উদ্ধাৰৰ বাবে ই এটি উপযুক্ত বিষয়।

সেইবাবে এই বিষয়ে যৎ কিঞ্চিৎ বহলাই কোৱাৰ আৱশ্যকতা আছে। কবি গুৰুৱে কৈছে যে 'প্ৰাচীন ভাৰত বুজি, আৰ পাইবনা খুজি' এই কথাৰ উদাহৰণ অসমকে নিৰ্দ্দেশ কৰিব পাৰি। আজি অসমৰ পৰা বিচ্ছিন্ন হৈ যিবোৰ ভূখণ্ড সুকীয়া ৰাজ্য হৈ গৈছে আৰু যিখিনি অসম নামত এতিয়াও আছে, সেইখিনিও খণ্ড-বিখণ্ড হ'বৰ ধ্বনি উঠিছে। এই ভূখণ্ডবোৰৰ অতীত বুৰঞ্জী উদ্ধাৰ কৰা অসমীয়া সাহিত্যিক সকলৰে প্ৰধান কৰ্ত্তব্য। তাৰ বাবে স্থাপিত হৈ থকা ভাৰতৰ বিভিন্ন সংগ্ৰহালয়বোৰৰ অসম সম্পৰ্কীয় সংগ্ৰহবোৰৰ অধ্যয়নৰ আৱশ্যকতা আছে আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ হ'লেও অসমত বিভিন্ন সংগ্ৰহালয়ৰ স্থাপনৰ আৱশ্যকতা আছে। ●

# অধ্যৱসায়ী সাহিত্যৰত্ন
# ৺ হৰিনাৰায়ণ দত্তবৰুৱা

অধ্যৱসায়ৰ গুণত মানুহে কিমান উন্নতি কৰিব পাৰে, সাহিত্যৰত্ন হৰিনাৰায়ণ দত্ত বৰুৱা তাৰে এটি প্ৰকৃষ্ট উদাহৰণ।

১৯০৪ চনত নলবাৰী মাইনৰ স্কুলৰ পৰা বৃত্তি পৰীক্ষা দি উঠি হাইস্কুলত পঢ়িবৰ মনেৰে গৌহাটী, গৌৰীপুৰ, অভয়াপুৰী আৰু গোৱালপাৰা আদি নানা ঠাইত আত্মীয়স্বজনৰ আৰু স্বজাতীয় লোকৰ সহায় বিচাৰি পঢ়িবৰ সুবিধা উলিয়াব নোৱাৰি প্ৰাইমেৰী স্কুলৰ শিক্ষক হিচাবে চাকৰিত সোমায় শিৱসাগৰৰ টেঙা পুখুৰী প্ৰাইমাৰী স্কুলত। সাতমাহ কাম কৰাৰ পাছত গুৱাহাটী নৰ্মাল স্কুলত পঢ়িবলৈ এটি বৃত্তি যোগাৰ কৰি দ্বিতীয় বাৰ্ষিক নৰ্ম্মাল পাছ কৰি অস্থায়ী ভাৱে পুনৰায় ১১ টকা দৰ্মহাৰ চাকৰিত ৬ষ্ঠ শিক্ষক হিচাবে নগাওঁ গৱৰ্ণমেণ্ট মজলীয়া স্কুলত সোমায়। এবছৰৰ ভিতৰতে ২৩-১২-০৮ তাৰিখে ১৫ টকালৈ প্ৰমোচন পাই উত্তৰ লক্ষীমপুৰ মাইনৰ স্কুললৈ বদলি হৈ যায়। সেই কালত এবছৰৰ ভিতৰতে ১৫ টকালৈ প্ৰমোচন পোৱাৰ সুবিধা অতি কমৰে ঘটিছিল। এই কথা দত্ত বৰুৱা ডাঙৰীয়াই নিজেই 'কায়স্থ সমাজৰ ইতিবৃত্ত'ত লিখিছে। এই কথাৰ পৰা বুজা যায় এই প্ৰমোচনত তেওঁ কিমান গৌৰৱ অনুভৱ কৰিছিল। ১৯০৫ চনত প্ৰথম চাকৰিত সোমায় শিৱসাগৰৰ এখন গাৱঁৰ স্কুলত। নলবাৰী অঞ্চলৰ পুবকালাকুছি গাওঁ আজিও আওহতীয়া। সেই ঠাইৰ মাইনৰ পাছ কৰা কম বয়সৰ ল'ৰা এজনে ইমান দুৰণি ঠাইত চাকৰি কৰিবলৈ যোৱাৰ পৰা এফালে যেনেকৈ তেওঁৰ সাংসাৰিক দুৰৱস্থাৰ কথা বুজা যায় আনফালে তেনেকৈ জীৱনত উন্নতি সাধন কৰিবৰ প্ৰৱল আকাঙ্খাৰ পৰিচয় পোৱা যায়। প্ৰাইমেৰী স্কুলত কিমান দৰ্মহাত সোমায় সেই কথা তেওঁ নিজে উল্লেখ কৰি যোৱা নাই কিন্তু ১১ টকাত যেতিয়া ৬ষ্ঠ শিক্ষক হিচাবে নগাওঁ গৱৰ্ণমেণ্ট মজলীয়া স্কুলত সোমায়, সেই পদ আৰু দৰ্মহা তেওঁৰ কাৰণে তেওঁ গৌৰৱজনক বুলি ভাবিছিল সেই কথাৰ প্ৰমাণ তেওঁৰ লিখাৰ পৰা বুজা যায়।

শিক্ষানুৰাগীলোকক শিক্ষা আৰু জ্ঞানৰ পৰিবেশে আনন্দ দিয়ে। আনন্দলাভেই জীৱনৰ লক্ষ্য। অৰ্থই তাক সহায় কৰে। এই আনন্দ লাভৰ প্ৰেৰণাতে নগাওঁ, শিৱসাগৰ আৰু উত্তৰ লক্ষীমপুৰত গৈ চাকৰি কৰা মনোবৃত্তি আৰু উৎসাহ লাভ কৰে। অৰ্থ উপাৰ্জ্জনৰ বাবে অন্য পন্থা গ্ৰহণ নকৰাৰ এয়ে কাৰণ, নহ'লে

এনে অধ্যৱসায়ী লোকে আন পথ গ্ৰহণ কৰিলে বেছি সোনকালে হয়তো অৰ্থ উপাৰ্জ্জনৰ পথ বিচাৰি পালেহেঁতেন কিম্বা অসমীয়া সাহিত্যৰ ভৱিতব্যতাই হয়তো এওঁক এই পথলৈ টানি আনে। এইবিলাক ঠাইত শিক্ষানুৰাগী, বিদ্বান আৰু জ্ঞানবান লোকসকলৰ সংস্পৰ্শত আহি জ্ঞান বঢ়াবৰ সুবিধা পায়। "হাইস্কুলত পঢ়িবলৈ নোপোৱা বেজাৰ জীৱনৰ আগছোৱাৰ ভালেমান বছৰলৈকে আছিল, সেই কাৰণে আৰু আৰ্থিক সহায়ৰ বাবে মই আনৰ ঘৰুৱা শিক্ষক হৈ ছাত্ৰক ইংৰাজী পঢ়াইছিলো আৰু বাহাতে ইংৰাজী, বঙলা, অসমীয়া সাহিত্য পুথি পঢ়াটো এটা নিয়ম বান্ধি লৈছিলো। উত্তৰ লক্ষীমপুৰত থাকোতে "গদ্য পদ্য গল্প লিখিবলৈ" সুবিধা কৰি লবৰ কাৰণে 'কবিতা-লতা' নামৰ এখন তিনিমহীয়া পত্ৰিকা উলিয়াইছিলো। ৰায় বাহাদুৰ পদ্মনাথ গোহাঁই বৰুৱা দেৱৰ ভায়েক শ্ৰীযুত নীলকণ্ঠ বৰুৱাক ইয়াৰ সম্পাদক কৰি লৈছিলো", দত্ত বৰুৱাই এইদৰে লিখিছে। জ্ঞান স্পৃহা, সাহিত্য চৰ্চ্চাৰ আকাঙ্খা আৰু বিদ্যা অৰ্জন কৰিবৰ অদম্য উৎসাহ এই কথাবিলাকেই স্পষ্টকৈ প্ৰমাণ কৰে। আনফালে ধনী হ'বৰ প্ৰৱল আকাঙ্খাও দত্ত বৰুৱাৰ বৰ কম নাছিল। মোক্তাৰি পৰীক্ষা দিবলৈও মন মেলিছিল আৰু প্ৰাইভেটকৈ মেট্ৰিকুলেচন পাছ কৰি স্কুল চাব ইন্সপেকটৰ হ'বলৈকো মন মেলিছিল ; কিন্তু কাকজান মাইনৰ স্কুললৈ আহি সাহিত্য আলোচনা আৰু কিতাপ লিখা কামত মন নিবিষ্ট হোৱাত সেইবোৰ আশা পৰিত্যাগ কৰিলে। দ্বিতীয়বাৰ নগাওঁলৈ আহি কাকজানলৈ যোৱাৰ আগতে— "পুষ্পাঞ্জলি" নামৰ কবিতা পুথি আৰু "যাদব পাটিগণিত" অনুবাদ কৰে। এই যাদব পাটিগণিতে তেওঁখ অজস্ৰ ধন আনি দিয়ে— এই কথা সকলোৱে জানে। গ্ৰন্থৰচনাই আৰু গ্ৰন্থৰ অনুবাদে যেতিয়া অৰ্থ উপাৰ্জ্জনত সহায় কৰে তেতিয়া স্বাভাৱজাত সাহিত্য চৰ্চ্চাৰ প্ৰেৰণাই যথেষ্ট উদগনি পায় আৰু মানুহৰ অধ্যৱসায়ৰ শক্তি বঢ়াই তোলে। দত্তবৰুৱা ডাঙৰীয়াৰ জীৱনতো সেয়ে হৈছিল।

সকলো ক্ষেত্ৰতে মানুহক কৰ্ম কৰিবৰ বাবে উপযুক্ত পৰিবেশ আৰু সুযোগ লাগে। ভগবদিচ্ছাত বাসনা অনুসৰি মানুহে তেনে সুযোগ আৰু পৰিবেশ পায়। যি বিলাক মানুহ অধ্যৱসায়ী তেনে লোকে তেনে সুযোগ আৰু পৰিবশৰ সুবিধা লব জানে আৰু লয়। অলস আৰু উদাসীন লোকে তেনে সুযোগ আৰু পৰিবেশ হেৰুৱায় আৰু পৰবৰ্ত্তী জীৱনত হাজাৰ আকাঙ্খা কৰিলেও তেনে সুযোগ আৰু নাপায়। এই কথা অৰ্ন্তদৰ্শী প্ৰত্যেক লোকেই বুজিব পাৰে।

কাকজানলৈ আহি ॰ শৰৎ চন্দ্ৰ গোস্বামী দেৱৰ আৰু ॰ ডম্বৰু খাউণ্ডৰ সঙ্গ পায়। নগাওঁত তেনেকৈ শ্ৰীযুত ৰত্নকান্ত বৰকাকতী, শ্ৰীযুত মহীচন্দ্ৰ বৰা আৰু শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাৰ সঙ্গ পায়। এই বিলাক স্বনামধন্য সাহিত্যিক সকলৰ যৌৱন কালত সঙ্গ পাই সাহিত্য চৰ্চ্চাৰ প্ৰেৰণা উজ্জ্বলতৰ হৈ উঠে আৰু লগে লগে গ্ৰন্থৰচনাৰ হেপাহ জাগি উঠে। অৰ্থও পাব লাগিব আৰু সাহিত্য সেৱা

কৰিব লাগিব। শিক্ষাৰো সহায়ক হ'ব লাগিব আৰু নিজৰো বিদ্যা বাঢ়িব লাগিব— এনে উদ্দেশ্য হাতত লৈ ইংলণ্ডৰ বুৰঞ্জী লিখিবলৈ আৰম্ভ কৰে। তাৰ বাবে ইংৰাজী কিতাপ পঢ়িবলৈ বাধ্য হয়। এই কাৰ্য্যৰ প্ৰযোজক আছিল ँ শৰৎ চন্দ্ৰ গোস্বামী দেৱ। এই দৰে আৰ্থিক উন্নতি কৰিবলৈ সুযোগ পায়। আৰু গ্ৰন্থৰচনাৰো আকাঙ্খা ক্ৰমে ক্ৰমে বাঢ়ি যায়। কাকজানত আৰু যোৰহাট নৰ্মাল স্কুলত থাকোতে শিক্ষকতাৰ সহায়ৰ বাবে ব্যাকৰণ, ভূগোল, ইতিহাস, সাহিত্য পঢ়োৱাৰ কাৰণে টোকা লিখি লৈছিল। লগে লগে আৰু পৰবৰ্ত্তী জীৱনত সেই টোকাবোৰে গ্ৰন্থৰ আকাৰ ধাৰণ কৰিলে। এনে টোকাৰ প্ৰথম কিতাপ 'ব্যাকৰণ পাঠ'।

মানুহে যেতিয়া কিতাপ লিখিবলৈ লয়, তেতিয়া পঢ়িবলৈ বাধ্য হয়। সেই বাবে তেওঁ শিক্ষক হৈও ছাত্ৰৰ দৰে সমনীয়া শিক্ষকৰ ওচৰত আলোচনা কৰি বিদ্যা উপাৰ্জ্জন কৰি লৈছিল। ই কম অধ্যৱসায়ৰ কথা নহয়।

অৰ্থলাভ মানুহক নতুন নতুন উদগনি দিয়ে। পাঠ্য পুথি লিখাত অৰ্থ অহাৰ লগে লগে ব্যৱসায় বুদ্ধিৰ সহায়ত দত্তবৰুৱাই স্কুলীয়া পাঠ্যপুথি লিখিবলৈ যত্নবান হয় আৰু কৃতকাৰ্য্য হয়। যেতিয়া যাৰ ওচৰত যেনে পৰামৰ্শ ল'ব লাগে ব্যক্তি আৰু ক্ষেত্ৰ বুজি তেনে পৰামৰ্শ লোৱাত দত্তবৰুৱা কেতিয়াও পৰাঙ্মুখ নহৈছিল। ক, খ পুথিৰ পৰা আৰম্ভ কৰি হাইস্কুলত চলা ভূগোল, বুৰঞ্জীও লিখিবলৈ সমৰ্থ হৈছিল অধ্যয়ন, অধ্যাপনা আৰু অধ্যৱসায়ৰ গুণত।

'উদ্যোগিনাং পুৰুষাণামুপৈতি লক্ষ্মীঃ'। উদ্যোগী পুৰুষ সকলে ধন আৰু শ্ৰী লাভ কৰে। যেতিয়াৰ পৰাই চাকৰি সোমায় দত্ত বৰুৱাই তেতিয়াৰ পৰা এফালে যেনেকৈ সাধু, সন্ত আৰু বিদ্বান লোকৰ সঙ্গ বিচাৰিছিল তেনেকৈ সাহিত্য সাধনাৰ ফালে লক্ষ্য ৰাখি চলিছিল। ঈশ্বৰেও তেওঁক সেইদৰে সুযোগ দান কৰিছিল। ँ শৰৎ চন্দ্ৰ গোস্বামী দেৱ অসম সাহিত্য সভাৰ সম্পাদক হৈ থকা সময়ত দত্তবৰুৱা সহকাৰী সম্পাদক হৈ পুৰণি পুথি অনুসন্ধান কাৰ্য্যত লিপ্ত হয়। এই সময়তে মাজে মাজে কিছুমান ঠাই বিশেষকৈ অসমৰ প্ৰধান প্ৰধান সত্ৰবোৰলৈ যাবলগীয়া হয়। ১৯২৬ চনত ँ নগেন্দ্ৰনাথ বসু প্ৰাচ্যবিদ্যাৰ্ণৱ মহাশয়ৰ Social History of Kamrup প্ৰকাশ হোৱাৰ পাছত তেওঁৰ অসমীয়া ভাষাত কায়স্থ সমাজৰ ইতিবৃত্ত লিখিবলৈ অভিলাষ হয়। এই সুযোগে তেওঁৰ উদ্যম বঢ়াই তোলে আৰু প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ ইতিবৃত্ত নামে এখন বৃহৎ গ্ৰন্থ সঙ্কলন কৰে। এই কাৰ্য্য কম অধ্যৱসায়ৰ চানেকী নহয়। আন কোনো লোকেও যদি এই সুযোগ পালেহেঁতেন তেনে লোকে এনে বৃহৎ গ্ৰন্থ এখন সঙ্কলন কৰি উলিয়াব পাৰিলেহেঁতেন নে নোৱাৰিলেহেঁতেন সেইটো ভাবি চাবলগীয়া। স্বজনপ্ৰীতি কম বেছি পৰিমাণে সকলো লোকৰে আছে। এইজন সাহিত্যিক, কৃতবিদ্য আৰু সফল মনোৰথ পুৰুষৰ পক্ষে এই স্বজনপ্ৰীতি অতি প্ৰশংসনীয়।

এই স্বজন প্ৰীতি স্বদেশ প্ৰেমৰ লগত অঙ্গাঙ্গীভাৱে জড়িত। এই গ্ৰন্থই অসম বুৰঞ্জীৰ নানা তথ্যৰ সম্ভেদ আৰু সংবাদ দিছে।

ঁ দত্তবৰুৱাৰ বংশ অতীত কৃষ্টি সম্পন্ন বংশ। এওঁৰ পূৰ্ব্ববৰ্ত্তী পুৰুষ সকলেও ধৰ্ম চৰ্চ্চা আৰু শিক্ষা কাৰ্য্যত লিপ্ত আৰু ব্ৰতী আছিল। ধৰ্মৰ কথা আৰু শিক্ষাৰ কথা এই বংশৰ লোকৰ জন্মগত। তাৰে পৰিচয় দত্তবৰুৱা ডাঙৰীয়াই নিজৰ জীৱনত দি গৈছে। বহু পুৰণি ধৰ্ম পুথি সংগ্ৰহ কৰি ছপা কৰি উলিয়াই ৰাইজৰ ওচৰত প্ৰকাশ কৰিছে, অসমীয়া জতিৰ প্ৰাচীন কৃষ্টি উদ্ধাৰ কৰিছে। শ্ৰীমন্ত শঙ্কৰৰ সকলোবোৰ পুথি একত্ৰিত কৰি 'শঙ্কৰ বাক্যামৃত' নাম দি প্ৰকাণ্ড গ্ৰন্থ এখনি প্ৰকাশ কৰিছে। ভিন ভিনকৈও প্ৰকাশ কৰিছে। অসমীয়া জাতিৰ মাজত মাজতে কিছুদিন কালীদাসী মহাভাৰত আৰু কৃত্তিবাসী ৰামায়ণেই ধৰ্মপ্ৰাণ অসমীয়া লোকৰ ধৰ্মৰ তৃষ্ণা জুৰাইছিল। পূৰ্ব্বতে হ'লে এনে ধৰ্মপ্ৰাণ লোকৰ বাবে অসমীয়া মহাভাৰত আৰু অসমীয়া মাধৱ কন্দলীৰ ৰামায়ণ আছিল। সেইদৰে অসমীয়া পদৰ শ্ৰীমদ্ভাগৱত গ্ৰন্থও আছিল। এই গ্ৰন্থৰ সম্যক আলোচনা ইয়াত কৰা উদ্দেশ্য নহয়, কিন্তু মহাপুৰুষৰ ৰচনাৱলী প্ৰকাশনৰ লগে লগে দত্তবৰুৱাই অসমীয়া মহাভাৰত আৰু ৰামায়ণ প্ৰকাশৰ সঙ্কল্প লয়। মাধৱ কন্দলীৰ ৰামায়ণ যদিও ঁ পণ্ডিত কৰ্নক চন্দ্ৰ শৰ্মাদেৱে প্ৰথমতে উলিয়ায়, তথাপি ঁ দত্তবৰুৱা দেৱেও ইয়াক প্ৰকাশ কৰে। অসমীয়া মহাভাৰত, অসমীয়া ৰামায়ণ, অসমীয়া শ্ৰীমদ্ভাগৱত আৰু শঙ্কৰ বাক্যামৃত এই চাৰিখন গ্ৰন্থই আজি অসমীয়া ধৰ্মপ্ৰাণ লোকৰ ধৰ্মৰ ক্ষুধা মিটাবলৈ সমৰ্থ হৈছে— আনফালে সাহিত্যসেৱী লোকসকলৰ সাহিত্য চৰ্চ্চাৰ সহায়ক হৈছে। অসম সাহিত্য সভাৰ গুৱাহাটীৰ মুকলি অধিবেশনত যেতিয়া অসমীয়া মহাভাৰত প্ৰথম প্ৰদত্ত হয়, তেতিয়া বিপুল হৰ্ষধ্বনিৰে সাহিত্যিক সকলে তাক গ্ৰহণ কৰে। এই যে নিৰ্মল আনন্দ লাভ ই যাৰে তাৰে ভাগ্যত নঘটে। অধ্যৱয়াসী ঁ দত্তবৰুৱা ডাঙৰীয়াই এই আনন্দ লাভ কৰে আৰু ই এটা অদ্বিতীয় কৰ্ম আৰু অসাধাৰণ কৃতিত্ব আৰু বিপুল পৰিশ্ৰমৰ ফল।

এইবোৰ গ্ৰন্থৰ বাহিৰেও দত্তবৰুৱা ডাঙৰীয়াই কেইবাখনিও গুৰুচৰিত প্ৰকাশ কৰে। এই গুৰুচৰিতত থকা কথাবোৰৰ ভিতৰত নানা অসামঞ্জস্যপূৰ্ণ কথাও আছে আৰু জাতিগত বিদ্বেষৰ কথাও আছে। কোনো কোনো ক্ষেত্ৰত নিৰ্ভৰযোগ্য নহ'লেও মহাপুৰুষীয়া ধৰ্মৰ কথাখিনি চালি-জাৰি উলিয়াব জনা লোকৰ পক্ষে এই চৰিতবোৰে যথেষ্ট সহায় কৰে। কোনো কোনো সাহিত্যিকে এই গুৰুচৰিতৰ কথাবোৰ অভ্ৰান্ত সত্য বুলি ধৰি লয়। সেইবাবে সাহিত্যৰ স্বৰূপ প্ৰকাশত কিছু বাধা পাইছে সন্দেহ নাই কিন্তু অসমীয়া সাহিত্যৰ ক্ৰম বিকাশৰ অনুসন্ধানত আৰু মহাপুৰুষীয়া ধৰ্মাৱলম্বী লোকসকলৰ ধৰ্মৰ ধাৰাৰ-স্বৰূপ নিৰ্ণয়ত এই চৰিতবোৰে যথেষ্ট সমল যোগায়। সেইবাবে দত্তবৰুৱাই এই কাৰ্য্য কৰাতো

অসমীয়া সমাজৰ যথেষ্ট উপকাৰ হৈছে। কথা প্ৰসঙ্গতো আমি কোৱাৰ দৰে তেখেতে মত প্ৰকাশ কৰিছিল। এই গুৰুচৰিত বিলাক বহুদিন অপ্ৰকাশিত আছিল। প্ৰকাশ হ'লে সমাজত বিশৃঙ্খলাই দেখা দিব বুলি প্ৰচাৰৰ বাবে নিষেধজ্ঞা আছিল বুলি আমি শ্ৰীমনোৰঞ্জন শাস্ত্ৰীৰ মুখে শুনিছো। আমি এই বিষয়ে এতিয়াও বিশেষ একো অনুসন্ধান কৰা নাই। অনুসন্ধান কৰিবৰ ইচ্ছা আছে কিন্তু স্বভাৱগত এলাহ আৰু অধ্যয়ন পৰিশ্ৰমৰ ভয়ত আগবাঢ়িব পৰা নাই। বয়সিয়াল মানুহৰ পক্ষে অধ্যয়নত যথেষ্ট পৰিশ্ৰম হয় আৰু স্মৃতি আৰু ধৃতি শক্তিৰ ক্ষীণতাত অধ্যয়নৰ ফলো কম পোৱা যায় বুলি এটি ধাৰণা আমাৰ হৈছে। পণ্ডিত শ্ৰীমনোৰঞ্জন শাস্ত্ৰীদেৱৰ এই বিষয়ে অধ্যয়ন আছে আৰু বহুতো তথ্যপাতিৰ খবৰ তেওঁ ৰাখে।

প্ৰাইমেৰী শিক্ষকতা কাৰ্য্যত মোৰ বিশ্বাস তেখেতৰ মাহকীয়া দৰ্মহা মাত্ৰ ৬ টকা আছিল। এই সামান্য উপাৰ্জনৰ মূল ভিত্তিত তেওঁ বিৰাট বিৰাট কাৰ্য্যৰ অনুষ্ঠাতা হৈছিল। ব্যৱসায়ী হিচাবে গ্ৰন্থ প্ৰকাশৰ বাবে নলবাৰী আৰু গুৱাহাটীত দুখন ছপাশাল স্থাপন কৰিলে। দুয়োখনেই উচ্চ পৰ্য্যায়ৰ আৰু কলিকতীয়া বহুতো বিখ্যাত ছপাখানাতকৈ বৃহত্তৰ আৰু উচ্চ ধৰণৰ। এই ছপাখানা দুটাৰ পৰা বহুতো অসমীয়া নিবনুৱা যুৱকেই অন্ন সংস্থান কৰিব পাৰিছে, বহুতো অসমীয়া গ্ৰন্থকাৰে নিজৰ কিতাপ প্ৰকাশ কৰিবলৈ সুবিধা পাইছে আৰু দত্তবৰুৱা পৰিয়ালো উত্তৰোত্তৰ সমৃদ্ধিশালী হ'ব পাৰিছে। সেইদৰে এই দুই ঠাইত দুখন বৃহৎ পুস্তকৰ দোকান পাতিব পাৰিছে। এজন ৬ টকীয়া দৰ্মহাৰ প্ৰাইমেৰী শিক্ষকে ইয়াক কল্পনাও কৰিব নোৱাৰে আৰু এনে দৃষ্টান্ত অসমত আৰু দ্বিতীয় নাই। ই একমাত্ৰ অধ্যৱসায়ৰ ফল, ব্যৱসায় বুদ্ধিৰ সাফল্য, ধৰ্মনিষ্ঠতা, সাহিত্যিকতা আৰু অৰ্থান্বেষণৰ একত্ৰ সমন্বয়ৰ ফল।

ধন উপাৰ্জ্জন কৰি দত্তবৰুৱাই দানো যথেষ্ট কৰিছে। ক'ত কিমান দান দিছে তাৰ খবৰ আমি নাজানো। শ্ৰীমন্ত শঙ্কৰৰ জন্মস্থানত স্থাপিত বৰদোৱা সত্ৰত দিয়া দানৰ কথা সকলোৱে জানে। নলবাৰীত হৰিমন্দিৰ স্থাপনৰ সময়ত যেতিয়া বিশেষ কোনো বৰঙনি পোৱা নগৈছিল সেই সময়ত দত্তবৰুৱা ডাঙৰীয়াই আমাৰ হাতে দি ৩০০০ তকৈ বেছি টকা খৰচ কৰিছিল। (শ্ৰীমহেন্দ্ৰ চৌধুৰী, শ্ৰীউপেন্দ্ৰ চৌধুৰীয়েও অৱশ্যে সেই সময়ত একহাজাৰ কি একহাজাৰতকৈ বেছি টকা দিছিল।) এইদৰে নলবাৰী অঞ্চলৰ সৰু বৰ বহু অনুষ্ঠানত দত্তবৰাবাই কম বেছি পৰিমাণে দান কৰিছিল। ৰাজহুৱা কাৰ্য্যত কাকো দানৰ পৰা বিমুখ নকৰিছিল।

নিজে দেবীৰাম পাঠশালা প্ৰাইমেৰী স্কুল হিচাবে স্থাপন কৰি হাইস্কুলত পৰিণত কৰি ৰাইজৰ অশেষ মঙ্গল সাধন কৰিছে। ইয়াৰ উপৰি নিজৰ জাতীয় বহুত ল'ৰাক সাময়িক অৰ্থ সাহাৰ্য্য দি সহায় কৰিছে।

* দত্তবৰুৱা ডাঙৰীয়া আমাৰ অগ্ৰজ প্ৰতিম আছিল। তেওঁৰ ভাই শ্ৰীবিচিত্ৰ

নাৰায়ণ দত্তবৰুৱা আমাৰ সহপাঠী, সেই সম্বন্ধতে আমি পূৰ্বে পূব কালাকুছি গাৱঁলৈকো গৈছিলো, আঠঘৰীয়াৰ পৰা। আঠঘৰীয়াৰ পৰা মাজে-সময়ে তামোল-পাণ, আম কঠাল আদিও তেওঁলোকে নিছিল, কাৰণ তেতিয়া পূব কালাকুছিত জলাতন ঠাই বাবে এইবোৰ বস্তু একো নাছিল। তেতিয়াৰ দিনত মানুহে এই বিলাক বস্তু হাটবোৰত বৰকৈ নিবিকিছিল। সেই বাবে বন্ধু-বান্ধৱৰ ঘৰৰ পৰা থকা বস্তু নিয়া এটি সামাজিক নিয়ম আছিল। আদান প্ৰদানত সামাজিক সৌহাৰ্দ্দ্য স্থাপিত হৈছিল আৰু সমাজত থাকি কোনো বস্তুৰ অভাৱ বোধ কৰা নগৈছিল। That India was a land of plenty– এই বোৰ প্ৰথাৰ পৰাই মানুহে সেই কথাটো উপলব্ধি কৰিছিল। এই যোগসূত্ৰৰ বলতেই অৰ্থাৎ বিচিত্ৰ আমাৰ সহপাঠী হোৱা কাৰণে তেখেতেও আমাক সৰু ভাইৰ নিচিনা মৰম কৰিছিল আৰু মাজে সময়ে ঋন দি আৰ্থিক সাহায্যও কৰিছিল। এসময়ত আমি তেওঁৰ পৰা ২০০০ টকাৰ ঋণৰ সাহায্য পাই আমাৰ বৰ্ত্তমান ঘৰ সজাত সুবিধা পাইছিলো। আন ধৰণেও আমাক দিহা পৰামৰ্শ আৰু উপদেশ দি আমাক যথেষ্ট সহায় কৰিছিল। আমাৰ প্ৰকাশিত কেইবাখনি কিতাপৰ কিছু সংখ্যক কিতাপ বিক্ৰি কৰি দিবৰ দায়িত্ব গ্ৰহণ কৰিছিল আৰু কিতাপ বিক্ৰি হওক বা নহওক অভাৱৰ কথা জনালেই কিতাপৰ মূল্য খিনি দি আমাক সহায় কৰিছিল। এনে ধৰণে নিজে প্ৰকাশ কৰা বহু গ্ৰন্থকাৰৰ কিতাপ তেওঁ বিক্ৰি কৰি দিয়াৰ দায়িত্ব লৈছিল, অৱশ্যে কোনো কোনো গ্ৰন্থকাৰ তেখেতৰ পৰা এনে সুবিধাৰ পৰা বঞ্চিতও হৈছিল। অনুগ্ৰহ কৰাটো গুণৰ কথা সন্দেহ নাই কিন্তু অনুগ্ৰহ নকৰাটো দোষৰ কথা বুলি ভাবি আমি বহুতে ভুল বুজি অনুগ্ৰহ নাপালে আমি মানুহৰ বদনাম গাওঁ। এনে বদনামৰ হাতৰ পৰা দত্তবৰুৱাও সাৰিব নোৱাৰিছিল। এক কথাত ক'বলৈ হ'লে ব্যক্তিগত জীৱনত আমি তেখেতৰ পৰা অগ্ৰজ সদৃশ ব্যৱহাৰ পাইছিলো যদিও তেখেতে আমাক বহুবাৰ আপত্তি কৰা সত্বেও 'আপুনি' বুলিয়েই সম্বোধন কৰিছিল। তেখেতৰ প্ৰকাশিত প্ৰায়বোৰ ধৰ্মগ্ৰন্থকেই বিনামূল্যে উপযাচি বহুতকে দান দিছে, আমাকো দিছে। নিদিলে আমি ইমান দাম দি কিনিবও নোৱাৰিলোহেঁতেন আৰু আজি এইদৰে আৱশ্যক মতে ব্যৱহাৰো কৰিব নোৱাৰিলোহেঁতেন। আমি কিতাপ নপঢ়ো, নেলেখো ইত্যদি কথাবোৰ কৈ আমাক সদায় উদগনি দিছিল। তেখেতে বুঢ়া বয়সতো যিমান কিতাপ পঢ়িছিল সঁচাকৈয়ে আমি ডেকা বয়সতো নপঢ়িছিলো। সেইবাবে অধ্যয়ন স্বভাৱ নথকাত আমি তেখেতৰ ওচৰত লজ্জিত হ'ব লগা হৈছিল। যেতিয়া দুই এখন কিতাপ ওলাব ধৰিলে আৰু দুই এখন কিতাপ পঢ়াৰ— বিশেষকৈ তেখেতৰ প্ৰকাশিত কিতাপ— গম পালে তেতিয়া আমাৰ আগত আৰু পাছতো মানুহৰ আগত ভূয়সী প্ৰশংসা কৰিছিল। এনেবোৰ কথাৰ পৰা বুজা যায় তেখেতৰ জ্ঞান স্পৃহা কিমান বলৱতী আছিল আৰু অধ্যয়নৰত

যুৱকবৃন্দক তেখেতে কিমান ভাল পাইছিল।

ঁ দত্তবৰুৱাই অসমীয়া জাতিৰ ধৰ্মচৰ্চ্চাৰ আৰু সাহিত্য চৰ্চ্চাৰ বৰে যথেষ্ট উপাদান যোগাইছে। অসমীয়া জাতিৰ লুপ্ত প্ৰায় বহু পুস্তকৰ উদ্ধাৰ সাধন কৰিছে। ইতিপূৰ্ব্বে এনে চেষ্টা যে নহৈছিল এনে হয়। ৰায়বাহাদুৰ ঁ দুৰ্গাধৰ বৰকটকীয়েও মহাভাৰতৰ কেইটিমান পৰ্ব্ব আৰু কবি ভূষণ দ্বিজ ৰচিত শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ জীৱনীকে আদি কৰি কেইবাখনিও পুস্তক প্ৰকাশ কৰিছিল; কিন্তু ঁ দত্তবৰুৱাৰ নিচিনা কৃতকাৰ্য্য হ'ব পৰা নাছিল। ঁ দত্তবৰুৱাৰ সাহিত্যৰ প্ৰতি আৰু ধৰ্মৰ প্ৰতি যি অনুৰাগ আৰু লগে লগে ব্যৱসায়ী বুদ্ধি থাকিলেও তেওঁ অৰ্থ পাওক নাপাওক ভৱিষ্যৎ লোকচান হ'ব বুলি ভাবিও সঙ্কল্পিত কাৰ্য্য সম্পূৰ্ণ নকৰাকৈ নাথাকিছিল। দেশ প্ৰেম, সাহিত্য সেৱা আৰু ধৰ্মৰ অনুৰাগে এনে প্ৰেৰণা যোগাইছিল। দত্তবৰুৱা অসমী আইৰ এটি উজ্জ্বল ৰত্ন স্বৰূপ সু-সন্তান আছিল আৰু তেওঁ দেশ মাতৃকাৰ সেৱাত যি বৰঙনি যোগাইছিল ই অতুলনীয়।

আমি আজি তেওঁৰ শ্ৰাদ্ধতিথিত শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছো।●

# মোৰ দেশ

ভাৰতবৰ্ষ মোৰ দেশ। এই দেশৰ মাটি, পানী, বায়ু, পাহাৰ, পৰ্ব্বত, নদী, হাবি বননি লৈ, এই দেশৰ জীৱ জন্তু হাতী, গড়, মহিষ, গৰু, ছাগলী সকলোকে লৈ যি সমষ্টিগত দৃশ্যমান এখন ভূখণ্ড সেয়ে মোৰ দেশ। এই দেশৰ উত্তৰত থকা হিমালয়, দক্ষিণত থকা ভাৰত মহাসাগৰ, পশ্চিমত থকা আৰব সাগৰ আৰু পূবত থকা ব্ৰহ্ম দেশ এই সকলো বোৰেই মোৰ নিজস্ব সম্পদ বুলি মোৰ শ্ৰদ্ধা আৰু প্ৰেম আকৰ্ষণ কৰে। এই ভূখণ্ডত থকা সকলো জাতি-উপজাতি, নৰ-নাৰী, বাল-বৃদ্ধ, ল'ৰা-ছোৱালী সকলো মোৰ আত্মীয় আৰু এওঁলোকলৈ মোৰ এটি স্বাভাৱিক আকৰ্ষণ, এটি আন্তৰিকতা আছে। এই আকৰ্ষণ, এই আন্তৰিকতা আৰু এই প্ৰেমৰ এটি সংক্ষিপ্ত নাম দিয়া হৈছে দেশ প্ৰেম। মই এই দেশক ভাল পাওঁ। এই দেশৰ প্ৰাকৃতিক সৌন্দৰ্য্যত মই মুগ্ধ হওঁ, এই দেশৰ সকলো প্ৰকাৰ ঐতিহ্যই মোৰ শৰীৰত এটি আনন্দৰ শিহৰণ জগাই দিয়ে প্ৰাণত এটি মধুৰ স্পন্দন আনি দিয়ে। ভাৰতবৰ্ষ মোৰ দেশ, ভাৰতৰ অতীত গৌৰৱত মই গৌৰাবান্বিত হওঁ— এই অনুভূতিৰে মোৰ প্ৰাণত দেশ প্ৰেমৰ আহ্লাদ বৈ যায়।

কিন্তু এই কথা সঁচা নে? আজি মোৰ মনত কিয় এই সন্দেহ উপস্থিত হৈছে? এই দেশৰ স্বাধীনতাৰ নামত মোৰ প্ৰাণত আনন্দৰ হিল্লোল বৈ যায়, কিন্তু সেই স্বাধীনতাৰ অৰ্থ কি তাক জানো মই বুজি পাইছো? ভৌগোলিক সীমাৰেখাৰ মাজত থকা যি ভাৰতভূমি সেই দেশৰ প্ৰশাসনীয় ভাৰ নিৰ্ব্বিবাদে মই যদি চলাই যাব পাৰো তেতিয়া ভাৰতবৰ্ষ স্বাধীন এই কথা মই ভাবো। মোৰ কৰ্ত্তৃত্বত যদি কোনেও হকা বধা কৰিব নোৱাৰে, তেতিয়া মই ভাবো মই স্বাধীন। এই দেশত থকা লোকসকলৰ সুখ শান্তি সা-সুবিধা কিমান খিনি আগবাঢ়িছে তাক যদি মই বুজি নাপাওঁ মই কিমান খিনি স্বাধীনতাৰ মাজত বাস কৰিছো তাৰ মূল্য নিৰূপণত মোৰ বুদ্ধি বিবেচনাই ঢুকি পাবনে? ভৌগোলিক সীমাৰেখাৰ মাজত আৱদ্ধ ভূখণ্ডত নিৰাপদ কৰ্ত্তৃত্বই স্বাধীনতা সূচায় নে? মোৰ ঘৰৰ চাৰিবেৰৰ মাজত থকা ঘৰ-বাৰী খনেই মোৰ ঘৰখন বুজায় নে মোৰ সামাজিক জীৱনৰ যি পৰিচয়, মোৰ দৈনন্দিন জীৱন যাত্ৰাৰ যি পদ্ধতি, মোৰ পিতৃ পুৰুষৰ স্মৃতিজড়িত গৃহস্থালিয়ে মোৰ ঘৰখনৰ পৰিচয়, কৃষ্টি আৰু প্ৰভাৱ বুজায়?

ভৌগোলিক পৰিচয়ৰ দ্বাৰা সূচিত ভাৰতবৰ্ষৰ অতীত বুৰঞ্জী, সভ্যতা আৰু কৃষ্টি ৰক্ষা কৰিব নোৱাৰি যদি পৰমুখাপেক্ষী হৈ বিদেশৰ সহায় সহানুভূতিৰ ওপৰত নিৰ্ভৰ কৰি জীৱন যাত্ৰা নিৰ্ব্বাহ কৰিব লাগে, মোৰ স্বাধীনতাৰ মূল্য

কিমান খিনি? কৃষ্টি, সভ্যতা, জ্ঞান বিজ্ঞান সকলো ক্ষেত্ৰতে ভাৰতবৰ্ষৰ পৃথিৱীৰ অন্যান্য দেশতকৈ প্ৰাচীনতম। এই ঐতিহ্য ৰক্ষা কৰি আগবাঢ়ি যাবলৈ আমি কিমান দূৰ প্ৰস্তুত হৈছো— স্বাধীনতাৰ মূল্য নিৰাকৰণত তাৰ হিচাব নিশ্চয় লব লাগিব।

পিতৃ পুৰুষৰ জীৱন পদ্ধতিয়ে আৰু মোৰ ঘৰুৱা আৰু সামাজিক জীৱনৰ আদৰ্শ আৰু পদ্ধতিয়ে মোৰ ঘৰখনৰ কৃষ্টিৰ পৰিচয় যেনেকৈ দিয়ে, গাওঁখনৰ লোকসকলৰ ব্যৱহাৰ, জীৱন যাত্ৰাৰ আৰ্হি, সুখ শান্তি আৰু নিৰ্বিবাদ পাৰস্পৰিক সম্বন্ধই যেনেকৈ গাওঁখনৰ কৃষ্টিৰ পৰিচয় দিয়ে সেইদৰে দেশৰ ঐতিহ্য ৰক্ষা কৰাৰ ধাৰাই, ধৰ্মীয় জীৱন আৰু জাতিগত আদৰ্শই দেশৰ কৃষ্টিৰ পৰিচয় দিয়ে।

শ্ৰীৰামচন্দ্ৰ পিতৃ সত্য পালনৰ বাবে বনবাসী হৈ ভৰতৰ অনুপস্থিতিত সস্ত্ৰীক ৰাজ্য এৰি গুচি গৈছে। বশিষ্ঠাদি অগ্ৰজ সকলে ভৰতক মোমায়েকৰ ঘৰৰ পৰা খবৰ দি আনি ৰাজ্যাভিষেকৰ বাবে যত্নবান হৈছে। ভৰত ঘূৰি আহি সকলো কথা জানিব পাৰি মাক কৈকেয়ীক কৈছে— ৰামেতো কোনো ব্ৰাহ্মণৰ ধন আহৰণ কৰা নাই নাইবা কোনো নিষ্পাপ ধনী বা দৰিদ্ৰক হিংসা কৰা নাই নাইবা তেওঁতো কোনো পৰস্ত্ৰীত আসক্ত হোৱা নাই। তেন্তে তেওঁ কিয় বনবাসী হ'ব? এই উক্তিৰ পৰা বুজা যায় যে কোনো লোকৰ বনবাস শাস্তি যদি হয় তাৰ বাবে দোষ হ'ব লাগিব এই তিনি প্ৰকাৰ। আনফালে বুজা যায় পুত্ৰৰ ৰাজ্যপ্ৰাপ্তিৰ আশাত মাকে যি উপায় নিৰ্দ্ধাৰণ কৰি ৰাজ্য লাভ কৰিলে সেই ৰাজ্যৰ প্ৰতি পুত্ৰৰ মমতা কিমান খিনি আৰু তেওঁৰ চৰিত্ৰ বল কিমান উন্নত ধৰণৰ। অকল সেয়ে নহয় তেওঁ পুনঃ মাকক কৈছে— হে কৈকেয়ি! তুমি কুলস্ত্ৰীৰ যি ধৰ্ম তাক ত্যাগ কৰিছা, তুমি একে সময়তে ৰজাৰ মৃত্যু আৰু ৰজাৰ জ্যেষ্ঠ পুত্ৰৰ বনবাস বিধান কৰিছা— গতিকে তুমি ভ্ৰূণ হত্যাৰ পাতকত লিপ্ত হৈছা। তুমি নৰকলৈ যোৱা আৰু তোমাৰ যেন স্বামীলোক লাভ নহয়। কুলস্ত্ৰীৰ ধৰ্ম কি আৰু স্বামিলোক পোৱাৰ আদৰ্শ কি এই কথাই বুজাই দিয়ে। ভাৰতীয় কৃষ্টিৰ পৰিচয় ইয়াত সুস্পষ্ট।

শ্ৰীৰামচন্দ্ৰ বনলৈ যোৱাৰ আগতে যেতিয়া কৌশল্যাৰ ওচৰলৈ বিদায় মাগিবলৈ যায় কৌশল্যা দেৱীয়ে শ্ৰীৰামচন্দ্ৰক কৈছিল যে ৰজা দশৰথ তোমাৰ যেনে পূজনীয় মই তোমাৰ তাতোধিক পূজ্যতমা। মই তোমাক বনলৈ যোৱাৰ অনুমতি নিদিওঁ। সেই বাবে তোমাৰ বনলৈ যোৱা উচিত নহয়। ইয়াৰ উত্তৰত শ্ৰীৰামচন্দ্ৰই কি কৈছিল— এইটো জানিবলৈ নিশ্চয় সকলোৰে আগ্ৰহ হয়। শ্ৰীৰামচন্দ্ৰই কৈছিল— বিশুদ্ধ ব্ৰত অনুষ্ঠানকাৰী আৰু অতি বিজ্ঞ কণ্ডুঋষিয়ে ধৰ্ম জানিও পিতাৰ কথা পালন কৰিবলৈ গোবধ কৰিছিল, আৰু আমাৰ পূৰ্ব্বপুৰুষ সগৰ ৰজাৰ পুত্ৰ সকলে তেওঁৰ আদেশক্ৰমে পৃথিৱী খানি ধ্বংস প্ৰাপ্ত হৈছিল

আৰু জমদগ্নিপুত্ৰ ৰামে পিতৃৰ আদেশত নিজৰ জননীকো পৰশুৰ দ্বাৰা ছেদন কৰিছিল। সুতৰাং ভূমণ্ডলত সকলোৰেই পিতৃবাক্য পালন কৰা বিধেয়। এই সংসাৰত, ৰামচন্দ্ৰই তাৰ পাছত লক্ষ্মনক কৈছে— ধৰ্মই পৰম পুৰুষাৰ্থ, ধৰ্ম সত্যৰ ওপৰত প্ৰতিষ্ঠিত আছে আৰু এই অনুত্তম পিতৃবাক্যও ধৰ্ম সমন্বিত, সেই বাবে তাক অৱশ্য পালন কৰিব লাগিব। অনুত্তম শব্দটোলৈ মন কৰিব লাগে। পিতৃৰ আদেশ অত্যুত্তম কথা। যি কৰ্মৰ দ্বাৰা কেৱল ধৰ্ম ৰক্ষিত হয় তাক পালন কৰিবই লাগিব। এই সংসাৰত মানুহৰ ধৰ্ম, অৰ্থ আৰু কাম এই তিনি বৰ্গ সাধনৰ দ্বাৰা সুখ হয়, কিন্তু অৰ্থ আৰু কাম ধৰ্মৰেই অন্তৰ্গত ইয়াত মোৰ কোনো সংশয় নাই। যেনেকৈ স্ত্ৰীয়ে পুৰুষৰ বশীভূতা হৈ ধৰ্ম উপাৰ্জ্জন কৰে, অভিমতা হৈ কাম দান কৰে আৰু পুত্ৰবতী হৈ অৰ্থ উপাৰ্জ্জন কৰে, সেইদৰে কৰ্মইও ধৰ্ম, অৰ্থ আৰু কাম উপাৰ্জ্জন কৰে। যিবিলাক কৰ্মত ধৰ্ম, অৰ্থ আৰু কামৰ একত্ৰ সমাবেশ নাই সেই বিলাক কৰ্মৰ ভিতৰত য'ত কেৱল ধৰ্ম আছে তাকেহে কৰিব লাগে। কাৰণ যি সকল কৰ্মত কেৱল অৰ্থ আছে সেই কৰ্মৰ দ্বাৰা কেৱল লোকৰ বিদ্বেষ ভাজন হ'ব লাগে আৰু যিবোৰ কৰ্মত কেৱল কাম আছে তাক সাধন কৰিলে নিন্দনীয় হ'ব লাগিব।

ধৰ্ম ৰক্ষাই ভাৰতীয় কৃষ্টি। এই ধৰ্মৰ অৰ্থ হিন্দুধৰ্ম নহয় নাইবা মুছলমান ধৰ্ম নহয় নাইবা জৈন বা খৃষ্টান ধৰ্ম নহয়। এয়ে সাৰ্ব্বজনীন ধৰ্ম, এয়ে বিশ্বজনীন ধৰ্ম, এয়ে মানৱ ধৰ্ম। সেয়েহে শ্ৰীমদ্ভাগৱতত কৈছে যে যাৰপৰা এই বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি হৈছে, যেয়ে পালন কৰিছে আৰু য'তেই ইয়াৰ লয় সাধন হ'ব আৰু যি পৰম কাৰণ ৰূপে অৱস্থান কৰি আছে বুলি নিৰ্মল বস্তুৰ অস্তিত্ব সম্ভৱপৰ হৈছে— যতো বা ইমানি ভূতানি জায়ন্তে যেন জাতানি জীৱন্তি যৎ প্ৰয়ান্ত্যভি সংবিশ ন্তীত্যাদ্যা (শ্ৰুতিঃ), য্যঃ সৰ্ব্বাণি ভূতানি ভৱন্ত্যাদি যুগাগমে। যমিস্মিংশ্চ প্ৰলয়ং যান্তি পুনাৰুৱ যুগক্ষয়ে ইত্যাদ্যা। গতিকে মানুহে কাক আৰাধনা কৰিব? যি স্বয়ং প্ৰকাশ হৈ আছে, যি একমাত্ৰ সৎ বস্তু সেইয় পৰম সত্য— তাকেহে আৰাধনা কৰিব। এয়ে ভাৰতীয় ধৰ্মৰ মূল বস্তু। এয়ে ভাৰতীয় কৃষ্টি। এই ধৰ্মৰ লগত কোন ধৰ্মৰ বিৰোধ আছে? Let there be light and there was light. যোঽকাময়ত, য ঐক্ষত— তেওঁ ইচ্ছা কৰিলে আৰু ঈক্ষণ কৰিলে আৰু সৃষ্টি কাৰ্য্য আৰম্ভ হ'ল। কোন ধৰ্মৰ লগত ইয়াৰ বিৰোধ?

এই কৃষ্টি আৰু এই জ্ঞান সম্পন্ন যি ভাৰতবৰ্ষ সেই ভাৰতবৰ্ষই মোৰ দেশ, সেই ভাৰতবৰ্ষৰ প্ৰতি মোৰ স্নেহ মমতাই মোৰ দেশ প্ৰেম। যি ভাৰতবৰ্ষত এই জ্ঞানৰ চৰ্চ্চা নহয়, এই কৃষ্টি ৰক্ষিত নহয়, সেই ভাৰতবৰ্ষ মোৰ দেশ হ'ব পাৰেনে? সেই ভাৰতবৰ্ষৰ প্ৰতি মোৰ প্ৰেম উপজিব পাৰেনে?

চন্দ্ৰগুপ্তৰ মন্ত্ৰী চাণক্য— ৰাজপ্ৰসাদত নাথাকি নদীৰ পাৰত বালুচৰত

থাকিছিল আৰু জীৱন ধাৰণ কৰিছিল অথচ তেওঁ আছিল সম্রাট চন্দ্রগুপ্তৰ মন্ত্রী। চন্দ্রগুপ্তই ৰাজপ্রসাদত থাকিবলৈ কোৱাত কৈছিল— মই মন্ত্রী কিন্তু ৰাজ অনুগ্রহৰ ভিখাৰী নহওঁ, ৰজাঁৰ ধনকোষৰ ব্যৱহাৰত মোৰ স্বত্ব নাই। মই থাকো বালুচৰত তাৰ অৰ্থ এই হৈছে সেই ঠাইত ৰজাৰ অধিকাৰ নাই। সেই ঠাইত কাৰো অধিকাৰ নাই (no man's land) মই ৰজাৰ বেতন ভোগী হৈ ৰাজ আজ্ঞা পালনৰ বাবে দায়ী হব নোখোজো। মন্ত্রী হৈ স্বাধীন ভাৱে ৰজাক আদেশ বা পৰামর্শ দিবৰ বাবে হে মই মন্ত্রী। এয়ে আছিল ভাৰতীয় মন্ত্রীৰ আদর্শ— এয়ে ভাৰতীয় কৃষ্টি। এনে কৃষ্টিৰ আদর্শত যদি ভাৰতবৰ্ষৰ পুনৰ্গঠন হয়, সেয়ে হে প্রকৃত Planning।

পুৰুষৰ বাক্য এটা। গজদন্তবৎ। এবাৰ যদি মুখৰ পৰা ওলায়, হাতীৰ দাঁত যেনেকৈ এবাৰ ওলালে ভিতৰ নোসোমায় সেইদৰে সৎ পুৰুষে কথা দি কেতিয়াও কথা নেপেলায়। গা অসুখ, পাহৰি গলো ইত্যাদি অজুহাত কোনো কথাৰ কথা নহয়। এই জবানৰ ওপৰত মানুহৰ সমাজৰ বান্ধোন পূৰ্ণ মাত্রাই আছিল। দলীল পত্র বা লিখা পঢ়া কৰা চুক্তিতকৈও মুখৰ জবান বলবান আছিল। আজি একমাত্র ৰেজিষ্ট্রচন অফিচত দলিল ৰেজেষ্ট্রি কৰা মানুহৰ সংখ্যাক চাই বুজা যায় মানুহৰ মুখৰ জবানৰ মূল্য কিমান কমি গৈছে। কথাৰ বিশ্বাস যিমান কমি আহে কৃষ্টিৰ মূল্য তিমান কমে। সমাজৰ বান্ধ যিমান কমে মানুহৰ ব্যক্তিগত চৰিত্রৰ বল সিমান কমি যায়।

ধাৰ পৰিশোধ কৰা এটা নৈতিক কৰ্ত্তব্য — আইনৰ কৰ্ত্তব্যতো পূৰ্ণ মাত্রাই; কিন্তু ঋণ পাপ এই ধাৰণা আৰু ঋণ পৰিশোধ নকৰা তাতোকৈ পাপৰ কথা এই কথাৰ মূল্য সমাজত কমি আহিলে কৃষ্টিহীনতাৰ পৰিচয় দিয়া হয়।

এনেদৰে এশ এটাই নহয় এহেজাৰ এটাৰ উদাহৰণ দি কব পাৰি ভাৰতীয় কৃষ্টিত এইবোৰ কাথাৰ মূল্য কিমান বেছি আছিল।

শ্রীৰামচন্দ্রৰ পিতৃসত্য পালন, ভৰত, লক্ষ্মণৰ ভ্রাতৃপ্রেম আৰু ভৰতৰ ৰাজ্যৰ প্রতি নির্লোভিতা আৰু শ্রীৰামচন্দ্ৰৰ বনবাসৰ সময়ত শ্রীৰামৰ পাদুকাযুগলকে প্রতিনিধি কৰি লৈ ৰাজ্য শাসন, হনুমানৰ প্রভুভক্তি, সীতাৰ পতিপ্রেম ইত্যাদি নানা আদৰ্শই ভাৰতীয় কৃষ্টিৰ পৰিচয় দিয়ে। সেই কৃষ্টি ৰক্ষাই মোৰ দেশ প্ৰেম আৰু সেই খন দেশেই মোৰ ভাৰতবৰ্ষ।

গান্ধীজীৰ শিক্ষাৰ আদর্শ আছিল যে প্রত্যেকজন লোকে সত্যপথত থাকি নিজৰ জীৱিকা নিজে আৰ্জি ল'ব। ৰাষ্ট্রই তাৰ বাবে সুবিধা দিব লাগিব। প্রতিজন লোকে পিতৃমাতৃৰ প্রতি, ৰাষ্ট্রৰ প্রতি, সমাজৰ প্রতি আৰু প্রজাবর্গৰ প্রতি যথাযথ কৰ্ত্তব্য কৰিব আৰু ঈশ্বৰৰ প্ৰতি মতি ৰাখিব সি লাগিলে নিৰক্ষৰেই হওক। সাক্ষৰতাই শিক্ষাৰ পৰিণতি নহয়। এইবোৰ আদর্শৰ পৰিপালন কৰিবলৈ ৰাষ্ট্ৰই সুবিধা দিব লাগিব। তেতিয়াহে ৰাম ৰাজ্য স্থাপিত হ'ব।

চাৰিসীমাৰ মাজত থকা ভূখণ্ডই ভাৰতবৰ্ষ নহয় আৰু এই ভূখণ্ডৰ শাসন ক্ষমতা ৰক্ষা কৰাই স্বাধীনতা নহয়। অতীত ঐতিহ্য ৰক্ষা কৰিবলৈ মানুহৰ ব্যক্তিগত স্বাধীনতাই প্ৰকৃত স্বাধীনতা। এই স্বাধীনতা ৰক্ষাৰে মূলতেই থাকিব লাগে শিক্ষা পদ্ধতিৰ পৰিকল্পনা আৰু যোজনাৰ আঁচনি। ভাৰতৰ ঐতিহ্য, ভৰতীয় সভ্যতাত জগৎবাসী মুগ্ধ। ভাৰতৰ যি জ্ঞান গৰিমা আৰু গৌৰৱৰ কাৰণে জগতৰ অন্যান্য দেশ আৰু জাতি বিলাক মুগ্ধ, সেই জ্ঞান-গৰিমা আৰু গৌৰৱ ৰক্ষাৰ বাবে ভাৰতৰ প্ৰত্যেক নৰ-নাৰীৰ, ভাৰতীয় সমাজৰ আৰু ভাৰতৰ শাসনত অধিষ্ঠিত নেতৃবৃন্দৰ কৰ্ত্তব্য কৰ্ম। অতীতৰ গৌৰৱত গৌৰৱান্বিত হৈ আমি যেনেকৈ জগৎবাসীক মহাভাৰত, ৰামায়ণ বেদ বেদাঙ্গ বেদান্তৰ বাণী শুনাও— আমি নিজেও ভাৰতৰ ঋষিসকলৰ বাণী পালন কৰিবলৈ ইচ্ছুক হ'ব লাগিব। বিৰুদ্ধ সমালোচনা কৰাৰ পূৰ্ব্বতে বিষয় বস্তুবিলাকৰ সম্যক ধাৰণা আমাৰ হ'ব লাগিব। ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী হৈ নিজৰ বস্তুক বেয়া বুলিলে, নিজৰ দেশৰ ৰীতি-নীতি আচাৰ ব্যৱহাৰ পৰিত্যাগ কৰিলে ভাৰতীয় কৃষ্টিও ৰক্ষিত নহ'ব। স্বাধীনতাৰো কোনো মূল্য নাথাকিব।

পশ্চিমে আজি খুলিয়াছে দ্বাৰ
সেথা হইতে সবে আনে উপহাৰ
দিবে আৰু নিবে যাবে না
ফিৰে—

ই কবিবৰৰ বৰ বিষাদপূৰ্ণ উক্তি। পশ্চিমে আমাৰ পৰা নিব আৰু তেওঁলোকৰ উপহাৰ নিদিয়াকৈ ঘূৰি নাযাব— ই বৰ সতৰ্ক বাণী। আমাৰ যদি কিবা আছে তাক লৈ যাব— যাওক তাৰ দ্বাৰা তেওঁলোকৰ উপকাৰ হ'ব— হওক কিন্তু তেওঁলোকে আমাক কি দিয়ে তাক চালি জৰি চোৱা আমাৰ উচিত। আমাৰ যি সম্পদ আছে তাতকৈ বেছি মূল্যবান সম্পদ তেওঁলোকে আমাক দিছে নে নাই আমি চোৱা উচিত নহয় জানো?

স্বাধীনতা কাক বোলে, কৃষ্টি সভ্যতা কি ভাৰতীয় ঐতিহ্য কি তাক যেন আমি চিনি পোৱা নাই, বুজি পোৱা নাই। আমি যেন পুনৰায় ভাৰতবৰ্ষ আৱিষ্কাৰ কৰিব লাগিব। এয়ে মোৰ দেশৰ বাবে উদ্বিগ্নতা। ভঙা গঢ়াৰ ভিতৰত ভঙা যিমান সহজ, গঢ়া সিমান সহজ নহয়। সেউজীয়া বিতচকুৰে সকলো বস্তু সেউজীয়া দেখা যায় তাত আচৰিত হ'বৰ একো নাই কিন্তু সেইজীয়া বিতচকুৰে সকলো বস্তু ক'লা দেখিলে দুখ কৰিবলৈ যথেষ্ট থাকে। মনোবেদনা যথেষ্ট পৰিমানে হয়।●

# সমাজ আৰু দুৰ্নীতি

ধৰ্ম নিৰপেক্ষ ভাৰত ৰাষ্ট্ৰৰ উপাস্য দেৱতা সত্য। এক ধৰ্ম, এক ভাষা আৰু একে সামাজিক প্ৰথা থাকিলে এক সমষ্টি লোকক এটা জাতি বুলি গ্ৰহণ কৰা হয়। যি দেশৰ ৰাষ্ট্ৰধৰ্ম নিৰপেক্ষ, যি দেশৰ বিভিন্ন ভাষা আৰু যি দেশৰ লোকৰ বিভিন্ন সামাজিক প্ৰথা সেই দেশৰ লোক অকল ভৌগোলিক সীমাৰ দ্বাৰা জাতি ৰূপে পৰিগণিত হয় কেনেকৈ? এই বিভিন্ন ভাষা, বিভিন্ন সামাজিক প্ৰথা আৰু বিভিন্ন ধৰ্মবোৰক এক ডোলত বান্ধিবলৈ এটা জাতি বুলি পৰিগণিত হ'বলৈ, ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ ভাৰতবৰ্ষৰ মূল আদৰ্শ হৈছে— সত্য পালন।

এই সত্যৰ প্ৰতি যেতিয়া স্বাভাৱিক অৱহেলা দেখা গৈছে তেতিয়া ৰাষ্ট্ৰৰ স্বাধীনতা যে বিপন্ন তাক বুজিব লাগিব। যি ৰাষ্ট্ৰৰ লোকে ব্যক্তিগত জীৱনত সত্য পথ অৱলম্বন নকৰে সেই ৰাষ্ট্ৰৰ লোকৰ সামাজিক জীৱনত বা ৰাষ্ট্ৰীয় জীৱনত সত্য পালন হ'ব কেনেকৈ? ৰাষ্ট্ৰীয় জীৱনৰ আদৰ্শৰ পৰা চ্যুত হৈ যদি লোকে ব্যক্তিগত জীৱনত নিজৰ স্বাৰ্থ উদ্ধাৰৰ বাবে ন্যায় অন্যায় বিচাৰ নকৰা কৈ যি কোনো প্ৰকাৰে স্বাৰ্থ উদ্ধাৰেই মূলনীতি বুলি গ্ৰহণ কৰে তেন্তে সেই জাতিৰ ভৱিষ্যত যে অন্ধকাৰাচ্ছন্ন তাত কোনো সন্দেহ নাই।

ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ অধিবাসী সকলক একতাবদ্ধ কৰিবলৈ হ'লে ব্যক্তিগত জীৱনত মানুহৰ স্বভাব চৰিত্ৰ যাতে নিৰ্ম্মল আৰু পৱিত্ৰ হ'ব পাৰে, কোনো প্ৰকাৰ দুৰ্নীতিয়ে যাতে প্ৰশ্ৰয় পাব নোৱাৰে তাৰ বাবে সমাজত যেনেকৈ আদৰ্শ ব্যক্তিৰ নিতান্ত প্ৰয়োজন তেনেকৈ সত্য পালনৰ ব্যৱস্থা কৰিবলৈ ৰাষ্ট্ৰীয় নীতিৰ নিতান্ত প্ৰয়োজন। সত্য ভ্ৰষ্ট লোকৰ প্ৰতি গুৰুতৰ শাস্তিৰ ব্যৱস্থা থাকিব লাগে। সকলো ধৰ্মৰ সৰ্ব্বসাধাৰণে মানিব পৰা কিছুান বিধি ব্যৱস্থা থাকে। সেই বিধি ব্যৱস্থাবোৰ মানি চলিলে সামাজিক জীৱনৰ আদৰ্শ ৰক্ষিত হয়। ধৰ্ম সাপেক্ষ ৰাষ্ট্ৰত ধৰ্মৰ নামত লোকে সেই বিধি ব্যৱস্থাবোৰ মানিবলৈ বাধ্য হয়। ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰত সামাজিক জীৱনৰ বিধি ব্যৱস্থাবোৰ আইনৰ দ্বাৰা পৰিচালিত হ'ব লাগিব। নতুন আইন আৰু নতুন বিধানৰ প্ৰৱৰ্ত্তনৰ বাবে তাৰ আগতে অনুকূল সমাজ সৃষ্টি কৰিব লাগে। সত্যৰ আদৰ্শত প্ৰতিষ্ঠিত ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ অধিবাসী সকলৰ সামাজিক জীৱনত যদি ব্যক্তিগত স্বাৰ্থই উদ্দেশ্য হয়, আকৌ সেই স্বাৰ্থ উদ্ধাৰৰ পন্থা যদি নিজৰ জাতীয় ভাই সকলৰ বাসগৃহ, ক্ষুধা, তৃষ্ণা আৰু নগ্নতা নিবাৰণৰ যি স্বাভাৱিক প্ৰয়োজনীয়তা সেই প্ৰয়োজনীয়তাৰ সুবিধা লৈ অস্বাভাৱিক ব্যৱসায়

ক্ষেত্ৰ সৃষ্টি কৰি অৰ্থ উপাৰ্জনৰ পন্থা উলিওৱা হয়, তেন্তে সেই ৰাষ্ট্ৰৰ স্বাধীনতা যে কিমান বিপন্ন তাক ভাবি চালেই বুজা যায়।

ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰই আদৰ্শ ৰাষ্ট্ৰ। আদৰ্শ ৰাষ্ট্ৰৰ আইন প্ৰণালী আৰু বিধি ব্যৱস্থা আদৰ্শনীয় হ'ব লাগিব আৰু অধিবাসী সকলো আদৰ্শ অধিবাসী হ'ব লাগিব। কিন্তু বৰ্তমান যুগত ভাৰতবাসী যি দুৰ্নীতি পৰায়ণ হৈ পৰিছে তাৰ দ্বাৰা বুজা নাযায় যে ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ স্বাধীনতা নিৰাপদ। যি লোকে ধৰ্মশাসন নামানে সেই লোকে ৰাষ্ট্ৰৰ শাসন সহজতে নামানে। সেইবাবে ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ ভিতৰতো যি যি ধৰ্মৰ লোক বা যি যি সম্প্ৰদায়ৰ লোক সেই সেই ধৰ্মৰ বা সম্প্ৰদায়ৰ বিধি ব্যৱস্থা মনাত কোনো দোষ নাই। সাম্প্ৰদায়িক বিদ্বেষ প্ৰচাৰ নাইবা আন ধৰ্মৰ প্ৰতি হিংসা মূলক ব্যৱস্থা গ্ৰহণ কৰা অকল ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ নীতিৰ বিৰুদ্ধেই নহয় সি সকলো ধৰ্মৰ আৰু সকলো সম্প্ৰদায়ৰেই নীতিৰ বিৰুদ্ধ কথা। ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ হ'লেও ধৰ্মাচৰণ ৰাষ্ট্ৰীয় নীতিৰ বিৰুদ্ধে নহয়। যাৰ যি ধৰ্ম বিশ্বাস সেই ধৰ্ম বিশ্বাসত ৰাষ্ট্ৰই হস্তক্ষেপ নকৰে। সেইবাবে ৰাষ্ট্ৰীয় জীৱন পৱিত্ৰ আৰু আদৰ্শময় কৰিব খুজিলে ধৰ্মৰ নীতি মানি চলি সামাজিক জীৱন পৱিত্ৰ কৰি তোলা সকলো লোকৰেই কৰ্তব্য। ধৰ্মনীতি ভঙ্গ কৰি সত্যৰ আদৰ্শত চলিব নোৱাৰি। জাতিভেদ বা ধৰ্মভেদ উচ্ছেদ কৰা ৰাষ্ট্ৰৰ নীতিৰ ভিতৰত হ'ব পাৰে কিন্তু ঈশ্বৰোপসনা বন্ধ কৰিব লাগে এই নীতি ৰাষ্ট্ৰৰ নীতিৰ ভিতৰত নহয়। ঈশ্বৰোপসনা মহাত্মা গান্ধীৰ দৈনন্দিন কৰ্ত্তব্য আছিল। ঈশ্বৰোপসনা ধৰ্ম নকৰি ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰৰ অধিবাসী হ'ব নোৱাৰি। ৰাষ্ট্ৰ ধৰ্ম নিৰপেক্ষ হ'ব পাৰে কিন্তু ঈশ্বৰ-নিৰপেক্ষ হ'ব নোৱাৰে। আজিৰ দিনত সৰহ ভাগ লোক ঈশ্বৰ-নিৰপেক্ষ। ইয়াতকৈ ডাঙৰ দুৰ্নীতি নাই। ঈশ্বৰৰ প্ৰতি ভয় নোহোৱাত্ সৰহ ভাগ লোক দুৰ্নীতিত নামিছে। এই দুৰ্নীতি গুচাবলৈ হ'লে মানুহৰ মনত ঈশ্বৰ ভক্তি জাগিব লাগিব। ঈশ্বৰ ভক্তিয়েই ব্যক্তিগত জীৱন পৱিত্ৰ কৰি সামাজিক জীৱন পৱিত্ৰ কৰিব আৰু পৱিত্ৰ সমাজে ৰাষ্ট্ৰীয় জীৱন পৱিত্ৰ কৰিব।

ঈশ্বৰ ভক্তি মানুহৰ নৈতিক জীৱনৰ ওপৰত নিৰ্ভৰ কৰে। নৈতিক জীৱন পৱিত্ৰ হ'লে ঈশ্বৰ ভক্তি ওপজে। ঈশ্বৰ ভক্ত লোকৰ নৈতিক জীৱন কলুষিত হ'ব নোৱাৰে। নৈতিক জীৱন কলুষিত হোৱা বাবে ৰাজনৈতিক জীৱন কুলষিত হৈছে। খাদ্য, বস্ত্ৰ আৰু গৃহনিৰ্মাণৰ বস্তুৰ যোগান দিয়া যেনেকৈ ৰাষ্ট্ৰৰ কৰ্ত্তব্য সমাজৰো কৰ্ত্তব্য যে এই তিনি প্ৰকাৰৰ বস্তুৰ যাতে মানুহৰ সহজলভ্য হয় তালৈ দৃষ্টি দিয়া। আজিৰ দিনত খাদ্য, বস্ত্ৰ আৰু গৃহনিৰ্মাণৰ বস্তুৰ দুৰ্ম্মূল্যতা আৰু দুষ্প্ৰাপ্যতাই হৈছে ব্যৱসায়ৰ মূলনীতি। এই দুষ্প্ৰাপ্যতা ৰক্ষা কৰি চলাই হৈছে কাৰখানাৰ মালিক সকলৰ আৰু ব্যৱসায়ী সকলৰ নীতি। বস্তু যদি নাই তো নাইয়েই। থকাতো নোহোৱা হয়, আকৌ বেছি বস্তু উৎপন্ন হ'লে মানুহৰ অভাৱ

পূৰণ হৈ যাব গতিকে যাতে বেছি বস্তু উৎপন্ন নহয় তাৰ বাবে কাৰখানাৰ মালিক সকলৰ চেষ্টা। হায়ৰে! অভাৱ পূৰণ কৰাই আছিল ব্যৱসায়ৰ মূল নীতি, কিন্তু অভাৱ সৃষ্টি কৰাই হৈছে আজিকালিৰ মূলনীতি। এই দুৰ্নীতি কিহৰ পৰা হ'ল? মানুহৰ ধৰ্মভয়, ঈশ্বৰ ভয় বা পাপ-পুণ্যৰ বিচাৰ নাইকিয়া হোৱাতহে হৈছে। যেতিয়ালৈকে মানুহৰ মনত পাপ-পুণ্যৰ বিচাৰ কৰিব পৰা শক্তি নোপোজে, যেতিয়ালৈকে সমাজৰ স্বাৰ্থৰ ফালে চাই নিজৰ স্বাৰ্থ তুচ্ছ জ্ঞান কৰা শক্তি নোপোজে আৰু যেতিয়ালৈকে সৰ্ব্বসাধাৰণ লোকে খোৱা, পিন্ধা আৰু ঘৰ সজাৰ বস্তুৰ কাৰণে হাবাথুৰি খাই ফুৰিব লাগে তেতিয়ালৈকে ভাৰতীয় ৰাষ্ট্ৰ আৰু ভাৰতীয় কৃষ্টি বিপন্ন বুলি ধৰিব লাগিব। যেতিয়া মানুহে মানুহক এই বস্তুবোৰৰ প্ৰাপ্যতা সম্পৰ্কে সহায় কৰা কৰ্ত্তব্য বুলি ভাবিব তেতিয়া বুজা যাব যে মানুহৰ নৈতিক জীৱনৰ উন্নতি হৈছে আৰু নৈতিক জীৱনৰ উন্নতি হ'লেই ঈশ্বৰ ভক্তিৰ পন্থা বিচাৰি পাব বুলি বুজিব লাগিব।

যিসকল কৰ্মচাৰীয়ে ৰাইজক নিয়ন্ত্ৰণ প্ৰথাৰ জৰীয়তে সহায় কৰা উচিত, সেই সকল কৰ্মচাৰীয়ে কোন নীতি বা যুক্তিৰ বলত সৰ্বসাধাৰণৰ অজ্ঞতা দুৰ্ব্বলতা আৰু নিৰ্ধনতাৰ সুবিধা লৈ পাবলগীয়া বস্তুৰ দুষ্প্ৰাপ্যতাৰ সৃষ্টি কৰি মানুহৰ সামাজিক জীৱন কলুষিত কৰে? ৰাষ্ট্ৰই ৰাইজৰ সুবিধাৰ বাবে বস্তু ভগাই দিবৰ নিয়ম বান্ধি দিয়ে কিন্তু কৰ্মচাৰী আৰু ৰাইজৰ প্ৰতিনিধি সকলে ৰাইজক সহায় নকৰি সেই নিয়ম ছলেৰে ভঙ্গ কৰি, বিপদত হে পেলায়। যদি ৰাইজৰ প্ৰতিনিধি আৰু ৰাষ্ট্ৰৰ কৰ্মচাৰীৰ নৈতিকতা কলুষিত হয় ৰাষ্ট্ৰৰ সামাজিক জীৱন উন্নত বা পৱিত্ৰ হ'ব কেনেকৈ? যিসকল কৰ্মচাৰীয়ে আৰু যি সকল ৰাইজৰ প্ৰতিনিধিয়ে দুৰ্নীতিৰ আশ্ৰয় গ্ৰহণ কৰি দেশৰ অনিষ্ট সাধন কৰিব লাগিছে এই সকল লোকৰ শাস্তি বিধান নহ'লে কেতিয়াও দেশৰ কল্যাণ নাই। আজি ৰেলৱে ধৰ্মঘটৰ বা ডাক বিভাগৰ ধৰ্মঘটৰ সময় নহয়। আজি সমস্ত ৰাইজে এনে পন্থা আৱিষ্কাৰ কৰিব লাগে যাৰ দ্বাৰা দুৰ্নীতিপৰায়ণ কৰ্মচাৰী আৰু প্ৰতিনিধিৰ উপযুক্ত শাস্তি হয়। যি সকল লোকে ৰেলৱে ধৰ্মঘট বা অন্য ধৰ্মঘটৰ সমৰ্থন কৰে তেওঁলোকে দুৰ্নীতিগ্ৰস্ত ব্যৱসায়ী আৰু কৰ্মচাৰী সকলক হে উপযুক্ত শাস্তি বিধানৰ পন্থা আৱিষ্কাৰ কৰাত ৰাইজৰ সহায় কৰিব লাগে।

আজি ৰাষ্ট্ৰৰ কৰ্মচাৰী সকলে যদি ৰাইজৰ চকুৰ আগত দুৰ্নীতিপৰায়ণ হয় তেন্তে ৰাইজৰ মাজত যে সৎ সাহস আৰু সদ্‌বুদ্ধি সম্পন্ন লোকৰ অভাৱ হৈছে সেইটো বুজা যায়। ৰাইজৰ ফালৰ পৰা যদি অন্যায়ক প্ৰতিবাদ হয় আৰু অন্যায়কাৰীৰ শাস্তি বিচাৰে সমাজৰ কল্যাণ নিশ্চয় হ'ব।● (১২/৮/৫১)

# মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ সাহিত্যিক অৱদান

মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য আছিল কবি আৰু কাব্যামোদী। তেওঁ কৱিত্বৰ পূৰ্ণ বিকাশ কৱিতা বিলাকত পোৱা যায়। ছন্দৰ বিষয়ে তেওঁৰ অগাধ ব্যুৎপত্তি আছিল। তেনে ব্যুৎপত্তি থকা পণ্ডিত আগেয়েও বিৰল আছিল বুলি ক'লে অতিৰঞ্জন কৰা বুলি কব নোৱাৰি। মহাকৱি কালিদাস ভৰ্ত্তৃহৰি আদিৰ যি সংক্ষিপ্ত আলোচনা কৰিছে আৰু নতুন নতুন ছন্দৰ যি আৱিষ্কাৰ তেওঁ কৰিছে আৰু অলঙ্কাৰ শাস্ত্ৰত থকা যি বোৰ ছন্দৰ প্ৰসাৰ গণনা কৰি আৰু হ্ৰাস দীৰ্ঘ নিৰূপণ কৰি পূৰ্ব্বৰ কবি সকলৰ লিখা ছন্দ বিলাকৰ যি নামাকৰণ কৰিছে— সেয়ে সেই কথাৰ প্ৰমাণ দিছে।

কবি ধীৰেশ্বৰাচাৰ্য্যই কাব্য গ্ৰন্থ ৰচনা কৰি যশোলাভ কৰিবৰ আকাঙ্ক্ষা কৰা নাছিল। কৰা হেঁতেন বহুকাব্য গ্ৰন্থ ৰচনা কৰিব পাৰিলেহেঁতেন। পুৰণি কাব্য কৰ্ত্তা সকলৰ কাব্য গ্ৰন্থ আৰু স্তোত্ৰাদি অধ্যয়ন কৰি ৰস অনুবৱ কৰা আছিল তেওঁৰ একমাত্ৰ কাম্য। ৰসানুভূতিতেই তেওঁৰ আনন্দ। কালিদাস ভৰ্ত্তৃহৰি আদি কৱিসকলৰ গ্ৰন্থ পাঠ কৰি গ্ৰন্থত থকা ৰসৰ অন্বেষণ কৰিছিল। শঙ্কৰাচাৰ্য্যৰ ৰচিত স্তোত্ৰ আৰু অন্যান্য কৱি আৰু মুনি ঋষি সকলৰ ৰচিত স্তোত্ৰাদিৰ পৰা ৰস অনুভৱ কৰিছিল আৰু সেই সেই স্তোত্ৰৰ অন্তৰ্নিহিত দাৰ্শনিক তথ্য বিলাকৰ প্ৰকৃত অৰ্থ বুজি লৈছিল। শঙ্কৰাচাৰ্য্য আদি কৰি ঋষিকল্প লোকৰ আৰু প্ৰাচীন মুনি ঋষি সকলৰ ৰচিত স্তোত্ৰাদিত তেওঁ মুগ্ধ হৈছিল আৰু যেই সেই স্তোত্ৰাদিৰ অনুসাৰে স্তোত্ৰাদি ৰচনা কৰি আনন্দ উপলব্ধি কৰিছিল। কাব্যকাৰ সকলৰ গ্ৰন্থাদি পাঠ কৰি ৰস ভোগৰ লগে লগে তেওঁ আৱিস্কাৰ কৰিছিল যে কিছুমান কৱিতাৰ ছন্দৰ নামাকৰণ ছন্দঃ শাস্ত্ৰত নাই। এনে এটি ছন্দ পাইছিল শিশুপাল বধ কাব্যত। শিশুপাল বধ কাব্যৰ ১৫ সৰ্গৰ ৬৯ শ্লোক— "দুৰবাপমবাস্তু ৰসোদৰম"— ইত্যাদি যি ছন্দত লিখিছে সেই ছন্দৰ লক্ষণ বিষয়ে ছন্দ শাস্ত্ৰত নাই। সেইবাবে তেওঁ সেই শ্লোকটিৰ ছন্দৰ 'প্ৰস্তাৰ' গণনা কৰি আৰু হ্ৰস্ব দীৰ্ঘ নিৰূপণ কৰি সেই শ্লোকৰ নামাকৰণ কৰিলে "মাধবী ছন্দঃ"। লক্ষণ নিৰূপণ কৰিলে এই দৰে—

আদি মঞ্চ গুৰুৰ্যত্ৰ ভবেৎ স তৃতীয়কং
সপ্তমঞ্চ দশমঞ্চ চতুৰ্দ্দশ পূৰ্ব্বগম্।
অক্ষৰন্তু হৰিণাক্ষি! স পঞ্চদশঃ পুন।।

স্তাং পুৰন্ধ্রি! বদ মাধৱ সেৱিনি! মাধবীম্।। (মাধৱী ছন্দঃ)

সেই দৰে অনৰ্ঘৰাঘৱ নাটকৰ ১ম অঙ্কত থকা—

"তন্মুদ্রয়তি হি কুমুদাকাৰ
মশৰান্নিশানিশাতনি স্তুষোপি তুষাৰ কিৰণঃ।
স পুনঃ কিমুচ্যতে ভগৱান,
দ্বিতীয় পৰমেষ্ঠি ৰসিষ্ঠঃ।।"

— এই শ্লোকৰ লক্ষণ আৰু নামাকৰণ কৰিছে যথাঃ—

একাদশ সুমুখি! ভৱন্তায়ি
সুমুখেক্ষৰাণি যত্র চাদিমে চৰণেতুপুনঃ।
দশ চ দ্বিতীয়কে 'কুমুদা
কৰো' দশ দশান্যত্র চেৎ।।

নামাকৰণ হ'ল কুমুদাকৰ ছন্দঃ।

এই দৰে কাব্যাদৰ্শৰ দুস্কৰ পৰিচ্ছেদ বা তৃতীয় পৰিচ্ছেদত থকা—

কাল কাল গল কাল কালমুখ কাল কাল
কাল কাল ঘন কাল কাল পণ কাল কাল।
কাল কলসিত কাল কাল লনি কাল কাল
কাল কাল গত কাল কাল কলি কাল কাল।।

এই শ্লোকটিৰ লক্ষণ উলিয়াইছে— এই দৰে ঃ

স্যাদ্বিতীয়মথ তুৰ্য্য পঞ্চমক ষষ্ঠকঞ্চ
শোভনাঙ্গি লঘু সাষ্টম নৱমতঃ পৰঞ্চ।
অক্ষৰ ত্ৰয়মথো চতুৰ্দ্দশক ষোড়শঞ্চ
যহি তৰ্হি 'নৱনীত' মিত্যুদিতমাঞ্চি তঞ্চ ।।

ইয়াৰে নামাকৰণ কিৰলে — নৱনীত ছন্দঃ।

ভট্টিকাব্যৰ ২২ সৰ্গৰ অন্তত থকা —

কাব্যমিদং বিহিতং ময়া বলভ্যাং
শ্ৰীধৰ শূনুনৰেন্দ্ৰ পালিতায়াম্।
কীৰ্ত্তিৰতো ভৱতান্নৃপস্য তস্য
ক্ষেমকৰঃ ক্ষিতিপো যতঃ প্ৰজানাম।।

ইয়াৰ লক্ষণ নিৰ্ণয় কৰিছে এইদৰে—

আদ্য চতুৰ্থক সপ্তমাশ্চ বৰ্ণা
শ্চেন্নৱমো দশমস্য চান্তিমৌদ্বৌ।
যত্ৰ মহাধিষণে ভৱন্তি দীৰ্ঘাঃ
"ক্ষেমকৰঃ" স ভৱেত্তদা জগত্যাম্।।

আৰু "ক্ষেমকৰ ছন্দঃ" নাম দিছে।

এইদৰে তেওঁ বহু ছন্দ নতুনকৈ আবিষ্কাৰ কৰিছে। ছন্দোমঞ্জৰীকাৰ গঙ্গাদাস কবিৰ ছান্দামঞ্জৰীত ভ্ৰম বা প্ৰমাদ নিৰ্ণয় কৰিছে।

মহা কৱি কালিদাসৰ আৰ্য্যালক্ষণৰ অসম্পূৰ্ণতা আৰু 'শ্ৰুতবোধ' গ্ৰন্থৰ ঠায়ে ঠায়ে ছন্দৰ অসঙ্গতি নিৰ্ণয় কৰিছে।

ঁ ধীৰেশ্বৰাচাৰ্য্যই বঙ্গীয় সাহিত্য পৰিষদলৈ লিখা চিঠিত উপৰত লিখা কথা খিনি পোৱা যায় আৰু আচাৰ্য্য দেৱৰ প্ৰিয় শিষ্য ঁ কামাখ্যা চৰণ ভট্টচাৰ্য্য ব্যাকৰণ শাস্ত্ৰীয়ে লেখা তেখেতৰ জীৱনী গ্ৰন্থত এই কথাৰ উল্লেখ আছে। বাহুল্য ভয়ত সেই গ্ৰন্থত থকা আন আন উদাহৰণ দিয়া নহ'ল।

ধীৰেশ্বৰাচাৰ্য্যৰ "বৃত্ত মঞ্জৰী" গ্ৰন্থত সংস্কৃত সাহিত্যৰ সকলো বিলাক ছন্দৰ লক্ষণ নিৰ্ণয় কৰি "বৃত্ত মঞ্জৰী"ত যিবোৰ শ্লোক লিখিছে সেই আটাইবোৰ শ্লোকেই সেই সেই লক্ষণযুক্ত ছন্দৰ উদাহৰণ স্বৰূপে ৰচনা কৰিছে। বৃত্ত মঞ্জৰীত নথকা কোনো ছন্দ বিৰাট সংস্কৃত সাহিত্যত কোনেও বিচাৰি নাপাব। ওপৰঞ্চি অন্য আলঙ্কাৰিক আৱিষ্কাৰ কৰিব নোৱাৰা অনেক ছন্দ আৱিষ্কাৰ কৰি নামাকৰণ কৰিছে। তদুপৰি কেইবাটিও নতুন ছন্দ অলঙ্কাৰ শাস্ত্ৰত অৱদান দিছে। তাৰে এটি ছন্দৰ নাম "কুক্কুটী ছন্দঃ"।

কবিৰত্ন মহামহোপাধ্যায় ঁধীৰেশ্বৰাচাৰ্য্য আছিল এজন ক্ষণজন্মা পুৰুষ আৰু দৈৱশক্তি লব্ধ ঋষিতুল্য কবি প্ৰতিভাশালী বিদগ্ধ আলঙ্কাৰিক পণ্ডিত। তেওঁৰ কৱিতা ৰচনাৰ শক্তি অনন্য পূৰ্ব্বা আৰু স্বভাৱজাতা আছিল। সংস্কৃত ভাষা যেন তেওঁৰ মাতৃভাষা আছিল। কোৱা মাত্ৰকে তেওঁ সংস্কৃতত কবিতা ৰচনা কৰিব পাৰিছিল আৰু মানুহক সেই শক্তিৰে বিমুগ্ধ কৰিছিল। গোটেই জীৱন কালত যিমান বিলাক কৱিতা ৰচনা কৰিছিল সেইবোৰ কৱিতাৰ ভিতৰত বহুতো কৱিতা হেৰাই গৈছে। সেইবোৰ কৱিতা তেওঁ সযত্নে ৰক্ষা কৰা নাছিল আৰু কৱিতা ৰচনা কৰা তেওঁৰ জীৱনৰ এটা প্ৰধান লক্ষ্য বুলিও ভবা নাছিল। তেওঁ কাব্যামোদী আছিল আৰু তেওঁ আছিল ঈশ্বৰ ভক্ত। কাব্যৰসত নিমজ্জিত হৈ থাকিছিল আপোন পাহৰা হৈ আৰু কাব্যৰসৰ মাজেদি নিজৰ হৃদয়ৰ ভক্তি নিবেদন কৰিছিল পৰমেশ্বৰৰ ওচৰত। তেওঁ ৰচিত দেবদেৱীৰ স্তোত্ৰ বিলাকৰ পৰা প্ৰমাণ পোৱা যায় তেওঁ কিমান ভক্ত আছিল।

না যাচেহং মুক্তিং ন পুনৰয়ি মুক্তিং ন চ সুখং
ন ৱা প্ৰাজ্যং ৰাজ্যং ন তুৰগ গজান্ বা নব যুনম্।
পদং নৈন্দ্ৰং ব্ৰাহ্মং পদমপি ন সিদ্ধিৰ্নচ নিধীন্
যাচে মাতস্তব চৰণয়োৰ্ভক্তিমমলাম্।।

কাল্যাষ্টক স্তোত্ৰত তেওঁ কৈছে — হে মাতঃ! মই মুক্তি ভিক্ষা নকৰো।

মুক্তি মোক নালাগে, মোক সুখ বা শ্ৰেষ্ঠত্বও নালাগে। ৰাজ্য বা হাতী ঘোঁৰাও নালাগে। নৱযৌৱনৰ আকাঙ্খাও মই নকৰো। ইন্দ্ৰৰ ইন্দ্ৰত্ব পদ নাইবা ব্ৰহ্মাৰ ব্ৰহ্মাপদো মোক নালাগে। অনিমা লাঘিমা আদি অষ্ট সিদ্ধিও মোক নালাগে আৰু ধন ৰত্নৰ অধিকাৰী হ'বলৈকো মই নিবিচাৰো। হে মাতঃ! তোমাৰ পদ যুগলত মোৰ নিৰ্ম্মল ভক্তি মাথোন প্ৰাৰ্থনা কৰো।

ভক্তিক মুক্তিতকৈ উচ্চতৰ আসন দিছিল। বহু ঈশ্বৰৰ ভক্ত মহাপুৰুষৰে এনে কামনা থকা প্ৰমাণ পোৱা নাযায়।

ধীৰেশ্বৰাচাৰ্য্যৰ কবিত্ব শক্তিৰ মূল নিজৰা আছিল ঈশ্বৰ ভক্তি। ভগৱান শঙ্কৰাচাৰ্য্যই যেনেদৰে অদ্বৈতবাদী হৈও সমস্ত দেৱদেৱীৰ স্তোত্ৰ ৰচনা কৰি ভক্তিৰ পৰাকাষ্ঠা দেখুৱাই গৈছে কৱিৰত্ন ধীৰেশ্বৰাচাৰ্য্যয়ো তেনে ৰূপ ভক্তিৰ নিদৰ্শন দিছে।

ধীৰেশ্বৰাচাৰ্য্যৰ বংশৰ আদি পুৰুষ জয় ভাৰতী আছিল বিষ্ণুভক্ত আৰু মহাপ্ৰভু শ্ৰীচৈতন্যৰ সতীৰ্থ। আজিও তেওঁৰ বংশৰ প্ৰত্যেক ঘৰতে গোপাল বিগ্ৰহ মূৰ্ত্তি আৰু শ্ৰীকৃষ্ণৰ দৌলপূজাৰ ব্যৱস্থা চলি আছে। আহোম ৰজাৰ দিনত যদিও শক্তি পূজা এই বংশত প্ৰধানহৈ উঠিল শৈৱ উপাসনা বা বিষ্ণু উপাসনাও অপ্ৰধান হৈ চলি থকা নাই। আজিও এই বংশত শৈৱ আছে, শাক্ত আছে আৰু বৈষ্ণৱো আছে। আহাম ৰজা ৰুদ্ৰ সিংহৰ দিনত ৰাজসভাত নৱৰত্ন আছিল। এই বংশৰ এজন তাৰে এক ৰত্ন আছিল— বিদ্যানিবাস। জনা যায় সেই সময়লৈকে তেওঁলোক সকলোৱে বিষ্ণু ভক্ত আছিল। হাজোৰ দ্বিতীয় মাধৱ বিগ্ৰহ এই বংশৰে। পাছত শক্তিসাধক ৰাজগুৰু পৰ্ব্বতীয়া গোসাঁইৰ শিষ্য হোৱাত এই বংশ শৈৱ, বৈষ্ণৱ আৰু শাক্ত তিনি ধাৰাত বিভক্ত হয়, কিন্তু গোপাল বিগ্ৰহ সকলো ঘৰতে থাকি গ'ল আৰু আজিও আছে।

এই বংশত বহু সিদ্ধ সাধকৰ জন্ম হৈছিল। কবিৰত্ন দেৱৰ উপাস্য দেৱতা আছিল গোপাল। গোপালভক্তিত আছিল তেওঁ গদগদ। গোপাল লাস্য স্তোত্ৰম, লীলামঞ্জৰী কাব্য আৰু কলঙ্ক ভঞ্জন কাব্যই তাৰ প্ৰকৃষ্ট প্ৰমাণ। মৃত্যুৰ সময়ত তেওঁ সমস্ত সম্পত্তি গোপাল বিগ্ৰহৰ নামত উইল কৰি দিছে যি সম্পত্তিৰ আয়ৰ দ্বাৰা বেদ আৰু পাণিনি শিক্ষাৰ ব্যৱস্থা তেওঁ দেশত কৰি থৈ গৈছে।

ধীৰেশ্বৰাচাৰ্য্যৰ কবিতাত ভক্তিৰস, ছন্দ, অনুপ্ৰাস সকলো মূৰ্ত্ত হৈ উঠিছিল। গোপাল লাস্যম্ স্তোত্ৰত ২৬ টা শ্লোকেৰে গোপালৰ গুণ বৰ্ণনা কৰি ভক্তিৰ অৰ্ঘ্য নিবেদন কৰিছে। তাৰে ভিতৰত এটি শ্লোক হৈছে—

তলে নিধায় কোমলে পদে প্ৰবাল পাটলে
গৃহীত বাহুমূলয়া নিমেষ মীক্ষা মানয়া।
দিগিগ্দিদদিগ্দিদ্ধি গ্ৰবং ব্ৰুবানয়া যশোদয়া
বিনৰ্ত্ত্য মান বিগ্ৰহস্তজামি ভূৰ্যনুগ্ৰহম।।

পোৱাল মণিৰ ৰঙৰ নিচিনা ৰঙা আৰু সুকোমল দুখন ভৰি হাতৰ তলুৱাত লৈ যাৰ হাতৰ কাষলতিৰ তলে দি নিজৰ হাত সোমুৱাই দি ক্ষণমাত্ৰ কাল ধৰি থাকে দিদিগ্ দিগ্ দিদিগ্ দিগ্ বুলি কৈ কৈ অতি সাৱধানে দৃষ্টি ৰাখি যাক যশোদা দেৱীয়ে নচুৱাইছিল সেই নাচি থকা গোপাল বিগ্ৰহৰ ৰূপ যিজনে পুনঃ পুনঃ গ্ৰহণ কৰি থাকে তেওঁ ওচৰত শৰণাগত হওঁ। (বিশ্বৰ সমস্ত শিশুই যে সেই গোপালৰ বিগ্ৰহ স্বৰূপ সেই বিগ্ৰহ তেওঁ পুনঃ পুনঃ গ্ৰহণ কৰে)

কৃচিদ্বিভূতি ভূষিতং ক্বচিচ্চৰেণু ৰূষিতং
ক্বচিৎ সুগন্ধ চৰ্চ্চিতং কবচিচে কৰ্দ্দমোক্ষিতম।
মহৰ্ষিভিঃ স্যাজিতং বিৰিঞ্চি বাসবাম্বিতং
দিগীশবৃন্দ বন্দিতন্তজে ব্ৰজৌক নন্দিতম্।

কেতিয়াবা নানা প্ৰকাৰ সাজ সজ্জা আৰু অলঙ্কাৰ আদি নানা বিভূতিৰে বিভূষিত হয়, কেতিয়াবা ধূলিতেই শয়ন কৰি থাকে, কেকিয়াবা সুগন্ধি চন্দনাদিৰে চাৰ্চ্চিত হৈ থাকে, কেতিয়াবা আকৌ বোকাৰে লুতুৰ পুতুৰ হৈ থাকে, ব্ৰহ্মা, ইন্দ্ৰ আদি দিক্পাল সকলে যাক বন্দনা কৰে, মহা মহা ঋষি সকল যাৰ শৰণ লয় আৰু গোপী সকলক যিজনে আনন্দ দান কৰিছে তেনে জন গোপালক মই ভক্তি কৰো।

মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ "বৃত্ত মঞ্জৰী" ছপা হৈ ওলাইছে। সেই গ্ৰন্থৰ সমালোচনা আমাৰ সাধ্যাতীত। এতিয়া সেই গ্ৰন্থই প্ৰকৃত স্থান অধিকাৰ কৰিব পৰা নাই। বিভিন্ন পণ্ডিতে অধ্যয়ন কৰি তাৰ ৰস পান কৰিলেহে সেই গ্ৰন্থৰ মূল্যাঙ্কন হ'ব।

"কলঙ্ক ভঞ্জন" কাব্য— আমি এতিয়াও দেখা নাই। এবাৰ হেনো ছপা হৈছিল। পুনঃ ছপা হোৱা উচিত।

বিভিন্ন পণ্ডিত সমাজত সংস্কৃত ভাষাৰে দীৰ্ঘকাল ধৰি নানা বিষয়ে বক্তৃতা দিছিল। সেই বক্তৃতাবোৰ কোনেও লিখি ৰখা নাই। তেওঁৰ কোনো লিখিত অভিভাষণ আমি দেখাও নাই। যিকোনো সমাজত শাস্ত্ৰীয় যি কোনো বিষয়ে সৰল ঘৰুৱা শব্দ যোজনা কৰি অনৰ্গল সংস্কৃত ভাষাৰে বক্তৃতা দিব পাৰা শক্তি আছিল। আগৰ পৰা কোনো বিষয়ে প্ৰস্তুত হৈ যোৱাৰো আৱশ্যক নাছিল। তেওঁৰ জিহ্বাত সৰস্বতী বাস কৰিছিল বুলি সকলোৱে কৈছিল। বক্তৃতা দি থকাৰ লগে লগে কবিতা ৰচনা কৰি কবিতাৰে বক্তৃতা দিব পাৰিছিল। কলিকতাত এই দৰে বক্তৃতা দিছিল। স্বৰ্গীয় কামাখ্যা চৰণ ভট্টাচাৰ্য্য দেৱে তেওঁৰ জীৱনী গ্ৰন্থত লিখিছে—

"কলিকতাৰ সংস্কৃত কলেজত "সংস্কৃত পৰীক্ষা বোৰ্ড" নামে এখন সভা আছে। এতিয়া সেই সভাখনৰ নাম পৰিবৰ্তন হৈছে। আমাৰ পূজনীয় কবিৰত্নদেৱো সেই সভাৰ এজন সভ্য আছিল। এবাৰ উক্ত সভাৰ কোনো এটা অধিৱেশনত

মহামহোপাধ্যায় দেউ উপস্থিত আছিল। তাৰ পিছত তেওঁ সভাৰ মাজত থিয় দি "অমুষ্যাং সভায়াং মমৈষা প্ৰতিজ্ঞা, ভুজঙ্গ প্ৰয়াতং বিনা বাগ্ ন বাচ্যা" এই ফাঁকি আবৃত্তি কৰি তেতিয়াই ভুজঙ্গপ্ৰয়াত ছন্দেৰে বক্তৃতা দিব ধৰিলে। পণ্ডিত মণ্ডলী অবাক। সেই সভাত দুজনমান জাৰ্মান পণ্ডিতো আছিল। তেওঁলোকে ভাবিলে যে বোধকৰো কমৰূপীয় পণ্ডিতবৰে এইবোৰ শ্লোক আগেয়ে ৰচনা কৰি অভ্যাস কৰি ৰাখি সভাত কৈছে। এনেকুৱা সন্দিগ্ধ হৈ তেওঁলোকৰ ভিতৰত দুজন মানে আমাৰ মাননীয় মহামহোপাধ্যায় দেউক পৰীক্ষা কৰিবলৈ ইচ্ছা কৰি ক'লে যে, "কবিৰত্ন মহাশয়! আপনি অনুগ্ৰহ পূৰ্ব্বক অন্য ছন্দদ্বারা বক্তৃতা দিলে আমরা কৃতাৰ্থ হইব।" দেৱে তেওঁলোকৰ মনৰ ভাৱ বুজি আন ছন্দেৰে কেইটামান শ্লোক ৰচনা কৰি বুধ মণ্ডলীক শুনোৱাত তেওঁলোকে দেউক অসাধাৰণ প্ৰতিভাশালী কবি বুলি জানিলে, আৰু দেৱে সভাত বিশেষ সন্মান পালে।"

**কামৰূপ সঞ্জীৱনী সভা, নলবাৰী ঃ**

১৯১৩ চনত ঁ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ নেতৃত্বত কামৰূপ সংস্কৃত সঞ্জীৱনী সভা স্থাপিত হয়। ঁ লক্ষীনাথ পঞ্চতীৰ্থ মহাশয় প্ৰধান সম্পাদক আৰু আচাৰ্য্যদেৱ এই সভাৰ স্থায়ী সভাপতি হয়। সংস্কৃত পঢ়া ছাত্ৰসকলৰ পৰীক্ষাৰ কেন্দ্ৰ হিচাবে প্ৰথমতে এই সভা নলবাৰীত স্থাপিত হয়। ঁ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী ধৰ্মভূষণ বিদ্যা বিশাৰদ মহোদয়ো আছিল এই সভাৰ এজন প্ৰধান উদ্যোক্তা। গোস্বামীদেৱক ধীৰেশ্বৰাচাৰ্য্যই ধৰ্ম্মভূষণ উপাধিৰে ভূষিত কৰে— ধৰ্মালোচনী সভা এখনত শাস্ত্ৰবিচাৰৰ দক্ষতা স্বীকাৰ কৰি। সঞ্জীৱনী সভাই তেতিয়াৰে পৰা বহু গুণী মানী লোকক উপযুক্ত উপাধিৰে ভূষিত কৰে। বেদান্তবাচস্পতি উপাধি ঁ ৰাধানাথ ফুকন দেৱক (পাছত ডক্টৰ), প্ৰাচ্যবিদ্যা মহাৰ্ণৱ উপাধি শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ দেৱক, ভাগৱতবাগীশ উপাধি ঁ পণ্ডিত নাৰায়ণ দেৱ মিশ্ৰদেৱক আৰু অসমৰ বিভিন্ন কৃতী সন্তানক এই সভাই গুণোপযুক্ত উপাধি দান কৰি আহিছে। এই সভা এতিয়াও চলি আছে আৰু নলবাৰী এতিয়াও বঙ্গীয় সংস্কৃত পৰিষদৰ সংস্কৃত পৰীক্ষা কেন্দ্ৰ হৈ আছে। ঁ শৰৎ চন্দ্ৰ গোস্বামীৰ যত্নত আৰু অৰ্থ সাহায্যত অসমৰ প্ৰাচীন পণ্ডিত ঁ কবিকৰ্ণপূৰৰ দ্বাৰা ১৪৫৬ শকত ৰচিত 'বৃত্ত মালা' গ্ৰন্থ এই সভাই ছপা কৰি উলিয়ায়। এই সভাই এতিয়াও বহু মূল্যবান কাম হাতত লোৱাৰ কল্পনা কৰি আছে। অৰ্থৰ অভাৱত হৈ পাৰা নাই। এই কামৰূপ সংস্কৃত সঞ্জৱনী সভাৰ জৰিয়তে ঁ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী আৰু ঁ শৰৎ চন্দ্ৰ গোস্বামী আই, এছ, ও দেৱৰ নেতৃত্বত নলবাৰীত সংস্কৃত কলেজ স্থাপিত হৈছে। এই কামৰূপ সংস্কৃত সঞ্জীৱনী সভাও ঁ ধীৰেশ্বৰাচাৰ্য্য দেৱৰ এটি মহৎ অৱদান।●

# কামৰ মাজেদিহে চৰিত্ৰ গঠন হয়— চৰিত্ৰ গঠন হ'লেহে জাতীয়তা গঠন হয়

দুঃস্থ পৰিবাৰৰ ছাত্ৰ-ছাত্ৰী সংগ্ৰহ কৰি নিজৰ তত্ত্বাৱধানত যেতিয়া কৃষিকাৰ্য্য আৰু লিখা পঢ়া শিকাব ধৰিলে, পেষ্টলঝ্‌জীয়ে দেখিলে যে কেইমাহ মানৰ ভিতৰতে সেই ল'ৰা-ছোৱালী বিলাকৰ স্বাস্থ্য আৰু মানসিক স্ফুৰ্ত্তিৰ উন্মেষ প্ৰভূত পৰিমানে হ'বলৈ ধৰিছে। সিহঁতৰ খাদ্যও যে বৰ উন্নত ধৰণ আছিল এনে নহয়। সিহঁতে খাইছিল কেৱল ৰুটী আৰু অলপ শাকৰ আঞ্জা। হাতেৰে কাম কৰি কৃষিকাৰ্য্য শিক্ষা কৰিছিল আৰু লগে লগে সেই কৃষিকাৰ্য্য সমন্বিত পাঠ লিখা-পঢ়াৰ মাধ্যমত লৈছিল। কৃষিকাৰ্য্যৰ জ্ঞান লাভ আৰু লিখা-পঢ়া জ্ঞান লাভ উভয়তে সিহঁতে অভুতপূৰ্ব নিপুণতা দেখুৱাইছিল। সকলো কাৰ্য্যৰ মাজতে আৰু সকলো প্ৰকাৰ আলাপ আলোচনাৰ মাজত সিহঁতে সিহঁতৰ হিতকাৰী শিক্ষকৰ যত্ন তদাৰকৰ বিষয়ে সজাগ হৈ উঠিছিল। এইদৰে এবছৰমানৰ কিছু বেছি দিন শিক্ষা দিয়াৰ পাছত পেষ্টালঝ্‌জীয়ে বাতৰি কাকত এখনত এটি গোহাৰি ছপালে যে দেশৰ দুখীয়া ল'ৰা ছোৱালীৰ এনেবোৰ অনুষ্ঠান গঢ়ি তুলিব লাগে য'ত কাম আৰু লিখা পঢ়া একেলগে চলিব পাৰে। তেওঁ ঘোষণা কৰিলে যে হাতেৰে কাম কৰিলে লিখা-পঢ়া শিক্ষা কৰাৰ ব্যাঘাত নহয় আৰু সিহঁতৰ স্বাভাৱিক পৰিবৰ্দ্ধনৰো কোনো ব্যাঘাত নহয়। জীৱন যাত্ৰাৰ অনিয়ম আৰু নান প্ৰকাৰ হাঙ্গামা আৰু আন্দোলন সমূহেইহে সিহঁতৰ স্বাভাৱিক পৰিবৰ্দ্ধনৰ বাধা জন্মায়। সিহঁতে যে দুঃখ কষ্টৰ মাজত জীৱন কটায়, কোনো কোনো সময়ত যেতিয়া প্ৰাচুৰ্য্যৰ মুখ দেখে তেতিয়া অত্যধিক খোৱা আৰু অত্যধিক আনন্দ উপভোগ কৰা, দুৰ্দ্দশাৰ মাজত সময়ে সময়ে সিহঁতৰ মনত যে বিদ্ৰোহাত্মক মনোভাব প্ৰকাশ পায় তাক সংযত নকৰা বাবে আৰু সিহঁতৰ দুঃখ-দাৰিদ্ৰ্যৰ মাজত যে হতাশাৰ মনোভাৱ গঢ়ি উঠে তাৰ বাবে হে সিহঁতৰ স্বাভাৱিক পৰিবৰ্দ্ধন হৈ নুঠে আৰু প্ৰকৃত চৰিত্ৰ বিকশিত নহয়। মই এইটো প্ৰমাণ কৰি দেখুৱাব পাৰিছো যে এলেহুৱা হৈ বহি থাকি নাইবা ভিক্ষা বৃত্তি কৰি যিবোৰ ল'ৰা-ছোৱালীয়ে শৰীৰৰ শক্তি আৰু মানসিক উৎসাহ হেৰুৱাই পেলাইছে তেনে ল'ৰা-ছোৱালীবিলাকক যেতিয়া নিয়মিত কামত লগাই দিছো তেতিয়া সিহঁতে শৰীৰৰ বল আৰু মানসিক স্ফূৰ্ত্তি ততালিকে ঘূৰাই পাইছে। যেতিয়াই সিহঁতক দুৰ্গত অৱস্থাৰ পৰা উদ্ধাৰ কৰি লোৱা যায় তেতিয়াই সিহঁতৰ মনত দয়াৰ মনোভাৱ জাগৃত হয়। সিহঁত হৈ পৰে বিশ্বাসৰ পাত্ৰ আৰু সহানুভূতি সম্পন্ন। আটাইতকৈ নিঃকিন অৱস্থাত যিটো শিশুৱে জীৱন কটাই

আছিল সেই শিশুটোও দয়াশীল হৈ পৰে। সেই শিশুটোৰো চক্ষু উজ্জ্বল হৈ উঠে তাৰো মুখত আনন্দ বিৰাজ কৰে আৰু স্ফূৰ্ত্তিৰ বিস্ময়তা প্ৰকাশ কৰে— যেতিয়া তাৰ ফালে সহায় দানৰ বাবে এখন বন্ধুত্বপূৰ্ণ হাত আগবঢ়াই দিয়া হয়। মই মোৰ পৰীক্ষাৰ দ্বাৰা স্থিৰ নিশ্চিত হৈছো যে যেতিয়াই কোনো এটা শিশুৰ তাৰ অন্তৰ স্পৰ্শ কৰা কোনো সহায়তা মূলক আবেদন জনোৱা হৈছে তেতিয়াই সেই শিশুটোৰ স্বাভাৱিক পৰিবৰ্দ্ধন আৰু নৈতিক চৰিত্ৰৰ পূৰ্ণতা প্ৰাপ্তিৰ মহৎ অৰিহণা যোগোৱা হৈছে।

পেষ্টালঝ্‌জীৰ এই গোহাৰি পত্ৰ বিশ্লেষণ কৰি চালে আমি কি পাওঁ? প্ৰথমতঃ আমি পাওঁ যে এই খিনি কথা কেৱল মনোবিজ্ঞানসম্মত কথাই নহয়। ই প্ৰমাণিত সত্য কথা। দ্বিতীয়তে আমি পাওঁ যে আমাৰ দেশৰ সৰহ সংখ্যক ল'ৰা-ছোৱালীয়ে পেষ্টালঝ্‌জীৰ দেশৰ ল'ৰা-ছোৱালী বিলাকৰ নিচিনা দুখীয়া বা দুঃস্থ পৰিবাৰৰ পৰা অহা। এই ল'ৰা-ছোৱালীবিলাকৰ মুখত হাঁহি ফুটাবলৈ, মানসিক স্ফূৰ্ত্তিৰ উন্মেষ ঘটাবলৈ, সিহঁতৰ চৰিত্ৰত দয়া, সহানুভূতি, সমবেদনা, কৃতজ্ঞতাসূচক মনোভাৱ সৃষ্টি কৰিবলৈ, আৰু সিহঁতৰ মনৰ পৰা নৈৰাশ্য আঁতৰ কৰিবলৈ লাগে সিহঁতৰ প্ৰতি সহানুভূতি প্ৰকাশৰ মনোবৃত্তি, আৰু সহায়তা সূচক হস্তপ্ৰসাৰণ। তাৰ দ্বাৰা সিহঁতৰ প্ৰাণত থকা পবিত্ৰ অন্তৰৰ স্পন্দন আৰম্ভ হয় আৰু সিহঁতৰ নিৰাশ মনত আনন্দৰ সৃষ্টি হয়। অৱদমিত আনন্দৰ স্পন্দনৰ লগে লগে সিহঁতৰ মানসিক বুদ্ধিৰ বিকাশেই মাথোন নহয়, শৰীৰৰ স্নায়ু আৰু মাংসপেশীবোৰৰো সজাগতাই দেখা দিয়ে আৰু তাৰ দ্বাৰা সিহঁতৰ স্বাস্থ্যৰ উন্নতি হ'বলৈ ধৰে।

এই সত্য উপলব্ধি কৰি আৰু সৰু সৰু ল'ৰা-ছোৱালী বিলাকৰ পৰা তেওঁৰ প্ৰেম-প্ৰীতিৰ প্ৰতিদানৰ যেতিয়া অকুণ্ঠ সমৰ্থন আৰু অনুৰূপ প্ৰতিক্ৰিয়া পাবলৈ ধৰিলে তেতিয়া তেওঁ শিশুশিক্ষাৰ মহান ব্ৰতত একান্তভাৱে নিজকে নিযুক্ত কৰিলে, কিন্তু তাৰ ফলত তেওঁ সৰ্ব্বস্বান্ত হৈ একেবাৰে দেউলিয়া হৈ পৰিল। তাৰ এটা প্ৰধান কাৰণ হ'ল যে যিবোৰ শিশু তেওঁ সংগ্ৰহ কৰি কামৰ মাধ্যমেদি শিক্ষা দানৰ ব্যৱস্থা কৰিছিল, সেই শিশু বিলাকৰ পিতৃমাতৃক তেওঁৰ উদ্দেশ্য ভালদৰে বুজাই দিব পৰা নাছিল। সেই পিতৃমাতৃবিলাক আছিল অতি দৰিদ্ৰ অৱস্থাৰ মানুহ আৰু সৰহভাগেই আছিল ভিক্ষৰী শ্ৰেণীৰ। সেই পিতৃমাতৃসকলে যেতিয়া সিহঁতৰ ল'ৰা-ছোৱালীয়ে উৎপাদন মূলক শ্ৰম কৰিব ধৰা দেখা পালে, তেতিয়া সিহঁতৰ মনত ঈৰ্ষা উপস্থিত হ'ল। সিহঁতে পেষ্টালঝ্‌জীৰ কৃষিপাম নৌফ (Neuof) লৈ অহা যোৱা আৰম্ভ কৰিলে আৰু পেষ্টালঝ্‌জীয়ে দিয়া নতুন কাপোৰ কানি লৈ শিশুবিলাকক পলাই যাবলৈ বুদ্ধি দিলে। বাপেক মাকহঁতে ভাবিছিল যে পেষ্টালঝ্‌জীয়ে সিহঁতৰ ল'ৰা-ছোৱালীৰ শ্ৰমৰ সহায়েৰে উপাৰ্জ্জন কৰিছে।

পেষ্টালঝ্‌জীৰ আৰ্থিক দুৰৱস্থাৰ দ্বিতীয় আৰু প্ৰধানতম কাৰণ হ'ল যে

কৃষিপামৰ পৰিচালনাত তেওঁ দক্ষতা দেখুৱাব নোৱাৰিছিল। শিক্ষাবিদ হিচাবে তেওঁ যিমানেই নিপুণ নহওক, পৰিচালক হিচাবে তেওঁ তেনেই আনাড়ি আছিল। সকলো ক্ষেত্ৰতে তেওঁৰ উৎপাদিত সামগ্ৰীৰ মূল্যতকৈ খৰচৰ মাত্ৰা বেছি হৈছিল, লাভতকৈ লোকচান বেছি হৈছিল। তেওঁ নিজেই স্বীকাৰ কৰিছে যে তেওঁ যিবোৰ শিক্ষা পদ্ধতি আৱিষ্কাৰ কৰিছিল, সেই শিক্ষা পদ্ধতি প্ৰয়োগত তেওঁৰ ত্ৰুটী ঘটিছিল। আৰম্ভণিতেই তেওঁ শিশুবিলাকক কঠিন কৰ্মত নিয়োগ কৰিছিল যদিও তেওঁৰ নিজৰ নীতি অনুসাৰে সেইটো অনুচিত আছিল। তেওঁ শিশুবিলাকৰ পৰা সূতা কটাৰ ক্ষেত্ৰত পোনতে মোটা সূতাৰ পৰিবৰ্ত্তে মিহি সূতা কাটিব পৰাটো আশা কৰি মিহি সূতা কাটিবলৈ লগাই দিছিল। তাকে নকৰি তেওঁ নিজৰেই নীতি অনুসাৰে উৎপাদিত বস্তুৰ ভাল বেয়া বিচাৰ নকৰি শিক্ষতত্ত্বৰ দৃঢ় পটভূমিকা নিৰ্মাণৰ যদি তেওঁ যত্ন কৰিলেহেঁতেন তেতিয়া তেওঁ সহজে কৃতকাৰ্য্য হ'লহেঁতেন। কপাহী সূতাৰ কাপোৰ বয়ন ভালদৰে শিক্ষা কৰাৰ পূৰ্বে তেওঁ সিহঁতক মছলিন কাপোৰ ববলৈ শিক্ষা দিয়াৰ যত্ন কৰাৰ কোনো সঙ্গত কাৰণ নাছিল। তেওঁ লিখিছে যে মই এই তত্ত্বটো বুজি পাই সাৱধান হ'বলৈ নৌপাওঁতেই মই ধাৰত পোত গলোঁ আৰু মোৰ পত্নীৰ অধিকাংশ সম্পত্তি ধ্বংস হৈ গ'ল আৰু মোৰ আশা আকাঙ্খা ভষ্মসাৎ হৈ গ'ল।

পেষ্টালঝজীৰ এই দুৰৱস্থা আৰু নিজৰ স্বীকৃতিৰ পৰা আমি কি শিক্ষা পাব পাৰো? যিকোনো শিক্ষাতত্ত্বৰ প্ৰয়োগত আমি মনোবিজ্ঞান সম্মত কাৰ্য্যক্ৰম বা পাঠ্যক্ৰম গ্ৰহণ কৰিব লাগে। সেই পাঠ্যক্ৰম প্ৰস্তুত কৰা এটা জটিল আৰ কঠিন কাম। গধূৰ পাঠ্যক্ৰমে উপযুক্ত শিক্ষা দান নকৰে। কামৰ মাধ্যমত শিক্ষা দিয়াতো উপযুক্ত কাৰ্য্যক্ৰম প্ৰস্তুত কৰাৰ ওপৰতহে প্ৰাধান্য দিব লাগে। কামৰ মাধ্যমত শিক্ষা দিলে শিক্ষা বেছি পৈণত হৈ উঠে এই কথা সৰ্বস্মাধাৰণ ৰাইজৰ মনত বিশ্বাস থাকিব লাগে। শিক্ষানীতি প্ৰয়োগৰ ক্ষেত্ৰত শিশুৰ পিতৃমাতৃ আৰু অভিভাৱক সকলৰ আস্থা নাথাকিলে, আস্থাৰ ঠাইত সন্দেহ আৰু ঈৰ্ষাই স্থান ল'লে, শিক্ষানীতিৰ অন্তৰ্নিহিত গূঢ় তত্ত্ব সৰ্বসাধাৰণ ৰাইজে বুজি নাপায়। আমাৰ স্বাধীনতা লাভৰ পাছত বুনিয়াদী শিক্ষা যি দৰে প্ৰৱৰ্ত্তন কৰা হ'ল তাত এনেকুৱা কিছুমান ত্ৰুটী থাকি গ'ল। আমাৰ দেশত বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তনৰ ক্ষেত্ৰত সুনিপুণ কাৰ্য্যক্ৰম যদিও প্ৰস্তুত হৈ উঠা নাছিল তথাপি কাৰ্য্যকৰী কাৰ্য্যক্ৰম বা পাঠ্যক্ৰমৰ সাধাৰণ নমুনা পোৱা গৈছিল। তাকে কাৰ্য্যত খটুৱাই আন্তৰিকতাৰে ধীৰে ধীৰে অগ্ৰসৰ হ'লে ফল পোৱা গ'লহেঁতেন আৰু কালক্ৰমত যথাযোগ্য কাৰ্য্যক্ৰম আৰু পাঠ্যক্ৰম সৃষ্টি হৈ উঠিলহেঁতেন। পেষ্টালঝজীৰ নিচিনাকৈ আশুফলৰ আশা কৰি ব্যাপকবাৰে বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন কৰাটোত ত্ৰুটী আৰু আসোঁৱাহবোৰ দূৰীভূত হৈ নুঠিল। বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তনৰ লগে লগে সামাজিক শিক্ষাৰ নীতি আৰু প্ৰয়োগ তদনুৰূপ নোহোৱাত ৰাইজে বুনিয়াদী শিক্ষা আৰু সামাজিক শিক্ষা ভিন্ন

ভিন্ন বুলি বুজিলে। কামৰ মাধ্যমত শিক্ষা প্ৰদান কৰাৰ মূল্য ৰাইজে নুবুজিলে। বিদ্যা শিক্ষা কৰাৰ অৰ্থ যে চাকৰি লাভ কৰা এই ধাৰণা ৰাইজৰ মনৰ পৰা আঁতৰ নহ'ল। বুনিয়াদী শিক্ষা প্ৰয়োগৰ ব্যৰ্থতাক সামাজিক শিক্ষা প্ৰয়োগৰো ব্যৰ্থতা বুলি ক'ব লাগিব, কাৰণ বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তনৰ উদ্দেশ্য, উপযোগিতা আৰু জাতীয় প্ৰস্তুতি, স্বাধীন ভাৱে জীৱিকা অৰ্জনৰ পথ প্ৰদৰ্শন পদ্ধতি ইত্যাদি কথা ৰাইজক বুজাই দিয়াটো সামাজিক শিক্ষা অভিযানৰ কৰ্ত্তব্যৰ পৰিসৰৰ মাজত আছিল। সেই পৰিকল্পনা ৰূপায়িত হৈ নুঠিল। ভাৰত চৰকাৰৰ সামাজিক শিক্ষা প্ৰৱৰ্ত্তনত এই উদ্দেশ্য নিহিত আছিল। পুনঃ বুনিয়াদী শিক্ষাৰ প্ৰয়োগৰ ক্ষেত্ৰতো পেষ্টালঝ্‌জীৰ নিচিনা অধিক অৰ্থব্যয় আৰু লোকচানৰ পথ উলিওৱা হৈছিল। শিক্ষাতত্ত্ব আবিষ্কৰ্ত্তা পেষ্টালঝ্‌জীৰ শিক্ষাদানৰ নিপুণতাৰ লগত তুলনা কৰি বুনিয়াদী শিক্ষা প্ৰয়োগকৰ্ত্তা শিক্ষকসকলৰ নিপুণতাৰ কোনো মান নিৰ্ণয় নহয়। উপযুক্ত শিক্ষক আমাৰ গঢ়ি নুঠিল। এফালে সৰ্বসাধাৰণ লোকৰ মনৰ পৰা সন্দেহ আৰু ঈৰ্ষাপূৰ্ণ অনাস্থা বিদূৰিত নহ'ল, আনফালে উপযুক্ত বিচাৰ-বিবেচনা পৰীক্ষা-নিৰীক্ষা গৱেষণাদি কাৰ্য্য সুচাৰুৰূপে সম্পন্ন নকৰাকৈ কাৰ্য্যক্ৰম পাঠ্যক্ৰম সৃষ্টি কৰি অযথা অৰ্থব্যয় কৰি ব্যাপক ভাৱে বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন কৰাত বুনিয়াদী শিক্ষা জনপ্ৰিয়ও হৈ নুঠিল, কাৰ্যকৰীও হৈ নুঠিল।

সেই বুলি বুনিয়াদী শিক্ষাৰ মূঁল তত্ত্ব দূষিত হোৱা নাই। কামৰ মাধ্যমত শিক্ষা দিলে যে শিশুৰ শাৰীৰিক গঠন মানসিক স্ফূৰ্ত্তি আৰু নৈতিক চৰিত্ৰ গঠন হয় পেষ্টালঝ্‌জীৰ পৰীক্ষিত আৰু প্ৰমাণিত সত্য। পেষ্টালঝ্‌জীৰ পৰিচালনাৰ ত্ৰুটিয়ে নাইবা ভাৰত চৰকাৰৰ বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তনৰ ত্ৰুটীয়ে বুনিয়াদী শিক্ষাৰ মূল তত্ত্বৰ হীন ডেঢ়ি ঘটাব নোৱাৰে। আমাৰ বা পেষ্টালঝ্‌জীৰ এই ব্যৰ্থতাৰ অভিজ্ঞতাৰ ভিত্তিত আমি নতুন কাৰ্য্যপ্ৰণালী ৰচনা কৰি বুনিয়াদী শিক্ষা পুনঃ প্ৰৱৰ্ত্তন কৰাত কোনো দোষ নাই বৰঞ্চ এতিয়া অতি আৱশ্যকীয় হৈ পৰিছে।

আজি ভাৰতত বুলি নহয় সমগ্ৰ পৃথিৱীতে শিক্ষা কাৰ্য্য ছাত্ৰছাত্ৰীৰ চৰিত্ৰ গঠনৰ বাটে দি গতি কৰাবৰ আৱশ্যক হৈছে। শিক্ষাই চৰিত্ৰ গঠন কৰি দি কৰ্মঠ জতি সৃষ্টি কৰিব নোৱাৰিলে কোনো দেশৰেই বা কোনো জাতিৰেই অধঃপতনৰ পৰা উদ্ধাৰ হ'বৰ পথ নাই। চৰিত্ৰ গঠনৰ মূল কাৰ্য্য প্ৰণালী বা শিক্ষা প্ৰণালী হ'ব লাগিব বাল্য অৱস্থাৰ পৰা ব্যক্তিৰ কৰ্মশক্তি বৰ্দ্ধিত কৰা। ব্যক্তিয়ে স্বোপাৰ্জ্জিত আৰু সৎপথেৰে অৰ্জিত ধনেৰেহে জীৱন যাত্ৰাত অভ্যস্ত হ'ব লাগিব, তেতিয়াহে ব্যক্তিগত আৰু সামাজিক সুখ শান্তি উপভোগৰ পথ আবিষ্কৃত হ'ব। তেতিয়াহে ৰাজনীতিৰ মতবাদবোৰৰ সমন্বয় ঘটি স্থিৰতা প্ৰাপ্তি ঘটিব। অস্থিৰতা আৰু অনিশ্চয়তাৰ মাজত কল্পনা প্ৰসূত উজ্জ্বল ভৱিষ্যতৰ সৃষ্টি হ'ব নোৱাৰে। কৰ্মৰ মাধ্যমে দি হে হ'ব। কৰ্মই হে চৰিত্ৰ গঠন কৰিব। অধঃপতিত জাতীয় চৰিত্ৰ উন্নতিৰ একমাত্ৰ পথ।●

# অৱৰোধ প্ৰথা বা পৰ্দ্দা

আমাৰ দেশত অৱৰোধ প্ৰথা বা পৰ্দা থকাৰ বহু প্ৰকাৰ নিন্দাবাদ শুনা যায়। প্ৰাচীন কালত অৱৰোধ প্ৰথা বা পৰ্দা নাছিল বুলিও যুক্তি দেখুৱা হয়। আমাৰ দেশত পৰ্দা আছিল। ঋগ্‌বেদ আৰু ৰামায়ণতে তাৰ প্ৰমাণ আছে। ঋগ্‌বেদত আছে - যো বাং যজ্ঞেভিৰাবৃতো২ধিবস্ত্ৰা বধূৰিব" অৰ্থাৎ বস্ত্ৰদ্বাৰা আবৃতা বধূৰ নিচিনা যজ্ঞৰ দ্বাৰা যি আবৃত হয় - ইয়াৰ দ্বাৰা তেতিয়া অৱৰোধ প্ৰথা থকাৰ প্ৰমাণ পোৱা যায়। ৰামায়ণত আছে -

"যা ন শক্য্যা পুৰা দ্ৰষ্টুং ভূতৈবাকাশগৈৰপি।
তামদ্য সীতাং পশ্যন্তি ৰাজমাৰ্গ গতা জনাঃ।।"

ভগৱান ৰামচন্দ্ৰৰ লগত সীতা সতী বনবাসলৈ ৰাজপথেদি যাব লগা হোৱাত অযোধ্যাবাসীসকলে বিলাপ কৰিছে যে যি সীতাক আকাশত থকা চন্দ্ৰ সূৰ্য্য বা খেচৰ জীৱসকলে দেখা নাপাইছিল সেই মাতৃদেৱী সীতাক আজি ৰাজপথৰ পথিকসকলে দেখা পাইছে।

ৰাৱণ বধৰ সময়ত মন্দোদৰীৰ বিলাপতো তেনে ধৰণৰ উক্তি পোৱা যায়।

সেই বুলি অৱৰোধ প্ৰথা মুছলমান ৰাজত্বৰ সময়ত যেনে কট্‌কটীয়া আছিল তেনে ধৰণৰ অৱৰোধ প্ৰথা পূৰ্ব্বে নাছিল। ৰামায়ণত শ্ৰীৰামচন্দ্ৰই নিজে কৈছে যে -

"ব্যসনেষু ন কৃচ্ছ্ৰেষু ন যুদ্ধেষু স্বয়ংবৰে।
ন ক্ৰতৌ ন বিবাদে চ দৰ্শনং দুষ্যতি স্ত্ৰিয়াঃ।।"

অৰ্থাৎ বিপদৰ সময়ত, ৰাষ্ট্ৰবিপ্লৱত, যুদ্ধক্ষেত্ৰত, স্বয়ংবৰৰ সময়ত আৰু বিবাহ মণ্ডপত পৰ্দাৰ আৱশ্যকতা নাই আৰু তেতিয়া স্ত্ৰী দৰ্শনত কোনো স্ত্ৰীক কোনো দোষে নাপায়।

কিন্তু আজিকালি যি অৱৰোধ প্ৰথাৰ উচ্ছেদ সাধন হৈছে সেইটো পাশ্চাত্য জাতিৰ অনুকৰণক লৈহে হৈছে। অৱৰোধ প্ৰথা সম্পূৰ্ণ ৰূপে বিজ্ঞানসিদ্ধ আৰু সতীধৰ্ম্মৰ অনুকূল প্ৰথা। দূৰদৰ্শী পশ্চিমীয়া পণ্ডিতসকলে তাৰ ভূয়সী প্ৰশংসা কৰিছে।

অটো ৰথফীল্‌ডে (Otto Rothfield) কৈছে যে - অন্তঃপুৰত থকা কাৰণে হিন্দু স্ত্ৰীৰ শোভা বাঢ়ি যায়। হিন্দু স্ত্ৰীসকলৰ আমেৰিকাৰ দৰে সহশিক্ষা,

বালক-বালিকা উভয়ৰে উমৈহতীয়া খেলপথাৰ নাই, যিহে পৰস্পৰৰ প্ৰতি যৌনাকৰ্ষণ সমূলে বিনাশ কৰে। ভাৰতবৰ্ষত ৰমণীৰ মৰ্য্যাদা ইমান বেছি থকা কাৰণে তেওঁলোকে অৰ্দ্ধাঙ্গিনীৰ শক্তি আহৰণ কৰিব পাৰে। তাৰ্ কাৰণ হৈছে যে ভাৰতীয় ৰমণীসকলক কেতিয়াবাহে দেখা যায় কেতিয়াবাহে লগ পোৱা যায়।

চাৰভাণ্টে (Cervante) কৈছে যে - স্ত্ৰীজাতিৰ সুনাম স্ফটিক নিৰ্মিত দৰ্পণৰ নিচিনা। সেই কীৰ্ত্তি ইমান উজ্জ্বল আৰু চক্‌মকীয়া যে সি অপৰ ব্যক্তিৰ নিঃশ্বাসতে মলিন হৈ যায়।

এড্‌মাণ্ড বাৰ্কে কৈছে যে - সকলো মানুহকে মুগ্ধ কৰিবলৈ এগৰাকী স্ত্ৰীৰ জন্ম হোৱা নাই। এজন লোকক সুখী কৰিবলৈহে স্ত্ৰীৰ জন্ম হৈছে।

প্লুটাছে (Plautaus) কৈছে - স্ত্ৰীজাতি ফুলৰ নিচিনা। সেই ফুলৰ গন্ধ উপভোগ কৰিলেহে সেই গন্ধ বেছি স্নিগ্ধ হয়, সকলোৰে কাৰণে নহয়।

ৱাৰ্ডসৱাৰ্থ আৰু লোমনিছে কৈছে যে - উত্তম গন্ধৱতী কুসুম কুমাৰী নাৰী সদায় লজ্জাৱতী।

এইবোৰ উক্তি সহশিক্ষাৰ সপক্ষে নহয়। সহশিক্ষাৰ মাধ্যমত এফালে যেনেকৈ শিক্ষাৰ পূৰ্ণতা প্ৰাপ্তিত বাধা ওপজে সেইদৰে উভয়ৰ চৰিত্ৰ ধ্বংসৰ পথ মুকলি কৰে আৰু বহু ক্ষেত্ৰত স্ত্ৰী পুৰুষৰ প্ৰকৃত প্ৰেম-প্ৰীতিৰ মূল ধ্বংস কৰি কামজ প্ৰবৃত্তিৰহে উন্মেষ কৰে আৰু বিবাহ বিচ্ছেদৰ পথ মুক্ত কৰে। আজি আমাৰ দেশ সহশিক্ষাৰহে বেছি পক্ষপাতী। পাশ্চাত্য দেশবোৰত এই সহশিক্ষাই কি অধঃপতন আনিছে তালৈ আমাৰ দৃষ্টি নাই।

বৈদিক যুগত গাৰ্গী মৈত্ৰেয়ীৰ নিচিনা ব্ৰহ্মবাদিনী নাৰীৰ উদ্ভৱ যেনেকৈ হৈছিল আধুনিক যুগতো ম্যাডাম কিউৰিৰ নিচিনা বৈজ্ঞানিকাৰ উদ্ভৱ হৈছে সঁচা কথা কিন্তু সেই দৃষ্টান্ত সৰ্বসাধাৰণ স্ত্ৰীজাতিৰ শিক্ষাৰ পক্ষে কিমানদূৰ সমীচীন সেইটো বিবেচনাৰ স্থল নাই জানো?

আজি দেশত আদৰ্শগত হিচাবে অৱৰোধ প্ৰথা ৰক্ষা কৰা মনোবৃত্তি দেশবাসীৰ নাই কিন্তু অৱৰোধ প্ৰথাৰ উচ্ছেদ কল্পে স্বেচ্ছাচাৰী ভ্ৰমণ বা স্বাধীনতাৰ নামত প্ৰকৃত অভিভাৱক সকলৰ অনিচ্ছাত বা অজ্ঞাতত যিকোনো পৰপুৰুষৰ লগত ভ্ৰমণ বা চিনেমা আদি চোৱাত সম্ভাব্য বাধা নিষেধ যদি থাকিলহেঁতেন তেতিয়াও বহু অবাঞ্ছিত পৰিস্থিতিৰ পৰা হাত সাৰিব পৰা গ'লহেঁতেন।

স্ত্ৰীশিক্ষাৰ নীতি পুৰুষৰ শিক্ষাৰ নীতিতকৈ যদি বেছি বেলেগ ধৰণৰ হ'ব লাগে বুলি স্বীকাৰ কৰি লোৱা হয় তেতিয়া সহশিক্ষাৰ প্ৰশ্ন আপোনাআপুনি আঁতৰি যায়। পুৰুষৰ শিক্ষাৰ অনুকৰণত যদি স্ত্ৰীৰ শিক্ষাও চলি থাকে, বয়স্কাউটৰ লগত গাৰ্লগাইড চলি থাকে, এন. চি. চিতো ল'ৰাৰ নিচিনাকৈ ছোৱালীয়েও -গদান কৰি থাকে, পুলিচ আৰু সৈনিক বিভাগতো সোমোৱাত সমান স্বত্ব

অধিকাৰৰ দাবী চলি থাকে সহশিক্ষাৰ প্ৰশ্ন সদায় জটিলতৰ হৈ গৈ থাকিব আৰু স্ত্ৰীৰ উপযোগী শিক্ষাৰ নীতি কেতিয়াও উদ্ভাৱন নহ'ব। স্ত্ৰী জাতিৰ কমনীয়তা, সৌন্দৰ্য্য, অনুভূতি প্ৰৱণতাও ধীৰে ধীৰে হ্ৰাস পাই আহি পুৰুষৰ নিচিনা কঠোৰ অৱয়ব সম্পন্ন হ'ব আৰু স্ত্ৰী হৃদয়ৰ স্ত্ৰী সুলভ মাধুৰ্য্যপূৰ্ণ আৰু গৰিমাময় ভাৱোন্মুখ হাস্যোজ্জ্বল মুখমণ্ডলৰো বিকৃতি ঘটিব। ইতিমধ্যে এনেদৰে শিক্ষিতা আৰু এনেধৰণৰ মনোবৃত্তি গ্ৰহণকাৰিণীসকলে নাৰীৰ মুখমণ্ডলৰ সেই সৌন্দৰ্য্য আৰু হৃদয়ৰ মনোমুগ্ধকাৰিণী তেনে প্ৰকৃতি হেৰুৱাই পেলাইছে। এনে ধৰণৰ শিক্ষা প্ৰকৃতিগত শিক্ষা হ'ব নোৱাৰে, ই প্ৰকৃতি বিৰোধী শিক্ষাহে। এই শিক্ষাৰ নীতি শিক্ষাৰ মনোবিজ্ঞানে স্বীকাৰ নকৰে। কায়িক পৰিশ্ৰমেৰে পুৰুষে যিবোৰ কৰ্ম্ম কৰে, সেই কৰ্ম্মবোৰ যদি নাৰীয়ে কৰে তেতিয়া নাৰীয়ে শৰীৰৰ আৰু মুখমণ্ডলৰ সৌন্দৰ্য্য আৰু কমণীয়তা ৰক্ষা কৰিব নোৱাৰে আৰু হৃদয়ৰ কোমলতাও ৰক্ষা কৰিব নোৱাৰে।

যিবোৰ শিক্ষা, ক্ৰীড়া বা কৰ্ম্মই নাৰী জাতিৰ শাৰীৰিক বলিষ্ঠতা আনিও স্ত্ৰীৰোগ বৃদ্ধিৰ কাৰণ হয়, প্ৰজনন শক্তিৰ হ্ৰাস ঘটায় আৰু নাৰীৰ সৌন্দৰ্য্যৰো অৱনতি ঘটায়, তেনে শিক্ষা, ক্ৰীড়া বা কৰ্ম্মই নাৰী জাতিৰ উন্নতি বিধান কৰিব নোৱাৰে।

স্ত্ৰী শিক্ষাৰ এই জটিল সমস্যা সমাধানৰ সন্ধান আজিৰ ভাৰতবৰ্ষই আন্তৰিকতাৰে কৰা নাই।●

**নাতিসকল**

শ্ৰীমণীষ কুমাৰ ভট্টাচাৰ্য্য
ডাং দীপক শৰ্মা
এম.বি.বি.এচ., ডি.জি.অ'.
শ্ৰীজয়ন্ত শৰ্মা
বি.ই.
শ্ৰীবিদ্যুৎ কুমাৰ মিশ্ৰ
এম.কম., এম. মিউজ.
শ্ৰীপ্ৰদ্যুৎ কুমাৰ মিশ্ৰ
বি.এচ.চি., এম. মিউজ.
শ্ৰীৰাজৰ্ষি গোস্বামী

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী বিৰজা শৰ্মা

শ্ৰীমতী জুৰি শৰ্মা
বি.এ.
শ্ৰীমতী পূৰবী মিশ্ৰ
বি.এ., এম.মিউজ.

**নাতিনীসকল**

শ্ৰীমতী নন্দিনী বৰপূজাৰী
এম.এ. বি.পি.এম.*
শ্ৰীমতী লোপামুদ্ৰা ভট্টাচাৰ্য্য
বি.ই.
শ্ৰীমতী উপাসনা ভট্টাচাৰ্য্য
শ্ৰীমতী প্ৰিয়ম ভট্টাচাৰ্য্য
শ্ৰীমতী অপৰ্ণা শৰ্মা
এম.এ.
ডাং কল্পনা শৰ্মা
এম.ডি.
শ্ৰীমতী চন্দনা শৰ্মা,
বি.এ.
শ্ৰীমতী কৃষ্ণা শৰ্মা
এম.এ., বি.টি., এম. মিউজ.
শ্ৰীমতী অমৃতা গোস্বামী

**নাতি-জোৱাইসকল**

ডাং বিক্ৰম বৰপূজাৰী
এম.ডি.

শ্ৰীঅৰূপ শৰ্মা
বি.ই.
ডাং শিৱদেব সিং কাটোচ
এম.বি.বি.এচ.

শ্ৰীঅচিন্ত্য শৰ্মা
বি.এ., এল.এল.বি.

**পুত্ৰপক্ষৰ আজু-নাতিসকল**

আনুস্কা, অভিনীতা, আয়োনা, আয়ান

**কন্যাপক্ষৰ আজু-নাতিসকল**

নীড়, নেহা, অনুৰাগ, ঈশান, ৰুণীমা, দীক্ষা, নাটাচা আৰু দীপাক্ষী।

---

* Bachelor of Personnel Management

# আঠঘৰীয়া ভট্টাচাৰ্য্য-বংশাবলী



# "দেবেন্দ্ৰ সমগ্ৰ"ৰ চমু পৰিচিতি

৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য এক বহুমুখী প্ৰতিভা আছিল। অনন্য অধ্যয়নশীল, শিক্ষাবিদ, চিন্তাবিদ, সাহিত্য কৰ্মী তথা ভাৰতীয় সংস্কৃতিৰ বিশ্লেষক ৰূপে তেখেতে লিখি যোৱা প্ৰকাশিত-অপ্ৰকাশিত ৰচনাৰাজিক ৯ টা খণ্ডত প্ৰয়াত ৺কীৰ্তিনাথ হাজৰিকাদেৱে সম্পাদনা কৰি গৈছিল।

"দেবেন্দ্ৰ সমগ্ৰ"ৰ ৯টা খণ্ডত বিভাজিত ৰূপ এনেধৰণৰ ঃ—

### দেবেন্দ্ৰ সমগ্ৰ
### ১

**শিক্ষা সংক্ৰান্ত কিতাপসমূহ**

১। মুকুলৰ ক, খ (১৯৪৮) ২। প্ৰাইমেৰী শ্ৰেণীৰ শিক্ষা প্ৰণালী (১৯৫০) ৩। বিত্‌চকু সলাওক (১৯৫৫) ৪। বুনিয়াদী শিক্ষাৰ পটভূমি (১৯৫৬ ৫। বিনুৰ ক, খ (১৯৫৬) ৬। শিক্ষক সাৰথি (১৯৬৩) ৭। শিক্ষাদৰ্শন আৰু শিক্ষা পদ্ধতিৰ গতিধাৰা (১৯৬৮)

### দেবেন্দ্ৰ সমগ্ৰ
### ২

**উপন্যাসসমূহ**

১। ভ্ৰান্তি (১৯৫৪) ২। আধুনিকা (১৯৫৫) ৩। ক'লা ডাৱৰ (১৯৫৫) ৪। হিয়াৰ কৰ্পনি (১৯৫৫) ৫। ফল্গুপ্ৰবাহ (১৯৫৮) ৬। তৰুণ হিয়া (১৯৫৮— এই কিতাপখন বিচাৰি পোৱা নগ'ল সেইবাবে ইয়াত সন্নিবিষ্ট কৰা নহ'ল) ৭। অনুভূতিৰ পাৰে পাৰে (১৯৬২) প্ৰেমৰ মহিমা (১৯৮০)

### দেবেন্দ্ৰ সমগ্ৰ
### ৩

**ঐতিহাসিক শ্ৰীৰামচন্দ্ৰ** (১৯৭৫ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৪

**ভগবান শ্ৰীকৃষ্ণ** (১ম খণ্ড, ২য় খণ্ড, ৩য় খণ্ড, ৪ৰ্থ খণ্ড, ৫ম খণ্ড, ৬ষ্ঠ খণ্ড আৰু ঐতিহাসিক শ্ৰীকৃষ্ণ (১৯৭৬)

### দেবেন্দ্ৰ সমগ্ৰ
### ৫

**শ্ৰীমদ্ভাগৱত গীতা** (১৯৭৮ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৬

**শ্ৰীশ্ৰী চণ্ডী** (১৯৭৯ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৭

**পাতঞ্জল যোগদৰ্শন** (১৯৭৭ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৮

**লোক সাহিত্য**

১। নতুন সমাজ (১৯৫৫) ২। দৈৱচক্ৰ (১৯৫৬) ৩। অমৃত কথা (১৯৫৬) ৪। গান্ধীবাদী নৰেন (১৯৫৮) ৫। প্ৰহ্লাদ (১৯৭৯) ৬। শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞৰ কথা (১৯৬২) ৭। মহাভাৰতৰ আখ্যান ৮। মহাভাৰতৰ কথা ৯। পিতামহ ভীষ্ম ১০। মহামতি বিদুৰ (১৯৭৬) ১১। মহাবীৰ কৰ্ণ ১২। ভীমকৰ্মা বৃকোদৰ (১৯৭৫) ১৩। ভাৰতীয় প্ৰেম কাহিনী (১৯৭৭) ১৪। তপস্যাৰ মহিমা (১৯৮১)

### দেবেন্দ্ৰ সমগ্ৰ
### ৯

**লেছেৰি বোটলা (প্ৰথম ভাগ)**

১। শিক্ষামূলক প্ৰবন্ধৰাজি আৰু স্কুল পৰিদৰ্শনৰ প্ৰতিবেদন সমূহ ২। সমাজ, ৰাজনীতি, গান্ধীবাদ আৰু সাহিত্য বিষয়ক বিবিধ

**লেছেৰি বোটলা (দ্বিতীয় ভাগ)**

১। ধৰ্মমূলক, আধ্যাত্মিক আৰু দৰ্শনমূলক প্ৰবন্ধ সমূহ ২। ভাষণাৱলী ৩। কবিতাপঞ্জী (সত্যপথৰ যাত্ৰী)

(এই প্ৰবন্ধসমূহ বাঁহী, আৱাহন, সুৰভি, নীলাচল, উষা, আলোক, দৈনিক অসম, নতুন দৈনিক, অসম বাণী আদি আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত।)

---